সাহিত্য গ্ৰন্থমালা—১১

# বিশ্ব ইতিহাসৰ জিলিঙনি

## প্ৰথম খণ্ড

জৱাহৰলাল নেহৰু



শ্ৰীসদানন্দ চলিহা
শ্ৰীশশীকান্ত শৰ্ম্মা
আৰু
শ্ৰীলক্ষ্মী প্ৰসাদ দত্ত
অনূদিত

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সম্পাদিত




প্ৰকাশন পৰিষদ
গুৱাহাটী

VISWA ITIHASAR JILINGANI: An Assamese version of the "Glimpses of World History" of Shri Jawaharlal Nehru, rendered by Shri Sadananda Chaliha, M.A., Shri Sashi Kanta Sarma, B.A. and Shri Lakshmiprasad Dutta, M.A.; Edited and Published by Shri Biswanarayan Shastri, M.A., Secretary Publication Board, Assam, Gauhati; first Published, May 1965.

---

প্ৰকাশক
শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী, এম. এ
সচিব
প্ৰকাশন পৰিষদ,
গুৱাহাটী

প্ৰথম সংস্কৰণ
মে, ১৯৬৫

মুদ্ৰাকৰ
শ্ৰীঅৰুণকুমাৰ চট্টোপাধ্যায়
ডিএন্‌বিএ ব্ৰাদাৰ্চ
১/১ বৃন্দাবন মল্লিক লেন
কলিকতা-৯

মূল্য: কেঁচা বন্ধা—ছটকা
পকা বন্ধা—আঠ টকা




**অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিমলাপ্ৰসাদ চলিহাদেৱৰ অভিনন্দন বাণী**

মুখ্যমন্ত্ৰীৰ সচিবালয়
ছিলং

অসম প্ৰকাশন পৰিষদে বিশ্ববৰেণ্য স্বৰ্গীয় নেতা জৱাহৰলাল নেহৰুৰ পুথিসমূহ অসমীয়ালৈ অনুবাদ আৰু প্ৰকাশ কৰি সস্তীয়া দৰত ৰাইজৰ হাতত দিবলৈ সিদ্ধান্ত কৰা বুলি জানি আনন্দ পাইছোঁ। মোৰ সম্পূৰ্ণ বিশ্বাস যে তাৰদ্বাৰা অসমীয়া সাহিত্য চহকী হোৱাৰ উপৰিও আমাৰ সমাজৰ ভালেখিনি উপকাৰ হ'ব। তেখেতৰ "বিশ্ব-ইতিহাসৰ জিলিঙনি" (Glimpses of World History) গ্ৰন্থখনিয়ে সমগ্ৰ বিশ্বতে আদৰ পাইছে। প্ৰকাশন পৰিষদে নেহৰু সাহিত্যৰ এইখিনি পুথি অসমীয়া ভাষালৈ অনুবাদ কৰি ৰাইজৰ হাতত দিবলৈ লোৱা সিদ্ধান্তৰ প্ৰতি অভিনন্দন জনাইছোঁ। অসমীয়া পঢ়ুৱৈ সমাজে এই পুথিখনৰপৰা সেই বিশ্ববৰেণ্য নেতাজনৰ বিশাল কৰ্মক্ষেত্ৰ, উদাৰ চিন্তাধাৰা আৰু মহৎ আদৰ্শৰ নিশ্চয় আভাস পাব আৰু অনুপ্ৰাণিত হ'ব। ইতি -

২০ মে', ১৯৬৫

শ্ৰীবিমলাপ্ৰসাদ চলিহা

## প্ৰকাশন পৰিষদৰ সভাপতিদেৱৰ একেষাৰ

অসম প্ৰকাশন পৰিষদে দেশনেতা জৱাহৰলাল নেহৰু দেৱৰ প্ৰধান গ্ৰন্থসমূহৰ অসমীয়া অনুবাদ কম মূলীয়াকৈ প্ৰকাশ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিছে আৰু সেই সিদ্ধান্ত অনুযায়ী প্ৰথম কিতাপ "আত্মজীৱন চৰিত" তেখেতৰ জন্মবাৰ্ষিকী, ১৪ নবেম্বৰৰ দিনা (১৯৬৪) প্ৰকাশ কৰিছে। ইয়াৰ পিচতে তেখেতৰ 'ভাৰত সন্ধান' (Discovery of India) গ্ৰন্থখনিও পৰিষদে প্ৰকাশ কৰিছে। সম্প্ৰতি তেখেতৰ অমূল্য গ্ৰন্থ "বিশ্ব-ইতিহাসৰ জিলিঙনি" (Glimpses of World History) গ্ৰন্থখনো দুটা খণ্ডত প্ৰকাশ কৰা হৈছে আৰু আগৰ কিতাপ দুখনৰ দৰেই সৰ্ব-সাধাৰণে কিনিব পৰাকৈ এইখন পুথিৰ বেচো কম কৰা হৈছে। আশাকৰোঁ আমাৰ শিক্ষিত সমাজ আৰু ছাত্ৰসকল ইয়াৰদ্বাৰা উপকৃত হ'ব।

শ্ৰীদেৱকান্ত বৰুৱা
শিক্ষামন্ত্ৰী, অসম
আৰু
সভাপতি, প্ৰকাশন পৰিষদ

ছিলং
২৩-৫-৬৫

# সম্পাদকীয়

পণ্ডিত নেহৰুৰ বিশ্বজোৰা খ্যাতি কেৱল ৰাজনীতিতে সীমাবদ্ধ নহয়—এজন চিন্তানায়ক আৰু সুলেখক স্বৰূপেও নেহৰু বিশ্ববিশ্রুত। নেহৰুজীৰ লেখনী-নিঃসৃত ভাৱধাৰা অসমীয়া ভাষাত প্ৰকাশ কৰি সুলভ মূল্যত যোগান ধৰিবলৈ প্ৰকাশন পৰিষদে সিদ্ধান্ত কৰিছে। উক্ত সিদ্ধান্ত অনুসাৰে তেখেতৰ আত্মজীৱন চৰিতখন যোৱা চৈধ্য নবেম্বৰৰ দিনা (১৯৬৪) আনুষ্ঠানিকভাৱে প্ৰকাশ কৰা হৈছে। অলপতে 'ভাৰত-সন্ধান' (Discovery of India) গ্ৰন্থখনি প্ৰকাশ কৰা হৈছে। সম্প্ৰতি এই আঁচনি অনুসাৰে তৃতীয় গ্ৰন্থ 'বিশ্ব-ইতিহাসৰ জিলিঙনি' (Glimpses of World History) দুই খণ্ডত প্ৰকাশ কৰা হৈছে। ইয়াৰ পিচত একেখণ্ডত প্ৰকাশ কৰাৰ ইচ্ছাও আছে।

সুখৰ বিষয় জৱাহৰলাল নেহৰুৰ গ্ৰন্থৰ অসমীয়া অনুবাদে ৰাইজৰপৰা যথেষ্ট সমাদৰ লাভ কৰিছে। 'আত্ম-জীৱন চৰিত' প্ৰকাশৰ চাৰি মাহৰ ভিতৰতে পাঁচ হেজাৰখন বিক্ৰী হোৱাটো অসমীয়া সাহিত্যত উল্লেখযোগ্য কথা। গ্ৰন্থখনিৰ দ্বিতীয় মুদ্ৰণৰ বিষয়ে ব্যৱস্থা কৰা হৈছে। আশাকৰোঁ 'বিশ্ব-ইতিহাসৰ জিলিঙনি'য়েও আশানুৰূপ সমাদৰ পাব।

পুথিখন নিচেই কম সময়ৰ ভিতৰত ছপাই উলিওৱা হৈছে। এনে এখন বৃহৎ কলেৱৰৰ গ্ৰন্থ খৰখেদাকৈ ছপাই উলিয়াওঁতে ত্ৰুটী-বিচ্যুতিৰ আশঙ্কা আছে। বিদেশী শব্দৰ অসমীয়া উচ্চাৰণানুগ আখৰ যোটনিত নানা জনৰ নানা মত, সেইবাবে এনেকুৱা একে শব্দৰ দুই প্ৰকাৰ আখৰ যোটনিও ঠায়ে ঠায়ে ওলাব পাৰে।

অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিমলাপ্ৰসাদ চলিহা ডাঙৰীয়াই অনুগ্ৰহ কৰি নেহৰু সাহিত্যৰ অসমীয়া সংস্কৰণ একোবাৰি অভিনন্দন বাণীৰে ওলগ জনাইছে। মুখমন্ত্ৰী মহোদয়ৰ বাণীয়ে পৰিষদক উৎসাহিত কৰিছে। পৰিষদৰ সভাপতি অসমৰ শিক্ষা-মন্ত্ৰী শ্ৰীদেৱকান্ত বৰুৱাদেৱৰ একান্ত ইচ্ছাৰ বাবেই ইমান সোনকালে গ্ৰন্থ কেইখন প্ৰকাশ হৈছে।

ছপাখানাৰ কৰ্তৃপক্ষৰ সহানুভূতিপূৰ্ণ সহযোগে প্ৰকাশ-কাৰ্য সম্ভৱ কৰিছে। তেওঁলোকৰ শলাগ ললোঁ। ইতি—

গুৱাহাটী
২৬ মে, ১৯৬৫

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব,
প্ৰকাশন পৰিষদ।

## বিশ্ব-ইতিহাসৰ ঝিলিঙনি
## মূল গ্ৰন্থৰ পাতনি

ক'ত আৰু কেতিয়া এই চিঠিবোৰ প্ৰকাশ হ'ব, নাইবা প্ৰকাশ হয় নে নহয়, মই ক'ব নোৱাৰো; কাৰণ ভাৰত আজি এখন আশ্চৰ্য্যজনক দেশ আৰু ভৱিষ্যত বাণী কৰাটোও টান। কিন্তু মোক ঘটনাচক্ৰই বেৰি ধৰাৰ আগতে এইবোৰ লেখিবলৈ এটা সুযোগ পোৱাৰ বাবে লেখি গ'লো মাথোন।

বুৰঞ্জীমূলক ক্ৰম ৰক্ষা কৰি এই চিঠিবোৰ লেখাৰ বাবে মই অলপ ক্ষমা ভিক্ষা আৰু ব্যাখ্যা কৰিবলগীয়া হৈছে। যিসকল পাঠকে মোৰ এই চিঠিবোৰ পঢ়ি শেষ কৰাৰ কষ্ট স্বীকাৰ কৰিব, তেওঁবিলাকে নিজেই এই ক্ষমা-ভিক্ষা আৰু ব্যাখ্যাৰ তাৎপৰ্য্য বুজিব পাৰিব। বিশেষকৈ পাঠকসকলে মই ইয়াৰ শেষচিঠিখনৰ বিষয়ে উল্লেখ কৰিব খোজো আৰু সম্ভৱতঃ এই উম্ভট জগতখনত শেষৰ পৰাইহে আৰম্ভ কৰাটো ভাল হ'ব।

চিঠিবোৰৰ সংখ্যা বাঢ়ি যাবলৈ ধৰিলে। অৱশ্যে এই বিষয়ে মোৰ কোনো নিৰ্দ্দিষ্ট পৰিকল্পনা নাছিল আৰু মই কেতিয়াও নেভাবিছিলোঁ যে এইবোৰ আকৃতিত ইমান ডাঙৰ-দীঘল হ'বগৈ। ছবছৰমানৰ আগতে মোৰ ছোৱালীজনীৰ মাথোন দহ বছৰ বয়সত, মই তাইলৈ পৃথিৱীৰ আদিম অৱস্থাৰ চমু আৰু সৰল বিৱৰণ থকা কিছুমান চিঠিপত্ৰ লিখিছিলোঁ। এই চিঠি-পত্ৰবোৰকে পিচত কিতাপৰ আকাৰেৰে উলিওৱা হ'ল আৰু সেইবোৰ পাঠকসকলে উদাৰভাৱে আদৰিলে। এই চিঠিবোৰ ক্ৰমবৰ্দ্ধমান কৰিবৰ বাবে মোৰ মনত এটা ভাৱে চিলনি বনোৱাদি বনালে, কিন্তু পৰিপূৰ্ণৰূপে ৰাজনৈতিক কৰ্ম্মসঙ্কুল ব্যস্ত জীৱনটোৱে এই ভাবটোক ৰূপ পৰিগ্ৰহ কৰিবলৈ দিয়াটোত বাধা উপজিল। পিচে, কাৰাবাসত মই বিচৰা সুবিধাটো পোৱাত মই তাক আঁকোৱালি ধৰিলোঁ।

বন্দী জীৱনৰ নিজা কিছুমান অনুকূলতা আছে; ই অলপ অচৰপ অনাসক্তি আৰু অৱকাশ দুয়োটাকে লগত লৈ আহে। কিন্তু প্ৰতিকূল পৰিবেশ দেখা কথা। বন্দীয়ে বিচাৰি পাৰলৈ কোনো পুথি-ভঁৰালৰ চিন-মোকাম নাই আৰু মিলাই চাব পৰা যি কোনো গ্ৰন্থই দুষ্প্ৰাপ্য। এনে অৱস্থাত কোনো বিষয়ে ৰচনা কৰিবলৈ যোৱাটো গোকাট মূৰ্খৰহে কাম হ'ব। কেইখনমান কিতাপ মোক দিয়া হৈছিল, কিন্তু লগত ৰাখি থব পৰাকৈ নহয়। সেই কিতাপবোৰ আহিল আৰু গ'ল। বাৰ বছৰৰ আগেয়ে অৱশ্যে যেতিয়া সৰহভাগ সহকৰ্ম্মী সহকৰ্ম্মিণীৰ লগত সহযাত্ৰী হৈ কাৰা-তীৰ্থৰ বাটৰ বাটৰুৱা হৈছিলোঁ, মোৰ এটা অভ্যাস আছিল—সেই অভ্যাসৰ বলতে মই পঢ়িবলৈ পোৱা কিছুমান কথা টুকি থৈছিলোঁ। মোৰ এই টোকাবহীবোৰৰ সংখ্যা বাঢ়ি বাঢ়ি গৈ আছিল আৰু অৱশেষত মোৰ লিখা আৰম্ভ কৰোঁতে এইবোৰেই মোক ৰক্ষা কৰিলে। ইয়াৰ বাহিৰেও যিবিলাক গ্ৰন্থই মোক অপৰিসীম সহায় কৰিছিল, তাৰ ভিতৰত এৰাব নোৱাৰাকৈ আছিল এইচ, জি. ৱেলচৰ 'আউট্ লাইন অৱ হিষ্ট্ৰী'

(Outline of history)। কিন্তু আলোচনা কৰাৰ উপযোগী কিতাপৰ অভাৱ সঁচাকৈয়ে গুৰুতৰ আছিল আৰু এই বাবেই বৰ্ণনামূলক কথাবোৰ অলপ ধুঁৱলি-কুঁৱলি হৈ থাকিল আৰু কিছুমান সময়ৰ কাহিনী জাঁপ মাৰি এৰাই আহিবলগীয়া হ'ল।

চিঠিবোৰ ব্যক্তিগত হৈ পৰিছে আৰু তাত বহুতো আবেগময় পৰশ লাগি আছে। এইবোৰ মাথোন মোৰ ছোৱালীজনীৰ বাবেহে। এইবোৰৰ বৰ্ণনা মই কি কৰিম ক'ব নোৱাৰোঁ। অমানুষিক পৰিশ্ৰম নকৰিলে সেইবোৰ বাদ দিব নোৱাৰি। সেইবাবে সেইবোৰত মই আৰু হাত নিদিলোঁ।

স্বাস্থ্যৰ বাবে কৰ্ম্মশক্তি ক্ষীণ হৈ পৰিলে অন্তৰ—বিশ্লেষণ আৰু মনোভাব পৰিবৰ্ত্তনৰ সুযোগ আহে। মোৰ ভয় হৈছে যে এই পৰিবৰ্ত্তনে মোৰ লিখাবোৰত নিশ্চয় ৰেখাপাত কৰিছে। অৱশ্যে এই চিঠিবোৰ লেখাৰ ৰীতি বুৰঞ্জীবিদৰ অৱলম্বনীয় নৈৰ্ব্যক্তিক নিশ্চয় নহয়।

বুৰঞ্জীবিদ বুলি মই দাবী নকৰোঁ। মোৰ ৰচনাসমূহ প্ৰাথমিক শিক্ষাৰ্থীৰ প্ৰাৰম্ভিক আলোচনা আৰু প্ৰবীণ শিেষজ্ঞৰ বিশ্লেষণ—দুয়ো বিধৰে বিষমসংমিশ্ৰণ স্বৰূপ হৈছে। হেজাৰ-বিজাৰ পুনৰুক্তি ঘটিছে। সঁচাকৈয়ে চিঠিবোৰত যিবোৰ দোষ ঘটিছে তাৰ আৰু ওৰ নাই। এডাল মিহি সুতাৰে একেলগে গাঁথি থোৱা এইবোৰ যেন অপটু হাতৰ ছবি। প্ৰাচীন পুথি-পত্ৰ ঘাঁটি-ঘুটি মই ভাৱ আৰু ঘটনাসমূহ বুটলি লৈছোঁ, তাত ভুলো হয়তো ভালেমান সোমাইছে। সুযোগ্য বুৰঞ্জীবিদ এজনৰ হাতুৰাই এইবোৰ সংশোধন কৰোৱাৰ ইচ্ছা আছিল, কিন্তু কাৰামুক্তিৰ চমুদিন কেইটাত এইটো কৰাৰ সময় আৰু নোলাল।

এই চিঠিবোৰ লিখোঁতে মোৰ মতামত প্ৰায়েই এনেকুৱা হৈছে যে সেইবোৰ পঢ়ি পাঠকে আক্ৰমণমূলক যেন পাব পাৰে। এই মতামত মই স্বীকাৰ কৰি লৈছোঁ। কিন্তু তথাপি মই এই চিঠিবোৰ লিখি আগবাঢ়ি গৈ থাকোঁতে ইতিহাসৰ প্ৰতি মোৰ দৃষ্টিভঙ্গী ক্ৰমে ম্লান হৈ গৈছে। আজি যদি মই এইবোৰ দুনাই লিখিব লাগে, তেনেহলে মই সেইবোৰ নতুনকৈ লিখিবলগীয়া হ'ব নাইবা বেলেগ ভঙ্গীৰে প্ৰকাশ কৰিব লাগিব। কিন্তু এবাৰ যিবোৰ কথা লিখি আহিলোঁ, সেইবোৰ মচি আকৌ নতুনকৈ লিখাৰ সামৰ্থ্য মোৰ নাই।

জানুৱাৰী, ১, ১৯৩৫ — জৱহৰলাল নেহৰু

## ॥ সূচীপত্ৰ ॥


| | | পৃষ্ঠা |
|---|---|---|
| | জন্ম দিনৰ চিঠি এখন | ১ |
| ১। | ন-বছৰৰ উপহাৰ | ৪ |
| ২। | বুৰঞ্জীৰ শিক্ষা | ৭ |
| ৩। | ইন্‌কিলাব্ জিন্দাবাদ্ | ৯ |
| ৪। | এচিয়া আৰু ইউৰোপ | ১১ |
| ৫। | প্ৰাচীন সভ্যতা আৰু আমাৰ উত্তৰাধিকাৰ | ১৩ |
| ৬। | হেলেনিজ | ১৭ |
| ৭। | গ্ৰীক পোৰ-ৰাষ্ট্ৰবোৰ | ২০ |
| ৮। | পশ্চিম এচিয়াৰ সাম্ৰাজ্যবোৰ | ২২ |
| ৯। | পুৰণি ঐতিহ্যৰ বোজা | ২৬ |
| ১০। | প্ৰাচীন ভাৰতৰ গ্ৰাম্য গণৰাজ্যবোৰ | ২৯ |
| ১১। | চীনৰ এহেজাৰ বছৰ | ৩৩ |
| ১২। | অতীতৰ আহ্বান | ৩৭ |
| ১৩। | ধন-বিত ক'লৈ যায় | ৪০ |
| ১৪। | খৃষ্টপূৰ্ব ষষ্ঠ শতাব্দী আৰু ধৰ্ম | ৪৩ |
| ১৫। | পাৰস্য আৰু গ্ৰীচ | ৪৯ |
| ১৬। | গৌৰৱমণ্ডিত হেলাছ | ৫৪ |
| ১৭। | প্ৰসিদ্ধ যোদ্ধা অথচ দাম্ভিক ডেকা এজন | ৫৮ |
| ১৮। | চন্দ্ৰগুপ্ত মৌৰ্য্য আৰু অৰ্থশাস্ত্ৰ | ৬৩ |
| | —আৰব সাগৰৰএছ্ এছ্ ক্ৰাকোভিয়া জাহাজৰপৰা :— | |
| ১৯। | তিনি মাহ | ৬৬ |
| ২০। | আৰব সাগৰ | ৬৯ |
| | —বেৰিলীৰ কাৰাগাৰৰপৰাঃ— | |
| ২১। | জিৰণিৰ এদিন আৰু সপোনপুৰীৰ যাত্ৰা | ৭০ |
| ২২। | জীৱিকাৰ অৰ্থে মানুহৰ যুঁজ | ৭২ |
| ২৩। | সমীক্ষা | ৭৫ |
| ২৪। | অশোক—দেৱানাং প্ৰিয় | ৭৮ |
| ২৫। | অশোকৰ দিনৰ দুনিয়া | ৮২ |
| ২৬। | চ'-ইন্ আৰু হাণসকল | ৮৬ |
| ২৭। | ৰোম বনাম কাৰ্থেজ | ৮৯ |
| ২৮। | সাম্ৰাজ্যলৈ ৰোমাণ গণৰাজ্যৰ ৰূপান্তৰ | ৯৩ |

পৃষ্ঠা

২৯। দক্ষিণ ভাৰতে উত্তৰক স্নান কৰিলে ... ... ... ... ৯৮
৩০। কুশানসকলৰ সীমান্ত সাম্রাজ্য ... ... ... ... ১০২
৩১। যীশু আৰু খৃষ্টধৰ্ম্ম ... ... ... ... ১০৬
৩২। ৰোমাণ সাম্রাজ্য ... ... ... ... ১১১
৩৩। ৰোমাণ সাম্রাজ্য ভাগি টুকুৰাটুকুৰ হ'ল আৰু অৱশেষত প্ৰেতাত্মাত পৰিণত হ'ল গৈ ... ... ... ... ১১৫
৩৪। বিশ্বৰাষ্ট্ৰৰ আদৰ্শ ... ... ... ... ১১৯
৩৫। পাৰ্থিয়া আৰু ছাছানিদসকল ... ... ... ... ১২৩
৩৬। দক্ষিণ ভাৰতে উপনিৱেশ স্থাপন কৰিলে ... ... ... ১২৫
৩৭। গুপ্তসকলৰ আমোলত হিন্দু সাম্রাজ্যবাদ ... ... ... ১৩০
৩৮। হূনসকলৰ ভাৰত আক্ৰমণ ... ... ... ... ১৩৪
৩৯। বৈদেশিক বজাৰৰ ওপৰত ভাৰতৰ আধিপত্য ... ... ... ১৩৬
৪০। দেশ সভ্যতাৰ উত্থান-পতন ... ... ... ... ১৩৮
৪১। তাঙ্সকলৰ আমোলত চীনৰ শ্ৰীবৃদ্ধি ... ... ... ১৪২
৪২। চোছেন আৰু দৈ নিপ্পন ... ... ... ... ১৪৭
৪৩। হৰ্ষবৰ্দ্ধন আৰু উৱান চাং ... ... ... ... ১৫৩
৪৪। দক্ষিণ ভাৰতে বহুতো ৰজা আৰু যোদ্ধা আৰু এজন মহামানৱক জন্ম দিলে ... ... ... ... ১৫৯
৪৫। মধ্য যুগত ভাৰত ... ... ... ... ১৬৪
৪৬। মহিমামণ্ডিত আংকোৰ আৰু শ্ৰীবিজয় ... ... ... ১৬৭
৪৭। ৰোম অন্ধকাৰত প্ৰচ্ছন্ন ... ... ... ... ১৭২
৪৮। ইচলামৰ অভ্যুদয় ... ... ... ... ১৭৮
৪৯। স্পেইনৰপৰা মংগোলিয়ালৈকে আৰবসকলৰ দিগ্বিজয় ... ... ১৮৩
৫০। বাগদাদ আৰু হাৰুণ-অল-ৰছিদ ... ... ... ... ১৮৮
৫১। হৰ্ষৰপৰা মামুদলৈ উত্তৰ ভাৰত ... ... ... ... ১৯৩
৫২। ইউৰোপৰ দেশবোৰে ৰূপ পৰিগ্ৰহ কৰে ... ... ... ১৯৮
৫৩। ফিউডেল প্ৰথা ... ... ... ... ২০৪
৫৪। চীনে অঘৰীবোৰক পশ্চিমলৈ খেদি পঠালে ... ... ... ২০৯
৫৫। জাপানৰ ছোগুণৰ ৰাজত্ব ... ... ... ... ২১৩

ডেৰাডুণৰ কাৰাগাৰৰপৰা :—

৫৬। মানুহৰ অন্বেষণ ... ... ... ... ২১৬
৫৭। খৃষ্টোত্তৰ প্ৰথম সহস্ৰাব্দৰ যৱনিকা পতন ... ... ... ২২০
৫৮। এচিয়া আৰু ইউৰোপত আকৌ এবাৰ দৃষ্টিপাত ... ... ২২৬
৫৯। আমেৰিকাৰ 'মায়া' সভ্যতা ... ... ... ... ২৩১

পৃষ্ঠা

৬০। মহেঞ্জোদাৰোৰ প্ৰতি পুনৰ্বাৰ দৃষ্টিপাত ... ... ... ২০৬
৬১। কৰ্ডোবা আৰু গ্ৰানাদা ... ... ... ... ২০৮
৬২। ধৰ্মযুদ্ধবোৰ ... ... ... ... ২৪৪
৬৩। ধৰ্মযুদ্ধবোৰৰ সময়ত ইউৰোপ ... ... ... ... ২৪৯
৬৪। ইউৰোপীয় চহৰবোৰৰ উত্থান ... ... ... ... ২৫৬
৬৫। আফগানসকলে ভাৰত আক্ৰমণ কৰে ... ... ... ২৬২
৬৬। দিল্লীৰ দাস ৰজাসকল ... ... ... ... ২৬৮
৬৭। চেঙ্গিজ খানে এচিয়া আৰু ইউৰোপক কম্পমান কৰি তুলিলে ... ২৭২
৬৮। মঙ্গোলসকলৰ বিশ্বজোৰা আধিপত্য ... ... ... ২৭৯
৬৯। মহান পৰিব্ৰাজক মাৰ্কপ'ল' ... ... ... ... ২৮৪
৭০। ৰোমান গীৰ্জ্জা ৰণোন্মাদ হ'ল ... ... .. ... ২৮৯
৭১। ক্ষমতাত অধিষ্ঠিতসকলৰ নীতিৰ বিপক্ষে যুদ্ধ .. ... ২৯৩
৭২। মধ্য যুগৰ পৰিসমাপ্তি ... ... ... .. ২৯৬
৭৩। সমুদ্ৰপথৰ আৱিষ্কাৰ ... ... ... ... ৩০৩
৭৪। মঙ্গোলিয়ান সাম্ৰাজ্যৰ ক্ষয় ... ... ... ... ৩১০
৭৫। ভাৰতবৰ্ষৰ কঠিন সমস্যা সমাধানৰ উপক্ৰম .. ... ৩১৬
৭৬। দক্ষিণ ভাৰতৰ ৰাজ্যবোৰ ... ... ... ... ৩২২
৭৭। বিজয় নগৰ ... ... ... ... ৩২৭
৭৮। মালয়েচিয়াৰ মাজাপাহিত আৰু মাল্লাকা সাম্ৰাজ্য ... ... ৩৩০
৭৯। পূৱ এচিয়াত ইউৰোপৰ হস্ত প্ৰসাৰণ আৰম্ভ ... ... ... ৩৩৬
৮০। চীনৰ শান্তি আৰু সমৃদ্ধিৰ যুগ ... ... ... ৩৪১
৮১। জাপান উত্থান ... ... ... ... ৩৪৫
৮২। অশান্ত ইউৰোপ ... ... ... ... ৩৫০
৮৩। নৱজাগৰণৰ যুগ ... ... ... ... ৩৫৪
৮৪। প্ৰটেষ্টেণ্ট বিদ্ৰোহ আৰু কৃষক যুদ্ধ ... ... ... ৩৫৯
৮৫। ষোড়শ আৰু সপ্তদশ শতিকাৰ ইউৰোপত স্বেচ্ছাচাৰী আমোল ৩৬৫
৮৬। স্বাধীনতাৰ বাবে নেডাৰলেণ্ডছৰ সংগ্ৰাম ... ... ... ৩৭১
৮৭। ইংলেণ্ডৰ ৰজাৰ শিৰচ্ছেদ ... ... ... ... ৩৭৭
৮৮। বাবৰ ... ... ... ... ৩৮৪
৮৯। আকবৰ ... ... ... ... ৩৯০
৯০। ভাৰতত মোগল সাম্ৰাজ্যৰ অৱনতি আৰু পতন ... ... ... ৩৯৮
৯১। শিখ আৰু মাৰাঠাসকল ... ... ... ... ৪০৩
৯২। ভাৰতত প্ৰতিদ্বন্দ্বীসকলৰ বিৰুদ্ধে ইংৰাজৰ জয়লাভ ... ... ৪১০
৯৩। চীনৰ এজন শ্ৰেষ্ঠ মাণ্ডু শাসক ... ... ... ... ৪১৭
৯৪। চীনা সম্ৰাট এজনে ইংৰাজ ৰজা এজনলৈ লিখে ... ... ৪২২

পৃষ্ঠা

৯৫। অষ্টাদশ শতাব্দীত ইউৰোপত ভাৰত যুদ্ধ .... ... ... ৪২৬
৯৬। গুৰুত্বপূর্ণ পৰিৱৰ্ত্তনবিলাকৰ ঠিক আগৰ কালৰ ইউৰোপ ... ৪৩৩
৯৭। বৃহৎ যন্ত্ৰৰ আৱিৰ্ভাৱ ... ... ... ... ৪৪০
৯৮। ইংলেণ্ডত শিল্প-বিপ্লৱ আৰম্ভ হয় ... ... ... ৪৪৬
৯৯। আমেৰিকা ইংলেণ্ডৰ কবলৰপৰা মুক্ত হয় ... ... ... ৪৫৪
১০০। বাস্তিল দুৰ্গৰ পতন ... .. ... ... ৪৬১
১০১। ফৰাচী বিপ্লৱ ... ... ... ... ৪৬৮
১০২। বিপ্লৱ আৰু প্ৰতিবিপ্লৱ ... ... ... ... ৪৭৫
১০৩। শাসন চলোৱাসকলৰ মতিগতি ... ... ... ... ৪৮৩
১০৪। নেপোলিয়ন ... ... ... ... ৪৮৭
১০৫। নেপোলিয়নৰ বিষয়ে আৰু অলপ ... ... ... ৪৯৬
১০৬। পৃথিবী নিৰীক্ষণ ... ... ... ... ৫০৪
১০৭। বিশ্বযুদ্ধৰ আগৰ এশবছৰ ... ... ... ... ৫১০
১০৮। ঊনবিংশ শতাব্দীৰ আৰু এছোৱা ... ... ... ৫১৬
১০৯। ভাৰতবৰ্ষত যুদ্ধ আৰু বিদ্ৰোহ ... ... ... ... ৫২৫
১১০। ভাৰতীয় কাৰিকৰবিলাকক স্থানচ্যুত কৰা হয় ... ... ৫৩৪
১১১। ভাৰতবৰ্ষৰ গাঁও, কৃষক আৰু জমিদাৰ ... ... ... ৫৪১
১১২। বৃটেনে কেনেকৈ ভাৰতবৰ্ষ শাসন কৰিছিল ... ... ... ৫৫১
১১৩। ভাৰতবৰ্ষৰ পুনৰ জাগৰণ ... ... ... ... ৫৬৩
১১৪। বৃটেনে চীনত বলেৰে কানি চলায় ... ... ... ... ৫৭০
১১৫। চীনৰ সঙ্কট ... ... ... ... ৫৭৯
১১৬। জাপান দ্ৰুত গতিৰে আগুৱাই যায় ... ... ... ... ৫৮৩
১১৭। জাপানে ৰুচিয়াক পৰাজিত কৰে ... ... ... ... ৫৯২
১১৮। চীন গণৰাষ্ট্ৰ হয় ... ... ... ... ৫৯৯
১১৯। দূৰতৰ ভাৰতবৰ্ষ আৰু পূৰ্ব ভাৰতীয় দ্বীপপুঞ্জ ... ... ৬০৪
১২০। আন এটা নতুন বছৰৰ প্ৰথম দিন ... ... ... ... ৬১২
১২১। ফিলিপাইন দ্বীপপুঞ্জ আৰু আমেৰিকাৰ যুক্তৰাজ্য ... ... ৬১৬
১২২। যত তিনিখন মহাদেশ লগালগি হৈছে ... ... ... ৬২১
১২৩। অতীতলৈ এবাৰ পুনৰ নিৰীক্ষণ ... ... ... ... ৬২৬

## মানচিত্ৰ


| | | পৃষ্ঠা |
|---|---|---|
| ১। | পশ্চিম এচিয়াৰ সভ্যতা আৰু দক্ষিণ-পূৰ্ব ইউৰোপ ... ... | ১৮ |
| ২। | চৈনিক সভ্যতাৰ অভ্যুদয় ... ... ... ... | ৩৫ |
| ৩। | গ্ৰীক্ আৰু পাৰস্যীয়সকল ... ... ... ... | ৫২ |
| ৪। | আলেকজেণ্ডাৰৰ সাম্ৰাজ্য ... ... ... ... | ৫৯ |
| ৫। | অশোকৰ সাম্ৰাজ্য-(২৬৮-২২৬ খৃষ্টপূৰ্বাব্দ) ... ... ... | ৮৩ |
| ৬। | ৰোম সাম্ৰাজ্যৰ পৰিণতি ... ... ... ... | ৯৫ |
| ৭। | কুষাণ আমোলত ভাৰতবৰ্ষ ... ... ... ... | ১০০ |
| ৮। | ভাৰতৰ উপনিৱেশ স্থাপন ... ... . . | ১২৭ |
| ৯। | তাঙ্ সাম্ৰাজ্য ... ... ... ... ... | ১৪৩ |
| ১০। | আৰব জাতিৰ দিগ্বিজয় ... ... ... ... | ১৮৪ |
| ১১। | নবম শতাব্দীৰ ইউৰোপ ... . ... ... | ২০০ |
| ১২। | খৃষ্টীয় দশম শতকত এচিয়া আৰু ইউৰোপ .. .. . . | ২২২ |
| ১৩। | মায়া সভ্যতা ... ... ... .. | ২৩৪ |
| ১৪। | ত্ৰয়োদশ শতাব্দীৰ ইউৰোপ ... ... ... ... | ২৫১ |
| ১৫। | চেংগিচ—"বিধাতাৰ অভিশাপ" ... .. ... ... | ২৭৫ |
| ১৬। | দেশ আৰু সমুদ্ৰ পথৰ আৱিষ্কাৰ ... ... .. ... | ৩০৭ |
| ১৭। | ৰোমৰ বিৰুদ্ধে বিদ্ৰোহ ... ... ... ... | ৩৬১ |
| ১৮। | আকবৰৰ সাম্ৰাজ্য ... ... ... ... | ৩৯৩ |
| ১৯। | ভাৰতত ইংৰাজ-ফৰাচীৰ দ্বন্দ্ব ... ... ... ... | ৪১১ |
| ২০। | চিয়েন-লুঙৰ সাম্ৰাজ্য ... ... ... ... | ৪২৫ |
| ২১। | আমেৰিকাৰ বিচ্ছেদ ... ... ... ... | ৪৫৭ |
| ২২। | ইউৰোপত নেপোলিয়নৰ প্ৰভুত্ব ... ... ... ... | ৪৯০ |
| ২৩। | ১৮৫৭ চনৰ মহাবিদ্ৰোহৰ সময়ৰ ভাৰতবৰ্ষ ... ... ... | ৫২৬ |
| ২৪। | বৃটেন আৰু চীন ... ... ... ... | ৫৭১ |
| ২৫। | জাপানৰ অগ্ৰগতি ... ... ... ... | ৫৮৫ |
| ২৬। | বৃহত্তম ভাৰত আৰু পূব ভাৰতীয় দ্বীপপুঞ্জ ... ... | ৬০৫ |
| ২৭। | অটোমান সাম্ৰাজ্য ... ... ... ... | ৬২৫ |

# জন্ম দিনৰ চিঠি এখন

ইন্দিৰা প্ৰিয়দৰ্শিনীৰ
ত্ৰয়োদশ জন্মতিথি উপলক্ষ্যে
তেওঁলৈ লেখা।

চেণ্ট্ৰেল্ জেইল, নাইনিতাল
২৬ অক্টোবৰ*, ১৯৩০।

জন্মতিথিৰ দিনা তুমি উপহাৰ আৰু শুভ ইচ্ছা পাই আহিছা। শুভ ইচ্ছা আজিও তোমালৈ সম্পূৰ্ণৰূপে পঠাইছোঁ; কিন্তু এই নাইনিতাল বন্দীনিবাসৰপৰা তোমালৈ উপহাৰ আৰু মই কি পঠাম? মোৰ উপহাৰবোৰৰ জড় নাইবা হাতেৰে ধৰিবপৰা বস্তু নহয়। সেইবোৰ বায়বীয় নাইবা মন আৰু আত্মাৰেহে গঠিত যাক শুভ্ৰনী অপেস্বৰীবিলাকেহে মাথোন তোমাক দিব পাৰে; এই উপহাৰ বন্দীনিবাসৰ ওখ বেৰবোৰেও বন্ধ কৰি ৰাখি থ'ব নোৱাৰে।

মোৰ সাদৰীকণ, তুমি জানাই নহয়, গম্ভীৰভাৱে উপদেশ দিয়া কথাটোৱে মোক নুশুজে। যেতিয়া মোৰ তেনে কৰাৰ আগ্ৰহ ওপজে মই এসময়ত পঢ়া "বৰ জ্ঞানী মানুহজনৰ" সাধুটো মনত পেলাওঁ। কিজানি তুমিও এই সাধুটো থকা কিতাপখন এদিন পঢ়িবলৈ পাবা। তেৰশমান বছৰৰ আগেয়ে জ্ঞানৰ অন্বেষণত এজন মহৎ পৰিব্ৰাজক চীনদেশৰপৰা ভাৰতলৈ আহিছিল। তেওঁৰ নাম আছিল হিউৱেন্ চাং। তেওঁৰ জ্ঞানৰ স্পৃহা ইমান প্ৰবল আছিল যে উত্তৰৰ মৰুভূমি আৰু পৰ্ব্বতৰাজি পাৰ হৈ তেওঁ বাটত অনেক বাধা-বিঘিনি আৰু বহুত বিপদ-আপদ সাহেৰে অতিক্ৰম কৰি আহিছিল। নিজে অধ্যয়ন কৰি আৰু আনক শিক্ষা দি তেওঁ ভাৰতত বহুত বছৰ কটালে, বিশেষকৈ সেইকালত পাটলিপুত্ৰ নামে খ্যাত আৰু আজিকালিৰ পাট্না নগৰৰ কাষত থকা মহান বিশ্ববিদ্যালয় নালন্দাতে তেওঁ আছিল। হিউৱেন চাঙৰ প্ৰখৰ পাণ্ডিত্য আৰু বৌদ্ধনীতিশাস্ত্ৰত অসাধাৰণ ব্যুৎপত্তিৰ বাবে তেওঁক "ধৰ্ম্মাচাৰ্য্য" উপাধি প্ৰদান কৰা হৈছিল। তেওঁ সমগ্ৰ ভাৰতবৰ্ষ পৰিভ্ৰমণ কৰি সেই যুগৰ ভাৰতবৰ্ষত বাস কৰা মানুহৰ গতিবিধি, চলন-ফুৰণ চাইচিতি অধ্যয়ন কৰাৰ পিচত এখন ভ্ৰমণকাহিনী লেখিলে; মোৰ মনত পৰা সাধুটো এইখন কিতাপৰে। দক্ষিণ ভাৰতৰপৰা কৰ্ণসুৱৰ্ণলৈ অহা এজন মানুহৰ বিৱৰণ এই সাধুকথাটোত আছে। বিহাৰৰ এতিয়াৰ ভাগলপুৰ বোলা ঠাইৰ ওচৰৰ ক'ৰবাত কৰ্ণসুৱৰ্ণ নগৰখন আছিল। সাধুটোত আছে যে এই মানুহজনে নিজৰ পেটটোত তামৰ পাত কিছুমান মেৰাই লৈছিল আৰু মূৰৰ ওপৰত লৈছিল একুৰা জোৰ। হাতত লাখুটি আৰু মুখত গৰ্ব্বভাৰ লৈ দীঘল দীঘল খোজদি অদ্ভুত সাজপাৰেৰে এই মানুহজনে পৰিব্ৰজন কৰি ফুৰিছিল। কোনোবাই তেওঁৰ এই অদ্ভুত বেশধাৰণৰ কাৰণ সুধিলে তেওঁ কৈছিল যে, তেওঁৰ জ্ঞান ইমান বিৰাট যে

---

* গ্ৰেগৰীৰ দিনপঞ্জীমতে ইন্দিৰাৰ জন্মদিন পৰে ১৯ নৱেম্বৰত। শকাব্দ মতানুযায়ী ২৬ অক্টোবৰটোকেই ধৰা হৈছিল।

তেওঁৰ পেট ফুটি সেই জ্ঞানৰ ভৰালৰ তলি উদং হ'ব বুলি তেওঁৰ ভয় হয়, সেইবাবে তেওঁ তামৰ পাতেৰে পেটটো বান্ধি লৈছে আৰু তেওঁৰ চাৰিওফালে থকা অজ্ঞানী মানুহবোৰৰ কাৰণে তেওঁৰ ইমান পুতো উপজিছে যে, সিহঁতক অন্ধকাৰৰপৰা পোহৰলৈ আনিবলৈকে তেওঁ মূৰৰ ওপৰত একুৰা জোৰ লৈ ফুৰিবলগীয়া হৈছে।

বাৰু, মোৰ সম্পূৰ্ণ বিশ্বাস যে, অত্যধিক জ্ঞানৰ হেঁচাত মোৰ পেট ফুটাৰ অকণো ভয় নাই আৰু সেই দেখি মোৰ পেটত তামৰ পাতৰ কৰচ মেৰাই লৈ ফুৰা নিৰৰ্থক। সি যি নহওক, মই আশা কৰোঁ মোৰ জ্ঞান যিমানেই গভীৰ নহওক সি পেটত নাই। জ্ঞান য'তেই নেথাকক সেইবিধৰ সৰহ পৰিমাণকো ঠাই দিবৰ বাবে ভালেমান ঠাই মোৰ আছে আৰু ঠাই নাই বুলি আক্ষেপ কৰিবৰ আৱশ্যকেই নাই; আৰু যদি মোৰ জ্ঞানৰ পৰিমাণেই কম, তেনে মই জ্ঞানী মানুহৰ ভাও জুৰিম কেনেকৈ বা আনক সজ উপদেশ বিলাই ফুৰিম বা কেনেকৈ? সেই দেখি মই সদায় ভাবো যে, ন্যায় কোনটো, অন্যায় কোনটো, কোনটো কৰা ভাল, কোনটো বেয়া। এইবোৰ নিৰ্ণয় কৰাৰ ভাল উপায় গহীন বক্তৃতা দিয়াটো নহয়, কিন্তু কথা-বতৰা আৰু আলোচনাৰ জৰিয়তেহে সেইটো নিৰ্ণয় কৰিব পাৰি। আলোচনাবোৰৰ ভিতৰেদিহে কেতিয়াবা সত্যই ডাৱৰৰ মাজেদি বেলিয়ে ভুমুকি মৰাদি মাৰে। তোমাৰ লগত হোৱা কথা-বতৰাবোৰ মোৰ ভাল লাগে। আমি বহুতো আলোচনা কৰিছোঁ। কিন্তু আমাৰ জগৎখন বিপুল আৰু আমাৰ এই জগতখনৰ বাহিৰেও আন আন আচৰিত আৰু ৰহস্যময় বহুতো জগৎ আছে। সেই দেখি আমি কোনেও বিৰক্ত হ'ব নেলাগে নাইবা হিউবেনচাঙে আমাক কোৱা সেই মূৰ্খ আৰু ভ্ৰান্ত মানুহটোৰ দৰে সকলো জানিবলগীয়া কথা জানিলোঁ আৰু জ্ঞানী হলো বুলিও ভাবিব নেলাগে। আমি যে বৰ জ্ঞানী মানুহ হৈ নপৰিলোঁ এইটো ভাল কথাই কিজানি। যদি বৰ জ্ঞানী হোৱাটো আমাৰ পক্ষে সঁচাকৈয়ে সম্ভৱ, আমাৰ দুখহে জন্মিব কাৰণ তেতিয়া আমাৰ জানিবলৈ আৰু শিকিবলৈ একো বাকী নেথাকিব। তেনে হোৱাবিলাকৰ নতুন কথা শিকাৰ, আৱিষ্কাৰ কৰাৰ বা জনাৰ আনন্দই বা ক'ত? সকলোৱে হেঁপাহ কৰা বিৰাট অভিযানবোৰৰ নতুনত্বই বা আৰু ক'ত থাকিব?

সেই দেখি মই অতিজ্ঞানী হৈ গহীন উপদেশ দিবলৈ নেযাওঁ। তেনেহ'লে মই কি কৰিবলৈ লাগিব কোৱাঁ? কথা-বতৰাৰ ঠাই এখন চিঠিয়ে জানো অধিকাৰ কৰিব পাৰে? যিমানেই ভাল চিঠি নওহক, সি হ'ব একপক্ষীয় কথা। সেইদেখি মই কোৱা কথা যদি সজ উপদেশৰ দৰে লাগে তথাপি বিৰক্তিজনক বুলি নেভাবিবা। ভাবিবা যেন মোৰ কথাবোৰ এটা পৰামৰ্শহে। তাক তুমি ঠিক কথা-বতৰা পতাৰ দৰেই ধৰি লবা।

বিভিন্ন জাতিৰ জীৱনকালত মহাপয়োভৰৰ যুগত মহান পুৰুষ আৰু মহীয়সী মহিলাৰ মহিমামণ্ডিত কীৰ্ত্তিৰাশিৰ কথা আমি ইতিহাসত পঢ়িছো, আৰু কেতিয়াবা আমাৰ স্বপ্ন আৰু কল্পনাত আমি সেইবোৰ যুগলৈ উলটি গৈ সেই প্ৰাচীন বীৰ-বীৰাঙ্গণাসকলৰ দৰে সাহসিকতাপূৰ্ণ কাম কৰাৰ কথাও মনতে ভাবোঁ। তোমাৰ মনত আছেনে জোৱান অৱ আৰ্কৰ কাহিনী পঢ়ি তুমি কিমান মুগ্ধ হৈছিলা? অলপ অচৰপ তেওঁৰ নিচিনা হ'বৰ বাবে তোমাৰ কেনে অভিলাষ

জন্মিছিল? সৰ্ব্বসাধাৰণ পুৰুষ আৰু মহিলা সাধাৰণতে বীৰ-বীৰাঙ্গণা হ'ব নোৱাৰে। তেওঁবিলাকে নিজৰ চাউলমুঠিৰ চিন্তা কৰিয়েই কাল কটায়, নিজৰ ল'ৰা-ছোৱালী, ঘৰুৱা চিন্তা আৰু তেনেকুৱা বিষয়ৰ ভাৱতেই তেওঁলোক আৱদ্ধ। কিন্তু এটা সময় আহে যেতিয়া গোটেইটো জাতিয়ে মহৎ উদ্দেশ্যত অনুপ্ৰাণিত হৈ পৰে আৰু তেতিয়া সবল আৰু সাধাৰণ পুৰুষ মহিলাই অসাধাৰণ বীৰত্ব সম্পাদন কৰে। বুৰঞ্জী তেতিয়া চঞ্চল আৰু ধৰ্নিময় হৈ উঠে। মহান নেতাসকলৰ গাত কিবা এটা শক্তি নিহিত হৈ থাকে যাৰ প্ৰভাৱত সকলো মানুহে অনুপ্ৰেৰণা লাভ কৰে আৰু মহৎ কাৰ্য্য সম্পাদন কৰিবৰ বাবে সমৰ্থবান হয়।

তুমি ওপজা বছৰটো ১৯১৭—বুৰঞ্জীৰ চিৰস্মৰণীয় দিন. কাৰণ সেই সময়তে এজন মহৎ মানৱ-নেতাই দুখিত আৰু পীড়িতৰ বাবে সহানুভূতি আৰু প্ৰেমপূৰ্ণ হৃদয়েৰে তেওঁৰ দেশবাসীসকলৰ হতুৱাই ইতিহাসৰ এক চিৰস্মৰণীয় অধ্যায় ৰচনা কৰালে। ঠিক তুমি ওপজা মাহটোতে, লেনিনে সেই মহাবিপ্লৱৰ সূচনা কৰিলে, যি বিপ্লৱৰ বাবে ৰুছিয়া আৰু চাইবেৰিয়াৰ ৰূপ সলনি হৈ গ'ল : আৰু ভাৰতত আন এজন মহৎ মানৱ-নেতাই সকলো পীড়িতৰ প্ৰতি গভীৰ মৰমেৰে তেওঁবিলাকক সহায় কৰিবলৈ উদ্গ্ৰীৱ হৈ আমাৰ মানুহক গুৰুতৰ কৰ্ত্তব্য সাধন আৰু মহান ত্যাগ স্বীকাৰ কৰিবলৈ অনুপ্ৰাণিত কৰিছিল, যাতে তেওঁবিলাক আকৌ মুক্ত হ'ব পাৰে আৰু দৰিদ্ৰ আৰু প্ৰপীড়িতে দুৰ্ব্বহ বোজা বহনৰপৰা নিস্কৃতি লাভ কৰিব পাৰে। বাপুজী আজি কাৰাগাৰত বন্দী হৈ আছে. কিন্তু তেওঁৰ বাণীৰ যাদুমন্ত্ৰ ভাৰতৰ কোটি কোটি মানুহৰ অন্তৰলৈ প্ৰৱেশ কৰিছে, আৰু নৰ-নাৰী আৰু ল'ৰা-ছোৱালীয়েও নিজৰ নিজৰ সৰু জুপুৰীৰপৰা ওলাই আহি ভাৰতৰ মুক্তি যুঁজৰ সেনানী হৈ পৰিছে।

এই মহাআন্দোলনত আমি কেনেকৈ নিজক চম্ভালিম? আমি ইয়াত কি কৰ্ত্তব্যভাৰ গ্ৰহণ কৰিম? আমাৰ ভাগ্যত কি ভূমিকা আছে মই ক'ব নোৱাৰোঁ; কিন্তু যিয়েই নহওক, আমি মনত ৰখা উচিত যে আমাৰ লক্ষ্যবস্তুৰ হানিজনক কোনো কাম অথবা আমাৰ দেশৰ অসন্মানজনক কোনো কাম আমি কৰিব নোৱাৰোঁ। আমি যদি ভাৰতৰ সৈনিক হওঁ তেনে ভাৰতৰ সন্মান আমি হাতৰ মুঠিত ৰাখি থ'ব লাগিব আৰু এই সন্মানেই হ'ব পৱিত্ৰ নিধি। কেতিয়াবা কৰ্ত্তব্যৰ সম্পৰ্কে আমাৰ সন্দেহ উপজিব পাৰে। কোনটো উচিত আৰু কোনটো অনুচিত তাৰ সিদ্ধান্ত কৰাটো বৰ সহজ নহয়। তোমাক এই বিষয়ে মই এটা সৰু বুদ্ধি শিকাই দিওঁ। যেতিয়া তুমি আহুকালত পৰা তেতিয়া তাক কামত খটাবা। তোমাৰ ই সহায় হ'ব পাৰে। গোপনভাৱে বা লুকুৱাবলগীয়া একো কাম নকৰিবা। লুকাবলগীয়া হোৱা মানেই তুমি ভয়াতুৰ হোৱাটো বুজায়, আৰু ভয় বেয়া বস্তু, ই তোমাত শোভা নেপায়। সাহিয়াল হ'বা আৰু বাকীবোৰ আপোনা-আপুনিয়েই আহিব। যদি তুমি সাহিয়াল হোৱা তুমি ভয় কাক বোলে নেজানিবা আৰু লজ্জিত হ'বলগীয়া কোনো কামকে তুমি কৰিব নোৱাৰিবা। তুমি জানা যে, বাপুজীৰ নেতৃত্বত হোৱা আমাৰ মহান মুক্তি আন্দোলনত লুকাবলগীয়া বা গোপন কৰিবলগীয়া কথা একো নাই। আমি যি কৰোঁ বা যি কওঁ তাৰবাবে আমি ভয় নকৰোঁ। ৰদত আৰু

পোহৰতো আমি কাম কৰোঁ। আনকি আমাৰ ঘৰুৱা জীৱনতো সূৰ্য্যৰ লগতে বন্ধুত্ব পাতিম আৰু পোহৰতে কাম কৰিম। কোনো কামকে লুকাই-চুৰকৈ বা গোপনে নকৰোঁ। অৱশ্যে আপোন বা ঘৰুৱা কথা আমাৰ থাকিব আৰু থাকিবও লাগে; কিন্তু গোপনীয়তাৰপৰা সি বহুত আঁতৰ। মোৰ সাদৰীকণ, তুমি যদি এই বাটটো লোৱা তেনে তুমি পোহৰৰ সন্তান হৈ ডাঙৰ দীঘল হ'বা, নিৰ্ভীক, প্ৰশান্ত আৰু নিস্তৰঙ্গ হৈ,—লাগিলে যিহকে ঘটক।

মই তোমালৈ এখন দীঘল চিঠি লেখিলোঁ। তথাপি তোমাক ক'বলগীয়া মোৰ কিমান যে আছে এখন চিঠিয়ে তাক কেনেকৈ সামৰিব?

তুমি ভাগ্যৱতী, মই আগতে কোৱা আমাৰ দেশত ঘটি থকা মহান মুক্তি যুঁজ দেখিবলৈ পাই তুমি ধন্য। তোমাৰ আৰু সৌভাগ্য তুমি যে এগবাকী বৰ সাহিয়াল আৰু অপূৰ্ব্ব কণমান মহিলা তোমাৰ মাতৃক তুমি পাইছা আৰু তোমাক আহুকাল আৰু সন্দেহৰ জালে মেৰাই লোৱাৰ সময়ত তেওঁতকৈ ডাঙৰ বন্ধু আৰু নোপোৱা।

সৰু পোনাকণ, বিদায়, যেন তুমি ডাঙৰ দীঘল হৈ সাহিয়াল সৈন্যৰ দৰে ভাৰতৰ সেৱাত যোগ দিব পাৰা।

মোৰ সকলো মৰম আৰু শুভেচ্ছা জনালোঁ।

## ১

## ন-বছৰৰ উপহাৰ

ন-বছৰৰ নতুন দিন, ১৯৩১

দুবছৰৰ আগেয়ে যেতিয়া মই এলাহাবাদত আৰু তুমি মুছৌৰিত আছিলা সেই সময়ত মই লেখা চিঠিবোৰ তোমাৰ মনত আছেনে? তুমি সেইবোৰ ভাল পাইছিলা বুলি মোক তেতিয়া কৈছিলা। মই কেতিয়াবা ভাবোঁ মই সেই চিঠিবোৰত লেখা কথাবোৰকে পংক্তি লগাই লেখি তোমাক আমাৰ এই পৃথিৱীখনৰ বিষয়ে আৰু কিছুমান কথা ক'বৰ চেষ্টা কৰিমনে? কিন্তু মোৰ তেনে কৰাত সংকোচ উপজিল। পৃথিৱীৰ অতীত কালৰ কথা আৰ তাত থকা ডাঙৰ ডাঙৰ পুৰুষ-মহিলাৰ কথা চিন্তা কৰিবলৈ বৰ আনন্দ লাগে। বুৰঞ্জী পঢ়াটো ভাল কথা কিন্তু তাতকৈও ভাল আৰু মোহনীয় লাগে বুৰঞ্জীৰ তথ্যবস্তু হৈ পৰিবলৈ। তুমি জানানে যে আজি আমাৰ দেশত বুৰঞ্জীয়ে গঢ় ল'ব লাগিছে? ভাৰতৰ সুদীৰ্ঘ অতীত বৰ দীঘলীয়া, পুৰাতত্ত্বৰ কুঁৱলীত সি ঢাক খাই গৈছে। ইয়াৰ বহুতো অধ্যায় শোকজনক আৰু দুখেৰে ভৰা। সেই এন্ধাৰৰ যুগবোৰে আমাক অসুখী আৰু লজ্জিত কৰে। কিন্তু মুঠতে ক'বলৈ গলে এই অতীত মনোহৰ যাৰ বাবে আমি আজি গৰ্ব্বেৰে আৰু সন্তোষ মনেৰে চিন্তা-চৰ্চা কৰিব পাৰোঁ। তথাপি আজি আমাৰ অতীতৰ কথা ভাবিবলৈ অলপো আহৰি নাই। ভৱিষ্যতৰ চিন্তাই আমাৰ অন্তৰ অধিকাৰ

কৰিছে, সেইটোৱেই ভৱিষ্যৎ যাক আমি গঢ় দিব লাগিছোঁ। আৰু বৰ্ত্তমানে আমাৰ সকলো শক্তি আৰু সময় গ্ৰাস কৰি ৰাখিছে।

এই নাইনিতাল বন্দীনিবাসত মোৰ অৱকাশ প্ৰচুৰ। পঢ়াশুনা কৰি যি ইচ্ছা যায় তাকে মই লেখিব পাৰোঁ, কিন্তু মোৰ মনটো চঞ্চল হৈ ঘূৰি ফুৰিছে; বাহিৰত ঘটি থকা মহান আন্দোলনৰ ঘটনাবোৰৰ কথাকে ভাবি আছোঁ। ক'ব নোৱাৰোঁ তাত আমাৰ মানুহে কি কৰিছে, তেওঁবিলাকৰ লগত থকাহে'তেন মৱেই বা কি কৰিলোহে'তেন।

ভৱিষ্যৎ আৰু বৰ্ত্তমানৰ চিন্তাই মোৰ মনটো বৰকৈ অধিকাৰ কৰি আছে, অতীতৰ কথা ভাবিবলৈ তাত ঠাই নাই। তথাপি মোৰ অনুভৱ যে মোৰ এইটো অন্যায় অন্যায় হৈছে। যেতিয়া মই বাহিৰৰ কামত যোগ দিব নোৱাৰোঁ, তেতিয়া মই মূৰ ঘমাই মৰো কিয়?

কিন্তু আচল কাৰণটো—মই তোমাক কাণে কাণে ফুচ্‌ফুচাই ক'মনে? সেই ধৰণৰ লেখা এৰি পেলোৱাৰ কাৰণ আছিল আন এটা। মোৰ সন্দেহ হৈছে যে, তোমাৰ শিক্ষা দিবৰ বাবে মোৰ বিদ্যাই বা কিমান? তুমি ইমান খৰকৈ ডাঙৰ হৈছা আৰু অকণমান হৈয়ো, ইমান জনা-শুনা হৈ পৰিছা যে মোৰ স্কুল-কলেজত আৰু তাৰ পাচতো লাভ কৰা বিদ্যাই আৰু বুদ্ধিয়ে তোমাক আঁকোৱালি নোপোৱা হ'ব যেন লাগে। যিয়েই নহওক তোমাৰ মানত সেইবোৰ অতি সাধাৰণ যেন লাগিব পাৰে। কিছুমান দিনৰ পিচত তুমিয়েই কিজানি শিক্ষক হৈ মোকো বহুত নতুন কথা শিকাবা! তোমাৰ জন্মদিনত লেখা চিঠিখনত তোমালৈ লেখিছিলোঁ যে, “বৰ জ্ঞানী মানুহ” জনৰ দৰে মোৰ সিমানখিনি জ্ঞান নাই যে, পেট ফুটি সেইবোৰ ওলাই যোৱাৰ ভয়ত মই তেওঁৰ দৰে তামৰ পাত এখিলা পেটত মেৰাই লৈ ফুৰিব লাগিব।

তুমি মুছৌৰিত থাকোঁতে তোমালৈ পৃথিৱীৰ প্ৰাৰম্ভিক বিষয়ৰ কথা লেখিবলৈ উজু পাইছিলোঁ। কাৰণ সেই প্ৰাচীনকালৰ বিষয়ে আমাৰ জ্ঞান অস্পষ্ট আৰু অনিৰ্দ্দিষ্ট। কিন্তু সেই সুপ্ৰাচীন কালৰ বেষ্টনীবেৰৰ ওলাই আহি দেখো যে, ইতিহাসৰ যাত্ৰা আৰম্ভ হৈছে আৰু পৃথিৱীৰ বিভিন্ন দেশত মানুহৰ খোজ বিচিত্ৰ আকাৰেৰে পৰিবলৈ আৰম্ভ কৰিছে। মানুহৰ এই খোজবোৰ কেতিয়াবা জ্ঞান-গভীৰ আৰু কেতিয়াবা ইমান বলিয়া আৰু মূৰ্খৰ দৰে হৈ পৰে যে সেইবোৰ অনুসৰণ কৰাটো সহজ কথা নহয়। গ্ৰন্থৰ সহায়ত মানুহে এই প্ৰচেষ্টা কৰিব পাৰে। কিন্তু নাইনিতাল বন্দীনিবাসত গ্ৰন্থৰ সহায় পাবলৈ নাই। সেইদেখি মই ইচ্ছা কৰিলেও তোমাক পৃথিৱীৰ ধাৰাবাহিক বিৱৰণ এটা দিব নোৱাৰোঁ। মই এইটো বেয়া পাওঁ যে আমাৰ ল'ৰা-ছোৱালীবোৰে দুই এটা ঘটনাৰ চন তাৰিখ মুখস্থ কৰি মাত্ৰ এখন দেশৰহে বুৰঞ্জীৰ জ্ঞান লাভ কৰিবলৈ উঠি-পৰি লাগে। কিন্তু মানৱ-বুৰঞ্জী এক আৰু অবিভাজ্য, সেইদেখি পৃথিৱীৰ আন আন অংশত কি ঘটিছে সেইটো জানিব নোৱাৰিলে তুমি এখন দেশৰ বুৰঞ্জীয়ো বুজিব নোৱাৰিবা। মই আশা কৰোঁ যে, তুমি এখন বা দুখন দেশৰ ভিতৰতে আৱদ্ধ হৈ সংকীৰ্ণভাৱে বুৰঞ্জীৰ অধ্যয়ন নকৰিবা। সমগ্ৰ পৃথিৱীৰ বুৰঞ্জীৰ জ্ঞানো তুমি লগে লগে আহৰণ কৰিবা। সদায় মনত ৰাখিবা যে আমি কল্পনা কৰি লোৱাৰ দৰে পৃথিৱীৰ

বিভিন্ন জাতিৰ ভিতৰত তেনে বেচি বৈষম্য একো নাই। মানচিত্ৰ আৰু ছবিচিত্ৰাৱলীত আমি দেশবোৰ বেলেগ বেলেগ ৰঙেৰে বোলোৱা দেখোঁ। এইটো নিসন্দেহ যে, মানুহে মানুহে অমিল আছে, কিন্তু প্ৰত্যেকে প্ৰত্যেকৰ লগত সেইবুলি মিলেও বহুত প্ৰকাৰে। সেইদেখি এই কথাটো মনত ৰখা ভাল। মানচিত্ৰৰ ৰং আৰু বিভিন্ন জাতি আৰু দেশৰ মাজৰ সীমাৰেখা দেখি ভ্ৰান্ত নোহোৱাটোও ভাল কথা।

মই যিথন বুৰঞ্জী ভাল পালোহেঁতেন ঠিক সেইদৰে তোমালৈ বুৰঞ্জীৰ কথা লেখা মোৰ অসম্ভৱ। তাৰ বাবে তুমি আন কিতাপ পঢ়িব লাগিব। সেই দেখি অতীতৰ বিষয়ে কিছুমান কথা তোমালৈ সময়ে সময়ে লেখি থাকিম। জগৎ নাট্যত ডাঙৰ ভাও দিয়া আগৰ দিনৰ মানুহৰ কথাও মই তোমাক শুনাম।

মোৰ চিঠিবোৰে তোমাৰ আগ্ৰহ আৰু কৌতূহল বঢ়াবনে নবঢ়ায় মই ক'ব নোৱাৰোঁ। মোৰ চিঠিবোৰ তুমি পোৱানে নোপোৱা সেই বিষয়েও মোৰ সন্দেহ আছে। মুছৌৰিত তুমি থাকোঁতে সঁচাকৈয়ে বহুতো দূৰৈত আছিলা, এতিয়া তুমি ওচৰতেই আছা অথচ বহুত দূৰৈত আছা যেন লাগিছে! তেতিয়া তোমালৈ ইচ্ছা হোৱা মাত্ৰকে চিঠি দিব পাৰিছিলোঁ আৰু বৰকৈ মন গলে তোমাক চাই আহিবগৈও পাৰিছিলোঁ। আজি আমাৰ মাজত মাথোন যমুনানৈখন ব্যৱধান তথাপি নাইনিতাল বন্দীনিবাসৰ দেৱালবোৰে যেন তোমাক বহুত দূৰলৈ আঁতৰ কৰি থৈছে।

দুসপ্তাহৰ মূৰে মূৰে তোমালৈ চিঠি লেখিবৰ বাবে অনুমতি পাওঁ, এই দীঘলীয়া দুসপ্তাহৰ মূৰত মাথোন বিছ মিনিট সময় তোমাক লগ পোৱা যেন লাগে! তথাপি এই নিয়মটো ভালকে বুলিছোঁ। কাৰণ সহজে পোৱা বস্তুক আমি খুব কম মূল্য দিওঁ। সেই দেখি ভাবোঁ কিছুমান দিনৰ কাৰণে ফাটেকত বন্দী হৈ থকাটো শিক্ষাৰেই এক বিশিষ্ট অঙ্গ হোৱা উচিত। সৌভাগ্যৰ বিষয় যে, আমাৰ দেশৰ ভাই-ভনীহঁতৰ বহুতেই আজি এই শিক্ষা লাভ কৰিছে।

পিচে এই চিঠিবোৰ তোমাৰ ভাল লাগেনে নেলাগে মই ক'ব নোৱাৰোঁ। কিন্তু মোৰ নিজৰ আনন্দৰ বাবেই এই চিঠিবোৰ লেখিছোঁ। এই চিঠিবোৰে মোক তোমাৰ ওচৰ চপাই নিয়ে আৰু মোৰ অনুভৱ হয় যে, মই যেন তোমাৰ লগত কথাকে পাতিছোঁ। প্ৰায় বেচি ভাগ মই তোমাৰ কথাকে ভাবোঁ, কিন্তু আজি তুমি মোৰ মনৰপৰা আঁতৰ হোৱাই নাই। আজি ন-বছৰৰ নতুন দিন। নিচেই ৰাতিপুৱাতে শোৱাপাটিত পৰি তৰাবোৰলৈ চাই চাই পাৰ হৈ যোৱা বছৰটো তাৰ আশা, আনন্দ, দুখ, দুৰ্দ্দশাৰ লগতে তাৰ মহত্ত্ব আৰু সাহ পৰিপূৰ্ণভাৱে সমাধা হোৱা কামবোৰৰ কথা ভাবি আছোঁ। যাৰবেদ কাৰাগাৰত বন্দীহৈ থকা বাপুজীৰ কথা ভাবিছোঁ—তেওঁ কেনেকৈ যাদুমন্ত্ৰেৰে আমাৰ জৰাজীৰ্ণ দেশখনত যৌৱনৰ ঢল আনি দিলে। তোমাৰ ককাদেউতাৰা* আৰু বহুতৰ কথাকে মই ভাবিলোঁ আৰু বিশেষকৈ তোমাৰ আয়েৰাৰ কথা ভাবিছিলোঁ তোমাৰ লগতে। পিচদিনা ৰাতিপুৱা বাতৰি আহিল যে, তোমাৰ আয়েৰাক গ্ৰেপ্তাৰ কৰি ফাটেকলৈ নিয়া হৈছে। ন-বছৰৰ সুন্দৰ উপহাৰ ইয়াতকৈ আৰু মোৰ কি হ'ব পাৰে? এইটো বহুত দিনৰপৰা হেঁপাহ কৰি

---

১। ইন্দিৰাৰ ককাদেউতাক, পণ্ডিত মতিলাল নেহৰু।

থকা কথা আৰু মোৰ সন্দেহ নাই যে, তোমাৰ আয়েৰা ইয়াৰবাবে সম্পূৰ্ণৰূপে সুখী আৰু সন্তুষ্ট।

তুমি অকলশৰীয়া হৈ পৰিলা নহয়নে?

পষেকে পষেকে তুমি মোক আৰু আয়েৰাক চাবলৈ পাবা, আৰু আমাৰ দুয়োৰে ভিতৰত ইজনৰ খবৰ সিজনক দিওঁতা হ'বা তুমি। কিন্তু মোৰ হাতত থাকিব কলম আৰু কাগজ আৰু ভাবিম তোমাকেই। তেতিয়া তুমি নীৰৱে আহি মোৰ মন জুৰি বহিবাহি আৰু আমি অনেক কথা পাতিম। আমি অতীতৰ স্বপ্নময় চিন্তাত উটি যাম আৰু ভৱিষ্যতক কেনেকৈ অতীতত‌কৈও মহত্তৰ কৰিব পাৰি তাকে ভাবিম। সেই দেখি আহাঁ আজি ন-বছৰৰ দিনত এই বুলি প্ৰতিজ্ঞা কৰোঁহক, যেন এই বছৰটো পূৰ্ণ হৈ অতীতত বিলীন হৈ যোৱাৰ লগে লগে যেন আমি এই ভবিষ্যতৰ স্বপ্ন কাষ চপাই আনিব পাৰো আৰু ভাৰতৰ অতীতক আৰু এখিলা উজ্জ্বল ইতিহাসৰ পাত দি যাব পাৰো।

## ২

## বুৰঞ্জীৰ শিক্ষা

জানুৱাৰী ৫, ১৯৩১

মোৰ সাদৰী, কি বুলিনো মোৰ চিঠিখন আৰম্ভ কৰিম? অতীতৰ কথা ভাবিলেই মোৰ চকুৰ আগত একেলগে বহুতো ছবি জিলিকি উঠে। কিছুমান ছবি বেচিপৰ থাকে, কিছুমান মিলি যায়। যিবোৰ বেচিপৰ থাকে সেইবোৰ মোৰ প্ৰিয়। সেইবোৰতে মই মগন থাকোঁ বেচিকৈ ক'ব নোৱাৰাকৈয়ে। সেইবোৰৰ লগত মই তুলনা কৰোঁ বৰ্ত্তমানৰ ঘটনাসমূহ আৰু তাৰপৰা শিক্ষা আহৰণ কৰি মোৰ পথ-নিৰ্দ্দেশ বিচাৰোঁ। কিন্তু মানুহৰ মন যে কি অদ্ভুত পদাৰ্থ তাত যে কিমান বিশৃঙ্খলতা। ঠিক যেন বিশৃঙ্খল ছবিৰে ঠাহ খোৱা এটা চিত্ৰঘৰ। তেনেকুৱা মনটোত অসংবন্ধ চিন্তা আৰু খেলিমেলিকৈ সজাই থোৱা মূৰ্ত্তিবোৰেৰেই পৰিপূৰ্ণ। তথাপি বোধকৰোঁ দোষবোৰ তেনেই আমাৰ নহয়। ঘটনাৰ ক্ৰম ৰাখি আমাৰ মনটোত ভালকৈ সজাই থ'ব আমি বহুতেই পাৰোঁ। কিন্তু কেতিয়াবা ঘটনাবোৰেই ইমান অদ্ভুত হয় যে, তৈয়াৰ কৰি যোৱা আঁচনিখনত সেইবোৰ খাপ খুৱাই লোৱা টান হৈ পৰে।

মই কিজানি আগতে তোমালৈ এবাৰ লেখিছিলোঁ যে বুৰঞ্জীৰ অধ্যয়নৰপৰা আমি বুজিবলৈ পাওঁ যে, পৃথিৱীয়ে কেনেকৈ লাহে লাহে নিশ্চিত উন্নতিৰ পথত জয়যাত্ৰা কৰি গৈছে; কেনেকৈ প্ৰথমতে সৰল আৰু আদিম প্ৰাণীবোৰে জটিল আৰু বেচি ওখ খাপৰ প্ৰাণীবোৰক ঠাই এৰি দিলে আৰু সৰ্ব্বশেষত কেনেকৈ মানুহে বুদ্ধিৰ বলত সকলো প্ৰাণীৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি প্ৰভু হ'ল এইবোৰ কথাও তোমালৈ আগতে লেখিছিলোঁ। বৰ্ব্বৰতাৰ যুগৰপৰা সভ্যতাৰ যুগলৈও অহাটোও

বুৰঞ্জীৰ বিষয়বস্তু বুলি ধৰা হয়। মোৰ কিছুমান চিঠিত তোমাক বুজাব খুজিছিলোঁ যে, সমবায়-নীতি বা একেলগে কাম কৰাৰ আদৰ্শ কেনেকৈ উদ্ভৱ হ'ল আৰু কেনেকৈ মানুহে মানুহে মিল হৈ কামকৰাটোৱেই হ'ল সকলোৰে মঙ্গলজনক আদৰ্শ। কিন্তু কেতিয়াবা ব্যাপকভাৱে ইতিহাসৰ ধাৰা অনুধাবন কৰি আমি দেখিবলৈ পাওঁ যে, মানুহ এই আদৰ্শৰপৰা ভ্ৰষ্ট হৈ পৰিছে আৰু সেইদেখি ভাবিবলৈ টান পাওঁ যে, মানুহ সঁচাকৈয়ে প্ৰগতিৰ পথত আগবাঢ়ি গৈছেনে? আজি মানুহে মানুহে মিলি কাম কৰা কথাটোৰেই একান্ত অভাৱ। এখন দেশে বা এটা জাতিয়ে স্বাৰ্থপৰভাৱে আন এখন দেশ বা জাতিক পীড়া দিছে, এজন মানুহে আন এজন মানুহক শোষণ কৰিছে। এইদৰে হেজাৰ হেজাৰ বছৰ প্ৰগতিৰ পিচতো আমি যদি এতিয়াও ইমান পিচপৰা আৰু খৰ্ব্ব, তেনে জ্ঞান যুক্তিৰ বাটত আগবাঢ়ি যাবলৈ আমাক আৰু কিমান যুগ লাগিব? বুৰঞ্জী পঢ়োতে আমি অতীতৰ এনে কিছুমান যুগৰ পৰিচয় পাওঁ, যিবোৰ যুগ আমাৰ যুগতকৈ উন্নত, বেচি পৰিমাণে উৎকৰ্ষশালী আৰু আনকি সভ্যতাৰ অনুশীলনতো অধিক অগ্ৰসৰ যেন লাগে। এই কথাৰপৰা আমি সন্দেহান্বিত হওঁ, এই বুলি যে আমি সঁচাকৈয়ে আগবাঢ়ি যাব লাগিছোঁনে পিচলৈ হুঁহকি যাব লাগিছোঁ। অতীতত আমাৰ দেশৰ গৌৰৱময় যুগ আছিল। এইটো নিশ্চিত যে, সি আমাৰ বৰ্ত্তমান যুগতকৈ সকলো প্ৰকাৰে উন্নত।

এইটোও সঁচা যে, ভাৰতৰ দৰে মিছৰ, চীন, গ্ৰীচ আৰু অন্যান্য দেশবো অতীতৰ যুগ গৌৰৱমণ্ডিত আছিল আৰু এই দেশবোৰো সেইদৰে উন্নতিৰ পথৰপৰা হুঁহকি গ'ল। কিন্তু ইয়াৰ বাবেই আমি হতাশ হ'লে নচলিব। পৃথিৱীখন বিপুল। কিছুকালৰ বাবে দুই-এটা জাতিৰ উত্থান-পতনে পৃথিৱীৰ সামগ্ৰীক উন্নতিৰ একো হেৰফেৰ কৰিব নোৱাৰে।

আমাৰ বৃহৎ সভ্যতা আৰু বিজ্ঞানৰ বিস্ময়কাৰিতাৰ বাবে গৌৰৱ কৰোঁতা আজিকালি বহুতো মানুহ আছে। বিজ্ঞানে সঁচাকৈয়ে বিস্ময় উৎপাদন কৰিছে আৰু বিজ্ঞানজগতৰ বিখ্যাত বিজ্ঞানবিদসকল নিশ্চয় সন্মানৰ পাত্ৰ। কিন্তু যিবিলাকে গৌৰৱ কৰে তেওঁবিলাক কদাচিৎহে ডাঙৰ হয়। এইটো জানি থোৱা ভাল যে মানুহে আন প্ৰাণীতকৈ বৰ বেচি উন্নতি কৰা নাই। এইটো নিৰ্ব্বোধৰ উক্তি যেন লাগিব পাৰে আৰ যিবিলাক বিজ্ঞ নহয় তেওঁবিলাকে এই কথাটো শুনি হাঁহিবহে। কিন্তু তুমি মেটাৰলিঙ্কে লেখা 'মৌমাখিৰ জীৱন', 'উঁই পৰুৱা আৰ গুড়িপৰুৱাৰ জীৱন'ৰ কথা অলপতে পঢ়িছা। এই প্ৰাণীবোৰৰ সামাজিক সংগঠন শক্তিৰ পৰিচয় পাই তুমি নিশ্চয় বিস্মিত হৈছা। আমি পোকপৰুৱাবোৰক সৃষ্টিৰ নিকৃষ্টতম জীৱ বুলি অৱজ্ঞা কৰোঁ। কিন্তু এই অকণমান প্ৰাণীবোৰে সমবেত শক্তিৰ কৌশল আৰু সমূহৰ কল্যাণৰ বাবে আত্মত্যাগ মানুহতকৈও ভালকৈ শিকি-বুজি লৈছে। মই যেতিয়া উঁই পৰুৱাৰ লগৰ সঙ্গীৰ বাবে জীৱন উচৰ্গাৰ কথা পঢ়িবলৈ পালোঁ তেতিয়াৰপৰা মই সিঁহতৰ বাবে অন্তৰত মৰম সাঁচি থৈছোঁ। যদি পাৰস্পৰিক সাহচৰ্য্য আৰু সমাজৰ মঙ্গলৰ বাবে জীৱন উচৰ্গা কৰাটো সভ্যতাৰ অগ্নিপৰীক্ষা তেনে ক'ব লাগিব যে, উঁই পৰুৱা আৰু গুড়ি পৰুৱা এই বিষয়ে মানুহতকৈ বহুত ওপৰত।

প্ৰাচীন সংস্কৃত শাস্ত্ৰত এটা শ্লোক আছে যাৰ অনুবাদ কৰিলে এনে হয় :

পৰিয়াল হকে ত্যাগ কৰিবা নিজক,
সমাজৰ হকে ত্যাগ কৰা পৰিয়াল।
দেশৰ কাৰণে ত্যাগ কৰা সমাজক,
আত্মাৰ কাৰণে তেজা জগৎ বিশাল॥

আত্মা নো কি বস্তু কোনেও নেজানে বা ক'ব নোৱাৰে আৰু আমাৰ প্ৰত্যেকেই তাক বেলেগ বেলেগ ধৰণে ব্যাখ্যা কৰে! কিন্তু এই সংস্কৃত শ্লোকটোৰপৰা পাৰস্পৰিক সাহচৰ্য আৰু পৰম মহৎ-অৰ অৰ্থে আত্মত্যাগৰ শিক্ষা লাভ কৰিছোঁ' এই পৰম কল্যাণৰ পথ আমি ভাৰতীয় মানুহে বহুত দিনৰপৰা হেৰুৱালোঁ। সেই দেখি আমাৰ পতন হ'ল ইমান শোচনীয়ভাৱে। কিন্তু আকৌ আমি এই পথৰ আভাস পাইছোঁ আৰু সমগ্ৰ দেশৰ প্ৰাণবায়ু চঞ্চল হৈ উঠিছে। পুৰুষ-মহিলা, ল'ৰা-ছোৱালী, হাঁহিমুখেৰে ভাৰতৰ মুক্তিৰ অৰ্থে অগ্ৰসৰ, কোনেও নিজৰ দুখকষ্টৰ প্ৰতি ভ্ৰূক্ষেপ কৰা নাই। কেনে চমৎকাৰ দৃশ্য! তেওঁবিলাকে হাঁহি মাতি আৰু আনন্দ কৰি ভালকে কৰিছে কাৰণ মহৎ উদ্দেশ্যৰ ব্ৰতী হৈ তেওঁবিলাক বিপুল আনন্দৰ অধিকাৰী। আত্মত্যাগৰ আনন্দ তেওঁবিলাকৰহে প্ৰাপ্য যিবিলাক স'চাকৈয়ে ভাগ্যৱান। আজি ভাৰতক মুক্ত কৰাৰ ব্ৰত আমাৰ। এইটো মহৎ কাম। কিন্তু মানৱ-সেৱা তাতকৈও মহত্তৰ। আমি জানো যে আমাৰ এই আন্দোলন সমগ্ৰ বিশ্ব-মানৱৰ সেৱাৰেই এক অংশ কাৰণ ইয়াৰ উদ্দেশ্য দুখ আৰু দৰিদ্ৰতাৰ অৱসান। সেইবাবে আমি আনন্দ কৰিব পাৰোঁ যে আমি সমগ্ৰ বিশ্বৰ প্ৰগতিৰ অৰ্থে আংশিক-ভাৱে হ'লেও মানৱ-সেৱা ব্ৰতত ব্ৰতী।

ইয়াৰ মাজতে তুমি থাকিবা আনন্দভৱনত আৰু তোমাৰ আয়েৰা থাকিব মলক্কাৰ বন্দীভৱনত আৰু মই ইয়াত নাইনিতালৰ ৰাজ-কাৰাগাৰত—আৰু আমি কোনেও কাকো নিকৰুণভাৱে কিছুকাল দেখা নেপাম, নহয়নে বাৰু? কিন্তু আমি যেতিয়া এদিন ল'গ পাম, সেইদিনটোৰ কথা ভাবাচোন! মই হে'পাহেৰে সেই দিনটোলৈ বাট চাইছোঁ, আৰু মোৰ এই ভাৱটোৱেই মোৰ অন্তৰ লঘু আৰু উৎফুল্ল কৰিব।

## ৩

## ইন্‌কিলাব্‌ জিন্দাবাদ্‌[১]

জানুৱাৰী ৭, ১৯৩১

প্ৰিয়দৰ্শিনী[২]—চকুৰে দেখাত তুমি ভাল, কিন্তু তাতকৈও ভাল যেতিয়া তুমি চকুৰ আঁতৰ! আজি মই তোমালৈ চিঠি লেখিবলৈ বহোঁতে দূৰৈৰ মেঘৰ গাজনিৰ

১ ইন্‌কিলাব্‌ জিন্দাবাদ্‌ মানে "বিপ্লৱ চিৰস্থায়ী হওক"।
২ "প্ৰিয়দৰ্শিনী" ইন্দিৰাৰ দ্বিতীয়টো নাম তাৰ মানে হৈছে "দেখাত ভাল লগা"।

দৰে অস্পষ্ট গুম্ গুমনি শুনিবলৈ পাইছোঁ। প্ৰথমতে মই বস্তুটো কি ধৰিব নোৱাৰিছিলোঁ, কিন্তু শব্দবোৰৰপৰা আপোন ভাবৰ এটা পৰশ পাইছিলোঁ। সেই পৰশটোৱে যেন মোৰ অন্তৰত প্ৰতিধ্বনি বিচাৰি পালে। ক্ৰমে শব্দবোৰ কাষ চাপি আহিল আৰু ডাঙৰ হৈ পৰিল; শব্দবোৰ কি আৰু বুজিবলৈ বাকী নেথাকিল। "ইন্‌কিলাব্ জিন্দাবাদ!" "ইন্‌কিলাব্ জিন্দাবাদ"! এই প্ৰাণৱন্ত আহ্বানত কাৰাগাৰৰ বন্ধ দুৱাৰ কঁপিবলৈ ধৰিলে। হৃদয় আমাৰ আনন্দত ভৰি উঠিল। আমাৰ ৰণ-হুঙ্কাৰ কাৰাগাৰৰ নিচেই ওচৰতে কোনে কৰিলেহি নেজানো। তেওঁবিলাক পুৰুষ নে মহিলাই, গাঁৱৰ খেতিয়কেই নে নগৰনিবাসী তাকো ক'ব নোৱাৰোঁ। আজি সেই ধ্বনি কৰাৰ কাৰণেই বা কি তাকো নুবুজিলোঁ। কিন্তু তেওঁবিলাক যিয়েই নহওক, তেওঁবিলাকে আমাক উৎসাহিত কৰিলে, আমি নীৰৱ বাণীৰে তেওঁবিলাকক অভ্যৰ্থনা জনালোঁ আৰু আমাৰ সকলো শুভেচ্ছা তেওঁবিলাকক দিলোঁ।

"ইন্‌কিলাব্ জিন্দাবাদ্" ধ্বনি আমি কিয় কৰিব লাগে? আমি বিপ্লৱ বিচাৰিছোঁ কিয় অথবা পৰিৱৰ্ত্তন? ভাৰতক আজি বৰ ডাঙৰ পৰিৱৰ্ত্তন ল'গা হৈছে। আমি বিচৰা ডাঙৰ পৰিৱৰ্ত্তনটো অৰ্থাৎ স্বাধীনতা লাভ কৰাৰ পিচতো আমি হাত সাৰটি বহি জিৰণি লৈ থাকিব নোৱাৰিম। পৃথিৱীত জীৱন্ত যি, সি কেতিয়াও অদল-বদল নোহোৱাকৈ থাকিব নোৱাৰে। সমগ্ৰ প্ৰকৃতি দিনে দিনে মুহূৰ্ত্তে মুহূৰ্ত্তে সলনি হৈ যাব লাগিছে, কেৱল প্ৰাণহীন বস্তুহে চুপচাপ আৰু বিকাশহীন। ফটিক ধাৰেৰে নিজৰা বৈ যায়, কিন্তু তুমি যদি তাক বন্ধ কৰি ৰাখা, সি মৰিকলং হ'ব। মানুহ আৰু জাতিৰ জীৱনতো সেই একেই কথা। আমি ইচ্ছা নকৰিলেও আমি বুঢ়া হৈ যাবই লাগিব। কেচুৱাছোৱালী গৈ কিশোৰী হয়, কিশোৰী হয়গৈ গাভৰু আৰু গাভৰু ছোৱালী ক্ৰমে হয়গৈ বুঢ়ী আৰু বয়সিয়াল। আমি এই পৰিৱৰ্ত্তনবোৰ মানি ল'বই লাগিব। কিন্তু কিছুমান মানুহ আছে যি জগতৰ এই পৰিৱৰ্ত্তনটো স্বীকাৰ কৰিব নোখোজে। তেওঁবিলাকে মনৰ কোঠাৰ দুৱাৰ জপাই তাত তলা মাৰি থয়। কোনো নতুন ভাৱ-প্ৰবাহ তেওঁবিলাকে সহ্য কৰিব নোৱাৰে। ভৱা-চিন্তা কৰা কথাটোৱেই তেওঁবিলাকক বৰ ভয় খুৱায়। ইয়াৰ পৰিণাম বাৰু কি হয়? তেওঁবিলাকৰ প্ৰতিবোধ সত্ত্বেও পৃথিৱী আগবাঢ়ি যায় আৰু তেওঁবিলাক আৰু তেওঁবিলাকৰ দৰে আন মানুহে এই পৰিৱৰ্ত্তনৰ সোঁতটো মানি ল'ব নোৱাৰাৰ ফলত সময়ে সময়ে বিৰাট জাগৰণ সংঘটিত হয়। ডাঙৰ ডাঙৰ বিপ্লৱে দেখা দিয়ে আৰু নকুৰি বছৰৰ আগতে হোৱা ফৰাচি-বিপ্লৱ বা তেৰ বছৰৰ আগতে হোৱা ৰুছ-বিপ্লৱৰ দৰে ডাঙৰ ডাঙৰ গণ-জাগৰণ সংঘটিত হয়। আমাৰ দেশতো আজি আমি এটা বিপ্লৱৰ সোঁমাজত পৰিছোঁহি। স্বাধীনতা আমাক লাগে স'চা। কিন্তু আমাক তাৰো বেচি কিবা লাগে। আমি মুকলি কৰি দিব খোজো বন্ধ পানী গোট খাই থকা মৰিকলং, মৰিদিখোবোৰ, নতুন নিৰ্ম্মল ফটিক জলধাৰাই যেন সকলোবোৰ ধোৱাই যায়। আমাৰ দেশৰ স্তূপীকৃতহৈ থকা দাৰিদ্ৰ্য-জঞ্জাল দুখ-নিকাৰবোৰ দূৰ কৰিব খোজোঁ। আৰু আমি যিমান দূৰ পাৰোঁ ভালেমানখিনি মানুহৰ মনৰ মকৰাজালবোৰ সাৰি গুচাই পেলাব খোজোঁ যাতে তেওঁবিলাকে ভাব-সম্পদ লাভ আৰু সাহচৰ্য্য দিয়াৰ বিধান পালন কৰাত কোনো বাধা নেপায়। এইটো

কঠিন কাম আৰু এই কাম সমাধানত সময় লাগিব। আহাঁচোন বাৰু আমি এটা প্ৰচণ্ড খুন্দা মাৰো—ইন্‌কিলাব্‌ জিন্দাবাদ!

এটা মহা-বিপ্লৱৰ আমি দুৱাৰ-দলিত। ভৱিষ্যতে কি আনি দিব, আমি ক'ব নোৱাৰোঁ। কিন্তু দেখিছোঁ বৰ্ত্তমানেই আমাক আশাতীত পুৰস্কাৰ দিছে। আজি ভাৰতৰ মাতৃজাতিৰ ফালে, চোঁৱা, তেওঁবিলাকে কি গৰ্ব্বেৰে এই আন্দোলনৰ আগ শাৰীত থিয় দিছে! শান্ত অথচ নিভীক দুৰ্নিবাৰ, তেওঁবিলাকৰ পদাঙ্ক অনুসৰণ কৰি আন সকলো যাবলগীয়া হৈছে! আৰু সেই পৰ্দ্দাৰ আবৰু, যি আমাৰ দেশৰ ভয়হীনা ৰূপহীবিলাকক এন্ধাৰ অভিশাপৰ দৰে আঁৰ কৰি থৈছিল, সি আজি ক'ত? তাৰ যথাৰ্থ ঠাই, অতীতৰ বস্তুৰে ঠাহ খাই থকা যাদুঘৰত ঠাই লবলৈ সি বেগাই আঁতৰি যোৱা নাই জানো?

সেই একে একে কথাই খাটে—কিশোৰ-কিশোৰীৰ দল, বান্দৰবাহিনী, বালক-বালিকা সভাবোৰৰ বিষয়েও মাতৃজাতিৰ পিচতে। এইবিলাক ল'ৰা-ছোৱালীৰ জনক-জননীয়ে হয়তো আগৰ যুগৰ কাপুৰুষ ক্ৰীতদাসৰ দৰে হৈ আছে। কিন্তু এইটো অস্বীকাৰ কৰা সাহ কাৰ যে, এই যুগৰ ল'ৰা-ছোৱালীয়ে গোলামী বা কাপুৰুষালি সহ্য কৰিব নোৱাৰে?

এইদৰেই পৰিৱৰ্ত্তনৰ চকা ঘূৰিছে। যিবিলাক তলত আছিল, তেওঁবিলাক আজি ওপৰলৈ উঠিল আৰু ওপৰত থকাবিলাক গ'ল তললৈ। আমাৰ দেশতো চকা ঘূৰাৰ সময় আহিছিল। কিন্তু এই চক্ৰ ঘূৰোৱাত আজি আমি ইমান ঠেলা লগাইছোঁ যে ইয়াৰ গতি অব্যাহত হ'ব।

ইন্‌কিলাৱ জিন্দাবাদ

## ৪

## এচিয়া আৰু ইউৰোপ

জানুৱাৰী, ৮, ১৯৩১

মোৰ আগৰখন চিঠিত লেখিছিলোঁ যে, সকলো বস্তুৰেই ক্ৰমাগত পৰিৱৰ্ত্তন হয়। বুৰঞ্জীনো তেনেহলে কি· এই সালসলনিৰ কাহিনীয়েই বুৰঞ্জী নহয় জানো? অতীতৰ কাহিনীৰ যদি পৰিৱৰ্ত্তন নঘটিলহেঁতেন, তেনে বুৰঞ্জীৰ কথাও একো নেথাকিলহেঁতেন।

স্কুল কলেজত আমি যি বুৰঞ্জী পঢ়ো, সি যৎসামান্য। আনৰ কথা নেজানো, কিন্তু মোৰ বেলিকা মই জানো যে, স্কুলত মই নিচেই অলপহে শিকিছিলোঁ। ভাৰত-বুৰঞ্জী নিচেই অলপ-অলপমানহে জানিব পাৰিছিলোঁ, আৰু ইংলণ্ডৰ বুৰঞ্জীৰো মাথোন অলপ। ভাৰতৰ বুৰঞ্জী যি শিকিছিলোঁ বেচি ভাগেই আছিল ভুল বা বিকৃত। সেইবোৰ লেখিছিল এনেকুৱা মানুহে যিবিলাক মানুহে আমাৰ দেশক অৱজ্ঞা কৰাটো আছিল তেওঁবিলাকৰ স্বভাৱ। আন দেশৰ বুৰঞ্জীৰ বিষয়েও মোৰ

জ্ঞান আছিল অতি অস্পষ্ট। কলেজ এবাৰ পাচতহে মই প্ৰকৃত বুৰঞ্জী কিছুমান পঢ়িবলৈ লওঁ। সৌভাগ্যৰ কথা, মোৰ কাৰাজীৱনে মোক জ্ঞানৰ অনুশীলন কৰাৰ বহুতো সুবিধা আনি দিলে।

দ্ৰাবিড়-সভ্যতা, আৰ্য্যজাতিৰ আগমন আৰু ভাৰতৰ প্ৰাচীন সভ্যতাৰ কথা মোৰ আগৰ চিঠি কিছুমানত তোমালৈ লেখিছিলোঁ। প্ৰাক্-আৰ্য্য যুগৰ কথা বৰকৈ নেজানো বুলি তোমালৈ সেই বিষয়ে একোকে লেখা নাছিলোঁ। কিন্তু এইটো শুনি তোমাৰ কৌতূহল বাঢ়িব যে, যোৱা কেইবছৰমানৰ ভিতৰতে ভাৰতৰ অতি প্ৰাচীন সভ্যতাৰ ধ্বংসাৱশেষ কিছুমান আৱিষ্কৃত হৈছিল। এইবিলাক উত্তৰ-পশ্চিম ভাৰতৰ মহেঞ্জোদাৰো বোলা ঠাইৰ কাষৰে-পাঁজৰে পোৱা গৈছিল। পাঁচ হেজাৰ বছৰৰ আগৰ ধ্বংসাৱশেষ তাত খান্দি উলিওৱা হৈছিল আৰু তাত যিবিলাক মৰাশৰ বা মমি পোৱা গৈছিল সেইবোৰ প্ৰাচীন মিছৰৰ দৰে। ভাবি চোৱাঁচোন কল্পনা কৰি! আৰ্য্যজাতি অহাৰ বহু আগৰ হেজাৰ হেজাৰ বছৰৰ আগৰ কথা এইবোৰ। ইউৰোপ তেতিয়া নিশ্চয় অৰণ্যৰ দৰেই।

আজি ইউৰোপ প্ৰতাপী আৰু ক্ষমতাৱন্ত আৰু তাৰ জাতিবিলাকে সভ্যতা আৰু সংস্কৃতিত নিজক বৰ ওখ বুলি ভাবে। এচিয়াৰ প্ৰতি এচিয়াৰ মানুহবিলাকৰ প্ৰতি তেওঁবিলাকৰ গভীৰ অৱজ্ঞা আৰু এচিয়াক লুটপাত কৰি যি পায় তাকে গ্ৰাস কৰিবলৈ তেওঁবিলাক আহে। কিন্তু সময়ৰ কেনে পৰিৱৰ্ত্তন ঘটিল।! এচিয়া আৰু ইউৰোপ এই দুয়োখন মহাদেশ আমি ভালকৈ চাওঁচোন আহাঁ। এখন ভূচিত্ৰাৱলী মেলি লোৱাঁ আৰু চোৱাঁচোন বিশাল এচিয়া ভূখণ্ডৰ লগত ক্ষুদ্ৰায়তন ইউৰোপখন কেনেকৈ জোৰা লাগি আছে। ইউৰোপ যেন এচিয়াৰে এডোখৰ হৈ বাঢ়ি আছে। তুমি যেতিয়া বুৰঞ্জী ভালকৈ পঢ়িবা তেতিয়া জানিব পাৰিবা যে সময়ৰ বহুকাল জুৰি, বহুযুগ ধৰি ইউৰোপৰ ওপৰত এচিয়াইহে প্ৰভুত্ব বিস্তাৰ কৰিছিল। সাগৰৰ ঢৌৰ দৰে গৈ এচিয়াৰ জাতিবিলাকে ইউৰোপখন জয় কৰি লৈছিল। তেওঁবিলাকে ইউৰোপ পৰ্য্যুদস্ত কৰি তাৰ মানুহক সুসভ্য কৰি লৈছিল। আৰ্য্য, চিথীয়ান, হুন, আৰব, মঙ্গোলিয়ান, তুৰ্কী—এচিয়াৰ এই জাতিবোৰ সমগ্ৰ এচিয়া আৰু ইউৰোপ পৰিব্যাপ্ত হৈ পৰিছিল। অসংখ্য কাকতী ফৰিঙৰ দৰে এই জাতিবোৰ এচিয়াই সৃষ্টি কৰিছিল যেন লাগে।

এইটো সঁচা যে, বহুতো কাললৈকে ইউৰোপখন এচিয়া মহাদেশৰ এখন উপনিৱেশৰ দৰে হৈ আছিল আৰু আজিৰ ইউৰোপৰ অধিবাসীসকল সেই আক্ৰমণ-কাৰী জাতিবোৰৰেই বংশধৰ।

ইউৰেচিয়াৰ মানচিত্ৰৰ বহুতো ঠাই জুৰি এচিয়া বিৰাটকায় দৈত্যৰ দৰে হাত ভৰি মেলি শুই আছে। কিন্তু অৱশ্যে, এইটো বুজিব নেলাগে যে আকৃতিত ডাঙৰ বাবেই এচিয়া ডাঙৰ আৰু ইউৰোপখন সৰু বাবেই মনোযোগৰ বস্তু নহয়। আকৃতিত সৰু ডাঙৰ হোৱাটোৱেই কোনো মানুহ বা জাতিৰ বিচাৰৰ মানদণ্ড হ'ব নোৱাৰে। আমি জানো যে সকলোবিলাক মহাদেশৰ ভিতৰত ইউৰোপ সৰু হলেও আজি সি যথাৰ্থতে ডাঙৰ। আমি এইটোও জানো যে ইউৰোপৰ বহুতো দেশৰ বুৰঞ্জী-গৌৰৱত অতি উজ্জ্বল বিখ্যাত বৈজ্ঞানিকসকলক ইউৰোপেই জন্ম দিছে।

তেওঁবিলাকৰ বৈজ্ঞানিক আৱিষ্কাৰে জগতক বিপুলভাৱে আগবঢ়াই নিছে আৰু তাৰবাবে সংখ্যাতীত নৰ-নাৰীৰ জীৱন-যাত্ৰা সহজ আৰু সুবিধাজনক হৈ পৰিছে। তেওঁবিলাকৰ ইউৰোপত প্ৰতিভাৱান লেখক, চিন্তানায়ক, শিল্পী, সংগীতজ্ঞ আৰু কৰ্ম্মবীৰৰ অভাৱ নাই। ইউৰোপৰ মহত্ত্ব অস্বীকাৰ কৰিব মূৰ্খইহে।

কিন্তু একে মূৰ্খৰেই কাম হ'ব এচিয়াৰ মহত্ত্বপূৰ্ণ কাহিনী পাহৰি যোৱাটো। ইউৰোপৰ চকমকনি দেখি আমি নিজৰ অতীত পাহৰি যোৱাটো স্বাভাৱিক। আমাৰ এইটো মনত ৰখা উচিত হ'ব যে এচিয়াই এনেকুৱা মহান মানৱ-নেতা কেইজনমানৰ জন্ম দিলে যে যাৰ চিন্তাৰ প্ৰভাৱত মানুহ যিমান প্ৰভাৱান্বিত জগতত সম্ভৱতঃ কোনেও কোনো ঠাইত সিমান প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। তেওঁবিলাক হৈছে পৃথিৱীৰ ঘাই ধৰ্ম্মবিলাকৰ প্ৰৱৰ্ত্তক। প্ৰাচীন ধৰ্ম্মবিলাকৰ ভিতৰত যি আজিও প্ৰাচীন, সেই হিন্দুধৰ্ম্মৰ প্ৰৱৰ্ত্তকৰ জন্মদাতা এই ভাৰতেই। সেইদৰে সহোদৰা ধৰ্ম্ম মহান বৌদ্ধধৰ্ম্ম। এই ধৰ্ম্মই আজি চীন, জাপান, ব্ৰহ্ম, তিব্বত, সিংহল-লৈকো পৰিব্যাপ্ত লাভ কৰিলে। ইহুদি আৰু খ্ৰীষ্টান ধৰ্ম্মৰ উদ্ভৱস্থানো এচিয়াতে, এই দুয়ো ধৰ্ম্মৰ জন্মঠাই পেলেষ্টাইন-এচিয়াৰ পশ্চিম উপকূল। পাৰ্চিসকলৰ ধৰ্ম্ম জৰথুষ্ট ধৰ্ম্মৰ জন্ম ইৰাণত, আৰু তুমি জানা যে হজৰত মহম্মদে ইচলামৰ শেষ পয়গম্বৰ আৰৱ দেশৰ মক্কা চৰীফত উপজিছিল। শ্ৰীকৃষ্ণ, গৌতমবুদ্ধ, জৰথুষ্ট্ৰ, যীশুখ্ৰীষ্ট, হজৰত মহম্মদ, চীনৰ দুজন দাৰ্শনিক কনফুচিয়াচ্ আৰু লাওৎচে—এই সকলোকেইজন এচিয়াৰে মহামনীষীৰ নাম তুমি এচিয়াৰ বুৰঞ্জীৰ পৃষ্ঠাৰ পিচত পৃষ্ঠা ভৰাই লেখি থব পাৰা। আৰু বহুতো এচিয়াৰ মহাকৰ্ম্মী মহামানৱৰ নামেৰে সেই বুৰঞ্জীৰ পাতবোৰ ভৰাই পেলাব পাৰা। তোমাক আৰু বহুতো প্ৰকাৰে মই দেখুৱাব পাৰোঁ আমাৰ এই প্ৰাচীন মহাদেশখন অতীত কালত কি মহান সমৃদ্ধিৰে সমৃদ্ধিৱান হৈ আছিল।

সেইবোৰ দিন আৰু নাই। কিন্তু দিন আমাৰ চকুৰ আগতে আকৌ সলনি হ'ব লাগিছে। সাধাৰণতে শতাব্দী জুৰি ইতিহাসে লাহে লাহে নিজৰ মোট সজায়, যদিও কেতিয়াবা খৰকৈ কাম কৰাৰ সময় আহে আৰু আগ্নেয়গিৰিৰ দৰে ঘটনাৰ উদ্গীৰণো ঘটে। আজি অৱশ্যে এচিয়াত বতাহ পূৰ্ণ বেগেৰে বলিছে। এই প্ৰাচীন মহাদেশখন বহুদিনীয়া টোপনিৰ পিচত জাগ্ৰত হৈ পৰিছে। জগতৰ চকু আজি এচিয়াত নিবদ্ধ। কাৰণ সকলোৱে জানে যে, ভবিষ্যতৰ গৰ্ভত এচিয়াই মহৎ দান দি যাবৰ বাবে আজি প্ৰস্তুত।

৫

## প্ৰাচীন সভ্যতা আৰু আমাৰ উত্তৰাধিকাৰ

৯ জানুৱাৰী, ১৯৩১

সপ্তাহত দুবাৰকৈ বাহিৰ জগতৰ খবৰ কঢ়িয়াই অনা 'ভাৰত' বাতৰি-কাকতত কালি পঢ়িবলৈ পালোঁ যে মলক্কা জেলত তোমাৰ আইৰাৰ ভালমতে যত্ন লোৱা হোৱা

নাই। আৰু শীঘ্ৰেই তেওঁক বোলে লক্ষ্ণৌ জেললৈ পঠাব। পঢ়ি অলপ উদ্বিগ্ন হলো আৰু বেজাৰ পালোঁ। বোধকৰোঁ 'ভাৰত'ৰ এই উৰাবাতৰিত একো সত্যতা নাই। তথাপি এই সন্দেহো ভাল লগা নাই। নিজৰ দুখ-কষ্ট অসুবিধাক মানি চলাতো সহজ কথা। ই ভালেই কৰে, নহলে আমি আৰু কোমল হৈ গলোঁহেঁতেন। কিন্তু আমাৰ মৰম-প্ৰীতিৰে আবৰি ৰখা এজনৰ দুখ-কষ্টৰ কথা ভবাটো অলপো সহজ বা আৰামপ্ৰদ নহয়, বিশেষকৈ আমি যদি তেওঁৰ কাৰণে একোকে কৰিব নোৱাৰোঁ। আৰু সেই কাৰণেই বোধকৰোঁ 'ভাৰতে' মোৰ মনলৈ আনি দিয়া সংশয়ে তোমাৰ আয়েৰাৰ সম্পৰ্কে উদ্বিগ্ন কৰি তুলিলে। জানো তেওঁৰ সাহস আছে, সিংহিনীৰ নিচিনা অন্তৰ আছে, কিন্তু তেওঁৰ দেহা যে দুৰ্ব্বল, তেওঁৰ দেহা আৰু বেঁচিকৈ দুৰ্ব্বল হৈ পৰক এইটো মই নিবিচাৰোঁ। আমি যিমানেই কঠিন হৃদয়ৰ হওঁ, শৰীৰ ভাগি পৰিলে আমি কি কৰিব পাৰোঁ? কিবা এটা কাম ভালদৰে কৰিবলৈ আমাব স্বাস্থ্য লাগিব, শক্তিমন্ত আৰু সুস্থ সুঠাম দেহা লাগিব।

হয়তো লক্ষ্ণৌলৈ পঠালে তোমাৰ আয়েৰাৰ ভালেই হব। তাত তেওঁ অলপ সুখ আৰু আনন্দ পাব পাৰে, আৰু লক্ষ্ণৌ জেইলত আন কোনোবা লগৰীয়াও থাকিব পায়। বোধকৰোঁ মলক্কাত তেওঁ অকলশৰীয়া হৈ আছে। তদুপৰি এইটোকে ভাবি ভাল লাগিছিল যে তেওঁ বেঁচি দূৰৈত নাই, আমাৰ জেইলৰ চাৰি পাঁচ মাইল মান আঁতৰতে আছে। কিন্তু এয়া যে অৰ্থহীন কল্পনা। বন্দীনিবাসৰ ওখ বেৰাই যেতিয়া আঁতৰাই ৰাখিছে এই দূৰত্বৰ পাঁচ মাইল যেনেকুৱা ১৫০ মাইলো তেনেকুৱাই।

এলাহাবাদলৈ ককাদেউতাবা পুনৰ ঘূৰি আহিছে আৰু আগতকৈ ভাল বুলি জানি আজি বৰ আনন্দিত হলোঁ। তেওঁ তোমাৰ আয়েৰাক মলক্কা বন্দীনিবাসত চাবলৈ যোৱাৰ কথা জানি আৰু বেঁচি ভাল লাগিল। কপালত থাকিলে বোধকৰো তোমালোক সকলোকে কালিলৈ দেখা পাম। কিয়নো কালিৰ দিনটো মোৰ দেখা-শুনা হোৱাৰ দিন, আৰু বন্দীনিবাসত 'মুলাকাৎ কা দিন' -এটা ডাঙৰ দিন। প্ৰায় দুমাহ মই ককাদেউতাৰাক দেখা নাই। আশা কৰোঁ তেখেতৰ ভাল হৈ অহাতো নিজচকুৰে চাই তৃপ্ত পাম। আৰু বহুদিনৰ মূৰত তোমাকো দেখা পাম—সুদীৰ্ঘ এক পক্ষকালৰ অন্তত, আৰু তুমি তোমাৰ নিজৰ আৰু আয়েৰাৰ খবৰ মোৰ বাবে লৈ আহিবা।

এহ্! প্ৰাচীন ইতিহাস লেখিবলৈ বহি এইবোৰ বাহিৰা কথা লেখি পেলালোঁ। আহাঁ এইবাৰ বৰ্ত্তমানক পাহৰি এক মুহূৰ্ত্তৰ বাবে ২০০০ বা ৩০০০ বছৰ পিছুৱাই যাওঁ।

আগেয়ে লেখা কোনো এখন চিঠিত তোমালৈ মই মিছৰ আৰু ক্ৰীট দ্বীপেৰ প্ৰাচীন নোজচৰ অলপ উল্লেখ কৰিছো। আৰু কৈছো যে, প্ৰাচীন সভ্যতাৰ শিপা এই দুখন ঠাইত ওলাইছিল. লগতে ওলাইছিল আজি যাক ইৰাক বুলি কওঁ সেই মেচপটামিয়াত, চীনত, ভাৰতবৰ্ষ আৰু গ্ৰীচত। গ্ৰীচেই বোধকৰো ইয়াৰ ভিতৰৰ পৰৱৰ্ত্তী দেশ। সেয়ে হ'লে বয়সৰ প্ৰৰিক্ৰমাত ভাৰতবৰ্ষৰ সভ্যতাই মিছৰ, চীন আৰু ইৰাকৰ এই সহোদৰা সভ্যতাৰ লগতে স্থান ল'ব পাৰে। তদুপৰি প্ৰাচীন

গ্ৰীচ এওঁলোকৰ সৰু ভনীয়েকৰ দৰে। এই প্ৰাচীন সভ্যতাবিলাকৰ কি হ'ল বাৰু? নোজচতো এতিয়া নাই। তাৰ অস্তিত্ব হেৰাই যোৱাৰ আজি প্ৰায় ৩০০০ বছৰ হ'ল। গ্ৰীচৰ নবীনতৰ সভ্যতাৰ মানুহে তাক ধ্বংস কৰি দিলে। হেজাৰ হেজাৰ বছৰৰ বিস্ময়কৰ ঐতিহ্যৰ পাচত মিছৰৰ প্ৰাচীন সভ্যতা লুপ্ত হৈ গ'ল, আৰু বিশাল পিৰামিড, স্ফীংক আৰু মমিবিলাকৰ ধ্বংসাৱশেষৰ বাহিৰে একো চিনেই নেথাকিল। অৱশ্যে মিছৰ এতিয়াও আছে, অতীতৰ দৰে নীলনদী এতিয়াও বৈ আছে—আন দেশৰ দৰে ইয়াৰ দুয়ো পাৰে এতিয়াও নৰনাৰীয়ে বসবাস কৰে। কিন্তু আজিৰ এই নতুন-মানুহৰ লগত তেওঁলোকৰ দেশৰ অতীত সভ্যতাৰ কোনো যোগাযোগ নাই।

ইৰাক আৰু পাৰস্য—কিমান যে সাম্ৰাজ্যৰ তাত সমাবেশ আৰু প্ৰত্যেকখনে প্ৰত্যেকখনৰ পাচ ললে চিৰবিলুপ্তিৰ পথত! সবাতোকৈ তাৰ প্ৰাচীন সাম্ৰাজ্য-বিলাকৰ নাম হ'ল বেবিলনিয়া, এচিৰিয়া, কেলডিয়া। বেবিলন আৰু নিনিভাৰ সেই মহানগৰীবোৰ! ইয়াৰ লোকসকলৰ কাহিনীৰে বাইবেল পুথিৰ অল্ড্ টেষ্টামেণ্ট খণ্ড ভৰপূৰ হৈ আছে। পিচৰ কালত, প্ৰাচীন ইতিহাসৰ পটভূমিস্বৰূপ এইবোৰ দেশতেই আন আন সাম্ৰাজ্যই গঢ় লৈ উঠিছিল আৰু কালক্ৰমত ধূলিত বিলীন হৈ গৈছিল। আৰব্য-ৰজনী নামৰ উপন্যাসৰ যাদুপুৰী বোগদাদ নগৰ আছিল তাতেই। কিন্তু সাম্ৰাজ্যবোৰৰ উত্থান আৰু পতন হয় আৰু ৰজা আৰু সম্ৰাটবিলাকৰ ভিতৰত গৰ্ব্বিত আৰু প্ৰতাপীজনৰো জগৎ নাট্যমঞ্চত ভূমিকা দিবলগীয়া হয় খন্তেকৰ বাবেহে। কিন্তু সভ্যতাৰ সোঁতা যুগব্যাপী হয়। অৱশ্যে ইৰান আৰু পাৰস্যৰ প্ৰাচীন সভ্যতা নিঃশেষিত হৈ গৈছিল। আনকি মিছৰৰ প্ৰাচীন সভ্যতাৰ দৰেই সেই দুই দেশৰ সভ্যতাও অৱলুপ্ত।

গ্ৰীচ দেশৰ পুৰণি কালত গ্ৰীচ স'চাকৈয়ে গৌৰৱপূৰ্ণ আছিল। আজিও মানুহে গ্ৰীচৰ গৌৰৱ-গাঁথা বিস্ময়েৰে পঢ়ে। গ্ৰীচৰ ফটিক শিলৰ মুৰ্ত্তিৰ সৌন্দৰ্য্যত আমি অভিভূত হওঁ আৰু গ্ৰীক-সাহিত্যৰ যি অৱশেষ আমাৰ চকুৰ আগত পৰিছে তাক পঢ়ি আমি মুগ্ধ হৈ শ্ৰদ্ধা জনাব খোজোঁ। এইটো যথাৰ্থতে স'চা যে, আজিকালিৰ ইউৰোপখন কিছুমান বিষয়ত সেই পুৰণি গ্ৰীচৰেই কোলাৰ কেঁচুৱা —গ্ৰীকৰ চিন্তাধাৰা আৰু সভ্যতাই ইউৰোপক ইমানকৈ যে প্ৰভাৱান্বিত কৰিলে। কিন্তু গ্ৰীচৰ যি নিজস্ব গৌৰৱ, সি আজি ক'ত? বহুত যুগ অতীত হৈ গ'ল, সেই পুৰণি সভ্যতা আৰু নাই। অন্যান্য ৰীতি-নীতি আহি সেই ঠাই অধিকাৰ কৰিছে। ইউৰোপৰ দক্ষিণ-পূব প্ৰান্তত গ্ৰীচ আজি এখন সৰু দেশ মাথোন।

মিছৰ, নোজচ, ইৰাক আৰু গ্ৰীচ—সকলোবোৰ আঁতৰি গ'ল। আনকি বেবিলন আৰু নিনিভাৰ দৰে প্ৰাচীন সভ্যতাবোৰো অন্তৰ্হিত হ'ল। এই প্ৰাচীন সভ্যতা-বাহী দলৰ আৰু দুখন দেশ চীন আৰু ভাৰতৰ বিষয়ে তেনেহ'লে কি? আনবোৰ দেশৰ দৰে এই দুখন দেশতো সাম্ৰাজ্যৰ পিচত সাম্ৰাজ্য গঢ় লৈ উঠিছিল। তাতো আক্ৰমণ আৰু ধ্বংসলীলা ঘটিছিল আৰু লুটপাত আৰু হত্যাকাণ্ড চলিছিল বিষম-ভাৱে। শ শ বছৰ জুৰি কিছুমান ৰজাৰ বংশই ৰাজত্ব কৰাৰ পিচত আন কিছুমান বংশৰ ৰজাই তাৰ ঠাই লৈছে। আন আন ঠাইত ঘটাৰ দৰে চীন আৰু ভাৰততো

এইবোৰ ঘটনা ঘটিছে। কিন্তু চীন আৰু ভাৰতৰ বাহিৰে নিছিগা ধাৰেৰে সভ্যতাৰ আচল সোঁতা ক'তো প্ৰবাহিত হৈ থকা নাই। আক্ৰমণ, পৰিৱৰ্ত্তন আৰু যুদ্ধবিগ্ৰহ থকা সত্বেও প্ৰাচীন সভ্যতাৰ এনাজৰীডাল এই দুয়োখন দেশতে নিছিগাকৈ ৰৈ আছে। এইটো সঁচা যে, দুয়োখন দেশেই উন্নতিৰ ওখ শিখৰৰ পৰা বৰ বেয়াকৈ বাগৰি পৰিছে আৰু তেওঁবিলাকৰ প্ৰাচীন সংস্কৃতিৰ মহত্ত্ব গৌৰৱ আজি ধূলি-বালিয়ে ঢাকি ধৰিছে আৰু কেতিয়াবা ভাত লেতেৰা জাবৰৰ দ'মো গোট খাইছে। এই ধূলি-বালি আৰু জাবৰ বহুযুগৰপৰা সঞ্চিত হৈ আছে। কিন্তু তথাপি সেই দুয়োখন দেশৰ সভ্যতা আজিও জীয়াই আছে আৰু প্ৰাচীন ভাৰতীয় সভ্যতা আজিও ভাৰতীয় জীৱনৰ ঘাই ভেটি হৈ আছে। আজিৰ পৃথিৱীত জমানা বদলি হ'ল। ৰেল-জাহাজ আৰু বিৰাট কাৰখানাবোৰে পৃথিৱীৰ মুখৰ আকৃতিকে সলনি কৰি দিলে। কিজানি এইটোও হ'ব পাৰে, হ'ব পাৰে কিয় সঁচাকৈয়ে হৈছে সম্ভৱতঃ, ভাৰতৰ মুখৰ আকৃতিৰো সাল-সলনি ঘটিব, যেনেকৈ ঘটাই আনিছেই এই নতুন ব্যৱস্থা-বোৰে। কিন্তু ভাৰতীয় সংস্কৃতি আৰু সভ্যতাৰ দীৰ্ঘকালৰ পৰিপ্ৰেক্ষিতত এই যে অবিচ্ছিন্ন ধাৰা, ইতিহাস ৰচনাৰ ফেঁহুজালিৰপৰাই আমাৰ কাললৈকে প্ৰবাহিত হৈ আহিছে এইটো ভাবি মনত বৰ কৌতূহল আৰু বিস্ময় জাগে। এক প্ৰকাৰে ভাবিবলৈ গ'লে এই হেজাৰ হেজাৰ বছৰবোৰৰ ভাৰতীয়সকলেই উত্তৰাধিকাৰী। যিসকল প্ৰাচীন মানৱ—যিসকলে উত্তৰ পশ্চিম গিৰিপথেদি ব্ৰহ্মাৱৰ্ত্ত বা আৰ্য্যাৱৰ্ত্ত বা ভাৰতবৰ্ষ বা হিন্দুস্থানৰ সূৰ্য্যকিৰণস্নাত সমতল ভূমিলৈ সোমাই আহিছিল, এনে হ'ব পাৰে যে, আমি সেইসকলৰে ঘাই ডালৰ পৰাই ফাটি অহা সন্তান-সন্ততি! পৰ্ব্বতৰ মাজৰ গিৰি-সঙ্কটেদি তেওঁবিলাক তলত থকা নজনা নুশুনা দেশলৈ দলে দলে নামি অহা তুমি কল্পনা কৰিব নোৱাৰানে? নিৰ্ভীক আৰু অভিযান কৰাৰ আনন্দেৰে পৰিপূৰ্ণ হৈ তেওঁবিলাকে পৰিণামলৈ দৃকপাত নকৰি নিসঙ্কোচেৰে আগবাঢ়ি গৈছিল। মৰণ আহিলে, গণিতাকে নকৰিছিল, বৰণ কৰিছিল মৃত্যুক হাঁহিমুখেৰে। কিন্তু তেওঁবিলাকে ভাল পাইছিল জীৱনক আৰু জানিছিল যে, জীৱনক উপভোগ কৰাৰ একমাত্ৰ পথ হ'ল নিৰ্ভয়-ভাৱত থকা, বিপদক তুচ্ছজ্ঞান কৰা আৰু পৰাভৱ নমনা। যিসকল নিঃশঙ্ক, নিৰ্ভীক তেওঁবিলাকৰপৰা বিপদ আৰু পৰাজয় এশ যোজন আঁতৰ। আমাৰ সেই অতীতৰ পূৰ্ব্বপুৰুষসকল, তেওঁ-বিলাকৰ কথা ভাবা। তেওঁবিলাকৰ সেই জয়যাত্ৰাৰ পথত হঠাৎ দেখা দিলে গম্ভীৰ-ৰূপে সাগৰগামী হৈ থকা পুণ্যতোৱা মহতী গঙ্গাই। সেই দৃশ্যই তেওঁবিলাকক কিমান আনন্দ আনি দিলে! গঙ্গাক প্ৰণাম কৰি তেওঁবিলাকে যে উদাত্ত গীতি-গাঁথা ৰচনা কৰি প্ৰাণভৰি গঙ্গাৰ প্ৰশস্তি গালে ইয়াত আচৰিত হ'বলগীয়া কিবা আছে জানো?

এইটো ভাবি সঁচাকৈয়ে আচৰিত হ'ব লাগে যে আমি সেইবোৰ যুগৰে উত্তৰাধিকাৰী। কিন্তু আমি যেন একো কথা নুলুকাওঁ। আমি যদি সেইবোৰ যুগৰ উত্তৰাধিকাৰী, আমি তাৰ ভাল-বেয়া দুয়োটোৰে সমানে অধিকাৰী। আৰু আজি আমি এই উত্তৰাধিকাৰ কৰা সম্পত্তিত বহুত পৰিমাণে অসৎ বস্তুও স্তূপী-কৃত হৈ আছে। এই বহুত বস্তুবোৰে বিশ্বত আমাক হীন কৰি ৰাখিছে, আমাৰ

মহত্ত্বপূৰ্ণ দেশখনক দাৰিদ্ৰ্যেৰে ভৰাই পেলাইছে আৰু আমাৰ দেশ-মাতৃক আনৰ হাতৰ পুতলা কৰি নচুৱাইছে। কিন্তু আমি জানো সিদ্ধান্ত কৰা নাই যে, এই অৱস্থাৰ প্ৰবাহ আৰু বেচি দূৰ চলিবলৈ দিব নোৱাৰি?

৬

## হেলেনিজ

জানুৱাৰী ১০, ১৯৩১

আজি আমাক দেখা কৰিবৰ বাবে তোমালোকৰ কোনো মহিলা আৰু 'মোলাকাত-কা-দিন' প্ৰায় শূদা দিন হৈয়ে ব'ল। ই ইটা এটা নৈৰাশ্যকৰ অভিজ্ঞতা; তাতকৈও বেচি নৈৰাশ্যকৰ হ'ল দেখা-সাক্ষাত স্থগিত ৰখাৰ বাবে প্ৰদৰ্শোৱা কাৰণটো। আমাক কোৱা হ'ল, দেউতা বোলে অসুস্থ। তাতকৈ বেচি আমি আৰু একো উলিয়াব নোৱাৰিলোঁ। যি হওক, আজি দেখা-সাক্ষাত নহব বুলি জানিব পাৰি মই মোৰ চৰখাটোলৈকে গলোঁ আৰু কিছু সূতাও কাটিলোঁ। চৰখাত সূতা কটা আৰু "নিৱাৰ" বোৱাটো মই বেচ মধুৰ আৰু শান্তিপ্ৰদ যেন পাইছোঁ। সেইদেখি যেতিয়াই সংশয়ত পৰা, তেতিয়াই সূতা কাটিবা।

মোৰ আগৰ চিঠিখনত ইউৰোপ আৰু এচিয়াৰ তুলনা আৰু পাৰ্থক্য নিৰ্ণয় কৰিছিলোঁ। পূৰণি ইউৰোপলৈ—ই যেনে ধৰণে আছিল বুলি ভবা হৈছে, তেনে ধৰণেই—এবাৰ থুলমূলকৈ চাওঁ। বহু কাল ধৰি ইউৰোপ মানে ভূমধ্য সাগৰৰ দাঁতি-কাষৰীয়া দেশ কেইখনকে বুজোৱা হৈছিল। ইউৰোপৰ উত্তৰাঞ্চলৰ দেশ-পুঞ্জৰ সেইবোৰ দিনৰ কোনো নথি-পত্ৰ আমি পোৱা নাই। জাৰ্ম্মাণী, ইংলেণ্ড আৰু ফ্ৰান্স হাবিতলীয়া বৰ্ব্বৰ জাতিৰ অধ্যুষিত দেশ বুলিয়েই ভূমধ্যসাগৰীয়লোকে ধৰি লৈছিল। আনহে নেলাগে, জয়জয়তে সভ্যতা পূৱ ভূমধ্য সাগৰতে সীমাবদ্ধ আছিল বুলিও ধৰা হৈছে। তোমাৰ জনাই আছে যে মিছৰ (যিখন অৱশ্যে ইউৰোপত নহয়, আফ্ৰিকাতহে) আৰু নোজছ আগুৱাই যোৱা সৰ্ব্বপ্ৰথম দেশ। লাহে লাহে এচিয়াৰপৰা পশ্চিম ফালেদি গৈ আৰ্য্যসকল সোমাল আৰু গ্ৰীচ আৰু ওচৰ চুবুৰীয়া দেশবোৰ কৱলিত কৰিলে। এওঁলোকেই হ'ল আৰ্য্যসকল। এওঁলোকক এতিয়া আমি প্ৰাচীন গ্ৰীক বুলি জানো আৰু শলাগো। মোৰ বিশ্বাস, সম্ভৱতঃ ইতিপূৰ্ব্বে আহি ভাৰত সোমোৱা আৰ্য্যসকলৰপৰা তেওঁলোক আদিতে বৰ বেচি বিভিন্ন নাছিল। কিন্তু পৰিৱৰ্ত্তন নিশ্চয় ঘটিল আৰু ক্ৰমাগত আৰ্য্য গোষ্ঠীৰ এই শাখা দুটা উত্তৰোত্তৰ বিভিন্ন হৈ পৰিল। ভাৰতীয় আৰ্য্যসকল ভাৰতৰ ততোধিক পূৰণি সভ্যতাৰ দ্বাৰা —দ্ৰাবিড়সকলৰ সভ্যতা আৰু মহেঞ্জোদাৰোত যি সভ্যতাৰ ধ্বংসাৱশেষ আমি দেখা পাইছোঁ, সম্ভৱ তাৰ দ্বাৰাও—বাৰুকৈয়ে প্ৰভাৱান্বিত হ'ল। আৰ্য্য আৰু দ্ৰাবিড়-সকলৰ পৰস্পৰে পৰস্পৰক বহুতো দিলে আৰু পৰস্পৰে পৰস্পৰৰ বহুতো ললে আৰু এইদৰেই ভাৰতৰ নিমিত্তে উমৈহতীয়া সংস্কৃতি এটাও গঢ়ি তুলিলে।


পশ্চিম এচিয়াৰ সভ্যতা
আৰু দক্ষিণ-পূব ইউৰোপ
গ্ৰীচ
লিডিয়া
নোচচ
প্যালেষ্টাইন
নিনেভে
ইৰাক
বেবিলন
পাৰস্য
মিচৰ
মৰুভূমি
নীল নং
সিন্ধু নং
ভাৰতবৰ্ষ

ঠিক সেই ধৰণে আৰ্য্য গ্ৰীকসকল নিশ্চয় নোজছৰ প্ৰাচীনতৰ সভ্যতাৰদ্বাৰা বৰকৈ প্ৰভাৱান্বিত হৈছিল। গ্ৰীচৰ গৃহভূমিত এই সভ্যতাক তেওঁলোকে সুশোভিত হৈ থকা পাইছিল। যদিওবা তাৰদ্বাৰা প্ৰভাৱান্বিত হৈছিল, তথাচ তেওঁলোকে নোজছ আৰু ইয়াৰ বাহ্য সভ্যতাৰ ভালেখিনি বিনষ্ট কৰিলে আৰু ইয়াক ধ্বংসাৱশেষৰ ওপৰত নিজৰ সভ্যতা নিৰ্ম্মাণ কৰিলে। আমি মনত ৰাখিব লাগিব যে আৰ্য্য ভাৰতীয়সকলৰ দৰেই আৰ্য্য গ্ৰীকসকলো আছিল সেই কালত ৰুক্ষ আৰু দুৰ্দ্ধৰ্ষ যোদ্ধা। তেওঁলোক আছিল বলৱান; কোমলতৰ বা বেঁচি সভ্য যিবোৰ লোক তেওঁলোকে পাইছিল, সেইবোৰক তেওঁলোকে বিনাশ কৰিলে বা গ্ৰাস কৰি থলে।

সেইবোৰ খৃষ্ট জন্মৰ প্ৰায় এহেজাৰ বছৰৰ আগতে নোজছ বিধ্বস্ত হ'ল। গ্ৰীক আৰু তাৰ চৌপাশত দ্বীপপুঞ্জত নতুন গ্ৰীকসকলে নিজকে প্ৰতিষ্ঠিত কৰিলে। তেওঁলোক সাগৰেদি গ'ল—এচিয়া মাইনৰলৈ, দক্ষিণ ইটালী আৰু চিচিলীলৈ—আনকি ফ্ৰান্সৰো দক্ষিণাঞ্চললৈ। ফ্ৰান্সৰ মাৰ্ছেলিজ নগৰখন তেওঁলোকেই স্থাপিত কৰা। কিন্তু সম্ভৱতঃ তেওঁলোক গৈ পোৱাৰ পূৰ্ব্বেই তাত ফিনিচীয়সকলৰ বসতি আছিল। তোমাৰ মনত পৰিব যে ফিনিচীয়সকল আছিল এচিয়া মাইনৰৰ এটা ডাঙৰ সমুদ্ৰ-ভ্ৰমণকাৰী জাতি আৰু বেহা-বেপাৰৰ সুচলৰ অৰ্থে তেওঁলোকে দিগ্‌বিদিক ভ্ৰমি ফুৰিছিল। আনকি সেই অতীজৰ দিনতে তেওঁলোক গৈ ইংলেণ্ডো পাইছিল। তেতিয়া ইংলেণ্ড আছিল নিশ্চয় এখন বৰ্ব্বৰ দেশ আৰু জিব্ৰাল্টৰৰ প্ৰণালীয়েদি দীঘলীয়া সমুদ্ৰ যাত্ৰাও আছিল নিশ্চয় ভয়াবহ।

গ্ৰীচৰ ঘাই ভূভাগত প্ৰসিদ্ধ চহৰবোৰ ঠন ধৰি উঠিল—এথেন্স, স্পাৰ্টা, থিবছ আৰু কৰিন্থ্। গ্ৰীকসকলৰ—তেওঁলোকৰ অন্য নাম হেলেনিজ—অতীজৰ দিনবোৰ দুখন প্ৰসিদ্ধ মহাকাব্যত সংৰক্ষিত হৈছে। এই দুখন মহাকাব্য হল ইলিয়াড আৰু ওডিছি। এই মহাকাব্য দুখনৰ বিষয়ে তুমি কিছু জানা। এক প্ৰকাৰে এই দুখন আমাৰ মহাকাব্য ৰামায়ণ আৰু মহাভাৰতৰ সমশ্ৰেণীয়। এই দুখন হোমাৰৰ বিৰচিত বুলি কোৱা হয়। হোমাৰ আছিল হেনো অন্ধ। পেৰিছে কেনেকৈ নিজৰ নগৰ ট্ৰয়লৈ সুন্দৰী হেলেনক লৈ গ'ল আৰু তেতিয়া গ্ৰীক ৰাজন্য আৰু অধিনায়কসকলে তেওঁক উদ্ধাৰ কৰিবৰ বাবে কেনেকৈ ট্ৰয় অৱৰোধ কৰিলে, তাকে 'ইলিয়াড'ত কোৱা হৈছে। 'ওডিছি' হ'ল ওডেছিয়াচ বা য়ুলিছিছে ট্ৰয় অৱৰোধৰপৰা ঘূৰি অহোতে অনাই বনাই ফুৰাৰ কাহিনী। ট্ৰয় বোলা এই সৰু নগৰখন আছিল এচিয়া মাইনৰত—উপকূলৰপৰা বৰ বেঁচি দূৰৈত নহয়। ই আৰু নাই; বিগত কেবা যুগো ধৰি ই অৱৰ্ত্তমান হৈয়ে চলিছে; কিন্তু এজন কৱিৰ প্ৰতিভাই ইয়াক অমৰ কৰি থৈছে।

হেলেনিজ বা গ্ৰীক্সকলে ক্ষিপ্ৰগতিত বাঢ়ি গৈ কম দিনৰ বাবে অথচ সুশ্ৰী দেহ এটা ধাৰণ কৰিলে। ইপিনে অন্য এটা শক্তিয়ে নীৰৱে জন্ম গ্ৰহণ কৰা আমি দেখা পাওঁ। এয়ে হ'ল ৰোম। ই পিচত গ্ৰীচক জয় কৰি তাৰ ঠাই গ্ৰহণ কৰিলে। ৰোম প্ৰায় এই সময়তে স্থাপিত হৈছিল বুলি কোৱা হয়। কেবা শ বছৰলৈকে ই বিশ্বৰ মঞ্চত গুৰুত্বপূৰ্ণ অংশ গ্ৰহণ কৰা নাছিল। কিন্তু কেইবা শতাব্দী জুৰি ইউৰোপীয় জগতখনৰ ওপৰত মূধা ফুটা হৈ ওলোৱা আৰু "বিশ্বৰ কত্ৰী" কিম্বা "শাশ্বতপুৰী" বুলি অভিহিত হোৱা মহানগৰী এখনৰ জন্ম হোৱাটোৱেই উল্লেখৰ যোগ্য। ৰোম

*স্থাপন সম্বন্ধে কৌতুকপূর্ণ আখ্যান আছে। কেনেকৈ এই নগৰ প্ৰতিষ্ঠা কৰা যিমাছ আৰু ৰমুলাচক কুকুৰনেচীয়া বাঘিনী এজনীয়ে নি ৰাখিছিলগৈ, তাৰ আখ্যানটো* বোধহয় তুমি জানা।

প্ৰায় ৰোম স্থাপিত হোৱাৰ সময়তেই অথবা ইয়াৰ কিছু আগে আগে প্ৰাচীন জগতৰ আন আন মহানগৰীও প্ৰতিষ্ঠিত হৈছিল। এখন হ'ল কাৰ্থেজ: আফ্ৰিকাৰ উত্তৰ উপকূলত। ফিনিচীয়সকলে ইয়াক প্ৰতিষ্ঠিত কৰিছিল। ই এটা মহান নৌ-শক্তি হৈ উঠিছিল। ৰোম আৰু ইয়াৰ মাজত তীব্ৰ প্ৰতিদ্বন্দ্বিতা আৰু অনেক যুদ্ধও হৈছিল। অৱশেষত ৰোমেই জিকিলগৈ আৰু কাৰ্থেজক সমূলঞে বিধ্বস্ত কৰিলে।

আজিৰ বাবে আমি নৌ-সাম্ৰাজ্যতেই পেলেষ্টাইনৰ ফালে সাধাৰণভাৱে এবাৰ চকু দিওঁহক। পেলেষ্টাইন অৱশ্যে ইউৰোপত নাই আৰু ইয়াৰ বৰ বেচি ঐতিহাসিক গুৰুত্বও নাই। কিন্তু ইয়াক প্ৰাচীন বুৰঞ্জীৰ প্ৰতি বহুতো লোকেই আগ্ৰহান্বিত; কিয়নো সি 'ওল্ড টেষ্টামেণ্ট'ত সন্নিবিষ্ট হৈছে। সেয়ে হ'ল এই সৰু ঠাইখনত বসতি কৰা ইহুদীসকলৰ কিছুমান উপজাতিৰ আৰু উভয় পাৰ্শ্বৰ ডাঙৰ ডাঙৰ প্ৰতিৱেশীসকলৰ -বেবিলনিয়া, এছীৰিয়া আৰু মিছৰৰ- সৈতে তেওঁলোকে কেনে আহুকাল পাইছিল, তাৰ কাহিনী। এই আখ্যান ইহুদীসকলৰ ধৰ্ম্মৰ আৰু খৃষ্টান ধৰ্ম্মৰো অংগ হৈ নুঠা হলে বোধ হয় বৰ কম লোকেইহে ইয়াক জানিলেহেঁতেন।

নোজছৰ বিনাশ হোৱা সময়ত ইজৰায়েলৰ ৰজা আছিল ছ'ল। ইজৰায়েল হ'ল পেলেষ্টাইনৰে অংগ। পিচত ৰজা ডেভিদ আৰু তাৰো পিচত হ'ল জ্ঞানৰ বাবে অশেষ খ্যাতি লভা ছ'লমন। মই এই তিনটা নামৰেই উল্লেখ কৰিলোঁ, কাৰণ তুমি নিশ্চয় তেওঁলোকৰ বিষয়ে শুনিছা বা পঢ়িছা।

## ৭

## গ্ৰীক পৌৰ-ৰাষ্ট্ৰবোৰ

জানুৱাৰী ১১, ১৯৩১

গ্ৰীক বা হেলেনিক্সকলৰ বিষয়ে মোৰ আগৰ চিঠিখনত মই কিছু কৈছিলোঁ: আমি তেওঁলোকৰ ফালে আকৌ লক্ষ্য কৰোহঁক আৰু তেওঁলোক কেনে ধৰণৰ আছিল, তাৰ কিছু ধাৰণা কৰিবৰ বাবে চেষ্টা কৰোহঁক। আমি কেতিয়াও দেখা নোপোৱা কিবা এটাৰ বা কিছুমান লোকৰ বিষয়ে যথাৰ্থ আৰু সঠিক ধাৰণা এটা কৰা অৱশ্যে বৰ কঠিন। আমাৰ বৰ্ত্তমান অৱস্থা আৰু জীৱন যাত্ৰাৰ ধৰণৰ লগত আমি ইমানেই অভ্যস্ত হৈ পৰিছোঁ যে সম্পূৰ্ণ পৃথক জগত এখনৰ আমি কল্পনাই কৰিব নোৱাৰোঁ। তথাচ, ভাৰত, চীন বা গ্ৰীচ যতেই নহওক লাগে পুৰাণ জগতখন হল বৰ্ত্তমান জগতৰ-পৰা একেবাৰে ভিন্ন, তাৰ সম্বন্ধে আমি কৰিব পৰাৰ ভিতৰত হ'ল মাথোন সেই কালত

মানুহবোৰনো কেনে বিধৰ আছিল, সেইটো তেওঁলোকৰ কিতাপ-পত্ৰ, ঘৰ-দুৱাৰ আৰু অন্যান্য ধ্বংসাৱশেষৰ সহায় লৈ অনুমান কৰা।

গ্ৰীচ সম্বন্ধে এটা বৰ কৌতুকপূৰ্ণ কথা আছে। দেখা যায়, গ্ৰীকসকলে ডাঙৰ ডাঙৰ ৰাজ্য বা সাম্ৰাজ্য ভাল নেপাইছিল। তেওঁলোকে সৰু সৰু পৌৰৰাষ্ট্ৰবোৰকে পছন্দ কৰিছিল—অৰ্থাৎ প্ৰতিখন পুৰেই আছিল একোখন স্বতন্ত্ৰ ৰাজ্য। সেইবোৰ হ'ল সৰু সৰু গণৰাজ্য—মাজভাগত থাকিল নগৰখন আৰু চৌপাশে থাকিল নগৰৰ খাদ্য-সম্ভাৰ গোটাৰ পৰাকৈ কিছুমান খেতি পথাৰ। তুমি জানাই যে গণ-ৰাজ্যত ৰজা নাথাকে, এই গ্ৰীক পৌৰ ৰাষ্ট্ৰবোৰৰো ৰজা নাছিল; শাসিত হৈছিল ধনী নাগৰিক সকলৰ দ্বাৰাই। চৰকাৰ পৰিচালনাত সাধাৰণ লোকৰ বক্তব্য আছিল নিচেই কম বা একো নাছিলেই। ইয়ত বহুতো দাস আছিল; চৰকাৰ পৰিচালনাত তেওঁলোকৰ কোনো অধিকাৰ নাছিল। নাৰীসকলৰো কোনো অধিকাৰ নাছিল। সেই দেখি পৌৰৰাষ্ট্ৰবোৰৰ লোকসংখ্যাৰ কেৱল একাংশহে আছিল নাগৰিক আৰু ৰাজহুৱা প্ৰশ্নাৱলীৰ সংশ্ৰৱত তেওঁলোকেহে ভোট দিব পাৰিছিল। এই নাগৰিক সকলে ভোট দিয়াটো একো কঠিন নাছিল, কিয়নো তেওঁলোক সকলোটিকে একে ঠাইতে থুপাব পৰা গৈছিল। সৰু পৌৰৰাষ্ট্ৰহোৱা বাবেহে, আৰু একেটা চৰকাৰৰ অধীনস্থ বিৰাট প্ৰকাণ্ড দেশ নোহোৱাবাবেহে এনে কৰিব পৰা গৈছিল। ভাৰতৰ সকলো বোৰ ভোটাৰ—আনহে নেলাগে বঙ্গ বা আগ্ৰাৰ নিচিনা প্ৰদেশ এখনৰ ভোটাৰখিনিকে—একেলগ কৰাৰ কথা ভাবাচোন! দেখাতে তেনে কৰিব নোৱাৰি। পাচত অন্যান্য দেশত এই অসুবিধাৰ সন্মুখীন হোৱা গৈছিল আৰু "প্ৰতিনিধিমূলক চৰকাৰ" যাক বোলে, তাৰ যোগেদি ইয়াৰ সমাধান এটা উলিওৱা হ'ল। ইয়াৰ অৰ্থ হ'ল এয়ে যে প্ৰশ্ন এটা মীমাংসা কৰিবৰ বাবে দেশৰ সমূহ নাগৰিক একেলগ হোৱাৰ পৰিবৰ্তে তেওঁলোকে 'প্ৰতিনিধিবৰ্গক' বাছি পঠায়। এওঁলোকে একেলগ হৈ দেশ-সংক্ৰান্ত ৰাজহুৱা প্ৰশ্নাৱলী বিবেচনা কৰে আৰু সেই অৰ্থে আইন প্ৰণয়ন কৰে। এই ধৰণেই সাধাৰণ ভোটাৰেও নিজ দেশৰ চৰকাৰক পৰোক্ষভাৱে সহায় কৰা বুলি ধৰা হয়।

কিন্তু গ্ৰীচৰ লগত এই পন্থাৰ একো সংশ্ৰৱ নাই। পৌৰ-ৰাষ্ট্ৰতকৈ বৃহত্তৰ একো নিবিচাৰি গ্ৰীচে এই জটিল প্ৰশ্নটো এৰা দিলে। মই তোমাক কৈ অহা মতেই গ্ৰীকসকল গোটেই গ্ৰীচ, দক্ষিণ ইটালী, চিচিলী আৰু ভূমধ্য সাগৰৰ দক্ষিণ উপকূলত বিয়পি পৰিছিল যদিও তেওঁলোকৰ নিয়ন্ত্ৰণাধীন এই আটাইবোৰ ঠাই লৈ সাম্ৰাজ্য এখন বা চৰকাৰ এটা গঠন কৰাৰ তেওঁলোকে একো চেষ্টা নকৰিলে। তেওঁলোক য'লৈকে গ'ল, তাতে একো একোখন সুকীয়া পৌৰ-ৰাষ্ট্ৰ গঠন কৰি ললে।

ভাৰততো তুমি দেখিবা যে গ্ৰীক পৌৰ-ৰাষ্ট্ৰবোৰৰ দৰে পুৰণি কালত ইয়াত কিছুমান সৰু ৰাজ্য বা গণৰাজ্যহে আছিল। কিন্তু সেইবোৰ বেচি দিন নিটিকিল আৰু বৃহত্তৰ ৰাজ্য একোখনত অন্তৰ্ভুক্ত হৈ পৰিল। সেয়ে হলেও অৱশ্যে সুদীৰ্ঘ-কাল জুৰি আমাৰ গাওঁ পঞ্চায়তবোৰৰ প্ৰভূত শক্তি আছিল। সম্ভৱতঃ পুৰণি আৰ্য-সকলৰ প্ৰথম অনুভূতি আছিল তেওঁলোক য'লৈকে যায়, তাতে সৰু সৰু পৌৰ-ৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰা। কিন্তু তেওঁলোকে বসতি কৰা বহুতো দেশত ভৌগোলিক অৱস্থা আৰু প্ৰাচীনতৰ সভ্যতাৰ লগত সংস্পৰ্শই তেওঁলোকক লাহে লাহে এই ধাৰণা পৰিহাৰ

কৰিব লগাত পেলালে। বিশেষকৈ পাৰস্যত সুবৃহৎ ৰাষ্ট্ৰ বা সাম্ৰাজ্যই গঢ় লোৱা আমি দেখিবলৈ পাওঁ। ভাৰততো বৃহত্তৰ ৰাজ্যই গঢ় লোৱাৰ প্ৰবৃত্তি পৰিলক্ষিত হৈছিল। কিন্তু গ্ৰীচত হলে আমি জনা মতে বুৰঞ্জী-বিখ্যাত গ্ৰীক এজনে বিশ্ব বিজয়ৰ প্ৰথম চেষ্টা নকৰা পৰ্য্যন্ত বহু কাল ধৰি পৌৰ-ৰাষ্ট্ৰই চলি থাকিল। এই গ্ৰীকজনেই হ'ল বীৰ আলেকজেণ্ডাৰ; পিচত আমি তেওঁৰ বিষয়ে কিছু কব লগা হব।

সেইদেখি তেওঁলোকৰ সৰুসুৰা পৌৰ-ৰাষ্ট্ৰবোৰ লগ লগাই ডাঙৰ ৰাষ্ট্ৰ এখন—সাম্ৰাজ্যই হওক বা গণৰাজ্যই হওক—গঠন কৰি লবলৈ গ্ৰীকসকলে ইচ্ছা নকৰিলে। তেওঁলোক পৃথক আৰু স্বতন্ত্ৰই যে হৈ থাকিল এনে নহয়, তেওঁলোকে প্ৰায় সদায় নিজৰ ভিতৰতে যুঁজ-বাগৰ কৰিয়েই কটালে। তেওঁলোকৰ ভিতৰত তুমুল প্ৰতিদ্বন্দ্বিতা চলি আছিল আৰু বহুত সময়ত যুদ্ধ পৰ্য্যন্ত হৈছিল গৈ।

তথাপি এই পৌৰ-ৰাষ্ট্ৰবোৰৰ মাজত বহুতো সাধাৰণ সূত্ৰও আছিল। তেওঁলোকৰ আছিল এটা সাধাৰণ ভাষা, এটা সাধাৰণ সংস্কৃতি আৰু একেটা ধৰ্ম্ম। তেওঁলোকৰ ধৰ্ম্মটো আছিল বহুতো দেৱ-দেৱীৰ; আৰু পুৰণি হিন্দু আখ্যানমালাৰ দৰে তেওঁলোকৰ পৌৰাণিক আখ্যানমালাও সুসমৃদ্ধ আৰু মনোমুগ্ধকৰ। তেওঁলোকে সুন্দৰৰ আৰাধনা কৰিছিল। আনকি এতিয়াও আমি মাৰ্ব্বল আৰু প্ৰস্তৰত খোদাই কৰা তেওঁলোকৰ পুৰণি মূৰ্ত্তি কিছুমান পাওঁ আৰু সেইবোৰ অতিশয় সুন্দৰ। স্বাস্থ্যৱান আৰু সুঠাম দেহ সাধনৰ ওপৰত তেওঁলোকে বিশ্বাস ৰাখিছিল আৰু সেই উদ্দেশ্যে তেওঁলোকে খেল আৰু দৌৰ প্ৰতিযোগিতা সংগঠন কৰিছিল। সেই খেল-প্ৰতিযোগিতা সময়ে সময়ে বৃহৎ আয়তনত গ্ৰীচৰ অলিম্পিয়াতে অনুষ্ঠিত হৈছিল আৰু গোটেই গ্ৰীচৰপৰা মানুহ আহি তাত গোট খাইছিল। আজিকালিও অলিম্পিক খেল-প্ৰতিযোগিতা হয় আৰু এই বিষয়ে তুমি নিশ্চয় শুনিছা। অলিম্পিয়াত হোৱা পুৰণি গ্ৰীচ খেল-প্ৰতিযোগিতাৰ পৰাই এই নামটো লোৱা হৈছে আৰু বিভিন্ন দেশৰ মাজত হোৱা খেল-ধেমালি আৰু শ্ৰেষ্ঠ সন্মান-প্ৰাপ্তি সূচোৱাত প্ৰয়োগ কৰা হৈছে।

এইদৰেই খেলধেমালিত পৰস্পৰক লগ পাই আৰু সঘনে পৰস্পৰৰ লগত যুঁজি গ্ৰীক পৌৰ-ৰাষ্ট্ৰবোৰ বেলেগে থাকিব। বাহিৰৰপৰা ভয়ংকৰ বিপদ এটা যেতিয়া আহিল তেতিয়া অৱশ্যে তাক প্ৰতিৰোধ কৰিবৰ বাবে তেওঁলোক একগোট হ'ল। এয়ে হৈছে পাৰ্চীয়সকলৰ আক্ৰমণ। পিচত এইবিষয়ে আমি কিছু কব লগা হব।

## ৮

## পশ্চিম এচিয়াৰ সাম্ৰাজ্যবোৰ

জানুৱাৰী ১৩, ১৯৩১

তোমালোক সকলোটিকে কালি দেখিবলৈ পাই ভাল লাগিল কিন্তু দেউতাক দেখিহে মই দুখ পালোঁ। তেওঁক ইমান দুৰ্ব্বল আৰু অসুস্থ দেখিলোঁ! তেওঁক ভালদৰে চাবা আৰু পুনৰায় সুস্থ আৰু সবল কৰি তুলিবা। কালি তোমাৰ লগত

মই প্ৰায় কথা হব নোৱাৰিলোৱেই। চুটি দেখা-সাক্ষাততনো কৰিব পাৰি কি? যিবোৰ দেখা-সাক্ষাত আৰু কথাবাৰ্ত্তা আমি হব নোৱাৰিলোঁ, সেই সকলোবোৰ মই এই চিঠিবিলাক লেখি পূৰাই লোৱাৰ চেষ্টা কৰিম। এইবোৰ অৱশ্যে নগণ্য বিকল্প হে আৰু মনে পতা বস্তু বোলে স্থায়ীও নহয়। তথাপি সময়ত মনেপতা বস্তুবে খেলা কৰাও বেয়া নহয়।

প্ৰাচীন লোকৰ কথালৈ আমি ঘূৰি যাওঁহক। অলপ আগতে পুৰণি গ্ৰীচ সকলৰ বিষয়ে আমি আলোচনা কৰিছিলোঁ। সেই সময়ত অন্যান্য দেশবোৰনো কেনেবিধৰ আছিল? -ইউৰোপৰ আন আন দেশবোৰৰ বিষয়ে আমি বিশেষ চিন্তা কৰাৰ কোনো সকাম নাই। সেইবোৰৰ বিষয়ে আমি বিশেষ মনোগ্ৰাহী একো নাজানো। অন্ততঃ মই নেজানো। উত্তৰ ইউৰোপৰ জলবায়ু সম্ভৱ বদলি হৈছিল আৰু ফলত নতুন অৱস্থাৰ সৃষ্টি হৈছিল। তোমাৰ বোধ হয় মনত আছে যে বহুকালৰ আগেয়ে গোটেই ইউৰোপ আৰু উত্তৰ এচিয়া বৰ চেঁচা আছিল। ইয়াকে বোলা হৈছিল হিম যুগ আৰু প্ৰকাণ্ড তুষাৰ-খণ্ডবোৰ মধ্য ইউৰোপলৈকে বাগৰি আহিছিল। সেইকালত সম্ভৱ মানুহৰ বসতি নাছিল আৰু থাকিলেও সেই মানুহৰ মানুহ-গুণতকৈ পশুৰ গুণহে আছিল বোলে। সেই কালত তুষাৰ-খণ্ড আছিল বুলি আমিনো এতিয়া কেনেকৈ কব পৰা হলো, তুমি ভাবি তবধ মানিব পাৰা। অৱশ্যে ইয়াৰ একো নথি-প্ৰমাণ কোনো পুথি-পাঁজিত থাকিব নোৱাৰে; কিয়নো সেইকালত কোনো গ্ৰন্থ কিম্বা গ্ৰন্থকাৰ নাছিল। পিচে, মই আশা কৰো তুমি প্ৰকৃতিৰ পুথিখন পাহৰি পেলোৱা নাই। প্ৰকৃতিয়ে নিজৰ শিল-প্ৰস্তৰত নিজস্ব ইতিহাস লেখি যোৱাৰ এটা পন্থা আছে আৰু তাতে যেয়ে ইচ্ছা কৰে, সেয়ে এই বুৰঞ্জী পঢ়িব পাৰে। ই একপ্ৰকাৰ আত্মজীৱনী—অৰ্থাৎ কোনোবাজনৰ নিজস্ব বুৰঞ্জী। তুষাৰ-খণ্ডবোৰেও নিজৰ অস্তিত্বৰ বৰ একজতীয়া সাঁচ বহুৱাই যোৱাৰ এটা পন্থা আছে। সেইবোৰ কেনেকৈ ধৰিব পাৰি, শিকি ললে তুমি সেইবোৰ চিনাক্ত কৰাত একো ভুল নকৰা। আৰু এই সাঁচবোৰ তুমি যদি অধ্যয়ন কৰিব খোজা, তেন্তে হিমালয় কিম্বা আলপ্‌ছ্ অথবা আন কোনোবা ঠাইলৈ গৈ আমাৰ বৰ্ত্তমান তুষাৰ-খণ্ডবোৰ চালেই হ'ল। আলপ্‌ছৰ মণ্ট ব্লাঙ্ক শৃঙ্গত তুমি নিজে তুষাৰ-খণ্ডবোৰ দেখিছা, কিন্তু সেই সময়ত বোধ হয় কোনেও এই বিশেষ সাঁচবোৰ তোমাক দেখুৱাই দিয়া নাছিল। কাশ্মীৰত আৰু হিমালয়ৰ অন্যান্য অঞ্চলত মনোমোহা তুষাৰ-খণ্ড বিস্তৰ আছে। আমাৰ আটাইতকৈ ওচৰত থকা তুষাৰ-খণ্ড হ'ল পিণ্ডাৰি তুষাৰাবৰণ; আলমোৰাৰপৰা প্ৰায় এসপ্তাহৰ বাট গলেই ইয়াক পোৱা যায়। মই যেতিয়া সৰু ল'ৰা আছিলো—তুমি এতিয়া যিমান সৰু তাতকৈও সৰু হৈ থাকোতে—তেতিয়া মই তালৈ এবাৰ গৈছিলোঁ আৰু এতিয়াও স্পষ্টভাৱে ই মোৰ মনত আছে।

বুৰঞ্জী আৰু অতীত বাদ দি মই তুষাৰ-খণ্ড আৰু পিণ্ডাৰিলৈহে আহিলোঁ! মনে পতা খেলাৰ এয়ে ফল। তুমি যেন এইখিনিতে আছা, সেই ভাবি মই—যদি সম্ভৱপৰ হয়, তেন্তে—কথা পাতিব খুজিছোঁ আৰু মই যদি তাকে কৰোঁ, তেন্তে তুষাৰ-খণ্ড আৰু তদ্ৰূপ বস্তুলৈ মাজে-সময়ে আমি নিশ্চয় সৰুসুৰা যাত্ৰা একোটা কৰিব লাগিব।

হিম যুগৰ মই উল্লেখ কৰা দেখিহে তুষাৰ-খণ্ডৰ বিষয়ে আলোচনা আৰম্ভ কৰি দিছিলোঁ। মধ্য ইউৰোপ আৰু ইংলণ্ডলৈকে তুষাৰ-খণ্ডবোৰ বাগৰি আহিছিল বুলি আমি কব পাৰো; কিয়নো সেই দেশবোৰত তুষাৰ-খণ্ডৰ একজতীয়া সাঁচ আমি এতিয়াও পাওঁ। পুৰণি প্ৰস্তৰবোৰত এই সাঁচবোৰ পোৱা যায় আৰু সেয়ে মধ্য আৰু উত্তৰ ইউৰোপ তেতিয়া নিশ্চয় বৰ ঠাণ্ডা আছিল বুলি আমি ভাবোঁ। পিচলৈ ই গৰম হৈ আহিল আৰু তুষাৰ-খণ্ডবোৰো ক্ৰমাগত চাপ খাই গল। ভূতত্ত্ববিদসকলে (যিবোৰ মানুহে ভূখণ্ডৰ ইতিবৃত্ত অধ্যয়ন কৰে) আমাক কয় যে এই শীত-প্ৰবাহৰ পিচত আহিল এটা উষ্ণ প্ৰবাহ। তেতিয়া ইউৰোপ হ'ল আজি যিমান উষ্ণ তাতকৈও উষ্ণতৰ। এই উষ্ণতাৰ বাবে ইউৰোপত ডাঠ হাবি বননিৰ সৃষ্টি হ'ল।

আৰ্য্যসকল ঘূৰি-পকি মধ্য ইউৰোপো পালেগৈ। এইছোৱা সময়ত তেওঁলোকে ইউৰোপত বিশেষ লক্ষ্য কৰিব লগা কাম একো নকৰিলে যেন দেখা যায়। গতিকে আমি সদ্যহতে তেওঁলোকক বাদ দিব পাৰোঁ। গ্ৰীচ আৰু ভূমধ্য সাগৰৰ সুসভ্য লোকসকলে সম্ভৱতঃ মধ্য আৰু উত্তৰ ইউৰোপৰ এই মানুহবোৰক বৰ্ব্বৰ জ্ঞান কৰিছিল। কিন্তু এই "বৰ্ব্বৰহঁতে" নিজ নিজ হাবি-বনত আৰু গাঁৱত থাকি স্বাস্থ্যৱান আৰু ৰণলিপ্সু জীৱন যাপন কৰিছিল আৰু দক্ষিণৰ অধিকতৰ সভ্য লোকসকলৰ চৰকাৰবোৰ যিদিনা আহি ছোঁ মাৰি বগৰাই পেলাব, সেই দিনৰ বাবে অজ্ঞাতসাৰে নিজকে প্ৰস্তুত কৰি তুলিছিল। পিচে এইটো ঘটি উঠিল বহু কালৰ পিচত। গতিকে, ইমান আগতে তাৰ আলোচনা নকৰোঁ।

উত্তৰ ইউৰোপৰ বিষয়ে আমি যদি একো নেজানো, তেন্তে বিশাল মহাদেশ আৰু বিভিন্ন ভূখণ্ডৰ বিষয়ে আমি সমূলি একোকে নেজানো। আমেৰিকা কলম্বাচৰ দ্বাৰা আবিষ্কৃত হোৱা বুলি ধৰা হয়; কিন্তু তাৰ অৰ্থ এইটো নহয় যে কলম্বাচ তালৈ যোৱাৰ পূৰ্বে আমেৰিকাত সভ্য লোক নাছিল। এইটো আমি এতিয়া বুজি উঠিছোঁ। সি যি কি নহওক লাগে, আমি অতীজৰ যিবোৰ দিনৰ বিষয়ে কৈছোঁ, সেই কালত আমেৰিকা সম্পৰ্কে আমি একো নেজানো। আফ্ৰিকা মহাদেশৰ বিষয়েও আমি একো নেজানো—অৱশ্যে মিছৰ আৰু ভূমধ্য সাগৰৰ উপকূল বাদ দি। এই কাল-ছোৱাত মিছৰত সম্ভৱতঃ সুমহান আৰু সুপ্ৰাচীন সভ্যতা মৰহি গৈছিল। তথাপি সেই কালত ই এখন বৰ উন্নত দেশ আছিল।

এচিয়াত কি ঘটিছিল, সেইটো এতিয়া আমি বিবেচনা কৰি চাওঁ। তুমি জানাই যে ইয়াত প্ৰাচীন সভ্যতাৰ কেন্দ্ৰ আছিল তিনটা—মেচোপটামিয়া, ভাৰত আৰু চীন।

মেচোপটামিয়া, পাৰস্য আৰু এচিয়া মাইনৰত সেই অতীজ কালতো ইখনৰ পিচত সিখনকৈ কেইবাখনো সাম্ৰাজ্যৰ উত্থান-পতন হ'ল। তাত অভ্যুত্থান হ'ল এচিৰীয় সাম্ৰাজ্যৰ, মেডীয় আৰু বেবিলনীয় সাম্ৰাজ্যৰ আৰু তাৰো পিচত পাছীয় সাম্ৰাজ্যৰ। এই সাম্ৰাজ্যবোৰে কেনেকৈ নিজৰ ভিতৰতে যুঁজ-বাগৰ কৰিলে কিম্বা কিছু কাললৈ পাশ্বৱৰ্ত্তীভাৱে শান্তিত থাকিল অথবা ইখনে সিখনক নাশ কৰিলে, আমি তাৰ বাহুল্য বিৱৰণলৈ যোৱাৰ কোনো সকাম নাই। গ্ৰীক পৌৰ-ৰাষ্ট্ৰ আৰু পশ্চিম এচিয়াৰ সাম্ৰাজ্যবোৰৰ ভিতৰত থকা পাৰ্থক্য তুমি মন কৰিব পোৱা। অতি পুৰণি কালৰ

পৰাই এই দেশবোৰত সুবৃহৎ ৰাষ্ট্ৰ বা সাম্ৰাজ্যৰ প্ৰতি লালসা এটা থকা যেন লাগে। এইবোৰ দেশৰ প্ৰাচীনতৰ সভ্যতাই বোধ হয় ইয়াৰ কাৰণ নাইবা ইয়াৰ অন্যান্য কাৰণো থাকিব পাৰে।

এটা নামে তোমাক উৎসুক কৰিব পাৰে। সি হ'ল ক্ৰিচাচৰ (croesus) ; তুমি নিশ্চয় তেওঁৰ কথা শুনিছা। 'ক্ৰিচাচ যিমান ধনী, সিমান ধনী হোৱা' বুলি ইংৰাজীত সৰ্ব্বজনবিদিত প্ৰবাদ এটাই আছে। এই ক্ৰিচাচৰ কাহিনী—তেওঁ কিমান ধনী আৰু অহঙ্কাৰী আছিল আৰু তেওঁক কেনেকৈ সৈমান কৰা হ'ল—তুমি কিজানি পঢ়িছাও। ক্ৰিচাচ লিডিয়া বোলা দেশ এখনৰ ৰজা আছিল। এচিয়াৰ পশ্চিম উপকূলত আজি য'ত এচিয়া মাইনৰ, তাতে এই দেশখন আছিল। সাগৰক স্পৰ্শ কৰি থকা দেশ হোৱা হেতুকে তাত বোধ হয় প্ৰচুৰ বেহাবপাৰো হৈছিল। তেওঁৰ দিনৰ চাইৰাচৰ অধীনত পাৰস্য সাম্ৰাজ্যখন সমৃদ্ধিশালী আৰু ক্ষমতাৱান হৈ উঠিছিল। চাইৰাচ আৰু ক্ৰিচাচৰ মাজত দন্দ লাগিল আৰু চাইৰাচে ক্ৰিচাচক পৰাস্ত কৰিলে। এই পৰাজয়ৰ কাহিনী আৰু দুৰ্দ্দশাত পৰি মদগৰ্ব্বী ক্ৰিচাচৰ জ্ঞান আৰু বিবেক-বুদ্ধিৰ কেনেকৈ উদয় হ'ল, সেইটো গ্ৰীক বুৰঞ্জী ৰচয়িতা হেৰডটাচে বৰ্ণাই গৈছে।

চাইৰাচৰ আছিল এখন বিশাল সাম্ৰাজ্য—বোধ হয় পূবে একেবাৰে ভাৰতলৈকে বিস্তৃত হৈ। কিন্তু তেওঁৰ এজন উত্তৰাধিকাৰী ডাৰিয়াছৰ সাম্ৰাজ্যখন আছিল তাতকৈও বিশাল। মিছৰ আৰু মধ্য এচিয়াৰ একাংশ আৰু আনকি সিন্ধু নদীৰ কাষত ভাৰতৰো ক্ষুদ্ৰ অংশ এটি তেওঁৰ সাম্ৰাজ্যই সামৰি লৈছিল। তেওঁৰ এই ভাৰতীয় প্ৰদেশখনৰপৰা পেচকচ্ হিচাপে বিস্তৰ পৰিমাণে কঙ্কন-ৰেণু পঠোৱা হৈছিল বুলিও কথিত আছে। সেই কালত সিন্ধু নদীৰ কাষত নিশ্চয় কঙ্কন-ৰেণু আছিল। এতিয়া তাত আৰু সেইবোৰ পাবলৈ নাই; বৰঞ্চ সেই অঞ্চল বহুলাংশে পতিত মাটিহে। জলবায়ু কিমান বদলি হৈ গ'ল, ইয়ে তাৰ প্ৰমাণ দিয়ে।

তুমি বুৰঞ্জী পঢ়ি অতীত অৱস্থাৰ বিষয়ে চিন্তা কৰি বৰ্ত্তমান অৱস্থাৰ লগত যেতিয়া তাৰ তুলনা কৰিবা, তেতিয়া তোমাৰ কৌতূহল আটাইতকৈ বেচি জগাই তুলিব পৰা কথাবোৰৰ ভিতৰত এটা হ'ব মধ্য এচিয়াত ঘটি উঠা পৰিবৰ্ত্তন। দূৰ-দুৰণিৰ মহাদেশতো ব্যাপক্ত দি পৰা অগণন জনজাতি—দলে দলে মানুহ-তিৰোতা—এই ঠাইৰপৰাই ওলাইছিল। অতীতৰ বিৰাট আৰু শক্তিশালী চহৰবোৰ আছিল ঐশ্বৰ্য্যশালী আৰু জনবহুল। ইবিলাক আজিৰ ডাঙৰ ডাঙৰ ইউৰোপীয় ৰাজধানী-বোৰৰ লগত তুলনীয়। আজিৰ কলিকতা বা বোম্বাইতকৈও বৃহত্তৰ এই চহৰবোৰ এই মানুহবিলাকৰ থকা ঠাই আছিল। ইয়াৰ কেউপিনে আছিল ফুলনি আৰু সেউজীয়া বননি, হাৱা-পানী আছিল মৃদু, না আছিল সিমান জাৰ, না আছিল সিমান জহ। মধ্য এচিয়া এনেকুৱাই আছিল। আৰু এতিয়া, বহু শত বছৰ ধৰি ই নৰ-বসতিৰ অনুপযোগী শুকান এখন দেশ—প্ৰায় মৰুভূমি। অতীতৰ ছমৰকন্দ আৰু বোখাৰা আদি ডাঙৰ চহৰ কেইখনমান এতিয়াও বৰ্ত্তি আছে। ইয়াৰ নাম কেইটিয়েই অলেখ স্মৃতি আনি দিব পাৰে; কিন্তু সেইবোৰ হ'ল পূৰ্ব্বৰ কায়াৰ ছায়া মাথোঁন।

পিচে মই আকৌ পিচৰ কথা আগুৱাই আনিছো। আমি যি কালৰ আলোচনা

কৰিছো, সেই প্ৰাচীন কালত ছমৰকন্দ বা বোখাৰা বিদ্যমান নাছিল। এইবোৰ পিচতহে হ'ল। ভৱিষ্যতৰ আবৰণে তেতিয়াও ইয়াক লুকাই ৰাখিছিল। মধ্য এচিয়াৰ উত্থান আৰু পতন এতিয়াও বৰ্ণাবলৈ বাকী আছে।

## ৯

## পুৰণি ঐতিহ্যৰ বোজা

জানুৱাৰী ১৪, ১৯৩১

বন্দীশালত মই অদ্ভুত অভ্যাস কিছুমান কৰিশিলোঁ। ইয়াৰে এটা হ'ল নিচেই পুৱাতে—ৰাতি নৌ পুৱাওঁতেই—উঠাৰ অভ্যাস। এইটো অভ্যাস যোৱা জহকালিৰ-পৰাই মই আৰম্ভ কৰিছিলোঁ; কিয়নো মই অৰুণোদয় আৰু ই কেনে ধৰণে তৰাবোৰ নিষ্প্ৰভ কৰি পেলায়, সেইটো নিৰীক্ষণ কৰিব খুজিছিলোঁ। ৰাতি নৌ পুৱাওঁতেই জোনৰ পোহৰ, আৰু তাৰ পিচৰ লাহে লাহে দিনলৈ হোৱা ৰূপান্তৰ তুমি কেতিয়াবা দেখিছানে? জোনৰ পোহৰ আৰু পুৱাৰ মাজত লগা এই টনা আজোৰা মই মাজে মাজে লক্ষ্য কৰিছোঁ। এই ফোৰিয়াফোৰিত পুৱা সদায় জিকে। এই অদ্ভুত অস্পষ্ট পোহৰত ই জোনৰ পোহৰেই নে আগতপ্ৰায় দিনৰ পোহৰ, কিছু সময়ৰ বাবে কোৱাই টান হৈ পৰে। তাৰ পিচত তৎক্ষণাৎ ইয়াৰ একো সংশয় নাথাকে, দিন হয়। যুঁজত পৰাস্ত হৈ বিবৰ্ণ জোনে বিদায় মাগে।

মোৰ অভ্যাস অনুযায়ী আজিও মই তৰা ওলাই থাকোতেই উঠিলোঁ; ফেঁহুজালি দিয়াৰ ঠিক আগে আগে বায়ুমণ্ডলত যি অনিৰ্ব্বচনীয় কিবা এটা থাকে, তাৰ দ্বাৰাই ৰাতি পুৱাল বুলি ঠাৱৰ কৰিব পৰা হৈছে মাত্ৰ। মই বহি লৈ পঢ়ি থাকোতেই ক্ৰমাগত ডাঙৰ হৈ উঠা দুৰণিৰ মাত আৰু হৈ-চৈয়ে পুৱাৰ নিৰ্জ্জনতা ভংগ কৰিলে। মোৰ মনত পৰিল যে ই সংক্ৰান্তিৰ দিন, মাঘ মেলাৰ প্ৰথম ডাঙৰ দিৱস। য'ত গঙ্গাই যমুনাৰ লগ লাগিছে আৰু অদৃশ্য সৰস্বতীও আহি য'ত মিলিত হৈছে বুলি ভবা হয়, সেই সঙ্গমলৈ প্ৰাতঃস্নান কৰিবৰ বাবে যাত্ৰীসকল হেজাৰ বিজাৰে আহিব লাগিছে। আগুৱাই অহাৰ লগে লগে তেওঁলোকে স্তুতি কৰিছে আৰু মাজে সময়ে গঙ্গা আইৰ জয়ধ্বনি দিছে—"গঙ্গা মাইকী জয়"—আৰু নৈনী কাৰাগাৰৰ দেৱালে পাৰ হৈ তেওঁলোকৰ মাত আহি মোৰ কাণ পৰিছহে। সেইবোৰ শুনি থাকি, এই অগণন লোকক নদীলৈ টানি অনা আৰু তেওঁলোকৰ দুখ-দাৰিদ্ৰ্য খন্তেকৰ বাবে পাহৰাই পেলোৱা বিশ্বাসৰ কি যে শক্তি, তাকে মই ভাবিছিলোঁ। কেনেকৈ বছৰৰ পিচত বছৰ ধৰি, কেনেকৈ শত-সহস্ৰ বছৰ ধৰি যাত্ৰীসকল ত্ৰিবেণীলৈ আহি আছে, তাকে মই ভাবিছিলোঁ। মানুহ আহিবও পাৰে, যাবও পাৰে; চৰকাৰ আৰু সাম্ৰাজ্যই খন্তেকলৈ প্ৰভুত্ব খটাবও পাৰে আৰু পিচত অতীতত অন্তৰ্হিত হৈও যায়; কিন্তু পুৰণি পৰম্পৰা চলি থাকে আৰু পুৰুষ-পুৰুষাণুক্ৰমে মানুহে ইয়াৰ ওচৰত নতি জনায়। পৰম্পৰাত যথেষ্ট ভালো আছে; কিন্তু সময়ত ই এটা মাৰাত্মক বোজা হৈ

পৰে আৰু আগবাঢ়ি যোৱাটো আমাৰ পক্ষে কঠিন কৰি পেলায়। ক্ষীণ আৰু সুদূৰ-পৰাহত অতীতৰ লগত আমাক সংযুক্ত কৰা এই নিৰৱচ্ছিন্ন যোগসূত্ৰৰ বিষয়ে চিন্তা কৰিলে মুগ্ধ হব লাগে। তেৰ শ বছৰৰ পূৰ্ব্বে লেখা এই মেলাবোৰৰ বৃত্তান্ত পঢ়িবলৈ পোৱাটো (আনকি তেতিয়াও এই মেলা এটা পুৰাণ পৰম্পৰাই আছিল) হৃদয়ৰঞ্জক। কিন্তু যেতিয়া আমি আগবাঢ়ি যাব খোজো, তেতিয়া এই যোগসূত্ৰ জলম-জটমূকৈ আমাৰ গাত লাগি ধৰে আৰু উল্লিখিত পৰম্পৰাৰ চেপাত আমাক প্ৰায় বন্দী কৰি পেলায়। আমাৰ অতীতৰ লগত থকা যোগসূত্ৰৰ বহুতো আমি ৰক্ষা কৰি চলিব লাগিব; কিন্তু য'তে ই আমাক আমাৰ অগ্ৰগামী যাত্ৰাত প্ৰতিবন্ধক জন্মায়, ত'তে আমি পৰম্পৰাৰ শৃঙ্খল ভাঙি দি আগুৱাই যাব লাগিব।

আমাৰ আগৰ তিনিখন চিঠিত ৩,৫০০ আৰু ২,৫০০ বছৰৰ পূৰ্ব্বে পৃথিৱী-খন নো কেনে আছিল, তাৰ চিত্ৰ এটি ফুটাই তোলাৰ আমি চেষ্টা কৰিছিলোঁ। মই কোনো তাৰিখ উল্লেখ কৰা নাছিলোঁ। মই সেইবোৰ ভালো নেপাওঁ আৰু সেইবোৰ লৈ তুমি বৰ বিব্ৰত হোৱাটোও মই কামনা নকৰোঁ। সেই পুৰাণ কালত ঘটা ঘটনাৱলীৰ সঠিক তাৰিখ জনাটোও টান। পিচলৈ যথোপযুক্ত ক্ৰম অনুযায়ী কথাবোৰ মনত ৰখাত আমাক সহায় কৰিবৰ বাবে কেইটামান তাৰিখ দি লোৱা আৰু সময়ত তাক মনত ৰখা আৱশ্যকীয় হবও পাৰে। তাৰ দ্বাৰা ঘটনাৱলীৰ ক্ৰম মনত থাকিব। সদ্যহতে আমি প্ৰাচীন জগতৰ ধাৰণা এটাহে কৰিব খুজিছোঁ।

গ্ৰীচ, ভূমধ্য সাগৰ, মিছৰ, এচিয়া মাইনৰ আৰু পাৰস্যৰ একো একোটা ৰেঙনি আমি পালো। এতিয়া আমি আমাৰ নিজৰখন দেশলৈকে আহোহ'ক। ভাৰতৰ অতীত বুৰঞ্জী অধ্যয়ন কৰাত আমাৰ এটা বৰ ডাঙৰ অসুবিধা আছে। ইয়াৰ আদিম আৰ্য্যসকলে—কিম্বা "ভাৰতী-আৰ্য্যসকলে" (এই বুলিয়েই তেওঁলোক অভিহিত)—বুৰঞ্জী লেখালৈ কোনো ভ্ৰূক্ষেপ কৰা নাছিল। বহুতো বিষয়ত তেওঁ-লোক কিমান মহান আছিল, সেইটো আমাৰ আগৰবোৰ চিঠিত ইতিপূৰ্ব্বে আমি দেখি আহিছোঁ। তেওঁলোকে যুগুতোৱা পুথিবোৰ--বেদ-উপনিষদ, ৰামায়ণ, মহা-ভাৰত আৰু অন্যান্য পুথি—কেৱল মহান লোকেহে ৰচনা কৰাটো সম্ভৱপৰ আছিল। এইবোৰ পুথি আৰু অন্যান্য সম্বলে অতীত ইতিহাস অধ্যয়ন কৰাত আমাক সহায় কৰে। আমাৰ পূৰ্ব্বপুৰুষৰ আচাৰ-বিচাৰ, ৰীতিনীতি, চিন্তাধাৰা আৰু জীৱন-প্ৰণালী সম্পৰ্কে এইবোৰেই আমাক সম্ভেদ দিয়ে। পিচে এইবোৰ যথাৰ্থ বুৰঞ্জী নহয়। সংস্কৃতত থকা একমাত্ৰ প্ৰকৃত বুৰঞ্জীখন হ'ল--কাশ্মীৰৰ বুৰঞ্জী। সিও বহুকালৰ পিচৰ। ইয়াকে বোলে "ৰাজতৰঙ্গিণী"--কাশ্মীৰৰ ৰজাসকলৰ ইতিবৃত্ত, কলহণৰ বিৰচিত। তুমি জানি সুখী হবা যে মই চিঠিবোৰ তোমালৈ লেখি থকা সময়তে ৰঞ্জিত পুফাই* কাশ্মীৰৰ এই বিৰাট বুৰঞ্জীখন সংস্কৃতৰ পৰা অনুবাদ কৰি আছে। তেওঁ ইয়াৰ প্ৰায় আধা শেষ কৰিছেই। এইখন এখন বৃহৎ গ্ৰন্থ। সম্পূৰ্ণ অনুবাদ যেতিয়া প্ৰকাশিত হৈ ওলাব, তেতিয়া আমি নিশ্চয় সাগ্ৰহে এই গ্ৰন্থ

---

(১) ৰঞ্জিত এচ পণ্ডিত; গ্ৰন্থকাৰৰ ভনী-জোৱাই। এই সময়ত তেওঁ গ্ৰন্থকাৰৰ লগতে জেলতে আছিল।

পঢ়িম; কাৰণ মূলে গ্ৰন্থখন পঢ়িবৰ বাবে আমাৰ বেচি ভাগে দূৰ্ভাগ্যবশতঃ যথেষ্ট সংস্কৃত নেজানো। আমি এই কিতাপখন পঢ়িম—কেৱল ই যে এখন সুন্দৰ কিতাপ, সেই বুলিয়েই নহয়; ই অতীত সম্বন্ধে—বিশেষকৈ কাশ্মীৰ সম্বন্ধে—আমাক ভালেমান কথা জনাব। এই কাশ্মীৰ যে আমাৰ পূৰণি গৃহভূমি সেইটো তুমি জানা।

আৰ্য্যসকলে যেতিয়া ভাৰতত প্ৰৱেশ কৰিলে, ভাৰত তেতিয়াই এখন সভ্য দেশ আছিল। আনকি উত্তৰ-পশ্চিমে মহেঞ্জোদাৰোৰৰ ধ্বংসাৱশেষবপৰা এতিয়া খাটাংভাৱে দেখা গৈছে যে আৰ্য্যসকল অহাৰ আগতেও সুদীৰ্ঘ কাল জুৰি এটা ডাঙৰ সভ্যতা এই দেশত বৰ্ত্তি আছিল। কিন্তু এই সভ্যতাৰ বিষয়ে আমি এতিয়ালৈকে বিশেষ জানি উঠিব পৰা নাই। আমাৰ প্ৰত্নতত্ত্ববিদসকলে (পূৰণি ধ্বংসাৱশেষ বিশেষ ভাৱে অধ্যয়ন কৰা লোকসকল) তাত উলিয়াব লগা সকলোবোৰ খান্দি-কুৰি উলিয়ালে সম্ভৱতঃ কেইবছৰমানৰ ভিতৰতে আমি অধিক জানিব পাৰিম।

আনকি এই সভ্যতাৰ অবিহনেও তেতিয়া দক্ষিণ ভাৰতত আৰু বোধহয় উত্তৰ ভাৰততো দ্ৰাবিড়সকলৰ সমৃদ্ধ সভ্যতা এটা যে আছিল, সেইটো সুস্পষ্ট। তেওঁলোকৰ ভাষাবোৰো—এইবোৰ আৰ্য্য সংস্কৃতৰ জীয়াৰী নহয়- বৰ পূৰণি আৰু এইবোৰৰ সুন্দৰ সাহিত্যও আছে। এই ভাষাবোৰ হ'ল তামিল, তেলুগু, কন্নড় আৰু মালয়ালম্। এই আটাইবোৰ ভাষা দক্ষিণ ভাৰতত এতিয়াও চলি আছে। তুমি বোধ হয় জানাই যে ৰাষ্ট্ৰীয় কংগ্ৰেছে বৃটিছ চৰকাৰৰ দৰে নকৰি ভাষাৰ ভিত্তিত ভাৰতখন বিভক্ত কৰিছে। এইটো বৰ ভাল; কিয়নো একে ভাষা কোৱা আৰু সাধাৰণভাৱে একে ধৰণৰ ৰীতি-নীতি মানি চলা একেবিধ মানুহক ই একেখন প্ৰাদেশিক এলেকালৈ আনি দিয়ে। দক্ষিণত কংগ্ৰেছ প্ৰদেশ কেইখন হ'ল অন্ধ্ৰদেশ অৰ্থাৎ উত্তৰ মাদ্ৰাজৰ য'ত তেলুগু ভাষা কোৱা হয়, সেই অন্ধ্ৰ প্ৰদেশ; তামিলনাদ অৰ্থাৎ য'ত তামিল ভাষা কোৱা হয়, সেই তামিল প্ৰদেশ; কৰ্ণাটক এইখন বোম্বাইৰ দক্ষিণলৈ আৰু ইয়াত কন্নড় বা কানাড়ী ভাষা কোৱা হয় আৰু কেৰলা। এইখন প্ৰদেশ সাধাৰণভাৱে মালাবাৰৰ লগত মিলে আৰু ইয়াত মলয়ালম্ ভাষা কোৱা হয়। ভৱিষ্যতে ভাৰতৰ প্ৰাদেশিক বিভাজনত সংশ্লিষ্ট এলেকাৰ ভাষাটোৰ প্ৰতি যথেষ্ট মনোযোগ যে দিয়া হ'ব, সেই বিষয়ে একো সন্দেহ নাই।

এইখিনিতে মই ভাৰতৰ ভাষাবোৰৰ বিষয়ে অলপ বেচিকৈ কোৱা উচিত হ'ব। ইউৰোপৰ আৰু অন্যান্য ঠাইৰো কোনো কোনো মানুহে ভাৱে যে ভাৰতত শ শ ভাষা আছে। এইটো তেনেই উদ্ভট আৰু যি এনে ধৰণে কয়, সি কেৱল নিজৰ অজ্ঞতাহে প্ৰকাশ কৰে। ভাৰতৰ নিচিনা ডাঙৰ দেশ এখনত অৱশ্যে বিস্তৰ দোৱান- অৰ্থাৎ এটা ভাষাৰে স্থানীয় অপভ্ৰংশ—থাকিবই। নিজস্ব বিশেষ ভাষাসহ দেশৰ বিভিন্ন অংশত বহুতো পৰ্ব্বতীয়া জনজাতি আৰু অন্যান্য সৰু সুৰা জনসমষ্টিও আছে। কিন্তু তুমি যেতিয়া গোটেই ভাৰতখনকে ধৰা, তেতিয়া এইবোৰ ন-ধৰ্ত্তব্য হৈ পৰে। লোকগণনাৰ দৃষ্টিভঙ্গীৰপৰাহে সেইবোৰৰ গুৰুত্ব আছে। মোৰ আগৰ চিঠিবোৰৰ কোনো এখনত বোধকৰো মই উল্লেখ কৰিয়েই আহিছোঁ যে ভাৰতৰ যথাৰ্থ ভাষাবোৰ দুটা পৰিয়ালৰ—দ্ৰাবিড়ীয়, ওপৰত আমি এইটোৰ উল্লেখ কৰি আহিছো আৰু ভাৰতীয়-আৰ্য্য (ইণ্ডো-এৰিয়ান)। ঘাই ভাৰতী-আৰ্য্য ভাষা হ'ল সংস্কৃত আৰু

ভাৰতৰ আটাইবোৰ আধুনিক ভাৰতী-আৰ্য্য ভাষা হল সংস্কৃতৰ জীয়াৰী। এই আধুনিক ভাষাবোৰ হ'ল হিন্দী, বঙলা, গুজৰাটী আৰু মাৰাঠী। অন্যান্য কিছুমান বিধো আছে। অসমত আছে অসমীয়া; উৰিষ্যা বা উৎকলত উড়িয়া ভাষা ব্যৱহৃত হয়। উৰ্দ্দু হ'ল হিন্দীৰ অন্য এটা আকৃতি। হিন্দী আৰু উৰ্দ্দু উভয়কে বুজাবৰ বাবে 'হিন্দুস্তানী' শব্দটো ব্যৱহাৰ কৰা হয়। তেনে ভাৰতৰ ঘাই ভাষা হ'ল ঠিক দহোটা—হিন্দুস্থানী, বঙলা, গুজৰাটী, মাৰাঠী, তামিল, তেলেগু, কন্নড়, মালয়ালম, উড়িয়া আৰু অসমীয়া। ইয়াৰ ভিতৰত হিন্দুস্তানী (যিটো আমাৰ মাতৃভাষা) কোৱা হয় গোটেই উত্তৰ ভাৰততে—পঞ্জাব, উত্তৰ প্ৰদেশ, বিহাৰ, মধ্য প্ৰদেশ, ৰাজপুতানা, দিল্লী আৰু মধ্য ভাৰতত। ই হল প্ৰায় ১৫০,০০০,০০০ লোক অধ্যুষিত এক বিস্তীৰ্ণ এলেকা। তেনেহলে তুমি দেখিলা যে সামান্য লৰচৰ কৰি হলেও ১৫০,০০০,০০০ মানুহে হিন্দুস্তানী কয়েই আৰু তুমি ভালদৰে জানা যে ভাৰতৰ বেঁচি ভাগ অংশতে হিন্দুস্তানী বুজি পায়। ইয়েই ভাৰতৰ সাধাৰণ ভাষা হোৱাৰ সম্ভাৱনা আছে। অৱশ্যে ইয়াৰ অৰ্থ এইটো নহয় যে মই ওপৰত উল্লেখ কৰি অহা ঘাই ভাষাবোৰ অদৃশ্য হব লাগিব। সেইবোৰ নিশ্চয় প্ৰাদেশিক ভাষা হিচাপে থাকি যোৱা উচিত; কিয়নো সেইবোৰৰো চহকী সাহিত্য আছে। তদুপৰি ভালকৈ পৰিপুষ্ট হোৱা ভাষা এটা মানুহৰপৰা এৰুৱাই নিয়াৰ চেষ্টা কদাপি হোৱা অনুচিত। জন সাধাৰণে ঠন ধৰি উঠাৰ আৰু তেওঁলোকৰ লৰা-ছোৱালীয়ে লেখা-পঢ়া শিকাৰ একমাত্ৰ পন্থা হল নিজৰ স্বকীয় ভাষাৰ যোগেদিহে। আজি ভাৰতত সকলোবোৰেই ওলট-পালট হৈ পৰিছে। আনকি আমাৰ নিজৰ ভিতৰতো আমি বহু পৰিমাণে ইংৰাজী ব্যৱহাৰ কৰিছোঁ। তোমালৈ ইংৰাজীত লেখাটো মোৰ পক্ষে তেনেই হাস্যস্কৰ হৈছে; তথাপি মই সেইটো কৰি আছোঁ! এই অভ্যাস আমি অচিৰে এৰি পেলাব পাৰিম বুলি মোৰ বিশ্বাস।

## ১০

## প্ৰাচীন ভাৰতৰ গ্ৰাম্য গণৰাজ্যবোৰ

জানুৱাৰী ১৫, ১৯৩১

আমাৰ অতীত বুৰঞ্জীৰ পৰ্য্যালোচনাত অগ্ৰগতি কৰিম কেনেকৈ? মই সদায় ঘাই বাট এৰি দাঁতি-কাষৰীয়া গলিয়েদিহে গৈ আছোঁ। মোৰ আগৰখন চিঠিত বিষয়টো ঠিক পাওঁ য়াওঁ হওঁতেই মই ভাৰতৰ ভাষাবোৰৰ বিষয়ে বকলা মেলিলোঁ।

পুৰণি ভাৰতলৈ আমি ঘূৰি যাওঁহক। তোমাৰ জনা আছে যে আমি যিখনক আফগানিস্তান বোলো সি পুৰণি কালত আৰু তাৰ পিচতো বহু কাললৈকে ভাৰতৰে অঙ্গ আছিল। ভাৰতৰ উত্তৰ-পশ্চিম খণ্ডক গান্ধাৰ বোলা হৈছিল! গোটেই উত্তৰাঞ্চল জুৰি সিন্ধু আৰু গঙ্গাৰ সমভূমিত আৰ্য্যসকলৰ বিস্তৃত বসতি আছিল। এই আৰ্য্য পমুৱাসকলে বোধহয় ভালকৈ ঘৰ সজা বিদ্যা জানিছিল; কিয়নো তেওঁ-

লোকৰ বহুতো আহিছিল পাৰস্য আৰু মেচোপটামিয়াৰ আৰ্য্য বাসস্থানবোৰৰপৰা। সেইবোৰ দেশত সেই কালতো ডাঙৰ ডাঙৰ চহৰ বিদ্যমান আছিল। আৰ্য্য বাসস্থান-বোৰক ইখন সিখনৰ মাজত বহুতো অৰণ্য আছিল; বিশেষকৈ উত্তৰ ভাৰত আৰু দক্ষিণৰ মাজত এখন ঘোৰ অৰণ্য আছিল। দক্ষিণত বসতি কৰিবৰ বাবে বৰ বেচি সংখ্যক আৰ্য্য এই হাবিখন পাৰ হৈ যোৱাৰ সম্ভাৱনা কম। কিন্তু আৱিষ্কাৰৰ অৰ্থে, বেহা-বেপাৰৰ অৰ্থে আৰু আৰ্য্য সংস্কৃতি আৰু পৰম্পৰা দক্ষিণলৈ নিয়াৰ উদ্দেশ্যে গাইগুটীয়াভাৱে বহুতো ব্যক্তি নিশ্চয় গৈছিল। পুৰণি কিংবদন্তী মতে দক্ষিণলৈ যোৱা প্ৰথম আৰ্য্য হ'ল অগস্ত্য মুনি। তেওঁ দাক্ষিণাত্যলৈ আৰ্য্য ধৰ্ম্ম আৰু সংস্কৃতিৰ বাৰ্ত্তা বহন কৰিছিল।

ভাৰত আৰু বৈদেশিক ৰাষ্ট্ৰবোৰৰ মাজত ইতিমধ্যে যথেষ্ট বেহা-বেপাৰৰ প্ৰচলন হৈছিল। দক্ষিণ ভাৰতৰ জালুক, সোণ আৰু মুকুতাই সাগৰৰ সিপাৰৰ বিদেশী বেপাৰীসকলক আকৃষ্ট কৰিছিল। চাউলো সম্ভৱতঃ ৰপ্তানি কৰা হৈছিল। বেবিলনৰ প্ৰাচীন প্ৰাসাদবোৰত মালবাৰৰ চেগুন গছৰ কাঠ পোৱা গৈছে।

লাহে লাহে ভাৰতত আৰ্য্যসকলে তেওঁলোকৰ গাঁও প্ৰথা উদ্ভাৱন কৰি ললে। ই হ'ল পুৰণি দ্ৰাবিড়ীয় গাঁও আৰু আৰ্য্য ভাৱধাৰাৰ এক সংমিশ্ৰণ। তেওঁলোকৰ গাঁওবোৰ আছিল প্ৰায় স্বতন্ত্ৰ আৰু শাসিত হৈছিল তেওঁলোকৰ নিৰ্ব্বাচিত পঞ্চায়তৰ দ্বাৰাই। কেইখনমান গাঁও বা সৰু সুৰা নগৰ লগ লগোৱা হৈছিল এজন ৰজা বা গণপতিৰ অধীনত; এওঁ আছিল সময়ত নিৰ্ব্বাচিত আৰু সময়ত উত্তৰাধিকাৰী। ৰাস্তা, আৰাম-ঘৰ, জলসিঞ্চনৰ বাবে খাল বা তদ্ৰূপ সামাজিক হিতকৰ কাৰ্য্য সম্পাদনৰ অৰ্থে কেতিয়াবা বিভিন্ন গাঁও সমষ্টিয়ে পৰস্পৰৰ লগত সহযোগ কৰিছিল। দেখা যায় যে ৰজাজন ৰাষ্ট্ৰৰ ভিতৰত মুখিয়াল লোক আছিল যদিও তেওঁ স্বেচ্ছাচাৰ কৰ্ম্ম কৰিব নোৱাৰিছিল। তেওঁ নিজে আছিল আৰ্য্য আইন আৰু ৰীতি-নীতিৰ অনুৱৰ্ত্তী আৰু তেওঁক তেওঁৰ প্ৰজাই ভাঙিব বা দণ্ডিত কৰিব পাৰিছিল। মোৰ আগৰ চিঠিত উল্লেখ কৰি অহা "ৰাষ্ট্ৰ কি? "এয়েই ৰাষ্ট্ৰ" বোলা একো কথা নাছিল। সেইদেখি আৰ্য্য বাসস্থানবোৰত একপ্ৰকাৰ লোকতন্ত্ৰ বিৰাজ কৰিছিল—অৰ্থাৎ আৰ্য্য সমাজৰ সাধাৰণ অধিবাসীসকলে কিছু পৰিমাণে চৰকাৰ নিয়ন্ত্ৰিত কৰিব পাৰিছিল।

এই ভাৰতী-আৰ্য্যসকলক আৰ্য্য গ্ৰীকসকলৰ লগত ৰিজাই চোৱা। বহুতো পাৰ্থক্য আছে; তথাচ সাদৃশ্য থকা বিষয়ো বহুত। দুয়ো ঠাইতে একপ্ৰকাৰ লোকতন্ত্ৰৰ চলতি আছিল। পিচে আমি সদায় মনত ৰাখিব লাগিব যে এই লোকতন্ত্ৰ কম-বেচি পৰিমাণে আৰ্য্যসকলৰ নিজৰ ভিতৰতেই সীমাবদ্ধ আছিল। তেওঁলোকৰ ভৃত্য বা যিসকলক তেওঁলোকে নীচ জাতিত থলেগৈ, সেইসকলৰ লোকতন্ত্ৰ বা স্বাধীনতা নাছিল। এতিয়াৰ নিচিনা অসংখ্য ভাগ-বিভাগসহ জাতিভেদ প্ৰথা তেতিয়া নাছিল। সেই কালত ভাৰতীয় আৰ্য্যসকলৰ মাজত সমাজৰ চাৰিটা ভাগ বা চাৰিটা জাত আছিল। সেইকেইটা হ'ল ব্ৰাহ্মণ বা বিদ্বান লোক, পুৰোহিত আৰু প্ৰৱৰ; ক্ষত্ৰিয় বা শাসক; বৈশ্য বা সাউদ আৰু বাণিজ্যত নিযুক্ত হোৱা লোক আৰু শূদ্ৰ বা শ্ৰমিক আৰু বনুৱা। অতএব এই ভাগবোৰ বৃত্তিৰ ওপৰত প্ৰতিষ্ঠিত। বিজিত বৰ্ণৰপৰা আৰ্য্যসকলে নিজকে নিলগ কৰি ৰখাৰ অভিলাষৰ ওপৰতো জাতিভেদ প্ৰথা আংশিকভাৱে প্ৰতি-

ষ্ঠিত হোৱাটো সম্ভৱপৰ। আৰ্য্যসকল যথেষ্ট অহঙ্কাৰী আৰু আত্মাভিমানী হোৱা বাবে অন্যান্য সকলোবোৰ বৰ্ণক তুচ্ছ জ্ঞান কৰিছিল আৰু তেওঁলোকৰ মানুহ সেইবোৰৰ লগত সংমিশ্ৰিত হোৱাটো কামনা নকৰিছিল। সংস্কৃতত জাতৰ প্ৰতিশব্দটোৱেই হ'ল "বৰ্ণ" বা বৰণ। ইও প্ৰমাণ কৰে যে বহিৰাগত আৰ্য্যসকল ভাৰতৰ আদিম অধিবাসীসকলতকৈ গাৰ ৰঙৰ ফালৰ পৰা বেচি গৌৰবৰ্ণৰ আছিল।

এতেকে আমি মনত ৰাখিব লাগিব যে আৰ্য্যসকলে এহাতোদি বনুৱা শ্ৰেণীক কবলিত কৰি ৰাখিছিল আৰু নিজস্ব লোকতন্ত্ৰত ইবিলাকক কোনো অংশীদাৰত্ব প্ৰদান কৰা নাছিল; আনহাতোদি নিজৰ ভিতৰত হ'লে তেওঁলোকক প্ৰভূত স্বাধীনতা আছিল। তেওঁলোকে নিজস্ব ৰজা বা শাসনকৰ্ত্তাক দুৰ্ব্বিচাৰ বা অনাচাৰ কৰিবলৈ দিয়া নাছিল আৰু কোনোবা শাসকে তেনে কৰিলেও তেওঁক স্থানচ্যুত কৰা হৈছিল। ৰজাসকল আছিল সাধাৰণতে ক্ষত্ৰিয়; কিন্তু কেতিয়াবা যুদ্ধ বা সঙ্কটৰ সময়ত কাৰ্য্যদক্ষ একোজন শূদ্ৰ তথা নিম্নতম শ্ৰেণীৰ লোকেও সিংহাসন লাভ কৰিব পাৰিছিল। পৰৱৰ্ত্তী কালত আৰ্য্যসকলৰ অবনতি ঘটিল আৰু তেওঁলোকৰ জাতিভেদ প্ৰথাও ফটফটীয়া হৈ পৰিল। বহুতো ভাগ-বিভাগে দেশখনক নিশকতীয়া কৰিলে আৰু ইয়াৰ পতনো ঘটিল। তেওঁলোকে আগৰ স্বাধীনতাৰ ভাৱধাৰাও পাহৰি পেলালে; কিয়নো পুৰণি কালত কোৱা হৈছিল যে আৰ্য্য এজনক কদাপি দাস কৰিব নোৱাৰি, আৰু আৰ্য্য নামৰ অপবাদতকৈ মৃত্যুয়েই শ্ৰেয়ঃ।

নগৰ আৰু গাঁও নিৰ্ব্বিশেষে আৰ্য্যসকলৰ বাসস্থানবোৰে জধে-মধে গঢ় লোৱা নাছিল। সেইবোৰ পৰিকল্পনা অনুযায়ী তৈয়াৰী হৈছিল আৰু তুমি জানি ৰং পাবা যে এই পৰিকল্পনাবোৰত জ্যামিতিৰ কৰণীয় বিস্তৰ আছিল। আনকি সেই কালত বৈদিক পূজাতো জ্যামিতিমূলক ৰেখা ব্যৱহৃত হৈছিল। এতিয়াও এই বৈখিক চিত্ৰবোৰৰ কিছুমান বহু হিন্দু গৃহস্থৰ ঘৰত বিভিন্ন পূজাত ব্যৱহৃত হয়। ঘৰ আৰু নগৰ নিৰ্ম্মাণৰ লগত এতিয়া জ্যামিতিৰ বৰ ওচৰ সম্বন্ধ। পুৰণি আৰ্য্য গাঁওখন সম্ভৱ পোনপ্ৰথমে আছিল একপ্ৰকাৰ দুৰ্গৰূপী শিবিৰ; যিহেতু সেইকালত আক্ৰমণৰ শঙ্কা সদায় আছিলেই। বৈৰী আক্ৰমণৰ শঙ্কা নথকা কালতো সেই একেখন পৰিকল্পনাই চলি থাকিল। এই পৰিকল্পনা হ'ল এক আয়তক্ষেত্ৰ; চৌপাশে প্ৰাচীৰ, চাৰিখন ডাঙৰ আৰু চাৰিখন সৰু প্ৰৱেশ-দ্বাৰ। এই প্ৰাচীৰবোৰৰ ভিতৰত থাকিল এক বিশেষ আৰ্হিত সজোৱা ৰাস্তা আৰু ঘৰবোৰ। গাঁৱৰ মাজভাগত হ'ল পঞ্চায়ত ঘৰটো; ইয়াতে গাঁৱৰ বুঢ়া মেথা-সকল গোট খায়। সৰু সুৰা গাঁওবোৰত পঞ্চায়ত ঘৰৰ সলনি থাকে কেৱল এজোপা ডাঙৰ গছ। প্ৰতি বছৰে গাঁৱৰ সকলোবোৰ স্বাধীন লোক তেওঁলোকৰ পঞ্চায়ত নিৰ্ব্বাচনাৰ্থে লগ লাগে।

সৰল জীৱন যাপন কৰিবৰ অৰ্থে নাইবা নীৰৱে চিন্তা-চৰ্চ্চা বা কাম-কাজ কৰিবৰ বাবে হয়তো বিদ্বান লোকে নগৰ কিম্বা গাঁৱৰ ওচৰত থকা অৰণ্যলৈ গৈ অৱসৰ গ্ৰহণ কৰিছিল। শিক্ষাৰ্থীসকল তেওঁলোকৰ কাষ চাপিছিলগৈ আৰু ক্ৰমাৎ এনে ধৰণৰ গুৰু আৰু তেওঁলোকৰ শিষ্যবৰ্গক লৈ নতুন একোটা গুৰুকুলৰ সৃষ্টি হ'ল। এই গুৰুকুলবোৰক আমি বিশ্ববিদ্যালয় হিচাপে গণ্য কৰিব পাৰো। এই-

বোৰত অৰণ্যে ধুনীয়া ধুনীয়া ঘৰ কেতবোৰ নাছিল; কিন্তু জ্ঞান অন্বেষণ কৰা লোকসকল বহু দূৰ অতিক্রম কৰি হ'লেও এই বিদ্যাপীঠবোৰলৈ আহিছিল।

আনন্দ ভৱনৰ* মুখামুখিভাৱে আছে ভৰদ্বাজ আশ্রম। তুমি এই আশ্রমৰ কথা ভালদৰে জানা। তুমি বোধ হয় জানা যে ৰামায়ণৰ যুগত ভৰদ্বাজক এজন বৰ বিদ্বান লোক বুলি ধৰা হৈছিল। ৰামচন্দ্রই বনবাস খটা কালত তেওঁক দেখা কৰিছিল বুলিও কথিত আছে। হেজাৰ-বিজাৰ শিষ্য আৰু ছাত্রই তেওঁৰ লগত বসতি কৰা বুলি কথিত আছে। ভৰদ্বাজক কেন্দ্র কৰি এক প্রকাৰ বিশ্ববিদ্যালয় এটাই নিশ্চয় হৈছিলগৈ। সেইকালত আশ্রমখন আছিল গঙ্গাৰ পাৰত। ই খুব সম্ভৱ: যদিওবা এতিয়া নদীখন প্রায় এমাইল দূৰৈত। আমাৰ বাগানখনৰ মাটি ঠায়ে ঠায়ে বৰ বালিময়; গঙ্গাৰ সেইকালৰ গৰ্ভ-ভাগৰ ইও অঙ্গ হ'ব পাৰে।

সেই অতীজৰ দিনবোৰেই আছিল ভাৰতত আৰ্য্যসকলৰ মহান যুগ। দুৰ্ভাগ্যবশতঃ আমাৰ হাতত এই যুগত একো বুৰঞ্জী নাই আৰু আমি যিবোৰ কথা জানো, সেইবোৰৰ বাবেও অনা-ঐতিহাসিক গ্রন্থাৱলীৰ ওপৰতহে নিৰ্ভৰ কৰিব লগা হয়। সেই কালৰ ৰাজতন্ত্র আৰু গণৰাজ্যবোৰৰ ভিতৰত উল্লেখযোগ্য হ'ল দক্ষিণ বিহাৰত মগধ, উত্তৰ বিহাৰত বিদেহ, কাশী বা বাৰাণসী, কোশল, ইয়াৰ ৰাজধানী আছিল অযোধ্যা (বৰ্ত্তমান ফৈজাবাদ) আৰু গঙ্গা-যমুনাৰ মধ্যৱৰ্ত্তী পঞ্চাল। এই পঞ্চাল দেশৰ দুখন ঘাই চহৰ হ'ল মথুৰা আৰু কান্যকুব্জ। এই দুয়োখন চহৰ পৰৱৰ্ত্তী বুৰঞ্জীতো সুপ্রসিদ্ধ। এতিয়াও দুয়োখন চহৰ বৰ্ত্তি আছে— কান্যকুব্জ কানপুৰৰ ওচৰত কনৌজ নামে। উজ্জয়িনী বোলা চহৰখনো আছিল সেই তাহানি কালতেই; ই এতিয়া গোৱালিয়ৰ ৰাজ্যৰ এখন সৰু নগৰ।

পাটলিপুত্র বা পাটনাৰ ওচৰতে আছিল বৈশালী বোলা চহৰখন। ই আছিল প্রাচীন ভাৰতীয় বুৰঞ্জীত সুবিখ্যাত লিচ্ছৱী ফৈদৰ ৰাজধানী। এই ৰাষ্ট্রখন আছিল এখন গণৰাজ্য আৰু "নায়ক" আখ্যাৰে অভিহিত নিৰ্ব্বাচিত ৰাষ্ট্রপতি এজন লৈ গঠিত বৰমুৰীয়াসকলৰ সংস্থা এখনদ্বাৰাই ই শাসিত হৈছিল।

সময়ৰ গতিৰ লগে লগে বৃহৎ বৃহৎ নগৰ-চহৰ ঠন ধৰি উঠিল। বেহা-বেপাৰ বাঢ়িল আৰু কাৰিকৰৰ কলা-শিল্পবো শ্রীবৃদ্ধি সাধিত হ'ল। চহৰবোৰ বেহা-বেপাৰৰ ডাঙৰ ডাঙৰ কেন্দ্রত পৰিণত হ'ল। শিষ্যবৰ্গক লৈ বিদ্বান ব্রাহ্মণসকলে অৰণ্যত বসতি কৰা আশ্রমবোৰো বৃহৎ বিশ্ববিদ্যালয়-নগৰীলৈ ৰূপান্তৰিত হ'ল। এই বিদ্যাৰ কেন্দ্রবোৰত সেই কালত অৱগত হোৱা প্রতিটো বিষয়কে শিকোৱা হৈছিল। ব্রাহ্মণসকলে আনকি যুদ্ধ-বিদ্যাৰো শিক্ষা দিছিল। তোমাৰ মনত থাকিব পায় যে মহাভাৰতত পাণ্ডৱসকলৰ মহান্ গুৰুজন হ'ল দ্রোণাচাৰ্য্য। এওঁ এজন ব্রাহ্মণ। তেওঁ অন্যান্য কথাৰ লগতে যুদ্ধ কেনেকৈ কৰিব লাগে, সেইটোও পাণ্ডৱ-সকলক শিকাইছিল।

---

* এলাহাবাদত থকা গ্রন্থকাৰৰ ঘৰ।

১১

## চীনৰ এহেজাৰ বছৰ

জানুৱাৰী ১৬, ১৯৩১

বহিৰ্জ্জগতৰ বাৰ্তাৰ আহিছে—অস্থিৰ আৰু বিষণ্ণ কৰা বাৰ্তাৰ। অথচ এই বাৰ্তাবিয়ে গৰ্ব্ব আৰু আনন্দোল্লাসেৰেও মানুহক আপ্লুত কৰিব পাৰে। চোলাপুৰৰ মানুহৰ দুৰ্দ্দশাৰ কথা আমি শুনিলোঁ। সেই দুখজনক বাৰ্তাৰ জনাজাত হোৱা সময়ত গোটেই দেশ জুৰি কি ঘটিল, তাৰো কিছু সংক্ষিপ্ত বৃত্তান্ত আমি পালো। যিসময়ত আমাৰ ডেকাবিলাকে তেওঁলোকৰ প্ৰাণ ত্যাগ কৰিছে আৰু হেজাৰ-বিজাৰ মুনিহ-তিৰোতা নিৰ্দ্দয় লাঠীৰ সন্মুখীন হৈছে, সেই সময়ত ইয়াত সুস্থিৰে বহি থকাই টান। পিচে আমাৰ পক্ষে ই উপযুক্ত সংযম শিক্ষা। মোৰ বিশ্বাস, নিজক উত্তম ৰূপে পৰীক্ষা কৰাৰ সুযোগ আমাৰ প্ৰতিজনে পাব। সদায়তে, কষ্ট ভোগ কৰিবৰ বাবে আগুৱাই যাবলৈ আমাৰ মাহুজে কেনেকৈ বুকু ডাঠ কৰিছে, শত্ৰুৰ প্ৰত্যেক পাত ওপৰাণ্ডি অস্ত্ৰ আৰু প্ৰত্যেকটো আঘাতে তেওঁলোকক কেনেকৈ উত্তৰোত্তৰ শক্তিশালী আৰু প্ৰতিৰোধাৰ্থে অধিকতৰ কৃতসঙ্কল্প কৰিছে সেইটো জানিবলৈ পালে হিয়া জুৰ পৰিব।

বৰ্ত্তমানৰ বা-বাৰ্তাৰিয়ে মন অধিকাৰ কৰি পেলোৱাত অন্যান্য বিষয়ৰ চিন্তা কৰাটো টান হৈ পৰিছে। কিন্তু শূন্যগৰ্ভ চিন্তা-ভাৱনা বিশেষ কামত নাহে। আমি যদি কিবা মজবুত কাম কৰিব খোজো, তেন্তে আমাৰ মন আমি নিয়ন্ত্ৰিত কৰিবই লাগিব। সেইদেখি পুৰণি কাললৈ আমি ঘূৰি যাওঁহক আৰু বৰ্ত্তমানৰ আলৈ-আহুকালৰপৰা খন্তেকৰ বাবে দূৰত থাকোঁ।

পৌৰাণিক বুৰঞ্জীত ভাৰতৰ ভনী চীনলৈকে আমি যাওঁহক। চীন, জাপান, কোৰিয়া, ইণ্ডোচীন, শ্যাম বা ব্ৰহ্মদেশৰ নিচিনা পূব এচিয়াৰ দেশবোৰত আমি আৰ্য্য জাতিৰ পৰ্য্যালোচনা কৰিব নেলাগিব। এইবিলাক দেশত আমি পাওঁ মঙ্গোলীয় গোষ্ঠীহে।

প্ৰায় পাঁচ হেজাৰ বা ততোধিক বছৰৰ পূৰ্ব্বে পশ্চিমৰ ফালৰপৰা এবাৰ চীনৰ ওপৰত আক্ৰমণ হৈছিল। এই আক্ৰমণকাৰী জাতিবোৰো আহিছিল মধ্য এচিয়াৰপৰাই আৰু তেওঁলোকৰ সভ্যতাও আছিল যথেষ্ট উন্নততৰ। তেওঁলোকে খেতি-বাতি কৰিব জানিছিল আৰু গৰু-ম'হৰ ডাঙৰ ডাঙৰ পাল ৰাখিছিল। তেওঁ-লোকে ভাল ভাল ঘৰ সাজি লৈছিল আৰু তেওঁলোকৰ বেচ পৰিপাটি সমাজ একোখনো আছিল। তেওঁলোকে হোৱাংহোৰ—এই নৈখনক পীত নদীও বোলা হয়—কাষতে বসতি কৰিবলৈ ললে আৰু নিজস্ব ৰাষ্ট্ৰ সংগঠিত কৰিলে। কেবা শ বছৰো ধৰি গোটেই চীনতে তেওঁলোক বিয়পি পৰিবলৈ ধৰিলে আৰু নিজৰ কলা-শিল্পৰো উৎকৰ্ষ সাধন কৰিলে। চীনা লোকসকল হল প্ৰায়েই খেতিয়ক আৰু তেওঁলোকৰ মুখিয়ালসকল প্ৰকৃতপক্ষে আছিল মোৰ আগৰ চিঠিত তোমাৰ ওচৰত

বৰ্ণাই যোৱা বিধৰ কুলপ (পেট্ৰিয়াৰ্ক)। ছশ কি সাত শ বছৰৰ পিচত—অৰ্থাৎ এতিয়াৰ পৰা ধৰি চাৰি হেজাৰৰো বেচি বছৰৰ আগেয়ে—নিজকে সম্ৰাট বুলি জাহিৰ কৰা য়াও নামে মানুহ এজনৰ আমি উল্লেখ পাওঁ। কিন্তু এইটো উপাধি লোৱা সত্বেও তেওঁক মিছৰ বা মেচোপটামিয়াৰ সম্ৰাটসকলৰ শাৰীৰ এজন বুলি নধৰি কুলপ বোলাহে বেচি সঙ্গত হব। চীনা জনসাধাৰণে খেতিয়ক হিচাপেই জীৱন যাপন কৰিবলৈ ধৰিলে আৰু কেন্দ্ৰীয় চৰকাৰ বুলিবৰো বিশেষ একো নেথাকিল।

কুলপসকলক তেওঁলোকৰ গঞা ৰাইজে কেনেকৈ নিৰ্ব্বাচিত কৰিছিল আৰু পিচত তেওঁলোক কেনেকৈ উত্তৰাধিকাৰ সূত্ৰে হোৱা হ'ল, সেইটো মই তোমাক কৈয়েই আহিছোঁ। চীনত সেইটোৱেই ঘটি উঠা আমি লক্ষ্য কৰিবলৈ পাওঁ। য়াওৰ পুতেক তেওঁক উত্তৰাধিকাৰী নহ'ললৈ। দেশৰ ভিতৰত সৰাতোকৈ সমৰ্থপে পৰিগণিত হোৱা আন এজন লোকক য়াওৱ মনোনীত কৰি থৈ গ'ল। পিচে অচিৰে এই খিতাপ উত্তৰাধিকাৰগত হৈ পৰিল আৰু কথিত আছে যে চাৰি শ বছৰৰো ওপৰ কাল ছিয়া (Hsia) ফৈদে চীন শাসন কৰিলে। শেষ ছিয়া শাসনকৰ্ত্তাজন বৰ নিষ্ঠুৰ আছিল। ফলত এটা বিদ্ৰোহ হ'ল আৰু এই বিদ্ৰোহে তেওঁক ওফৰাই পেলালে। ছাং বা য়িন ফৈদ বোলা আন এটা ফৈদ তেতিয়া ক্ষমতাত অধিষ্ঠিত হ'ল আৰু এই ফৈদ প্ৰায় ৬৫০ বছৰ তিষ্ঠি থাকিল।

সামান্য পৰিচ্ছেদ এটাতে দুটা কি তিনটা চুটি বাক্যত মই চীনৰ এহেজাৰ বছৰো ওপৰ কালৰ ইতিহাস শেষ কৰি দিলোঁ। আচৰিত কথা নহয়নে? বুৰঞ্জীৰ এই বিস্তীৰ্ণ ক্ষেত্ৰ লৈ মানুহে আৰু কি কৰিব পাৰে? পিচে তুমি উপলব্ধি কৰিব পাৰিব লাগিব যে মোৰ এই সৰু পৰিচ্ছেদটোৱে এই এহেজাৰ বা এঘাৰ শ বছৰৰ দৈৰ্ঘ্য নকমায়। দিন-মাহ-বছৰ হিচাপে ভৱাত আমি অভ্যস্ত হৈ পৰিছোঁহক! আনকি এশ বছৰৰে স্পষ্ট ধাৰণা এটা কৰাটো তোমাৰ পক্ষে টান হব। তোমাৰ তেৰ বছৰ বহুত যেন দেখা যায়; নহয়নে? প্ৰতিটো অতিৰিক্ত বছৰে তোমাক তদ্ৰুপ ডাঙৰ কৰি নিব। তেনেহলে তুমি বুৰঞ্জীৰ এহেজাৰ বছৰ মনৰ আয়ত্তলৈ আনিব পাৰিবা কেনেকৈ? ই এছোৱা বৰ দীঘলীয়া সময়। চামে চামে মানুহ আহে আৰু যায়, নগৰ গৈ বিৰাট চহৰত পৰিণত হয় আৰু পিচত উৰ'লি যায়; তাৰ ঠাইত নতুন চহৰৰ অভ্যুত্থান হয়। বুৰঞ্জীৰ যোৱা এহেজাৰ বছৰৰ কথা ভাবি চোৱাঁচোন। তেতিয়া হয়তো এই দীঘলীয়া সময় ছোৱাৰ কিছু ধাৰণা আহৰণ কৰিব পাৰিবা। এই এহেজাৰ বছৰৰ ভিতৰত পৃথিৱীত কত আশ্চৰ্য্যকৰ পৰিৱৰ্ত্তন ঘটি গ'ল!

এই যে চীনৰ বুৰঞ্জী, ইয়াৰ সংস্কৃতিৰ সুদীৰ্ঘ ঐতিহ্য, প্ৰতিটো পাঁচ শ বছৰ বা আঠ শ বছৰ বা ততোধিক কাল বৰ্ত্তি থকা ইয়াৰ ৰাজফৈদবোৰ—ইও এক আশ্চৰ্য্যকৰ বিষয়।

পৰিচ্ছেদ এটাতে মই সামৰি থোৱা এই এঘাৰ শ বছৰৰ ভিতৰত চীনৰ মন্থৰ অগ্ৰগতি আৰু উন্নয়ন সম্বন্ধে চিন্তা কৰাচোন। ক্ৰমাৎ কুলপ (পেট্ৰিয়াৰ্কেল) প্ৰথা লুপ্ত হ'ল আৰু কেন্দ্ৰীয় চৰকাৰে গঢ় ললে। সুসংগঠিত ৰাষ্ট্ৰৰ উত্থান হ'ল। এই প্ৰাচীন কালছোৱাতো চীনে লেখা-বিদ্যা জানিছিল। কিন্তু তুমি জানাই যে চীনা লেখাৰ ধৰণ আমাৰ অথবা ইংৰাজী বা ফৰাচীৰ লেখাৰ পদ্ধতিৰপৰা সম্পূৰ্ণ


চৈনিক সভ্যতাৰ অভ্যুদয়
ম রু ভু মি
হোৱাংহো
য়াংচি
চো চে ন
জা পা ন
পাৰ্বত্য প্ৰদেশ

বিভিন্ন। ইয়াৰ বৰ্ণমালা নাই। প্ৰতীক বা চিত্ৰ কিছুমানৰ যোগেদিহে ই লিখিত হয়।

৬৪০ বছৰ ৰাজত্ব কৰাৰ পিচত চাং ফৈদক এটা বিদ্ৰোহে স্থানচ্যুত কৰে আৰু নতুন চৌ—ৰাজফৈদে—ক্ষমতা লাভ কৰে। এই ফৈদে ছাঙতকৈও সৰহ-কাল শাসন ভোগ কৰিবলৈ পালে। ই ৮৬৭ বছৰ বৰ্ত্তি থাকিল। এই চৌ ফৈদৰ আমোলতে সুসংগঠিত চীনা ৰাষ্ট্ৰ এখনে গঢ় লয়। এই ছোৱা শাসনকালতে চীনৰ দুয়োজন মহান দাৰ্শনিক--কনফুচিয়াচ আৰু লাও-ৎচেই—বাস কৰিছিল। তেওঁ-লোকৰ বিষয়ে পিচত আমি কিছু ক'ব লগা হ'ব।

ছাং ফৈদক বাহিৰ কৰি দিলত কি-ৎচে (Ki-tse) নামে উক্ত ফৈদৰ উচ্চ-স্থানীয় বিষয়া এজনে চৌসকলৰ অধীনত খটাতকৈ দেশান্তৰী হোৱাটোকে থিৰ কৰিলে। সেইদেখি তেওঁ পাঁচ হেজাৰ অনুগামী সহ চীন এৰি কোৰিয়ালৈ গুচি গ'ল। তেওঁ দেশখনক অভিহিত কৰিলে 'চোছেন' বা "পুৱতী সৌম্যৰ পীঠ" বুলি। কোৰিয়া বা চোছেন হ'ল চীনৰ পূবলৈ; সেইদেখি কি-ৎচে উদীয়মান সূৰ্য্য অভিমুখে পূবলৈহে গৈছিল। সম্ভৱতঃ তেওঁ তেতিয়া ভাবিছিল যে তেওঁ প্ৰাচ্যৰ প্ৰত্যন্ত দেশখনত উপনীত হ'লহি আৰু সেইদেখিহে সম্ভৱতঃ তেওঁ দেশখনক সেই নাম দিছিল। কি-ৎচেৰপৰা ধৰি খৃষ্টৰ এঘাৰ শ বছৰৰ আগৰপৰাই কোৰিয়াৰ বুৰঞ্জীৰ সূচনা হ'ল। কি-ৎচেই তেওঁৰ নতুন দেশলৈ চীনা কলাশিল্প, গৃহ-নিৰ্ম্মাণ, কৃষি আৰু পাট-কাপোৰ বোৱাৰ বিদ্যাও আমদানি কৰিলে। বহুতো চীনা পমুৱাই কি-ৎচেৰ অনুগমন কৰিলে। কি-ৎচেৰ বংশধৰসকলে ন শ বছৰৰো ওপৰ কাল চোছেন শাসন কৰিলে।

চোছেন অৱশ্যে প্ৰাচ্যৰ একেবাৰে সীমামূৰিয়লিৰ দেশ নহয়। আমি জানোৱেই যে ইয়াৰো পূবে আছে জাপান। কিন্তু কি-ৎচে চোছেনলৈ যোৱা সময়ত জাপানত কি ঘটিছিল, সেই বিষয়ে আমাৰ একো জ্ঞান নাই। জাপানী বুৰঞ্জী চীনৰ সমান পুৰণি নহয়; ই আনকি কোৰিয়া বা চোছেনৰ সমান—পুৰণিও নহয়। জাপানীসকলে কয় যে তেওঁলোকৰ প্ৰথম সম্ৰাটজনৰ নাম আছিল 'জম্মু টেন্নু' আৰু তেওঁ খৃষ্ট জন্মৰ ছ শ বা সাত শ বছৰৰ পূৰ্ব্বে ৰাজত্ব কৰিছিল। জাপানীসকলে তেওঁক সূৰ্য্য দেৱীৰ বংশধৰ বুলি গণ্য কৰে; কিয়নো জাপানত সূৰ্য্যক এগৰাকী দেৱী জ্ঞান কৰা হয়। জাপানৰ বৰ্ত্তমান সম্ৰাটজনক এই জিম্মু টেন্নুৰ পোনপটীয়া বংশধৰ বুলি কোৱা হয়। গতিকে বহুতো জাপানীয়ে তেওঁক সূৰ্য্যৰ বংশধৰ বুলিয়ে বিশ্বাস কৰে।

তুমি জানা যে আমাৰ দেশত ৰাজপুতসকলেও এই ধৰণেই দাবী কৰে যে তেওঁলোক সূৰ্য্য বা চন্দ্ৰৰ কুলসম্ভূত। তেওঁলোকৰ ঘাই ঘৰ দুটা হ'ল, সূৰ্য্যবংশী বা সূৰ্য্যৰ গোষ্ঠী আৰু চন্দ্ৰবংশী বা চন্দ্ৰৰ গোষ্ঠী। উদয়পুৰৰ মহাৰাণা হ'ল সূৰ্য্যবংশীসকলৰ বৰমূৰীয়া; তেওঁ নিজ বংশৰ আঁতি-গুৰি সুদূৰ অতীত বুলি ভাবে। আমাৰ ৰাজপুতসকল বৰ আচৰিত লোক আৰু তেওঁলোকৰ শৌৰ্য্য-বীৰ্য্যৰ আখ্যানৰো কোনো অন্ত নাই।

# ১২

# অতীতৰ আহ্বান

১৭ জানুৱাৰী, ১৯৩১।

আমি এতিয়ামানে প্ৰাচীন পৃথিৱীখন প্ৰায় ২৫০০ বছৰৰ আগলৈকে সম্ভৱতঃ যেনে ধৰণে আছিল, তেনে ধৰণেই সাধাৰণভাৱে এবাৰ নিৰীক্ষণ কৰিলোঁ। আমাৰ পৰ্য্যবেক্ষণ বৰ সংক্ষিপ্ত আৰু বৰ সীমাৱদ্ধ হ'ল। যিবোৰ দেশ যথেষ্ট আগবঢ়া আছিল কিম্বা যিবোৰৰ কিবা এক প্ৰকাৰৰ নিশ্চিত ইতিবৃত্ত আছে, কেৱল সেইবোৰ দেশৰ বিষয়েহে আমি আলোচনা কৰিছোঁ। মিছৰত যি মহান সভ্যতাই পিৰামিডবোৰ, স্ফিংক্‌ছ্‌ আৰু অন্যান্য বহু বস্তুৰ সৃষ্টি কৰিলে, সেইবোৰৰ আমি মাথোন উল্লেখহে কৰিলোঁ। আমি এতিয়া সেইবোৰৰ বিষয়ে বহলাই আলোচনা কৰিব নোৱাৰিম। এই মহান সভ্যতাবো দিন উকলি গৈছিল আৰু আমি আলোচনা কৰা সেই পুৰণি কালতেই ই অৱনতিৰ ফাললৈ গৈছিল। নোজছৰো সময় চমু চাপি আহিছিল। চীনৰ ক্ষেত্ৰতো যেতিয়া ই বৃহৎ কেন্দ্ৰীয় সমাজলৈ ৰূপান্তৰিত হৈছিল আৰু অক্ষৰ-জ্ঞান, পাট-কাপোৰ নিৰ্ম্মাণ আৰু অন্যান্য বহুতো মনোমোহা বস্তুৰ বিকাশ সাধন হৈছিল, তেতিয়াৰ একো একোছোৱা সময় আমি লক্ষ্য কৰিলোঁহক। কোৰিয়া আৰু জাপানৰো আমি একোটি জিলিঙনি পালোঁহক। সিন্ধু উপত্যকাৰ মহেঞ্জোদাৰোত থকা ধ্বংসাৱশেষে যি পুৰণি সভ্যতাৰ নিদৰ্শন দিয়ে, সেই সভ্যতা আৰু বৈদেশিক ৰাষ্ট্ৰবৰ্গৰ লগত বাণিজ্যৰ সূত্ৰ থকা দ্ৰাবিড়ীয় সভ্যতা আৰু সদৌ শেষত আৰ্য্যসকলৰ প্ৰতি আমি দৃষ্টিপাতহে কৰিলোঁ মাথোন। আৰ্য্যসকলে সেই কালত সৃজন কৰা বেদ, উপনিষদ, আৰু মহাকাব্য ৰামায়ণ বা মহাভাৰত প্ৰভৃতি প্ৰসিদ্ধ গ্ৰন্থৰাজিবো কিছুমানৰ আমি উল্লেখ কৰিলো। আৰ্য্য-সকল উত্তৰ ভাৰতত সিচৰতি হৈ পৰা, দক্ষিণলৈও সোমাই গৈ পুৰণি দ্ৰাবিড়সকলৰ সংস্পৰ্শলৈ অহা আৰু দ্ৰাবিড়ীয় অৱদান কিছু থকা অথচ বহুলাংশে আৰ্য্য নতুন সভ্যতা আৰু সংস্কৃতি এটা গঢ়ি তোলাটোও আমি অনুধাৱন কৰিলোঁ। বিশেষকৈ তেওঁলোকৰ গ্ৰাম্য জনসমষ্টিবোৰে কেনেকৈ লোকতান্ত্ৰিক ভিত্তিত গঢ় ললে আৰু নগৰ-চহৰলৈ ৰূপান্তৰিত হ'ল আৰু অৰণ্যৰ আশ্ৰমবোৰ বিশ্ববিদ্যালয় হ'লগৈ, সেইটো আমি লক্ষ্য কৰিলোঁ। মেচোপটামিয়া আৰু পাৰস্যত কেনেকৈ ইখনৰ পিচত সিখনকৈ সাম্ৰাজ্যৰ উত্থান হ'ল আৰু এই পৰৱৰ্ত্তী সাম্ৰাজ্যবোৰৰে অন্যতম ডাৰিয়াছৰ সাম্ৰাজ্যখন ভাৰতৰ সিন্ধু নদীলৈকে কেনেকৈ বিস্তৃত হ'ল, তাৰ আমি সংক্ষেপে উল্লেখ কৰিলোঁ মাথোন। পেলেষ্টাইনত আমি হিব্ৰুসকলৰ এটি জিলিঙনিও পালোঁ। সংখ্যাত নিচেই তাকৰীয়া হৈ আৰু পৃথিৱীৰ সামান্য চুক এটিত বসতি কৰিও তেওঁলোকে যথেষ্ট মনোযোগ আকৰ্ষণ কৰিব পাৰিছিল। বাইবেলত উল্লিখিত বাবেই তেওঁলোকৰ ৰজা ডেভিদ আৰু ছলমন অবিস্মৰণীয় হৈ ৰল যদিও তেওঁ-লোকতকৈ ডাঙৰ ডাঙৰ ৰজা পাহৰণিৰ গৰ্ভত লীন হ'ল। নোজছৰ প্ৰাচীনতৰ সভ্যতাৰ ধ্বংসাৱশেষৰ ওপৰত গ্ৰীচত নতুন আৰ্য্য সভ্যতা গঢ়ি উঠা আমি দেখিলোঁ।

পৌৰ ৰাজ্যবোৰে গঢ় ললে আৰু ভূমধ্যসাগৰৰ উপকূলত গ্ৰীক উপনিৱেশবোৰ গঢ়ি উঠিল। মহান হৈ উঠিব লগা ৰোম আৰু তাৰ ঘোৰ প্ৰতিদ্বন্দ্বী কাৰ্থেজ বুৰঞ্জীৰ চক্ৰবালত উদীয়মান হৈছেহি মাথোন।

এই সকলোবোৰো আমি মাথোন থাওকতে চকু ফুৰাই থলোঁ। আমি উল্লেখ নকৰা দেশবোৰ—উত্তৰ ইউৰোপ আৰু দক্ষিণ-পূব এচিয়াৰ দেশবোৰৰ বিষয়েও তোমাক মই কিছু কব পাৰিলোহেঁতেন। সেই অতীজ কালতো ভাৰতীয় নাবিক-সকলে দক্ষিণ ভাৰতৰপৰা বঙ্গোপসাগৰ পাৰ হৈ মালয় উপদ্বীপ আৰু তাৰ দক্ষিণৰ দ্বীপপুঞ্জ পাইছিলগৈ। পিচে আমি ক'ববাত সীমা এটা ঠিক কৰি লব লাগিব; নহলে আমি কোনো পধ্যে আগবাঢ়িব নোৱাৰিম।

আমি পৰ্য্যালোচনা কৰা দেশবোৰ প্ৰাচীন জগতৰ বুলি গৰিগণিত হৈছে। পিচে মনত ৰাখিবা যে সেইকালত দূৰ-দূৰণিৰ দেশবোৰৰ মাজত সিমান অহা-যোৱা নাছিল। দুঃসাহসিক নাবিকসকল সাগৰ পাৰ হৈ গৈছিল আৰু কোনো কোনো লোকে বেহা-বেপাৰৰ বাবে বা আন কিবা সকামত স্থলপথেদি দীঘলীয়া যাত্ৰাত ওলাই গৈছিল। কিন্তু সেইটো আছিল বৰ বিৰল; কিয়নো বিপদৰ সম্ভাৱনা আছিল বেচি। ভূগোল বৰ কমেইহে জনা গৈছিল। পৃথিৱীখন চেপেটা—অৰ্থাৎ ঘূৰণীয়া নহয় বুলি ধৰি লোৱা হৈছিল। সেইদেখি দাঁতিকাষৰীয়া দেশ কেইখনৰ বাহিৰে আনবোৰ দেশৰ কথা বিশেষ কোনেও নেজানিছিল। সেইদৰে গ্ৰীচৰ মানুহে চীন বা ভাৰতৰ বিষয়ে কাৰ্য্যতঃ একো জনা নাছিল আৰু চীনা বা ভাৰতীয়সকলেও ভূমধ্যসাগৰীয় দেশবোৰৰ বিষয়ে বৰ কমেইহে জানিছিল।

সংগ্ৰহ কৰিব পাৰা যদি প্ৰাচীন পৃথিৱীৰ মেপ এখনত এবাৰ চকু ফুৰোৱা। পুৰণি লেখকসকলে যুগুতোৱা পুৰণি পৃথিৱীৰ কিছুমান বৰ্ণনা আৰু মেপ হাঁহি উঠা বিধৰ। সেই মেপবিলাকৰ কিছুমান দেশে অদ্ভুত আকাৰ ধাৰণ কৰিছে। বৰ্ত্তমান যুগুত কৰা পুৰণি কালৰ মেপবোৰ বহু গুণে বেচি লাগতিয়াল আৰু সেই-কালৰ বিষয়ে অধ্যয়ন কৰোতে তুমি এনে মেপৰ মাজে-সময়ে সহায় লবা বুলি মই আশা কৰিলোঁ। মেপ এখনে বহুতো সহায় কৰে। ইয়াৰ অবিহনে বুৰঞ্জীৰ যথাৰ্থ ধাৰণা এটা আমি আহৰণ কৰিব নোৱাৰোঁ। আনকি, বুৰঞ্জী শিকিব লাগিলে যিমান পৰা যায় সিমান মেপ আৰু ছবি গোটাই লোৱাই উচিত—পুৰণি ঘৰ, ধ্বংসাৱশেষ আৰু সেই কালৰ অন্যান্য যিবোৰ অৱশেষ ৰৈ গৈছে, সেইবোৰৰ ছবি। এই ছবিবোৰে বুৰঞ্জীৰ শুকান ক'কাটো ভৰাই তোলে আৰু আমাৰ বাবে তাক পুনৰ সজীৱ কৰি তোলে। বুৰঞ্জীৰপৰা আমি যদি কিবা শিকিব খোজো, তেন্তে ই হ'ব লাগিব স্পষ্ট মূৰ্ত্তিৰাজিৰ ক্ৰমবিৱৰ্ত্তন। সেয়ে হলেহে আমি যেতিয়া বুৰঞ্জী পঢ়ি যাওঁ, তেতিয়া ঘটনাৱলী যেন ঘটি উঠিছে, এনে দেখিবলৈ পাম। ই হোৱা উচিত আমাক আকৃষ্ট কৰি তোলা এখন ৰমণীয় নাটক—কেতিয়াবা হয়তো মিলনান্তক, কিন্তু প্ৰায়ে বিয়োগান্তক—যাৰ মঞ্চ হ'ল গোটেই পৃথিৱীখনেই আৰু ভাৱৰীয়াসকল হ'ল পুৰণি কালৰ মহান নৰ-নাৰীসকল।

বুৰঞ্জীৰ এই জাকজমকীয়া শোভাৰ পিনে আমাৰ চকু মেল খুওৱাত ছবি আৰু মেপে কিছু সহায় কৰে। সেইবোৰ বস্তু প্ৰত্যেক ল'ৰা-ছোৱালীয়ে পাব পৰা অৱস্থাত

থকা উচিত। পুৰণি বুৰঞ্জীৰ ধ্বংসস্তূপ আৰু অৱশেষবোৰ নিজে গৈ চাব পাৰিলে ছবিতকৈও বেচিহে ভাল হয়। সেইবোৰ সমুদায় চোৱাটো অৱশ্যে সম্ভৱপৰ নহয়; কিয়নো সেইবোৰ গোটেই পৃথিৱীখনতে সিঁচৰতি হৈ পৰি আছে। পিছে আমি যদি ভালকৈ চকুৰ সদ্ব্যৱহাৰ কৰো, তেন্তে সহজে চকুত পৰা অৱস্থাতে অতীতৰ কিছু অৱশেষ আমি সদায় পায়েই থাকো। ডাঙৰ ডাঙৰ মিউজিয়ামবোৰে সবসুৰা ধ্বংসাৱশেষবোৰ সংগ্ৰহ কৰি ৰাখে। ভাৰতত অতীত বুৰঞ্জীৰ অৱশেষ বিস্তৰ আছে; কিন্তু অতি প্ৰাচীন কালৰ অৱশেষ খুবেই কম। মহেঞ্জোদাৰো আৰু হৰোপ্পাই বোধ হয় এতিয়ালৈকে এনে বিধৰ একমাত্ৰ নিদৰ্শন। এই গৰম জলবায়ুত হয়তো অতিশয় প্ৰাচীন ঘৰবোৰৰ বহুতো ভাগি শেষ হ'ল। পিছে বেচি সম্ভৱপৰ হ'ল, খান্দি উলিওৱাৰ প্ৰতীক্ষাত মাটিৰ তলতে বহুতো ঘৰবাৰী এতিয়াও পোত গৈ থকাটোহে। আমি যেতিয়া সেইবোৰ খান্দি উলিয়াই পুৰণি ভগ্নাৱশেষ বা প্ৰস্তৰলিপিবোৰ উলিয়াব পাৰিম, তেতিয়া আমাৰ দেশৰ অতীত বুৰঞ্জীৰ পাতবোৰ ক্ৰমাত আমাৰ আগত মেল খাই পৰিব আৰু আমাৰ পূৰ্ব্বপুৰুষসকলে সেই পুৰণি কালত নো কি কৰিছিল, সেইটো শিল, ইটা আৰু চূন-চুকীৰ এই পাত কেইখিলাত আমি পঢ়িবলৈ পাম।

তুমি দিল্লীলৈ গৈছিলা। বৰ্ত্তমান চহৰখনৰ ওচৰে-পাজৰে ধ্বংসাৱশেষ আৰু পুৰণি ঘৰ-দুৱাৰ কিছুমান তুমি দেখিবলৈ পাইছিলা। আকৌ যেতিয়া সেইবোৰ দেখিবলৈ পাবা, তেতিয়া অতীতৰ বিষয়ে চিন্তা কৰিবাচোন। সেইবোৰে তোমাক অতীতলৈ লৈ যাব আৰু যি কোনো কিতাপতকৈ বেচিকৈহে বুৰঞ্জীৰ সম্ভেদ যোগাব। মহাভাৰতৰ দিনৰপৰা ধৰি দিল্লী চহৰ বা তাৰ ওচৰে-পাজৰে মানুহে বসতি কৰি আহিছে আৰু তেওঁলোকে বহুতো নামেৰে ইয়াৰ নামকৰণ কৰিছেঃ ইন্দ্ৰপ্ৰস্থ, হস্তিনাপুৰ, তুঘলকাবাদ, ছাহজাহানবাদ—এনে আটাইবোৰ নাম আনকি ময়ে নেজানো। কিম্বদন্তীয়ে আমাক কয় যে সাতখন বেলেগ ঠাইত সাতখন দিল্লী চহৰৰ উত্থান হৈছিল—সদায় ঠাই সলাব লগা হৈছিল যমুনা নদীৰ গতিবিধিৰ বাবে! এই দেশৰ বৰ্ত্তমান শাসকবৰ্গৰ নিৰ্দ্দেশ অনুযায়ী ঠন ধৰি উঠা অষ্টমখন চহৰ এতিয়া আমি দেখিবলৈ পাইছো—ৰায়ছিনা বা নতুন দিল্লী। দিল্লীত ইখনৰ পিচত সিখনকৈ সাম্ৰাজ্যৰ উত্থানো হৈছে, পতনো হৈছে।

চহৰৰ ভিতৰত যিখন আটাইতকৈ প্ৰাচীন, সেই বাৰাণসী বা কাশীলৈ যোৱা আৰু তাৰ গুণগুণনিলৈ কাণ দিয়া। সেই নগৰখনে তোমাক নকয়নে—স্মৰণাতীত অতীতৰ কথা, সাম্ৰাজ্যবোৰ লয়প্ৰাপ্ত হোৱা স্থলতো সি কেনেকৈ বৰ্ত্তি আছে, তাৰ কথা, নতুন ধৰ্ম্মবাৰ্ত্তা লৈ তালৈ বুদ্ধ অহাৰ কথা, শান্তি আৰু সান্ত্বনা বিচাৰি যুগে যুগে লাখ লাখ লোক তালৈ অহাৰ কথা। পুৰণি আৰু প্ৰাচীন কীৰ্ত্তি সমাহিত, ভগ্নপ্ৰায়, আবৰ্জ্জনাময়, দুৰ্গন্ধপূৰ্ণ অথচ জীৱন্ত আৰু যুগ জোৰা শক্তিৰ আধাৰ হ'ল এই বাৰাণসী। কাশী মনোমুগ্ধকৰ আৰু আশ্চৰ্য্যৰে পৰিপূৰ্ণ, কিয়নো ইয়াৰ ললাটত তুমি ভাৰতৰ অতীত চাব পাবা আৰু ইয়াৰ সলিলধাৰাৰ গুণগুণনিত কোনোবা কালতে পাৰ হৈ যোৱা যুগৰ বতৰা তুমি শুনিবলৈ পাবা।

নহলে, ওচৰতে থকা আমাৰ এলাহাবাদ বা প্ৰয়াগ চহৰৰ পুৰণি অশোক-

স্তম্ভবোৰলৈকে যোৱা। অশোকৰ আজ্ঞা অনুযায়ী ইয়াত খোদিত কৰি থোৱা লিপি-খন চোৱা আৰু দুহেজাৰ বছৰৰ ব্যৱধান লঙ্ঘি অহা তেওঁৰ বাণীকে যেন তুমি শুনিবলৈ পাইছা।

## ১৩

## ধন-বিত ক'লৈ যায়?

১৮ জানুৱাৰী, ১৯৩১

মানুহে উন্নতিৰ পথত আগবাঢ়ি অহাৰ লগে লগে কেনেকৈ বেলেগ বেলেগ শ্ৰেণীৰ লোকৰ সৃষ্টি হ'ল, সেইটো মুছৌৰীৰ ঠিকনাত মই তোমালৈ দিয়া চিঠি-বোৰত তোমাক বুজোৱাৰ চেষ্টা কৰিছিলোঁ। আদি মানৱে আনহে নেলাগে খাদ্য সংগ্ৰহ কৰিবৰ বাবেও কঠোৰ জীৱন যাপন কৰিব লগাত পৰিছিল। তেওঁলোকে নিতৌ চিকাৰ কৰিছিল, ফল-মূল সংগ্ৰহ কৰিছিল আৰু খাদ্য বিচাৰি ইঠাইৰ পৰা সিঠাইলৈ ঘূৰি ফুৰিব লগীয়া হৈছিল। ক্ৰমাগত জনজাতিবোৰে ঠন ধৰি উঠিল। এইবোৰ আছিল দৰাচলতে একেলগে বসতি কৰা আৰু একেলগে চিকাৰ কৰি ফুৰা একো একোটা বৃহৎ পৰিয়াল; কাৰণ অকলশৰীয়াকৈ থকাতকৈ লগ লাগি থকা অধিকতৰ নিৰাপদ। ইয়াৰ পিচত আহিল এটা বিৰাট পৰিৱৰ্ত্তন—কৃষিৰ আৱিষ্কাৰ আৰু ই ব্যাপক ব্যৱধানৰ সৃষ্টি কৰিলে। গোটেইখিনি সময় ঘূৰি চিকাৰ কৰি ফুৰাতকৈ কৃষি প্ৰণালীৰ যোগেদি মাটিত ফচল ফলোৱাটো মানুহে বৈচি ঢিলা যেন পালে। হাল বোৱা, গুটি সিঁচা আৰু শস্য চপাই অনাটোৰ অৰ্থ হ'ল মাটিৰ ওপৰত বৰ্ত্তি থকা। তেওঁলোক এতিয়া আগৰ দৰে ভ্ৰমি ফুৰিব নোৱাৰা হ'ল; নিজৰ খেতি-খোলাৰ ওচৰত তেওঁলোক থাকিবই লাগিব। এইদৰেই জন্ম ললে গাঁও আৰু নগৰ-বোৰে।

কৃষিয়ে অন্যান্য পৰিৱৰ্ত্তনৰো সূচনা কৰিলে। মাটিত উৎপন্ন হোৱা খাদ্য একে সময়তে খাই অন্ত পেলাব পৰাতকৈ বহুত বৈচি হ'ল। এই অতিৰিক্ত বা ৰাহিখিনি সাঁচি থোৱা হ'ল। চিকাৰ কৰি কটোৱা পুৰণি দিনবোৰতকৈ জীৱন হৈ পৰিল কিছু জটিলতৰ আৰু বেলেগ বেলেগ শ্ৰেণীৰ লোকে পথাৰত বা আন ঠাইত আচল কাম-খিনি কৰিবলৈ ললে। কিছুমান থাকিল পৰিচালনা কৰাত বা সংগঠন কৰাত।' এই পৰিচালক আৰু সংগঠকসকল লাহে লাহে অধিকতৰ ক্ষমতাশালী হ'ল আৰু কুলপ, শাসক, ৰজা বা ডাঙৰীয়া হ'লগৈ। তেনে কৰাৰ ক্ষমতা পাইছিল বুলিয়েই উৎপন্ন কৰা খাদ্যৰ উদ্বৃত্ত বা ৰাহি হোৱা ভাগৰ অধিকাংশ তেওঁলোকে নিজৰ বাবে ৰাখি থলে। এইদৰে তেওঁলোক ধনী হৈ উঠিল। আনহাতে যিসকলে পথাৰত কাম চলালে, তেওঁলোকে মাথোন পেট প্ৰৱৰ্ত্তি থাকিব পৰাকৈহে খাদ্য পালে। ইয়াৰ পিচত এনে এটা সময় আহিল যেতিয়া এই পৰিচালক আৰু সংগঠকসকল আনকি সংগঠন কৰি লোৱা কামফেৰাৰ বাবেও অতিপাত এলেহুৱা আৰু অকৰ্ম্মণ্য হৈ পৰিল; কিন্তু

খেতিয়কসকলে উৎপন্ন কৰা খাদ্যৰ শকত ভাগ এটা লবলৈ হ'লে তেওঁলোকে যত্নৰ একো ত্ৰুটি নকৰিলে। নিজে একো নকৰাকৈ এনেদৰে লোকৰ শ্ৰমৰ ওপৰত বৰ্ত্তি থকাৰ তেওঁলোকে পুৰা অধিকাৰকে পাইছে বুলিও তেওঁলোকে ভাবিবলৈ ধৰিলে।

তেনেহলে তুমি দেখিলাই যে কৃষিৰ আগমনে জীৱনৰ বিশাল পৰিৱৰ্ত্তন সাধিলে। খাদ্য যোগাৰ কৰাৰ উপায় উন্নততৰ কৰি আৰু তাক পাব পৰাটো সহজ-সাধ্য কৰি কৃষিয়ে সমাজৰ গোটেই বুনিয়াদ বদলি কৰি পেলালে। ই মানুহক আহৰিও দিলে। বেলেগ বেলেগ শ্ৰেণীৰ উত্থান হ'ল। প্ৰতিজন মানুহ খাদ্য যোগাৰ কৰাত লাগি নেথাকিল। সেইবাবে কিছুমান মানুহে আন কামত ধৰিলে। নানা তৰহৰ শিল্পৰ উদ্ভৱ হ'ল আৰু নতুন জীৱিকা কিছুমানো ওলাল। অৱশ্যে ক্ষমতা প্ৰায় সংগঠনকাৰী শ্ৰেণীটোৰ হাততে থাকি গ'ল।

খাদ্য আৰু অন্যান্য আৱশ্যকীয় সামগ্ৰী উৎপাদন কৰাৰ নতুন নতুন প্ৰণালীয়ে বিৰাট পৰিৱৰ্ত্তনৰাশিৰ কেনেকৈ সূচনা কৰিলে, সেইটো তুমি পিচৰ ইতিহাসতো পাবা। খাদ্য যেনেকৈ লাগে, প্ৰায় ঠিক তেনেকৈয়ে অন্যান্য বহুতো বস্তু মানুহক লগা হ'ল। সেইদেখি উৎপাদন প্ৰণালীৰ কিবা ডাঙৰ পৰিৱৰ্ত্তন হ'লে সমাজৰো ডাঙৰ পৰিৱৰ্ত্তন ঘটে। তোমাক ইয়াৰ এটা ডাঙৰ দৃষ্টান্ত দিওঁ ঃ কাৰখানা আৰু ৰেল-জাহাজ চলোৱাত বাষ্পৰ ব্যৱহাৰ আৰম্ভ হ'ল, তেতিয়া উৎপাদন আৰু বিতৰণৰ প্ৰণালীত এটা ডাঙৰ পৰিৱৰ্ত্তন ঘটিল। কাৰিকৰ আৰু শিল্পীসকলে তেওঁলোকৰ সাধাৰণ হাথিয়াৰেৰে বা হাতেৰে কৰিব পৰাতকৈ বহু গুণে খৰতকীয়াকৈ ভাপ কাৰখানাবোৰে বস্তু তৈয়াৰ কৰিব পাৰে। বৃহৎ যন্ত্ৰটো হ'ল প্ৰকৃতপক্ষে এটা প্ৰকাণ্ড হাতিয়াৰ। খাদ্য আৰু কাৰখানাৰ বস্তুবোৰ দূৰ-দূৰণিৰ দেশলৈ বেগাই লৈ যোৱাত সহায় কৰিলে ৰেল আৰু ভাপ-জাহাজে। গোটেই পৃথিৱী জুৰি ই কেনে এটা পাৰ্থক্যৰ সৃষ্টি কৰিলে, তুমি সুন্দৰকৈ উপলব্ধি কৰিব পাৰিবা।

খাদ্য আৰু অন্যান্য সামগ্ৰী উৎপাদন কৰাৰ নতুন আৰু ক্ষিপ্ৰতৰ পন্থা যুৰঞ্জীত সময়ে সময়ে উদ্ভাৱিত হৈ আহিছে। তুমি অৱশ্যে ভাবিবা যে উৎপাদনৰ বাবে যদি উন্নততৰ পন্থা লগোৱা হয়, তেন্তে বহুত বেচি উৎপন্নও হব, পৃথিৱীখনেই চহকী হৈ পৰিব আৰু প্ৰতিজনেই বেচিকৈ পাব। তোমাৰ ভবাটো আংশিক পৰিমাণে শুদ্ধ আৰু আংশিক পৰিমাণে ভুল হব। উৎপাদনৰ উন্নততৰ পন্থাই পৃথিৱীখনক নিশ্চয় অধিকতৰ সমৃদ্ধিশালী কৰিছে। কিন্তু পৃথিৱীখনৰ কোনটো অংশ? আমাৰ দেশত এতিয়াও যে অতিপাত দুখ-দাৰিদ্ৰ্য আছে, সি দেখাতে ওলাই আছে। কিন্তু ইংলণ্ডৰ নিচিনা চহকী দেশ এখনৰো অৱস্থা তদ্ৰূপ। কিয়? এই ধনবিতবোৰনো ক'লৈ যায়? ই এটা অদ্ভুত কথা যে সম্পদ ক্ৰমাগত সৰহকৈ উৎপন্ন হোৱা সত্ত্বেও দুখীয়া দুখীয়া হৈয়ে থাকিল। কোনো কোনো দেশত অৱস্থা অৱশ্যে সামান্য উন্নত কৰা হৈছে; কিন্তু নতুন যিখিনি সম্পদ উৎপাদন কৰা হল, তাৰ তুলনাত ই নিচেই নগণ্য। পিচে এই সম্পদখিনিৰ সৰহ ভাগ কালৈ যায়, আমি সহজে দেখিবলৈ পাওঁ। সচৰাচৰ পৰিচালক বা সংগঠক হৈ প্ৰতিটো ভাল বস্তুৰে বেছ বুজন অংশটো নিজৰ বাবে ৰাখি দিয়াৰ প্ৰতি যিসকলে নজৰ ৰাখে, তেওঁ-লোকলৈকে এই সম্পদখিনি গুচি যায়। ইয়াতকৈও অদ্ভুত কথা হল এয়ে যে

সমাজত এনে শ্ৰেণীৰ লোকৰ অভ্যুত্থান হ'ল যিসকলে কিবা কৰা বুলি উচ্চবাচ্যও নকৰে অথচ আনৰ কামৰ এই ঘাই অংশটো লৈ থয়! শুনিলে তুমি জানো প্ৰত্যয় যাবা—এইবোৰ শ্ৰেণীহে সন্মানিত আৰু কিছুমান মূৰ্খ লোকে ভাবে যে নিজৰ জীৱিকাৰ বাবে খাটিব লগা হোৱাটোহে অৱমাননাকৰ! আমাৰ পৃথিৱীখনৰ এনেহে ওলট-পালট অৱস্থা! পৃথিৱীৰ খাদ্য আৰু সম্পদ তেওঁলোকে উৎপাদন কৰা স্থলতো পথাৰৰ খেতিয়ক আৰু কাৰখানাৰ বনুৱা দৰিদ্ৰ হৈ থাকিব লগা হোৱাটো আচৰিত কথা নহয় নে? আমি দেশৰ বাবে স্বাধীনতাৰ কথা কৈছোঁ; কিন্তু এই ওলট-পালট অৱস্থাৰ অৱসান ঘটাব নোৱাৰিলে আৰু যিজন মানুহে কাম কৰিছে, তেওঁক তেওঁৰ পৰিশ্ৰমৰ বানচ দিব নোৱাৰিলে স্বাধীনতাৰ মূল্যনো থাকিব কি? ৰাজনীতি, চৰকাৰ পৰিচালনাৰ কৌশল, অৰ্থনীতি আৰু জাতিৰ সম্পদ কেনেকৈ বিতৰণ কৰা উচিত, সেই সম্বন্ধে প্ৰকাণ্ড গধুৰ গধুৰ পুথি ৰচা হৈছে। বিজ্ঞ অধ্যাপকসকলে এইবোৰ বিষয়ৰ ওপৰত বক্তৃতা দি থাকে। কিন্তু মানুহ আলোচনা-বিলোচনাহে কৰি থাকে। যিসকলে কাম কৰে, সেই সকলে কষ্ট ভুগিয়েই আছে। দুশ বছৰৰ আগেয়ে বিখ্যাত ফৰাচী মনীষী ভল্টায়াৰে ৰাজনীতিজ্ঞ আৰু তেওঁলোকৰ শাৰীৰ লোকসকলৰ বিষয়ে কৈছিল, "যিসকলে মাটি চহ কৰি আনক জীৱন ধাৰণৰ আহিলা যোগায়, সেইসকলক ভোকাতুৰ কৰি মৰাৰ কৌশলহে ৰাজনীতিজ্ঞসকলে তেওঁলোকৰ সম্মোহিনী ৰাজনীতিত উদ্ভাৱন কৰিছে।"

তথাচ, প্ৰাচীন মানৱ আগুৱাই গ'ল আৰু বন্য প্ৰকৃতিৰ ওপৰত ক্ৰমাগত আধিপত্য বিস্তাৰ কৰিলে। মানুহে হাবি কাটি ললে, ঘৰ সাজিলে আৰু মাটি চহালে। মানুহে কিছু পৰিমাণে প্ৰকৃতিক বশৱৰ্ত্তী কৰিলে বুলিও ধৰি লোৱা হ'ল। প্ৰকৃতিক জয় কৰা বুলি লোকে কয়। ই অসংযত উক্তি আৰু সম্পূৰ্ণ শুদ্ধও নহয়। মানুহে প্ৰকৃতিক বুজি পাবলৈ আৰম্ভ কৰিছে বুলি কোৱাটোহে অধিকতৰ সঙ্গত হব আৰু যিমানেই বেচি বুজিছে, সিমানেই প্ৰকৃতিৰ লগত সহযোগ কৰিবলৈ আৰু নিজৰ কাৰ্য্যসিদ্ধিৰ অৰ্থে ইয়াক ব্যৱহাৰ কৰিবলৈ মানুহ সমৰ্থ হৈছে। পূৰ্বণি কালত মানুহে প্ৰকৃতিলৈ আৰু প্ৰাকৃতিক লীলালৈ ভয় কৰিছিল। সেইবোৰ বস্তু বুজি পাবলৈ চেষ্টা কৰাৰ পৰিৱৰ্ত্তে তেওঁলোকে পূজা কৰাৰ আৰু শান্তি-উপচাৰ যচাৰ চেষ্টাহে কৰিছিল; প্ৰকৃতি যেন এটা বনৰীয়া পশু—যিটোক তুষ্ট বা খোচামোদ কৰি ৰাখিবই লাগিব। তেনেদৰে বিজুলী, ঢেৰেকণি আৰু অন্যান্য সংক্ৰামক ব্যাধিবোৰে তেওঁলোকক আতঙ্কিত কৰিছিল আৰু দান-দক্ষিণা দিহে এইবোৰ নিবাৰণ কৰিব পাৰি বুলি তেওঁলোকে বিশ্বাস কৰিছিল। বহুতো সৰলমনা মানুহৰ বিশ্বাস যে সূৰ্য্যগ্ৰহণ বা চন্দ্ৰগ্ৰহণ একোটা ভয়ঙ্কৰ দুৰ্য্যোগ। ই যে এটা সৰল প্ৰাকৃতিক ঘটনা, সেইটো বুজিবলৈ চেষ্টা নকৰি মানুহে ইয়াক লৈ অনাহকত বিব্ৰত হৈ পৰে আৰু সূৰ্য্য বা চন্দ্ৰক ৰক্ষা কৰাৰ উদ্দেশ্যে লঘোণে থাকে আৰু স্নান কৰে! নিজে নিজৰ তত্ত্বাৱধান লবলৈ চন্দ্ৰ-সূৰ্য্য বেচ সক্ষম। আমি তেওঁলোকক লৈ চিন্তিত হোৱাৰ একো প্ৰয়োজন নাই।

আমি সভ্যতা আৰু সংস্কৃতিৰ উত্থানৰ বিষয়ে আলোচনা কৰিলোঁ আৰু গাঁৱে-নগৰে মানুহে যেতিয়াই বসতি কৰিবলৈ ললে, তেতিয়াই ইয়াৰ সূচনা হোৱাও

আমি লক্ষ্য কৰিলো। যিমানেই বেচি পৰিমাণে তেওঁ লোকে খাদ্য পালে, সিমানেই বেচি তেওঁলোকৰ অৱসৰো ওলাল আৰু সেইদৰে তেওঁলোকে চিকাৰ কৰা বা খোৱা-বোৱাৰ বাহিৰে অন্যান্য বিষয়ৰো চিন্তা কৰিব পৰা হ'ল। চিন্তাৰ বিকাশৰ লগে লগে কলা-শিল্প আৰু সংস্কৃতিৰো বিকাশ হ'ল। তেওঁলোকে অবিৰাম পৰস্পৰৰ লগত সম্পৰ্ক প্ৰতিষ্ঠা কৰিলে আৰু পৰস্পৰৰ লগত লেন-দেনো আৰম্ভ কৰিলে। মানুহ যদি একেলগে থাকিবই লাগে, তেন্তে তেওঁলোক পৰস্পৰৰ প্ৰতি বিবেচনা-শীলো হব লাগিব। লগৰীয়া বা ওচৰচুবুৰীয়াসকলৰ অনিষ্ট হব পৰা কাম কৰাৰ পৰা তেওঁলোক বিৰত থাকিব লাগিব। নহলে সামাজিক জীৱন সম্ভৱপৰ নহব। উদাহৰণ স্বৰূপে পৰিয়াল এটাকে ধৰা। পৰিয়াল হ'ল এটি সৰু-সুৰা সমাজ। যদি ইয়াৰ সদস্য কেইজনৰ নিজৰ ভিতৰত পৰস্পৰৰ প্ৰতি পৰস্পৰৰ বিবেচনা থাকে, তেন্তে ই সুখেৰে চলিব পাৰিব। পৰিয়াল এটাত সচৰাচৰ ই বিশেষ কঠিনো নহয়· কাৰণ ইয়াৰ সদস্যবৰ্গৰ মাজত স্নেহৰ বান্ধোন এটা থাকে। সেয়ে হলেও মাজে সময়ে আমি বিবেচনাশূন্য হৈ পৰা আৰু বিশেষ যে সিমান সুৰুচিপূৰ্ণ কিম্বা সভ্য হৈ উঠা নাই, তাক দেখুওৱাৰ দৃষ্টান্তও নোহোৱা নহয়। পৰিয়াল এটাতকৈ বৃহত্তৰ জনসমষ্টি এটাতো ঠিক এই একে কথাই খাটে—আমাৰ ওচৰচুবুৰীয়া, আমাৰ চহৰখনৰ ৰাইজ. আমাৰ দেশৰ বাসিন্দা বা অন্যান্য দেশৰ জনসাধাৰণ—সাবেই উদাহৰণ আমি নলওঁ লাগে। সেইদেখি জনবৃদ্ধিৰ পৰিণতি হ'ল অধিকতৰ সামাজিক জীৱন, অধিকতৰ সংযম আৰু আনৰ প্ৰতি অধিকতৰ বিবেচনা। সংস্কৃতি বা সভ্যতাৰ সংজ্ঞা দিয়া দুৰূহ আৰু তাৰ সংজ্ঞা দিয়াৰ মই একো চেষ্টাও নকৰিম। কিন্তু সংস্কৃতিয়ে সামৰি লোৱা বহুতো বস্তুৰ ভিতৰত আত্মসংযম আৰু আনৰ প্ৰতি বিবেচনা-বোধ নিশ্চয় আছে। যদি কোনো লোকৰ এই আত্মসংযম নাই আৰু আনৰ প্ৰতি বিবেচনা-বোধো নাই, তেন্তে তেওঁক নিশ্চয় অমাৰ্জ্জিত বুলি কব লাগিব।

## ১৪

## খৃষ্টপূৰ্ব্ব ষষ্ঠ শতাব্দী আৰু ধৰ্ম্ম

২০ জানুৱাৰী, ১৯৩১

বুৰঞ্জীৰ দীঘলীয়া বাট লওঁ ধৰা। ২,৫০০ বছৰৰ আগেয়ে বা অলপ বেলেগ ধৰণে কব লাগিলে, খৃষ্টৰ ৬০০ বছৰৰ আগয়ে আমি মাইলৰ ডাঙৰ খুটি এটা পাওঁহি। এইটো সঠিক তাৰিখ বুলি ধৰি নলবা। মই মাথোন মোটামুটি ভাবেহে তোমাক সময় এছোৱ নিৰ্দ্ধাৰণ কৰি দিছোঁ। এই সময়ছোৱাৰ ভিতৰত চীন আৰু ভাৰতৰপৰা ধৰি পাৰস্য আৰু গ্ৰীচলৈকে বিভিন্ন দেশত আমি দেখা পাওঁ কিছুমান মহা মহাপুৰুষ, মহান চিন্তানায়ক আৰু ধৰ্ম্ম-প্ৰৱৰ্ত্তক। তেওঁলোক ঠিক একেটা সময়তে আবিৰ্ভূত হোৱা নাছিল; কিন্তু সময়ৰ ফালৰ-পৰা তেওঁলোক

ইজন সিজনৰ ইমানেই ওচৰাউচৰি যে খৃষ্টপূৰ্ব্ব ষষ্ঠ শতাব্দীৰ এই কালছোৱা বিশেষ কৌতূহলৰ যুগ হৈ পৰিছে। বিশ্ব জুৰি বৈ যোৱা চিন্তা-প্ৰৱাহ এটা, বিৰৰ্ত্তমান অৱস্থাত অসন্তুষ্ট হোৱাৰ ঢৌ এটা, উন্নততৰ কিবা এটাৰ আশা আৰু আকাঙ্ক্ষা নিশ্চয় পৰিস্ফুট হৈ পৰিছিল। কাৰণ, মনত ৰাখিবা যে মহান ধৰ্ম্ম-প্ৰৱৰ্ত্তকসকলে সদায় উন্নততৰ কিবা এটাৰ অন্বেষণ কৰে, নিজৰ মানুহখিনিক পৰিৱৰ্ত্তিত কৰিব খোজে, তেওঁলোকক উন্নততৰ কৰিব বিচাৰে আৰু তেওঁলোকৰ দুখ লাঘৱ কৰিব খোজে। তেওঁলোক আজন্ম বিপ্লৱী; চলিত কু-অৱস্থাৰ বিৰুদ্ধাচৰণ কৰিবলৈ ভয় নকৰা লোক। পুৰণি পৰম্পৰা য'ত ভুলকৈ চলিছে কিম্বা ই ভৱিষ্যত পৰিপুষ্টিৰ য'ত বিনাশ সাধিছে, ত'তে তেওঁলোকে ইয়াক আক্ৰমণ কৰিছে আৰু নিৰ্ভয়ে ইয়াক দূৰ কৰি পেলাইছে। সৰ্ব্বোপৰি, সজ জীৱিকা যাপনৰ তেওঁলোকে দৃষ্টান্ত এটা দাঙি ধৰিছে, যিটো অগণন লোকৰ পক্ষে পুৰুষ-পুৰুষাণুক্ৰমে আদৰ্শ আৰু অনুপ্ৰেৰণাত পৰিণত হৈছে।

ভাৰতবৰ্ষত সেই খৃষ্ট পূৰ্ব্ব ষষ্ঠ শতাব্দীটোত আমি পাইছিলো বুদ্ধ আৰু মহাবীৰক, চীনত কনফুচিয়াচ আৰু লাও-ৎচেক, পাৰস্যত জৰথ্ৰুষ্ট্ৰ বা জৰৰাষ্ট্ৰৰক(১) আৰু গ্ৰীচৰ ছেমছ দ্বীপত পিথাগৰাছক। এই নামবোৰ তুমি আগেয়ে শুনিবলৈ পাব পোৱা, অৱশ্যে বেলেগ বেলেগ প্ৰসঙ্গত। সৰ্ব্বসাধাৰণ স্কুলীয়া লৰা বা ছোৱালীয়ে পিথাগৰাছক এজন নপতা ফুকন বুলিয়েই ধৰে যিজনে জ্যামিতিৰ উপপাদ্য এটা প্ৰমাণ কৰিলে আৰু যিটো দুৰ্ভপলীয়া লৰা-ছোৱালীহ'তে এতিয়া শিকিব লগা হ'ল। এই উপপাদ্যটো হল সমকোণী ত্ৰিভুজৰ বাহু কেইটাৰ ওপৰৰ বৰ্গক্ষেত্ৰ সম্পৰ্কীয়; ইউক্লিড বা যি কোনো জ্যামিতিত এই উপপাদ্যটো পোৱা যাব। কিন্তু জ্যামিতিৰ আবিষ্কাৰবোৰৰ উপৰিও পিথাগৰাছক অন্যতম মহান চিন্তানায়ক বুলি ধৰা হয়। আমি অৱশ্যে তেওঁৰ বিষয়ে বিশেষ নেজানো। আনকি তেওঁ সচাকৈয়ে আছিল নে নাই, সেইটোও কিছুমান মানুহে সন্দেহ কৰে।

পাৰস্যৰ জৰৰাষ্ট্ৰ জৰৰাষ্ট্ৰীয়ানী ধৰ্ম্মৰ প্ৰৱৰ্ত্তক বুলি কথিত; কিন্তু তেওঁক প্ৰৱৰ্ত্তক বুলি ধৰাটো প্ৰকৃতপক্ষে ঠিক হব নে নাই, সেই বিষয়ে মই নিশ্চিত নহয়। পাৰস্যৰ পুৰণি চিন্তাধাৰা আৰু ধৰ্ম্মক তেওঁ নতুন ৰূপ আৰু নতুন মাৰ্গ এটা দিলে বুলি কলেহে বোধ হয় অধিকতৰ সমীচীন হব। বহু কালৰ আগৰে পৰা ধৰি পাৰস্যত এই ধৰ্ম্মটো প্ৰায় নাইকিয়া হৈছে। পাৰস্যৰ-পৰা বহু কালৰ আগতে ভাৰতলৈ অহা পাছীসকলে এই ধৰ্ম্মটোও তেওঁলোকৰ লগতে লৈ আহিছিল আৰু তেতিয়াৰ-পৰা আজিলৈকে তেওঁলোকে এই ধৰ্ম্ম আচৰণ কৰি আহিছে।

চীনত এই সময়ছোৱাৰ ভিতৰত আবিৰ্ভূত হৈছিল দুজন ডাঙৰ মনীষী—কনফুচিয়াচ আৰু লাওৎচে। 'কনফুচিয়াচ' লেখাৰ অধিকতৰ শুদ্ধ পন্থা হব 'কং ফু-ৎচে'। সাধাৰণ অৰ্থ মতে চাব লাগিলে এই দুজনৰ এজনো ধৰ্ম্মমত এটাৰ প্ৰতিষ্ঠাপক নহয়। নীতি-নিষ্ঠা আৰু সামাজিক আচাৰ-বিচাৰৰ প্ৰণালী—মানুহে কি কৰিব লাগে আৰু কি কৰিব নেলাগে—সেইটোহে তেওঁলোকে প্ৰতিষ্ঠা কৰি থৈ

(১) জৰথুষ্ট্ৰ সম্ভৱ খ্ৰীষ্টপূৰ্ব্ব অষ্টম শতাব্দীৰ লোক।

গ'ল। কিন্তু তেওঁলোকৰ মৃত্যুৰ পিচত তেওঁলোকৰ স্মৃতি ৰক্ষাৰ অৰ্থে চীনত অলেখ মন্দিৰ নিৰ্ম্মাণ কৰা হ'ল আৰু হিন্দুসকলে বেদ কিম্বা খ্ৰীষ্টানসকলে বাইবেলক যিমান ভক্তি কৰে, চীনাসকলেও তেওঁলোকৰ ৰচিত পুথিবোৰ ঠিক সিমানেই ভক্তি কৰিবলৈ ললে। কন্‌ফুচিয়ানী দীক্ষাৰ আন এটা ভাল ফল হ'ল এই যে চীনা লোকসকল পৃথিৱীৰ ভিতৰতে অতিশয় বিনয়ী, পুৰাপুৰি আচৰণশীল আৰু শিষ্ট হৈ পৰিল।

ভাৰতত ওলাল মহাবীৰ আৰু বুদ্ধ। আজি চলি থকা ধৰণে জৈন ধৰ্ম্মটো মহাবীৰেই প্ৰৱৰ্ত্তন কৰিছিল। তেওঁৰ আচল নাম আছিল বৰ্দ্ধমান; মহাবীৰ হ'ল তেওঁক দিয়া মহত্ত্বসূচক উপাধি। জৈনসকলৰ ঘাইকৈ বসতি হ'ল পশ্চিম ভাৰত আৰু কাথিৱাড়ত। আজিকালি তেওঁলোকক মাজে সময়ে হিন্দুৰ লেখতো ধৰা হয়। কাথিৱাড় আৰু ৰাজপুতানাৰ আবু পৰ্ব্বতত তেওঁলোকৰ মনোমোহা মন্দিৰ আছে। অহিংসাত তেওঁলোক প্ৰগাঢ় বিশ্বাসী আৰু জীৱ থকা যি কোনো প্ৰাণীৰ ক্ষতি সাধিব পৰা কামৰ তেওঁলোক সম্পূৰ্ণ বিৰোধী। এই প্ৰসঙ্গত জানিবলৈ তোমাৰ হয়তো আগ্ৰহ জন্মিব যে পিথাগৰাছ এজন কঠোৰ নিৰামিষভোজী আছিল আৰু তেওঁৰ শিষ্য-প্ৰশিষ্যসকলো নিৰামিষভোজী হোৱাৰ ওপৰত জোৰ দিছিল।

এতিয়া আমি গৌতম বুদ্ধলৈ আহোঁহক। তুমি নিশ্চয় জানা, তেওঁ আছিল এজন ক্ষত্ৰিয়—ৰাজকোঁৱৰ আৰু তেওঁৰ নাম আছিল সিদ্ধাৰ্থ। তেওঁৰ মাক আছিল মায়াৰাণী—"যাক সকলোৱে সানন্দে ভক্তি কৰে, যি আছিল নৱোদিত চন্দ্ৰ সদৃশ, বসুধাৰ দৰে বলিষ্ঠা আৰু প্ৰশান্ত কৰ্ত্তব্যপৰায়ণা; পদুমৰ দৰে নিষ্কলুষ হিয়াৰ আছিল মায়া মহিয়সী ললনা"—পুৰাণ পুথিয়ে কয়। মাক-বাপেকে তেওঁক স্বাচ্ছন্দ্য আৰু লাহ-বিলাহত ডাঙৰ-দীঘল কৰিছিল আৰু দুখ-ক্লেশৰ সকলো দৃশ্যৰপৰা আঁতৰত ৰখাৰ চেষ্টা কৰিছিল। কিন্তু সেয়ে সম্ভৱপৰ হৈ নুঠিল। পৰম্পৰাই কয় যে তেওঁ দাৰিদ্ৰ্য, দুখ আৰু মৃত্যু দেখা নোপোৱাকৈ নেথাকিল আৰু সেইবোৰ দেখি তেওঁ বৰ ব্যথিত হ'ল। তেতিয়া তেওঁৰ বাবে ৰাজকাৰেঙত শান্তি নোহোৱা হল আৰু যিখিনি আমোদ-প্ৰমোদে তেওঁক পৰিবেষ্টিত কৰি ৰাখিছিল, সেই গোটেইখিনিয়ে—আনকি তেওঁৰ ধুনীয়া যৌৱন উপচি পৰা চেনেহৰ পত্নীয়েও—দুখগ্ৰস্ত মানৱতাৰপৰা তেওঁৰ মনক নিলগাই ৰাখিব নোৱাৰিলে। তেওঁৰ মনত জাগিল চিন্তা আৰু এই দুৰন্ত ক্ষতবোৰৰ প্ৰতিষেধক এটা উলিওৱাৰ বাসনা। অৱশেষত এই চিন্তা তেওঁৰ সহ্যাতীত হ'লগৈ। নিৰ্জ্জন ৰাতি ৰাজপ্ৰাসাদ আৰু ইষ্ট-কুটুম্ব সকলো এৰি তেওঁক বিতত কৰি তোলা প্ৰশ্নবোৰৰ উত্তৰ বিচাৰি তেওঁ মুকলি পৃথিৱীখনলৈ ওলাই গ'ল। এই সমাধানবোৰৰ বাবে তেওঁৰ সন্ধান আছিল দীঘলীয়া আৰু কষ্টসাধ্য। অৱশেষত কথিত আছে যে বহু বছৰৰ পিচত গয়াৰ আঁহত গছ এজোপাৰ তলত বহি থাকোতে তেওঁ সম্বোধি লাভ কৰিলে আৰু তেওঁ হৈ পৰিল বুদ্ধ বা তথাগত। যিজোপা গছৰ তলত তেওঁ বহিছিল, সেই জোপা বোধিবৃক্ষ বা সম্বোধিৰ গছ—ৰূপে জনাজাত হৈ পৰিল। সাৰানাথৰ মৃগকাননত (তেতিয়া ইসিপত্তন বোলা হৈছিল) পুৰণি কাশীৰ ছায়াত বুদ্ধই তেওঁৰ দীক্ষা আৰম্ভ কৰিলে। তেওঁ "সম্যক আজীৱৰ মাৰ্গ" নিৰ্দ্দেশিত কৰিলে। দেৱতাসকলৰ

উদ্দেশ্যে সকলো বিধ ত্যাগৰ তেওঁ বিৰুদ্ধাচৰণ কৰিলে। তেওঁ কলে যে সেইবোৰৰ পৰিৱৰ্ত্তে আমি ক্ৰোধ, দ্বেষ, ঈৰ্ষা আৰু ভুল ভাৱনাহে ত্যাগ কৰিব লাগে।

বুদ্ধই জন্ম গ্ৰহণ কৰা কালত পুৰণি বৈদিক ধৰ্ম্ম ভাৰতত প্ৰচলিত আছিল। কিন্তু ইতিপূৰ্ব্বে ই পৰিৱৰ্ত্তিত আৰু উচ্চ আসনৰপৰা স্খলিত হৈছিল। ব্ৰাহ্মণ পুৰোহিতসকলে সকলো বিধৰ পাৰ্ব্বণ, পূজা আৰু কুসংস্কাৰ প্ৰৱৰ্ত্তন কৰিছিল; কাৰণ পূজা যিমান বেচি হব, পুৰোহিতসকলো সিমান শক্তিশালী হৈ উঠিব। জাতিভেদ কঠোৰতৰ হৈ আহিছিল আৰু বিমঙ্গল সূচোৱা লক্ষণ, যাদুমন্ত্ৰ, ভেল্কি-ভোজবাজী আৰু বেজালিয়ে সৰ্ব্বসাধাৰণ মানুহক আতঙ্কিত কৰি তুলিছিল। এইবিলাক কৌশলেৰে পুৰোহিতসকলে প্ৰজাবৰ্গক তেওঁলোকৰ আয়ত্ত কৰিলে আৰু ক্ষত্ৰিয় শাসকবৰ্গৰ শক্তিও ক্ষুণ্ণ কৰিলে। ক্ষত্ৰিয় আৰু ব্ৰাহ্মণসকলৰ মাজত এইদৰেই অঁৰিয়াঅঁৰি লাগিল। এজন মহান জনপ্ৰিয় সংস্কাৰক হিচাপে বুদ্ধ অৱতীৰ্ণ হ'ল। এই যাজকীয় দৌৰাত্ম্যৰ ওপৰত আৰু পুৰণি বৈদিক ধৰ্ম্মত যিবোৰ কু আচাৰ সোমাল, সেই সকলোবোৰৰ ওপৰত তেওঁ আক্ৰমণ চলালে। মানুহে সজ জীৱন যাপন কৰা আৰু সজ কাম কৰাৰ ওপৰত আৰু পূজা বা তৎসম কৰ্ম্ম সম্পাদন নকৰাৰ ওপৰত তেওঁ জোৰ দিয়ে। তেওঁৰ মত মানি চলা ভিক্ষু আৰু ভিক্ষুণীসকলৰ অনুষ্ঠান বৌদ্ধ সংঘ তেওঁ সংগঠন কৰে।

ধৰ্ম্ম হিচাপে বুদ্ধবাদে কিছুকাল ভাৰতত বিশেষ প্ৰসাৰ লাভ কৰা নাছিল। পিচত এই ধৰ্ম্ম কেনেকৈ বিয়পি পৰিল আৰু পুনৰ ভাৰততে ই এটা ভিন্ন ধৰ্ম্ম হিচাপে প্ৰায় অৱৰ্ত্তমান হ'ল, সেইটো আমি লক্ষ্য কৰিবলৈ পাম। সিংহলৰপৰা চীনলৈকে দূৰণিৰ দেশবোৰত ই জয়যুক্ত হ'ল যদিও ইয়াৰ জন্মক্ষেত্ৰ ভাৰতত ই গৈ পুনৰ ব্ৰহ্মণ্য ধৰ্ম্ম বা হিন্দু ধৰ্ম্মত বিলীন হ'লগৈ। কিন্তু ই ব্ৰহ্মণ্য ধৰ্ম্মৰ ওপৰতো যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিলে আৰু ইয়াক অন্ততঃ কিছুমান কুসংস্কাৰ আৰু কু বিধি-বিধানৰপৰা মুক্ত কৰিলে।

বৰ্ত্তমান বুদ্ধবাদ হ'ল পৃথিৱীৰ আটাইতকৈ সৰহ সংখ্যক লোকৰ ধৰ্ম্ম। বৃহত্তম সংখ্যক অনুগামী থকা অন্যান্য ধৰ্ম্ম কেইটা হল খৃষ্ট ধৰ্ম্ম, ইছলাম আৰু হিন্দু ধৰ্ম্ম। ইয়াৰ উপৰিও হিব্ৰু, শিখ, পাছী আৰু আন আনসকলৰ ধৰ্ম্মবোৰো আছে। ধৰ্ম্মবোৰে আৰু তাৰ প্ৰৱৰ্ত্তকসকলে পৃথিৱীৰ বুৰঞ্জীত মহান অংশ এটা গ্ৰহণ কৰিছিল। আমি তেওঁলোকক বুৰঞ্জীৰ কোনো আলেখ্যতে অৱজ্ঞা কৰিব নোৱাৰো। পিচে তেওঁলোকৰ বিষয়ে লেখাত মই কিছু আহুকাল পাইছোঁ। ডাঙৰ ডাঙৰ ধৰ্ম্মবোৰৰ প্ৰৱৰ্ত্তকসকল যে পৃথিৱীয়ে জন্ম দিয়া মানুহৰ ভিতৰত আটাইতকৈ মহান আৰু সুধীসকলৰ লেখতে পৰিব, সেই বিষয়ে অকণো সন্দেহ নাই; কিন্তু তেওঁলোকৰ শিষ্য আৰু পৰৱৰ্ত্তী অনুগামীসকল ডাঙৰ বা ভাল হোৱাৰপৰা মাজে সময়ে আঁতৰি পৰে। বুৰঞ্জীত মাজে সময়ে আমি লক্ষ্য কৰিবলৈ পাওঁ যে আমাক উন্নীত আৰু আৰু অধিকতৰ ভাল বা সজমনা কৰিবৰ অৰ্থে যি ধৰ্ম্ম অভিপ্ৰেত হৈছিল, সিয়েই মানুহক জন্তুৰ দৰে আচৰণ কৰিবলৈ উদগায়। তেওঁলোকক কৃতবিদ্য কৰাৰ পৰিৱৰ্ত্তে অন্ধকাৰাচ্ছন্ন কৰি ৰাখিবলৈহে ই যত্নপৰ হোৱা দেখা যায়। তেওঁলোকৰ মন বহল কৰক চাৰি ই তেওঁলোকক প্ৰায়েই সঙ্কীৰ্ণমনা আৰু আনৰ

প্ৰতি অসহনশীল কৰি তোলে। ধৰ্ম্মৰ নামত বহুতো ডাঙৰ ডাঙৰ আৰু আটক-ধুনীয়া কাম সম্পন্ন কৰা হৈছে। ধৰ্ম্মৰ নামতে আকৌ লাখে লাখে মানুহো মৰা হৈছে আৰু প্ৰতিটো সম্ভৱপৰ অপৰাধকে কৰা হৈছে।

তেনেহলে ধৰ্ম্মকলৈনো কি কৰিব লাগিব? কিছুমান মানুহৰ পক্ষে ধৰ্ম্মই সিখন লোক সূচায়—স্বৰ্গ, বেহেস্ত বা আন যিহকে বোলা হওক লাগে। স্বৰ্গলৈ যোৱাৰ আশাৰে তেওঁলোক ধাৰ্ম্মিক হয় অথবা কিছুমান কাম কৰে। মধুপৰ্ক অকণমান বা জেলেপী এখন খাবলৈ আশা পালি চলা কেচুৱা লৰাটোলৈহে ই মোৰ মনত পেলায়। যদি ল'ৰাটোৱে অনবৰত মধুপৰ্ক বা জেলেপীৰ কথাই ভাবি থাকে, তেন্তে তাক উপযুক্ত শিক্ষা দিয়া হৈছে বুলি তুমি কবা জানো ক'বা? মধুপৰ্ক বা তেনে কিবা বস্তুৰ লালসাত প্ৰতিটো কাম কৰা লৰা-ছোৱালীক তুমি তাতোকৈও কমহে সমৰ্থন কৰিবা। তেনেহলে এইদৰে ভবা আৰু চলা বয়সিয়াল মানুহবোৰক আমিনো কি বুলিম? কাৰণ গৈ থৈ মধুপৰ্ক আৰু স্বৰ্গৰ ধাৰণাৰ ভিতৰত মূলগত পাৰ্থক্য একো নাই। আমি সকলোৱেই কম-বেচি পৰিমাণে স্বাৰ্থপৰ। পিচে আমি আমাৰ লৰা-ছোৱালীক যিমান সম্ভৱ সিমান নিঃস্বাৰ্থ কৰি তুলিব খোজো। যিয়েই হওক লাগিলে, আমাৰ আদৰ্শৰাজি সম্পূৰ্ণ স্বাৰ্থশূন্য হোৱা উচিত যাতে সেইমতে চলিবলৈ আমি চেষ্টান্বিত হ'ব পাৰো।

আমি সকলোৱে কিবা এটা সম্পাদন কৰিব খোজো আৰু আমাৰ কাৰ্য্যৰ ফলাফলো চাব খোজো। পিচে আমাৰ লক্ষ্যনো কোনটো? আমি নিজক লৈয়ে ব্যস্ত থাকিম নে বৃহত্তৰ কল্যাণ—সমাজৰ কল্যাণ, দেশৰ কল্যাণ বা মানৱতাৰ কল্যাণৰ বিষয়েও ভাবিম? এই বৃহত্তৰ কল্যাণে আমাকো শেহান্তৰত সামৰি নোলোৱাকৈ নেথাকে। কেইদিনমানৰ আগতে মোৰ বোধেৰে মই তোমাক কোনোবাখন চিঠিত সংস্কৃত শ্লোক এটা উদ্ধৃত কৰি দিছিলো। তাত কোৱা হৈছে যে পৰিয়ালৰ হকে নিজক, সম্প্ৰদায়ৰ হকে পৰিয়ালক আৰু দেশৰ হকে সম্প্ৰদায়ক ত্যাগ কৰা উচিত। মই এতিয়া তোমাক অন্য এটা সংস্কৃত শ্লোকৰ ভাঙনি দিওঁ। এই শ্লোকটো হল ভাগৱতৰ। ইয়াত এই বুলি কোৱা হৈছেঃ "অষ্টাঙ্গিক ব্ৰত সমন্বিতে চূড়ান্ত সিদ্ধি কিম্বা পুনৰ জন্ম নিৰোধ মই নিবিচাৰোঁ। দুখাৰ্ত্ত সকলো জীৱৰ যাতনা যেন মই ভোগ কৰিবলৈ পাওঁ; তেওঁলোকক দুখৰ পৰা যাতে নিষ্কৃতি দিব পৰা যায়, সেই অৰ্থে তেওঁলোকৰ অন্তৰতো যেন অনুপ্ৰৱিষ্ট হবলৈ পাওঁ।"

ধাৰ্ম্মিক লোক এজনে কয় এটা, আনজনে কয় অন্য এটা। আৰু সময়ত প্ৰায়েই ইজনে সিজনক মূৰ্খ বা ভণ্ড জ্ঞান কৰে। কোনজননো শুদ্ধ? যিহেতু তেওঁলোকে দেখা নোপোৱা বা প্ৰমাণসিদ্ধ কৰিব নোৱাৰা বস্তুৰ বিষয়ে কোৱা-মেলা কৰে, সেইদেখি বিবাদৰ মীমাংসা কৰি দিয়াটোও মস্কিল। কিন্তু এনেবোৰ বিষয়ে খাটাংকৈ কিবা এটা কোৱাটো আৰু তাতে লাগি ইজনে সিজনৰ মূৰ ভঙাটো উভয়ৰ পক্ষেই স্পৰ্দ্ধা যেন প্ৰতীত হয়। আমাৰ বেচি ভাগেই ঠেক মনৰ আৰু সিমান জ্ঞানীও নহয়। আমিহে গোটেই সত্যটো জানো বুলি ভাবিবলৈ আৰু তাকে প্ৰতিবেশীৰ কণ্ঠনলীয়েদি ঠেলি-হেচি সুমাই দিবলৈ প্ৰয়াস পাব পাৰোনে? আমাব কথা হয়তো শুদ্ধ হবও পাৰে; আমাৰ ওচৰচুবুৰীয়াও হয়তো শুদ্ধ হব পাৰে। গছ

এজোপাৰ ওপৰত ফুল এটা দেখিলে সেই ফুলটোকেতো তুমি গছ বুলি নোকোৱা! আন এজন মানুহে যদি কেৱল পাত এটাহে দেখে আৰু অন্য এজনে ডাল এটা দেখে, তেন্তে প্ৰত্যেকে গছজোপাৰ একো একোটা অংশহে মাথোন দেখা পাব। গছজোপা কেৱল ফুল, পাত বা ডাল বুলি কোৱাটো আৰু সেই কথা লৈ যুজ-বাগৰ কৰাটো তেওঁলোকৰ প্ৰতিজনৰ পক্ষে কিমান মূৰ্খামি হব!

মোৰ শঙ্কা হয়, সিপুৰীয়ে মোক সিমান আগ্ৰহান্বিত কৰিব নোৱাৰে। ইহলোকত মই কি কৰা উচিত, তাক লৈয়ে মোৰ মন স্বপ্ন আৰু ইয়াতে মোৰ পন্থা স্পষ্টভাৱে যদি মই দেখিবলৈ পাওঁ, তেনেহলেই মই সন্তুষ্ট। যদি মোৰ কৰ্ত্তব্য ইয়াত সুপৰিষ্কাৰ হৈ উঠে, তেন্তে অন্য কোনো লোকৰ চিন্তাত মই বিব্ৰত নহওঁ।

তুমি ডাঙৰ-দীঘল হৈ উঠিলে সকলো ধৰণৰ লোক লগ পাবা—ধাৰ্ম্মিক লোক, ধৰ্ম্ম-বিৰোধী লোক আৰু কোনো ফালে ভ্ৰূক্ষেপ নকৰা লোক। ডাঙৰ ডাঙৰ গীৰ্জ্জা আছে; সময়ত সজ কামত আৰু সময়ত অসজ কামত তাৰ প্ৰয়োগো কৰা হয়। অতিশয় উত্তম আৰু সাধু ধাৰ্ম্মিক মানুহো তুমি লগ পাবা; ধৰ্ম্মৰ মুখা পিন্ধি আনক ঠগ বা প্ৰবঞ্চনা কৰি ফুৰা ভণ্ড আৰু দুৰ্ব্বৃত্ত কিছুমানো তুমি লগ পাবা। এইবোৰৰ বিষয়ে ভবা-চিন্তা কৰি তুমি নিজেই স্থিৰ মীমাংসা কৰিব লাগিব। আনৰ পৰা বহুত কথা শিকিব পাৰি; কিন্তু প্ৰতিটো জ্ঞাতব্য কথা নিজেই বিচাৰি উলিয়াবলৈ বা আহৰণ কৰিবলৈ শিকিব লাগিব। প্ৰতিজন লোকে নিজেই নিজৰ বাবে উত্তৰ ঠিক কৰি লব লগা কেতবোৰ প্ৰশ্ন আছে।

স্থিৰ কৰি লওঁতে খৰখেদা নকৰিবা। ডাঙৰ বা গুৰুত্বপূৰ্ণ কিবা এটা মীমাংসা কৰিবলৈ লোৱাৰ আগতে তুমি নিজকে সেইখিনি কৰিবৰ জোখাৰে প্ৰশিক্ষণ-যুক্ত আৰু শিক্ষিত কৰি লব লাগিব। মানুহে নিজে ভাবি চোৱা আৰু নিজে মীমাংসা কৰা যে উচিত, সেইটো ঠিক। কিন্তু মীমাংসা কৰিবৰ জোখাৰে সামৰ্থ্যও থাকিব লাগিব। নতুনকৈ ওপজা কেচুৱা এটিক তুমি কিবা এটা মীমাংসা কৰি লবলৈ কব নোৱাৰা। এনে বহুতো লোক আছে যি বয়সত পৰিপক্ক হৈও মনৰ ফালৰপৰা প্ৰায় নতুনকৈ ওপজা কেচুৱাৰ নিচিনা।

আজি মই আগৰ কেইবাবতকৈ দীঘলীয়া চিঠি এখন লেখিলোঁ। তুমি এই-খন নিৰস পাব পাৰা। কিন্তু এই বিষয়টোৰ ওপৰত মোৰ অলপ-অচৰপ বক্তব্য মই দাঙি ধৰিব খুজিলোঁ। এতিয়া যদি তুমি একো নুবুজা, তেনেহলেও কোন ক্ষতি নাই। অচিৰে তুমি যথেষ্ট বুজি পোৱা হবা।

## ১৫
# পাৰস্য আৰু গ্ৰীচ

২১, জানুৱাৰী ১৯৩২

তোমাৰ চিঠিখন আজি আহিলি। তোমাৰ মাৰা অৰা, তুমি কুশলে আছা বুলি জানিবলৈ পাই ভাল লাগিল। পিচে দেউতাৰ নৰিয়া আৰু অসুখ-বিসুখ নিৰাময় হৈছে বুলি আশা কৰিছিলোঁ। গোটেই জীবনটো তেওঁ ইমান খাটিলে! এতিয়াও তেওঁ শান্তি বা আহৰি পোৱা নাই।

তেনেহলে তুমি লাইব্ৰেৰীৰ বহুতো কিতাপ পঢ়িলা, মোক আৰু কিছুমানৰ দিহা দিবলৈ কৈছা। কিন্তু তুমি কি পঢ়িলা, সেইটো হলে মোক কোৱা নাই। কিতাপ পঢ়াটো ভাল অভ্যাস; পিচে বৰ বেচি কিতাপ ততাতৈয়াকৈ যিসকলে পঢ়ে, তেওঁলোকৰ ওপৰত মোৰ সন্দেহহে হয়। তেওঁলোকে যথাযথভাবে সেই-বোৰ পঢ়া নাই; ওপৰে ওপৰেদি চকু ফুৰাই মাথোন গৈছে আৰু পিচদিনাই পাহৰি পেলাইছে যেন মোৰ অনুমান হয়। কিতাপ এখন যদি পাঠোপযোগী হয়, তেন্তে তাক কিছু যত্ন কৰি তন্ন তন্নকৈ পঢ়া উচিত। পিচে লঠেই নপঢ়িব লগা কিতাপো বহুত আছে। ভাল কিতাপ বাছি-বিচাৰি উলিওৱাটো উজু কাম নহয়। তুমি হয়তো মোক কব পৰা যে লাইব্ৰেৰীৰপৰা যদি কিতাপ বাছি উলিওৱা হয়, তেন্তে সি ভাল কিতাপ হবই লাগিব। নহলে সেইবোৰনো আমি পোৱাকৈ থাকিব লাগিছে কিয়? বেচ কথা, বেচ কথা; পঢ়ি যোৱা. নৈনী কাৰাগাৰৰ পৰা মই যি ধৰণৰ দিহা দিব পাৰো, তোমাক দি থাকিম। সময়ে সময়ে মই ভাবোঁ, তুমি দেহে মনে কিমান খৰকৈ পুৰঠ হৈ আহিছা! মই তোমাৰ লগত থাকিবলৈ পোৱা হলে কিমান ভাল পালোহেঁতেন। মই তোমালৈ লেখা এই চিঠিবোৰ পোৱা মাত্ৰেই তুমি জানোছা অধিকতৰ বুজন হৈ পৰা। অবশ্যে তেতিয়া-মানলৈ চন্দ্ৰ* যথেষ্ট ডাঙৰ হ'ব। যি ধৰণেই হওক লাগিলে, সেইবোৰ পঢ়ি উপভোগ্য কৰোঁতা কোনোবা এজন ওলাব বুলি মই ধৰি লৈছোঁ।

আমি এতিয়া ঘূৰি যাওঁহক পুৰণি গ্ৰীচ আৰু পাৰস্যলৈ আৰু দুয়ো দেশৰ মাজত হোৱা যুদ্ধবোৰৰ বিষয়ে চিন্তা কৰোহঁক। পুৰণি গ্ৰীক পৌৰৰাজ্যবোৰৰ বিষয়ে আৰু ডৰিয়াছ বোলা নৃপতি এজনৰ অধীনত গঢ় লোৱা বিশাল পাৰস্য সাম্ৰাজ্য সম্পৰ্কে আমাৰ চিঠিবোৰৰ এখনত আমি আলোচনা কৰিছিলোৱেঁই। ডৰিয়াছৰ এই সাম্ৰাজ্যখন কেৱল আয়তনতেই নহয়, সংগঠনতো বিৰাট আছিল। এচিয়া মাইনৰৰ-পৰা সিন্ধুলৈকে এই সাম্ৰাজ্য বিস্তৃত হৈছিল আৰু মিছৰো আছিল ইয়াৰ এটা অংশ। এচিয়া মাইনৰৰ গ্ৰীক পৌৰৰাজ্য কিছুমানো হৈছিল ইয়াৰ অন্তৰ্ভুক্ত। এই বিশাল সাম্ৰাজ্য জুৰি সুন্দৰ ৰাস্তা আছিল আৰু এইবোৰেদি নিয়মিতভাৱে চলিছিল সাম্ৰাজ্যিক ডাক। যি কাৰণতে হওক লাগিলে, ডৰিয়াছে গ্ৰীক

---

*ইন্দিৰাৰ পেহীয়েকৰ জীয়েক—চন্দ্ৰলেখা পণ্ডিত।

পৌৰৰাজ্য কেইখন দখল কৰিবলৈ মনস্থ কৰিলে আৰু এই ৰণোদ্যোগৰ কালছোৱাৰ ভিতৰত বুৰঞ্জীত বৰ প্ৰসিদ্ধ যুদ্ধ কিছুমান সংঘটিত হ'ল।

এই যুদ্ধবোৰৰ যি বৃত্তান্ত আমি পাইছো, তাক লেখিছিল হিৰডটাছ নামে গ্ৰীক ঐতিহাসিক এজনে। তেওঁ লিপিবন্ধ কৰি থৈ যোৱা ঘটনাবলী ঘটাৰ ঠিক পিচতেই হৈছিল তেওঁৰ আবিৰ্ভাৱ। তেওঁ অৱশ্যে গ্ৰীকসকলৰ পক্ষপাতী আছিল; তথাপি তেওঁৰ বৃত্তান্ত বেচ উপভোগ্য আৰু এই চিঠিবোৰৰ প্ৰসংগত মই তেওঁৰ বুৰঞ্জীৰপৰা কেইটামান উদ্ধৃতি তোমাৰ ওচৰত দাঙি ধৰিম।

গ্ৰীচৰ ওপৰত পাছীয়সকলৰ প্ৰথম আক্ৰমণটো ব্যৰ্থ হয়, কিয়নো পাৰস্যৰ সৈন্যবাহিনীয়ে যুদ্ধযাত্ৰা কৰোঁতে বেমাৰ-আজাৰ আৰু খাদ্যাভাৱ হেতু অত্যন্ত কষ্ট ভোগ কৰিছিল। আনকি ই গৈ গ্ৰীচেই নেপালে; উলটিহে আহিব লগাত পৰিল। ইয়াৰ পিছত খৃঃ পূঃ ৪৯০ চনত সূচনা হ'ল দ্বিতীয়টো আক্ৰমণৰ। পাৰস্যৰ সৈন্য-বাহিনীয়ে এইবাৰ স্থলপথ এৰি সাগৰেদি গ'ল আৰু এথেন্সৰ ওচৰৰ মাৰাথন নামে এখন ঠাইত অৱতৰণ কৰিলেগৈ। এথেনীয়সকল ঘোৰ আতঙ্কগ্ৰস্ত হ'ল; কিয়নো পাৰস্যৰ সাম্ৰাজ্যৰ আছিল অসীম খ্যাতি। ভয়ত পেপুৱা লাগি এথেনীয়সকলে তেওঁলোকৰ পুৰণা শত্ৰু স্পাৰ্টানসকলৰ লগত মিতিৰালি কৰাৰ চেষ্টা কৰিলে আৰু তেওঁলোকৰ ওচৰত উভয়ৰে সাধাৰণ শত্ৰুৰ বিপক্ষে সাহায্য ভিক্ষা কৰিলে। কিন্তু স্পাৰ্টানসকল আহি পোৱাৰ পূৰ্বেই এথেনীয়সকল পাৰস্যৰ বাহিনী পৰাস্ত কৰাত কৃতকাৰ্য্য হ'ল। এয়ে হ'ল খৃঃ পূঃ ৪৯০ চনত ঘটা মাৰাথনৰ প্ৰসিদ্ধ যুদ্ধ।

সৰু গ্ৰীক পৌৰৰাজ্য এখনে বিৰাট সাম্ৰাজ্যৰ ফৌজ এটাক ঘটুৱাই পেলাৰ পৰাটো কৌতুকপূৰ্ণ যেন দেখা যায়। কিন্তু যিমান অদ্ভুত যেন দেখা যায়, ই সিমান অদ্ভুত কাণ্ড নহয়। গ্ৰীকসকলে যুদ্ধ কৰিছিল নিজৰ ঘৰৰ ওচৰত থাকি আৰু নিজৰ ঘৰ ৰক্ষাৰ হকে; কিন্তু পাৰস্য দেশীয় ফৌজ আছিল স্বদেশৰ-পৰা ভালে-খিনি দূৰৈত। তদুপৰি সি আছিল গোটেই সাম্ৰাজ্যৰ সমূহ অংশৰ-পৰা গোটোৱা সৈনিকসকলৰ এটা সানমিহলি ফৌজ। তেওঁলোকে যুদ্ধ কৰিছিল, কাৰণ তাৰ বাবে তেওঁলোকক মজুৰি দিয়া হৈছিল। গ্ৰীচ দেশখন জয় কৰাৰ প্ৰতিও তেওঁলোকৰ বিশেষ ধাউতি নাছিল। আনহাতে এথেনীয়সকল নিজৰ স্বাধীনতাৰ অৰ্থে যুজি-ছিল। নিজৰ স্বাধীনতা হেৰুৱাতকৈ মৰণকে তেওঁলোকে শ্ৰেয়ঃ জ্ঞান কৰিছিল। যি কোনো হক ৰক্ষাৰ বাবে মৰিবলৈ যি সাজু, তাৰ পৰাজয় অতি বিৰল।

সেইদেখি মাৰাথনত ডাৰিয়াছৰ পৰাজয় ঘটিল। পাচত পাৰস্যতে তেওঁ লোকান্তৰিত হ'ল। জেৰাক্সেছ তেওঁৰ উত্তৰাধিকাৰী হ'ল। জেৰাক্সেছেও গ্ৰীচ জয় কৰাৰ অভিলাষ কৰিছিল আৰু সেই উদ্দেশ্যে তেওঁ অভিযান কৰাৰো উদ্যোগ কৰিলে। এই প্ৰসংগতে হিৰডটাছে বৰ্ণাই যোৱা মনোমোহা আখ্যানটো মই তোমাৰ আগত ব্যক্ত কৰিব খোজো। জেৰাক্সেছৰ খুড়াক হ'ল আৰ্টাবেনাছ। তেওঁ ভাবিছিল যে পাৰস্যৰ ফৌজ গ্ৰীচলৈ যোৱাটো বিপদজনক। সেইদেখি গ্ৰীচৰ বিৰুদ্ধে যুদ্ধ নকৰিবলৈ তেওঁ ভতিজাকক সন্মত কৰাৰ খুজিছিল। হিৰডটাছে আমাক কৈছে যে জেৰাক্সেছে তেওঁক তলত দিয়া ধৰণে সমিধান দিলেঃ

"আপুনি যি কৈছে, তাত যুক্তি আছে। কিন্তু আপুনি সকলোতে বিপদ

দেখা বা আশঙ্কা কৰা কিম্বা প্ৰতিটো কথা জুখি ফুৰা অনুচিত। যদি যিহকে ঘটে, ত'তে আপুনি প্ৰতিটো কথা একেধৰণেই গমি-পিটি চায়, তেনেহলে কেতিয়াও একোকে কৰি উঠিবগৈ নোৱাৰিব। সদায় অমঙ্গলীয়া ভৱিষ্যদ্বাণীৰে পৰিপূৰ্ণ হৈ একো ক্লেশ নুভুঞ্জাকৈ থকাতকৈ সদায় আশাবাদী হৈ বেয়াৰো অৰ্দ্ধাংশ ভোগ কৰাটোৱেই শ্ৰেয়ঃ। যদি অনুসৰণ কৰিব লগা শুদ্ধ পথটো আমাক নেদেখুৱাকৈ প্ৰস্তাৱিত প্ৰতিটো কাৰ্য্যপন্থাৰে আপুনি বিৰোধিতা কৰে, তেন্তে যিসকলৰ আপুনি বিৰোধিতা কৰিছে, ঠিক সেইসকলৰ সমানেই আপুনিও নিগ্ৰহ ভুঞ্জিব লাগিব। তুলাচনী বেচ সমান কৰিয়েই ধৰা আছে; কোনফালে হালিব, সেইটো মানুহৰ দৰে জীৱ এটিয়ে নিশ্চয়কৈ কেনেকৈ জানিব? জানিব নোৱাৰেই। কিন্তু যিসকলে কাম কৰিব খোজে, সফলতায়ো সাধাৰণতে তেওঁলোকৰহে লগ লয়। যিসকল ভীৰু আৰু যিসকলে প্ৰতিটো কথাকে গমি-পিটিকৈ থাকে, সফলতাই সেইসকলৰ লগ নলয়। পাৰস্যই লাভ কৰা মহান শক্তি আপুনি দেখিছেই। সিংহাসনৰ দখলভোগ পোৱা মোৰ পূৰ্ব্বপুৰুষসকলে যদি আপোনাৰ মতামতকে ললেহেঁতেন নাইবা আপোনাৰ মতামত নলৈও আপোনাৰ নিচিনা উপদেষ্টা কিছুমান পালেহেঁতেন, তেনেহলে আমাৰ ৰাজ্যখন ইমান ডাঙৰ হোৱা আপুনি দেখিবলৈ নেপালেহেঁতেন। আমি আজি যি হৈছো, তাকে তেওঁলোকে কৰি দি থৈ গৈছে বিপদ আকোৱালি ধৰিহে। ডাঙৰ কাম ডাঙৰ বিপদৰ যোগেদিহে সম্পাদন কৰিব পৰা যায়।'

মই এই দীঘলীয়া উদ্ধৃতিটো তুলি দিছোঁ এই কাৰণেই যে পাৰস্যৰ ৰজাজনক আমি বুজাত অন্য যি কোনো বৃত্তান্ততকৈ এই কথা কেইষাৰে বেচি সহায় কৰিব: হওঁতে প্ৰকৃতপক্ষে আৰ্টাবেনাছৰ উপদেশ সঁচা প্ৰমাণিত হ'ল আৰু পাৰস্যৰ ফৌজ গ্ৰীচত পৰাস্ত হ'লগৈ। জেৰাক্সেছে পৰাভৱ মানিলে; কিন্তু তেওঁৰ কথা কেইষাৰ সঠিক বুলি এতিয়াও বাজি আছে আৰু আমাৰ সকলোৰে পক্ষে এই কথা কেইষাৰে এটা শিক্ষা বহন কৰিছে। আজি যেতিয়া আমি ডাঙৰ কাম সম্পাদন কৰিবলৈ যত্নপৰ হৈছো, তেতিয়া আমি মনত ৰাখিব লাগিব যে আমি লক্ষ্যত উপনীত হবলৈ পোৱাৰ আগতে ডাঙৰ ডাঙৰ বিপদৰ মাজেদি আগুৱাব লাগিব।

ৰজাৰো ৰজা জেৰাক্সেছে তেওঁৰ বিশাল ফৌজটো এচিয়া মাইনৰেদি লৈ গ'ল আৰু দাৰ্দ্দেনেলিছ বা হেলেস্পণ্টেদি (যি নামেৰে ই সেই কালত বিদিত আছিল) পাৰ হৈ ইউৰোপ পালে। কথিত আছে যে যাওঁতে তেওঁ ট্ৰয় নগৰৰ ধ্বংসাৱশেষতো এভুমুকি মাৰি গ'ল। ইয়াতেই পৌৰাণিক গ্ৰীক বীৰসকলে হেলেনৰ বাবে যুদ্ধ কৰিছিল। সৈন্যবাহিনী পাৰ হ'বৰ বাবে হেলেস্পণ্টত ডাঙৰ দলং এখন দিয়া হ'ল। পাৰস্য বাহিনী পাৰ হওঁতে জেৰাক্সেছে ওচৰৰ পাহাৰ এটাৰ টিঙত মাৰ্ব্বলৰ সিংহাসন এখনত বহি চাই আছিল।

হিৰডটাছে কৈছে, "গোটেই হেলেস্পণ্ট নাৱেৰে ভৰপূৰ হোৱা আৰু এবাইডছৰ উপকূল আৰু সমতল মানুহেৰে পৰিপূৰ্ণ হোৱা চাই জেৰাক্সেছে নিজক সুখী লোক বুলি জাহিৰ কৰিলে আৰু তাৰ পিচতে তেওঁ কান্দিবলৈ ধৰিলে। যি আৰ্টাবেনাছে পোন প্ৰথমে জেৰাক্সেছক হেলাছৰ বিৰুদ্ধে যুদ্ধযাত্ৰা নকৰিবলৈ উপদেশ দি সাহসিকতাপূৰ্ণভাৱে তেওঁৰ মত ব্যক্ত কৰিছিল, ৰজাৰ খুড়াক সেইজন


গ্ৰীক্ আৰু পাৰস্যীয়সকল
ডানিয়ুব
মেৰাথন
চার্ডিচ
লিডিয়া
এথেন্স
টাইগ্ৰিচ
ইউফ্ৰেটিচ
মিডিয়া
পার্থিয়া
চুচা
ফিনিচিয়া
মিচৰ
পাৰস্য
সিন্ধু নং
ভাৰতবৰ্ষ
আৰব
দাৰিয়ুচৰ সাম্ৰাজ্যৰ
সীমা নিৰ্দ্দেশ কৰিছে

আৰ্টাবেনাছেই জেৰাক্সেছক কন্দা দেখি সুধিলে, "হে ৰজা! খন্তেক আগতে তুমি যি কৰিছিলা, তাৰ লগত এতিয়া তুমি যি কৰিছা তাৰ ইমান প্ৰভেদ কিয়? নিজকে সুখী মানুহ বুলি ব্যক্ত কৰি লৈ তুমি এতিয়া চকুলো টুকিছা।" তেওঁ (ৰজাই) সমিধান দিলে, "হয়, মই ভবা-গুণা কৰি চাই, মানুহৰ গোটেই জীৱন কিমান যে চুটি আৰু এশ বছৰ পাৰ হৈ যোৱাৰ পিচত এই অগণন লোকসমূদৰ এজনো যে বাচি নেথাকিব, সেইটো লক্ষ্য কৰি, ছোতাৰেই চিন্তাত মোৰ মনলৈ পুতৌৰ ভাব আহিছে।"

সেইদৰে বিশাল ফৌজটো স্থলপথেদি আগুবাই গ'ল আৰু জলপথেদিও অগণন ৰণতৰীয়ে ইয়াৰ লগ ললে। কিন্তু সাগৰে গ্ৰীকসকলৰ পক্ষহে ললে আৰু প্ৰচণ্ড ধুমুহা এটাৰ যোগেদি সৰহ ভাগ জাহাজ বিধ্বস্ত কৰি পেলালে। এই বিশাল বাহিনীৰ আগমনত হেলেনিজবা গ্ৰীক-সকল সন্ত্ৰস্ত হৈ উঠিল আৰু তেওঁলোকৰ সকলো খৰিয়াল পাহৰি আক্ৰমণকাৰীৰ বিৰুদ্ধে একগোট হ'ল। পাৰছীয়সকলৰ সন্মুখত পৰি তেওঁলোক পিচ হুহকি গ'ল আৰু থাৰ্মপলি বোলা এডোখৰ ঠাইত পাৰস্য দেশীয় সকলক ভেটা দিয়াৰ চেষ্টা কৰিলে। ই আছিল এটা অতিশয় ঠেক গলি; এফালেদি হ'ল পৰ্ব্বত আৰু আনফালেদি থাকিল সাগৰ। সেইবাবে অক্ষৌহিণী এটাৰ বিপক্ষে হ'লেও এমুঠি মানুহেই ইয়াক প্ৰতিৰক্ষা কৰিব পাৰে। সম্পূৰ্ণ পণ কৰি গিৰিসংকট ৰক্ষা কৰিবৰ অৰ্থে ইয়াতে তিনি শ স্পাৰ্টান সহ লিয়নিদাছক ৰখা হ'ল। মাৰাথনৰ ঠিক দহ বছৰৰ পিচতে সেই অদৃষ্টৰ দিনটোত এই নিৰ্ভীক লোক কেইজনে অতি সুন্দৰকৈ দেশ-মাতৃকাৰ সেৱা কৰিলে। তেওঁলোকে পাৰছীয়সকলৰ বিৰাট বাহিনী ভেটা দি ৰাখিলে আৰু আনহাতেদি গ্ৰীক ফৌজে পশ্চাদপসৰণ কৰিলে। এই ঠেক বাটটোত ইজনৰ পিচত সিজনকৈ মানুহ ধৰাশায়ী হ'ল আৰু ইজনৰ পিচত সিজনকৈ মানুহ আহি তেওঁলোকৰ ঠাই পূৰালে আৰু অৱশেষত পাৰ্ছীয়বাহিনী আগুৱাব নোৱাৰা হ'লগৈ। পাৰছীয়সকলে আগুৱাই যাবলৈ পোৱাৰ পূৰ্ব্বেই লিয়নিদাছ আৰু তেওঁৰ তিনি শ সতীৰ্থই মৃত্যুক আঁকোৱালি ধৰি থাৰ্মাপলিত ঢলি পৰিল। ২৪১০ বছৰৰ পূৰ্ব্বে খৃষ্ট পূৰ্ব্ব ৪৮০ চনত এই ঘটনাটো ঘটিছিল। আজিও থাৰ্মপলিলৈ যোৱা মানুহে লোতকেৰে উপচি পৰা চকু দি লিয়নিদাছ আৰু তেওঁৰ সহকৰ্ম্মীসকলৰ বিষয়ে শিলত খোদাই কৰা এই বাণীটো দেখিবলৈ পায়ঃ

"যোৱা স্পাৰ্টাক কোৱাগৈ -এইফালেদি<br>
যোৱা লোক মাত্ৰেই--<br>
যোৱা স্পাৰ্টাক কোৱাগৈ--এইফালেদি<br>
আমি আছোঁ পৰি ।"

মৃত্যু জিনিব পৰা সাহ কি যে বিস্ময়কৰ! লিয়নিদাছ আৰু থাৰ্মপলি যাউতিযুগীয়া হৈ ৰ'ল। আনকি দূৰ দেশ ভাৰততো তেওঁলোকৰ বিষয়ে চিন্তা কৰিলে আমাৰ এটা পুলক জাগি উঠে। তেনেহলে যি আমাৰ দীঘলীয়া বুৰঞ্জী জুৰি, আদিৰে পৰা মৃত্যুক উপহাস বা ইতিকিং কৰি আহিলে, যি অসন্মান বা দাসতকৈ মৃত্যুকে শ্ৰেয়ঃ গণ্য কৰিলে আৰু অত্যাচাৰৰ ওচৰত নতশিৰ হোৱাতকৈ

নিজেই চূৰ্ণীকৃত হোৱাটো বাঞ্ছা কৰিলে, আমাৰ নিজৰে সেইসকল লোকৰ বিষয়ে— আমাৰ আপোন সেই পূৰ্ব্বগামীসকলৰ বিষয়ে—হিন্দুস্থানৰ সেই মুনিহ-তিৰোতাসকলৰ বিষয়ে আমি কি কম বা কি অনুভৱ কৰিম? চিতোৰ আৰু তাৰ অপূৰ্ব্ব গাথা, ৰাজপুত পুৰুষ আৰু মহিলাৰ আশ্চৰ্য্যজনক শৌৰ্য্যৰ বিষয়ে ভাবি চোৱাঁচোন। আমাৰ বৰ্ত্তমান দিনৰ কথা, ভাৰতৰ স্বাধীনতাৰ হকে মৃত্যুলৈও কেৰেপ নকৰা, আমাৰ নিচিনাকৈয়ে তেজোদ্দীপ্ত হৈ পৰা আমাৰ লগৰীয়াসকলৰ কথাও চিন্তা কৰাচোন।

থাৰ্ম্মপলিয়ে কিছু সময়ৰ বাবে পাছীয় বাহিনীৰ গতি ৰোধ কৰিলে; কিন্তু বৰ বেচি দিনৰ বাবে নোৱাৰিলে। তেওঁলোকৰ সন্মুখত পৰি গ্ৰীকসকল হুঁহকি গ'ল; আনকি কেইখনমান গ্ৰীক চহৰে তেওঁলোকৰ ওচৰত আত্মসমৰ্পণো কৰিলে। আত্মাভিমানী এথেনীয়সকলে হ'লে তেওঁলোকৰ মৰমৰ চহৰখন সমৰ্পণ কৰাতকৈ বিনাশ কৰি পেলোৱাকে শ্ৰেয়ঃ গণ্য কৰিলে। সমুদায় বাসিন্দা গুচি গ'ল; বেচি ভাগেই গ'ল জাহাজেৰে। পাছীয়সকল পৰিত্যক্ত নগৰখনত সোমাল আৰু জুই লগাই দিলে। এথেনীয় নৌবাহিনী অৱশ্যে তেতিয়ালৈকে পৰাজিত হোৱা নাছিল। ছালামিছৰ ওপৰত প্ৰচণ্ড নৌ-যুদ্ধ এখন লাগিল। পাছীয় জাহাজবোৰ বিনষ্ট হ'ল আৰু এই দুৰ্য্যোগত সমূলণ্ঠে নিৰাশ হৈ জেৰাক্সেছ পাৰস্যলৈ উলটিল।

আৰু কিছুদিনলৈ পাৰস্য বিশাল সাম্ৰাজ্য হৈ থাকিল। কিন্তু মাৰাথন আৰু ছালামিছে ইয়াৰ অৱনতিৰ গতি সূচনা কৰিলে। কেনেকৈ ইয়াৰ পতন ঘটিল, সেইটো আমি পিচত লক্ষ্য কৰিম। এই বিশাল সাম্ৰাজ্য সোলোক-ঢোলোক হোৱা দেখিবলৈ পোৱাটো যিসকল লোক সেইকালত আছিল, সেইসকলৰ পক্ষে নিশ্চয় বিস্ময়কৰ হৈ পৰিছিল। হিৰডটাছে এই বিষয়ে চিন্তা কৰিছিল আৰু তাৰ-পৰা সাৰমৰ্ম্ম এটাও উলিয়াই লৈছিল। তেওঁ কয় যে জাতি এটাৰ বুৰঞ্জীত তিনটা স্তৰ পোৱা যায়ঃ সাফল্য; তাৰ পিচত সাফল্যৰ পৰিণতি স্বৰূপে মদগৰ্ব্বিতা আৰু অবিচাৰ; আৰু তাৰ পিচত ইয়াৰেই পৰিণতি স্বৰূপে অধঃপতন।

## ১৬

## গৌৰৱমণ্ডিত হেলাছ

২৩ জানুৱাৰী, ১৯৩১

পাছীয়সকলৰ বিৰুদ্ধে হেলেনিজ বা গ্ৰীকসকলৰ জয়লাভৰ ফল হ'ল দুটা। পাৰস্য সাম্ৰাজ্য ক্ৰমাত ম্ৰিয়মান আৰু দুৰ্ব্বলতৰ হ'বলৈ ধৰিলে আৰু গ্ৰীকসকলে তেওঁ-লোকৰ বুৰঞ্জীৰ গৌৰৱোজ্জ্বল অধ্যায়ত প্ৰৱেশ কৰিলে। জাতি এটাৰ জীৱনলৈ চাই এই উজ্জ্বলতা অৱশ্যে অল্পস্থায়ী হৈছিল। ই বৰ্ত্তি থাকিল দুশ বছৰতকৈও কমহে। এই মহত্ত্ব পাৰস্য বা তাৰ পূৰ্ব্ববৰ্ত্তী অন্যান্য সাম্ৰাজ্যবোৰৰ দৰে সুবিস্তৃত সাম্ৰাজ্যৰ মহত্ত্ব নহয়। পিচলৈ অৱশ্যে মহান আলেকজেণ্ডাৰ আবিৰ্ভূত হয় আৰু অলপ

সমন্বৰ বাবে দিগ্বিজয় কৰি বিশ্বক চমকিত কৰে। পিচে এতিয়া আমি তেওঁৰ বিষয়ে আলোচনা কৰিব খোজা নাই। পাৰ্চীয় যুদ্ধ আৰু আলেকজেণ্ডাৰৰ অভ্যুত্থানৰ অন্তৰ্বৰ্তী সময়ছোৰৰ—থাৰ্মপলি আৰু চালামিচৰপৰা ধৰি ১৫০ বছৰ জোৰা এই কালছোৰাৰ বিষয়েহে আমি আলোচনা কৰিব খুজিছোঁ। পাৰ্চীয় বিভীষিকাই গ্ৰীক সকলক ঐক্যবদ্ধ কৰিলে। সেই বিভীষিকা যেতিয়া দূৰীভূত হ'ল, তিতিয়া তেওঁলোকহ এৰাএৰি আৰু অচিৰে পৰস্পৰৰ মাজত দন্দ-খৰিয়াল আৰম্ভ কৰিলে। বিশেষকৈ এথেন্স আৰু স্পাৰ্টাৰ পৌৰৰাজ্য দুখন আছিল পৰস্পৰৰ উগ্ৰ প্ৰতিদ্বন্দ্বী। পিচে তেওঁলোকৰ কাজিয়াপেচাল লৈ আমি নিজকে বিব্ৰত নকৰোহ'ক। সেইবোৰৰ কোনো গুৰুত্বও নাই। সেইকালত অন্যান্য ক্ষেত্ৰত গ্ৰীচৰ মহত্ত্ব সুপ্ৰতিষ্ঠ হোৱা বাবেহে সেইবোৰলৈ আমাৰ মনত পৰে।

গ্ৰীচৰ সেইবোৰ দিনৰ আমি পাইছোঁ মাত্ৰ কেইখনমান পুথি, কেইটামান মূৰ্ত্তি আৰু কেইটামান ধ্বংসাৱশেষ। তথাপি হেলাছৰ মানুহৰ বহুমুখী মহত্ত্ব সম্বন্ধে আমাক আশ্চৰ্য্যান্বিত কৰিবৰ অৰ্থে আৰু তেওঁলোকৰ প্ৰশংসাত আমাক পঞ্চমুখ কৰিবৰ বাবে এই কেইটিয়েই হ'ল যথেষ্ট। তেওঁলোকৰ সেই মনোমোহা ভাস্কৰ্য্য আৰু সেইবিলাক ঘৰ নিৰ্ম্মাণ কৰিব পৰাকৈ তেওঁলোকৰ মন আছিল কিমান সমৃদ্ধ আৰু হাত আছিল কিমান নিপুণ! ফিডিয়াচ আছিল সেইবোৰ দিনৰে এজন প্ৰখ্যাত ভাস্কৰ; কিন্তু খ্যাতিসম্পন্ন অন্যান্য ব্যক্তি আছিল আৰু বহুত। তেওঁলোকৰ নাটকবোৰ—বিয়োগান্তক আৰু মিলনান্তক—এতিয়াও সেই শ্ৰেণীৰ ভিতৰত সৰ্ব্ব-শ্ৰেষ্ঠ। চফক্লিছ, এস্কাইলাচ, য়ুৰিপাইডেচ, এৰিষ্টফেনাচ, পিণ্ডাৰ, মিনান্দাৰ, ছেফো আৰু আন-সকল এতিয়া তোমাৰ পক্ষে মাথোন নামহে হ'ব পাৰে। মই আশা কৰো, যেতিয়া তুমি ডাঙৰ-দীঘল হৈ উঠিবা, তেতিয়া তেওঁলোকৰ গ্ৰন্থাৱলী পঢ়িবা আৰু গ্ৰীচ যে কি গৌৰৱৰ অধিকাৰী হৈছিল, সেইটো কিছু উপলব্ধি কৰিবা।

যি কোনো দেশৰে বুৰঞ্জী আমি কেনেকৈ পঢ়া উচিত, সেই সম্বন্ধে গ্ৰীক বুৰঞ্জীৰ এই সময়ছোৱাই আমাক সতৰ্ক কৰি দিছে। আমি যদি কেৱল সৰুসুৰা যুদ্ধবোৰলৈ আৰু গ্ৰীক ৰাজ্যবোৰত বিৰাজিত অন্যান্য ধৰণৰ সমূহ নিকৃষ্টতালৈহে চকু দিওঁ, তেনেহলে আমিনো তেওঁলোকৰ বিষয়ে জানিব পাৰিম কি? আমি যদি তেওঁ-লোকক বুজিব খোজো, তেন্তে আমি তেওঁলোকৰ চিন্তাধাৰাত অনুপ্ৰৱেশ কৰিব লাগিব আৰু তেওঁলোকে কি অনুভৱ কৰিছিল বা কি কৰিলে, সেইটো হৃদয়ঙ্গম কৰিবলৈ যত্নপৰ হ'ব লাগিব। প্ৰকৃতপক্ষে লাগতিয়াল হ'ল আভ্যন্তৰীণ বুৰঞ্জীহে আৰু এই আভ্যন্তৰীণ বুৰঞ্জীয়েই আধুনিক ইউৰোপক বহু ফালৰপৰা প্ৰাচীন সংস্কৃতিৰ সন্তান কৰি পেলাইছে।

জাতি একোটাৰ জীৱনত এনে হেন উজ্জ্বল একোছোৱা কাল কেনেকৈ আহে বা যায়, সি হ'ল বিস্ময়কৰ আৰু মনোমুগ্ধকৰ কথা। কিছু সময়ৰ বাবে এনে একোছোৱা কালে সকলো জ্যোতিৰ্ম্ময় কৰি তোলে আৰু সেই দেশৰ উক্ত সময়ছোৱাৰ পুৰুষ-মহিলাক সৌন্দৰ্য্যৰ বস্তু সৃষ্টি কৰিবলৈ সমৰ্থ কৰি তোলে। মানুহ অনুপ্ৰেৰণাযুক্ত হৈ পৰা যেন দেখা যায়। আমাৰ দেশতো এনে একোছোৱা সময়

আহি গৈ আছে। আমি জনা মতে এনে যুগবোৰৰ ভিতৰত আটাইতকৈ আগতীয়া হ'ল যি ছোৱা সময়ত বেদ, উপনিষদ আৰু অন্যান্য গ্ৰন্থাৱলীয়ে জন্ম পালে, সেই ছোৱা সময়। দুৰ্ভাগ্যবশতঃ সেই সুপ্ৰাচীন দিনবোৰৰ কোনো নথি-পত্ৰ আমাৰ হাতত নাই। বহুতো মনোমোহা আৰু বৃহৎ গ্ৰন্থ কিজানি লুপ্ত হ'ল নাইবা আবিষ্কৃত হোৱাৰ প্ৰতীক্ষাত পৰি আছে। কিন্তু পুৰণি কালৰ সেই ভাৰতীয়-সকল নো মন বা চিন্তাৰ ক্ষেত্ৰত কেনে অনন্যসাধাৰণ আছিল, তাক সপ্ৰমাণ কৰাৰ সম্বল আমাৰ হাতত যথেষ্ট আছে। পৰৱৰ্ত্তী ভাৰত বুৰঞ্জীতো আমি এনে গৌৰৱোজ্জ্বল যুগ কিছুমান পাওঁ। যুগৰ আৱৰ্ত্তনৰ পম খেদোতে এইবোৰৰ ওপৰতো সম্ভৱতঃ আমি চকু ফুৰাব লগাত পৰিব পাৰো।

এই সময়ছোৱাৰ ভিতৰতে এথেন্স বিশেষভাৱে প্ৰসিদ্ধ হৈ উঠে। এথেন্সে নিজৰ নেতা হিচাপে এজন মহান ৰাষ্ট্ৰনায়কক পাইছিল। তেওঁৰ নাম আছিল পেৰিক্লছ্ আৰু ত্ৰিশ বছৰ ধৰি তেওঁ এথেন্সত ক্ষমতা ভোগ কৰিছিল। এই সময়-ছোৱাৰ ভিতৰতে এথেন্স মনোমোহা ঘৰ, ডাঙৰ ডাঙৰ শিল্পী আৰু মহান চিন্তা-নায়কেৰে সমৃদ্ধ উত্তম নগৰী এখনলৈ ৰূপান্তৰিত হয়। আনকি আজিও "পেৰিক্লছৰ এথেন্স" বুলি কোৱা শুনা যায় আৰু আমি "পেৰিক্লছৰ যুগ"ৰ কথা কওঁ।

এথেন্সত প্ৰায় এই সময়তে বসবাস কৰা আমাৰ সহযোগী ঐতিহাসিক হিৰডটাছে এথেন্সৰ এই ক্ৰমবিকাশৰ বিষয়ে চিন্তা কৰিছিল। তেওঁ 'সাৰমৰ্ম্ম' উলিয়াই আমোদ পাইছিল। সেইবাবে ইয়াৰো তেওঁ সাৰমৰ্ম্ম এটা উলিয়াই লৈছিল। তেওঁৰ ইতিহাসত তেওঁ কৈছে ঃ

"এথেন্সৰ শক্তি বৰ্দ্ধিত হ'ল; স্বাধিকাৰ যে ভাল বস্তু, তাৰ দৃষ্টান্ত পোৱা যায় এইখিনিতেই আৰু তাৰ প্ৰমাণ পোৱা যায় সৰ্ব্বত্ৰ। যেতিয়া এথিনীয়সকল স্বৈৰাচাৰীভাৱে শাসিত হৈছিল, তেতিয়া তেওঁলোক যুদ্ধত কোনোটো প্ৰতিবেশীতকৈ শ্ৰেষ্ঠ হ'ব পৰা নাছিল। কিন্তু যেতিয়া তেওঁলোকে স্বেচ্ছাচাৰী শাসকৰপৰা অব্যাহতি লভিলে, তেতিয়াই তেওঁলোকে সকলো প্ৰতিবেশীকে বহুগুণে চেৰাই গল। ইয়ে প্ৰমাণ কৰে যে পৰাধীন হৈ থাকোতে তেওঁলোকে উন্নতিৰ বাবে যথেষ্ট চেষ্টা কৰা নাছিল; কিয়নো তেওঁলোকে খাটিব লগা হৈছিল কৰ্ত্তা এজনৰ হকেহে। যেতিয়া তেওঁলোক মুকুলিমুৰীয়া হ'ল, তেতিয়া প্ৰত্যেক নিজস্ব শক্তি অনুসাৰে সাগ্ৰহে আপ্ৰাণ খাটিবলৈ ধৰিলে।

সেই সময়ৰ মহান লোক কেইজনমানৰ নাম মই উল্লেখ কৰিলোঁ। পিচে সেই সময়ৰ কিম্বা আন যি কোনো সময়ৰে মহতোপি মহান এজনৰ উল্লেখ মই কৰা নাই। তেওঁৰ নাম হ'ল চক্ৰেটিছ। তেওঁ হ'ল সদায় সত্যৰ অন্বেষণত থকা এজন দাৰ্শনিক। তেওঁৰ পক্ষে লভিব পৰা একমাত্ৰ বস্তুটো হ'ল প্ৰকৃত জ্ঞান। যাতে আলোচনাৰ যোগেদি সত্যৰ উদ্ভাৱন হ'ব পাৰে, সেই অৰ্থে তেওঁ মাজে-সময়ে বন্ধুবৰ্গ বা চিনাকি মানুহৰ লগত জটিল প্ৰশ্নবোৰৰ বিষয়ে আলোচনা কৰিছিল। তেওঁৰ বহুতো শিষ্য বা চেলা আছিল আৰু তেওঁলোকৰ ভিতৰত আটাইতকৈ ডাঙৰ হ'ল প্লেটো। প্লেটোৱে বহুতো কিতাপ লিখিলে। এই কিতাপবোৰ আমাৰ হাতত

পৰিছোঁহি। এই কিতাপবোৰৰ-পৰাই তেওঁৰ গুৰু চক্ৰেটিছক বিষয়ে আমি বহুতো জানিব পাৰোঁ। বস্তু উদঘাটন কৰিবৰ বাবে সদায় চেষ্টান্বিত থকা লোকক চৰকাৰ-বোৰে দেখাতে ভাল নেপায়; তেওঁলোকে সত্যৰ অন্বেষণ ভাল নেপায়। এথেনীয় চৰকাৰেও—চক্ৰেটিছৰ প্ৰণালী ভাল নেপালে—ই ঘটিল ঠিক পেৰিক্লছৰ সময়ৰ পিচতেই। তেওঁলোকে গোচৰ এটা তৰি চক্ৰেটিছৰ মৃত্যুদণ্ড বিহিলে। তেওঁ-লোকে চক্ৰেটিছক কলে যে তেওঁ যদি সৰ্ব্বসাধাৰণৰ লগত আলোচনা কৰাটো এৰি পেলোৱাৰ প্ৰতিশ্ৰুতি দিয়ে আৰু কাৰ্য্যপন্থা সলাই পেলায়, তেন্তে তেওঁলোকে তেওঁক এৰি দিব। কিন্তু তেওঁ তেনে কৰিবলৈ অসন্মত হ'ল আৰু যিটোক তেওঁ নিজৰ কৰ্ত্তব্য বোধ কৰিছিল, সেইটো এৰি পেলোৱাতকৈ এপিয়লা বিহ খোৱাকে শ্ৰেয়ঃ গণ্য কৰিলে আৰু এই বিহ পিয়লাই তেওঁৰ মৃত্যু ঘটালে। মৃত্যুৰ ঠিক আগ মুহূৰ্ত্তত তেওঁৰ গুচৰীয়া আৰু বিচাৰক এথেনীয়সকলক সম্বোধন কৰি তেওঁ কলে ঃ

"মই সত্যৰ অন্বেষণ পৰিহাৰ কৰিব লাগিব—এই চৰ্ত্তহে যদি আপোনালোকে মোক খালাচ দিয়াৰ প্ৰস্তাব কৰে, তেন্তে মই কম, হে এথেনীয়বৃন্দ! মই আপোনা-লোকক ধন্যবাদ জনাওঁ। পিচে আপোনালোকক মনাতকৈ যিজনে মোক এই কাৰ্য্যভাৰ দিলে বুলি মই বিশ্বাস কৰো, সেই ঈশ্বৰকহে মই মান্য কৰিম আৰু মোৰ উশাহ কিম্বা শক্তি থাকে মানে দৰ্শনত ৰত থকাৰ-পৰা মই কদাপি বিচলিত নহওঁ। মই যাকে পাওঁ, তাকে এই বুলি সম্বোধন কৰি কোৱাৰ অভ্যাস অব্যাহত ৰাখিম।" যি স্থলত জ্ঞান আৰু সত্যৰ প্ৰতি কিম্বা তোমাৰ আত্মাক উন্নততৰ কৰাৰ প্ৰতি তোমাৰ ভ্ৰূক্ষেপ নাই, তেনেস্থলত ধন-সম্পত্তি বা মান-সন্মানৰ ওপৰত তোমাৰ হিয়া উবুৰিয়াই দি তুমি লজ্জিত হোৱা নাইনে? মৃত্যু কি মই নেজানো; ই ভাল বস্তুৰেই হব পাৰে, মই তালৈ ভয় নকৰোঁ। কিন্তু নিজৰ বৃত্তি এৰি পেলোৱাটো যে বেয়া কথা, সেইটো মই বেচ জানো। যিটো বস্তু বেয়া বুলি মই জানো, সেইটোতকৈ যিটো বস্তু ভাল হব পাৰে, সেইটোহে মই পছন্দ কৰো।"

জীৱনত চক্ৰেটিছে ভাল ভাৱে সত্য আৰু জ্ঞানৰ সেৱা কৰিলে; মৃত্যুৰ যোগেদি তেওঁ ততোধিক ভালকৈ ইয়াৰ সেৱা কৰি থৈ গ'ল।

আজিকালি সময়ে সময়ে বহুতো সমস্যাৰ বিষয়ে—সমাজবাদ, পুঁজিবাদ আৰু অন্য বহুতো বিষয়ে—আলোচনা বা বিবাদ-বিতৰ্ক তুমি শুনিবলৈ বা পঢ়িবলৈ পাবা। পৃথিৱীত যথেষ্ট নিগ্ৰহ বা অবিচাৰ চলি আছে। এইবোৰৰ প্ৰতি বহুতো লোক সম্পূৰ্ণ নাৰাজ আৰু তেওঁলোকে এইবোৰ পৰিবৰ্ত্তিত কৰিবও খোজে। চৰকাৰৰ সমস্যা-ৱলীৰ বিষয়ে প্লেটোৱেও চিন্তা কৰিছিল আৰু সেই বিষয়ে লেখিছিলো। সকলো ফালে যাতে সমৃদ্ধ হব পাৰে, সেই অৰ্থে দেশ এখনৰ চৰকাৰ বা সমাজক কেনেকৈ গঢ় দিব লাগে, সেই বিষয়ে আনকি সেই কালতো মানুহে ভবা-গুণা কৰিছিল।

প্লেটো বুঢ়া হোৱাৰ লগে লগে আন এজন গ্ৰীক প্ৰথিতযশা হৈ উঠিল আৰু আগ শাৰীলৈ আহিল। তেওঁৰ নাম হল এৰিষ্টটল। তেওঁ মহান আলেকজাণ্ডাৰৰ ঘৰুৱা শিক্ষক আছিল আৰু আলেকজেণ্ডাৰে নিজ কাৰ্য্যৱলীৰ দ্বাৰাই তেওঁক যথেষ্ট সহায় কৰিছিল। চক্ৰেটিছ বা প্লেটোৰ দৰে দৰ্শনৰ সমস্যাৱলী লৈ এৰিষ্টটলে

নিজকে বিৰত কৰা নাছিল। প্ৰকৃতিৰ বস্তুবোৰ নিৰীক্ষণ কৰাত আৰু প্ৰকৃতিৰ পন্থা উপলব্ধি কৰাৰ তেওঁৰ আগ্ৰহ আছিল বেচি। ইয়াকে বোলা হয় প্ৰাকৃতিক দৰ্শন : আজিকালি বিজ্ঞান বুলিহে অধিকতৰ খ্যাত হৈছে। সেই হিচাপে এৰিষ্টটল আদি বৈজ্ঞানিকসকলৰ ভিতৰত অন্যতম।

আমি এতিয়া এৰিষ্টটলৰ শিষ্য মহান আলেকজেণ্ডাৰলৈ আহিব লাগিব আৰু তেওঁৰ জীৱনৰ ক্ষিপ্ৰ গতি অনুধাৱন কৰিব লাগিব। তাকে কৰিব লাগিব কাইলৈ। আজি মই যথেষ্ট লেখিলো।

আজি হ'ল বসন্ত পঞ্চমী; বসন্তৰ আগমন। অতি ক্ষুদ্ৰ শীতকাল পাৰ হৈ গল আৰু বায়ুমণ্ডলৰ তীক্ষ্ণতাও কমি আহিল। চৰাই চিৰিকতি আমি ক্ৰমে বেচিকৈ দেখিবলৈ ধৰিছোঁ আৰু সিহ'তে দিনটো গানেৰে ভৰপূৰ কৰি ৰাখে। ঠিক আজিৰ দিনটোতে পোন্ধৰ বছৰৰ পূৰ্ব্বে দিল্লী নগৰীত তোমাৰ মাৰাৰে মোৰে বিবাহ সম্পন্ন হৈছিল।

## ১৭

## প্ৰসিদ্ধ যোদ্ধা অথচ দাম্ভিক ডেকা এজন

২৪ জানুৱাৰী, ১৯৩১

মোৰ শেষৰখন চিঠিত—আনকি তাৰো আগতে—মই মহান আলেকজেণ্ডাৰৰ উল্লেখ কৰিছিলো। মই তেওঁক গ্ৰীক বুলি কোৱা যেন মনত পৰে। সেই বুলি কোৱাটো বৰ ঠিক নহয়; কাৰণ তেওঁ আছিল যথাৰ্থতে এজন মেচিডনীয়হে—অৰ্থাৎ তেওঁ আহিছিল গ্ৰীচৰ ঠিক উত্তৰৰ দেশ এখনৰপৰাহে। মেচিডনীয়সকল বহু বিষয়ত গ্ৰীকসকলৰ নিচিনাই। তুমি তেওঁলোকক গ্ৰীকসকলৰে জ্ঞাতি ভাই বুলিব পাৰা। আলেকজেণ্ডাৰৰ পিতাক ফিলিপ মেচিডনিয়াৰ ৰজা আছিল। তেওঁ আছিল এজন সামৰ্থ্যৱান ৰজা। তেওঁ তেওঁৰ ক্ষুদ্ৰ ৰাজ্যখন শক্তিশালী কৰি তুলিলে আৰু বৰ নিপুণ সৈন্য বাহিনী এটা গঠন কৰিলে। আলেকজেণ্ডাৰক "মহান" বোলা হয়; বুৰঞ্জীৰ পাতত তেওঁ বৰ সুপ্ৰসিদ্ধ। কিন্তু তেওঁ যিখিনি সাধিলে, তাৰ বহুলাংশ সম্ভৱপৰ হল তেওঁৰ পূৰ্ব্বে পিতাকে ফিলিপৰ সযত্ন প্ৰয়াসৰ ফলতহে। আলেকজেণ্ডাৰ প্ৰকৃতপক্ষে মহান লোক হয় নে নহয়, সেইটো সন্দেহৰ কথা। মোৰ মতে হলে তেওঁ নিশ্চয় বীৰ নহয় কিন্তু অলপ দিনিয়া জীৱনৰ ভিতৰতে দুখন মহাদেশৰ ওপৰত নিজৰ নাম অঙ্কিত কৰি থৈ যোৱাত তেওঁ কৃতকাৰ্য্য হল আৰু বুৰঞ্জীত তেওঁক বিশ্বযোদ্ধাসকলৰ ভিতৰত সৰ্ব্বপ্ৰথম পেগণ্য কৰা হয়। ভালেখিনি নিলগত মধ্য এচিয়াৰ নভঃস্থলীতো তেওঁক ছিকন্দৰ ৰূপে সোঁৱৰণ কৰা হয়। তেওঁ প্ৰকৃততে যি কি নহওক লাগে, তেওঁৰ নাম ৰোমাঞ্চকৰ কৰি তোলাত বুৰঞ্জী সফলকাম হৈছে। একুৰিমান নগৰ তেওঁৰ নামেৰে নামকৰণ কৰা


আলেকজেণ্ডাৰৰ সাম্ৰাজ্য
মেচিডোনিয়া
এচিয়া মাইনৰ
এথেন্স
আলেকজাণ্ড্ৰিয়া
মিচৰ
মেচোপটেমিয়া
বেবিলন
চুচা
পাৰস্য
পাৰ্চিপোলিচ
পাৰ্থিয়া
আৰ্কচ
সমৰকন্দ
গান্ধাৰ
খাইবাৰ
তক্ষশীলা
সিন্ধু নদ
ভাৰতবৰ্ষ

হয়। ইয়াৰে বহুতো এতিয়াও বিদ্যমান। সেইবিলাকৰ ভিতৰত আটাইতকৈ ডাঙৰ হ'ল আলেকজেণ্ড্ৰিয়া।

যেতিয়া ৰজা হ'ল, তেতিয়া আলেকজাণ্ডাৰ আছিল মাথোন কুৰি বছৰীয়া। মহত্ত্ব লভাৰ আকাঙ্ক্ষাত মতলীয়া হৈ তেওঁ পুৰণি শত্ৰু পাৰস্যৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰিবৰ বাবে ব্যগ্ৰ হৈ পৰিল—পিতাকে তেওঁৰ বাবে প্ৰস্তুত কৰি থৈ যোৱা সুসজ্জিত ফৌজটোৰ বলত। ফিলিপ বা আলেকজেণ্ডাৰ—এই দুজনৰ এজনকো গ্ৰীকসকলে ভাল পোৱা নাছিল; কিন্তু তেওঁলোকৰ শক্তিৰ ওচৰত গ্ৰীকসকলে কিছু পৰিমাণে সেও মানিব লগা হ'ল। সেইদেখি ইজনৰ পিচত সিজনকৈ তেওঁলোকৰ দুয়োজনকে গ্ৰীকসকলে পাৰস্য আক্ৰমণ কৰিবৰ লগা সমস্ত গ্ৰীক ঠাট-কটকৰ চূড়ান্ত কৰ্ত্তা স্বৰূপে মানি ললে। নতুনকৈ উত্থান হোৱা শক্তিৰ ওচৰত তেওঁলোক এইদৰেই নতশিৰ হ'ল। থিবছ নামৰ গ্ৰীক নগৰ এখনে আলেকজেণ্ডাৰৰ বিৰুদ্ধে বিদ্ৰোহ আচৰিছিল। তেওঁ ভয়ানক নিষ্ঠুৰ আৰু হিংসুক ভাৱে এই নগৰখন দলিত কৰিলে। তেওঁ এই প্ৰসিদ্ধ নগৰখন নাশ কৰিলে, ইয়াৰ ঘৰ-বাৰী ধ্বংস কৰিলে, নগৰবাসীৰ বহুতক প্ৰাণে মাৰিলে আৰু বহু হেজাৰক দাসৰূপে বিক্ৰী কৰি দিলে। এনে বৰ্ব্বৰ আচৰণৰ দ্বাৰা তেওঁ গোটেই গ্ৰীচ আতঙ্কিত কৰি তুলিলে। তেওঁৰ জীৱনৰ এইটো বা আন বৰ্ব্বৰতাৰ নমুনাই আমাৰ ওচৰত তেওঁক প্ৰশংসাৰ পাত্ৰ কৰি নোতোলে; বৰঞ্চ আমাৰ খং তোলে আৰু ঘৃণা জন্মায়।

সেই সময়ত পাৰস্যৰ ৰজাৰ অধীন হৈ থকা মিছৰ দেশখন আলেকজেণ্ডাৰে সহজে জয় কৰিলে। জেৰাক্সেছৰ অন্যতম উত্তৰাধিকাৰী পাৰস্যৰ তৃতীয় ডৰিয়াছ নামৰ ৰজাজনক তেওঁ ইতিপূৰ্ব্বেই পৰাস্ত কৰিছিল। পিচত তেওঁ পুনৰ পাৰস্যৰ ফালে যায় আৰু ডৰিয়াছক দ্বিতীয়বাৰ পৰাজিত কৰে। "ৰজাৰো ৰজা" ডৰিয়াছৰ বিৰাট প্ৰাসাদটো আলেকজেণ্ডাৰে ধ্বংস কৰি পেলায়। জেৰাক্সেছে এথেন্স ভস্মসাৎ কৰাৰ প্ৰতিহিংসাকল্পেই হেনো তেওঁ এনে কৰে।

ফিৰ্দৌছী নামে খ্যাত কৱি এজনে প্ৰায় এহেজাৰ বছৰৰ পূৰ্ব্বে পাৰ্ছীয় ভাষাত ৰচনা কৰা পুৰণি পুথি এখন আছে। এই পুথিখনৰ নাম হ'ল "ছাহনামা"; ই হ'ল পাৰস্যৰ ৰজাসকলৰ এখন বুৰঞ্জী। ডৰিয়াছ আৰু আলেকজেণ্ডাৰৰ মাজত লগা যুদ্ধবোৰ যথেষ্ট কল্পনাৰ ৰহণ সানি এই কিতাপ-খনিত বৰ্ণোৱা হৈছে। ইয়াত কোৱা হৈছে যে যুদ্ধত ঘাটি ডৰিয়াছে ভাৰতৰ ওচৰত সাহায্য প্ৰাৰ্থনা কৰে। "বতাহৰ সমান বেগী উট" এটা তেওঁ পঠাই দিলে 'ফুৰ' বা পুৰুৰ ওচৰলৈ আৰু এই পুৰু আছিল ভাৰতৰ উত্তৰ-পশ্চিম খণ্ডৰ এজন ৰজা। পিচে পুৰুৱে তেওঁক অলপো সহায় কৰিব নোৱাৰিলে। অচিৰে তেওঁ নিজেই আলেকজেণ্ডাৰৰ আক্ৰমণৰ সন্মুখীন হব লগাত পৰিল। ফিৰ্দৌছীৰ এই কিতাপখনত—(ছাহনামা'ত) পাৰস্যৰ ৰজা আৰু ডা-ডাঙৰীয়াসকলে ব্যৱহাৰ কৰা ভাৰতীয় তৰোৱাল আৰু ডেগাৰৰ অসংখ্য উল্লেখ পোৱাটো বৰ কৌতুকাবহ কথা। আলেকজেণ্ডাৰৰ দিনতো ভাৰতে সুন্দৰ তীখাৰ তৰোৱাল তৈয়াৰী কৰিছিল আৰু বৈদেশিক ৰাষ্ট্ৰত সেইবোৰ সমাদৃত হৈছিল। ই তাৰ প্ৰমাণ।

পাৰস্যৰ-পৰা আলেকজেণ্ডাৰ আগুৱাই আহিল। হিৰাট, কাবুল আৰু

ছমৰকন্দ্ বৰ্ত্তমান যি দেশত অৱস্থিত, সেই দেশৰ মাজেদি গৈ তেওঁ সিন্ধু নদৰ উজনিৰ উপত্যকা পালেহি। ইয়াতেই তেওঁ তেওঁৰ বিৰোধিতা কৰা প্ৰথম ভাৰতীয় শাসকজনক লগ পায়। গ্ৰীক ঐতিহাসিকসকলে গ্ৰীক নিয়মে তেওঁক 'পৰাছ' বুলিছে। তেওঁৰ প্ৰকৃত নাম নিশ্চয় ইয়াৰ অনুৰূপেই আছিল; পিচে সেই নাম আমি নেজানো। কথিত আছে যে পুৰুৱে সাহসিকতাপূৰ্ণভাবে যুদ্ধ দিলে আৰু তেওঁক পৰাভূত কৰাটো আলেকজাণ্ডাৰৰ পক্ষে বৰ সহজ নহল। পুৰু বৰ বীৰ্য্যবান আৰু বৰ ওখ আছিল বুলি কোৱা হৈছে আৰু তেওঁৰ সাহ বা বীৰত্বত আলেকজেণ্ডাৰ ইমানেই মুগ্ধ হ'ল যে তেওঁক ঘটুৱাই লৈও তেওঁৰ ৰাজ্যখনৰ ভাৰ আলেকজেণ্ডাৰে তেওঁকে গতাই দিলে। কিন্তু ৰজা পুৰুৰ পৰিৱৰ্ত্তে তেওঁ হল গ্ৰীকসকলৰ এজন ক্ষত্ৰপ বা ৰাজ্যপাল।

আলেকজেণ্ডাৰে ভাৰতত সোমাইছিল উত্তৰ-পশ্চিমৰ খাইবাৰ গিৰিসঙ্কটেদি —ৰাৱলপিণ্ডিৰ কিছু উত্তৰে অৱস্থিত তক্ষশিলা হৈ। তুমি এতিয়াও এই প্ৰাচীন নগৰখনৰ ধ্বংসাৱশেষ দেখিবলৈ পাবা। পুৰুক পৰাস্ত কৰি আলেকজাণ্ডাৰে দক্ষিণে গঙ্গাৰ ফাললৈ আগুৱাই যোৱাৰ কথা ভাবিছিল যেন দেখা যায়। পিচে তেওঁ তাকে নকৰিলে; বৰং সিন্ধু উপত্যকা হৈ ঘূৰিহে গল। হিন্দুস্থানৰ বক্ষঃস্থলৰ ফালে আলেকজেণ্ডাৰে যুদ্ধযাত্ৰা কৰা হলে কি ঘটিলহেঁতেন, সেইটো ভবা কৌতুকপূৰ্ণ হব। তেওঁ জিকিয়েই থাকিলহেঁতেন নে? নতুবা ভাৰতীয় সৈন্যবাহিনীয়ে তেওঁক পৰাভূত কৰিলেহেতেন নে? পুৰুৰ নিচিনা সীমান্তৰ শাসক এজনেই তেওঁক যথেষ্ট জুলুম কৰিলে। তেওঁৰ গতি ৰোধ কৰিবৰ বাবে মধ্য ভাৰতৰ বৃহত্তৰ ৰাজ্যবোৰ বেচ শক্তিশালী হোৱাটো খুবেই সম্ভৱপৰ আছিল। আলেকজেণ্ডাৰে নিজে যিহকে নিবিচাৰক লাগে, তেওঁৰ সৈনিকসকলে তেওঁৰ হৈ সিদ্ধান্ত কৰি পেলালে। তেওঁলোক ক্লান্ত আৰু বহু বছৰ ঘূৰি-পকি জুৰুলা হৈ পৰিছিল। সম্ভৱ ভাৰতীয় সৈনিক-সকলৰ যুজাৰু প্ৰকৃতিত তেওঁলোক মোহিত হৈছিল আৰু সেইবাবে তেওঁলোকে পৰাজয়ৰ দায়িত্ব গ্ৰহণ কৰিব নুখুজিলে। কাৰণ যিয়েই নহওক লাগে, ঘূৰি যোৱাৰ ওপৰত সৈন্যবাহিনীয়ে জোৰ দিলে আৰু আলেকজাণ্ডাৰো তাত সন্মত হব লগা হল। প্ৰত্যাৱৰ্ত্তন অৱশ্যে দুৰ্য্যোগপূৰ্ণ হ'ল; খাদ্য আৰু পানীৰ অনাটনত সৈন্য বাহিনী আতুৰ হৈ পৰিল। অচিৰে তাৰ পিচতেই খৃঃ পূঃ ৩২৩ চনত বেবিলনত আলেকজেণ্ডাৰৰ মৃত্যু ঘটিল। পাৰস্যৰ বিৰুদ্ধে অভিযানকল্পে ওলাই আহি আলেকজেণ্ডাৰে তেওঁৰ মাতৃভূমি মেচিডনিয়া আৰু পুনৰ দেখা নেপালে।

এনেদৰেই আলেকজেণ্ডাৰ তেত্ৰিশ বছৰ বয়সতে ঢুকাল। এই "মহান" লোক-জনে তেওঁৰ অল্পায়ুস জীৱন কালছোৱাত কি নো কৰিলে? তেওঁ কেইখনমান যুদ্ধ জিনিলে। তেওঁ নিঃসন্দেহে এজন ডাঙৰ সেনাপতি আছিল; কিন্তু তেওঁ আছিল মদগৰ্ব্বী আৰু দাম্ভিক—মাজে সময়ে অতিপাত নিষ্ঠুৰ আৰু হিংসুকো হৈ পৰিছিল। তেওঁ নিজকে প্ৰায় দেৱতাৰূপে কল্পনা কৰিছিল। খঙৰ বেগত বা খন্তেকৰ খেয়ালত পৰি তেওঁ তেওঁৰ পৰম মিত্ৰ কিছুমানকো বধ কৰিলে আৰু বাসিন্দা সমন্বিতে ডাঙৰ ডাঙৰ চহৰ কেতবোৰ ধ্বংস কৰিলে। তেওঁৰ সাম্ৰাজ্যত তেওঁ নিৰ্ম্মাণ কৰি থৈ যোৱা বুলিবলৈ একো সুদৃঢ় বস্তু এৰি নগল—আনকি উপযুক্ত আলিবাট এটাও নেথাকিল।

আকাশত ওলোৱা ধূমকেতুৰ দৰে তেওঁ আহিল আৰু গ'ল; স্মৃতি এটিৰ বাহিৰে একো অৱশেষ তেওঁ থৈ নগল। তেওঁৰ মৃত্যুৰ পিচত তেওঁৰ আত্মীয় স্বজনে ইজন-সিজনৰ মাজত কটাকটি আৰম্ভ কৰিলে আৰু তেওঁৰ বিশাল সাম্রাজ্য ভাগি টুকুৰা-টুকুৰ হ'ল। তেওঁক বিশ্ব-বিজেতা বুলি কোৱা হয়; প্ৰবাদ আছে যে জিনিবলৈ আৰু একো বাকী নৰল বুলি তেওঁ হেনো এবাৰ বহি লৈ খেদ কৰিছিল! কিন্তু উত্তৰ-পশ্চিমৰ ক্ষুদ্ৰ অংশ এটাৰ বাহিৰে ভাৰত তেওঁৰ অবিজিত হৈ ৰল। চীন আনকি সেই কালতো সুবৃহৎ ৰাষ্ট্ৰ আছিল। আলেকজেণ্ডাৰ কোনোপধ্যে চীনৰ কাষ চাপিবগৈ নোৱাৰিলে।

আলেকজেণ্ডাৰৰ লোকান্তৰ ঘটাত তেওঁৰ সাম্রাজ্যখন তেওঁৰ সৈন্যাধ্যক্ষসকলে নিজৰ মাজত ভগাই ললে। মিছৰ পৰিল টলেমিৰ ভাগত। তেওঁ তাত শক্তিশালী চৰকাৰ এটা গঠন কৰিলে আৰু ৰাজফৈদ এটাৰ সূচনা কৰিলে। আলেকজেণ্ড্ৰিয়াক ৰাজধানী হিচাপে লৈ চলা এই চৰকাৰটোৰ আমোলত মিছৰ শক্তিশালী ৰাজ্য হৈ উঠিল আৰু আলেকজাণ্ড্ৰিয়াও বিজ্ঞান, দৰ্শন আৰু পাণ্ডিত্যৰ বাবে ডাঙৰ নগৰীত পৰিণত হল।

পাৰস্য, মেচোপটামিয়া আৰু এচিয়া মাইনৰৰ একাংশ অন্যতম সৈন্যাধ্যক্ষ চেলিউকচৰ ভাগত পৰিল। উত্তৰ-পশ্চিম ভাৰতৰ আলেকজেণ্ডাৰে জয় কৰা অংশটোও তেওঁৰ ভাগতে পৰিল। কিন্তু ভাৰতৰ কোনোটো অংশকে ৰাখিবলৈ তেওঁ সমৰ্থ নহল আৰু আলেকজাণ্ডাৰৰ মৃত্যুৰ পিচত তাৰ পৰা গ্ৰীক সৈন্য দলো বিতাড়িত হল।

আলেকজেণ্ডাৰ ভাৰতলৈ আহিছিল খৃঃ পূঃ ৩২৬ চনত। তেওঁৰ আগমন আছিল এটা হঠাৎ আক্ৰমণৰ দৰে। ভাৰতৰ পক্ষে ই বৰ বেচি তাৰতম্য ঘটাব নোৱাৰিলে। এই আক্ৰমণে ভাৰতীয় আৰু গ্ৰীকসকলৰ মাজত সংস্পৰ্শৰ সূচনা কৰাত সহায় কৰিলে বুলি কোনো কোনো লোকে ভাবে। কিন্তু প্ৰকৃতপক্ষে আলেকজাণ্ডাৰৰ সময়ৰ আগৰে পৰাই প্ৰাচ্য আৰু প্ৰতীচ্যৰ মাজত ৰাজপথ এটা আছিল আৰু পাৰস্যৰ সৈতে—আনকি গ্ৰীচৰ সৈতেও ভাৰতৰ অবাৰিত যোগাযোগ এটা আছিলেই। অৱশ্যে আলেকজেণ্ডাৰৰ আগমনে নিশ্চয় এই সম্পৰ্ক গাঢ়তৰ কৰিলে আৰু ভাৰতীয় আৰু গ্ৰীক—দুয়োটা সংস্কৃতি নিশ্চয় বহু পৰিমাণে সংমিশ্ৰিত হল।

আলেকজেণ্ডাৰৰ আক্ৰমণ আৰু তেওঁৰ মৃত্যুৱে ভাৰতত ডাঙৰ সাম্রাজ্য এখন অৰ্থাৎ মৌৰ্য্য সাম্রাজ্য স্থাপিত হোৱাত সহায় কৰিলে। এই ছোৱা হল ভাৰতীয় বুৰঞ্জীৰ ডাঙৰ অধ্যায়বোৰৰ অন্যতম আৰু ইয়াৰ ওপৰত আমি নিশ্চয় কিছু সময় ব্যয় কৰিব লাগিব।

## ১৮

## চন্দ্রগুপ্ত মৌৰ্য্য আৰু অৰ্থশাস্ত্ৰ

২৫ জানুৱাৰী, ১৯৩১

আমাৰ কোনোবা এখন চিঠিত মই মগধৰ উল্লেখ কৰিছিলোঁ। ই হ'ল এখন পুৰণি ৰাজ্য এতিয়া বিহাৰ প্ৰদেশখন য'ত, সেই ঠাইতে এই ৰাজ্য আছিল। এই ৰাজ্যৰ ৰাজধানী আছিল পাটলিপুত্ৰ—বৰ্ত্তমান পাটনা। আমি পৰ্য্যালোচনা কৰা সময়-ছোৱাত নন্দ ৰাজফৈদ বা পৰিয়ালৰ এলানি ৰজাই মগধ শাসন কৰিছিল। যেতিয়া আলেকজেণ্ডাৰ দেশ জয়ৰ বাবে ভাৰতৰ উত্তৰ-পশ্চিমলৈ আহিছিল, তেতিয়া পাটলিপুত্ৰৰ নন্দ ৰজা এজনে শাসন নিৰ্ব্বাহ কৰিছিল। সম্ভৱতঃ এই ৰজাজনৰ লগত সম্পৰ্ক থকা চন্দ্ৰগুপ্ত নামে ডেকা এজনো তাতেই আছিল। চন্দ্ৰগুপ্ত বৰ চতুৰ উদ্যমশীল আৰু উচ্চাভিলাষী লোক আছিল যেন দেখা যায়। তেওঁক অতিপাত টেঙৰ বুলি ভাবি নাইবা তেওঁ কৰা কিবা কাম অপছন্দ কৰি নন্দ ৰজাই চন্দ্ৰগুপ্তক নিজ দেশৰ পৰা নিৰ্ব্বাসিত কৰিলে। চন্দ্ৰগুপ্ত উত্তৰে তক্ষশিলালৈ গ'ল। বোধ হয় আলেকজেণ্ডাৰ আৰু গ্ৰীকসকলৰ কাহিনীয়ে তেওঁক আকৃষ্ট কৰিছিল। তেওঁৰ লগত বিষ্ণুগুপ্ত নামেৰে এজন বৰ কাৰ্য্যদক্ষ ব্ৰাহ্মণো আছিল। এওঁক চাণক্যও বোলা হয়। চন্দ্ৰগুপ্ত আৰু চাণক্য—এওঁলোক দুয়োজন বিধিৰ ওচৰত নতুবা যি ঘটে, তাৰে ওচৰত শৰণাপন্ন হোৱা বিধৰ শান্ত-শিষ্ট লোক নাছিল। তেওঁলোকৰ মগজুত আছিল বিৰাট আৰু উচ্চাভিলাষপূৰ্ণ পৰিকল্পনা; তেওঁ-লোকৰ বাসনা আছিল আগ বাঢ়ি যোৱা আৰু কৃতকাৰ্য্যতা লভা। সম্ভৱ আলেক-জাণ্ডাৰৰ মহিমাই চন্দ্ৰগুপ্তক মুগ্ধ আৰু বিস্মিত কৰিছিল আৰু তেওঁ আলেক-জাণ্ডাৰৰ দৃষ্টান্তকে অনুসৰণ কৰিব খুজিছিল। এই উদ্দেশ্য সিদ্ধি কৰাত তেওঁ এজন আদৰ্শ বন্ধু আৰু উপদেষ্টা বিচাৰি পাইছিল চাণক্যত। দুয়ো সাৱধানে তক্ষশিলাত কি ঘটিছে, সযত্নে নিৰীক্ষণ কৰি আছিল।

অচিৰে তেওঁলোকৰ সুযোগ আহিল। আলেকজেণ্ডাৰৰ বিয়োগ-বতৰা তক্ষ-শিলালৈ অহা মাত্ৰকে চন্দ্ৰগুপ্তই বুজি পালে, তেওঁৰ কাৰ্য্যসিদ্ধিৰ সময় আহি পৰিল। তেওঁ চৌপাশৰ মানুহক জগাই তুলিলে আৰু তেওঁলোকৰ সাহায্যত আলেকজেণ্ডাৰে ভাৰতত থৈ যোৱা গ্ৰীক ফৌজটো আক্ৰমণ কৰি খেদি দিলে। তক্ষশিলা অধিকাৰ কৰি চন্দ্ৰগুপ্ত আৰু তেওঁৰ মিত্ৰবৰ্গই দক্ষিণে পাটলিপুত্ৰ অভিমুখে যাত্ৰা কৰিলে আৰু নন্দ ৰজাক পৰাস্ত কৰিলে। এইবিলাক ঘটিছিল খৃষ্ট পূৰ্ব্ব ৩২১ চনত—আলেকজেণ্ডাৰৰ মৃত্যুৰ ঠিক পাঁচ বছৰৰ পিচতে আৰু এই তাৰিখৰ পৰাই মৌৰ্য্য বংশৰ শাসন আৰম্ভ হ'ল। চন্দ্ৰগুপ্তক মৌৰ্য্য কিয় বোলা হয়, সেইটো বৰ স্পষ্ট নহয়। কোনো কোনো লোকে কয় যে তেওঁৰ মাকৰ নাম মুৰা আছিল দেখি তেওঁক মৌৰ্য্য বোলা হয়। কোনো কোনোৱে আকৌ কয় যে তেওঁৰ মাকৰ পিতাক ৰজাৰ ম'ৰা চৰাই ৰখীয়া আছিল আৰু ম'ৰা চৰাইক সংস্কৃতত 'ময়ুৰ' বোলে। শব্দটোৰ উৎপত্তি যেনেকৈয়ে নহওক লাগে, ইয়াৰ কেবা শ বছৰৰ পিচত ভাৰতত ডাঙৰ

শাসক হৈ উঠা এজন বিখ্যাত চন্দ্ৰগুপ্তৰ পৰা বিভিন্ন কৰি দেখুৱাবৰ বাবে চন্দ্ৰগুপ্ত মৌৰ্য্য নামেৰেই তেওঁক অভিহিত কৰা হয়।

মহাভাৰত আৰু অন্যান্য পুৰণি পুথি আৰু পুৰণি উপাখ্যানে আমাক সমগ্ৰ ভাৰতৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰা ডাঙৰ ডাঙৰ ৰজাৰ, চক্ৰৱৰ্ত্তী ৰজাৰ সম্ভেদ যোগায়। পিচে সেই কালৰ স্পষ্ট জ্ঞান আমাৰ নাই; আনকি সেই কালত ভাৰত বা ভাৰতবৰ্ষৰ বিস্তৃতিনো কিমান দূৰলৈ আছিল, তাকো আমি কব নোৱাৰোঁ। আমাৰ অবগতিলৈ অহা আখ্যানবোৰে পুৰণি নৃপতিবৰ্গৰ শক্তি অতিৰঞ্জিত কৰি দেখুৱাবও পাৰে। সি যি কি নহওক লাগে, ভাৰতত শক্তিশালী আৰু সুবিস্তৃত সাম্ৰাজ্য এখন হোৱাৰ আমি বুৰঞ্জীত পোৱা প্ৰথম নমুনা হ'ল চন্দ্ৰগুপ্ত মৌৰ্য্যৰ খনেই। আমি লক্ষ্য কৰিম যে ই বৰ উন্নততৰ আৰু শক্তিশালী আছিল। এনে এক চৰকাৰ বা ৰাষ্ট্ৰৰ সৃষ্টি যে হঠাৎ হ'ব নোৱাৰে, সেইটো সুস্পষ্ট। ইতিপূৰ্ব্বৰ-পৰা দীঘলীয়া দিন ধৰি নিশ্চয় বিভিন্ন প্ৰণালী চলি থাকিব লাগিব—সৰু সুৰা ৰাজ্যবোৰ একত্ৰিত হোৱাৰ পৰা চৰকাৰ চলোৱা কৌশল উন্নততৰ হোৱাৰ প্ৰণালী।

এচিয়া মাইনৰৰপৰা ভাৰতলৈকে বিস্তৃত হৈ থকা ৰাজ্যবোৰ উত্তৰাধিকাৰ সূত্ৰে লভা আলেকজেণ্ডাৰৰ সৈন্যাধ্যক্ষ চেলিউকচে চন্দ্ৰগুপ্তৰ ৰাজত্বকালতে সিন্ধু নদ পাৰ হৈ ভাৰত আক্ৰমণ কৰে। এই অতপালিৰ বাবে তেওঁ অতি শীঘ্ৰে অনুশোচনা কৰিব লগাত পৰিল। চন্দ্ৰগুপ্তই তেওঁক বেয়াকৈ ঘূটুৱায় আৰু তেওঁ যি বাটেদি আহিছিল, সেই বাটেদিয়েই ওলাই যাব লগা হ'ল। কিবা লাভ কৰাৰ সলনি তেওঁ কাবুল অৰু হিৰাটলৈকে ধৰি গান্ধাৰ বা আফগানিস্থানৰ বুজন অংশ এটাও চন্দ্ৰগুপ্তক সমৰ্পিব লগাত পৰিল। চন্দ্ৰগুপ্তয়ো চেলিউকচৰ জীয়েকক বিয়া কৰিলে। তেওঁৰ সাম্ৰাজ্যই এতিয়া কাবুলৰ পৰা বঙ্গদেশলৈকে আৰু আৰব সাগৰৰ পৰা বঙ্গোপসাগৰলৈকে গোটেই উত্তৰ ভাৰত আৰু আফগানিস্থানৰ একাংশ সামৰি ললে। কেৱল দক্ষিণ ভাৰতহে তেওঁৰ অধীনস্থ নহ'ল। পাটলিপুত্ৰ হ'ল এই বিশাল সাম্ৰাজ্যৰ ৰাজধানী।

চেলিউকচে চন্দ্ৰগুপ্তৰ দৰবাৰত তেওঁৰ প্ৰতিনিধিত্ব কৰিবৰ বাবে মেগাস্থিনিচ নামে ৰাষ্ট্ৰদূত এজন পঠাইছিল। মেগাস্থিনিচে আমাৰ বাবে সেই কালৰ মনোহৰ বৃত্তান্ত এটা থৈ গৈছে। কিন্তু চন্দ্ৰগুপ্তৰ শাসনপ্ৰণালীৰ বিশদ বিৱৰণ দিয়া অন্য এটা ততোধিক মনোহৰ বৃত্তান্তও আমি পাইছো। ই হ'ল কৌটিল্যৰ অৰ্থশাস্ত্ৰ। এই কৌটিল্য আমাৰ পুৰণি মিত্ৰ চাণক্য বা বিষ্ণুগুপ্তৰ বাহিৰে আন কোনো নহয় আৰু অৰ্থশাস্ত্ৰ মানে হ'ল "অৰ্থৰ বিজ্ঞান"।

এই 'অৰ্থশাস্ত্ৰ'ত ইমানবোৰ বিষয়ৰ পৰ্য্যালোচনা কৰা হৈছে আৰু ইমানেই বিচিত্ৰ কথাকাণ্ডৰ চিন্তা-চৰ্চ্চা কৰা হৈছে যে এই পুথিখনি সম্বন্ধে তোমাক বেচি কোৱাটো মোৰ পক্ষে সম্ভৱপৰ নহয়। ৰজাৰ কৰ্ত্তব্য, মন্ত্ৰী আৰু অমাত্যসকলৰ কৰ্ত্তব্য, মন্ত্ৰীপৰিষদৰ কৰ্ত্তব্য, চৰকাৰৰ বিভিন্ন বিভাগ, বেপাৰ-বাণিজ্য, নগৰ আৰু গাঁৱৰ শাসন প্ৰণালী, আইন আৰু আদালত, সামাজিক দস্তুৰ, নাৰীৰ অধিকতৰ অধিকাৰ, বৃদ্ধা আৰু নিৰাশ্ৰয়ৰ ভৰণ-পোষণ, বিবাহ-বন্ধন আৰু বিচ্ছেদ, কৰ-কাটল, স্থল আৰু নৌ-বাহিনী, যুদ্ধ আৰু শান্তি, কূটনীতি, কৃষি, বোৱা-কটা, শিল্পী, পাৰপত্ৰ—

আনকি কাৰাগাৰ সম্পৰ্কেও এই পুথিত পৰ্য্যালোচিত হৈছে। এই তালিকাত মই যোগ দি যাব পাৰোঁ; পিচে কৌটিল্যৰ অধ্যায়বোৰৰ শিৰোনামাৰে এই চিঠিখন মই ভৰ্ত্তি কৰি পেলাব খোজা নাই।

অভিষেকৰ সময়ত প্ৰজাবৰ্গৰ হাতৰপৰা ৰজাই ৰাজক্ষমতা গ্ৰহণ কৰি ৰাইজৰ সেৱা কৰাৰ শপত গ্ৰহণ কৰিব লাগিব। "তোমালোকক যদি উৎপীড়ন কৰো, তেন্তে স্বৰ্গ, জীৱন আৰু সন্তি-সন্ততিৰপৰা মই যেন বঞ্চিত হওঁ" এই বুলি তেওঁ সঙ্কল্পবদ্ধ হ'ব লাগিব। ৰজাৰ দৈনন্দিন কাম আৰু তাৰ সূচীও দিয়া হৈছে। জৰুৰী কামৰ বাবে তেওঁ সদায় প্ৰস্তুত থাকিব লাগিব, কিয়নো ৰজাই হুজুগ মতে কৰালে ৰাজহুৱা কাম বৈ থাকিব বা ক্ষতিগ্ৰস্ত হ'ব নোবাৰে। "কোনো এজন ৰজা যদি উদ্যমশীল হয়, তেন্তে তেওঁৰ প্ৰজাবৰ্গও তদ্ৰূপ উদ্যমশীল হ'ব।" প্ৰজাবৰ্গৰ সুখতেই ৰজাৰ সুখ নিহিত আছে। তেওঁলোকৰ কল্যাণেই ৰজাৰো কল্যাণ। যিবোৰ বস্তুত তেওঁ সন্তুষ্ট হ'ব পাৰে, সেইবোৰকে তেওঁ ভাল বুলি ধৰিব নেলাগিব; বৰঞ্চ যিবোৰত প্ৰজাবৰ্গ সন্তুষ্ট হ'ব পাৰে, সেইবোৰহে তেওঁ ভাল বুলি ধৰিব লাগিব।' আমাৰ এই বিশ্বৰপৰা ৰজাসকলে মেলানি মাগিছে। নিচেই কম সংখ্যকহে বৈছেগৈ; তেওঁলোকো অচিৰে অন্তৰ্হিত হ'ব। প্ৰাচীন ভাৰতত ৰাজতন্ত্ৰৰ আদৰ্শই ৰাইজক সেৱা কৰাটো যে বুজাইছিল, সেইটো বৰ কৌতূহলোদ্দীপক বিষয়। ৰজাৰ কোনো দৈৱিক অধিকাৰ নাছিল আৰু নাছিল এনে স্বেচ্ছামূলক ক্ষমতা। আৰু ৰজাই যদি দুৰ্ব্যৱহাৰ কৰে, তেন্তে তেওঁক আঁতৰ কৰি অন্য এজনক তেওঁৰ ঠাইত অধিষ্ঠিত কৰাৰ অধিকাৰ প্ৰজাবৰ্গৰ আছিল। এয়ে আছিল মূল ভাব আৰু তত্ত্ব। অৱশ্যে এই আদৰ্শৰপৰা বিচ্যুত হোৱা আৰু নিজৰ মূৰ্খামিৰদ্বাৰা দেশ আৰু প্ৰজাবৰ্গক দুৰ্দ্দশাগ্ৰস্ত কৰা ৰজাও বহুত আছিল।

"আৰ্য্য এজন কদাপি দাসত্ব-বন্ধন পৰিবাহিত হ'ব নোৱাৰে"—এই পুৰণি মতবাদৰ ওপৰতো অৰ্থশাস্ত্ৰই জোৰ দিছে। দেখাতে দেশৰ বাহিৰৰপৰা অনা নাইবা দেশৰ ভিতৰতে উলিওৱা এশ্ৰেণী দাস আছিল; কিন্তু আৰ্য্যসকলৰ সংক্ৰান্তত হলে তেওঁলোক যাতে কোনোপধ্যে দাস হ'ব নোৱাৰে, সেই অৰ্থে যত্ন লোৱা হৈছিল।

মৌৰ্য্য সাম্ৰাজ্যৰ ৰাজপুৰী আছিল পাটলিপুত্ৰ। গংগা নদীৰ পাৰত ন মাইল জোৰা হাউলিৰে সৈতে ই আছিল এখন ৰম্যপুৰী। ইয়াৰ আছিল ৬৪ খন ঘাই তোৰণ আৰু শ শ সৰুসুৰা দুৱাৰ। ঘৰবিলাক ঘাইকৈ কাঠেৰে তৈয়াৰ কৰা হৈছিল। জুই লগাৰ সম্ভাৱনা আছিল দেখি তাক নিবাৰণ কৰাৰ সতৰ্কতামূলক বহুল ব্যৱস্থা লোৱা হৈছিল। প্ৰধান ৰাজপথবোৰত পানীৰে সদায় পৰিপূৰ্ণ কৰি ৰখা হেজাৰ-বিজাৰ পাত্ৰ আছিল। জুই লাগিলে ব্যৱহাৰ কৰিব পৰাকৈ পানীৰ পাত্ৰ, জখলা, হাকোটা আৰু অন্যান্য আৱশ্যক হ'ব পৰা বিধৰ সামগ্ৰী প্ৰতিজন গৃহস্থই মজুত ৰাখিব লগা হৈছিল।

নগৰবোৰৰ বাবে কৌটিল্যই বিধিবন্ধ কৰি থৈ যোৱা এটা নিয়মে তোমাৰ কৌতুক জন্মাব। ৰাস্তাত যেয়ে ময়লা পেলায়, তাকে অৰ্থদণ্ড বিহা হয়। যদি কোনোবাই ৰাস্তাৰ ওপৰত বোকা বা পানী জমা হ'বলৈ দিয়ে, তেন্তে তেওঁকো জৰিমনা কৰা হয়। যদি এইবোৰ নিয়মকে বলবৎ কৰা হৈছিল, তেন্তে পাটলিপুত্ৰ আৰু

অন্যান্য নগৰবোৰ নিশ্চয় সুশোভন, পৰিষ্কাৰ আৰু স্বাস্থ্যকৰ আছিল। মোৰ বাঞ্ছা, আমাৰ পৌৰসভাবোৰেও যেন এনে কিছুমান নিয়ম প্ৰৱৰ্ত্তন কৰে।

পাটলিপুত্ৰৰ কাৰ্য্যাৱলী পৰিচালনা কৰিবৰ বাবে এখন পৌৰসভাও আছিল। ইয়াক ৰাইজেই নিৰ্ব্বাচিত কৰিছিল। প্ৰতিটোতে পাঁচজনকৈ সদস্য লৈ ছটা কমিটী সহ এই সভাৰ ত্ৰিশ জন সভ্য আছিল। এই কমিটীবোৰে যথাক্ৰমে চহৰৰ উদ্যোগ আৰু হস্তশিল্প, পৰ্য্যটক আৰু তীৰ্থযাত্ৰীৰ সা-সুবিধা, কৰ-কাটল লগাবৰ বাবে জন্ম-মৃত্যুৰ হিচাপ, উৎপাদন আৰু অন্যান্য বিষয়ৰ দায়িত্ব বহন কৰিছিল। গোটেই-খন পৌৰসভাই জনস্বাস্থ্য, বিত্ত, পানী যোগান, ফুলনি আৰু ৰাজহুৱা ঘৰ-বাৰীৰ তদাৰক কৰিছিল।

ন্যায় বিচাৰৰ অৰ্থে আছিল কাছাৰী আৰু আপীল আদালত। দুৰ্ভিক্ষ নিবাকৰণৰ অৰ্থে বিশেষ ব্যৱস্থা লোৱা হৈছিল আৰু দুৰ্ভিক্ষৰ কালছোৱাৰ সম্মুখীন হ'ব পৰাকৈ সমস্ত চৰকাৰী গুদামৰ আধাআধি খাদ্যদ্ৰব্য সদায় আছু-তীয়াকৈ ৰখা হৈছিল।

২,২০০ বছৰৰ পূৰ্ব্বে চন্দ্ৰগুপ্ত আৰু চাণক্যই সংগঠন কৰা মৌৰ্য্য সাম্ৰাজ্য-খন আছিল এয়ে। কৌটিল্য আৰু মেগাস্থিনিচে উল্লেখ কৰা কেইটামান কথাৰহে মই উল্লেখ কৰিলো মাথোন। আনকি এইকেইটিয়েই সেই কালৰ উত্তৰ ভাৰতৰ সাধাৰণ ধাৰণা এটা দিব। ৰাজপুৰী পাটলিপুত্ৰৰপৰা ধৰি অন্যান্য বহুতো ডাঙৰ ডাঙৰ চহৰলৈকে সাম্ৰাজ্যখনৰ হেজাৰ-বিজাৰ নগৰ আৰু গাঁও সমন্বিতে দেশ নিশ্চয় কৰ্ম্মবহুল হৈ পৰিছিল। সাম্ৰাজ্যৰ একাংশৰপৰা আনটো অংশলৈ যোৱা ডাঙৰ ডাঙৰ আলি আছিল। প্ৰধান 'ৰাজপত্ৰ' বা ৰাজপথটো পাটলিপুত্ৰইদি উত্তৰ-পশ্চিম সীমান্তলৈ গৈছিল। বহুতো খাল আছিল আৰু তাৰ তত্ত্বাৱধান লবৰ বাবে বিশেষ জলসিঞ্চন দপ্তৰ এটা আছিল। পোতাশ্ৰয়, ফেৰী, দলং আৰু ইঠাইৰপৰা সিঠাইলৈ আহ-যাহ কৰা বিস্তৰ নাও-জাহাজৰ তত্ত্বাবধান লবৰ বাবে আছিল নৌ পথ দপ্তৰ। সাগৰ পাৰ হৈ জাহাজ ব্ৰহ্মদেশ আৰু চীন পাইছিলগৈ।

চন্দ্ৰগুপ্তই এই সাম্ৰাজ্য চৌব্বিশ বছৰ শাসন কৰিলে। খৃঃ পূঃ ২৯৬ চনত তেওঁৰ মৃত্যু হয়। আমি পিচৰখন চিঠিত মৌৰ্য্য সাম্ৰাজ্যৰ কাহিনী অনুধাৱন কৰিম।

## ১৯

## তিনি মাহ

এচ. এচ. ক্লাৰ্কভিয়া,
২১ এপ্ৰিল, ১৯৩১

তোমালৈ লেখা বহুত দিন হ'ল। প্ৰায় তিনি মাহেই পাৰ হৈ গ'ল—দুখ-কষ্ট আৰু আহুকালৰ তিনটা মাহ, ভাৰতত ঘটা আৰু সৰ্ব্বোপৰি হ'ল, আমাৰ পৰিয়ালবৰ্গৰ মাজত ঘটা পৰিৱৰ্ত্তনৰ তিনটা মাহ। ভাৰতে কিছু সময়ৰ বাবে

সত্যাগ্ৰহ বা আইন-অমান্য আন্দোলন বন্ধ কৰিলে; কিন্তু আমাৰ সন্মুখত দেখা দিয়া সমস্যাৱলীৰ সমাধান সিমান সহজ নহয়। যিজনে আমাক শক্তি আৰু অনুপ্ৰেৰণা দিছিল, যিজনৰ সযত্ন লালন-পালনত আমি ডাঙৰ-দীঘল হলোঁ আৰু যিজনে আমাক আমাৰ উমৈহতীয়া মাতৃ ভাৰতৰ হকে যথাসাধ্য ত্যাগ কৰাৰ শিক্ষা দিছিল, সেই অতিকৈ চেনেহৰ মুখিয়ালজনকো আমাৰ পৰিয়ালে হেৰুৱালে।

নৈনী কাৰাগাৰৰ সেই দিনটো মোৰ যে ইমান সুন্দৰকৈ মনত আছে! সেই দিনা হ'ল ২৬ জানুৱাৰী; আৰু মোৰ গতানুগতিক অভ্যাস অনুসৰি পাৰ হৈ যোৱা দিন-বোৰৰ বিষয়ে তোমালৈ লেখো বুলি মই বহিছিলোবেই। আগদিনা মাত্ৰ মই চন্দ্ৰগুপ্ত আৰু তেওঁ প্ৰতিষ্ঠা কৰি থৈ যোৱা মৌৰ্য্য সাম্ৰাজ্যৰ বিষয়ে লেখিছিলোঁ। কাহিনীৰ ক্ৰম বহলাই নি চন্দ্ৰগুপ্ত মৌৰ্য্যৰ যিসকল উত্তৰাধিকাৰী হ'ল, তেওঁলোকৰ বিষয়ে আৰু যিজনে ভাৰত-গগনত উজ্জ্বল নক্ষত্ৰৰ দৰে জ্যোতি বিকীৰণ কৰি অমৰ স্মৃতি ৰাখি থৈ অন্তৰ্হিত হ'ল, সেই 'দেৱানাংপ্ৰিয়' মহান অশোকৰ বিষয়ে তোমাক কম বুলি মই প্ৰতিশ্ৰুতি দিছিলোঁ। অশোকৰ বিষয়ে ভাবি থাকোঁতে মোৰ মনটো ঘূৰি বৰ্ত্তমান,—অৰ্থাৎ জানুৱাৰীৰ ২৬ তাৰিখ, যিদিনা মই কাগজ-কলম লৈ তোমালৈ লেখিম বুলি বহিছিলোঁ,—পালেহি। সেই দিনটো আমাৰ পক্ষে এটা ডাঙৰ দিন কিয়নো এবছৰৰ আগতে সেই দিনটো আমি স্বাধীনতা দিৱস- পূৰ্ণ স্বৰাজ দিৱস —হিচাপে সমগ্ৰ ভাৰত জুৰি গাঁৱে-নগৰে উদযাপন কৰিছিলোঁ আৰু আমাৰ সকলোৱে লাখে লাখে স্বাধীনতাৰ সংকল্প লৈছিল। তাৰ পিচত এবছৰ পাৰ হৈ গ'ল সংগ্ৰাম, নিৰ্য্যাতন আৰু সাফল্যৰ বছৰ এটা, ভাৰতে আকৌ সেই মহান দিৱসটো পালন কৰিবলৈ প্ৰস্তুত হৈছিল। নৈনী জেলৰ ৬নং বেৰেকত বহি থাকোঁতে, গোটেই দেশ জুৰি সেই দিনা হ'ব লগা সভা-সমিতি, শোভাযাত্ৰা, লাঠী চালনা আৰু ধৰ-পাকৰবোৰৰ বিষয়ে মই ভাবি আছিলোঁ। হৰ্ষ-গৌৰৱ আৰু ব্যথাৰে যেই সেই বিষয়ে ভাবি থাকোঁতেই হঠাৎ মোৰ গুণা-গথাৰ আধা পৰিল। বাহিৰৰ পৃথিৱীখনৰ পৰা মোলৈ খবৰ এটা অনা হ'ল এই মৰ্ম্মে যে পিতাৰ বৰ টান আৰু তেওঁৰ ওচৰলৈ যাবৰ বাবে মোক অবিলম্বে মুকলি কৰি দিয়া হ'ব। উৎকণ্ঠিত হৈ মই মোৰ গুণা-গথাবোৰ পাহৰি পেলালোঁ, সেইমাত্ৰ তোমালৈ লেখিবলৈ আৰম্ভ কৰা চিঠিখন মই আঁতৰাই থলো আৰু নৈনী কাৰাগাৰ এৰি আনন্দ-ভৱনলৈ ৰাওনা হলোঁ।

পিতাই আমাক এৰি থৈ যোৱাৰ আগতে মই তেওঁৰ লগত দহ দিন কটালোঁ। তেওঁৰ দুখ-ক্লেশ আৰু যমদূতৰ লগত তেওঁৰ তয়াময়া ৰণ আমি দহ দিন দহ ৰাতি লক্ষ্য কৰিলোঁ। জীৱন-কালত তেওঁ বহুতো যুদ্ধ দিলে আৰু বহুতো জয়লাভ কৰিলে। আত্মসমৰ্পণ কেনেকৈ কৰিব লাগে, সেইটো তেওঁ জনা নাছিল আৰু মৰণৰ মুখামুখি হৈও তেওঁ সেইমান হোৱা নাছিল। তেওঁৰ এই শেষ সংগ্ৰাম চাই চাই,— ইমান ভাল পোৱা সত্বেও তেওঁক সহায় কৰিবলৈ মই যে অক্ষম, সেইবাবে বেদনাত কাতৰ হৈ থকা অৱস্থাত কোনোবা কালতে পঢ়া এডগাৰ এলোন প'ৰ গল্প এটিৰ কেইশাৰীমান বাক্য মোৰ মনলৈ আহিছিল: "নিশকতীয়া ইচ্ছা-শক্তিৰ দৌৰ্ব্বল্য ব্যতিৰেকে মানুহে দেৱদূত—আনকি মৃত্যুৰ ওচৰতো সম্পূৰ্ণৰূপে আত্মসমৰ্পণ নকৰে।"

৬ ফেব্ৰুৱাৰীৰ দিনা নিচেই পুৱাতে তেওঁ আমাক এৰি থৈ গ'ল। যিখন পতাকাক তেওঁ ইমান ভাল পাইছিল, সেইখনেৰেই মেৰিয়াই তেওঁৰ শ আমি লক্ষ্ণৌৰ-পৰা আনন্দ ভৱনলৈ আনিলোঁ। কেইঘন্টামানৰ ভিতৰতে সেই শ এমুঠি ছাইত পৰিণত হ'ল আৰু সেই বহু মূলীয়া বোজা গঙ্গাই উটুৱাই লৈ গ'ল সাগৰলৈ।

তেওঁৰ বাবে লাখ লাখ লোক শোকাতুৰ হ'ল; পিচে আমাৰ একা? আমি যে তেওঁৰ সন্তান—তেওঁৰ মঙহৰো মঙহ আৰু হাড়ৰো হাড়। ইমান হেঁপাহেৰে আৰু যত্নেৰে তেওঁ গঢ়ি থৈ যোৱা নতুন আনন্দ ভৱনটোৰ একা? আমাৰ দৰেই সিওতো তেওঁৰ সন্তান! ই আজি নিৰ্জ্জন আৰু এৰা পৰা; ইয়াৰ জীউ যেন ওলাইহে গ'ল। ইয়াৰ বাৰান্দাইদি আমি আজি সাৰসুৰ নোহোৱাকৈহে খোজ দিওঁ; যিজনে ইয়াক নিৰ্ম্মাণ কৰিলে, তেওঁৰ সৌৰৱণত আমি যেন অস্বস্তিহে বোধ কৰোঁ।

তেওঁৰ বাবে আমি অনুতাপ কৰিছোঁ; প্ৰতি খোজতে তেওঁলৈ আমাৰ মনত পৰে। দিনবোৰ পাৰ হৈ যোৱাৰ লগে লগে শোকৰ মাত্ৰা কমি অহা কিম্বা তেওঁৰ অনুপস্থিতি অধিকতৰ সহনীয় হৈ পৰা যেন বোধ হোৱা নাই। পিচে মোৰ বিশ্বাস, তেওঁ আমাক এনে হ'বলৈ এৰি নিদিলেহেঁতেন। আমি শোকত বিহ্বল হৈ পৰাটো তেওঁ বাঞ্ছা নকৰিলেহেঁতেন; বৰঞ্চ নিজৰ প্ৰতিবন্ধকবোৰ তেওঁ যিদৰে অতিক্ৰম কৰিছিল, সেইদৰেই আমিও শোকৰ সম্মুখীন হৈ তাক পৰাভূত কৰাটোহে তেওঁ কামনা কৰিলেহেঁতেন। যিস্থলত কামহে সাৰ আৰু যিস্থলত ভাৰতৰ স্বাধীনতাৰ হক ৰক্ষাই আমাৰ সেৱা বিচাৰিছে, তেনেস্থলত আমি বিশ্ৰাম লভিব বা নিৰৰ্থক শোকৰ ওচৰত কাৰু হ'ব পাৰো কেনেকৈ? সেই হক ৰক্ষাৰ বাবেইতো তেওঁ মৰিল। সেই হক ৰক্ষাৰ বাবেই আমি জীয়াই থাকিম, চেষ্টান্বিতো হ'ম আৰু যদি আৱশ্যক হয়, তেন্তে মৰিম। শেহান্তৰত আমি হলো তেওঁৰ সতি-সন্তান; তেওঁৰ শক্তি-সংকল্প আৰু জ্বলন্ত শিখাৰ কিছু নহয় কিছু আমাৰ গাতো থাকিব লাগিব।

মই লেখি থাকোঁতে গভীৰ নীলা আৰব-সাগৰখন মোৰ আগত ব্যাপক্ত দি আছে; সিহাতে বহু দূৰৈত হ'ল ভাৰতৰ উপকূল—অন্তৰ্হিত হৈ গৈ আছে। মই এই বিশাল আৰু প্ৰায় অনন্ত পয়োধিৰ কথা ভাবো আৰু য'ৰপৰা আগৰ চিঠি কেইখন মই তোমালৈ লেখিছিলোঁ, সেই নৈনী কাৰাগাৰৰ ওখ প্ৰাচীৰেৰে বেৰা সৰু কুঠৰীটোৰ লগত ইয়াক ৰিজাই চাওঁ। য'ত সমুদ্ৰই আকাশ স্পৰ্শ কৰা যেন দেখি, চক্ৰবালৰ সেই তীক্ষ্ণ সীমাৰেখা মোৰ আগত ভাহি আছে; কিন্তু কাৰাগাৰত ফাটেকিয়ালৰ চক্ৰবাল হ'ল তেওঁক ঘেৰি ৰখা বেৰৰ উপৰিভাগ। ফাটেকত পৰা আমাৰ বহুতেই আজি বাহিৰলৈ ওলাইছে। তেওঁলোকে বাহিৰৰ মুকলি বতাহ সেৱন কৰিব পাৰে। কিন্তু আমাৰ সহকৰ্ম্মীসকলৰ বহুতো এতিয়াও তেওঁলোকৰ ঠেক কুপবোৰৰ ভিতৰতে সোমাই আছে; সাগৰ, ভূভাগ আৰু দিগ্বলয়ৰ দৃশ্য দেখাৰ-পৰা তেওঁলোক বঞ্চিত। ভাৰত দেশখন আছে এতিয়াও কাৰাৰুদ্ধ হৈ আৰু স্বাধীনতা আহিবলৈ আছেই। ভাৰতেই যদি মুক্ত নহয়, তেন্তে আমাৰ মুক্তিৰ মূল্য থাকিল ক'ত?

## ২০

## আৰৱ সাগৰ

এচ. এচ. ক্লাৰ্কভিয়া.
২২ এপ্ৰিল, ১৯৩১

বোম্বাইৰপৰা কলম্বোলৈকে আমি এইখন তৰীৰে—নাম ক্লাৰ্কভিয়া—যাত্ৰা কৰিব লাগিব, সি কি যে এক আৰ্চাৰিত কথা! প্ৰায় চাৰি বছৰৰ আগতে ক্লাৰ্কভিয়া আহি ভেনিচ সোমোৱালৈ বাট চাই থকাটো মোৰ সুন্দৰকৈ মনত আছে। পিতা আছিল জাহাজত; চুইজাৰলেণ্ডৰ বেক্সৰ স্কুলত তোমাক থৈ মই ভেনিচগৈ গৈছিলোঁ তেওঁক লগ ধৰিবলৈ। আকৌ কেইবছৰমানৰ পিচত এই ক্লাৰ্কভিয়াৰেই পিতা ইউৰোপৰ-পৰা ঘূৰি আহিল আৰু মই বোম্বাইত তেওঁক লগ ধৰিলোঁ। সেই যাত্ৰাত তেওঁৰ সতীৰ্থ হোৱা কেইজনমান যাত্ৰী এতিয়া আমাৰ লগতে আছে আৰু পিতা সম্পৰ্কে তেওঁলোকে উলিওৱা গল্পৰো ওৰ নপৰা হৈছে।

সালসলানি ঘটা বিগত তিনি মাহৰ বিষয়ে মই কালি তোমালৈ লেখিছিলোঁ। শেষৰ এই কেই সপ্তাহৰ ভিতৰত ঘটা এটা ঘটনা তুমি মনত ৰখাটো মই বাঞ্ছা কৰোঁ; কিয়নো ভাৰতে বহু বছৰলৈকে ইয়াক স্মৰণ কৰিব। এমাহো পূৰা হোৱা নাই. অলপতে কানপুৰ চহৰত ভাৰতৰ সুনিপুণ যোদ্ধা এজন ঢুকাল—গণেশশংকৰ বিদ্যাৰ্থী। আনক ত্ৰাণ কৰাৰ চেষ্টাত থাকোঁতে তেওঁৰ মৃত্যু ঘটোৱা হ'ল। গণেশজী আছিল মোৰ মৰমৰ বন্ধু, এজন সজমনা আৰু নিঃস্বাৰ্থ সাথী—যাৰ লগত কাম কৰিবলৈ পোৱাটোৱেই সৌভাগ্য। যোৱা মাহত কানপুৰত যেতিয়া উন্মত্ততাই দেখা দিলে আৰু ভাৰতীয়ই ভাৰতীয়ক মাৰিব ধৰিলে, তেতিয়া গণেশজী গোলমালৰ মাজত সোমাই পৰিল—দেশী ভাইসকলৰ কাৰোবাক মাৰিবৰ বাবে নহয়, তেওঁলোকক ৰক্ষা কৰিবৰ বাবেহে। শ শ লোকক তেওঁ ৰক্ষা কৰিলে, নিজক হলে তেওঁ বচাব নোৱাৰিলে আৰু বচোৱাৰ চেষ্টাও নকৰিলে। যিসকল লোকক তেওঁ বচাব খুজিছিল, সেইসকলৰ হাততেই তেওঁৰ মৃত্যু মিলিল। কানপুৰ আৰু আমাৰ প্ৰদেশখনে উজ্জ্বল তৰা এটি আৰু আমাৰ বহুতে মৰমৰ জ্ঞানী মিত্ৰ এজন হেৰুৱালে। পিচে তেওঁৰ মৰণ কি যে মহিমামণ্ডিত! কিয়নো তেওঁ স্থিৰদৃষ্টিৰে অবিচলিত থাকি জনতাৰ উন্মত্ততাৰ সন্মুখীন হ'ল; বিপদ আৰু মৃত্যুৰ মাজতো আনৰ হকেহে আৰু সেইসকলক কেনেকৈ উদ্ধাৰ কৰিব পাৰি, তাবহে তেওঁ চিন্তা কৰিলে।

সালসলনিৰ তিনটা মাহ। সময়-সমুদ্ৰত এটোপাল নিয়ৰ; জাতি এটাৰ জীৱনত ক্ষণ এটা মাত্ৰ। মাত্ৰ তিনি সপ্তাহৰ আগতে মই গৈছিলোঁ সিন্ধু প্ৰদেশৰ সিন্ধু উপত্যকাৰ মহেঞ্জোদাৰোৰ ধ্বংসাৱশেষ চাবলৈ। তেতিয়া তুমি মোৰ লগত নাছিলা। ভূগৰ্ভৰপৰা বিৰাট চহৰ এখন ওলাই পৰা মই দেখিলোঁ—মজপুত পকী ঘৰ আৰু আহল-বহল বাট-পথৰ চহৰ এখন; পাঁচ হেজাৰ বছৰৰ পূৰ্ব্বে নিৰ্ম্মিত বুলি তেওঁলোকে কয়। এই প্ৰাচীন চহৰখনত পোৱা মনোমোহা অলঙ্কাৰপাতি আৰু বাচন-বৰ্ত্তন মই দেখি আহিছো। চমৎকাৰ পোছাক পিন্ধি ইয়াৰ ৰাজপথ

আৰু গলিবোৰেদি আহ-যাহ কৰা পুৰুষ-মহিলা, খেল-ধেমালি কৰি থকা ল'ৰা-ছোৱালী (যিহেতু ল'ৰা-ছোৱালীয়ে ধেমালি কৰিবই), সামগ্ৰীৰে উপচি পৰা হাট-বজাৰ, কিনা-বেচা কৰা মানুহ আৰু ডবা-কাঁহৰ শব্দত মুখৰিত হৈ উঠা মন্দিৰ মই কল্পনা কৰিব পাৰিছোঁৱেই।

এই পাঁচ হেজাৰ বছৰ ধৰি ভাৰতে নিজৰ জীৱন ধাৰণ কৰি আহিছে আৰু বহুতো পৰিৱৰ্ত্তন দেখিছে। ইমান প্ৰাচীন অথচ ইমান তৰুণী আৰু সুন্দৰী আমাৰ এই প্ৰৌঢ়া মাতৃয়ে নিজৰ সন্তান-সন্ততিৰ দিনটোলৈহে তিষ্ঠি থকা আৰু পিচতে নোহোৱা হৈ পৰা অধৈৰ্য্য, সামান্য বিপাক-বিবুদ্ধি আৰু হৰ্ষ-বিষাদবোৰ দেখি নেহাঁহেনে, তাকে ভাবি মাজে-সময়ে মই বিস্ময় বোধ কৰোঁ।

## ২১

## জিৰণিৰ এদিন আৰু সংপান-পুৰীৰ যাত্ৰা

২৬ মাৰ্চ্চ, ১৯৩২

অতীত বুৰঞ্জী সম্পৰ্কে নৈনী কাৰাগাৰৰপৰা মই তোমালৈ লেখাৰ পিচত চৈধ্য মাহ পাৰ হৈ গ'ল। তিনি মাহৰ পিচত আৰব সাগৰৰপৰা মই দুখন চিঠি লেখি এইলানিৰ লগতে যোগ দিছিলোঁ। তেতিয়া আমি আছিলোঁ লঙ্কা* অভি-মুখে ধাবমান 'ক্ৰাৰ্কভিয়া'ত। মই লেখি থাকোঁতে, বহল-বিশাল সাগৰখন মোৰ সন্মুখত ভাহি আছিল আৰু মোৰ আকুল নয়নে তাক চাই উৰাদিহ একো পোৱা নাছিল। তাৰ পিচত পালোগৈ লঙ্কা আৰু এমাহ জুৰি আমি উল্লাসময় বিশ্ৰাম ভোগ কৰিলোঁ আৰু আমাৰ আলৈ-আহুকাল পাহৰি পেলোৱাৰ চেষ্টা কৰিলো। সেই অতিশয় মনোমোহা দ্বীপটোৰ ইমুৰ-সিমুৰ হৈ আমি ঘূৰিলোঁ; ইয়াৰ অপৰূপ সৌন্দৰ্য্য আৰু প্ৰকৃতিৰ প্ৰাচুৰ্য্যত মোহিত হলোঁ। পুৰণি মহত্ত্বৰ অৱশেষ আৰু স্তূপেৰে পৰিপূৰ্ণ কাণ্ডি, নুৱৰ এলিয়া আৰু অনুৰাধাপুৰ—আমি ভ্ৰমি ফুৰা এনে বিস্তৰ ঠাইৰ বিষয়ে ভাবিলে কি যে ভাল লাগে! সৰ্ব্বোপৰি মই ভাল পাওঁ ভাবি — সহস্ৰ চকুৰে তোমাৰ ফালে চাই ৰোৱা প্ৰচুৰ জীৱ-জন্তু অধ্যুষিত গহীন গ্ৰীষ্ম-মণ্ডলীয় অৰণ্য; লাহী, সৰল আৰু অকৃত্ৰিম মনোমোহা কাৰ্কিনি তামোলৰ গছ, অপৰ্য্যাপ্ত নাৰিকল, য'ত দ্বীপটোৰ গাঢ় সেউজীয়াই সাগৰ আৰু আকাশৰ নীলাক স্পৰ্শ কৰিছে, সেই শাৰী শাৰী খেজুৰেৰে বন কৰা সাগৰীয় উপকূল; ফেনে-ফোটেকাৰে পাৰত নাচি-হেন্দুলি থকা জলধি-তৰঙ্গ আৰু খেজুৰৰ পাত ভেদি ৰিব ৰিবকৈ বলা মলয়াৰ বিষয়ে।

ই আছিল গ্ৰীষ্মমণ্ডললৈ তোমাৰ প্ৰথম আগমন—লগতে মোৰ পক্ষেও। বহু দিনৰ আগতে অলপ সময় খপিচলো যদিও (যিটোৰো স্মৃতি লুপ্তপ্ৰায় হৈছে) ই হ'ল

* লঙ্কা হ'ল সিংহলৰ পুৰণি নাম।

এক নতুন অভিজ্ঞতা। গ্ৰীষ্মমণ্ডললৈ মই আকৃষ্ট হোৱা নাছিলোঁ; কিয়নো গৰম দেখি মই ভয় খাইছিলোঁ। সাগৰ আৰু পৰ্ব্বত—বিশেষকৈ উত্তুংগ হিমৰাশি আৰু তুষাৰখণ্ডইহে মোক মুগ্ধ কৰিব পাৰিছিল। কিন্তু সিংহলত ৰোৱা অলপীয়া সময়ৰ ভিতৰতে গ্ৰীষ্মমণ্ডলৰ মোহিনী বিদ্যা আৰু বশীকৰণ মন্ত্ৰৰ কিছু নহয় কিছু মই অনুভৱ কৰিলো। সেই মণ্ডলৰ সৈতে পুনৰ মিত্ৰতা স্থাপন কৰিব পাৰিম—এই ভাবি কিছু সকৰুণ চিত্তেহে মই উলটি আহিলোঁ।

সিংহলত জিৰাণি লোৱা আমাৰ মাহটো বৰ সোনকালেই অন্ত পৰিল আৰু আগৰ ঠেক সেতু অতিক্ৰম কৰি আমি ভাৰতৰ দক্ষিণ কোণলৈ আহিলোঁ। য'ত চিৰ-যৌৱনা দেৱীয়ে বসতি কৰে আৰু পহৰা দি থাকে বুলি কোৱা হয় আৰু যাক আমাৰ নামবোৰ ভাজ দিয়া আৰু বিকৃত কৰাৰ প্ৰতিভা থকা পশ্চিমীয়া লোকসকলে 'কেপ ক'মৰিণ' বোলে, সেই কন্যা-কুমাৰীলৈ আমাৰ আগমনৰ কথা তোমাৰ মনত আছেনে? আমি তেতিয়া ভাৰত মাতৃৰ শ্ৰীচৰণত সঁচাই উপবিষ্ট হলোঁ আৰু আৰব সাগৰে বংগোপসাগৰৰ সলিলৰাশি স্পৰ্শ কৰা দেখিলোঁ। এই দুয়ো জলধিয়ে যেন ভাৰতৰে তৰ্পণ কৰিছে, তাকো আমি কল্পনা কৰিব পৰা হলোঁ। তাৰ পৰিস্থিতি হ'ল আচৰিতভাৱে শান্ত আৰু মোৰ মন কেবাহেজাৰ মাইলৰো ব্যৱধান লংঘি পালেগৈ ভাৰতৰ আনটো সীমান্ত য'ত চিৰহিমে হিমালয়ক প্ৰচ্ছন্ন কৰি থৈছে আৰু য'ত শান্তিও সমানেই বিৰাজিত। কিন্তু এই দুয়োটা সীমান্তৰ ভিতৰত হাই-উৰুমি আৰু দুখ-দাৰিদ্ৰ্য যথেষ্ট আছে।

আমি অন্তৰীপ এৰি উত্তৰ অভিমুখে ৰাওনা হলোঁ।

আমি গলোঁ ত্ৰিৱাঙ্কুৰ আৰু কোচিনৰ ভিতৰেদি আৰু মালাৱাৰৰ জলাশয়ৰ ওপৰেদি,—সেইবোৰ কি যে বিতোপন! গছ-গছনিয়ে ছাটি থোৱা পাৰৰ মাজেদি জোনৰ পোহৰত আমাৰ নাওখন কেনেকৈ ধীৰে ধীৰে চলি গ'ল, যেন আমি কোনোবা সপোনপুৰীতহে আছোঁ। তাৰ পিচত আমি আহিলোঁ মহীশূৰ, হায়দৰাবাদ আৰু বোম্বাই—অৱশেষত এলাহাবাদলৈ। সি হ'ল জুন মাহৰ কথা—ন মাহ আগৰ।

পিচে আজিকালি ভাৰতত সকলোবোৰ বাট-পথ একে গন্তব্য স্থললৈকে যোৱা হৈছে। সমস্ত যাত্ৰা—সপোনপুৰীৰে হওক বা বাস্তৱৰে হওক—শেষ হয়গৈ বন্দীশালত। সেইদেখি মই আকৌ আহিলোঁ মোৰ পুৰণি সুপৰিচিত প্ৰাচীৰৰ অন্তৰাললৈ। তোমাৰ বিষয়ে ভাবিবলৈ বা তোমালৈ লেখিবলৈ মোৰ সময় প্ৰচুৰ আছে, যদিও মোৰ চিঠিবোৰ তোমাৰ হাতত নপৰিবগৈ পাৰে। যুঁজ আকৌ আৰম্ভ হ'ল আৰু ল'ৰা-ছোৱালী, পুৰুষ-মহিলা নিৰ্ব্বিশেষে আমাৰ মানুহ স্বাধীনতাৰ হকে ৰণলৈ আৰু দাৰিদ্ৰ্যৰ অভিশাপৰপৰা এই দেশক মুক্ত কৰিবলৈ ওলাল। কিন্তু মুক্তি সহজে লভিব পৰা দেৱী নহয়; পুৰণি কালৰ নিচিনাকৈ এই গোঁসানীয়ে ভক্ত-সকলৰ পৰা নৰবলি দাবী কৰে।

বন্দীশালৰ আজি মোৰ তিনি মাহ পূৰা হ'ল। তিনি মাহৰ আগতে ঠিক আজিৰ এই দিনটোতে—২৬ ডিচেম্বৰ তাৰিখে—মোক ষষ্ঠবাৰৰ বাবে গ্ৰেপ্তাৰ কৰা হৈছিল। তোমালৈ এই চিঠিবোৰ লেখিবলৈ লওঁতে মোৰ যথেষ্ট বিলম্ব ঘটিল; কিন্তু বৰ্ত্তমানে মন আগুৰি থকা অৱস্থাত দূৰ অতীতৰ বিষয়ে ভবা-চিন্তা কৰাটো

সময়ত কিমান যে দূৰ হৈ পৰে, তুমি জানাই। কাৰাগাৰত থান-থিত লওঁতে মোক কিছু সময় লগা হৈছে। মই তোমালৈ নিয়মিতভাৱে লেখাৰ চেষ্টা কৰিম। কিন্তু মই এতিয়া এখন বেলেগ বন্দীশালত আৰু এই সলনি মোৰ ভাল লগা নাই। ইও মোৰ কামত কিছু হকা-বাধাৰ সৃষ্টি কৰিছে। ইয়াত এতিয়া মোৰ দিগন্ত আগতকৈও উচ্চতৰ। অন্ততঃ উচ্চতাৰ ফালৰ পৰা চীনৰ মহাপ্ৰাচীৰৰ লগত মোৰ সম্মুখত থকা প্ৰাচীৰখনৰ কিছু মিল থকা উচিত আছিল। কিন্তু ই প্ৰায় ২৫ ফুট ওখ যেনেহে দেখা গৈছে আৰু এইখন প্ৰাচীৰ বগাই ৰাতিপুৱা আমাৰ ফালে ভুমুকি মাৰোতে বেলিটোক ডেৰ ঘণ্টা সময় বেচিকৈ লগা হৈছে।

খন্তেকলৈ আমাৰ দিগন্ত সীমাবদ্ধ হ'ব পাৰে। কিন্তু বহল নীলা সাগৰ, পৰ্ব্বতৰাশি, মৰুভূমি আৰু আমি কৰা—দহ মাহৰ আগতে তুমি, মাৰ আৰু মই কৰা—সপোনপুৰীৰ যাত্ৰাৰ (তাক এতিয়া দিঠক যেন নেলাগেই) বিষয়ে ভাবি ভাল লাগে।

## ২২

## জীৱিকাৰ অৰ্থে মানুহৰ যুঁজ

২৮ মাৰ্চ্চ, ১৯৩২

বিশ্ব-ইতিহাসৰ সূত্ৰ আমি আকৌ বুটলি লওঁহক আৰু অতীতৰ দুই-এটি ৰেঙনি গোটোৱাৰ চেষ্টা কৰোহ'ক। ই হ'ল এটা মেৰ পাক, খুলিব-মেলিব নোৱাৰি— আনকি সৰ্ব্বাঙ্গিক দেখাটোও কঠিন। ইয়াৰ যি কোনো একোটা পাবতে আমি আত্মনিমজ্জিত হৈ পৰোঁহক আৰু সেইটো পাবক ইয়াৰ যথাপ্ৰাপ্য গুৰুত্বতকৈও বেচিহে যাচোঁ। আমাৰ প্ৰায় প্ৰত্যেকেই ভাবে যে আমাৰ নিজ দেশখনৰ—সেইখন যি দেশেই নহওক লাগে—বুৰঞ্জীৰ আন আন দেশবোৰৰ বুৰঞ্জীতকৈ অধিকতৰ গৌৰৱময় আৰু অধিকতৰ অধ্যয়নৰো যোগ্য। এনে ধাৰণাৰ বিৰুদ্ধে তোমাক মই আগতে এবাৰ সতৰ্ক কৰি দিছোঁ; আকৌ এবাৰ সতৰ্ক কৰি দিওঁ। এই ফাকটোত পৰা তেনেই সহজ। আনকি এইটোৱেই ঘটি উঠাটো যাতে বাৰণ কৰিব পাৰি, সেই অৰ্থেহে মই তোমালৈ এই চিঠিবোৰ লেখিবলৈ লৈছিলোঁ। তথাচ মাজে-সময়ে মোৰ অনুভৱ হয় যেন মই নিজে এই ভুলটোকে কৰিছোঁ। যদি মোৰ নিজৰ শিক্ষাই ত্ৰুটিপূৰ্ণ হয় আৰু যি বুৰঞ্জী মোক শিকোৱা হ'ল, সি যদি ছেগা-চোৰোকা বিধৰ হয়, তেন্তে মই নো কৰিম কি ? বন্দীশালৰ আঁৰত থাকি উত্তৰোত্তৰ অধ্যায়নৰ যোগেদি মই সেই ঘাটি পুৰোৱাৰ চেষ্টা কৰিছোঁ আৰু সম্ভৱতঃ কিছু দূৰ কৃতকাৰ্য্য হৈছোঁ। কিন্তু মোৰ শৈশৱ আৰু যৌৱনত যিসকল লোক বা ঘটনাৰ চিত্ৰ মোৰ মানস-পটত দাগি ধৰিছিলোঁ, সেইসকলক মই তাৰপৰা আৰু আঁতৰাব নোৱাৰোঁ। অসম্পূৰ্ণ জ্ঞান হেতু এনেয়ে যথেষ্ট সীমাবদ্ধ হৈ থকা মোৰ বুৰঞ্জী বিষয়ক মতামতৰ ওপৰত এই চিত্ৰ-ৰাজিৰ পূৰ্ণ ৰহণ পৰিছে। সেইদেখি মই যি লেখো, তাত হয়তো ভুল কৰিম; বহুতো গুৰুত্ব নোহোৱা কথাৰ মই উল্লেখ কৰিম আৰু বহুতো গুৰুত্বপূৰ্ণ কথাৰ

বিষয়ে লেখিবলৈ হয়তো পাহৰি যাম। কিন্তু ইতিহাসৰ গ্ৰন্থৰ ঠাই লবৰ বাবে এই চিঠিবোৰ অভিপ্ৰেত হোৱা নাই। এইবোৰ হ'ল আমাৰ ভিতৰত হোৱা সৰু-সুৰা কথোপকথন,—অন্ততঃ মই সেইদৰে ভাবিয়েই আনন্দ পাওঁ—যিবোৰ এহেজাৰ মাইল আৰু বহুতো প্ৰকাণ্ড দেৱালে আমাক নিলগ কৰি নোথোৱা হ'লে নিজৰ ভিতৰতে আমি কৰিব পাৰিলোঁহেঁতেন।

বুৰঞ্জীৰ পুথিবোৰৰ পাত ভৰপূৰ কৰি থোৱা অনেক প্ৰসিদ্ধ লোকৰ বিষয়ে তোমালৈ লেখাটো মোৰ দ্বাৰা হৈ নুঠিব। তেওঁলোক সময়ত নিজ নিজ ধৰণ অনুযায়ী কৌতুকাবহ হৈ উঠে আৰু যিকালত তেওঁলোকে বসতি কৰিছিল, সেই-কালৰ মৰ্ম্ম উপলব্ধি কৰাত তেওঁলোকে আমাক সহায় কৰে। কিন্তু বুৰঞ্জী কেৱল বৰ বৰ লোকৰ—ৰজা, সম্ৰাট বা তেনে বিধ লোকৰ—কাৰ্য্যাৱলীৰ পঞ্জীয়েই নহয়; সেয়ে হোৱা হ'লে বুৰঞ্জীয়ে এতিয়া মানে খেলা খটম কৰিব লাগিলহেঁতেন; কিয়নো বিশ্বৰ মঞ্চত ৰজা আৰু সম্ৰাটসকলে দপ্‌দপাই ফুৰাটো প্ৰায় শেষেই হৈছে। নিজকে জাহিৰ কৰিবলৈ প্ৰকৃতপক্ষে মহান নৰ-নাৰীক সিংহাসন, ৰাজমুকুট, বস্ত্ৰ আভৰণ বা খিতাপ একো নেলাগে। ৰজা বা যুৱৰাজৰ ভেমটোৰ বাহিৰে নিজৰ বুলিবলৈ আন একো নথকা ৰজা বা যুৱৰাজসকলেহে ভিতৰৰ নগ্নতা লুকাই ৰাখিবৰ বাবে সাজ-পোছাক বা বসন ভূষণ পিন্ধে। পৰিতাপৰ বিষয় যে আমাৰ বহুতে ভোল গৈ এই বাহ্যিক আড়ম্বৰত প্ৰতাৰিত হয় আৰু ভুলক্ৰমে—

"মুকুট-পৰিহিত লোক এজনকে বোলে ৰাজকীয়,
যিজন ৰজা ভিন্ন আন নহয় একো।"

যথাৰ্থ বুৰঞ্জীৰ আলোচ্য বিষয় অ'ৰ ত'ৰ দুই-এজন ব্যক্তি হ'ব নেলাগিব। ই হোৱা উচিত যি জাতি গঠন কৰে, যি মেহনতি কৰে আৰু নিজ পৰিশ্ৰমেৰে জীৱনৰ আৱশ্যকীয় বা প্ৰসাধনীয় সামগ্ৰী তৈয়াৰ কৰে আৰু যি সহস্ৰ বিভিন্ন ধৰণে পৰস্পৰৰ ওপৰত ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে, সেই জনসাধাৰণ। মানুহৰ এনে এক বুৰঞ্জী বাস্তৱিক মনোমুগ্ধকৰ কাহিনী হব। প্ৰকৃতি আৰু প্ৰাকৃতিক উপসৰ্গৰ বিৰুদ্ধে, বনৰীয়া জন্তু আৰু হাবি-জংঘলৰ বিৰুদ্ধে,—আৰু শেহান্তৰত সকলোতকৈ জটিল—মানুহক পদানত কৰি ৰখাৰ আৰু নিজ স্বাৰ্থসিদ্ধিৰ বাবে শোষণ কৰাৰ যি চেষ্টা কৰিছে, মানৱ-গোষ্ঠীৰে তেনে কিছুমান লোকৰ বিৰুদ্ধে যুগব্যাপী চলি অহা মানৱ-সংগ্ৰামৰ ই হ'ব এক কাহিনী। ই হ'ব জীৱিকাৰ অৰ্থে মানৱ-সংগ্ৰামৰ কাহিনী। যিহেতু জীৱন ধাৰণ কৰিব লাগিলে খাদ্য, আশ্ৰয়স্থল আৰু ঠাণ্ডা বায়ুমণ্ডলত হ'লে কাপোৰ-কানিৰ নিচিনা কিছুমান নিৰ্দ্দিষ্ট বস্তুৰ দৰকাৰ, সেইবাবে যি এই প্ৰয়োজনীয় বস্তুবোৰ নিয়ন্ত্ৰিত কৰিছে, সি মানুহৰ ওপৰত প্ৰভুত্বও খটাব পাৰিছে। শাসকবৰ্গ আৰু কৰ্ত্তাসকলৰ ক্ষমতা আছে, যিহেতু তেওঁলোকে জীৱিকাৰ কিছুমান মূলীভূত সম্বল চৰ্ত্তাধীন বা নিয়ন্ত্ৰণাধীন কৰি ৰাখি দিছে আৰু মানুহক অনাহাৰ-গ্ৰস্ত কৰি সেও মনোৱাৰ ক্ষমতা এই নিয়ন্ত্ৰণেই তেওঁলোকক প্ৰদান কৰিছে। সেইদেখি আমি অগণন লোকক অপেক্ষাকৃতভাৱে এমুঠি মানুহে শোষণ কৰাৰ, কেতবোৰ লোকে মুঠেও পৰিশ্ৰম নকৰাকৈ অৰ্জ্জন কৰাৰ আৰু বিস্তৰ লোকে মেহনত কৰিও কিঞ্চিৎ মাত্ৰ উপাৰ্জ্জন কৰাৰ অদ্ভুত দৃশ্য দেখিব লাগিছোঁ।

অকলশৰে চিকাৰ কৰি ফুৰা বন্য মানৱে লাহে লাহে পৰিয়াল গঠন কৰিলে আৰু গোটেই ঘৰ গৃহস্থালিয়ে একেলগে আৰু ইজনে-সিজনৰ হকে খাটিবলৈ ললে। বহুতো গৃহস্থালিয়ে লগে-ভাগে সহযোগ কৰি গাঁও গঠন কৰিলে আৰু বিভিন্ন গাঁৱৰ বনুৱা, বণিক আৰু কাৰিকৰসকলে পিচত একেলগে যোগ হৈ শিল্পী-সঙ্ঘ খুলিলে। ক্ৰমাগত সামাজিক গোটৰ উত্থান হোৱা তুমি দেখিবলৈ পাবা। আৰম্ভণি কৰি দিলে কিন্তু ব্যক্তিয়ে—সেই বন্য মানৱে। তেতিয়া কোনো বিধৰে সমাজ নাছিল।পৰৱৰ্ত্তী বৃহত্তৰ গোট হ'লগৈ পৰিয়ালটোহে; তাৰ পিচত গাঁও আৰু কেবাখনো গাঁৱৰ সমষ্টি। এই সামাজিক গোটটোৰ উত্থান হবলৈ পালে কিয়? এই উত্থান আৰু সহযোগ জৰুৰী কৰি তুলিলে জীৱিকাৰ অৰ্থে চলোৱা সংগ্ৰামে; কিয়নো উমৈহতীয়া শত্ৰুৰ বিপক্ষে প্ৰতিৰক্ষা কৰাত বা আক্ৰমণ চলোৱাত গাইগুটীয়া প্ৰতিৰক্ষা বা আক্ৰমণতকৈ সহযোগিতা দেখাতে বহু গুণে বেচি কাৰ্য্যকৰী হ'ব। তাতকৈও অধিকতৰ লাগতিয়াল হ'ল কামত সহযোগিতা কৰাটো। অকলশৰে কৰাতকৈ লগেভাগে কাম কৰিলে মানুহে অনেক বেচি খাদ্য বা অন্যান্য প্ৰয়োজনীয় সামগ্ৰী উৎপন্ন কৰিব পাৰিব। কামৰ ক্ষেত্ৰত এনে সহযোগিতাৰ অৰ্থ হ'ল এয়ে যে কেৱল নিজৰ বাবে চিকাৰ কৰি ফুৰা গাইগুটীয়া বন্য মানৱৰপৰা সুবৃহৎ সমষ্টি একোটালৈকে আৰ্থিক গোটটোও ঠন ধৰি উঠিল। অধিক কি, জীৱিকাৰ অৰ্থে মানৱ-সংগ্ৰামৰ তাড়নাত ক্ৰমশঃ পুষ্ট হৈ আৰ্থিক গোটটোৰ এই উত্থানৰে বোধহয় পৰিণতি ঘটিল সমাজ আৰু সামাজিক গোটৰ উত্থানত। বুৰঞ্জীৰ সুদীৰ্ঘ একো একোছোৱা কাল ধৰি প্ৰায় অবিৰাম দ্বন্দ্ব আৰু নিগ্ৰহৰ মাজতো আমি লক্ষ্য কৰি আহিছোঁ এই ক্ৰমবিৱৰ্ত্তন আৰু সময়ত তাৰেই ওভতনি। কিন্তু সেইবুলি বিশ্বই অত্যন্ত প্ৰগতি সাধিছে কিম্বা ই আগতকৈ খুব বেচি সুখ-স্বাচ্ছন্দ্যপূৰ্ণ ঠাই হৈছে বুলি এই ক্ৰমবিবৰ্ত্তনে অৱশ্যম্ভাবীৰূপেই সূচিত কৰিছে —এনে ধাৰণা নকৰিবা। কিজানি ই আগতকৈ ভাল হ'ল; কিন্তু ই সুশ্ৰী হোৱাৰপৰা ভালেখিনি দূৰৈত আৰু যথেষ্ট দুখো আছে সৰ্ব্বত্ৰ।

এই আৰ্থিক আৰু সামাজিক গোটবোৰৰ উত্থান হোৱাৰ লগে লগে জীৱন ক্ৰমাগত জটিলতৰ হৈ উঠিল। বেপাৰ-বাণিজ্য বাঢ়িল। উপহাৰ দিয়াৰ পৰিৱৰ্ত্তে বস্তু সলনা-সলনি কৰাৰ নিয়ম প্ৰবৰ্ত্তিত হ'ল। তাৰ পিচত আহিল ধন আৰু ই সমস্ত লেন-দেনত বিপুল পাৰ্থক্যৰ সৃষ্টি কৰিলে। বেপাৰ তৎক্ষণাৎ চৰি গ'ল; কিয়নো সোণ বা ৰূপৰ মুদ্ৰাৰে দেনা শোধ কৰাটোৱে বিনিময় সহজসাধ্য কৰি তুলিলে। পিচত আনকি মুদ্ৰাও সদায় ব্যৱহৃত নোহোৱা হ'ল আৰু মানুহে তাৰ প্ৰতীক ব্যৱহাৰ কৰিবলৈ ললে। শোধ কৰাৰ প্ৰতিশ্ৰুতি থকা কাগজ এটুকুৰাকে বেচ ভাল বুলি গণ্য কৰা হ'ল। এইদৰেই প্ৰৱৰ্ত্তিত হ'ল বেঙ্ক নোট আৰু চেক্। ইয়াৰ অৰ্থ হ'ল উঠনাকৈ কাৰবাৰ চলোৱা। বাকীৰ প্ৰচলনে বেপাৰ-বাণিজ্যক আকৌ ভালে-খিনি আগুৱাই দিলে। তুমি জানাই যে আজিকালি চেক্ আৰু বেঙ্ক নোট প্ৰায়েই ব্যৱহৃত হয় আৰু কাণ্ডজ্ঞান থকা লোকে সোণ-ৰূপৰ টোপোলা লগে লগে কঢ়িয়াই লৈ নুফুৰে।

তেন্তে আমি দেখিলোঁ যে আন্ধাৰ অতীতৰপৰা বুৰঞ্জীয়ে আগবাঢ়ি অহাৰ লগে লগে মানুহে ক্ৰমাগত অধিকতৰ উৎপাদন কৰিছে, বিভিন্ন ব্যৱসায়ত পাৰ্গতালি

লভিছে, পৰস্পৰৰ লগত বস্তুৰ সলনা-সলনি কৰিছে আৰু এইদৰেই বেপাৰ বঢ়াইছে। সংযোগৰ নতুন আৰু উন্নতৰ মাধ্যম উদ্ভাৱিত হোৱাটোও—বিশেষকৈ ভাপকল ওলোৱাৰ পৰা যোৱা এশ বছৰ বা তদ্ৰূপ সময়ৰ ভিতৰত—আমি লক্ষ্য কৰিলোঁ। উৎপাদন বঢ়াৰ লগে লগে পৃথিৱীৰ সম্পদো বাঢ়ি গ'ল আৰু কিছুমান মানুহে অন্ততঃ বেচি অৱসৰ পালে।

এই সকলোখিনি ঘটি উঠিল। আমাৰ জ্ঞান-গৰিমামুখৰ প্ৰগতিশীল যুগ. আমাৰ আধুনিক সভ্যতাৰ আশ্চৰ্য্যৰাশি আৰু আমাৰ মহৎ সংস্কৃতি বা বিজ্ঞানক লৈ মানুহে গৰ্ব্বও বোধ কৰিলে। তথাচ দুখীয়া থাকিল দুখীয়া আৰু নিচলা হৈয়ে; ডাঙৰ ডাঙৰ জাতিবোৰ থাকিল পৰস্পৰৰ লগত যুদ্ধ কৰি আৰু লাখ লাখ মানুহ নিধন কৰি। আমাৰখনৰ নিচিনা ডাঙৰ ডাঙৰ দেশবোৰো বিদেশী শাসকৰদ্বাৰাই শাসিত হৈ থাকিল। আমি যদি আমাৰ নিজৰ ঘৰখনতে স্বাধীনতা নেপাওঁ, তেন্তে আমাৰ বাবে সভ্যতাৰ ভালটোনো থাকিলগৈ ক'ত? পিচে এতিয়া আমি উত্তিষ্ঠত জাগ্ৰত।

যিস্থলত আমাৰ প্ৰত্যেকে এই মহান প্ৰয়াসত অংশ গ্ৰহণ কৰিব পাৰো আৰু কেৱল ভাৰতেই নহয়, সমগ্ৰ বিশ্বত পৰিৱৰ্ত্তনৰ ধাৰাত বিৱৰ্ত্তমান হোৱা লক্ষ্য কৰিব পাৰোঁ, তেনেস্থলত এই দল্‌দোপ্-হেন্দোলদোপ্ লাগি পৰা সময়ছোৱাত বাস কৰিবলৈ পোৱা হেতু আমি কিমান ভাগ্যৱান! তুমি এজনী ভাগ্যৱতী ছোৱালী। বুছিয়াত নতুন যুগ এটাৰ সূচনা কৰা বিৰাট বিপ্লৱটো সংঘটিত হোৱা মাহ আৰু বছৰতে উপজি এতিয়া তুমি নিজ দেশতে এটা বিপ্লৱৰ প্ৰত্যক্ষদৰ্শী হৈছা আৰু অচিৰে তুমি তাৰ অংশীদাৰো হ'বগৈ পাৰিবা। গোটেই পৃথিৱী জুৰি গণ্ডগোল আৰু সাল-সলনি হ'ব লাগিছে। সুদূৰ প্ৰাচ্যত চীনৰ ডিঙিত ৰেপ দিবলৈ জাপান উদ্যত হৈছে। পাশ্চাত্যত—আনকি অখিল বিশ্বতে—পুৰণি পদ্ধতি কম্পমান হৈ উঠিছে আৰু ভাগি-ছিগি যোৱাৰ উপক্ৰম হৈছে। বিভিন্ন দেশে নিৰস্ত্ৰীকৰণৰ কথা কৈছে. কিন্তু পৰস্পৰে পৰস্পৰক সন্দেহজনকভাৱে নিৰীক্ষণ কৰিছে আৰু আপাদমস্তক সশস্ত্ৰ হৈ আছে। বিশ্বৰ ওপৰত সুদীৰ্ঘ কাল ধৰি প্ৰভুত্ব খটোৱা পুঁজিবাদৰ ই মুনি-চুনি বেলি। ই যেতিয়া মাৰ যাব——আৰু মাৰতো যাবই লাগিব—তেতিয়া বহুত বেয়া বস্তুও লগতে লৈ যাব।

## ২৩

## সমীক্ষা

২০ মাৰ্চ্চ, ১৯২৩

যুগ-আৱৰ্ত্তনৰ যোগেদি আমাৰ যাত্ৰাপথত আমি কিমান দূৰ আগ বাঢ়িলোঁ? মিছৰ, ভাৰত, চীন আৰু নছাছৰ পুৰণি দিনবোৰৰ বিষয়ে আমি ইতিমধ্যে অলপ-অচৰপ কথোপকথন কৰিলোঁ। পিৰামিডবোৰ নিৰ্ম্মাণ কৰা আশ্চৰ্য্যপূৰ্ণ প্ৰাচীন

মিছৰীয় সভ্যতা কেনেকৈ ক্ৰমাগত ম্ৰিয়মাণ হ'ল, নিজৰ শক্তি হেৰুৱাই পেলালে, অন্তঃসাৰশূন্য ছায়া হৈ পৰিল, জীৱন্ত প্ৰাণ বুলিবলৈ একোৱেই নথকা গঢ়-গতি আৰু প্ৰতীকৰাশিৰ বস্তু হ'লগৈ, সেইটো আমি লক্ষ্য কৰিলোঁ। ঘাই গ্ৰীক্ ভূভাগৰপৰা অহা জ্ঞাতিবৰ্গৰ হাততে নছাছ বিনষ্ট হোৱাও আমি লক্ষ্য কৰিলোঁ। সম্বলৰ অভাৱত সম্যক জানিবলৈ অসমৰ্থ হৈও আমি ভাৰত আৰু চীনৰ নিষ্প্ৰভ আৰু সুদূৰ পৰাহত প্ৰস্তাৱনা লক্ষ্য কৰি দুয়োখন দেশকে বহু সহস্ৰ বছৰৰ পূৰ্ব্বৱৰ্ত্তী তেওঁলোকৰ স্বকীয় অতীতৰ লগত কৃষ্টিগতভাৱে যুক্ত কৰি ৰখা অবিচ্ছিন্ন সূত্ৰত মুগ্ধ হৈ সেই তাহানিৰ দিনতো তেওঁলোকৰ সুসমৃদ্ধ সভ্যতা সম্পৰ্কে অৱহিত থাকি দৃষ্টিপাত কৰিলোঁ। মেচোপটামিয়াত ইখনৰ পিচত সিখনকৈ খন্তেকৰ বাবে সাম্ৰাজ্যবোৰে ঠন ধৰি উঠা আৰু পিচত সমূহ সাম্ৰাজ্যৰ যি গতি হয়, সিয়েই হোৱাৰ কিঞ্চিৎ আভাসো আমি পালোঁ।

খৃষ্ট জন্মৰ প্ৰায় ৫০০ বা ৬০০ বছৰৰ পূৰ্ব্বে বিভিন্ন দেশত আবিৰ্ভূত হোৱা মহান চিন্তানায়কসকলৰ কেইজনমানৰ বিষয়েও আমি কিছু বৰ্ণনা কৰিলোঁ —ভাৰতত বুদ্ধ আৰু মহাবীৰ, চীনত কনফুচিয়াচ আৰু লাওচে, পাৰস্যত জৰথুষ্টাৰ আৰু গ্ৰীচত পিথাগৰাছ। বুদ্ধই যজমানী বৃত্তি আৰু তৎকালীন ভাৰতত প্ৰচলিত পুৰণি বৈদিক ধৰ্ম্মৰ ধৰণ-কৰণবোৰৰ বিৰুদ্ধে আক্ৰমণ চলোৱা আমি লক্ষ্য কৰিলোঁ; কিয়নো সকলো প্ৰকাৰৰ কুসংস্কাৰ আৰু পূজাৰম্বাৰা সৰ্ব্ব-সাধাৰণৰ মানুহ বাধ্যবাধকতাগ্ৰস্ত আৰু বিভ্ৰান্ত হোৱা তেওঁ দেখিবলৈ পাইছিল। তেওঁ জাতিভেদো আক্ৰমণ কৰিছিল আৰু সমানাধিকাৰৰ পোষকতা কৰিছিল।

ইয়াৰ পিচত আমি পাশ্চাত্যৰ য'ত এচিয়া আৰু ইউৰোপ পৰস্পৰৰ লগত সংযুক্ত হৈছে, ত'লৈ গলোঁ আৰু ভাগ্য অন্বেষণ কৰিলোঁ পাৰস্য আৰু গ্ৰীচৰ— কেনেকৈ পাৰস্যত বিশাল সাম্ৰাজ্য এখনৰ উত্থান হ'ল আৰু "ৰজাৰো ৰজা" ডৰিয়াছে কেনেকৈ ভাৰতৰ সিন্ধু পৰ্য্যন্ত ইয়াক বিস্তাৰিত কৰিলে, কেনেকৈ এই সাম্ৰাজ্যই ক্ষুদ্ৰ গ্ৰীচক উদৰস্থ কৰাৰ চেষ্টা কৰিলে; কিন্তু বিস্ময় বিস্ফাৰিতভাৱে দেখা পালে যে এই ক্ষুদ্ৰ বস্তুটোৱে প্ৰত্যাঘাত হানি আত্মৰক্ষা কৰিব পাৰে। তাৰ পিচত আহিল গ্ৰীক্ বুৰঞ্জীৰ চুটি অথচ গৌৰৱমণ্ডিত এছোৱা কাল--যি ছোৱাৰ বিষয়ে মই তোমাক কিছু কৈছিলোঁ। তেতিয়া বহুতো প্ৰতিভাশালী আৰু মহান লোকে বসতি কৰে আৰু সৰ্ব্বোত্তম সৌন্দৰ্য্য সমাহিত কলা আৰু সাহিত্যৰ সৃষ্টি কৰে।

গ্ৰীচৰ সোনালী যুগ বেচি দিন স্থায়ী নহ'ল। মেচিডনৰ আলেকজেণ্ডাৰে দিগ্বিজয় কৰি গ্ৰীচৰ খ্যাতি দিগ-দিগন্ত বিয়পাই তুলিলে; কিন্তু তেওঁৰ অভ্যুত্থানৰ লগে লগে গ্ৰীচৰ উচ্চ সংস্কৃতিও ক্ৰমাৎ নিষ্প্ৰভ হ'ব ধৰিলে। আলেকজেণ্ডাৰে পাৰ্চীয় সাম্ৰাজ্য নাশ কৰিলে। তেওঁ নিঃসন্দেহে আছিল এজন ডাঙৰ সেনানায়ক, কিন্তু তেওঁৰ নামৰ চৌপাশে পৰম্পৰাই অসংখ্য আখ্যানৰ লেপ দিলে আৰু তেওঁ এনে এক খ্যাতিৰ অধিকাৰী হ'ল যিটো তেওঁৰ প্ৰায় অপ্ৰাপ্য। চক্ৰেটিছ, প্লেটো, ফিডিয়াছ, চফক্লিছ, বা গ্ৰীচৰ আন আন মহান লোকসকলৰ বিষয়ে কেৱল কৃতবিদ্য লোকসকলেহে জানে। কিন্তু আলেকজেণ্ডাৰৰ বিষয়ে শুনা নাই কোনে?

তুলনামূলকভাৱে চাব লাগিলে আলেকজেণ্ডাৰে বৰ কমেই কৰিলে। পাৰস্য সাম্ৰাজ্য পুৰণি হৈছিল আৰু কঁপি আছিল; দীৰ্ঘ দিন ই তিষ্ঠি থকাৰ সম্ভাৱনা প্ৰায় নাছিলেই। ভাৰতৰ আলেকজেণ্ডাৰৰ পদাৰ্পণ আছিল এটা খোঁচ মৰাৰ দৰে মাত্ৰ আৰু ইয়াৰো বৈশিষ্ট্য বৰ কমেই আছিল। কিজানি আলেকজেণ্ডাৰ বেচি দিন বাচি থকা হ'লে সাৰুৱা কিবা এটা কৰিবগৈ পাৰিলেহেঁতেন। কিন্তু তেওঁ ডেকা কালতে ঢুকায় আৰু তেওঁৰ সাম্ৰাজ্যও তৎমুহূৰ্ত্তে ভাগি টুকুৰাটুকুৰ হয়। তেওঁৰ সাম্ৰাজ্য স্থায়ী নহ'ল যদিও তেওঁৰ নাম কিন্তু থাকি গ'ল।

প্ৰাচ্যলৈ আলেকজেণ্ডাৰৰ জয়যাত্ৰাৰ এটা ডাঙৰ ফল হ'ল প্ৰাচ্য আৰু প্ৰতীচ্যৰ ভিতৰত নতুন সংযোগ স্থাপন। বহুসংখ্যক গ্ৰীক্ পূবলৈ আহিল আৰু সেই-সকলে পুৰণি চহৰবোৰত নাইবা তেওঁলোকে স্থাপন কৰি লোৱা নতুন উপনিৱেশ-বোৰত বসতি কৰিবলৈ ল'লে। আলেকজেণ্ডাৰৰ পূৰ্ব্বেও প্ৰাচ্য আৰু প্ৰতীচ্যৰ মাজত সম্পৰ্ক আৰু বেপাৰ নথকা নহয়; কিন্তু তেওঁৰ পিচত সি বহুগুণে বৰ্দ্ধিত হ'ল।

আলেকজেণ্ডাৰৰ অভিযানৰ আন এটা সম্ভাব্য ফল—যদি সঁচা হয়—তেন্তে গ্ৰীকসকলৰ পক্ষে বৰ দুৰ্ভাগ্যৰ বিষয় হ'ল। মেচোপটামিয়াৰ জলাতক ঠাইৰপৰা গ্ৰীচৰ নিম্নভূমিলৈ তেওঁৰ সৈনিকসকলে মেলেৰিয়াৰ ম'হো লগতে লৈ আহিল বুলি তথ্য এটা আগ বঢ়োৱা হৈছে। এইদৰেই বোলে মেলেৰিয়া বিস্তৃত হ'ল আৰু গ্ৰীক জাতিবৰ্গক দুৰ্ব্বল আৰু নিস্তেজ কৰি পেলালে। গ্ৰীক্সকলৰ অৱনতি সম্পৰ্কে দিয়া ব্যাখ্যাৰ ভিতৰত ইও হ'ল অন্যতম। কিন্তু ই হ'ল এটা তথ্য মাথোন; ইয়াত সত্যতা কিমান দূৰ নিহিত আছে, কোনেও কব নোৱাৰে।

আলেকজেণ্ডাৰৰ ক্ষণস্থায়ী সাম্ৰাজ্যৰ আধ্যা পৰিল। ইয়াৰ ঠাইত উত্থান হ'ল কেইবাখনো সৰুসুৰা সাম্ৰাজ্যৰ। এইবোৰৰ ভিতৰত হ'ল টলেমীৰ আমোলত মিছৰ আৰু চেলিউকচৰ আমোলত পশ্চিম এচিয়াৰ সাম্ৰাজ্য। টলেমী আৰু চেলিউকচ উভয়ে আছিল আলেকজেণ্ডাৰৰ সৈন্যাধ্যক্ষ। চেলিউকচে ভাৰততো পদক্ষেপ কৰাৰ চেষ্টা কৰিছিল; কিন্তু, তেওঁ নৈৰাশ্য সহকাৰে দেখিলে যে ভাৰতে সজোৰে প্ৰত্যাঘাত কৰিব পাৰে। গোটেই উত্তৰ আৰু মধ্য ভাৰত সামৰি চন্দ্ৰগুপ্ত মৌৰ্য্যই শক্তিশালী ৰাষ্ট্ৰ এখন স্থাপন কৰিলে। চন্দ্ৰগুপ্ত মৌৰ্য্য, তেওঁৰ প্ৰসিদ্ধ ব্ৰাহ্মণ মন্ত্ৰী চাণক্য আৰু চাণক্যই ৰচনা কৰা গ্ৰন্থখনৰ—অৰ্থশাস্ত্ৰ—বিষয়ে ইতি-পূৰ্ব্বে মই মোৰ আগৰ চিঠিবোৰত তোমাক কিছু কৈছোঁৱেই। আমাৰ পক্ষে সৌভাগ্যৰ বিষয় যে এই গ্ৰন্থখনে ২,২০০ বছৰৰ পূৰ্ব্বে ভাৰতত বিৰাজিত দিন-কালৰ ভাল নক্চা এটা আমাক যোগাব পাৰিছে।

পিচহতীয়া দুটি আমি সম্পূৰ্ণ কৰিলোঁ। পিচৰখন চিঠিত আমি মৌৰ্য্য সাম্ৰাজ্য আৰু অশোকলৈ আগুৱাই যাম। আচলতে চৈধ্য মাহৰ আগতে—অৰ্থাৎ ২৫ জানুৱাৰী (১৯৩১) তাৰিখে নৈনী কাৰাগাৰতে মই সেইটো কৰিম বুলি প্ৰতিশ্ৰুত হৈছিলোঁ। সেই প্ৰতিশ্ৰুতি পালন কৰিবলৈ মোৰ এতিয়াও বাকী আছে।

## ২৪

## অশোক—দেৱানাং প্ৰিয়

৩০ মাৰ্চ্চ ১৯৩১

মোৰ শঙ্কা বোধ হৈছে, ৰজা-যুৱৰাজসকলক হেয় প্ৰতিপন্ন কৰাত মোৰ আসক্তি কিজানি অলপ বেঁচি। তেওঁলোকৰ জাতটোত প্ৰশংসা বা ভক্তি কৰিব লগা একো মই দেখা নেপাওঁ। পিচে আমি এতিয়া এনে এজন মানুহলৈ আহিছোঁ যিজন ৰজা বা সম্ৰাট হোৱা সত্বেও আছিল মহান আৰু প্ৰশংসাৰ পাত্ৰ। তেওঁ হ'ল অশোক —চন্দ্ৰগুপ্ত মৌৰ্য্যৰ নাতিয়েক। তেওঁৰ বিষয়ে এইচ. জি. ৱেলছে (যাৰ ৰোমান্স-বোৰৰ কেইখনমান তুমি নিশ্চয় পঢ়িছা) 'আউট্ লাইন অব্ হিষ্ট্ৰিত'ত কৈছে, "বুৰঞ্জীৰ স্তম্ভবোৰত খুন্দা খাই থকা তদীয় মহিমাৰ্ণৱ, সুচাৰুশীল, পৰন্তপ, ৰাজ-ভৰ্ত্তাৰক ইত্যাদি নৃপতিবৰ্গৰ শত-সহস্ৰ নামৰ ভিতৰত অশোকৰ নামটো জিলিকি আছে আৰু জিলিকিছে অকলশৰীয়া তৰা এটিৰ দৰে। ভল্‌গাৰপৰা জাপানলৈকে তেওঁৰ নাম এতিয়াও পূজিত। চীন, তিব্বত আৰু ভাৰতে—যদিওবা ভাৰতে তেওঁৰ মতবাদ পৰিহাৰ কৰিলে—তেওঁৰ মহত্বৰ ঐতিহ্য সংৰক্ষণ কৰিছে। কন্‌ষ্টেন্টাইন বা শ্বাৰ্লেমেনৰ নাম কদাচিতো শুনি পোৱা লোক যিমান আছে, তাতকৈ সৰহ সংখ্যক জীৱিত লোকে তেওঁৰ স্মৃতি আজিও পোষণ কৰিছে।"

ই বাস্তৱিক উচ্চ প্ৰশস্তি, কিন্তু সুপ্ৰাপ্য। ভাৰত বুৰঞ্জীৰ এই কালছোৱাৰ বিষয়ে চিন্তা কৰিবলৈ পোৱাটো ভাৰতীয় এজনৰ পক্ষে বিশেষ আনন্দৰ বিষয়।

খৃষ্টাব্দ আৰম্ভ হোৱাৰ প্ৰায় তিনি শ বছৰৰ পূৰ্ব্বেই চন্দ্ৰগুপ্ত ঢুকাল। তেওঁৰ পুতেক বিন্দুসাৰ হ'ল তেওঁৰ উত্তৰাধিকাৰী। তেওঁ পঁচিশ বছৰ কাল শান্তি-পূৰ্ণভাৱে ৰাজত্ব কৰিলে যেন দেখা যায়। গ্ৰীক্ জহানৰ লগত তেওঁ সম্পৰ্ক ৰক্ষা কৰি চলিছিল। মিছৰৰ টলেমী আৰু পশ্চিম এচিয়াৰ চেলিউকচৰ পুতেক এণ্টিয়কচে পঠোৱা ৰাষ্ট্ৰদূত তেওঁৰ দৰবাৰলৈ আহিছিল। বহিৰ্বিশ্বৰ লগত বেপাৰ চলিছিল। কথিত আছে যে মিছৰীয়সকলে ভাৰতৰপৰা নিয়া নীলেৰে তেওঁ-লোকৰ কাপোৰ বোলাইছিল। ভাৰতীয় মছলিন কাপোৰ মেৰিয়াই তেওঁলোকৰ দেশৰ মানুহৰ মৰা-শবোৰ ৰখা হৈছিল বুলি প্ৰবাদ আছে। বিহাৰৰ পুৰণি অৱশেষ কিছুমান পোৱা গৈছে। সেইবোৰৰপৰা মৌৰ্য্য যুগৰো আগতেই তাত কিবা এবিধ কাঁচ তৈয়াৰী কৰা হৈছিল যেন দেখা যায়।

জানিবলৈ পালে তোমাৰ হয়তো আগ্ৰহ জন্মিব যে চন্দ্ৰগুপ্তৰ ৰাজসভালৈ অহা গ্ৰীক্ ৰাষ্ট্ৰদূত মেগাস্থিনিচে অলঙ্কাৰ-পাতি আৰু সৌন্দৰ্য্য প্ৰসাধনৰ প্ৰতি ভাৰতীয়সকলৰ মোহৰ বিষয়ে লেখি গৈছে আৰু মানুহক ওখ কৰিবৰ বাবে জোতা ব্যৱহাৰ কৰাটো বিশেষভাৱে লক্ষ্য কৰিছে। সেইদেখি ওখ গেৰোৱা একেবাৰে আধুনিক আৱিষ্কাৰ নহয়।

খৃষ্ট পূৰ্ব্ব ২৬৮ চনত বিন্দুসাৰৰ পিচত অশোক বিশাল সাম্ৰাজ্য এখনৰ উত্তৰাধিকাৰী হয়। ই গোটেই উত্তৰ আৰু মধ্য ভাৰত সামৰি লৈছিল আৰু মধ্য

এচিয়ালৈকে বিস্তৃত হৈছিল। দক্ষিণ-পূব আৰু দক্ষিণৰ অৱশিষ্ট অংশ কেইটাও নিজ সাম্ৰাজ্যৰ ভিতৰুৱা কৰি লোৱাৰ অভিপ্ৰায়েৰে বোধ হয় অশোকে তেওঁৰ ৰাজত্বৰ নৱম বছৰত কলিঙ্গ জয়ৰ সূচনা কৰিলে। কলিঙ্গৰ অৱস্থিতি হ'ল ভাৰতৰ পূব উপকূলত—মহানদী, গোদাবৰী আৰু কৃষ্ণা নদীৰ মাজত। কলিঙ্গৰ মানুহবোৰে বিক্ৰমেৰে যুঁজিলে; কিন্তু অৱশেষত নৃশংস হত্যাকাণ্ডৰ যোগেদি তেওঁলোকক বশ কৰা হ'ল। এই যুদ্ধ আৰু হত্যাকাণ্ডই অশোকক ইমান গভীৰভাৱে অভিভূত কৰিলে যে তেওঁ যুদ্ধ আৰু তাৰ আনুষঙ্গিক সমস্ত কাৰ্য্যৰ প্ৰতি বিৰক্ত হৈ উঠিল। তেতিয়াৰপৰাই তেওঁৰ পক্ষে যুদ্ধৰ ওৰ পৰিল। দক্ষিণৰ ক্ষুদ্ৰ অংশ এটাৰ বাহিৰে প্ৰায় সমগ্ৰ ভাৰত তেওঁৰ অধীনস্থ হৈছিল আৰু এই ক্ষুদ্ৰ অংশটোৰো দখল সম্পূৰ্ণ কৰাটো তেওঁৰ পক্ষে তেনেই সহজ হ'লহেঁতেন। কিন্তু তাকে কৰাৰ পৰা তেওঁ নিবৃত্ত থাকিল। এইচ. জি. ৱেলচৰ মতে জয়লাভৰ পিচত ৰণোদ্যোগ এৰি পেলোৱা সমৰাধিপতি বুৰঞ্জীত কেৱল অশোকেইহে।

আমাৰ পক্ষে সৌভাগ্যৰ কথা যে অশোকে কি ভাবিছিল আৰু কি কৰিলে, সেই বিষয়ে আমাক কোৱা তেওঁৰ নিজৰ বাণীকে আমি পাইছোঁ। শিল বা পাথৰত খোদাই কৰা অসংখ্য লিপিত প্ৰজাবৰ্গ আৰু পৰপুৰুষলৈ থৈ যোৱা তেওঁৰ বাণী আমি এতিয়াও পাইছোঁ। এলাহাবাদৰ কিল্লাত এনে এটা অশোক-স্তম্ভ থকাটো তুমি জানা। আমাৰ প্ৰদেশত এনে ধৰণৰ অন্যান্য বহুতো আছে।

যুদ্ধ আৰু দেশজয়ে যি হত্যাকাণ্ডৰ সূচনা কৰে, তাৰ প্ৰতি তেওঁৰ বিতৃষ্ণা আৰু অনুশোচনা সম্পৰ্কে এই লিপিবোৰত অশোকে আমাক সম্ভেদ যোগাইছে। ধৰ্ম্মৰ যোগেদি নিজক সংযত কৰা আৰু লোকৰ হিয়া অধিকাৰ কৰিব পৰাটোৱেইহে একমাত্ৰ যথাৰ্থ জয়, তেওঁ কয়। পিচে এই লিপিবোৰৰ কিছু মই তোমাৰ নিমিত্তে উদ্ধৃত কৰি দিম। সেইবোৰ সুখপাঠ্য হ'ব আৰু সেইবোৰে অশোককো বেচিকৈ তোমাৰ কাষ চপাই দিব।

এখন লিপিত কোৱা হৈছে, "অভিষিক্ত হোৱাৰ আঠ বছৰৰ পিচত তদীয় পৰমপূত আৰু মহিমাৰ্ণৱ ৰাজৰ্ষিয়ে কলিঙ্গ অধিকাৰ কৰিলে। এক লাখ পঞ্চাশ হেজাৰ মানুহ তাৰপৰা বন্দী কৰি ধৰি অনা হ'ল, এক লাখ নিধন কৰা হ'ল আৰু তাতকৈও বহু গুণে বেচি হানি হ'ল।

"কলিঙ্গসকলক চামিল কৰাৰ ঠিক পিচতে পৰমপূত ৰাজৰ্ষিৰ ঐকান্তিক ধৰ্ম্ম-সংৰক্ষণ, ধৰ্ম্ম-প্ৰীতি আৰু ধৰ্ম্মানুশীলন আৰম্ভ হ'ল। কলিঙ্গবাসীসকলক জয় কৰা বাবে পৰমপূত ৰাজৰ্ষিৰ এইদৰেই অনুশোচনা জাগৰিত হ'ল; কিয়নো পূৰ্ব্বে জয় নকৰা দেশ এখন জয় কৰিব লাগিলে হত্যাকাণ্ড, মৃত্যু আৰু মানুহক বন্দী হিচাপে ধৰি নিয়াটোও তদীয় পৰমপূত ৰাজৰ্ষিৰ পক্ষে ই এটা অত্যন্ত সন্তাপ আৰু আক্ষেপৰ বিষয়।"

লিপিখনৰ পিচৰ ছোৱাত কোৱা হৈছে যে কলিঙ্গত যিমান সংখ্যক লোকক বধ বা বন্দী কৰা হ'ল, তাৰ আনকি শতাংশ বা সহস্ৰাংশৰো হত্যা কিম্বা বন্ধন অশোকে আৰু সহিব নোৱাৰে।

"অধিকন্তু, কোনোবাই যদি তেওঁৰ প্ৰতি অন্যায় কৰে, তেন্তে সেইটোও তদীয়

পৰমপূত ৰাজৰ্ষিয়ে যতদূৰ সহা সম্ভৱ, ততদূৰ সহি থাকিব। আনকি তেওঁৰ সাম্রাজ্যৰ অৰণ্যবাসীসকলৰ ওপৰতো সেই পৰমপূত ৰাজৰ্ষিৰ মৰম সনা দৃষ্টি আৰু তেওঁলোকে যাতে শুদ্ধভাৱে চিন্তা কৰে, সেয়ে তেওঁৰ কাম্য; কিয়নো তাকে নকৰিলে অনুশোচনাই সেই পৰমপূত ৰাজৰ্ষিক পীড়িত কৰিব। তদীয় পৰমপূত ৰাজৰ্ষিৰ অভিপ্ৰায় হ'ল এয়ে যে সকলো জীৱ থকা বস্তুৱে যেন নিৰাপত্তা, আত্ম-নিয়ন্ত্রণ, মনৰ শান্তি আৰু প্রফুল্লতা লাভ কৰে।"

তদুপৰি অশোকে বুজাই দিছে যে যথাৰ্থ জয় হ'ল কৰ্ত্তব্যনিষ্ঠা বা ধৰ্ম্মনিষ্ঠাৰে মানুহৰ অন্তৰ জয় কৰা। কেৱল তেওঁৰ নিজৰ সাম্রাজ্যতে নহয়, দূৰ-দূৰণিৰ দেশতো তেওঁ ইতিমধ্যে এনে যথাৰ্থ জয় যে লাভ কৰিছে, তাকো তেওঁ বৰ্ণাইছে।

এই লিপিবোৰত বাৰংবাৰ উল্লেখ কৰা ধৰ্ম্ম হ'ল বুদ্ধৰ ধৰ্ম্ম। অশোক বৰ উৎসাহী বৌদ্ধ হৈ পৰিছিল আৰু ধৰ্ম্ম প্রচাৰ কৰিবৰ অৰ্থে আপ্রাণ চেষ্টা কৰিছিল। কিন্তু একো জোৰ-জুলুম চলা নাছিল। মানুহৰ অন্তৰ জয় কৰি লৈহে তেওঁ দীক্ষিত কৰিব খুজিছিল। ধৰ্ম্মৰ উদ্যোক্তাসকল বৰ কমেইহে—খুব কমেইহে—অশোকৰ সমান সহনশীল হয়। মানুহক নিজ ধৰ্ম্মমতলৈ আনিবৰ বাবে বল প্রয়োগ কৰাত আৰু আতঙ্কগ্রস্ত বা প্রবঞ্চনা কৰাৰ নীতিনিষ্ঠা বিসৰ্জ্জন দিবলৈও তেওঁলোক কুণ্ঠিত নহয়। ধৰ্ম্মমূলক নিৰ্য্যাতন আৰু ধৰ্ম্মমূলক যুদ্ধ-বিগ্রহেৰে বুৰঞ্জী গোটেইখন পৰিপূৰ্ণ। ধৰ্ম্ম আৰু ঈশ্বৰৰ নামত যিমান ৰক্তপাত কৰা হ'ল, সিমান কিজানি আন একোৰে নামত হোৱা নাই। সেইদেখি, গভীৰভাৱে ধৰ্ম্মপ্ৰাণ আৰু শক্তিশালী সাম্রাজ্য এখনৰ অধিপতি হৈও নিজৰ চিন্তাধাৰালৈ মানুহক আনিবৰ বাবে ভাৰতৰ মহান সন্তান এজনে, কেনে আচৰণ কৰিছিল, সেইটো সোঁৱৰণ কৰা সমীচীন হ'ব। তৰোৱাল আৰু চঙিনৰ জোঙেৰে খুচি ধৰ্ম্ম বা মতবাদ কোনোবা লোকৰ ডিঙিয়েদি সুমুৱাই দিব পাৰি বুলি ভাবিবলৈ প্ৰয়াস পোৱাৰ সমান মূৰ্খ কোনো লোক যে হব পাৰে, সেইটো আচৰিত কথা।

তেনেহলে অশোক 'দেৱানাং প্রিয়'ই—যি নামেৰে শাসনাৱলীত তেওঁক অভিহিত কৰা হৈছে—এচিয়াৰ পশ্চিম খণ্ডৰ ৰাজ্যপুঞ্জ, ইউৰোপ আৰু আফ্রিকালৈ তেওঁক কটকী আৰু ৰাষ্ট্ৰদূতসকলক পাচিলে। তোমাৰ মনত আছেই যে সিংহললৈ তেওঁ নিজৰ ভায়েক মহেন্দ্ৰ আৰু ভনীয়েক সংঘমিত্ৰাকো পঠালে। গয়াৰ পৱিত্ৰ বটগজজোপাৰ ডাল এটাও তেওঁলোকে লৈ গৈছিল বুলি প্ৰবাদ আছে। অনুৰাধাপুৰৰ দেৱালয়ত আমি দেখা বটগছজোপালৈ তোমাৰ মনত পৰেনে? সেই প্ৰাচীন ডালটোৰপৰা গজি উঠা গছ সেইজোপাই বুলি আমাক কোৱা হৈছিল।

ভাৰতত বৌদ্ধ ধৰ্ম্মই ক্ষিপ্ৰ গতিত প্ৰসাৰ লাভ কৰিলে। যিহেতু অশোকৰ পক্ষে ধৰ্ম্মই শূন্যগৰ্ভ প্ৰাৰ্থনা আৰু পূজা-পাৰ্ব্বন পালন বুজোৱা নাছিল, বৰ সজ কাম আৰু সামাজিক উন্নয়ন সাধনহে বুজাইছিল, সেইদেখি গোটেই দেশ জুৰি ৰাজহুৱা উদ্যান, চিকিৎসালয়, কুঁৱা আৰু ৰাস্তা নিৰ্ম্মাণ কৰা হ'ল। চাৰিখন ডাঙৰ বিশ্ববিদ্যালয়-নগৰীয়ে—সুদূৰ উত্তৰত পেছোৱাৰৰ ওচৰত তক্ষশিলা বা তাক্সিলা, মথুৰা (যিখন ইংৰাজসকলে 'মুট্ৰা' বুলি বিকৃতভাৱে বানান কৰে), মধ্য ভাৰতত উজ্জয়িনী আৰু বিহাৰত পাটনাৰ ওচৰত থকা নলন্দা—কেৱল ভাৰতৰপৰাই নহয়, চীনৰপৰা ধৰি

পশ্চিম এচিয়ালৈকে দূৰ-দূৰণিৰ দেশবোৰৰপৰাও ছাত্ৰসকলক আকৰ্ষণ কৰিছিল আৰু এই ছাত্ৰসকলে বুদ্ধ-দীক্ষাৰ বাণী লৈ নিজ নিজ ঘৰলৈ ঘূৰি গৈছিল। গোটেই দেশ জুৰি ডাঙৰ ডাঙৰ মঠ প্ৰতিষ্ঠিত হৈছিল। সেইবোৰকে 'বিহাৰ' বোলা হয়। পাটলিপুত্ৰ বা পাটনাৰ ওচৰ-পাঁজৰে দেখাতে ইমান বেচি বিহাৰ আছিল যে গোটেই দেশখনেই 'বিহাৰ' বুলি—নাইবা এতিয়া কোৱামতে 'বিহাৰ' বুলি- জনাজাত হৈ পৰিল। কিন্তু সচৰাচৰ যি ঘটে, সেয়েই হ'ল। এই বিহাৰবোৰে অচিৰে শিক্ষা আৰু চিন্তাৰ অনুপ্ৰেৰণা হেৰুৱাই পেলালে আৰু মানুহে কোনো গতানুগতিক কাৰ্যসূচী বা উপাসনাবিধি মানি চলা ঠাইলৈ সেইবোৰ ৰূপান্তৰিত হ'ল।

অশোকৰ জীৱ সংৰক্ষণৰ স্পৃহাই পশুপক্ষীকো সামৰি লৈছিল। সেইবিলাকৰ বাবে বিশেষভাৱে অভিপ্ৰেত চিকিৎসালয় নিৰ্ম্মাণ কৰা হৈছিল আৰু পশু বলি নিষেধ কৰা হৈছিল। এই দুয়োটা বিষয়তে তেওঁ আমাৰ যুগতকৈ এখোপ চৰা আছিল। অস্বস্তিৰ বিষয় যে পশু বলি এতিয়াও কিছু পৰিমাণে প্ৰচলিত আৰু ইয়াক ধৰ্ম্মৰ অত্যাৱশ্যকীয় অংগ বুলিও ধৰা হয়। পশুৰ চিকিৎসাৰ ব্যৱস্থাও বৰ কমেই আছে।

অশোকৰ দৃষ্টান্ত আৰু বৌদ্ধ ধৰ্ম্মৰ প্ৰসাৰ লাভৰ ফলত নিৰামিষাহাৰ জনপ্ৰিয় হৈ উঠিল। তেতিয়ালৈকে ভাৰতত ক্ষত্ৰিয় আৰু ব্ৰাহ্মণসকলে আমিষ ভোজন কৰিছিল আৰু মদ বা এলকহলযুক্ত সুৰা সেৱন কৰিছিল। আমিষ ভোজন আৰু সুৰাপান দুয়োটা বহু পৰিমাণে কমি গ'ল।

শান্তিপূৰ্ণভাৱে জনহিত সংসাধন কৰিবৰ অৰ্থে আপ্ৰাণ চেষ্টা কৰি অশোকে এইদৰেই আঠত্ৰিশ বছৰ ৰাজত্ব কৰিলে। ৰাজহুৱা কামৰ বাবে তেওঁ সদায় প্ৰস্তুত আছিল। "সৰ্ব্বতিকাল সৰ্ব্বত্ৰ, মই লাগে ভোজন কৰিয়েই থাকো বা জনানাৰ অন্দৰমহলতে থাকো, শোৱা কোঠাতে থাকো বা গুপুত মন্ত্ৰণাকক্ষতে থাকো, যানবাহনতে থাকো বা কাৰেঙৰ উদ্যানতে থাকো, চৰকাৰী প্ৰতিবেদকসকলে মোক সততে ৰাইজৰ কাম-কাজ সম্পৰ্কে জনাই থাকিব।" যদি কিবা বেমেজালি লাগে তেন্তে তৎমুহূৰ্ত্তে তেওঁৰ ওচৰত প্ৰতিবেদন দিব লাগিব—"যি কোনো সময়তে আৰু যি কোনো ঠাইতে," কিয়নো তেওঁ কৈছে, "লোক কল্যাণৰ হকে মই কাম কৰিবই লাগিব।"

খৃষ্ট পূৰ্ব্ব ২২৬ চনত অশোক লোকান্তৰিত হ'ল। মৃত্যুৰ কিছুদিনৰ আগতে তেওঁ বৌদ্ধ ভিক্ষু হৈছিল।

মৌৰ্য্য কালৰ অৱশেষ আমি কমেই পাইছোঁ। কিন্তু যি পাইছোঁ, সি কাৰ্যতঃ হ'ল ভাৰতৰ অদ্যাৱধি আৱিষ্কৃত আৰ্য্য সভ্যতাৰ প্ৰাচীনতম নিদৰ্শন (সদ্যহতে আমি মহেঞ্জোদাৰোৰ ধ্বংসাৱশেষ গণ্য কৰা নাই)। বাৰাণসীৰ ওচৰৰ সাৰনাথত তুমি শীৰ্ষস্থানত সিংহ কেইটাৰ সৈতে মনোমোহা অশোক-স্তম্ভটো দেখা পাইছা।

অশোকৰ ৰাজধানী পাটলিপুত্ৰ মহানগৰীৰ অৱশেষ একো নৰ'ল। ১৫০০ বছৰৰ পূৰ্ব্বে—অশোকৰ ৬০০ বছৰৰ পিচত—চীনা পৰ্যটক ফাহিয়ানে সেই ঠাই পৰিদৰ্শন কৰিছিল। নগৰখন তেতিয়া আছিল নদন-বদন, সমৃদ্ধিশালী আৰু ঐশ্বৰ্য্যপূৰ্ণ; কিন্তু তেতিয়াই অশোকৰ শিলৰ কাৰেং ধ্বংসপ্ৰাপ্ত হৈছিল। আনকি

সেই ধ্বংসস্তূপেও ফাহিয়ানক মোহিত কৰিছিল। তেওঁ তেওঁৰ ভ্ৰমণ-বৃত্তান্তত কৈছে যে সেইবোৰ মানুহৰ হাতৰ কাম যেন নেলাগেই।

সুবৃহৎ প্ৰস্তৰৰ ৰাজপ্ৰাসাদ উৰ্ৰ'লি গ'ল, একো অৱশেষ নেথাকিল; কিন্তু অশোকৰ স্মৃতি গোটেই এচিয়া মহাদেশ জুৰি সজীৱ হৈ আছে। তেওঁৰ লিপি-মালাই আমি বুজিব আৰু হৃদয়ঙ্গম কৰিব পৰা ভাষাত আজিও আমাক কথা কয়। সেইবোৰৰপৰা আমি আজিও বহু শিকিব পাৰোঁ। এই চিঠিখন বৰ দীঘল হৈ গৈছে আৰু তোমাক আমনি লগাবও পাৰে। অশোকৰ এখন লিপিৰপৰা সামান্য উদ্ধৃতি এটা দি মই এই চিঠিৰ মোখনি মাৰিলোঁ :

"এক কাৰণত নহয় অন্য এক কাৰণত সকলোবোৰ ধৰ্ম্ম-সম্প্ৰদায় শ্ৰদ্ধাৰ পাত্ৰ। এই ধৰণে চলি ব্যক্তিয়ে নিজ সম্প্ৰদায়ক উৎকৰ্ষিত কৰে আৰু লগে লগে পৰৰ সম্প্ৰদায়বোৰকো সেৱা কৰে।"

## ২৫
## অশোকৰ দিনৰ দুনিয়া

৩১ মাৰ্চ্চ, ১৯৩২

আমি দেখিলোঁৱেই যে দূৰ-দূৰণিৰ দেশবোৰলৈও অশোকে মিছৰ আৰু ৰাষ্ট্ৰদূত পঠাইছিল। এই দেশবোৰৰ লগত ভাৰতৰ সম্পৰ্ক আৰু বেহা-বেপাৰ অবিচ্ছিন্ন আছিল। অৱশ্যে সেইকালৰ সম্পৰ্ক বা বেহা-বেপাৰৰ বিষয়ে মই কওঁতে তুমি মনত ৰাখিব লাগিব যে আজিকালি আমাৰ সম্পৰ্ক বা বেহা-বেপাৰ যেনে, ই তেনে বিধৰ নাছিল। আজিকালি ৰেল, জাহাজ বা বিমানেৰে মানুহ বা বয়-বস্তু নিয়া তেনেই সহজ; কিন্তু সুদূৰ অতীতৰ সেইবোৰ দিন কালত প্ৰতিটো যাত্ৰাই আছিল বিপজ্জনক আৰু দীৰ্ঘস্থায়ী। কেৱল দুঃসাহসিক আৰু কষ্টসহিষ্ণু লোকসকলহে এনে যাত্ৰাত বাহিৰ হৈছিল। সেইদেখি সেইকালৰ লগত আজিৰ বেহা-বেপাৰৰ কোনো ৰিজনি নেখাটে।

অশোকে উল্লেখ কৰা এই "দূৰণিৰ দেশবোৰনো" কোন কেইখন? তেওঁৰ দিনত পুৰণি পৃথিৱীখননো কেনে বিধৰ আছিল? মিছৰ আৰু ভূমধ্যসাগৰীয় উপকূলৰ বাহিৰে আফ্ৰিকাৰ বিষয়ে আমি একো নেজানো; কিন্তু আমেৰিকাৰ দুই মহাদেশত অতি প্ৰাচীন কালৰপৰাই অতিশয় উন্নতিশীল সভ্যতাই বিৰাজ কৰিছিল বুলি ভবা মানুহ বহুতো আছে। কলম্বচে আমেৰিকা বহুকালৰ পিচতহে— খৃষ্টীয় পঞ্চদশ শতাব্দীত—"আৱিষ্কাৰ" কৰিলে বুলি কোৱা হয়। দক্ষিণ আমেৰিকাৰ পেৰুত আৰু পাৰ্শ্বৱৰ্ত্তী দেশপুঞ্জত তেতিয়া এক উচ্চ সভ্যতা আছিল বুলি আমি জানো। সেইদেখি, যেতিয়া ভাৰতে অশোকক পাইছিল—অৰ্থাৎ খৃষ্ট পূৰ্ব্ব তৃতীয় শতাব্দীত—তেতিয়া আমেৰিকাত সংস্কৃতিসম্পন্ন লোকে বসতি কৰাটো


আফগানিস্থান
বেলুচিস্থান
হিমালয় পৰ্বত মালা
পাটলিপুত্ৰ
গঙ্গা
গোদাবৰী
কৃষ্ণা
অশোকৰ সাম্ৰাজ্য
২৬৮ – ২২৬
খৃষ্টপূৰ্বাব্দ

খুব সম্ভৱপৰ। পিচে তেওঁলোকৰ বিষয়ে আমাৰ একো তথ্য-পাতি নাই আৰু অনুমান কৰি বিশেষ একো লাভো নাই। মই ইয়াৰ উল্লেখ কৰিলো এই কাৰণেই যে পৃথিৱীৰ যিবোৰ অংশৰ বিষয়ে আমি শুনিছোঁ বা পঢ়িছোঁ, কেৱল সেইবোৰ অংশতহে সুসভ্য লোকৰ বাস আছিল বুলি ভাবিবলৈ আমি প্ৰয়াস পাব পাৰোঁ। ইউৰোপীয়সকলে বহুকাল ধৰি ভাবি আহিছিল যে প্ৰাচীন বুৰঞ্জীয়ে কেৱল গ্ৰীচ, ৰোম আৰু ইহুদীসকলকহে বুজায়। তেওঁলোকৰ পুৰাণ চিন্তা-পদ্ধতি মতে পৃথিৱীৰ অবশিষ্ট গোটেইখিনি আছিল সেইকালত দেখাতে এক অটব্য অৰণ্য। পিচত যেতিয়া তেওঁলোকৰ নিজৰেই বিদ্বজ্জন আৰু প্ৰত্নতত্ত্ববিদসকলে তেওঁলোকক চীন, ভাৰত আৰু অন্যান্য দেশৰ বিষয়ে ক'লে, তেতিয়াহে তেওঁলোকে উপলব্ধি কৰিব পাৰিলে, তেওঁলোকৰ জ্ঞান কিমান সীমাবদ্ধ আছিল। সেইদেখি আমি সতৰ্ক হৈ চলিব লাগিব আৰু আমাৰ এই দুনিয়াখনত ঘটা সকলোবোৰ কথা-কাণ্ড আমাৰ সীমাবদ্ধ জ্ঞানে সামৰি থৈছে বুলি ভাবিব নেলাগিব।

অৱশ্যে আমি সদ্যহতে কব পাৰো যে অশোকৰ দিনৰ—অৰ্থাৎ খৃষ্ট পূৰ্ব্ব তৃতীয় শতাব্দীৰ-প্ৰাচীন সুসভ্য বিশ্বখন ঘাইকৈ ইউৰোপ আৰু আফ্ৰিকাৰ ভূমধ্য সাগৰীয় দেশ কেইখন, পশ্চিম এচিয়া, চীন আৰু ভাৰতক লৈয়ে গঠিত হৈছিল। পশ্চিমীয়া দেশবোৰৰ লগত—আনকি পশ্চিম এচিয়াৰ লগতো—চীনৰ প্ৰত্যক্ষ সম্বন্ধ কিংজানি ন্যুনাধিক বিচ্ছিন্ন হৈ আছিল আৰু চীন বা কাথায় সম্পৰ্কে পাশ্চাত্যত অদ্ভুত ধাৰণা পোষণ কৰা হৈছিল। পাশ্চাত্য আৰু চীনৰ মাজত ভাৰতেই সংযোগৰ সূত্ৰ আছিল যেন দেখা যায়।

আমি পূৰ্ব্বে লক্ষ্য কৰি আহিছোঁৱেই যে আলেকজেণ্ডাৰৰ মৃত্যুৰ পিচত তেওঁৰ সাম্ৰাজ্যখন তেওঁৰ সৈন্যাধ্যক্ষসকলে ভগাই ললে। ঘাই ভাগ হ'ল তিনটা: (১) চেলিউকচৰ অধীনত পশ্চিম এচিয়া, পাৰস্য আৰু মেচোপটামিয়া, (২) টলেমীৰ অধীনত মিছৰ আৰু (৩) এণ্টিগনাচৰ অধীনত মেকিডনিয়া। প্ৰথম দুখন বহুকালৰ স্থায়ী হ'ল। তোমাৰ বোধ হয় মনত আছেই যে চিলিউকচ আছিল ভাৰতৰ প্ৰতিৱেশী। ভাৰতৰ একখণ্ডও তেওঁৰ সাম্ৰাজ্যৰ লগত সংযুক্ত কৰাৰ তেওঁ হাবিয়াস কৰিছিল। কিন্তু তেওঁৰ পক্ষে চন্দ্ৰগুপ্ত তালযুৰীয়া হোৱাতকৈও একাঠী চৰাহে হ'ল। চন্দ্ৰগুপ্তই তেওঁক হটাই দিলে আৰু এতিয়া য'ত আফগানিস্থান, তাৰো এক অংশ তেওঁ এৰি দিব লগা হ'ল।

মেকিডনিয়াৰ ভাগ্য সিমান বাৰু নহ'ল। উত্তৰৰপৰা অহা গল আৰু অন্যান্য লোকে ইয়াক খাস্তাং কৰিলে আৰু উক্ত গলসকলৰ বিপক্ষে এই ৰাজ্যৰ এটা অংশইহে মাথোন তম্ভি থাকিব পাৰিলে আৰু স্বাধীনতা বৰ্ত্তাই ৰাখিলে। এই অংশটো হ'ল পেৰ্গামাম—এচিয়া মাইনৰত; আজিকালি য'ত তুৰস্ক ত'তে। ই আছিল এখন ক্ষুদ্ৰ গ্ৰীক্ ৰাজ্য; কিন্তু এশ বছৰৰো অধিক কাল ধৰি ই গ্ৰীক্ সংস্কৃতি আৰু কলাৰ আবাসমণ্ডলত পৰিণত হ'ল। মনোমোহা ঘৰ নিৰ্ম্মিত হৈ উঠিল; স্থাপিত হ'ল এটা পুথিভড়াল আৰু যাদুঘৰ। কিঞ্চিৎ পৰিমাণে ই হ'ল সাগৰৰ সিপাৰে থকা আলেকজেণ্ড্ৰিয়াৰ প্ৰতিদ্বন্দ্বী।

আলেকজেণ্ড্ৰিয়া হ'ল মিছৰৰ টলেমীবৃন্দৰ ৰাজধানী। ই হৈ উঠিল প্ৰাচীন জগতত খ্যাতিসম্পন্ন এখন মহানগৰী। এথেন্সৰ গৌৰব বহুলাংশে নিষ্প্ৰভ হৈ পৰিছিল আৰু আলেকজেণ্ড্ৰিয়াই ক্ৰমাগত গ্ৰীকসকলৰ সংস্কৃতিৰ কেন্দ্ৰৰূপে এথেন্সৰ ঠাই ললে। ইয়াৰ সুবৃহৎ গ্ৰন্থাগাৰ আৰু মিউজিয়ামটোৱে সুদূৰ দেশবোৰৰপৰাও বহু সংখ্যক ছাত্ৰক আকৃষ্ট কৰিছিল। তেওঁলোকে দৰ্শন, গণিত, ধৰ্ম্ম আৰু প্ৰাচীন জগতৰ মন ব্যতিব্যস্ত কৰি ৰখা অন্যান্য সমস্যাৱলীৰ বিষয়ে আলোচনা কৰিছিল। ইউক্লিড—যিজনৰ বিষয়ে তুমি শুনিছা বা স্কুললৈ আহ-যাহ কৰা প্ৰত্যেক ল'ৰা-ছোৱালীয়ে শুনিছে—আলেকজেণ্ড্ৰিয়াবে নিবাসী আছিল। তেওঁ আছিল অশোকৰ সমসাময়িক।

তুমি জানাই যে টলেমীসকল আছিল গ্ৰীক্; কিন্তু তেওঁলোকে বহুতো মিছৰীয় ধৰণ-কৰণ আৰু দস্তুৰ গ্ৰহণ কৰিছিল। আনকি মিছৰৰ পুৰণি দেৱতা কিছুমানো তেওঁলোকে আৰাধনা কৰিবলৈ লৈছিল। মহাভাৰতত উল্লেখিত বৈদিক দেৱ-দেৱীসকলৰ দৰে হোমাৰৰ কাব্যবোৰত প্ৰায়েই ওলোৱা প্ৰাচীন গ্ৰীকসকলৰ জুপিটাৰ, এপল' আৰু অন্যান্য দেৱ-দেৱীসমূহে অবসৰ লগ লগা হ'ল নতুবা নাম সলাই ভিন্ন বেশত ওলাব লগাত পৰিল। আইচিছ, অচিৰিচ, হৰাচ প্ৰমুখ্যে পুৰণি মিছৰৰ আৰু পুৰণি গ্ৰীচৰ দেৱ-দেৱীসকল সানমিহলি হৈ পৰিল আৰু একাকাৰ হ'ল। জনতাৰ সন্মুখত উপাসনাৰ অৰ্থে নতুন দেৱতা থিয় কৰোৱা হ'ল। পূজা কৰিব পৰা কিবা এটা যিমান দিনলৈকে তেওঁলোকে পাই থাকে, সিমান দিন কাৰো ওচৰত তেওঁলোকে মূৰ দোঁৱায়, পূজা কৰে আৰু কি নামেৰে সি বিদিত, সেইটোৰ বাছ-বিচাৰ কৰিবনো লাভ কি? এই নতুন দেৱতাসকলৰ ভিতৰত আটাইতকৈ প্ৰসিদ্ধজনাক চেৰাপিচ বোলা হৈছিল।

আলেকজেণ্ড্ৰিয়া বেহা-বেপাৰৰো ডাঙৰ কেন্দ্ৰ আছিল আৰু সভ্যতাসম্পন্ন বিশ্বৰ অন্যান্য অংশৰপৰাও সাউদসকল ইয়ালৈ আহিছিল। আলেকজেণ্ড্ৰিয়াত ভাৰতীয় সাউদসকলৰো বস্তি এখন আছিল বুলি আমাক কোৱা হৈছে। দক্ষিণ ভাৰতৰ মালাবাৰ উপকূলত আলেকজেণ্ড্ৰিয়াৰ বণিকসকলৰ ছাউনি এখন আছিল বুলিও আমি জানো।

মিছৰৰপৰা নাতিদূৰত ভূমধ্যসাগৰৰ সিপাৰে হ'ল ৰোম। ৰোম ইতিমধ্যে মহৎ হৈ পৰিছিল; মহত্তৰ আৰু অধিকতৰ শক্তিশালী হোৱাৰ লক্ষণো ফুটি উঠিছিল। ইয়াৰ মুখামুখিভাৱে আফ্ৰিকাৰ উপকূলত আছিল কাৰ্থেজ—ৰোমৰ প্ৰতিদ্বন্দ্বী আৰু বৈৰী। প্ৰাচীন পৃথিৱীৰ কিবা ধাৰণা কৰিব পৰাৰ আগতে কিছু বিস্তাৰিতভাৱে আমি তেওঁলোকৰ কাহিনী প্ৰণিধান কৰিব লাগিব।

পাশ্চাত্যত ৰোম যিমান মহৎ, প্ৰাচ্যত চীনো সিমানেই মহৎ হৈ উঠিছিল। অশোকৰ দিনৰ দুনিয়াৰ যথাযথ চিত্ৰ এটি সংগ্ৰহ কৰিবলৈ পোৱাৰ পূৰ্ব্বে সেইটোও আমি বিবেচনা কৰি চাব লাগিব।

# ২৬

## চ্'-ইন্ আৰু হানসকল

৩ এপ্রিল, ১৯৩২

চীনৰ পুৰণি দিনবোৰৰ বিষয়ে--হোৱাংহো নদীৰ পাৰৰ বাসস্থানবোৰ, ছিয়া, চাং বা য়িন আৰু চৌ প্রভৃতি পুৰণি ৰাজফৈদবোৰ আৰু এই সুদীর্ঘ যুগবোৰ ধৰি কেনেকৈ চীনা ৰাষ্ট্র এখনে গঢ় ললে আৰু কেন্দ্রীভূত চৰকাৰ এটা গঠন কৰা হ'ল ইত্যাদি বিষয়ে নৈনীবপৰা যোৱা বছৰ তোমালৈ দিয়া চিঠিবোৰত মই কিছু লেখিছিলোঁ। নামত এই ফৈদৰ আমোলত থকা অৱস্থাতে পিচলৈ সুদীর্ঘ এছোৱা সময় ধৰি কেন্দ্রীকৰণৰ এই গতি বন্ধ হ'ল আৰু বিঘটন সূচিত হ'ল। স্থানীয় এলেকাৰ সৰু-সুৰা শাসকসকল কার্যতঃ স্বাধীন হৈ পৰিল আৰু তেওঁ-লোকে ইজন-সিজনৰ মাজত কাজিয়া কৰিবলৈ ললে। এই শাসকসকলৰ এজনে-- চ্-ইনৰ ডিউকে প্রাচীন অথচ পঙ্গু চৌ ফৈদক খেদি কুৰি নিদিয়া পর্য্যন্ত ঘটনা-পৰিক্রমৰ এই দুৰ্ভাগ্যকৰ অৱস্থা বহু শ বছৰ ধৰি চলিল,--চীনত প্রতিটোৱেই কেবা শ বা হেজাৰ বছৰ ধৰি চলা যেন দেখা যায়। চ্-ইনৰ ডিউকৰ বংশধৰসকলকে চ্-ইন্ ফৈদ বোলা হয় আৰু এইটোও মনোযোগ দিব লগা কথা যে 'চীন' নামটো চ্-ইনৰপৰাই ওলাইছে।

চীনৰ এইদৰেই চ্-ইন্‌সকলে খৃষ্ট পূর্ব্ব ২২৫ চনত তেওঁলোকৰ ৰাজত্ব আৰম্ভ কৰে। ইয়াৰ তেৰ বছৰৰ আগতে অশোকে ভাৰতত তেওঁৰ ৰাজত্ব আৰম্ভ কৰিছিল। সেইদেখি আমি এতিয়া অশোকৰ সমসাময়িক চীনৰ লোকসকলৰ বিষয়ে আলোচনা কৰিছোঁ। প্রথম তিনিজন চ্-ইন্ সম্রাটৰ ৰাজত্ব আছিল অলপদিনীয়া। তাৰ পিচত খৃষ্ট পূর্ব্ব ২৪৬ চনত আছিল চতুর্থজন। এওঁ নিজ ধৰণ-কৰণ অনুযায়ী এজন মন কৰিব লগা লোক আছিল। এওঁৰ নাম আছিল ৱাং চেং; কিন্তু তেওঁ পিচত অন্য এটা নাম গ্রহণ কৰিলে-- চি হোৱাং টি আৰু তেওঁ সচৰাচৰ এই দ্বিতীয়টো নামেৰেই জনাজাত। এই নামৰ অর্থ হ'ল "প্রথম সম্রাট"। তেওঁ দেখাত নিজৰ সম্বন্ধে আৰু নিজৰ দিন-কাল সম্বন্ধে বৰ উচ্চ ধাৰণা পোষণ কৰি-ছিল। তেওঁ অতীতৰ ভক্ত একেবাৰেই নাছিল। আনকি মানুহে অতীতক পাহৰি পেলোৱাটো আৰু ডাঙৰ প্রথম সম্রাট হিচাপে তেওঁৰ লগে লগে বুৰঞ্জীও আৰম্ভ হ'ল বুলি ভবাটো তেওঁ কামনাকে কৰিছিল। দুহেজাৰ বছৰৰো ওপৰ কাল ধৰি চীনত ধাৰাবাহিকভাৱে সম্রাটসকল যে ওলায়েই আছিল, সেইটো একো ধর্ত্তব্যই নহয়। আনহে নেলাগে, তেওঁলোকৰ স্মৃতিও দেশৰপৰা মচি পেলাব লাগিব। কেৱল পুৰণি সম্রাটসকলেই নহয়, অতীতৰ সমস্ত প্রসিদ্ধ লোককো পাহৰি পেলাব লাগিব। সেইদেখি এই মৰ্ম্মে আদেশ জাৰি কৰা হ'ল যে অতীতৰ বিৱৰণ যোগোৱা সকলোবোৰ পুথি--বিশেষকৈ বুৰঞ্জীৰ কিতাপবোৰ আৰু কন্‌ফুচিয়ানী পুথিবোৰ --জুই লগাই সমূলঞ্চে নাশ কৰি পেলাব লাগিব। ঔষধ আৰু কিছুমান বিজ্ঞান সম্বন্ধীয় কিতাপহে ৰেহাই দিয়া হ'ল। তেওঁৰ ফতোৱাত তেওঁ কলেঃ

"আধুনিক দিন-কাল লঘু কৰিবৰ বাবে যিসকলে পুৰাতত্ত্ব প্ৰয়োগ কৰিব, তেওঁলোকক ইষ্ট-কুটুম্ব সহ মৃত্যুদণ্ড দিয়া হ'ব।"

তেওঁ তেওঁৰ বাক্য পালনো কৰিলে। নিজে ভাল পোৱা কিতাপবোৰ লুকাই ৰখাৰ চেষ্টা কৰা শ শ বিপজ্জনক জীয়াই পুৰি মৰা হ'ল। এই 'প্ৰথম' সম্ৰাটজন! তেওঁ নিশ্চয় সুশ্ৰী, মৰমিয়াল আৰু অমায়িক লোক আছিল। ভাৰতত অতীতৰ অতীব প্ৰশংসা যেতিয়া মই শুনো, তেতিয়া মই প্ৰায়েই তেওঁক স্মৰণ কৰোঁ—কিছু সহানুভূতিপূৰ্ণভাৱেই। আমাৰ কিছুমান মানুহ সদায় অতীতৰ মুখাপেক্ষী হৈ থাকে, সদায় অতীতৰে গুণ-গান গায় আৰু সদায় অতীতৰপৰাই অনুপ্ৰেৰণা লভিব খোজে। যদি অতীতে মহান কাৰ্য্যাবলীত অনুপ্ৰেৰণা যোগাব পাৰে, তেন্তে ই যেন সৰ্ব্বতোপ্ৰকাৰে আমাক অনুপ্ৰেৰণাযুক্ত কৰে। কিন্তু সদায় পিচলৈকে চাই থকাটো কোনো লোক বা কোনো জাতিৰ পক্ষে মঙ্গলজনক হব পাৰে বুলি মোৰ বোধ নজন্মে। কোনো কোনো লোকে কৈছেই যে ঘূৰি যাবলৈকে কিম্বা সদায় পিচলৈকে চাই থাকিবলৈকে যদি মানুহ বৰ্ত্তিব লগা হয়, তেন্তে তেওঁৰ চকু যোৰো মূৰৰ পিচফালেহে হবগৈ। আমাৰ অতীত আমি সৰ্ব্বতোপ্ৰকাৰে অধ্যয়ন কৰিব লাগিব আৰু ইয়াত প্ৰশংসাৰ যোগ্য যিখিনি আছে, সেইখিনি প্ৰশংসাও কৰিব লাগিব। পিচে আমাৰ চকুৰে সদায় সম্মুখৰ ফালেহে চাব লাগিব আৰু আমাৰ খোজ আগলৈহে পৰিব লাগিব।

পুৰণি পুথিবোৰ আৰু সেইবোৰ পুথিৰ পাঠকবৰ্গক পুৰি বা পুতি মৰোৱাই চি হোৱাং টিয়ে নিশ্চয় বৰ্ব্বৰোচিত কাম কৰিলে। ইয়াৰ ফল হ'ল এয়ে যে তেওঁৰ লগে লগে তেওঁৰ প্ৰায় সমস্ত কাৰ্য্যৰ পৰালি পৰিল। তেওঁ হ'ল 'প্ৰথম সম্ৰাট'; তেওঁক অনুসৰণ কৰিব লাগিব দ্বিতীয় আৰু তৃতীয় জনে—এই অনুক্ৰমে আবহমান কাল ধৰি। সেয়ে আছিল তেওঁৰ অভিপ্ৰায়। অথচ চীনৰ সকলোবোৰ ৰাজফৈদৰ ভিতৰত আটাইতকৈ চুটি হ'ল চ্-ইনেই। মই ইতিপূৰ্ব্বে তোমাক কৈ আহিছোঁ যে এই ৰাজফৈদবোৰৰ বহুতো শ শ বছৰ বৰ্ত্তি আছিল; চ্-ইনৰ পূৰ্ব্ববৰ্ত্তী ৰাজফৈদটো ৮৬৭ বছৰ তিষ্ঠি আছিল। কিন্তু মহান চ্-ইনসকলে উত্থান লভিলে, জয়লাভ কৰিলে, বিশাল সাম্ৰাজ্য এখন শাসন কৰিলে, ম্ৰিয়মান হ'ল আৰু লোপ পালে—এই সকলো ঘটিল সংক্ষিপ্ত পঞ্চাশ বছৰৰ ভিতৰত। চি হোৱাং টি শক্তিশালী সম্ৰাটবৃন্দৰ সুদীৰ্ঘ বংশ এটাৰ জনক বা প্ৰথম পুৰুষ হ'ব লাগিছিল; কিন্তু খৃষ্ট পূৰ্ব্ব ২০৯ চনত তেওঁৰ মৃত্যু ঘটাৰ তিনি বছৰৰ পিচতে তেওঁৰ বংশৰো আধ্যা পৰিল। অচিৰে পুথি-পাজি আৰু কন্‌ফুচিয়াছৰ গ্ৰন্থৰাজি লুকাই থোৱা অৱস্থাৰপৰা খান্দি উলিওৱা হ'ল আৰু সেইবোৰে আগৰ সন্মানিত আসন পুনৰ অধিকাৰ কৰিলে।

শাসক হিচাপে চি হোৱাং টি হ'ল চীনে লাভ কৰা সৰ্ব্বশক্তিমান ৰজাসকলৰ অন্যতম। অসংখ্য স্থানীয় শাসনকৰ্ত্তাৰ আব্দাৰ তেওঁ শেষ কৰি দিলে, ফিউডেল পদ্ধতি নাশ কৰিলে আৰু শক্তিশালী কেন্দ্ৰীয় চৰকাৰ এটা গঢ়ি তুলিলে। তেওঁ সমগ্ৰ চীন—আনকি আন্নামো—দখল কৰিলে। মহাপ্ৰাচীৰখন নিৰ্ম্মাণ কৰিবলৈ লৈছিল তেৱেঁই। ই এটা ব্যয়বহুল কাম; কিন্তু প্ৰতিৰক্ষাৰ অৰ্থে বৃহৎ সুসজ্জীকৃত

সৈন্যবাহিনী এটা ৰখাতকৈ বৈদেশিক শত্ৰুৰপৰা তেওঁলোকক ৰক্ষা কৰিব পৰা কৰি এই প্ৰাচীৰখন সজাত ধন ব্যয় কৰাটো চীনাসকলে দেখাতে অধিকতৰ পছন্দ কৰিছিল। প্ৰাচীৰখনে ডাঙৰ আক্ৰমণ বৰ কমেইহে বাৰণ কৰিব পাৰিব। সৰুসুৰা আক্ৰমণবোৰ ৰোধ কৰিব পৰাটোৱেই হ'ল ই কৰিব পৰাৰ ভিতৰত খুব বেচি। তথাপি চীনাসকলে যে শান্তি বিচাৰে আৰু শক্তি থকা সত্বেও তেওঁলোক যে সামৰিক যশৰ প্ৰতি বিমুখ, তাকে এই প্ৰাচীৰখনে সূচিত কৰে।

'প্ৰথম সম্ৰাট' চি হোৱাং টি ঢুকাল আৰু তেওঁক অনুসৰণ কৰিবলৈ সেই ফৈদৰ দ্বিতীয় এজন সম্ৰাট প্ৰায় নোলালেই। পিচে তেওঁৰ দিনৰপৰা ঐক্যৰ ঐতিহ্য এটা চীনে সদায় বহন কৰি আহিছে।

ইয়াৰ পিচত দৃশ্যপটলৈ আহিল আন এটা ৰাজফৈদ—হান বংশ। এই বংশ চলিল চাৰি শ বছৰৰো ওপৰ কাল। এই বংশৰ পূৰ্বাণ শাসকসকলৰ ভিতৰত আছিল এগৰাকী মহিলা সম্ৰাজ্ঞী। বংশৰ ষষ্ঠজন হ'ল য়ু-টি। এওঁ চীনৰ অত্যন্ত শক্তিশালী আৰু প্ৰসিদ্ধ শাসকসকলৰ ভিতৰৰে এজন। এওঁ পঞ্চাশ বছৰৰো ওপৰ কাল সম্ৰাট আছিল। উত্তৰত অবিৰাম খোঁচ দি থকা তাৰ্তাৰসকলক এওঁ পৰাজিত কৰে। পূবে কোৰিয়াৰপৰা, পশ্চিমে কাস্পিয়ান সাগৰলৈকে চীনা সম্ৰাট হ'ল সৰ্ব্বেসৰ্বা আৰু মধ্য এচিয়াৰ সকলোবোৰ জনজাতিয়ে তেওঁক সৰ্ব্বোচ্চ কৰ্ত্তা হিচাপে মানি ললে। এচিয়াৰ মেপখন চালে খৃষ্ট পূৰ্ব্ব প্ৰথম আৰু দ্বিতীয় শতাব্দীত এওঁৰ প্ৰতিপত্তি আৰু চীনৰ শক্তিৰ বিশাল পৰিসৰৰ তুমি কিছু ধাৰণা কৰিব পাৰিবা। এই সময়ছোৱাৰ ভিতৰত ৰোমৰ মহত্ত্বৰ বিষয়ে আমি বহুতো পঢ়িছোঁ আৰু ৰোমে পৃথিৱীখনক নিষ্প্ৰভ কৰি পেলাইছিল বুলি কোনোবাই ভাবিবও পাৰে। ৰোমক জগতৰ সম্ৰাজ্ঞী বোলা হৈছিল পিচে, ৰোম সেই কালত মহৎ আছিল আৰু মহত্তৰ হৈ উঠিছিল যদিও চীন আছিল বিশালতৰ আৰু অধিকতৰ শক্তিশালী সাম্ৰাজ্য।

সম্ভৱতঃ য়ু-টিৰ দিনতে চীন আৰু ৰোমৰ মাজত সম্পৰ্ক স্থাপিত হয়। দুয়ো দেশৰ মাজত বেহা-বেপাৰ চলিছিল পাৰ্থিয়ানসকলৰ যোগেদি। আজিকালি যি অঞ্চলক পাৰস্য আৰু মেচোপটামিয়া বোলা হয়, সেই অঞ্চলতে পাৰ্থিয়ানসকলে বসবাস কৰিছিল। পিচত যেতিয়া ৰোম আৰু পাৰ্থিয়াৰ মাজত যুদ্ধ লাগিল, তেতিয়া এই বেহা-বেপাৰ ব্যাহত হ'ল। ৰোমে সাগৰ-পথেদি চীনৰ লগত পোনপটীয়াকৈ বেপাৰ চলোৱা চেষ্টা কৰিলে আৰু ৰোমান জাহাজ এখন সাঁচাকৈয়ে চীন পালেহি। কিন্তু ই হ'ল খৃষ্টীয় দ্বিতীয় শতাব্দীত। এতিয়াও আমি খৃষ্টৰ পূৰ্ব্বৱৰ্ত্তী সময়ছোৱাৰ ভিতৰতে আছো।

হান বংশৰ আমোলতে চীনলৈ বৌদ্ধ ধৰ্ম্ম আহিল। খৃষ্টীয় যুগৰ আগতেও চীনত এই ধৰ্ম্মৰ বিষয়ে শুনা গৈছিল; কিন্তু পিচত যেতিয়া সেই সময়ৰ সম্ৰাটজনে ১৬ ফুট ওখ আৰু মূৰৰ চৌদিশে উজ্জ্বল আভাযুক্ত মানুহ এজনৰ আশ্চৰ্য্যজনক স্বপ্ন এটা দেখা পোৱা বুলি ওলাল, তেতিয়াহে এই ধৰ্ম্মই প্ৰসাৰ লভিব ধৰিলে। যিহেতু উক্ত সম্ৰাটজনে এই দৃশ্যটো পশ্চিম ফালে দেখিছিল, সেইদেখি তেওঁ সেই ফাললৈকে কটকী পঠালে। বুদ্ধৰ মূৰ্ত্তি এটা আৰু বৌদ্ধ গ্ৰন্থাৱলী লৈ এই

কটকীসকল ঘূৰি আহিল। বৌদ্ধ ধৰ্ম্মৰ লগে লগে চীনলৈ ভাৰতীয় কলাৰ প্ৰভাৱো আহিল। চীনৰপৰা এই প্ৰভাৱ কোৰিয়ালৈ বিস্তৃত হ'ল আৰু তাৰপৰা গ'ল জাপানলৈ।

হান আমোলত ঘটা অন্যান্য দুটা ঘটনাও উল্লেখযোগ্য। কাঠৰ ফলিৰপৰা ছপা কৰা বিদ্যা উদ্ভাৱিত হ'ল; পিচে এহেজাৰ বছৰ ধৰি ইয়াৰ বিশেষ প্ৰয়োগ হোৱা নাছিল। সেয়ে হলেও চীন এই বিষয়ত ইউৰোপতকৈ পাঁচ শ বছৰৰ আগ বঢ়া।

দ্বিতীয়টো উল্লেখযোগ্য কথা হ'ল ৰাজহুৱা কৰ্ম্মচাৰীসকলৰ পৰীক্ষা নীতিৰ প্ৰৱৰ্ত্তন। ল'ৰা-ছোৱালীয়ে পৰীক্ষা ভাল নেপায় আৰু সিহঁতৰ প্ৰতি মোৰ সহানুভূতিও আছে। কিন্তু ৰাজহুৱা কৰ্ম্মচাৰীসকলক মকবল কৰাৰ এই চীনা পদ্ধতি সেই কালৰ এটা বৈশিষ্ট্যপূৰ্ণ বিষয়। অন্যান্য দেশত সিদিনালৈকে কৰ্ম্ম-চাৰীসকলক ঘাইকৈ স্বজন-প্ৰীতিৰ যোগেদি নাইবা বিশেষ শ্ৰেণী বা জাত এটাৰপৰা বাছি নিযুক্তি দিয়া হৈছিল। চীনত পৰীক্ষাত উত্তীৰ্ণ হব পৰা যি কোনো লোকক নিয়োগ কৰা হৈছিল। ই অৱশ্যে আদৰ্শ পন্থা নহয়; কিয়নো কনফুচিয়ানী শাস্ত্ৰত কোনোবা এজনে হয়তো পৰীক্ষা পাছ কৰিব পাৰিলে। সেইবুলিয়েই তেওঁ বৰ ভাল ৰাজহুৱা কৰ্ম্মচাৰী হবগৈ নোৱাৰে। তথাপি স্বজন-প্ৰীতি বা তদ্ৰূপ বিধি-ব্যৱস্থাতকৈ এই প্ৰথা বহুগুণে উন্নততৰ আৰু প্ৰায় দুহেজাৰ বছৰ ধৰি ই চীনত বৰ্ত্তি থাকিল। সিদিনা অলপতেহে এই প্ৰথাৰ বিলোপ সাধন কৰা হ'ল।

## ২৭

## ৰোম বনাম কাৰ্থেজ

৫ এপ্ৰিল, ১৯৩২

সুদূৰ প্ৰাচ্যৰপৰা আমি এতিয়া পাশ্চাত্যলৈ যাওঁ আৰু ৰোমৰ উত্থান অনুধাৱণ কৰোঁ। খৃষ্টপূৰ্ব অষ্টম শতাব্দীত ৰোম স্থাপিত হ'ল বুলি কথিত আছে। আদিম ৰোমানসকল আছিল সম্ভৱতঃ আৰ্য্যসকলৰ বংশধৰ। টাইবাৰ নদীৰ ওপৰৰ সাতখন পাহাৰত আছিল তেওঁলোকৰ বাসস্থান। এই বাসস্থানবোৰ লাহে লাহে চহৰলৈ ৰূপান্তৰিত হ'ল। এই পৌৰ ৰাজ্যখন ইটালীত ক্ৰমাগত বৰ্দ্ধিত আৰু বিস্তৃত হৈ অৱশেষত চিচিলিৰ মুখামুখিকৈ থকা মেছিনাৰ দক্ষিণ কোণ চুলেগৈ।

গ্ৰীচৰ পৌৰ ৰাজ্যবোৰৰ কথা বোধ হয় তোমাৰ মনত আছে। গ্ৰীক্‌সকল য'লৈকে গ'ল, ত'লৈকে তেওঁলোকে পৌৰ ৰাজ্যৰ এই আদৰ্শও লগে লগে লৈ গ'ল আৰু গোটেই ভূমধ্যসাগৰীয় উপকূলৰ গ্ৰীক্ বস্তি আৰু পৌৰ ৰাজ্যই থূপ বান্ধিলে। পিচে এতিয়া আমি ৰোমৰ ক্ষেত্ৰত বেছি বিভিন্ন বিষয়ৰহে আলোচনা কৰিব লাগিব। পোনপ্ৰথমে বোধ হয় গ্ৰীক্ পৌৰ ৰাজ্যৰ লগত ৰোমৰ বৰ অমিল নাছিল; পিচে, ওচৰচুবুৰীয়া জনজাতিবোৰক ঘটুৱাই ই আঁচৰে বিস্তৃতি লভিব ধৰিলে।

ৰোমান ৰাষ্ট্ৰখনৰ আয়তন এইদৰেই বাঢ়িল আৰু ইটালীৰ বৃহদংশ সামৰি ললে। ইমান ডাঙৰ এলেকা এখন পৌৰ ৰাজ্য হবগৈ নোৱাৰে। ইয়াক ৰোমৰপৰা শাসন কৰা হৈছিল আৰু ৰোমৰ নিজৰে বৰ একজতীয়া বিধৰ চৰকাৰ এটা আছিল। ৰোমৰ ডাঙৰ সম্ৰাট বা ৰজা এজন নাছিল; আনহাতে আধুনিক ধৰণৰ গণৰাজ্য এখনো নাছিল। তথাপি চৰকাৰটো হ'ল ভূ-সম্পত্তি থকা চহকী পৰিয়ালবৰ্গৰ আধিপত্যাধীন একপ্ৰকাৰ গণৰাজ্যই। চিনেটে শাসন চলায় বুলি গণ্য কৰা হৈছিল। 'কন্সাল' বুলি অভিহিত দুজন নিৰ্ব্বাচিত ব্যক্তিয়ে এই চিনেট মনোনীত কৰি লৈছিল। দীৰ্ঘ কাল ধৰি কেৱল অভিজাতসকলহে চিনেটৰ সদস্য হব পাৰিছিল। ৰোমান জনসাধাৰণ দুটা শ্ৰেণীত বিভক্ত হৈছিল—পেট্ৰিচিয়ান বা ধনী অভিজাত লোকসকল (যিসকল সাধাৰণতঃ আছিল ভূ-স্বামী) আৰু প্লেবিয়ান (যিসকল আছিল সাধাৰণ নাগৰিক)। কেবা শ বছৰ ধৰি ৰোমান ৰাষ্ট্ৰ বা গণৰাজ্যৰ ইতিহাস আছিল এই দুই শ্ৰেণীৰ অন্তৰ্দ্বন্দ্বৰ বুৰঞ্জী। পেট্ৰিচিয়ানসকলৰ হাতত আছিল সমূহ ক্ষমতা আৰু ক্ষমতাৰ লগে লগে তেওঁলোকে পাইছিল ধন, প্লিবিয়ান বা প্লেবসকল হ'ল দীন-হীন, নাই ক্ষমতা, নাই টাকা-কড়ি। ক্ষমতা লভিবৰ অৰ্থে প্লেবিয়ানসকলে সংগ্ৰাম আৰু যুঁজ চলাই থাকিবলগীয়া হৈছিল আৰু লাহে লাহে দুই-এটি প্ৰসাদ তেওঁলোকৰ ভাগতো পৰিল। আগ্ৰহ জন্মিব লগা কথা হ'ল এয়ে যে এই সুদীৰ্ঘ সংগ্ৰামত প্লেব-সকলে একপ্ৰকাৰ অসহযোগকে কৃতকাৰ্য্যতাৰে প্ৰয়োগ কৰিছিল। তেওঁলোকে দলে-বলে ৰোমৰ বাহিৰলৈ ওলাই গ'ল আৰু নতুন চহৰ এখনত বসতি কৰিবলৈ ললে। ই পেট্ৰিচিয়ানসকলক আতংকগ্ৰস্ত কৰি তুলিলে; কিয়নো প্লেবসকলৰ অবিহনে তেওঁলোক চলিব নোৱাৰে। সেইদেখি তেওঁলোকে প্লেবসকলৰ লগত আপোচ কৰিলে আৰু তেওঁলোকক কিছুমান সামান্য অধিকাৰ প্ৰদান কৰিলে। লাহে লাহে উচ্চপদবী পোৱাটো—আনকি চিনেটৰ সদস্য হোৱাটোও- প্লেবেয়ান এজনৰ পক্ষে সম্ভৱপৰ হৈ উঠিল।

আমি পেট্ৰিচিয়ান আৰু প্লেবিয়ানসকলৰ সংগ্ৰামৰ বিষয়েহে কৈ আছোঁ। তেওঁ-লোকৰ বাহিৰে অন্য কোনো ধৰ্ত্তব্য নাছিল বুলি ভাবিলৈও আমি প্ৰয়াস পাব পাৰোঁ। কিন্তু এই দুটা জনসমষ্টিৰ উপৰিও ৰোমান ৰাজ্যত বিপুল সংখ্যক দাস আছিল। তেওঁলোকৰ কোনো প্ৰকাৰৰ স্বত্ত্ব নাছিল। তেওঁলোক নাছিল নাগৰিক, তেওঁলোকৰ নাছিল ভোটাধিকাৰ; তেওঁলোক আছিল কুকুৰ বা গৰুৰ দৰে তেওঁলোকৰ মালিকৰ বে-চৰকাৰী আৰু ব্যক্তিগত সম্পত্তি। মালিকৰ খুচিমতে তেওঁলোকক বিক্ৰী কৰিব বা শাস্তি বিহিব পৰা গৈছিল আৰু যেতিয়া তেওঁলোক মুক্ত হ'ল, তেতিয়া তেওঁ-লোকে "মুক্ত লোক" নামে খ্যাত বিশেষ শ্ৰেণী এটাৰো সৃষ্টি কৰিলে। প্ৰাচীন জগতত গোলামসকলৰ চাহিদা সদায় বেচি আছিল আৰু এই চাহিদা পূৰণৰ অৰ্থে সুবৃহৎ গোলাম বজাৰবোৰ গঢ়ি উঠিছিল। দূৰ দেশৰপৰা মুনিহ-তিৰোতা—আনকি শিশুও ধৰি আনি দাসৰূপে বিক্ৰী কৰিবৰ উদ্দেশ্যে অভিযান বাহিৰ হৈছিল। প্ৰাচীন গ্ৰীচ আৰু ৰোমৰ—প্ৰাচীন মিছৰো তদ্ৰূপ—গৌৰৱ-গৰিমাৰ ভিত্তি হিচাপে আছিল ব্যাপক দাসত্ব প্ৰথা।

সেইকালত ভাৰততো এই দাসত্ব প্ৰথাৰ সিমানেই প্ৰচলন আছিল নে? খুব

সম্ভৱ নাছিল। আনকি চীনতো এই প্ৰথা নাছিল। ইয়াৰ অৰ্থ অৱশ্যে এইটো নহয় যে প্ৰাচীন ভাৰত বা চীনত দাসত্ব নাছিলেই। যি বিধৰ দাসত্ব আছিল, সি হ'ল কম-বেচি পৰিমাণে ঘৰুৱা বিধৰ। দুই-এজন ঘৰুৱা চাকৰক মাথোন দাস গণ্য কৰা হৈছিল। শ্ৰমজীৱি চাকৰ—খেতি-পথাৰৰ বা আন ঠাইত মেহনতি কৰা প্ৰকাণ্ড ছল একোটা—ভাৰত বা চীনত থকা যেন দেখা নেযায়। দাসত্বৰ আটাইতকৈ নিকৃষ্ট ৰূপবোৰৰ পৰা এই দুখন দেশে এইদৰেই অব্যাহতি লভিলে।

এইদৰেই ৰোমে ঠন ধৰি উঠিলে আৰু তাৰ ফলত পেট্ৰিচিয়ানসকল লাভবান হ'ল। তেওঁলোক অধিকতৰ ধনী আৰু অধিকতৰ সমৃদ্ধিশালী হৈ উঠিল। এই সময়ছোৱাৰ ভিতৰত প্লেবিয়ানসকল দুখীয়া হৈয়ে ৰল আৰু পেট্ৰিচিয়ানসকলৰ গচকাত থাকিল। আকৌ পেট্ৰিচিয়ান আৰু প্লেবিয়ান উভয়ে গল লাগি বেচেৰা দাসহঁতক গচকি ধৰিলে।

উত্থানৰ কালত ৰোম কেনেকৈ শাসিত হৈছিল? মই কৈ আহিছোঁৱেই, চিনেটৰদ্বাৰা চিনেটক মনোনীত কৰি লৈছিল দুজন নিৰ্ব্বাচিত কন্সালে। কন্সাল কেইজনক কোনে নিৰ্ব্বাচিত কৰিছিল? নাগৰিকসকলে, যিসকল আছিল ভোটাৰ। পোনপ্ৰথমে ৰোম যেতিয়া পৌৰৰাজ্যৰ দৰে ক্ষুদ্ৰ আছিল, তেতিয়া সমূহ নাগৰিকে। বসবাস কৰিছিল ৰোম বা তাৰ আশে-পাশে। একেলগ হৈ ভোট দিয়াটো তেওঁ-লোকৰ পক্ষে বৰ কঠিন নাছিল। কিন্তু ৰোমে বিস্তৃতি লভাৰ লগে লগে ৰোমৰপৰা ভালেখিনি নিলগত বসতি কৰা নাগৰিক অপাৰ ওলাল আৰু তেওঁলোকৰ পক্ষে ভোট দিয়াটো সিমান সহজ হৈ নেথাকিল। বৰ্ত্তমান যিটোক "প্ৰতিনিধিমূলক চৰকাৰ" বোলা হয়, সি তেতিয়া পৰিপুষ্ট বা কাৰ্য্যতঃ প্ৰতিফলিত হোৱা নাছিল। তুমি জানা যে বৰ্ত্তমান ৰাষ্ট্ৰীয় পৰিষদ, সংসদ বা কংগ্ৰেছলৈ প্ৰতিটো এলেকা বা সমষ্টিয়ে নিজ নিজ প্ৰতিনিধি নিৰ্ব্বাচন কৰে আৰু এইদৰে সৰু জনসমাৱেশ এটাতে একপ্ৰকাৰ গোটেই জাতিৰ প্ৰতিনিধিত্ব কৰা হয়। পুৰণি ৰোমানসকলৰ মনত দেখাতে এই ভাব খেলোৱা নাছিল। সেইদেখি দূৰণিবটীয়া ভোটাৰসকল আহি পোৱাটো প্ৰায় অসম্ভৱ হৈ উঠা কালতো তেওঁলোকে ৰোমত ভোট গ্ৰহণ কৰাৰ পদ্ধতিকে চলাই থাকিল। অধিক কি, দেশত কি ঘটিছে, সেইটো এই দূৰণিবটীয়া ভোটাৰসকলে বৰ কমেইহে জানিছিল। বাতৰি কাকত, পুস্তিকা বা ছপা কৰা কিতাপ তেতিয়া নাছিল আৰু খুব কম সংখ্যক লোকেহে পঢ়িব পাৰিছিল। সেই-দেখি ৰোমৰপৰা দূৰৈত বসতি কৰা বাইজক প্ৰদান কৰা ভোটৰ অধিকাৰ কাৰ্য্যতঃ তেওঁলোকৰ একো কামত অহা নাছিল। তেওঁলোকৰ ভোটাধিকাৰ আছিল; কিন্তু দূৰত্বই তেওঁলোকক ভোটাধিকাৰ নাইকিয়া কৰিলে।

তেনেহলে, তুমি দেখিলা যে নিৰ্ব্বাচন বা গুৰুত্বপূৰ্ণ সিদ্ধান্তবোৰৰ আচলতে কেৱল ৰোমত বসতি কৰা ভোটাৰসকলেহে প্ৰকৃত অংশ গ্ৰহণ কৰিছিল। আবেষ্টনীৰ ভিতৰ সোমাই মুকলি পৰিৱেশত থাকি তেওঁলোকে ভোট দিছিল। এই ভোটাৰ-সকলৰ বহুতো আছিল গৰীব প্লেবিয়ান। উচ্চপদপ্ৰাৰ্থী আৰু ক্ষমতা অভিলাস কৰা ধনী পেট্ৰিচিয়ানসকলে এই গৰীব লোকসকলক ভোট খুৱাই তেওঁলোকৰ ফালে

ভোট দিয়াইছিল। সেইদেখি আধুনিক নিৰ্ব্বাচনবোৰত মাজে-সময়ে থকাৰ সমান উৎকোচ গ্ৰহণ আৰু চল-চাতুৰী ৰোমান নিৰ্ব্বাচনবোৰতো আছিল।

ইটালীত ৰোমে ঠন ধৰি উঠাৰ লগে লগে উত্তৰ আফ্ৰিকাৰ কাৰ্থেজেও শক্তি বৃদ্ধি কৰিব ধৰিলে। কাৰ্থেজীয়সকল হ'ল ফিনিচীয়সকলৰ বংশধৰ। তেওঁলোকৰ আছিল নাবিক বৃত্তি আৰু বেপাৰৰ ঐতিহ্য। তেওঁলোকৰখনো আছিল গণৰাজ্য। পিচে ধনী লোকসকলৰ গণৰাজ্য হিচাপে ই হ'ল ৰোমৰখনতকৈও একোৰ চৰা। ই আছিল বিপুল সংখ্যক গোলাম বাসিন্দাৰে পুষ্ট এখন পোৰ গণৰাজ্য।

পুৰণি কালত ৰোম আৰু কাৰ্থেজৰ মাজত দক্ষিণ ইটালি আৰু মেছিনাত আছিল গ্ৰীক্ উপনিৱেশবোৰ। কিন্তু গ্ৰীক্‌সকলক খেদি পঠাবৰ অৰ্থে ৰোম আৰু কাৰ্থেজ ঐক্যবদ্ধ হ'ল আৰু তাকে কৰাত কৃতকাৰ্য্য হৈ কাৰ্থেজে চিছিলি দখল কৰিলে আৰু ৰোম আহিল ইটালীয় পাদদেশৰ একেবাৰে সীমা-মূৰিয়লি খণ্ডলৈ। ৰোম আৰু কাৰ্থেজৰ সৌহাৰ্দ্দী আৰু মৈত্ৰী বেচি দিন নিটিকিল। অচিৰে উভয়ৰ মাজত সংঘৰ্ষ লাগিল আৰু তীব্ৰ প্ৰতিদ্বন্দ্বিতাই দেখা দিলে। ঠেক সাগৰখনৰ ইপাৰ-সিপাৰে পৰস্পৰৰ সন্মুখীন হৈ থকা দুটা প্ৰৱল শক্তিক কুলাবলৈ ভূমধ্যসাগৰখন সিমান ডাঙৰ নহয়। ৰোম উত্থানৰ পথত; যুৱকোচিত উচ্চাকাঙ্ক্ষা আৰু আত্ম-বিশ্বাস ৰোমৰ আছে। কাৰ্থেজে বোধহয় পোনপ্ৰথমে পাৰত গৰ্জি উঠা ৰোমক ঘৃণাৰ চকুৰে চাইছিল আৰু সাগৰৰ ওপৰত নিজৰ আধিপত্য লৈ সুপ্ৰতিষ্ঠ বোধ কৰিছিল। মাজে-সময়ে শান্তিত অন্তৰ্ব্বৰ্ত্তী একো একোছোৱা সময় বিৰতি লভি তেওঁলোকে এশ বছৰৰো ওপৰ কাল পৰস্পৰৰ লগত যুঁজ-বাগৰ কৰিলে; অগণন লোকক ক্লেশ ভুঞ্জাই তেওঁলোকে বনৰীয়া জন্তুৰ দৰে যুঁজিলে। তেওঁলোকৰ ভিতৰত তিনিখন যুদ্ধ লাগে। সেইবোৰকে পিউনিক যুদ্ধ বোলা হয়। প্ৰথম পিউনিক যুদ্ধখন ২৩ বছৰ চলে—খৃষ্ট পূৰ্ব্ব ২৬৪ চনৰপৰা ২৪১ চনলৈকে। ৰোমৰ জয়-লাভত এই যুদ্ধৰ অবসান ঘটেগৈ। ২২ বছৰৰ পিচত লাগিল দ্বিতীয়খন পিউনিক যুদ্ধ আৰু এইবাৰ কাৰ্থেজে হানিবল নামে বুৰঞ্জী-বিখ্যাত সেনানায়ক এজনক পাৰিলে। প্ৰায় পোন্ধৰ বছৰ কাল তেওঁ ৰোমক ব্যতিব্যস্ত আৰু ভীতকম্পিত কৰি ৰাখিছিল। তেওঁ ৰোমান সৈন্যবাহিনীক ক্ষয়ঙ্কৰী হত্যাকাণ্ডৰ যোগেদি—বিশেষকৈ খৃষ্ট পূৰ্ব্ব ২১৬ চনত কান্নেৰ যুদ্ধক্ষেত্ৰত পৰাস্ত কৰে। কাৰ্থেজৰপৰা নগণ্য সাহায্য পোৱা সত্বেও তেওঁ এই সকলোখিনি সমাধা কৰিলে, কাৰণ ৰোমানসকলে সাগৰত আধিপত্য বিস্তাৰ কৰাৰ ফলত তেওঁ কাৰ্থেজৰপৰা বিচ্ছিন্ন হৈ পৰিছিল। কিন্তু পৰাজয় আৰু বিপৰ্য্যয়ৰ মাজতো আৰু হানিবলৰ অবিৰাম ভীতি প্ৰদৰ্শন সত্বেও ৰোমানসকল সৈমান নহ'ল; ঘৃণিত শত্ৰুৰ বিৰুদ্ধে তেওঁলোকে যুঁজিয়েই থাকিল। মুকলি যুদ্ধত হানিবলৰ মুখামুখি হবলৈ ভয় কৰি তেওঁলোকে এনেবোৰ যুদ্ধৰপৰা গা এৰা দি ফুৰিলে; মাথোন তেওঁক হায়বাণ কৰাৰ চেষ্টা কৰিলে আৰু তেওঁৰ সংযোগৰ সূত্ৰবোৰ ছেদ কৰি পেলালে। এনেধৰণে যুদ্ধ এৰি ফুৰিবলৈ বিশেষভাৱে ভাল পোৱা ৰোমান সৈন্যাধ্যক্ষজন হ'ল ফেবিয়াছ নামে খ্যাত এজন লোক। দহ বছৰ ধৰি তেওঁ এইদৰেই যুদ্ধৰপৰা গা সৰুৱাই থাকিল। মই তেওঁৰ নামটো উল্লেখ কৰিলোঁ—তেওঁ বৰ ডাঙৰ মানুহ আৰু সেইবাবে স্মৰণযোগ্য

বুলি নহয়, ইংৰাজী ভাষাত 'ফেবিয়ান' বোলা শব্দটো তেওঁৰ নামৰপৰাই উৎপত্তি হোৱা দেখিছে। ফেবিয়ান কল-কৌশলে বাদহেতু নিষ্পত্তি কৰি নিদিয়ে; তেওঁ-লোকে যুদ্ধ বা সংকট এৰা দি ফুৰে আৰু মন্থৰ গতিত জুৰুলা কৰি তুলি অভীষ্ট সিদ্ধি কৰিব খোজে। ইংলণ্ডত 'ফেবিয়ান সমাজ' এটা আছে। তেওঁলোকে সমাজ-বাদত বিশ্বাস কৰে অথচ হুৰমুৰ কৰাত বা আকস্মিক পৰিৱৰ্ত্তন ঘটোৱাত বিশ্বাস নকৰে।

হানিবলে ইটালীৰ সুবৃহৎ অংশ এটা মৰুভূমিত পৰিণত কৰিলে: কিন্তু ৰোমৰ অধ্যৱসায় আৰু আঁকোৰগোজ মনোভাৱেই অৱশেষত জয়ী হ'ল। খৃষ্ট পূৰ্ব্ব ২০২ চনত জামাৰ যুদ্ধত হানিবল পৰাজিত হ'ল। ৰোমৰ পূৰণাতীত বিদ্বেষেৰে অনুসৃত হৈ তেওঁ ইঠাইৰপৰা সিঠাইলৈ পলাবলৈ ধৰিলে। অৱশেষত তেওঁ বিহ খাই আত্মহত্যা কৰে।

ৰোম আৰু কাৰ্থেজৰ মাজত অৰ্দ্ধ শতাব্দীলৈকে শান্তিয়ে বিৰাজ কৰিলে। কাৰ্থেজক বাৰুকৈয়ে দুৰ্গতিত পেলোৱা হ'ল। ই আৰু এতিয়া ৰোমক প্ৰত্যাহ্বান জনাবলৈ বৰ কমেই সাহ কৰিব। তথাচ ৰোম সন্তুষ্ট নহ'ল; কাৰ্থেজীয়সকলৰ বিপক্ষে তৃতীয়খন পিউনিক যুদ্ধত ৰোম অৱতীৰ্ণ হ'ল। ভয়ঙ্কৰ নৰহত্যা আৰু কাৰ্থেজৰ সমূলঞ্চে বিনাশ সাধনত এইখন যুদ্ধৰ ওৰ পৰিলগৈ। অধিক কি, য'ত একালত ভূমধ্যসাগৰৰ ৰাণীস্বৰূপ কাৰ্থেজৰ গৌৰৱমুখৰ চহৰখন আছিল, সেই ঠাইত মাটি চহাবৰ বাবে নাঙল চলাই দিয়া হ'ল।

## ২৮

## সাম্ৰাজ্যলৈ ৰোমান গণৰাজ্যৰ ৰূপান্তৰ

৯ এপ্ৰিল, ১৯৩২

কাৰ্থেজৰ চূড়ান্ত পৰাজয় আৰু বিনাশ সাধনৰ লগে লগে ৰোম হ'ল সৰ্ব্ব-শক্তিমান আৰু প্ৰতীচ্য জগতত অপ্ৰতিদ্বন্দ্বী। গ্ৰীক ৰাজ্যবোৰ ৰোমে ইতিপূৰ্ব্বেই অধিকাৰ কৰিছিল। ই এতিয়া কাৰ্থেজৰ কৰ্তৃত্বাধীন জনপদবোৰবো দখল চমজি ললে। দ্বিতীয়খন পিউনিক যুদ্ধৰ পিচত এই ধৰণেই স্পেইন ৰোমৰ হাতলৈ আহিল। ইমানতো কেৱল ভূমধ্যসাগৰীয় দেশ কেইখনক লৈয়েইহে ৰোমান ভূ-ভাগ গঠিত হৈছিল। উত্তৰ আৰু মধ্য ইউৰোপ গোটেইখন ৰোমৰপৰা স্বতন্তৰীয়া হৈ আছিল।

ৰোমত সাফল্য আৰু দেশজয়ৰ ফল হ'ল সম্পত্তি আহৰণ আৰু লাহ-বিলাহ; বিজিত দেশবোৰৰপৰা সোণ আৰু দাস আহিব ধৰিলে। পিচে এই সোণ বা দাস-বোৰ ক'লৈ গ'ল। মই তোমাক কৈছিলোঁৱেই যে চিনেট আছিল ৰোমৰ পালক নিকায় আৰু চহকী অভিজাত পৰিয়ালবৰ্গৰ সদস্যসকলক লৈ ই গঠিত হৈছিল। আঢ্যৱন্ত লোকসকলৰ এই গোটটোৱে ৰোমান গণৰাজ্য আৰু তাৰ জীৱন নিয়ন্ত্ৰিত

কৰিছিল। ৰোমৰ ক্ষমতা আৰু পৰিধি বাঢ়ি অহাৰ লগে লগে এই লোকসকলৰ সম্পত্তিও বাঢ়ি গ'ল। ফলত' ধনী অধিকতৰ ধনী হৈ উঠিল, দুখীয়া দুখীয়া হৈয়ে ৰ'ল; বৰঞ্চ কাৰ্য্যতঃ অধিকতৰ দুখীয়াহে হ'ল। দাস বাসিন্দা বাঢ়ি আহিল; লাহ-বিলাহ আৰু দুখ-যাতনা যুগপৎ চৰি গ'ল। এনে হ'লে সচৰাচৰ গোলমাল লাগেই। মানুহক কিমানলৈকে ভৰণ-পোষণ কৰিব পাৰি, সেইটো স্থিৰ কৰিব নোৱাৰা বিষয়। কিন্তু মানুহবো ধৈৰ্য্যৰ সীমা এটা আছে আৰু যেতিয়া এই সীমা পোৱাগৈ যায়, তেতিয়া বিস্ফোৰণ ঘটিবই।

আঢ্যৱানসকলে চাৰ্কাচত খেলা আৰু প্ৰতিদ্বন্দ্বিতাৰ দিহা কৰি গৰীব লোকক প্ৰলোভিত কৰাৰ চেষ্টা কৰিলে। এই চাৰ্কাচবোৰত কেৱল দৰ্শকমণ্ডলীক আমোদ দিবৰ বাবেই যুঁজাৰসকলৰ মাজত পৰস্পৰৰ লগত যুদ্ধ কৰিবলৈ বা ইজনে সিজনক বধ কৰিবলৈ বাধ্য কৰা হ'ল। যিটোক মোৰ বোধেৰে মাথোন খেল বুলিব পাৰি, সেইটোৰ খাতিৰতে বিপুল সংখ্যক গোলাম আৰু যুদ্ধ-বন্দীক এইদৰেই বধ কৰা হ'ল।

কিন্তু ৰোমান ৰাষ্ট্ৰত বিশৃঙ্খলা বাঢ়িলহে। বিদ্ৰোহ আৰু হত্যাকাণ্ড ঘটিব ধৰিলে; নিৰ্ব্বাচনৰ সময়ত উৎকোচ গ্ৰহণ আৰু দুৰ্নীতি চলিল। আনকি গৰীব দাসকলেও স্পাৰ্টেকাচ নামে যুঁজাৰু এজনৰ নেতৃত্বত বিদ্ৰোহ আচৰণ কৰিলে। কিন্তু তেওঁলোকক নিষ্ঠুৰভাৱে দমোৱা হ'ল। কথিত আছে যে ৰোমৰ এপিয়ান ৱেত তেওঁলোকৰ ছহেজাৰক পিঙত দিয়া হ'ল।

দুঃসাহসী ব্যক্তি আৰু সমৰ নায়কসকলে লাহে লাহে অধিকতৰ প্ৰতিপত্তি বিস্তাৰ কৰিলে; তেওঁলোকে চিনেটকো নিষ্প্ৰভ কৰি পেলালে। গৃহযুদ্ধ লাগিল, দেশ উৎসন্ন হ'ল, প্ৰতিদ্বন্দ্বী সমৰনায়কসকলে পৰম্পৰৰ লগত যুঁজিবলৈ ধৰিলে। প্ৰাচ্যত পাৰ্থিয়াত (মেচোপটামিয়া) খ্ৰীষ্ট পূৰ্ব্ব ৫৩ চনত ৰোমান ফৌজে কাৰাব যুদ্ধক্ষেত্ৰত বিষম পৰাজয় বৰণ কৰিলে। এই যুদ্ধত পাৰ্থিয়ানসকলে তেওঁলোকক বিপক্ষে পঠোৱা ৰোমান ফৌজটো বিনাশ কৰিলে।

ৰোমান সমৰনায়কসকলৰ এই জুমটোৰ ভিতৰত দুটা নাম জিলিকি উঠিল —পম্পি আৰু জুলিয়াচ ছীজাৰ। তুমি জানাই যে পম্পি আৰু ছীজাৰে ফ্ৰান্ক বা গল (যি নামেৰে ই অভিহিত হৈছিল) আৰু বৃটেন জয় কৰিছিল। পম্পি পূব ফালে গ'ল আৰু কিছু সাফল্যও অৰ্জ্জন কৰিলে। কিন্তু এওঁলোক দুয়োজনৰ ভিতৰত চলিছিল তীব্ৰ প্ৰতিদ্বন্দ্বিতা; উভয়ে আছিল দুৰাকাঙ্ক্ষী আৰু প্ৰতিদ্বন্দ্বী এজন সহ্য কৰিব নোৱাৰা বিধৰ। দুৰ্ব্বলীয়া চিনেট তেনেই তল পৰিল যদিওবা ইয়াৰ প্ৰতি প্ৰত্যেকেই মৌখিক শ্ৰদ্ধা নিবেদন কৰিলে। ছীজাৰে পম্পিক যুদ্ধত ঘটুৱালে আৰু ৰোমান জগতত এই দৰেই মুখ্য লোক হৈ পৰিল। পিচে ৰোম হ'ল এখন গণৰাজ্য আৰু সেইদেখি তেওঁ আনুষ্ঠানিকভাৱে প্ৰতিটো বিষয়ৰে কৰ্ত্তা হ'বগৈ নোৱাৰে। এতেকে ৰজা বা সম্ৰাট হিচাপে তেওঁক অভিষিক্ত কৰাৰ চেষ্টা চলোৱা

---

খ্ৰীষ্ট পূৰ্ব্ব ৩১২ চনত এপিয়াচ ক্লডিয়াচ কেকাচে ৰোমৰপৰা বৃন্দিটিলৈকে পাকা ৰাস্তা এটা বন্ধায়। এই পকআলিটোকে 'এপিয়ান ৱে' বোলা হয়।—অনুবাদক


রোম সাম্রাজ্যের পরিণতি
স্পেন
গল
রাইন
দানিয়ুব
ডালমাটিয়া
রোম
কার্থেজ
গ্রীস
পারগেমাম
মিশর
রোম আর কার্থেজ
খৃষ্টপূর্ব
রোম সাম্রাজ্যের পরিধি

হ'ল। তেওঁ নিজেও বেছ ইচ্ছুক আছিল; পিচে গণৰাজ্যৰ সুদীর্ঘ ঐতিহ্যলৈ চাই দ্বিধা বোধ কৰিছিল। অধিক কি, এই ঐতিহ্য তেওঁৰ পক্ষে ইমানেই শক্তিশালী হ'ল যে ফ'ৰামৰ ঠিক তল খলপাতে ব্ৰুটাছ আৰু আন আন সহযোগীয়ে তেওঁক ঘপিয়াই হত্যা কৰে।

খৃষ্ট পূৰ্ব্ব ৪৪ চনত জুলিয়াচ ছীজাৰক হত্যা কৰা হ'ল; কিন্তু তেওঁৰ মৰণে গণৰাজ্যক ৰক্ষা কৰিব নোৱাৰিলে। ছীজাৰৰ তোলনীয়া পুতেক আৰু ভাগিনিয়েক অক্টাভিয়ান আৰু তেওঁৰ মিত্ৰ মাৰ্ক এণ্টনীয়ে ছীজাৰৰ মৃত্যুৰ প্ৰতিশোধ ললে। তেতিয়া ৰাজতন্ত্ৰ আকৌ ঘূৰি আহিল আৰু অক্টাভিয়ান হ'ল ৰাজ-প্ৰমুখ—প্ৰিন্সেপ্‌ছ; আৰু গণৰাজ্যৰো পৰালি পৰিল।

প্ৰিন্সেপ্‌ছ বা মুখ্য হৈ অক্টাভিয়ানে 'অগষ্টাছ ছীজাৰ' নাম আৰু উপাধি ললে। তেওঁৰ পৰৱৰ্ত্তী উত্তৰাধিকাৰীসকলৰ সকলোটিকে কে'জাৰ বোলা হয়। আনকি, 'কে'জাৰ' শব্দটোৱেই 'সম্ৰাট' বুজোৱা হ'ল। 'কাইজাৰ' (Kaiser) আৰু 'জাৰ' (Tsar) এই একে 'ছীজাৰ' বা কীজাৰ (Caesar), শব্দৰ পৰাই ওলাইছে। 'কাইজাৰ' শব্দটো বহু কাল ধৰি হিন্দুস্থানী শব্দ হৈও আহিছে—কাইজাৰ-ই-ৰুম, কাইজাৰ-ই-হিন্দ্। ইংলেণ্ডৰ ৰজা জৰ্জ্জে এতিয়া 'কাইজাৰ-ই-হিন্দ্' উপাধি লৈ প্ৰসন্ন হৈছে। জাৰ্ম্মাণ কাইজাৰজন গ'ল; অষ্ট্ৰিয়ান কাইজাৰ, তুৰ্ক কাইজাৰ আৰু ৰুছ জাৰবো তথৈবচ। এইটো আগ্ৰহ আৰু কৌতুক জন্মিব লগা কথা যে যি জুলিয়াচ ছীজাৰে ৰোমৰ হকে বৃটেন জয় কৰিছিল, সেই জুলিয়াচ ছীজাৰৰ নাম বা উপাধি বহন কৰিবলৈ আজি আছে কেৱল ইংলেণ্ডৰ ৰজাজনহে।

এনেদৰেই জুলিয়াচ ছীজাৰৰ নাম সম্ৰাটসুলভ আড়ম্বৰ সূচোৱা শব্দত পৰিণত হলগৈ। ফাৰ্ছেলাছত পম্পিয়ে তেওঁক ঘটুৱা হ'লে কি হ'লহেঁতেন? তেতিয়া সম্ভৱ পম্পি প্ৰিন্সেপ্‌ছ বা সম্ৰাট হলহেঁতেন আৰু 'পম্পি' শব্দটোৱে হয়তো 'সম্ৰাট' বুজালেহেঁতেন। তেতিয়া হ'লে আমি জাৰ্ম্মাণ 'পম্পি' দ্বিতীয় উইলহেল্‌স) এজনক পালোহেঁতেন; আনকি ইংলেণ্ডৰ ৰজাজনো 'পম্পি-ই-হিন্দ্' হব পাৰিলেহেঁতেন।

ৰোমান ৰাষ্ট্ৰৰ এই ৰূপান্তৰৰ কালছোৱাত (যেতিয়া গণৰাজ্য সাম্ৰাজ্য হব ধৰিছিল) মিছৰত বসতি কৰিছিল এগৰাকী নাৰীয়ে, যি তেওঁৰ সৌন্দৰ্য্যৰ বাবে বুৰঞ্জীত প্ৰসিদ্ধ হবলৈ সাধি আহিছিল। তেওঁ হল ক্লিওপেট্ৰা। তেওঁৰ বৰ সন্তোষজনক খ্যাতি নাছিল; কিন্তু নিজৰ সৌন্দৰ্য্যৰ বলত বুৰঞ্জীৰ গতি সলাই পেলোৱা বুলি গণ্য কৰা নিচেই কম সংখ্যক মহিলাৰ ভিতৰত তেৰোঁ এজন। জুলিয়াচ ছীজাৰ মিছৰলৈ যোৱা সময়ত তেওঁ তেনেই ছোৱালী হৈ আছিল। পিচত তেওঁ মাৰ্ক-এণ্টনীৰ মহামিত্ৰ হৈ পৰিল; কিন্তু তেওঁৰ উপকাৰ হলে বৰ কমেই সাধিলে। বৰঞ্চ, প্ৰচণ্ড নৌ-যুদ্ধ এখন চলি থকা অৱস্থাতে ক্লিওপেট্ৰাই বিশ্বাসঘাতকতা কৰি নিজৰ ৰণতৰী লৈ মাৰ্ক এণ্টনীৰ পক্ষ এৰি পেলালে। এজন প্ৰথিতযশা ফৰাচী লেখক পাস্কেল—বহু পূৰ্ব্বে লেখি গৈছিল, "ক্লিওপেট্ৰাৰ নাকটো চুটি হোৱা হ'লে পৃথিৱীৰ গোটেইখন বুৰঞ্জী বেলেগ হ'লহেঁতেন।" এই বাক্যশাৰীত অৱশ্যে কিছু অত্যুক্তি কৰা হৈছে। ক্লিওপেট্ৰাৰ নাকটোৰ লগে লগে পৃথিৱীখনৰ বৰ বেচি পৰিৱৰ্ত্তন নহ'লহেঁতেন। কিন্তু ইও সম্ভৱপৰ যে মিছৰত পদাৰ্পণ কৰাৰ পিচৰ পৰাই ছীজাৰে

নিজকে ৰজা বা সম্রাট—একপ্ৰকাৰ ঐশ্বৰিক শাসনকৰ্ত্তা—বুলি ভাবিবলৈ আৰম্ভ কৰিলে। মিছৰত গণৰাজ্য নাছিল; আছিল এখন ৰাজতন্ত্ৰ আৰু ৰজাজন কেৱল সৰ্ব্বোচ্চ কৰ্ত্তাই নাছিল; তেওঁক প্ৰায় দেৱতা বুলিয়েই গণ্য কৰা হৈছিল। ই হ'ল পুৰাণ মিছৰীয় ধাৰণা আৰু আলেকজেণ্ডাৰৰ মৃত্যুৰ পিচত মিছৰ শাসন কৰিবলৈ লোৱা গ্ৰীক্ টলেমীসকলে মিছৰীয় ৰীতি-নীতি আৰু ভাৱধাৰাৰ অধিকাংশকে গ্ৰহণ কৰিছিল। ক্লিওপেট্ৰা আছিল এই টলেমী পৰিয়ালৰে লোক। সেইদেখি তেওঁ হ'ল এগৰাকী গ্ৰীক—আচলতে মেচিডনীয় ৰাজকুমাৰী।

ক্লিওপেট্ৰাই এই গতিধাৰাত সহায়তা কৰক বা নকৰক, অপৌৰুষেয় শাসকৰ এই মিছৰীয় আদৰ্শ ৰোম পালেগৈ আৰু তাতে বাসস্থানো লাভ কৰিলে। আনকি জুলিয়াচ ছীজাৰ বাচি থকা কালতো যেতিয়া গণৰাজ্যই চলি আছিল, তেতিয়াও তেওঁৰ মূৰ্ত্তি স্থাপিত আৰু উপাসিত হৈছিল। ৰোমান সম্রাটসকলৰ আমোলত ই কেনেকৈ ৰীতিমত দস্তুৰত পৰিণত হ'ল, সেইটো আমি পিচত লক্ষ্য কৰিবলৈ পাম।

ৰোমান বুৰঞ্জীৰ গতি সলনি কৰা স্তৰ এটাত এতিয়া আমি আহি উপস্থিত হলো—গণৰাজ্যৰ অৱসান। অগষ্টাছ ছীজাৰ উপাধি লৈ ২৭ খৃষ্টাব্দত অক্টাভিয়ান প্ৰিন্সেপ্‌ছ হ'ল। ৰোম আৰু ৰোমান সম্রাটসকলৰ এই কাহিনীৰ ক্ৰম আমি পিচত অনুধাৱন কৰিব লাগিব। সদ্যহতে আমি গণৰাজ্যৰ শেহতীয়া দিন কেইটাৰ ৰোমান জনপদবোৰ নিৰীক্ষণ কৰোঁ।

ৰোমে অৱশ্যে ইটালীখন শাসন কৰিছিল; পশ্চিম দিশে ৰোমৰ শাসনাধীন হৈছিল স্পেইন আৰু গল (ফ্ৰান্স)। পূব ফালে ৰোমে কৰ্ত্তৃত্ব বিস্তাৰ কৰিছিল গ্ৰীচ আৰু এচিয়া মাইনৰত। তুমি বোধ হয় মনত ৰাখিছাই যে ইয়াতে পেৰ্গামাম বোলা গ্ৰীক ৰাজ্যখন আছিল। উত্তৰ আফ্ৰিকাত মিছৰখন ৰোমৰ মিত্ৰ আৰু আশ্ৰিত ৰাষ্ট্ৰ বুলি ধৰা হৈছিল। কাৰ্থেজ আৰু ভূমধ্যসাগৰীয় দেশপুঞ্জৰ অন্যান্য কেতবোৰ অংশও ৰোমৰ অধীন হৈছিল। এতেকে উত্তৰে ৰোমান ৰাজ্যক্ষেত্ৰৰ সীমা ৰাইন নদীয়েদি গৈছিল। জাৰ্ম্মাণী, ৰুছিয়া, উত্তৰ আৰু মধ্য ইউৰোপৰ সমূহ লোক ৰোমান জগতৰ বাহিৰত আছিল। মেচোপটামিয়াৰ পূবলৈ থকা সমূহ লোকৰো অৱস্থা তদ্ৰূপ।

সেই কালত ৰোম মহৎ আছিল; কিন্তু অন্যান্য দেশৰ বুৰঞ্জী সম্বন্ধে অনৱহিত ইউৰোপৰ বহুতো লোকে ভাবে যে ৰোমে দুনিয়াখনত আধিপত্য বিস্তাৰ কৰিছিল। এনে ধাৰণা বাস্তৱৰপৰা ভালেখিনি নিলগত। তোমাৰ মনত থাকিব পায় যে ঠিক এই সময় ছোৱাৰ ভিতৰতে চীনৰ হান্ ফৈদে কাস্পিয়ান সাগৰ পৰ্য্যন্ত গোটেই এচিয়াখন জুৰি থকা অঞ্চল ডোখৰ শাসন কৰিছিল বা তাৰ সৰ্ব্বময় কৰ্ত্তা আছিল। য'ত ৰোমানসকলক বেয়াকৈ ঘটুওৱা হৈছিল, মেচোপটামিয়াৰ সেই কাৰাৰ যুদ্ধত পাৰ্থিয়ানসকলক মঙ্গোলীয়সকলে সহায় কৰাও সম্ভৱ।

কিন্তু ৰোমান বুৰঞ্জী—বিশেষকৈ ৰোমান গণৰাজ্যখনৰ বুৰঞ্জী—ইউৰোপীয়সকলৰ বৰ প্ৰিয়; কিয়নো তেওঁলোকে পুৰণি ৰোমান ৰাষ্ট্ৰখনক আধুনিক ইউৰোপীয় ৰাষ্ট্ৰৰ একপ্ৰকাৰ পূৰ্ব্বাভাস জ্ঞান কৰে। কিছু পৰিমাণে ই সত্যও। সেইদেখি ইংৰাজ স্কুলীয়া ল'ৰাহঁতক গ্ৰীক্ আৰু ৰোমান বুৰঞ্জী শিকিবলৈ বাধ্য কৰা হয়; তেওঁলোকে লাগে আধুনিক বুৰঞ্জী জানক বা নেজানক। গল দেশত জুলিয়াচ

ছীজাৰে চলোৱা অভিযান সম্বন্ধে তেওঁৰ নিজৰেই বৃত্তান্ত মূল লেটিনত মই পঢ়িব লগা হোৱাটো মোৰ বেছ মনত আছে। ছীজাৰ কেৱল যে এজন যোদ্ধাই আছিল, এনে নহয়; তেওঁ আছিল এজন সুনিপুণ আৰু বলিষ্ঠ লেখক। তেওঁৰ 'দ্য বেল্লো গেল্লিকো' ('গলৰ যুদ্ধ') কিতাপখন ইউৰোপৰ হেজাৰ-বিজাৰ পঢ়াশালিত এতিয়াও পঢ়ুওৱা হয়।

খন্তেক আগতে আমি অশোকৰ দিনৰ দুনিয়া সমীক্ষণ কৰিবলৈ লৈছিলোঁ। আমি সেই সমীক্ষাতো শেষ কৰিলোঁৱেই; আনকি চীন আৰু ইউৰোপৰ ক্ষেত্ৰত তাক অতিক্ৰম কৰিও গলোঁ। খৃষ্ট যুগৰ পদূলিত এতিয়া আমি উপনীত। লগে লগে ভাৰতৰ জনসাধাৰণ সম্বন্ধেও আমাৰ জ্ঞান সময়ৰ লগত ৰজিতা খুৱাই লবৰ বাবে আমি এতিয়া ভাৰতবৰ্ষলৈ আকৌ ঘূৰি যাব লাগিব; কিয়নো অশোকৰ তিৰোধানৰ পিচত ভাৰতত ডাঙৰ ডাঙৰ পৰিৱৰ্ত্তন ঘটিল; দক্ষিণত আৰু উত্তৰতো নতুন নতুন সাম্ৰাজ্যৰ উত্থান হ'ল।

এটা আবহমান সৰ্ব্বাঙ্গিক বস্তু হিচাপে বিশ্ব-ইতিহাস তুমি যাতে অনুধ্যান কৰা, সেই অৰ্থে মই চেষ্টান্বিত হৈছোঁ। পিচে মোৰ বিশ্বাস, তুমি মনত ৰাখিব পাৰিবা যে সেই অতীত কালত দূৰ-দূৰণিৰ দেশবোৰৰ ভিতৰত সম্পৰ্ক আছিল তেনেই সীমাবদ্ধ ধৰণৰ। বহু ফালে উন্নতিশীল আছিল যদিও ৰোমে ভূগোল বা মানচিত্ৰৰ বিষয়ে বৰ কমেই জানিছিল আৰু সেইবোৰ শিকিবলৈ বিশেষ ব্যৱস্থাও লোৱা নাছিল। ৰোমান চিনেটৰ জ্ঞানী লোক বা ডাঙৰ ডাঙৰ সেনানায়কসকলে নিজকে বিশ্বৰ কৰ্ত্তা বুলি ভাবিছিল যদিও আজি কালিৰ যি কোনো স্কুলীয়া ল'ৰা বা ছোৱালীয়ে তেওঁলোকতকৈ বহুত বেচি ভূগোল জানে। যিদৰে তেওঁলোকে নিজকে বিশ্বৰ কৰ্ত্তা বুলি ধৰিছিল, সেইদৰেই কেইহেজাৰমান মাইল দূৰৈত এচিয়া মহাদেশখনৰ সিমূৰে চীনৰ শাসকসকলেও নিজকে বিশ্বৰ কৰ্ত্তা বুলি ভাবিছিল।

## ২৯

## দক্ষিণ ভাৰতে উত্তৰক ম্লান কৰিলে

১০ এপ্ৰিল, ১৯৩২

সুদূৰ প্ৰাচ্যত চীন আৰু পাশ্চাত্যত ৰোম অভিমুখে ওলোৱা আমাৰ সুদীৰ্ঘ যাত্ৰাৰ অন্তত আমি আকৌ ভাৰতলৈ ঘূৰি আহোঁহক।

অশোকৰ মৃত্যুৰ পিচত মৌৰ্য্য সাম্ৰাজ্যখন বেচি দিন তিষ্ঠি নেথাকিল। কেই বছৰমানৰ ভিতৰত ই লয়প্ৰাপ্ত হ'ল। উত্তৰাঞ্চলৰ প্ৰদেশবোৰ বিচ্ছিন্ন হৈ গ'ল আৰু দক্ষিণত নতুন শক্তি এটাৰ উত্থান হল—অন্ধ্ৰ শক্তি। অশোকৰ বংশধৰসকলে প্ৰায় পঞ্চাশ বছৰ কাল ম্ৰিয়মান সাম্ৰাজ্যখনত শাসন চলালে। অৱশেষত তেওঁলোকৰ সেনাপতি পুষ্যমিত্ৰ নামে ব্ৰাহ্মণ এজনে তেওঁলোকক জোৰ কৰি অপসাৰিত কৰিলে। এই মানুহজন নিজে ৰজা হল আৰু তেওঁৰ দিনত ব্ৰাহ্মণ্য ধৰ্ম্মৰ পুনৰুত্থান হল বুলি

প্ৰবাদ আছে। বৌদ্ধ ভিক্ষুসকলক কিছু পৰিমাণে উৎপীড়ন কৰাও হৈছিল। পিচে, ভাৰত বুৰঞ্জী পঢ়ি যোৱাৰ লগে লগে তুমি দেখা পাবা যে ব্ৰাহ্মণ্য ধৰ্ম্মই বৌদ্ধ ধৰ্ম্মক আক্ৰমণ কৰাৰ পন্থাটো আছিল বৰ্চি তলে পুতল। বৌদ্ধ ধৰ্ম্মক খুব বেচি নিৰ্য্যাতন কৰিব লগা কৰ্কশ কাম এটা ই নকৰাকৈয়ে হ'ল। কিছু উৎপীড়ন অৱশ্যে হৈছিল: কিন্তু সি আছিল সম্ভৱ ৰাজনৈতিকহে, ধৰ্ম্মমূলক নহয়। ডাঙৰ ডাঙৰ বৌদ্ধ সংঘবোৰ আছিল শক্তিশালী অনুষ্ঠান আৰু সেইবোৰৰ ৰাজনৈতিক প্ৰতিপত্তি দেখি বহুতো শাসকে ভয় খাইছিল। সেয়েহে সেই সংঘবোৰ দুৰ্ব্বল কৰিবৰ অৰ্থে তেওঁলোকৰ এনে প্ৰচেষ্টা কিছু পৰিমাণে সংমিশ্ৰণ আৰু গ্ৰহণ কৰি আৰু নিজৰ দলতে ইয়াৰ বাবে অকণ ঠাই উলিওৱাৰ চেষ্টা কৰি ব্ৰাহ্মণ্য ধৰ্ম্মই সদৌ শেষত বৌদ্ধ ধৰ্ম্মক নিজ জন্মভূমিৰপৰা প্ৰায় খেদি পঠিওৱাত কৃতকাৰ্য্যতা লভিলেগৈ।

সেইদেখি নতুন ব্ৰাহ্মণ্য ধৰ্ম্ম কেৱল পুৰণি বিধি-ব্যৱস্থালৈ প্ৰত্যাৱৰ্ত্তনেই নহয় নতুবা বৌদ্ধ ধৰ্ম্মই সাধিব খোজা সকলোবোৰৰে ই বিপৰীতাৰ্থও নহয়। ব্ৰাহ্মণ্য ধৰ্ম্মৰ পুৰণি উদ্যোক্তাসকল যথেষ্ট চতুৰ আছিল। অতীজৰপৰাই সংমিশ্ৰণ আৰু গ্ৰহণ কৰি অহাটোৱেই আছিল তেওঁলোকৰ ৰীতি। যেতিয়া আৰ্য্যসকল ভাৰতলৈ পোন প্ৰথমেই আহিল, তেতিয়া তেওঁলোকে দ্ৰাবিড়ীয় সংস্কৃতি আৰু আচাৰ-বিচাৰৰ ভালেখিনি আহৰণ কৰি ললে আৰু বুৰঞ্জীৰ গোটেই কালছোৱা ধৰি, সজ্ঞানেই হওক বা অজ্ঞাতসাৰেই হওক, তেওঁলোকে এনে কৰিয়েই থাকিল। বৌদ্ধ ধৰ্ম্মৰ ক্ষেত্ৰতো তেওঁলোকে তদ্ৰূপ কৰিলে আৰু বুদ্ধক হিন্দু দেৱতাসকলৰ ভিতৰত অন্যতম এজন অৱতাৰ বা দেৱতাত পৰিণত কৰিলে। বুদ্ধ সৰ্ব্বসাধাৰণে পূজিব বা ভজিব পৰা ব্যক্তি হৈয়ে থাকিল; কিন্তু তেওঁৰ বিশেষ মতবাদ নিঃশব্দে আঁতৰাই থোৱা হ'ল আৰু গৌণ ৰূপভেদ সহ ব্ৰাহ্মণ্য ধৰ্ম্মই নিজ ধৰণ-কৰণৰ আমোল নিৰ্ব্বিঘ্নে আৰম্ভ কৰিলে। কিন্তু বুদ্ধক বামুনীয়া বোল দিয়া এই প্ৰণালীটো আছিল বৰ দীঘলীয়া। আমি বৰঞ্চ আগুৱাইছে গৈছোঁ, কিয়নো অশোকৰ মৃত্যুৰ পিচতো কেবা শ বছৰ ধৰি বৌদ্ধ ধৰ্ম্ম ভাৰতত অব্যাহত আছিল।

মগধত ইটোৰ পিচত সিটোকৈ উত্থান হোৱা ৰজা বা ৰাজবংশবোৰ লৈ আমি মূৰ ঘমোৱাৰ আৱশ্যক নাই। অশোকৰ মৃত্যুৰ প্ৰায় দুশ বছৰৰ পিচত ভাৰতৰ সৰ্ব্বপ্ৰধান ৰাষ্ট্ৰ হিচাপে মগধৰ দিন উকলিল; তথাপি ই তেতিয়াও বৌদ্ধ সংস্কৃতিৰ ডাঙৰ কেন্দ্ৰ হৈয়ে থাকিল।

ইতিমধ্যে উত্তৰ আৰু দক্ষিণ উভয়তে গুৰুত্বপূৰ্ণ ঘটনাৱলী ঘটিবলৈ আৰম্ভ কৰিছিল। উত্তৰত মধ্য এচিয়াৰ বেক্তিয়ান, শক, স্কাইথীয়া, তুৰ্ক, কুশান প্ৰভৃতি নানান জাতিৰ আক্ৰমণ চলিল। মধ্য এচিয়া যে চামে চামে হৰেকৰকম লোকৰ জন্মক্ষেত্ৰ হৈছিল আৰু এই মানুহবোৰ বুৰঞ্জীৰ পটত বাৰে বাৰে ওলাই গোটেই এচিয়া—আনকি ইউৰোপতো—কেনেকৈ বিয়পি পৰিছিল, সেইটো মোৰ বোধেৰে মই এবাৰ তোমালৈ লেখিছিলোঁৱেই। খৃষ্ট পূৰ্ব্ব দুশ বছৰৰ ভিতৰত কেবাবাৰো এনে ধৰণে ভাৰত আক্ৰান্ত হয়। পিচে তুমি মনত ৰাখিব লাগিব যে এই অভিযানবোৰ কেৱল দেশজয় বা সম্পত্তি লুটৰ অৰ্থেই হোৱা নাছিল। সেইবিলাক হৈছিল বসতি কৰিবৰ বাবে মাটি উলিয়াবৰ অৰ্থেহে। মধ্য এচিয়াৰ এই জনজাতিবোৰৰ

অধিকাংশই আছিল অঘৰী আৰু তেওঁলোকৰ আৰু তেওঁলোকৰ সংখ্যা বাঢ়ি যোৱাৰ লগে লগে যি ঠাইত তেওঁলোকে বসতি কৰিছিল, সেই ঠায়ে তেওঁলোকৰ নোজোৰা হ'ল। সেইদেখি তেওঁলোকে নতুন মাটি বিচাৰি প্ৰব্ৰজন কৰিব লগাত পৰিল। এই বিৰাট প্ৰব্ৰজনবোৰৰ ইয়াতকৈও বেচি যুক্তিযুক্ত কাৰণ এটা হ'ল পিচফালৰপৰা দিয়া হেঁচা। এটা ডাঙৰ জনজাতি বা গোষ্ঠীয়ে আনবোৰক খেদি পঠায় আৰু সেইবোৰে গৈ আন আন ৰাজ্যক্ষেত্ৰত অভিযান চলাবলৈ বাধ্য হয়। সেইবাবে আক্ৰমণকাৰী হিচাপে ভাৰতলৈ অহা বহুতো মানুহ আছিল সময়ত আপোন তৃণভূমিৰপৰা নিজেই উদ্বাস্তু হোৱা লোক। চীন সাম্ৰাজ্যইও—যেতিয়াই তেনে কৰিবলৈ শক্তি-সামৰ্থ্যই কুলাইছিল (যেনে হানসকলৰ আমোলত), তেতিয়াই—এই অঘৰীহ'তক দূৰলৈ খেদি পঠাইছিল আৰু সেইদৰেই সিহ'তক ঘৰ বিচাৰি লবলৈ বাধ্য কৰিছিল।

তুমি লগতে এইটোও মনত ৰাখিব লাগিব যে মধ্য এচিয়াৰ এই অঘৰী জনজাতিবোৰে ভাৰতক একোবাৰে শত্ৰু দেশ বুলি গণ্য কৰা নাছিল। তেওঁলোকক "বৰ্ব্বৰ" বোলা হয় আৰু নিসন্দেহে যে সেই কালৰ ভাৰতৰ তুলনাত তেওঁলোক সিমান সভ্য নাছিল। পিচে, তেওঁলোকৰ বেচি ভাগেই আছিল উৎসাহী বৌদ্ধ আৰু সেই ধৰ্ম্মই জন্ম পৰিগ্ৰহ কৰা ভাৰতৰ তেওঁলোক মুখাপেক্ষীও হৈছিল।

আনকি পুষ্যমিত্ৰৰ সময়তে বেক্তিয়াৰ মিনান্দাৰে উত্তৰ-পশ্চিমত আক্ৰমণ চলায়। মিনান্দাৰ ধৰ্ম্মনিষ্ঠ বৌদ্ধ আছিল। ভাৰতীয় সীমান্তৰ ঠিক সিপাৰৰ দেশখনেই হল বেক্তিয়া। ই চেলিউকচৰ সাম্ৰাজ্যৰে এটি অংশ আছিল; কিন্তু পিচলৈ স্বাধীন হয়। মিনান্দাৰৰ আক্ৰমণ প্ৰতিহত কৰা হ'ল; কিন্তু তেওঁ কাবুল আৰু সিন্ধুদেশ নিজৰ হাতত ৰাখিব পাৰিলে।

পিচত আৰম্ভ হ'ল শকসকলৰ আক্ৰমণ। তেওঁলোকৰ অগণন লোক আহি গোটেই উত্তৰ আৰু পশ্চিম ভাৰত বিয়পি পৰে। শকসকল আছিল তুৰ্কী অঘৰীসকলৰ এটা ডাঙৰ খেল। তেওঁলোকক আপোন তৃণভূমিৰপৰা ঠেলি পঠায় আন এটা ডাঙৰ জনজাতিয়ে—কুশানসকলে। শকসকলে বেক্তিয়া আৰু পাৰ্থিয়া পদদলিত কৰে আৰু উত্তৰ ভাৰত—বিশেষকৈ পঞ্জাৱ, ৰাজপুতানা আৰু কাথিবাড়ত নিজকে সুপ্ৰতিষ্ঠিত কৰে। ভাৰতে তেওঁলোকক সভ্য কৰিলে আৰু তেওঁলোকেও লাহে লাহে অঘৰী দস্তুৰবোৰ এৰি পেলালে।

মনোযোগ দি লক্ষ্য কৰিব লগা বিষয় হ'ল এই যে বেক্তিয়ান আৰু তুৰ্কী শাসকসকলে আৰ্য্য ভাৰতীয় সমাজত বিশেষ একো হীনদেড়ি ঘটাব নোৱাৰিলে। নিজে বৌদ্ধ আছিল দেখি এই শাসকবৰ্গই বৌদ্ধ সংঘ-সংগঠন মানি চলিছিল আৰু গণতান্ত্ৰিক গ্ৰাম্য সম্প্ৰদায়ৰ পুৰণি আৰ্য্য ভাৰতীয় আৰ্চানৰ ভেঁটিতে এই সংঘ সংগঠনো গঢ়া হৈছিল। এতেকে এইসকল শাসকৰ তলতো ভাৰত মোটামুটিভাবে কেন্দ্ৰীয় শক্তি এটাৰ অধীনস্থ স্ব-শাসিত গ্ৰাম্য সম্প্ৰদায় বা গণৰাজ্য কিছুমানৰ এটা সমষ্টি হৈয়ে থাকিল। এই কালছোৱাতো তক্ষশিলা আৰু মথুৰা, চীন আৰু পশ্চিম এচিয়াৰ পৰা ছাত্ৰসকলক আকৃষ্ট কৰি অনা বৌদ্ধ বিদ্যাৰ ডাঙৰ কেন্দ্ৰ হৈয়ে থাকিল।

কিন্তু উত্তৰ-পশ্চিম ফালৰপৰা বাৰংবাৰ আক্ৰমণ আৰু মৌৰ্য্য ৰাষ্ট্ৰ প্ৰণালীৰ ক্ৰমাগত ভাঙ্গনৰ এটা ফল হল। দক্ষিণ ভাৰতীয় ৰাষ্ট্ৰবোৰ পুৰণি আৰ্য্য ভাৰতীয়

প্ৰণালীৰ বেচি অকৃত্ৰিম প্ৰতিভূ হৈ পাৰিল। সেইদেখি আৰ্য্য ভাৰতীয় শক্তিৰ কেন্দ্ৰ দক্ষিণলৈ গ'ল। কিজানি আক্ৰমণবোৰৰ বাবে বহুতো কাৰ্যকুশল লোকো উত্তৰৰ পৰা দক্ষিণলৈ গুচি গ'ল। তুমি পিচত দেখিবলৈ পাবা যে এহেজাৰ বছৰৰ পিচত যেতিয়া মুছলমানসকলে ভাৰত আক্ৰমণ কৰিলে, তেতিয়াও এই একেটা গতিৰে পুনৰাবৃত্তি ঘটিল। আনকি এতিয়াও উত্তৰ ভাৰততকৈ দক্ষিণ ভাৰত খুব কমেইহে বৈদেশিক আক্ৰমণ বা সংস্পৰ্শৰদ্বাৰা প্ৰভাৱান্বিত হৈছে। উত্তৰত বসবাস কৰা আমাৰ বেচি ভাগেই সংমিশ্ৰিত সংস্কৃতি এটাৰ যোগেদি ডাঙৰ-দীঘল হৈছে—হিন্দু আৰু মুছলিমৰ সংমিশ্ৰণ; তাতে পাশ্চাত্যৰ কিঞ্চিৎ বহণ পৰিছে। আনকি আমাৰ ভাষাটোও—হিন্দী, উৰ্দ্দু বা হিন্দুস্থানী যিহকে বোলা লাগিলে—হ'ল এটা সংমিশ্ৰিত ভাষা। কিন্তু তুমি নিজেই দেখি পাইছা যে দক্ষিণ এতিয়াও মুখ্যতঃ হিন্দু আৰু নৈষ্ঠিক হৈয়ে আছে। বহু শ বছৰ ধৰি ই পুৰণি আৰ্য্য ঐতিহ্য সংৰক্ষণ আৰু সঞ্চয়ন কৰাৰ চেষ্টা কৰি আহিছে আৰু সেই প্ৰচেষ্টাৰ ফলত অসহিষ্ণুতাৰ ফালৰপৰা আজিও অবাক কৰিব পৰা বিধৰ কঠোৰ সমাজ ব্যৱস্থা এটা ই গঢ়ি তুলিলে। ঘৰৰ বেৰবিলাক আমাৰ মাৰাত্মক সঙ্গী। সময়ত সেইবোৰে বাহিৰৰ বেয়াখিনিৰ পৰা ৰক্ষা কৰে আৰু অবাঞ্ছিত ব্যক্তিক আঁতৰাই ৰাখে। কিন্তু সেইবোৰে তোমাক কয়েদী বা গোলাম কৰিবগৈও পাৰে আৰু তোমাৰ স্বাধীনতা জলাঞ্জলি দিহে তথাকথিত শুচিতা বা নিষ্কলুষতা ক্ৰয় কৰিব লগাত তোমাকে পেলাবগৈ পাৰে। মনৰ ভিতৰত ঠন ধৰি উঠা বেৰখনেই হ'ল সকলোবোৰ বেৰৰ ভিৰত আটাইতকৈ ভয়াবহ। বেয়া দস্তুৰ এটা কেৱল সি পুৰণি-কলীয়া হোৱা বাবেই এৰি পেলোৱাৰপৰা আৰু নতুন আদৰ্শ এটা কেৱল সি অচিন হোৱা বাবেই গ্ৰহণ কৰাৰ পৰা এই বোৰেই তোমাকে নিবৃত্ত কৰায়।

কিন্তু দক্ষিণ ভাৰতে কেৱল ধৰ্ম্মৰ ক্ষেত্ৰতে নহয়, কলা আৰু ৰাজনীতিতো এহেজাৰ বা ততোধিক কাল ধৰি আৰ্য্য ভাৰতীয় ঐতিহ্য সংৰক্ষণ কৰি যথাৰ্থ উপকাৰ সাধিলে। তুমি যদি বৰ্ত্তমান পুৰণি ভাৰতীয় কলাৰ নিদৰ্শন চাব খোজা, তেন্তে দক্ষিণ ভাৰতলৈ যাব লাগিব। ৰাজনীতিৰ ক্ষেত্ৰতো গ্ৰীক মেগাস্থিনিছৰপৰা আমি জানিব পাৰিছোঁ যে দক্ষিণৰ জনপ্ৰিয় সভাবোৰে ৰজাৰ ক্ষমতা পৰিসীমিত কৰি ৰাখিছিল।

মগধৰ পতন হোৱাৰ লগে লগে কেৱল বিস্বজ্জনকসকলেই নহয়, কলাকাৰ, স্থপতি, শিল্পী আৰু কাৰিকৰ সকলো দক্ষিণলৈ গ'ল। দক্ষিণ ভাৰত আৰু ইউৰোপৰ মাজত বেচ বুজন ধৰণে বেহা-বেপাৰ চলিছিল। মুকুতা, হাতী দাঁত, সোণ, চাউল, জালুক, ম'ৰা চৰাই—আনকি বান্দৰো—বেবিলন, মিছৰ, আৰু গ্ৰীচলৈ আৰু পিচত ৰোমলৈ চালান দিয়া হৈছিল। ইয়াৰো আগৰেপৰাই মালাবাৰ উপকূলৰ পৰা চেগুন গছৰ কাঠ চালডিয়া আৰু বেবিলনলৈ পঠোৱা হৈছিল। বেহা-বেপাৰৰ সামগ্ৰীবোৰৰ সমুদায় অথবা সৰহ ভাগ দ্ৰাবিড়সকলে চলোৱা ভাৰতীয় জাহাজেৰে নিয়া হৈছিল। প্ৰাচীন জগতত দক্ষিণ ভাৰতে কিমান উন্নতিশীল অৱস্থা পাইছিলগৈ, ইয়াৰ পৰাই তুমি উপলব্ধি কৰিব পাৰিবা। বিস্তৰ ৰোমান মুদ্ৰা দক্ষিণ-ভাৰতত আৱিষ্কৃত হৈছে। মই ইতিপূৰ্ব্বে তোমাক কৈ আহিছোৱেই যে মালাবাৰ উপকূলতো আলেকজেণ্ড্ৰিয়াৰ বণিক-বস্তি আছিল আৰু আলেকজেণ্ড্ৰিয়াত ভাৰতীয়সকলৰ বস্তি স্থাপিত হৈছিল।

অশোকৰ মৃত্যুৰ অলপ পিচতে দক্ষিণত অন্ধ্ৰ ৰাষ্ট্ৰখন স্বাধীন হ'ল। তুমি বোধ হয় জানা যে অন্ধ্ৰ বৰ্ত্তমান এখন কংগ্ৰেছ প্ৰদেশ; মাদ্ৰাজৰ উত্তৰে ভাৰতৰ পূব উপকূলত ইয়াৰ অৱস্থিতি। অন্ধ্ৰ দেশৰ ভাষা হ'ল তেলুগু। অশোকৰ পিচত অন্ধ্ৰ শক্তিয়ে ইমান বেগাই বিস্তৃতি লভিলে যে ইথন সাগৰৰপৰা সিখনলৈকে গোটেই দাক্ষিণাত্য ই সামৰি ললে।

দক্ষিণপৰা বিৰাট ঔপনিৱেশিক উদ্যোগ কিছুমানৰো সূচনা হ'ল। পিচে, এইবোৰৰ বিষয়ে আমি পিচত আলোচনা কৰিম।

ভাৰত আক্ৰমণ কৰি উত্তৰত বসতি কৰিবলৈ লোৱা শক, স্কাইথীয় আৰু অন্যান্য জাতিবোৰৰ বিষয়ে মই ওপৰত উল্লেখ কৰি আহিছোঁ। তেওঁলোক ভাৰতৰে অংগ হৈ পৰিল আৰু উত্তৰ ভাৰতত আমি আৰ্য্যসকলৰপৰা যিমান, তেওঁলোকৰপৰাও সিমানেই উদ্ভূত হৈছো। বিশেষকৈ সাহিয়াল আৰু সুশ্ৰী ৰাজপুতসকল আৰু কাথিৱাড়ৰ কঠোৰ শ্ৰমজীৱী অধিবাসীসমূহ তেওঁলোকৰে বংশধৰ।

## ৩০

## কুশানসকলৰ সীমান্ত সাম্ৰাজ্য

১১ এপ্ৰিল, ১৯৩২

শক আৰু তুৰ্কসকলৰ বাৰংবাৰ ভাৰত আক্ৰমণৰ বিষয়ে শেষৰখন চিঠিত মই তোমাক কৈছিলোঁৱেই। দক্ষিণত বংগোপসাগৰৰপৰা আৰব সাগৰলৈকে বিস্তৃত শক্তিশালী অন্ধ্ৰ ৰাষ্ট্ৰখনৰ উত্থানৰ বিষয়ে মই উনুকিয়াইছিলোঁ। শকসকলক আগলৈ ঠেলি পঠাইছিল কুশানসকলে। কিছু কালৰ পিচত এই কুশাসনসকল নিজে পটভূমিত ওলালহি। খৃষ্ট পূৰ্ব্ব প্ৰথম শতাব্দীত তেওঁলোকে ভাৰতীয় প্ৰান্তৰ সীমান্তত ৰাষ্ট্ৰ এখন প্ৰতিষ্ঠা কৰিলে আৰু এই ৰাষ্ট্ৰখন বিশাল সাম্ৰাজ্যত পৰিণত হ'লগৈ। এই কুশান সাম্ৰাজ্যৰ বিস্তৃতি হ'ল দক্ষিণে বাৰাণসী আৰু বিন্ধ্য পৰ্ব্বতমালালৈ, উত্তৰে কাছগড়, য়াৰখণ্ড আৰু খোটানলৈ আৰু পশ্চিমে পাৰস্য আৰু পাৰ্থিয়াৰ সীমান্তলৈ। তেন্তে যুক্তপ্ৰদেশ, পাঞ্জাৱ আৰু কাশ্মীৰ সমন্বিতে সমগ্ৰ উত্তৰ ভাৰত আৰু মধ্য এচিয়াৰ বেছ বুজন অংশ এটা কুশান শাসকসকলৰ অধীনস্থ হৈছিল। দক্ষিণ ভাৰতত অন্ধ্ৰ ৰাষ্ট্ৰই বৰ্ত্তি থকাৰ ঠিক সমসাময়িকভাৱে এই কুশান সাম্ৰাজ্যও প্ৰায় তিনি শ বছৰ তিষ্ঠি থাকিল। কুশানসকলৰ ৰাজধানী পোন প্ৰথমে কাবুলত থকা যেন লাগে; পিচত ইয়াক পেছোৱাৰ বা 'পুৰুষপুৰ'লৈ (যি নামেৰে ই অভিহিত হৈছিল) স্থানান্তৰিত কৰা হয় আৰু ই তাতে থাকি গ'ল।

বহুকালৰপৰাই এই কুশান সাম্ৰাজ্যখন কৌতূহলোদ্দীপক। ই আছিল এখন বৌদ্ধ সাম্ৰাজ্য আৰু ইয়াৰ প্ৰসিদ্ধ শাসনকৰ্ত্তাসকলৰ অন্যতম সম্ৰাট কনিষ্ক আছিল ধৰ্ম্মৰ প্ৰতি গভীৰভাৱে অনুৰক্ত। ৰাজধানী পেছোৱাৰৰ ওচৰত হ'ল তক্ষশিলা। ই বহুকালৰপৰাই বৌদ্ধ সংস্কৃতিৰ কেন্দ্ৰ আছিল। মই কিজানি তোমাক কৈছিলোঁৱেই


কুষাণ আমোলত
ভাৰতবৰ্ষ
কাবুল
কাশ্মীৰ
পুৰুষপুৰ
কুষাণ সাম্ৰাজ্য
সিন্ধু
বাৰাণসী
গংগা
বিন্ধ্য পৰ্বতমালা
অন্ধ্ৰ
গোদাবৰী
কৃষ্ণা

যে কুশানসকল আছিল মঙ্গোলীয় অথবা তেওঁলোকৰ আত্মীয়। কুশান ৰাজধানীৰ পৰা নিশ্চয় মঙ্গোলীয় গৃহভূমিলৈ অবাৰিত গতিত আহ-যাহ চলি আছিল আৰু লগে লগে বৌদ্ধ জ্ঞান আৰু বোধ সংস্কৃতিও নিশ্চয় চীন আৰু মঙ্গোলীয়া পাই-ছিলগৈ। ঠিক তেনে ধৰণে পশ্চিম এচিয়াও নিশ্চয় বৌদ্ধ চিন্তাধাৰাৰ সৈতে ঘনিষ্ঠ সম্পৰ্কলৈ আহিছিল। আলেকজেণ্ডাৰৰ দিনৰপৰাই পশ্চিম এচিয়া গ্ৰীক্‌সকলৰ শাসনাধীন হয় আৰু বিপুল সংখ্যক গ্ৰীকে তেওঁলোকৰ সংস্কৃতি ইয়ালৈ আনে। এই এচিয়াটিক গ্ৰীক সংস্কৃতি এতিয়া ভাৰতীয় বৌদ্ধ সংস্কৃতিৰ লগত সংমিশ্ৰিত হ'ল।

এইদৰেই চীন আৰু পশ্চিম এচিয়া ভাৰতৰদ্বাৰা প্ৰভাৱান্বিত হ'ল। ঠিক তেনেদৰে ভাৰতো তেওঁলোকৰদ্বাৰা প্ৰভাৱান্বিত হ'ল। এচিয়াৰ পিঠিত পদক্ষেপ কৰা বিৰাটকায় দৈত্যৰ দৰে কুশান সাম্ৰাজ্যখন পশ্চিমে গ্ৰীক্-ৰোমান জগত, পূৰ্বে চীনা জগত আৰু দক্ষিণে ভাৰতীয় জগতৰ মাজত উপবিষ্ট হ'ল। ই হ'ল ভাৰত-ৰোম আৰু ভাৰত-চীন উভয়ৰে জোৰাবাটত সজা ঘৰ।

তুমি প্ৰত্যাশা কৰিব পাৰা যে এই কেন্দ্ৰস্থ অৱস্থিতিয়ে ভাৰত আৰু ৰোমৰ ভিতৰত ঘনিষ্ঠ সম্পৰ্ক স্থাপিত হোৱাত সহায়তা কৰিব। কুশান যুগটো ৰোমান গণৰাজ্যৰ শেষৰ কেইদিন (যেতিয়া জুলিয়াচ ছীজাৰ বাচি আছিল) আৰু ৰোমান সাম্ৰাজ্যৰ প্ৰথম দুশ বছৰৰ সমসাময়িক। কুশান সম্ৰাটে অগষ্টাচ ছীজাৰৰ ওচৰলৈ কটকীৰ ডাঙৰ দল এটা পঠাইছিল বুলি কথিত আছে। স্থলপথ আৰু সাগৰেদি বেহা-বেপাৰ চলিছিল। ভাৰতে ৰোমলৈ পঠোৱা বস্তুৰ ভিতৰত আছিল সুগন্ধি দ্ৰব্য, মচলা, পাট, কাপোৰ, সিঙখাপৰ কাপোৰ, মছলিন, সোণ খটোৱা কাপোৰ আৰু ৰত্ন পাথৰ। ৰোমৰপৰা ভাৰতে সোণ চুঁচি নিলে বুলি প্লিনী নামে ৰোমান গ্ৰন্থকাৰ এজনে স'চাকৈয়ে গভীৰ পৰিতাপ কৰিছিল। তেওঁ কৈছিল যে এই প্ৰসাধন সামগ্ৰী-বোৰৰ বাবে ৰোমান সাম্ৰাজ্যৰ বছৰি দহ কোটি ছেষ্টাৰ্ছিয়াছ ভৰণি হয়। ই প্ৰায় ১ কোটি ৫০ লাখ টকা বা ১০ লাখ পাউণ্ড ষ্টাৰ্লিঙৰ সমান।

এই কালছোৱাৰ ভিতৰত বৌদ্ধ মঠ আৰু সংঘবোৰৰ বৈঠকত তীব্ৰ বিতৰ্ক আৰু বাদানুবাদ চলিছিল। দক্ষিণ আৰু পশ্চিম ফালৰপৰা নতুন ভাবধাৰা অথবা নতুন বেশত পুৰণি ভাবধাৰাৰে আগমন হয় আৰু বৌদ্ধ চিন্তাধাৰাৰ সৰলতা ক্ৰমাগত ভাৰাক্ৰান্ত হৈ উঠে। পৰিৱৰ্ত্তনৰ এই গতি চলি থাকে আৰু অৱশেষত বৌদ্ধ পন্থী-সকল দুটা শাখাত বিভক্ত হৈ পৰেগৈ—মহাযান (মহান বাহন) আৰু হীনযান (ক্ষুদ্ৰ বাহন)। নতুন ব্যাখ্যা আৰু নতুন ভাবধাৰাৰ লগে লগে জীৱন আৰু ধৰ্ম্ম সম্বন্ধে মানুহৰ মনোভাবৰ সালসলনি ঘটা হেতুকে কলা আৰু স্থাপত্যত এই ভাৱধাৰাৰ অভি-ব্যক্তিৰো সলনি হয়। এই পৰিৱৰ্ত্তনৰাশি কেনেকৈ সংসাধিত হ'ল, সেইটো কোৱা উজু নহয়। সম্ভৱতঃ বৌদ্ধ চিন্তাধাৰাক একেফাললৈকে টানি নিয়া দুটা ঘাই প্ৰভাৱ আহি পৰিছিল—ব্ৰাহ্মণ্য আৰু হেলেনী।

মই তোমাক কেবাবাৰো কৈছো যে বৌদ্ধ ধৰ্ম্ম হ'ল বৰ্ণ, যজমানী বৃত্তি আৰু যাগ-যজ্ঞৰ বিৰুদ্ধে চলা এটা বিদ্ৰোহ। গোতমে মূৰ্ত্তি পূজা সমৰ্থন কৰা নাছিল। পূজিত হবৰ অৰ্থে তেওঁ নিজকে এজন দেৱতা বুলিও দাবী কৰা নাছিল। তেওঁ হ'ল তথাগত বুদ্ধ। ভাবদৰ্শ অনুসৰি মূৰ্ত্তিৰ যোগেদি বুদ্ধক প্ৰতিকৃতি কৰা হোৱা

নাছিল আৰু সেই কালৰ স্থাপত্যই সমূহ মূৰ্ত্তি বাদ দিছিল। কিন্তু ব্ৰাহ্মণসকলে ব্ৰাহ্মণ্য ধৰ্ম্ম আৰু বৌদ্ধ ধৰ্ম্মৰ মাজৰ এই ফাকটোত সাকো দিব খুজিছিল। সেই অৰ্থে তেওঁলোকে বৌদ্ধ চিন্তাধাৰাত হিন্দু ভাব আৰু প্ৰতীকবাদ সুমাবলৈ সততে চেষ্টা কৰিছিল। গ্ৰীক্-ৰোমান জগতৰপৰা অহা শিল্পীসকলো দেৱতাৰ মূৰ্ত্তি সজাত অভ্যস্ত আছিল। এইদৰেই ক্ৰমাগত বৌদ্ধ দেবালয়বোৰত মূৰ্ত্তি সোমাল। আৰম্ভণিতে সেই মূৰ্ত্তিবোৰ বুদ্ধৰ নাছিল; সেইবোৰ আছিল বোধিসত্ত্বসকলৰ মূৰ্ত্তি। বৌদ্ধ পৰম্পৰা অনুযায়ী এই বোধিসত্ত্বসকল হ'ল বুদ্ধৰ পূৰ্ব্বাৱতাৰ। মূৰ্ত্তিৰ যোগেদি বুদ্ধ নিজেই প্ৰতিকৃত বা পূজিত নোহোৱা পৰ্য্যন্ত এই পদ্ধতি চলি থাকিল।

বৌদ্ধ ধৰ্ম্মৰ মহাযান গুৰুকুলে এই পৰিৱৰ্ত্তনবোৰ গ্ৰাহ্য কৰি ললে। ই ব্ৰাহ্মণ্য চিন্তা-প্ৰণালীৰ বেচি ওচৰ। কুশান সম্ৰাটসকলে মহাযান পন্থা গ্ৰহণ কৰিছিল আৰু ই প্ৰসাৰ লভাত সহায় কৰিছিল। কিন্তু তেওঁলোক হীনযান পন্থা বা আন কোনো ধৰ্ম্মৰে অসহিষ্ণু হোৱা নাছিল। কনিষ্কই জৰথুষ্ট্ৰীয়ানী ধৰ্ম্মৰো পৃষ্ঠপোষকতা কৰিছিল বুলি প্ৰবাদ আছে।

মহাযান আৰু হীনযানৰ তুলনাত্মক গুণাগুণ সম্পৰ্কে বিশ্বজ্জনসকলৰ মাজত চলা ডাঙৰ ডাঙৰ বিতৰ্কবোৰৰ বিষয়ে পঢ়িবলৈ আগ্ৰহ জন্মে। এই উদ্দেশ্যে সংঘৰ ডাঙৰ ডাঙৰ সমাজ বহে। কনিষ্কই কাশ্মীৰত সংঘৰ মহাসঙ্গীতি এখনো বহুৱাই ছিল। এই প্ৰশ্ন লৈ চলা বিতৰ্ক আৰু বাক্‌বিতণ্ডা বহু শত বছৰ ধৰি চলিল। উত্তৰ ভাৰতত মহাযান আৰু দক্ষিণত হীনযান জয়ী হ'ল। অৱশেষত উভয়কে ব্ৰাহ্মণ্য হিন্দু ধৰ্ম্মই সামৰি থলে। বৰ্ত্তমান মহাযানী বৌদ্ধ ধৰ্ম্ম চীন, জাপান আৰু তিব্বতত প্ৰচলিত; হীনযানৰ প্ৰচলন আছে সিংহল আৰু ব্ৰহ্মদেশত।

জাতি এটাৰ কলা হ'ল সেই জাতিৰ লোকসকলৰ মনত এক যথাৰ্থ প্ৰতিবিম্ব। আদি বৌদ্ধ চিন্তাধাৰাৰ সৰলতাৰ ঠাই বিশদ প্ৰতীকৰাশিয়ে পুৰাবলৈ ধৰাৰ লগে লগে ভাৰতীয় কলাও সমধিক বিশদ আৰু অলঙ্কাৰময় হৈ পৰিল। বিশেষকৈ উত্তৰ-পশ্চিমে গান্ধাৰ দেশত মহাযানী ভাস্কৰ্য্য মূৰ্ত্তি নিৰ্ম্মাণ আৰু বেশ-ভূষাত অতিশয় সুবহুল হৈ পৰিল। আনকি হীনযানী স্থাপত্যও এই নতুন ৰূপভেদৰ সংস্পৰ্শলৈ নহাকৈ থাকিব নোৱাৰিলে আৰু আগৰ ধৰণ-কৰণৰ সংযম আৰু সৰলতা ই লাহে লাহে হেৰুৱাই পেলালে আৰু পূৰ্ব্ব অংকন আৰু প্ৰতীকবাদৰ আশ্ৰয় ললে।

এই কালছোৱাৰ কেইটিমান নিদৰ্শন আমি এতিয়াও পাওঁ। অজন্তাৰ মনোমোহা প্ৰাচীৰ চিত্ৰাৱলীৰ কিছুমান হল আটাইতকৈ বেচি অনুৰাগ জন্মাব পৰা বিধৰ।

এতিয়া আমি কুশানসকলক বিদায় দিওঁ। কিন্তু এইটো মনত ৰাখিবা যে কুশানসকল আহিছিল শক বা অন্যান্য তুৰ্ক জাতিবোৰৰ নিচিনাকৈয়ে। বিদেশী কৰ্ত্তাই অধিকৃত দেশ এখনত দখলভোগ কৰাৰ দৰে ভাৰতলৈ কিম্বা এই দেশত শাসন চলাবলৈ কুশানসকল অহা নাছিল। ধৰ্ম্মৰ বান্ধে তেওঁলোকক ভাৰত আৰু ইয়াৰ জনসাধাৰণৰ লগত সাঙুৰি ৰাখিছিল। তদুপৰি ভাৰতত চলা আৰ্য্য জাতিৰ প্ৰশাসন প্ৰণালীকে তেওঁলোকে গ্ৰহণ কৰিছিল আৰু যিহেতু তেওঁলোকে নিজকে বহু

পৰিমাণে আৰ্য্য প্ৰণালীৰ লগত ৰাজিতা খুৰাই লৈছিল, সেইবাবে প্ৰায় তিনি শ বছৰ ধৰি উত্তৰ ভাৰত শাসন কৰিবলৈ তেওঁলোক সমৰ্থ হয়।

## ৩১

## যীশু আৰু খৃষ্ট ধৰ্ম্ম

১২ এপ্ৰিল, ১৯৩২

উত্তৰ-পশ্চিম ভাৰতৰ কুশান সাম্ৰাজ্য আৰু চীনৰ হান ৰাজবংশই আমাক বুৰঞ্জীৰ গুৰুত্বপূৰ্ণ সীমাৰেখা এটা পাৰ কৰি নিলে। আমি এতিয়া তালৈ ঘূৰি যাব লাগিব। ইমান দূৰ আমি খৃষ্ট পূৰ্ব্ব তাৰিখলৈহে আলোচনা চলাই আহিছিলোঁ। এতিয়া আমি খৃষ্টীয় যুগত প্ৰৱেশ কৰিলোঁ—এ-ডি বা খৃষ্টৰ পৰৱৰ্ত্তী। নামটোৱেই বুজাইছে যে এই যুগটো খৃষ্টৰ পৰা—অৰ্থাৎ খৃষ্টৰ অনুমিত জন্মবাৰৰ পৰা—আৰম্ভ কৰা হৈছে। প্ৰকৃতপক্ষে এই বাৰৰ চাৰি বছৰৰ আগতে খৃষ্টৰ জন্ম হোৱাটোহে সম্ভৱ। সেয়ে হলেও বিশেষ একো হীন-দোঁৰ নঘটে। খৃষ্টৰ পৰৱৰ্ত্তী তাৰিখবোৰ এ-ডি—এন্নো ডমিনি (প্ৰভুৰ বছৰ অনুযায়ী)—বোলাটো ৰীতি হৈ পৰিছে। এই ব্যাপক ৰীতি অনুসৰণ কৰিলে একো হানি নহয়: কিন্তু মোৰ বোধেৰে আমি যিদৰে খৃষ্ট পূৰ্ব্ব ("বি-চি") ব্যৱহাৰ কৰি আহিছোঁ, ঠিক সেইদৰেই খৃষ্টোত্তৰ ("এ-চি" ঃ খৃষ্টৰ পিচত) আখৰ কেইটা ব্যৱহাৰ কৰাটোহে বেচি বিজ্ঞানসম্মত হলহেঁতেন।

যীশু (যিটো আছিল তেওঁৰ নাম) বা খৃষ্টৰ কাহিনী বাইবেলৰ 'নিউ টেষ্টামেণ্ট'ত দিয়া হৈছে আৰু এই বিষয়ে তুমি কিছু জানাই। শুভবাৰ্ত্তাবিলাকত দিয়া এই বৃত্তান্তবোৰত যীশুৰ ডেকা কালৰ বিষয়ে বিশেষ একো কোৱা নাই। তেওঁৰ জন্ম হল নাজাৰেথত, তেওঁ ধৰ্ম্ম প্ৰচাৰ কৰিলে গেলিলিত আৰু যেতিয়া তেওঁৰ বয়স ত্ৰিশ বছৰ পাৰ হৈ গল, তেতিয়া তেওঁ আহিল জেৰুজালেমলৈ। তাৰ পিচতে ৰোমান শাসনকৰ্ত্তা পণ্টিয়াছ পাইলেটে তেওঁক বিচাৰ কৰি কাৰাদণ্ড বিহিলে। ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ লোৱাৰ পূৰ্ব্বে যীশুৱে কি কৰিছিল বা ক'লৈ গৈছিল, সেইটো অস্পষ্ট। সমগ্ৰ মধ্য এচিয়া, কাশ্মীৰ, লাডাখ, তিব্বত—আনকি তাৰো উত্তৰলৈকে—এটা প্ৰবল বিশ্বাস আছে যে যীশু বা ঈশা হেনো সেই ফালেদি ভ্ৰমি ফুৰিছিল। কোনো কোনো লোকে ভাবে যে তেওঁ ভাৰতলৈও আহিছিল। এই সম্পৰ্কত খাটাং একো কব নোৱাৰি। যীশুৰ জীৱন-চৰিত অধ্যয়ন কৰা বেচি ভাগ পণ্ডিতৰ বিশ্বাস যে তেওঁ ভাৰত বা মধ্য এচিয়ালৈ অহা নাছিল। কিন্তু তেওঁ তেনে কৰাটো জাতে-পাতে সম্ভাৱনাৰ অতীত বুলি কোৱাৰো একো অৱকাশ নাই। সেই কালত ভাৰতৰ ডাঙৰ ডাঙৰ বিশ্ব-বিদ্যালয়বোৰে—বিশেষকৈ উত্তৰ-পশ্চিমৰ তক্ষশিলাই—দূৰৈৰ দেশবোৰৰ পৰাও উদ্যম-শীল ছাত্ৰসকলক আকৃষ্ট কৰিছিল আৰু জ্ঞান-পিপাসাৰ অৰ্থে যীশু তালৈ অহাটোও হব পাৰে। বহু ক্ষেত্ৰত যীশুৰ শিক্ষা গৌতমৰ শিক্ষাৰ ইমানেই অনুৰূপ যে গৌতমৰ

শিক্ষাৰ ওচৰত তেওঁ সুপৰিচিত থকাটো খুবেই সম্ভৱপৰ আছিল যেন দেখি। কিন্তু বৌদ্ধ ধৰ্ম্ম অন্যান্য দেশতো বেছ বুজন ধৰণে জনাজাত হৈ পৰিছিল আৰু ভাৰতলৈ নহাকৈও যীশুৱে এই বিষয়ে জ্ঞান আহৰণ কৰিব পাৰে।

স্কুলীয়া ছোৱালী মাত্ৰেই জানে যে ধৰ্ম্মই দ্বন্দ্ব আৰু তীব্ৰ সংগ্ৰামৰ সূচনা কৰিলে। কিন্তু বিশ্ব-ধৰ্ম্মবোৰৰ আৰম্ভণি লক্ষ্য কৰাটো আৰু সেইবোৰ ৰিজাই চোৱাটো মনোৰঞ্জক হব। ভাব-গতি আৰু শিক্ষা-দীক্ষাৰ ফালৰ পৰা ধৰ্ম্মবোৰৰ সাদৃশ্য ইমানেই বেচি আছে যে খুঁটি-নাটি আৰু গৌণ কথাবোৰত লাগি হাই-কাজিয়া কৰিবলৈ মানুহনো ইমান মূৰ্খ হল কেনেকৈ, সেইটোহে আচৰিত হব লগা বিষয়। কিন্তু আদিছোৱাৰ শিক্ষাত যোগ দি অহা হল আৰু সি বিকৃত হৈ আহিল; অৱশেষত সেইবোৰ চিনি পোৱাটোৱেই টান হৈ পৰিল। সঙ্কীৰ্ণমনা আৰু অসহনশীল গোড়া কিছুমানে গুৰুৰ ঠাই ললে। সময়ত ধৰ্ম্মক বাৰুকৈয়ে ৰাজনীতি আৰু সাম্ৰাজ্য-বাদৰ সহচৰ কৰা হল। ইষ্ট সাধিবৰ অৰ্থে—বৰঞ্চ সৰ্ব্বসাধাৰণক শোষণ কৰিবৰ অৰ্থে বুলিলেহে সমীচীন হব—অন্ধ বিশ্বাস সুমাই দিয়াটো হল পুৰণি ৰোমান নীতি, কিয়নো অন্ধবিশ্বাসী হলে মানুহবোৰক দমাই ৰখাটোও সহজ হৈ পৰে। ৰোমান সম্ভ্ৰান্ত লোকসকলে উচ্চ দৰ্শনৰ চিন্তা-চৰ্চ্চা কৰিব; কিন্তু তেওঁলোকৰ বাবে যিটো ভাল, সৰ্ব্বসাধাৰণৰ বাবে সেইটো ভাল বা নিৰাপদ নহয়। পৰবৰ্ত্তী কালৰ বিখ্যাত ইটালীয়ান মেকিয়াভেলিয়ে (যি ৰাজনীতি সম্বন্ধে এখন গ্ৰন্থ প্ৰণয়ন কৰিছিল) কৈছে যে চৰকাৰ চলাবাৰ বাবে ধৰ্ম্মৰ আৱশ্যক আৰু কোনোবাজন শাসকৰ পক্ষে যিটো ধৰ্ম্ম তেওঁ মিছা বুলি ভাবে, সেইটোকে পৃষ্ঠপোষকতা কৰাটোও কৰ্ত্তব্যত পৰিণত হবগৈ পাৰে। আনকি বৰ্ত্তমান সময়তো ধৰ্ম্মৰ মুখা পিন্ধি সাম্ৰাজ্যবাদে গা টঙাই উঠাৰ বিস্তাৰ দৃষ্টান্ত আমাৰ অৱগত হৈছে "ধৰ্ম্ম হ'ল সৰ্ব্বসাধাৰণৰ আফিং" বুলি কাৰ্ল মাৰ্কছে লেখাত আচৰিত হব লগা একো নাই।

যীশু আছিল এজন ইহুদী। ইহুদীসকল হল বৰ একজতীয়া আৰু অদ্ভুত ধৰণে মৰ-কামোৰ দি থাকিব পৰা লোক। ডেভিড আৰু চলো মনৰ দিনত ক্ষণস্থায়ী গৌৰৱমণ্ডিত কাল এছোৱা অতিবাহিত কৰাৰ পিচত তেওঁলোকৰ দুৰ্দ্দিন আহিল। আনকি এই গৌৰৱো আছিল তেনেই ক্ষুদ্ৰায়তনৰ; কিন্তু তেওঁলোকৰ কল্পনাই ইয়াক ইমানকৈ অতিৰঞ্জিত কৰিলে যে ই অতীতৰ একপ্ৰকাৰ সোনালী যুগ বুলিয়েই প্ৰতীকযুক্ত হল; নিৰ্দ্ধাৰিত সময়ত এই যুগটো আকৌ আহি উপস্থিত হ'ব আৰু তেতিয়া ইহুদীসকল পুনৰায় মহৎ আৰু শক্তিশালী হৈ উঠিব। গোটেই ৰোমান সাম্ৰাজ্যত আৰু অন্যান্য ঠাইতো তেওঁলোক সিচঁৰিত হৈ পৰিল; কিন্তু তেওঁলোকৰ গৌৰৱৰ দিন আহিব ধৰিছে আৰু মেছায়া এজনে সেই দিনৰ সূচনা কৰিব—এই বিশ্বাসত অবিচলিত থাকি তেওঁলোকে গোট বান্ধি ৰল। ঘৰ বা আশ্ৰয়ৰ স্থল এখন নোহোৱাকৈ, সহ্যাতীত ক্লেশ বা নিৰ্যাতন ভুঞ্জি আৰু সময়ত মৃত্যুও বৰণ কৰি ইহুদীসকলে কেনেকৈ দুহেজাৰ বছৰৰো অধিক কাল আপোন সত্তা ৰক্ষা কৰিলে আৰু একগোট হৈ থাকিল, সেইটো বুৰঞ্জীৰ আশ্চৰ্য্যৰাশিৰ ভিতৰৰে অন্যতম।

ইহুদীসকলে মেছায়া এজনলৈ আশা পালি আছিল: বোধ হয় যীশুৰ তেওঁ-লোকে ভাবনাও ৰাখিছিল। পিচে তেওঁলোক অচিৰে হতাশ হ'ব লগাত পৰিল।

প্ৰচলিত বিধি-বিধান আৰু সমাজ ব্যৱস্থাৰ বিৰুদ্ধে আচহুৱা বিদ্ৰোহাত্মক ভাষা এটাতহে যীশুৱে কথা কবলৈ ললে। বিশেষকৈ তেওঁ আছিল ধনী সম্প্ৰদায়ৰ বিৰুদ্ধে আৰু যিবোৰ ভণ্ডই ধৰ্ম্মক কেতবোৰ ধৰা-বন্ধা ক্ৰিয়াকাণ্ড আৰু পূজা-পাৰ্ব্বণৰ বস্তু কৰি তুলিলে, সেই ভণ্ডবোৰৰ বিপক্ষে। ধন-বিত আৰু গৌৰৱৰ প্ৰতিশ্ৰুতি দিয়ক ছাৰি তেওঁলোকৰ যিখিনি আছে, সেইখিনিও অস্পষ্ট আৰু কাল্পনিক স্বৰ্গৰাজ্য এখনৰ হকে পৰিহাৰ কৰিবলৈহে যীশুৱে মানুহক উপদেশ দিলে। তেওঁ সাধুকথা আৰু নীতিগৰ্ভ আখ্যানৰ যোজনা দি কথা কৈছিল; কিন্তু তেওঁ যে চলিত অৱস্থা সহি থাকিব নোৱাৰা আৰু তাক সলনি কৰিবলৈ বন্ধপৰিকৰ হৈ লগা এজন আজন্ম বিপ্লৱী, সেইটো সুস্পষ্ট। ই ইহুদীসকলৰ কাম্য নাছিল। সেইদেখি তেওঁলোকৰ বেচি ভাগেই যীশুৰ বিৰুদ্ধে থিয় দিলে আৰু ৰোমান কৰ্ত্তাসকলৰ হাতত তেওঁক চমজাই দিলে।

ধৰ্ম্মৰ ক্ষেত্ৰত ৰোমানসকল অসহিষ্ণু নাছিল; কিয়নো ৰোমান সাম্ৰাজ্যত সকলো ধৰ্ম্ম সহ্য কৰা হৈছিল। আনকি কোনো লোকে যদি কোনোৱা দেৱতাক নিন্দা কৰে বা শাও দিয়ে, তেন্তে তেওঁকো শাস্তি বিহা নহৈছিল। ৰোমান সম্ৰাট-সকলৰ অন্যতম টাইবেৰিয়াছে কৈছিল, "যদি দেৱতাসকলক নিন্দা কৰা হয়, তেন্তে তেওঁলোকে নিজেই ইয়াৰ প্ৰতি নজৰ দিব।" ৰোমান শাসনকৰ্ত্তা পণ্টিয়াছ পাইলেটে (যিজনৰ আগত যীশুক হাজিৰ কৰোৱা হৈছিল) সেইদেখি গোচৰৰ ধৰ্ম্মমূলক দিক্‌টো লৈ চিন্তিত হোৱা নাছিল। যীশুক ৰাজনৈতিক বিপ্লৱী হিচাপে আৰু ইহুদীসকলৰ দৃষ্টিত সমাজ-বিৰোধী বিপ্লৱী হিচাপে গণ্য কৰা হৈছিল। সেই-বাবে তেওঁক বিচাৰ কৰি দণ্ড বিহা হ'ল আৰু গোলগথাত ক্ৰুছবিদ্ধ কৰি প্ৰাণ মৰা হ'ল। যন্ত্ৰণা ভোগ কৰি থকা অৱস্থাত আনহে নেলাগে, তেওঁৰ লেখৰ শিষ্য কেই-জনেও তেওঁক পৰিত্যাগ আৰু অস্বীকাৰ কৰিলে আৰু তেওঁলোকৰ বিশ্বাসঘাতকতাৰ-দ্বাৰাই তেওঁৰ যন্ত্ৰণা তেনেই অসহন কৰি তুলিলে। সেইদেখি শেষ নিশ্বাস এৰাৰ আগতে তেওঁৰ মুখৰপৰা অপৰূপ চিত্তাকৰ্ষক এই শব্দ কেইটি ওলাল, "মোৰ ঈশ্বৰ! হে মোৰ ঈশ্বৰ! তুমি মোক কিয় নিঃসংগ কৰিলা?"

যীশু আছিল চফল ডেকা; মৃত্যুৰ সময়ত তেওঁৰ বয়স ত্ৰিশ বছৰতকৈ কিঞ্চিৎহে বেচি হৈছিল। শুভবাৰ্ত্তাবোৰৰ মনোমুগ্ধকৰ ভাষাত তেওঁৰ মৃত্যুৰ মৰ্ম্মন্তুদ কাহিনী পঢ়ি আমি বিচলিত হওঁ। পৰবৰ্ত্তী যুগত খৃষ্ট ধৰ্ম্মৰ প্ৰসাৰ হোৱাত লাখ লাখ মানুহে যীশুৰ নাম সভক্তিৰে লোৱা হ'ল, যদিওবা তেওঁলোকে যীশুৰ দীক্ষা খুব কমেইহে পালিছে। পিচে আমি মনত ৰাখিব লাগিব যে ক্ৰুচবিদ্ধ কৰা সময়ত পেলেষ্টাইনৰ বাহিৰত তেওঁ ব্যাপকভাৱে বিশ্ৰুত হোৱা নাছিল। ৰোমৰ মানুহে তেওঁৰ বিষয়ে একো জনা নাছিল। আনকি পণ্টিয়াছ পাইলেটেও এই ঘটনা-টোৰ ওপৰত নিশ্চয় সামান্য গুৰুত্বহে আৰোপ কৰিছিল।

যীশুৰ তাৎকালিক অনুগামী আৰু শিষ্যবৰ্গই ভীতিগ্ৰস্ত হৈ তেওঁক অস্বীকাৰকে কৰিলে; কিন্তু তেওঁৰ মৃত্যুৰ অলপ পিচতে পল নামে এজন নৱাগত ওলাই, যিটো খৃষ্টীয় মতবাদ বুলি তেওঁৰ

বিশ্বাস হৈছিল, সেইটোকে প্ৰচাৰ কৰিবলৈ ধৰিলে। পলে নিজে যীশুক দেখা নাছিল। বহুতো লোকৰ ধাৰণা যে পলে প্ৰচাৰ কৰা খৃষ্ট ধৰ্ম্মটো যীশুৰ শিক্ষাৰ পৰা তেনেই বিভিন্ন। পল আছিল এজন সামৰ্থ্যবান আৰু বিদ্বান লোক; কিন্তু তেওঁ যীশুৰ দৰে সমাজ বিপ্লৱী নাছিল। পল অৱশ্যে কৃতকাৰ্য্য হ'ল আৰু খৃষ্ট ধৰ্ম্মইও ক্ৰমাৎ প্ৰসাৰ লভিব ধৰিলে। আৰম্ভণিতে ৰোমানসকলে ইয়াৰ ওপৰত গুৰুত্ব বৰ কমেই আৰোপ কৰিছিল। তেওঁলোকে খৃষ্টানসকলক ইহুদীবোৰৰ এটা সম্প্ৰদায় বুলিয়েই ধৰিছিল। কিন্তু খৃষ্টানসকল আক্ৰমণাত্মক হৈ উঠিল। তেওঁলোক আন সকলোবোৰ ধৰ্ম্মৰে বিৰোধী হৈ পৰিল আৰু সম্ৰাটৰ মূৰ্ত্তি পূজা কৰিবলৈ তেওঁলোক একেবাৰে অসম্মত হ'ল। ৰোমানসকলে এই মনোবৃত্তি (বা তেওঁলোকৰ বোধ হোৱা মতে সঙ্কীৰ্ণমনা ভাব) বুজি পোৱা নাছিল। সেইদেখি তেওঁলোকে খৃষ্টানসকলক দন-খৰিয়াল কৰি ভাল পোৱা শিষ্টতা-বৰ্জ্জিত আৰু মানৱ-প্ৰগতিৰ পৰিপন্থী চেৰাবলিয়া লোক হিচাপে গণ্য কৰিছিল। ধৰ্ম্ম হিচাপে হয়তো খৃষ্ট মতবাদ তেওঁলোকে সহ্য কৰিব পাৰিলেহে'তেন; কিন্তু সম্ৰাটৰ প্ৰতি অৰ্ঘ্য নিবেদন কৰিবলৈ খৃষ্টানসকল বিমুখ হোৱাটো ৰাজদ্ৰোহ ৰূপে পৰিগণিত হ'ল আৰু প্ৰাণদণ্ডেৰে ইয়াক দণ্ডিত কৰাৰো ব্যৱস্থা কৰা হ'ল। খৃষ্টানসকলেও মল্লযুদ্ধ প্ৰদৰ্শনীবোৰৰ চোকা সমালোচনা কৰিলে। ইয়াৰ পিচত আৰম্ভ হ'ল খৃষ্টানসকলৰ নিৰ্য্যাতন; তেওঁলোকৰ সা-সম্পত্তি বাজেয়াপ্ত কৰা হ'ল আৰু তেওঁলোকক ধৰি সিংহৰ মুখত পেলাই দিয়া হ'ল। এই খৃষ্টান শ্বহীদসকলৰ কাহিনী তুমি নিশ্চয় পঢ়িছা; কিজানি চিনেমাতো তেওঁলোকৰ বোলছবি দেখা পাইছা। কিন্তু কিবা এটা হকৰক্ষাৰ বাবে মানুহে এজন মৰিবলৈ—অৰ্থাৎ এনে মৃত্যুৰ যোগেদি গৌৰৱ আৰ্জ্জিবলৈ · যদি প্ৰস্তুত হয়, তেন্তে তেওঁক দমাই ৰখা বা যি হক ৰক্ষাৰ বাবে তেওঁ থিয় দিছে, সেইটো দমাই ৰখা অসম্ভৱ। সেইদেখি খৃষ্টানসকলক দমাই ৰখাত ৰোমান সাম্ৰাজ্য তেনেই ব্যৰ্থ হ'ল। বৰঞ্চ এই দ্বন্দ্বত খৃষ্ট ধৰ্ম্মহে বিজয়ী হৈ উঠিল আৰু খৃষ্টোত্তৰ চতুৰ্থ শতাব্দীৰ আগভাগতে ৰোমান সম্ৰাটসকলৰে এজন নিজেই খৃষ্টান হ'ল আৰু খৃষ্ট ধৰ্ম্মও ৰোমান সাম্ৰাজ্যৰ চৰকাৰী ধৰ্ম্ম হৈ পৰিল। এই সম্ৰাটজনেই হ'ল কন্‌ষ্টাণ্টাইন—কন্‌ষ্টাণ্টিনোপল্‌ নগৰীৰ প্ৰতিষ্ঠাতা। তেওঁৰ বিষয়ে আমি পিচত আলোচনা কৰিম।

খৃষ্ট ধৰ্ম্মই প্ৰসাৰ লভাৰ লগে লগে যীশুৰ অপৌৰুষেয়তা সম্বন্ধে তীব্ৰ বাদানুবাদৰ সৃষ্টি হ'ল। গৌতম বুদ্ধই নিজে ঐশ্বৰিকতা বিচৰা নাছিল যদিও দেৱতা আৰু অৱতাৰৰূপে তেওঁ কেনেকৈ পূজিত হবলৈ পালে, সেইটো মই কৈ অহা তোমাৰ মনত থাকিব পায়। তেনেকৈয়ে যীশুৱেও ঐশ্বৰিকতা দাবী কৰা নাছিল। ঈশ্বৰৰ পুত্ৰ আৰু মানৱৰ পুত্ৰ বুলি তেওঁ বাৰংবাৰ দিয়া বিবৃতিবোৰে অনিবাৰ্য্যৰূপে কোনো ঐশ্বৰিক বা অতিমানবীয় অভিযাচনা নুসূচায়। কিন্তু মহান লোকসকলক দেৱতা কৰি লবলৈ মানুহে ভাল পায় আৰু এনেদৰে দেৱতাত পৰিণত কৰি লৈ অনুসৰণ কৰাৰ পৰা হ'লে বিৰত থাকে। ছশ বছৰৰ পিচত পয়গম্বৰ মহম্মদে আন এটা ডাঙৰ ধৰ্ম্মৰ সূচনা কৰিলে; কিন্তু বোধ হয় এই দৃষ্টান্ত-

বোৰ দেখি দেখি লাভৱান হৈ তেওঁ সঘনে আৰু স্ন-পৰিষ্কাৰভাৱে কৈ গৈছিল যে তেওঁ মানুহহে, দেৱতা নহয়।

অতএব যীশুৰ মতবাদ বুজক বা মানি চলক ছাৰি খৃষ্টানসকলে যীশুৰ অপৌৰুষেয়তা আৰু খৃষ্টীয় ত্ৰয়ীৰ প্ৰকৃতি সম্পৰ্কে বাৰ্কবিতণ্ডা আৰু হাই-কাজিয়া আৰম্ভ কৰিলে। তেওঁলোকৰ ইজনে সিজনক বিধৰ্ম্মী বুলিবলৈ ধৰিলে, ইজনে সিজনক নিৰ্যাতন কৰিলে আৰু ইজনে সিজনৰ শিৰচ্ছেদ কৰাত লাগিল। কোনোবা যুক্তস্বৰ এটা লৈয়ে বিভিন্ন খৃষ্টান সম্প্ৰদায়ৰ মাজত এবাৰ প্ৰবল আৰু উষ্মাপূৰ্ণ তৰ্কাতৰ্কি লাগিছিল। এপক্ষই কয় যে প্ৰাৰ্থনাত "হ'ম-অ'জিয়ন" শব্দটোৰ ব্যৱহাৰ হব লাগে, আনটো পক্ষৰ মতে হব লাগিব "হ'মৈ'-অ'জিয়ন"; এই পাৰ্থক্য যীশুৰ ঐশ্বৰিকতা সম্পৰ্কিত। এই যুক্তস্বৰটোতে লাগি ক্ষয়ঙ্কৰী যুদ্ধৰ সূচনা হ'ল আৰু বহু সংখ্যক লোক নিহত হ'ল।

গীৰ্জ্জাই শক্তি সঞ্চয় কৰি উঠাৰ লগে লগে এই আভ্যন্তৰীণ বিবাদবোৰ ঘটিব ধৰিলে। সেইবোৰ পাশ্চাত্যত সৌ সিদিনালৈকে চলি আছিল।

তুমি জানিবলৈ পালে হয়তো আচৰিত হ'বা যে ইংলণ্ড বা পশ্চিম ইউৰোপলৈ যোৱাৰ বহু কালৰ পূৰ্ব্বেই—আনকি ৰোমতো ই যেতিয়া ঘৃণিত আৰু নিষিদ্ধ সম্প্ৰদায় আছিল, তেতিয়াই—ভাৰতলৈ খৃষ্ট ধৰ্ম্মৰ আমদানি হয়। যীশুৰ মৃত্যুৰ এশ বা তেনেমান বছৰৰ ভিতৰতে খৃষ্টান পাদুৰীসকল সাগৰেদি দক্ষিণ ভাৰতলৈ আহে। তেওঁলোকক সবিনয়ে আদৰণি জনোৱা হ'ল আৰু তেওঁলোকক নতুন ধৰ্ম্মমত প্ৰচাৰ কৰিবলৈও সন্মতি দিয়া হ'ল। তেওঁলোকে বহুসংখ্যক লোকক ধৰ্ম্মান্তৰিত কৰিলে আৰু সেইসকল লোকৰ বংশধৰসকলে নানান ললাট ভুগি আজি অবধি তাত বসতি কৰি আছে। তেওঁলোকৰ সৰহভাগ হ'ল ইউৰোপত অবৰ্ত্তমান হৈ পৰা পুৰণি খৃষ্টান সম্প্ৰদায়বোৰৰ অনুৰক্ত। এওঁলোকৰ কিছুমানৰ মুখ্য কাৰ্য্যালয় এতিয়া এচিয়া মাইনৰত আছে।

ৰাজনীতিগতভাৱে খৃষ্ট ধৰ্ম্ম আজি এটা প্ৰতিপত্তিশীল ধৰ্ম্ম; কিয়নো ই হৈছে আধিপত্য বিস্তাৰ কৰি লোৱা ইউৰোপীয় জাতিবৰ্গৰ ধৰ্ম্ম। কিন্তু অহিংসকতা বা অহিংসাৰ মত প্ৰচাৰ কৰা আৰু সমাজ ব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহ আচৰণ কৰা বিপ্লৱী যীশুৰ বিষয়ে ভাবিলে আৰু সাম্ৰাজ্যবাদ, সশস্ত্ৰীকৰণ, যুদ্ধ আৰু ধন-দৌলতৰ উপাসনাত মগ্ন তেওঁৰ আজিৰ উচ্চৈঃস্বৰে কথা কোৱা অনুগামী-সকলৰ লগত তেওঁক ৰিজাই চালে বৰ বিসদৃশ লাগে। এহাতে "শিখৰৰ ধৰ্ম্মবাণী" আৰু আনহাতে আধুনিক ইউৰোপীয় আৰু মাৰ্কিণ খৃষ্টধৰ্ম্ম—দুয়োবিধ কিমান অদ্ভুত ধৰণে বিসদৃশ! পাশ্চাত্যত যীশুৰ তথাকথিত অনুগামীসকলৰ বহুততকৈ বাপুজী খৃষ্টৰ শিক্ষাৰ বেচি কাষ চাপি গৈছে বুলি বহুতো লোকে ভবাত আচৰিত হবৰ একো নাই।

# ৰোমান সাম্ৰাজ্য

২৩ এপ্ৰিল, ১৯৩২

আইজনী, মই তোমালৈ কেব দিনো চিঠি লিখা নাছিলোঁ। এলাহাবাদৰপৰা অহা খবৰত—আৰু সৰ্ব্বোপৰি তোমাৰ বুঢ়ী আইতা দ'ল আম্মাৰ খবৰত—মই অন্যমনস্ক আৰু পুলকিত হৈ পৰিছিলোঁ। দুৰ্ব্বল আৰু নিশকতীয়া মোৰ আয়ে পুলিচৰ সম্মুখীন হৈ লাঠীৰ কোব সহিব লগা হোৱাত মই জেলখানাৰ আবামৰ মাজতো অলপ উত্তপ্ত হৈ পৰিছিলোঁ। কিন্তু মোৰ লগে লগে মোৰ মনকো উবুৱাই নিবলৈ আৰু মোৰ কাহিনীৰ ওপৰত হেতা-ওপৰা কৰিবলৈ মই এৰি নিদিওঁ।

আমি এতিয়া ৰোমলৈ—পুৰণি সংস্কৃত পুথিবোৰত পোৱা মতে 'ৰোমক'লৈ ঘূৰি যাওঁ। তোমাৰ বোধ হয় মনত আছেই যে ৰোমান গণৰাজ্যৰ অৱসান আৰু ৰোমান সাম্ৰাজ্যৰ অভ্যুদয়ৰ বিষয়ে আমি আলোচনা কৰিছিলোঁ। জুলিয়াচ ছীজাৰৰ তোলনীয়া পুতেক অক্টেভিয়ানে 'অগষ্টাছ কে'জাৰ' নাম লৈ প্ৰথম সম্ৰাট হ'ল। তেওঁ নিজকে ৰজা বোলা নাছিল; কিয়নো আংশিকভাৱে হয়তো সেই খিতাপ তেওঁৰ পক্ষে যথেষ্ট ডাঙৰ বুলি তেওঁ গণ্য কৰা নাছিল আৰু আংশিকভাৱে হয়তো তেওঁ গণৰাজ্যৰ বাহ্যিক গঢ়-গতি অটুট ৰাখিব খুজিছিল। সেইদেখি তেওঁ নিজকে 'ইম্পাৰেটৰ' অৰ্থাৎ 'সৰ্ব্বাধ্যক্ষ' বুলি অভিহিত কৰিলে। এইদৰেই এই 'ইম্পাৰেটৰ' শব্দটো সৰ্ব্বোচ্চ খিতাপত পৰিণত হ'লগৈ আৰু তুমি বোধ হয় জানাই যে ইংৰাজী 'এম্পাৰৰ' শব্দটোও ইয়াৰপৰাই ওলোৱা। সেইদেখি ৰোমৰ পুৰণি সাম্ৰাজ্যই দুটা শব্দ প্ৰদান কৰিলে—'এম্পাৰৰ' আৰু 'ছীজাৰ' বা 'কাইজাৰ' বা 'জাৰ'—যি দুটো প্ৰায় গোটেই পৃথিবী জুৰি ৰাজন্যবৰ্গই বহু কাললৈকে হে'পাহ কৰি আহিছিল আৰু ব্যৱহাৰো কৰিছিল। পোনতে ধৰি লোৱা হৈছিল যে কোনো এক নিৰ্দ্দিষ্ট সময়ত কেৱল এজনহে সম্ৰাট থাকিব পাৰিব—গোটেইখন পৃথিৱীৰে একপ্ৰকাৰ মালিক এজনৰ দৰে। ৰোমক বিশ্বৰ কৰ্ত্ৰী বোলা হৈছিল আৰু পাশ্চাত্যৰ লোকে ভাবিছিল যে ৰোমে সমগ্ৰ জগত শ্বাসন কৰি থৈছে। এই ধাৰণা অৱশ্যে ভুল; ই ভূগোল আৰু বুৰঞ্জীৰ অজ্ঞতাহে নিৰ্দৰ্শিত কৰে। ৰোমান সাম্ৰাজ্যখন আছিল মূলতঃ ভূমধ্য-সাগৰীয় সাম্ৰাজ্য আৰু পূবে মেচোপটেমিয়াৰপৰা সিফাললৈ ই কদাপি বিস্তৃত হোৱা নাছিল। চীন আৰু ভাৰতত সময়ে সময়ে বৃহত্তৰ, অধিকতৰ শক্তিশালী আৰু অধিকতৰ সংস্কৃতিসম্পন্ন ৰাষ্ট্ৰৰ উত্থান হৈছিল। যি কি নহওক, প্ৰতীচ্য জগতৰ পক্ষে অৱশ্যে ৰোমেই আছিল একমাত্ৰ সাম্ৰাজ্য আৰু সেই হিচাপে প্ৰাচীন অধিবাসীসকলৰ পক্ষে সি একপ্ৰকাৰ বিশ্ব-সাম্ৰাজ্যৰে আহিঁ আছিল। এই সাম্ৰাজ্যৰ আছিল অপূৰ্ব্ব সন্মান।

ৰোম সম্পৰ্কে আটাইতকৈ আশ্চৰ্য্যকৰ বিষয় হ'ল ইয়াৰ অন্তৰালত থকা এই আদৰ্শটো—বিশ্ব-প্ৰভুত্বৰ আদৰ্শ, বিশ্ব-নেতৃত্বৰ আদৰ্শ। আনকি ৰোমৰ পতন হ'লতো এই আদৰ্শই ইয়াক জীপাই ৰাখিলে আৰু শক্তি যোগালে। আনহে নেলাগে,

ৰোমান সাম্ৰাজ্যখন প্ৰকৃত ৰোমৰপৰা সম্পূৰ্ণে বিচ্ছিন্ন হৈ অহাতো এই আদর্শ ইমানেই জীৱন্ত হৈ তিষ্ঠি থাকিল যে একালত প্ৰকৃত সাম্ৰাজ্যখনো অন্তৰ্হিত হল আৰু প্ৰেতাত্মাত পৰিণত হলগৈ, তথাচ আদৰ্শটো থাকি গল।

ৰোম আৰু ইয়াৰ উত্তৰাধিকাৰীবোৰৰ বিষয়ে লেখিবলৈ মই অলপ টান পাইছোঁ। তোমাক কি কব লাগিব, সেইটো বাছি উলিয়াই লোৱা সহজ নহয়। মোৰ শংকা হৈছে. মোৰ মনটোৱেই হল প্ৰধানতঃ কাবাগাৰত মই পঢ়া পুৰণি কিতাপ কিছুমানৰপৰা সংগ্ৰহ কৰি খেলি-মেলি লগাই সজাই থোৱা চিত্ৰাৱলীৰ এটা জোট মাথোন। আনহে নেলাগে, ৰোমান বুৰঞ্জী সম্পৰ্কীয় প্ৰসিদ্ধ গ্ৰন্থৰাজিৰ এখন জেললৈ নহা হলে মই কিজানি নপঢ়িলোহেঁতেনেই। এই কিতাপখন ইমান ডাঙৰ যে গোটেইখন আদিৰ পৰা অন্তলৈকে পঢ়িবলৈ অন্যান্য কাম-কাজৰ মাজত সময় উলিওৱাটোৱেই কঠিন। এই কিতাপখন হল "দি ডিক্লাইন এন্ড ফল অব দি ৰোমান এম্পায়াৰ" ('ৰোমান সাম্ৰাজ্যৰ অৱনতি আৰু পতন'); ই গিব্বন নামে ইংৰাজ লোক এজনৰ দ্বাৰা প্ৰণীত। এইখন লেখা হৈছিল চুইজাৰলেণ্ডৰ লোক লেমানৰ পাৰত বহু দিনৰ—প্ৰায় ১৫০ বছৰৰ—আগেয়ে; কিন্তু এতিয়াও ইয়াৰ পঠন-পাঠন বেছ মনোগ্ৰাহী। কিছু আড়ম্বৰপূৰ্ণ অথচ সুমধুৰ ভাষাত দিয়া ইয়াৰ কাহিনী মই যি কোনো উপন্যাসতকৈ বেচি মনোৰম পালো। প্ৰায় দহ বছৰৰ আগতে লক্ষ্ণৌ জিলা জেলত মই এই কিতাপখন পঢ়িছিলোঁ আৰু তেওঁৰ ভাষাই জগাই তোলা বিগত কালৰ মূৰ্ত্তিৰাশিৰে আচ্ছাদিত হৈ মই এমাহতকৈও ওপৰ কাল পৰম সতীৰ্থৰূপে গিব্বনৰ সংগসুখ ভোগ কৰিলো। কিতাপখন পঢ়ি অটাবলৈ নৌ পাওঁতেই মোক হঠাৎ খালাচ কৰি দিয়া হল। মোৰ মোহ ভাগিল: প্ৰাচীন ৰোম আৰু কনষ্টাণ্টি-নোপললৈ ঘূৰি যাবলৈ আৰু যি এশমান পৃষ্ঠা বাকী থাকিল, তাক পঢ়ি শেষ কৰিবলৈ সময় আৰু মনৰ গতি উলিওৱাটো মোৰ পক্ষে কিছু কঠিন হৈ পৰিল।

পিচে এইটো ঘটিল প্ৰায় দহ বছৰৰ আগেয়ে। তেতিয়া যিখিনি পঢ়িছিলো, তাৰ বহুলাংশ মই অৱশ্যে পাহৰিলোঁ। তথাপি ভৰাই পেলাব পৰাকৈ আৰু খেলি-মেলি লগাব পৰাকৈ মোৰ মনত থাকিল যথেষ্ট আৰু এই খেলি-মেলিখিনি মই তোমালৈ বগৰাই দিব নোখোজো।

আমি জয়জয়তে যুগ-যুগান্তৰ ধৰি চলা ৰোমান সাম্ৰাজ্য বা সাম্ৰাজ্যবোৰলৈ দৃষ্টিপাত কৰোহঁক। পিচত সম্ভৱ হলে এই গাথনিটো কিছু পৰিপূৰ্ণ কৰি লোৱাৰ চেষ্টা কৰা হব।

খৃষ্ট যুগৰ প্ৰাক্কালত অগষ্টাছ ছীজাৰৰ লগে লগে ৰোমান সাম্ৰাজ্যৰ সুচনা হল। কিছু দিনলৈ সম্ৰাটসকলে চিনেটৰ প্ৰতি সম্মান প্ৰদৰ্শন কৰিছিল; কিন্তু অতি অচিৰেই গণৰাজ্যৰ শেষ চিহ্নফেৰাও দূৰীভূত হল আৰু সম্ৰাটজন সৰ্ব্বশক্তিমান, সম্পূৰ্ণ স্বেচ্ছাচাৰী অধীশ্বৰ—আচলতে প্ৰায় এজন দেৱতাই—হৈ উঠিল। জীৱিত কালত তেওঁ অৰ্দ্ধদেৱতাৰূপে পূজিত হল; মৃত্যুৰ পিচত তেওঁ হলগৈ পুৰাপুৰি দেৱতা। সেই কালৰ আটাইবোৰ লেখকে আদি সম্ৰাটসকলৰ সৰহ ভাগক—বিশেষকৈ অগষ্টাছক—প্ৰতিবিধ গুণ-গৰিমাৰে অলঙ্কৃত কৰিছে। তেওঁলোকে ইয়াকে বোলে 'সোনালী যুগ'—'অগষ্টাছৰ যুগ'—যি কালত প্ৰতিবিধ পুণ্য সঞ্চিত হৈছিল, সন্ত

হৈছিল পুৰস্কৃত আৰু দুষ্ট হৈছিল দন্ডিত। স্বৈৰাচাৰী দেশবোৰত লেখকসকলে এই পন্থাকে অনুসৰণ কৰে; কিয়নো তেনেবোৰ দেশত নৃপতিৰ প্ৰশস্তি গালে যে লাভৱান হোৱা যায়, সেইটো দেখাতে ওলাই আছে। লেটিন গ্ৰন্থকাৰসকলৰ ভিতৰত খুব প্ৰসিদ্ধ কেইজনমানে—ভাৰ্জ্জিল, অভিদ, হৰাচ (যাৰ গ্ৰন্থাৱলী আমি স্কুলত পঢ়িব লগা হৈছিল)—প্ৰায় এই সময়তে বসতি কৰিছিল। ইও সম্ভৱপৰ যে গণ-ৰাজ্যৰ পৰৱৰ্ত্তী দিনবোৰত অবিৰাম চলা গৃহযুদ্ধ আৰু হুলস্থুলবোৰৰ অন্তত বেহা-বেপাৰ আৰু সভ্যতাই কিছু পৰিমাণে থাউনি পাব পৰাকৈ শান্তি আৰু বিশ্ৰামৰ সময় এছোৱা পোৱাটো বৰ স্বস্তিৰ বিষয় হৈ পৰিছিল।

পিচে এই সভ্যতানো আছিল কি? ই আছিল এক ধনী লোকৰ সভ্যতা আৰু এই ধনী লোকসকলো প্ৰাচীন গ্ৰীচৰ কলানিপুণ আৰু তীক্ষ্ণধী ধনীসকলৰ নিচিনা নাছিল। তেওঁলোক আছিল গতানুগতিক ধৰণৰ নিৰ্ব্বোধ এচাম লোক; নিজে ভোগ কৰাটোৱেই আছিল তেওঁলোকৰ ঘাই কাম। গোটেই পৃথিৱীখনৰপৰাই খাদ্য আৰু লাহ-বিলাহৰ সামগ্ৰী তেওঁলোকলৈ আহি আছিল; জাকজমকতা আৰু বাহ্যাড়ম্বৰ হৈছিল অশেষ। এনে লোকৰ গোষ্ঠী এতিয়াও মৰি শেষ হোৱা নাই। ৰোমত আছিল জাকজমকতা আৰু আড়ম্বৰ, শাৰী শাৰী বৈচিত্ৰ্যপূৰ্ণ শোভাযাত্ৰা চাৰ্কাচৰ খেল-ধেমালি আৰু মৃত্যুৰ মুখলৈ ঠেলি পঠিওৱা মল্লযোদ্ধা। এই জাক-জমকতাৰ অন্তৰালত আছিল সৰ্ব্বসাধাৰণৰ দাৰিদ্ৰ্য। কৰ-কাটলৰ বোজা মেটমৰা হৈছিল; সিও পৰিছিল ঘাইকৈ সৰ্ব্বসাধাৰণ লোকৰ ওপৰত আৰু কামৰ বোজা বহন কৰিছিল অগণন দাসে। ৰোমৰ এই বৰ বৰ লোকসকলে আন নেলাগে, তেওঁ-লোকৰ ডাক্তৰী বিদ্যা আৰু দাৰ্শনিক চিন্তা-ভাবনাখিনিও গ্ৰীক গোলামহঁতকে প্ৰায় শোধাই দিছিল। যিখন জগতৰ তেওঁলোকে নিজকে কৰ্ত্তা বুলি বৰাই কৰে, সেই জগতখনৰ তথ্য-পাতি উলিয়াবলৈ কিম্বা শিক্ষা বিস্তাৰ কৰিবলৈ চেষ্টা কৰা হৈছিল তেনেই নগণ্যভাৱে।

ইজনৰ পিচত সিজনকৈ সম্ৰাট ওলাই থাকিল; তাৰে কিছুমান হ'ল বেয়া আৰু কিছুমান হ'ল অতিকৈ বেয়া। লাহে লাহে সৈন্যবাহিনী সৰ্ব্বশক্তিমান হৈ পৰিল; ই সম্ৰাট ভঙা-পতা কৰিব পৰা হ'ল। ফলত সৈন্যবাহিনীৰ অনুগ্ৰহ লভিবৰ বাবে হেতা-ওপৰা লাগিল আৰু তেওঁলোকক ভেটি খুৱাবৰ বাবে সৰ্ব্বসাধাৰণৰপৰা বা বিজিত ৰাজ্যবোৰৰপৰা টকা চুচি অনা হ'ল। ৰাজহৰ এটা ঘাই উৎস আছিল বন্দীবেটীৰ বেপাৰ প্ৰাচ্যত ৰোমান সৈন্যবাহিনীৰদ্বাৰা নিয়মিতভাৱে সুসংবদ্ধ বন্দী-চিকাৰ চলিল। পুৰণি গ্ৰীকসকলৰ পবিত্ৰ পীঠ ডেলছ দ্বীপটো বন্দী কিনা-বেচাৰ ডাঙৰ বজাৰত পৰিণত হ'ল। ইয়াত দহ হেজাৰকৈ দাস নিতৌ বিক্ৰী কৰা হৈছিল। ৰোমৰ সুবৃহৎ কলছেয়ামত একো একোজন জনপ্ৰিয় সম্ৰাটে একে সময়তে ১২০০ কৈ মল্লযোদ্ধা প্ৰদৰ্শন কৰিছিল। এইবোৰ হ'ল দাস; সম্ৰাট আৰু তেওঁৰ প্ৰজাবৰ্গক আমোদ দিবৰ বাবেই এই দাসবোৰ মৰিব লগা হৈছিল।

সাম্ৰাজ্যৰ কালছোৱাত ৰোমান সভ্যতা আছিল এয়ে। তথাপি আমাৰ সুহৃদ গিব্বনে লেখিছে যে "মানৱ জাতি আটাইতকৈ সুখী আৰু সমৃদ্ধিশালী হোৱাৰ কালছোৱা বিশ্বৰ বুৰঞ্জীত নিৰ্ণয় কৰি দিবলৈ যদি কোনো লোকক কোৱা হয়,

তেন্তে তেওঁ নিঃসঙ্কোচে উল্লেখ কৰিব—ডমিচিয়ানৰ মৃত্যুৰ পিচৰপৰা কমডাছৰ সিংহাসন আৰোহণলৈকে এই সময়ছোৱা।" ই হ'ল ৯৬ খৃষ্টাব্দৰপৰা ধৰি ১৮০ খৃষ্টাব্দলৈকে এই ৮৪ বছৰ। মোৰ শঙ্কা হয়, গিব্বনে তেওঁৰ প্ৰগাঢ় পাণ্ডিত্য সত্ত্বেও এনে এটা কথা কলে, যিটোৰ লগত একমত হ'বলৈ সৰহ ভাগ মানুহে নিশ্চয় দ্বিধা বোধ কৰিব। তেওঁ মানৱ জাতিৰ কথা কৈছে আৰু তাৰম্বাৰা বুজাইছে ঘাইকৈ ভূমধ্যসাগৰীয় জগতখনকে; কিয়নো ভাৰত, চীন বা প্ৰাচীন মিছৰ সম্বন্ধে তেওঁৰ জ্ঞান হয়তোবা নাছিলেই আৰু থাকিলেও আছিল নিচেই সামান্য।

কিন্তু মই কিজানি ৰোমৰ প্ৰতি কিছু নিৰ্দ্দয় হৈছো। ৰোমান ভূখণ্ডত কিছু শান্তি প্ৰতিষ্ঠিত হোৱাটো নিশ্চয় প্ৰীতিকৰ পৰিৱৰ্ত্তন ৰূপে গণ্য হৈছিল। সীমান্তত অৱশ্যে সঘনে যুদ্ধ চলিছিল; কিন্তু সাম্ৰাজ্যখনৰ ভিতৰত অন্ততঃ প্ৰথম জগত বিৰাজিত হৈছিল 'পাক্স ৰোমানা'—ৰোমান শান্তি। কিছু নিৰাপত্তাই ঠাই পাইছিল আৰু তাৰ সুফল হ'ল বেপাৰ-বাণিজ্য। গোটেই ৰোমান জগতলৈকে ৰোমান নাগৰিকত্ব বিস্তাৰিত কৰা হ'ল। পিচে, মনত ৰাখিবা যে বেচেৰা গোলাম-হ'তৰ হ'লে ইয়াৰ লগত একো পৰিচয় নঘটিল। ৰাজনীতিৰ বিষয়ে কিবা আলোচনা হ'লে সেইটো সম্ৰাটৰ প্ৰতি ৰাজদ্ৰোহ কৰা বুলি পৰিগণিত হৈছিল। উচ্চ শ্ৰেণীৰ লোকসকলৰ কাৰণে কিছু মাত্ৰাত সমৰেশ চৰকাৰ আৰু একে আইন আছিল। ইতিপূৰ্ব্বে ঘোৰ স্বৈৰাচাৰত নিগ্ৰহ ভুঞ্জা বহুতো লোকৰ পক্ষে ই নিশ্চয় মহৎ উপকাৰৰূপে গণ্য হৈছিল।

লাহে লাহে ৰোমানসকল বৰ অলস—আনকি তেওঁলোকৰ নিজা সৈন্যবাহিনীত থাকি যুঁজিবৰ বাবেও অযোগ্য হৈ পৰিল। যি বোজা বৰ লগা হৈছিল, তাৰ ভৰত দেশৰ ভিতৰ ভাগত থকা খেতিয়কসকল দৰিদ্ৰতৰ হৈ পৰিল; নগৰৰ মানুহে হ'ল তথৈবচ। সম্ৰাটসকলে নগৰীয়া ৰাইজক সন্তুষ্ট কৰি ৰাখিব খুজিলে, যাতে তেওঁ-লোকে একো গোলমাল নলগায়। সেই উদ্দেশ্যে ৰোমৰ বাসিন্দাসকলক বিনা মূল্যে খাদ্য যোগাৱা হ'ল আৰু তেওঁলোকক প্ৰসন্ন কৰি ৰাখিবৰ বাবে চাৰ্কাচত বিনা মূল্যে খেল-ধেমালিৰ ব্যৱস্থা কৰা হ'ল। এনেকৈয়ে তেওঁলোকৰ মেজাজ ঠিক কৰি ৰখা হৈছিল; কিন্তু এই বিনামূলীয়া বিতৰণ কেইঠাইমানতহে মাথোন কৰিব পাৰি আৰু তাকে কৰা হৈছিল মিছৰ প্ৰভৃতি অন্যান্য দেশৰ বিনা মূল্যে আটা-ময়দা যোগোৱা গোলাম বাসিন্দাসকলৰ দুখ-দাৰিদ্ৰ্যৰ বিনিময়ত।

ৰোমান জনসাধাৰণে ইচ্ছাকৃতভাৱে সৈন্যবাহিনীত যোগ নিদিয়া হ'ল দেখি সাম্ৰাজ্যৰ বাহিৰৰ লোকক (যিসকলক 'বৰ্ব্বৰ' বোলা হৈছিল) ভৰ্ত্তি কৰা হ'ল আৰু ৰোমৰ 'বৰ্ব্বৰ' শত্ৰুবৰ্গৰ মিত্ৰ বা আত্মীয় লোকসকলক লৈয়ে ৰোমান সৈন্যবাহিনী ঘাইকৈ গঠিত হ'ব লগা হ'ল। সীমান্তত এই "বৰ্ব্বৰ" জনজাতিবোৰে ৰোমান-সকলক ক্ৰমাগত হেঁচি আনিলে আৰু জুমুৰি দি ধৰিলে। ৰোম দুৰ্ব্বলতৰ হৈ অহাৰ ললে লগে "বৰ্ব্বৰহ'ত" অধিকতৰ শক্তিশালী আৰু দুঃসাহসিক হৈ উঠিল। ঘাইকৈ বিপদ আহিল পূব ফালৰ পৰা। এইটো সীমান্ত ৰোমৰপৰা বহু দূৰৈত হোৱা হেতু প্ৰতিৰক্ষা কৰাটো সহজ নাছিল। আগষ্টচ ছীজাৰৰ তিনি শ বছৰৰ পিচত কন্‌ষ্টেণ্টাইন নামে সম্ৰাট এজনে ডাঙৰ ব্যৱস্থা এটা কৰিলে আৰু তাৰ প্ৰতি-

ক্ৰিয়া বহুদূৰ প্ৰসাৰি গল। তেওঁ স'চাকৈয়ে তেওঁৰ সাম্ৰাজ্যৰ সদৰ ৰোমৰপৰা পূবলৈ লৈ আনিলে। কৃষ্ণসাগৰ আৰু ভূমধ্যসাগৰৰ মধ্যৱৰ্ত্তী বছফোৰাছৰ পাৰত বিজান্‌ছিয়াম বোলা পুৰণি চহৰ এখনৰ কাষত তেওঁ নতুন নগৰ এখন প্ৰতিষ্ঠা কৰিলে। নিজৰে নামকৰণ কৰি তেওঁ এই নগৰীক 'কন্‌ষ্টাণ্টিনোপল্' বুলিলে। কন্‌ষ্টাণ্টিনোপল্ বা 'নতুন ৰোম' (যি নামেৰেও ই বিদিত হৈছিল) তেতিয়া হ'ল ৰোমান সাম্ৰাজ্যৰ ৰাজধানী আৰু সদৰ ঠাই। আনকি আজিও এচিয়াৰ নানান ঠাইত কন্‌ষ্টাণ্টিনোপল্ "ৰুম" বা "ৰৌম" নামে জনাজাত।

## ৩৩

## ৰোমান সাম্ৰাজ্য ভাগি টুকুৰাটুকুৰ হ'ল আৰু অৱশেষত প্ৰেতাত্মাত পৰিণত হ'লগৈ

২৪ এপ্ৰিল, ১৯৩২

ৰোমান সাম্ৰাজ্য সম্বন্ধে আমাব সমীক্ষা আমি এতিয়া অব্যাহত ৰাখিলোঁ। খৃষ্টীয় যুগৰ চতুৰ্থ শতাব্দীৰ আগভাগত—৩২৬ খৃষ্টাব্দত—পুৰণি বিজান্‌ছিয়াম বোলা ঠাইৰ কাষত কন্‌ষ্টাণ্টাইনে কন্‌ষ্টাণ্টিনোপল্ নগৰী প্ৰতিষ্ঠা কৰিলে আৰু পুৰণি ৰোমৰপৰা অতখন বাট পাৰ কৰি বছফোৰাছৰ পাৰত থকা নতুন ৰোমলৈ তেওঁৰ সাম্ৰাজ্যৰ ৰাজধানী তুলি আনিলে। মেপখনলৈ এবাৰ চোৱাঁ। তুমি দেখিবা যে এই নতুন কন্‌ষ্টাণ্টিনোপল্ চহৰখনে ইউৰোপৰ সীমা-মূৰিয়লিত থিয় হৈ বিশাল এচিয়াৰ ফালে দৃষ্টিপাত কৰি আছে। দুয়োখন মহাদেশৰ মাজত ই একপ্ৰকাৰ যোগসূত্ৰৰ নিচিনা। বহুতো ডাঙৰ ডাঙৰ বেহা-বেপাৰৰ পথ ইয়াৰ মাজেদি গৈছে—জল-স্থল উভয়ৰে। চহৰ হিচাপে আৰু ৰাজধানী হিচাপে ইয়াৰ উত্তম অৱস্থিতি। কন্‌ষ্টাণ্টাইনে ভালেই বাছিছিল; কিন্তু তেওঁ বা তেওঁৰ উত্তৰাধিকাৰীসকলে ৰাজধানীৰ এই স্থানান্তৰৰ বাবে এশিকন পাব লগা হ'ল। এচিয়া মাইনৰ আৰু প্ৰাচ্যৰ পৰা পুৰণি ৰোম যিদৰে অলপ বাৰুকৈয়ে দূৰৈত, সেইদৰে পূবৰ নতুন ৰাজধানীখনো গল বা বৃটেইনৰ নিচিনা পশ্চিমীয়া দেশসমূহৰপৰা ভালেখিনি নিলগত।

এই জটিলতা এৰাই যাবলৈকে কিছু সময়ৰ বাবে যুটীয়া সম্ৰাটৰ ব্যৱস্থা-কৰা হৈছিল—এজন উপবিষ্ট হ'ল ৰোমত আৰু আনজন থাকিল কন্‌ষ্টাণ্টিনোপলত: ইয়াৰ ফলত সাম্ৰাজ্যখনেই দুটা নিয়মিত খণ্ডত বিভক্ত হৈ পৰিল—পাশ্চাত্য আৰু প্ৰাচ্য। কিন্তু ৰোমক ৰাজধানী কৰি লৈ চলা পাশ্চাত্য সাম্ৰাজ্যখন এই জোকাৰণিৰ পিচত বৰ বেচি দিন নিটিকিল। যিসকলক ই "বৰ্ব্বৰ" আখ্যা দিছিল, সেইসকলৰ বিপক্ষে ই নিজকে ৰক্ষা কৰিব নোৱাৰিলে। গথ বুলি জাৰ্ম্মাণ গোষ্ঠীৰ জনজাতি এটা আহি ৰোম লুট কৰিলে। তাৰ পিচত আহিল 'ভাণ্ডাল' আৰু 'হুন'সকল

আৰু পশ্চিমীয়া সাম্রাজ্যখনো ভাগি পৰিল। "হূন" বোলা শব্দটো ব্যৱহৃত হোৱা তুমি নিশ্চয় শুনিছা। জাৰ্ম্মানসকল যে বৰ নিষ্ঠুৰ আৰু বৰ্ব্বৰ, সেইটো বুজাবৰ অৰ্থে যোৱা মহাযুদ্ধৰ সময়ত ইংৰাজসকলে জাৰ্ম্মানসকলৰ বেলিকা এই শব্দটো সাধাৰণতঃ প্রয়োগ কৰিছিল। প্রকৃতপক্ষে যুদ্ধৰ প্রত্যেকে—বা প্ৰায় প্ৰত্যেকেই—মগজ ঠিক ৰাখিব নোৱাৰে আৰু সজ আচৰণ বা সভ্যতা সম্পৰ্কে যি শিকিছিল, সেইসকলোখিনি পাহৰি পেলাই নিষ্ঠুৰ বা বৰ্ব্বৰোচিত আচৰণ কৰে। জাৰ্ম্মান-সকলে এনে ধৰণৰ আচৰণ কৰিছিল; ইংৰাজ আৰু ফৰাচীসকলেও কৰিছিল তদ্ৰূপ। এই সম্বন্ধে তেওঁলোকৰ ভিতৰত এটা জাতি বাছি লব লগা একো নাই।

"হূন" শব্দটো ভয়ঙ্কৰ নিন্দাসূচক পদ হৈ পৰিল। "ভাণ্ডাল" শব্দটোও হ'ল তথৈবচ। সম্ভৱত এই হূন আৰু ভাণ্ডালসকল আছিল অতিপাত কৰ্কশ আৰু নিষ্ঠুৰ আৰু তেওঁলোকে অশেষ ক্ষতিও কৰিলে; কিন্তু আমি মনত ৰাখিব লাগিব যে তেওঁলোকৰ সম্বন্ধে আমি যিবোৰ বৃত্তান্ত পাইছোঁ, সেই সকলোবোৰ হ'ল তেওঁ-লোকৰ শত্ৰু ৰোমানসকলৰপৰা পোৱা আৰু ৰোমানসকল পক্ষপাতশূন্য আছিল বুলি প্রত্যাশা কৰিব নোৱাৰি। সি যি কি নহওক লাগে গথ, ভাণ্ডাল আৰু হূনসকলে পশ্চিমীয়া ৰোমান সাম্রাজ্যখন তাচৰ ঘৰৰ দৰে বগৰাই পেলালে। তেওঁলোক ইমান সহজে কেনেকৈ কৃতকাৰ্য্য হ'ল, তাৰ এটা কাৰণ হ'ল সম্ভৱ এয়ে যে সাম্রাজ্যৰ আমোলত ৰোমান খেতিয়কসকল ইমান জুৰুলা হৈছিল, ইমান বেচি কৰ-কাটল শোধাব লগাত পৰিছিল আৰু ধাৰে-ঋণে ইমান পোত খাই আছিল যে তেওঁলোকে যি পৰিৱৰ্ত্তনেই হওক লাগিলে, কামনা কৰিছিল। আজিৰ গৰীব ভাৰতীয় খেতিয়ক এজনে যিদৰে তেওঁৰ ঘোৰ দাৰিদ্ৰ্য আৰু দুখৰ যি কোনো পৰি-ৱৰ্ত্তন বাঞ্ছা কৰিব, ঠিক সেইদৰে।

পশ্চিমীয়া ৰোমান সাম্রাজ্যখন এইদৰেই ভাগি পৰিল। কেইশতাব্দীমানৰ পিচত বেলেগ গঢ় এটা লৈ ইয়াৰ আকৌ উত্থান হয়। পূবৰ সাম্রাজ্যখন অৱশ্যে চলি থাকিল, যদিওবা হূন আৰু অন্যান্যৰ আক্ৰমণত তিষ্ঠি থাকোতে ইও বিষম কষ্ট ভোগ কৰিছিল। এই আক্ৰমণবোৰৰ বিপক্ষে কেৱল তম্ভি থকাই নহয়, আৰব আৰু পিচত তুৰ্কসকলৰ বিপক্ষে অবিৰাম যুজি অহা স্থলতো ই শতাব্দীৰ পিচত শতাব্দীকৈ চলি থাকিল। ১১০০ বছৰ জোৰা এছোৱা বিস্ময়কৰ কাল ই তিষ্ঠি থাকিল; অৱশেষত অটোমান তুৰ্ক বা ওছমান্লিসকলে কনষ্টাণ্টিনোপল দখল কৰাত ১৪৫৩ খৃষ্টাব্দতহে ইয়াৰ পতন হলগৈ। সেই দিনৰপৰা ধৰি এতিয়ালৈ প্ৰায় ৫০০ বছৰ হ'ল, কন্ষ্টাণ্টিনোপল্ বা ইস্তান্বুল (যি নামেৰে তুৰ্কসকলে ইয়াক অভিহিত কৰে) তুৰ্কসকলৰ দখলতে আছে। তাৰপৰাই তেওঁলোকে বাৰংবাৰ ইউৰোপলৈ যুদ্ধযাত্ৰা কৰিছিল আৰু ভিয়েনাৰ ঠিক দেৱালতে উপনীত হৈছিলগৈ। পিচত শতাব্দী কেইটাত তেওঁলোকক ক্ৰমাগত খেদি পঠোৱা হ'ল। ১২ বছৰৰ পূৰ্ব্বে মহাযুদ্ধত তেওঁলোকৰ পৰাজয় হোৱাৰ পিচত তুৰ্কসকলে কন্ষ্টাণ্টিনোপল্ প্ৰায় হেৰুৱাইছিলেই; কিন্তু ডাঙৰ নেতা এজন—মুস্তাফা কামাল পাছা—স্বজাতিক উদ্ধাৰ কৰিবলৈ ওলাই আহিল আৰু এক বীৰত্বপূৰ্ণ সংগ্ৰামৰ অন্তত তেওঁ কৃত-কাৰ্য্য হ'ল। বৰ্ত্তমান তুৰস্ক এখন গণৰাজ্য আৰু চুলতানে চিৰকাললৈ মেলানি

মাগিলে। কামাল পাছা* হ'ল গণৰাজ্যৰ ৰাষ্ট্ৰপতি। যি কন্‌ষ্টেণ্টিনোপল্ ১৫০০ বছৰ ধৰি এখন সাম্ৰাজ্যৰ সদৰ—প্ৰথমে পূব ৰোমান আৰু পিচত তুৰ্ক—সি এতিয়াও তুৰ্ক ৰাষ্ট্ৰৰ অংগ হৈয়ে আছে; কিন্তু ই আৰু ৰাজধানী হৈ থকা নাই। তুৰ্কসকলে আগৰ সাম্ৰাজ্যিক সংশ্ৰৱৰপৰা আঁতৰত থাকি বহু দূৰৱৰ্ত্তী এচিয়া মাইনৰৰ আঙ্গোৰাত (বা আংকাৰাত) তেওঁলোকৰ ৰাজধানী বহুৱাবলৈ স্থিৰ কৰিলে।

আমি লৰালৰিকৈ দুহেজাৰ বছৰ সৰকি গলো আৰু ইটোৰ পিচত সিটোকৈ হোৱা পৰিৱৰ্ত্তনৰাশি—কন্‌ষ্টাণ্টিনোপল নগৰ স্থাপন আৰু এই নতুন নগৰলৈ ৰোমান সাম্ৰাজ্যৰ ৰাজধানী স্থানান্তৰ--ততাতৈয়াকৈ লক্ষ্য কৰিলো। কিন্তু কন্‌ষ্টাণ্টাইনে আন এটা অপূৰ্ব্ব কাণ্ড কৰিলে। তেওঁ খৃষ্টান হ'ল: তেওঁ সম্ৰাট আছিল দেখি ইয়াৰ স্বভাৱতঃ অৰ্থ হ'ল এয়ে যে খৃষ্ট ধৰ্ম্ম সাম্ৰাজ্যৰ চৰকাৰী ধৰ্ম্মত পৰিণত হ'ল। নিৰ্য্যাতিত মত এটাৰ পৰা সাম্ৰাজ্যিক ধৰ্ম্মৰ শাৰীলৈ খৃষ্ট ধৰ্ম্মৰ এই আকস্মিক পৰিৱৰ্ত্তন নিশ্চয় আশ্চৰ্য্যকৰ কাণ্ড হৈ পৰিছিল। কিছু সময়ৰ বাবে এই পৰিৱৰ্ত্তনে বৰ ইষ্ট সধা নাছিল। খৃষ্টানসকলৰ বিভিন্ন সম্প্ৰদায়ে পৰস্পৰৰ মাজত বাদ-বিসম্বাদ আৰম্ভ কৰিলে। অৱশেষত দুটা সম্প্ৰদায়ৰ মাজত —লেটিন সম্প্ৰদায় আৰু গ্ৰীক্—ডাঙৰ ভেদ ঘটিল। লেটিন সম্প্ৰদায়ৰ সদৰ কাৰ্য্যালয় হ'ল ৰোমত আৰু ৰোমৰ বিছপজনক ইয়াৰ মূৰব্বী হিচাবে গণ্য কৰা হ'ল। এৱেঁই পিচত ৰোমৰ পোপ হ'লগৈ। গ্ৰীক্ সম্প্ৰদায়ৰ সদৰ কাৰ্য্যালয় থাকিল কন্‌ষ্টাণ্টিনোপলত। লেটিন গীৰ্জ্জা গোটেই উত্তৰ আৰু পশ্চিম ইউ-ৰোপত প্ৰসাৰিত হ'ল আৰু ইয়েই ৰোমান কেথলিক গীৰ্জ্জা বুলি জনাজাত হৈ পৰিল। গ্ৰীক্ গীৰ্জ্জা বিদিত হ'ল অৰ্থডক্স গীৰ্জ্জাৰূপে। পূব ৰোমান সাম্ৰাজ্যৰ পতনৰ পিচত অৰ্থডক্স গীৰ্জ্জা প্ৰচলিত থকা ঘাই দেশখন হ'ল ৰুছিয়া। এতিয়া ৰুছিয়াত বলছেভিজম্ প্ৰৱৰ্ত্তিত হোৱাত এই গীৰ্জ্জাৰ—বা অন্য যি কোনো গীৰ্জ্জাৰ তাত চৰকাৰী অৱস্থিতি নোহোৱা হ'ল।

মই পূব ৰোমান সাম্ৰাজ্যৰ উল্লেখ কৰিছোঁ; তথাপি ৰোমৰ লগত ইয়াৰ খুব কমেইহে সংশ্ৰৱ আছিল। আনকি তেওঁলোকে ব্যৱহাৰ কৰা ভাষাটোও আছিল গ্ৰীক্‌হে, লেটিন নহয়। ইয়াক একপ্ৰকাৰ আলেকজেণ্ডাৰৰ গ্ৰীক্ সাম্ৰাজ্যখনৰে প্ৰায় ক্ৰমানুবৰ্ত্তন বুলি ধৰিব পৰা যায়। পশ্চিম ইউৰোপৰ লগত ইয়াৰ সম্পৰ্ক আছিল নিচেই কম, যদিওবা ইয়াৰপৰা পশ্চিমীয়া দেশবোৰ মুক্ত হোৱাৰ অধিকাৰ ই বহু কাললৈকে গ্ৰাহ্য কৰা নাছিল। তথাচ পূবৰ সাম্ৰাজ্যখনে 'ৰোমান' শব্দটো খামুচি ধৰিলে আৰু মানুহবোৰকো 'ৰোমান' বোলা হ'ল, যেন এই শব্দটোত কিবা এটা যাদুহে আছে। ইয়াতকৈও অভিনৱ হ'ল এয়ে যে সাম্ৰাজ্যৰ মুখ্যস্থানৰ পৰা পদস্খলিত হোৱা সত্বেও ৰোম চহৰখনৰ সন্মান হানি নহ'ল। আনকি ইয়াক জয় কৰিবলৈ ওলাই চহৰৰ প্ৰতি সশ্ৰদ্ধ হৈ চলিল। মহান নাম এটাৰ শক্তি এনেকুৱাই, আদৰ্শৰ শক্তি এনেই।

সাম্ৰাজ্যখন হেৰুৱাই ৰোমে নতুন সাম্ৰাজ্য এখন বনোৱাত লাগি গ'ল; কিন্তু

---

* কামাল পাছা ঢুকায়।

ই হ'ল বেলেগ ধৰণৰ সাম্রাজ্য। প্ৰবাদ আছে, যে যীশুৰ শিষ্য পীটাৰে ৰোমলৈ আহিছিল আৰু তাৰ প্ৰথম বিছপ হলহি। বহুতো খ্ৰীষ্টানৰ বোধ হ'ল যে ই ৰোমক পৱিত্ৰ কৰি তুলিলে আৰু ৰোমৰ বিছপ্ৰিথনক বিশেষ গুৰুত্ব প্ৰদান কৰিলে। আৰম্ভণিতে ৰোমৰ বিছপজন যে অন্যান্য বিছপৰ পৰা বিভিন্ন আছিল, তেনে নহয়; কিন্তু সম্রাটজন কনষ্টাণ্টিনোপললৈ গুচি যোৱাৰ পিচত তেওঁৰ গুৰুত্ব সমধিক হৈ উঠিল। তেতিয়া তেওঁক তল পেলাব পৰা কোনো নোহোৱা হ'ল আৰু পীটাৰৰ গাদীৰ উত্তৰাধিকাৰী হিচাপে তেওঁ বিছপসকলৰ মাজত অগ্ৰগণ্য বুলি বিবেচিত হ'ল। পিচত তেওঁ 'পোপ' বুলি অভিহিত হ'ল। তুমি জানাই যে পোপসকল আজিলৈকে বৰ্ত্তি আছে; তেওঁলোকেই হ'ল ৰোমান কেথলিক গীৰ্জ্জাৰ মুখিয়াল।

কৌতুহলেৰে লক্ষ্য কৰিব লগা বিষয় এয়ে যে ৰোমান কেথলিক আৰু গ্ৰীক্ অৰ্থডক্স গীৰ্জ্জাৰ মাজত ভেদাভেদৰ অন্যতম কাৰণ হ'ল মূৰ্ত্তিৰ উপাসনা। ৰোমান গীৰ্জ্জাই নিজস্ব ঋষি-মুনিসকলৰ—বিশেষকৈ যীশুৰ মাতৃ মেৰীৰ—মূৰ্ত্তি-উপাসনাৰ পৃষ্ঠপোষকতা কৰে; আনহাতে অৰ্থডক্স গীৰ্জ্জাই এনে কৰাত ঘোৰ আপত্তি দৰ্শায়।

উত্তৰৰ জনজাতিবোৰৰ মুখিয়ালসকলে কেবা পুৰুষো ধৰি ৰোম দখল কৰি ৰাখে আৰু তাৰ ওপৰত শাসন চলায়। কিন্তু তেওঁলোকেও মাজে-সময়ে কনষ্টাণ্টিনোপলৰ সম্রাটৰ সৰ্ব্বময় প্ৰভুত্ব মানি লৈছিল। ইতিমধ্যে ধৰ্ম্মৰ মুখিয়াল স্বৰূপে ৰোমৰ বিছপৰ ক্ষমতা বাঢ়ি গ'ল; অৱশেষত কনষ্টাণ্টিনোপলৰ কৰ্ত্তৃত্ব উলংঘা কৰিবলৈও তেওঁ সাহ কৰিব পৰা হ'ল। মূৰ্ত্তি উপাসনাৰ প্ৰশ্নত লাগি যেতিয়া গণ্ডগোল লাগিল, তেতিয়া পোপে ৰোমক প্ৰাচ্যৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন কৰি পেলাবলৈ স্থিৰ কৰিলে। ইতিমধ্যে অৱশ্যে বহুতো ঘটনা ঘটি গ'ল; পিচত আমি এইবোৰৰ বিষয়ে কব লগা হ'ব। আৰবত ইচলাম বোলা নতুন ধৰ্ম্ম এটাৰ উত্থান হ'ল। আৰবসকলে সমগ্ৰ উত্তৰ আফ্ৰিকা আৰু স্পেইন পদদলিত কৰিলে আৰু ইউৰোপৰ বক্ষঃস্থলীও আক্ৰমণ কৰিবলৈ ললে। উত্তৰ আৰু পশ্চিম ইউৰোপত নতুন নতুন ৰাষ্ট্ৰ সংগঠিত হ'ল আৰু পূবৰ ৰোমান সাম্রাজ্যখনত আৰবসকলৰ প্ৰচণ্ড আক্ৰমণ চলিল।

উত্তৰৰ জাৰ্ম্মান গোষ্ঠীৰ জনজাতি ফ্ৰাংকসকলৰ মহান অধিনায়কজনৰ ওচৰত পোপে সাহায্য প্ৰাৰ্থনা কৰিলে আৰু পিচত ফ্ৰাংকসকলৰ মুৰব্বী কাৰ্ল বা চাৰ্লছ ৰোমত সম্রাটৰূপে অভিষিক্ত হ'ল। ই হ'ল এখন একেবাৰে নতুন সাম্রাজ্য বা ৰাষ্ট্ৰ; কিন্তু তেওঁলোকে ইয়াৰ নামকৰণ কৰিলে "ৰোমান সাম্রাজ্য" বুলি আৰু পিচলৈ "পৱিত্ৰ ৰোমান সাম্রাজ্য" বুলি। ৰোমান নোহোৱাকৈ সাম্রাজ্য এখনৰ কথা তেওঁ-লোকে ভাবিবই নোৱাৰা হ'ল আৰু শ্বাৰ্লেমন বা মহান চাৰ্লছৰ (যি নামে তেওঁ আখ্যাত হৈছিল) ৰোমৰ লগত সংশ্ৰৱ বৰ কমেই আছিল যদিও তেওঁ হৈ পৰিল সম্রাট, ছীজাৰ আৰু অগষ্টাচ। নতুন সাম্রাজ্যখন পুৰণিখনৰে ক্ৰমানুৱৰ্ত্তন হিচাপে পৰিগণিত হ'ল; কিন্তু ইয়াৰ নামটোৰ লগত আৰু এটা শব্দ যুক্ত হ'ল; ই হ'ল "পৱিত্ৰ"। ই পৱিত্ৰ হ'ল এই কাৰণেই যে ই আছিল এখন বিশেষভাৱে খৃষ্টান সাম্রাজ্য; পোপ হ'ল ইয়াৰ পিতৃদেৱতা।

আদৰ্শত অদ্ভুত জোৰ তুমি পুনৰ্ব্বাৰ উপলব্ধি কৰিব পাৰিলা। মধ্য

ইউৰোপত বসতি কৰা ফ্ৰাঙ্ক বা জাৰ্ম্মান এজনো হ'ল "ৰোমান" সম্ৰাট। এই পৱিত্ৰ সাম্ৰাজ্যৰ ভৱিষ্যত বুৰঞ্জী ইয়াতকৈও অদ্ভুত। সাম্ৰাজ্য হিচাপে ইয়াৰ তেনেই ছাঁটোহে অৱশেষ ৰলগৈ। যিস্থলত কনষ্টাণ্টিনোপলৰ পূব ৰোমান সাম্ৰাজ্যখন ৰাষ্ট্ৰ হিচাপে বৰ্ত্তি থাকিল, তেনেস্থলত পশ্চিমীয়া সাম্ৰাজ্যখন সালবদল আৰু অদৃশ্য হৈও মাজে-সময়ে একো একোবাৰ ভুমুকিয়াই থাকিল। আচলতে ই আছিল ৰোমান নাম আৰু খৃষ্টান গীৰ্জ্জাৰ মহিমাৰ ওপৰত নিৰ্ভৰ কৰি চলি থকা এক প্ৰেতাত্মা—ভৌতিক সাম্ৰাজ্য। ই হ'ল বাস্তৱৰ প্ৰায় পৰশ নপৰা কল্পনাৰ সাম্ৰাজ্য। কোনোবা এজনে —মোৰ অনুমান, ভল্টাৰে—এই পৱিত্ৰ ৰোমান সাম্ৰাজ্যখনক আখ্যা দিছিল এনে এটা বস্তু বুলি যিটো পৱিত্ৰও নহয়, ৰোমানো নহয়, সাম্ৰাজ্যও নহয়। ঠিক যিদৰে কেনোবা কোনোবাই ভাৰতীয় চিভিল চাৰ্ভিছক (দুৰ্ভাগ্যবশতঃ এই দেশত আমি যিটোৰদ্বাৰা এতিয়াও বাধাগ্ৰস্ত হৈ আছো) সংজ্ঞাবন্ধ কৰিছিল "ভাৰতীয়ও নহয়, চিভিলো নহয় আৰু চাৰ্ভিছো নহয়" বুলি।

সি যিয়েই নহওক লাগে, এই ভুতবিশিষ্ট পৱিত্ৰ ৰোমান নামত হ'লেও অন্ততঃ এহেজাৰ বছৰ চলি থাকিল। মাথোন এশমান বছৰৰ কিঞ্চিৎ পূৰ্ব্বে নেপোলিয়নৰ সময়তহে ইয়াৰ একেবাৰে অৱসান ঘটিল। ইয়াৰ অবসান বৰ মন কৰিব লগা কিম্বা অভিনৱ নাছিল। বৰঞ্চ বৰ কম সংখ্যক লোকেহে তাৰ প্ৰতি চকু দিছিল; কিয়নো আচলতে বহু কালৰ পৰাই ই অবৰ্ত্তমান হৈ আছিল। যি কি নহওক, প্ৰেতাত্মাক অৱশেষত সমাধিস্থ কৰা হ'ল; যদিওবা চূড়ান্তভাৱে নহ'ল; কিয়নো 'কাইজাৰ' 'জাৰ' প্ৰভৃতি বেলেগ বেশ-ভূষাত ইয়াৰ আকৌ উত্থান হ'ল। এইবোৰৰো বৌচ ভাগকে চৈধ্য বছৰৰ পূৰ্ব্বে শেষ হোৱা মহাযুদ্ধত ধৰাশায়ী কৰা হ'ল।

## ৩৪

## বিশ্ব-ৰাষ্ট্ৰৰ আদৰ্শ

২৫ এপ্ৰিল, ১৯৩২

এই চিঠিবোৰ লেখি তোমাক মই প্ৰায়েই ক্লান্ত আৰু বিভ্ৰান্ত কৰি দিওঁ যেন শঙ্কা হৈছে। বিশেষকৈ ৰোমান সাম্ৰাজ্য সম্পৰ্কীয় মোৰ শেষত দুখন চিঠি নিশ্চয় তোমাৰ পক্ষে পৰীক্ষাৰ নিচিনা হৈছে। হেজাৰ হেজাৰ বছৰৰ মাজেদি হেজাৰ হেজাৰ মাইলৰ ব্যৱধান লঙ্ঘি মই পিচুৱাই আৰু আগুৱাই গলোঁ আৰু মই যদি তোমাৰ মনত কিবা খেলি-মেলি লগালোঁ, তেন্তে দোষ তেনেই মোৰে। ভগ্নোদ্যম নহবা; পঢ়ি যোৱা, কোনোবা ঠাইত মই কোৱা কিবা কথা যদি তুমি অনুধাৱন কৰিব পৰা নাই, তেন্তে তাক লৈ বিব্ৰত নহবা। পঢ়ি গৈ থাকা। তোমাক বুৰঞ্জী শিকাবৰ উদ্দেশ্যে এই চিঠিবোৰ লেখা হোৱা নাই; এইবোৰ হ'ল তোমাক বুৰঞ্জীৰ ৰেঙনি যোগাবৰ বাবে আৰু তোমাৰ জিজ্ঞাসাপ্ৰৱণতা জগাই তুলিবৰ বাবে।

ৰোমান সাম্ৰাজ্যবোৰ লৈ নিশ্চয় কিছু ক্লান্ত হৈ পৰিছা। মই স্বীকাৰ কৰো,

মগো ক্লান্ত হৈ পৰিছোঁ। কিন্তু সেইবোৰৰ অলপ-অচৰপ আজিও আমি সহ্য কৰিব লাগিব আৰু তাৰ পিচত কিছু সময়লৈ আমি সেইবিলাকৰপৰা বিদায় লব পাৰিম।

তুমি জানা যে আজিকালি জাতীয়তাবাদ আৰু দেশাত্মবোধ—স্বদেশ প্ৰেম—সম্বন্ধে বহুতো কথা শুনা যায়। আজি ভাৰতত আমাৰ প্ৰায় সকলোৱেই ঘোৰ জাতীয়তাবাদী। এই জাতীয়তাবাদটো বুৰঞ্জীত এটা তেনেই নতুন কথা। ইয়াৰ আৰম্ভণি আৰু ক্ৰমবৃদ্ধি আমি কিজানি এই চিঠিবোৰত প্ৰসঙ্গক্ৰমে অধ্যয়ন কৰিব পাৰিম। ৰোমান সাম্ৰাজ্যবোৰৰ দিনত এনে অনুভূতি প্ৰায় নাছিলেই। সাম্ৰাজ্যখন পৰিগণিত হৈছিল পৃথিৱী শাসন কৰা এখন ডাঙৰ ৰাষ্ট্ৰ বুলি। গোটেইখন জগত শাসন কৰা সাম্ৰাজ্য বা ৰাষ্ট্ৰ এখন কদাপি ওলোৱা নাছিল; কিন্তু ভূগোলৰ অজ্ঞতা হেতু আৰু দীঘলীয়া দূৰত্ব লঙ্ঘি যাতায়াত বা পৰ্য্যটন কৰাৰ বিষম বাধা হেতু অতীত কালত মানুহে কেতিয়াবা কেতিয়াবা এনে এখন ৰাষ্ট্ৰ থকা বুলি ভাবিছিল। এনেদৰেই ইউৰোপ আৰু ভূমধ্যসাগৰৰ আশে-পাশে ৰোমান ৰাষ্ট্ৰখনক—ই আনকি সাম্ৰাজ্য হবলৈ নৌ পাওঁতেই—একপ্ৰকাৰ এখন উচ্চতৰ ৰাষ্ট্ৰ বুলি আৰু অন্যান্য সকলোবোৰকে ইয়াৰ আজ্ঞাবাহী বুলি ধৰা হৈছিল। ইয়াৰ গৰিমা ইমানেই বেচি আছিল যে এচিয়া মাইনৰৰ গ্ৰীক্ ৰাষ্ট্ৰ পেৰ্গামাম আৰু মিছৰৰ নিচিনা কিছুমান দেশক সেইবোৰৰ শাসনকৰ্ত্তাসকলে সঁচাকৈয়ে ৰোমান জাতিৰ হাতত অৰ্পণ কৰিছিল। তেওঁলোকৰ বোধ হৈছিল, ৰোম সৰ্ব্বশক্তিমান আৰু অপৰাজেয়। তথাচ, মই তোমাক কৈয়েই আহিছোঁ যে গণৰাজ্য হিচাপেই হওক বা সাম্ৰাজ্য হিচাপেই হওক, ৰোমে ভূমধ্যসাগৰীয় দেশ কেইখনতকৈ অধিক একোতে কাহানিও কৰ্তৃত্ব খটুওৱা নাছিল। উত্তৰ ইউৰোপৰ বৰ্ব্বৰহঁতে ইয়াৰ ওচৰত সেও মনা নাছিল আৰু ইও সিঁহতৰ প্ৰতি বিশেষ নজৰ ৰখা নাছিল। ৰোমৰ কৰ্তৃত্বৰ পৰিসৰ যিমানেই নহওক লাগিলে, ইয়াৰ অন্তৰালত আছিল বিশ্ব-ৰাষ্ট্ৰৰ আদৰ্শ আৰু প্ৰতীচ্যত সেইকালৰ বেচি ভাগ লোকেই এই আদৰ্শ গ্ৰাহ্য কৰি লৈছিল। এই কাৰণেই ৰোমান সাম্ৰাজ্যবোৰ ইমান দিন তিষ্ঠিল আৰু আনকি যেতিয়া সেইবোৰ অন্তঃসাৰশূন্য হৈ পৰিল, তেতিয়াও তাৰ নাম বা সন্মান মহৎ হৈয়ে ৰল।

ডাঙৰ ৰাষ্ট্ৰ এখনে পৃথিবীৰ অৱশিষ্ট অংশৰ ওপৰত আধিপত্য খটুওৱা এই ভাবাদৰ্শ ৰোমৰে আছুতীয়া সম্পদ নাছিল। অতীত কালত চীন আৰু ভাৰততো আমি এইটো লক্ষ্য কৰিবলৈ পাওঁ। তুমি জানাই যে চীনা ৰাষ্ট্ৰখন কাস্পিয়ান সাগৰলৈকে বিস্তৃত হৈ সময়ে সময়ে ৰোমান সাম্ৰাজ্যতকৈও বৃহত্তৰ হৈ পৰিছিল। চীনা সম্ৰাটজনক—তেওঁক "স্বৰ্গদেও" বোলাই হৈছিল—চীনাসকলে সাৰ্ব্বজনীন কৰ্ত্তা জ্ঞান কৰিছিল। গণ্ডগোল লগোৱা আৰু সম্ৰাটক উলাই কৰা জনজাতি বা জনগোষ্ঠী যে আছিল, সেইটো সঁচা; কিন্তু ৰোমানসকলে উত্তৰ ইউৰোপীয়সকলক "বৰ্ব্বৰ" বোলাৰ দৰেই এইবোৰো আছিল চীনাসকলৰ মানত "বৰ্ব্বৰ"।

ঠিক সেইদৰেই ভাৰততো অতি পুৰণি কালৰ পৰাই তুমি তথাকথিত সাৰ্ব্বজনীন ৰজাসকলৰ—চক্ৰৱৰ্ত্তী ৰজাসকলৰ—উল্লেখ পাবা। বিশ্ব সম্বন্ধে তেওঁলোকৰ ধাৰণা অৱশ্যে বৰ সীমাবদ্ধ আছিল। ভাৰত দেশখনেই ইমান বৃহৎ যে ইয়েই তেওঁলোকৰ ওচৰত বিশ্ব যেন হ'ল আৰু ভাৰতৰ ওপৰত সৰ্ব্বময় প্ৰভুত্ব খটুৱাব পাৰিলে

তেওঁলোকে বিশ্বত ওপৰতে সৰ্ব্বময় প্ৰভুত্ব খটুওৱা যেন পাইছিল। বাহিৰত বৈ যোৱা আনবোৰ হ'ল "বৰ্ব্বৰ"—ম্লেচ্ছ। কাল্পনিক ভৰত (যি আমাৰ দেশখনক তেওঁৰ নামটো—ভাৰতবৰ্ষ—দিলে বুলি ভবা হয়) এনে এজন চক্ৰৱৰ্ত্তী ৰজা আছিল বুলি প্ৰবাদ আছে। মহাভাৰতৰ মতে যুধিষ্ঠিৰ আৰু তেওঁৰ ভ্ৰাতৃবৃন্দই বিশ্ব-প্ৰভুত্বৰ অৰ্থে যুঁজিছিল। অশ্বমেধ—ঘোঁৰা বলি দিয়াৰ ডাঙৰ যজ্ঞটো—আছিল বিশ্বজোৰা সাম্ৰাজ্যৰ প্ৰত্যাহ্বান আৰু প্ৰতীক। অশোকে আগতে বোধ হয় ইয়াৰ লালসা কৰিছিল। পিচত অনুশোচনাত জৰ্জ্জৰিত হৈ সমস্ত যুদ্ধ-বিগ্ৰহ বন্ধ কৰি দিলে। পিচলৈ ভাৰতৰ অন্যান্য সাম্ৰাজ্যবাদী ৰজাও তুমি লক্ষ্য কৰিবলৈ পাবা, যেনে গুপ্তসকল। তেওঁলোকেও একে লালসাকে কৰিছিল।

তুমি এনেকৈয়ে দেখা পাবা যে অতীজ কালত মানুহে সময়ে সময়ে সাৰ্ব্বজনীন ৰজা আৰু বিশ্ব-ৰাষ্ট্ৰৰ অনুক্ৰমে চিন্তা কৰিছিল। বহুকালৰ পিচত আহিল জাতীয়তাবাদ আৰু নতুন এবিধ সাম্ৰাজ্যবাদ আৰু এই দুয়োটাই লগ লাগি জগতৰ অশেষ ক্ষতি সাধিলে। আজি বিশ্ব-ৰাষ্ট্ৰ এখনৰ কথা আকৌ শুনা গৈছে। ই এখন বিৰাট সাম্ৰাজ্য নহয় বা ইয়াৰ এজন সাৰ্ব্বজনীন ৰজাও নহয়; ই হল একপ্ৰকাৰ বিশ্ব-গণৰাজ্য যি এটা জাতি, জনগোষ্ঠী বা শ্ৰেণীৰদ্বাৰা আনটোৰ শোষণ বাৰণ কৰিব পাৰিব। অদূৰ ভৱিষ্যতত এনে ধৰণৰ কিবা এটা হৈ উঠিব নে নাই, সেইটো কোৱা টান। কিন্তু পৃথিৱীখন বেয়াৰ ফালেদিহে গৈছে আৰু ইয়াৰ বিকাৰৰ পৰা পৰিত্ৰাণ লভাৰ আন কোনো পন্থা নাই যেন দেখা গৈছে।

মই বাৰম্বাৰ উত্তৰ ইউৰোপৰ "বৰ্ব্বৰ"সকলৰ উল্লেখ কৰিছোঁ। তেওঁলোকক ৰোমানসকলে সেইমতে আখ্যা দিছিল হেতুকেহে মই এই শব্দটো প্ৰয়োগ কৰিছো। মধ্য এচিয়াৰ অঘৰী বা অন্যান্য জাতিবৰ্গৰ দৰে এই মানুহবোৰ ৰোম বা ভাৰতত থকা তেওঁলোকৰ প্ৰতিবেশীসকলতকৈ নিশ্চয় কম সভ্য আছিল; কিন্তু তেওঁলোক আছিল বৰ তেজস্বী, কাৰণ তেওঁলোকে মুকলি বায়ু সেৱন কৰা জীৱন যাপন কৰিছিল। পিচত তেওঁলোক খৃষ্টান হ'লগৈ। আনকি যেতিয়া তেওঁলোকে ৰোম অধিকাৰ কৰিলে, তেতিয়াও তেওঁলোক সচৰাচৰ নিৰ্দ্দয় শত্ৰুৰ দৰে অহা নাছিল। উত্তৰ ইউৰোপৰ অধুনাতম জাতিবৰ্গ—গথ, ফ্ৰাংক প্ৰভৃতি এই "বৰ্ব্বৰ" জনজাতিবোৰৰ পৰাই ওলোৱা।

তোমাক মই ৰোমান সম্ৰাটসকলৰ নাম যোগোৱা নাই। তেওঁলোকৰ হেজাৰ গণ্ডা আছে। দুই-এজন বাদে তেওঁলোক আছিল খুবেই বেয়া। কিছুমান আছিল অধম পাষণ্ড। তুমি নিশ্চয় নেবোৰ নাম শুনিছা; কিন্তু আৰু বহুতো তেওঁতকৈও বেয়া। ইৰীন নামে এগৰাকী নাৰীয়ে নিজে সম্ৰাজ্ঞী হবৰ বাবে সম্ৰাট হৈ থকা নিজৰ পুতেকজনকে বধ কৰিছিল। এইটো ঘটিছিল কনষ্টাণ্টিনোপলত।

ৰোমান এজন সম্ৰাট হ'লে আন সকলোবোৰৰ মাজত জিলিকি উঠিছিল। তেওঁৰ নাম হ'ল মাৰ্কাছ অৰেলিয়াচ এণ্টনিয়াচ। তেওঁ দাৰ্শনিক বুলি প্ৰতীত হৈছিল। তেওঁৰ চিন্তা-ভাৱনাখিনি সংগ্ৰহ কৰি ৰখা এখন কিতাপ অধ্যয়ন কৰিবলগীয়া। মাৰ্কাছ অৰেলিয়াচৰ ওলোটা খৰ দিবলৈকে হবলা, তেওঁৰ পিচত

সিংহাসন আৰোহণ কৰা তেওঁৰ পুতেকজন হ'ল ৰোমে উৎপন্ন কৰা নিকৃষ্টতম পাষণ্ডহ'তৰ ভিতৰৰে এটা।

ৰোমান সাম্রাজ্যৰ প্ৰথম তিনি শ বছৰ ধৰি ৰোম আছিল প্ৰতীচ্য জগতৰ কেন্দ্ৰ। ই নিশ্চয় আছিল সুবৃহৎ দালানেৰে সুশোভিত এখন বিৰাট চহৰ। সাম্রাজ্যৰ সকলো ফালৰপৰা, আনকি বাহিৰৰ পৰাও, ইয়ালৈ নিশ্চয় জনসমাগম হৈছিল। দুৰ্ণিৰ দেশবোৰৰপৰা অসংখ্য জাহাজে কঢ়িয়াই আনিছিল মনোহৰ সামগ্ৰী —দুষ্প্ৰাপ্য খাদ্য আৰু দুৰ্লভ পণ্য। কথিত আছে যে লোহিত সাগৰৰ পাৰৰ মিছৰীয় বন্দৰ এটাৰপৰা প্ৰতি বছৰে ১২০ খন জাহাজ ভাৰতলৈকো আহিছিল। মৌচুমী বায়ুৰ সুবিধা ল'ব পৰাকৈ ঠিক সময় মতে এই জাহাজবোৰ ওলাই গৈছিল আৰু এই বায়ুৱে সেইবোৰক অশেষ সহায়তাও কৰিছিল। সাধাৰণতঃ জাহাজবোৰ দক্ষিণ ভাৰতলৈকে গৈছিল। দুৰ্ম্মূল্য বস্তুবোৰ বোজাই কৰি সেইবোৰ মিছৰলৈ ঘূৰি আহিছিল আকৌ সেই প্ৰবাহমান বায়ুৰ সহায়ত। মিছৰৰপৰা স্থল পথেদি আৰু সাগৰেদিও বস্তুবোৰ ৰোমলৈ পঠাই দিয়া হৈছিল।

পিচে, এই সমস্ত বেহা-বেপাৰ আছিল প্ৰধানতঃ ধনীসকলৰ কল্যাণৰ অৰ্থেহে। দুই-একৰ লাহ-বিলাহৰ অন্তৰালত আছিল অনেকৰ দাৰিদ্ৰ্য। তিনি শ বছৰৰো ওপৰ কাল ধৰি ৰোম আছিল পাশ্চাত্যত সৰ্ব্বশক্তিমান। পিচত যেতিয়া কন্ষ্টাণ্টি-নোপল্ প্ৰতিষ্ঠিত হ'ল, তেতিয়া ৰোমে তাৰ লগত আধিপত্য ভগাই ললে। কৌতুকৰ বিষয় যে প্ৰাচীন গ্ৰীচে অতি কম সময়ৰ ভিতৰতে কৰিব পৰাৰ দৰে এই দীঘলীয়া সময়ছোৱাৰ ভিতৰত ৰোমে চিন্তা-জগতত ডাঙৰ একো সাধিব নোৱাৰিলে। বৰঞ্চ বহু বিষয়ত ৰোমান সভ্যতাক হেলেনী সভ্যতাৰ ক্ষীণ ছায়া যেনহে দেখি। এটা বিষয়ত হ'লে ৰোমানসকলে ডাঙৰ নেতৃত্ব যোগাব পাৰিছিল বুলি গণ্য কৰা হয়। সি হ'ল আইন। আনকি এতিয়াও পশ্চিমত আইনজ্ঞসকলে ৰোমান আইন শিকিব লগা হয়; কাৰণ ইউৰোপীয় বিধি-বিধানৰ অধিকাংশৰ ভিত্তি ৰোমান আইন বুলি ধৰা যায়।

বৃটিছ সাম্রাজ্যখনকো সময়ত ৰোমান সাম্রাজ্যৰ লগত ৰিজোৱা হয়। সাধাৰণতঃ ইংৰাজসকলেই তেনে কৰে আৰু কৰি নিজে পৰম প্ৰসাদো লাভ কৰে। সমূহ সাম্রাজ্যই হ'ল কম-বেচি পৰিমাণে একে ধৰণৰ। বহুতক শোষণ কৰি সেই-বোৰে গা-গাবি বঢ়ায়। কিন্তু ৰোমান আৰু ইংৰাজ জাতিৰ ভিতৰত আন এটা বৰ ডাঙৰ সাদৃশ্য আছে, তেওঁলোক উভয়ে হ'ল সম্পূৰ্ণ কল্পনা-শক্তি চালিত। স্বয়ম্ভু আৰু আত্মপ্ৰসন্ন হৈ, তেওঁলোকৰ হিতাৰ্থেই পৃথিৱীখনৰ সৃষ্টি হ'ল বুলি দৃঢ় বিশ্বাস কৰি, তেওঁলোকে নিঃসংশয়ে আৰু নিৰ্ব্বিঘ্নে জীৱনৰ বাটত আগুৱাই গৈছে।

# ৩৫

# পাৰ্থিয়া আৰু ছাছানিদসকল

২৬ এপ্ৰিল, ১৯৩২

পৃথিৱীৰ অন্যান্য অংশত এভুমুকি মাৰিবৰ অৰ্থে আমি এতিয়া ৰোমান সাম্ৰাজ্য আৰু ইউৰোপ এৰি থৈ আহোঁহক। এচিয়াত কি ঘটিছিল, সেইটো আমি লক্ষ্য কৰিব লাগিব; ভাৰত আৰু চীনৰ আখ্যানৰো ক্ৰম ধৰিব লাগিব। বিদিত বুৰঞ্জীৰ দিগ্বলয়ত এতিয়া অন্যান্য দেশো উদিত হ'ল আৰু সেইবোৰৰ বিষয়েও আমি কিছু বিবৃত কৰিব লাগিব। অধিকন্তু, আমি আগুৱাই যোৱাৰ লগে লগে ইমানবোৰ বিভিন্ন দেশৰ বিষয়ে ইমান বেচি কথা কব লগা হব যে মই হতাশ হৈ এই কাৰ্য্যভাৰ এৰি পেলোৱাৰো সম্ভাৱনা আছে।

মোৰ চিঠিবোৰৰ কোনোৰ এখনত পাৰ্থিয়াৰ বাকাৰা যুদ্ধক্ষেত্ৰত ৰোমান গণ-ৰাজ্যৰ সৈন্য বাহিনীৰ বিষম পৰাজয় ঘটাৰ মই উল্লেখ কৰিছিলোঁ। পাৰ্থিয়ানসকলৰ বিষয়ে, এতিয়া য'ত পাৰস্য আৰু মেচোপটেমিয়া আছে, তাতে তেওঁলোকে কেনেকৈ ৰাষ্ট্ৰ এখন গঠন কৰি লৈছিল, সেই বিষয়ে তেতিয়া ব্যাখ্যা দিবলৈ মই আহৰি উলিওৱা নাছিলোঁ। তোমাৰ মনত আছে যে আলেকজাণ্ডাৰৰ পিচত তেওঁৰ সৈন্যাধ্যক্ষ চেলিউকচ আৰু তেওঁৰ বংশধৰসকলে ভাৰতৰ পৰা ধৰি পশ্চিমে এচিয়া মাইনৰলৈকে বিস্তীৰ্ণ হৈ থকা সাম্ৰাজ্য এখনত শাসন নিৰ্ব্বাহ কৰিছিল। তেওঁলোক প্ৰায় তিনি শ বছৰ বৰ্ত্তি থাকিল। অৱশেষত তেওঁলোকক মধ্য এচিয়াৰ জনজাতি এটাই খেদি পঠালে। এইটোকে পাৰ্থিয়ান বোলা হয়। পাৰস্য বা পাৰ্থিয়াত (যি নামেৰে ই অভিহিত হৈছিল) থকা এই পাৰ্থিয়ানসকলেই গণৰাজ্যৰ শেষ সময়ছোৱাত ৰোমান-সকলক পৰাস্ত কৰিছিল। তাৰ পিচত যি সাম্ৰাজ্য প্ৰতিষ্ঠিত হ'ল, সিও পাৰ্থিয়ান-সকলক পুনৰাকৈ পৰাভূত কৰাত কৃতকাৰ্য্য হোৱা নাছিল। আঢ়ৈ শতাব্দী জুৰি তেওঁলোকে পাৰ্থিয়া শাসন কৰিলে। অৱশেষত আভ্যন্তৰীণ ৰাষ্ট্ৰবিপ্লৱ এটাৰ ফলত তেওঁলোক ভাগি যাবলৈ বাধ্য হ'ল। পাছীৰ্য়সকলে নিজেই তেওঁলোকৰ বৈদেশিক শাসকবৰ্গৰ বিৰুদ্ধে মূৰ দাঙি উঠিল আৰু তেওঁলোকৰ ঠাইত নিজ জাতি আৰু ধৰ্ম্মৰ এজন লোকক অধিষ্ঠিত কৰিলে। এইজনেই হ'ল প্ৰথম আৰ্দ্দেছিৰ। তেওঁৰ বংশকে ছাছানিদ ফৈদ বোলা হয়। আৰ্দ্দেছিৰ আছিল জৰৱাষ্ট্ৰীয়ানী ধৰ্ম্মৰ এজন উৎসাহী পৃষ্ঠপোষক। তোমাৰ মনত থাকিব পাৰ যে পাছীৰ্য়সকলৰ ধৰ্ম্ম আছিল এইটোৱেই। আৰ্দ্দেছিৰ অন্যান্য ধৰ্ম্মৰ প্ৰতি বৰ বেচি সহনশীল নাছিল। ছাছানিদ আৰু ৰোমান সাম্ৰাজ্যৰ মাজত প্ৰায় সততে যুদ্ধ চলি আছিল। ছাছানিদসকলে আনকি ৰোমান সম্ৰাট এজনকো বন্দী কৰিছিল। কেবাটাও উপলক্ষত পাছীৰ্য় সৈন্যবাহিনী প্ৰায় কনষ্টাণ্টিনোপল্ পাইছিলগৈ এবাৰ তেওঁলোকে মিছৰো দখল কৰিছিল। ছাছানিদ সাম্ৰাজ্য ঘাইকৈ উল্লেখযোগ্য আছিল জৰৱাষ্ট্ৰীয়ানী মতৰ অনুকূলে ধৰ্ম্মনিষ্ঠাৰ হেতু। সপ্তম শতাব্দীত যেতিয়া ইচলামৰ অভ্যুদয় হ'ল, তেতিয়া সি একাধাৰে ছাছানিদ সাম্ৰাজ্য আৰু তাৰ

চৰকাৰী ধৰ্ম্মৰ দফা ৰফা কৰিলে। এই পৰিৱৰ্ত্তনটোৰ বাদে আৰু নিৰ্য্যাতিত হোৱাৰ ভয়ত বহুতো জৰৰাষ্ট্ৰীয়ানীয়ে স্বদেশ এৰিবলৈ থিৰাং কৰিলে। তেওঁলোক ভাৰতলৈ আহিল। আশ্ৰয়প্ৰাৰ্থী আন সমস্তক আদৰি লোৱাৰ দৰে ভাৰতেও তেওঁলোকক আদৰি ললে। বৰ্ত্তমান ভাৰতৰ পাৰ্ছীয়সকল এই জৰৰাষ্ট্ৰীয়ানীসকলৰে বংশধৰ।

বিভিন্ন ধৰ্ম্মৰ প্ৰতি কৰা ব্যৱহাৰ সংক্ৰান্তত ভাৰতৰ লগত অন্যান্য দেশৰ তুলনা কৰাটো বৰ কৌতুকপূৰ্ণ—বৰং আশ্চৰ্য্যকৰ। অতীতত বেচি ভাগ ঠাইতে—বিশেষকৈ ইউৰোপত—তুমি দেখিবা, যিসকলে আনুষ্ঠানিক ধৰ্ম্মমত অৱলম্বন নকৰে, তেওঁলোক সকলোৰে প্ৰতি অসহিষ্ণুতা আৰু নিৰ্য্যাতন। বাধ্যবাধকতা আছিল প্ৰায় সকলো ঠাইতে। ইউৰোপত মাৰাত্মক 'ইন্‌কুইজিশ্যন' আৰু তথাকথিত ডাকিনীবোৰ পোৰাৰ বিষয়ে তুমি পঢ়িবলৈ পাবা। কিন্তু ভাৰতত অতীজ কালত আছিল প্ৰায় পূৰা সহিষ্ণুতা। পাশ্চাত্যত বিভিন্ন ধৰ্ম্ম-সম্প্ৰদায়ৰ মাজত চলা সহিংস বিবাদবোৰৰ তুলনাত হিন্দু আৰু বৌদ্ধ ধৰ্ম্মৰ ভিতৰত থকা চুৰ্চুৰীয়া বিবাদ একোৱেই নহয়। এই কথা আমি মনত ৰখা উচিত; কিয়নো দুৰ্ভাগ্যবশতঃ আমি অলপতে ধৰ্ম্মমূলক আৰু সাম্প্ৰদায়িক গণ্ডগোলৰ সন্মুখীন হৰ লগা হৈছোঁ আৰু বুৰঞ্জী সম্বন্ধে অনবহিত কোনো কোনো লোকে ভাৰতৰো দশা যুগ-যুগান্ত ধৰি এনেই আছিল বুলি ধৰি লৈছে। এই ধাৰণা সমূলণে ভ্ৰান্ত। এনে ধৰণৰ গন্দগোলবোৰৰ অলপতেহে উত্থান হৈছে। তুমি দেখিবা যে ইচলামৰ প্ৰাদুৰ্ভাৱ হোৱাৰ পিচত বহু শত বছৰ ধৰি মুছলমানসকলে ভাৰতৰ সকলোতে তেওঁলোকৰ প্ৰতিৱেশীসকলৰ সৈতে সম্পূৰ্ণ মিলা-প্ৰীতিৰে বসতি কৰিছিল। তেওঁলোক যেতিয়া বণিক হিচাপে আহিছিল, তেতিয়া তেওঁলোকক আদৰি অনা হৈছিল আৰু বসবাস কৰিবলৈ উদগণি যোগোৱা হৈছিল। কিন্তু মই আগুৱাই গৈছো।

সেইদৰেই, কেই শ বছৰমানৰ পূৰ্ব্বে, নিৰ্য্যাতনৰ ফলত খৃষ্টোত্তৰ প্ৰথম শতাব্দীত ৰোমৰ ভাগি অহা বহুতো ইহুদীক সামৰি লোৱাৰ নিচিনাকৈয়ে ভাৰতে জৰৰাষ্ট্ৰীয়ানীসকলকো সাদৰে গ্ৰহণ কৰিলে।

পাৰস্যত ছাছানিদ আমোল চলি থকা কালত চিৰিয়াৰ পামীৰত সৰু মৰুভূমিময় ৰাষ্ট্ৰ এখনে ঠন ধৰি উঠিছিল আৰু ইয়াবো ক্ষণস্থায়ী গৌৰৱৰ দিন এটা আছিল। পালমীৰা হ'ল চীৰিয়া মৰুপ্ৰান্তৰ মাজভাগত অৱস্থিত এটা বেহা-বেপাৰৰ কেন্দ্ৰ। বিশাল ধ্বংসস্তূপে (যিবোৰ আজিও পৰিদৃষ্ট হয়) আমাক ইয়াৰ প্ৰকাণ্ড প্ৰকাণ্ড দালানবোৰৰ সম্ভেদ যোগায়। সেই সময়ত এই ৰাষ্ট্ৰৰ শাসক আছিল এগৰাকী নাৰী; নাম জেনবিয়া। কিন্তু তেওঁক ৰোমানসকলে ঘটুৱায়। তেওঁক শিকলি লগাই ৰোমলৈ লৈ যোৱাৰ নিচিনা অসৌজন্যসূচক কাম এটা কৰাৰ পৰাও ৰোমানসকল বিৰত নহল।

খৃষ্ট যুগৰ আৰম্ভণিত চীৰিয়া আছিল এখন সুমধুৰ দেশ। নিউ টেষ্টামেণ্টে আমাক ইয়াৰ কিছু বৃত্তান্ত যোগাইছে। কুশাসন আৰু স্বৈৰাচাৰ থকা স্বত্বেও চীৰিয়াত ডাঙৰ ডাঙৰ নগৰ আৰু ঘন জনবসতি আছিল। ডাঙৰ ডাঙৰ জলসিঞ্চনৰ ব্যৱস্থা আছিল আৰু ব্যাপক বেহা-বেপাৰ চলিছিল। কিন্তু অবিৰাম যুদ্ধ-বিগ্ৰহ আৰু

কুশাসন চলাৰ ফলত ই ছশ বছৰৰ ভিতৰত প্ৰায় বিজন প্ৰান্তত পৰিণত হল; ডাঙৰ ডাঙৰ নগৰবোৰ পৰিত্যক্ত হল আৰু পুৰণি প্ৰাসাদবোৰ ধ্বংসস্তূপলৈ ৰূপান্তৰিত হল।

ভাৰতৰপৰা বিমানেৰে যদি তুমি ইউৰোপলৈ যোৱা, তেন্তে পালমিৰা আৰু বাল্‌বাকৰ এই ধ্বংসৰাজিৰ ওপৰেদি তুমি যাব লাগিব। এতিয়া অৱৰ্ত্তমান হোৱা বেবিলন ক'ত আছিল, বুৰঞ্জীত প্ৰসিদ্ধ অন্যান্য ঠাপবোবনো ক'ত আছিল, তুমি নিজে চাব পাৰিবা।

## ৩৬

## দক্ষিণ ভাৰতে উপনিৱেশ স্থাপন কৰিলে

২৮ এপ্ৰিল, ১৯৩২

আমি বহু দূৰ গলোঁ। এতিয়া আমি ভাৰতলৈ আকৌ ঘূৰি যাওঁহক আৰু এইখন দেশত আমাৰ পূৰ্ব্বপুৰুষসকলেনো কি কৰিলে, সেইটো চোৱাৰ চেষ্টা কৰা যাওক। পুৰুষপুৰ বা পেছোৱাৰত ৰাজধানী পাতি সমগ্ৰ উত্তৰ ভাৰত আৰু মধ্য এচিয়াৰ সুবৃহৎ অংশ এটা সামৰি লৈ গঠিত হোৱা বিৰাট বৌদ্ধ ৰাষ্ট্ৰখন—কুশান সকলৰ প্ৰত্যন্ত সাম্ৰাজ্যখনৰ—কথা তোমাৰ মনত থাকিব পায়। তোমাৰ বোধ হয় এইটোও মনত আছে যে এই সময়তে ভাৰতৰ দক্ষিণত ইখন সাগৰৰপৰা সিখনলৈকে জুৰি থকা আন এখন বিশাল ৰাষ্ট্ৰ আছিল; সি হল অন্ধ্ৰ ৰাষ্ট্ৰ। প্ৰায় তিনি শ বছৰ ধৰি কুশান আৰু অন্ধ্ৰসকলৰ আধিপত্য চলিল। খৃষ্টোত্তৰ তৃতীয় শতাব্দীৰ মাজভাগত এই দুয়োখন সাম্ৰাজ্য লয়প্ৰাপ্ত হল আৰু কিছু সময়ৰ বাবে ভাৰতত কেতবোৰ সৰুসুৰা ৰাষ্ট্ৰই গঢ় ললে। এশ বছৰৰ ভিতৰতে পাটলিপুত্ৰত আন এজন চন্দ্ৰগুপ্তৰ উত্থান হল। তেওঁ আক্ৰমণাত্মক হিন্দু সাম্ৰাজ্যবাদৰ নতুন যুগ এটাৰ সূচনা কৰিলে। কিন্তু গুপ্তসকললৈ যোৱাৰ আগতে (যি নামেৰে তেওঁলোকক অভিহিত কৰা হৈছিল), ভাৰতীয় কলা আৰু সংস্কৃতিক প্ৰাচ্যৰ দূৰবৰ্তী দেশবোৰলৈ বহন কৰি নিয়া দক্ষিণৰ মহান উদ্যমৰাশিৰ প্ৰস্তাৱনাও আমি নিৰীক্ষণ কৰিব পাৰোঁ।

হিমালয় পৰ্ব্বতমালা আৰু সাগৰ দুখনৰ মাজত অৱস্থিত হোৱা মতে ভাৰতৰ আকাৰ কেনে হব, সেইটো তোমাৰ ভালদৰে জনা আছে। উত্তৰাংশ সাগৰৰপৰা বহু দূৰৈত। অতীতৰ ইয়াৰ ঘাই চিন্তা আছিল স্থল-সীমান্ত; শত্ৰু আৰু আক্ৰমণকাৰীও সেই পিনেদিয়েই আহিবলৈ লৈছিল। কিন্তু পুব, পশ্চিম আৰু দক্ষিণত আমাৰ সুদীৰ্ঘ সমুদ্ৰ-তীৰ এটা আছে আৰু কন্যাকুমাৰী বা কেপ কমৰিণৰ পুবে পশ্চিমৰ লগ লগালৈকে ভাৰত ক্ৰমান্বয়ে চিয়াঁ হৈ গৈছে। সাগৰৰ পাৰত বাস কৰা এই সকলোবোৰ মানুহ স্বাভাৱিকতে তাৰ প্ৰতি লালায়িত হৈছিল। তেওঁলোকৰ বহুতেই সমুদ্ৰ-যাত্ৰী হৈ পৰিব বুলি প্ৰত্যাশা কৰিবও পৰা যায়। পশ্চিমৰ লগত সুদূৰ-পৰাহত কালৰপৰা ধৰি দক্ষিণ ভাৰতে চলাই অহা বিপুল বেপাৰৰ বিষয়ে মই

ইতিপূৰ্ব্বে তোমাক কৈ আহিছোঁ। পুৰণি কালৰপৰাই ভাৰতত জাহাজ নিৰ্ম্মাণ শিল্প থকাটো আৰু বেপাৰৰ সন্ধানত কিম্বা দুৰ্ব্বাৰ অভিযানৰ খাতিৰত মানুহ সাগৰ পাৰ হৈ যোৱাটো একো আচৰিত কথা নহয়। গৌতম বুদ্ধই বসবাস কৰা কালতে বিজয়ে ভাৰতপৰা ওলাই গৈ সিংহল অধিকাৰ কৰা বুলি কথিত আছে। মোৰ অনুমান, জাহাজত হাতী আৰু ঘোঁৰা তুলি লৈ সিংহললৈ বুলি বিজয় ওলাই যোৱাৰ চিত্ৰ এটা অজন্তা গুহাত আছে। সেই দ্বীপটোক—সিংহল দ্বীপ—'সিংহল' নামটো বিজয়েই দিছিল। 'সিংহল' শব্দটো সিংহব পৰা ওলাইছে। এটা সিংহ সম্পৰ্কে সিংহলত প্ৰচলিত পুৰণি আখ্যান এটা আছে। মই এই আখ্যানটো পাহৰিলোঁ। মোৰ বোধেৰে 'সিংহল'বপৰাই 'চিলন' শব্দটোৰ উৎপত্তি হৈছে।

দক্ষিণ ভাৰতৰপৰা সিংহললৈ সেইকণ পাৰ হোৱাটো অৱশ্যে বিৰাট সাফল্য নহয়। কিন্তু জাহাজ নিৰ্ম্মাণ শিল্প থকাৰ আৰু বঙ্গৰপৰা গুজৰাটলৈকে সাগৰপাৰত ঠায়ে ঠায়ে থকা বহুতো ভাৰতীয় বন্দৰৰপৰা মানুহ সাগৰ পাৰ হৈ যোৱাৰ অলেখ প্ৰমাণ আমি পাওঁ। চন্দ্ৰগুপ্ত মৌৰ্য্যৰ মহামন্ত্ৰী চাণক্যই তেওঁৰ অৰ্থশাস্ত্ৰত নৌ-বহৰৰ বিষয়ে কিছু কৈছে। এই বিষয়ে নৈনীৰ পৰা মই তোমালৈ লেখিছিলোঁৱেই; চন্দ্ৰগুপ্তৰ দৰবাৰত থকা গ্ৰীক্ ৰাষ্ট্ৰদূত মেগাস্থিনিছেও ইয়াৰ উল্লেখ কৰিছে। সেয়েহে দেখা যায় যে মৌৰ্য্য যুগৰ আৰম্ভণিতে জাহাজ-নিৰ্ম্মাণ ভাৰতৰ এটা সম্পদশালী শিল্প আছিল। জাহাজবোৰ দেখাতে ব্যৱহাৰ কৰিবৰ অৰ্থে অভিপ্ৰেত হৈছিল। এতেকে সেইবোৰত উঠি নিশ্চয় যথেষ্ট সংখ্যক লোক সাগৰ পাৰ হৈ গৈছিল। এইটো ভাবি চালে আৰু তাব লগে লগে সাগৰ পাৰ হৈ যাবলৈ ভয় কৰা আৰু তেনে কৰাটো ধৰ্ম্মৰ পৰিপন্থী কাম হব বুলি আনকি আজিও ভবা আমাব কেতবোৰ মানুহলৈ মন কৰিলে আচৰিত হোৱা যায় আৰু কৌতুকো ওপজে। এই মানুহবোৰক আমি অতীতৰ অস্থিকঙ্কালসাৰ বুলিবও নোৱাৰো; কাৰণ তুমি দেখিলাই যে অতীত বেছ বোধশক্তিযুক্ত আছিল। সৌভাগ্যবশতঃ এনে অনন্যসাধাৰণ ধাৰণাবোৰ এতিয়া প্ৰায়েই দূৰীভূত হৈছে আৰু সেইবোৰে প্ৰভাৱান্বিত কৰা মানুহ খুব কম সংখ্যকেই আছে।

স্বাভাৱিকতে উত্তৰতকৈ দক্ষিণ বেচি সাগৰমুৱা হৈছিল। বৈদেশিক বাণিজ্যৰ সৰহভাগ হৈছিল দক্ষিণৰ লগতেই। তামিল কাব্যবোৰত য়ৱন (যবন) সুৰা, পাত্ৰ আৰু চাকিৰ ভূৰি ভূৰি উল্লেখ পোৱা যায়। 'য়ৱন' শব্দটো ঘাইকৈ গ্ৰীক্‌সকলৰ বেলিকা আৰু বোধ হয় অস্পষ্টতৰভাৱে সকলোবোৰ বিদেশীৰ সম্পৰ্কতে ব্যৱহাৰ কৰা হৈছিল। দ্বিতীয় আৰু তৃতীয় শতাব্দীৰ অন্ধ্ৰ মোহৰবোৰত দুটা মাস্তুল থকা ডাঙৰ জাহাজ এখনৰ চিত্ৰ অঙ্কিত হৈছিল। জাহাজ-নিৰ্ম্মাণ আৰু সাগৰ পথেদি চলোৱা বেহা-বেপাৰৰ প্ৰতি পুৰণি কালৰ অন্ধ্ৰসকল কিমান বেচি আগ্ৰহশীল আছিল, ইয়েই তাৰ নিদৰ্শন দিয়ে।

সেইদেখি প্ৰাচ্যৰ সমূহ দ্বীপতে ভাৰতীয় উপনিৱেশবোৰ স্থাপন কৰাত পৰিণতি ঘটা মহান উদ্যোগত দক্ষিণেই নেতৃত্ব গ্ৰহণ কৰিলে। এই উপনিৱেশ প্ৰতিষ্ঠা প্ৰয়াসৰ সূচনা হ'ল খৃষ্টোত্তৰ প্ৰথম শতাব্দীত আৰু শ শ বছৰ ধৰি তেনে প্ৰয়াস চলি থাকিল। মালয়, যৱ, সুমাত্ৰা, কাম্বোদিয়া আৰু বৰ্ণিওৰ গোটেইখনলৈকে তেওঁলোক গল, নিজকে প্ৰতিষ্ঠিত কৰিলে আৰু লগতে সেইবোৰ ঠাইলৈ লৈ গল ভাৰতীয়




ভারতের উপনিবেশ স্থাপন
(শ্রীবিজয় সাম্রাজ্যের বিবরণ
৪৬ শ অধ্যায় দ্রষ্টব্য)

সংস্কৃতি আৰু ভাৰতীয় কলা। ব্ৰহ্মদেশ, শ্যাম আৰু ইণ্ডোচীনত ডাঙৰ ডাঙৰ ভাৰতীয় উপনিৱেশ আছিল। নতুন নগৰ আৰু বাসস্থানবোৰক তেওঁলোকে দিয়া নামবিলাকৰো ভালেমান হল ভাৰতৰ পৰাই ধাৰ কৰি নিয়া—অযোধ্যা, হস্তিনাপুৰ, তক্ষশিলা, গান্ধাৰ। বুৰঞ্জীৰ কেনেকৈ পুনৰাবৃত্তি হয়, ভাবিলে আচৰিত লাগে। আমেৰিকালৈ যোৱা এংলো-চেক্সন উপনিৱেশকাৰীসকলেও তেনে কৰিছিল। আজিৰ মাৰ্কিণ যুক্তৰাষ্ট্ৰত পুৰণি বৃটিছ চহৰবোৰৰ নামবিলাকৰে পুনৰাবৃত্তি ঘটিছে।

য'লৈকে গৈছিল, ত'তে যে এই ভাৰতীয় উপনিৱেশকাৰীসকলে কদাচাৰ কৰিছিল, সেই বিষয়ে একো সন্দেহ নাই; কাৰণ এনে বিধৰ সকলোবোৰ উপনিৱেশ-কাৰীয়ে তেনে আচৰণ কৰে। তেওঁলোকে দ্বীপসমূহৰ অধিবাসীসকলক নিশ্চয় শোষণ কৰিছিল আৰু সিবিলাকৰ ওপৰত প্ৰভুত্ব খটুৱাইছিল। কিন্তু কিছু সময়ৰ পিচত আদিম অধিবাসীবৃন্দৰ লগত উপনিৱেশকাৰীসকল নিশ্চয় সংমিশ্ৰিত হৈ পৰিছিল; কিয়নো ভাৰতৰ সৈতে নিয়মিত সম্পৰ্ক ৰখাটো দুৰূহ আছিল। এই প্ৰাচ্য দ্বীপপুঞ্জত হিন্দু ৰাষ্ট্ৰ আৰু সাম্ৰাজ্য প্ৰতিষ্ঠিত হল; তাৰ পিচত ওলাল বৌদ্ধ শাসকবৰ্গ। হিন্দু আৰু বৌদ্ধ শাসকসকলৰ ভিতৰত একাধিপত্য লাভৰ বাবে আৰিয়াআৰি লাগিল। 'বিশালতৰ' বা 'বৃহত্তৰ ভাৰত'ৰ (যিহকে কোৱা) এই বুৰঞ্জী হল এটি দীঘলীয়া মনোৰম কাহিনী। বিস্তৰ ধ্বংসাৱশেষে এই ভাৰতীয় বাস-স্থানবোৰ সুশোভন কৰি তোলা বিৰাট অট্টালিকা আৰু মঠ-মন্দিৰৰ সম্ভেদ আজিও আমাক যোগায়। ভাৰতীয় স্থপতি আৰু মিস্ত্ৰীসকলে ডাঙৰ ডাঙৰ চহৰ নিৰ্ম্মাণ কৰিছিল—কম্বোজ, শ্ৰীবিজয়, মাপুৰী আঙ্কোৰ, মজাপহিত ইত্যাদি।

একাধিপত্যৰ অৰ্থে পৰস্পৰৰ ভিতৰত যুঁজবাগৰ কৰি, মাজে-সময়ে হস্তান্তৰিত হৈ আৰু সময়ত ইখনে সিখনক বিনষ্ট কৰি এই হিন্দু আৰু বৌদ্ধ ৰাষ্ট্ৰবোৰ উক্ত দ্বীপ পুঞ্জত প্ৰায় ১৪০০ বছৰ ধৰি চলি থাকিল। অৱশেষত পঞ্চদশ শতাব্দীত মুছলমানসকলে কৰ্তৃত্ব লাভ কৰিলে আৰু তাৰ অলপ পিচতে আহি পালে পৰ্টুগীজ, স্পেনিছ, ওলন্দাজ আৰু ইংৰাজসকল আৰু সৰ্ব্বশেষত আহিল আমেৰিকানসকল। চীনাসকল অৱশ্যে সদায় আছিল নিচেই ওচৰ চুবুৰীয়া; সময়ত তেওঁলোকে হস্তক্ষেপ কৰিছিল আৰু জয় কৰি লৈছিল; কিন্তু প্ৰায়েই তেওঁলোকে বাস কৰিছিল বন্ধুভাৱে—উপহাৰ সালসলনি কৰি আৰু সকলো সময়তে নিজৰ মহান সংস্কৃতি আৰু সভ্যতাৰ দ্বাৰাই প্ৰভাৱান্বিত কৰি।

প্ৰাচ্যৰ এই হিন্দু উপনিৱেশবোৰৰ বহুতো বস্তুৱে আমাক আগ্ৰহান্বিত কৰিব পাৰে। আটাইতকৈ উল্লেখযোগ্য বৈশিষ্ট্য হল এই যে উপনিৱেশ স্থাপন উদ্যোগ দেখাতে দক্ষিণ ভাৰতৰ ঘাই ৰাজশক্তিবোৰৰ কোনোবাটোৱে সংগঠিত কৰিছিল। পোনপ্ৰথমে বহুতো আৱিষ্কৰ্ত্তা গাইগুটীয়াভাৱে গৈছিল। তাৰ পিচত বেহা-বেপাৰৰ উন্নয়নৰ লগে লগে পৰিয়ালবৰ্গ আৰু জনসমষ্টি দলবন্ধভাৱে নিজ দায়িত্বতে যাবলৈ ধৰিলে। কথিত আছে যে আদি ন-ঘৰীয়াসকল কলিঙ্গ (উৰিষ্যা) আৰু পুব উপকূলৰপৰা যোৱা। সম্ভৱতঃ বঙ্গদেশৰপৰাও কিছু লোক গৈছিল। গুজৰাটৰ-পৰাও কিছু লোক নিজ গৃহভূমিৰ পৰা খেদা খাই এই দ্বীপপুঞ্জলৈ ভাগি যোৱা বুলি কিম্বদন্তী এটা আছে। কিন্তু এইবোৰ অনুমান কৰা কথাহে। উপনিৱেশ-

কাৰীৰ ঘাই সোঁতটো গৈছিল পল্লৱ দেশৰ পৰা—অৰ্থাৎ তামিল ৰাজ্যৰ দক্ষিণাংশৰ-পৰা। ইয়াত প্ৰসিদ্ধ পল্লৱ ৰাজফৈদটোৱে শাসন নিৰ্ব্বাহ কৰিছিল। আলয়েচিয়াৰ উক্ত উপনিৱেশীকৰণ এই পল্লৱ চৰকাৰেই সংগঠন কৰা যেন লাগে। সম্ভৱতঃ উত্তৰ ভাৰতৰপৰা মানুহ আহি থকাত লোকবৃদ্ধিৰ হেঁচা পৰিছিল। কাৰণ বিয়েই নওওক লাগে, ভাৰতৰপৰা বহু দূৰৈত বিশাল বিক্ষিপ্ত এলেকাত এই বাসস্থানবোৰ ইচ্ছাকৃতভাৱে পৰিকল্পিত হৈছিল আৰু এই ঠাইবোৰত প্ৰায় যুগপৎ উপনিৱেশ স্থাপনৰ সূচনা হৈছিল। এই বাসস্থানবোৰ প্ৰতিষ্ঠিত হৈছিল ইণ্ডোচীন, মলয় উপদ্বীপ, বৰ্ণিও, সুমাত্ৰা, যৱ আৰু অন্যান্য ঠাইত। এই সকলোবোৰ আছিল ভাৰতীয় নাম বহন কৰা পল্লৱ উপনিৱেশ। ইণ্ডোচীনত বাসস্থানৰ নামকৰণ কৰা হৈছিল 'কম্বোজ' (বৰ্ত্তমান কাম্বোডিয়া) বুলি। গান্ধাৰ দেশৰ কাবুল উপত্যকাত থকা কম্বোজৰপৰা এই নামটো অতখন বাট গৈ সেইখিনি পাইছিলগৈ।

চাৰি শ কি পাঁচ শ বছৰ ধৰি এই বাসস্থানবোৰ ধৰ্ম্মৰ ফালৰপৰা হিন্দু হৈ থাকিল। পিচত ক্ৰমান্বয়ে বৌদ্ধ ধৰ্ম্মই আটাইবোৰতে প্ৰসাৰ লভিলে। তাৰো পিচত আছিল ইচলাম আৰু মালয়েচিয়াৰ কিছু অংশত ই বিস্তৃত হ'ল; কিছু অংশ বৌদ্ধ হৈয়ে থাকিল।

মালয়েচিয়াত সাম্রাজ্য আৰু ৰাষ্ট্ৰৰ উত্থান-পতন হব ধৰিলে। কিন্তু দক্ষিণ ভাৰতৰ এই উপনিৱেশ স্থাপন প্ৰযত্নৰ প্ৰকৃত সুফল হল বিশ্বৰ এই অংশটোত আৰ্য্য ভাৰতীয় সভ্যতাৰ প্ৰৱৰ্ত্তন। কিছু পৰিমাণে হলেও আজিৰ মালয়েচিয়াৰ লোকসকল হল আমি যি সভ্যতাৰ উত্তৰাধিকাৰী, তাৰেই সন্তানসন্ততি। তেওঁলোকৰ ওপৰত অৱশ্যে অন্যান্য প্ৰভাৱো পৰিছিল—বিশেষকৈ চীনাসকলৰ। মালয়েচিয়াৰ বিভিন্ন দেশত এই দুয়োটা শক্তিশালী প্ৰভাৱৰ—ভাৰতীয় আৰু চীনা—সংমিশ্ৰণ নিৰীক্ষণ কৰিবলৈ পোৱাটো কৌতুকৰ বিষয়। কিছুমান হল অধিকতৰ ভাৰতীকৃত; আনবিলাকৰ ক্ষেত্ৰত চীনা প্ৰভাৱ স্পষ্টতৰ। ঘাই ভাগত—ব্ৰহ্মদেশ, শ্যাম আৰু ইণ্ডোচীনত চীনা প্ৰভাৱৰ প্ৰতিপত্তি বেচি; কিন্তু মালয়ত হলে তেনে নহয়। দ্বীপ-বোৰত—যৱ, সুমাত্ৰা প্ৰভৃতি—ভাৰতীয় প্ৰভাৱ অধিকতৰ পৰিদৃষ্ট হয়—অৱশ্যে ইচলামৰ নবীনতৰ প্ৰলেপ সহ।

কিন্তু ভাৰতীয় আৰু চীনা প্ৰভাৱৰ ভিতৰত একো অন্তৰ্দ্বন্দ্ব হোৱা নাছিল। দুয়োবিধ আছিল খুবেই বিসদৃশ; তথাচ সমান্তৰাল গতিত একো আউল নলগাকৈ দুয়োটাই কাম চলাই যাব পাৰিছিল। ধৰ্ম্মৰ ফালৰপৰা অৱশ্যে ভাৰত আছিল উৎস-কেন্দ্ৰ; তেহেলৈ হিন্দু ধৰ্ম্মই হওক বা বৌদ্ধ ধৰ্ম্মই হওক। আনকি চীনেও নিজৰ ধৰ্ম্ম ভাৰতৰ পৰাই আহৰণ কৰিছিল। কলাৰ ক্ষেত্ৰতো মালয়েচিয়াত ভাৰতীয় প্ৰভাৱেই আছিল সমধিক। আনকি ইণ্ডোচীনতো—য'ত চীনা প্ৰভাৱ বেচি হৈছিল—স্থাপত্য আছিল সম্পূৰ্ণৰূপে ভাৰতীয়। এই মহাদেশীয় ৰাজ্য কেইখনক তেওঁলোকৰ শাসন প্ৰণালী আৰু জীৱন-সংক্ৰান্ত সাধাৰণ দৰ্শনৰ সংশ্ৰৱতহে চীনে অধিকতৰ প্ৰভাৱান্বিত কৰিছিল। এইবাবে ইণ্ডোচীন, ব্ৰহ্মদেশ আৰু শ্যামৰ লোকসকল ভাৰতীয়তকৈও চীনাসকলৰহে অতি ওচৰ সম্পৰ্কীয় যেন দেখা যায়। অৱশ্যে বৰ্ণগত-

ভাৱে তেওঁলোকৰ গাত মঙ্গোলীয় তেজ বৌচি আৰু সি তেওঁলোকক কিছু পৰিমাণে চীনাসকলৰ সদৃশ কৰি তুলিছে।

যৱৰ বৰোবুদুৰত ভাৰতৰ স্থপতিসকলে নিৰ্ম্মাণ কৰা বিৰাট বৌদ্ধ মন্দিৰৰ ধ্বংসাৱশেষ এতিয়াও দেখিবলৈ পোৱা যায়। এই দ'লবোৰৰ দেৱালত বুদ্ধৰ জীৱনৰ সমুদায় ইতিবৃত্ত খোদিত হৈ আছে। সেইবোৰ কেৱল বুদ্ধৰে নহয়, সেই কালৰ ভাৰতীয় কলাৰো অদ্বিতীয় সৌধ।

ভাৰতীয় প্ৰভাৱ আৰু দূৰলৈ গৈছিল। ই ফিলিপাইন—আনকি ফৰমোচাও—পাইছিলগৈ। এই দুয়োখন আছিল কিছু সময়ৰ বাবে সুমাত্ৰাৰ হিন্দু ৰাজ্য শ্ৰীবিজয়ৰ অংশ। বহুকালৰ পিচত স্পেনিছসকলে ফিলিপাইন শাসন কৰিবলৈ ললে। এতিয়া সেই দ্বীপপুঞ্জ আমেৰিকাৰ নিয়ন্ত্ৰণাধীন। ফিলিপাইনৰ ৰাজধানী হল মানিলা চহৰ। কিছু দিনৰ আগতে মানিলাত বিধান সভাৰ নতুন ঘৰ এটা সাজি উলিওৱা হৈছে। ফিলিপাইনী সংস্কৃতিৰ উৎসৰ প্ৰতিভূ স্বৰূপে এই ঘৰৰ দুৱাৰ-মুখত চাৰিটা মূৰ্ত্তি খোদাই কৰা হৈছে। এই মূৰ্ত্তি কেইটা হল প্ৰাচীন ভাৰতৰ মহান আইনদাতা মনু, চীনৰ দাৰ্শনিক লাওৎচে, আৰু এংগ্লো চেক্সন আইন প্ৰণালী তথা ন্যায়-বিচাৰৰ মূৰ্ত্তি আৰু স্পেইনৰ প্ৰতিকৃতি স্বৰূপে দুটা মূৰ্ত্তি।

## ৩৭

## গুপ্তসকলৰ আমোলত হিন্দু সাম্ৰাজ্যবাদ

২৯ এপ্ৰিল, ১৯৩২

দক্ষিণ ভাৰতৰপৰা মানুহ বিশাল জলধি পাৰ হৈ গৈ দূৰ-দূৰণিৰ দেশৰ বাসস্থান আৰু নগৰসমূহ স্থাপন কৰা সময়ত ভাৰতৰ উত্তৰত ভয়ঙ্কৰ তোলপাৰ লাগিছিল। কুশান সাম্ৰাজ্যই বল-শক্তি হেৰুৱাই পেলালে; ই ক্ষুদ্ৰতৰ আৰু সঙ্কুচিত হৈ আহিল। গোটেই উত্তৰাংশ জুৰি সৰু-সুৰা ৰাষ্ট্ৰ কিছুমান গঠিত হল। উত্তৰ-পশ্চিম সীমান্তইদি ভাৰতলৈ অহা শক বা স্কাইথীয় বা তুৰ্কীসকলৰ বংশধৰসকলে এইবোৰৰ কোনো কোনোখন শাসন কৰিছিল। মই তোমাক কৈ আহিছোঁৱেই যে এই লোকসকল আছিল বৌদ্ধ। শত্ৰুৰ দৰে ভাৰতত খোঁচ দিবলৈ তেওঁলোক অহা নাছিল; তেওঁলোক আহিছিল ইয়াত বসবাস কৰিবৰ অৰ্থে। মধ্য এচিয়াৰ অন্যান্য জনজাতিয়ে পিচ ফালৰপৰা তেওঁলোকক নিৰ্ম্মমভাৱে ঠেলি পঠাইছিল আৰু এই জনজাতিবোৰক মাজে-সময়ে চীনা ৰাষ্ট্ৰইও গতিয়াই উলিয়াই দিছিল। ভাৰতলৈ আহি এই লোক সকলে সাধাৰণ আৰ্য্য ভাৰতীয় আচাৰ-ব্যৱহাৰ আৰু পৰম্পৰাকে গ্ৰহণ কৰিলে। ধৰ্ম্ম, সংস্কৃতি আৰু সভ্যতাৰ ক্ষেত্ৰত তেওঁলোকে ভাৰতক পিতৃভূমি স্বৰূপ জ্ঞান কৰিছিল। কুশানসকলেও বহু পৰিমাণে আৰ্য্য ভাৰতীয় পৰম্পৰাকে মানি চলিছিল। তেওঁলোক যে ভাৰতত থাকি ইয়াৰ এক সুবৃহৎ অংশত ইমান দিন শাসন কৰিবলৈ সমৰ্থ হল, তাৰ কাৰণ প্ৰকৃত পক্ষে এয়ে। তেওঁলোকে আৰ্য্য ভাৰতীয়সকলৰ দৰেই

চলিবলৈ চেষ্টা কৰিছিল আৰু তেওঁলোক যে বিদেশী লোক, সেইটো ইয়াৰ দেশবাসীয়ে পাহৰি পেলোৱাটোকে তেওঁলোকে কামনা কৰিছিল। কিছু পৰিমাণে তেওঁলোক কৃতকাৰ্য্য হৈছিল সঁচা; কিন্তু পুৰাকৈ নহল, কিয়নো ক্ষত্ৰিয়সকলৰ মাজত বিশেষভাৱে এই ধাৰণাই ঠাই পালে যে তেওঁলোক ভাৰতীয়ৰ ওপৰত শাসন-কৰ্ত্তৃত্ব খটুওৱা বিদেশী লোকহে। ভাৰতীয়সকল এই বৈদেশিক শাসনৰ কবলত জৰ্জ্জৰিত; সেইদেখি অস্থৈৰ্য্যৰ সূচনা হল আৰু মানুহৰ মন বিব্ৰত হৈ উঠিল। অৱশেষত এই বিক্ষুব্ধ লোকসকলে যোগ্য নেতা এজন লাভ কৰিলে আৰু তেওঁৰ পতাকাৰ তলত সমবেত হৈ আৰ্য্যাবৰ্ত্তক মুক্ত কৰিবৰ অৰ্থে তেওঁলোকে "ধৰ্ম্মযুদ্ধ" (যি বুলি ইয়াক কোৱা হৈছিল) আৰম্ভ কৰিলে।

এই নেতাজনৰ নাম আছিল চন্দ্ৰগুপ্ত। এওঁক অশোকৰ ককাক আনজন চন্দ্ৰগুপ্তৰ লগত নেসাঙুৰিবা। এইজন চন্দ্ৰগুপ্তৰ মৌৰ্য্য বংশৰ লগত একো সংশ্ৰৱ নাছিল। তেওঁ কিজানি পাটলিপুত্ৰৰ এজন সামান্য ৰজাহে আছিল। কিন্তু অশোকৰ বংশধৰসকল তেতিয়া বিস্মৃতিৰ গৰ্ভত বিলীন হৈ গল। তুমি মনত ৰাখিব লাগিব যে আমি এতিয়া খৃষ্টোত্তৰ চতুৰ্থ শতাব্দীৰ আৰম্ভণিত অৰ্থাৎ প্ৰায় ৩০৮ খৃষ্টাব্দত ভৰি দিছোঁহি।

চন্দ্ৰগুপ্ত আছিল উচ্চাকাঙ্ক্ষী আৰু সামৰ্থ্যৱান। উত্তৰ ভাৰতৰ অন্যান্য আৰ্য্য অধিনায়কসকলক হাত কৰাত আৰু তেওঁলোকৰ সৈতে মিলি সম্মিলিত চৰকাৰ এটা গঠন কৰাত তেওঁ লাগি গ'ল। প্ৰসিদ্ধ আৰু শক্তিশালী লিচ্ছৱি ফৈদৰ কুমাৰীদেৱীক তেওঁ বিয়া কৰালে আৰু সেইদৰেই সেই ফৈদৰ সাহায্য লাভ কৰিলে। নিজৰ কাৰ্য্যক্ষেত্ৰ সযত্নে টনকিয়াল কৰি লৈ তেওঁ ভাৰতৰ সমস্ত বৈদেশিক শাসকৰ বিপক্ষে "ধৰ্ম্মযুদ্ধ" ঘোষণা কৰিলে। এই যুদ্ধৰ ধৰণী হল বিদেশীৰ হাতত ক্ষমতাচ্যুত আৰু মৰ্য্যাদাবিহীন হৈ থকা ক্ষত্ৰিয়সকল আৰু আৰ্য্য অভিজাত গোষ্ঠী। বাৰ বছৰমান যুঁজাৰ পিচত এতিয়াৰ যুক্তপ্ৰদেশ সমন্বিতে উত্তৰ ভাৰতৰ একাংশৰ ওপৰত চন্দ্ৰগুপ্তই নিজক আধিপত্য বিস্তাৰ কৰিব পাৰিলে। তেতিয়া তেওঁ ৰাজাধিৰাজ ৰূপে অভিষিক্ত হল।

যিটোক গুপ্তবংশ বোলা হয়, সি আৰম্ভ হল এইদৰেই। হূনসকল আহি ইয়াক বিতৎ কৰি নোতোলালৈকে ই প্ৰায় দুশ বছৰ বৰ্ত্তি থাকিল। ই হল কিছু পৰিমাণে আক্ৰমণাত্মক হিন্দু ধৰ্ম্মৰ আৰু জাতীয়তাবাদৰ এটা যুগ। বৈদেশিক শাসকবৰ্গক—তুৰ্কী, পাৰ্থিয়ান আৰু অন্যান্য অনাৰ্য্যসকলক—উচ্ছেদিত আৰু বলেৰে দূৰীভূত কৰা হল। সেইদেখি বৰ্ণ বিদ্বেষ কৰ্ম্মঠ হৈ উঠা আমি লক্ষ্য কৰিবলৈ পাওঁ। আৰ্য্য ভাৰতীয় কুলীন লোকসকলে তেওঁলোকৰ বৰ্ণ লৈ বৰাই কৰিছিল আৰু এই বৰ্ব্বৰ আৰু ম্লেচ্ছসকলক ঘৃণাৰ চকুৰে চাইছিল। গুপ্তসকলে জয় কৰি লোৱা আৰ্য্য ভাৰতীয় ৰাষ্ট্ৰ আৰু শাসকবৰ্গৰ প্ৰতি সদয় ব্যৱহাৰ কৰা হৈছিল; কিন্তু অনাৰ্য্যসকলৰ প্ৰতি একো দয়া-মমতা দেখুওৱা নহৈছিল।

চন্দ্ৰগুপ্তৰ পুতেক সমুদ্ৰগুপ্ত পিতাকতকৈও উগ্ৰতৰ আক্ৰমণাত্মক যোদ্ধা আছিল। তেওঁ আছিল এন ডাঙৰ সেনানায়ক। তেওঁ সম্ৰাট হৈ গোটেই দেশ জুৰি—আনকি দক্ষিণ ভাৰততো—দিগ্বিজয় অভিযান আৰম্ভ কৰিলে। ভাৰতৰ সুবৃহৎ অংশ

এটা সামৰি নোলোৱালৈকে তেওঁ গুপ্ত সাম্রাজ্য বিস্তৃত কৰি থাকিল। দক্ষিণ ভাৰতত তেওঁৰ সাৰ্ব্বভৌমত্ব আছিল অৱশ্যে নাম-নাচ বিধৰ। উত্তৰ ফালে কুশানসকলক সিন্ধু নদৰ সিপাৰলৈ হটাই পঠোৱা হ'ল।

সমুদ্রগুপ্তৰ পুতেক দ্বিতীয় চন্দ্রগুপ্তও আছিল এজন যুঁজাৰু ৰজা। তেওঁ কাথিৱাড় আৰু গুজৰাট অধিকাৰ কৰিছিল। এই দুখন দেশ বহুকাল ধৰি শক বা তুৰ্কী ফৈদ এটাৰ কৰ্তৃত্বাধীন হৈ আছিল। তেওঁ 'বিক্রমাদিত্য' নাম লৈছিল আৰু এই নামেৰেই তেওঁ সচৰাচৰ জনাজাত হল। পিচে এই নামটোও কেঁজাৰৰ নিচিনাকৈ বহুতো শাসকৰ উপাধি হলগৈ। সেইদেখি ই কিছু খেলি-মেলি লগোৱা বিধৰ হ'ল।

দিল্লীত কুতুব মিনাৰৰ ওচৰত প্ৰকাণ্ড লৌহ স্তম্ভ এটা দেখা তোমাৰ মনত পৰেনে? এই স্তম্ভটো একপ্ৰকাৰ জয়স্তম্ভ ৰূপে বিক্রমাদিত্যই নিৰ্ম্মাণ কৰোৱা বুলি কথিত আছে। ই এটি মনোমোহা বস্তু; ইয়াৰ শিখৰত আছে এটি পদুম ফুল—সাম্ৰাজ্যৰ প্ৰতীক।

ভাৰতত গুপ্ত যুগ হল হিন্দু সাম্রাজ্যবাদৰ যুগ। পুৰণি আৰ্য্য কৃষ্টি আৰু সংস্কৃত পাণ্ডিত্যৰ বিৰাট পুনৰভ্যুত্থান ঘটে। গ্ৰীক, কুশান বা অন্যান্য লোকসকলে অনা ভাৰতীয় জীৱন আৰু সংস্কৃতিৰ হেলেনী বা গ্ৰীক্ আৰু মঙ্গোলীয় উপাদান-বোৰ নিৰুৎসাহিত কৰা হল আৰু আৰ্য্য ভাৰতীয় পৰম্পৰাৰ ওপৰত জোৰ দি সেইবোৰ ইচ্ছাকৃতভাৱেই তল পেলাই থোৱা হ'ল। সংস্কৃত হ'ল চৰকাৰী আদালতৰ ভাষা। কিন্তু আনকি সেই কালতো সংস্কৃত সৰ্ব্বসাধাৰণ লোকৰ ভাষা নাছিল। কথিত ভাষা আছিল সংস্কৃতৰ লগত ওচৰ সম্বন্ধ থকা এক প্ৰকাৰ প্ৰাকৃত। সংস্কৃত যদিওবা সেই কালৰ সৰ্ব্বসাধাৰণ কথিত ভাষা নাছিল, তথাপি ই তেনেই সজীৱ হৈ পৰিছিল। সংস্কৃত কাব্য নাটক আৰু আৰ্য্য ভাৰতীয় কলাৰ পূৰ্ণ বিকাশ ঘটিছিল। বেদ কেইখন আৰু মহাভাৰত ৰচিত হোৱা কালৰ পিচত সংস্কৃত সাহিত্যৰ বুৰঞ্জীৰ এইটো যুগেই আছিল কিজানি আটাইতকৈ সমৃদ্ধিশালী। সেই অপূৰ্ব্ব ৰচয়িতা কালিদাস এইটো যুগৰেই লোক। বিক্রমাদিত্যৰ দৰবাৰৰ সুপ্ৰতিভ আছিল বুলি কথিত হৈছে; তেওঁ সেই কালৰ ডাঙৰ ডাঙৰ সাহিত্যিক আৰু কলাকাৰসকলক আনি ইয়াত থুপাইছিলহি। তেওঁৰ দৰবাৰৰ নটি ৰত্নৰ—নৱৰত্ন—বিষয়ে তুমি শুনা নাইনে? কালিদাস এই নজনৰে এজন বুলি কথিত আছে।

সমুদ্রগুপ্তই তেওঁৰ সাম্রাজ্যৰ ৰাজধানী পাটলিপুত্ৰৰপৰা অযোধ্যালৈ স্থানান্তৰিত কৰে। বোধ হয় তেওঁ অনুভৱ কৰিছিল যে বাল্মিকীৰ মহাকাব্যত অমৰ হৈ থকা ৰামচন্দ্ৰৰ আখ্যানেৰে সমাহিত অযোধ্যা তেওঁৰ আক্ৰমণাত্মক আৰ্য্য ভাৰতীয় দৃষ্টিভঙ্গীৰ অধিকতৰ উপযুক্ত পটভূমি হব।

আৰ্য্যত্ব আৰু হিন্দুত্বৰ এই গুপ্ত অভ্যুত্থান স্বাভাৱিকতে বৌদ্ধ ধৰ্ম্মৰ অনুকূলে যোৱা নাছিল। ইয়াৰ কাৰণ আংশিকভাৱে হল এয়ে যে এই আন্দোলন আছিল অভিজাত গোষ্ঠীৰ; ক্ষত্ৰিয় নেতৃবৃন্দই ইয়াৰ পৃষ্ঠপোষকতা কৰিছিল। আনহাতে বৌদ্ধ ধৰ্ম্মত আছিল লোকতন্ত্ৰৰ ভাগ বেচি আংশিকভাৱে কাৰণ ইও হব পাৰে যে কুশান আৰু উত্তৰ ভাৰতৰ অন্যান্য বৈদেশিক শাসকসকলৰ

লগত বৌদ্ধ ধৰ্ম্মৰ মহাযান পন্থাৰ আছিল অতি ওচৰ সম্বন্ধ। কিন্তু বৌদ্ধ ধৰ্ম্ম নিৰ্য্যাতিত হোৱা যেন দেখা নেযায়। বৌদ্ধ বিহাৰবোৰ চলি থাকিল আৰু সেইবোৰ ডাঙৰ শিক্ষামূলক অনুষ্ঠান হৈয়ে ৰল। সিংহলৰ শাসকসকলৰ লগত গুপ্তসকলৰ সম্পৰ্ক সৌহাৰ্দ্দ্যমূলক আছিল আৰু তাত বৌদ্ধ ধৰ্ম্মই প্ৰচলিত আছিল। সিংহলৰ ৰজা মেঘবৰ্ণই সমুদ্ৰগুপ্তলৈ দুৰ্লভ উপঢৌকন পঠাইছিল আৰু সিংহলী ছাত্ৰসকলৰ নিমিত্তে গয়াত বিহাৰ এটা বান্ধি দিছিল।

কিন্তু ভাৰতত বৌদ্ধ ধৰ্ম্মৰে অৱনতি ঘটিল। আগতে মই তোমাক কৈ আহিছোৱেই যে ব্ৰাহ্মণসকলৰ ফালৰপৰা বা সেই সময়ৰ চৰকাৰৰ তৰফৰপৰা দিয়া বাহিৰা হেঁচাতকৈও সেই ধৰ্ম্মক ক্ৰমাগত সামৰি থব পৰা হিন্দু ধৰ্ম্মৰ শক্তিহে এই অৱনতিৰ কাৰণ।

প্ৰায় এই সময়তে চীনৰ প্ৰসিদ্ধ পৰিব্ৰাজকসকলৰ এজনে ভাৰত দৰ্শন কৰে। তেওঁ য়ুৱান চাং (যিজনৰ কথা আগতে তোমাক মই কৈছিলো) নহয়, ফাহিয়ানহে। তেওঁ আহিছিল বৌদ্ধ হিচাপে—বৌদ্ধ পবিত্ৰ গ্ৰন্থৰাজিৰ অন্বেষণত। তেওঁ আমাক কৈছে যে মগধৰ লোকসকল আছিল সুখী আৰু সমৃদ্ধিশালী; দণ্ডবিধান মৃদু আছিল আৰু প্ৰাণদণ্ড নাছিলেই। গয়া আছিল বিজন আৰু পৰিত্যক্ত, কপিলাবস্তু জংঘলত পৰিণত হৈছিল; কিন্তু পাটলিপুত্ৰত মানুহবোৰ আছিল "চহকী, সমৃদ্ধিশালী আৰু পুণ্যৱান।" বহুতো সুসমৃদ্ধ আৰু জাকজমকীয়া শোভাযুক্ত বিহাৰ আছিল। ঘাই আলিৰ কাষে কাষে আছিল ধৰ্ম্মশালাবোৰ; তাত পথিকসকলে আশ্ৰয় লব পাৰিছিল আৰু ৰাজহুৱা ধন ব্যয় কৰি তেওঁলোকক তাত খাদ্যৰ যোগান ধৰা হৈছিল। ডাঙৰ ডাঙৰ চহৰবোৰত বিনা পইচাত ৰোগী শুশ্ৰুষা কৰা চিকিৎসালয় আছিল।

গোটেইখন ভাৰত ভ্ৰমি ফাহিয়ান সিংহললৈ গল; তেওঁ তাত দুবছৰ কটালে। পিচে তেওঁৰ আন এজন সতীৰ্থ তাও-চিঙে ভাৰতখন ইমান ভাল পালে আৰু বৌদ্ধ ভিক্ষুসকলৰ বিনয় গুণত ইমানেই মোহিত হল যে তেওঁ ভাৰততে থাকিবলৈ থিৰাং কৰিলে। ফাহিয়ান সিংহলৰপৰা সাগৰ-পথেদি চীনলৈ উলটিল আৰু বহুতো দুঃসহ ঘটনাৰ মাজেদি ভালেমান বছৰৰ মূৰত ঘৰ পালেগৈ।

দ্বিতীয় চন্দ্ৰগুপ্ত বা বিক্ৰমাদিত্যই প্ৰায় ২৩ বছৰ ৰাজত্ব কৰিলে। তেওঁৰ পুতেক কুমাৰগুপ্ত ৰজা হৈ সুদীৰ্ঘ ৪০ বছৰ ৰাজত্ব কৰিলে। পৰৱৰ্ত্তী ৰজা হল স্কন্দগুপ্ত। এওঁ ৪৫৩ খৃষ্টাব্দত সিংহাসন অৰোহণ কৰে। এওঁ নতুন বিভীষিকা এটাৰ সন্মুখীন হ'ল আৰু এইটোৱেই অৱশেষত বিশাল গুপ্ত সাম্রাজ্যৰ ৰাজহাড় ভাঙিলেগৈ। এই বিষয়ে পিচৰখন চিঠিত মই তোমাক ক'ম।

অজন্তাৰ মনোমোহা প্ৰাচীৰ চিত্ৰাৱলীৰ কিছুমান আৰু লগতে কক্ষ কেইটা আৰু মণিকূটটো হল গুপ্ত কলাৰ চানেকি। সেইবোৰ যে কিমান আশ্চৰ্য্যকৰ, তুমি দেখিলেহে উপলব্ধি কৰিব পাৰিবা। দুৰ্ভাগ্যবশতঃ চিত্ৰৰাজি ক্ৰমাগত লয়প্ৰাপ্ত হব ধৰিছে; কিয়নো বহু কাল মুকলি ঠাইত ওলাই থাকিলে সেইবোৰ মচ খায়।

ভাৰতত গুপ্তসকলে ৰাজপাট ভোগ কৰা সময়ত পৃথিৱীৰ অন্যান্য অংশত নো কি ঘটিছিল? কনষ্টাণ্টিনোপল নগৰ স্থাপন কৰা ৰোমান সম্ৰাট মহান কনষ্টেণ্টাইনৰ

প্ৰথম চন্দ্ৰগুপ্ত সমসাময়িক আছিল। পৰৱৰ্ত্তী গুপ্তসকলৰ দিনত ৰোমান সাম্ৰাজ্যখন 'প্ৰাচ্য' আৰু 'পাশ্চাত্য' এই দুই ভাগত বিভক্ত হৈ পৰিল আৰু পাশ্চাত্য সাম্ৰাজ্যখন উত্তৰৰ "বৰ্ব্বৰ" জাতিবৰ্গই সদৌ শেষত উৎখাত কৰিলেগৈ। সেইদৰে, ৰোমান সাম্ৰাজ্য দুৰ্ব্বলতৰ হৈ অহাৰ ঠিক প্ৰায় একে সময়তে ভাৰতত আছিল ডাঙৰ ডাঙৰ সৈন্যাধ্যক্ষ আৰু প্ৰতাপশালী ঠাট বাট সহ এখন অতিশয় শক্তিশালী ৰাষ্ট্ৰ। সমুদ্ৰ-গুপ্তক কেতিয়াবা কেতিয়াবা "ভাৰতীয় নেপোলিয়ান" আখ্যা দিয়া হয়; পিচে উচ্চাভিলাষী আছিল যদিও দিগ্বিজয়ৰ অৰ্থে সীমান্তৰ বাহিৰলৈ তেওঁ চকু দিয়া নাছিল।

গুপ্ত যুগ হল আক্ৰমণাত্মক সাম্ৰাজ্যবাদ, দেশাধিকাৰ আৰু বিজয়ৰ এটা যুগ। কিন্তু প্ৰত্যেকখন দেশৰে বুৰঞ্জীত এনে ধৰণৰ বহুতো সাম্ৰাজ্যবাদৰ যুগ থাকে আৰু সদৌ শেষত সেইবোৰৰ গুৰুত্ব বৰ কমেই থাকেগৈ। গুপ্ত যুগটো জাকত জিলিকা হৈ উঠাৰ আৰু সগৌৰৱে ভাৰতত সুঁৱৰিব লগা হোৱাৰ কাৰণ হল সেই কালত পৰিলক্ষিত হোৱা কলা আৰু সাহিত্যৰ অপূৰ্ব্ব অভ্যুত্থান।

## ৩৮

## হুনসকলৰ ভাৰত আক্ৰমণ

৪ মে, ১৯৩২

উত্তৰ-পশ্চিমৰ পৰ্ব্বতমালা পাৰ হৈ ভাৰত সোমোৱা নতুন বিভীষিকাটো হ'ল হুনৰ দৌৰাত্ম্য। ৰোমান সাম্ৰাজ্য সম্পৰ্কে আমি কৰা আলোচনা প্ৰসঙ্গত আগৰ কোনোবা এখন চিঠিত মই হুনসকলৰ বিষয়ে দুআষাৰমান কৈছিলোঁ। ইউৰোপত তেওঁলোকৰ আটাইতকৈ ডাঙৰ নেতাজন আছিল এট্টিলা। তেওঁ বহু বছৰ ধৰি ৰোম আৰু কনষ্টাণ্টিনোপল উভয়তে দৌৰাত্ম্য কৰি ফুৰিছিল। এই জনজাতিবোৰৰ আত্মীয় হ'ল প্ৰায় সেই সময়তে ভাৰতলৈ অহা হুনসকল—যিসকলক "শ্বেত হুন" বোলা হৈছিল। তেওঁলোকো আছিল মধ্য এচিয়াৰপৰা অহা অঘৰী। বহু সময়ৰ আগৰে পৰাই তেওঁলোকে ভাৰতীয় সীমান্তৰ আশে-পাশে অনাই-বনাই ঘূৰিছিল আৰু সেই অঞ্চলৰ সংশ্লিষ্ট সকলোকে অশেষ জুলুম কৰিছিল। তেওঁলোকৰ সংখ্যা বৃদ্ধি হোৱা হেতু আৰু সম্ভৱতঃ পিচৰপৰা অন্যান্য জাতিয়ে হেঁচুকি পঠোৱা বাবে তেওঁলোকে ৰীতিমতভাবে আক্ৰমণ কৰিবলৈ লয়।

গুপ্ত বংশৰ পঞ্চমজন ৰজা স্কন্দগুপ্ত এই হুন আক্ৰমণৰ সন্মুখীন হব লগা হল। তেওঁ হুনসকলক পৰাস্ত কৰি হটাই পঠালে; কিন্তু বাৰ বছৰৰ পিচত তেওঁ-লোক আকৌ ওলালহি। লাহে লাহে গান্ধাৰত আৰু উত্তৰ ভাৰতৰ অধিকাংশ ঠাইতে তেওঁলোক বিয়পি পৰিল। তেওঁলোকে বৌদ্ধসকলক যন্ত্ৰণা দিছিল আৰু সৰ্ব্বতো-প্ৰকাৰৰ আতঙ্ক সৃষ্টি কৰিছিল।

তেওঁলোকৰ বিপক্ষে নিশ্চয় অবিৰাম যুদ্ধ চলিছিল; কিন্তু গুপ্তসকলে

তেওঁলোকক খেদি পঠাব নোৱাৰিলে। হূনসকল চামে চামে নতুনকৈ আহিব ধৰিলে আৰু মধ্য ভাৰতত বিয়পি পৰিল। তেওঁলোকৰ মুখিয়াল তোৰমানে নিজকে ৰজা ৰূপে অভিষিক্ত কৰিলে। তেৱেঁই যথেষ্ট বেয়া আছিল; কিন্তু তেওঁৰ পিছত ওলাল তেওঁৰ পুতেক মিহিৰগুল। এইজন হ'ল তেনেই দুৰন্ত দানৱ আৰু পৈচাশিকভাৱে নিষ্ঠুৰ। কল্‌হণে তেওঁৰ কাশ্মীৰ বুৰঞ্জীত—'ৰাজতৰঙ্গিনী'—আমাক কৈছে যে মিহিৰগুলৰ আমোদ এটা হ'ল হাতীবোৰ নি পৰ্ব্বতৰ থিয় গৰাৰপৰা তলৰ খোৰেঙলৈ বগৰাই পেলাই দিয়া। তেওঁৰ নিষ্ঠুৰ কাৰ্য্যাৱলীয়ে আৰ্য্যাবৰ্ত্তক অৱশেষত তেওঁৰ বিৰুদ্ধে জগাই তুলিলে। গুপ্ত বংশৰ বালাদিত্য আৰু মধ্য ভাৰতৰ যশোধৰ্ম্মণ নামে এজন ৰজাৰ নেতৃত্বত আৰ্য্যসকলে হূনসকলক পৰাস্ত কৰি মিহিৰগুলক বন্দী কৰিলে। কিন্তু বালাদিত্য হূনহঁতৰ নিচিনা নাছিল; তেওঁ আছিল বীৰোচিত উদাৰ। তেওঁ মিহিৰগুলক প্ৰাণে এৰি দি দেশৰ বাজ হৈ গুচি যাবলৈ কলে। মিহিৰ-গুলে কাশ্মীৰত আশ্ৰয় ললেগৈ। যি বালাদিত্যই ইমান উদাৰচিতীয়াভাৱে তেওঁৰ বিচাৰ কৰিলে, সেই বালাদিত্যকে তেওঁ পিচত বিশ্বাসঘাতকতা কৰি আক্ৰমণ কৰে।

ভাৰতত হূনৰ বল অৱশ্যে অচিৰে টুটি আহিল। কিন্তু হূনসকলৰ বংশধৰ বহুতো থাকি গল। তেওঁলোক লাহে লাহে আৰ্য্য অধিবাসীসকলৰ লগত সংমিশ্ৰিত হৈ পৰিল। মধ্য ভাৰত আৰু ৰাজপুতানাৰ ৰাজপুত ফৈদবোৰৰ কোনো কোনোটোত এই শ্বেত হূনৰ তেজ কিঞ্চিৎ থকাটো সম্ভৱপৰ হব পাৰে।

হূনসকলে উত্তৰ ভাৰতত বৰ কম সময় ৰাজত্ব কৰে—পঞ্চাশ বছৰতকৈও কম। তাৰ পিচত তেওঁলোকে শান্তিপূৰ্ণভাৱে বসতি কৰিবলৈ ললে। কিন্তু হূনসকলৰ যুদ্ধবোৰে আৰু তেওঁলোকৰ ভীতিপ্ৰদ কাৰ্য্যাৱলীয়ে ভাৰতীয় আৰ্য্যসকলৰ ওপৰত দ সাঁচ এটা বহুৱাই থৈ গল। হূনসকলৰ জীৱন যাপন আৰু চৰকাৰ পৰিচালনাৰ প্ৰণালী আৰ্য্যসকলৰপৰা তেনেই বিভিন্ন আছিল। আৰ্য্যসকল তেতিয়াও আছিল বহু পৰিমাণে মুক্তি-প্ৰয়াসী গোষ্ঠী। আনকি তেওঁলোকৰ ৰজাসকলো জনশক্তিৰ ওচৰত সৈমান হব লগা হৈছিল আৰু তেওঁলোকৰ গ্ৰাম্য সভাবোৰৰ অশেষ ক্ষমতা আছিল। কিন্তু হূনসকলৰ আগমন, তেওঁলোকৰ বসতি স্থাপন আৰু ভাৰতীয় মানুহৰ লগত তেওঁলোকৰ সংমিশ্ৰণে এই আৰ্য্য মানদণ্ডত কিছু তাৰতম্য ঘটালে আৰু তাক তললৈ নিলে।

মহান গুপ্তসকলৰ ভিতৰত সৰ্ব্বশেষ বালাদিত্যই ৫৩০ খৃষ্টাব্দত চকু মুদিলে। আগ্ৰহেৰে লক্ষ্য কৰিব লগা বিষয় হ'ল এই যে আদৰ্শনীয় হিন্দু বংশ এটাৰ এই ৰজাজন নিজে কিন্তু আকৃষ্ট হৈছিল বৌদ্ধ ধৰ্ম্মৰ প্ৰতি আৰু তেওঁৰ গুৰু আছিল এজন বৌদ্ধ ভিক্ষু। কৃষ্ণোপাসনাৰ পুনৰুত্থান হোৱা বাবে গুপ্ত যুগটো বিশেষভাৱে বিদিত হৈছিল; কিন্তু সেয়ে হলেও বৌদ্ধ ধৰ্ম্মৰ লগত বুজন বিধৰ একো দ্বন্দ্ব লগা নাছিল যেন দেখা যায়।

দুশ বছৰ জোৰা গুপ্ত ৰাজত্বৰ অন্তত আমি পুনৰ উত্তৰ ভাৰতত লক্ষ্য কৰিবলৈ পাওঁ, সৰ্ব্বপ্ৰকাৰ কেন্দ্ৰীয় কৰ্ত্তৃত্বৰপৰা মুক্ত বিস্তৰ ৰাষ্ট্ৰৰ উত্থান। ভাৰতৰ দক্ষিণত অৱশ্যে তেতিয়া ডাঙৰ ৰাষ্ট্ৰ এখন গঠিত হৈছিল। ৰামচন্দ্ৰৰ কুলোদ্ভূত বুলি দাবী কৰা পুলকেশী নামে এজন শাসনকৰ্ত্তাই দক্ষিণত সাম্ৰাজ্য এখন প্ৰতিষ্ঠা কৰিলে;

এইখনেই চালুক্য সাম্রাজ্য ৰূপে বিদিত। প্ৰাচ্য দ্বীপপুঞ্জত থকা ভাৰতীয় উপনিবেশবোৰৰ সৈতে এই দক্ষিণ ভাৰতীয় লোকসকলৰ নিশ্চয় ঘনিষ্ঠ সূত্ৰ আছিল আৰু সেই দ্বীপবোৰ আৰু ভাৰতৰ মাজত নিশ্চয় সততে আহ-যাহ চলিছিল। ভাৰতীয় জাহাজে ঘনাই পাৰস্যলৈ পণ্য কঢ়িওৱা বুলিও আমি জানিবলৈ পাওঁ। পাৰস্যৰ ছাছানিদককলৰ সৈতে—বিশেষকৈ তেওঁলোকৰ মহান শাসকসকলৰ ভিতৰত অন্যতম দ্বিতীয় খশ্ৰুৰ সৈতে—চালুক্য ৰাজাই ৰাষ্ট্ৰদূত বিনিময় কৰিছিল।

৩৯

## বৈদেশিক বজাৰৰ ওপৰত ভাৰতৰ আধিপত্য

৫ মে, ১৯৩২

আমি বিবেচনা কৰি থকা বুৰঞ্জীৰ এই গোটেই পুৰণি সময়ছোৱা ধৰি এহেজাৰ বছৰৰো ওপৰ কাল পশ্চিমে ইউৰোপ আৰু পশ্চিম এচিয়াত আৰু পুবে চীন পৰ্য্যন্ত জুৰি উভয় দিশতে ভাৰতীয় বাণিজ্যই শ্ৰীবৃদ্ধি সধা আমি লক্ষ্য কৰিবলৈ পাওঁ। এনে হবলৈ পালে কিয় ? সেই কালত ভাৰতীয়সকল কেৱল ভাল নাবিক আৰু ভাল বণিক আছিল বুলিয়েই নহয়, যদিও তেওঁলোক সঁচাকৈয়ে তেনে আছিল ; কেৱল কুটিৰ শিল্পত তেওঁলোক পাৰ্গত আছিল বুলিয়েই নহয়, যদিওবা এই পাৰ্গতালি উচ্চ ধৰণৰে আছিল। সেইবিলাকে মাথোন সহায়তাহে কৰিছিল। ভাৰতে দুৰণিৰ বজাৰবোৰ আয়ত্তাধীন কৰাৰ ঘাই কাৰণবোৰৰ অন্যতম যেন বোধ হয় ৰসায়ণত—বিশেষকৈ বয়ন বিদ্যাত ভাৰতে সধা অগ্ৰগতি। সেই কালৰ ভাৰতীয়সকলে কাপোৰৰ বাবে ডাঠ ৰং তৈয়াৰ কৰাৰ বিশেষ কিটিপ কিছুমান উলিয়াইছিল যেন দেখা যায়। নীল গছৰপৰা নীল ৰং তৈয়াৰ কৰাৰ বিশেষ কায়দাটোও তেওঁলোকৰ জনা আছিল। তুমি মন কৰিব পাৰা যে 'ইণ্ডিগো' বোলা নামটো হল ভাৰতৰ পৰা ওলোৱা। ইও সম্ভৱপৰ যে পুৰণি ভাৰতীয়সকলে তীখাত ভালকৈ পাগ দিব আৰু তীখাৰে মনোমোহা অস্ত্ৰ-শস্ত্ৰ বনাব জানিছিল। মই তোমাক কোৱা তোমাৰ কিজানি মনত থাকিব পায় যে আলেকজেণ্ডাৰৰ আক্ৰমণৰ বিষয়ক পুৰণি পাৰ্ছীয় আখ্যানবোৰত যেতিয়াই ভাল তৰোৱাল বা ডেগাৰৰ উল্লেখ কৰা হৈছিল, তেতিয়াই কোৱা হৈছিল যে ই ভাৰতৰ পৰা অহা।

যিহেতু ভাৰতে এই ৰংবোৰ আৰু অন্যান্য সাজ-সৰঞ্জাম আন আন দেশতকৈ ভালকৈ বনাব পাৰে, সেই দেখি হাট-বজাৰবোৰ ভাৰতে নিয়ন্ত্ৰিত কৰিব পৰাটো স্বাভাবিক হৈ পৰিছিল। ভাল হাথিয়াৰ থকা কিম্বা কোনো এটা বস্তু ভালকৈ বা কম খৰচতে বনোৱাৰ পন্থা জনা এজন লোক বা এখন দেশে সিমান ভাল হাথিয়াৰ নথকা কিম্বা সিমান সিমান ভাল পন্থা নজনা আন এজন লোকক বা আন এখন দেশক সদৌ শেষত খেদি পঠাবই পঠাব। যোৱা দুশ বছৰৰ ভিতৰত ইউৰোপ এচিয়াতকৈ কিয় আগ বাঢ়ি গল, তাৰ কাৰণ এয়ে। নতুন আৱিষ্কাৰ আৰু নতুন

সৃষ্টিয়ে ইউৰোপক দিলে নতুন শক্তিশালী হাথিয়াৰ আৰু নিৰ্ম্মাণ কৰাৰ নতুন কৌশল। এইবোৰৰ জোৰত ইউৰোপে বিশ্ব-বজাৰ জিনি ললে, ধনী আৰু প্ৰতাপীও হৈ পৰিল। অৱশ্যে ইউৰোপক সহায়তা কৰাৰ অন্যান্য কাৰণো আছিল। কিন্তু, সদ্যহতে, হাথিয়াৰ এটা যে কিমান গুৰুত্বপূৰ্ণ বস্তু, সেইটো তুমি বিবেচনা কৰি চোৱাটোকে মই বাঞ্ছা কৰো। এজন ডাঙৰ মানুহে কৈ গৈছে, মানুহ হল হাথিয়াৰ তৈয়াৰ কৰা এটা জন্তু। প্ৰাচীনতম কালৰ পৰা ধৰি বৰ্ত্তমানলৈকে মানুহৰ বুৰঞ্জী হ'ল ক্ৰমাগত অধিকতৰ শক্তিশালী হাথিয়াৰৰ বুৰঞ্জী—প্ৰস্তৰ যুগৰ আদিম শিলৰ কাঁড় আৰু হাতুৰীৰ পৰা ধৰি আজিকালিৰ ৰেল, ভাপ-ইঞ্জিন আৰু প্ৰকাণ্ড প্ৰকাণ্ড যন্ত্ৰবোৰ সমন্বিতে। আনকি, আমি কৰা প্ৰায় প্ৰতিটো কামতে হাথিয়াৰ লাগে। হাথিয়াৰ নহলে আমিনো থাকিমগৈ ক'ত?

হাথিয়াৰ হল এটা ভাল বস্তু; ই কাম লঘু কৰি তোলাত সহায় কৰে। অৱশ্যে হাথিয়াৰৰো অপব্যৱহাৰ হব পাৰে। কৰত হল এটা লাগতিয়াল হাথিয়াৰ; কিন্তু কেচুৱা লৰা এটাই ইয়াৰে নিজৰ অনিষ্ট কৰিব পাৰে। কটাৰী হল তোমাক লগা আটাইতকৈ লাগতিয়াল বস্তুবোৰৰ ভিতৰৰে এটা। স্কাউট মাত্ৰৰে একোখন কটাৰী থাকিবই লাগিব। অথচ কোনো মূৰ্খ ব্যক্তিয়ে কটাৰী খনেৰে অন্য এজনৰ প্ৰাণ নাশ কৰিব পাৰে। বেচেৰা কটাৰীখনৰ ই জগৰ নহয়; এই হাথিয়াৰ অপপ্ৰয়োগ কৰা মানুহজনহে তাৰ বাবে জগৰীয়া।

ঠিক সেই ধৰণে আধুনিক যন্ত্ৰ-পাতি বস্তু হিচাপে ভাল যদিও নানান ধৰণে অপব্যৱহৃত হব পাৰে আৰু হৈয়ে আহিছে। সৰ্ব্বসাধাৰণৰ কামৰ বোজা পাতল কৰক ছাৰি ই তেওঁলোকৰ অৱস্থা সময়ত আগতকৈও বেয়াহে কৰি তুলিছে। অগণন লোকক সুখ আৰু স্বাচ্ছন্দ্য দিয়ক ছাৰি (যিটো ই কৰা উচিত আছিল) ই বহুতকে দাৰিদ্ৰ্যগ্ৰস্ত কৰি পেলাইছে আৰু ই চৰকাৰবোৰৰ হাতত ইমান বেচি ক্ষমতা অৰ্পণ কৰিছে যে তেওঁলোকে যুদ্ধৰ যোগেদি লাখ লাখ মানুহ নিধন কৰিব পৰা হৈছে।

পিচে জগৰ যন্ত্ৰত নাই, আছে তাৰ অপপ্ৰয়োগতহে। যন্ত্ৰৰপৰা নিজৰ বাবে টকা উলিয়াই লব খোজা দায়িত্বহীন লোকসকলৰ দ্বাৰা নিয়ন্ত্ৰিত নহৈ যদি সাধাৰণ-ভাৱে ৰাইজৰ হৈ তেওঁলোকৰ কল্যাণৰ হকে বৃহৎ যন্ত্ৰবোৰ পৰিচালিত হয়, তেন্তে অশেষ তাৰতম্য ঘটিব।

সেইবাবে সেই কালত ভাৰত এতিয়াৰ দৰে নাছিল; ভাৰত আছিল উৎপাদন প্ৰণালীত পৃথিৱীতকৈ আগ বঢ়া। সেইদেখি ভাৰতীয় কাপোৰ, ভাৰতীয় ৰং আৰু অন্যান্য সামগ্ৰী দূৰ-দূৰণিৰ দেশবোৰলৈ গৈছিল আৰু সাগ্ৰহে প্ৰতীক্ষিত হৈছিল। এই বেপাৰৰ ফলত ভাৰতে লভিছিল সম্পদ। এই বেপাৰৰ উপৰিও দক্ষিণ ভাৰতে জালুক আৰু অন্যান্য মচলা সৰবৰাহ কৰিছিল। এনেবোৰ মচলা পূব দ্বীপপুঞ্জৰ পৰাও আহিছিল আৰু ভাৰত হৈ পশ্চিমলৈ গৈছিল। ৰোম আৰু পাশ্চাত্যত জালুক অত্যন্ত মূল্যৱান হৈ পৰিছিল। খ্ৰীষ্টোত্তৰ ৪১০ চনত ৰোম দখল কৰা গথসকলৰ অধিনায়ক এলাৰিকে তাত ৩,000 পাউণ্ড জালুক পায় বুলি কথিত আছে। এই সমুদায় জালুক নিশ্চয় ভাৰতৰ পৰাই কিম্বা ভাৰতৰ যোগেদিয়েই তালৈ গৈছিল।

# দেশ আৰু সভ্যতাৰ উত্থান-পতন

মে' ৬, ১৯৩২

সম্প্ৰতি এছোৱা দীঘলীয়া সময় ধৰি আমি চীনৰপৰা আতৰি আছিলোঁহঁক। আমি আকৌ তালৈ ঘূৰি যাওহঁক আৰু আমাৰ কাহিনীৰ ক্ৰম ধৰি, যি কালত পাশ্চাত্যত ৰোম পতনোন্মুখ হৈছিল আৰু গুপ্ত আমোলত ভাৰতত ৰাষ্ট্ৰীয় পুনৰভ্যুত্থান ঘটিছিল, সেই কালত চীনতনো কি ঘটিছিল, নিৰীক্ষণ কৰোহঁক। ৰোমৰ উত্থান বা পতনে চীনক বৰ কমেইহে ভাবাক্ৰান্ত কৰিছিল। দুয়োখন দেশ আছিল পৰস্পৰৰপৰা ভালে-খিনি নিলগত। পিচে মই ইতিপূৰ্ব্বে তোমাক কৈয়ে আহিছোঁ যে চীনা ৰাষ্ট্ৰৰ দ্বাৰা মধ্য এচিয়াৰ জনজাতিবোৰৰ বিতাড়নে মাজে-সময়ে ইউৰোপ আৰু ভাৰতৰ পক্ষে ঘোৰতৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। এই জনজাতিবোৰ বা সিহঁতে খেদি পঠোৱা অন্যান্য জনজাতিবোৰ পশ্চিম আৰু দক্ষিণলৈ আহিল। সেইবোৰে ৰাজ্য আৰু ৰাষ্ট্ৰ-সমূহ ওলট-পালট কৰি পেলালে আৰু বিশৃংখলাৰ সৃষ্টি কৰিলে। বহুতে পুৱ ইউৰোপত আৰু ভাৰতত বসতি কৰিবলৈ ললে।

অৱশ্যে ৰোম আৰু চীনৰ মাজত প্ৰত্যক্ষ সম্পৰ্কও আছিল আৰু ৰাষ্ট্ৰদূতৰ বিনিময়ো কৰা হৈছিল। চীনা গ্ৰন্থাৱলীত উল্লেখিত হোৱা মতে এনে ৰাষ্ট্ৰদূতবৰ্গৰ পোনপ্ৰথমজন আহিছিল ১৬৬ খৃষ্টাব্দত ৰোমৰ সম্ৰাট আনটুনৰ পৰা। এই আনটুনজন মাৰ্কাচ আৰেলিয়াচ টন্টনিয়াচ ভিন্ন আন কোনো নহয় আৰু তোমালৈ দিয়া চিঠিবোৰৰ এখনত মই তেওঁৰ উল্লেখ কৰিছিলোঁ।

ইউৰোপত ৰোমৰ পতন হল এটা ডাঙৰ ঘটনা। ই কেৱল এখন চহৰ বা এখন সাম্ৰাজ্যৰে পতন নহয়। একপ্ৰকাৰ ৰোমান সাম্ৰাজ্যখন ইয়াৰ পিচতো বহু কাললৈকে কন্‌ষ্টাণ্টিনোপলত চলি থাকিল আৰু এই সাম্ৰাজ্যৰ প্ৰেতাত্মাই গোটেই ইউৰোপতে ১৪০০ বছৰ বা তদ্ৰূপ কাল বিচৰণ কৰি ফুৰিলে। কিন্তু ৰোমৰ পতনে মহত্ত্বপূৰ্ণ যুগ এটাৰ অৱসান ঘটালে। ৰোমৰ ধ্বংসস্তূপৰ ওপৰত এখন নতুন পৃথিৱীয়ে আৰু এক নতুন সংস্কৃতি আৰু সভ্যতাই পশ্চাত্যত জন্ম পৰিগ্ৰহ কৰিলে। শব্দ আৰু খণ্ডবাক্যবোৰে আমাক বিভ্ৰান্ত কৰে আৰু একেবোৰ শব্দকে ব্যৱহৃত হোৱা দেখিলে সেইবোৰে একেটা বস্তুকে বুজাইছে বুলি ভাবিবলৈও আমি প্ৰয়াস পাওঁ। ৰোমৰ পতনৰ পিচতো পশ্চিম ইউৰোপে ৰোমৰ ভাষাতে কথা কৈ থাকিল; কিন্তু সেই ভাষাৰ অন্তৰালত হল বিভিন্ন ভাব আৰু বিভিন্ন অৰ্থ। মানুহে কয় যে ইউৰোপৰ আজিৰ দেশবোৰ গ্ৰীচ আৰু ৰোমৰ সতি-সন্তান। কিছু পৰিমাণে ই সঁচা; তথাচ ই এটা বিভ্ৰান্তিকৰ উক্তি; কিয়নো গ্ৰীচ আৰু ৰোমে যিহৰ হকে থিয় দিছিল, তাৰ পৰা সম্পূৰ্ণ বিভিন্ন বস্তু এটাৰহে ইউৰোপীয় দেশবোৰে প্ৰতিনিধিত্ব কৰিছে। ৰোম আৰু গ্ৰীচৰ পুৰণি পৃথিৱীখন তেনেই ধূলিসাৎ হল। এহেজাৰ বছৰ বা ততোধিক কাল ধৰি যি সভ্যতা গঢ়ি তোলা হৈছিল, তাৰ গুটি ফুটি গছ ওলাই মৰিহিও গল। তেতিয়াহে পশ্চিম ইউৰোপৰ অৰ্দ্ধ-সভ্য অৰ্দ্ধ-বৰ্ব্বৰ দেশবোৰে

ৰ্‌বৰপ্তীৰ পাতত ভুমুকি মাৰিলে আৰু লাহে লাহে নতুন সংস্কৃতি আৰু নতুন সভ্যতা এটা গঢ়ি তুলিলে। তেওঁলোকে ৰোমৰ পৰা বহুতো শিকিলে; তেওঁলোকে পুৰণি পৃথিৱীৰ পৰা ধাৰে ললে। কিন্তু শিকনি লোৱাৰ পদ্ধতি আছিল জটিল আৰু কষ্টসাধ্য। শ শ বছৰ ধৰি ইউৰোপত সভ্যতা আৰু সংস্কৃতি তন্দ্ৰাচ্ছন্ন হৈ পৰা যেন দেখা গৈছিল। আছিল অজ্ঞানতাৰ এন্ধাৰ আৰু গোড়ামি। এই শতাব্দী কেইটাক সেইদেখি "অন্ধকাৰ যুগ" বোলা হয়।

এনে হবলৈ পালে কিয় ?- পৃথিৱীখন উৰ্ভতি যাব লগা হল কিয়? শ শ বছৰ জোবা পৰিশ্ৰমৰ যোগেদি সঞ্চিত জ্ঞান অন্তৰ্হিত বা বিস্মৃত হবলৈ পালে কেনেকৈ? এইবোৰ হ'ল ডাঙৰ ডাঙৰ প্ৰশ্ন; আমাৰ শ্ৰেষ্ঠ জ্ঞানীসকলকো এইবোৰ প্ৰশ্নই বিব্ৰত কৰে। মই সেইবোৰৰ সমিধান দিয়াৰ প্ৰয়াস নকৰোঁ। চিন্তাত বা কামত ইমান ডাঙৰ আছিল যদিও ভাৰত ইমান শোক লগা ধৰণে অধঃপাতে গল কিয় আৰু সুদীৰ্ঘ যুগ ধৰি বন্দী দেশৰূপে থাকিব লগা হল কিয়, সি জানো আচৰিত কথা নহয়। মহিমামণ্ডিত অতীত লৈ চীনেও বা কিয় অবিশ্ৰান্ত যুঁজ-বাগৰৰ খুন্দাত পৰিল? বোধ হয় মানুহে যুগ-যুগান্তৰ ধৰি অলপ অলপকৈ সঞ্চয় কৰি অহা বিদ্যা বা জ্ঞান একেবাৰে অন্তৰ্হিত নহয়। কিবা এক প্ৰকাৰে আমাৰ চকুতহে চলিহাই ধৰে আৰু আমি সময়ত দেখি নোপোৱা হওঁ। জানালা বন্ধ হৈ পৰে আৰু ভিতৰখন আন্ধাৰ হৈ যায়। কিন্তু বাহিৰত চৌপাশে থাকে পোহৰ। পিচে আমি যদি চকু মুদি থাকোঁ বা জানালা বন্ধ কৰি থওঁ, তেন্তে সি পোহৰ অন্তৰ্হিত হোৱাটো নুবুজায়।

কোনো কোনো লোকে কয় যে খ্ৰীষ্ট ধৰ্ম্মৰ পৰাহে ইউৰোপত অন্ধকাৰ যুগটো হবলৈ পালে; অৱশ্যে যীশুৰ ধৰ্ম্মৰ পৰা নহয়, ৰোমান সম্ৰাট কনষ্টাণ্টাইনে গ্ৰাহ্য কৰাৰ পিচত পশ্চিমত যি আনুষ্ঠানিক খ্ৰীষ্ট ধৰ্ম্মই ঠন ধৰি উঠিল, সেই ধৰ্ম্মৰ পৰাহে। এই লোকসকলে আনকি এইটোও কয় যে চতুৰ্থ শতাব্দীৰ কনষ্টা-ণ্টাইনে খ্ৰীষ্ট ধৰ্ম্ম গ্ৰহণ কৰাত "সহাস্ৰয়ন (অৰ্থাৎ ১,০০০ বছৰ) এটা সমাৰম্ভ হল" আৰু ইয়াৰ ভিতৰতে "যুক্তি হল কৱলিত, চিন্তা হল শৃঙ্খল-পৰিহিত আৰু বিদ্যাই নেসাধিলে একো অগ্ৰগতি।" ই যে কেৱল নিৰ্য্যাতন, গোড়ামি আৰু অসহিষ্ণুতাকে আনি দিলে, এনে নহয়; বিজ্ঞানত আৰু অন্যান্য অধিকাংশ ক্ষেত্ৰতো মানুহে উন্নতি সধাটো ই দুঃসাধ্য কৰি তুলিলে। পৱিত্ৰ পুথিবোৰ সময়ত উন্নতিৰ অন্তৰায় হৈ পৰে। সেই পুথিবোৰ ৰচনা কৰা সময়ত পৃথিৱীখন নো কেনেকুৱা আছিল, তাকেহে সেইবোৰে আমাক কয়। সেইবোৰে আমাক যোগায় সেই যুগটোৰ ভাৱৰাশি আৰু তেতিয়াৰ ৰীতি-নীতি। সেইবোৰ ভাব বা ৰীতি-নীতি বিসম্বাদিত কৰিবলৈ কোনেও সাহ নকৰে, কাৰণ সেইবোৰ "পৱিত্ৰ" পুথি এখনত লেখা আছে। এতেকে পৃথিৱীখনৰো যদি বিৰাট পৰিৱৰ্ত্তন ঘটে, তেনেহলেও সেই পৰিৱৰ্ত্তিত অৱস্থাৰ লগত সঙ্গতি ৰাখি আমাৰ ভাব বা ৰীতিবোৰ সলাই লবলৈ আমাক সম্মতি দিয়া নহয়। ফলত আমি অপাত্ৰ হৈ পৰো আৰু তাৰ আনুসঙ্গিক বিপদ তো আছেই।

ইউৰোপলৈ অন্ধকাৰৰ এই যুগটো আনি দিয়া বাবে কোনো কোনো লোকে সেইবাবে খ্ৰীষ্টধৰ্ম্মকে দোষাৰোপ কৰে। কোনো কোনোৱে আকৌ আমাক কয় যে

এই অন্ধকাৰৰ যুগটোত খ্ৰীষ্ট ধৰ্ম্ম, খ্ৰীষ্টান সন্ন্যাসী আৰু পুৰোহিতসকলেহে জ্ঞানৰ শলিতা গছ জ্বলাই ৰাখিলে। তেওঁলোকে কলা আৰু চিত্ৰৰঞ্জন বিদ্যা পৰি-পোষণ কৰিলে, মূল্যৱান গ্ৰন্থৰাজি তেওঁলোকে সংৰক্ষণ কৰিলে আৰু তাৰ প্ৰতি-লিপিও তেওঁলোকে কৰি উলিয়ালে।

এইদৰেই মানুহে বাদানুবাদ কৰে। বোধহয় উভয়ে শুদ্ধ; কিন্তু ৰোমৰ পৰৱৰ্ত্তী সমস্ত কদাচাৰৰ বাবে খ্ৰীষ্ট ধৰ্ম্মই জগৰীয়া বুলি কোৱাটো হাস্যাস্পদ কথা হব। বৰঞ্চ এই কদাচাৰবোৰৰ বাবেহে ৰোমৰ পতন হবলৈ পালে।

মই বহুতো আৰ্তাৰি গলো। তোমাৰ ওচৰত মই আঙুলিয়াই দেখুৱাব খোজা কথাটো হ'ল এয়ে যে ইউৰোপত আকস্মিক সামাজিক ভাঙ্গন আৰু আকস্মিক পৰি-ৱৰ্ত্তন এটা হৈ গল যদিও চীনত—আনকি ভাৰততো—এনে ধৰণৰ আকস্মিক পৰিৱৰ্ত্তন এটা নঘটিল। ইউৰোপত আমি লক্ষ্য কৰিবলৈ পালো এটা সভ্যতাৰ অৱসান আৰু আন এটাৰ প্ৰস্তাৱনা, যিটো লাহে লাহে বিকশিত হৈ আজিৰ সভ্যতাত পৰিণত হৈছে। চীনত এনে কোনো বিচ্ছেদ নঘটাকৈ সংস্কৃতি আৰু সভ্যতাৰ সেই একেটা উচ্চ পৰ্য্যায় অবাৰিতভাৱে চলা আমি দেখিবলৈ পাওঁ উত্থান-পতন আছেই। ভাল যুগ, বেয়া ৰজা বা সম্ৰাট আহে আৰু যায়, ৰাজবংশৰ সলনি হয়; কিন্তু সাংস্কৃতিক ঐতিহ্যত ভাঙ্গনে নধৰে। আনকি যেতিয়া চীন কেবাখনো ৰাষ্ট্ৰত খণ্ড-বিখণ্ড হৈ পৰে আৰু পৰস্পৰৰ ভিতৰত কন্দল লাগে, তেতিয়াও কলা আৰু সাহিত্যৰ শ্ৰীবৃদ্ধি হয়, মনোমোহা ৰঙীন চিত্ৰ অঙ্কিত হয়, ধুনিয়া পাত্ৰ আৰু সুন্দৰ বঙলা তৈয়াৰী হয়। ছপাশাল ব্যৱহৃত হয়, চাহ খোৱা দস্তুৰ হৈ পৰে আৰু কাব্যত সি বৰ্ণিত হয়। চীনত আছে এটা নিৰৱচ্ছিন্ন ৰুচি আৰু শিল্পনৈপুণ্য। মাথোন উচ্চ সভ্যতা এটাৰ পৰাহে এনে হব পাৰে।

ভাৰততো হৈছিল তদ্ৰূপ। ৰোমৰ দৰে ইয়াত আকস্মিক বিচ্ছেদ এটা ঘটা নাছিল। অৱশ্যে সময় একোছোৱা নিশ্চয় বেয়াও হৈছিল, ভালো হৈছিল—সময়ত উৎকৰ্ষিত সাহিত্য আৰু কলাজনিত সুন্দৰ সৃষ্টিৰ যুগ আৰু সময়ত বিনাশ আৰু লয়প্ৰাপ্তিৰ যুগ। সভ্যতা কিন্তু যথাৰীতি চলিয়েই থাকিল। ই ভাৰতৰ পৰা প্ৰাচ্যৰ অন্যান্য দেশবোৰলৈও প্ৰসাৰিত হল। আনহে নেলাগে, লুট কৰিবলৈ অহা বৰ্ব্বৰহঁতকো ই আত্মমজ্জিত আৰু শিষ্টাচাৰযুক্ত কৰি তুলিলে।

পাশ্চাত্যক লঘু কৰি মই চীন আৰু ভাৰতক প্ৰশংসা কৰিব খুজিছো বুলি নেভাবিবা। ভাৰত বা চীনৰ আজিৰ অৱস্থা লৈ বৰাই কৰিব লগা একো নাই। অতীতৰ সমস্ত মহত্ত্ব লৈও এই দুখন দেশ যে জাতিবৰ্গৰ তুলাচনীত তললৈ গল, সেইটো আনহে নেলাগে, কণা মানুহ এটোৱো মণিব পাৰিব। অতীতৰ সংস্কৃতিৰ লগত এই দুখন দেশৰ আকস্মিক বিচ্ছেদ যদি নঘটাকৈ থাকিল, তেন্তে তাৰ অৰ্থ ই অধিক-তৰ বেয়াৰ ফালে ঢাল নোখোৱাটো হব নোৱাৰে। আমাৰ যদি এসময়ত উত্থান হৈছিল। আৰু এতিয়া পতন হল, তেন্তে দেখাতে আমি বিশ্ব-দৰবাৰত তললৈ নামিলো। আমাৰ সভ্যতাৰ অবাৰিত ধাৰা দেখি আমি প্ৰসন্ন বোধ কৰিব পাৰো; কিন্তু সেই সভ্যতাৰে গুটি গজি মৰাহি গ'ল যেতিয়া স্বাচ্ছন্দ্যৰ অৱকাশ বৰ কমেই থাকিল। সম্ভৱতঃ অতীতৰ লগত একো একোটা আকস্মিক বিচ্ছেদ ঘটি থকাটোহে আমাৰ

পক্ষে বেঁচি ভাল হলহেঁতেন। সি আমাক জোকাৰণি এটা দি নতুন জীৱন আৰু নতুন উদ্দীপনা যোগালেহেঁতেন। ইও হব পাৰে যে আজি ভাৰতৰ আৰু বিশ্বত যিবোৰ ঘটনা ঘটিছে, সেইবোৰে আমাৰ পুৰণি দেশখনক এই শক্তি যোগাব পাৰিব আৰু যৌৱন আৰু নতুন প্ৰাণেৰে পুনৰুজ্জীৱিত কৰিব পাৰিব।

অতীত কালত গ্ৰাম্য গণৰাজ্য আৰু স্বায়ত্ত-শাসনকাৰী পঞ্চায়তবোৰৰ ব্যাপক প্ৰণালীতে ভাৰতৰ শক্তি আৰু অধ্যৱসায় নিহিত আছিল যেন বোধ হয়। আজিকালি আমাৰ মাজত থকাৰ দৰে ডাঙৰ ডাঙৰ ভূস্বামী বা জমিদাৰ তেতিয়া নাছিল। মাটি আছিল গাঁৱলীয়া ৰাইজৰ বা পঞ্চায়তৰ অথবা তাত চহ কৰা খেতিয়কসকলৰ, আৰু পঞ্চায়তবোৰৰ আছিল প্ৰভূত শক্তি আৰু কৰ্ত্তৃত্ব। সেইবোৰ নিৰ্ব্বাচিত কৰিছিল গাৱঁলীয়া জনসাধাৰণে। সেইবাবে এই প্ৰণালীত আছিল লোকতন্ত্ৰৰ এটা বুনিয়াদ। ৰজাবোৰ আহিল আৰু গল, তেওঁলোকে পৰস্পৰৰ ভিতৰত হাই-কাজিয়াও কৰিলে; কিন্তু তেওঁলোকে এই গ্ৰাম্য প্ৰণালীত হাত নিদিলে বা হেতা-ওপৰা নকৰিলে। পঞ্চায়তৰ অধিকাৰসমূহ কাঢ়ি নিবলৈ তেওঁলোকে সাহ নকৰিলে। সেইদেখি সাম্ৰাজ্যৰ সালসলনি হল যদিও গ্ৰাম্য প্ৰণালীৰ ওপৰত ভিত্তি কৰি গঢ় দিয়া সমাজ-গাথনি একো ডাঙৰ পৰিৱৰ্ত্তন নঘটাকৈয়ে টিকি থাকিল। আক্ৰমণ, যুজ-বাগৰ আৰু শাসক বদলি হোৱাৰ বৃত্তান্তবোৰে আমাক বিভ্ৰান্ত কৰি সমুদায় অধিবাসী সেই-বোৰৰ ফলত ভাৰাক্ৰান্ত হৈ পৰিছিল বুলি ভাবিবলৈও অৱকাশ দিব পাৰে। অৱশ্যে সময়ত অধিবাসীবৃন্দও ভাৰাক্ৰান্ত হৈছিল—বিশেষকৈ ভাৰতৰ উত্তৰত; কিন্তু সাধাৰণ-ভাৱে কব পাৰি যে তেওঁলোকে বৰ কমেইহে বিব্ৰত হৈছিল আৰু মুধচত সালসলনি হোৱা সত্ত্বেও তেওঁলোকে কাম চলাই গৈছিল।

ভাৰতৰ সমাজ ব্যৱস্থাক সুদীৰ্ঘ কাল টনকিয়াল কৰি ৰখা আন এটা বস্তু হল জাতিভেদ—অৱশ্যে সেই কালত থকা ধৰণে। তেতিয়া জাতিভেদ পিচত হৈ পৰাৰ দৰে কঠোৰ নাছিল; মাত্ৰ জন্ম লৈয়ে ইয়াৰ চয়-নিশ্চয়ো হোৱা নাছিল। হেজাৰ হেজাৰ বছৰ ধৰি ই ভাৰতীয় জীৱন একেলগ কৰি ৰাখিলে। পৰিৱৰ্ত্তন বা পৰিবৰ্দ্ধন বাৰণ কৰি ই তেনে কৰিব পৰা নাছিল; কৰিছিল তেনে হবলৈ দিহে। ধৰ্ম্ম আৰু জীৱন সম্বন্ধে পুৰণি ভাৰতীয় দৃষ্টিভঙ্গী সদায় আছিল সহিষ্ণুতা, পৰীক্ষা আৰু পৰিৱৰ্ত্তনৰ দৃষ্টিভঙ্গীয়ে। ইয়াক শক্তি যোগাইছিল। অৱশ্যে সঘনে হোৱা আক্ৰমণ আৰু অন্যান্য জঞ্জালে জাতিভেদ লাহে লাহে কঠোৰ কৰি আনিলে আৰু তাৰ লগে লগে গোটেই ভাৰতীয় দৃষ্টিভঙ্গীও কঠোৰতৰ আৰু আপোচ-বিমুখ হৈ পৰিল। ভাৰতীয় জনসাধাৰণ এতিয়াৰ দুৰ্দ্দশাজনক অৱস্থালৈ নহা পৰ্য্যন্ত এই গতিধাৰা চলিয়েই থাকিল আৰু জাতিভেদ সকলো প্ৰকাৰ প্ৰগতিৰ বৈৰী হৈ পৰিল। সমাজ গাথনি একেলগে ধৰি ৰখাৰ পৰিৱৰ্ত্তে ই তাক শ শ ভাগত খণ্ড-বিখণ্ড কৰিলে, আমাক নিশকতীয়া কৰিলে আৰু ভাইক ভাইৰ বিৰুদ্ধে থিয় কৰোৱালে।

ভাৰতৰ সমাজ প্ৰণালী সবল কৰাত জাতিভেদে এনে ধৰণেই সহায়তা কৰিছিল। কিন্তু সেয়ে হলেও ইয়াৰ ভিতৰতে বিনাশৰ বীজ নিহিত আছিল। ই প্ৰতিষ্ঠিত হৈছিল অসাম্য আৰু অবিচাৰ চিৰস্থায়ী কৰাৰ ভিত্তিত আৰু এনে ধৰণৰ যি কোনো প্ৰচেষ্টা সদৌ শেষত ব্যৰ্থ হবই লাগিব। অসাম্য আৰু অবিচাৰৰ ভিত্তিত নাইবা

এটা শ্ৰেণী বা সমষ্টিক আনটোৱে শোষণ কৰাৰ ভিত্তিত সুস্থ আৰু সবল সমাজ এটা গঢ়ি তুলিব নোৱাৰি। এই অশোভনীয় শোষণ আজিও চলি থকা বাবেইহে গোটেই পৃথিৱী জুৰি ইমান গণ্ডগোল আৰু বিকাৰ ঘটা আমি দেখিবলৈ পাইছো। পিচে মানুহে সকলো ঠাইতে এতিয়া এইটো উপলব্ধি কৰিব পাৰিছে আৰু তাৰ পৰা নিষ্কৃতি লভাৰ অৰ্থে কঠোৰ শ্ৰম কৰিছে।

ভাৰতৰ দৰেই চীনতো সমাজ ব্যৱস্থাৰ শক্তি নিহিত আছিল গাঁওবোৰত—মাটি স্বত্বাধীন কৰি ৰখা আৰু চহ কৰা হেজাৰ-বিজাৰ খেতিয়কত। তাতো ডাঙৰ ডাঙৰ জমিদাৰ নাছিল। ধৰ্ম্মক কদাপি ধৰা-বন্ধা নিৰ্ব্বন্ধত পৰিণত হবলৈ কিম্বা অসহনশীল হবলৈ এৰি দিয়া নহৈছিল। পৃথিৱীৰ সমূহ জাতিৰ ভিতৰত চীনা-সকলেই কিজানি ধৰ্ম্মৰ ক্ষেত্ৰত আটাইতকৈ কম গোড়া আছিল আৰু এতিয়াও তেনে হৈয়ে আছে।

তদুপৰি তুমি মনত ৰাখিব লাগিব যে গ্ৰীচ বা ৰোমত—অথবা তাৰো পূৰ্ব্বে মিছৰত—যি ধৰণৰ শ্ৰমিক দাসত্ব প্ৰচলিত আছিল, ভাৰত আৰু চীন উভয় দেশতে তেনে দাসত্ব নাছিল। বন্দী হিচাপে ঘৰুৱা চাকৰ কিছুমান মাথোন আছিল আৰু সেইবোৰে সমাজ প্ৰণালীত বিশেষ তাৰতম্য ঘটোৱা নাছিল। সিহঁত নথকা হলেও এই প্ৰণালী একেভাৰেই চলি গলহেঁতেন। প্ৰাচীন গ্ৰীচ বা ৰোমত এনে হোৱা নাছিল। তাৰ বিপুল সংখ্যক গোলাম সমাজ প্ৰণালীৰ আৱশ্যকীয় অঙ্গ ৰূপে আছিল আৰু সকলোবোৰ কামতে আচল বোজাটো পৰিছিলগৈ সিহঁতৰ ওপৰত। আৰু মিছৰত একা? এই দাস শ্ৰমিকবোৰ নথকা হলে প্ৰকাণ্ড প্ৰকাণ্ড পিৰা-মিডবোৰ ক'ৰ পৰা হলহেঁতেন?

এই চিঠিখন চীনৰ কথাৰে আৰম্ভ কৰিছিলো আৰু সেই দেশৰ কাহিনী বহলাই নিব খুজিছিলো কিন্তু মই অন্যান্য বিষয়লৈ গুচি গলো—যিটো কৰা মোৰ পক্ষে অস্বাভাৱিক কাম নহয়! সম্ভৱতঃ পিচৰ বাৰ আমি চীনতে নিবিষ্ট হব পাৰিম।

## ৪১

## তাঙ্‌সকলৰ আমোলত চীনৰ শ্ৰীবৃদ্ধি

মে' ৭, ১৯৩২

চীনৰ হান ৰাজবংশ, বৌদ্ধ ধৰ্ম্মৰ আগমন, ছপাশালৰ আৱিষ্কাৰ আৰু ৰাজহুৱা কৰ্ম্মচাৰীসকলক বাছি লবৰ বাবে পৰীক্ষা পদ্ধতিৰ প্ৰৱৰ্ত্তনৰ বিষয়ে মই তোমাক কৈ আহিছো। খ্ৰীষ্টোত্তৰ তৃতীয় শতাব্দীত হান ফৈদৰ অৱসান ঘটিল আৰু তিনি খন ৰাষ্ট্ৰত সাম্ৰাজ্যখন বিভক্ত হৈ পৰিল। "ৰাজ্যত্ৰয়"ত (এই কেইখনক অভিহিত কৰা মতে) বিভাজনৰ এই সময়ছোৱা কেবা শ বছৰ ধৰি চলি থাকিল। অৱশেষত


ইউৰোপ
জাপান
কাস্পিয়ান
অক্সাস
তুৰ্কিস্থান
কোৰিয়া
নদ
আৰব
পাৰস্য
তিব্বত
চীন
হিমালয় পঃ
ভাৰতবৰ্ষ
আনাম
ভাৰতীয় উপনিবেশ
তাঙ্ সাম্ৰাজ্য
০ ১০০০ ২০০০ ৫০০০ মাইল

তাঙ ফৈদ বোলা নতুন ৰাজবংশ এটাই চীনক পুনৰ ঐক্যবদ্ধ কৰিলে আৰু এখন মাত্র শক্তিশালী ৰাষ্ট্ৰত পৰিণত কৰিলে। ই ঘটিল সপ্তম শতাব্দীৰ আগ ভাগত।

কিন্তু বিভাজনৰ উক্ত সময়ছোৱাৰ ভিতৰতো আৰু উত্তৰ ফালৰ পৰা তাৰ্তাৰ আক্ৰমণ চলি থকা স্থলতো চীনা সংস্কৃতি আৰু কলা অব্যাহত থাকিল। সুবৃহৎ গ্ৰন্থাগাৰ আৰু ধুনীয়া ধুনীয়া ৰঙীন চিত্ৰৰ বিষয়ে আমি শুনিবলৈ পাওঁ। ভাৰতে কেৱল যে মনোমোহা কাপোৰ আৰু অন্যান্য সামগ্ৰীকে ৰপ্তানি কৰিছিল, এনে নহয়; নিজৰ চিন্তাধাৰা, ধৰ্ম্ম আৰু কলাও ৰপ্তানি কৰিছিল। বহুতো বৌদ্ধ ধৰ্ম্ম প্ৰচাৰক ভাৰতৰ পৰা চীনলৈ গৈছিল আৰু তেওঁলোকে লগতে বহন কৰি নিছিল ভাৰতীয় কলাৰ পৰম্পৰা। ভাৰতীয় কলাকাৰ আৰু সুনিপুণ শিল্পীবৃন্দ যোৱাটোও সম্ভৱপৰ হব পাৰে। ভাৰতৰ পৰা বৌদ্ধ ধৰ্ম্ম আৰু নতুন ভাবধাৰাৰ আগমনে চীনৰ ওপৰত অশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল। অৱশ্যে চীন আছিল এখন অতিশয় সভ্য দেশ। ভাৰতৰ ধৰ্ম্ম, চিন্তাধাৰা বা কলাই পিচ পৰি থকা দেশ এখনলৈ গৈ যে তাৰ দখল-ভোগ ললে, তেনে নহয়। চীনত সি চীনৰ নিজৰে সুপ্ৰাচীন কলা আৰু চিন্তা-প্ৰণালীৰ লগত ফেৰ মাৰিব লগা হৈছিল। এই দুয়োটাৰে সংঘাতৰ ফলত যি বস্তুৰ সৃষ্টি হল, সি হল ইটোৰ পৰাও বিভিন্ন, সিটোৰ পৰাও বিভিন্ন—এনে এটা বস্তু যিটোত যথেষ্ট ভাৰতীয়ত্ব আছে; তথাচ মুখ্যতঃ চীনা আৰু চীনা সাঁচতে গঢ় দিয়া। এনেদৰেই ভাৰতৰ পৰা অহা এই চিন্তা-প্ৰবাহবোৰে চীনৰ কলাসুলভ আৰু মানসিক জীৱনক নতুন উদ্দীপনা আৰু উল্লাস এটা দিলে।

ঠিক একে ধৰণেই বৌদ্ধ ধৰ্ম্ম আৰু ভাৰতীয় কলাৰ বাৰ্ত্তা গৈ অধিকতৰ পূবৰ কোৰিয়া আৰু জাপানো পালেগৈ। এই দুখন দেশ তাৰ দ্বাৰা কেনেকৈ প্ৰভাৱান্বিত হল, সেইটো সাগ্ৰহে লক্ষ্য কৰিব লগা বিষয়। প্ৰতিখন দেশে নিজস্ব বিশেষ সত্তাৰ লগত ইয়াক ৰজিতা খুৱাই ললে। সেইদেখি চীন আৰু জাপানত বৌদ্ধ ধৰ্ম্ম প্ৰচলিত আছে যদিও ই প্ৰতিখন দেশতে বেলেগ বেলেগ ৰূপ পৰিগ্ৰহ কৰিছে। ভাৰতৰ পৰা ওলাই যোৱা বৌদ্ধ ধৰ্ম্মৰ লগত সম্ভৱতঃ এই দুয়ো বিধৰে বহু ধৰণৰ পাৰ্থক্য আছে। কলাৰো ৰূপভেদ হৈছে, বাতাবৰণ আৰু মানুহৰ অনুক্ৰমে তাৰো সলনি হৈছে। ভাৰতত এতিয়া আমি জাতিগতভাৱে কলা বা সৌন্দৰ্য্য পাহৰি পেলাইছোঁ। অপৰূপ সৌন্দৰ্য্য সমাহিত কিবা বস্তু আমি যে বহুকাল ধৰি উৎপন্ন কৰা নাই! কেৱল সেইটোৱেই নহয়, আন কি সুন্দৰক হৃদয়ঙ্গম কেনেকৈ কৰিব লাগে, সেইটোও আমাৰ বেচি ভাগেই পাহৰি পেলাইছো। পৰাধীন দেশ এখনত কলা বা সংস্কৃতিৰ শ্ৰীবৃদ্ধি হব কেনেকৈ? পৰাধীনতা আৰু হকা-বাধাৰ এন্ধাৰত সেইবোৰ মৰহি যায়। পিচে ইতিমধ্যে স্বাধীনতা দৃশ্যমুখৰ হৈ উঠাৰ লগে লগে আমাৰ সৌন্দৰ্য্যবোধো লাহে লাহে জাগৰিত হব ধৰিছে। মুক্তি যেতিয়া আহিব, তেতিয়া এই দেশত কলা আৰু সৌন্দৰ্য্যৰ অপূৰ্ব্ব অভ্যুত্থান তুমি লক্ষ্য কৰিবলৈ পাবা। মোৰ আশা, সি আমাৰ ঘৰ বা নগৰ বা জীৱনৰ কদৰ্য্যতা ধুই পখালি উটাই নিব। চীন আৰু জাপান ভাৰতকৈ বেচি ভাগ্যৱান; তেওঁলোকে নিজস্ব সৌন্দৰ্য্য আৰু কলাপ্ৰিয়তাৰ জ্ঞান বহু পৰিমাণে এতিয়াও সংৰক্ষণ কৰিব পাৰিছে।

চীনত বৌদ্ধ ধৰ্ম্মই ক্ৰমাগত প্ৰসাৰ লভি অহাৰ লগে লগে ভাৰতীয় বৌদ্ধ

আৰু ভিক্ষুসকল তালৈ গল আৰু চীনা ভিক্ষুসকল ভাৰত আৰু অন্যান্য দেশত পৰ্য্যটন কৰিবলৈ আহিল। মই তোমাক ফাহিয়েনৰ বিষয়ে কৈছিলোঁৱেই। য়ুৱান চাঙকতো তুমি জানাই। এওঁলোক উভয়ে আহিছিল ভাৰতলৈ। পূবৰ জলধি পাৰ হৈ যোৱা হুই ছেং নামে চীনা প্ৰৱ্ৰজক এজনৰ ভ্ৰমণ সংক্ৰান্ত কৌতুহলজনক বৃত্তান্ত এটাও আছে। খ্ৰীষ্টোত্তৰ ৪৯৯ চনত তেওঁ চীনৰ ৰাজধানীলৈ আহি কলে যে চীনৰ পৰা কেবাহাজাৰো মাইল পূবে থকা দেশ এখনত তেওঁ ভ্ৰমি আহিল আৰু এইখন দেশকে তেওঁ "ফু ছাং" বুলি কৈছিল। চীন আৰু জাপানৰ পূবলৈ হল প্ৰশান্ত মহাসাগৰ। হুই ছেঙে এই মহাসাগৰখন পাৰ হৈ যোৱাটোও সম্ভৱপৰ। তেওঁ কিজানি মেক্সিকোত পদাৰ্পণ কৰিছিল; কিয়নো মেক্সিকোত সেই কালতো পুৰণি সভ্যতা এটা আছিল।

চীনত বৌদ্ধ ধৰ্ম্মৰ ক্ৰমবিস্তাৰত আকৃষ্ট হৈ ভাৰতীয় বৌদ্ধ ধৰ্ম্মৰ মুখিয়াল তথা সংঘথেৰজনে—যিজনৰ নাম বা উপাধি আছিল বোধিধৰ্ম্ম—দক্ষিণ ভাৰতৰ পৰা চীনৰ কেণ্টন অভিমুখে নৌ-যাত্ৰা কৰিলে। বোধ হয় ভাৰতত বৌদ্ধ ধৰ্ম্ম ক্ৰমাগত নিৰ্ব্বল হৈ অহাটোৱে তেওঁক গুচি যাবলৈ উদগাই দিলে। খ্ৰীষ্টোত্তৰ ৫২৬ চনত তেওঁ যেতিয়া চীনলৈ গল, তেতিয়া তেওঁ আছিল এজন বুঢ়া মানুহ। তেওঁৰ লগত আৰু তেওঁৰ পিচতো, অন্যান্য বহুত বৌদ্ধ ভিক্ষু চীনলৈ গৈছিল। কথিত আছে যে চীনৰ এখন মাত্ৰ প্ৰদেশতে—লো-য়াং—এই সময়ত তিনি হেজাৰ ভাৰতীয় ভিক্ষু আৰু দহ হেজাৰ ভাৰতীয় পৰিয়াল আছিল।

ইয়াৰ পিচত অচিৰে ভাৰতত বৌদ্ধ ধৰ্ম্মৰ পুনৰভ্যুত্থানৰ এটা যুগো আহি পৰিছিল। বুদ্ধৰ জন্মক্ষেত্ৰ ৰূপে আৰু পৱিত্ৰ গ্ৰন্থাৱলী থকা ঠাই হিচাপে ভাৰতে ধৰ্ম্ম-বৎসল বৌদ্ধসকলক আকৃষ্ট কৰিয়েই আছিল। কিন্তু ভাৰতত বৌদ্ধ ধৰ্ম্মৰ গৌৰৱ মাৰ গ'ল যেন দেখা যায়। এতিয়া চীনেই হ'ল প্ৰধানতম বৌদ্ধ দেশ।

খ্ৰীষ্টোত্তৰ ৬১৮ চনত সম্ৰাট কাও ছুৱে তাঙ বংশ আৰম্ভ কৰিলে। তেওঁ কেৱল যে সমগ্ৰ চীন দেশকে একত্ৰ কৰিলে, তেনে নহয়; দক্ষিণে আন্নাম আৰু কাম্বোদিয়াৰ পৰা ধৰি পশ্চিমে পাৰস্য আৰু কাস্পিয়ান সাগৰলৈকে এক বিস্তীৰ্ণ এলেকাৰ ওপৰত তেওঁ নিজৰ প্ৰভুত্ব বিস্তাৰ কৰিলে। কোৰিয়াৰ একাংশও এই বিশাল সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা হৈছিল। সাম্ৰাজ্যৰ ৰাজধানী আছিল ছিয়ান্‌ফু—জাক্‌জমকীয়া শোভা আৰু সংস্কৃতিৰ বাবে পূব এচিয়াত সুপ্ৰসিদ্ধ এখন নগৰী। কলা, দৰ্শন আৰু সভ্যতা শিকিবৰ অৰ্থে ছিয়ান্‌ফুলৈ জাপানৰ পৰা আৰু তেতিয়াও স্বাধীন হৈ থকা দক্ষিণ কোৰিয়াৰপৰা ৰাষ্ট্ৰদূত আৰু আয়োগবৰ্গ আহি আছিল।

তাঙ সম্ৰাটসকলে বৈদেশিক বেপাৰ আৰু বৈদেশিক পৰ্য্যটক উৎসাহিত কৰিছিল। চীনলৈ অহা বা তাত বসতি কৰিবলৈ লোৱা বিদেশীসকলৰ অৰ্থে বিশেষ বিধান প্ৰণয়ন কৰা হৈছিল, যাতে য'ত সম্ভৱ হয় ত'ত নিজস্ব ৰীতি মতে তেওঁলোকৰ প্ৰতি বিচাৰ কৰিব পৰা যায়। দক্ষিণ চীনত কেণ্টনৰ ওচৰত প্ৰায় ৩০০ খ্ৰীষ্টাব্দত আৰবসকলে বসতি কৰিবলৈ লোৱা আমি বিশেষভাৱে লক্ষ্য কৰিবলৈ পাওঁ। ই হ'ল ইছলামৰ অভ্যুদয়ৰ আগতে, অৰ্থাৎ প্ৰৱৰ্ত্তক মহম্মদৰো জন্মৰ পূৰ্ব্বেই। এই আৰব-

সকলৰ সহায়ত সামুদ্ৰিক বেপাৰে গা কৰি উঠিছিল আৰু আৰব আৰু চীনা জাহাজেৰে তাক বহন কৰা হৈছিল।

তুমি জানিলে আচৰিত হবা যে পিয়ল -অৰ্থাৎ কোনো এখন দেশৰ জনসংখ্যা যাতে জানিব পৰা যায়, সেই অৰ্থে তাৰ মানুহ গণনা কৰাটো—চীনত এটা অতিশয় পুৰণি ৰীতি। ১৫৬ খ্ৰীষ্টাব্দৰ দৰে ইমান আগতীয়া দিনতো পিয়ল এটা লোৱা হৈছিল বুলি প্ৰবাদ আছে। এই পিয়ল নিশ্চয় হানসকলৰ দিনৰ হব। গণনা হৈছিল অৱশ্যে পৰিয়ালগতভাৱে, জনমূৰি নহয়। প্ৰতিটো পৰিয়ালগতে পাঁচ জনকৈ লোক আছে বুলি ধৰা হৈছিল। এই গণনা অনুযায়ী খ্ৰীষ্টোত্তৰ ১৫৬ চনত চীনৰ অধিবাসীৰ সংখ্যা ৫ কোটি আছিল। ই অৱশ্যে নিৰ্ভুল পন্থা নহয়; কিন্তু মনত ৰাখিবা যে এই পিয়লটো প্ৰতীচ্যত এটা তেনেই নতুন বস্তু। মোৰ অনুমান, প্ৰথম পিয়লটো মাৰ্কিণ যুক্তৰাজ্যত প্ৰায় ১৫০ বছৰৰ পূৰ্ব্বেহে লোৱা হৈছিল।

তাঙ আমোলৰ আগছোৱাত চীনত দুটা অন্যান্য ধৰ্ম্মইও দেখা দিলেহি—খ্ৰীষ্ট ধৰ্ম্ম আৰু ইচলাম। খ্ৰীষ্ট ধৰ্ম্ম আনিছিল অনাচাৰী বুলি ঘোষিত আৰু প্ৰতীচ্যৰ পৰা বিতাড়িত এটা সম্প্ৰদায়ে। তেওঁলোকক 'নেষ্টৰিয়ান' বোলে। বিভিন্ন খ্ৰীষ্টান সম্প্ৰদায়বোৰৰ মাজত চলা বাদ-বিতৰ্ক আৰু দন্দ-খৰিয়ালবোৰৰ বিষয়ে কিছু দিনৰ পূৰ্ব্বে মই তোমালৈ লেখিছিলোঁ। এনেবোৰ বিবাদৰে কোনোবা এটাৰ ফলত নেষ্টৰিয়ানসকলক ৰোমৰ পৰা খেদি পঠোৱা হল। কিন্তু তেওঁলোক চীন, পাৰস্য আৰু এচিয়াৰ অন্যান্য বহুতো অংশত ব্যাপক হৈ পৰিল। তেওঁলোক ভাৰতলৈও আহিছিল আৰু কিছু কৃতকাৰ্য্যতাও লভিছিল। কিন্তু পিচত খ্ৰীষ্ট ধৰ্ম্মৰ অন্যান্য শাখাই আৰু ইচলামে নেষ্টৰিয়ানসকলক গ্ৰাস কৰিলে আৰু তেওঁলোকৰ অৱশেষ বৰ কমেইহে বলগৈ। যোৱা বছৰ আমি ভৰি দিয়া দক্ষিণ ভাৰতৰ এখন ঠাইত তেওঁলোকৰ সৰু গাঁও এখন পাই মই অতিশয় আচৰিত হৈছিলো। তোমাৰ মনত আছেনে? তেওঁলোকৰ বিছপজনে আমাক চাহ খুৱাইছিল। তেওঁ হল এজন সৰবৰহী বৃদ্ধ লোক।

চীন পাঁওতে খ্ৰীষ্ট ধৰ্ম্মৰ কিছু সময় লগা হৈছিল; কিন্তু ইচলাম আহিল খুব খৰতকীয়াকৈ। ই আহিল নেষ্টৰিয়ানসকল অহাৰ মাত্ৰ কেইবছৰমানৰ আগতে আৰু ইয়াৰ প্ৰৱৰ্ত্তক জীৱিত থকা কালতে। ইচলামী আৰু নেষ্টৰিয়ান—উভয় দৌত্যকে চীনা সম্ৰাটে সসম্মানে আদৰণি জনালে আৰু তেওঁলোকৰ যি বক্তব্য আছিল, তাকো শুনিলে। তেওঁলোকৰ মতামতৰ সম্ৰাটে শলাগ ললে আৰু নিৰপেক্ষ চিত্তে অনুগ্ৰহ দেখুৱালে। কেণ্টনত মচজিদ এটা সাজিবলৈ আৰবসকলক অনুমতি দিয়া হল। এই মচজিদটো এতিয়াও আছে, যদিওবা ই ১৩০০ বছৰৰ পুৰণি আৰু পৃথিৱীৰ আটাইতকৈ পুৰণি মচজিদবোৰৰে অন্যতম।

ঠিক সেইদৰেই তাঙ সম্ৰাটে খ্ৰীষ্টান গীৰ্জ্জা আৰু মঠ এটা নিৰ্ম্মাণ কৰিবলৈও অনুমতি দিলে। এই সহনশীল মনোভাৱৰ লগত ইউৰোপত সেই কালত চলা অসহিষ্ণুতাৰ বৈসাদৃশ্য বৰ চকুত লগা বিধৰ হৈ পৰে।

কথিত আছে যে আৰবসকলে কাগজ তৈয়াৰী কৰাৰ বিদ্যাটো চীনাসকলৰ পৰাই শিকিলে আৰু পিচত নি ইউৰোপক শিকালেগৈ। খ্ৰীষ্টোত্তৰ ৭৫১ চনত

মধ্য এচিয়াৰ তাৰ্কেস্থানত চীনা আৰু মুছলিম আৰবসকলৰ ভিতৰত এখন যুদ্ধ লাগে। আৰবসকলে বহুতো চীনাক বন্দী কৰিলে আৰু কাগজ নো কেনেকৈ তৈয়াৰ কৰিব পাৰি, সেইটো এই বন্দীসকলেই আৰবসকলক শিকালে।

তাঙসকল ৯০৭ খ্ৰীষ্টাব্দলৈকে তিনিশ বছৰ বৰ্ত্তি থাকিল। এই তিনি শ বছৰক কোনো কোনোৱে চীনৰ আটাইতকৈ মহত্বপূৰ্ণ যুগ বুলি অভিহিত কৰে। তেতিয়া কেৱল উচ্চ খাপৰ সংস্কৃতি এটাই যে বিকশিত হৈছিল, তেনে নহয়; প্ৰজা-বৰ্গৰ নিমিত্তেও সাধাৰণ সুখ-সমৃদ্ধিৰ উচ্চ স্তৰ এটাত উপনীত হব পৰা গৈছিল। প্ৰতীচ্যই বহু কালৰ পিচতহে জানিবলৈ পোৱা অনেক বস্তু তেতিয়াই চীনাসকলৰ অৱগত হৈছিল। মই ইতিমধ্যে কাগজৰ উল্লেখ কৰিছোৱেই। খাৰবাৰুদ হ'ল আন এটা। তেওঁলোক আছিল ভাল অভিযন্তা আৰু সাধাৰণভাৱে প্ৰায় প্ৰতিটো বিষয়তে তেওঁলোক আছিল ইউৰোপতকৈ ভালেখিনি আগ বঢ়া। তেওঁলোক যদি ইমান আগ বঢ়াই আছিল, তেন্তে তেওঁলোকে অগ্ৰগতি অব্যাহত ৰাখি বিজ্ঞান আৰু আবিষ্কাৰত ইউৰোপক নেতৃত্ব যোগাব নোৱাৰিলে কিয় ? বৰঞ্চ ক্ৰমাগত আগুৱাই আহি ইউৰোপেহে তেওঁলোকক লগ ধৰিলে আৰু বয়সীয়াল মানুহক এজন ডেকাই পিচ পেলাই থৈ যোৱাৰ দৰে কোনো কোনো বিষয়ত যেনেকৈয়ে হওক লাগিলে, ইউৰোপেহে আচিৰে তেওঁলোকক চেৰ পেলাই থৈ গল। এনে ধৰণৰ ঘটনা ৰাষ্ট্ৰবৰ্গৰ বুৰঞ্জীত কিয় ঘটে, সেইটো দাৰ্শনিকসকলে চিন্তা-চৰ্চা কৰি চাব পৰা বিধৰ এটা অতিশয় জটিল প্ৰশ্ন। অৱশেষত এইদৰেই জনসাধাৰণ তাঙসকলৰ ওপৰত ক্ষিপ্ত হৈ উঠিল আৰু তেওঁলোকৰ শেষ, সেইবাবে মহো বিৱৃত হোৱাৰ কোনো সকাম নাই।

কলা আৰু সভ্যতাত নেতৃত্ব যোগাব বুলি চীনৰ মুখাপেক্ষী হৈ থকা এচিয়াৰ অৱশিষ্ট অংশৰ ওপৰত এই যুগটোতে চীনে লভা মহত্বৰ স্বাভাৱিকতে ডাঙৰ প্ৰভাৱ পৰিছিল। গুপ্ত সাম্ৰাজ্যৰ অবসান ঘটাৰ পিচত ভাৰতৰ ভাগ্যাৰবিয়ে উজ্জ্বল জ্যোতি বিকীৰণ কৰিব পৰা নাছিল। অৱশ্যে সচৰাচৰ ঘটাৰ দৰেই চীনৰ অগ্ৰগতি আৰু সভ্যতাৰ ফলত অত্যধিক লাহ-বিলাহ আৰু সহজ জীৱন যাত্ৰাৰ সূত্ৰপাত হয়। তাৰ পিচত ৰাষ্ট্ৰত হ'ল দুৰ্নীতি আৰু তাৰ ফলত গধুৰ কৰ-কাটল আৱশ্যকীয় হৈ পৰিল। অৱশেষত এইদৰেই জনসাধাৰণ তাঙসকলৰ ওপৰত ক্ষিপ্ত হৈ উঠিল আৰু তেওঁলোকৰ ফৈদৰো অবসান ঘটালে।

৪২

## চোছেন আৰু দৈ নিম্পন

মে' ৮, ১৯৩২

পৃথিৱীৰ আখ্যান আমি বহলাই নিয়াৰ লগে লগে ক্ৰমাগত অধিকতৰ দেশ আমাৰ দৃষ্টিপথত পৰিব। সেইদেখি আমি এতিয়া কোৰিয়া আৰু জাপানত এবাৰ দৃষ্টিপাত কৰো। এই দুয়োখন দেশ চীনৰ নিচেই ওচৰ চুবুৰীয়া আৰু বহু প্ৰকাৰে

চীনা সভ্যতাৰেই সন্ততি। এই দুয়োখন দেশ এচিয়াৰ—সুদূৰ প্ৰাচ্যৰ—একেবাৰে সীমা-মূৰিয়লিত আৰু তাৰ সিফালে হল বিশাল প্ৰশান্ত মহাসাগৰ। সিদিনাৰ কেই বছৰমানৰ আগলৈকে আমেৰিকা মহাদেশৰ লগত তেওঁলোকৰ একো সম্পৰ্ক নাছিল। সেইদেখি তেওঁলোকৰ একমাত্ৰ সম্পৰ্ক আছিল ঘাই ভূভাগৰ মহান জাতিটোৰ লগত অৰ্থাৎ চীনৰ লগত। চীনৰপৰা আৰু চীনৰ যোগেদিয়েই তেওঁলোকে নিজস্ব ধৰ্ম্ম, কলা আৰু সভ্যতা আহৰণ কৰিছিল। চীনৰ ওচৰত কোৰিয়া আৰু জাপান উভয়ৰে ঋণ অশেষ; কিছু কিছুৰ বাবে তেওঁলোক ভাৰতৰ ওচৰতো ধৰুৱা। কিন্তু ভাৰতৰ পৰা তেওঁলোকে যিহকে পাওক লাগে, সি তেওঁলোকৰ প্ৰাপ্য হৈছিল চীনৰ যোগেদি আৰু চীনা সত্তাৰ বোল পৰিবিহিতভাৱে।

অৱস্থিতিয়ে বাধ্য কৰা হেতু এচিয়া আৰু আন ঠাইৰ ডাঙৰ ডাঙৰ ঘটনাৱলীৰ সংশ্ৰৱত কোৰিয়া আৰু জাপান উভয়ৰে কৰিব লগা কাম বৰ কমেই আছিল। ঘটনাৱলীৰ কেন্দ্ৰৰ পৰা দুয়ো দেশ বহু দূৰৈত। কিছু পৰিমাণে তেওঁলোক—বিশেষকৈ জাপান—ভাগ্যৱানেই আছিল। আমি সেইদেখি অধুনাতন কাললৈকে নহা পৰ্য্যন্ত তেওঁলোকৰ বুৰঞ্জী প্ৰায় অনায়াসে অৱজ্ঞা কৰি চলিব পাৰো। তেনে কৰিলে এচিয়াৰ বাকী অংশত ঘটা ঘটনাৱলী আমি হৃদয়ঙ্গম কৰাত বিশেষ তাৰতম্য নঘটে। কিন্তু যিদৰে মালয়েচিয়া আৰু পূব দ্বীপপুঞ্জৰ অতীত ইতিকথা আমি অৱজ্ঞা কৰি অহা নাই, সেইদৰেই আমি ইয়াৰ প্ৰতিও আওকণীয়া হব নেলাগিব। বেচেৰা ক্ষুদ্ৰ দেশ কোৰিয়া আজি প্ৰায় বিস্মৃত হৈছে। জাপানে কোৰিয়াক গ্ৰাস কৰি পেলাইছে আৰু নিজ সাম্ৰাজ্যৰ অংশবিশেষত পৰিণত কৰিছে। পিচে কোৰিয়াই এতিয়াও মুক্তিৰ সপোন দেখি আছে আৰু স্বাধীনতাৰ হকে যুঁজি আছে। বৰ্ত্তমান জাপান বৰ চকুত লগা বিধৰ হৈ পৰিছে। চীনৰ ওপৰত জাপানী আক্ৰমণৰ খবৰ বাতৰি কাকতত ভৰ্ত্তি হৈ ওলাইছে। মই লেখি যোৱাৰ লগে লগে মাঞ্চুৰিয়াত এখন যুদ্ধৰ নিচিনাই হৈছেগৈ। সেইদেখি কোৰিয়া আৰু জাপানৰ অতীত সম্বন্ধে আমি যদি কিছু জানি থওঁ, তেন্তে ভালেই হব; কিয়নো বৰ্ত্তমানক বুজি উঠাত ই আমাক সহায় কৰিব।

মনত ৰাখিব লগা প্ৰথম কথা হল সুদীৰ্ঘ একো একোটা কাল ধৰি এই দুখন দেশৰ বিচ্ছিন্নতা। জাপানৰ বাস্তৱিকে বিচ্ছিন্নতা আৰু বহিৰাক্ৰমণৰ পৰা অব্যাহতি পাই থকাৰ উল্লেখযোগ্য ইতিবৃত্ত এটা আছে। বুৰঞ্জীৰ গোটেই ছোৱা সময় জুৰি জাপান আক্ৰমণ কৰাৰ প্ৰচেষ্টা বৰ কমেই হৈছিল আৰু তেনে প্ৰচেষ্টা সফল হোৱাও নাছিল। জাপানৰ আটাইবোৰ গণ্ডগোল হল সোঁ সিদিনালৈকে নিজৰ আভ্যন্তৰীণ গণ্ডগোল। আনকি একালত জাপানে পৃথিবীৰ অৱশিষ্ট অংশৰপৰা নিজকে সম্পূৰ্ণ বিচ্ছিন্ন কৰিও থৈছিল। দেশৰ বাহিৰ হৈ যোৱাটো জাপানী এজনৰ পক্ষে কিম্বা জাপানত প্ৰৱেশ কৰাটো বিদেশীসকলৰ পক্ষে—আনকি চীনাসকলৰ পক্ষেও প্ৰায় সম্ভৱপৰ নাছিলেই। ইউৰোপৰ বিদেশী লোক আৰু খ্ৰীষ্টান পাদুৰীসকলৰপৰা তেওঁলোকক ৰক্ষা কৰাৰ অৰ্থেই এনে কৰা হৈছিল। ই হ'ল এটা বিপজ্জনক আৰু মূৰ্খামিৰ পৰিচায়ক কাম; কিয়নো ইয়াৰ অৰ্থ হল গোটেই জাতিটোকে কাৰাবাস দিয়া আৰু ভাল হওক, বেয়া হওক—সকলো প্ৰকাৰৰ বহিঃপ্ৰভাৱৰ পৰা জাতিটোক ফালৰি

কাটি অনা। তাৰ পিচত হঠাৎ জাপানে নিজৰ দুৱাৰ-খিৰিকী খুলি দিলে আৰু ইউৰোপে শিকাব পৰা প্ৰতিটো কথাকে শিকি লবলৈ খৰখেদা লগালে। আৰু ইমান আন্তৰিকতাপূৰ্ণ সৎ অভিলাষেৰে জাপানে এইখিনি শিকি পেলালে যে দুই-এক পুৰুষৰ ভিতৰতে জাপান দেখাত যি কোনো এখন ইউৰোপীয় দেশৰ নিচিনা হৈ পৰিল। আনহে নেলাগে, সিবিলাকৰ বদ অভ্যাসবোৰো জাপানে অনুকৰণ কৰিলে। এই সমস্ত ঘটি গল যোৱা ৭০ বছৰ বা তদ্ৰূপ সময়ৰ ভিতৰত।

কোৰিয়াৰ বুৰঞ্জীৰ সূচনা হয় চীনৰ বহুত পিচত আৰু জাপানী বুৰঞ্জীৰ সূচনা হয় কোৰিয়াৰো বহুত পিচত। চীন দেশত ৰাজবংশৰ সলনি হোৱাটো অপছন্দ কৰি কি-চে নামে দেশত্যাগী চীনা এজনে কেনেকৈ পাঁচ হেজাৰ অনুগামী সহ পূব ফালে ওলাই গৈছিল, সেইটো মই তোমাক যোৱা বছৰ লেখা চিঠি এখনত কৈ আহিছো। তেওঁ কোৰিয়াত বসতি কৰিবলৈ ললে আৰু সেই দেশক 'চোছেন'—"প্ৰভাত প্ৰশান্তিৰ ভূমি"—বুলিলে। ই হল খ্ৰীষ্ট পূৰ্ব্ব ১১২২ চনত। কি-চেই লগে লগে আনিলে চীনা কলা, শিল্প, কৃষি আৰু পাটকাপোৰ তৈয়াৰী কৰাৰ বিদ্যা। ৯০০ বছৰতকৈও ওপৰ কাল কি-চেৰ বংশধৰসকলে চোছেন শাসন কৰিলে। মাজে-সময়ে চীনা পমুৱাসকল আহি থাকিল আৰু চোছেনত তেওঁলোকে বসতি স্থাপন কৰিলে। এই দৰেই চীনৰ লগত বুজন ধৰণে ঘনিষ্ঠ সম্পৰ্ক প্ৰতিষ্ঠিত হল।

চীনত চি-হোৱাং-টি সম্ৰাট থকা কালত চীনা সকলৰ বৰ ডাঙৰ দল এটা ভাগি আহিল। অশোকৰ সমসাময়িক এই চীনা সম্ৰাটজনৰ কথা তোমাৰ বোধ হয় মনত আছে। নিজকে "প্ৰথম সম্ৰাট" বোলা আৰু আটাইবোৰ পুৰণি পুথি জুই লগাই পোৰোৱা লোক আছিল এইজনেই। চি-হোৱাং-টিৰ নিৰ্দ্দয় কাৰ্য্যপন্থাৰ ফলত খেদা খাই বহুতো চীনা লোকে কোৰিয়াত আশ্ৰয় ললে। তেওঁলোকে কি-চেৰ দুৰ্ব্বল বংশধৰসকলক খেদি পঠালে। ইয়াৰ পিচত আঠ শ বছৰৰো ওপৰ কাল চোছেন কেবা-খনো ৰাষ্ট্ৰত বিভক্ত হৈ থাকিল। এই ৰাষ্ট্ৰবোৰে সময়ে সময়ে নিজৰ ভিতৰতে খোৱা-কামোৰা লগালে। এবাৰ এই ৰাষ্ট্ৰবোৰৰে এখনে চীনৰ ওচৰত সাহায্য প্ৰাৰ্থনা কৰিলে। ই হল এটা বিপজ্জনক অনুৰোধ। সাহায্য আহি পালে; কিন্তু ঘূৰি যাবলৈ মান্তি নহল! শক্তিশালী দেশবোৰৰ পন্থা হল তেনেকুৱাই। চীন থাকি গল আৰু চোছেনৰ একাংশও নিজ সাম্ৰাজ্যৰ লগত যুক্ত কৰিলে। আনকি চোছেনৰ বাদ-বাকী থকা অংশটোৰেও কেবা শ বছৰলৈকে চীনৰ তাঙ সম্ৰাটসকলৰ সৰ্ব্বময় কৰ্তৃত্ব গ্ৰাহ্য কৰিব লগা হল।

খ্ৰীষ্টোত্তৰ ৯৩৫ চোছেন পুনৰ একত্ৰিত স্বাধীন ৰাজ্য হল। ইয়াকে প্ৰতিষ্ঠা কৰিব পৰা পুৰুষজন হল ৱাংকিয়েন। তেওঁৰ উত্তৰাধিকাৰীসকলে ৪৫০ বছৰ ধৰি এই ৰাজ্যখন শাসন কৰিব পাৰিলে।

দুই-তিনটা পৰিচ্ছদতে কোৰিয়াৰ দুহেজাৰ বছৰৰো অধিক কালৰ বুৰঞ্জী মই তোমাৰ ওচৰত বিবৃত কৰিলোঁ! স্মৰণযোগ্য হ'ল চীনৰ ওচৰত কোৰিয়াৰ মহৎ ঋণ। অক্ষৰ-জ্ঞান চীনৰ পৰাই কোৰিয়ালৈ আহিল। তেওঁলোকে এহেজাৰ বছৰ ধৰি চীনা বৰ্ণমালা ব্যৱহাৰ কৰিলে। তুমি মনত ৰাখিব পোৱা যে এই বৰ্ণমালাই ভাব, শব্দ বা খণ্ডবাক্যহে সূচায়—আখৰ নুসূচায়। ইয়াৰ পিচত কোৰিয়ানসকলে এই

বৰ্ণমালাৰ পৰাই তেওঁলোকৰ নিজস্ব ভাষাৰ লগত অধিকতৰ খাপ খোৱা লিপি এটা উদ্ভাৱন কৰি ললে।

চীন হৈয়ে কোৰিয়ালৈ বৌদ্ধ ধৰ্ম্মও আহিল আৰু চীনৰ পৰাই আহিল কন্‌ফুচিয়ানী দৰ্শন। ভাৰতৰ পৰা কলাসুলভ প্ৰভাৱ চীনৰ যোগেদি কোৰিয়া আৰু জাপান পালেগৈ। কোৰিয়াই কলাজনিত—বিশেষকৈ ভাস্কৰ্য্যমূলক—মনোমোহা সামগ্ৰী প্ৰস্তুত কৰিছিল। তেওঁলোকৰ স্থাপত্য চীনাসকলৰ অনুৰূপ। জাহাজ নিৰ্ম্মাণতো অশেষ অগ্ৰগতি সধা হৈছিল। আনকি একালত কোৰিয়াৰ মানুহৰ প্ৰবল নৌ-বাহিনী এটাও আছিল আৰু ইয়াৰে সহায়ত তেওঁলোকে জাপান অভিযান কৰিছিল।

সম্ভৱতঃ বৰ্ত্তমান জাপানীসকলৰ পূৰ্ব্বপুৰুষ কোৰিয়া বা চোছেনৰপৰাই আহিছিল। তেওঁলোকৰ কিছুমান দক্ষিণৰপৰাও -মালয়েচিয়াৰ পৰা—অহা হব পাৰে। তুমি জানাই যে জাপানীসকল হল এটা মঙ্গোলীয় গোষ্ঠী। 'আইনু' বোলা কেতবোৰ মানুহ আজিও জাপানত আছে। তেওঁলোককে দেশৰ আদিম অধিবাসী বুলি ধৰা হয়। এই লোকসকল বগা আৰু কিছু নোমাল; সৰ্ব্বসাধাৰণ জাপানীৰপৰা তেনেই বিভিন্ন। আইনুসকলক দ্বীপপুঞ্জৰ উত্তৰ অংশলৈ খেদি পঠোৱা হল।

জিঙ্গো নামেৰে কোনোবা এগৰাকী সম্ৰাজ্ঞী প্ৰায় ২০০ খ্ৰীষ্টাব্দত য়ামাটো ৰাষ্ট্ৰৰ মুখিয়াল হোৱা আমি লক্ষ্য কৰিবলৈ পাওঁ। য়ামাটো হল জাপানৰ (কিম্বা এই পমুৱাসকলে য'ত বসতি স্থাপন কৰিলে, জাপানৰ সেই খণ্ডটোৰ) আদি নাম। এই নাৰী গৰাকীৰ নামটোলৈ লক্ষ্য কৰা—"জিঙ্গো"। জাপানী আদি শাসকসকলৰ এজনৰ নাম যে জিঙ্গো হল, ই কৌতুকাবহ সাদৃশ্য। ইংৰাজীত "জিঙ্গো" শব্দটোৱে এটা নিৰ্দ্ধাৰিত অৰ্থ সূচাবলৈ লৈছে। ই বুজায় আস্ফালন কৰি ফুৰা মদগৰ্ব্বী সাম্ৰাজ্যবাদী এজনকে। সাধাৰণভাৱে কেৱল এজন সাম্ৰাজ্যবাদী বুলিও আমি কব পাৰো; কাৰণ এনে বিধৰ প্ৰতিজন লোকেই কিছু পৰিমাণে আস্ফালন কৰি ফুৰা বিধৰ মদগৰ্ব্বী হবই লাগিব। সাম্ৰাজ্যবাদ বা জিঙ্গোবাদৰ এই ব্যাধিত জাপানো পীড়িত হোৱা বুলি ধৰা যায়। এচিয়াৰ এই কেইবছৰত কোৰিয়া আৰু চীনৰ প্ৰতি জাপানে বৰ অসৎ আচৰণ কৰিছে। সেইদেখি প্ৰথম ঐতিহাসিক শাসনকৰ্ত্তাজনৰ নাম যে জিঙ্গো হব লগাত পৰিল, সি কৌতুকৰ বিষয়।

কোৰিয়াৰ লগত য়ামাটোৰ ঘনিষ্ঠ সম্পৰ্ক অটুট থাকিল আৰু কোৰিয়াৰ জৰিয়তেই য়ামাটোলৈ চীনা সভ্যতা আহিল। কোৰিয়াৰ যোগেদি ৪০০ খ্ৰীষ্টাব্দ মানত চীনা লিখিত ভাষাও আহিল। সেইদৰেই আহিল বৌদ্ধ ধৰ্ম্ম। ৫৫২ খ্ৰীষ্টব্দত পাক্‌চেৰ (সেই সময়ত কোৰিয়া যি তিনিখন ৰাজ্যত বিভক্ত হৈ আছিল, পাক্‌চে হল তাৰে এখন) অধিপতিয়ে য়ামাটোৰাজলৈ সোণৰ বুদ্ধমূৰ্ত্তি এটা আৰু শাস্ত্ৰাদি সহ বৌদ্ধ ধৰ্ম্মপ্ৰচাৰক কেইজনমান পঠায়।

জাপানৰ পুৰণি ধৰ্ম্ম হল 'ছিণ্টো'। ই এটা চীনা শব্দ; মানে হল "দেৱতা-সকলৰ পন্থা।" ই হল প্ৰকৃতি-উপাসনা আৰু পূৰ্ব্বপুৰুষ ভজনৰ সংমিশ্ৰণ। ভবিষ্যত জীৱন কিম্বা ৰহস্যবাদ আৰু অন্যান্য সমস্যাৱলীৰ প্ৰতি ইয়াৰ বিশেষ ভ্ৰূক্ষেপ নাই। ই হল যোদ্ধ্‌ জাতি এটাৰ ধৰ্ম্ম। চীনাসকলৰ ইমান ওচৰ চাপিও আৰু

তেওঁলোকৰ সভ্যতাৰ ওচৰত ইমান ঋণী হৈও জাপানী সকল চীনাৰ পৰা তেনেই বিভিন্ন। চীনাসকল আছিল মূলতঃ শান্তিকামী জাতি আৰু তেনে হৈয়ে আছে। আনহাতে জাপানীসকল আছিল যুজাৰু লোক আৰু এতিয়াও তেনে হৈয়ে আছে। সৈনিক এজনৰ প্ৰধান ধৰ্ম্ম হ'ল নিজৰ নেতা আৰু নিজৰ সংগীৰ প্ৰতি আনুগত্য: জাপানীসকলৰো গুণ হল এয়ে আৰু তেওঁলোকৰ শক্তিৰ বেছিভাগ ইয়াৰ পৰাই অহা। ছিণ্টোই এই মৰ্ম্মটোকে শিকায়, "দেৱতাসকলক শ্ৰদ্ধা কৰা আৰু তেওঁলোকৰ বংশধৰসকলৰ অনুগত হৈ-থাকা।" সেইদেখি জাপানত ছিণ্টো আজিও তিষ্ঠি আছে আৰু বৌদ্ধ ধৰ্ম্মৰ পাশ্ববৰ্ত্তীভাবে চলি আছে।

কিন্তু এইটো এটা গুণ হলনে? সহকৰ্ম্মী এজনৰ কিম্বা হক কথা এটাৰ অনুগত হোৱাটো নিশ্চয় এটা গুণ। কিন্তু আমাৰ ওপৰত প্ৰভুত্ব খটাই থকা এমুঠি মানুহৰ উপকাৰ সধাৰ অৰ্থে ছিণ্টো আৰু অন্যান্য তৎসম ধৰ্ম্মই মাজে-সময়ে আমাৰ আনুগত্য অপব্যৱহাৰ কৰাৰ প্ৰয়াস কৰিছে। জাপান, ৰোম বা অন্যান্য ঠাইত তেওঁলোকে যি শিকালে, সি হল কৰ্ত্তাৰ উপাসনা। এনে শিকনিয়ে আমাৰ কিমান অনিষ্ট কৰিলে, সেইটো তুমি পিচত লক্ষ্য কৰিবলৈ পাবা।

বৌদ্ধ ধৰ্ম্ম যেতিয়া আহিল, তেতিয়া নতুন বৌদ্ধ ধৰ্ম্ম আৰু পুৰণি ছিণ্টোৰ মাজত কিছু অন্তৰ্দ্বন্দ্ব চলিছিল। কিন্তু অচিৰে দুয়োটাই পাৰ্শ্বৱৰ্ত্তীভাৱে থাকিবলৈ ললে আৰু আজি পৰিমিত তেনেকৈয়ে আছে। এই দুয়োটাৰ ভিতৰত ছিণ্টো হল এতিয়াও অধিকতৰ জনপ্ৰিয় আৰু শাসক গোষ্ঠীয়েও ইয়াক উৎসাহিত কৰে: কিয়নো ই তেওঁলোকৰ ওচৰত বশ্যতা আৰু আনুগত্য শিকায়। বৌদ্ধ ধৰ্ম্ম কিঞ্চিৎ পৰিমাণে বিপজ্জনক ধৰ্ম্ম: কিয়নো ইয়াৰ প্ৰৱৰ্ত্তকজন নিজেই আছিল বিদ্ৰোহী।

জাপানৰ কলাৰ্জনিত বুৰঞ্জীৰ সূচনা হয় বৌদ্ধ ধৰ্ম্মৰ লগে লগে। জাপান বা য়ামাটোই তেতিয়া চীনৰ লগত প্ৰত্যক্ষ সম্বন্ধ বঢ়োৱাত লাগিল। চীনলৈ সঘনে দৌত্য পঠোৱা হল—বিশেষকৈ তাঙ্ আমোলত: ছিয়ানফুৰ নতুন ৰাজধানীখন সমগ্ৰ পূব এচিয়াতে প্ৰসিদ্ধ হৈ উঠা কালত। আনহে নেলাগে, জাপানী অথবা য়ামাটোৰ অধিবাসীসকলে নিজেই 'নাৰা' বোলা নতুন এখন ৰাজধানী স্থাপন কৰিলে আৰু ইয়াক ছিয়ান্‌ফুৰ অবিকল প্ৰতিৰূপ কৰি তোলাৰ চেষ্টা কৰিলে। জাপানীসকলৰ সদায় আনক নকল বা অনুকৰণ কৰাৰ আশ্চৰ্য্যকৰ সামৰ্থ্য এটা থকা যেন দেখা যায়।

পৰস্পৰৰ বিৰুদ্ধাচৰণ কৰি থকা আৰু ক্ষমতা প্ৰাপ্তিৰ অৰ্থে যুঁজ-বাগৰ কৰা ডাঙৰ ডাঙৰ পৰিয়াল কেইটামান গোটেই জাপানী বুৰঞ্জী ধৰি পৰিলক্ষিত হয়। অতীজ কালত অন্যান্য ঠাইতো এনে হোৱা তুমি দেখিবলৈ পাবা। এই পৰিয়ালবৰ্গৰ পুৰণি খেল-বন্ধা মনোভাৱ টিকি আছে। সেইদেখি জাপানী বুৰঞ্জী হল প্ৰধানতঃ বিভিন্ন পৰিয়ালৰ অন্তৰ্দ্বন্দ্বৰ ইতিবৃত্ত। তেওঁলোকৰ সম্ৰাট মিকাডোক সৰ্ব্বশক্তিমান জ্ঞান কৰা হয়; তেওঁ স্বৈৰাচাৰী, অৰ্দ্ধদেৱ আৰু সূৰ্য্য-সম্ভূত। ছিণ্টো আৰু পূৰ্ব্ব-পুৰুষোপাসনাই সম্ৰাটক স্বেচ্ছাচাৰতন্ত্ৰ গ্ৰাহ্য কৰি লবলৈ প্ৰজাসাধাৰণক উদবুদ্ধ কৰিছে আৰু তেওঁলোকক দেশৰ ক্ষমতাৱান লোকসকলৰ অনুগত কৰি তুলিছে। কিন্তু জাপানত এই সম্ৰাটজন প্ৰায় সততে হৈ পৰে যথাৰ্থ ক্ষমতাবিহীন পুত্তলিকা মাথোন।

কেইটামান ডাঙৰ ডাঙৰ পৰিয়াল বা খেলৰ হাততহে ক্ষমতা বা কর্তৃত্ব থাকেগৈ। তেওঁ-লোকেই হল ৰজা ভঙা-পতা কৰোতা আৰু নিজ পছন্দ অনুযায়ী ৰজা বা সম্রাট পাতে তেওঁলোকেই।

বুৰঞ্জীত পৰিলক্ষিত হোৱা ৰাষ্ট্ৰ নিয়ন্ত্রণকাৰী প্রথম ডাঙৰ জাপানী পৰিয়ালটো হল ছোগা পৰিয়াল। তেওঁলোকে বৌদ্ধ ধৰ্ম্ম গ্রহণ কৰা বাবেইহে ই আদালতসম্মত আৰু চৰকাৰী ধৰ্ম্ম হবলৈ পালে। তেওঁলোকৰ এজন অধিনায়ক—চটুকু তাইচি—জাপানী বুৰঞ্জীৰ মহান লোকসকলৰে এজন। তেওঁ আছিল এজন নিষ্ঠাবান বৌদ্ধ আৰু অশেষ সামৰ্থ্যবান কলাকাৰ। তেওঁ তেওঁৰ ভাবধাৰা আহৰণ কৰিছিল চীনা কনফুচিয়ানী পুথিৰপৰা আৰু কেবল . বলপ্রয়োগৰ ওপৰত নির্ভৰ নকৰি নৈতিক ভেটি এটাৰ ওপৰত তেওঁ চৰকাৰ গঢ়ি তোলাৰ চেষ্টা কৰিছিল। সেই সময়ত জাপান আছিল খেলেৰেই ভৰা। এই খেলবোৰৰ কৰ্ত্তাসকল আছিল প্রায় স্বতন্তৰীয়া; তেওঁলোকে পৰস্পৰৰ ভিতৰত যুজ-বাগৰ কৰি আছিল আৰু কাৰো কর্তৃত্ব মনা নাছিল। মহা উচ্ছ্বাসপূর্ণ উপাধি এটা থকা সত্বেও সম্রাটজন আছিল খেলৰ এজন ডাঙৰ মুখিয়াল মাত্র। ইয়াক সলনি কৰি কেন্দ্রীয় চৰকাৰক শক্তিশালী কৰাত চটুকু তাই-চিয়ে আত্মনিয়োগ কৰিলে। বিভিন্ন খেলৰ মুখিয়াল আৰু ডাঙৰীয়াসকলক তেওঁ সম্রাটৰ অনুচৰ বা অনুবৰ্ত্তী কৰি তুলিলে। ই হ'ল প্রায় ৬০০ খ্রীষ্টাব্দত।

কিন্তু চটুকু তাইচিৰ মৃত্যুৰ পিচত ছোগা পৰিয়ালে খেদা খালে। তাৰ খন্তেক পিচতে জাপানী বুৰঞ্জীত সুপ্রসিদ্ধ আন এজন লোক দৃশ্যপটলৈ আহিল। তেওঁৰ নাম হল কাকাতমি—নো-কামাতৰি। তেওঁ শাসন প্রণালীত সকলো প্ৰকাৰৰ পৰিবৰ্ত্তন ঘটালে আৰু বহুতো চীনা পন্থাৰ অনুসৰণ কৰিলে। পিচে ৰাজহুৱা কৰ্ম্মচাৰী নিয়োগ কৰিবৰ অৰ্থে পৰীক্ষা লোৱাৰ যি ৰীতি চীনৰ ক্ষেত্ৰত একজতীয়া হৈ আছিল, সেইটো তেওঁ অনুকৰণ নকৰিলে। এতিয়া সম্রাটজন খেল এটাৰ মুৰব্বীতকৈ বহুত বেচি হৈ পৰিল আৰু কেন্দ্রীয় চৰকাৰো শক্তিশালী হৈ উঠিল।

এই সময়ছোৱাৰ ভিতৰতে নাৰা ৰাজধানী হৈছিল; কিন্তু সেয়ে হ'ল তেনেই অলপীয়া সময়ৰ বাবেহে। খ্রীষ্টোত্তৰ ৭৯৪ চনত কিয়োটোক ৰাজধানী কৰা হল আৰু প্রায় ১১০০ বছৰ ধৰি ই ৰাজধানী হৈ থাকিল। অৱশেষত সৌ সিদিনা মাত্র ইয়াৰ বদলি টকিয়ত ৰাজধানী বহুওৱা হল। টকিয় এখন ডাঙৰ বিশাল আধুনিক চহৰ। কিন্তু এহেজাৰ বছৰৰ স্মৃতি বহন কৰি অনা কিয়োটোইহে আমাক জাপানৰ অন্ত-ৰাত্মাৰ কিছু সম্ভেদ যোগাব পাৰে।

কাকাতমি-নো-কামাতৰি ফুজিয়াৰা পৰিয়ালৰ প্ৰতিষ্ঠাপক। জাপানী বুৰঞ্জীত এই পৰিয়ালে ডাঙৰ ভূমিকা ললেগৈ। সম্রাটসকলক পুত্তলিকা মাথোন কৰি লৈ আৰু সময়ত নিজৰ জীয়াৰীহঁতক বিয়া কৰিবলৈ সম্রাটসকলক বাধ্য কৰি এই পৰিয়ালে দুশ বছৰ শাসন নিৰ্ব্বাহ কৰিলে। অন্যান্য পৰিয়ালত ওলোৱা সামৰ্থ্যবান লোক-সকললৈ ভয় কৰি সিসকলক তেওঁলোকে মঠবোৰত ভৰ্ত্তি হবলৈ বাধ্য কৰিলে।

নাৰাত ৰাজধানী থকা কালতে চীনা সম্রাটে জাপানী শাসনকৰ্ত্তালৈ তেওঁ "তাই-ন্যি-পুং-কুকৰ সম্রাট" বুলি সম্বোধন কৰি সন্দেশ এটা পঠায়। ইয়াৰ মানে হল "মহান সূৰ্যোদয়ৰ ৰাজ্য।" জাপানীসকলে এই নামটো বেছ ভাল পালে। এই নাম

'য়ামাটোত'কৈ বেচি আকৰ্ষণীয় যেন প্ৰতিপন্ন হল। সেইদেখি তেওঁলোকে নিজৰ দেশখনো 'দৈ নিপ্পন'—"সূৰ্য্যোদয়ৰ ভূমি"—বুলিবলৈ ললে। এতিয়াও জাপানক বিদিত কৰা তেওঁলোকৰ নিজা নাম হল এইটোৱেই। 'জাপান' বোলা নামটো 'নিপ্পন'ৰ পৰা কৌতুকপূৰ্ণভাৱে ওলাল। ছশ বছৰৰ পিচত মাৰ্ক' প'ল' নামে ইটালিৰ মহান পৰিব্ৰাজক এজনে চীনত পদাৰ্পণ কৰে। তেওঁ কদাপি জাপানলৈ যোৱা নাছিল; কিন্তু তেওঁৰ ভ্ৰমণ-বৃত্তান্তৰ পুথিত এই দেশৰ বিষয়ে লেখি থৈ গৈছে। তেওঁ এই দেশক "চিপাঙ্গো" বুলি তেওঁৰ গ্ৰন্থত উল্লেখ কৰিছিল আৰু ইয়াৰ পৰাই 'জাপান' শব্দটো আহিল।

আমাৰ দেশখন 'ইণ্ডিয়া' আৰু 'হিন্দুস্তান' বুলি জনাজাত হবলৈ পালে কেনেকৈ, সেইটো মই তোমাক কৈছিলোঁ নে নতুবা তুমিয়েই জানানে? দুয়োটা নাম 'ইণ্ডাছ' বা সিন্ধু' নদৰ পৰা ওলাইছে আৰু সেই হিচাপেই "ভাৰতৰ নদ" হৈ পৰিছে। গ্ৰীকসকলে আমাৰ দেশখনক সিন্ধুৰ পৰা 'ইণ্ডোছ' বুলিছিল আৰু তাৰ পৰাই ওলাল 'ইণ্ডিয়া'। আকৌ সিন্ধুৰ পৰাই পাছৰ্ীয়সকলে 'হিন্দু' শব্দটো পালে আৰু তাৰ পৰাই আহিল 'হিন্দুস্তান'।

৪৩

## হৰ্ষবৰ্ধন আৰু উৱান চাং

মে' ১১, ১৯৩২।

আমি আকৌ ভাৰতলৈ ঘূৰি যাওঁহক। হুনসকলক পৰাস্ত কৰি হোঁহকাই পঠোৱা হ'ল; কিন্তু বহুতো হুন আওহতীয়া চুকবোৰত সোমাই থাকিল। বালাদিত্যৰ পিচত মহান গুপ্তবংশ লয়প্ৰাপ্ত হ'ল আৰু উত্তৰ ভাৰতত বিস্তৰ ৰাজ্য বা ৰাষ্ট্ৰৰ উত্থান হ'ল। দাক্ষিণাত্যৰ পুলকেশীয়ে চালুক্য সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিলে।

কানপুৰৰপৰা অনতিদূৰত আছিল কনৌজ বোলা ক্ষুদ্ৰ নগৰখন। কানপুৰ এতিয়া এখন ডাঙৰ চহৰ; কিন্তু কল-কাৰখানা আৰু ধোঁৱা-নলীবোৰ লৈ ই কুশ্ৰীও হৈ পৰিছে। কনৌজ হ'ল এখন সাধাৰণ ঠাই; গাঁও এখনতকৈ বৃহত্তৰ নহয় বুলিয়েই কব পাৰি। কিন্তু মই যিবোৰ দিনৰ বিষয়ে কবলৈ ওলাইছো, সেইবোৰ দিনত কনৌজ আছিল এখন ডাঙৰ ৰাজধানী; ইয়াৰ কবি, কলাকাৰ আৰু দাৰ্শনিকসকলৰ বাবে সুপ্ৰসিদ্ধ। আনহাতে কানপুৰে তেতিয়াও জন্ম লোৱা নাছিল আৰু বহু শত বছৰ ধৰি জন্ম পৰিগ্ৰহ নকৰাকৈয়ে থাকিল।

কনৌজ হ'ল আধুনিক নাম। প্ৰকৃত নাম হৈছে কান্যকুব্জ—"কুজা কন্যা।" আখ্যানটো হ'ল এই যে ৰগৰ কৰোঁতে লাজ পাই কুপিত হৈ কোনোবা এজন ঋষি বা মুনিয়ে এজন ৰজাৰ এশজনী জীয়েকক শাও দি কুজা কৰি পেলালে! যি চহৰত তেওঁলোকে বসতি কৰিবলৈ ললে, সেই চহৰখন তেতিয়াৰ পৰাই "কুজা ছোৱালী-হঁতৰ চহৰ" বা "কান্যকুব্জ" নামে অভিহিত হ'ল।

পিচে আমি ইয়াক চমুৱাই কনৌজেই বুলিম। হূনসকলে কনৌজৰ ৰজা-জনক বধ কৰিলে আৰু তেওঁৰ মহিষী ৰাজশ্ৰীক বন্দী কৰিলে। তেতিয়া ৰাজশ্ৰীৰ ককায়েক ৰাজৱৰ্দ্ধনে হূনসকলৰ লগত যুঁজ দি ভনীয়েকক পৰিত্ৰাণ কৰিবলৈ আগ বাঢ়িলে। তেওঁ সিহঁতক পৰাস্ত কৰিলে; কিন্তু বিশ্বাসঘাতকতাৰ ফলত নিজেও নিহত হ'ল। তেতিয়া ৰাজশ্ৰীক বিচাৰি ওলাল সৰু জন ভায়েক হৰ্ষৱৰ্দ্ধন। সেই দুৰ্দ্দশাগ্ৰস্ত মহিলাগৰাকী কেনেবাকৈ পলাই সাৰি পৰ্ব্বত পালেগৈ আৰু দুখ-নিৰ্য্যাতনত জৰ্জ্জৰিত হৈ জীৱন সাং কৰিবলৈকে মনস্থ কৰিলে। কথিত আছে যে তেওঁ ঠিক সতীদাহ যাবলৈ ওলাওঁতেই হৰ্ষক তেওঁক বিচাৰি উলিয়ালে আৰু তাৰ পৰা উদ্ধাৰ কৰিলে।

ভনীয়েকক পাই উদ্ধাৰ কৰি অনাৰ পিচতে হৰ্ষই কৰা কামটো হ'ল যিজন সামান্য ৰজাই তেওঁৰ ককায়েকক বিশ্বাসঘাতকতা কৰি বধ কৰিছিল, সেইজনক শাস্তি বিহা। তেওঁ যে কেৱল সেই ৰজাজনকে শাস্তি বিহিলে, তেনে নহয়; ইখন সাগৰৰ পৰা সিখনলৈকে আৰু দক্ষিণে বিন্ধ্য পৰ্ব্বতমালা পৰ্য্যন্ত সমগ্ৰ উত্তৰ ভাৰত জয় কৰি লবলৈও তেওঁ সমৰ্থ হ'ল। বিন্ধ্যৰ সিপাৰে আছিল চালুক্য সাম্ৰাজ্য আৰু সি হৰ্ষক ব্যাহত কৰিলে।

হৰ্ষৱৰ্দ্ধনে কনৌজক তেওঁক ৰাজধানী কৰিলে। নিজে কবি আৰু নাট্যকাৰ আছিল দেখি তেওঁ কবি আৰু কলাকাৰবৃন্দক তেওঁৰ চৌপাশে গোটাই ললে আৰু কনৌজ এখন বিখ্যাত চহৰ হৈ পৰিল। হৰ্ষ আছিল ধৰ্ম্মপ্ৰাণ বৌদ্ধ। ভিন্ন ধৰ্ম্ম-মত হিচাপে বৌদ্ধ ধৰ্ম্ম ভাৰতত ভালেখিনি দুৰ্ব্বল হৈ পৰিছিল; ব্ৰাহ্মণসকলে ইয়াক গ্ৰাস কৰি আনিছিল। ভাৰতৰ ডাঙৰ ডাঙৰ বৌদ্ধ নৃপতিবৰ্গৰ ভিতৰত হৰ্ষই সৰ্ব্বশেষ যেন প্ৰতীত হয়।

হৰ্ষৰ ৰাজত্ব কালতে আমাৰ পুৰণি সখা য়ুৱান চাং* ভাৰতলৈ আহে। ঘূৰি গৈ তেওঁ নিজৰ ভ্ৰমণকাহিনী বৰ্ণাই যি পুথি লেখিলে, সেই পুথিয়ে আমাক ভাৰতৰ বিষয়ে আৰু ভাৰতলৈ আহোতে তেওঁ মধ্য এচিয়াৰ যিবোৰ দেশ পাৰ হৈ আহিছিল, সেই দেশবোৰৰ বিষয়ে অনেক সম্ভেদ যোগায়। তেওঁ আছিল ভক্তি-পৰায়ণ বৌদ্ধ। তেওঁ আহিছিল বৌদ্ধ ধৰ্ম্মৰ পৱিত্ৰ পীঠবোৰ দৰ্শন কৰিবলৈ আৰু সেই ধৰ্ম্ম সম্পৰ্কীয় পুথি-পাজিবোৰ গোটাই লৈ যাবলৈ। গোবি মৰুভূমিৰ সোঁমাজেদিয়েই তেওঁ আহিল; বাটত তাচকন্ড, চমৰকন্ড, বাল্ক্, খোটান, য়াৰখণ্ড প্ৰভৃতি বহুতো বিখ্যাত চহৰ তেওঁ দৰ্শন কৰিলে। তেওঁ গোটেই ভাৰত জুৰি পৰ্য্যটন কৰে—আনকি সিংহলতো সম্ভৱ পৰিভ্ৰমণ কৰিছিলহে। তেওঁৰ কিতাপখন হ'ল যিবোৰ দেশত পৰ্য্যটন কৰিছিল, সেইবোৰ দেশৰ সঠিক সমীক্ষা, ভাৰতৰ বিভিন্ন অংশৰ মানুহৰ অপূৰ্ব্ব চৰিত্ৰাধ্যয়ন (যিবোৰ আনকি আজিও সঁচা যেন লাগে). তেওঁ শুনি পোৱা অদ্ভুত আখ্যানমালা আৰু বুদ্ধ আৰু বোধিসত্ত্বসকলৰ অলৌকিক মায়াৰ বিস্তৰ কাহিনীৰ এক অপৰূপ আৰু চিত্তগ্ৰাহী বিথীকা। পেটৰ চাৰিও-

---

* হিয়েন চাঙৰ (Hiuen Tsang) নামটো য়ুৱে চাং (Yuen Chang) বা য়ুৱান চোৱাং (Yuan Chwang) বা চুৱান চাং (Hsuan Tsang) বুলিও বানান কৰা হয়।

ফালে তামৰ ফলি মেৰিয়াই ফুৰা এজন "বৰ জ্ঞানী লোক" সম্পৰ্কীয় তেওঁৰ মনো-গ্ৰাহী আখ্যানমালাৰ এটা মই ইতিপূৰ্বে তোমাক কৈছিলোঁৱেই।

ভাৰতত—বিশেষকৈ পাটলিপুত্ৰৰ পৰা অনতিদূৰত থকা নলন্দা বিশ্ব-বিদ্যালয়ত তেওঁ বহু বছৰ কটালে। নলন্দা আছিল একাধাৰে এক বিহাৰ আৰু বিশ্ববিদ্যালয়। ইয়াত দহ হেজাৰ ছাত্ৰ আৰু ভিক্ষুৰ আবাস আছিল বুলি কোৱা হৈছে। ই আছিল বৌদ্ধ বিদ্যায়তনৰ এটা ডাঙৰ কেন্দ্ৰ—ব্ৰাহ্মণ্য বিদ্যায়তনৰ কেন্দ্ৰ কাশীৰ প্ৰতিদ্বন্দ্বী।

মই এবাৰ তোমাক কৈছিলো যে ভাৰত অতীজত চন্দ্ৰভূমি—"ইন্দু দেশ" নামে খ্যাত আছিল! য়ুৱান চাঙেও এই সম্পৰ্কে আমাক কৈ গৈছে আৰু এই নামটো কিমান যথোপযুক্ত, সেইটোও বৰ্ণাইছে। আনকি চীনা ভাষাতো জোনবাইৰ নাম হ'ল "ইন্-টু"। সেইদেখি চীনা নাম এটা লোৱাটো তোমাৰ পক্ষে তেনেই সহজ*।

য়ুৱান চাং ভাৰতলৈ আহে ৬২৯ খ্ৰীষ্টাব্দত। চীনৰপৰা যাত্ৰা আৰম্ভ কৰা সময়ত তেওঁ আছিল ২৯ বছৰ বয়সীয়া। পুৰণি চীনা কাকত এখনত পোৱা যায় যে তেওঁ আছিল সুশ্ৰী আৰু ওখ। "তেওঁৰ গাৰ বৰণ মনোহৰ; চকু কেইটা উজ্জ্বলতা সনা। তেওঁৰ আচাৰ-ব্যৱহাৰ গহীন আৰু গাম্ভীৰ্য্যপূৰ্ণ; তেওঁৰ গতি-বিধিয়ে কান্তি আৰু উজ্জ্বলতা বিকীৰণ কৰা যেন লাগে।...তেওঁৰ গাম্ভীৰ্য্য পৃথিৱী আগুৰি থকা বিশাল জলধিৰ নিচিনা; তেওঁৰ সৌম্য আৰু বিমলতা হ'ল ঊৰ্ম্মিমালাৰ মাজৰপৰা ওলোৱা পদুম ফুলৰ দৰে...।"

চীনৰ সম্ৰাটে অনুমতি নিদিয়া সত্বেও তেওঁ বৌদ্ধ ভিক্ষুৰ গেৰুৱা বসন পিন্ধি অকলশৰে মহান যাত্ৰাকল্পে বাহিৰ হ'ল। তেওঁ গোবি মৰুভূমি পাৰ হৈ আহিল। এই কষ্টৰ মাজেদি কথমপিহে সৰাকি গৈ তেওঁ তুৰ্‌ফান ৰাজ্য পালে। এই ৰাজ্যখন আছিল সেই মৰুভূমিৰ ঠিক প্ৰান্ততে। এই মৰুভূমিৰ ৰাজ্যখন আছিল সংস্কৃতিৰ এটি বিচিত্ৰ ক্ষুদ্ৰ উৎস। ই এতিয়া এখন মৃত ঠাই য'ত পুৰাতত্ত্ববিদ আৰু প্ৰত্নতত্ত্ববিদসকলে পুৰণি ধ্বংসাৱশেষ খান্দি উলিয়াইছে। কিন্তু সপ্তম শতাব্দীত য়ুৱান চাং ইয়াৰ মাজেদি অহা কালত ই আছিল জীৱন্ত আৰু উচ্চ সংস্কৃতিসম্পন্ন। এই সংস্কৃতিও আছিল ভাৰত, চীন, পাৰস্য—আনকি ইউৰোপৰো কিছু কিছুৰ এক উল্লেখযোগ্য সমন্বয়। বৌদ্ধ ধৰ্ম্ম প্ৰচলিত হৈছিল আৰু সংস্কৃত ভাষাৰ জৰিয়তে ভাৰতীয় প্ৰভাৱ সুস্পষ্ট হৈ পৰিছিল; তথাচ জীৱনধাৰণ প্ৰণালী ঘাইকৈ আহৰণ কৰা হৈছিল চীন আৰু পাৰস্যৰপৰা। সৰ্ব্বসাধাৰণে ভাবিবলৈ প্ৰয়াস পোৱা মতে তেওঁলোকৰ ভাষা মঙ্গোলীয় নাছিল; সি আছিল ইউৰোপৰ কেল্টিক ভাষাপুঞ্জৰ লগত বহু পৰিমাণে সাদৃশ্য থকা ভাৰতী-ইউৰোপীয়হে। তাতকৈও বৈচিত্ৰ্যপূৰ্ণ হ'ল, শিলৰ প্ৰাচীৰত অঙ্কিত কৰা তেওঁলোকৰ চিত্ৰাৱলীত পৰিদৃষ্ট ইউৰোপীয় আৰ্হিৰ অনুৰূপ মূৰ্ত্তিৰাশি। বুদ্ধ, বোধিসত্ত্ব আৰু দেৱ-দেৱীগণ সমন্বিতে এই প্ৰাচীৰ চিত্ৰাৱলী অতিশয় বিতোপন। দেৱীসকলক সময়ত

* ইন্দিৰাক মৰমেৰে মতা নাম হ'ল ইন্দু।

ভাৰতীয় বেশ-ভূষাত আৰু সময়ত গ্ৰীক কীৰিটি আৰু গ্ৰীক বেশ-ভূষাত দেখা যায়। ফৰাচী বিশেষজ্ঞ মঃ গ্ৰওছেই কবৰ দৰে "হিন্দু নমনীয়তা, হেলেনী বৈভৱ আৰু চীনা কমনীয়তাৰ সুখপ্ৰদ সমাহাৰ" ই সূচিত কৰিছে।

তুৰফান এতিয়াও বিদ্যমান। তুমি মেপ চালে ইয়াক পাব পাৰা। কিন্তু ই এতিয়া এখন গুৰুত্বহীন ঠাই। সুদূৰ সপ্তম শতাব্দীত দিক্-দিগন্তৰ পৰা বৈ অহা সংস্কৃতিৰ সম্পদশালী সোঁত ইয়াৰ সঙ্গমত মিলিত হৈ সামঞ্জস্যপূৰ্ণ সংমিশ্ৰণ এটা ঘটোৱাটো কি যে বিস্ময়কৰ!

তুৰ্ফানৰ পৰা যাত্ৰাপথত আগুৱাই য়ুৱান চাং কুচ্ পালেহি। কুচ্ হ'ল মধ্য এচিয়াৰ সেইকালৰ ঐশ্বৰ্য্যময় সপ্ৰতিভ সভ্যতা সমেত আন এক প্ৰসিদ্ধ কেন্দ্ৰ। ই বিশেষভাৱে বিদিত হৈছিল ইয়াৰ গায়কবৃন্দৰ খ্যাতি আৰু নাৰীসকলৰ কমনীয়তাৰ বাবে। ইয়াৰ ধৰ্ম্ম আৰু কলা হ'ল ভাৰতৰ পৰা অহা; সংস্কৃতি আৰু পণ্যৰ বজাৰত অৰিহণা যোগাইছিল ইৰাণে আৰু ইয়াৰ ভাষা আছিল সংস্কৃত, পুৰণি পাছীয়, লেটিন আৰু কেল্টিকৰ ওচৰ সম্বন্ধীয়। আন এক মনোমুগ্ধকৰ মিলন!

বৌদ্ধপন্থী মহান খান গবাকীয়ে য'ৰ পৰা মধ্য এচিয়াৰ অধিকাংশৰ ওপৰত কৰ্তৃত্ব বিস্তাৰ কৰিছিল, তুৰ্কীসকলৰ সেই মহান দেশখনৰ মাজেদি য়ুৱান চাঙে যাত্ৰা কৰিলে। আহিল চমৰকণ্ডলৈ; ই হ'ল ইতিমধ্যে সুপ্ৰাচীন বুলি পৰিগণিত হোৱা আৰু প্ৰায় এহেজাৰ বছৰৰ পূৰ্ব্বে সেই পিনেদি যোৱা আলেকজেণ্ডাৰৰ স্মৃতিৰ পৰশ পৰা চহৰ। তেওঁ আহি পালে বল্ক্ আৰু তাৰ পিচত কাবুল নদীৰ উপত্যকা—কাশ্মীৰ আৰু ভাৰত।

সেইবোৰ দিন-কাল হ'ল চীনৰ তাঙ্ ফৈদৰ আমোলৰ আগছোৱাৰ, যেতিয়া তেওঁলোকৰ ৰাজধানী ছিয়ান্‌ফু আছিল কলা আৰু পাণ্ডিত্যৰ পীঠ আৰু চীনে বহন কৰিছিল সভ্যতাৰ নেতৃত্ব। সেইবাবে তুমি মনত ৰাখিব লাগিব যে য়ুৱান চাং আহিছিল এই উচ্চ সভ্যতাসম্পন্ন দেশৰপৰা আৰু কাজেকাজেই তেওঁৰ তুলনাত্মক মানদণ্ডও নিশ্চয় উচ্চ খাপৰ হব লাগিব। ভাৰতৰ অৱস্থা সম্পৰ্কে তেওঁৰ প্ৰামাণ্য সেইবাবে গুৰুত্বপূৰ্ণ আৰু মূল্যৱান। তেওঁ ভাৰতীয় লোকসাধাৰণ আৰু ইয়াৰ শাসন প্ৰণালীৰ উচ্চ প্ৰশংসা কৰিছে। সৰ্ব্বসাধাৰণ লোক সম্বন্ধে তেওঁ কৈছে, "তেওঁলোক স্বাভাৱিকতে পাতল মনৰ যদিও সজ আৰু মাননীয়। ধন সংক্ৰান্ত বিষয়ত তেওঁলোকৰ কপটতা নাই আৰু ন্যায় বিচাৰ কৰাত তেওঁলোক সুবিবেচনা-পূৰ্ণ...। আচাৰ-ব্যৱহাৰত তেওঁলোক প্ৰবঞ্চক বা বিশ্বাসঘাতকী নহয় আৰু নিজ শপত বা প্ৰতিশ্ৰুতি ৰক্ষাৰ প্ৰতি তেওঁলোক কৃতসঙ্কল্প। তেওঁলোকৰ চৰকাৰী নিয়ম-বিধিত আছে এক বৈশিষ্ট্যপূৰ্ণ ন্যায্যতা আৰু তেওঁলোকৰ আচৰণ-বিধিত যথেষ্ট সাধুতা আৰু মাধুৰ্য্য। অপৰাধী বা বিদ্ৰোহীৰ সংশ্ৰৱত কব পাৰি যে এই-বিলাকৰ সংখ্যা খুবেই কম আৰু কাচিৎ গন্দগোলীয়া হৈ পৰে।"

তেওঁ আৰু কৈছে, "যিহেতু চৰকাৰৰ প্ৰশাসন দয়াশীল নীতিৰ ওপৰত প্ৰতিষ্ঠিত, সেইদেখি কাৰ্য্যনিৰ্ব্বাহো সৰল। মানুহক জোৰ-জবৰদস্ত কৰি শ্ৰমত লগোৱা নহয়।"

"সেইদৰে মানুহৰ ওপৰত লগোৱা কৰ লঘু আৰু তেওঁলোকৰ পৰা আদায়

কৰা ব্যক্তিগত সেৱা নৰম বিধৰ। প্ৰতিজন লোকে নিজৰ ঐহিক সম্পদ শান্তিৰে ৰাখে আৰু সকলোৰে নিজৰ ভৰণপোষণৰ বাবে মাটি চহায়। যিসকলে ৰজাৰ খাটত খেতি কৰে, তেওঁলোকে উৎপন্নৰ এক-ষষ্ঠাংশ পেচকচ্ হিচাপে দিয়ে। বাণিজ্যত আত্মনিয়োগ কৰা বণিকসকলে নিজৰ কাৰবাৰ চলাই আহ-যাহ কৰি থাকে আৰু এই অনুক্ৰমেই চলি থাকে।"

লোক শিক্ষা সংগঠিত আৰু সোনকালে আৰম্ভ হোৱা য়ুৱান চাঙে দেখি গৈছে। আদিপাঠ শিকাৰ পিচত সাত বছৰ বয়স হলে লৰা বা ছোৱালীয়ে পঞ্চ-শাস্ত্ৰৰ অধ্যয়ন আৰম্ভ কৰিব লাগে বুলি ধৰা হৈছিল। এতিয়া "শাস্ত্ৰই" কেৱল নিভাজ ধৰ্ম্মপুথিহে অভিপ্ৰেত কৰে বুলি ধৰা হয়; কিন্তু সেইকালৰ শাস্ত্ৰই সকলো প্ৰকাৰৰ জ্ঞান সুচাইছিল। সেইবাবে এই পাঁচখন শাস্ত্ৰ হ'লঃ (১) ব্যাকৰণ, (২) কলা আৰু শিল্পৰ বিজ্ঞান, (৩) আয়ুৰ্ব্বেদ, (৪) ন্যায় আৰু (৫) দৰ্শন। এই বিষয়বোৰৰ অধ্যয়ন চলিছিল বিশ্ববিদ্যালয়বোৰত আৰু সাধাৰণতঃ সাং কৰা হৈছিলগৈ ত্ৰিশ বছৰ বয়সত। মোৰ অনুমান, খুব বেচি সংখ্যক লোক সেই বয়সৰ মহলালৈকে যাব পৰা নাছিল। কিন্তু প্ৰাথমিক শিক্ষা অপেক্ষাকৃতভাৱে অধিকতৰ ব্যাপক আছিল যেন দেখা যায়; কাৰণ সাধু আৰু পুৰোহিত সকলোবোৰেই আছিল শিক্ষক আৰু তেওঁলোক সংখ্যাতো অলপীয়া নাছিল। ভাৰতীয় লোকৰ জ্ঞান-পিপাসা দেখি য়ুৱান চাং বৰ মোহিত হৈছিল আৰু তেওঁৰ গোটেইখন কিতাপতে তেওঁ ইয়াৰ উল্লেখ কৰিছে।

য়ুৱান চাঙে প্ৰয়াগৰ* বিৰাট কুম্ভ মেলাৰ বৰ্ণনা এটা দিছে। তুমি এই মেলা-খন আকৌ চাবলৈ পালে, য়ুৱান চাঙে ১৩০০ বছৰৰ পূৰ্ব্বে ইয়াত এভুমুকি মৰা কথাটো সুঁৱৰিবা। মনত ৰাখিবা আনকি সেইকালতো ই বৈদিক যুগৰপৰা পোন-পটীয়াকৈ অহা পুৰণি মেলাই আছিল। প্ৰত্নপুত উত্তৰাধিকাৰ সমেত এই প্ৰাচীন প্ৰয়াগৰ তুলনাত আমাৰ এলাহাবাদ চহৰখন হ'ল সৌ সিদিনাৰ। আকবৰে ইয়াক প্ৰতিষ্ঠা কৰা ৪০০ বছৰো পুৰা হোৱা নাই। প্ৰয়াগ হ'ল বহু গুণে পুৰণি; কিন্তু তাতোকৈ পুৰণি হ'ল হেজাৰ হেজাৰ বছৰ ধৰি গঙ্গা আৰু যমুনাৰ সংগমস্থললৈ লক্ষ লক্ষ মানুহক টানি অনা সেই আকৰ্ষণটো -মেলা।

নিজে বৌদ্ধ হৈও হৰ্ষই কেনেকৈ এই জাতে-পাতে হিন্দু পাৰ্ব্বণটোত যোগ দিছিল, সেইটো য়ুৱান চাঙে আমাক কৈছে। তেওঁৰ তৰফে জাৰি কৰা ৰাজকীয় ফৰ্মান এখনৰ যোগেদি "পঞ্চ ভাৰত"ৰ সমূহ গৰীব আৰু অনাটনগ্ৰস্ত লোকক আহিবলৈ আৰু মেলাত তেওঁৰ অতিথি হবলৈ আমন্ত্ৰণ জনোৱা হৈছিল। ই হ'ল অত্যুৎসাহী আমন্ত্ৰণ—আনহে নেলাগে, এজন সম্ৰাটৰ পক্ষেও। নকলেও হব যে বহুতো আহি পালে আৰু হৰ্ষৰ অতিথিৰূপে নিতৌ এক লাখকৈ লোকে খোৱা-বোৱা কৰিলে বুলিও কথিত হৈছে! এই মেলাত প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে হৰ্ষই তেওঁৰ ৰাজভৰালৰ উদ্বৃত্ত সমুদায়—সোণ, বস্ত্ৰ, পাটকাপোৰকে আদি কৰি তেওঁৰ হাতত থকা সমস্ত—বিতৰণ কৰি দিবলৈ লৈছিল। তেওঁ আনকি নিজৰ ৰাজমুকুট

* প্ৰয়াগ হ'ল এলাহাবাদৰ পুৰণি নাম।

আৰু দামী পোছাক-পৰিচ্ছদো দান দি ভনীয়েক ৰাজশ্ৰীৰ পৰা ইতিপূৰ্ব্বে পৰিহিত সামান্য বসন এটুকুৰা খুজি লৈ তাকে পিন্ধিছিল।

ধৰ্ম্মনিষ্ঠ বৌদ্ধ হোৱা বাবে হৰ্ষই আমিষাহাৰৰ অৰ্থে পশুহত্যা বন্ধ কৰি দিছিল। ব্ৰাহ্মণ্যসকলে বোধ হয় ইয়াত বিশেষ আপত্তি কৰা নাছিল; কাৰণ বুদ্ধৰ আবিৰ্ভাৱৰ পিচৰ পৰাই তেওঁলোক ক্ৰমাগত অধিকতৰ নিৰামিষভোজী হৈ আহিছিল।

য়ুৱান চাঙৰ কিতাপত পোৱা সমাচাৰৰ দুই-এটি ছেদে তোমাৰ আগ্ৰহ জন্মাবও পাৰে। তেওঁ আমাক কৈছে যে ভাৰতত কোনোবা মানুহৰ নৰিয়া হ'লে তৎক্ষণাৎ সাতদিন লঘোন দিয়ে। এই অনশনৰ ভিতৰতে বেচি ভাগ লোকে আৰোগ্য লাভ কৰে। কিন্তু সিমানতো জৰ্ব্ব নুগুচিলে তেওঁলোকে ঔষধ খায়। সেই কালত জৰৰব্যাধি ইমান ব্যাপক নাছিল আৰু ডাক্তৰৰো চাহিদা ইমান বেচি হোৱা নাছিল।

সেইকালত ভাৰতৰ এক চিন্তাকৰ্ষক বৈশিষ্ট্য হ'ল, বিদ্বান তথা সংস্কৃতি-সম্পন্ন লোকসকলৰ প্ৰতি শাসকবৰ্গ আৰু সামৰিক লোকসকলে দেখুওৱা অপৰিসীম শ্ৰদ্ধা আৰু ভক্তি। পাশৱিক বল বা বিত্তক নিদি বিদ্যা আৰু সংস্কৃতিক সন্মানৰ আসন যাচিবলৈ ভাৰত আৰু চীনত ইচ্ছাকৃতভাৱে প্ৰচেষ্টা চলোৱা হৈছিল আৰু সি অশেষ কৃতকাৰ্য্যও হৈছিল।

ভাৰতত বহু বছৰ কটাই উত্তৰৰ পৰ্ব্বতমালা পাৰ হৈ য়ুৱান চাং স্বদেশলৈ ঘূৰি গল। তেওঁ সিন্ধুত প্ৰায় বুৰ যাব লগা হৈছিল; তেওঁৰ বহুতো মূল্যবান গ্ৰন্থ সোঁতে উটাই নিলে। তথাপি হাতে লেখা বিস্তৰ পুথি তেওঁ নিব পাৰিলে আৰু চীনা ভাষালৈ তৰ্জ্জমা কৰাত তেওঁ বহু বছৰলৈকে ব্যস্ত হৈ থাকিল। ছিয়ান্‌ফুত তাঙ্‌ সম্ৰাটজনে তেওঁক বৰ আবেগপূৰ্ণভাৱে সম্বৰ্দ্ধনা জনালে আৰু এই সম্ৰাট-জনেই তেওঁক তেওঁৰ ভ্ৰমণ-বৃত্তান্ত এটা সংকলন কৰিবলৈ উদগালে।

মধ্য এচিয়াত তেওঁ লগ পোৱা তুৰ্কসকলৰ বিষয়েও য়ুৱান চাঙে আমাক নোকোৱাকৈ থকা নাই। এই নতুন জনজাতিটোৱে পিচত পশ্চিমলৈ গতি কৰে আৰু বহুতো ৰাজ্য ওলট-পালট কৰি পেলায়। সমগ্ৰ মধ্য এচিয়াত বিয়পি থকা বৌদ্ধ বিহাৰবোৰৰ বিষয়েও তেওঁ আমাক কৈ গৈছে। আনকি পাৰস্য, ইৰাক বা মেচো-পটেমিয়া, খোৰাছান, মুছলকে আদি কৰি চীৰিয়াৰ সীমান্তলৈকে বৌদ্ধ বিহাৰবোৰ পোৱা গৈছিল। পাছীয় লোকসকলৰ বিষয়ে য়ুৱান চাঙে আমাক কৈছে যে তেওঁ-লোকে "পাণ্ডিত্যৰ প্ৰতি ভ্ৰূক্ষেপ নকৰে; কলাজনিত কামতহে সম্পূৰ্ণ আত্ম-নিয়োগ কৰে। তেওঁলোকে প্ৰস্তুত কৰি উলিওৱা সকলোবোৰ বস্তু প্ৰতিবেশী দেশপুঞ্জই মূল্যবান জ্ঞান কৰে।"

সেইকালত কি যে আচৰিত ধৰণৰ পৰ্য্যটকসকল আছিল! অতীতৰ সেই বৃহদাকাৰ মহাযাত্ৰাবোৰৰ তুলনাত আজিকালি আফ্ৰিকাৰ বক্ষস্থললৈ নাইবা সুমেৰু বা কুমেৰুলৈ কৰা যাত্ৰাবোৰো তেনেই ক্ষীণকায় যেন দেখি। গিৰিমালা আৰু মৰু-প্ৰান্ত ভেদি, সমূহ বন্ধুৰ পৰা সম্পূৰ্ণে বিচ্ছিন্ন হৈ বছৰৰ পিচত বছৰ ধৰি তেওঁ-লোকে ভ্ৰমি ফুৰিলে ঘৰলৈ মনত পৰি সময়ত তেওঁলোক কিজানি বিহ্বল হৈ পৰি-ছিল; কিন্তু তেওঁলোক আছিল ইমান গুৰু-গম্ভীৰ যে সেইটো ব্যক্ত কৰিব খোজা নাছিল। এই পৰ্য্যটকসকলৰ এজনে অৱশ্যে আমাক তেওঁৰ মনৰ ভিতৰখনৰ বেঙনি

এটা দিছিল। দূৰৈৰ দেশ এখনত থিয় দি তেওঁ ঘৰৰ কথা ভাবিছিল আৰু ঘৰলৈ হাবিয়াস কৰিছিল। তেওঁৰ নাম হ'ল ছুং-য়ুন্। তেওঁ ভাৰতলৈ আহিছিল য়ুৱান চাং অহাৰ এশ বছৰৰ আগতে। ভাৰতৰ উত্তৰ-পশ্চিমৰ পৰ্ব্বতময় দেশ গান্ধাৰত তেওঁ পশিছিলহি। তেওঁ আমাক কৈছে যে "বায়ুমণ্ডল পৰিপূৰ্ণ হৈ উঠা মৃদু মলয়া, চৰাইৰ গুণগুণনি, ভৰ বসন্তৰ সৌন্দৰ্য্য সনা গছ-লতিকা, অগণন ফুলৰ ওপৰত নাচি-বাগি ফুৰা পখিলা—এই সকলোবোৰে, দূৰণিৰ দেশ এখনত এনেহেন মনোমোহা দৃশ্য চাই থাকোতে ঘৰৰ চিন্তালৈ ছুং-য়ুনৰ ধাউতি বঢ়ালে। তেওঁ চিন্তা-ভাৱনা কৰি ইমানেই বিমৰিষ হ'ল যে টান নৰিয়াই তেওঁক পীড়িব ধৰিলে!"

## ৪৪

## দক্ষিণ ভাৰতে বহুতো ৰজা আৰু যোদ্ধা আৰু এজন মহামানৱক জন্ম দিলে

মে' ১৩, ১৯৩২।

খ্ৰীষ্টোত্তৰ ৬৪৮ চনত হৰ্ষৰ লোকান্তৰ ঘটে। কিন্তু তেওঁৰ মৃত্যুৰ আগতেই ভাৰতৰ উত্তৰ-পশ্চিম সীমান্তত—বেলুচিস্থানত—সৰু ডাৱৰ এচপৰা দেখা গৈছিল। পশ্চিম এচিয়া, উত্তৰ আফ্ৰিকা আৰু দক্ষিণ ইউৰোপত বলিবলৈ ধৰা প্ৰচণ্ড ধুমুহা এটাৰ আগজাননী হ'ল এই ডাৱৰ চপৰাই। আৰব দেশত নতুন ধৰ্ম্মপ্ৰৱৰ্ত্তক এজন আবিৰ্ভূত হ'ল; তেওঁৰ নাম হ'ল মহম্মদ আৰু তেওঁ ইচলাম বোলা নতুন ধৰ্ম্ম এটা প্ৰচাৰ কৰিলে। নতুন ধৰ্ম্মমতৰ প্ৰতি আগ্ৰহাতিশয্যত মতলীয়া হৈ আৰু পৰম আত্মবিশ্বাসী হৈ আৰবসকলে যেনিয়েই যায় তেনিয়েই জিনি ইখনৰ পিচত সিখনে মহাদেশ ছাটি পেলালে। ই এক আশ্চৰ্য্যকৰ কাণ্ড। পৃথিৱীত সৃষ্টি হবলৈ পোৱা আৰু ইয়াৰ ইমান ব্যতিক্ৰম ঘটোৱা এই নতুন শক্তিটো আমি নিৰীক্ষণ কৰিবই লাগিব। পিচে আমি ইয়াক বিবেচনা কৰিবলৈ পোৱাৰ আগতে দক্ষিণ ভাৰতত এভুমুকি মাৰিব লাগিব আৰু সেইকালত ইনো কেনে বিধৰ আছিল, সেইটো উপলব্ধি কৰাৰ চেষ্টা কৰিব লাগিব। হৰ্ষৰ সময়তে মুছলিম আৰবসকলে বেলুচিস্তান পালেহি আৰু তাৰ অলপ পিচতে তেওঁলোকে সিন্ধু কৰতলগত কৰিলে। পিচে তেওঁলোক তাতেই থাকি গ'ল; পিচৰ তিনি শ বছৰৰ ভিতৰত মুছলমানৰ আৰু কোনো ভাৰত আক্ৰমণ নহ'ল। পিচত যেতিয়া এই আক্ৰমণ চলিল, তেতিয়া সি আৰবসকলৰদ্বাৰা সংসাধিত নহলগৈ; হ'ল ইচলামত দীক্ষিত হোৱা মধ্য এচিয়াৰ কিছুমান জনজাতিৰ দ্বাৰা।

তেনেহলে আমি দক্ষিণলৈ যাওঁহক। পশ্চিম আৰু মধ্য খণ্ডত থাকিল চালুক্য ৰাজ্য—যাইকৈ মহাৰাষ্ট্ৰ দেশখন লৈ গঠিত; বাদামীত আছিল ইয়াৰ ৰাজধানী। য়ুৱান চাঙে মহাৰাষ্ট্ৰীয়সকলক প্ৰশংসা কৰিছে আৰু তেওঁলোকৰ সাহপিতৰ বিষয়ে উচ্চ মত ,পোষণ কৰিছে। তেওঁলোক "ৰণলিপ্সু আৰু আত্মগৰ্ব্বী

উপকাৰীৰ ওচৰত কৃতজ্ঞ আৰু অপকাৰীৰ প্ৰতি প্ৰতিশোধপৰায়ণ।” চালুক্য-সকলে উত্তৰে হৰ্ষক, দক্ষিণে পল্লৱসকলক আৰু পূবে কলিঙ্গক (উৰিষ্যা) আটকাই ৰাখিব লগা হৈছিল। তেওঁলোক শক্তিশালী হৈ উঠিছিল আৰু ইথন সাগৰৰ পৰা সিথনলৈকে বিস্তৃত হৈছিল। পিচত তেওঁলোকক ৰাষ্ট্ৰকূটসকলে হটাই পঠালে।

এইদৰেই দক্ষিণত ডাঙৰ ডাঙৰ সাম্ৰাজ্য আৰু ৰাজ্যৰ উত্থান হ'ল, সময়ত ইথন সিখনৰ তালযুৰীয়া হৈ চলিল আৰু সময়ত কোনোবা এ'নে হয়তো বৃহত্তৰ হৈ আনবোৰক নিষ্প্ৰভ কৰি দিলে। পাণ্ড্য ৰজাসকলৰ আমোলত মদুৰা সংস্কৃতিৰ ডাঙৰ কেন্দ্ৰ হৈ পৰিছিল আৰু তামিল ভাষাৰ কবি-সাহিত্যিকসকলৰ তাত সমাগম হৈছিল। পৌৰাণিক তামিল গ্ৰন্থাৱলীৰ বেচি ভাগ খ্ৰীষ্ট যুগৰ আৰম্ভণিৰ পৰাই লিখিত। পল্লৱসকলৰো (যিসকলৰ ৰাজধানী আছিল কাঞ্চীপুৰ—বৰ্ত্তমান কঞ্জীৱৰম) গৌৰৱৰ যুগ এটা আছিল। মালয়েচিয়াত উপনিৱেশ স্থাপনৰ দায়িত্ব ঘাইকৈ তেওঁলোকেই বহন কৰিছিল।

পিচত চোল সাম্ৰাজ্য প্ৰতাপী হৈ উঠে আৰু নৱম শতাব্দীৰ মাজভাগলৈকে দাক্ষিণাত্যত আধিপত্য বিস্তাৰ কৰে। ই আছিল এটা জলশক্তি আৰু ইয়াৰ আছিল এক বৃহৎ নৌবাহিনী। ই নৌবাহিনীৰ সহায়ত ই বঙ্গোপসাগৰ আৰু আৰব সাগৰ কঁপাই দিছিল। ইয়াৰ মুখ্য বন্দৰটো আছিল কাবেৰীপদ্দিনম—কাবেৰী নদীৰ মুখত। বিজয়ালয় আছিল এওঁলোকৰ প্ৰথম ডাঙৰ শাসনকৰ্ত্তা। চোলসকল ক্ৰমাগত উত্তৰলৈ বিস্তৃত হৈ আহিল; তেনেতে ৰাষ্ট্ৰকূটসকলে আকস্মিকভাৱে তেওঁ-লোকক পৰাস্ত কৰিলে; কিন্তু ৰাজৰাজৰ আমোলত তেওঁলোক পুনৰুজ্জীবিত হ'ল। ৰাজৰাজে চোলৰ ভাগ্য সুপ্ৰতিষ্ঠ কৰিলে। ই হ'ল দশম শতাব্দী প্ৰায় শেষ হবৰ সময়ত—উত্তৰ ভাৰতত মুছলমান আক্ৰমণ যেতিয়া আৰম্ভ হব ধৰিলে, ঠিক তেতিয়াই। সুদূৰ উত্তৰত যি ঘটিছিল, তাৰ দ্বাৰা ৰাজৰাজ অৱশ্যে বৰ কমেইহে ভাৰাক্ৰান্ত হৈছিল; তেওঁ তেওঁৰ সাম্ৰাজিক অভিযান অব্যাহত ৰাখিলে। তেওঁ সিংহল অধিকাৰ কৰিলে আৰু চোলসকলে তাত ৭০ বছৰকাল শাসন চলালে। তেওঁৰ পুতেক ৰাজেন্দ্ৰও আছিল সিমানেই আক্ৰমণাত্মক আৰু যুদ্ধলিপ্সু। তেওঁ জাহাজেৰে নিজৰ ৰণ-হস্তী কঢ়িয়াই নি দক্ষিণ ব্ৰহ্ম দখল কৰিছিলগৈ। তেওঁ উত্তৰ ভাৰতলৈও আহিছিল আৰু বঙ্গদেশৰ ৰজাক পৰাস্ত কৰিছিল। চোল সাম্ৰাজ্য এইদৰেই বৰ বিশাল হৈ পৰিল; গুপ্ত যুগৰ পিচত ইয়েই হ'ল বৃহত্তম সাম্ৰাজ্য। কিন্তু ই তিষ্ঠি থাকিব নোৱাৰিলে। ৰাজেন্দ্ৰ মহাযোদ্ধা আছিল; কিন্তু তেওঁ নিষ্ঠুৰ আছিল, যেন দেখা যায়। তেওঁ দখল কৰি লোৱা ৰাষ্ট্ৰবোৰ নিজৰ পক্ষলৈ অনাৰ তেওঁ একো চেষ্টা নকৰিলে। তেওঁ ১০১৩ চনৰ পৰা ১০৪৪ চনলৈকে ৰাজত্ব কৰে। তেওঁৰ মৃত্যুৰ পিচত চোল সাম্ৰাজ্য ছেদেলি-ভেদেলি হয়; কৰতলীয়া ৰাষ্ট্ৰ বহুতে দ্ৰোহ আচৰণ কৰে।

যুদ্ধত লভা কৃতকাৰ্য্যতাৰ উপৰিও সামুদ্ৰিক বাণিজ্যৰ বাবে চোলসকল বহু কাললৈকে প্ৰসিদ্ধ হৈ আছিল। তেওঁলোকৰ মনোমোহা কপাহী কাপোৰৰ চাহিদা বৰ বেচি হৈছিল। তেওঁলোকৰ বন্দৰ কাবেৰীপদ্দিনম আছিল দূৰ-দূৰণিৰ দেশ বোৰলৈ নিয়া বা তাৰ পৰা অনা সামগ্ৰী বোজাই কৰা জাহাজেৰে ভৰপূৰ এক কৰ্ম্ম-

ব্যস্ত জেগা। য়ৱন বা গ্ৰীকসকলৰ এখন বস্তিও তাত আছিল। আনকি মহাভাৰততো চোলসকলৰ উল্লেখ আছে।

দক্ষিণ ভাৰতীয় বুৰঞ্জীৰ বহু শ বছৰৰ বিষয়ে যিমান চমুৱাই পাৰি সিমান চমুৱাই তোমাক কোৱাৰ মই প্ৰয়াস কৰিছো। সংক্ষিপ্ততাৰ অৰ্থে কৰা এই প্ৰচেষ্টাই কিজানি তোমাৰ আউলহে লগাব। কিন্তু বিভিন্ন ৰাজ্য বা ৰাজবংশৰ ধামখুমীয়াত আমি নিজেই আত্মবিলীন হ'ল নোৱাৰোঁ। আমি গোটেইখন পৃথিবীৰে বিচাৰ কৰিব লাগিব। যদি ইয়াৰ ক্ষুদ্ৰ অংশ এটাতে—সেইটো আমি বসতি কৰাটো অংশই হওক লাগিলে—আমাৰ সময়ৰ সৰহ ভাগ যায়, তেন্তে বাকীখিনি আমি কেতিয়াও চম্ভালিবগৈ নোৱাৰিম।

নৃপতিবৰ্গ আৰু তেওঁলোকৰ জয়-বিজয়তকৈ অধিকতৰ গুৰুত্বপূৰ্ণ হ'ল সেই কালৰ কলামূলক আৰু সাংস্কৃতিক আলেখ্য। কলাগতভাৱে উত্তৰে প্ৰদৰ্শনৰ হোৱাতকৈ বহুত বেচি অৱশেষ দক্ষিণত আছে। উত্তৰত স্তম্ভ, গৃহ বা ভাস্কৰ্য্যৰ সৰহখিনি যুদ্ধত বা মুছলিম আক্ৰমণত বিধ্বস্ত হল। আনকি মুছলমানসকল গৈ যেতিয়া সেইখিনিত ওলালগৈ, তেতিয়াও সেইবোৰ দক্ষিণত বাচি থাকিল। উত্তৰৰ বিস্তৰ মনোমোহা সৌধ বিনষ্ট হোৱাটো দুৰ্ভাগ্যজনক কথা। যিসকল মুছলমান তালৈ আহিছিল (মনত ৰাখিবা, এওঁলোক আছিল মধ্য এচিয়াৰ লোক; আৰব নহয়), তেওঁলোকৰ নিজ ধৰ্ম্মৰ প্ৰতি তীব্ৰ অনুৰাগ আছিল আৰু তেওঁলোকে বিগ্ৰহবোৰ ধ্বংস কৰিব খুজিছিল। কিন্তু সেইবোৰ বিনাশ কৰাৰ আন এটা কাৰণ আছিল সম্ভৱতঃ পুৰণি মন্দিৰবোৰ দুৰ্গ বা ৰণথলীৰূপে ব্যৱহাৰ কৰাটো। দক্ষিণত বহুতো মন্দিৰ আনকি আজিও দুৰ্গৰ সদৃশ যেন দেখা যায়। আক্ৰান্ত হলে তাৰ পৰাই মানুহে আত্মৰক্ষা কৰিব পাৰে। এনেদৰে উপাসনাৰ বাহিৰেও এই মন্দিৰবোৰে বহুতো কাৰ্য্য সিদ্ধি কৰে। সেইবোৰেই হল গাঁৱৰ স্কুল, গাঁৱৰ মেল বহা ঠাই, পঞ্চায়ত ঘৰ বা সংসদ আৰু সদৌ শেষত হলগৈ (অৱশ্যে সেইটো যদি আৱশ্যক হৈ উঠে) শত্ৰুৰ বিপক্ষে প্ৰতিৰক্ষা কৰাৰ গাঁৱলীয়া দুৰ্গ। সেইদেখি গাঁওখনৰ সৰ্ব্বাঙ্গিক জীৱন মন্দিৰটো কেন্দ্ৰ কৰি লৈয়েই সঞ্চালিত আৰু স্বাভাৱিকতে সকলো কামত কৰ্ত্তৃত্ব খটুওৱা লোক হল মন্দিৰৰ পূজাৰী আৰু ব্ৰাহ্মণসকল। মুছলমান আক্ৰমণকাৰীসকলে কিয় মন্দিৰবোৰ নাশ কৰিলে, তাৰ কাৰণ সেইবোৰ মাজে-সময়ে দুৰ্গ হিচাপে ব্যৱহৃত হোৱাটোও হব পাৰে।

এই যুগৰ সুন্দৰ মন্দিৰ এটা আছে তাঞ্জোৰত। এইটো চোল শাসক ৰাজৰাজে সজোৱা। বাদামীতো ধুনীয়া ধুনীয়া মন্দিৰ আছে; কঞ্চীৰমতো নোহোৱা নহয়। পিচে আমি দেখিবলৈ পোৱা সেই কালৰ আটাইতকৈ বিস্ময়কৰ মন্দিৰটো হ'ল ইলোৰাৰ কৈলাস মন্দিৰ—প্ৰকাণ্ড শিলৰ পৰা কাটি উলিওৱা এক অপূৰ্ব্ব আশ্চৰ্য্য। অষ্টম শতাব্দীৰ দ্বিতীয়াৰ্দ্ধত ইয়াৰ নিৰ্ম্মাণ-কাৰ্য্য আৰম্ভ কৰা হৈছিল। ব্ৰঞ্জত খোদাই কৰা ভাস্কৰ্য্যৰো সুন্দৰ নিদৰ্শন কিছুমান পোৱা যায়—বিশেষকৈ প্ৰসিদ্ধ নটৰাজৰ; জীৱন সম্পৰ্কীয় শিৱ-নৃত্যৰ।

চোল ৰজা প্ৰথম ৰাজেন্দ্ৰই চোলপুৰমত এক বৈশিষ্ট্যপূৰ্ণ জলসিঞ্চন প্ৰণালী নিৰ্ম্মাণ কৰাইছিল। ই হ'ল মজবুতভাৱে পকা কৰা ১৬ মাইল দীঘল এটা বান্ধ।

এইবিলাক তৈয়াৰী কৰাৰ এশ বছৰৰ পিচত আৰব পৰ্য্যটক এজনে—আলবেৰুণি—সেইবোৰ চাই তবধ মানিছিল। সেই সম্পৰ্কে তেওঁ কৈছে, "আমাৰ মানুহে যেতিয়া সেইবোৰ দেখা পায়, তেতিয়া বিস্ময় মানে আৰু সেইবোৰ বৰ্ণনা কৰিবলৈও শক্তিয়ে নটা হয়; সেইবোৰৰ নিচিনা কিবা এটা নিৰ্ম্মাণ কৰাটোতো দূৰৰ কথা।"

গৌৰৱপূৰ্ণ ক্ষণস্থায়ী জীৱন যাপন কৰি তাৰ পিচত অন্তৰ্হিত আৰু বিস্মৃত হৈ পৰা কিছুমান ৰজা আৰু ৰাজবংশৰ নাম মই এই চিঠিখনত উল্লেখ কৰিলো। পিচে দক্ষিণত অধিকতৰ স্মৰণীয় এজন লোক আবিৰ্ভূত হল; ভাৰতৰ জীৱনত সমস্ত ৰজা বা সম্ৰাটতকৈ অধিকতৰ গৰিমাপূৰ্ণ ভূমিকা এটা লবলৈ তেওঁ সাধিয়েই আহিছিল। এই ডেকা লোকজন শঙ্কৰাচাৰ্য্য নামে খ্যাত। সম্ভৱতঃ অষ্টম শতাব্দীৰ শেষৰ ফালে তেওঁৰ জন্ম হয়। তেওঁ অসাধাৰণ প্ৰতিভাব ব্যক্তি আছিল যেন দেখা যায়। হিন্দু ধৰ্ম্ম—স্বৰূপাৰ্থত শৈৱবাদ (শিৱৰ উপাসনা) বোলা হিন্দু ধৰ্ম্মৰ বিশেষ মননশীল ৰূপ এটা—পুনৰুজ্জীৱিত কৰাত তেওঁ লাগি যায়। তেওঁ বৌদ্ধ ধৰ্মৰ বিপক্ষে যুজ দিলে আৰু যুঁজিলে নিজ মনীষা আৰু যুক্তিতৰ্কৰ দ্বাৰাই। তেওঁ এটা সন্ন্যাসী সংস্থা স্থাপন কৰিলে; বৌদ্ধ সংঘৰ দৰে ই সকলো বৰ্ণৰ বাবে খোলা হৈ থাকিল। এই নতুন সন্ন্যাসী সংস্থাৰ বাবে তেওঁ ভাৰতৰ চাৰি কোণত—উত্তৰ, পশ্চিম, দক্ষিণ আৰু পূব—চাৰিটা কেন্দ্ৰও স্থাপন কৰিলে। তেওঁ গোটেই ভাৰত ভ্ৰমি ফুৰিলে। তেওঁ য'লৈকে গল, ত'তে জয়ী হল। তেওঁ বিজেতা-ৰূপে আহিল বাৰাণসীলৈ; পিচে মন আৰু যুক্তিতৰ্কৰ বিজেতাহে। অৱশেষত তেওঁ য'ত চিৰন্তন তুষাৰৰ সূচনা হয়, সেই হিমালয়ৰ কেদাৰনাথ পালেগৈ আৰু তাতে নৰতনু সামৰিলে। তিৰোভাৱৰ সময়ত তেওঁৰ বয়স আছিল কেৱল ৩২ বছৰ—বা তাতকৈ কিঞ্চিৎ বেচিও হব পাৰে।

শঙ্কৰাচাৰ্য্যৰ সাফল্য বিশেষ উল্লেখযোগ্য। উত্তৰৰ পৰা খেদা খাই দক্ষিণলৈ যোৱা বৌদ্ধ ধৰ্ম্ম এতিয়া ভাৰতৰ পৰাই প্ৰায় অদৃশ্য হল। হিন্দু ধৰ্ম্মই আৰু শৈৱবাদ বোলা ইয়াৰ ৰূপটোৱে গোটেই দেশ জুৰি প্ৰাধান্য বিস্তাৰ কৰিলে। শঙ্কৰৰ গ্ৰন্থাবলী, টীকা-টিপ্পনী আৰু বিচাৰ বিতৰ্কত যোগেদি সমগ্ৰ দেশ মননশীলতাৰে উদ্দীপ্ত হৈ পৰিল। তেওঁ ব্ৰাহ্মণ শ্ৰেণীৰেই যে মহান নেতা হৈ পৰিল, তেনে নহয়; সৰ্ব্বসাধাৰণ লোকৰ মনোযোগৰো পাত্ৰ হল। প্ৰধানতঃ শক্তিশালী মনীষাৰ বলত মহান নেতা হোৱাটো আৰু লাখ লাখ মানুহৰ মনত আৰু বুৰঞ্জীৰ পাতত এনে এজন ব্যক্তিয়ে সাঁচ বহুৱাই থৈ যোৱাটো যি কোনো লোকৰ পক্ষে অনন্যসাধাৰণ কথা। ডাঙৰ ডাঙৰ যোদ্ধা আৰু বিজেতাসকল বুৰঞ্জীত জিলিকি থাকে। তেওঁলোক জনপ্ৰিয়ও হয়, বিদ্বেষৰ পাত্ৰও হয় আৰু সময়ত তেওঁলোকে ইতিহাসক গঢ় দিয়ে। মহান ধৰ্ম্মনেতাসকলে লাখ লাখ লোকক উদবুদ্ধ কৰে আৰু উৎসাহেৰে তেওঁলোকক পৰিপূৰ্ণ কৰি তোলে; কিন্তু তাকে কৰে সদায় বিশ্বাসৰ জোৰত। অনুভূতিৰ ওচৰত আবেদন জনোৱা হয় আৰু তাক স্পৰ্শ কৰা যায়।

মন বা মনীষাৰ ওচৰত জনোৱা আবেদন বৰ বেচি দূৰ যোৱাটো দুৰূহ। দুৰ্ভাগ্যবশতঃ বেচি ভাগ লোকেই ভাবি নেচায়; তেওঁলোকে হুজুগত পৰি কিবা এটা অনুভৱ কৰে আৰু সেইমতে কাম কৰে। অথচ শঙ্কৰৰ আবেদন আছিল মন,

মনীষা আৰু যুক্তিবোধৰ ওচৰত। পুৰণি পুথি এখনত থকা নিৰ্ব্বন্ধৰ ই গতানুগতিক পুনৰাবৃত্তি নহয়। তেওঁৰ বিচাৰ-বিতৰ্ক শুদ্ধই আছিল নে ভুলেই হৈছিল, সি সদ্যহতে অসাৰ কথা। কৌতুহলৰ বিষয় হল, ধৰ্ম্মমূলক সমস্যাৱলীৰ প্ৰতি তেওঁ যি সাফল্য অৰ্জ্জন কৰিলে, সেইটোহে। ই আমাক সেই কালৰ শাসক-শ্ৰেণীৰ মনৰ আভাস এটাও দিয়ে।

জানিবলৈ পালে তোমাৰ হয়তো আগ্ৰহ জন্মিব যে হিন্দু দাৰ্শনিকসকলৰ ভিতৰত চাৰ্ৱাক নামে এজন মনীষী আছিল। তেওঁ নাস্তিকবাদ প্ৰচাৰ কৰিছিল; অৰ্থাৎ তেওঁ ঈশ্বৰ নাই বুলি কৈছিল। আজিকালি ঈশ্বৰত বিশ্বাস নকৰা লোক বহুতো আছে—বিশেষকৈ বুজিয়াত। সেইটো প্ৰশ্ন লৈ আমি আলোচনাত ৰত হোৱাৰ কেনো প্ৰয়োজন নাই। কিন্তু বৰ কৌতুহলৰ বিষয় হ'ল, ভাৰতত অতীত কালত থকা চিন্তা-ভাৱনা আৰু লেখা-পঢ়াৰ অধিকাৰ। বিবেকৰ স্বাধীনতা বুলি যিটো বস্তু কথিত হয়, সি বিৰাজিত আছিল। সৌ সিদিনালৈকে ইউৰোপত অৱস্থা তেনে নাছিল। আনকি এতিয়াও কিছুমান হকা বাধা আছে।

শঙ্কৰৰ অল্পস্থায়ী অথচ উদ্যমশীল জীৱনে প্ৰকট কৰি তোলা আন এটা বিষয় হ'ল, ভাৰতৰ সাংস্কৃতিক একতা। প্ৰাচীন ইতিহাস অৱধি ই স্বীকৃত হৈ অহা যেন লাগে। তুমি জানাই যে ভৌগোলিকভাবে ভাৰত ন্যূনাধিক এটা মাত্ৰ গোট। ৰাজনৈতিকভাৱে ভাৰত সময়ত খণ্ড-বিখণ্ড হৈছিল যদিও আমি দেখি আহিছোৱেই যে মাজে সময়ে দেশ প্ৰায় এটা মাত্ৰ কেন্দ্ৰীয় কৰ্ত্তৃত্বৰ তলতীয়া হৈছিল। কিন্তু সংস্কৃতিগতভাবে ভাৰত আৰম্ভণিৰ পৰাই এক আছিল; কিয়নো ভাৰতৰ আছিল একেটা পটভূমি, একেটা পৰম্পৰা, একেটা ধৰ্ম্ম, একে বীৰ-বীৰাঙ্গনা, একে পৌৰাণিক আখ্যানমালা, একে পাণ্ডিত্যৰ ভাষা (সংস্কৃত), গোটেই দেশত সিচৰতি হৈ থকা একেবোৰ পুণ্যপীঠ, একে গাঁও পঞ্চায়ত, একে আদৰ্শ আৰু একে নিয়মতন্ত্ৰ। সৰ্ব্বসাধাৰণ ভাৰতীয়ৰ পক্ষে সমগ্ৰ ভাৰতখনেই হল একপ্ৰকাৰ পুণ্যভূমি—পৱিত্ৰ ধাম; বিশ্বৰ অৱশিষ্ট হল ঘাইকৈ ম্লেচ্ছ আৰু বৰ্ব্বৰসকলৰ অধ্যুষিত! এনেদৰেই সাধাৰণ ভাৰতীয় চেতনা এটাৰ সৃষ্টি হল আৰু ই দেশৰ ৰাজনৈতিক বিভাজনবোৰ পৰাভূত কৰিলে আৰু আংশিকভাবে অৱজ্ঞাত কৰিলে। বিশেষভাৱে তেনে হবলৈ পালে পঞ্চায়ত চৰকাৰৰ গ্ৰাম্য প্ৰণালী অব্যাহত থকা বাবেই, ওপৰত যি সালসলনিয়েই হওক লাগিলে।

শঙ্কৰে ভাৰতক যে এটা মাত্ৰ সাংস্কৃতিক গোট ৰূপে গণ্য কৰিছিল, সেইটো তেওঁ তেওঁৰ মঠ বা সন্ন্যাসী সংস্থাৰ কাৰ্য্যালয়ৰূপে ভাৰতৰ চাৰিটা কোণ বাছি লোৱাটোৱেই প্ৰদৰ্শায়। মননশীল বা সাংস্কৃতিক সোঁত দেশৰ ইমূৰৰ পৰা সিমূৰলৈকে কেনেকৈ দ্ৰুত গতিত প্ৰবাহিত হয়, সেইটোও সূচিত কৰে বৰ কম সময়ৰ ভিতৰতে সমগ্ৰ দেশ জুৰি তেওঁৰ অভিযানে লাভ কৰা বিৰাট সাফল্যই।

শঙ্কৰে শৈৱবাদ প্ৰচাৰ কৰিছিল। ই বিশেষভাৱে বিয়পি পৰে দক্ষিণত; তাৰ বহুতো পুৰণি মন্দিৰ হল শিৱ মন্দিৰ। উত্তৰত গুপ্ত আমোলত বৈষ্ণৱবাদ আৰু কৃষ্ণোপাসনাৰ অপূৰ্ব্ব অভ্যুদয় ঘটে। হিন্দু ধৰ্ম্মৰ এই দুয়োটা শাখাৰ মন্দিৰবোৰ পৰস্পৰৰপৰা বিভিন্ন।

এই চিঠিখন যথেষ্ট দীঘল হল। কিন্তু মধ্য যুগত ভাৰতৰ অৱস্থা সম্পৰ্কে মোৰ কব লগা তথাচ বহুত থাকি গল। সেইখিনি পিচৰখন চিঠিলৈ থব লগা হল।

## ৪৫

## মধ্য যুগত ভাৰত

১৪ মে', ১৯৩২

অশোকৰ ককাক চন্দ্ৰগুপ্ত মৌৰ্য্যৰ মুখ্য মন্ত্ৰী চাণক্য বা কৌটিল্যাই লেখা কিতাপখনৰ—অৰ্থশাস্ত্ৰৰ—বিষয়ে মই যে তোমাক কৈছিলোঁ, সেইটো তোমাৰ মনত থাকিব পায়। সেই কালৰ শাসন-প্ৰণালী আৰু ৰাইজ সম্পৰ্কীয় সকলো প্ৰকাৰৰ কথাকে এই কিতাপখনত আমাক কোৱা হৈছে। খ্ৰীষ্ট পূৰ্ব্ব চতুৰ্থ শতাব্দীৰ ভাৰতত এভুমুকি মাৰিবলৈ আমাক সমৰ্থ কৰি তোলাৰ উদ্দেশ্যে খুলি দিয়া ই যেন এখন খিৰিকীহে। ৰাজন্যবৰ্গ আৰু তেওঁলোকৰ জয়-বিজয়ৰ অতিৰঞ্জিত বৃত্তান্ত-বোৰতকৈ প্ৰশাসনৰ হুবহু বাহুল্য বিৱৰণ দিয়া এনে ধৰণৰ কিতাপবোৰ বহুগুণে বেচি কামত আহে।

মধ্য যুগীয় ভাৰত সম্বন্ধে ধাৰণা এটা কৰাত আমাক কিছু সহায় কৰা আন এখন কিতাপো আমি পাইছোঁ। ই হ'ল শুক্ৰাচাৰ্য্য বিৰচিত 'নীতিসাৰ'। ই 'অৰ্থশাস্ত্ৰ'ৰ সমান ভাল বা কামত অহা বিধৰ নহয়; কিন্তু ইয়াৰ সহায়ত আৰু লগতে কিছুমান শিলালিপি আৰু অন্যান্য বৃত্তান্তৰ সহায় লৈ আমি খ্ৰীষ্টোত্তৰ নৱম বা দশম শতাব্দীৰ পিনে খিৰিকী এখন খুলি দিয়াৰ চেষ্টা কৰিম।

'নীতিসাৰে' আমাক কৈছে যে "ব্ৰাহ্মণোচিত সত্তাৰ সৃষ্টি বৰ্ণৰ যোগেদিও হব নোৱাৰে, পূৰ্ব্বপুৰুষৰ যোগেদিও হব নোৱাৰে।" এতেকে ইয়াৰ মতে জাতিভেদ জন্মগতভাৱে নহৈ সামৰ্থ্য অনুসৰি হব লাগে। পুনৰায় ই কৈছে, "চৰকাৰী নিযুক্তি দিওঁতে কৰ্ম্মশক্তি, চৰিত্ৰ আৰু গুণাগুণৰ বিচাৰ কৰি চাব লাগে; জাত বা পৰিয়ালৰ নহয়।" ৰজাই তেওঁৰ নিজৰ মতামতৰ ওপৰত কাম চলাব নেলাগিব; গৰিষ্ঠসংখ্যক প্ৰজাৰ মতৰ ওপৰতহে চলিব লাগিব। "বহুতো শণৰ পৰা তৈয়াৰ কৰা জৰী এডালেৰে যিদৰে সিংহ এটাকো চোঁচোৰাই নিব পাৰি, সেইদৰে জনমত ৰজা এজনতকৈও বেচি শক্তিশালী।"

এইবিলাক সুন্দৰ বচন; তত্ত্বগতভাৱে আজিও ভাল। কিন্তু প্ৰকৃতপক্ষে সেইবোৰে কাৰ্য্যতঃ আমাক বৰ বেচি দূৰলৈ লৈ যাব নোৱাৰে। মানুহ এজনে গুণ বা সামৰ্থ্য অনুসাৰে উন্নতি সাধিব পাৰে। কিন্তু তেওঁ সেই গুণ বা সামৰ্থ্য আহৰণ কৰিব কেনেকৈ? লৰা এটা বা ছোৱালী এজনী বেছ তজবজীয়া হব পাৰে, চতুৰ আৰু কাৰ্য্যদক্ষ লোকো হবগৈ পাৰে—যদিহে উপযুক্ত শিক্ষা বা প্ৰশিক্ষণ দিব পৰা যায়। যদি শিক্ষা বা প্ৰশিক্ষণৰ বাবে সুব্যৱস্থা কৰা নহয়, তেন্তে বেচেৰা ল'ৰাটোৱে বা ছোৱালীজনীয়ে কৰিব কি?

ঠিক সেইদৰে, জনমতনো কি? ৰাইজৰ মত বুলি কাৰ মতনো গ্ৰাহ্য হব? সম্ভৱতঃ 'নীতিসাৰ'ৰ গ্ৰন্থকাৰে বিপুল সংখ্যক শূদ্ৰ শ্ৰমিকক মত দিবৰ যোগ্য বুলি ধৰা নাছিল। শূদ্ৰসকল লেখত লবলগীয়া নাছিলেই। জনমত হল বোধ হয় উচ্চতৰ শাসক শ্ৰেণীৰেই মত।

তথাপি এইটো মন কৰিব লগা কথা যে মধ্য যুগৰ ভাৰতীয় শাসন-বিধিত পূৰ্ব্বৰ দৰে ৰজাসকলৰ স্বেচ্ছাতন্ত্ৰ বা অপৌৰুষেয় অধিকাৰৰ বাবে কোনো ঠাই নাই।

তাৰ পিচত আমাক কোৱা হৈছে ৰজাৰ ৰাষ্ট্ৰ-পৰিষদৰ বিষয়ে; ৰাজহুৱা কাম-কাজ, উদ্যান আৰু বনৰ ভাৱপ্ৰাপ্ত উচ্চস্থানীয় বিষয়াসকলৰ বিষয়ে; নগৰ আৰু গ্ৰাম্য জীৱনৰ সংগঠনৰ বিষয়ে; দলং, ফেৰী, আৰাম ঘৰ, ৰাস্তা আৰু নগৰ বা গাঁও এখনৰ বাবে যিটো আটাইতকৈ লাগতিয়াল, সেই নৰ্দ্দমাৰ বিষয়ে।

গাৱঁৰ কাৰ্য্যাৱলীৰ ওপৰত গাঁও বা পঞ্চায়তৰ পূৰ্ণ কৰ্তৃত্ব আছিল আৰু এই পঞ্চৰ প্ৰতি ৰজাৰ বিষয়াসকলেও বিশেষ সন্মান প্ৰদৰ্শন কৰিছিল। পঞ্চায়তেই মাটি ভাগ কৰি দিছিল আৰু খাজানাও সংগ্ৰহ কৰিছিল। পিচত গাঁওখনৰ হৈ পঞ্চায়তেই চৰকাৰক খাজনা শোধাই দিছিল। এই পঞ্চায়তবোৰৰ কাম-কাজ তদাৰক কৰা আৰু আৱশ্যক হলে হস্তক্ষেপ কৰিব পৰা ডাঙৰ পঞ্চায়ত বা মহাসভা এখনো আছিল যেন দেখা যায়। এই পঞ্চায়তবোৰৰ ন্যায়িক ক্ষমতাও আছিল আৰু বিচাৰক হিচাবে বহি মানুহৰ গোচৰ সুধিবও পাৰিছিল।

পঞ্চায়তৰ সদস্যসকল কেনেকৈ নিৰ্ব্বাচিত হৈছিল, তেওঁলোকৰ অৰ্হতা বা অনৰ্হতা কিৰূপে নিৰ্দ্ধাৰিত হৈছিল, সেইটো দক্ষিণ ভাৰতৰ পুৰণি শিলালিপি কিছুমানে আমাক কৈছে। যদি কোনো সদস্যই ৰাজহুৱা পুঁজিৰ হিচাপ দাখিল নকৰে, তেন্তে তেওঁক অনৰ্হীকৃত কৰা হয়। আন এটা বৰ কৌতুকপ্ৰদ নিয়ম হ'ল এই যে সদস্যবৰ্গৰ আত্মীয়-স্বজনসকলকো বিষয়-ববীয়া হবলৈ বাৰণ কৰা হৈছিল। আমাৰ সমস্ত সভা-সমিতি আৰু মিউনিচিপেলিটীবোৰত এই নিয়মটো প্ৰৱৰ্ত্তন কৰিব পৰা হলে কিমান ভাল হলহেঁতেন!

কমিটী এটাৰ সদস্যৰূপে এগৰাকী মহিলাৰ নামো উল্লেখ কৰা হৈছে। তেনে-হলে দেখা যায় যে মহিলাসকলো এই পঞ্চায়ত বা কমিটীবোৰৰ কৰ্ম্মকৰ্ত্ৰী হব পাৰিছিল।

পঞ্চায়তৰ নিৰ্ব্বাচিত সদস্যসকলক লৈ কমিটীবোৰ গঠন কৰা হৈছিল। প্ৰতিটো কমিটীৰ কাৰ্য্যকাল এবছৰীয়া। যদি কোনো সদস্যই অভদ্ৰ আচৰণ কৰে, তেন্তে তেওঁক ততালিকে পদচ্যুত কৰিব পৰা গৈছিল।

গ্ৰাম্য স্বায়ত্ত শাসনৰ এই প্ৰণালী হল আৰ্য্য শাসনতন্ত্ৰৰ ভেটি আৰু সিয়েই ইয়াক শক্তিও যোগাইছিল। গ্ৰাম্য সভাবোৰ নিজৰ অধিকাৰ সম্বন্ধে ইমান সচেতন আছিল যে ৰাজকীয় অনুমতি-পত্ৰ নোহোৱাকৈ কোনো সৈনিকে গাৱঁত প্ৰবেশ কৰিব নোৱাৰিব বুলি নিয়ম এটাকে বান্ধি দিয়া হৈছিল। 'নীতিসাৰে' কৈছে, কোনো বিষয়াৰ বিৰুদ্ধে প্ৰজাবৰ্গই অভিযোগ কৰিলে ৰজাই "বিষয়াসকলৰ পক্ষ নলৈ প্ৰজাসাধাৰণৰ পক্ষহে লোৱা উচিত" আৰু যদি বহুসংখ্যক লোকে অভিযোগ উত্থাপন

কৰে, তেন্তে বিষয়াজনক বৰখাস্ত কৰা উচিত; কাৰণ 'নীতিসাৰে' কৈছে, "বিষয়-ভোগৰ পিপাসাত মতলীয়া হৈ নুঠে কোন?" আজি এই দেশত অসৎ আচৰণ কৰা আৰু আমাক কুশাসন কৰা দলে দলে বিষয়াৰ ক্ষেত্ৰত এই জ্ঞানগৰ্ভ কথা কেইষাৰ বিশেষভাৱে প্ৰযোজ্য হব যেন বোধ হয়!

যিবোৰ বৃহত্তৰ নগৰত বহু সংখ্যক কাৰিকৰ আৰু বণিক আছিল, সেইবোৰত সংঘ গঠন কৰা হৈছিল। এনে দৰেই গঠিত হৈছিল শিল্পী সংঘ, বেঙ্কিং প্ৰতিষ্ঠান আৰু বণিক-সংস্থা। ধৰ্ম্ম-সংস্থাবোৰ অৱশ্যে আছিলেই। নিজৰ ঘৰুৱা কাৰ্য্যাৱলীৰ ওপৰত এই সকলোবোৰ অনুষ্ঠানৰ প্ৰভূত পৰিমাণে আধিপত্য আছিল।

ৰাইজৰ যাতে অনিষ্ট কৰা নহয় আৰু তেওঁলোকৰ ওপৰত যাতে অত্যাধিক হেঁচা নপৰে, সেই অৰ্থে তেওঁলোকৰ ওপৰত কমাই কৰ লগাবলৈ ৰজাক কোৱা হৈছিল। যিদৰে মালীয়ে হাবিৰ গছৰ পৰা ফুল আৰু পাত টুকি লয়, সেইদৰে ৰজাইও কৰ আদায় কৰিব লাগে; খৰিকটীয়াই গছজোপাকে কাটি-কুটি অনাৰ দৰে নহয়।

ভাৰতৰ মধ্য যুগ সম্বন্ধে আমি গোটাই-পিটাই লব পৰা বিক্ষিপ্ত সমাচাৰ এয়ে। কিতাপত সন্নিৱিষ্ট তথ্যৰ লগত কাৰ্য্যৰ সংগতি কিমান দূৰলৈকে হৈছিল, সেইটো বিচাৰি উলিওৱা কিছু টান। ভাল ভাল তথ্য বা আদৰ্শ পুথি এখনত লিপিবদ্ধ কৰাটো তেনেই উজু; সেইমতে চলাটোহে বৰ টান। সেই সময়ত মানুহৰ আদৰ্শ বা ভাবধাৰা কেনে আছিল, সেইটো উপলব্ধি কৰাত পুথিবোৰে অৱশ্যে আমাক সহায় কৰে; যদিওবা তেওঁলোকে পূৰাপুৰিভাৱে সেইবোৰ কাৰ্য্যতঃ মানি নচলিবও পাৰে। ৰজা আৰু শাসক সকল যে স্বৈৰাচাৰী শাসক হোৱাৰ পৰা ভালেখিনি দূৰৈত আছিল, সেইটো আমাৰ প্ৰতীত হৈছে। নিৰ্ব্বাচিত পঞ্চায়তসমূহে তেওঁলোকৰ ক্ষমতা পৰিসীমিত কৰি ৰাখিছিল। তদুপৰি আমি লক্ষ্য কৰিবলৈ পাওঁ যে গাঁও আৰু নগৰবোৰত যথেষ্ট উন্নততৰ স্বায়ত্ত শাসন-প্ৰণালী এটা বৰ্ত্তিছিল আৰু কেন্দ্ৰীয় চৰকাৰে ইয়াত বৰ কমেইহে হকা-বাধা কৰিছিল।

পিচে মানুহৰ এই আদৰ্শবাদ বা স্বায়ত্ত শাসনৰ বিষয়ে কওঁতে মই কি অৰ্থ কৰিছো? ভাৰতৰ গোটেই সামাজিক গাথনি আছিল জাতিভেদৰ ওপৰত প্ৰতিষ্ঠিত। আদৰ্শৰ ফালৰ পৰা ই হয়তো 'নীতিসাৰে' কবৰ দৰেই কঠোৰ নহবও পাৰে নাইবা গুণ বা সামৰ্থ্য অনুসাৰে ইয়াৰ হেৰফেৰো হব পাৰে; কিন্তু বাস্তৱ ক্ষেত্ৰত সি বিশেষ তাৰতম্য নঘটায়। শাসনকাৰী শ্ৰেণীবৰ্গ বা জাতিবোৰ হল ব্ৰাহ্মণ বা ক্ষত্ৰিয়। সময়ত আধিপত্য লভিবৰ বাবে তেওঁলোকৰ নিজৰ ভিতৰতে খকা-খুন্দা লাগিছিল; কিন্তু তেওঁলোকে প্ৰায়েই যুটীয়াভাৱে শাসন নিৰ্বাহ কৰিছিল আৰু পৰস্পৰৰ লগত সঙ্গতি ৰাখি চলিছিল। আনবোৰক তেওঁলোকে পদানত কৰি ৰাখিছিল। লাহে লাহে যেতিয়া বেপাৰ-বাণিজ্য বাঢ়িল, তেতিয়া বণিক শ্ৰেণীটোও আঢ্যৱন্ত আৰু গুৰুত্বপূৰ্ণ হৈ উঠিল আৰু ইয়াৰ গুৰুত্ব বাঢ়ি অহাৰ লগে লগে এই শ্ৰেণীটোকো নিজস্ব চলাৰৰ ঘৰুৱা কাৰ্য্যৱল পৰিচালনা কৰিবৰ অৰ্থে কিছু বিশেষাধিকাৰ আৰু স্বাধীনতা প্ৰদান কৰা হল। কিন্তু তেতিয়াও ৰাষ্ট্ৰৰ ক্ষমতাত ই প্ৰকৃত অংশীদাৰত্ব লাভ কৰা নাছিল। বেচেৰা শূদ্ৰহঁত হলে আদিৰে পৰাই তলখাপৰ কুকুৰ হৈয়ে ৰল। আনবোৰ সিহঁতৰো তলতহে পৰিলগৈ।

নিম্ন জাতবোৰৰ লোকে মাজে-সময়ে ভালেই কৰিছিল। শূদ্ৰসকল আনহে নেলাগে, সময়ত ৰজা হোৱা বুলিও জনা যায়। কিন্তু এনে দৃষ্টান্ত প্ৰায় বিৰল। সমাজৰ দোপদৰত উঠাৰ আন এটা অধিকতৰ অনুসৃত পন্থা হ'ল—গোটেই উপ-জাতিটো এখাপ উধাই যোৱা। নতুন নতুন উপজাতি কিছুমানক সময়ত সমাজৰ নিম্ন খাপত সুমুৱা হৈছিল; তেওঁলোকে লাহে-ধীৰে নিজকে ওপৰলৈ উন্নীত কৰি নিলে।

সেইদেখি তুমি মন কৰিব পাৰা যে পশ্চিমৰ দৰে ভাৰতত শ্ৰমিক দাসত্ব নাছিল যদিও আমাৰ গোটেই সামাজিক গাথনি আছিল শ্ৰেণী-বিভক্ত—এটা শ্ৰেণীৰ ওপৰত আনটোকৈ। ওপৰত যিসকল ৰ'ল, তেওঁলোকৰ দ্বাৰা তলত থকা লাখ লাখ লোক শোষিত হ'ল আৰু তলৰখিনিয়ে ওপৰৰবোৰ মানুহৰ ভৰ সহিব লগাত পৰিল। এই প্ৰণালী স্থায়ী কৰিবৰ অৰ্থে আৰু জখলাৰ নিম্নখাপত থকা এই গৰীব লোকসকলক শিক্ষা বা প্ৰশিক্ষণৰ একো সুবিধা নিদি নিজৰ নিমিত্তে ক্ষমতা অটুট ৰাখিবৰ অৰ্থে ওপৰত থকা লোকসকলে বিশেষ অৱধান ললে। গাঁও পঞ্চায়তবোৰত সম্ভৱতঃ কৃষকসকলৰ বক্তব্য কিছু বৰ্জিছিল আৰু তাৰ প্ৰতি অৱজ্ঞা কৰাও হোৱা নাছিল; কিন্তু কেইজনমান চতুৰ ব্ৰাহ্মণে এই পঞ্চায়তবোৰৰ ওপৰতো কৰ্তৃত্ব খটুওৱাটো খুবেই সম্ভৱপৰ আছিল।

আৰ্য্যসকল ভাৰতলৈ আহি দ্ৰাবিড়সকলৰ লগত সংস্পৰ্শ স্থাপিত কৰা দিনৰ পৰা ধৰি আমি পৰ্য্যালোচনা কৰি থকা এই মধ্যযুগলৈকে পুৰণি আৰ্য্য শাসনবিধি চলি থকা যেন দেখা যায়। কিন্তু ই ক্ৰমাগত অৱনত আৰু দুৰ্ব্বল হৈ অহা যেন লাগে। বোধ হয় ই বাৰ্দ্ধক্যগ্ৰস্ত হৈ পৰিছিল আৰু বোধ হয় বাহিৰ ফালৰ পৰা বাৰংবাৰ হোৱা আক্ৰমণে ইয়াক জুৰুলা কৰি তুলিছিল।

জানিবলৈ পালে হয়তো তোমাৰ আগ্ৰহ জন্মিব যে পুৰণি কালত ভাৰত গণিত শাস্ত্ৰত পাৰ্গত আছিল। ডাঙৰ ডাঙৰ গণিতজ্ঞসকলৰ নামৰ ভিতৰত এগৰাকী মহিলাও আছে—লীলাৱতী। কথিত আছে যে লীলাৱতী আৰু তেওঁৰ পিতাক ভাস্কৰাচাৰ্য্যই আৰু বোধ হয় আন এজন মনীষী ব্ৰহ্মগুপ্তই—পোণপ্ৰথম দৰ্শমিক পদ্ধতিটো উদ্ভাৱন কৰে। বীজগণিতো ভাৰত-সম্ভূত বুলি প্ৰবাদ আছে। ভাৰতৰ পৰা ই আৰব দেশলৈ গ'ল আৰু তাৰ পৰা ইউৰোপ পালেগৈ। "এলজেব্ৰা" শব্দটো আৰবীৰ পৰা অহা।

## ৪৬

## মহিমামণ্ডিত আংকোৰ আৰু শ্ৰীবিজয়

মে' ১৭, ১৯৩২।

আমি এতিয়া চমুৱাই ভুমুকি এটা মাৰিম বৃহত্তৰ ভাৰতত—মালয়েচিয়া আৰু ইণ্ডোচীনত দক্ষিণ ভাৰতৰ পৰা যোৱা লোকসকলে স্থাপন কৰা উপনিবেশ আৰু

বাসস্থানবোৰত। এই বাসস্থানবোৰ কেনেকৈ ইচ্ছাকৃতভাৱে সংগঠিত আৰু ব্যৱস্থিত হৈছিল, সেইটো মই ইতিপূৰ্ব্বে তোমাক কৈ আহিছো। সেইবোৰে যি কোনো ধৰণে গঢ় লোৱা নাছিল। কেবাখনো ঠাইত একেলগে এই উপনিৱেশবোৰ ইচ্ছা সাপেক্ষে স্থাপিত হবৰ অৰ্থে নিশ্চয় সঘনে সাগৰ পাৰ হৈ যাত্ৰা কৰিব লগা হৈছিল আৰু সাগৰৰ ওপৰত নিশ্চয় যথেষ্ট দখল থাকিব লগা হৈছিল। মই তোমাক এই-টোও কৈ আহিছো যে খ্ৰীষ্ট যুগৰ প্ৰথম আৰু দ্বিতীয় শতাব্দীৰ পৰাই এই উপনিৱেশবোৰৰ সূচনা হয়। সেইবোৰ আছিল দক্ষিণ ভাৰতীয় নামধাৰী হিন্দু উপনিৱেশ। কেইশতাব্দীমানৰ পিচত ক্ৰমাগত বৌদ্ধ ধৰ্ম্মই প্ৰসাৰ লভিলে আৰু অৱশেষত প্ৰায় সমগ্ৰ হিন্দু মালয়েচিয়া বৌদ্ধ হৈ পৰিল।

পোণতে আমি ইণ্ডোচীনকে ধৰো। সৰ্ব্বপ্ৰথম উপনিৱেশখনৰ নাম আছিল চম্পা; ই আছিল আন্নামত। তাতে তৃতীয় শতাব্দীত পাণ্ডুৰংগম বোলা চহৰখনে ঠন ধৰি উঠা আমি লক্ষ্য কৰিবলৈ পাওঁ। দুশ বছৰৰ পিচত কম্বোজ বোলা মহা-নগৰখনৰ উত্থান হয়। ই আছিল বিৰাট অট্টালিকা আৰু প্ৰস্তৰৰ মন্দিৰেৰে পৰি-পূৰ্ণ। এই সকলোবোৰ ভাৰতীয় উপনিৱেশতে প্ৰকাণ্ড দালান নিৰ্ম্মিত হোৱা তুমি লক্ষ্য কৰিবলৈ পাবা। স্থপতি আৰু সুনিপুণ নিৰ্ম্মাতাসকলক নিশ্চয় সাগৰৰ সিপাৰলৈ নিয়া হৈছিল আৰু তাত ঘৰ সাজোতেও তেওঁলোকে ভাৰতীয় পৰম্পৰাকে খটুৱালে। বিভিন্ন ৰাষ্ট্ৰ আৰু দ্বীপৰ মাজত ঘৰ সজাত বৰ তুমুল প্ৰতিদ্বন্দ্বিতা চলিছিল আৰু কলাজনিত বিকাশৰ উচ্চ আহিৰ্ এটাত এই পৰিণতি ঘটিছিল।

এই বাসস্থানবোৰত বসতি কৰা মানুহবোৰ আছিল স্বাভাৱিকতে সমুদ্ৰগামী লোক। এই ঠাইবোৰ পাবৰ অৰ্থে তেওঁলোকে নিজেই বা তেওঁলোকৰ পূৰ্ব্বপুৰুষ-সকলে ইতিপূৰ্ব্বে সাগৰ পাৰ হৈ আহিছিল আৰু তেওঁলোকৰ চৌপাশে আছিল সাগৰ। সমুদ্ৰগামী লোক সহজে বেপেৰুৱা হৈ পৰে। সেইদেখি এই লোকসকল আহিছিল সাগৰ পাৰ হৈ বিভিন্ন দ্বীপলৈ—পশ্চিমে ভাৰতলৈ আৰু পূবে চীনলৈ—বয়বস্তু অনানিয়া কৰা বেপাৰী আৰু বণিক। মালয়েচিয়াৰ বিভিন্ন ৰাষ্ট্ৰ এনেদৰে প্ৰধানতঃ বণিক শ্ৰেণীটোৰ দ্বাৰাই নিয়ন্ত্ৰিত হৈছিল। সময়ত এই ৰাষ্ট্ৰবোৰৰ মাজত অন্তৰ্দ্বন্দ্বও হৈছিল, ডাঙৰ ডাঙৰ যুদ্ধও লাগিছিল আৰু নৰহত্যাও হৈছিল। সময়ত হিন্দু ৰাষ্ট্ৰ এখনে হয়তো বৌদ্ধ ৰাষ্ট্ৰ এখনৰ বিপক্ষে যুদ্ধ যাত্ৰা কৰিছিল। সেই-কালত হোৱা এই যুদ্ধবোৰৰ বহুতৰে যথাৰ্থ কাৰণ ব্যৱসায়িক প্ৰতিদ্বন্দ্বিতা যেন দেখা যায়, যিদৰে আজিকালি ডাঙৰ ডাঙৰ শক্তিবোৰৰ ভিতৰত তেওঁলোকে তৈয়াৰী কৰা মাল বিকিবৰ বাবে বজাৰ বিচাৰোতে যুদ্ধ লাগে।

তিনি শ বছৰ বা তৎসম কাল ধৰি অষ্টম শতাব্দীলৈকে ইণ্ডোচীনত তিনি-খন বিভিন্ন হিন্দু ৰাষ্ট্ৰ আছিল। নৱম শতাব্দীত মহান শাসক এজনৰ অভ্যুত্থান হয়—জয়বৰ্ম্মণ। তেওঁ এই আটাইকেখন একত্ৰিত কৰি ডাঙৰ সাম্ৰাজ্য এখন গঢ়ি তোলে। তেওঁ বোধ হয় বৌদ্ধ আছিল। তেওঁ আঙ্কোৰত ৰাজধানী নিৰ্ম্মাণ কৰাত লাগি যায় আৰু তেওঁৰ উত্তৰাধিকাৰী যশোবৰ্ম্মণে ইয়াক সমাপ্ত কৰেগৈ। এই কাম্বোদিয়ান সাম্ৰাজ্যখন প্ৰায় চাৰি শ বছৰ তিষ্ঠি থাকিল। সাম্ৰাজ্যবোৰ সচৰাচৰ

হোৱাৰ দৰে এইখন সাম্ৰাজ্যও ঐশ্বৰ্য্যৱান আৰু শক্তিশালী হব বুলি ভবা হৈছিল। ৰাজপুৰী আঙ্কোৰ থম গোটেই প্ৰাচ্য জুৰি “মহিমামণ্ডিত আঙ্কোৰ” ৰূপে বিদিত হ'ল। ই হ'ল এখন দহ লাখৰো অধিক লোকে বসবাস কৰা নগৰ; জাৰসকলৰ ৰোম যিমান ডাঙৰ আছিল, তাতকৈও বৃহত্তৰ। ইয়াৰ কাষতে আছিল আশ্চৰ্য্যময় ‘আঙ্কোৰ বট’ দেৱালয়। ত্ৰয়োদশ শতাব্দীত কাম্বোদিয়াৰ ওপৰত কেবাফালৰপৰা আক্ৰমণ চলিল। পুবে আক্ৰমণ কৰিলে আন্নামীসকলে, স্থানীয় জনজাতিবোৰে ধৰিলে পশ্চিমৰপৰা। উত্তৰে শ্বান-জাতীয় লোকসকলক মঙ্গোলসকলে দক্ষিণলৈ খেদি পঠালে আৰু সাৰি পলোৱাৰ উপায় নেপাই তেওঁলোকেও কাম্বোদিয়া আক্ৰমণ কৰিলে। এই অবিৰত যুদ্ধ-বাগৰ আৰু আত্মৰক্ষাত ৰাজ্যখন জুৰুলা হৈ পৰিল। তথাপি আঙ্কোৰ চহৰ প্ৰাচ্যৰ অত্যন্ত ঐশ্বৰ্য্যশালী চহৰবোৰৰ ভিতৰতে অন্যতম হৈ থাকিল। ১২৯৭ খ্ৰীষ্টাব্দত কাম্বোদিয়াৰ ৰজাৰ ওচৰলৈ পঠোৱা চীনা দূত এজনে এই চহৰৰ বিস্ময়কৰ অট্টালিকাৰাশিৰ আবেগময়ী বৰ্ণনা এটা দি গৈছে।

কিন্তু অকস্মাৎ আঙ্কোৰ ভয়ঙ্কৰ দুৰ্য্যোগ এটাত পৰিল। খ্ৰীষ্টোত্তৰ ১৩০০ চন মানত মাটি পৰি মেকং নদীৰ মুখ বন্ধ হৈ গ'ল। ওলাই যাবলৈ বাট নেপাই নদীৰ পানীয়ে ওলোটাই গতি কৰিলে আৰু মহানগৰৰ কেউ কাষৰ সমগ্ৰ অঞ্চল বুৰাই পেলালে। সাৰুৱা পথাৰবোৰ অলাগতিয়াল জলাহ ভূমিৰে ভৰা এক বিস্তীৰ্ণ এলেকা হৈ পৰিল। চহৰৰ বিপুল সংখ্যক অধিবাসী অনাটনগ্ৰস্ত হ'ব ধৰিলে। তেওঁলোক তাত আৰু তিষ্ঠি থাকিব নোৱাৰিলে; নগৰ পৰিত্যাগ কৰি আন ঠাইলৈ উঠি যাবলৈ তেওঁলোক বাধ্য হ'ল। সেইদেখি “মহিমামণ্ডিত আঙ্কোৰ” পৰিত্যক্ত হ'ল; হাবি-জংঘলে আগুৰি পেলালে আৰু ইয়াৰ দখলভোগ চমজি ললে। ইয়াৰ আশ্চৰ্য্যময় অট্টালিকাবোৰ কিছু দিন বনৰীয়া জন্তুৰ আবাস হ'ল। অৱশেষত জংঘলে সেইবোৰ ধূলিত পৰিণত কৰি লৈ পূৰ্ণ পয়োভৰেৰে ৰাজত্ব কৰিবলৈ ধৰিলে।

এই দুৰ্য্যোগৰ পিচত কাম্বোদীয় ৰাষ্ট্ৰখনে বৰ বেচি দিন বাচি থাকিবলৈ নেপালে। ই ক্ৰমাগত ম্ৰিয়মান হৈ আহিল আৰু সময়ত শ্যামৰদ্বাৰা শাসিত আৰু সময়ত আন্নামৰ দ্বাৰা শাসিত প্ৰদেশ এখনত পৰিণত হ'ল। কিন্তু এতিয়াও আঙ্কোৰ ৱটৰ প্ৰকাণ্ড মন্দিৰটোৱে আমাক সেইকালৰ কথা সোঁৱৰাই দিয়ে--যিকালৰ দুৰণিৰ দেশবোৰৰ পৰা বয়বস্তু সহ বণিকসকলক আকৰ্ষণ কৰি অনা আৰু ইয়াৰ নাগৰিক আৰু শিল্পীসকলে তৈয়াৰ কৰা মনোমোহা সামগ্ৰীবোৰ অন্যান্য দেশলৈ চালান দিয়া এখন গৰ্ব্বিত আৰু ঐশ্বৰ্য্যশালী চহৰ ইয়াৰ কাষতে আছিল।

ইণ্ডোচীনৰ পৰা অনতিদূৰত সাগৰৰ সিপাৰে হ'ল সুমাত্ৰা বোলা দ্বীপটো। দক্ষিণ ভাৰতৰ পল্লৱসকলে ইয়াতো খ্ৰীষ্টোত্তৰ প্ৰথম আৰু দ্বিতীয় শতাব্দীত তেওঁলোকৰ সৰ্ব্বপ্ৰথম উপনিৱেশবোৰ স্থাপন কৰিছিল। এইবোৰ ক্ৰমাগত ডাঙৰ হৈ আহিল। মালয় উপদ্বীপ অচিৰে সুমাত্ৰা ৰাষ্ট্ৰৰ অংশ হৈ পৰিছিল আৰু তাৰ পিচতো বহুকাললৈকে সুমাত্ৰা আৰু মালয় উপদ্বীপৰ বুৰঞ্জী ঘনিষ্ঠ সূত্ৰে জড়িত হৈ আছিল। এই ৰাষ্ট্ৰৰ ৰাজধানী আছিল শ্ৰীবিজয় বোলা বিশাল চহৰখন। ই

সুমাত্ৰাৰ অভ্যন্তৰৰ গিৰিমালাত অৱস্থিত। পালেম্বং নদীৰ মোহনাত ইয়াৰ এটা পোতাশ্ৰয়ো আছিল। পঞ্চম বা ষষ্ঠ শতাব্দীমানত বৌদ্ধ ধৰ্ম্ম সুমাত্ৰাৰ আধিপত্য-কাৰী ধৰ্ম্ম হৈ পৰে। আনহে নেলাগে, বৌদ্ধ ধৰ্ম্মৰ হকে সক্ৰিয় প্ৰচাৰমূলক কাৰ্য্য চলোৱাত সুমাত্ৰাই নেতৃত্বকে গ্ৰহণ কৰিলে আৰু সদৌ শেষত হিন্দু মালয়েচিয়াৰ অধিকাংশকে বৌদ্ধ ধৰ্ম্মলৈ দীক্ষিত কৰাত কৃতকাৰ্য্যতাও লভিলে। সেইদেখি এই সুমাত্ৰা সাম্ৰাজ্যখন শ্ৰীবিজয়ৰ বৌদ্ধ সাম্ৰাজ্যৰূপে জনাজাত হ'ল।

শ্ৰীবিজয় ক্ৰমাগত বৃহত্তৰ হৈ যাব ধৰিলে আৰু অৱশেষত কেৱল সুমাত্ৰা আৰু মালয়েই নহয়; বৰ্ণিও, ফিলিপাইন, চিলিবিচ, যৱৰ অৰ্দ্ধেক, ফৰমোচা দ্বীপৰ (যিটো আজিকালি জাপানৰ) অৰ্দ্ধেক, সিংহল—আনকি চীনৰ দক্ষিণে কেণ্টনৰ ওচৰত থকা পোতাশ্ৰয় এটাও ই সামৰি ললেগৈ। সম্ভৱতঃ ই ভাৰতৰ দক্ষিণ মূৰত সিংহলৰ মুখামুখি হৈ থকা পোতাশ্ৰয় এটাও সামৰি লৈছিলহে। কাজেকাজেই তুমি উপলব্ধি কৰিব পাৰিবা যে ই সমগ্ৰ মালয়েচিয়াকে সামৰি লোৱা এখন সুবিস্তৃত সাম্ৰাজ্য আছিল। বেপাৰ-বাণিজ্য আৰু জাহাজ-নিৰ্ম্মাণেই আছিল এই ভাৰতীয় উপনিৱেশবোৰৰ ঘাই বৃত্তি। সেইকালৰ চীনা আৰু আৰবী লেখকসকলে সুমাত্ৰা ৰাষ্ট্ৰৰ অধীনস্থ পোতাশ্ৰয় আৰু নতুন উপনিৱেশবোৰৰ দীঘলীয়া তালিকা আমাক দিছে। এই তালিকাবোৰ বাঢ়ি গৈ থকা দেখা যায়।

আজিকালি বৃটিছ সাম্ৰাজ্যখন গোটেই পৃথিৱী জুৰি বিস্তাৰিত আৰু সকলো ঠাইতে ইয়াৰ সামুদ্ৰিক পোতাশ্ৰয় আৰু ভাল ভাল কয়লা লোৱা ঠাই আছেঃ জিব্ৰাল্টৰ, ছুৱেজ খাল (যিটো প্ৰধানতঃ বৃটিছ নিয়ন্ত্ৰণাধীন), এডেন, কলম্বো. ছিঙ্গাপুৰ, হংকং ইত্যাদি। যোৱা তিনি শ বছৰ ধৰি বৃটিছসকল বেপাৰী জাতি তেওঁলোকৰ বেপাৰ আৰু ক্ষমতা সমুদ্ৰ বলৰ ওপৰতে নিৰ্ভৰশীল। গতিকে গোটেই পৃথিৱী জুৰি কেতবোৰ সুগম ঠাইত তেওঁলোকক পোতাশ্ৰয় আৰু কয়লা লোৱা কেন্দ্ৰ লগা হৈছে। শ্ৰীবিজয় সাম্ৰাজ্যখনো আছিল' বেপাৰৰ ভেটিত প্ৰতিষ্ঠিত এটা জলশক্তি। সেইদেখি তুমি লক্ষ্য কৰিবলৈ পাবা য'তে সামান্য খোপনি পুতিবলৈ পাইছিল, ত'তে ইয়াৰ পোতাশ্ৰয়ো আছিল। আনহে নেলাগে, সুমাত্ৰা ৰাজ্যৰ উপনিৱেশবোৰৰ চকুত লগা 'বৈশিষ্ট্য হ'ল সেইবিলাকৰ সামৰিক গুৰুত্ব; অৰ্থাৎ পাশ্বৱৰ্তী জলৰাশি আয়ত্তৰ ভিতৰত ৰাখিব পৰা ঠাইতহে সেইবোৰ সযত্নে স্থাপিত হৈছিল। এই আয়ত্ত অক্ষুণ্ণ ৰখাত ইটোৱে সিটোক যাতে সহায় কৰিব পাৰে, সেই অৰ্থে এনে বাসস্থানবোৰ সময়ত যোৰ পাতি বহুওৱা হৈছিল।

ছিঙ্গাপুৰ আদিতে আছিল সুমাত্ৰাৰ উপনিৱেশকাৰীসকলে পতা এখন বাস-স্থান। ই বৰ্ত্তমান এখন ডাঙৰ চহৰ। তুমি লক্ষ্য কৰিব পোৱা যে এই নামটো এটা সাইলাখ ভাৰতীয় নামঃ সিংহপুৰ। ছিঙ্গাপুৰত মুখামুখিকৈ প্ৰণালীটোৰ ঠিক ওলোটো ফালে সুমাত্ৰাৰ লোকসকলৰ আন এখন বাসস্থান আছিল। কেতিয়াবা কেতিয়াবা তেওঁলোকে লোহাৰ শিকলি এডাল প্ৰণালীটোৰ ইপাৰৰ পৰা সিপাৰলৈকে মেলি দি মোটা কেৰেয়া আদায় কৰি নিদিয়া পৰ্য্যন্ত জাহাজৰ চলাচল বন্ধ কৰি দিছিল।

সেইদেখি শ্ৰীবিজয় সাম্ৰাজ্যখন আছিল বৃটিছ সাম্ৰাজ্যৰ সদৃশ, যদিওবা ই ক্ষুদ্ৰ-তৰ হ'ব লগা হৈছিল। কিন্তু বৃটিছ সাম্ৰাজ্য যিমান দিন তিষ্ঠি থকাটো সম্ভৱ, ই

তাতকৈ বেচি দিন তিষ্ঠি থাকিল। ইয়াৰ সৰ্ব্বোচ্চ উন্নয়নৰ সময়ছোৱা আছিল একাদশ শতাব্দীত; দক্ষিণ ভাৰতত চোল সাম্ৰাজ্যই প্ৰতিপত্তি বিস্তাৰ কৰাৰ প্ৰায় সমসাময়িক। কিন্তু চোল সাম্ৰাজ্যখন পিচতো বহুকাললৈকে টিকি থাকিল। সুদীৰ্ঘ সময় এছোৱাৰ বাবে দুয়োখনৰ মাজত সৌহাৰ্দ্যমূলক সম্বন্ধও আছিল। কিন্তু উভয়ে আছিল শক্তিশালী নৌ বহৰ আৰু সুবিস্তৃত বাণিজ্যিক সম্বন্ধ থকা আক্ৰমণাত্মক সমুদ্ৰগামী জাতি। একাদশ শতাব্দীৰ আগভাগত তেওঁলোকৰ মাজত বিবাদ লাগিল আৰু ফলত হ'ল যুদ্ধ। চোল ৰজা প্ৰথম ৰাজেন্দ্ৰই নৌ-অভিযান এটা প্ৰেৰণ কৰিলে আৰু শ্ৰীবিজয় নতশিৰ হ'ল; কিন্তু অচিৰে শ্ৰীবিজয়ে এই নিৰ্য্যাতনৰপৰা পৰিত্ৰাণ লভিলে।

একাদশ শতাব্দীৰ আৰম্ভণিতে চীনৰ সম্ৰাটে সুমাত্ৰাৰ ৰজালৈ ব্ৰঞ্জৰ ঘণ্টা কেইটামান উপহাৰ হিচাপে পঠাইছিল। ইয়াৰ বদলি সুমাত্ৰাৰ ৰজাই মণি-মুকুতা, হাতীদাত আৰু সংস্কৃত পুথি কেইখনমান পঠায়। কথিত আছে যে এইবোৰৰ লগতে সোণৰ ফলিত "ভাৰতীয় লিপিৰে" লেখা চিঠি এখনো আছিল।

বেছ বহুজন সময় এছোৱা ধৰি শ্ৰীবিজয়ে উন্নতি লভে—দ্বিতীয় শতাব্দীমানত পোনপ্ৰথম আৰম্ভ হোৱা দিনৰ পৰা ধৰি পঞ্চম বা ষষ্ঠ শতাব্দীলৈকে। তেতিয়া ই বৌদ্ধ হয়। তাৰ পিচতো ক্ৰমাগত নিৰবচ্ছিন্ন অগ্ৰগতি একাদশ শতাব্দীলৈকে অব্যাহত থাকিল। মালয়েচিয়াৰ বেপাৰ-বাণিজ্যত আধিপত্য খুটুৱাই আৰু তিনি শ বছৰ ধৰি ই বিশাল সাম্ৰাজ্য হৈয়ে ৰল। অৱশেষত ১৩৭৭ খ্ৰীষ্টাব্দত পুৰণি পল্লৱ উপনিৱেশবোৰৰে এখনে ইয়াক উৎখাত কৰিলে।

মই তোমাক কৈছোৱেই যে শ্ৰীবিজয় সাম্ৰাজ্যখন সিংহলৰ পৰা ধৰি চীনৰ কেন্টনলৈকে বিস্তাৰিত হৈছিল। মাজভাগত থকা দ্বীপবোৰৰ অধিকাংশ ইয়াৰ অন্তৰ্ভুক্ত হৈছিল; কিন্তু সামান্য ক্ষুদ্ৰ অংশ এটা হলে ই পৰাভূত কৰিব পৰা নাছিল। ই হল যৱৰ পূব অংশ। এই অংশটো স্বাধীন ৰাষ্ট্ৰ হৈয়েই থাকিল। এই ৰাষ্ট্ৰও আছিল হিন্দু; বৌদ্ধ ধৰ্ম্ম লবলৈ ই মান্তি নহল। পশ্চিম যৱ শ্ৰীবিজয়ৰ অধীন হ'ল যদিও পূব যৱ স্বাধীন হৈ থাকিল। পূব যৱৰ এই হিন্দু ৰাষ্ট্ৰখনো আছিল বাণিজ্যিক ৰাষ্ট্ৰ আৰু নিজৰ সমৃদ্ধিৰ হকে বেপাৰৰ ওপৰত নিৰ্ভৰ কৰি চলিছিল। ই নিশ্চয় ছিঙ্গাপুৰৰ ফালে ঈৰ্ষান্বিতভাৱে দৃষ্টিপাত কৰিছিল; ভাল ঠাইত অৱস্থিত হোৱা বাবে ই বেহাবেপাৰৰ এটা ডাঙৰ কেন্দ্ৰ হৈ পৰিছিল। এইদৰেই শ্ৰীবিজয় আৰু পূব যৱৰ মাজত প্ৰতিদ্বন্দ্বিতা চলিছিল আৰু সেয়ে ঘোৰ শত্ৰুতাত পৰিণত হলগৈ। দ্বাদশ শতাব্দীৰ পৰা আৰম্ভ কৰি যৱ ৰাষ্ট্ৰখনে লাহে লাহে শ্ৰীবিজয়ক ক্ষতিগ্ৰস্ত কৰি পৰিপুষ্টি লভিব ধৰিলে। মই কৈ আহিছোঁৱেই যে ই চতুৰ্দ্দশ শতাব্দীত—১৩৭৭ চনত—শ্ৰীবিজয়ক একেবাৰেই পৰাভূত কৰিলে। ই আছিল এখন নৃশংস যুদ্ধ আৰু অপৰিসীম ক্ষতিও হৈছিল। শ্ৰীবিজয় আৰু ছিঙ্গাপুৰ দুয়োখন চহৰেই বিধ্বস্ত হল। মালয়েচিয়াৰ বৃহৎ সাম্ৰাজ্যবোৰৰ দ্বিতীয়খন—শ্ৰীবিজয়—এইদৰেই শেষ হল আৰু ইয়াৰ ধ্বংসাৱশেষৰ ওপৰত এই সাম্ৰাজ্যবোৰৰ তৃতীয়খন—মজাপহিত—উত্থান হল।

শ্ৰীবিজয়ৰ লগত হোৱা যুদ্ধত পূব যৱনীসকলে নৃশংসতা আৰু বৰ্ব্বৰতা

দেখওৱা সত্ত্বেও আমাৰ এতিয়াও হস্তগত হোৱা যৱৰ সেই সময়ছোৱাৰ বিস্তৰ গ্ৰন্থৰ পৰা দেখা যায় যে এই হিন্দু ৰাষ্ট্ৰখন সভ্যতাৰ উচ্চস্তৰত উপনীত হৈছিলগৈ। ই পাৰ্গতালি লভিছিল গৃহ-নিৰ্ম্মাণত—বিশেষকৈ মন্দিৰৰ নিৰ্ম্মাণ-কাৰ্য্যত। পাঁচ শতকৈও বেছিহে মন্দিৰ সজা হৈছিল। এইবোৰ মন্দিৰৰ ভিতৰতে হেনো পৃথিৱীৰ সবাতকৈ উৎকৃষ্ট আৰু প্ৰস্তৰ স্থাপত্যৰ সৰ্ব্বোচ্চ কলা সমাহিত নিদৰ্শন কিছুমানো আছে। এই বিৰাট দ'লবোৰৰ বেছি ভাগ সজা হৈছিল সপ্তম শতাব্দীৰ মাজ ভাগৰ পৰা দশম শতাব্দীৰ মাজ ভাগলৈকে ধৰি এই সময়ছোৱাৰ ভিতৰত—অৰ্থাৎ ৬৫০ খ্ৰীষ্টাব্দৰ পৰা ৯৫০ খ্ৰীষ্টাব্দৰ ভিতৰত। এই প্ৰকাণ্ড মন্দিৰবোৰ বন্ধাত তেওঁ-লোকক সহায় কৰিবৰ অৰ্থে যৱনীসকলে নিশ্চয় বিপুল সংখ্যক স্থপতি আৰু পাকৈত মিস্ত্ৰী ভাৰত আৰু ওচুৰচুবুৰীয়া অন্যান্য দেশৰ পৰা নিছিল। যৱ আৰু মজাপহিতৰ দশা পৰৱৰ্ত্তী চিঠি এখনত আমি অনুধাৱন কৰিম।

এই প্ৰসঙ্গতে মই উল্লেখ কৰিব পাৰো যে বৰ্ণিও আৰু ফিলিপাইন উভয়ে এই আদি পল্লৱ উপনিৱেশবোৰৰ যোগেদি ভাৰতৰ পৰাই অক্ষৰ জ্ঞান আহৰণ কৰিছিল। দুৰ্ভাগ্যবশতঃ ফিলিপাইনৰ বহুতো পুৰণি পুথি স্পেনিয়াৰ্ডসকলে নষ্ট কৰি পেলালে।

লগতে এইটোও মনৰ ৰাখিবা যে ইচলামৰ অভ্যুত্থানৰ বহু আগৰে পৰাই এই সমস্ত দ্বীপতে আৰবসকলেও উপনিৱেশ প্ৰতিষ্ঠা কৰিছিল। তেওঁলোক আছিল ডাঙৰ ডাঙৰ সাউদ। বেপাৰৰ সুবিধা য'তেই পোৱা যায়, তেওঁলোক তলৈকে গৈছিল।

## ৪৭

## ৰোম অন্ধকাৰত প্ৰচ্ছন্ন

১৯ মে' ১৯৩২

মই প্ৰায়েই অনুভৱ কৰো যেন অতীত বুৰঞ্জীৰ আৱৰ্ত্তৰ মাজেদি আগুৱাই যাবৰ বাবে তোমাৰ পক্ষে মই মুঠেই ভাল সহচৰ নহয়। মই নিজেই নিমজ্জিত হৈ পৰো। তেনেহলে মইনো তোমাক নিৰ্ভুলভাবে কেনেকৈ গতি-পথ দেখুৱাব পাৰিম? আকৌ মোৰ ধাৰণা হয়, কিজানি মই তোমাক এফেৰিমান সহায় কৰিব পাৰো আৰু সেইদেখি মই এই চিঠিবোৰ লেখি আছো। মোৰ পক্ষে হলে সেইবোৰৰ পৰা নিশ্চয় বৰ উপকাৰ হৈছে। সেইবোৰ লেখি থাকোঁতে—আৰু মোৰ আইজনী, তোমাৰ বিষয়ে ভাবি থাকোতে—মই পাহৰিয়েই যাঁও যে যিটো কুপত আৰু য'ত মই বহি আছোঁ, তাত তাপমাত্ৰা হল ১১২ ডিগ্ৰী আৰু গৰম 'লু' বলিব লাগিছে। আনকি মই যে বেৰিলীৰ জিলা জেলত আছো, সেইটোও মাজে-সময়ে পাহৰিয়েই যাঁও।

মোৰ শেষৰখন চিঠিয়ে তোমাক মালয়েচিয়াৰ সংশ্ৰৱত চতুৰ্দ্দশ শতাব্দীৰ সামৰণি-লৈকে আগুৱাই লৈ গল। অথচ উত্তৰ ভাৰতত আমি হলে হৰ্ষৱৰ্দ্ধন ৰজা—অৰ্থাৎ সপ্তম

শতাব্দী—পাৰ হৈ যোৱা নাই আৰু ইউৰোপত আমাৰ ততোধিক সময়ৰ ঘাটি পূৰাব লগা হৈ আছে। সকলো ঠাইতে একেটা সময়-সূচী ৰক্ষা কৰি চলাটো বৰ দুষ্কৰ: মই তেনে কৰিবলৈ চেষ্টা কৰি আহিছোঁ; কিন্তু মাজে সময়ে—যেনে আঙ্কোৰ আৰু শ্ৰীবিজয়ৰ ক্ষেত্ৰত—মই কেইশ বছৰমান আগুৱাই গৈছো যাতে সেইবিলাকৰ কাহিনী মই সমাপ্ত কৰিব পাৰো। কিন্তু মনত ৰাখিবা যে পূবত কাম্বোদীয়া আৰু শ্ৰীবিজয় সাম্ৰাজ্যই ঠন ধৰি উঠা কালত ভাৰত, চীন আৰু ইউৰোপত সকলো প্ৰকাৰৰ সালসলনি ঘটিব ধৰিছিল। এইটোও মনত ৰাখিবা যে মোৰ শেষৰখন চিঠিয়ে কেইপৃষ্ঠামানতে ইণ্ডোচীন আৰু মালয়েচিয়াৰ এহেজাৰ বছৰৰ বুৰঞ্জী বিবৃত কৰিছে। এই দেশ কেইখন এচিয়া আৰু ইউৰোপৰ বুৰঞ্জীৰ ঘাই গতি-ধাৰাৰ পৰা বিচ্ছিন্ন হৈ আছিল আৰু সেইবাবে সেই কেইখনৰ প্ৰতি বৰ কমেইহে মনোযোগ দিয়া হৈছিল। কিন্তু তেওঁলোকৰো আছিল সুসমৃদ্ধিপূৰ্ণ আৰু দীঘলীয়া ইতিহাস—সাফল্য, বেহা-বেপাৰ, কলা আৰু স্থাপত্যত বিশেষভাৱে সুসমৃদ্ধিপূৰ্ণ আৰু সেইবাবে ই বেছ প্ৰণিধান-যোগ্য। ভাৰতীয়সকলৰ পক্ষে তেওঁলোকৰ কাহিনী বিশেষভাৱে আমোদপূৰ্ণ হব: কিয়নো তেওঁবিলাক আছিল প্ৰায় ভাৰতৰেই অংগ। তেওঁলোক আছিল পূৱৰ সাগৰৰাশি পাৰ হৈ যোৱা আৰু লগে লগে ভাৰতীয় সংস্কৃতি, সভ্যতা, কলা আৰু ধৰ্ম্ম লৈ যোৱা মুনিহ-তিৰোতা।

সেইদেখি মালয়েছিয়াৰ ক্ষেত্ৰত আমি আগুৱাই গলো যদিও প্ৰকৃতপক্ষে আমি এতিয়াও সপ্তম শতাব্দীতে আছো। এতিয়াও আৰবলৈ যাবলৈ আৰু ইছলামৰ অভ্যুদয় আৰু ইউৰোপ কিম্বা এচিয়াত ই কিমান ডাঙৰ পৰিৱৰ্ত্তন ঘটালে, সেইটো পৰ্য্যালোচনা কৰিবলৈ আমাৰ এতিয়াও বাকী আছে। ইউৰোপত ঘটনাৱলীৰ ক্ৰমো আমি অনুধাৱন কৰিব লাগিব।

ইউৰোপলৈ আমি পুনৰ্ব্বাৰ দৃষ্টিপাত কৰো আৰু কিছু পিচুৱাই যাঁওহক। তুমি মনত ৰাখিছাই যে ৰোমান সম্ৰাট কনষ্টেণ্টাইনে বচফোৰাচৰ পাৰত আগৰ বিজান্-ছিয়াম থকা ঠাইত কনষ্টাণ্টিনোপল চহৰখন প্ৰতিষ্ঠা কৰিলে। এইখন চহৰলৈকে—এই নতুন ৰোমলৈকে—তেওঁ পুৰণি ৰোমৰ পৰা সাম্ৰাজ্যৰ ৰাজধানীখন তুলি আনিলে। ইয়াৰ পিচত অচিৰে ৰোমান সাম্ৰাজ্যখন দুভাগত বিভক্ত হৈ পৰিল ঃ ৰোমত ৰাজধানী সহ 'প্ৰতীচ্য' আৰু কনষ্টাণ্টিনোপলত সদৰ সহ 'প্ৰাচ্য' সাম্ৰাজ্যখন ঘোৰ বিপদ আৰু বহুতো শত্ৰুৰ সন্মুখীন হব লগা হল। তত্ৰাচ শুনিলেও অবাক নহৈ নোৱাৰি যে তুৰ্কসকলে ইয়াৰ শেষ অৱসান নঘটোৱালৈকে ই শতাব্দীৰ পিচৰ শতাব্দী ধৰি ১১০০ বছৰ তম্ভি থাকিব পাৰিলে।

প্ৰতীচ্য সাম্ৰাজ্যখনৰ এনে আয়ুস নহল। ৰোমান নামৰ অপূৰ্ব্ব সন্মান আৰু প্ৰতীচ্য জগতত অতকাল ধৰি আধিপত্য খটুওৱা সাম্ৰাজ্যিক খ্যাতিসম্পন্ন ৰোম চহৰখন থকা সত্ত্বেও ই অত্যন্ত ক্ষিপ্ৰতাৰে বাগৰ খাব লগাত পৰিল। উত্তৰৰ জনজাতি-বোৰৰ কোনোটোৰে আক্ৰমণ ই ৰুধিব নোৱাৰিলে। গথ অধিনায়ক এলাৰিকে ইটালিলৈ নামি আহি ৪১০ চনত ৰোম অধিকাৰ কৰিলে। পিচত আহিল ভাণ্ডালসকল; তেওঁ-লোকেও ৰোম লুট কৰিলে। ভাণ্ডালসকল আছিল জাৰ্ম্মাণ গোষ্ঠীয় লোক। ফ্ৰান্স আৰু স্পেইন পাৰ হৈ গৈ তেওঁলোকে আফ্ৰিকাত সোমাই কাৰ্থেজৰ ধ্বংসাৱশেষৰ ওপৰত ৰাজ্য এখন স্থাপন কৰিছিল। এই পুৰণি কাৰ্থেজৰপৰাই সাগৰ পাৰ হৈ

গৈ তেওঁলোকে ৰোম দখল কৰিছিল। পিউনিক যুদ্ধৰ ৰোমে জয়লাভ কৰাৰ ই যেন এক বিলম্বিত প্ৰতিশোধ, তেনেহে দেখি।

এই সময়তে হূনসকলো শক্তিশালী হৈ উঠে। তেওঁলোক পোনতে আহিছিল মধ্য এচিয়া বা মঙ্গোলিয়াৰপৰা। এই লোকসকল আছিল অঘৰী। ডানিউব নদীৰ পূবে আৰু প্ৰাচ্য ৰোমান সাম্ৰাজ্যৰ উত্তৰ আৰু পশ্চিমে তেওঁলোকে বসতি কৰিবলৈ ললে। তেওঁলোকৰ অধিনায়ক এট্টিলাৰ নেতৃত্বত তেওঁলোক বৰ আক্ৰমণাত্মক হৈ উঠে। কনষ্টাণ্টিনোপলৰ সম্ৰাট আৰু চৰকাৰে তেওঁলোকলৈ সততে ভয় কৰি থাকিব লগা হৈছিল। এট্টিলাই তেওঁলোকক সন্ত্ৰস্ত কৰি অপাৰ ধন-ৰত্ন তেওঁক দিবলৈ বাধ্য কৰিছিল। প্ৰাচ্য সাম্ৰাজ্যখনৰ বেচ বুজন ধৰণে লাঞ্ছনা কৰি এট্টিলাই প্ৰতীচ্য সাম্ৰাজ্যখনকো আক্ৰমণ কৰিবলৈ থিৰ কৰিলে। তেওঁ গল দেশ আক্ৰমণ কৰে আৰু দক্ষিণ ফ্ৰান্সৰ বহুতো নগৰ ধূলিসাৎ কৰে। সাম্ৰাজ্যিক ফৌজে তেওঁৰ লগত ফেৰ মাৰিব নোৱাৰিলেহেঁতেন; কিন্তু জাৰ্ম্মাণ গোষ্ঠীয় জনজাতিবোৰ (ৰোমানসকলৰ মতে "বৰ্ব্বৰ হঁত" এই হূন অভিযানত আতঙ্কিত হৈ উঠিল। সেইদেখি ফ্ৰান্স আৰু গথসকলো সাম্ৰাজ্যিক ফৌজৰ লগ লাগিল আৰু তেওঁলোক সকলোবোৰে মিলি এট্টিলাৰ নেতৃত্বাধীন হূনসকলৰ লগত ট্ৰয়েছত এখন প্ৰচণ্ড যুদ্ধ দিলে। এই যুদ্ধত ১,৫০,০০০ জনতকৈ অধিক লোক মৰা পৰিল বুলি কথিত আছে। ইয়াত এট্টিলা পৰাস্ত হল আৰু মঙ্গোলীয় হূনসকলক হটাই পঠোৱা হল। ই ঘটিল খ্ৰীষ্টোত্তৰ ৪৫১ চনত। কিন্তু এট্টিলা ঘাটিল যদিও "যুদ্ধং দেহি" হৈয়ে থাকিল। তেওঁ ইটালিলৈ নামি গল আৰু উত্তৰৰ বহুতো নগৰ পুৰি বা লুটপাত কৰি শেষ কৰিলে। নিষ্ঠুৰতা আৰু নিৰ্দ্দয়তাৰ অনন্ত কুকীৰ্ত্তি ৰাখি থৈ তেওঁ তাৰ পিচতে অচিৰে মৃত্যু মুখত পৰে। আনকি "এট্টিলা হূন" আজিও নিৰ্দ্দয় ধ্বংসলীলাৰ প্ৰতিমূৰ্ত্তি। তেওঁৰ মৃত্যুৰ পিচত হূনসকল শান্ত হল, মাটিত নিগাজীকৈ বহিল আৰু অন্যান্য অধিবাসীসকলৰ লগত মিহলি হৈ পৰিল। তোমাৰ মনত পৰিব পায় যে মোটামুটিভাৱে প্ৰায় এই সময়তে শ্বেত হূনসকল ভাৰতলৈ আহিছিল।

তাৰ চল্লিশ বছৰৰ পিচত থিয়ডৰিক নামে গথ এজন ৰোমৰ ৰজা হল আৰু সেয়ে হল ৰোমান সাম্ৰাজ্যৰ প্ৰায় পৰিসমাপ্তি। প্ৰাচ্য সম্ৰাট এজনে—জাষ্টিনিয়ান ইটালিখন তেওঁৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিবৰ বাবে অলপ পিচতে এটি সাৰ্থক প্ৰয়াস কৰে। ইটালি আৰু চিছিলী উভয় দেশকে তেওঁ অধিকাৰ কৰিছিল, কিন্তু দুয়োখন দেশ অচিৰে বিচ্ছিন্ন হৈ গল আৰু প্ৰাচ্য সাম্ৰাজ্যইও নিজৰ ৰক্ষণাবেক্ষণৰ হকেই অশেষ কৰিব লগা হল।

ৰোম আক্ৰমণ কৰিবলৈ ওলোৱা প্ৰায় প্ৰতিটো জাতিৰ সন্মুখত ইমান ক্ষিপ্ৰতাৰে আৰু ইমান সহজে সাম্ৰাজ্যিক ৰোম আৰু ৰোমান সাম্ৰাজ্য ভাগি পৰাটো বৰ আচৰিত নহয়নে? কোনোৱে হয়তো ভাবিব যে ৰোম টুকুৰাটুকুৰ হৈ পৰিল নাইবা ই আছিল তেনেই শূন্যগৰ্ভ এটা খোল মাথোন। বোধ হয় এনে অনুমান সঠিকেই হব। দীঘলীয়া সময় এছোৱা ধৰি ৰোমৰ শক্তি নিহিত আছিল আত্মসন্মানত। ৰোমক বিশ্বৰ নেত্ৰী বুলি ভাবি লবলৈ অতীত ৰোমান বুৰঞ্জীয়ে অন্যান্য জাতিবৰ্গক প্ৰত্যয়

নিয়াইছিল। সেইবোৰে ৰোমক সসম্মানে আৰু অন্ধ বিশ্বাসজনিত ভয় সহকাৰে ব্যৱহাৰ কৰিছিল। সেইদৰেই ৰোম চলি থাকিল—বাহ্যিকভাৱে এখন সাম্ৰাজ্যৰ শক্তিশালী অধীশ্বৰী ৰূপে; কিন্তু কাৰ্য্যতঃ নিজৰ কোনো শকতি নোহোৱাকৈয়ে। বাহিৰে দেখা গৈছিল শান্তাৱস্থা; থিয়েটাৰ, ষ্টেডিয়াম আৰু হাটখোলাতো জনতাৰ অভাব নাছিল; কিন্তু অনিবাৰ্য্যৰূপেই ৰোম হৈছিল পতনোন্মুখ। ইয়াৰ কাৰণ কেৱল নিশকতীয়া হোৱাটোৱেই নহয়; সৰ্ব্বসাধাৰণৰ দাসত্ব আৰু দাৰিদ্ৰ্যৰ ভিত্তিত ধনী লোকৰ সভ্যতা এটা ৰোমে গঢ়ি থোৱাটোহে ইয়াৰ প্ৰকৃত কাৰণ। মোৰ কোনোবা এখন চিঠিত তোমাক মই গৰীব লোকসকলৰ বিদ্ৰোহ আৰু ষড়যন্ত্ৰবোৰৰ বিষয়ে কৈছিলোঁ ; দাসবোৰৰ যিটো প্ৰচণ্ড বিদ্ৰোহ হৈছিল আৰু যিটো নিৰ্দ্দয়ভাৱে দমোৱা হল, সেইটোৰো উল্লেখ কৰিছিলো। ৰোমৰ সামাজিক গাঁথনি কিমান ফাট মেলা ৰিধৰ আছিল, সেইটো এই বিদ্ৰোহবোৰেই প্ৰমাণিত কৰে। ই আপোনাআপুনি হৈ যাব ধৰিছিলেই; গথ আৰু উত্তৰৰ জনজাতিবোৰ অহাত সেই অধোগতিত মাথোন সহায়তা কৰা হল আৰু সেইবাবে তেওঁলোকেও বৰ কমেইহে বাধা পালে। ৰোমান খেতিয়কসকল দুৰ্দ্দশাত অতীষ্ঠ হৈ উঠিছিল আৰু তেওঁলোকে যি কোনো পৰিৱৰ্ত্তনকে কামনা কৰিছিল। গৰীব বনুৱা আৰু দাসসকলৰ অৱস্থা ইয়াতকৈও অধিকতৰ শোচনীয়হে আছিল।

প্ৰতীচ্য ৰোমান সাম্ৰাজ্যৰ অৱসানৰ লগে লগে পশ্চিমৰ নতুন জাতিবোৰ আগশাৰীলৈ অহা আমি লক্ষ্য কৰিবলৈ পাওঁ—গথ, ফ্ৰাংক আৰু অন্যান্য জাতিবৰ্গ, যিবোৰৰ নাম উলিয়াই মই তোমাক বিব্ৰত কৰিব নোখোজো। এই জাতিবোৰেই হল জাৰ্ম্মান, ফৰাচী প্ৰভৃতি আজিৰ পশ্চিম ইউৰোপীয় সকলৰ পূৰ্ব্বপুৰুষ। ইউৰোপত লাহে লাহে এই দেশবোৰে গঢ় লোৱা আমি দেখিবলৈ পাওঁ। লগে লগে আমি বৰ তল খাপৰ সভ্যতা এটাও দেখিবলৈ পাওঁ। সাম্ৰাজ্যিক ৰোমৰ অৱসান হ'ল ৰোমৰ লাহ-বিলাহ আৰু আমোদ-প্ৰমোদৰো অৱসান। ৰোমত চলি থকা কৃত্ৰিম সভ্যতাই প্ৰায় একেদিনাই মেলানি মাগিলে; ইয়াৰ ঘাই শিপাবোৰ আগৰে পৰাই শুকাই আহিছিল। এনেদৰে বাস্তৱিকতে দেখা পাওঁ মানৱতাই দেখ্‌দেখকৈ পিচুৱাই যোৱাৰ এটা অভিনৱ দৃষ্টান্ত। ভাৰত, মিছৰ, চীন, গ্ৰীচ, ৰোম আৰু অন্যান্য ঠাইতো এনে দৃষ্টান্ত আমি পাইছোঁ। জ্ঞান আৰু অভিজ্ঞতা সযত্নে অৰ্জ্জন কৰি সভ্যতা আৰু সংস্কৃতি এটা গঢ়ি তোলাৰ পিচত বিৰাম এটা আহি পৰে। কেৱল বিৰামেই নহয়, লগে লগে পশ্চাদপসৰণো। অতীতৰ ওপৰত ঢাকনি এখন মেলি দিয়া যেন হয় যদিওবা আমি মাজে সময়ে তাৰ একোটা জিলিঙনি পাওঁ। জ্ঞান আৰু অভিজ্ঞতাৰ শিখৰ পুনৰায় নতুনকৈ আৰোহণ কৰিব লগা হয়। সম্ভৱতঃ প্ৰতিবাৰেই এখোপ উধাই যোৱা হয় আৰু পিচৰটো যাত্ৰা অধিকতৰ সহজ কৰি তোলা হয়। যিদৰে এভাৰেষ্ট শৃঙ্গলৈ অভিযান ইটোৰ পিচত সিটোকৈ চলিয়েই আছে, প্ৰতিটো পৰৱৰ্ত্তী অভিযান শৃঙ্গৰ বেচি কাষ চাপিছে আৰু সৰ্ব্বোচ্চ শিখৰটো হয়তোবা অচিৰেই আৰোহন কৰা হব।

তেনেহলে আমি ইউৰোপত দেখা পাওঁ অন্ধকাৰ। অন্ধকাৰ যুগ আৰম্ভ হয়, জীৱন ৰুক্ষ আৰু কৰ্কশ হৈ উঠে। শিক্ষা প্ৰায় নোহোৱাই হল। যুদ্ধ-বাগৰ

কৰাটোৱেই একমাত্র বৃত্তি বা আমোদ যেন হৈ পৰিল। চক্ৰেটিছ আৰু প্লেটোৰ দিনবোৰ যেন তেনেই সুদূৰপৰাহত হৈ পৰিল।

প্ৰতীচ্যৰ বেলা হল সেয়ে। প্রাচ্য সাম্রাজ্যখনলৈও আমি এবাৰ চকু দিওঁ। তোমাৰ বোধ হয় মনত আছে যে কনষ্টাণ্টাইনে খ্ৰীষ্ট ধৰ্ম্মক চৰকাৰী ধৰ্ম্ম কৰিলে। তেওঁৰ উত্তৰাধিকাৰীসকলৰ এজন—সম্রাট জুলিয়ান—খ্ৰীষ্ট ধৰ্ম্ম গ্ৰহণ কৰিবলৈ অমান্তি হল। পুৰণা দেৱ-দেৱীসকলৰ উপাসনালৈ তেওঁ ঘূৰি যাব খুজিছিল। পিচে তেওঁ কৃতকাৰ্য্যতা লভিব নোৱাৰিলে; কিয়নো পুৰণা দেৱ-দেৱীসকলৰো একোটা দিন আছিল। খ্ৰীষ্ট ধৰ্ম্ম সিবিলাকৰ পক্ষে বৰ বেচি শক্তিশালী হৈ উঠিল। খ্ৰীষ্টানসকলে জুলিয়ানক "বিধৰ্ম্মী জুলিয়ান" বুলিছিল আৰু বুৰঞ্জীত তেওঁ সেই নামেৰেই বিদিত।

জুলিয়ানৰ পিচত আচিবে আন এজন সম্রাটৰ অভ্যুদয় হয়। তেওঁ আছিল জুলিয়ানৰ তেনেই বিপৰীত। তেওঁৰ নাম আছিল থিয়ডছিয়াছ আৰু তেওঁক "মহান" বোলা হয়। মোৰ বোধেৰে পুৰণি মন্দিৰবোৰ আৰু পুৰণি দেৱ-দেৱীৰ বিগ্ৰহবোৰ মষিমূৰ কৰাত তেওঁ মহান আছিল বুলিয়েই এই আখ্যা। যিসকল খ্ৰীষ্টান নাছিল, সেই সকলৰহে যে তেওঁ পৰম বৈৰী আছিল এনে নহয়, যিসকল খ্ৰীষ্টান তেওঁৰ জ্ঞান-বুদ্ধি মতে নিষ্ঠাৱান নহয়, সেইসকলৰ ওপৰতো তেওঁ সমানেই খড়গহস্ত আছিল। তেওঁ নিজে গ্ৰাহ্য নকৰা কোনো মত বা ধৰ্ম্মকে তেওঁ সহ্য কৰা নাছিল। থিয়ডছিয়াছে অলপ সময়ৰ বাবে প্রাচ্য আৰু প্ৰতীচ্য সাম্রাজ্য দুখন লগ লগাইছিল আৰু উভয়ৰে সম্রাট হৈছিল। ই হল ৩৯২ খ্ৰীষ্টাব্দত—বৰ্ব্বৰহ'তৰ ৰোম অভিযানৰ পূৰ্ব্বে।

খ্ৰীষ্ট ধৰ্ম্মই প্ৰসাৰ লভিয়েই থাকিল। এতিয়া আৰু ইয়াৰ সংগ্ৰাম অ-খ্ৰীষ্টানসকলৰ বিপক্ষে চলা নাছিল। সমস্ত যুঁজ-বাগৰ হল খ্ৰীষ্টান সম্প্ৰদায়বোৰৰে পৰস্পৰৰ ভিতৰত আৰু তেওঁলোকে প্ৰদৰ্শন কৰা অসহিষ্ণুতাৰ মাত্রা বৰ বিস্ময়কৰ। সমগ্র উত্তৰ আফ্ৰিকা আৰু পশ্চিম এচিয়া জুৰি—আনকি ইউৰোপতো—অলেখ যুদ্ধক্ষেত্ৰৰ সৃষ্টি হল। এই বোৰতে আঘাত হানি বা প্ৰহাৰ শোধাই নাইবা এনে বিধৰ অন্যান্য প্ৰত্যয় নিওৱা 'মৃদু' ব্যৱস্থাৰ দ্বাৰা খ্ৰীষ্টানসকলে তেওঁলোকৰে জ্ঞাতি খ্ৰীষ্টানসকলক আচল ধৰ্ম্মমত সম্বন্ধে সচেতন কৰিব খুজিছিল।

৫২৭ খ্ৰীষ্টাব্দৰপৰা ৫৬৫ খ্ৰীষ্টাব্দলৈকে কনষ্টাণ্টিনোপলৰ সম্রাট আছিল জাষ্টিনিয়ান। মই তোমাক ইতিপূৰ্ব্বে কৈয়েই আহিছো যে তেওঁ ইটালিৰপৰা গথবোৰক বাহিৰ কৰি দিয়ে। কিছু সময়ৰ বাবে ইটালি আৰু চিছিলী প্রাচ্য সাম্রাজ্যৰ অংশ হল। পিচলৈ অৱশ্যে গথবোৰে ইটালি পুনৰ অধিকাৰ কৰিলে।

জাষ্টিনিয়ানে কনষ্টাণ্টিনোপলত চেংটা চফিয়াৰ বিতোপন গীৰ্জ্জাটো নিৰ্ম্মাণ কৰে। ই এতিয়াও সৰ্ব্বোৎকৃষ্ট বিজান্‌ছাইন গীৰ্জ্জাবোৰৰ ভিতৰৰে এটা। তেওঁ সকলোবোৰ বিবৰ্ত্তমান আইন একত্র কৰি সু-পাৰদৰ্শী আইনজ্ঞসকলৰ হতুৱাই সংবিহিত কৰি থৈও গল। প্রাচ্য ৰোমান সাম্রাজ্য আৰু ইয়াৰ সম্রাটসকলৰ বিষয়ে কিবা জানিবলৈ পোৱাৰ বহু পূৰ্ব্বেই মই এই সংহিতাখনৰপৰা জাষ্টিনিয়ানৰ নামটো জানিব পাৰিছিলোঁ। এই সংহিতাক 'ইনষ্টিটিউট অব জাষ্টিনিয়ান' বোলা হয়। মই

এইখন সংহিতা পঢ়িব লগা হৈছিল। জাষ্টিনিয়ানে কন্‌ষ্টাণ্টিনোপলত বিশ্ববিদ্যালয় এটা স্থাপন কৰিছিল যদিও এথেন্সত প্লেটোই প্ৰতিষ্ঠা কৰি থৈ যোৱা আৰু এহেজাৰ বছৰ ধৰি চলি অহা দৰ্শনৰ পুৰণি বিদ্যায়তন বা একাডেমীটো তেওঁ বন্ধ কৰি দিছিল। যি কোনো গোড়া ধৰ্ম্মৰ পক্ষে দৰ্শন হল এটা বিপজ্জনক বস্তু। ই মানুহক ভাবিবলৈ শিকায়।

তেনে হলে আমি আহি ষষ্ঠ শতাব্দী পালো। ৰোম আৰু কন্‌ষ্টাণ্টিনোপল ক্ৰমাগত বেঁচিকৈ এৰাএৰি হোৱা আমি লক্ষ্য কৰিবলৈ পাওঁ। উত্তৰৰ জাৰ্ম্মান গোষ্ঠীয়ে জনজাতিবোৰে ৰোমৰ দখল-স্বত্ব চমজি ললে। কন্‌ষ্টাণ্টিনোপল গ্ৰীক সাম্ৰাজ্যএখনৰ কেন্দ্ৰ হৈ পৰিল, যদিওবা ইয়াক ৰোমান বোলা হৈছিল। ৰোম খণ্ড-বিখণ্ড হৈ পৰিল আৰু নিজৰ গৌৰৱৰ কালত যিসকলক ই "বৰ্ব্বৰ" বুলিছিল, সেই বিজেতাসকলৰে সভ্যতাৰ নিম্নতম খাপলৈ ই স্খলিত হল। কন্‌ষ্টাণ্টিনোপলে হওঁতে একপ্ৰকাৰে পুৰণি ঐতিহ্য বজাই ৰাখিলে; কিন্তু ইও সভ্যতাৰ তুলাচনীত তললৈ নামিল। খ্ৰীষ্টান সম্প্ৰদায়বোৰে পৰস্পৰৰ ভিতৰত যুজ-বাগৰ কৰিব ধৰিলে। তুৰ্কীস্থান, চীন আৰু আবিছিনিয়ালৈকে বিস্তৃত হৈ পৰা প্ৰাচ্য খ্ৰীষ্ট ধৰ্ম্ম কন্‌ষ্টাণ্টিনোপল আৰু ৰোমৰ পৰা বিচ্ছিন্ন হৈ পৰিল। অন্ধকাৰ যুগ সমাৰম্ভ হল। তেতিয়ালৈকে বিদ্যা আছিল পৌৰাণিক বিদ্যা, অৰ্থাৎ গ্ৰীক বা গ্ৰীকৰ পৰা অনুপ্ৰেৰণা আহৰণ কৰা লেটিন। কিন্তু দেৱ-দেৱী আৰু দৰ্শনৰ বিষয়ে আলোচনা কৰা এই পুৰণি গ্ৰীক পুথিবোৰ সেই পুৰণি কালৰ ধৰ্ম্মনিষ্ঠ ভক্তিপৰায়ণ আৰু অসহনশীল খ্ৰীষ্টানসকলে উপযোগী সাহিত্য বুলি বিবেচনা কৰা নাছিল। সেইদেখি সেইবোৰ উৎসাহিত কৰা নহল; বিদ্যাৰ আৰু কলাৰ অন্যান্য ভালেমান বিভাগৰ অৱনতি ঘটিল।

কিন্তু বিদ্যা আৰু কলাৰ সংৰক্ষণৰ হকেও খ্ৰীষ্ট ধৰ্ম্মই কিছু কৰিলে। বৌদ্ধ সংঘবোৰৰ নিচিনা মঠ কিছুমান স্থাপিত হৈছিল আৰু সেইবোৰৰ সংখ্যা ক্ষিপ্ৰ গতিত বাঢ়ি গল। এই মঠবোৰত মাজে-সময়ে পুৰণি বিদ্যাই এডুখৰি ঠাই পালে আৰু এইবোৰতে নতুন কলা এটাৰ প্ৰস্তাৱনাও সূচিত হল। এই কলাপূৰ্ণ সৌন্দৰ্য্য সমাহিতভাৱে বহু শতাব্দীৰ পিচত প্ৰস্ফুটিত হলগৈ। এই সন্ন্যাসীসকলে বিদ্যা আৰু কলাৰ শলিতাগছ কোনোৰকমে ধিমিক্-ধামাককৈ জ্বলাই ৰাখিব পাৰিলে। ই একেবাৰে নুমাই যোৱাটো বাৰণ কৰি তেওঁলোকে এটা উপকাৰ সাধিলে। কিন্তু শলিতা গছ ৰলগৈ ঠেক ঠাই এখনৰ এচুকত। বাহিৰত সাধাৰণতঃ হ'ল অন্ধকাৰ।

খ্ৰীষ্ট ধৰ্ম্মৰ এই আদি কালছোৱাত আন এটা অদ্ভুত মনোবৃত্তি পৰিলক্ষিত হৈছিল। ধৰ্ম্মীয় মাদকতাত উন্মত্ত হৈ বহুতো লোকে জনবসতিৰ পৰা ভালেখিনি নিলগত মৰুভূমি আৰু নিঃসঙ্গ ঠাইলৈ গৈ আশ্ৰয় লভিছিল আৰু তাতে বনৰীয়া অৱস্থাত বসবাস কৰিছিল। তেওঁলোকে আত্মনিগ্ৰহ ভুগিছিল, মুঠেও গা ধোৱা নাছিল আৰু সাধাৰণতঃ যিমান পাৰে সিমান ক্লেশ বৰণ কৰিছিল। বিশেষভাৱে এনে ঘটিছিল মিছৰত, য'ত বহুতো এনে ধৰণৰ সাধুৱে মৰুভূমিত বসতি কৰিবলৈ লৈছিল। যিমানে বেঁচিকৈ তেওঁলোকে ক্লেশ বৰণ কৰিব আৰু যিমানে কমকৈ স্নান কৰিব, সিমানে পুণ্যৱান হব—তেওঁলোকৰ ভাব এয়ে আছিল যেন দেখা যায়। এনে ধৰণৰ এজন সাধুৱে স্তম্ভ এটাৰ ওপৰত বহি বহু বছৰ কটালে! এই সন্ন্যাসী-

সকল লাহে লাহে নোহোৱা হৈ আহিল; কিন্তু এছোৱা দীঘলীয়া সময় ধৰি বহুতো নৈষ্ঠিক খ্ৰীষ্টানে ভাবি লৈছিল যে কিবা এটা উপভোগ কৰা মানেই হল প্ৰায় পাপ। ক্লেশ বৰণৰ এই ভাবটোৱে খ্ৰীষ্টান মনোবৃত্তি ৰূপায়িত কৰিছিল। আজি ইউৰোপত ইয়াৰ সৰহ ভাগেই নাই। বৰঞ্চ তাৰ প্ৰতিজনেই উন্মত্ত হৈ লৰা-ঢপৰা কৰি ফুৰা আৰু যিটো "ভাল বতৰ" বোলা হয়, সেইটোৰ সুবিধা লৈ ফুৰাহে দেখা গৈছে। এই লৰা-ঢপৰাখন সময়ত পৰিণতি ঘটে ক্লান্তি আৰু অৱসাদত; ভাল বতৰত নহয়।

মিছৰত খ্ৰীষ্টান সাধুসকলে কৰাৰ দৰে কিছু পৰিমাণে হলেও আচৰণ কৰা লোক আনকি আজিও আমি ভাৰতত মাজে সময়ে দেখিবলৈ পাওঁ। শুকাই নোযোৱালৈকে আৰু অৱশ হৈ নপৰালৈকে তেওঁলোকে বাহু এটা ওপৰলৈ তুলি থয় নাইবা জোঙৰ ওপৰত বহি থাকে নতুবা অন্যান্য বহুতো উদ্ভট আৰু নিৰ্ব্বোধ কাম কৰে। মোৰ বিশ্বাস, কিছুমানে এনে কৰে অজ্ঞ লোকসকলৰ ওপৰত অধিকাৰ সাব্যস্ত কৰি তেওঁলোকৰ পৰা পইচা আদায় কৰিবৰ বাবে আৰু কিছুমানে তেনে কৰে সম্ভৱতঃ তাৰ দ্বাৰা অধিকতৰ পুণ্যৱান হব পৰা যাব বুলি ভবা বাবে! যেন সজ কাম এটা কৰিবৰ বাবে তোমাৰ শৰীৰক অলায়ক কৰি তোলাটো কিবা প্ৰকাৰে বাঞ্ছনীয়হে হল!

মোৰ বুদ্ধৰ আখ্যান এটা মনত পৰিছে। এইটোৰ বাবেও মই আমাৰ পুৰণি সখা য়ুৱান চাঙৰ পুনৰ কাষ চাপিব লগা হৈছে। বুদ্ধৰ ডেকা শিষ্য এজনে কৃচ্ছ্র সাধি আছিল। বুদ্ধই তেওঁক সুধিলে, "হেৰা, ডেকা লৰা! সাধাৰণ মানুহ হৈ থকা কালত তুমি বীণ বজাব জানিছিলানে?" শিষ্যজনে কলে, "হয়, মই জানিছিলো।" বুদ্ধই কলে, "তেনেহলে শুনা, ইয়াৰে মই এটা বিজনি দিওঁ। গুণা কেইডাল বৰ টান হলে স্বৰধ্বনি সুললিত নহয়। বৰ ঢিলা হৈ থাকিলেও ধ্বনিৰ সমন্বয় বা সুশ্ৰাব্যতা ৰক্ষা নপৰে। যেতিয়া টানো নহয় আৰু ঢিলাও নহয়, তেতিয়াই ধ্বনি সমন্বয়পূৰ্ণ হয়।" "শৰীৰৰ বেলিকাও সেয়ে", বুদ্ধই কৈ গল। "যদি ইয়াক কঠোৰভাৱে ব্যৱহাৰ কৰা হয়, তেন্তে ই ক্লান্ত হৈ পৰিব আৰু মনো অৱশ হব। যদি ইয়াক বৰ আল-ফুলকৈ ব্যৱহাৰ কৰা যায়, তেন্তে ভাৱবোৰক অবাধ প্ৰশ্ৰয় দিয়া হব আৰু ইচ্ছা-শক্তিক দুৰ্ব্বল কৰা হব।"

## ৪৮

## ইচলামৰ অভ্যুদয়

২১ মে', ১৯৩২

আমি বহুতো দেশৰ বুৰঞ্জী আৰু বহুতো ৰাজ্য আৰু সাম্ৰাজ্যৰ উত্থান-পতন নিৰীক্ষণ কৰিলো। কিন্তু পৃথিৱীৰ দূৰ-দূৰণিৰ অংশবোৰলৈ নাবিক আৰু বেপাৰী পঠাই দিয়া দেশ বোলাৰ বাহিৰে আৰব দেশখন এতিয়ালৈকে আমাৰ কাহিনীৰ ভিতৰলৈ অহা নাই। মানচিত্ৰ খনলৈ চোৱা। ইয়াৰ পশ্চিমে হল মিছৰ, উত্তৰে থাকিল ছীৰিয়া আৰু ইৰাক আৰু কিছু পূৱলৈ হ'ল পাৰস্য বা ইৰাণ; আগুৱাই গৈ উত্তৰ পশ্চিমে পোৱা যায় এচিয়া মাইনৰ আৰু কনষ্টান্টিনোপল। গ্ৰীচো বহু

দুৰৈত নহয়; ভাৰতো হল সাগৰৰ ঠিক সিটো পাৰতে। চীন আৰু সুদূৰ প্ৰাচ্য বাদ দিলে, পুৰণি সভ্যতাবোৰৰ সম্পৰ্কত আৰবৰ অৱস্থিতি বৰ কেন্দ্ৰস্থ। ইৰাকত টাইগ্ৰীছ আৰু ইউফ্ৰেটছৰ পাৰত ডাঙৰ ডাঙৰ চহৰৰ উত্থান হৈছিল, মিছৰত আলেক-জেণ্ড্ৰিয়া, ছীৰিয়াত ডামাস্কছ, এচিয়া মাইনৰত এণ্টিয়ক। আৰবসকল আছিল পৰ্যটক আৰু বেপাৰী; তেওঁলোকে এই চহৰবোৰলৈ নিশ্চয় সঘনে আহ-যাহ কৰিছিল। তথাচ আৰবে বুৰঞ্জীত একো গুৰুত্বপূৰ্ণ অংশগ্ৰহণ কৰা নাছিল। ওচৰচুবুৰীয়া দেশবোৰত থকাৰ দৰে ইয়াত উচ্চ মানবিশিষ্ট সভ্যতা এটা আছিল যেন নেলাগে। ই আন দেশ দখল কৰিবলৈ চেষ্টাও কৰা নাছিল আৰু ইয়াক পৰাভূত কৰাটোও সহজ নাছিল।

আৰব হল এখন মৰুভূমিৰ দেশ। মৰুভূমি আৰু গিৰিমালাই কষ্টসহিষ্ণু লোক সৃষ্টি কৰে। তেওঁলোকে নিজৰ স্বাতন্ত্ৰ্য ভাল পায় আৰু সহজে তেওঁলোকক বশ্য কৰিবও নোৱাৰি। ই ধনী দেশো নাছিল। বিদেশী বিজেতা বা সাম্ৰাজ্যবাদীক আকৰ্ষণ কৰিব পৰা বস্তুও বৰ কমেই আছিল। আৰবত আছিল মাত্ৰ দুখন সৰু সৰু নগৰ—মক্কা আৰু য়াথ্ৰিব; দুয়োখন সাগৰৰ পাৰত। অৱশিষ্ট অংশত আছিল মৰুভূমিৰ হাটীবোৰ। দেশবাসীৰ সৰহ ভাগেই আছিল বেদুইন বা "বদ্দু"— "মৰুভূমিৰ অধিবাসী।" তেওঁলোকৰ নিত্য সহচৰ আছিল দ্ৰুতগামী উটবোৰ আৰু ধুনীয়া ধুনীয়া ঘোঁৰাবোৰ। আনকি গাধবোৰো আছিল পৰমানুগত মিত্ৰ— সহিষ্ণুতাৰ অপূৰ্ব্ব শক্তি থকা বুলি খ্যাত। গাধৰ লগত তুলনা কৰিলে গুণ বখানাহে হয়; অন্যান্য দেশত হোৱাদি গালি পৰা নহয়; কাৰণ মৰুভূমিৰ দেশ এখনত জীবন যাপন কৰা কষ্টকৰ; তাত শক্তি আৰু সহিষ্ণুতা অন্যান্য ঠাইতকৈও অধিকতৰ দুৰ্ল্লভ গুণ।

মৰুভূমিৰ এই মানুহবোৰ আছিল অভিমানী আৰু বোধশক্তিসম্পন্ন; তেওঁ-লোক দ্বন্দ্বপ্ৰিয়ও আছিল। নিজৰ নিজৰ খেল বা পৰিয়ালবোৰত তেওঁলোকে বসবাস কৰিছিল; অন্যান্য খেল বা পৰিয়ালবোৰৰ লগত তেওঁলোকে কাজিয়া কৰিছিল। বছৰত এবাৰকৈ তেওঁলোকে পৰস্পৰৰ ভিতৰত মিলা-প্ৰীতি স্থাপন কৰি মক্কালৈ বুলি তীৰ্থযাত্ৰা কৰিছিল—তেওঁলোকৰ অগণন দেৱতাৰ ওচৰলৈ আৰু সেইবোৰৰ মূৰ্ত্তি তাত ৰখা হৈছিল। সৰ্ব্বোপৰি তেওঁলোকে পূজিছিল প্ৰকাণ্ড ক'লা শিল এটা—'কাবা'।

ই আছিল অঘৰী আৰু পিতৃকুলীয়া জীৱন—মধ্য এচিয়া আৰু অন্যান্য ঠাইৰ আদিম জনজাতিবোৰে নগৰীয়া জীৱন আৰু সভ্যতালৈ আহি থিতাপি লোৱাৰ পূৰ্ব্বে যেনে জীৱন যাপন কৰিছিল, তেনে ধৰণৰ জীৱন। আৰবৰ চৌপাশে উত্থান হোৱা বিশাল সাম্ৰাজ্যবোৰে সময়ত আৰবক নিজৰ ৰাজ্যক্ষেত্ৰৰ অন্তৰ্গত কৰিব পাৰিছিল সচা; কিন্তু সি আছিল মৌখিকভাবেহে, কাৰ্য্যতঃ নহয়। মৰুভূমিৰ অঘৰী জনজাতিবোৰক শাসন কৰা বা বশ মনোৱা সহজ কাম নহয়।

তোমাৰ কিজানি মনত থাকিব পায় যে একালত ছীৰিয়াৰ পামীৰাত ক্ষুদ্ৰ আৰব ৰাষ্ট্ৰ এখানে গঢ় লৈছিল আৰু খ্ৰীষ্টোত্তৰ তৃতীয় শতাব্দীত ই অলপস্থায়ী গৌৰৱৰ যুগ এটাও অতিবাহিত কৰে। কিন্তু এইখন ৰাষ্ট্ৰও আছিল প্ৰকৃত আৰব

দেশৰ বাহিৰতহে। সেইদেখি বেদুইনসকলে পুৰুষ-পুৰুষানুক্ৰমে মৰুভূমিৰ জীৱনকে যাপন কৰি থাকিল; বেহা-বেপাৰৰ অৰ্থে আৰবী ডিঙা ওলাই গল আৰু বিশেষ একো পৰিৱৰ্ত্তন নঘটাকৈয়ে আৰবো চলি থাকিল। কিছু লোক খ্ৰীষ্টান হ'ল আৰু মক্কাৰ ক'লা শিলটোৰ উপাসক হৈয়ে থাকিল।

দীঘলীয়া যুগ ধৰি সুপ্ত অৱস্থাত কটোৱা আৰু অন্যান্য ঠাইত যি ঘটিছিল, তাৰ পৰা দেখাতে বিচ্ছিন্ন হৈ থকা এই আৰব জাতিটোৱে হঠাৎ যে জাগ্ৰত হৈ বিশ্বক চমকিত আৰু বিপৰ্য্যস্ত কৰিব পৰা অমিত বিক্ৰম দেখুৱাব, সেইটো এটা আচৰিত বিষয়। আৰবসকলৰ কাহিনী—তেওঁলোক কেনেকৈ দ্ৰুত গতিৰে এচিয়া, ইউৰোপ আৰু আফ্ৰিকাত বিয়পি পৰিল আৰু তেওঁলোকে সৃষ্টি কৰা উচ্চ সংস্কৃতি আৰু সভ্যতাৰ কাহিনী—বিশ্বৰ আশ্চৰ্য্যৰাশিৰ অন্যতম।

আৰবসকলক জাগৰিত কৰি তোলা আৰু আত্মবিশ্বাস আৰু উৎসাহেৰে পৰিপূৰ্ণ কৰি তোলা নতুন শক্তি বা ভাৱাদৰ্শটো হ'ল ইচলাম। ই হ'ল মহম্মদ নামে নতুন প্ৰৱৰ্ত্তক এজনে আৰম্ভ কৰি দিয়া এটা ধৰ্ম্ম। খ্ৰীষ্টীয় ৫৭০ চনত মক্কাত তেওঁৰ জন্ম হয়। এই ধৰ্ম্মৰ সূচনা কৰোতে তেওঁ খৰধৰ কৰা নাছিল। তেওঁ শান্তিপূৰ্ণ জীৱন যাপন কৰিছিল। জ্ঞাতিভাইসকলে তেওঁক ভাল পাইছিল আৰু বিশ্বাসো কৰিছিল। আনহে নেলাগে, তেওঁ "অল-আমিন"—বিশ্বাসযোগ্য—বুলি বিদিত হৈছিল। কিন্তু যেতিয়া তেওঁ নতুন ধৰ্ম্মটো প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিলে—বিশেষকৈ যেতিয়া তেওঁ মক্কাৰ মূৰ্ত্তিবোৰৰ বিৰুদ্ধে মত প্ৰচাৰ কৰিলে, তেতিয়া তেওঁৰ বিৰুদ্ধে বৰ হৈ-চৈ লাগিল আৰু অৱশেষত তেওঁক মক্কাৰ পৰাই খেদি পঠোৱা হ'ল; কথমপিহে তেওঁৰ জীৱন বাচিল। ঈশ্বৰ যে কেৱল এজনেইহে আৰু তেওঁ (মহম্মদ) যে সেইজন ঈশ্বৰৰে দূত, সেই কথাৰ ওপৰত তেওঁ বিশেষভাৱে জোৰ দিছিল।

মক্কাৰ পৰা নিজৰ মানুহৰ হাততে খেদা'খাই মহম্মদে কেইজনমান বন্ধু আৰু সাহায্যকাৰীৰ সৈতে য়েথ্ৰিবত আশ্ৰয় ললেগৈ। মক্কাৰ পৰা এই পলায়নক আৰবীত 'হিজৰৎ' বোলে আৰু মুছলিম দিন-পঞ্জীও এই তাৰিখৰ পৰাই (৬২২ খ্ৰীষ্টাব্দ) আৰম্ভ হৈছে। এই হিজিৰা দিন-পঞ্জী হৈছে চান্দ্ৰমাসী—অৰ্থাৎ ইয়াক চন্দ্ৰৰ অনুক্ৰমে গণনা কৰা হয়। সেইদেখি আমি সচৰাচৰ মানি চলা সৌৰ বৰ্ষতকৈ ই পাঁচ দিন বা ছদিন চুটি আৰু হিজিৰা মাহবোৰ বছৰটোৰ একেবিলাক মৰছুমতে আবদ্ধ হৈ নেথাকে। সেইদেখি এই বছৰ জাৰকালি যিটো মাহ পৰিছে, সেই মাহটোৱেই কেই বছৰমানৰ পিচত গৰম কালিৰ মাজভাগত পৰিবগৈ পাৰে।

৬২২ খ্ৰীষ্টাব্দৰ এই পলায়নৰ (হিজৰৎ) লগে লগে ইচলামৰো সূচনা হয় বুলি কব পৰা যায়, যদিওবা একপ্ৰকাৰে চাব লাগিলে ই কিছু আগৰ পৰাই আৰম্ভ হৈছিল। য়াথ্ৰিব চহৰে মহম্মদকে স্বাগত-সম্ভাষণ জনালে আৰু তেওঁৰ আগমনৰ সম্মানাৰ্থে চহৰখনৰ নাম সলাই "মদিনৎ-উন্-নবী" ('ধৰ্ম্মপ্ৰৱৰ্ত্তকৰ চহৰ') বা সংক্ষেপে 'মদিনা' বা 'মেদিনা' (যি নামেৰে ই এতিয়াও পৰিচিত) কৰা হ'ল। মহম্মদক সহায় কৰা মদিনাৰ অধিবাসীসকলক 'আন্সাৰ' (সাহায্যকাৰী) বোলা হ'ল। এই

সাহায্যকাৰীসকলৰ বংশধৰসকলে উক্ত উপাধি লৈ গৌৰৱ কৰে আৰু আজিলৈকে ধৰি তেওঁলোকে এই উপাধি ব্যৱহাৰ কৰি আহিছে।

ইচলাম আৰু আৰবসকলৰ দিগ্বিজয় অভিযানৰ বিষয়ে আলোচনা কৰিবলৈ লোৱাৰ আগে আগে আমি চৌপাশে এবাৰ চকু ফুৰাই লওঁহক। আমি এইমাত্র নিৰীক্ষণ কৰি আহিলো যে ৰোমৰ পতন ঘটিল। পুৰণি গ্ৰীচিয়-ৰোমান সভ্যতাৰ অৱসান হ'ল আৰু ই গঢ়ি তোলা গোটেই সামাজিক গাথনি ঢলি পৰিল। উত্তৰ ইউৰোপীয় জনজাতি আৰু খেলবোৰ এতিয়া কিছু গুৰুত্ব লভিবলৈ আগুৱাই আহিল। ৰোমৰ পৰা কিছু শিকি লবগৈ গৈ তেওঁলোকে প্ৰকৃতপক্ষে সম্পূৰ্ণ নতুন আহিৰ সভ্যতা এটাহে গঢ়ি তুলিলে। কিন্তু তাৰ মাথোন আৰম্ভণিহে হৈছিল আৰু দৃষ্টিগোচৰলৈও বৰ কমেইহে আহিছিল। এইদৰেই পুৰণিয়ে মেলানি মাগিলে আৰু নতুনেও তাৰ ঠাই লবগৈ পৰা নাছিল। সেইদেখি ইউৰোপক এন্ধাৰে আবৰি আছিল। পুব মুৰে হওঁতে প্ৰাচ্য ৰোমান সাম্রাজ্যখন আছিল; ই তেতিয়াও চলি আছিল। কনষ্টাণ্টিনোপল চহৰখন তেতিয়াও আছিল এক বিৰাট ঐশ্বৰ্য্যশালী চহৰ—ইউৰোপৰ ভিতৰত বৃহত্তম। ইয়াৰ ময়দানবোৰত খেল-ধেমালি আৰু চাৰ্কাছ চলি আছিল আৰু বাহ্যিক শোভা আৰু আড়ম্বৰৰ প্ৰদৰ্শনী চলিছিল যথেষ্ট। তথাচ সাম্রাজ্যখন দুৰ্ব্বলতৰ হৈ আহিছিল। পাৰস্যৰ ছাচানিদসকলৰ সৈতে অবিৰাম যুদ্ধ লাগি আছিল। আনহে নেলাগে, পাৰস্যৰ দ্বিতীয় খশ্ৰুৱে কনষ্টাণ্টিনোপলৰ ৰাজ্য-ক্ষেত্রৰ কিয়দংশও হস্তগত কৰি লৈছিল আৰু আৰব দেশৰ ওপৰতো মৌখিকভাৱে প্ৰভুত্ব দাবী কৰিছিল। খশ্ৰুৱে মিছৰো জয় কৰিছিল আৰু কনষ্টাণ্টিনোপলো পাইছিলগৈ; কিন্তু তাৰ গ্ৰীক সম্রাট হেৰাক্লিয়াছে তেওঁক পৰাস্ত কৰিলে। পিচত খশ্ৰুক তেওঁৰ নিজৰেই পুতেক কাৱাধে বধ কৰিলে।

তেনেহলে তুমি দেখিলাই যে পশ্চিমে ইউৰোপ আৰু পুবে পাৰস্য উভয়ে বেয়াৰ ফালে ঢাল লৈছিল। খ্ৰীষ্টান সম্প্ৰদায়বোৰৰ ভিতৰত চলি থকা হাই-কাজিয়াবোৰো ইয়াৰ লগতে ধৰিব পৰা যায়। সেইবোৰৰো ওৰ নপৰিল। প্ৰতীচ্যত আৰু আফ্রিকাতো বৰ দুনীতিপৰায়ণ আৰু দন্দপ্ৰিয় খ্ৰীষ্ট ধৰ্ম্ম এটাৰ প্ৰাদুৰ্ভাৱ হৈছিল। পাৰস্যত জৰৱাষ্ট্ৰীয়ানী ধৰ্ম্ম ৰাষ্ট্ৰৰে অঙ্গবিশেষ হৈ পৰিছিল আৰু জনসাধাৰণৰ ওপৰত জোৰ কৰি ন্যস্ত কৰা হৈছিল। সেইদেখি ইউৰোপতে হওক বা আফ্রিকা কিম্বা পাৰস্যতে হওক, সৰ্ব্বসাধাৰণ লোক চলতি ধৰ্ম্মৰ প্ৰতি বিৰাগভাজন হৈ পৰিছিল। ঠিক এই সময়তে—অৰ্থাৎ সপ্তম শতাব্দীৰ আগভাগত গোটেই ইউৰোপ মহামাৰীয়ে শুহি নিলে; লাখ লাখ মানুহ মৃত্যুমুখত পৰিল।

ভাৰতত শাসন নিৰ্ব্বাহ কৰিছিল হৰ্ষবৰ্দ্ধনে আৰু যুৱান চাঙেও প্ৰায় এই সময়তে পাদাৰ্পণ কৰে। হৰ্ষৰ ৰাজত্বকালত ভাৰত বলৱান শক্তি আছিল; কিন্তু পিচত অচিৰে উত্তৰ ভাৰত খণ্ড-বিখণ্ড আৰু দুৰ্ব্বল হৈ পৰিল। বেচি পুৱলৈ হ'ল চীন। তাত মহান তাঙ ফৈদে জীৱন-যাত্রা আৰম্ভ কৰিছিলহে মাথোন। ৬২৭ খ্ৰীষ্টাব্দত তেওঁলোকৰ মহান সম্রাটসকলৰে অন্যতম তাই ছুঙে সিংহাসন আৰোহণ কৰে আৰু তেওঁৰ ৰাজত্বকালত চীন সাম্রাজ্য পশ্চিমে কাস্পিয়ান সাগৰ পৰ্য্যন্ত বিস্তাৰিত হয়। মধ্য এচিয়াৰ সৰহ ভাগ দেশে তেওঁৰ সৰ্ব্বময় প্ৰভুত্ব মানি লয়

আৰু তেওঁক কৰ-কাটল শোধায়। সম্ভৱতঃ এই বিশাল সাম্রাজ্যৰ গোটেইখনৰ বাবে কোনো কেন্দ্রীভূত চৰকাৰ নাছিল।

ইচলামে জন্ম গ্রহণ কৰা কালত এচীয় আৰু ইউৰোপীয় জগতৰ অৱস্থা আছিল এয়ে। চীন আছিল বলী আৰু শক্তিশালী; কিন্তু সি হ'ল দুৰ্বৈত। অন্ততঃ কিছু সময়ৰ বাবে হ'লেও ভাৰত শক্তিশালীয়েই আছিল; কিন্তু ভাৰতৰ লগত আগতপ্রায় এছোৱা দীঘল সময় জুৰি একো বিসম্বাদ যে ঘটা নাছিল, সেইটো আমি লক্ষ্য কৰিববলৈ পাম। ইউৰোপ আৰু আফ্রিকা হ'ল নিশকতীয়া আৰু সৰ্ব্বস্বান্ত।

পলায়নৰ সাত বছৰৰ ভিতৰতে মহম্মদ মক্কালৈ ঘূৰি আহিল—এইবাৰ কৰ্ত্তা·ৰূপে। কিন্তু ইয়াৰো আগতে কেৱল এজন ঈশ্বৰ আৰু তেওঁৰ দেৱদূতক গ্রাহ্য কৰি লবলৈ আহ্বান জনাই পৃথিৱীৰ ৰাজন্য আৰু শাসকবৰ্গৰ উদ্দেশ্যে মদিনাৰ পৰাই তেওঁ পৰোৱানা জাৰি কৰিছিল। চীৰিয়াত পাছৰ্ীয়সকলৰ বিৰুদ্ধে ৰণত লিপ্ত হৈ থাকোতেই কন্‌ষ্টাণ্টিনোপলৰ সম্রাট হেৰাক্লিয়াছে এই পৰোৱানা পায়। পাৰস্যৰ ৰজাইও এখন পাইছিল; আনকি চীনতো তাই ছুঙে এই পৰোবানা পালে বুলি প্ৰবাদ আছে। তেওঁলোকক হুকুম দিবলৈ সাহ কৰা এই অজ্ঞাত লোকজননো কোন, তাকে ভাবি এই ৰাজন্য আৰু শাসকসকল নিশ্চয় স্তম্ভিত হৈছিল! মহম্মদৰ নিজৰ ওপৰত আৰু তেওঁৰ মতনিষ্ঠাৰ ওপৰত কেনে চূড়ান্ত আত্মবিশ্বাস আছিল, তাৰ কিছু আভাস উক্ত পৰোবানাবোৰ পঠোৱাৰ পৰাই আমি আহৰণ কৰিব পাৰো। এই বিশ্বাস আৰু নিষ্ঠা তেওঁৰ জ্ঞাতি-ভাইকো তেওঁ যোগাব পাৰিলে। ইয়াৰে অনুপ্রেৰণাযুক্ত আৰু প্রবুদ্ধ হৈ বিশেষ গুৰুত্ব নথকা এই মৰুভূমিবাসী জাতিটোৱে জ্ঞাত পৃথিৱীৰ আধা জয় কৰি লব পাৰিলে।

নিজৰ ওপৰত বিশ্বাস আৰু আস্থা এটা বৰ ডাঙৰ কথা। ইচলামে তেওঁলোকক ভ্রাতৃত্বৰ—যি সকল মুছলমান, সেইসমূহ লোকৰে সমানাধিকাৰৰ--বাণী এটাও যোগালে। এনেদৰেই লোকতন্ত্রৰ আহিৰ্ এটাও ৰাইজৰ সন্মুখত দাঙি ধৰা হ'ল। কেৱল আৰবসকলৰ পক্ষেই নহয়, তেওঁলোক যিবোৰ দেশলৈ গৈছিল, সেইবোৰৰ অধিবাসীসকলৰ পক্ষেও সেইকালৰ দুনীতিপূৰ্ণ খ্ৰীষ্ট ধৰ্ম্মৰ তুলনাত এই ভ্রাতৃত্ব-বাণীৰ আবেদন নিশ্চয় অধিকতৰ প্রশস্ত আছিল।

হিজৰতৰ দহ বছৰৰ পিচতে ৬৩২ খ্ৰীষ্টাব্দত মহম্মদৰ মৃত্যু হয়। আৰবৰ বিভিন্ন যুধ্যমান জনজাতিক সামৰি লৈ জাতি এটা সৃষ্টি কৰাত আৰু সেইটোকে এটা হক ৰক্ষাৰ্থে উদবুদ্ধ কৰি তোলাত তেওঁ সফলকাম হ'ল। তেওঁৰ উত্তৰাধিকাৰী হিচাপে খলিফা বা 'কেলিফ' বা 'প্রধান' হ'ল তেওঁৰে পৰিয়ালৰ অন্যতম সদস্য আবু বকৰ। এখন ৰাজহুৱা সভাত একপ্ৰকাৰ অনানুষ্ঠানিক নিৰ্ব্বাচনৰ যোগেদি এই উত্তৰাধিকাৰ নিৰ্ণীত হৈছিল। দুবছৰৰ পিচত আবু বকৰৰ মৃত্যু হ'ল আৰু তেওঁৰ উত্তৰাধিকাৰ লভিলে ওমৰে। ওমৰ দহ বছৰ খলিফা হৈ থাকিল।

আবুবকৰ আৰু ওমৰ আছিল মহান লোক। তেওঁলোকে আৰবী আৰু ইচলামী মহত্বৰ ভেটি প্রতিষ্ঠা কৰি থৈ যায়। খলিফা হিচাপে তেওঁলোক আছিল একাধাৰে ধৰ্ম্মৰ মুৰব্বী আৰু ৰাজনৈতিক মুখিয়াল—একাধাৰে ৰজা আৰু পোপ। উচ্চ আসন পোৱা সত্বেও আৰু তেওঁলোকৰ ৰাষ্ট্ৰৰ শক্তি ক্ৰমবৰ্দ্ধমান হৈ অহা সত্বেও

তেওঁলোকে ধৰণ-কৰণত সৰলতা অটুট ৰাখিলে আৰু লাহ-বিলাহ বা আমোদ-প্রমোদক প্রশ্রয় দিবলৈ মান্তি নহল। ইচলামৰ লোকতন্ত্র তেওঁলোকৰ পক্ষে আছিল এক জীৱন্ত বস্তু। কিন্তু তেওঁলোকৰ কৰ্ম্মচাৰী আৰু আমিৰসকলে অচিৰে পাটকাপোৰ পিন্ধিবলৈ আৰু লাহ-বিলাহত দিন কটাবলৈ আৰম্ভ কৰি দিলে। আবু বকৰ আৰু ওমৰে এই কৰ্ম্মচাৰীসকলক তিৰস্কাৰ কৰাৰ আৰু দণ্ড বিহাৰ— আনকি এনে অমিতাচাৰ দেখি কান্দি উঠাৰো—বহুত কাহিনী আছে। তেওঁলোকে বুজিছিল যে তেওঁলোকৰ শক্তি নিহিত আছে সৰল আৰু কঠোৰ জীৱন-যাত্রাত আৰু যদি তেওঁলোকে পাৰস্য বা-কনষ্টাণ্টিনোপল দৰবাৰৰ লাহ-বিলাহত গা ঢালি দিয়ে, তেন্তে আৰবসকল দুনীতিপূৰ্ণ হৈ পৰিব আৰু পতনোন্মুখ হ'ব।

আবু বকৰ আৰু ওমৰে কৰ্ত্তৃত্ব নিৰ্ব্বাহ কৰা বাৰ বছৰৰ এই সংক্ষিপ্ত সময়-ছোৱাৰ ভিতৰতে আৰবসকলে প্রাচ্য ৰোমান সাম্রাজ্য আৰু পাৰস্যৰ ছাছানিদ অধিপতি উভয়কে পৰাস্ত কৰিছিল। ইহুদী আৰু খ্রীষ্টানসকলৰ পুণ্যধাম জেৰুছালেম আৰবসকলে দখল কৰি লয়। সমগ্র চীৰিয়া, ইৰাক আৰু পাৰস্য নতুন আৰবী সাম্রাজ্যৰ অঙ্গীভূত হৈ পৰে।

৪৯

## স্পেইনৰপৰা মঙ্গোলিয়ালৈকে আৰবসকলৰ দিগ্বিজয়

২৩ মে', ১৯৩২।

অন্যান্য ধৰ্ম্ম কেতবোৰৰ প্রৱৰ্ত্তকসকলৰ দৰে মহম্মদো আছিল বহুতো সামাজিক দস্তুৰৰ বৈৰী। সৰলতা, পোনপটীয়া আবেদন, লোকতন্ত্র আৰু সাম্যৰ পৰশৰ যোগেদি তেওঁ প্রচাৰ কৰা ধৰ্ম্মটোৱেও ওচৰচুবুৰীয়া দেশবোৰৰ জনসাধাৰণক মোহিব পাৰিছিল। স্বেচ্ছাচাৰী ৰজা আৰু তেওঁলোকৰ সমানেই স্বেচ্ছাচাৰী আৰু আধিপত্যকামী পুৰোহিতবৃন্দই বহুকাল ধৰি তেওঁলোকক কবলিত কৰি ৰাখিছিল। তেওঁলোকক পুৰণি নিয়মতন্ত্রই আমুৱাইছিল; পৰিৱৰ্ত্তনৰ অৰ্থে তেওঁলোক পৰি-পক্ক হৈ উঠিছিল। ইচলামে তেওঁলোকক এই পৰিৱৰ্ত্তন যোগাব পাৰিলে আৰু ইও আছিল এক প্রতীক্ষিত পৰিৱৰ্ত্তন; কিয়নো ই বহু প্ৰকাৰে তেওঁলোকক উন্নততৰ কৰিলে আৰু বহুতো পুৰণি কদাচাৰৰ অৱসান ঘটালে। সৰ্ব্বসাধাৰণক শোষণ কৰাটো বহু পৰিমাণে দূৰ কৰিব পৰা বিৰাট সামাজিক বিপ্লৱ এটা ইচলামে নিজস্ব ভাৱপ্রবাহৰ লগে লগে আনি দিয়া নাছিল। কিন্তু মুছলিমসকল যিমান দূৰলৈকে জড়িত হৈছিল, সিমান দূৰ পৰ্য্যন্ত এই শোষণ ইচলামে সচাকৈয়ে লাঘৱ কৰিছিল আৰু তেওঁলোক যে এক মহান ভ্রাতৃত্বত আবদ্ধ, সেইটো তেওঁলোকে উপলব্ধি কৰিব পৰা কৰি তুলিছিল।

সেইদেখি আৰবসকলে উপৰ্য্যুপৰি জয়যাত্রা আৰম্ভ কৰিলে। মাজে মাজে তেওঁলোক প্রায় যুদ্ধ নকৰাকৈয়ে জিকিল। তেওঁলোকৰ ধৰ্ম্মগুৰুৰ তিৰোধানৰ


আৰৱ জাতিৰ দিগ্বিজয়
টুৰ্চ
স্পেন
তুৰ্কিস্থান
বোগদাদ
পাৰস্য
দামাস্কচ
মিচৰ
মদিনা
আৰব
মক্কা
আফ্ৰিকা

পঁচিশ বছৰৰ ভিতৰতে আৰবসকলে এহাতে সমগ্ৰ পাৰস্য, চিৰিয়া, আৰ্মেনিয়া আৰু মধ্য এচিয়াৰ একাংশ আৰু আনহাতে পশ্চিমলৈ মিছৰ আৰু উত্তৰ আফ্ৰিকাৰ একাংশ দখল কৰিলে। মিছৰ আটাইতকৈ সহজে তেওঁলোকৰ কৰায়ত্ত হ'ল; কিয়নো ৰোমান সাম্ৰাজ্যৰ শোষণ আৰু খৃষ্টান সম্প্ৰদায়বোৰৰ আৰিয়া-আৰিৰপৰা মিছৰেই আটাইতকৈ বেচি কষ্ট ভোগ কৰিছিল। আলেকজেণ্ড্ৰিয়াৰ প্ৰসিদ্ধ গ্ৰন্থাগাৰটো আৰবসকলে জ্বই লগাই পুৰি পেলালে বুলি গল্প এটাও ৰাষ্ট্ৰ হৈ পৰিছিল, কিন্তু সেইটো এতিয়া মিছা বুলি গণ্য হৈছে। কিতাপ আৰবসকলৰ বৰ প্ৰিয় বস্তু আছিল। তেওঁলোকে এনে ধৰণে বৰ্ব্বৰোচিত আচৰণ কৰিব পাৰে বুলি ভবাটো অমূলক। অৱশ্যে কনষ্টাণ্টিনোপলৰ সম্ৰাট থিয়ডছিয়াছ (যিজনৰ বিষয়ে মই তোমাক ইতিপূৰ্ব্বে কিছু কৈ আহিছোঁ) এই ধ্বংসকাৰ্যৰ বাবে পূৰাকৈ নাইবা আংশিকভাৱে জগৰীয়া হোৱাটো সম্ভৱপৰ। বহুকালৰ আগতেই জুলিয়াচ চীজাৰৰ আমোলত অৱৰোধৰ সময়ত লাইব্ৰেৰীটোৰ একাংশ নষ্ট হৈছিল। পুৰণি গ্ৰীক আখ্যানমালা আৰু দৰ্শনৰ আলোচনা থকা পুৰণি দেৱবাদী গ্ৰীক পুথিবোৰ থিয়ডছিয়াছে মঞ্জুৰ কৰা নাছিল। তেওঁ আছিল অত্যন্ত নিষ্ঠাবান্ খৃষ্টান। তেওঁ এই পুথিবোৰ গা ধোৱা পানী গৰম কৰা খৰি হিচাপে ব্যৱহাৰ কৰিলে বুলি কথিত আছে।

পূব আৰু পশ্চিম উভয় দিশতে আৰবসকল আগুৱাই গ'ল। পূবে হিৰাট, কাবুল আৰু বল্খৰ পতন হ'ল আৰু তেওঁলোক সিন্ধু নদী আৰু সিন্ধু প্ৰদেশ পালেহি। কিন্তু ভাৰতত ইয়াৰপৰা সিফাললৈ তেওঁলোক আৰু আগুৱাই নগ'ল আৰু বহু শতাব্দী জুৰি ভাৰতীয় শাসকবৰ্গৰ লগত তেওঁলোকৰ সম্বন্ধ পৰম সৌহাৰ্দ্দ্যপূৰ্ণ আছিল। পশ্চিমে তেওঁলোক আগুৱাই গৈয়ে থাকিল। কথিত আছে যে তেওঁলোকৰ সেনাপতি ও কবাই উত্তৰ আফ্ৰিকা ভেদ কৰি, এতিয়া যি ঠাই মৰক্কো নামে জনাজাত, তাৰ পশ্চিম উপকূলত আটলাণ্টিক মহাসাগৰ নোপোৱা পৰ্য্যন্ত গৈয়ে আছিল। এই প্ৰতিবন্ধকত তেওঁ হতাশ হ'ল। তেওঁ সাগৰৰ পিনেদি যিমান দূৰ পাৰে ঘোঁৰা চলাই নিলে আৰু পিচত সৰ্ব্বনিয়ন্তাৰ ওচৰত এই বুলি দুখ প্ৰকাশ কৰিলে যে তেওঁৰ নামত অধিকাৰ কৰিব লগা মাটি সেই দিশত আৰু নোহোৱাই হ'ল।

মৰক্কো আৰু আফ্ৰিকাৰপৰা আৰবসকলে ঠেক সাগৰখন—যি ঠেক প্ৰণালীক প্ৰাচীন গ্ৰীকসকলে "হাৰ্কিউলিছৰ খুটি" বুলিছিল—পাৰ হৈ স্পেইন আৰু ইউ-ৰোপ পালেগৈ। ইউৰোপলৈ বুলি পাৰ হৈ যোৱা আৰব সেনাপতিজনে জিব্ৰাল্টৰত অৱতৰণ কৰে আৰু এই নামটোৱেই তেওঁক সোঁৱৰণ কৰে। তেওঁৰ নাম আছিল তৰিক; জিব্ৰাল্টৰ যথাৰ্থতে হ'ল 'জবল্-উৎ-তৰিক' বা তৰিকৰ শিল।

স্পেইন ক্ষিপ্ৰ গতিত অধিকৃত হ'ল। তাৰ পিচত আৰবসকল গৈ দক্ষিণ ফ্ৰান্সত সোমাল। সেইদেখি মহম্মদৰ মৃত্যুৰপৰা এশ বছৰৰ ভিতৰতে আৰব সাম্ৰাজ্য ফ্ৰান্সৰ দক্ষিণাংশ আৰু স্পেইনৰপৰা ধৰি উত্তৰ আফ্ৰিকাইদি চুয়েজলৈকে আৰু আৰব, পাৰস্য আৰু মধ্য এচিয়া সমন্বিতে মঙ্গোলিয়াৰ সীমান্তলৈকে

বিস্তৃত হ'ল। সিন্ধু বাদে ভাৰত এই সাম্ৰাজ্যৰ বাহিৰত পৰিল। ইউৰোপ আৰব-সকলৰ হাতত দুফালৰপৰা আক্ৰান্ত হ'ল—কন্‌ষ্টাণ্টিনোপলত পোনপটীয়াভাৱে আৰু ফ্ৰান্সত আফ্ৰিকাইদি। ফ্ৰান্সৰ দক্ষিণত আৰবসকল সংখ্যাত সৰহ নাছিল আৰু তেওঁলোক গৃহভূমিৰপৰাও ভালেখিনি আঁতৰি গৈছিল। সেইদেখি তেওঁলোকে আৰবৰপৰা বিশেষ সাহায্য নেপালে। তদুপৰি আৰব সেই সময়ত মধ্য এচিয়া জয় কৰাত ব্যস্ত আছিল। তথাপি ফ্ৰান্সত থকা এই আৰবসকলে পশ্চিম ইউৰোপৰ মানুহক সন্ত্ৰস্ত কৰি তুলিছিল আৰু তেওঁলোকৰ লগত যুঁজ দিবৰ বাবে বিৰাট জোঁট এটা বন্ধা হ'ল। এই জোঁটৰ অধিনায়ক হ'ল চাৰ্লছ মাৰ্টেল আৰু ৭৩২ খৃষ্টাব্দত তেওঁ ফ্ৰান্সৰ টোৰ্ছ যুদ্ধত আৰবসকলক পৰাজিত কৰিলে। এই পৰাজয়ে ইউৰোপক আৰবসকলৰ হাতৰপৰা উদ্ধাৰ কৰিলে। এজন বুৰঞ্জীবিদে কৈছে, "টোৰ্ছৰ ৰণাঙ্গনত আৰবসকলে তেওঁলোকৰ হাতৰ মুঠিত প্ৰায় সোমাই পৰা বিশ্ব-সাম্ৰাজ্যখন হেৰুৱালে।" টোৰ্ছত আৰবসকল জিকা হ'লে ইউৰোপীয় বুৰঞ্জীৰ যে ভয়ানক পৰিৱৰ্ত্তন ঘটিলহেঁতেন, সেই বিষয়ে কোনো সন্দেহ নাই। ইউৰোপত তেওঁলোকক ৰোধ কৰিব পৰা আৰু কোনো নোলালহেঁতেন আৰু তেওঁলোক সোঁমাজেদিয়েই গৈ কন্‌ষ্টাণ্টিনোপলত ওলালহেঁতেন আৰু প্ৰাচ্য ৰোমান সাম্ৰাজ্য-খনৰ আৰু লগে লগে বাটত পোৱা অন্যান্য ৰাষ্ট্ৰবোৰৰো অৱসান ঘটালেহেঁতেন। তেতিয়া খৃষ্ট ধৰ্ম্মৰ পৰিৱৰ্ত্তে ইচলাম ইউৰোপৰ ধৰ্ম্ম হলহেঁতেন আৰু অন্যান্য সৰ্ব্বতোপ্ৰকাৰৰ পৰিৱৰ্ত্তন ঘটিলহেঁতেন। কিন্তু ই হ'ল কেৱল এক কল্পনাপ্ৰসূত অনুমানহে। সি যি কি নহওক লাগিলে, আৰবসকলক ফ্ৰান্সত প্ৰতিৰোধ কৰা হ'ল। অৱশ্যে তাৰ পিচতো বহু শত বছৰ ধৰি তেওঁলোকে স্পেইনত শাসন নিৰ্ব্বাহ কৰিলে।

স্পেইনৰপৰা মঙ্গোলিয়ালৈকে আৰবসকল জয়যুক্ত হ'ল আৰু মৰুভূমিৰ এই অঘৰী মানুহবোৰ বিশাল সাম্ৰাজ্য এখনৰ গৰ্ব্বিত অধীশ্বৰ হৈ পৰিল। তেওঁ-লোকক 'ছাৰাচেন' বোলা হয়; বোধ হয় 'ছাহাৰা' আৰু 'নাচিন'—'মৰু' আৰু 'বাসী'ৰ পৰা। কিন্তু এই মৰুবাসীসকল অতি অচিৰে বিলাসিতা আৰু নগৰীয়া জীৱনত অভ্যস্ত হৈ পৰিল। তেওঁলোকৰ চহৰবোৰত দালান উঠিল। দূৰ-দুৰণিৰ দেশবোৰত জয়লাভ কৰা সত্বেও তেওঁলোকে নিজৰ ভিতৰতে কাজিয়া কৰা পুৰণি-কলীয়া অভ্যাসটো এৰি পেলাব নোৱাৰিলে। অৱশ্যে এতিয়া কাজিয়া কৰিব লগীয়া-বস্তু এটাও ওলাল; কাৰণ আৰবৰ মুখিয়াল হোৱা মানে বিশাল সাম্ৰাজ্য এখনৰ কৰ্তৃত্ব লাভ কৰা। সেইদেখি খলিফাৰ আসনখন লৈ সঘনে খকাখুন্দা লাগিল। সৰুসুৰা কিছুমান কাজিয়া—ঘৰুৱা কাজিয়াৰপৰাই গৃহযুদ্ধ হলগৈ। এই কাজিয়া-বোৰৰ পৰিণতি ঘটিল ইচলামৰ এটা ডাঙৰ বিভাগত আৰু দুটা সম্প্ৰদায়ৰ সৃষ্টি হ'ল—চুন্নী আৰু ছিয়া। এই দুটা এতিয়াও আছে।

প্ৰথম দুজন মহান খলিফাৰ—অবুবকৰ আৰু ওমৰ—আমোলৰ পিচত গণ্ডগোল লাগিল। মহম্মদৰ জীয়েক ফতিমাৰ গিৰিয়েক আলি অলপ সময়ৰ বাবে খলিফা আছিল। কিন্তু অবিৰাম দন্দ চলিয়েই আছিল। আলিক হত্যা কৰা হ'ল আৰু তাৰ কিছু পিচতে তেওঁৰ পুতেক হুছেইনকো সপৰিয়ালে কাৰবালাৰ ৰণাঙ্গনত বধ

কৰা হ'ল। মুছলমানসকলে, বিশেষকৈ ছিয়াসকলে—মহৰম মাহত কাৰবালাৰ এই মৰ্ম্মান্তিদ কাহিনীকে সুঁৱৰি বছৰি দুখ প্ৰকাশ কৰে।

খলিফাজন এতিয়া এজন স্বৈৰাচাৰী ৰজা হৈ পৰিল। তেওঁৰ সম্পৰ্কত লোকতন্ত্ৰ বা নিৰ্ব্বাচনৰ আৰু একো অৱশেষ নৰ'ল। তেওঁ হ'ল সেইকালৰ যি কোনো স্বৈৰাচাৰী ৰজাৰ নিচিনা। আদৰ্শগতভাৱে তেওঁ ধৰ্ম্মাধিকাৰ, আস্থাশীল সকলৰ কৰ্ত্তাৰূপে থাকি গ'ল। কিন্তু এই শাসকসকলৰ কেইজনমানে ইচলামক (যিটোৰ তেওঁলোক প্ৰধান পৰিপোষক হ'ব লাগিছিল) কলঙ্কিতহে কৰিলে।

প্ৰায় এশ বছৰ ধৰি মহম্মদৰ পৰিয়ালৰে ওমেয়াদ বোলা ঠাল এটাৰপৰা খলিফাসকল ওলাইছিল। ডামাস্কাছক তেওঁলোকৰ ৰাজধানী কৰা হৈছিল। এই পুৰণি চহৰখন অট্টালিকা, মচজিদ, নিজৰা আৰু মুকলি মণ্ডপেৰে সুশোভিত এখন অতি বিতোপন ঠাই হৈ পৰিল। ডামাস্কাছৰ পানী যোগান ব্যৱস্থা সুপ্ৰসিদ্ধ। এই সময়ছোৱাৰ ভিতৰতে আৰবসকলে স্থাপত্যৰ বিশেষ গত এটা উলিয়ায়। ইয়েই "ছাৰাচেনী স্থাপত্য" বুলি জনাজাত হলগৈ। এই স্থাপত্যত বৰ বেচি অলঙ্কাৰ নাই। ই হ'ল সৰল, চিত্তগ্ৰাহী আৰু মনোহৰ। এই স্থাপত্যৰ অন্তৰালৰ আৰ্হি হ'ল আৰব আৰু চিৰিয়াৰ কমনীয়তা সনা খেজুৰ গছ। তোৰণ, খুটা, মিনাৰ আৰু গম্বুজবোৰে খেজুৰ বাগানৰ হেঁদালি আৰু আগলিলৈ মনত পেলায়।

এই স্থাপত্য ভাৰতলৈও আহিছিল; কিন্তু এই দেশত সি ভাৰতীয় ভাৱধাৰাৰ দ্বাৰা প্ৰভাৱান্বিত হ'ল আৰু সানমিহলি গত এটা উদ্ভাৱিত হ'ল। ছাৰাচেনী স্থাপত্যৰ সৰ্ব্বোৎকৃষ্ট নিদৰ্শনবোৰৰ কেইটামান এতিয়াও স্পেইনতে আছে।

সম্পত্তি আৰু সাম্ৰাজ্যই আনি দিলে বিলাসিতা আৰু লাহ-বিলাহৰ খেল-ধেমালি আৰু কলা। ঘোঁৰা-দৌৰ আৰবসকলৰ বৰ আমোদৰ বস্তু আছিল। প'ল', চিকাৰ আৰু দবা খেলো সিমানেই আমোদজনক আছিল। সঙ্গীতৰ প্ৰতি বেছ আগ্ৰহ দেখুওৱা হৈছিল, বিশেষকৈ কণ্ঠ-সঙ্গীতৰ প্ৰতি। গায়ক, তেওঁলোকৰ সঙ্গীবৃন্দ আৰু ডাইনা-পালীহঁতেৰে ৰাজধানী তেনেই ভৰি পৰিছিল।

আন এটা বৰ ডাঙৰ দুৰ্ভাগ্যজনক পৰিৱৰ্ত্তনেও লাহে লাহে ঠাই পালে। ই হ'ল নাৰীৰ মৰ্য্যাদাৰ ক্ষেত্ৰত। আৰবসকলৰ মাজত মহিলাই পৰ্দ্দা মনা নাছিল। তেওঁলোকক বেলেগ কৰি বা লুকাই ৰখা হোৱা নাছিল। তেওঁলোকে মুকলিভাৱে চলা-ফুৰা কৰিছিল, মচজিদ আৰু বক্তৃতামণ্ডলৈ গৈছিল; আনকি বক্তৃতাও প্ৰদান কৰিছিল। কিন্তু সাফল্য লভি আৰবসকলে তেওঁলোকৰ দুয়ো ফালে থকা পুৰণি সাম্ৰাজ্য দুখনৰ—প্ৰাচ্য ৰোমান আৰু পাছীয়—দস্তুৰবোৰ অনুকৰণ কৰাৰ প্ৰয়াস পালে। তেওঁলোকে প্ৰথমখনক পৰাস্ত কৰিলে আৰু দ্বিতীয়খনৰ অৱসান ঘটালে; কিন্তু এই সাম্ৰাজ্য দুখনৰ বহুতো কু অভ্যাসে তেওঁলোকক বশীভূত কৰিলে। কথিত আছে যে ঘাইকৈ কনষ্টাণ্টিনোপল আৰু পাৰস্যৰ প্ৰভাৱৰ ফলতেই আৰব-সকলৰ মাজত মাইকী মানুহক বেলেগ কৰি ৰখা অভ্যাসটো সোমাল। লাহে লাহে হাৰেম প্ৰথাৰ সূচনা হ'ল আৰু পুৰুষ-মহিলাই সামাজিক ক্ষেত্ৰত পৰস্পৰৰ লগত মিলামিছা কৰাটো কমি যাবলৈ ধৰিলে। দুৰ্ভাগ্যবশতঃ নাৰীক এনে ধৰণে নিলগাই ৰখাটো ইচলামী সমাজৰ লক্ষণ হৈ পৰিল আৰু মুছলমানসকল এই দেশলৈ আহিলত

ভাৰতেও তেওঁলোকৰপৰা এই কু অভ্যাসটো শিকিলে। এতিয়াও যে কেতবোৰ লোকে এই বৰ্ব্বৰতা মানি চলিব খোজে, ভাবি মই বিচূৰ্ত্তি। বহিৰ্বিশ্বৰপৰা বিচ্ছিন্ন পৰ্দ্দানসীন নাৰীৰ বিষয়ে যেতিয়াই মই ভাবো, তেতিয়াই ফাটেক-ঘৰ বা চিৰিয়াখানা এখনলৈ অনিবাৰ্য্যভাৱে মোৰ মনত পৰে! যদি আধাসংখ্যক লোকক বন্দীশালৰ নিচিনা কিবা এটাত লুকাই থোৱা হয়, তেন্তে জাতি এটাই আগ বাঢ়িব পাৰিব কিৰূপে ?

সৌভাগ্যবশতঃ ভাৰতে দ্ৰুত গতিত পৰ্দ্দা ফালি-চিৰি পেলাইছে। আনকি মুছলমান সমাজেও এই মাৰাত্মক বোজাৰপৰা মোটামুটিভাৱে সকাহ পাইছে। তুৰস্কত কামাল পাছাই এই প্ৰথা সম্পূৰ্ণ বিলুপ্ত কৰিলে আৰু মিছৰতো ই ক্ষিপ্ৰ গতিত দূৰীভূত হ'ব ধৰিছে।

আৰু এটা ডাঙৰ কথাৰ উল্লেখ কৰি মই এই চিঠিখন শেষ কৰিম। আৰব-সকল বিশেষভাৱে তেওঁলোকৰ জাগৰণৰ আৰম্ভণিতে ধৰ্ম্মৰ প্ৰতি তীব্ৰ অনুৰাগ-প্ৰৱণ আছিল। তথাচ তেওঁলোক সহনশীল আছিল। ধৰ্ম্মক্ষেত্ৰত তেওঁলোকৰ এই সহিষ্ণুতাৰ অপাৰ দৃষ্টান্ত আছে। জেৰুজালেমত খলিফা ওমৰে ইয়াৰ প্ৰতি বিশেষ দৃষ্টি ৰাখিছিল। স্পেইনতো বিপুল সংখ্যক খৃষ্টান লোক আছিল। তেওঁলোকে ধৰ্ম্ম-চৰ্চ্চাৰ পূৰ্ণ অধিকাৰ পাইছিল। ভাৰতত সিন্ধুৰ বাহিৰে আন ক'তো আৰব-সকলে ৰাজত্ব কৰা নাছিল। তথাপি তেওঁলোকৰ লগত সঘনে সম্পৰ্ক সংঘটিত হৈছিল আৰু সেই সম্পৰ্ক সৌহাৰ্দ্দ্যপূৰ্ণ আছিল। আনহে নেলাগে, বুৰঞ্জীৰ এই সময়ছোৱাৰ আটাইতকৈ চকুত লগা বৈশিষ্ট্য হ'ল মুছলমান আৰবসকলৰ সহিষ্ণুতাৰ লগত ইউৰোপৰ খৃষ্টানসকলৰ অসহিষ্ণুতাৰ তুলনা।

## ৫০

## বাগ্‌দাদ আৰু হাৰুণ-অল্‌-ৰছিদ

২৭ মে, ১৯৩২

অন্যান্য দেশলৈ যোৱাৰ আগতে আমি আৰবসকলৰ কাহিনীকে বহলাই নিওঁহক।

আগৰখন চিঠিত মই তোমাক কৈ আহিছোঁৱেই যে এশ বছৰমানলৈকে খলিফাসকল হজৰত মহম্মদৰ ওমেয়াদ শাখাৰপৰা ওলাইছিল। তেওঁলোকে ডামাস্কাছৰ-পৰা শাসন চলাইছিল। তেওঁলোকৰ ৰাজত্ব কালত মুছলিম আৰবসকলে ইছলামৰ জয়ধ্বজা দূৰ-দূৰণিৰ দেশত উলিয়ালেগৈ। যিস্থলত দূৰৈত তেওঁলোকে দেশ জয় কৰিছিল, তেনে স্থলত ঘৰত তেওঁলোকে কাজিয়া-পেচাল কৰি আছিল আৰু সঘনে গৃহযুদ্ধ লাগিছিল। অৱশেষত ওমেয়াদসকলক মহম্মদৰ পৰিয়ালৰে আন এটা ঠেঙুলীয়ে পদচ্যুত কৰিলে। এই ঠেঙুলীটো মহম্মদৰ খুড়াক আব্বাছৰপৰা ওলোৱা

আৰু সেইদেখি তেওঁলোকক আব্বাছিদ বোলে। ওমেয়াদসকলৰ নিষ্ঠুৰতাৰ পোটক তুলিবলৈকে বুলি আব্বাছিদসকল ওলাইছিল; কিন্তু জয়লাভ কৰাৰ পিচত তেওঁলোকে নিষ্ঠুৰতা আৰু নৰহত্যাত ওমেয়াদসকলকো চেৰহে পেলালে। তেওঁলোকে য'ত যিমান ওমেয়াদ পালে, সকলোবোৰকে ধৰি উলিয়াই বৰ্ব্বৰোচিত-ভাৱে কাটি-মাৰি খান্তাং কৰিলে।

৭৫০ খৃষ্টাব্দত আব্বাছিদ খলিফাসকলৰ দীঘলীয়া ৰাজত্ব এনেদৰেই আৰম্ভ হ'ল। ই বৰ সুখাবহ আৰু শুভ লক্ষণযুক্ত প্ৰস্তাৱনা নহয়। তথাচ আব্বাছিদ যুগটো আৰব বুৰঞ্জীত যথেষ্ট উজ্জ্বল যুগ। কিন্তু ওমেয়াদসকলৰ দিনৰপৰা ধৰি এতিয়া কিছুমান ডাঙৰ ডাঙৰ পৰিৱৰ্ত্তনে দেখা দিলে। আৰবিয়াৰ গৃহযুদ্ধই গোটেই আৰব সাম্ৰাজ্য কঁপাই তুলিলে। ঘৰত আব্বাছিদসকল জয়যুক্ত হ'ল; কিন্তু স্পেইনত আৰব ৰাজ্যপালজন আছিল ওমেয়াদ। তেওঁ আব্বাছিদ খলিফাজনক স্বীকৃতি দিবলৈ অসম্মত হ'ল। উত্তৰ আফ্ৰিকা বা 'ইফ্ৰিকিয়াৰ নিজামৎ' (যি নামে ই বিদিত হৈছিল) অলপ পিচতে ন্যূনাধিক স্বাধীনেই হ'ল। মিছৰেও তদ্ৰূপ কৰিলে: আনকি বেলেগ খলিফা এজন বিঘোষিত কৰিবলৈও পিচ নুহুঁহকিল। আতঙ্কিত আৰু শৰণাপন্ন কৰিব পৰাকৈ মিছৰ ওচৰতে আছিল আৰু মাজে-সময়ে তেনে কৰাও হৈছিল। কিন্তু ইফ্ৰিকিয়াক একো হকা-বাধা কৰা নহ'ল আৰু স্পেইনৰ বেলিকা যি কোনো শাস্তিমূলক ব্যৱস্থা খাটিবলৈ ই হ'ল বৰ বেচি দূৰৈত। অতএব আমি দেখিলোঁ যে আব্বাছিদসকলে সিংহাসন আৰোহণ কৰাত আৰব সাম্ৰাজ্য খণ্ডিত হৈ পৰিল। খলিফাজন আৰু সমগ্ৰ মুছলিম জহানৰ মুনিব হৈ নেথাকিল। তেওঁ এতিয়া আৰু "নিষ্ঠাবানসকলৰ অধিনায়ক" নহয়। ইছলাম আৰু ঐক্যবন্ধ হৈ নেথাকিল। স্পেইনত থকা আৰব আৰু আব্বাছিদসকলৰ পৰস্পৰে পৰস্পৰক ইমানেই বেয়া পাইছিল যে ইটো পক্ষই সিটোৰ দুৰ্গতি দেখিলে সময়ত আনন্দহে পাইছিল।

এইবিলাক হোৱা সত্বেও আব্বাছিদ খলিফাসকল ডাঙৰ নৃপতি আছিল। সাম্ৰাজ্যবোৰ সচৰাচৰ হোৱাৰ দৰেই তেওঁলোকৰ সাম্ৰাজ্যও আছিল এখন ডাঙৰ সাম্ৰাজ্য। পৰ্ব্বত-পাহাৰ অধিকৃত কৰা আৰু উলুৱনিত লগা জুইৰ দৰে বিয়পি পৰা পূৰ্ব্বৰ ধৰ্ম্ম-বিশ্বাসত আৰু উৎসাহ পৰিলক্ষিত নোহোৱা হ'ল। সৰলতা আৰু নাই; লোকতন্ত্ৰৰ অৱশেষো বৰ কমেইহে থাকিল গৈ। "নিষ্ঠাবানসকলৰ অধিনায়ক" এতিয়া পাৰস্যৰ ৰজাবো ৰজা (যিজনক আগৰ আৰবসকলে পৰাভূত কৰিছিল) বা কনষ্টাণ্টিনোপলৰ সম্ৰাটৰপৰা বিভিন্ন নোহোৱাই হ'ল। হজৰত মহম্মদৰ দিনৰ আৰবসকলৰ গাত অপূৰ্ব্ব জীৱন বা শক্তি এটা নিহিত আছিল; সি হ'ল ৰজাৰ সৈন্য বাহিনীৰ শক্তিৰপৰা বিভিন্ন। তেওঁলোকে সেই কালৰ পৃথিৱীৰ বিপক্ষে থিয় দিছিল আৰু তেওঁলোকৰ দুৰ্নিব্বাৰ জয়যাত্ৰাৰ সম্মুখত সৈন্যবল আৰু ৰাজপুঙ্গবসকল ধৰাশায়ী হৈ পৰিছিল। এই ৰাজপুঙ্গবসকলক লৈ সৰ্ব্বসাধাৰণ ৰাইজ বিৰক্ত হৈ পৰিছিল। আৰবসকলে তেওঁলোকৰ ভালৰ হকে পৰিৱৰ্ত্তনৰ আৰু সামাজিক বিপ্লৱৰ প্ৰতিশ্ৰুতি বহন কৰি আনিছিল।

এই সকলোবোৰ এতিয়া সলনি হ'ল। মৰুভূমিৰ লোকসকলে এতিয়া অট্টালিকাত

থাকিবলৈ ললে আৰু খেজুৰৰ বদলি সৰ্ব্বোৎকৃষ্ট খানাত ধৰিলে। তেওঁলোক বেচ স্বচ্ছন্দ হৈ পৰিল। সেয়ে যদি হয়, তেন্তে পৰিবৰ্ত্তন বা সমাজ বিপ্লৱৰ চিন্তা লৈ মূৰ ঘমাব লাগিছে কিয় ? জাক্‌জমকালিত তেওঁলোকে পুৰণি সাম্রাজ্যবোৰৰ লগত ফেৰ মাৰিব খুজিলে আৰু সেইবোৰৰ বহুতো বদ-দস্তুৰ গ্ৰহণ কৰিলে। মই তোমাক কৈছোঁৱেই যে ইয়াৰে এটা হ'ল নাৰীক বেলেগ কৰি ৰখা।

এতিয়া ৰাজধানী ডামাস্কাছৰপৰা গৈ ইৰাকৰ বাগ্‌দাদ পালেগৈ। ৰাজধানীৰ এই স্থানান্তৰ কাৰ্য্যটোৱেই হ'ল বৈশিষ্ট্যপূৰ্ণ; কিয়নো বাগ্‌দাদ আছিল পাৰ্ছী ৰজাসকলৰ জহকালিৰ আবাস। যিহেতু বাগ্‌দাদ ইউৰোপৰপৰা বেচি দূৰৈত, সেই-বাবে আব্বাছিদসকলে এতিয়াৰপৰা ইউৰোপতকৈও এচিয়াৰ ফালেহে বেচি চকু দিব ধৰিলে। কন্‌ষ্টাণ্টিনোপল অধিকাৰ কৰাৰ প্ৰয়াস এতিয়াও কেবাবাৰো কৰা হ'ল আৰু ইউৰোপীয় জাতিবৰ্গৰ লগতো বহুত যুদ্ধ হ'ল। কিন্তু এই যুদ্ধবোৰৰ বেচি ভাগেই হ'ল প্ৰতিৰক্ষামূলক। দেশ জয়ৰ দিন আৰু উকলিল যেন দেখা যায়। সাম্রাজ্যৰ যিখিনি তেওঁলোকলৈ বুলি ৰ'লগৈ, সেইখিনিকে আব্বাছিদ খলিফাসকলে দৃঢ়ীভূত কৰাৰ চেষ্টা কৰিলে। স্পেইন আৰু আফ্ৰিকা বাদ দিও এয়ে যথেষ্ট ডাঙৰ আছিল।

বাগ্‌দাদ! ইয়ালৈ তোমাৰ মনত পৰিছেনে ? হাৰুণ-অল্‌-ৰছিদ, ছাহেৰাজাদ আৰু 'আৰবী ৰজনী'ত সন্নিবিষ্ট আজগুৱ কাহিনীবোৰলৈ একা ? আব্বাছিদ খলিফাসকলৰ আমোলত এতিয়া ঠন ধৰি উঠা চহৰখনেই 'আৰবী ৰজনী'ৰ চহৰ। ই হ'ল অট্টালিকা, ৰাজহুৱা কাৰ্য্যালয়, স্কুল, কলেজ, ডাঙৰ ডাঙৰ দোকান, উদ্যান আৰু ফুলনিৰে এখন বিশাল চহৰ। বণিকসকলে প্ৰাচ্য আৰু পাশ্চাত্যৰ লগত বিৰাট ব্যৱসায় চলাইছিল। সাম্রাজ্যৰ দূৰৱৰ্ত্তী অংশবোৰৰ লগত দলে দলে চৰকাৰী বিষয়াই নিৰবচ্ছিন্ন যোগসূত্ৰ ৰক্ষা কৰি চলিছিল। শাসন-প্ৰণালী ক্ৰমাগত অধিকতৰ জটিলতাপূৰ্ণ হৈ উঠাত চৰকাৰ বহুতো দপ্তৰৰ ভিতৰত বিভক্ত হৈ পৰিছিল। কৰ্ম্মঠ ডাক চলাচলৰ দ্বাৰাই সাম্রাজ্যৰ বিভিন্ন চুক-কোণ ৰাজধানীৰ লগত সংযুক্ত কৰা হৈছিল। বিস্তৰ হাস্পতাল আছিল। সমগ্ৰ বিশ্বৰপৰাই পৰিভ্ৰমণকাৰী—বিশেষকৈ বিদ্বান লোক, ছাত্ৰ আৰু কলাকাৰসকল—বাগ্‌দাদলৈ আহিছিল; কাৰণ বিদ্বজ্জন আৰু কলাকুশলীসকলক খলিফাই আদৰ কৰে বুলি জনাজাত হৈ পৰিছিল।

খলিফাই নিজে গোলামবোৰৰদ্বাৰা পৰিবেষ্টিত হৈ বৰ বিলাসিতাত জীৱন যাপন কৰিছিল। তেওঁৰ নাৰীগণ হাৰেমত অভ্যস্ত হ'ল। হাৰুণ-অল্‌-ৰছিদৰ ৰাজত্ব কালত ৭৮৬ খৃষ্টাব্দৰপৰা ৮০৯ খৃষ্টাব্দৰ ভিতৰত আব্বাছিদ সাম্রাজ্যই বাহ্যিক গৌৰৱৰ শীৰ্ষস্থান পাইছিলগৈ। চীনৰ সম্ৰাট আৰু পশ্চিমে সম্ৰাট কাৰ্লা-মেনৰপৰা হাৰুণৰ ওচৰলৈ ৰাষ্ট্ৰদূত আহিছিল। বাগ্‌দাদ আৰু আব্বাছিদ সাম্রাজ্য আৰবী স্পেইন বাদে ইউৰোপতকৈ সমস্ত শাসন-বিজ্ঞান, বেহা-বেপাৰ আৰু বিদ্যা চৰ্চ্চাত বহুগুণে আগ বঢ়া আছিল।

বিজ্ঞানৰ প্ৰতি ই যি নতুন অনুৰাগৰ সূচনা কৰিলে, তাৰ বাবেই আব্বাছিদ যুগটো আমাৰ পক্ষে বিশেষ কৌতূহলোদ্দীপক হৈ পৰিছে। তুমি জানাই যে আধুনিক জগতত বিজ্ঞান এটা বৰ ডাঙৰ বস্তু আৰু ইয়াৰ ওচৰত আমি বহু দূৰ

ঋণী। বিজ্ঞানে কেৱল বহি লৈ কিবা বস্তু এটা ঘটি উঠিবৰ বাবে প্ৰাৰ্থনা কৰি নেথাকে; ঘটনাবোৰ কিয় ঘটি উঠে, ই তাক নিৰ্ণয় কৰে। ই পৰীক্ষা চলাই যায়, বাৰংবাৰ চেষ্টা কৰি থাকে; সময়ত ব্যৰ্থ হয় আৰু সময়ত সফল হয়। এনেদৰে অলপ-অচৰপকৈ ই মানৱ জ্ঞানৰ পৰিধি বহলাই আনে। আমাৰ এই আধুনিক জগতখন প্ৰাচীন জগত বা মধ্য যুগৰপৰা তেনেই বিভিন্ন। এই বিৰাট বিভিন্নতা ঘাইকৈ বিজ্ঞানৰপৰাই হ'ল; কাৰণ আধুনিক জগতখন বিজ্ঞানেই নিৰ্ম্মাণ কৰা।

মিছৰতেই হওক কিম্বা চীন বা ভাৰততে হওক, প্ৰাচীন লোকসকলৰ মাজত আমি বিজ্ঞানমূলক পন্থা দেখিবলৈ নেপাওঁ। পূৰণি গ্ৰীচত ইয়াৰ কণিকা এটা মাথোন আমাৰ পৰিদৃষ্ট হয়। ৰোমত ইয়াৰ একো উম-ঘামেই নাছিল। কিন্তু জিজ্ঞাসাপ্ৰৱণতাৰ এই বৈজ্ঞানিক সত্তা আৰবসকলৰ হলে আছিল। সেইদেখি তেওঁলোকক আধুনিক বিজ্ঞানৰ জন্মদাতা বুলিব পাৰি। ঔষধ আৰু গণিতৰ দৰে কিছুমান বিষয়ত তেওঁলোকে ভাৰতৰপৰা যথেষ্ট শিকিলে। বিপুল সংখ্যক ভাৰতীয় পণ্ডিত আৰু গণিতজ্ঞ বাগ্দাদলৈ আহিছিল। বহুতো আৰবী ছাত্ৰ উত্তৰ ভাৰতৰ তক্ষশীলালৈ গৈছিল। তক্ষশীলা তেতিয়াও ঔষধত পাৰদৰ্শিতা লাভ কৰা এটা ডাঙৰ বিশ্ববিদ্যালয় আছিল। ঔষধ আৰু অন্যান্য বিষয় সম্পৰ্কিত সংস্কৃত পুথিবোৰ বিশেষভাৱে আৰবীলৈ তৰ্জ্জমা কৰা হৈছিল। বহুতো বস্তু—উদাহৰণ যেনে, কাগজ তৈয়াৰী কৰা বিদ্যা—আৰবসকলে চীনৰপৰা শিকিছিল। কিন্তু আনৰপৰা আহৰণ কৰা জ্ঞানৰ ওপৰত ভিত্তি কৰি আৰবসকলে নিজাকৈ গৱেষণা চলাইছিল আৰু কেবাটাও গুৰুত্বপূৰ্ণ আবিষ্কাৰ কৰিব পাৰিছিল। তেওঁলোকে সৰ্ব্বপ্ৰথম দূৰবীক্ষণ যন্ত্ৰ আৰু নাবিকৰ দিঙ্নিৰ্ণয় যন্ত্ৰ বাহিৰ কৰে। ঔষধত আৰবী ডাক্তৰ আৰু অস্ত্ৰোপচাৰকসকল সমগ্ৰ ইউৰোপ জুৰি সুপ্ৰসিদ্ধ আছিল।

এই সকলোবোৰ মননশীল প্ৰচেষ্টাৰ কেন্দ্ৰ আছিল বাগ্দাদেই। আৰবী স্পেইনৰ ৰাজধানী কৰ্দ্দবা আছিল পাশ্চাত্যত আন এক কেন্দ্ৰ। আৰবী জ্হানত মনীষাজীৱীৰ জীৱনে ঠন ধৰি উঠা অন্যান্য বহুতো বিশ্ববিদ্যালয়-কেন্দ্ৰ আছিল। তেনে আছিল কাইৰো বা 'অল-কাহিৰা' বা "বিজয়ী", বছ্ৰা আৰু কুফা। কিন্তু এই সকলোবোৰ সুপ্ৰসিদ্ধ চহৰক চেৰ পেলাইছিল বাগ্দাদে, যিখন ঠাই আৰবী ঐতিহাসিক এজনে ব্যাখ্যা কৰা মতে "ইছলামৰ ৰাজধানী, ইৰাকৰ নয়ন, সাম্ৰাজ্যৰ বেদী, সৌন্দৰ্য্য-সংস্কৃতি আৰু কলাৰ কেন্দ্ৰ।" ইয়াৰ জনসংখ্যা ২০ লাখৰো ওপৰ আছিল আৰু এই হিচাব চাব লাগিলে আধুনিক কলিকতা বা বোম্বাইতকৈও বহুগুণে বৃহত্তৰ আছিল।

জানিবলৈ পালে তোমাৰ হয়তো আগ্ৰহ জন্মিব যে বাগ্দাদতে ধনী শ্ৰেণীৰ মাজত মোজা পিন্ধা অভ্যাসটোৰ প্ৰথম সূচনা হয় বুলি প্ৰবাদ আছে। সেইবিলাককে "মোজা" বোলা হৈছিল। হিন্দুস্থানী তৎসম শব্দটোও নিশ্চয় ইয়াৰপৰাই ওলাইছে। ফৰাচী "চেমিজ" শব্দটোও এনেকুৱাই; ই "কামিজ" বা চোলাৰপৰা অহা। "কামিজ" আৰু "মোজা" এই দুয়োটা বস্তু আৰবসকলৰপৰা কন্ষ্টান্টিনোপলৰ বিজান্ছিয়ানীসকললৈ গ'ল আৰু তাৰপৰা ইউৰোপ পালেগৈ।

আৰবসকল সদায় আছিল ডাঙৰ পৰ্য্যটক। তেওঁলোকে দীঘলীয়া যাত্ৰাবোৰ

অব্যাহত ৰাখি সাগৰ পাৰ হৈ আফ্রিকা, ভাৰতৰ উপকূল, মালয়েচিয়া আনকি চীনতো উপনিৱেশ স্থাপন কৰিছিলগৈ। তেওঁলোকৰ বিখ্যাত পৰিব্ৰাজকসকলৰে অন্যতম হ'ল আল্‌বেৰুণি। তেওঁ ভাৰতলৈ আহিছিল আৰু য়ুৱান-চাঙৰ দৰে ভ্ৰমণ-বৃত্তান্ত এটাও লিখি থৈ গৈছে।

আৰবসকল ঐতিহাসিকো আছিল। তেওঁলোকৰ নিজস্ব কিতাপ আৰু বুৰঞ্জী-বোৰৰপৰাই আমি তেওঁলোকৰ বিষয়ে বহু কথা জানিব পাৰোঁ। তেওঁলোকে কিমান মনোৰম গল্প আৰু ৰোমান্স লিখিব পাৰে, সেইটো আমাৰ সকলোৰে বিদিত আছে। আব্বাছিদ খলিফাসকল আৰু তেওঁলোকৰ সাম্ৰাজ্যৰ বিষয়ে একো শুনিবলৈ নোপোৱা মানুহ হেজাৰ-বিজাৰ আছে; কিন্তু তেওঁলোকে "আল্‌ফ লাইলা ৱা লাইলা"ৰ ("এহেজাৰ এৰাতি") বাগ্‌দাদ নগৰী—ৰহস্য আৰু ৰোমান্সৰ চহৰখন—জানে। কল্পনাৰ সাম্ৰাজ্যখন সময়ত দিঠকৰ সাম্ৰাজ্যখনতকৈ অধিকতৰ বাস্তৱ আৰু অধিকতৰ স্থায়ী হৈ পৰে।

হাৰুণ-অল্‌-ৰছিদৰ মৃত্যুৰ পিচত অচিৰে আৰব সাম্ৰাজ্যত গণ্ডগোলৰ সূত্ৰপাত হ'ল। বিশৃঙ্খলা ঘটিল আৰু সাম্ৰাজ্যৰ বিভিন্ন অংশ বিচ্ছিন্ন হৈ গ'ল। প্ৰাদেশিক শাসনকৰ্ত্তাসকল উত্তৰাধিকাৰসূত্ৰে হোৱা শাসক হৈ পৰিল। খলিফাসকল ক্ৰমাগত ক্ষমতাবিহীন হৈ আহিব ধৰিলে। অৱশেষত এনে এটা সময় আহিল যেতিয়া খলিফাজনে কেৱল বাগ্‌দাদ চহৰ আৰু তাৰ চৌপাশে থকা গাঁও কেইখনমানতহে শাসন কৰিব লগা হ'ল। আনকি এজন খলিফাক তেওঁৰ নিজৰ চিপাহী-চন্তৰীয়েই ৰাজপ্ৰাসাদৰপৰা টানি উলিয়াই নি বধ কৰিলেগৈ। তাৰ পিচত কিছু সময়ৰ বাবে কেতবোৰ ক্ষমতাবান মানুহ ওলাল। তেওঁলোকে বাগ্‌দাদৰপৰা প্ৰভুত্ব চলাবলৈ ললে আৰু খলিফাজনক তেওঁলোকৰ মুখাপেক্ষী কৰি তুলিলে।

ইতিমধ্যে ইছলামৰ একতা সুদূৰ অতীতৰ বস্তু হৈ পৰিল। মিছৰৰপৰা মধ্য এচিয়াৰ খোৰাছানলৈকে সকলো ঠাইতে বেলেগ বেলেগ ৰাজ্যৰ উদ্ভৱ হ'ল। তাৰো পূবৰপৰা অঘৰী জনজাতিবোৰ তেতিয়াও পশ্চিম অভিমুখে আহি আছিল। মধ্য এচিয়াৰ পুৰণি তুৰ্কীসকল মুছলমান হ'ল? তেওঁলোকে আহি বাগ্‌দাদ দখল কৰিলে। তেওঁলোকক ছেলজুক তুৰ্কী নামে জনা যায়। তেওঁলোকে ইউৰোপকো বিস্মিত কৰি কন্‌ষ্টাণ্টিনোপলৰ বিজান্‌ছিয়ানী সৈন্যবাহিনীক বেয়াকৈ ঘটুৱায়। আৰব আৰু মুছলিমসকলে শক্তিৰ অপচয় কৰি ক্ৰমাগত নিস্তেজ হৈ পৰিল বুলি ইউৰোপে ভাবি থৈছিল। আৰবসকল যে খুবেই পতনোন্মুখ হৈছিল, সেইটো সঁচা; কিন্তু ইছলামৰ ধ্বজা বহন কৰিবলৈ আৰু তাৰে সৈতে ইউৰোপৰ লগত ফেৰ পাতিবলৈ এতিয়া ছেল-জুক তুৰ্কসকল আহি দৃশ্যপটত ওলাল।

এই ৰণাহ্বান অচিৰে গ্ৰাহ্য কৰা হ'ল। আমি সেইটো লক্ষ্য কৰিবলৈ পাম। ইউৰোপৰ খৃষ্টান জাতিবৰ্গই মুছলমানসকলৰ লগত যুদ্ধ দিয়াৰ মানসে আৰু তেওঁলোকৰ পুণ্য পীঠ জেৰুজালেম পুনৰাধিকাৰ কৰিবৰ অৰ্থে ধৰ্ম্মযুদ্ধ সংগঠন কৰিলে। চিৰিয়া, পেলেষ্টাইন আৰু এচিয়া মাইনৰত প্ৰভুত্ব বিস্তাৰৰ অৰ্থে খৃষ্ট ধৰ্ম্ম আৰু ইছলামে এশ বছৰৰো ওপৰ কাল যুদ্ধ কৰিলে, পৰস্পৰে পৰস্পৰক সৰ্ব্বস্বান্ত কৰিলে আৰু এই দেশবোৰৰ প্ৰায় প্ৰতি ইঞ্চি মাটিকে নৰ-শোণিতেৰে

প্লাৱিত কৰিলে। এই ভূ-খণ্ডৰ সমৃদ্ধিশালী চহৰবোৰৰ বেহা-বেপাৰ আৰু মহত্ত্ব লুপ্ত হ'ল আৰু শস্য-শ্যামলা খেতি-পথাৰ মাজে-সময়ে বিজন প্ৰান্তত পৰিণত হ'ল।

এনেদৰেই তেওঁলোকে পৰস্পৰৰ লগত যুঁজ দিলে। পিচে তেওঁলোকৰ যুদ্ধ-বিগ্ৰহৰ ওৰ নৌ পৰোঁতেই এচিয়াৰ সিফালে মঙ্গোলিয়াত আবিৰ্ভূত হ'ল চেঙ্গিজ খাঁন, "মঙ্গোল মেদিনী কম্পনকাৰী" (যি বুলি তেওঁক অভিহিত কৰা হয়), যি সঁচাকৈয়ে এচিয়া আৰু ইউৰোপ কঁপাই তুলিবলৈ ওলাই আহিল। তেওঁ আৰু তেওঁৰ বংশধৰসকলে বাগ্‌দাদ আৰু ইয়াৰ সাম্ৰাজ্যখনক একেবাৰে নিঃশেষ কৰিলে। মঙ্গোলসকলে সুবৃহৎ আৰু সুপ্ৰসিদ্ধ বাগ্‌দাদ চহৰখন উপান্ত কৰা সময়ত ই আছিল ছাইভস্মৰ এটা স্তূপ মাথোন; ইয়াৰ ২০ লাখ অধিবাসীৰ সৰহ ভাগেই মৃত্যুৰ মুখত পৰিল। এয়া হ'ল ১২৫৮ খৃষ্টাব্দত।

বাগ্‌দাদ বৰ্ত্তমান আকৌ এখন সমৃদ্ধিশালী চহৰ হৈ পৰিছে। ই ইৰাক ৰাজ্যৰ ৰাজধানী। কিন্তু ই এতিয়া ইয়াৰ পূৰ্ব্বৰ অস্তিত্বৰ ছায়া মাথোন। মঙ্গোলসকলে অনুষ্ঠিত কৰা মৃত্যু আৰু উচ্ছন্নতাৰ কবলৰপৰা ই কোনোপধ্যে ত্ৰাণ লভিব নোৱাৰিলে।

## ৫১

## হৰ্ষৰপৰা মামুদলৈ উত্তৰ ভাৰত

১ জুন, ১৯৩২

আৰব বা ছাৰাচেনসকলৰ কাহিনী সামৰি থৈ আমি অন্যান্য দেশবোৰৰ প্ৰতি দৃষ্টিপাত কৰিব লাগিল। আৰবসকলে শক্তি বৃদ্ধি কৰি আৰু দেশ জয় কৰি প্ৰসাৰ লভি লৈ পিচত পতনোন্মুখ হোৱা কালত ভাৰত, চীন বা ইউৰোপৰ দেশবিলাকত কি ঘটিছিল? সামান্য কেইটামান আভাস আমি ইতিপূৰ্ব্বেই পাই আহিছোঁ; যেনে ফ্ৰান্সৰ টোৰ্ছত ৭৩২ খৃষ্টাব্দত চাৰ্লছ মাৰ্টেলৰ অধিনায়কত্বত যুটীয়া সৈন্য বাহিনী এটাৰ হাতত আৰবসকলৰ পৰাজয়, আৰবসকলৰ মধ্য এচিয়া জয় আৰু ভাৰতত সিন্ধুলৈকে তেওঁলোকৰ অগ্ৰগতি। প্ৰথমে আমি ভাৰতলৈকে আহোঁহক।

কনৌজৰ ৰজা হৰ্ষ বৰ্দ্ধন ৬৪৮ খৃষ্টাব্দত ঢুকায় আৰু তেওঁৰ মৃত্যুৰ লগে লগে উত্তৰ ভাৰতৰ ৰাজনৈতিক অধঃপতন অধিকতৰ স্পষ্ট হৈ উঠে। কিছু সময়ৰ আগৰে-পৰাই এই অধোগতি আৰম্ভ হৈছিল। হিন্দু আৰু বৌদ্ধ ধৰ্ম্মৰ অন্তৰ্দ্বন্দ্বইও এই গতিত সহায়তা কৰে। হৰ্ষৰ আমোলত বাহ্যিকভাৱে বিৰাট আড়ম্বৰ এটা অৱশ্যে হৈছিল; কিন্তু ই আছিল তেনেই অল্পস্থায়ী। তেওঁৰ পিচত উত্তৰত কিছুমান সৰুসুৰা ৰাষ্ট্ৰৰ উত্থান হয়। এইবোৰে সময়ত অল্পস্থায়ী গৌৰৱ অৰ্জ্জন কৰে আৰু সময়ত নিজৰ ভিতৰতে দন্-খৰিয়াল কৰি থাকে। কৌতুকৰ বিষয় হ'ল এয়ে যে হৰ্ষৰ পিচতো তিনি শ বছৰ বা ততোধিক কাল ধৰি কলা আৰু সাহিত্যৰ উৎকৰ্ষ

সাধিত হয় আৰু বহুতো মনোমোহা ৰাজহুৱা কার্য্যালয় নিৰ্ম্মিত হয়। এই সময়-ছোৱাৰ ভিতৰতে ভৱভূতি আৰু ৰাজশেখৰৰ দৰে কেবাজনো প্রথিতযশা সংস্কৃত লিখকে জীৱন যাপন কৰিছিল আৰু ৰাজনৈতিকভাৱে গুৰুত্ব লাভ কৰিব নোৱাৰা কেবাজনো ৰজাই তেওঁলোকৰ আমোলত হোৱা কলা আৰু বিদ্যা চৰ্চ্চাৰ বাবে প্রসিদ্ধি লাভ কৰে। এই ৰাজন্যবর্গৰে এজন—ৰজা ভোজ—প্রায় আদর্শস্থানীয় ৰজাৱ পৌৰাণিক আখ্যান-সমাহিত এক নিদর্শনেই হৈ পৰিল আৰু আজিও মানুহে সেই-বুলিয়েই তেওঁক সোঁৱৰণ কৰে।

এনে ধৰণৰ উজ্জ্বল ৰেৱা কেইটামান পৰা সত্ত্বেও উত্তৰ অধঃপাতে গৈছিল। দক্ষিণ ভাৰতে আকৌ নেতৃত্ব গ্রহণ কৰিলে আৰু উত্তৰক নিষ্প্রভ কৰি তুলিলে। আগৰ এখন চিঠিত (নং ৪৪) দক্ষিণৰ এই সময়ছোৱাৰ বিষয়ে—চোল সাম্রাজ্য, পল্লৱ আৰু ৰাষ্ট্রকূটসকলৰ বিষয়ে—মই তোমাক কিছু কৈছিলোঁ। যিজনে অলপীয়া আয়ুস কালৰ ভিতৰতে সমগ্র দেশ জুৰি বিদ্বান আৰু অবিদ্বান উভয়কে মোহিব পাৰিছিল আৰু ভাৰতত বৌদ্ধ ধৰ্ম্ম নিৰ্লুপ্ত কৰাত প্রায় সফলতা লাভ কৰিছিল, সেই শঙ্কৰাচাৰ্য্যৰ বিষয়েও মই তোমাক কৈছিলোঁ। কি আশ্চর্য্য যে তেওঁ তেনে কৰা সময়তে নতুন ধৰ্ম্ম এটাই ভাৰতৰ হাউলিত খুন্দিয়ায় আৰু পিচলৈ চলিত ব্যৱস্থাৰ প্রতিঘাত কৰিবৰ অৰ্থে বিজয়ৰ বান তুলি আহিব ধৰে।

আৰবসকল বৰ সোনকালেই আহি ভাৰতৰ সীমান্ত পাইছিল—আনহে নেলাগে, হৰ্ষ জীৱিত থকা কালতে। তেওঁলোক তাতে কিছু সময় থমকি ৰ'ল আৰু পিচত সিন্ধু অধিকাৰ কৰিলে। ৭১০ খৃষ্টাব্দত সোতৰ বছৰীয়া চফল ডেকা মহম্মদ ইব্‌ন্ কাছিমে আৰবী ফৌজ এটাৰ অধিনায়কত্ব কৰি পশ্চিম পঞ্জাৱৰ মুলতান পৰ্য্যন্ত সিন্ধু উপত্যকা দখল কৰিলে। আৰবসকলৰ ভাৰত বিজয়ৰ এয়ে হ'ল পূৰ্ণ পৰিধি। তেওঁলোকে কঠোৰ চেষ্টা কৰা হলে কিজানি আৰু বেচি দূৰলৈ যাব পাৰিলেহেঁতেন। সেইটো বিশেষ কঠিন নহ'লহেঁতেন; কাৰণ উত্তৰ ভাৰত তেতিয়া নিশকতীয়া হৈ পৰিছিল। কিন্তু যদিওবা এই আৰবসকলৰ লগত প্রতিবেশী শাসক-বৰ্গৰ নথৈ যুদ্ধ-বিগ্রহ চলি আছিল, তথাপি দেশ জয়ৰ একো সংগঠিত প্রচেষ্টা চলা নাছিল। সেইদেখি ৰাজনীতিগতভাৱে আৰবসকলৰ সিন্ধু জয় গুৰুত্বপূৰ্ণ ঘটনা নহয়। মুছলমানসকলৰ ভাৰত জয় ইয়াৰ কেবা শ বছৰৰো পিচতহে হ'ল। কিন্তু সংস্কৃতিগতভাৱে ভাৰতৰ জনসাধাৰণৰ লগত আৰবসকলৰ সংস্পৰ্শৰ ডাঙৰ ফল ফলিল।

দক্ষিণৰ ভাৰতীয় শাসকবৰ্গৰ লগত—বিশেষকৈ ৰাষ্ট্রকূটসকলৰ লগত—আৰব-সকলৰ সম্বন্ধ সৌহাৰ্দ্দ্যপূৰ্ণ আছিল। বহুতো আৰবে ভাৰতৰ পশ্চিম উপকূলত বসতি কৰিবলৈ ললে আৰু তেওঁলোকৰ বাসস্থানত মছ্‌জিদ সাজিলে। আৰবী পৰ্য্যটক আৰু বেপাৰীসকলে ভাৰতৰ বিভিন্ন অংশত পৰিভ্রমণ কৰিলে। আৰবী ছাত্র-সকল দলে দলে উত্তৰৰ তক্ষশীলা বা তক্সিলা বিশ্ববিদ্যালয়লৈ আহিছিল। এই বিশ্ববিদ্যালয় আয়ুৰ্ব্বেদ চৰ্চ্চাৰ বাবে বিশেষভাৱে প্রসিদ্ধ আছিল। কথিত আছে যে হাৰুণ-অল্‌ৰছিদৰ দিনত বাগ্‌দাদত ভাৰতীয় পাণ্ডিত্যই উচ্চ আসন লাভ কৰিছিল। হাস্পতাল আৰু চিকিৎসা বিদ্যালয় সংগঠন কৰিবৰ অৰ্থে ভাৰতৰপৰা

তালৈ চিকিৎসকসকল গৈছিল। গণিত আৰু জ্যোতিষ বিষয়ক বহুতো সংস্কৃত কিতাপ আৰবীলৈ তৰ্জ্জমা কৰা হৈছিল।

অতএব আৰবসকলে পুৰণি আৰ্য্য-ভাৰতী সংস্কৃতিৰ বহুখিনি গ্ৰহণ কৰিছিল। পাৰস্যৰ আৰ্য্য সংস্কৃতিৰপৰাও ভালেমান আৰু হেলেনীক্ সংস্কৃতিৰপৰাও কিছু কিছু তেওঁলোকে আহৰণ কৰিলে। তেওঁলোক আছিল পূৰ্ণ বলোদ্দীপ্ত নতুন জাতি এটাৰ নিচিনা; তেওঁলোকে চৌপাশে দেখা পোৱা আটাইবোৰ পুৰণি সংস্কৃতিৰে সুবিধা গ্ৰহণ কৰিলে আৰু সেইবোৰৰপৰা শিক্ষা আহৰণ কৰিলে। ইয়াৰে ভেটিত তেওঁলোকে সম্পূৰ্ণ নিজাকৈ এক বস্তু—ছাৰাচেনী সংস্কৃতি—গঢ়ি তুলিলে। সচৰাচৰ সংস্কৃতিবোৰ হোৱালৈ চাই ইয়াৰ আয়ুস অৱশ্যে তুলনামূলক ভাবে অল্প-স্থায়ী হ'ল; কিন্তু সেয়ে হলেও ই আছিল ইউৰোপৰ মধ্যযুগীয় অন্ধকাৰাচ্ছন্ন পৃষ্ঠ-ভূমিৰ বিপ্ৰতীপে জিলিকি উঠা এক উজ্জ্বলতাপূৰ্ণ আয়ুস।

লক্ষ্য কৰিলে বিচুৰ্ত্তি হোৱা যায় যে যিস্থলত আৰ্য্য-ভাৰতী, পাৰ্চী আৰু হেলেনীক্ সংস্কৃতিৰ সংস্পৰ্শলৈ আহি আৰবসকল লাভবান হ'ল, তেনেস্থলত ভাৰতীয়, পাৰ্চী বা গ্ৰীক্‌সকলে আৰবসকলৰ সংস্পৰ্শলৈ আহি বিশেষ লাভ কৰিব নোৱাৰিলে। ইয়াৰ কাৰণ বোধহয় এয়ে যে আৰবসকল হ'ল নতন; তেজস্বী আৰু উৎসাহত মতলীয়া; আনহাতে অন্যান্যবোৰ হ'ল পুৰণি গতিতে চলি থকা আৰু পৰিৱৰ্ত্তনৰ অৰ্থে বৰ ব্যাকুল নোহোৱা পুৰণি জাতি। ব্যক্তিৰ ওপৰত বয়সৰ যি প্ৰভাৱ পৰে, জনগোষ্ঠী বা জাতি এটাৰ ওপৰতো সেই একে প্ৰভাবেই যে পৰে, সেইটো কৌতুকৰ বিষয়। বয়সে তেওঁলোকৰ গতি মন্থৰ কৰি তোলে, মন আৰু কায়া জঠৰ কৰে; তেওঁলোক ৰক্ষণশীল আৰু পৰিৱৰ্ত্তন-বিমুখ হয়।

সেই দেখি আৰবসকলৰ লগত কেবা শ বছৰো ধৰি বৰ্ত্তি থকা এই সংস্পৰ্শৰ ফলত ভাৰত বৰ বেচি প্ৰভাৱান্বিত বা বিশেষ পৰিৱৰ্তিত নহ'ল। কিন্তু দীঘলীয়া সময়ছোৱাৰ ভিতৰত ইছলাম বোলা নতুন ধৰ্ম্মটোৰ বিষয়ে ভাৰতে কিছু জানিব লগাত পৰিল। মুছলিম আৰবসকলে আহ-যাহ কৰিলে, মছজিদ সাজিলে, সময়ত তেওঁলোকৰ ধৰ্ম্মপ্ৰচাৰ কৰিলে, আনকি সময়ত মানুহক ধৰ্ম্মান্তৰিতো কৰিলে। দেখা যায়, সেই কালত এই কাৰ্য্যত একো আপত্তি উঠা নাছিল, হিন্দু ধৰ্ম্ম আৰু ইছলামৰ মাজত কোনো গণ্ডগোল বা সংঘাত লগা নাছিল। এইটো সাগ্ৰহে মন কৰিব লগা কথা; কিয়নো পৰৱৰ্ত্তী কালছোৱাত দুয়োটা ধৰ্ম্মৰ ভিতৰত সঁচাকৈয়ে সংঘাত বা গণ্ডগোল লাগিছিল। যেতিয়া একাদশ শতাব্দীত ইছলাম বিজেতাৰূপে হাতত তৰবাৰী লৈ ভাৰতলৈ আহিল, তেতিয়াহে ই হিংস্ৰ প্ৰতিক্ৰিয়া এটাৰ সৃষ্টি কৰিলে আৰু বিদ্বেষ আৰু দ্বন্দ্বই পুৰণি সহনশীলতাৰ ঠাই ললে।

দাবানল আৰু নৰহত্যাৰ যোগেদি ভাৰতলৈ অহা এই তৰোৱালধাৰীজন হ'ল ঘজনীৰ মামুদ। ঘজনী বৰ্ত্তমান আফগানিস্থানৰ এখন সৰু নগৰ। দশম শতাব্দীত ঘজনীৰ চৌপাশে এখন ৰাষ্ট্ৰৰ উত্থান হয়। মধ্য এচিয়াৰ ৰাষ্ট্ৰবৰ্গ মৌখিকভাৱে বাগ্‌দাদৰ খলিফাৰ অধীন আছিল; কিন্তু মই তোমাক ইতিপূৰ্ব্বে কৈ আহিছোঁৱেই যে হাৰুণ-অল্-ৰছিদৰ মৃত্যুৰ পিচত খলিফাজন দুৰ্ব্বল হৈ পৰে আৰু এনে এটা সময় আহি পৰিল যেতিয়া তেওঁৰ সাম্ৰাজ্যখনেই কিছুমান স্বতন্ত্ৰ ৰাষ্ট্ৰত খণ্ড-বিখণ্ড হৈ

পৰিল। এই সময়ছোৱাৰ বিষয়েই আমি এতিয়া ক'বলৈ লৈছোঁ। ৯৭৫ খৃষ্টাব্দ মানত ঘজনী আৰু কান্দাহাৰৰ আশে-পাশে ছুবুক্তগিন নামে তুৰ্ক দাস এজনে নিজৰ বাবে ৰাষ্ট্ৰ এখন গঠন কৰি ললে। তেওঁ ভাৰতো আক্ৰমণ কৰে। সেই কালত জয়পাল নামে এজন লোক লাহোৰৰ ৰজা আছিল। অত্যন্ত দুঃসাহসী জয়পালে ছুবুক্তিগিনৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰি কাবুল উপত্যকালৈকে যায় আৰু পৰাজয় বৰণ কৰি ঘূৰি আহে।

মামুদ তেওঁৰ পিতাক ছুবুক্তিগিনৰ উত্তৰাধিকাৰী হয়। তেওঁ আছিল কৃতী সৈন্যাধ্যক্ষ আৰু এজন নিপুণ অশ্বাৰোহী অধিনায়ক। তেওঁ বছৰৰ পিচত বছৰ ধৰি ভাৰত আক্ৰমণ কৰে; লুট কৰি আৰু মানুহ কাটি-মাৰি অপাৰ ধন-ৰত্ন আৰু বিপুল সংখ্যক বন্দী লৈ যায়। মুঠতে তেওঁ সোতৰবাৰ ভাৰত আক্ৰমণ কৰে। তাৰ ভিতৰত এটা মাথোন—কাশ্মীৰৰ ওপৰত চলোৱাটো—ব্যৰ্থ হয়। আনবোৰ সফল হয় আৰু তেওঁ সমগ্ৰ উত্তৰ ভাৰত জুৰি সন্ত্ৰাসৰ কাৰণ হৈ পৰে। তেওঁ দক্ষিণলৈ আগুৱাই পাটলিপুত্ৰ, মথুৰা আৰু সোমনাথ পৰ্যন্ত পাইছিলগৈ। প্ৰবাদ আছে যে থানেশ্বৰৰপৰা তেওঁ দুই লাখ বন্দী আৰু অজস্ৰ সম্পত্তি লৈ যায়। কিন্তু সোমনাথতে তেওঁ আটাইতকৈ বেচি ধনৰত্ন পালে; কিয়নো ই হ'ল ডাঙৰ ডাঙৰ মন্দিৰবোৰৰ ভিতৰৰে এটা আৰু বহু শতাব্দীৰ দান-দক্ষিণা তাত সঞ্চিত হৈ আছিল। কথিত আছে যে, মামুদ আহি পালত আশ্চৰ্য্যকৰ কিবা এটা ঘটিব আৰু উপাস্য দেৱতাই তেওঁলোকক ত্ৰাণ কৰিব— এই আশাত হেজাৰ হেজাৰ লোকে মন্দিৰটোত আশ্ৰয় লৈছিলগৈ। কিন্তু ভক্তবৰ্গৰ কল্পনাৰ বাহিৰে আশ্চৰ্য্যৰাশিৰ সংসাধন বৰ কমেইহে হয়। মামুদে মন্দিৰটো ভাঙি-ছিঙি লুট কৰিলে; ঘটি নুঠা আশ্চৰ্যটোলৈ প্ৰতীক্ষা কৰি থকা পঞ্চাশ হেজাৰ মানুহ নিধন হ'ল।

১০৩০ খৃষ্টাব্দত মামুদ ঢুকায়। সেই সময়ত গোটেই পঞ্জাৱ আৰু সিন্ধু তেওঁৰ কৰ্তৃত্বাধীন আছিল। তেওঁক ভাৰতত ইছলাম প্ৰসাৰিত কৰিবৰ অৰ্থে অহা ইছলামৰ এজন অধিনায়কৰূপে গণ্য কৰা হয়। সৰহভাগ মুছলমানেই তেওঁক শ্ৰদ্ধা কৰে; সৰহভাগ হিন্দুৱেই তেওঁক ঘিণ কৰে। স্বৰূপাৰ্থত তেওঁ বৰ কমেইহে ধৰ্ম্ম-বৎসল লোক আছিল। তেওঁ মুছলমান অৱশ্যে আছিল; কিন্তু সেইটো গতানুগতিক ভাবেহে। সৰ্ব্বোপৰি তেওঁ আছিল এজন যুঁজাৰু—কৃতী যুঁজাৰু। তেওঁ ভাৰতলৈ আহিছিল জয় কৰি লুট কৰিবৰ উদ্দেশ্যে—যিটো দুৰ্ভাগ্যবশতঃ যোদ্ধা-সকলে কৰে। যি ধৰ্ম্মৰে মানুহ হওক লাগিলে, তেওঁ সেইটো কৰিলেইহে'তেন। কৌতুকেৰে লক্ষ্য কৰিব পাৰি যে তেওঁ সিন্ধুৰ মুছলমান শাসকসকলকো ভাবুকি দিছিল; তেওঁলোকে আত্মসমৰ্পণ কৰি কৰ-কাটল শোধালতহে তেওঁ সিসকলক ৰেহাই দিলে। আনকি তেওঁ বাগদাদৰ খলিফাকো প্ৰাণে মৰাৰ ভয় খুৱাইছিল আৰু তেওঁৰ পৰা চমৰকণ্ড দাবী কৰিছিল। সেইদেখি মামুদক এজন সুনিপুণ সৈনিক ভিন্ন আন কিবা বুলি ভবা সাধাৰণ ভুলটোৰ আমি বশৱৰ্ত্তী হ'ব নেলাগিব।

মামুদে তেওঁৰ লগতে ঘজনীলৈ বিপুল সংখ্যক ভাৰতীয় স্থপতি আৰু নিৰ্ম্মাতা লৈ গৈছিল। তেওঁ তাত বিতোপন মছজিদ এটা সজায়। এইটোক তেওঁ "স্বৰ্গ-কন্যা" আখ্যা দিয়ে। তেওঁ ফুলনি বৰ ভাল পাইছিল।

মামুদে আমাক মথুৰাৰ আভাস এটা দিছে। ই কি যে এখন বিৰাট চহৰ আছিল, সেইটো এই আভাসেই আমাৰ ওচৰত প্ৰতীয়মান কৰে। ঘজনীত থকা তেওঁৰ ৰাজ্যপালজনলৈ দিয়া চিঠিত তেওঁ লিখিছে, "ইয়াত (মথুৰাত) ভক্তসকলৰ ধৰ্ম্মভক্তি যিমান সুদৃঢ়, সিমানেই সুদৃঢ় এহেজাৰ সৌধ আছে। অলেখ নিযুত 'দিনাৰ' খৰচ নকৰাকৈয়ে যে এই চহৰখনে বৰ্ত্তমান অৱস্থা পাইছেহি, সি সম্ভৱপৰ নহয়। এনে দ্বিতীয়খন চহৰ দুশ বছৰ সময় পালেও নিৰ্ম্মাণ কৰি উলিয়াব নোৱাৰি।"

মামুদে দিয়া মথুৰাৰ এই বৰ্ণনা আমি ফিৰ্দ্দৌছীৰ বৃত্তান্ত এটাত পঢ়িবলৈ পাওঁ। ফিৰ্দ্দৌছী হ'ল মামুদৰ দিনত বসতি কৰা এজন ডাঙৰ পাৰ্ছী কবি। যোৱা বছৰ তোমালৈ দিয়া চিঠিবোৰৰ কোনোবা এখনত তেওঁৰ নাম আৰু তেওঁৰ মুখ্য ৰচনা 'চাহনামা'ৰ উল্লেখ কৰা মোৰ মনত আছে। এই মৰ্ম্মে এটা আখ্যান আছে যে মামুদৰ অনুৰোধক্ৰমে 'চাহনামা'খন লিখা হৈছিল। কাব্যৰ প্ৰতিটো পদৰ বাবে একোটাকৈ সোণৰ 'দিনাৰ' (মোহৰ) ফিৰ্দ্দৌছীক দিয়া হ'ব বুলি মামুদে হেনো প্ৰতিশ্ৰুতি দিছিল। কিন্তু চমু বা সংক্ষিপ্ত কৰাত ফিৰ্দ্দৌছীৰ দেখ্‌দেখ্‌কৈয়ে একো বিশ্বাস নাছিল। তেওঁ অত্যন্ত দীঘলীয়া কৰি লিখিলে। যেতিয়া তেওঁ মামুদৰ ওচৰত তেওঁৰ শত-সহস্ৰ পদ দাঙি ধৰিলে, তেতিয়া তেওঁক তেওঁৰ ৰচনাৰ বাবে প্ৰশংসা কৰা হ'ল; কিন্তু পইচা দিয়াৰ যি প্ৰতিশ্ৰুতি তেওঁ হুৰমুৰকৈ দিছিল, তাৰ বাবে মামুদে অনুতাপ কৰিব লগাত পৰিল। তেওঁ ফিৰ্দ্দৌছীক বহুতো কমাই দিব খুজিলে। ফিৰ্দ্দৌছীৰ বৰ খং উঠিল; তেওঁ একোকে নল'বলৈ স্থিৰ কৰিলে।

হৰ্ষৰপৰা মামুদলৈকে আমি দীঘলীয়া পদক্ষেপ এটা দিলোঁ আৰু সামান্য কেইটামান পাৰাতে ভাৰত বুৰঞ্জীৰ ৩৫০ বছৰ বা ততোধিক কাল নিৰীক্ষণ কৰিলোঁ। মোৰ বিশ্বাস, এই দীঘলীয়া সময়ছোৱাৰ বিষয়ে আগ্ৰহ জন্মাব পৰা কথা আৰু বহুতো ক'ব পৰা যায়। পিচে সেই বিষয়ে মই অজ্ঞ। গতিকে সাৱধানে মৌনতা অৱলম্বন কৰাটোৱেই মোৰ পক্ষে অধিকতৰ নিৰাপদ হ'ব। নিজৰ ভিতৰতে যুদ্ধ-বিগ্ৰহ কৰি থকা আৰু সময়ত পঞ্চাল ৰাজ্যৰ নিচিনা বৃহৎ ৰাজ্যও স্থাপন কৰিব পৰা বিভিন্ন ৰজা আৰু শাসকসকলৰ বিষয়ে, মহান চহৰ কনৌজৰ দুৰ্গতিৰ বিষয়ে— কেনেকৈ কাশ্মীৰৰ শাসকসকলে, তাৰ পিচত বঙ্গদেশৰ ৰজাই আৰু তাৰো পিচত দক্ষিণৰ ৰাষ্ট্ৰকূটসকলে ইয়াক আক্ৰমণ কৰি কিছুকাল দখলত ৰাখিছিল, সেই বিষয়ে —মই তোমাক কিছু কিছু ক'ব পাৰিলোঁহেতেন। কিন্তু এই বৃত্তান্ত বিশেষ কামত নাহে; ই মাথোন তোমাক বিভ্ৰান্তহে কৰিব।

আমি এতিয়া ভাৰত বুৰঞ্জীৰ দীঘলীয়া অধ্যায় এটাৰ শেষত উপনীত হলোঁহি; নতুন এটা অধ্যায়ৰ সূচনা হ'ল। বুৰঞ্জীক কিছুমান কুঠৰীত ভগাই পেলোৱাটো দুষ্কৰ আৰু সময়ত বিভ্ৰান্তিকৰো। ই হ'ল বৈ থকা নদী এখনৰ দৰে; ই গৈয়েই আছে। তথাপি ইয়াৰ সলনি হৈছে আৰু সময়ত আমি এছোৱাৰ সামৰণি আৰু আন ছোৱাৰ আৰম্ভণি লক্ষ্য কৰিবলৈ পাওঁ। এনে ধৰণৰ পৰিৱৰ্ত্তনবোৰ আকস্মিক নহয়; সেইবোৰ ইটোৰ পৰা লাহে লাহে গৈ সিটোলৈ ৰূপান্তৰিত হয়। সেইদেখি ভাৰত যিমান দূৰলৈকে সংশ্লিষ্ট হৈছে, সিমান দূৰ আমি বুৰঞ্জীৰ অনন্ত নাটকৰ অঙ্ক এটাৰ সামৰণি পালোঁহি। "হিন্দু যুগ" যিটোক বোলা হয়, সেইটোৰ লাহে লাহে

ওৰ পৰিৱ ধৰিছে। বহু হেজাৰ বছৰ ধৰি পৰিপুষ্টি লাভ কৰা আৰ্য্য-ভাৰতীয় সংস্কৃতিয়ে এতিয়া নৱাগত শক্তি এটাৰ বিৰুদ্ধে সংগ্ৰাম চলাব লগা হ'ল। পিচে মনত ৰাখিবা, এই পৰিৱৰ্ত্তন আকস্মিক নহয়; ইয়াৰ অগ্ৰগতি আছিল মন্থৰ। মামুদৰ লগে লগে ইছলাম উত্তৰাপথলৈ আহিল। কিন্তু আৰু এছোৱা দীঘলীয়া সময় ধৰি ইছলামৰ বিজয় অভিযানে দক্ষিণ ভাৰত পৰশিব পৰা নাছিল। আনকি বঙ্গদেশো আৰু দুশ বছৰ ধৰি ইয়াৰ পৰা মুক্ত আছিল। উত্তৰত আমি পাওঁ চিতোৰক; ৰাজপুত ফৈদবোৰৰ ৰণোদ্যোগ কেন্দ্ৰৰূপে দুৰ্দ্দাম সাহসিকতাৰ বাবে ই পৰৱৰ্ত্তী বুৰঞ্জীত প্ৰসিদ্ধি লাভ কৰে। কিন্তু সুনিশ্চিতভাৱে দুৰ্ব্বাদল গতিত মুছলমানসকলৰ বিজয় অভিযানৰ সোঁত বৈ যায় আৰু কোনো প্ৰকাৰৰ ব্যক্তিগত সাহসিকতাই ইয়াক ৰোধ কৰিব নোৱাৰিলে। পুৰণি আৰ্য্য-ভাৰতীয় ভাৰত যে পতনোন্মুখ হৈছিল, সেই বিষয়ে অকণো সন্দেহ নাই।

বিদেশী বিজেতাক ৰোধ কৰিবলৈ অসমৰ্থ হৈ আৰ্য্য-ভাৰতীয় সংস্কৃতিয়ে প্ৰতিৰক্ষামূলক মনোভাৱ এটা গ্ৰহণ কৰিলে নিজকে সংৰক্ষণ কৰাৰ প্ৰচেষ্টাকল্পে ই কূপ এটাত সোমালগৈ। তেতিয়ালৈকে অলপ-অচৰপ উদাৰতা থকা জাতিভেদ প্ৰথাক ই অধিকতৰ কঠোৰ আৰু অলৰ-অচৰ কৰি ললে। ই মহিলাসকলৰ স্বাতন্ত্ৰ্য খৰ্ব্ব কৰিলে। আনকি গাঁও পঞ্চায়তবোৰেও লাহে লাহে বেয়াৰ ফাললৈ গতি সলালে। অধিকতৰ তেজী জাতি এটাৰ সম্মুখত পৰি অধোমুখী হৈ যোৱা সত্বেও ই তেওঁলোকক প্ৰভাবান্বিত কৰি নিজস্ব ধৰণকৰণৰ সাঁচত গঢ়িবলৈ চেষ্টা কৰিলে। ইয়াৰ সংগ্ৰহণ আৰু সংমিশ্ৰণৰ ক্ষমতা ইমানেই বেচি আছিল যে ই বিজেতাক সংস্কৃতিগতভাৱে বিজিত কৰাত কিছু পৰিমাণে হ'লেও কৃতকাৰ্য্য হয়।

তুমি মনত ৰাখিব লাগিব যে আৰ্য্য-ভাৰতীয় সভ্যতা আৰু উচ্চ সভ্যতাসম্পন্ন আৰবসকলৰ ভিতৰত এই প্ৰতিদ্বন্দ্বিতা হোৱা নাছিল। এই প্ৰতিদ্বন্দ্বিতা চলিছিল সভ্যতাসম্পন্ন কিন্তু পতনোন্মুখ ভাৰত আৰু মধ্য এচিয়াৰ অৰ্দ্ধ-সভ্য আৰু সময়ত অঘৰী জাতিবৰ্গৰ ভিতৰত। এই জাতিবোৰ অলপতেহে ইছলামলৈ ধৰ্ম্মান্তৰিত হৈছিল। দুখৰ বিষয় যে ভাৰতে সভ্যতাৰ এই দীনতা আৰু মামুদৰ আক্ৰমণৰ বিভীষিকাৰ লগত ইছলামক সংশ্লিষ্ট কৰিলে আৰু ফলত তিক্ততাৰ সৃষ্টি হ'ল।

## ৫২

## ইউৰোপৰ দেশবোৰে ৰূপ পৰিগ্ৰহ কৰে

৩ জুন, ১৯৩২

আমি এতিয়া ইউৰোপত এভুমুকি মাৰিমনে, আইজনী? আমি যেতিয়া তাত দৃষ্টিপাত কৰিছিলোঁ, তেতিয়া ইউৰোপৰ গতি-বিধি বেয়া আছিল। ৰোমৰ পতনে পশ্চিম ইউৰোপত সভ্যতাৰ পতন সূচিত কৰিলে। কনষ্টাণ্টিনোপলৰ চৰকাৰৰ অধীনত

থকা খণ্ডটোৰ বাহিৰে পূব ইউৰোপৰ অৱস্থা আছিল ততোধিক বেয়াহে। হূন এট্টিলাই মহাদেশখনৰ বহুজন অংশ এটাত অনল আৰু ধ্বংসলীলা বিয়পাই তোলে। কিন্তু পূব ৰোমান সাম্ৰাজ্যখন পতনোন্মুখ হৈও তিষ্ঠি থাকিল। আনকি মাজে-সময়ে ই শৌৰ্য্য-বীৰ্য্যৰ উচ্ছ্বাস একোটাও প্ৰদৰ্শিত কৰে।

ৰোমৰ পতনে খাজ লৰোৱাৰ পিচত পশ্চিমত অৱস্থাই নতুন ধৰণে থিতাপি ল'বলৈ আৰম্ভ কৰিলে। থিতাপি লওঁতে ভালেখিনি সময় লাগিল। কিন্তু গঢ় লগাব ধৰা নতুন গাঁথনিৰ কেৱল উমনহে পোৱা যায়। সময়ত সাধুপ্ৰবৰ আৰু শান্তি-কামী লোকসকলৰ চেষ্টাত আৰু সময়ত যোদ্ধা ৰজাসকলৰ তৰবাৰীৰ জোৰত খৃষ্ট ধৰ্ম্মই প্ৰসাৰ লভে। নতুন নতুন ৰাজ্যৰ উত্থান হয়। ফ্ৰান্স, বেলজিয়াম আৰু জাৰ্ম্মাণীৰ এক খণ্ডত ফ্ৰাংকসকলে (তুমি এওঁলোকক ফৰাচী বুলি ভুল কৰিবৰ এতিয়াও নৌ হয় এথোন) ক্লভিছ নামে শাসনকৰ্ত্তা এজনৰ অধীনত এখন ৰাজ্য গঠন কৰে। এওঁ ৪৮১ চনৰপৰা ৫১১ চনলৈকে শাসন চলায়। ক্লভিছৰ ককাকৰ নাম অনুসৰি ইয়াকে মেৰোভিঞ্জিয়ান ফৈদ বোলা হয়। পিচে এই ৰজাসকলক তেওঁলোকৰ নিজস্ব দৰবাৰৰে কৰ্ম্মচাৰী এজনে—ৰাজপ্ৰাসাদৰ মেয়ৰ—নিষ্প্ৰভ কৰি পেলায়। এই মেয়ৰসকল সৰ্ব্ব-শক্তিমান হৈ উঠে আৰু উত্তৰাধিকাৰসূত্ৰে মেয়ৰ হ'ব ধৰে। এওঁলোকেই হ'ল আচল শাসক; তথাকথিত ৰজাসকল আছিল মাথোন পুতলাহে।

ৰাজকাৰেঙৱ এই মেয়ৰসকলৰে অন্যতম চাৰ্লছ মাৰ্টেলে ৭৩২ খৃষ্টাব্দত ফ্ৰান্সৰ টোৰ্ছৰ যুদ্ধত ছাৰাচেনসকলক ঘটুৱায়। এই জয়লাভৰ দ্বাৰাই তেওঁ ছাৰাচেন-সকলৰ বিজয় অভিযানৰ ঢৌ ভেটা দিয়ে আৰু খৃষ্টানসকলৰ দৃষ্টিত তেওঁ ইউৰোপক ত্ৰাণ কৰিলে। ইয়াৰ ফলত তেওঁৰ সন্মান আৰু খ্যাতি অশেষ বাঢ়িল। শত্ৰুৰ বিৰুদ্ধে খৃষ্টসংঘৰ অধিনায়কৰূপে তেওঁলৈ চোৱা হ'ল। কন্ষ্টাণ্টিনোপলৰ সম্ৰাটৰ লগত তেতিয়া ৰোমৰ পোপসকলৰ সদ্ভাৱ নাছিল। সেইদেখি তেওঁলোকে সাহায্যৰ অৰ্থে চাৰ্লছ মাৰ্টেললৈ আশা পালি আছিল। তেওঁৰ পুতেক পেপিনে নিজকে ৰজাৰূপে অভিহিত কৰিবলৈ আৰু তেতিয়াও বৰ্ত্তি থকা পুতলাটো অপসাৰিত কৰিবলৈ স্থিৰ কৰিলে। পোপে সানন্দে সন্মতি জ্ঞাপন কৰিলে।

পেপিনৰ পুতেক হ'ল কাৰ্লেমান (চাৰ্লেমান)। পোপ আকৌ বিপদত পৰিল আৰু তেওঁক পৰিত্ৰাণ কৰিবৰ অৰ্থে চাৰ্লেমানক মাতি পঠালে। চাৰ্লছে অনুৰোধ ৰক্ষা কৰিলে আৰু পোপৰ শত্ৰুহঁতক খেদি পঠালে আৰু ৮০০ খৃষ্টাব্দত খৃষ্টমাছৰ দিনা গীৰ্জ্জাত বিৰাট উৎসৱ এটা হ'ল। ইয়াতে পোপে চাৰ্লেমানক "ৰোমান সম্ৰাট" ৰূপে অভিষিক্ত কৰিলে। সেইদিনাৰ পৰাই আৰম্ভ হ'ল "পুণ্য ৰোমান সাম্ৰাজ্য"খন —যিখনৰ বিষয়ে আগতে এবাৰ তোমালৈ মই লিখিছিলোঁৱেই।

ই হ'ল এক আশ্চৰ্য্যজনক সাম্ৰাজ্য; ইয়াৰ পৰৱৰ্ত্তী বুৰঞ্জীও ততোধিক আশ্চৰ্য্য-কৰ; কিয়নো 'এলিচ'ৰ চেছায়াৰ মেকুৰীটোৰ দৰে ই ক্ৰমাৎ অন্তৰ্হিত হৈ পৰে; হাঁহিটোহে থাকি যায়, কায়াৰ শুং-সূত্ৰেই নৰয়। সেয়ে অৱশ্যে ঘটিলগৈ পিচতহে; আমি ভৱিষ্যতৰ পম খেদাৰ একো সকাম নাই।

এই পুণ্য ৰোমান সাম্ৰাজ্যখন পুৰণি প্ৰতীচ্য ৰোমান সাম্ৰাজ্যৰ ক্ৰমানুবৰ্ত্তন নহয়। ই হ'ল এক বিভিন্ন বস্তু। ই নিজকে সাম্ৰাজ্য বুলি ধৰিলে; পোপৰ বাহিৰে

কিজানি সম্ৰাটজন পৃথিৱীৰ আন সকলোবোৰ মানুহৰে ওপৰৰ কৰ্ত্তা। সম্ৰাট আৰু পোপৰ ভিতৰত কোনজননো ডাঙৰ, সেই প্ৰশ্ন লৈ বহু শতাব্দী জুৰি অৰিয়াঅৰি লাগি আছিল। কিন্তু ইও ঘটিছিল পিচতহে। কৌতুকেৰে মন কৰিব লগা বিষয় হ'ল এয়ে যে এই নতুন সাম্ৰাজ্যখনক পুৰণি ৰোমান সাম্ৰাজ্যৰ (ই যেতিয়া সৰ্ব্বশক্তিমান আছিল) পুনৰভ্যুত্থান বুলি ধৰা হ'ল। ৰোমক পৃথিৱীৰ কৰ্ত্ৰী বুলি কোৱাই হৈছিল। পিচে ইয়াৰ লগতে এটা নতুন আদৰ্শও সংযুক্ত কৰা হ'ল—সি হ'ল খৃষ্ট ধৰ্ম্ম আৰু খৃষ্ট সংঘৰ। সেইদেখি সাম্ৰাজ্যখন হ'ল "পৱিত্ৰ"। সম্ৰাটজনক মৰ্ত্ত্যলোকত একপ্ৰকাৰ ঈশ্বৰৰ ৰাজপ্ৰতিনিধি বুলি ধৰা হ'ল আৰু পোপো হ'ল তদ্ৰূপ। এজনে ৰাজনৈতিক বিষয়ৰ চৰ্চ্চা কৰে, আনজনে কৰে আধ্যাত্মিক বিষয়ৰ। যি ধৰণেই হওক লাগিলে, ভাৱটো আছিল এয়ে। মোৰ ধাৰণা, ৰজাৰ অপৌৰুষেয় স্বত্বৰ আদৰ্শটো ইয়াৰপৰাই উদ্ভূত হ'ল। সম্ৰাটজন হ'ল "ধৰ্ম্মবিশ্বাসৰ ৰক্ষক"। জানিবলৈ পালে তোমাৰ হয়তো আগ্ৰহ জন্মিব যে ইংৰাজ ৰজাজনক এতিয়াও "ধৰ্ম্মবিশ্বাসৰ ৰক্ষক" ৰূপে অভিহিত কৰা হয়।

এই সম্ৰাটজনক খলিফা বা ফেলিফৰ লগত ৰিজাই চোৱা। তেওঁকো "বিশ্বাস-ভাজনসকলৰ অধ্যক্ষ" আখ্যা দিয়া হয়। খলিফাজন প্ৰকৃতপক্ষে আৰম্ভণিত আছিল একাধাৰে সম্ৰাট আৰু পোপ সংযুক্ত। পিচত আমি দেখিবলৈ পাম যে তেওঁ কেৱল এজন নামনাচ মুখিয়ালহে হৈ পৰিল।

কন্‌ষ্টাণ্টিনোপলৰ সম্ৰাটসকলে অৱশ্যে পশ্চিমত নতুনকৈ অভ্যুত্থান হোৱা এই "পৱিত্ৰ ৰোমান সাম্ৰাজ্য"খন মুঠেও গ্ৰাহ্য কৰা নাছিল। চাৰ্লেমান অভিষিক্ত হোৱাৰ সময়ত ইৰেণ বুলি এগৰাকী মহিলা কন্‌ষ্টাণ্টিনোপলৰ সম্ৰাজ্ঞী হৈছিল। নিজে সম্ৰাজ্ঞী হোৱাৰ বাসনাত আপোন পুতেককে নিধন কৰা প্ৰাণী এই গৰাকীয়েই। তেওঁৰ দিনত কথা-কাণ্ডই বেয়াৰ ফালে ঢাল লৈছিল। চাৰ্লেমানক অভিষিক্ত কৰি কন্‌ষ্টাণ্টিনোপলৰপৰা বিচ্ছিন্ন হৈ আহিবলৈ পোপে বুকু ডাঠ কৰিব পৰা হোৱাৰ কাৰণবোৰৰ ভিতৰত ইও এটা।

চাৰ্লেমান হ'ল এতিয়া পশ্চিম খৃষ্টসংঘৰ মুখীয়াল, পৃথিৱীত ঈশ্বৰৰ ৰাজ-প্ৰতিনিধি, পৱিত্ৰ সাম্ৰাজ্য এখনৰ সম্ৰাট। এই শিতানবোৰ কেনে ঝঙ্কাৰময়! কিন্তু সেইবোৰে মানুহক মায়া-মোহাচ্ছন্ন কৰি অভীষ্ট সিদ্ধি কৰাত সহায়তা কৰিলে। ঈশ্বৰ আৰু ধৰ্ম্মৰ আশ্ৰয় লৈ কৰ্ত্তৃত্বই প্ৰায় সততে আনক বিভ্ৰান্ত কৰি নিজৰ ক্ষমতা বৰ্দ্ধিত কৰিব খোজে। ৰজা, সম্ৰাট আৰু ঘাই পুৰোহিতজন সৰ্ব্বসাধাৰণ লোকৰ দৃষ্টিত সাধাৰণ জীৱনৰপৰা একেবাৰে পৃথক, প্ৰায় দেৱতাসকলৰ নিচিনা অস্পষ্ট আৰু ছায়াৱশেষ সত্তাত পৰিণত হয়। এই ৰহস্যাবৰণে সৰ্ব্বসাধাৰণক তেওঁৰ প্ৰতি ভয়ভীত কৰি তোলে। আদালতৰ বাহুল্য বিধি-বিধান, ৰীতি-নীতি আৰু আনুষ্ঠানিক আচাৰৰ লগত মন্দিৰ বা গীৰ্জ্জাৰ ঠিক সিমানেই বাহুল্য উপাসনানুষ্ঠান ৰিজাই চোৱা। সেই একেটা গতিতে নতশিৰ হোৱা যায়, আঠু লোৱা হয়, মাটিত লুটি লৈ সৰু হোৱা যায়—চীনাসকলে কোৱা মতে "কও-টও" কৰা হয়। ল'ৰালি কালৰপৰা ধৰি কৰ্ত্তৃত্বৰ এই উপাসনাকে আমাক শিকাই অহা হৈছে। ই হ'ল ভয়ৰ সেৱা; প্ৰেমৰ নহয়।

চাৰ্লেমান বাগ্‌দাদৰ হাৰুণ-অল্‌-ৰছিদৰ সমসাময়িক আছিল। তেওঁ হাৰুণলৈ চিঠি-পত্ৰও দিছিল। তেওঁ সঁচাকৈয়ে প্ৰাচ্য ৰোমান সম্ৰাট আৰু স্পেইনৰ ছাৰাচেন-সকলৰ বিপক্ষে যুদ্ধ দিবৰ অৰ্থে দুয়োৰো মাজত মৈত্ৰী চুক্তি এখন সম্পাদন কৰাৰো পৰামৰ্শ দিছিল। এইটো তুমি মন কৰিব লগা কথা। এই পৰামৰ্শই অৱশ্যে একো ফল নধৰিলে যেন দেখা যায়; কিন্তু সেয়ে হ'লেও ৰজা আৰু ৰাজনীতিজ্ঞসকলৰ মনৰ ভাব-গতিৰ ওপৰত ই অশেষ ৰেখাপাত কৰে। "পৱিত্ৰ" সম্ৰাটজনে—খৃষ্টসংঘৰ মুখীয়ালজনে—খৃষ্টান শক্তি আৰু আৰব শক্তি এটাৰ বিৰুদ্ধে বাগ্‌দাদৰ খলিফাজনৰ লগত হাত মিলোৱাটো কেনে কথা, ভাবি চোৱাচোন। তোমাৰ মনত থাকিব পায় যে স্পেইনৰ ছাৰাচেনসকলে বাগ্‌দাদৰ আব্বাছিদ খলিফাসকলক মানি লবলৈ অস্বীকাৰ কৰিছিল। তেওঁলোক স্বতন্ত্ৰ হৈ গ'ল আৰু তেওঁলোকৰ প্ৰতি বাগ্‌দাদৰ ৰোষ আছিল। কিন্তু যুদ্ধ চলাবৰ অৰ্থে তেওঁলোক থাকিল ভালেখিনি নিলগত। কন্‌ষ্টাণ্টিনোপল আৰু চাৰ্লেমানৰ মাজতো বৰ বেচি প্ৰীতি নাছিল। ইয়াতো দূৰত্বই বাস্তৱ সংঘৰ্ষ বাৰণ কৰিছিল। যি কি নহওক লাগে, খৃষ্টান আৰু আৰব উভয়কে সংযুক্ত কৰি আন এটা খৃষ্টান আৰু আন এটা আৰব শক্তিৰ বিৰুদ্ধে যোৱাৰ প্ৰস্তাৱ দাঙি ধৰা হৈছিল। ৰজাসকলৰ মনৰ গুৰিতে থকা প্ৰকৃত উদ্দেশ্য হ'ল শক্তি-সম্পদ আৰু কৰ্তৃত্ব বঢ়োৱা; কিন্তু সময়ত ধৰ্ম্মক ইয়াৰ মুখা কৰি লোৱা হয়। সৰ্ব্বত্ৰ এনেকুৱাই আছিল। ধৰ্ম্মৰ নামত মামুদ ভাৰতলৈ অহা আৰু তাৰ দোহাই দি বেছ লাভ কৰা আমি লক্ষ্য কৰিবলৈ পাওঁ। সচৰাচৰ ধৰ্ম্মৰ নাৱাই যথেষ্ট লাভৱান কৰে।

কিন্তু মানুহৰ ভাৱধাৰা যুগে যুগে সলনি হৈ থাকে। বহুকালৰ পূৰ্ব্বে বসতি কৰা লোকসকলৰ গুণাগুণ বিচাৰ কৰাটো আমাৰ পক্ষে অতিশয় কঠিন। এই কথা আমি মনত ৰাখিবই লাগিব। আজি আমাৰ পক্ষে দেখ্‌দেখ্‌কৈয়ে ওলাই থকা বহুতো কথা তেওঁলোকৰ পক্ষে বৰ অদ্ভুত হ'লহেঁতেন আৰু তেওঁলোকৰ ৰীতি-নীতি আৰু চিন্তাধাৰা আমাৰ ওচৰত অদ্ভুত যেন লাগিব। যিস্থলত মানুহে উচ্চ আদৰ্শ, পৱিত্ৰ সাম্ৰাজ্য, ঈশ্বৰৰ ৰাজপ্ৰতিনিধি আৰু খৃষ্টদূত পোপৰ ভনিতা গাইছিল, তেনেস্থলত পাশ্চাত্যত অৱস্থা যিমান বেয়া হ'ব পাৰে, সিমানেই বেয়া হৈছিল। চাৰ্লেমানৰ ৰাজত্বৰ পিচত অচিৰে ইটালী আৰু ৰোম দুৰ্যশত পৰিল। ৰোমত নিধক পুৰুষ-স্ত্ৰী এদল ওলাই যি খুচি তাকে কৰিলে আৰু পোপ ভঙা-পতা কৰিলে।

ৰোমৰ পতনৰ পিচৰপৰা ধৰি ইউৰোপত চলি অহা এই সাধাৰণ বিশৃঙ্খলাইহে বহুতো মানুহক ভাবিবলৈ অৱকাশ দিয়ে যে সাম্ৰাজ্যখন পুনৰুজ্জীৱিত কৰিলে অৱস্থা উন্নততৰ হ'ব। তেওঁলোকৰ যে সম্ৰাট এজন থকা উচিত, সেইটোও বহুতৰ ইজ্জতৰ বিষয় হৈ পৰিল। সেইকালৰ এজন প্ৰবীণ লিখকে কৈছে যে, "খৃষ্টানসকলৰ মাজত সম্ৰাটৰ নাম নুমাই গলে পাগানসকলে খৃষ্টানসকলক অপমানিত কৰিব" এই শঙ্কাতে চাৰ্লছক সম্ৰাট কৰা হ'ল।

চাৰ্লেমানৰ সাম্ৰাজ্যখনে ফ্ৰান্স, বেলজিয়াম, হ'লেণ্ড, চুইজাৰলেণ্ড, জাৰ্ম্মাণীৰ আধা আৰু ইটালীৰ আধা সামৰি লৈছিল। ইয়াৰ দক্ষিণ-পশ্চিমে থাকিল আৰব-সকলৰ শাসনাধীন স্পেইন, উত্তৰ-পূবে হ'ল শ্লাভ আৰু অন্যান্য জাতিবৰ্গ, উত্তৰত হ'ল

ডেন আৰু নৰ্থমেনসকল, দক্ষিণ-পূবে বুলগেৰিয়ান আৰু ছাৰ্বিয়ানসকল আৰু তেওঁলোকৰ সিফালে থাকিল কন্‌ষ্টাণ্টিনোপলৰ অধীনস্থ প্ৰাচ্য ৰোমান সাম্ৰাজ্য।

চাৰ্লেমান ৮১৪ খৃষ্টাব্দত ঢুকায়। তাৰ পিচত অচিৰে সাম্ৰাজ্যৰ ধন-দৌলতৰ ভাগ-বাটোৱাৰাৰ অৰ্থে হুলস্থূল লাগে। চাৰ্লেমানৰ বংশধৰসকল (যিসকলক কাৰ্লোৰিঞ্জিয়ান—'কেৰলাছ' হ'ল চাৰ্লছৰ লেটিন নাম—বোলা হয়) বিশেষ কামৰ মানুহ নাছিল। তেওঁলোকৰ কোনো কোনো জনৰ আখ্যাৰপৰাই সেইটো ধৰিব পাৰি; যেনে "লোধোমা", "টকলামুৰীয়", "ধৰ্ম্মনিষ্ঠ"। চাৰ্লছৰ সাম্ৰাজ্যৰ ভাগ-বাটোৱাৰাৰপৰাই জাৰ্ম্মাণী আৰু ফ্ৰান্সে গঢ় লোৱা আমি দেখিবলৈ পাওঁ। ৮৪৩ খৃষ্টাব্দৰ পৰাই ৰাষ্ট্ৰ হিচাপে জাৰ্ম্মাণীৰ সূচনা হ'ল বুলি ধৰা যায়। ৯৬২ খৃষ্টাব্দৰপৰা ৯৭৩ খৃষ্টাব্দলৈকে ৰাজত্ব কৰা মহান অটোৱে জাৰ্ম্মাণসকলক ন্যূনাধিক একত্ৰিত জাতি কৰিছিলে বুলি প্ৰবাদ আছে। ফ্ৰান্স আগৰেপৰাই অটোৰ সাম্ৰাজ্যৰ অংশ নাছিল। ৯৮৭ খৃষ্টাব্দত হিউ কাপেটে দুৰ্ব্বল কাৰ্লোৰিঞ্জিয়ান ৰজাসকলক খেদি দি ফ্ৰান্সৰ নিয়ন্ত্ৰণ লাভ কৰে। এইটোক ঠিক নিয়ন্ত্ৰণ বুলিব নোৱাৰি; কিয়নো স্বতন্ত্ৰ ডা-ডাঙৰীয়াসকলৰ অধীনস্থ কেতবোৰ ডাঙৰ ডাঙৰ এলেকাত ফ্ৰান্সখন বিভক্ত হৈ আছিল আৰু তেওঁলোকে সময়ত নিজৰ ভিতৰতে যুঁজ-বাগৰ কৰি আছিল। কিন্তু তেওঁলোকে ইজনে সিজনলৈ যিমান ভয় কৰিছিল, সম্ৰাট আৰু পোপলৈ তাতকৈ বেচিহে ভয় কৰিছিল আৰু এই দুজনক প্ৰতিৰোধ কৰিবৰ অৰ্থে ঐক্যবদ্ধ হৈছিল। হিউ কাপেটৰ লগে লগে ৰাষ্ট্ৰ হিচাপে ফ্ৰান্সৰ সূচনা হয়। আনকি জাৰ্ম্মাণী আৰু ফ্ৰান্সৰ যি অৰিয়াঅৰি এহেজাৰ বছৰ ধৰি একেবাৰে আমাৰ দিনলৈকে চলি আহিছে, সেই অৰিয়াঅৰি এই পোনপ্ৰথমৰ আৰম্ভণিতো আমি লক্ষ্য কৰিবলৈ পাওঁহক। ফৰাচী আৰু জাৰ্ম্মাণসকলৰ দৰে ইমান পৰিমাৰ্জ্জিত আৰু উচ্চগুণসম্পন্ন দুটা ওচৰচুবুৰীয়া জাতি আৰু দেশে পুৰুষ-পুৰুষানুক্ৰমে এই প্ৰাচীন খৰিয়াল পৰিপোষণ কৰি অহাটো আচৰিত কথা। কিন্তু বোধহয় দোষ তেওঁলোকৰ নিজৰ নহয়; যি প্ৰণালী অনুযায়ী তেওঁলোকে বসবাস কৰি আহিছে, সেই প্ৰণালীৰহে।

প্ৰায় এই সময়তে ৰুছিয়াও বুৰঞ্জীৰ মঞ্চত উপস্থিত হ'ল। ৰিউৰিক নামে উত্তৰ ফালৰপৰা যোৱা লোক এজনে ৮৫০ খৃষ্টাব্দমানত ৰুছ ৰাষ্ট্ৰৰ ভেটি বান্ধিলে বুলি কথিত হৈছে। দক্ষিণ-পূব ইউৰোপত বুলগেৰিয়ালসকলে নিগাজীকৈ বসতি কৰিবলৈ লোৱা—আনকি আক্ৰমণাত্মক হৈ উঠাও—আমি লক্ষ্য কৰিবলৈ পাওঁ। ছাৰ্বিয়ানসকলেও তদ্ৰূপ কৰিলে। পৱিত্ৰ ৰোমান সাম্ৰাজ্য আৰু নতুন ৰুছিয়াৰ মাজভাগত মেগিয়াৰ বা হাঙ্গেৰীয়ানসকলে আৰু প'লসকলেও ৰাষ্ট্ৰ গঠন কৰিবলৈ ললে।

ইতিমধ্যে উত্তৰ ইউৰোপৰপৰা পশ্চিম আৰু দক্ষিণৰ দেশবোৰলৈ জাহাজেৰে মানুহ আহি, জুই লগাই, কাটি-মাৰি লুট কৰিবলৈ ধৰিলে। ইংলেণ্ডলৈ গৈ উৎপীড়ণ আৰু লুট কৰা ডেন আৰু অন্যান্য নৰ্থমেনসকলৰ বিষয়ে তুমি পঢ়িছা। এই নৰ্থমেন, নৰ্ছমেন বা নৰ্মানসকল (যি নামেৰে তেওঁলোক অভিহিত হ'লগৈ) ভূমধ্য-সাগৰলৈও গ'ল, তেওঁলোকৰ জাহাজবোৰ ডাঙৰ ডাঙৰ নদীবোৰেদি উজাই গ'ল আৰু তেওঁলোক য'লৈকে গ'ল, ত'তে ডকাইতি, হত্যাকাণ্ড আৰু লুট কৰিলে, আনকি কন্‌ষ্টাণ্টিনোপলকো আতঙ্কিত কৰি তুলিলে। এই ডকাইত আৰু লুণ্ঠনকাৰীহ'তে

ফ্ৰান্সৰ দক্ষিণ-পশ্চিম অংশ (এতিয়া য'ত নৰ্মাণ্ডি আছে, সেই অংশ). দক্ষিণ ইটালী আৰু চিচিলি অধিকাৰ কৰি ললে আৰু লাহে লাহে সেই অঞ্চলতে নিগাজীকৈ বহিল। ঐশ্বৰ্য্যশালী হ'লে দস্যুবোৰে মাজে-সময়ে কৰাৰ দৰে এওঁলোকো ডাঙৰীয়া আৰু ভূস্বামী হৈ পৰিল। "বিজেতা"ৰূপে বিশ্ৰুত উইলিয়ামৰ অধিনায়কত্বত ফ্ৰান্সৰ নৰ্মাণ্ডিৰপৰা যোৱা এই নৰ্মানসকলেই ১০৬৬ খৃষ্টাব্দত ইংলেণ্ড অধিকাৰ কৰে। অতএব ইংলেণ্ডেও ৰূপ পৰিগ্ৰহ কৰা আমি দেখিবলৈ পাওঁ।

আমি এতিয়ামানে মোটামুটিভাৱে ইউৰোপত খৃষ্টোত্তৰ প্ৰথম সহস্ৰাব্দ বা হেজাৰ বছৰৰ সীমা-মুৰিয়লি পালোঁহি। প্ৰায় এই সময়তে ঘজনীৰ মামুদে ভাৰত আক্ৰমণ কৰিছিল আৰু প্ৰায় এই সময়তে বাগ্দাদৰ আব্বাছিদ খলিফাসকল ছিন্ন-ভিন্ন হৈছিল আৰু ছেলজুক তুৰ্কসকলে পশ্চিম এচিয়াত ইছলামক পুনৰুজ্জীৱিত কৰিছিল। স্পেইন আৰবসকলৰ তলতে থাকি গ'ল; কিন্তু তেওঁলোক আৰব দেশৰ নিজ গৃহভূমিৰপৰা একেবাৰে বিচ্ছিন্ন হৈ গ'ল; আনহে নেলাগে, বাগ্দাদৰ খলিফাসকলৰ লগতো তেওঁলোকৰ সম্ভাৱ নাছিল। উত্তৰ আফ্ৰিকা কাৰ্য্যতঃ বাগ্দাদৰপৰা মুক্তই আছিল। মিছৰত কেৱল স্বতন্ত্ৰ চৰকাৰ এটাই যে আছিল এনে নহয়, বেলেগ খলিফা এজনো আছিল আৰু কিছু সময়ৰ বাবে মিছৰীয় খলিফাজনে উত্তৰ আফ্ৰিকাও শাসন কৰিছিল।

## ৫৩

## ফিউডেল প্ৰথা

৪ জুন, ১৯৩২

আমি আজিকালি যি ধৰণে জানো, সেই ধৰণে ফ্ৰান্স, জাৰ্ম্মাণী, ৰুছিয়া আৰু ইংলেণ্ডৰ আৰম্ভণিৰ আভাস এটা আগৰখন চিঠিত পালোঁ। কিন্তু এতিয়া আমি যি ধৰণে ভাবোঁ, সেই ধৰণে সেইকালৰ মানুহবোৰে এই দেশবোৰৰ বিষয়ে চিন্তা কৰিছিল বুলি নেভাবিবা। আমি ইংৰাজ, ফৰাচী, জাৰ্ম্মাণ প্ৰভৃতি বেলেগ বেলেগ জাতিৰ কথা ভাবোঁ। এই জাতিবৰ্গৰ প্ৰতিটোৱে নিজৰ দেশখনক মাতৃভূমি বা পিতৃভূমি বা "পেট্ৰি" জ্ঞান কৰে। এয়ে হ'ল জাতীয়তাবোধ আৰু আজিৰ জগতত ইমান ফট্ফটীয়া হৈ ওলাই থকা বিষয় এয়ে। ভাৰততো আমাৰ মুক্তিৰ সংগ্ৰাম হ'ল আমাৰ "জাতীয়" সংগ্ৰাম। পিচে জাতীয়তাৰ এই ভাৱটো সেইকালত নাছিল। খৃষ্টসঙ্ঘৰ—অৰ্থাৎ জড়োপাসক কিম্বা মুছলমানসকলৰ বিপক্ষে খৃষ্টানসকল একেটা গোট বা একেখন সমাজৰ অন্তৰ্ভুক্ত হোৱাৰ—আদৰ্শ এটা হওঁতে আছিল। অনুৰূপ ধৰণে মুছলমানসকলৰো এই মৰ্ম্মে এটা ভাৱাদৰ্শ আছিল যে অন্যান্য যিসকল কাফেৰ, সেই সমস্তৰে বিপক্ষে তেওঁলোক ইছলাম ভুৱনৰ অন্তৰ্ভুক্ত।

পিচে খৃষ্টসঙ্ঘ বা ইছলামৰ এই ভাবাদৰ্শবোৰ আছিল অস্পষ্ট ধাৰণা। এই-

বোৰে সৰ্ব্বসাধাৰণৰ দৈনন্দিন জীৱন স্পৰ্শ কৰিব পৰা নাছিল। বিশেষ উপলক্ষ্য কিছুমানতহে খৃষ্টধৰ্ম্ম বা ইছলামৰ হকে (যেতিয়াই যিটোৰ বাবেই হওক লাগিলে) মানুহক ধৰ্ম্মাসক্তিৰে উদ্বুদ্ধ কৰি তুলিবৰ অৰ্থে সেইবোৰ কামত খটুওৱা হৈছিল। জাতীয়তাৰ পৰিবৰ্ত্তে ইজন-সিজন মানুহৰ ভিতৰত একজটীয়া সম্বন্ধ এটাহে আছিল। এয়ে হ'ল ফিউডেল সম্বন্ধ। যিটো ফিউডেল প্ৰথা বুলি কথিত, ই তাৰপৰাই উদ্ভূত হৈছিল। ৰোমৰ পতনৰ পিচত পাশ্চাত্যত পুৰণি নিয়মতন্ত্ৰ ভাগি পৰে। বিশৃঙ্খলা, অৰাজকতা, হিংসাচৰণ আৰু বলপ্ৰয়োগ চলে। যাৰ জোৰ আছিল, সি যিহকে পাৰে তাকে আত্মসাৎ কৰে আৰু যিমান দিনলৈকে ততোধিক জোৰী মানুহ এজন নোলাই তেওঁক বিতাড়ন কৰি নিদিয়ে, সিমান দিনলৈকে এই জোৰদাৰ পুৰুষেই দখল ভোগ কৰি থাকে। সুদৃঢ় দুৰ্গ কিছুমান সজা হ'ল আৰু এই দুৰ্গবোৰৰ কৰ্ত্তাসকলে আক্ৰমণ কৰি ফুৰা একোটা দল লৈ দেশৰ অভ্যন্তৰ উৎখাট কৰি ফুৰে আৰু সময়ত তেওঁলোকৰে নিচিনা অন্যান্য কৰ্ত্তাসকলৰ লগত যুঁজ দিয়ে। মাটিকে অৱলম্বন কৰি চলা দুখীয়া ৰায়ত আৰু বনুৱাসকল স্বাভাৱিকতে সবাতকৈ বেচি ক্ষতিগ্ৰস্ত হ'ব লগা হ'ল। এই বিশৃঙ্খলাৰ যোগেদি ফিউডেল প্ৰথাৰ উত্থান হয়।

ৰায়তসকল সংগঠিত হোৱা নাছিল। এই দস্যু কৰ্ত্তাসকলৰ বিপক্ষে তেওঁ-লোকে আত্মৰক্ষা কৰিব নোৱাৰিছিল। তেওঁলোকক ৰক্ষা কৰিবৰ জোখাৰে শক্তি থকা কোনো কেন্দ্ৰীয় চৰকাৰ নাছিল। সেইদেখি তেওঁলোকক লুটপাট কৰি খোৱা দুৰ্গৰ অধিপতিৰ লগত ঢোতে খৰ মাৰি তেওঁলোকে আপোচ ৰক্ষা কৰিলে। দুৰ্গৰ কৰ্ত্তাই তেওঁলোকক উপদ্ৰুত বা ব্যতিব্যস্ত নকৰিব আৰু তেওঁৰ শ্ৰেণীৰ অন্যান্য কৰ্ত্তাসকলৰ-পৰা তেওঁলোকক ৰক্ষা কৰিব—এই চৰ্ত্তসাপেক্ষে পথাৰত তেওঁলোকে যি উৎপন্ন কৰে, তাৰ একাংশ দুৰ্গৰ অধিপতিক দিবলৈ আৰু আন প্ৰকাৰেও তেওঁক সেৱা কৰিবলৈ ৰায়তসকল সন্মত হ'ল। সৰুসুৰা দুৰ্গবোৰৰ মালিকসকলো সেই অনুক্ৰমে ডাঙৰ ডাঙৰ দুৰ্গবোৰৰ মালিকসকলৰ লগত অঙ্গীকাৰবদ্ধ হ'ল। কিন্তু সৰু সামন্ত এজনে ডাঙৰ সামন্ত এজনক পথাৰৰ উৎপন্নৰ অংশ এটা যোগাব নোৱাৰে; কাৰণ তেওঁ নিজে খেতিয়ক বা উৎপাদনকাৰী নহয়। সেইদেখি তেওঁ সামৰিক সেৱা দিবলৈকে—অৰ্থাৎ যেতিয়াই আৱশ্যক হয়, তেতিয়াই ডাঙৰ সামন্তজনৰ পক্ষে যুদ্ধত প্ৰবৃত্ত হ'বলৈ প্ৰতিশ্ৰুত হ'ল। ইয়াৰ প্ৰতিদানৰূপে ডাঙৰ জনে সৰুজনক ৰক্ষা কৰিব লাগিব আৰু পিচৰজন আগৰজনৰ (মুনিবৰ) চমুৱা হৈ পৰিল। এইদৰে খলপাখলপে গৈ থাকি বৃহত্তৰ ডা-ডাঙৰীয়াসকলক পোৱা হ'ল আৰু সৰ্ব্বশেষত এই ফিউডেল গাঁথনিৰ মূধত থকা ৰজাজনত তেওঁলোক উপনীত হ'লগৈ। কিন্তু তেওঁলোক ইমানতে ক্ষান্ত নেথাকিল। তেওঁলোকৰ দৃষ্টিত আনহে নেলাগে, ঈশ্বৰৰ অধ্যক্ষতাত ত্ৰয়ী সমন্বিতে স্বৰ্গই এই ফিউডেল প্ৰথাৰ নিজস্ব ভাগ এটি লভিছে।

ইউৰোপত বিৱৰ্ত্তমান বিশৃঙ্খলাৰপৰা ক্ৰমাগত উত্থান হোৱা প্ৰণালীটো হ'ল এয়ে। তুমি নিশ্চয় মনত ৰাখিব লাগিব যে সেই সময়ত কাৰ্য্যতঃ কোনো প্ৰকাৰৰ কেন্দ্ৰীয় চৰকাৰ নাছিল, পুলিচ বা তদনুৰূপ লোক কোনো নাছিল। এডোখৰ মাটিৰ যেয়ে মালিক, সেয়ে আছিল এই মাটি ডোখৰৰ আৰু লগতে তাৰ ওপৰত নিৰ্ভৰ কৰি চলা সমস্ত লোকৰ শাসনকৰ্ত্তা আৰু স্বত্বাধিকাৰী। তেওঁ আছিল

একপ্ৰকাৰ এজন সৰ্‌সৰ্‌বা ৰজাৰ নিচিনাই; প্ৰজাবৰ্গৰ সেৱা আৰু পথাৰৰ উৎপন্নৰ একাংশৰ প্ৰতিদানকল্পে তেওঁ ৰায়তসকলক ৰক্ষা কৰিব বুলি ধৰা হৈছিল। তেওঁ আছিল এই মানুহবোৰৰ—যিবোৰক 'ভিলিন' বা 'ছাৰ্ফ' বোলা হৈছিল—জাইগীৰদাৰ। তত্ত্বতঃ জাইগীৰদাৰে তেওঁৰ ওপৰৰ কৰ্ত্তাৰপৰা ভূ-স্বত্ব পাইছিল; তেওঁ আছিল সেই কৰ্ত্তাৰে কৰতলীয়া আৰু সেই কৰ্ত্তাকে তেওঁ সামৰিক সেৱা দিব লগা হৈছিল।

আনকি গীৰ্জ্জাৰ কৰ্ম্মকৰ্ত্তাসকলো ফিউডেল প্ৰথাৰ অংগ হৈ পৰিছিল। তেওঁলোক একাধাৰে আছিল পুৰোহিত বা ফিউডেল কৰ্ত্তা। জাৰ্ম্মানীত এইদৰেই প্ৰায় আধা মাটি আৰু সম্পত্তি আছিল যাজক আৰু মঠৰ মুখীয়ালসকলৰ হাতত। পোপ নিজেই আছিল এজন ফিউডেল কৰ্ত্তা।

তুমি মন কৰিব পোৱা যে এই গোটেই ফিউডেল প্ৰথাটো হ'ল পদ-মৰ্য্যাদা অনুক্ৰমৰ আৰু শ্ৰেণীবিন্যাসৰ। সমানাধিকাৰৰ কোনো প্ৰশ্ন নাই। একেবাৰে তল খলপাত হল 'ভিলিন' বা ছাৰ্ফসকল; সামন্ত, ডাঙৰ ডাঙৰ জাইগীৰদাৰ, ততোধিক ডাঙৰ কৰ্ত্তা আৰু ৰজাক লৈ সমাজ গাঁথনিৰ গোটেইটো বোজা তেওঁলোকে বহন কৰিব লগা হৈছিল। গীৰ্জ্জাৰ সমুদায় খৰচ—বিছপ, এটব, কাৰ্ডিনাল আৰু সাধাৰণ পাদুৰীসকলৰ ব্যয়ৰ ভাৰো তেওঁলোকৰ ওপৰতেই পৰিছিল। ডাঙৰীয়া-সকলৰ সৰু-বৰ কোনেও খাদ্য বা সিমান কোনো বিধৰ সম্পত্তি উৎপন্ন হব পৰা একো কামকে কৰা নাছিল। তেনে কৰিলে তেওঁলোকৰ মৰ্য্যাদাৰ লগত খাপ নেখাব বুলি ভবা হৈছিল। তেওঁলোকৰ ঘাই বৃত্তি আছিল যুদ্ধ কৰা। যেতিয়া এই যুদ্ধত প্ৰবৃত্ত হব লগা নহয়, তেতিয়া তেওঁলোকে চিকাৰ কৰিছিল নাইবা ব্যঙ্গ যুদ্ধ কিম্বা টুৰ্ণামেন্টত প্ৰবৃত্ত হৈছিল। তেওঁলোক আছিল ৰুক্ষ আৰু অশিক্ষিত এচাম লোক। যুদ্ধ কৰা আৰু খোৱা-পিয়া কৰাৰ বাহিৰে আত্মবিনোদনৰ আন বহুতো পন্থা তেওঁলোকৰ অনৱগত আছিল। সেই দেখি খাদ্য আৰু জীৱনৰ পক্ষে লাগতিয়াল অন্যান্য সামগ্ৰী উৎপন্ন কৰাৰ গোটেই বোজাটো খেতিয়ক আৰু শিল্পীসকলৰ ওপৰতে পৰিছিল। গোটেই প্ৰথাটোৰ মূধচত আছিল ৰজা; তেওঁক ঈশ্বৰৰে এজন সামন্তৰূপে জ্ঞান কৰা হৈছিল।

উক্ত ফিউডেল প্ৰথাৰ অন্তৰালৰ আদৰ্শ আছিল এয়ে। অন্ততঃ সামন্তবৰ্গই তেওঁলোকৰ কৰতলীয়া জমি-বন্দীসকলক ৰক্ষা কৰিব লাগিছিল; কিন্তু কাৰ্য্যতঃ তেওঁলোক নিজেই আছিল আইনৰ হৰ্ত্তা-কৰ্ত্তা। তেওঁলোকৰ ওপৰৱালাসকলে নাইবা ৰজাই বৰ কমেই তেওঁলোকক চোৱা-চিতা কৰিছিল আৰু খেতিয়ক শ্ৰেণী ইমানেই নিশকতীয়া আছিল যে তেওঁলোকৰ দাবী প্ৰত্যাখ্যান কৰিব পৰা নাছিল। বহু গুণে বেচি শক্তিশালী হোৱা হেতুকে তেওঁলোকে জমি-বন্দীসকলৰ-পৰা যিমান পাৰে, সিমান সৰকাইছিল আৰু দুৰ্ব্বিসহ জীৱন টিকাই ৰাখিবৰ জোখাৰে যিকণ লাগে, সেইকণ কোনোমতেহে এৰিছিল। সদায় সকলোবোৰ দেশতে ভূ-স্বামীসকলৰ গতি-গোত্ৰ একেই। ভূ-স্বত্বই আভিজাত্য আনি দিলে। মাটি দখল কৰি লোৱা আৰু কিল্লা একোটা সজোৱা দস্যু-সামন্তজন সম্ভ্ৰান্ত অধিপতি হৈ পৰিল; তেওঁক সকলোৱে শ্ৰদ্ধা কৰা হ'ল। এই ভূ-স্বত্বই শক্তিও প্ৰদান কৰিলে আৰু ভূ-স্বামীজনে খেতিয়ক, উৎপাদনকাৰী বা বনুৱাৰপৰা যিমান পাৰি সিমান

অপহৰণ কৰাত এই শক্তি নিয়োজিত কৰিলে। আনকি আইনেও ভূ-স্বামীসকলক সহায় কৰিছিল; কিয়নো আইনবোৰ হ'ল তেওঁলোকে নিজে অথবা তেওঁলোকৰ মিত্ৰবৰ্গই তৈয়াৰী কৰা। মাটি ব্যক্তিবিশেষৰ নহৈ সমাজৰ হোৱা উচিত বুলি যে বহুতো লোকে ভাবে, তাৰ কাৰণ এয়ে। মাটি যদি ৰাষ্ট্ৰৰ বা সমাজৰ হয়, অৰ্থাৎ যিসকলে মাটিক অৱলম্বন কৰি জীৱন প্ৰৱৰ্ত্তায়, মাটি যদি সেইসকলৰে হয়, তেনেহলে মাটিক আশ্ৰয় কৰি লৈ থকাসকলক আন কোনেও শোষণ কৰিব নোৱাৰিব নাইবা অবাঞ্ছিত সুবিধা এটা ল'ব নোৱাৰিব।

কিন্তু এনেবোৰ ভাবৰ তেতিয়া উদয় হোৱা নাছিল। আমি যি কালৰ কথা কৈছোঁ, সেই কালত মানুহে এই অনুক্ৰমে চিন্তা-চৰ্চ্চা কৰা নাছিল। সাধাৰণ তৰপৰ মানুহ দাৰিদ্ৰ্যগ্ৰস্ত আছিল; কিন্তু তেওঁলোকে নিজৰ দুৰ্দ্দশাৰপৰা ত্ৰাণ পোৱাৰ কোনো পন্থা দেখা পোৱা নাছিল। সেই দেখি তেওঁলোকে সেই দুৰৱস্থাকে সহি থাকি অসাৰ্থক পৰিশ্ৰম কৰি জীৱন পাত কৰিছিলি। আনুগত্যৰ ভাবটো তেওঁলোকৰ মনত সুমাই দিয়া হ'ল আৰু এইটো এবাৰ কৰি লব পাৰিলে মানুহে প্ৰায় যি কোনো অৱস্থাকে সহি থাকিব পৰা হব। সেইদেখি এহাতে ফিউডেল কৰ্ত্তা আৰু তেওঁলোকৰ পৰিচৰবৰ্গ আৰু আনহাতেদি তেনেই দুখীয়া লোকসকলক লৈ গঠিত সমাজ এটা উত্থান হোৱা দেখিবলৈ পাওঁ। সামন্ত প্ৰভুৰ শিলৰ দুৰ্গৰ আশে-পাশে ভৃত্যবৰ্গৰ বোকা বা কাঠৰ জুপুৰীবোৰ থুপ বান্ধি থাকে। পৰস্পৰৰপৰা বহু দূৰ বিচ্ছিন্ন দুখন জগতৰ সৃষ্টি হ'ল—এখন জগত হ'ল মুনিবৰ আৰু আনখন দাসৰ। মুনিবজনে কিজানি দাসবৰ্গক তেওঁ পোহা গৰু-ম'হতকৈ অলপহে বিভিন্ন জ্ঞান কৰিছিল।

মাজে-সময়ে সুৰসুৰা পুৰোহিতসকলে ৰায়তবৰ্গকে কৰ্ত্তাসকলৰপৰা ৰক্ষা কৰাৰ চেষ্টা কৰিছিল। কিন্তু সাধাৰণতঃ পুৰোহিত আৰু যাজক সম্প্ৰদায়ে সামন্তসকলৰে পক্ষ লৈছিল। প্ৰকৃতপক্ষে বিছপ আৰু এবটসকল নিজেই আছিল ফিউডেল কৰ্ত্তা।

ভাৰতত এনে ধৰণৰ ফিউডেল প্ৰথা আমি পোৱা নাছিলোঁ; কিন্তু ইয়াৰ অনুৰূপ এক প্ৰণালী আমাৰো অধিগত হৈছিল। আনকি নিজস্ব শাসক আৰু ডাডাঙৰীয়াসকলক লৈ আমাৰ ভাৰতীয় দেশীয় ৰাজ্যবোৰেও বহুতো ফিউডেল আচাৰবিচাৰ এতিয়াও সংৰক্ষণ কৰি আছে। ভাৰতীয় জাতিভেদ প্ৰথা ফিউডেল প্ৰথাৰপৰা সমূলঞ্চে বিভিন্ন যদিও ই সমাজক শ্ৰেণীগতভাৱে বিভক্ত কৰি পেলাইছে। মই বোধহয় তোমাক কৈ আহিছোঁৱেই যে চীনত এনে ধৰণৰ স্বেচ্ছাতন্ত্ৰ বা বিশেষাধিকাৰপ্ৰাপ্ত শ্ৰেণী এটা কোনো কালেই নাছিল। তেওঁলোকৰ পৰীক্ষা লোৱাৰ পুৰণি প্ৰথাৰ যোগেদি একেবাৰে উচ্চতম পদৰ দুৱাৰো প্ৰতিজন ব্যক্তিৰ বাবেই খুলি ৰখা হৈছিল। অৱশ্যে কাৰ্য্যতঃ বহুতো হকা-বাধা থাকিব পাৰে।

সেইদেখি ফিউডেল প্ৰথাত সমানাধিকাৰ বা স্বতন্ত্ৰতাৰ একো আদৰ্শ নাছিল। স্বত্ত্ব আৰু দায়িত্বৰহে ধাৰণা এটা আছিল—অৰ্থাৎ ফিউডেল কৰ্ত্তাই সেৱা আৰু মাটিৰ উৎপন্ন অংশ এটা তেওঁৰ স্বত্ত্বৰূপে পাইছিল আৰু ৰক্ষণাবেক্ষণ দিয়াটো তেওঁৰ দায়িত্ব ৰূপে গণ্য কৰিছিল। কিন্তু স্বত্ত্ববোৰ সদায় মনত ৰখা হৈছিল আৰু

দায়িত্ববোৰ প্ৰায় আওহেলা কৰা হৈছিল। আনকি এতিয়াও আমি ইউৰোপৰ কেতবোৰ দেশৰ ডাঙৰ ডাঙৰ জমিদাৰ পাওঁহক। ভাৰততো জমিদাৰসকলে কুটা এগছো নকৰাকৈ ৰায়তসকলৰপৰা বিস্তৰ ধন ৰাজহ ৰূপে আদায় কৰে; কিন্তু কিবা এক প্ৰকাৰৰ দায়িত্ব যে এটা আছে, সেইটো কোনোবা কালতে পাহৰা হ'ল।

নিজৰ স্বাধীনতা সম্বন্ধে ইমানেই সজাগ পুৰণি ইউৰোপীয় বৰ্ব্বৰ জাতি-বৰ্গই, এই স্বাধীনতা সমূলি অগ্ৰাহ্য কৰা ফিউডেল প্ৰথাৰ ওচৰত কেনেকৈ ক্ৰমাগত সেও মানিলে, সেইটো লক্ষ্য কৰিবলৈ পোৱাটো বিস্ময়কৰ বিষয়। এই জনজাতি-বোৰে নিজৰ অধিনায়কসকলক নিৰ্ব্বাচিত কৰিছিল আৰু তেওঁলোকক ধৰা-চোৱাৰ ভিতৰত ৰাখিছিল। কিন্তু এতিয়া আমি সকলো ঠাইতে দেখা পাওঁ স্বেচ্ছাচাৰিতা আৰু স্বৈৰতন্ত্ৰ; নিৰ্ব্বাচনৰ কোনো প্ৰশ্নই নাই। এই পৰিৱৰ্ত্তনটো কিয় ঘটিল, মই ক'ব নোৱাৰিছোঁ। অ-লোকতান্ত্ৰিক মনোভাৱে প্ৰসাৰ লভাত গীৰ্জ্জাই প্ৰচাৰ কৰা মতবাদে সহায় কৰা বাবেও ই হয়তো হব পাৰে। ৰজাজন মৰ্ত্ত্যলোকত ঈশ্বৰৰ ছাঁ হৈ পৰিল। সৰ্ব্বশক্তিমানৰ ছাঁটোকনো তুমি কেনেকৈ উলঙ্ঘা বা বিসম্বাদিত কৰিব পাৰা? ফিউডেল প্ৰথাই নজিৰ আবেষ্টনীৰ ভিতৰত স্বৰ্গ আৰু মৰ্ত্ত্যকো সুমাই লোৱা যেন দেখা যায়।

স্বাধীনতা সম্পৰ্কীয় পুৰণি আৰ্য্য ভাৱ-ধাৰা ভাৰততো লাহে লাহে সলনি হৈ অহা আমি লক্ষ্য কৰিবলৈ পাওঁ। সেইবোৰ ক্ৰমাগত দুৰ্ব্বলতৰ হৈ আহে আৰু অৱশেষত প্ৰায় বিস্মৃত হয়গৈ। কিন্তু তোমাৰ ওচৰত ব্যক্ত কৰি আহিছোঁৱেই যে শুক্ৰাচাৰ্য্যৰ 'নীতিসাৰ' আৰু দক্ষিণ ভাৰতীয় শিলালিপিবোৰে আমাক কোৱা মতে আদি মধ্য যুগত এই ভাৱধাৰা কিছু পৰিমাণে হলেও সোঁৱৰণ কৰা হৈছিল।

নতুনকৈ অভ্যুত্থিত হোৱা ৰূপবোৰৰ যোগেদি লাহে লাহে ইউৰোপত আকৌ কিছু স্বাধীনতা সঞ্চাৰ হয়। ভূ-স্বামী আৰু মাটিত বন কৰা মানুহবোৰৰ (সামন্ত ভৰ্ত্তা আৰু ভৃতকসকলৰ) উপৰিও অন্যান্য শ্ৰেণীৰ লোকো আছিল; যেনে শিল্পী আৰু বেপাৰীসকল। এই মানুহবোৰ স্বতঃসিদ্ধভাৱে ফিউডেল প্ৰথাৰ অঙ্গ হোৱা নাছিল। বিশৃঙ্খলাৰ সময়ছোৱাত বেপাৰ নিচেই নগণ্য হৈ পৰিছিল আৰু হস্তশিল্পই পৰিপুষ্টি লাভ কৰা নাছিল। কিন্তু লাহে লাহে বেপাৰ বাঢ়ি গ'ল আৰু পৈণত কাৰিকৰ আৰু বণিকসকলৰ গুৰুত্বও বাঢ়ি আছিল। তেওঁলোক ধনী হৈ উঠিল; ডা-ডাঙৰীয়াসকলো ধন ধাৰে বিচাৰি তেওঁলোকৰ ওচৰলৈ যাব লগা হ'ল। তেওঁলোকে ধন ধাৰলৈ দিলে; কিন্তু ডাঙৰীয়াসকলে তেওঁলোকক কেতবোৰ বিশেষাধিকাৰ প্ৰদান কৰিব লাগিব বুলি জেদ কৰিলে। এই বিশেষাধিকাৰ-বোৰে তেওঁলোকৰ শক্তি বৃদ্ধি কৰিলে। অতএব সামন্ত প্ৰভুৰ দুৰ্গৰ চৌপাশে থকা ভৃত্যসকলৰ জুপুৰী ঘৰবোৰৰ পৰিৱৰ্ত্তে কাথেড্ৰল, গীৰ্জ্জা অথবা শ্ৰেষ্ঠী-সন্থাগাৰবোৰক কেন্দ্ৰ কৰি লৈ ঠন ধৰি উঠা সৰুসুৰা নগৰ কিছুমান লক্ষ্য কৰিবলৈ পাওঁ। বণিক আৰু শিল্পীসকলে নিজস্ব সংঘ বা সন্থা গঠন কৰিলে। এই সন্থা-বোৰৰ ঘাই কাৰ্যালয়বোৰ শ্ৰেণী-সন্থাগাৰ হৈ পৰিল আৰু এই শ্ৰেণী-সন্থাগাৰবোৰ পিচলৈ নগৰ সন্থাগাৰত পৰিণত হ'ল।

এনে ধৰণে উত্থান হোৱা এই চহৰবোৰ—ক'লোন, ফ্ৰাঙ্কফৰ্ট, হামবাৰ্গ আৰু

অন্যান্য বহুতো—ফিউডেল কৰ্ত্তাসকলৰ শক্তিৰ প্ৰতিদ্বন্দ্বী হৈ উঠিল। এইবোৰত নতুন শ্ৰেণী এটাৰ উদ্ভৱ হ'ল—বণিক আৰু বেপাৰীৰ শ্ৰেণী। তেওঁলোক ইমানেই ধনী হ'ল যে সামন্ত কৰ্ত্তাসকলকো উলঙ্ঘ কৰিব পৰা হ'ল। ই হ'ল এক সুদীৰ্ঘ সংগ্ৰাম; সময়ত ৰজাইও নিজৰ ডা-ডাঙৰীয়াসকলৰ শক্তি দেখি ভয় খাই এই চহৰবোৰৰ পক্ষ লৈছিল। কিন্তু মই বহুদূৰ আগুৱাই গৈছোঁ।

সেই কালত জাতীয়তাৰ যে কোনো ভাব নাছিল, সেইটোকে তোমাক কৈ মই এই চিঠিখন আৰম্ভ কৰিছিলোঁ। মানুহে নিজৰ কৰ্ত্তব্য আৰু ওপৰৱালা কৰ্ত্তাৰ প্ৰতি আনুগত্যৰ কথাই চিন্তা কৰিছিল। তেওঁলোকে কৰ্ত্তাক সেৱা কৰাৰ শপতহে লৈছিল; দেশক সেৱা কৰাৰ নহয়। আনকি ৰজাজনো আছিল ভালেখিনি নিলগত থকা এক অস্পষ্ট ব্যক্তি। যদি কৰ্ত্তাজনে ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ আচৰে, তেন্তে সেইটো ৰজাৰেই চিন্তিতব্য বিষয়। চমুৱাসকলে কৰ্ত্তাৰে অনুগমন কৰিব লাগিব। বহু কালৰ পিচত অহা জাতীয়তাৰ ভাৱৰপৰা ই আছিল তেনেই ভিন্ন।

## ৫৪

## চীনে অঘৰীবোৰক পশ্চিমলৈ খেদি পঠালে

৫ জুন, ১৯৩২

বহুদিন ধৰি—মোৰ বোধেৰে কিজানি এমাহমান—মই তোমালৈ চীন আৰু সুদূৰ প্ৰাচ্যৰ দেশবোৰৰ বিষয়ে লিখা নাই। ইউৰোপ, ভাৰত আৰু পশ্চিম এচিয়াৰ বহুতো পৰিৱৰ্ত্তনৰ বিষয়ে আমি আলোচনা কৰিলোঁ। আৰবসকলে প্ৰসাৰ লভি বহুতো দেশ অধিকাৰ কৰা আৰু ইউৰোপ অন্ধকাৰাচ্ছন্ন হৈ পৰা আৰু তাৰপৰা সংগ্ৰামৰ উদ্ভৱ হোৱা আমি লক্ষ্য কৰিলোঁ। এই গোটেই ছোৱা সময় ধৰি চীন অৱশ্যে চলি আছিল আৰু চলিছিলোঁ সাধাৰণতঃ ভাল ভাবেই। সপ্তম আৰু অষ্টম শতাব্দীত তাং সম্ৰাটসকলৰ আমোলত চীন কিজানি পৃথিৱীৰ ভিতৰতে আটাইতকৈ সুসভ্য, সমৃদ্ধিশালী আৰু সুশাসিত দেশ আছিল। ইয়াৰ লগত অৱশ্যে ইউৰোপৰ ৰিজনি নেখাটে; কিয়নো ৰোমৰ পতনৰ পিচত ইউৰোপ বৰ পিচপৰা আছিল। এই সময়ছোৱাৰ সৰহভাগ উত্তৰ ভাৰত অস্বচ্ছল অৱস্থাত আছিল। উত্তৰ ভাৰতৰ উজ্জ্বলতাপূৰ্ণ যুগ একোটাও আছিল; যেনে হৰ্ষই ৰাজত্ব কৰা কালত; কিন্তু মোটামুটিভাৱে ই তললৈ গৈছিল। দক্ষিণ ভাৰত নিশ্চয় উত্তৰতকৈ বেচি বলবান আছিল আৰু সাগৰৰ সিপাৰে থকা দক্ষিণ ভাৰতৰ উপনিৱেশবোৰ—এঙ্কৰ আৰু শ্ৰীবিজয়—মহান যুগ এটাৰ প্ৰস্তাৱনা-ক্ষণত উপনীত হৈছিল। এই সময়ছোৱাৰ ভিতৰত কোনো কোনো বিষয়ত চীনৰ সমকক্ষ হব পৰা ৰাষ্ট্ৰ আছিল কেৱল বাগ্‌দাদ আৰু স্পেইনৰ আৰব ৰাষ্ট্ৰ দুখনেইহে। কিন্তু এই দুখনো তুলনাত্মকভাৱে নিচেই অলপীয়া সময় এছোৱাৰ বাবেহে গৌৰৱৰ শীৰ্ষস্থান পাইছিলগৈ। এইটো সাগ্ৰহে

মন কৰিব লগা কথা যে সিংহাসনচ্যুত হৈ খেদা খোৱা তাং সম্রাট এজনে আৰবসকলৰ ওচৰত সাহায্য ভিক্ষা কৰিছিল আৰু তেওঁলোকৰ সাহায্যৰ বলতে তেওঁ পুনৰ ক্ষমতা লাভ কৰিলে।

এতেকে সেই কালত চীন সভ্যতা বেছ আগ শাৰীত আছিল আৰু সেই কালৰ ইউৰোপীয়সকলক এদল অৰ্দ্ধ-বৰ্ব্বৰ লোক বুলি চীনে কিছু যৌক্তিকতাপূৰ্ণ-ভাৱেই গণ্য কৰিব পাৰিছিল। জ্ঞাত পৃথিৱীখনত চীন আছিল সৰ্ব্বোচ্চ। মই "জ্ঞাত পৃথিৱী" বুলি কৈছোঁ; কাৰণ আমেৰিকাৰ তেতিয়া কি ঘটিছিল, মই ক'ব নোৱাৰোঁ। আমি অন্ততঃ এইটো জানো যে মেক্সিকো, পেৰু আৰু ওচৰ-চুবুৰীয়া দেশবোৰত কেবা শ বছৰো ধৰি সভ্যতা বৰ্ত্তি আছিল। কিছুমান বিষয়ত তেওঁ-লোক আছিল চকুত লগাকৈ আগবঢ়া; আন কিছুমান বিষয়ত তেওঁলোক আছিল ঠিক সিমানেই চকুত লগাকৈ পিচপৰা। পিচে তেওঁলোকৰ বিষয়ে মই ইমানেই কম জানো যে বেচি কবলৈ মই বুকু ডাঠ কৰিব নোৱাৰোঁ। কিন্তু সেইবিলাক—মেক্সিকো আৰু মধ্য আমেৰিকাৰ মায়া সভ্যতা, ইন্‌কাসকলৰ পেৰুভিয়ান ৰাষ্ট্ৰখন—তুমি মনত ৰখাটো মই বাঞ্ছা কৰোঁ। মোতকৈ বিজ্ঞ আন লোকে সেইবিলাকৰ বিষয়ে তোমাক যথোপযুক্তভাৱে কিছু ক'ব পাৰিব। মই স্বীকাৰ নকৰি নোৱাৰোঁ যে সেইবোৰে মোক মোহিত কৰিছে; কিন্তু সেইবোৰৰ বিষয়ে মোৰ অজ্ঞতা মোৰ মোহৰেই প্ৰতিসম।

আন এটা কথাও তুমি মনত ৰখাটো মই বাঞ্ছা কৰোঁ। আমাৰ চিঠিবোৰত প্ৰসঙ্গক্ৰমে আমি দেখি আহিছোঁ যে মধ্য এচিয়াত বহুতো অঘৰী জাতি ওলাই পশ্চিমে ইউৰোপলৈ গৈছিল নাইবা ভাৰতলৈ নামি আহিছিল। হুন, স্কাইথীয়ান, তুৰ্ক, আৰু অন্যান্য বহুতো ইটোৰ পিচত সিটোকৈ চামে চামে গৈয়ে আছিল। ভাৰতলৈ অহা শ্বেত হুন আৰু ইউৰোপত ওলোৱা এট্টিলাৰ হুনবোৰৰ বিষয়ে তোমাৰ মনত আছে। বাগ্‌দাদ সাম্ৰাজ্য দখল কৰি লোৱা ছেলজুক তুৰ্কসকলো মধ্য এচিয়াৰপৰাই আহিছিল। পিচত তুৰ্কসকলৰ আন এটা ঠাল—অট্টোমান তুৰ্কসকল—আহিল আৰু সদো শেষত কন্‌ষ্টান্টিনোপল দখল কৰি লৈ ভিয়েনাৰ প্ৰাচীৰ পৰ্য্যন্ত পালেগৈ। মধ্য এচিয়া বা মঙ্গোলিয়াৰপৰাই ভয়ঙ্কৰ মঙ্গোলসকলো ওলাল। তেওঁলোকে ইউৰোপৰ বক্ষঃস্থললৈকে অধিকাৰ কৰিলে; আনকি চীনকো নিজৰ কৰ্ত্তৃত্বাধীন কৰিলে। এওঁলোকৰ বংশধৰসকলৰে এজনে ভাৰতত এটা ৰাজফৈদ আৰু এখন সাম্ৰাজ্য স্থাপন কৰিলে আৰু এই ফৈদে কেইজনমান প্ৰসিদ্ধ শাসকক জন্ম দিলে।

মধ্য এচিয়া আৰু মঙ্গোলিয়াৰ এই অঘৰী জাতিবোৰৰ লগত চীনে অবিৰাম যুদ্ধ কৰিলে। নতুবা বোধহয় এই বুলি কোৱাহে উচিত হ'ব যে এই অঘৰীবোৰে প্ৰায় সদায় চীনক জুলুম কৰি আছিল আৰু চীনে আত্মৰক্ষা কৰিব লগাত পৰিল। এইবোৰৰ বিৰুদ্ধে আত্মৰক্ষা কৰিবৰ বাবেই মহাপ্ৰাচীৰখন সজা হৈছিল। ই কিছু উপকাৰ যে কৰিলে, সেই বিষয়ে একো সংশয় নাই; কিন্তু আক্ৰমণৰ বিৰুদ্ধে ই নিচেই নিশকতীয়া ৰক্ষণমূলক ব্যৱস্থা। ইজনৰ পিচত সিজনকৈ সম্ৰাটসকলে অঘৰীহ'তক খেদি পঠাব লগা হ'ল আৰু খেদি পঠোৱাৰ এই কাৰ্য্যক্ৰমৰ যোগেদি চীনৰ সাম্ৰাজ্য

মই তোমাক কৈ অহা মতেই পশ্চিমে কাস্পিয়ান সাগৰলৈকে বহুদূৰ বিস্তৃত হ'ল। চীনা ৰাইজ সাম্রাজ্যবাদত বৰ বেচি আসক্ত নাছিল। তেওঁলোকৰ সম্রাটসকলৰ কোনো কোনো জন অৱশ্যে সাম্রাজ্যবাদী আৰু দিগ্বিজয়-লিপ্সু আছিল। কিন্তু অন্যান্য বহুতো জাতিৰ তুলনাত তেওঁলোক আছিল শান্তিপ্রিয়; ৰণাকাঙ্ক্ষী আৰু দিগ্বিজয়-লিপ্সু নাছিল। চীনত বিদ্বান লোকে সদায় যোদ্ধাতকৈ বেচি সম্মান আৰু যশস্যা লভি আহিছিল। এনেস্থলতো যদি চীনা সাম্রাজ্য সময়ত বৰ বিশাল হৈ উঠে, তেন্তে উত্তৰ আৰু পশ্চিমে অঘৰীহঁতৰ অবিৰত হানা-খোচাত বিৰক্তি বোধ কৰাই ইয়াৰ প্রধান কাৰণ। শক্তিশালী সম্রাটসকলে একে কোবেই চিৰকাললৈ ৰক্ষা পাবৰ কাৰণে সিহঁতক পশ্চিমলৈ বহুদূৰ খেদি পঠালে। তেওঁলোকে প্রশ্নটো অৱশ্যে চিৰকালৰ বাবে মীমাংসা কৰিব নোৱাৰিলে; কিন্তু তেওঁলোকে অন্ততঃ কিছু সকাহ পালে।

কিন্তু চীনৰ জনসাধাৰণে অন্যান্য লোক বা দেশৰ ক্ষতিৰ ব্যতিৰেকেহে সকাহ পাইছিল; কিয়নো চীনাসকলে খেদি পঠোৱা অঘৰীহঁতে গৈ অন্যান্য দেশ আক্রমণ কৰিলে। তেওঁলোক ভাৰতলৈ আহিল। তেওঁলোক ইউৰোপলৈও বাৰে বাবে যাবলৈ ধৰিলে। চীনৰ হান সম্রাটসকলৰ খেদাই অন্যান্য দেশক যোগালে হূণ তাৰ্তাৰ আৰু আন আন অঘৰীবৰ্গক; তাংসকলে ইউৰোপলৈ উপহাৰ হিচাপে পঠালে তুৰ্ক-সকলক।

এই অঘৰী জাতিবৰ্গৰপৰা নিজকে ৰক্ষা কৰাত ইমান দিনে চীনাসকল বহু দূৰ কৃতকাৰ্য্য হৈছিল। তেওঁলোক সিমান কৃতকাৰ্য্য হব নোৱাৰা সময় এছোৱালৈ আমি এতিয়া আহিম।

এনে ধৰণৰ ৰাজফৈদবোৰৰ সচৰাচৰ সকলো ঠাইতে যি হয়, সেইদৰে তাং ফৈদটো গৈ অকৰ্ম্মণ্য শাসক কিছুমানেৰে ওৰ পৰিল। পূৰ্ব্বৱৰ্ত্তী ৰজাসকলৰ বলিষ্ঠ ভাৱ-গতিৰ একোকে এওঁলোকে পোৱা নাছিল; মাথোন লভিছিল তেওঁলোকৰ বিলাস-প্রৱণতা। ৰাজ্যত দুৰ্নীতিয়ে প্রসাৰ লভিলে আৰু তাৰ লগে লগে আহিল গধুৰ কৰ-কাটল। ইয়াৰ সৰহ ভাগ গৰীব শ্রেণীসমূহৰ ওপৰতেই ন্যস্ত হ'ল। বিক্ষোভ বাঢ়িল আৰু দশম শতাব্দীৰ আৰম্ভণিতে—৯০৭ খৃষ্টাব্দত এই ফৈদৰ পতন ঘটিল।

অৰ্দ্ধ শতাব্দী কাল জুৰি সৰুসুৰা নগণ্য শাসক কিছুমানৰ ধাৰাবাহিক ৰাজত্ব চলিল। ৯৬০ খৃষ্টাব্দত অৱশ্যে চীনৰ ডাঙৰ ডাঙৰ ৰাজফৈদবোৰৰ আন এটা প্রতিষ্ঠিত হ'ল। এইটোৱে হ'ল ছুং ফৈদ—কাও ছুৰ প্রতিষ্ঠিত। কিন্তু সীমান্তত আৰু দেশৰ অভ্যন্তৰতো হুলস্থূল চলি থাকিল। গধুৰ ভূমি-ৰাজহ খেতিয়ক সম্প্রদায়ৰ পক্ষে ডাঙৰ বোজা হৈ পৰিল আৰু তাৰ বাবে যথেষ্ট বিক্ষোভ হ'ল। ভাৰতত হোৱাৰ দৰে গোটেই জমি বন্দবস্ত প্রণালীটো ৰাইজৰ পক্ষে বৰ মেটমৰা বোজা হৈ উঠিছিল আৰু তাক একেবাৰে বলাব নোৱাৰিলে শান্তি বা সমৃদ্ধি নোহোৱা হৈছিলগৈ। কিন্তু পুলিয়ে-পোখাই উভালি পেলোৱা বিধৰ সালসলনি ঘটোৱাটো সদায় কঠিন হৈ পৰে। চলি থকা ব্যৱস্থাৰ ফলত শীৰ্ষস্থানত থকা লোকসকল লাভবান হয় আৰু কিবা পৰিৱৰ্ত্তন সাধিব খুজিলে তেওঁলোকে চিঞৰ-বাখৰ লগায়।

কিন্তু সময়মতে পৰিৱৰ্ত্তনটো ঘটাব নোৱাৰিলে অনাহূতভাৱেই এদিন আহি পৰা স্বভাৱ ইয়াৰ আছে আৰু সেয়ে হ'লে মনে পতা সংসাৰ গোটেইখন থান বান হৈ পৰে।

তাং ফৈদৰ পতন ঘটিল; কিয়নো ই যথাযথ পৰিৱৰ্ত্তন নেসাধিলে। ছুংসকলেও এইবাবেই অবিৰাম জুলুম পাব লগা হ'ল। এজন লোকৰ আবিৰ্ভাৱ হ'ল, যি হয়তো কৃতকাৰ্য্যতা লভিব পাৰিলেহেঁতেন। তেওঁ হ'ল ৱাং আনছি—ছুংসকলৰ একাদশ শতাব্দীৰ এজন প্ৰধানমন্ত্ৰী। মই তোমাক কৈ আহিছোঁৱেই যে চীন হ'ল কন্-ফুচিয়ানী ভাবাদৰ্শ অনুযায়ী শাসিত এখন দেশ। সকলোবোৰ কৰ্ম্মচাৰী কনফুচিয়ানী পুথিৰ পৰীক্ষাত উত্তীৰ্ণ হ'ব লাগিব আৰু কন্‌ফুচিয়াছে কৈ যোৱা কোনোটো কথাৰ বিৰুদ্ধে যাবলৈ কোনেও সাহ কৰা নাছিল। ৱাং ৱান ছিও সেইবোৰৰ বিৰুদ্ধে যোৱা নাছিল; কিন্তু তেওঁ বেছ চকুত লগাভাৱে সেইবোৰ ব্যাখ্যা কৰিলে। আউল ডাঙি সৰকি যাবলৈ চতুৰ লোকে এনে পথকে লয়। ৱাঙৰ কিছুমান ভাৱাদৰ্শ চকুত লগাকৈ আধুনিক। তেওঁৰ গোটেই উদ্দেশ্যটো আছিল দুখীয়া শ্ৰেণীৰ ওপৰত কৰ-কাটলৰ বোজা কমাই দি, যিসকলৰ দিয়াৰ সামৰ্থ্য আছে, সেই ধনীসকলৰ ওপৰত বঢ়াই দিয়া। তেওঁ ভূমি-কৰ কমাই দিলে আৰু যদি ধনেৰে কৰ শোধাব নোৱাৰে, তেন্তে বস্তুৰেও—অৰ্থাৎ ধান বা আন উৎপন্ন বস্তুৰেও কৰ শোধাবলৈ তেওঁ খেতিয়কসকলক অনুমতি দিলে। ধনী লোকসকলৰ ওপৰত তেওঁ আয়কৰ এটা বহুৱাই দিলে। এইটো এটা তেনেই আধুনিক কৰ বুলি ধৰা হয়; তথাচ আমি দেখা পাওঁ যে চীনত ই নশ বছৰৰ আগতে প্ৰস্তাবিত হৈছিল। খেতিয়কসকলক সাহায্য দিবৰ অৰ্থে ৱাঙে প্ৰস্তাৱ কৰিলে যে চৰকাৰে তেওঁলোকক ধন ধাৰলৈ দিব আৰু খেতি উঠিলে তেওঁ-লোকে এই ধাৰ পৰিশোধ কৰিব লাগিব। আন এটা আহুকালৰপৰাও তৰাণি পাব লগা হ'ল। সি হ'ল ধানৰ দৰ-দামৰ তোজিমন্দি। যেতিয়া বজাৰত ভাও পৰি যায়, তেতিয়া গৰীব খেতিয়কসকলে পথাৰত উৎপন্ন কৰা ফচলৰ বাবদ পাৰিশ্ৰমিক বৰ কমেইহে পাব। তেওঁলোকে সেই ফচল বিক্ৰী কৰিব নোৱাৰে আৰু এনেদৰে কৰ শোধাবৰ বাবে কিম্বা অন্য বস্তু কিনিবৰ বাবে হাতত পইচাও নেথাকে। ৱাং আন-ছিয়ে এই সমস্যাটোৰ সম্মুখীন হ'বলৈও চেষ্টা কৰিছিল। দৰ উঠা-নমা কৰাটো বন্ধ কৰিবৰ অৰ্থে চৰকাৰে ধান কিনা-বিকা কৰা উচিত বুলিও তেওঁ পৰামৰ্শ দিছিল।

ৱাঙে আৰু প্ৰস্তাৱ কৰিছিল যে ৰাজহুৱা কাম-কাজৰ বাবে খাটনি জোৰ-জবৰদস্ত হব নেলাগিব আৰু কাম কৰা প্ৰতিজন লোককে পূৰা মজুৰী দিব লাগিব। তেওঁ "পাও চিয়া" নামে অভিহিত স্থানীয় সেনা-বাহিনী এটাও গঠন কৰিছিল। পিচে দুৰ্ভাগ্যবশতঃ ৱাং তেওঁৰ সময়ৰ তুলনাত খুব আগ বঢ়া আছিল আৰু কিছু সময়ৰ পিচতে তেওঁৰ সংস্কাৰবোৰ অথলে গ'ল। মাথোন সেনা বাহিনীটোহে আঠ শ বছৰৰো ওপৰ কাল চলি থাকিল।

সম্মুখত দেখা দিয়া সমস্যাৱলী সমাধান কৰিব পৰাকৈ সাহসে নুকুলোৱাত ছুংসকল ক্ৰমান্বয়ে সেইবোৰৰ ওচৰত নতশিৰ হ'ল। উত্তৰৰ বৰ্ব্বৰহঁত—খিটান্-বোৰ—তেওঁলোকৰ পক্ষে অত্যন্ত দুৰন্ত হৈ উঠিল। সিহঁতক খেদি পঠাব নোৱাৰি ছুংসকলে উত্তৰ-পশ্চিমৰপৰা আন এটা জনজাতি—'কিন্' বা সোণালী তাৰ্তাৰ-

সকলক—তেওঁলোকৰ সাহায্যার্থে আহিবলৈ আহ্বান জনালে। কিনসকল আহিল আৰু খিটানসকলক খেদিও পঠালে; কিন্তু তেওঁলোক নিজে থিতাপি লাগি বহিল আৰু লৰচৰ কৰিবলৈও অসম্মত হ'ল। দুৰ্ব্বল ব্যক্তি এজনে বা দেশ এখনে সবল শক্তি এটাৰ ওচৰত সাহায্য ভিক্ষা কৰাৰ দশা সময়ত এনেই হয়! কিনসকলে নিজকে চীনৰ কৰ্ত্তা পাতিলে আৰু পিকিঙক তেওঁলোকৰ ৰাজধানী কৰি ললে। ছুংসকল দক্ষিণলৈ পিচুৱাই গ'ল আৰু অগ্ৰগামী কিনসকলৰ সন্মুখত পৰি ম্লান হৈ যাব ধৰিলে। এইদৰেই উত্তৰ চীনত এখন কিন সাম্ৰাজ্য আৰু দক্ষিণ চীনত এখন ছুং সাম্ৰাজ্য গঠিত হ'ল। এই ছুংসকলক দক্ষিণ ছুঙো বোলে। উত্তৰত ছুং ফৈদৰ ৰাজত্ব ৯৬০ খৃষ্টাব্দৰপৰা ১১২৭ খৃষ্টাব্দলৈকে চলিল। দক্ষিণ ছুংসকলে দক্ষিণ চীনত ১৫০ বছৰ ৰাজত্ব কৰিলে। অৱশেষত মঙ্গোলসকল আহি ১২৬০ খৃষ্টাব্দত তেওঁ-লোকৰ অৱসান ঘটালে। কিন্তু পূৰ্বাণি কালত ভাৰতে কৰাৰ দৰে চীনে এই মঙ্গোল-সকলকো সামৰি একাকাৰ কৰি প্ৰায় অবিকল চীনা লোকত পৰিণত কৰি পোতক তুলিলে।

এনেদৰেই চীন অৱশেষত অঘৰী জাতিবোৰৰ ওচৰত শৰণাগত হ'ল। কিন্তু তেনে কৰোতেও চীনে সিবিলাকক সভ্য কৰি তুলিলে আৰু সেইদেখি এচিয়া আৰু আফ্ৰিকাৰ অন্যান্য অংশই যিদৰে যাতনা ভুঞ্জিব লগা হৈছিল সেইদৰে চীনে সিবিলাকৰ হাতত ক্লেশ বৰণ কৰিব লগা নহ'ল।

উত্তৰ আৰু দক্ষিণত ছুংসকল ৰাজনৈতিকভাৱে তেওঁলোকৰ পূৰ্ব্ববৰ্তী তাংসকলৰ সমান শক্তিশালী হ'ব পৰা নাছিল। কিন্তু তেওঁলোকে তাংসকলৰ মহান যুগৰ কলামূলক পৰম্পৰা অব্যাহত ৰাখিলে; আনকি তাক উন্নততৰো কৰিলে। দক্ষিণ ছুংসকলৰ আমোলত দক্ষিণ চীনে কলা আৰু কাব্যত চৰম বিকাশ লভে। মনোমোহা ৰঙীন চিত্ৰ—বিশেষকৈ প্ৰাকৃতিক দৃশ্যৰাজিৰ—অ'কা হৈছিল; কিয়নো ছুং কলাকাৰসকলে প্ৰকৃতিক ভাল পাইছিল। কলাকাৰৰ আঙুলিৰ পৰশ পৰি বিতোপন হৈ উঠা চীনামাটিৰ বাচনো ওলাল। এইবোৰ ক্ৰমাগত অধিকতৰ মনো-মোহা আৰু বিস্ময়কৰ হৈ আহিব ধৰিলে। অৱশেষত দুশ বছৰৰ পিচত মিং সম্ৰাটসকলৰ আমোলত অপূৰ্ব্ব সুন্দৰ চীনা মাটিৰ বাচন তৈয়াৰী হ'লগৈ। মিং যুগৰ পাত্ৰ এটা আজিও চীনত অনিৰ্ব্বচনীয় আনন্দৰ বস্তু।

## ৫৫

## জাপানত ছোগুণৰ ৰাজত্ব

৬ জুন, ১৯৩২

চীনৰপৰা পীত সাগৰ পাৰ হৈ জাপানত ভুমুকি মৰাটো সহজ। আমি এতিয়া ইয়াৰ ইমানেই ওচৰ পাইছোঁগৈ যেতিয়া তেনে কৰাটোৱেই ভাল হব। আমাৰ আগৰ বাৰৰটো যাত্ৰা মনত ৰাখিছানে? প্ৰভুত্ব লাভৰ অৰ্থে থকা-খুন্দা লগোৱা

ডাঙৰ ডাঙৰ পৰিয়ালবোৰৰ উত্থান আমি লক্ষ্য কৰিবলৈ পাইছিলোঁ; কেন্দ্ৰীয় চৰকাৰ এটাও ক্ৰমাগত স্পষ্টতৰ হৈ আহিছিল। ৰাজধানী "নাৰা" কেন্দ্ৰীয় কৰ্তৃত্বৰ প্ৰতীক ৰূপেই প্ৰতিষ্ঠিত হৈছিল। তাৰ পিচত কিয়টোলৈ ৰাজধানী স্থানান্তৰিত হ'ল। চীনা শাসন প্ৰণালীকে অনুকৰণ কৰা হৈছিল। চীনৰপৰা বা চীনৰ যোগেদি যথেষ্ট—কলা, ধৰ্ম্ম, ৰাজনীতি—আহৰণ কৰা হৈছিল। আনকি দেশখনৰ নামটোৰেই "দি নিপ্পন"—চীনৰপৰা আহিল।

সমস্ত ক্ষমতা হস্তগত কৰি লৈ সম্ৰাটসকলক পুতলাৰ দৰে ব্যৱহাৰ কৰা শক্তিশালী পৰিয়াল এটাও—ফুজিৱাৰা পৰিয়াল—আমি দেখা পাইছিলোঁ। তেওঁলোকে দুশ বছৰ ধৰি শাসন চলালে। অৱশেষত সম্ৰাটসকল ভগ্নমনোৰথ হৈ সিংহাসন ত্যাগ কৰি মঠবোৰত ভৰ্ত্তি হ'লগৈ। কিন্তু সন্ন্যাসী হৈ পৰা সত্বেও প্ৰাক্তন সম্ৰাটজনে শাসন নিৰ্ব্বাহকাৰী সম্ৰাটজনক (এওঁ প্ৰথমজনৰে পুতেক) দিহা-পৰামৰ্শ দি চৰকাৰী কাম-কাজত বহুদূৰ হস্তক্ষেপ কৰিব পাৰিছিল। এই উপায় অৱলম্বন কৰি সম্ৰাটসকলে ফুজিৱাৰা পৰিয়ালক কিছু পৰিমাণে আয়ত্তলৈ আনিব পাৰিলে। ই হ'ল কাম চলোৱাৰ এটা বৰ জটিল পন্থা; কিন্তু যেনেকৈয়ে হওক লাগিলে, ই ফুজিৱাৰাসকলৰ শক্তি হ্ৰাস কৰিব পাৰিলে। প্ৰকৃত ক্ষমতা সম্ৰাটসকলৰ হাততেই থাকিল। তেওঁলোকে ইজনৰ পিচত সিজনকৈ সিংহাসন ত্যাগ কৰি সন্ন্যাসী হৈ পৰিল। সেইদেখি তেওঁলোকক "মঠগামী সম্ৰাট" বোলা হয়।

ইতিমধ্যে অন্যান্য কিছুমান পৰিৱৰ্ত্তনো ঘটিল। ডাঙৰ ডাঙৰ ভূ-স্বামীৰ—যিসকল একাধাৰে সামৰিক কৰ্ত্তাও হ'ল—শ্ৰেণী এটাৰ উত্থান হ'ল। এই ভূ-স্বামী-সকলক ফুজিৱাৰাসকলে সৃষ্টি কৰিছিল আৰু চৰকাৰৰ হৈ কৰ-কাটল তুলিবলৈ নিৰ্দ্দেশ দিছিল। তেওঁলোকক "দৈম্যো" বোলা হৈছিল। ইয়াৰ অৰ্থ হ'ল "ডাঙৰ নাম" (বৰ লোক)। বৃটিছসকল অহাৰ ঠিক আগতে আমাৰ প্ৰদেশত উদ্ভৱ হোৱা তদ্ৰূপ শ্ৰেণীটোৰ লগত এওঁলোকক ৰিজোৱাটো কৌতুকাৱহ হ'ব। বিশেষকৈ আৰম্ভত নিশকতীয়া হৈ পৰা ৰজাজনে কৰ আদায় কৰা মানুহ কিছুমান নিয়োগ কৰিলে। জোৰ-জুলুম কৰি কৰ সংগ্ৰহ কৰিবৰ বাবে এই মানুহবোৰে সৰুসুৰা ফৌজ কিছুমান ৰাখিবলৈ ল'লে। অৱশ্যে কৰৰ সৰহ ভাগ তেওঁলোকে নিজৰ বাবেই ৰাখি দিলে। এই কৰ আদায়কাৰী লোকসকল কোনো কোনো ক্ষেত্ৰত ডাঙৰ ডাঙৰ তালুকদাৰ হৈ পৰিল।

দৈম্যোসকল নিজস্ব ৰক্ষীবৃন্দ আৰু সৰুসুৰা সৈন্য-সামন্তসহ বৰ প্ৰতাপী হৈ উঠিল। তেওঁলোকে পৰস্পৰৰ লগত যুঁজ-বাগৰ কৰিবলৈ ল'লে আৰু কিয়টোৰ কেন্দ্ৰীয় চৰকাৰক অৱজ্ঞা কৰি চলা হ'ল। দৈম্যো পৰিয়ালবৰ্গৰ ভিতৰত মুখ্য হ'ল "তাইৰা" আৰু "মিনামোটো"। ১১৫৬ খৃষ্টাব্দত ফুজিৱাৰাসকলক দমন কৰাত তেওঁলোকে সম্ৰাটক সহায় কৰিলে। কিন্তু তাৰ পিচতে তেওঁলোকৰ ইটোৱে সিটোক আক্ৰমণ কৰিলে। তাইৰাসকল জিকিলগৈ আৰু প্ৰতিদ্বন্দ্বী পৰিয়ালটোৱে তেওঁ-লোকক যাতে ভৱিষ্যতলৈ একো দিগদাৰী কৰিব নোৱাৰে, সেই অৰ্থে সুনিশ্চিত হ'ব পৰাকৈ তাইৰাসকলে মিনামোটোসকলক নিৰ্ব্বংশ কৰিলে। চাৰিটি ল'ৰাৰ বাহিৰে তেওঁলোকে সকলোবোৰ নেতৃস্থানীয় মিনামোটোক বধ কৰিলে। এই

চাৰিটি ল'ৰাৰ এটি হ'ল ১২ বছৰীয়া বালক য়ুৰিটোমো। তাইৰাসকলে ইমান চেষ্টা সত্বেও কামটো নিয়াৰিকৈ সম্পন্ন কৰিব নোৱাৰিলে। বিশেষ কামৰ লায়ক নহ'ব বুলি অব্যাহতি দিয়া এই য়ুৰিটোমো বোলা ল'ৰাটো প্ৰতিশোধ লোৱাৰ বাসনাৰে ভৰপূৰ হৈ তাইৰা পৰিয়ালৰ ঘোৰ শত্ৰুৰূপে ডাঙৰ দীঘল হ'ল। তেওঁ কৃতকাৰ্য্যও হ'ল। তেওঁ তাইৰাসকলক ৰাজধানীৰপৰা বাহিৰ কৰি খেদি পঠালে আৰু পিচত নৌ-যুদ্ধ এখনত তেওঁলোকক মষিমূৰ কৰিলে।

য়ুৰিটোমো এতিয়া সৰ্ব্বশক্তিমান হৈ পৰিল আৰু সম্ৰাটে তেওঁক পৰম উচ্ছ্বাস-ময় "ছেই-ই-টাই-ছোগুণ" খিতাপ প্ৰদান কৰিলে। ইয়াৰ অৰ্থ হ'ল "বৰ্ব্বৰহ'তক বশীভূত কৰা মহান সৈন্যাধ্যক্ষ"। ই হ'ল ১১৯২ খৃষ্টাব্দৰ ঘটনা। এই খিতাপ আছিল উত্তৰাধিকাৰমূলক আৰু ইয়াৰ লগে লগে আহিল শাসন কৰাৰ পূৰ্ণ ক্ষমতা। ছোগুণ জন হ'ল আচল শাসক। এইদৰেই জাপানত ছোগুণ আমোলৰ সূচনা হ'ল। ই বহুকাল তিষ্ঠিল—প্ৰায় ৭০০ বছৰ, প্ৰায় আধুনিক সময়লৈকে। তাৰ পিচতে ফিউডেল খোলানিৰপৰা আধুনিক জাপান ওলাই পৰিল।

ইয়াৰ অৰ্থ অৱশ্যে ই নহয় যে য়ুৰিটোমোৰ বংশধৰসকলে ছোগুণৰূপে ৭০০ বছৰ শাসন চলালে। ছোগুণসকল যিবোৰ পৰিয়ালৰপৰা আহিছিল, সেইবোৰ কেবাবাৰো সলনা-সলনি হৈছিল। বাৰংবাৰ গৃহযুদ্ধ লাগিছিল; কিন্তু সামান্য ক্ষমতা থকা বা একেবাৰে ক্ষমতা নোহোৱা সম্ৰাট একোজনৰ নামত প্ৰকৃত শাসকৰূপে ছোগুণে দেশ চলোৱাৰ প্ৰণালীটো এই সুদীৰ্ঘ কাল অব্যাহত থাকিল। সময়ত আনকি এনেও হৈছিল যে ছোগুণজন নিজেই নামনাচ কৰ্ত্তা হৈ পৰিছিল আৰু কিছুমান বিষয়াই ক্ষমতা হস্তগত কৰি লৈছিল।

ৰাজধানী কিয়টোৰ লাহ-বিলাহৰ মাজত বসবাস কৰিবলৈ য়ুৰিমোটোৱে ভয় কৰিছিল; কিয়নো কোমল জীৱন যাপন কৰিলে তেওঁ আৰু তেওঁৰ সহকৰ্ম্মীসকল নিশকতীয়া হৈ পৰিব বুলি তেওঁৰ শঙ্কা হৈছিল। সেইদেখি তেওঁ কামাকুৰাত নিজৰ সামৰিক ৰাজধানীখন প্ৰতিষ্ঠা কৰিলে। এতেকে এই প্ৰথম ছোগুণেটটোক কামাকুৰা ছোগুণেট বোলা হয়। ই ১৩৩৩ খৃষ্টাব্দলৈকে টিকি থাকিল—অৰ্থাৎ প্ৰায় ১৫০ বছৰ। এই সময়ছোৱাৰ অধিকাংশতে জাপান শান্তিত আছিল। বহু বছৰ গৃহযুদ্ধ চলাৰ পিচত শান্তি বৰ ঈপ্সিত হৈছিল। ই হ'ল সমৃদ্ধিৰ যুগ। এই সময়ছোৱাত জাপানৰ অৱস্থা নিশ্চয় খুব ভাললৈ আহিছিল আৰু সমসাময়িক ইউৰোপৰ যি কোনো দেশতকৈ জাপানৰ চৰকাৰ অধিকতৰ বলিষ্ঠ হৈছিল। জাপান চীনৰ যোগ্য শিষ্য, যদিওবা দুয়ো দেশৰ দৃষ্টিভংগীত বিশাল ব্যৱধান বৈ গৈছিল। মই ইতিপূৰ্ব্বে কৈ আহিছোঁৱেই যে চীন হ'ল এখন শান্তিকামী সুস্থিৰ দেশ। আনহাতে জাপান হ'ল এখন আক্ৰমণাত্মক সামৰিক দেশ। চীনত চিপাহী এজনক ভাল চকুৰে চোৱা নহৈছিল আৰু যুদ্ধবৃত্তি বৰ সন্মানজনক হিচাপে জ্ঞান কৰা হোৱা নাছিল। জাপানত মুধা-ফুটা লোক মাত্ৰেই হ'ল সৈনিক আৰু "দৈম্যো" বা যোদ্ধা সামন্তজনৰটোৱেই হ'ল তেওঁলোকৰ আদৰ্শ।

সেইদেখি জাপানে চীনৰপৰা অশেষ আহৰণ কৰিলে; কিন্তু তাকে ললে নিজস্ব পন্থানুযায়ী। নিজস্ব বৰ্ণগত বৈশিষ্ট্যৰ লগত ৰজিতা খাই পৰাকৈ ইয়াক

সংগ্ৰহ আৰু ৰূপভেদ কৰি ললে। চীনৰ লগত ঘনিষ্ঠ সম্পৰ্ক চলিল আৰু সেই অনুক্ৰমে চলিল বেপাৰ—ঘাইকৈ চীনা জাহাজৰে। ত্ৰয়োদশ শতাব্দীৰ শেষভাগত ই হঠাতে বন্ধ হৈ পৰে; কিয়নো মঙ্গোলসকল সেই সময়ত চীন আৰু কোৰিয়ালৈ আহিল। মঙ্গোলসকলে আনকি জাপানো অধিকাৰ কৰাৰ চেষ্টা কৰিছিল; পিচে তেওঁলোকক প্ৰতিহত কৰা হ'ল। অতএব এচিয়াৰ চেহেৰা বদলি কৰি পেলোৱা আৰু ইউৰোপক কম্পমান কৰি তোলা মঙ্গোলসকলৰ একো চকুত লগা প্ৰভাৱ জাপানত প্ৰতিফলিত নহ'ল। বহিঃপ্ৰভাৱৰ লগত আগতকৈও বেচিকৈহে সম্পৰ্ক ৰহিতভাৱে জাপান পুৰণি গততে চলি থাকিল।

কপাহৰ গছ জাপানলৈ প্ৰথমে কেনেকৈ আহিল, সেই সম্পৰ্কে জাপানৰ পুৰণি চৰকাৰী তাৰিখনামাত আখ্যান এটা পোৱা যায়। ইয়াত কোৱা হৈছে যে জাপানৰ উপকূলৰ কাষত জাহাজ ডুবাত সাঁতুৰি ৰক্ষা পোৱা কেইজনমান ভাৰতীয়ই ৭৯৯ খৃষ্টাব্দত কপাহৰ গুটি নি সেই দেশত উলিয়ালেগৈ।

চাহ গছ পিচত আহিল। ইয়াক প্ৰথমে নৱম শতাব্দীৰ আগ ভাগত অনা হৈছিল; কিন্তু তেতিয়া ই কৃতকাৰ্য্য নহ'ল। ১১৯১ খৃষ্টাব্দত বৌদ্ধ ভিক্ষু এজনে চীনৰপৰা চাহ গছৰ গুটি নি উলিয়ালেগৈ আৰু অচিৰে চাহ জনপ্ৰিয় হৈ উঠিল। চাহ খোৱাৰ এই অভ্যাসে আটকধুনীয়া পিয়লাৰ চাহিদা বঢ়ালে। ত্ৰয়োদশ শতাব্দীৰ শেষৰ ফালে জাপানী কুমাৰ এজন চীনা মাটি বনোৱাৰ কৌশল শিকিবৰ বাবে চীনলৈ গ'ল। তেওঁ চীনত ছবছৰ কটালে। ঘূৰি আহি তেওঁ ধুনীয়া জাপানী চীনামাটি বনোৱা আৰম্ভ কৰি দিলে। চাহ খোৱাটো জাপানত আজিকালি এটা সুকুমাৰ কলা আৰু ইয়াক লৈ বিশদ বিৱৰণ এটাৰ উদ্ভৱ হৈছে। তুমি যদি জাপানলৈ যোৱা তেন্তে নিৰ্ভুলভাৱে চাহ খাব লাগিব; নহ'লে তেওঁলোকে তোমাক একপ্ৰকাৰ বৰ্ব্বৰ বুলিয়েই ধৰিব।

## ৫৬

## মানুহৰ অন্বেষণ

১০ জুন, ১৯৩২

চাৰি দিনৰ আগতে মই তোমালৈ বেৰিলী জেলৰপৰা লিখিছিলোঁ। সেই দিনাই গধূলি টালি-টোপোলা সামৰি লৈ জেলখানাৰপৰা বাহিৰ হৈ যাবলৈ মোক হুকুম দিয়া হ'ল—অৱশ্যে খালাচ হ'বৰ বাবে নহয়, আন এখন জেললৈ স্থানান্তৰিত হ'বৰ বাবেহে। সেইদেখি য'ত মই ঠিক চাৰিমাহ কটালোঁ, সেই বেৰেকত থকা মোৰ সতীৰ্থসকলৰপৰা বিদায় মাগিলোঁ। ২৪ ফুট ওখ যি প্ৰচণ্ড দেৱালৰ আশ্ৰয়ত মই ইমান দিন থাকিলোঁ, সেই দেৱালখন শেষবাৰলৈ এবাৰ চাই ললোঁ আৰু বাহিৰবিশ্বখন আকৌ খন্তেকলৈ চাই লওঁ বুলি বাহিৰ ওলালোঁ।

আমি দুজন স্থানান্তৰিত হৈছিলোঁ। তেওঁলোকে আমাক বেৰিলী ষ্টেশ্যনলৈ লৈ যোৱা নাছিল; কাৰণ তেনে কৰিলে মানুহে আমাক দেখা পাব। আমি "পৰ্দ্দানাসীন"* হলোঁ; আমাক দেখা পাব নেলাগিব। তেওঁলোকে আমাক মটৰত তুলি ৫০ মাইল নিলগত থকা সৰু জংঘলী ষ্টেচন এটালৈ লৈ গ'ল। এই যাত্ৰাৰ বাবে মই কৃতজ্ঞ হ'লো। কেবা মাহো বিচ্ছিন্নভাৱে থকাৰ অন্তত ৰাতিৰ ঠাণ্ডা বতাহ এচাটি লোৱা আৰু সেৰেঙা এন্ধাৰেদি গছ-গছনি, মানুহে আৰু জন্তুৰ ছাঁবোৰ পাৰ হৈ যোৱা চাবলৈ পোৱাটো বেছ প্ৰফুল্লদায়ক।

আমাক দেৰাদুনলৈ অনা হ'ল। আমি আহি গন্তব্যস্থল নৌ পাওঁতেই নিচেই পুৱাতে আমাক ৰেলৰপৰা নমাই মটৰত তুলি দিয়া হ'ল। নহ'লে হয়তো কাৰোবাৰ পিৰিক-পাবাক কৰি থকা চকুৰে আমাক দেখা পাবও পাৰে।

এই দৰেই মই আহি দেৰাদুনৰ সৰু জেলখনত বহিলোঁহি। ইয়াত বেৰিলীতকৈ ভালহে লাগিছে। ই সিমান গৰম নহয়। বেৰিলীৰ দৰে ইয়াত তাপমাত্ৰাও ১১২ ডিগ্ৰীলৈ নুঠে। আমাক ঘেৰি ৰখা দেৱালবোৰো চাপৰ আৰু সেইবোৰতকৈ ওখ হৈ ওলোৱা গছবোৰ বৰ্চি সেউজীয়া। দুৰৈত দেৱালৰ ওপৰেদি মই আনকি খেজুৰ গছ এজোপাৰ আগটোও দেখা পাইছোঁ। এই দৃশ্যই মোক উল্লাসিত কৰিছে আৰু সিংহল আৰু মালাবাৰলৈ মোৰ মনত পেলাইছে। গছ-গছনিৰ সিফালে আছে গিৰি-মালা—বহু মাইলৰ দুৰৈতো নহয় আৰু সেইবোৰৰ ওপৰতে আছে মুছৌৰী। গছবোৰে ঢাকি ৰখা বাবে মই পৰ্ব্বতৰাজি দেখা পোৱা নাই; কিন্তু সেইবোৰৰ ওচৰ চাপি অহাটো আৰু বহু দুৰৈত মুছৌৰীৰ বিজুলী বাতিবোৰ বাতি জিলিকি থকা বুলি কল্পনা কৰিবলৈ বৰ ভাল লাগিছে।

চাৰি বছৰৰ আগতে—তিনি বছৰ নেকি?—তুমি মুছৌৰীত থাকোঁতে এই লানি চিঠি মই তোমালৈ লিখিবলৈ লৈছিলোঁ। এই তিনি বা চাৰি বছৰৰ ভিতৰত কত যে কি হ'ল আৰু তুমিও কিমানজনী হ'লা! ছেগা-চোৰোকাকৈ দীঘল ব্যৱধানৰ অন্তত মই এই চিঠিবোৰ লিখি আছোঁ—ঘাইকৈ জেলখানাৰপৰাই; যিমানে বেচিকৈ লিখিছোঁ—মই যি লিখিছোঁ, সিমানে সেইবোৰ বেচিকৈ বেয়া পাবলৈ ধৰিছোঁ। এই চিঠিবোৰে তোমাৰ সিমান আগ্ৰহ জন্মাব নোৱাৰিব আৰু সেই-বোৰ তোমাৰ সঙ্গীহে হ'বগৈ বুলিও মোৰ শঙ্কা হৈছে। তেনেহ'লে সেইবোৰনো মই কিয় লিখি থাকিব লাগিছে?

তুমি যাতে উপলব্ধি কৰিব পাৰা, আমাৰ এই পৃথিৱীখননো কেনেকৈ খোজে খোজে বদলি হ'ব ধৰিছে, বিকশিত আৰু অগ্ৰৱৰ্ত্তী হৈছে আৰু সময়ত দেখাতে পশ্চাদ্বৰ্ত্তী হৈছে; পুৰণি সভ্যতাবোৰৰ কিছু তুমি যাতে দেখা পোৱা, সেই-বোৰনো কেনেকৈ যুগে যুগে বৈ গৈছে—অবিৰত আৰু অনন্ত গতিত, ধামখুমীয়া, চাকনৈয়া আৰু ওভোতনি তুলি, তথাপি ধাৱমান হৈছে অজ্ঞাত অম্বুৰাশি অভিমুখে; সেই অৰ্থে ইটোৰ পিচত সিটোকৈ তোমাৰ আগত মই কিছুমান জাজ্বল্যমান প্ৰতি-মূৰ্ত্তি দাঙি ধৰিবলৈ পাব লাগিছিল। তোমাক মানৱৰ গতিপথেদি লৈ যাবলৈ আৰু

* পৰ্দ্দাৰ আঁৰত থকা লোক।

যি কালত মানৱ প্ৰায় মানৱেই হোৱা নাছিল, সেই কালৰ আদিম প্ৰস্তাৱনাৰপৰা ধৰি যেতিয়া মানৱে নিজৰ মহান সভ্যতা লৈ বোধ হয় ব্ৰথাই বা নিৰ্ব্বোধভাৱে ইমান বৰাই কৰিছে, সেই আজিৰ দিনলৈকে মানৱৰ অগ্ৰগতি অনুধাৱন কৰিবলৈ মই ভাল পালোহেঁতেন। তোমাৰ মনত পৰিব পায় যে তুমি মুছৌৰীত থকা সময়ত যেতিয়া আমি জুই আৰু খেতিৰ আৱিষ্কাৰ, নগৰত বসতি কৰিবলৈ লোৱা আৰু শ্ৰম-বিভাজনৰ বিষয়ে আলোচনা কৰিছিলোঁ, তেতিয়া আমি সেই অনুক্ৰমেই আৰম্ভ কৰিছিলোঁ। পিচে আমি যিমানে আগুৱালোঁ, সিমানে আমি সাম্ৰাজ্য বা তদ্ৰুপ বস্তুবোৰৰ লগত লেপেটা খাই পৰিলোঁ আৰু সময়ত সেই গতি-পথৰ দৃশ্য আমাৰ চকুৰ আঁৰ হৈ গ'ল। আমি বুৰঞ্জীৰ বাহিৰৰ খোলাটোৰ ওপৰেদি চকু ফুৰাই গলোঁ। তোমাৰ আগত পুৰণি ঘটনাৱলীৰ জ'কাটো মই দাঙি ধৰিলোঁ। সেইটোতে তেজ মঙহৰ লেপ দি জীৱন্ত আৰু তোমাৰ পক্ষে গুৰুত্বপূৰ্ণ কৰি তোলাৰ শক্তি মোৰ যেন হয়, সেয়ে আছিল মোৰ কামনা।

পিচে মোৰ ভয় হৈছে, কিজানি সেই শক্তি মোৰ নাই আৰু এই আশ্চৰ্য্য ঘটাবৰ বাবে তুমি তোমাৰ কল্পনা-শক্তিৰ ওপৰতে নিৰ্ভৰ কৰিব লাগিব। তেনে-হ'লে, অতীত বুৰঞ্জী সম্বন্ধে বহুতো ভাল ভাল কিতাপত তুমি পঢ়িব পাৰিবা যেতিয়া মই লিখিব লাগিছে কিয়? তথাপি সংশয়ৰ মাজেদি হ'লেও মই লিখি থাকিবলৈকে লৈছোঁ আৰু মোৰ বিশ্বাস, মই ইমানতো লিখি থাকিমেই। তোমাক দিয়া প্ৰতিশ্ৰুতি মোৰ মনত আছে আৰু সেই প্ৰতিশ্ৰুতি ৰক্ষা কৰিবলৈ মই চেষ্টা কৰিম। তাতকৈও ডাঙৰ কথা হ'ল, তোমাৰ বিষয়ে ভবা-গুণা কৰি মই যি আনন্দ পাওঁ সিহে। লিখিবলৈ বুলি যেতিয়া বহোঁ, তেতিয়া এনেহে ধাৰণা হয় যেন তুমি মোৰ কাষতে আছা আৰু আমি দুয়োজনে পৰস্পৰৰ ভিতৰত আলাপ কৰিছোঁ।

জঙ্ঘলৰপৰা চুচৰি-বাগৰি হে'কেৰ-পেকেৰকৈ ওলোৱা দিনৰপৰা মানুহৰ যাত্ৰা বৰ্ণাই মই ওপৰত লিখি আহিছোঁ। ই হ'ল বহু সহস্ৰ বছৰ জোৰা এক সুদীৰ্ঘ গতিপথ। অথচ পৃথিৱীৰ কাহিনী আৰু মানুহৰ আগমনৰ পুৰ্ব্বে পাৰ হৈ যোৱা কালৰ যুগ আৰু কল্পবোৰৰ লগত তুমি যদি ইয়াক ৰিজাই চোৱা, তেন্তে দেখিবা ই কিমান চুটি এছোৱা কাল! কিন্তু আমাৰ পক্ষে মানুহ স্বাভাৱিকতে হ'ল তেওঁৰ পুৰ্ব্বগামী আনসকলোবোৰ বিৰাট জন্তুতকৈ অধিকতৰ কৌতুকপূৰ্ণ। তেওঁ কৌতুক-পূৰ্ণ হ'ল এই বাবেই যে তেওঁ লগতে আনিলে নতুন এটা বস্তু, যিটো আনবোৰৰ, আছিল যেন বোধ নহয়। ই হ'ল মন—জিজ্ঞাসাপ্ৰৱণতা—বাচি-বিচাৰি উলিওৱা আৰু শিকাৰ ধাউতি থকা। সেইদেখি অতীজ কালৰপৰাই আৰম্ভ হ'ল মানুহৰ অন্বেষণ। সৰু কেঁচুৱা এটিলৈ মন কৰা ই কেনেকৈ চৌপাশৰ নতুন আৰু আশ্চৰ্য্যময় পৃথিৱী-খনত চকু ফুৰায়; ই কেনেকৈ মানুহ আৰু বস্তুবোৰ চিনি-জানি ল'বলৈ আৰম্ভ কৰে; ই কেনেকৈ শিকি-বুজি উঠে। অকণমানি ছোৱালী এজনীলৈ লক্ষ্য কৰা। তাই যদি সুস্থ আৰু চকু-কাণ মেলি থকা বিধৰ হয়, তেন্তে তাই কিমান বস্তুৰ বিষয়ে কিমাননো প্ৰশ্ন নকৰিব! ঠিক সেইদৰেই, বুৰঞ্জীৰ প্ৰথম পুৱাত মানুহ যেতিয়া আছিল চেঙেলীয়া আৰু পৃথিৱীখন আছিল নতুন আৰু বিস্ময়কৰ—

তেওঁৰ পক্ষে আনকি ভীতিপ্ৰদেই, তেতিয়া তেওঁ নিশ্চয় নিজৰ চৌপাশে চাই তবধ মানিছিল আৰু নানান প্ৰশ্ন কৰিছিল। নিজৰ অবিহনে তেওঁনো কাক সুধিব? সমিধান দিবলৈতো কোনো নাছিল! পিচে তেওঁৰ আছিল আশ্চৰ্যকৰ এই সৰু বস্তুটো—মন। ইয়াৰে সহায়ত তেওঁ লাহে-ধীৰে কষ্টকৰভাৱে নিজৰ অভিজ্ঞতাখিনি সঞ্চিত কৰি গ'ল আৰু তাৰপৰাই শিকিব ধৰিলে। সেইদেখি অতীত কালৰপৰা আজিলৈকে মানুহৰ অন্বেষণ চলি আছে। তেওঁ বহুতো বস্তু বিচাৰি পাইছে; পিচে বহুত এতিয়াও বাদ পৰি আছে। তেওঁ যাত্ৰাপথত আগুৱাৰ লগে লগে সম্মুখত বিয়পি থকা বিশাল নতুন ক্ষেত্ৰ আৱিষ্কাৰ কৰি ল'ব পাৰিছে। অন্বেষণৰ শেষ সীমাৰপৰা—যদিহে এনে এটা সীমা আছে—তেওঁ এতিয়াও যে কিমান নিলগত, সেইটো এইবোৰেই তেওঁৰ ওচৰত প্ৰতীত কৰে।

মানুহৰ এই অন্বেষণনো কি আৰু তেওঁনো কোন ফালেদি যাত্ৰা কৰিছে? এই প্ৰশ্নবোৰৰ সমিধান দিবলৈ মানুহে হেজাৰ হেজাৰ বছৰ ধৰি চেষ্টা কৰি আহিছে। ধৰ্ম্ম, দৰ্শন আৰু বিজ্ঞান সকলোৱে সেইবোৰ গমি-পিটি চাইছে আৰু নানান সমিধানো দিছে। এই সমিধানবোৰ লৈ মই তোমাক বিব্ৰত কৰিব নোখোজো। তাৰ উপযুক্ত কাৰণ হ'ল এয়ে যে মই নিজেই তাৰ সৰহভাগ নেজানো। মোটামুটি-ভাৱে ধৰ্ম্মই পূৰাপূৰি ধৰা-বন্ধা সমিধান এটা দিয়াৰ প্ৰয়াস কৰিছে। ই সময়ত মনৰ প্ৰতি বৰ কমেই ভ্ৰুক্ষেপ কৰিছে; বৰঞ্চ ইয়াৰ সিদ্ধান্তবোৰৰ প্ৰতি বিভিন্ন ধৰণে জোৰ কৰিয়েই অনুমোদন আদায় কৰিব খুজিছে। বিজ্ঞানে এটা সন্দেহযুক্ত আৰু দ্বিধাপূৰ্ণ সমিধান দিছে; কিন্তু ধৰা-বন্ধা কৰি পেলোৱাটো বিজ্ঞানৰ স্বভাৱ-বিৰুদ্ধ। ই পৰীক্ষা চলাই যুক্তি প্ৰয়োগ কৰি আৰু মানুহৰ মনৰ ওপৰত নিৰ্ভৰ-শীল হৈ যাব খোজে। মোৰ অভিৰুচি বিজ্ঞান আৰু বিজ্ঞানসম্মত প্ৰণালীৰ তেনেই সপক্ষে বুলি তোমাক নকলেও হ'ব।

মানুহৰ অন্বেষণ সংক্ৰান্তত এই প্ৰশ্নাৱলীৰ সমিধান আমি নিশ্চয়কৈ দিব নোৱাৰিব পাৰোঁ; কিন্তু এই অন্বেষণ যে দুফালেদি গৈছে, সেইটো আমি দেখা পাব পাৰোঁ। মানুহে নিজৰ বাহিৰলৈও চকু দিছে আৰু ভিতৰলৈও চকু দিছে। তেওঁ প্ৰকৃতিক বুজিবলৈ চেষ্টা কৰিছে আৰু নিজকে বুজিবলৈও চেষ্টা কৰিছে। প্ৰকৃততে অন্বেষণ এটাই আৰু একেটা মাত্ৰ; কিয়নো মানুহ হ'ল প্ৰকৃতিৰেই অঙ্গ। ভাৰত আৰু গ্ৰীচৰ পুৰণি দাৰ্শনিকসকলে কৈ গৈছে, "আত্মানং বোধয়েৎ"—"আত্মোপলব্ধি কৰা"। পুৰণি আৰ্য্য ভাৰতীয়সকলৰ এই জ্ঞানানুসন্ধিৎসাৰ অনন্ত আৰু বিস্ময়-কৰ কাৰ্য্যক্ৰমনিকা উপনিষদবোৰত সংবলিত হৈছে। প্ৰকৃতি-জ্ঞানৰ আনটো ফাল হ'ল বিজ্ঞানৰ আছুতীয়া ক্ষেত্ৰ। সেই ক্ষেত্ৰত যি বিৰাট অগ্ৰগতি সধা হৈছে, তাৰ সাক্ষী হৈছে আমাৰ আধুনিক পৃথিৱীখনেই। অধিক কি, বিজ্ঞানে এতিয়া ততো-ধিক দূৰলৈহে হাত মেলিছে আৰু এই অন্বেষণৰ দুয়োফালৰ দায়িত্ব চমজি লৈছে আৰু তাৰ সমন্বয় সাধন কৰিছে। আটাইতকৈ নিলগত থকা তৰাবোৰলৈকো বিজ্ঞানে নিৰ্ভীকভাৱে দৃষ্টিপাত কৰিছে আৰু অবিৰত চলন্ত গতিত থকা বিস্ময়কৰ ক্ষুদ্ৰ বস্তুবোৰৰ—ইলেক্‌ট্ৰন আৰু প্ৰটনৰ (যিবোৰ লৈ সমস্ত পদাৰ্থ গঠিত হৈছে)—বিষয়েও ই আমাক ক'ব পাৰিছে।

আৱিষ্কাৰৰ পথত মানুহক মানুহৰ মনে বহু দূৰলৈকে লৈ গৈছে। প্ৰকৃতিক বুজি পাবলৈ মানুহে যিমানে শিকিছে, সিমানে তেওঁলোকে ইয়াক ব্যৱহাৰ কৰিব পাৰিছে আৰু নিজৰ সুবিধা অনুযায়ী খটুৱাব পাৰিছে আৰু এইদৰেই মানুহে অধিক শক্তি সঞ্চয় কৰিছে। পিচে এই নতুন শক্তিটো কেনেকৈ ব্যৱহাৰ কৰিব লাগে, সেইটো তেওঁ দুৰ্ভাগ্যবশতঃ সদায় জানি উঠা নাই আৰু সময়ত তেওঁ ইয়াৰ অপব্যৱহাৰো কৰিছে। জ্ঞাতি-ভাইসকলক নিধন কৰিবৰ অৰ্থে মাৰাত্মক অস্ত্ৰ-শস্ত্ৰ-সমূহৰ যোগান ধৰাত আৰু ইমান পৰিশ্ৰম কৰি তেওঁ নিজেই গঢ়ি তোলা আপোন সভ্যতাটোকে নাশ কৰাত মানুহে মুখ্যতঃ বিজ্ঞানৰ প্ৰয়োগ কৰিছে।

## ৫৭

## খৃষ্টোত্তৰ প্ৰথম সহস্ৰাব্দৰ যৱনিকা পতন

১১ জুন, ১৯৩২

আমাৰ যাত্ৰা-পথত আহি যি স্তৰত আমি উপনীত হ'লো, তাতে খন্তেক ৰৈ চৌপাশে এবাৰ চকু ফুৰাই চোৱাটো আমাৰ পক্ষে সমীচীন হ'ব। আমিনো কিমান দূৰ আহিলোঁ? আমি এতিয়া আছোঁ ক'ত? পৃথিৱীখননো কেনে যেন দেখি? তেনেহ'লে আলাউদ্দিনৰ যাদুকৰী দলিচাত বহি সেইকালৰ পৃথিৱীখনৰ বিভিন্ন অংশলৈ সংক্ষেপে এভুমুকি মাৰোহ'ক।

আমি খৃষ্ট যুগৰ এহেজাৰ বছৰ বা প্ৰথম সহস্ৰাব্দৰ মাজেদি গতি কৰি আহিলোঁ। কেতবোৰ দেশৰ ক্ষেত্ৰত আমি অলপ আগুৱাই গলোঁ আৰু কেতবোৰৰ ক্ষেত্ৰত আমি এই স্তৰৰ অলপ পিচ পৰি ৰলোঁ।

এচিয়াত আমি ছুং ফৈদৰ আমোলত চীনক দেখা পালোঁ। মহান তাং ফৈদৰ অৱসান ঘটিল আৰু ছুংসকলে একেলগে ঘৰুৱা জঞ্জাল আৰু উত্তৰৰ বৰ্ব্বৰ খিতান-সকলৰপৰা বহিৰাক্ৰমণৰ সন্মুখীন হ'ব লগাত পৰিল। প্ৰায় ১৫০ বছৰ তেওঁ-লোকে দেশ ধৰি ৰাখিলে। কিন্তু পিচত ইমানেই নিশকতীয়া হৈ পৰিল যে সোণালী তাৰ্তাৰ বা কিন্ বোলা আন এটা বৰ্ব্বৰ জনজাতিৰ ওচৰত তেওঁলোকে সাহায্য ভিক্ষা কৰিব লগা হ'ল। কিনসকল আহি ৰৈ গ'ল আৰু বেচেৰা ছুংসকল দক্ষিণলৈ হুহ'কি যাব লগা হ'ল। তাত "দক্ষিণ ছুং" ৰূপে তেওঁলোকে আৰু ১৫০ বছৰ ৰাজত্ব চলালে। ইতিমধ্যে মনোহৰ কলা, ৰঙীন চিত্ৰবিদ্যা আৰু চীনা মাটি বনোৱা বিদ্যাৰ উৎকৰ্ষ সাধিত হ'ল।

কোৰিয়াত বিভাজন আৰু অন্তৰ্দ্বন্দ্বৰ এছোৱা সময় পাৰ হৈ যোৱাৰ পিচত ৯৩৫ খৃষ্টাব্দত সন্মিলিত স্বাধীন ৰাজ্য এখন প্ৰতিষ্ঠিত হ'ল। ই সুদীৰ্ঘ এছোৱা সময় ধৰি—প্ৰায় ৪৫০ বছৰ—তিষ্ঠি থাকিল। কোৰিয়াই নিজৰ সভ্যতা, কলা আৰু শাসনপ্ৰণালীৰ ভালেখিনি চীনৰপৰা আহৰণ কৰিলে। ধৰ্ম্ম আৰু কলাৰো কিছু

কিছু কোৰিয়ালৈ আৰু লগতে জাপানলৈও চীনৰ যোগেদি ভাৰতৰপৰা গৈছিল। একেবাৰে পূৱলৈ থকা জাপানে এচিয়াৰ প্ৰায় প্ৰহৰীৰূপে পৃথিৱীৰ বাকী অংশৰপৰা কম-বেচি পৰিমাণে বিচ্ছিন্ন হৈয়ে নিজৰ অস্তিত্ব বজাই ৰাখিলে। ফুজিয়াৰা পৰিয়ালটো মহাপ্ৰতাপী হৈ উঠিল। ইতিমধ্যে ফৈদৰ মুখীয়াল এজনৰ নিৰ্বাচনা হৈ পৰা সম্ৰাটজনক এন্ধাৰত পেলাই থোৱা হ'ল। ইয়াৰ পিচত আহিল ছোগুণ।

মালয়েছিয়াত ভাৰতীয় উপনিবেশবোৰে ঠন ধৰি উঠিলে। মহিমামণ্ডিত এঙ্কৰ হ'ল কাম্বোদিয়াৰ ৰাজধানী। এই ৰাষ্ট্ৰখন শক্তি আৰু শ্ৰীবৃদ্ধিৰ সৰ্ব্বোচ্চ শিখৰ পাইছিলগৈ। সুমাত্ৰাত শ্ৰীবিজয় হ'ল বিশাল বৌদ্ধ সাম্ৰাজ্য এখনৰ ৰাজধানী। এই সাম্ৰাজ্যই পূব অঞ্চলৰ সমূহ দ্বীপ নিয়ন্ত্ৰণাধীন কৰিছিল আৰু সেইবোৰৰ ভিতৰত ব্যাপক বেহা-বেপাৰ চলাইছিল। পূব যৱত এখন স্বাধীন হিন্দু ৰাষ্ট্ৰৰ উত্থান হ'ল। ই অচিৰে ঠন ধৰি উঠিল আৰু বেহা-বেপাৰ আৰু বেপাৰে আনি দিয়া সম্পদ লৈ শ্ৰীবিজয়ৰ লগত প্ৰতিদ্বন্দ্বিতা চলালে। বৰ্ত্তমান ইউৰোপীয় জাতি-বৰ্গই বেপাৰৰ হকে যুদ্ধ কৰাৰ দৰে ইও শ্ৰীবিজয়ৰ লগত তুমুল যুদ্ধ চলালে আৰু অৱশেষত শ্ৰীবিজয়ক অধিকৃত কৰি নাশ কৰিলেগৈ।

ভাৰতত উত্তৰ আৰু দক্ষিণ পৰস্পৰে আগত সময়ছোৱাত হোৱাতকৈও বেচিহে বিচ্ছিন্ন হৈ পৰিল। উত্তৰত ঘজনীৰ মামুদ বাৰে বাৰে আহি নাশ কৰি লুটি যায়। তেওঁৰ অজস্ৰ সম্পত্তি লৈ গ'ল আৰু নিজ ৰাজ্যৰ লগত পঞ্জাৱক যুক্ত কৰিলে। দক্ষিণত ৰাজৰাজ আৰু তেওঁৰ পুতেক ৰাজেন্দ্ৰৰ অধীনত চোল সাম্ৰাজ্যই ক্ৰমবিস্তৃতি লভা আৰু শক্তি সঞ্চয় কৰা আমি দেখিবলৈ পাওঁ। তেওঁলোকে ভাৰতৰ দক্ষিণাংশত প্ৰভুত্ব খটুৱায়। তেওঁলোকৰ নৌ-বহৰে আৰব সাগৰ আৰু বঙ্গোপসাগৰ দলিত কৰে। সিংহল, দক্ষিণ ব্ৰহ্ম আৰু বঙ্গলৈ তেওঁ-লোকে বিজয়ৰ অৰ্থে আক্ৰমণাত্মক অভিযান প্ৰেৰণ কৰে।

মধ্য আৰু পশ্চিম এচিয়াত বাগ্‌দাদৰ আব্বাছিদ সাম্ৰাজ্যৰ অৱশেষ আমি দেখিবলৈ পাওঁ। বাগ্‌দাদে ইমানতো সমৃদ্ধি লভিছিল; আনকি নতুন এচাম শাসকৰ অধীনত—ছেলজুক তুৰ্ক—শক্তিও বঢ়াব পাৰিছিল। কিন্তু পুৰণি সাম্ৰাজ্যখন বহুতো ৰাজ্যত খণ্ড-বিখণ্ড হৈ পৰিল। ইছলাম মাত্ৰ এখন সাম্ৰাজ্যৰ ধৰ্ম্ম হৈ নেথাকিল। ই বহুতো দেশ আৰু বহুতো জাতিৰ ধৰ্ম্মত পৰিণত হ'ল। আব্বাছিদ সাম্ৰাজ্যৰ ধ্বংসস্তূপৰপৰাই ঘজনী ৰাজ্যৰ উদ্ভৱ হয়। এই ঘজনীকে মামুদে শাসন কৰিছিল আৰু ইয়াৰপৰাই তেওঁ ভাৰতৰ ওপৰত জপিয়াই পৰিছিল। কিন্তু বাগ্‌দাদৰ সাম্ৰাজ্যখন ভাগি-ছিগি গ'ল যদিও বাগ্‌দাদ নগৰখন মহানগৰী হৈয়ে ৰ'ল। দূৰৈৰ ঠাইবোৰৰপৰাও ই কলাকাৰ আৰু বিদ্বজ্জনসকলক আকৃষ্ট কৰিছিল। এই কালছোৱাত মধ্য এচিয়াতো বহুত সুবৃহৎ আৰু সুপ্ৰসিদ্ধ চহৰে ঠন ধৰি উঠে —বোখাৰা, ছমৰকন্দ, বল্‌খ প্ৰভৃতি। এইবোৰৰ ভিতৰত ব্যাপক বেপাৰ চলিছিল আৰু মৰুভূমিযাত্ৰী বিৰাট দল একোটাই ইঠাইৰপৰা সিঠাইলৈ পণ্য কঢ়িয়াই নিছিল।



খৃষ্টীয় দশম শতকত এচিয়া আৰু ইউৰোপ

মঙ্গোলিয়া আৰু তাৰ আশে-পাশে নতুন নতুন অঘৰী জনজাতিবোৰে সংখ্যাত আৰু শক্তিত বৃদ্ধি পায়। দশ বছৰৰ পিচত তেওঁলোকে এচিয়া দলি নিয়ে। আনকি আজিও মধ্য আৰু পশ্চিম এচিয়াত থকা প্ৰতিপত্তিশীল বৰ্গবোৰ মধ্য এচিয়াৰ সেই অঘৰী লালন-পীঠৰপৰাই আহিছিল। চীনাসকলে তেওঁলোকক পশ্চিমলৈ খেদি পঠাইছিল। তেওঁলোক বিস্তাৰিত হৈ কিছুমান ভাৰতলৈ আহে আৰু কিছুমান ইউৰোপলৈ যায়। পশ্চিমলৈ খেদা খাই আহি ছেলজুক তুৰ্কসকলে বাগ্‌দাদ সাম্ৰাজ্যৰ ভাগ্যৰবি উদ্ধাৰ কৰা আৰু কন্‌ষ্টান্টিনোপলৰ প্ৰাচ্য ৰোমান সাম্ৰাজ্য আক্ৰমণ কৰি পৰাজিত কৰা আমি এতিয়া লক্ষ্য কৰিবলৈ পাওঁ।

এচিয়াৰ বেলিকা এয়ে যথেষ্ট। লোহিত সাগৰৰ সিপাৰে হ'ল মিছৰ; বাগ্‌দাদৰ কৰ্তৃত্বৰপৰা মুক্ত। তাৰ মুছলিম শাসকজনে নিজকে এজন স্বতন্ত্ৰ খলিফা বুলি ঘোষণা কৰিলে। উত্তৰ আফ্ৰিকাও স্বতন্তৰীয়া মুছলিম শাসনৰ তললৈ গ'ল। জিব্ৰাল্টৰ প্ৰণালীৰ সিপাৰে স্পেইনতো আছিল এখন স্বতন্তৰীয়া মুছলিম ৰাষ্ট্ৰ—আমীৰ এজনৰ কৰ্তৃত্বত কুৰ্টুবা বা কৰ্ডোবা। এইখন ৰাষ্ট্ৰৰ বিষয়ে পিচে পৰে তোমাক মই কিছু ক'ব লাগিব। তুমি ইতিমধ্যে ইতিমধ্যে জানিবলৈ পাইছাই যে আব্বাছিদ খলিফাসকল যেতিয়া ক্ষমতাত অধিষ্ঠিত হ'ল, তেতিয়া স্পেইনে তেওঁ-লোকৰ ওচৰত শৰণ নললে। তেতিয়াৰপৰা ই স্বাধীন হৈয়ে থাকিল। ফ্ৰান্স অধিকাৰ কৰিবৰ অৰ্থে ই চলোৱা প্ৰচেষ্টা বহু পূৰ্ব্বে চাৰ্লছ মাৰ্টেলে প্ৰতিহত কৰিলে। এতিয়া স্পেইনৰ উত্তৰাঞ্চলৰ খৃষ্টান ৰাষ্ট্ৰসমূহে মুছলমানসকলৰ ওপৰত আক্ৰমণ চলোৱাৰ পাল পৰিল। দিনক দিনে তেওঁলোকে অধিকতৰ আত্মবিশ্বাস লৈ আক্ৰমণ চলাব ধৰিলে। কিন্তু আমি যি সময়ৰ উল্লেখ কৰিছোঁ, সেই সময়ত কৰ্ডোবাৰ আমিৰজনৰ ৰাষ্ট্ৰখন আছিল সুমহান আৰু সমৃদ্ধিশালী; সভ্যতা আৰু বিজ্ঞানৰ ফালৰপৰা ইউৰোপীয় দেশবোৰতকৈ ভালেখিনি আগবঢ়া।

স্পেইনত বাদে ইউৰোপখন কিছুমান খৃষ্টান ৰাষ্ট্ৰত বিভক্ত হৈ আছিল। এই সময়লৈ খৃষ্ট ধৰ্ম্মই ইউৰোপৰ গোটেইখন মহাদেশ জুৰি প্ৰসাৰতা লভে; বীৰ-বীৰাঙ্গনা আৰু দেৱ-দেৱী পুৰাণ ধৰ্ম্মবোৰ ইউৰোপৰপৰা প্ৰায় অন্তৰ্হিত হয়। ইউৰোপৰ আধুনিক দেশবোৰে ৰূপ পৰিগ্ৰহ কৰা আমি দেখিবলৈ পাওঁ। ৯৮৭ খৃষ্টাব্দত হিউ কাপেটৰ অধীনত ফ্ৰান্সৰ উত্থান হয়। ইংলেণ্ডত ডেন অধিপতি কেনিউটে (সাগৰৰ ঢৌবোৰক উভতি যাবলৈ হুকুম দিয়া বাবে যিজন প্ৰসিদ্ধ হৈ পৰিছে) ১০১৬ খৃষ্টাব্দত শাসন নিৰ্ব্বাহ কৰিছিল। পঞ্চাশ বছৰৰ পিচত ইংলেণ্ডলৈ আহিল নৰ্ম্মাণ্ডিৰপৰা বিজেতা উইলিয়াম। জাৰ্ম্মাণী আছিল পৱিত্ৰ ৰোমান সাম্ৰাজ্যৰ অংশবিশেষ; কিন্তু ই সুনিশ্চিতভাৱে এখন মাত্ৰ দেশত পৰিণত হ'ব ধৰিছিল, যদিওবা ই তেতিয়াও কিছুমান সৰুসুৰা ৰাষ্ট্ৰত বিভক্ত হৈ আছিল। ৰুছিয়াই পুব ফালে বিস্তৃতি লভিব ধৰিছিল আৰু সময়ত নিজৰ ৰণতৰীবোৰ লৈ কন্‌ষ্টান্টিনোপলক আতঙ্কিত কৰি তুলিছিল। ৰুছিয়াই কন্‌ষ্টাণ্টিনোপলৰ প্ৰতি সদায় পোষণ কৰি অহা অদ্ভুত মোহৰ আৰম্ভণিও এয়ে। ৰুচিয়াই এই বিৰাট চহৰখন পাবলৈ এহেজাৰ বছৰ ধৰি হাবিয়াস কৰি আহিছিল আৰু সদৌ শেষত ১৪ বছৰৰ পূৰ্ব্বে অন্ত পৰা মহাযুদ্ধখনৰ ফলত ইয়াক লভিব বুলিয়েই আশা কৰিছিল। কিন্তু অকস্মাৎ

বিপ্লৱৰ সূত্ৰপাত হ'ল আৰু পূৰণি ৰুছিয়াৰ সকলোবোৰ পৰিকল্পনা বিপৰ্য্যস্ত হৈ পৰিল।

৯০০ বছৰৰ আগৰ ইউৰোপৰ মানচিত্ৰত তুমি পোলেণ্ড, মেগিয়াৰসকলৰ বসতিপ্ৰধান হাঙ্গেৰী আৰু বুলগেৰিয়ান আৰু ছাবসকলৰ ৰাজ্যবোৰো দেখিবলৈ পাবা। তুমি হওঁতে বিস্তৰ শত্ৰুৰে পৰিবেষ্টিত কৰি ৰখা, তথাচ বৰ্ত্তি থকা প্ৰাচ্য ৰোমান সাম্ৰাজ্যখনো দেখিবলৈ পাবা। ইয়াক ৰুছসকলে আক্ৰমণ কৰিছিল, বুলগেৰিয়ানসকলে বিব্ৰত কৰি তুলিছিল, নৰ্ম্মানসকলে জলপথেদি অবিৰাম হায়ৰাণ কৰি আছিল আৰু এতিয়া আটাইতকৈ বিপজ্জনক শত্ৰু ছেলেজুক তুৰ্ক-সকলে ইয়াৰ জীৱনকে বিপন্ন কৰি তুলিলে। এই সকলোবোৰ শত্ৰু আৰু জঞ্জালে জুমুৰি দি ধৰা সত্বেও ই আৰু ৪০০ বছৰ ধৰি ধৰাশায়ী নোহোৱাকৈ থাকিল। কনষ্টাণ্টিনোপলৰ অৱস্থানত অন্তৰ্নিহিত হৈ থকা শক্তিৰ আলম লৈ এই চমকপ্ৰদ বেপাৰটো আংশিকভাৱে ব্যাখ্যা কৰিব খোজা হয়। ই ইমানেই ভালভাৱে অৱস্থিত যে শত্ৰু এজনে ইয়াক দখল কৰাটো দুৰূহ। আংশিকভাৱে এই ব্যাখ্যাও দিয়া হয় যে গ্ৰীকসকলে উদ্ভাৱন কৰা প্ৰতিৰক্ষাৰ নতুন প্ৰণালী এটাৰ বাবেই ই সম্ভৱপৰ হ'ল। ইয়াক "গ্ৰীক অনল" বোলা হয়। ই হ'ল পানীৰ সংস্পৰ্শলৈ আহিলে জ্বলি উঠা এবিধ পদাৰ্থ। বছফোৰাছ পাৰ হ'ব খুজিলে আক্ৰমণকাৰী সৈন্যবাহিনীৰ জাহাজবোৰ এই গ্ৰীক অনলৰ সহায়েৰে অগ্নিসাৎ কৰি কনষ্টাণ্টিনোপলৰ মানুহে তেওঁলোকৰ বিষম ক্ষতি সাধিছিল।

খৃষ্ট যুগৰ প্ৰথম এহেজাৰ বছৰৰ অন্তত ইউৰোপৰ আছিল মানচিত্ৰ এনেকুৱাই। নৰ্থমেন বা নৰ্মানসকলো জাহাজেৰে ভটীয়াই আহি ভূমধ্যসাগৰৰ উপকূলবৰ্ত্তী নগৰ-বোৰ আৰু ঘাই সাগৰৰ জাহাজবোৰ বিব্ৰত আৰু লুট কৰাও তুমি লক্ষ্য কৰিবলৈ পাবা। কৃতকাৰ্য্যতা লভি তেওঁলোক সন্মানীয়ও হৈ পৰিল। ফ্ৰান্সৰ পশ্চিমৰ নৰ্ম্মাণ্ডিত তেওঁলোকে বসতি স্থাপন কৰিলে; ফ্ৰান্সত থকা তেওঁলোকৰ ঘাটিৰপৰা গৈ তেওঁলোকে ইংলেণ্ড অধিকাৰ কৰিলে। চিচিলি দ্বীপটো তেওঁলোকে মুছলিম-সকলৰপৰা হস্তগত কৰি ললে আৰু ইয়াৰ লগতে দক্ষিণ ইটালীও যোগ দি তেওঁ-লোকে "চিচিলিয়া" নামে এখন ৰাজ্য গঠন কৰিলে।

মধ্য ইউৰোপত উত্তৰ সাগৰৰপৰা ৰোমলৈকে বিস্তৃত হৈ আছিল পৱিত্ৰ ৰোমান সাম্ৰাজ্য। এজন মাত্ৰ মুখীয়াল "সম্ৰাট" লৈ বহুতো ৰাষ্ট্ৰৰে ই গঠিত হৈছিল। এই জাৰ্ম্মাণ সম্ৰাটজন আৰু ৰোমৰ পোপৰ মাজত কৰ্তৃত্ব লাভৰ অৰ্থে সততে অৰিয়া-অৰি চলি আছিল। মাজে সময়ে সম্ৰাটজন জিকে; মাজে সময়ে জয়ী হয় পোপ; কিন্তু গৈ থৈ পোপসকলেই শক্তি বৃদ্ধি কৰিব পাৰিলে। সমাজচ্যুত কৰা—অৰ্থাৎ সমাজৰপৰা কোনো এজন লোকক এঘৰীয়া কৰা আৰু তেওঁক আইনৰ বহিৰ্ভূত কৰাৰ ভয় খুৱাই পোপসকলে মাৰাত্মক অস্ত্ৰ এপাত প্ৰয়োগ কৰিছিল। এজন মদগৰ্ব্বী সম্ৰাটক সেই সময়ৰ পোপজনে ইমান তললৈ নমালে যে ক্ষমা প্ৰাৰ্থনা কৰিবৰ অৰ্থে তেওঁ (সম্ৰাটজনে) বৰফৰ মাজেদি শুদা ভৰিৰে গৈ ইটালীৰ কেন'ছাত পোপৰ বাসস্থানৰ বাহিৰত তেওঁ (পোপে) অনুগ্ৰহ কৰি দেখা নিদিয়া পৰ্য্যন্ত খপি থাকিব লগা হৈছিল।

ইউৰোপৰ এই দেশবোৰে ৰূপ পৰিগ্ৰহ কৰা আমি দেখিবলৈ পাওঁ; কিন্তু সেই-বোৰ আজিকালি যেনে, তেতিয়া তেনে নাছিল—বিশেষকৈ সেইবোৰৰ জনসাধাৰণ আছিল তেনেই বিভিন্ন। তেওঁলোকে নিজকে ফৰাচী, ইংৰাজ বা জাৰ্ম্মাণ বুলি কোৱা নাছিল। গৰীব খেতিয়কসকল আজি দুৰ্দ্দশাগ্ৰস্ত লোক; তেওঁলোকে দেশ বা ভূগোলৰ একো ভূ-ভাকে পোৱা নাছিল। তেওঁলোকে জনাৰ ভিতৰত হ'ল ইমানেই যে তেওঁলোক মুনিবৰ খাটোৱাল আৰু মুনিবৰ আজ্ঞা তেওঁলোকে পালিবই লাগিব। ডাঙৰীয়াসকলক তেওঁলোকনো কোন বুলি তুমি যদি সোধা, তেন্তে তেওঁ-লোকে ক'ব যে তেওঁলোক হ'ল এই ডোখৰ বা সেই ডোখৰ ঠাইৰ কৰ্ত্তা আৰু কোনো ওপৰৱালা কৰ্ত্তাৰ নাইবা ৰজাৰ মুচ্ছুদী। গোটেই ইউৰোপ জুৰি প্ৰসাৰ লভা ফিউডেল প্ৰথা এইটোৱেই।

জাৰ্ম্মাণীত আৰু বিশেষকৈ উক্ত ইটালীত ডাঙৰ ডাঙৰ চহৰবোৰে ক্ৰমাগত ঠন ধৰি উঠাও আমি দেখিবলৈ পাওঁ। পেৰিছ সেই সময়তো এখন জাকত জিলিকা চহৰ আছিল। এই চহৰবোৰ হ'ল বেপাৰ আৰু বাণিজ্যৰ কেন্দ্ৰ; সম্পদ তাতেই গোট খাইছিল। চহৰবোৰে ফিউডেল কৰ্ত্তাসকলক ভাল নেপাইছিল আৰু উভয়ৰ মাজত সততে অৰিয়া-অৰি চলি আছিল। অৱশেষত ধনৰে জোৰ বেচি হ'লগৈ। ডা-ডাঙৰীয়াসকলক ধন ধাৰলৈ দি সেই ধনৰ জোৰত চহৰবোৰে বিশেষাধিকাৰ আৰু ক্ষমতা কিনি ললে। এইদৰে চহৰবোৰত নতুন শ্ৰেণী এটাৰ উত্থান হয় আৰু এই শ্ৰেণীটোৱে ফিউডেল প্ৰথাৰ লগত নিজকে খাপ খুৱাব নোৱাৰিলে।

গতিকে, আমি দেখা পাওঁ যে ইউৰোপৰ সমাজ ফিউডেল প্ৰথানুযায়ী খলপা-খলপে বিভক্ত হৈ আছিল। আনকি গীৰ্জ্জাইও এই ব্যৱস্থাত সমৰ্থন জনাইছিল আৰু আশীষ বৰ্ষিছিল। একো জাতীয়তাবোধ নাছিল; কিন্তু গোটেইখন ইউৰোপতে—বিশেষকৈ উচ্চতৰ শ্ৰেণীসমূহৰ ভিতৰত একপ্ৰকাৰ চেতনা এটা আছিল। সি হ'ল খৃষ্টসঙ্ঘৰ আদৰ্শ আৰু ইউৰোপৰ জাতিবৰ্গক ঐক্যবদ্ধ কৰিব পৰা কিবা এটা আছিল যদি সি এয়ে। এই ভাৱটোৱে প্ৰসাৰ লভাত গীৰ্জ্জাই সহায়তা কৰিছিল; কিয়নো ই গীৰ্জ্জাক শক্তিশালী কৰে আৰু পোপৰ ক্ষমতা বঢ়ায়। পোপ এতিয়া পশ্চিম ইউৰোপত গীৰ্জ্জাৰ অবিসম্বাদিত মুৰব্বী। তোমাৰ মনত থাকিব পায় যে কনষ্টাণ্টিনোপল আৰু প্ৰাচ্য ৰোমান সাম্ৰাজ্যৰপৰা ৰোমে নিজকে বিচ্ছিন্ন কৰি আনিলে। কনষ্টাণ্টিনোপল্ পুৰণি অৰ্থডক্স গীৰ্জ্জাতে অবিচলিত হৈ থাকিল আৰু বুছিয়ায়ো ইয়াৰপৰা স্বধৰ্ম্ম আহৰণ কৰিলে। কনষ্টাণ্টিনোপলৰ গ্ৰীকসকলে পোপক মানি লোৱা নাছিল।

কিন্তু সঙ্কটৰ মুহূৰ্ত্তত কনষ্টাণ্টিনোপলক যেতিয়া শত্ৰুবৰ্গই ঘেৰি ধৰিলে —বিশেষকৈ ছেলজুক তুৰ্কসকলে সন্ত্ৰস্ত কৰি তুলিলে, তেতিয়া ই আত্মাভিমান আৰু ৰোমৰ প্ৰতি ৰখা অসূয়াৰ ভাব এৰি পেলালে আৰু মুছলিম বিধৰ্ম্মীহঁতৰ বিৰুদ্ধে পোপৰ ওচৰত সাহায্যাৰ্থে আবেদন জনালে। ৰোমত তেতিয়া এজন মহান পোপ আছিল—হিল্ডেব্ৰাণ্ড, যিজন পোপ সপ্তম গ্ৰেগৰী নামে খ্যাত। মদগৰ্ব্বী জাৰ্ম্মাণ সম্ৰাটজনে শুদা ভৰিৰে বৰফেদি গৈ কোন'ছাত যিজন পোপৰ দৰ্শন লভিছিল, তেৱেঁই আছিল হিল্ডেব্ৰাণ্ড।

আন এটা ঘটনাই সেই সময়ত খৃষ্টান ইউৰোপৰ চিন্তা-শক্তি আকৃষ্ট কৰিছিল। বহুতো ধৰ্ম্মনিষ্ঠ খৃষ্টানে বিশ্বাস কৰিছিল যে খৃষ্টৰ এহেজাৰ বছৰৰ পিচতে পৃথিৱীখনৰ আকস্মিকভাৱে ওৰ পৰিব। "মিলেনিয়াম" (সহস্ৰাব্দ) শব্দটোৱে এহেজাৰ বছৰ অৰ্থ কৰে। ই দুটা লেটিন শব্দৰপৰা ওলাইছেঃ 'মিল্লি' অৰ্থ 'হেজাৰ' আৰু 'এনাছ' বছৰ। পৃথিৱীখন আধ্যা পৰাটো সেই সময়তে প্ৰত্যাশিত হৈছিল বাবে সহস্ৰাব্দই এখন উন্নততৰ পৃথিৱীলৈ আকস্মিক পৰিৱৰ্ত্তন সূচায় বুলি ধৰা হৈছিল। মই তোমাক কৈ আহিছোঁৱেই যে সেই সময়ত ইউৰোপত আছিল অতীৱ দাৰিদ্ৰ্য আৰু "সহস্ৰাব্দ"ৰ এই বাসনাই পেপুৰা হৈ পৰা বহুতো লোকক সান্ত্বনা দিব পাৰিছিল। বহুতো লোকে নিজৰ মাটি-বাৰী বেচি দি পৃথিৱীখন অন্ত পৰা সময়ত তেওঁলোক নিজৰ পুণ্যধামত যাতে থাকিব পাৰে, সেই অৰ্থে পেলেষ্টাইনলৈ বুলি গুচি গ'ল।

কিন্তু পৃথিৱীখনৰ আধ্যা নপৰিল আৰু জেৰুজালেমলৈ যোৱা হেজাৰ-বিজাৰ যাত্ৰীক তুৰ্কসকলে কটু ব্যৱহাৰ কৰি নিগ্ৰহ ভুঞ্জালে। ক্ৰোধ আৰু অৱমাননাৰে পৰিপূৰ্ণ হৈ তেওঁলোক ইউৰোপলৈ ঘূৰি আহিল আৰু পুণ্যধামত তেওঁলোকে ভুঞ্জা ক্লেশৰ কাহিনী ৰাষ্ট্ৰ কৰিলেহি। বিশেষকৈ পিটাৰ বাবাজী নামে এজন বিখ্যাত তীৰ্থযাত্ৰীয়ে মুছলমানসকলৰ হাতৰপৰা তেওঁলোকৰ পুণ্যপীঠ উদ্ধাৰ কৰিবলৈ বাইজৰ ওচৰত গোহাৰি জনাই হাতত চিমটা লৈ ইফালে-সিফালে ভ্ৰমি ফুৰিব ধৰিলে। খৃষ্টসঙ্ঘত বিৰক্তিজনিত ক্ৰোধ আৰু উৎসাহৰ ঢৌ উঠিল। এইবোৰ দেখি-শুনি পোপে এনে এটা আন্দোলনৰ নেতৃত্ব বহন কৰিবলৈ স্থিৰ কৰিলে।

প্ৰায় সেই সময়তে বিধৰ্ম্মীৰ বিৰুদ্ধে সাহায্য বিচাৰি কনষ্টাণ্টিনোপলে জনোৱা আৱেদন আহি পৰিল। সমস্ত খৃষ্টসঙ্ঘ—গ্ৰীক আৰু ৰোমান উভয়ে—এতিয়া অগ্ৰগত তুৰ্কসকলৰ বিৰুদ্ধে থিয় দিয়া যেন দেখা গ'ল। ১০৯৫ খৃষ্টাব্দত বিৰাট গীৰ্জ্জা পৰিষদ এখনে পুণ্য ধাম জেৰুজালেম উদ্ধাৰ কৰাৰ মানসেৰে মুছলিম-সকলৰ বিৰুদ্ধে ধৰ্ম্মযুদ্ধ ঘোষণা কৰিবলৈ সিদ্ধান্ত কৰিলে। এনেদৰেই ক্ৰুছেদৰ সূত্ৰপাত আৰু ইছলামৰ বিৰুদ্ধে খৃষ্টসঙ্ঘৰ অথবা অৰ্দ্ধ-চন্দ্ৰৰ বিৰুদ্ধে ক্ৰুশৰ সংগ্ৰাম আৰম্ভ হ'ল।

## ৫৮

## এচিয়া আৰু ইউৰোপত আকৌ এবাৰ দৃষ্টিপাত

১২ জুন, ১৯৩২

খৃষ্টোত্তৰ এহেজাৰ বছৰৰ অন্তত বিশ্বৰ তথা এচিয়া, ইউৰোপ আৰু আফ্ৰিকাৰ একাংশৰ সংক্ষিপ্ত সমীক্ষা আমি সমাপ্ত কৰিলোঁ। পিচে আকৌ এবাৰ চাই লোৱা।

এচিয়াঃ ভাৰত আৰু চীনৰ পুৰণি সভ্যতা তেতিয়াও অব্যাহত আছিল আৰু উৎকৰ্ষিত হৈছিল। ভাৰতীয় সংস্কৃতি মালয়েচিয়া আৰু কাম্বোদিয়ালৈ বিস্তৃত হ'ল আৰু তাত সুফল পৰিলক্ষিত হ'ল। চীনা সংস্কৃতি কোৰিয়া আৰু জাপানলৈ আৰু কিছু পৰিমাণে মালয়েচিয়ালৈও প্ৰসাৰিত হ'ল। পশ্চিম এচিয়াতে আৰবী সংস্কৃতি আৰব দেশ, পেলেষ্টাইন, চিৰিয়া আৰু মেছোপটামিয়াত অব্যাহত থাকিল। পাৰস্য বা ইৰাণত পুৰণি ইৰাণী আৰু নতুন আৰবী সভ্যতাৰ সংমিশ্ৰণ এটা ঘটিল। মধ্য-এচিয়াৰ কিছুমান দেশে এই সংমিশ্ৰিত আৰব-ইৰাণী সভ্যতা আহৰণ কৰিলে আৰু ভাৰত আৰু চীনৰ দ্বাৰাও প্ৰভাৱান্বিত হ'ল। এইসমূহ দেশতে সভ্যতা উচ্চস্তৰ পাইছিলগৈ; বেপাৰ, জ্ঞান আৰু কলাৰ শ্ৰীবৃদ্ধি হৈছিল আৰু সুপ্ৰসিদ্ধ বিশ্ব-বিদ্যালয়বোৰে দূৰ-দূৰণিৰ ছাত্ৰকো আকৃষ্ট কৰিছিল। কেৱল মঙ্গোলিয়া আৰু মধ্য-এচিয়াৰ কোনো কোনো অংশৰ—আৰু লগে লগে উত্তৰ ছাইবেৰিয়াত—সভ্যতাৰ মান তলখাপৰ আছিল।

এতিয়া ইউৰোপলৈ অহা যাওক। এচিয়াৰ প্ৰগতিশীল দেশবোৰৰ তুলনাত ই পিচপৰা আৰু অৰ্দ্ধ-বৰ্ব্বৰ। পুৰণি গ্ৰীক-ৰোমান সভ্যতা সুদূৰ অতীতৰ স্মৃতি মাত্ৰ হৈ পৰিছিল। শিক্ষা অধোগত হৈছিল; কলাও সিমান পৰিলক্ষিত হোৱা নাছিল আৰু বেহা-বেপাৰো এচিয়াতকৈ বহুত কম হৈছিল। দুখন ঠাই অৱশ্যে জিলিকি আছিল। আৰবসকলৰ অধীনত স্পেইনে আৰবসকলৰ সুমহান দিনৰ পৰম্পৰা অটুট ৰাখিলে আৰু ক্ৰমাগত ম্ৰিয়মান হৈও কনষ্টান্টিনোপল এচিয়া আৰু ইউৰোপৰ অন্তৰ্বৰ্ত্তী সীমান্তৰ অৱস্থিত সুমহান আৰু জনাকীৰ্ণ চহৰ হৈয়ে থাকিল। ইউৰোপৰ বৃহদংশত সঘনে বিশৃঙ্খলা চলি আছিল আৰু সেইকালত ফিউডেল প্ৰথা অনুযায়ী প্ৰতিজন সামন্ত আৰু ভূ-স্বামী নিজ নিজ ক্ষেত্ৰত একো-জন সৰুসুৱা ৰজাৰ নিচিনাই হৈ পৰিছিল। পুৰণি কালত সাম্ৰাজ্যৰ ৰাজধানী হৈ উঠা ৰোম নগৰী এসময়ত গাঁও এখনতকৈ অলপহে ডাঙৰ আছিল আৰু প্ৰাচীন কলছিয়াৰত বনৰীয়া জন্তু বাসস্থান হৈ পৰিছিল। কিন্তু ই আকৌ ঠন ধৰি উঠে।

সেইদেখি খৃষ্টোত্তৰ এহেজাৰ বছৰৰ মূৰত যদি তুমি ইউৰোপ আৰু এচিয়া দুয়োকে বিজোৱা, তেন্তে দেখিবা এই বিজনি ভালেখিনি এচিয়াৰ সপক্ষে গৈছে।

আমি আকৌ এবাৰ লক্ষ্য কৰোহ'ক আৰু বস্তুৰ বাহিৰ ভাগৰ তলতনো কি আছে, চাবৰ চেষ্টা কৰোঁ। আমি দেখা পাওঁ যে কোনোবা ওপৰচকুৱা দৰ্শকে ভাল বুলি ভাবিব পাৰে যদিও এচিয়াত সকলোবোৰ ভালে-কালে যোৱা নাছিল। প্ৰাচীন সভ্যতাৰ দুই পীঠ ভাৰত আৰু চীন দুৰ্গতিত পৰে। তেওঁলোকৰ দুৰ্গতি কেৱল বহিৰাক্ৰমণৰপৰাই হোৱা নাছিল; অন্তৰ্নিহিত জীৱন আৰু শক্তি পঙ্গু কৰি তোলাবোৰহে আছিল তেওঁলোকৰ আচল দুৰ্য্যোগ। পশ্চিমত আৰবসকলৰ সুমহান দিন-কালৰ অন্ত পৰি আহিছিল। চেল্‌জুকসকল যে ক্ষমতাত আধিস্থিত হৈছিল, সেইটো ঠিক; কিন্তু এই উত্থান তেওঁলোকৰ যুঁজাৰু প্ৰকৃতিৰ বাবেইহে সম্ভৱপৰ হৈছিল। ভাৰতীয়, চীনা, পাৰ্ছী বা আৰবসকলৰ দৰে তেওঁলোকে এচিয়াৰ সংস্কৃতিৰ প্ৰতিনিধিত্ব কৰা নাছিল; কৰিছিল এচিয়াৰ যুদ্ধৎসু গুণৰ। এচিয়াৰ সকলো ঠাইতে পুৰণি সংস্কৃতিসম্পন্ন জনগোষ্ঠীবোৰ নিষ্প্ৰভ হৈ পৰিছিল। তেওঁ-

লোকে আত্মবিশ্বাস হেৰুৱাই পেলালে আৰু কোনোমতে আত্মৰক্ষা কৰি থাকিবলৈ ললে। প্ৰতাপী আৰু উৎসাহী নতুন নতুন জাতি আবিৰ্ভূত হ'ল। সেইবোৰে এই পুৰণি জনগোষ্ঠীবোৰ জয় কৰিলে—আনকি ইউৰোপকো আতঙ্কিত কৰি তুলিলে। কিন্তু এইবোৰে লগে লগে সভ্যতাৰ নতুন এটা ঢৌ কিম্বা সংস্কৃতিৰ নতুন এটা অনুপ্ৰেৰণা লৈ অহা নাছিল। পুৰণি জাতিবোৰে লাহে লাহে এওঁলোকক সভ্য কৰি তুলিলে আৰু বিজেতাসকলক নিজৰ লগত চামিল কৰি পেলালে।

এইদৰেই আমি এচিয়াত বিৰাট পৰিৱৰ্ত্তন এটাই ঠাই পোৱা দেখিবলৈ পাওঁ। এহাতেদি পুৰণি সভ্যতাবোৰ চলি আছিল, সুকুমাৰ কলাৰ উৎকৰ্ষ সাধিত হৈছিল আৰু লাহবিলাহত পৰিমাৰ্জ্জিত ৰুচি পৰিলক্ষিত হৈছিল। আনহাতেদি সভ্যতাৰ ধমনী দুৰ্ব্বল হৈ পৰিছিল আৰু জীৱনৰ আয়ুস ক্ৰমাগত কমি আহিছিল। এই সভ্যতাবোৰ বহুকাললৈ চলি থাকিল। সেইবোৰ ক'তো খাটাংভাৱে অবচ্ছিন্ন বা উচ্ছিন্ন হোৱা নাছিল; মঙ্গোলসকল অহা সময়ত আৰব আৰু মধ্য এচিয়াতেই সভ্যতাৰ গতিত বাধা পৰিছিল। চীন আৰু ভাৰতত ই ক্ৰমাগত মৰাহি যাব ধৰিলে। অৱশেষত পুৰণি সভ্যতা ৰং কৰা ছবি এখনৰ নিচিনা হৈ পৰিল। দুৰৰপৰা চালে ই সুশোভন, কিন্তু নিৰ্জ্জীৱ আৰু যদি তুমি কাষ চাপি আহা, তেন্তে দেখিবা ইয়াক উঁই পৰুৱাই ধৰিছে।

সাম্ৰাজ্যৰ দৰে সভ্যতাৰো পতন বহিৰ্শত্ৰুৰ শক্তিৰ বাবে নহয়; হয় অন্তৰ্জ্জাত দৌৰ্ব্বল্য বা মৃতাৱস্থাৰ ফলতহে। বৰ্ব্বৰহঁতৰ আক্ৰমণৰ বাবে ৰোমৰ পতন হোৱা নাছিল। ইতিপূৰ্ব্বে মৃতপ্ৰায় হোৱা বস্তু এটাহে তেওঁলোকে মাথোন খুন্দিয়াই বগৰাই পেলালে। হাত-ভৰি কাটি পেলোৱা সময়লৈ ৰোমৰ ধাতু শেষেই হৈছিল। চীন আৰু ভাৰতত আৰু আৰবসকলৰ বেলিকাও আমি একেটা গতি-বিধিকে লক্ষ্য কৰিবলৈ পাওঁ। আৰব সভ্যতাৰ পতন ঠিক ইয়াৰ উত্থানৰ সমানেই আকস্মিক হৈ পৰিল। চীন আৰু ভাৰতত এই অৱনতি দীৰ্ঘকাল জুৰি চলিল আৰু ইয়াক ঠাৱৰ কৰাটোও কঠিন।

ঘজনীৰ মামুদ ভাৰতলৈ অহাৰ বহুকালৰ আগৰেপৰাই ভাৰতত এই অৱনতিৰ সূচনা হৈছিল। মানুহৰ মনবোৰতে আমি এই পৰিৱৰ্ত্তন লক্ষ্য কৰিবলৈ পাওঁ। নতুন ভাব বা বস্তুৰ সৃষ্টি কৰক ছাৰি ইতিপূৰ্ব্বে যিখিনি কৰা হৈ গ'ল, তাকে পুনৰাবৃত্তি বা অনুকৰণ কৰাত ভাৰতত মানুহবোৰে আত্মনিয়োগ কৰিলে। তেওঁলোকৰ মন এতিয়াও তীক্ষ্ম হৈয়ে থাকিল সঁচা; কিন্তু বহুপূৰ্ব্বে যিখিনি কোৱা বা লিখা হ'ল, সেইখিনিকে বিশ্লেষণ বা ব্যাখ্যা কৰাতে তেওঁলোক ক্ষান্ত থাকিল। তেওঁলোকে এতিয়াও অপূৰ্ব স্থাপত্য আৰু ভাস্কৰ্য্যকলাৰ সৃষ্টি কৰিব পাৰিছিল; কিন্তু সেইবোৰ অত্যন্ত বাহুল্য ভাবাক্ৰান্ত আৰু আলঙ্কাৰিক হৈ পৰিছিল আৰু মাজে-সময়ে প্ৰায় অস্বাভিৱকতাৰ পাৰশো পৰিছিল। মৌলিকত্ব নোহোৱাই হ'ল; সাহসিকতাপূৰ্ণ আৰু সুৰুচিকৰ চানেকীৰ ক্ষেত্ৰতো তথৈবচ। মসৃণ কান্তি, কলা আৰু বিলাসিতা ধনী আৰু আঢ্যৱন্তসকলৰ মাজতে চলি থাকিল। সমূহীয়াভাৱে জনসাধাৰণৰ সুখ-দাৰিদ্ৰ লাঘৱ কৰিবৰ অৰ্থে কিম্বা উৎপাদন বঢ়াবৰ অৰ্থে প্ৰায় একোকে কৰা নহ'ল।

এই সকলোবোৰ হ'ল সভ্যতা অস্তমিত হোৱাৰ লক্ষণ। যেতিয়া এনে ঘটে, তেতিয়া তুমি থিৰাংকৈ ধৰি ল'ব পাৰা যে সেই সভ্যতাৰ আয়ুস শেষ হৈ আহিছে; কিয়নো সৃষ্টি কৰাটো হ'ল জীৱনৰ লক্ষণ; পুনৰাবৃত্তি আৰু অনুকৰণ নহয়।

এনে ধৰণৰ গতি-বিধিৰ কিছু তেতিয়া চীন আৰু ভাৰতত পৰিলক্ষিত হৈছিল। কিন্তু মই কোৱাটো ভুলকৈ নধৰিবা। এইবোৰৰ ফলত চীন আৰু ভাৰতৰ অস্তিত্ব লোপ হৈ পৰিল বা এই দুয়োখন দেশ বৰ্ব্বৰতাত নিমজ্জিত হ'ল বুলি মই ক'ব খোজা নাই। মই ইয়াকেহে বুজাব খুজিছোঁ যে চীন আৰু ভাৰতে অতীতত সৃষ্টিশীল সত্তাৰ যি পূৰ্ণ অনুপ্ৰেৰণা লভিছিল, তাৰ শক্তি নিঃশেষ হৈ আহিছিল আৰু ই পুনৰুজ্জীৱিত হোৱা নাছিল। পৰিৱৰ্ত্তিত অৱস্থাৰ লগত ই নিজকে খাপ খুৱাই ল'ব পৰা নাছিল; ই মাথোন কোনো মতে বৰ্ত্তি আছিল। প্ৰতিখন দেশ আৰু প্ৰতিটো সভ্যতাৰ দশা এনেকুৱাই হয়। মহান সৃষ্টিশীল প্ৰচেষ্টা আৰু পৰিপুষ্টি লাভৰ একো একোছোৱা সময় থাকে; সেইদৰে মৰহি যোৱাৰো একো একোছোৱা সময় থাকে। ভাৰত আৰু চীনত এই নিঃশেষাৱস্থা আহোঁতে যে ইমান বিলম্ব ঘটিল, সিহে আচৰিত আৰু সিমানতো ইয়াৰ একেবাৰে ওৰ নপৰিল।

ইছলামে ভাৰতত মানৱীয় অগ্ৰগতিৰ অৰ্থে নতুন প্ৰেৰণা এটা আনিলে। কিছু পৰিমাণে ই ৰসায়ণৰ নিচিনা কাম দিলে। ই ভাৰতক সচকিত কৰি তুলিলে। কিন্তু দুটা কাৰণবশতঃ ই যিমান ভাল কৰিব লাগিছিল, সিমান ভাল কৰিব নোৱাৰিলে। ই আহিল ভুল বাটেদি আৰু আহিল বৰ বেলিকৈ। ঘজনীৰ মামুদে আক্ৰমণ কৰাৰ পূৰ্ব্বে কেবা শ বছৰ ধৰি মুছলমান ধৰ্ম্ম-প্ৰচাৰকসকল ভাৰতত ভ্ৰমি ফুৰিছিল আৰু তেওঁলোকক আদৰি লোৱাও হৈছিল। তেওঁলোক শান্তিৰ কালত আহিছিল আৰু কিছু কৃতকাৰ্য্যও হৈছিল। ইছলামৰ বিৰুদ্ধে বিদ্বেষৰভাৱ বুলিবলৈ একোৱেই নাছিল। ইয়াৰ পিচত মাৰি-কাটি লুটপাট কৰিবলৈ আহিল মামুদ। বিজেতা, লুণ্ঠনকাৰী আৰু নৰহন্তাৰূপে তেওঁ অহাৰ ভঙ্গীটোৱে ভাৰতত ইছলামৰ খ্যাতি আন যি কোনো ঘটনাতকৈ অধিকতৰ ম্লান কৰিলে। অন্য যি কোনো ডাঙৰ বিজেতাই কৰাৰ দৰেই তেৰোঁ অৱশ্যে মাৰি-কাটি লুট কৰিহে গৈছিল; ধৰ্ম্মৰ প্ৰতি বৰ কমেইহে ভ্ৰূক্ষেপ কৰিছিল। কিন্তু বৰ দীঘলীয়া এছোৱা সময় ধৰি তেওঁৰ আক্ৰমণবোৰে ভাৰতত ইছলামক প্ৰচ্ছন্ন কৰি ৰাখিলে আৰু নিৰপেক্ষভাৱে বিচাৰ কৰাটো মানুহৰ পক্ষে জটিল কৰি তুলিলে, যিটো হয়তো এনেয়ে তেওঁলোকে কৰিলেহে'তেন।

সেইটো আছিল এটা কাৰণ। আনটো কাৰণ হ'ল এয়ে যে ই আহিল বেলিকৈ। ই আৰম্ভ হোৱাৰ প্ৰায় চাৰি শ বছৰৰ পিচতহে আহি পালে আৰু এই দীঘলীয়া সময় ছোৱাৰ ভিতৰত ইয়াৰ শক্তিও কিছু হ্ৰাস পালে। আৰু ইয়াৰ স্ৰজনশীল উদ্যম ভালেখিনি টুটি গ'ল। ইছলাম সহ আৰবসকল আদি কালতে ভাৰতলৈ অহা হলে উদীয়মান আৰবী সংস্কৃতি পূৰ্ণ ভাৰতীয় সংস্কৃতিৰ লগত সংমিশ্ৰিত হ'ল-হে'তেন আৰু অপূৰ্ব্ব ফলাফল সহ ইটোৱে সিটোৰ ওপৰত ক্ৰিয়া-প্ৰতিক্ৰিয়া বিস্তাৰ কৰিব পাৰিলেহে'তেন। ই দুটা কৃষ্টিসম্পন্ন বৰ্ণৰ সংমিশ্ৰণ হৈ পৰিলহে'তেন। আৰবসকল ধৰ্ম্মৰ ক্ষেত্ৰত সহনশীলতা আৰু যৌক্তিকতাৰ হেতু সুপ্ৰসিদ্ধ। আনহে নেলাগে, একালত খলিফাৰ পৃষ্ঠপোষকতাত বাগদাদত এটা মজলিছেই বহিছিল।

ইয়াত সমূহ ধৰ্ম্ম আৰু অধৰ্ম্মৰ লোকসকল একেলগে গোট খাই কেৱল যৌক্তিকতাৰ দৃষ্টিকোণৰপৰাই সমূহ বিষয়ৰ বিচাৰ-বিতৰ্ক কৰিছিল।

কিন্তু আৰবসকল যথাৰ্থ ভাৰতলৈ নাহিল। তেওঁলোক সিন্ধুতে বৈ গ'ল আৰু ভাৰতো তেওঁলোকৰদ্বাৰা কমেই প্ৰভাৱান্বিত হ'ল। ইছলাম ভাৰতলৈ আহিল তুৰ্কসকলৰ যোগেদি। তেওঁলোক আৰবসকলৰ দৰে সহনশীলতা বা সংস্কৃতিৰ অধিকাৰী হোৱা নাছিল; তেওঁলোক আছিল মুখ্যতঃ সৈনিক।

তথাপি প্ৰগতি আৰু সৃষ্টিশীল প্ৰচেষ্টাৰ হকে নতুন প্ৰেৰণা এটা আছিল। ই ভাৰতত কেনেকৈ কিছু নতুন প্ৰাণৰ সঞ্চাৰ কৰিলে আৰু পাচত নিষ্প্ৰাণ হৈ গ'ল, সেইটো আমি পিচত আলোচনা কৰিম।

ভাৰতীয় সভ্যতা দুৰ্ব্বলতৰ হৈ পৰাৰ আন এটা ফল এতিয়া দৃষ্টিগোচৰলৈ আহিল। বাহিৰৰপৰা আক্ৰান্ত হ'লত নিজৰ চৌপাশে কাঠগড়া এটা বান্ধি ই প্ৰায় নিজকে বন্দীশালত আৱদ্ধ কৰি থৈ ভিতৰলৈ বৈ অহা বানৰপৰা আত্মৰক্ষা কৰিব খুজিলে। দুৰ্ব্বলতা আৰু আতঙ্কগ্ৰস্ততাৰ ই হ'ল আন এক লক্ষণ; প্ৰতিষেধকে মাথোন ব্যাধি বঢ়াইহে তুলিলে। প্ৰকৃত ব্যাধিটো হ'ল নিশ্চলতা, বহিৰাক্ৰমণ নহয়। এই বিচ্ছিন্নতাৰ ফলত নিশ্চলতা বাঢ়িল আৰু পৰিপুষ্টি লাভৰ সকলোবোৰ বাট বন্ধ হ'ল। পিচলৈ আমি দেখা পাম যে চীনেও নিজ পদ্ধতি অনুযায়ী এইটোকে কৰিলে আৰু জাপানেও তদ্ৰূপ আচৰিলে। শহাটোৰ দৰে ভিতৰত বন্ধ কৰি থোৱা সমাজ এখনত বসতি কৰিবলৈ লোৱাটো কিছু বিপজ্জনক। আমি তেনে সমাজত ঠিহিৰা লাগো আৰু বিশুদ্ধ বায়ু আৰু বিশুদ্ধ ভাৱধাৰাৰ লগত অপৰিচিত হৈ পৰোঁ। বিশুদ্ধ বায়ু ব্যক্তিবিশেষৰ বাবে যিমান লাগতিয়াল, সমাজৰ পক্ষেও সিমানেই লাগতিয়াল।

এচিয়াৰ সম্পৰ্কে ইমানেই। আমি লক্ষ্য কৰি আহিছোঁৱেই যে ইউৰোপ সেই সময়ত আছিল পিচপৰা আৰু দন্দুৰা।' কিন্তু সেই সমস্ত বিশৃঙ্খলা আৰু ৰুক্ষতা সত্বেও তুমি অন্ততঃ ইউৰোপত উদ্যম আৰু প্ৰাণ উপলব্ধি কৰিব পাৰিবা। বহুকাল প্ৰভুত্ব চলোৱাৰ পিচত এচিয়া অধোমুখ হৈছিল; ইউৰোপে কষ্ট কৰি থিয় দিছিল। কিন্তু এচিয়াৰ পৰ্য্যায়ৰ সমান হ'ব পৰাকৈ উঠিবলৈ তেতিয়াও ইউৰোপে বহুদূৰ গতি কৰিব লগা অৱস্থাত আছিল।

আজি ইউৰোপ হ'ল প্ৰভুত্বকামী আৰু এচিয়াই মুক্তিৰ হকে সকষ্টে যুঁজিব লগা হৈছে। আকৌ বাহিৰখন উদঙাই চোৱা। এচিয়াত তুমি দেখিবলৈ পাবা এক নতুন উদ্যম, এক নতুন সৃজনী শক্তি আৰু এক নতুন প্ৰাণ। এচিয়া আকৌ যে জাগ্ৰত হৈছে, সেই বিষয়ে একো সন্দেহ নাই। ইউৰোপে—বিশেষকৈ পশ্চিম ইউৰোপে—নিজৰ মহত্ব থকা সত্বেও বিনাশৰ লক্ষণ দৰ্শাইছে। ইউৰোপীয় সভ্যতা ধ্বংস কৰিব পৰাৰ জোখাৰে শক্তি-সামৰ্থ্য থকা বৰ্ব্বৰহ'ত এতিয়া আৰু নাই; কিন্তু সময়ত সুসভ্য জাতিয়ে নিজেই বৰ্ব্বৰোচিতভাৱে কাম চলায় আৰু সেয়ে যদি হয়, তেন্তে সভ্যতাৰ আপোনা-আপুনি পতন হ'ব।

মই এচিয়া আৰু ইউৰোপ বুলি কৈছোঁ; কিন্তু সেইবোৰ হ'ল মাথোন ভৌগোলিক বচন-ভঙ্গীহে। আমাৰ সন্মুখত দেখা দিয়া সমস্যাবোৰ এচিয়াটিক বা

ইউৰোপীয় সমস্যা নহয়; সেইবোৰ হ'ল বিশ্বসমস্যা বা মানৱতাৰ সমস্যা। আমি গোটেই বিশ্বৰ হকে যদি সেইবোৰ সমাধা কৰিব নোৱাৰোঁ, তেন্তে গণ্ডগোল লাগিয়েই থাকিব। এনে সমাধানৰ অৰ্থ কেৱল এয়ে হব পাৰে যে দাৰিদ্ৰ্য আৰু দুখৰ সকলো ঠাইতে অৱসান ঘটাব লাগিব। এনে কৰোঁতে বহু সময় লাগিব পাৰে; কিন্তু আমি এইটো লক্ষ্য কৰি ল'বই লাগিব; ইয়াৰ ধনিষ্ঠামানো কমকৈ নহয়। তেতিয়াহে সমান অধিকাৰৰ ভিত্তিত এখন দেশ বা এটা শ্ৰেণীৰ শোষণ নথকা প্ৰকৃত সংস্কৃতি আৰু সভ্যতা আমি পাব পাৰোঁ। এনে এখন সমাজ হ'ব পৰিৱৰ্ত্তিত অৱস্থাৰ লগত নিজকে খাপ খুৱাই লোৱা আৰু সদস্যসকলৰ সহযোগৰ ওপৰত বৰ্ত্তি থকা এক সৃষ্টিশীল আৰু প্ৰগতিকামী সমাজ। আৰু সদৌ শেষত ই গোটেই বিশ্ব জুৰি প্ৰসাৰিত হ'ব লাগিব। এনে এক সভ্যতা পুৰণি সভ্যতাবোৰৰ দৰে বিনষ্ট বা লয়প্ৰাপ্ত হোৱাৰ শঙ্কা নেথাকিব।

সেইদেখি ভাৰতৰ মুক্তিৰ হকে আমি সংগ্ৰাম চলাওঁতে মনত ৰাখিব লাগিব যে আমাৰ মহান লক্ষ্য হ'ল মানৱীয় মুক্তি; ই আমাৰ ৰাইজৰ আৰু লগতে অন্যান্য মানুহবো স্বতন্ত্ৰতা সামৰি লৈছে।

## ৫৯

## আমেৰিকাৰ মায়া-সভ্যতা

১৩ জুন, ১৯৩২

এই চিঠিবোৰৰ বিশ্ব-বুৰঞ্জীৰ ৰূপৰেখা প্ৰস্তুত কৰাৰ চেষ্টা কৰিছোঁ বুলিয়েই মই তোমাক কৈছোঁ। কিন্তু স্বৰূপাৰ্থত ই হ'ল এচিয়া, ইউৰোপ আৰু আফ্ৰিকাৰ উত্তৰাংশৰ বুৰঞ্জী। আমেৰিকা আৰু অষ্ট্ৰেলিয়াৰ বিষয়ে মই একোৱেই কোৱা নাই নতুবা কৈছোঁ যদিও সি প্ৰায় নোকোৱাৰ নিচিনাই। এই পুৰণি দিন-কালতো আমেৰিকাত যে সভ্যতা এটা আছিল, সেই বিষয়ে তোমাক অৱশ্যে মই অবহিত কৰি দিছোঁ। ইয়াৰ সবিশেষ আমাৰ জনা নাই আৰু মই নিজেই বৰ কমেইহে জানো। তথাপি কলম্বাছ আৰু অন্যান্য ইউৰোপীয়সকল গৈ নোপোৱালৈকে আমেৰিকা এখন অসভ্য দেশ আছিল বুলি ভাবি লোৱাৰ দৰে সচৰাচৰ কৰি অহা ভুলটো তুমিও যাতে নকৰা, সেই অৰ্থে এই প্ৰসংগতে তোমাক সেই সম্পৰ্কে কিছু কোৱাৰ মই লোভ সামৰিব নোৱাৰিলোঁ।

সম্ভৱতঃ প্ৰস্তৰ যুগ মানতেই, মানুহ চিকাৰ কৰি অনাইবনাই ফুৰা কালতে আৰু থিতাপি লাগিবলৈ নৌপাওঁতেই—এচিয়া আৰু উত্তৰ আমেৰিকাৰ মাজত স্থলপথেদি সংযোগসূত্ৰ আছিল। দলে দলে জাতিয়ে জাতিয়ে মানুহ নিশ্চয় আলাস্কাইদি ইখন মহাদেশৰপৰা সিখনলৈ গৈছিল। পিচলৈ এই সংযোগ-সূত্ৰবোৰ বিচ্ছিন্ন হৈ পৰিল আৰু আমেৰিকাৰ মানুহে লাহে লাহে নিজস্ব সভ্যতা গঢ় দি

ললে। মনত ৰাখিবা, আমি যতদূৰ জানো, এচিয়া আৰু ইউৰোপৰ লগত তেওঁ-লোকক সংযুক্ত কৰিবলৈ একো নাছিল। ষোড়শ শতাব্দীৰ শেষ ভাগত নতুন ভূমণ্ডলৰ তথাকথিত আৱিষ্কাৰ নোহোৱা পৰ্য্যন্ত কিবা কাৰ্য্যকৰী সম্পৰ্ক থকাৰ কোনো বৃত্তান্ত নাই। আমেৰিকাৰ এই ভূমণ্ডল হ'ল ইউৰোপ বা এচিয়াৰ ঘটনা-ৱলীৰ কোনো প্ৰভাৱ নপৰা এখন সুদূৰ আৰু পৃথক পৃথিৱী।

সভ্যতাৰ তিনিটা কেন্দ্ৰ থকা যেন দেখা যায়—মেক্সিকোত, মধ্য আমেৰিকাত আৰু পেৰুত। এইবোৰৰ সূচনা কেতিয়া হ'ল, জনা নেযায়; কিন্তু ৬১৩ খৃষ্ট পূৰ্ব্বাব্দৰ তৎসম তাৰিখ এটা লৈ মেক্সিকোৰ দিন-পঞ্জী আৰম্ভ হৈছিল। খৃষ্ট যুগৰ প্ৰথম ছোৱাত—দ্বিতীয় শতিকাৰপৰা ধৰি—বহুতো নগৰে ইতিমধ্যে ঠন ধৰি উঠা আমি লক্ষ্য কৰিবলৈ পাওঁ। প্ৰস্তৰশিল্প, মৃৎশিল্প, বোৱা-কটা আৰু বৰ মনোমোহাকৈ কাপোৰ বোলোৱা উদ্যোগ বিকশিত হৈছিল। তাম আৰু সোণ প্ৰচুৰ পোৱা গৈছিল; কিন্তু লোহা নাছিল। স্থাপত্যই বিকাশ লাভ কৰিছিল আৰু ঘৰ সজাত ইখন নগৰে সিখনৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিছিল। এক প্ৰকাৰ বিশেষ ধৰণৰ বৰ কুটিল লিপিও আছিল। কলা—বিশেষকৈ ভাস্কৰ্য্য বৰ জনপ্ৰিয় আৰু বিশেষ শোভাযুক্ত হৈ পৰিছিল।

সভ্যতাৰ এই প্ৰতিটো এলেকাতে কেবাখনো ৰাষ্ট্ৰ আছিল। ভাষা আছিল কেবাটাও আৰু সেইবোৰৰ বৃজন সাহিত্য একোটাও আছিল। সুসংগঠিত আৰু শক্তিশালী চৰকাৰ আছিল আৰু নগৰবোৰত সংস্কৃতিসম্পন্ন আৰু মনীষাপ্ৰৱণ সমাজ একোটা গোট খাইছিল। এই ৰাষ্ট্ৰবোৰৰ আইন প্ৰণয়ন প্ৰণালী আৰু বিত্ত পদ্ধতি সুবিকশিত হৈছিল। ৯৬০ খৃষ্টাব্দমানত উক্সমল চহৰখন প্ৰতিষ্ঠিত হয় আৰু ই অচিৰে এচিয়াৰ সেইসময়ৰ ডাঙৰ ডাঙৰ চহৰবোৰৰ সমতুল্য হ'ব পৰাকৈ বিৰাট চৰহৰূপে ঠন ধৰি উঠে বুলি কথিত হৈছে। সুবৃহৎ অন্যান্য চহৰো আছিল, যেনে লাবুৱা, মায়াপান, চাওমুলতান।

মধ্য আমেৰিকাৰ ঘাই ৰাষ্ট্ৰ তিনিখন মিত্ৰতা পাশত আবদ্ধ হৈছিল। এই মৈত্ৰী চুক্তিকে এতিয়া "মায়াপান লীগ" বোলে। এই চুক্তি হ'ল খৃষ্টোত্তৰ ঠিক এহেজাৰ বছৰৰ পিচতে—এচিয়া আৰু ইউৰোপৰ আমি যি ছোৱা সময়ত উপনীত হলোঁহি সেই সময়ৰে। অতএৱ খৃষ্টোত্তৰ সহস্ৰাব্দৰ পিচত মধ্য আমেৰিকাত সুসভ্য ৰাষ্ট্ৰবোৰৰ এক শক্তিশালী ৰাষ্ট্ৰ গঠিত হৈছিল। কিন্তু এই সকলোবোৰ ৰাষ্ট্ৰ আৰু মায়া সভ্যতাটোও আছিল পুৰোহিতপ্ৰধান। জ্যোতিষ আছিল আটাইতকৈ সন্মানিত বিজ্ঞান আৰু এই বিজ্ঞানত পুৰোহিতসকলৰ দখল থকা হেতু তেওঁলোকে জন-সাধাৰণ অজ্ঞানতৰ সুযোগ ল'ব পাৰিছিল। সূৰ্য্য আৰু চন্দ্ৰ গ্ৰহণৰ সময়ত স্নান কৰিবলৈ আৰু উপবাসে থাকিবলৈ ভাৰতত লাখ লাখ লোক যিদৰে প্ৰত্যয় যায়, সেইদৰে।

প্ৰায় এশ বছৰৰো ওপৰ কাল মায়াপান লীগ বৰ্ত্তি আছিল। তাৰ পিচত সমাজ বিপ্লৱ এটা ঘটিল যেন বোধ হয় আৰু সীমান্তৰ ফালৰপৰা বৈদেশিক শক্তি এটাই হস্তক্ষেপ কৰে। ১১৯০ খৃষ্টাব্দমানত মায়াপান বিধ্বস্ত হয়। অন্যান্য ডাঙৰ চহৰবোৰ অৱশ্যে বৰ্ত্তি থাকিল। ইয়াৰ পৰবৰ্ত্তী এশ বছৰৰ ভিতৰত আন এটা

জাতিয়ে ভুমুকি মাৰিলেহি। এওঁলোকেই হ'ল মেক্সিকোৰপৰা অহা আজটেক্-সকল। চতুৰ্দ্দশ শতাব্দীৰ আগ ভাগতে তেওঁলোকে মায়া দেশ অধিকাৰ কৰে আৰু ১৩২৫ খৃষ্টাব্দমানত তেওঁলোকে টেন'চটিৎলান চহৰ প্ৰতিষ্ঠা কৰে। এই চহৰখন অচিৰে সমগ্ৰ আজটেক্ দুনিয়াৰ ৰাজধানী আৰু বিপুল জনবলপুষ্ট আজটেক্ সাম্ৰাজ্যৰ কেন্দ্ৰস্থল হৈ উঠিল।

আজটেক্সকল আছিল এক সামৰিক জাতি। তেওঁলোকৰ আছিল সামৰিক উপনিবেশ, সামৰিক বাহিনীৰ ছাৱনি আৰু সামৰিক বাট-পথৰ এক বেহু। আনকি এইটোও প্ৰবাদ আছে যে তেওঁলোকৰ অধীন ৰাষ্ট্ৰবোৰক পৰস্পৰৰ লগত অন্তৰ্দ্বন্দ্বত লিপ্ত ৰাখিবৰ জোখাৰে তেওঁলোকক বুদ্ধিয়েও কুলাইছিল। সেইবোৰ যদি বিভক্ত হৈ থাকে, তেন্তে শাসন চলোৱা অধিকতৰ সহজ হ'ব। সকলোবোৰ সাম্ৰাজ্যৰ এয়ে হ'ল পুৰণি নীতি। ৰোমে ইয়াকে বুলিছিল—"ডিভাইদ্ এট্ ইম্পেৰা"—ভাগ ভাগ কৰি শাসন চলোৱা।

অন্যান্য বিষয়ত চাতুৰী থকা সত্বেও আজটেক্সকল আছিল পুৰোহিতপ্ৰধান। তাতকৈও শোচনীয় কথা হ'ল এয়ে যে তেওঁলোকৰ ধৰ্ম্মটোও আছিল নৰবলিৰে ভৰা। এনে ধৰণে হেজাৰ হেজাৰ মানুহ অতিশয় নিদাৰুণভাৱে প্ৰতি বছৰেই বলি দিয়া হৈছিল।

প্ৰায় দুশ বছৰ ধৰি আজটেক্সকলে বজ্ৰকঠোৰ হস্তে তেওঁলোকৰ সাম্ৰাজ্যত ৰাজত্ব চলালে। সাম্ৰাজ্যত বাহ্যিকভাৱে নিৰাপত্তা আৰু শান্তি বৰ্ত্তিত আছিল; কিন্তু ভিতৰৰ প্ৰজাবৰ্গক নিৰ্দ্দয়ভাৱে শোষিত আৰু দাৰিদ্ৰ্যগ্ৰস্ত কৰা হৈছিল। এনে ধৰণে গঢ় দিয়া আৰু চলোৱা ৰাষ্ট্ৰ এখন তিষ্ঠি থাকিব নোৱাৰে আৰু স্বৰূপাৰ্থতো হ'ল সেয়ে। ষোড়শ শতাব্দীৰ আগ ভাগত (১৫১৯ খৃষ্টাব্দ) আজটেক্সকল যেতিয়া দেখাত তেওঁলোকৰ শক্তিৰ উচ্চ শিখৰ পাইছিলগৈ, তেতিয়াই গোটেইখন সাম্ৰাজ্য এমুঠি বৈদেশিক ডকাইত আৰু দুঃসাহসী লোকৰ সম্মুখত হুৰহুৰকৈ খহি পৰিল। সাম্ৰাজ্য পতনৰ আটাইতকৈ বিস্ময়কৰ পটন্তৰবোৰৰ ভিতৰত ইও এটা। এই কামটো সাধিলে হাৰ্ণান কোৰ্ট নামে এজন স্পেনিয়ানে আৰু তেওঁৰ লগত থকা সৈন্যৰ সৰু দল এটাই। কোৰ্ট আছিল এজন বীৰ লোক; যথেষ্ট দুঃসাহসীও। বিশেষভাৱে কামত অহা দুবিধ বস্তুও তেওঁৰ হাতত আছিল—বন্দুক আৰু ঘোঁৰা। মেক্সিকোৰ জগতত ঘোঁৰা বস্তুটো দেখ্‌দেখ্‌কৈয়ে নাছিল; আগ্নেয়াস্ত্ৰতো নাছিলেই। তথাপি আজ্‌টেক্ সাম্ৰাজ্যখন গুৰিলৈকে ঘুণে নধৰা হ'লে কোৰ্টক তেওঁৰ সাহ, তেওঁৰ বন্দুক বা ঘোঁৰা একোৱেই জয়যুক্ত কৰিব নোৱাৰিলেহেঁতেন। এই সাম্ৰাজ্যখন ভিতৰি ভিতৰি বিনষ্ট হৈ আছিল, বাহিৰৰ ৰূপটোহে ই বজাই ৰাখিছিল। সামান্য পদাঘাত এটাতে ই বাগৰ খালেহেঁতেন। সাম্ৰাজ্যখন শোষণৰ ভেটিত প্ৰতিষ্ঠিত হৈছিল আৰু প্ৰজাসাধাৰণ তাৰ বাবে বৰ বিক্ষুব্ধ হৈ পৰিছিল। সেইদেখি ই যেতিয়া আক্ৰান্ত হ'ল, তেতিয়া সাম্ৰাজ্যবাদীহঁতৰ পৰাজয় বৰণত সৰ্ব্বসাধাৰণ প্ৰজা আনন্দিত হ'ল। এনে ঘটিলে সচৰাচৰ হোৱাৰ দৰে সমাজ বিপ্লৱ এটাৰো সূচনা হ'ল।

কোৰ্টেজক এবাৰ খেদি পঠোৱা হৈছিল। তেওঁ কথমপিহে প্ৰাণ লৈ পলাল। পিচে তেওঁ ঘূৰি আহিল আৰু এইবাৰ অধিবাসীসকলৰে কেইজনমানৰ সহায় লৈ


মায়া সভ্যতা
য়ুকাটন
মায়াপান
উক্সমল
টেনকটিটলান
অ জ টে ক
মায়া
মেক্সিকো
গুয়াটেমালা
দঃ আমেরিকা
প্রাচীন নগর আর
মন্দিরের অবস্থা ..... ×

তেওঁ দেশ জয় কৰিলে। আজ্‌টেক্‌ ৰাজত্বৰ ইয়ে যে অৱসান ঘটালে এনে নহয়; গোটেই মেক্সিকো সভ্যতা ইয়াৰ লগে লগে লীন হোৱা লক্ষ্য কৰিবলৈ পোৱাটোহে কৌতুকপূৰ্ণ। অচিৰে সাম্রাজ্যৰ সুবৃহৎ চহৰ টেন'চ্‌টিৎলানৰ অৱশেষ একোৱেই নৰ'লগে। ইয়াৰ এতিয়া শিল এচটাও পাবলৈ নাই। ইয়াৰ ঠাইত স্পেনিয়াৰ্ডসকলে গীৰ্জা এটা নিৰ্মাণ কৰিলে। মায়াৰ আনবোৰ ডাঙৰ ডাঙৰ চহৰো চূৰমাৰ হ'ল আৰু য়ুকাটানৰ অৰণ্যই সেইবোৰ আৱৰি পেলালে। অৱশেষত সেইবোৰৰ নামেই পাহৰণিৰ গৰ্ভত লীন হ'ল। সেইবোৰৰ কেইখনমানৰ নাম এতিয়া ওচৰে-পাজৰে থকা গাঁওবোৰৰ নামৰপৰা জনা যায়। তেওঁলোকৰ সমুদায় সাহিত্যও লুপ্ত হ'ল। কেৱল পুথি তিনিখনমানহে থাকিলগৈ আৰু এই তিনিখনো এতিয়ালৈকে কোনেও পঢ়িব পৰা হোৱা নাই।

ইউৰোপৰপৰা যোৱা নতুন মানুহ কেতবোৰৰ সংস্পৰ্শলৈ অহা মাত্রকে ১৫০০ বছৰ ধৰি চলা সুপ্রাচীন জাতি আৰু সুপ্রাচীন সভ্যতা এটা কেনেকৈ থিতাতে অন্তৰ্হিত হ'ল, সেইটো ব্যাখ্যা কৰা অতিশয় দুৰূহ। এনেহে দেখা যায়, এই সংস্পৰ্শ যেন একপ্রকাৰ ব্যাধিহে; এই নতুন মহামাৰীয়েহে তেওঁলোকক তেনেই উজাৰ কৰিলে। কোনো কোনো ক্ষেত্রত উচ্চ সভ্যতা লভিছিল যদিও অন্যান্য ক্ষেত্রত তেওঁলোক আছিল বৰ পিচ পৰা। বুৰঞ্জীৰ বিভিন্ন যুগৰ তেওঁলোক আছিল কৌতুকপূৰ্ণ সংমিশ্রণ।

দক্ষিণ আমেৰিকাৰ সভ্যতাৰ আন এটা পীঠ আছিল পেৰুত আৰু ইয়াত ৰাজত্ব কৰিছিল ইন্‌কাই। তেওঁ আছিল একপ্রকাৰ অপৌৰুষেয় ভূপতি। পেৰুৰ এই সভ্যতা অন্ততঃ ইয়াৰ শেষৰ ছোৱাত মেক্সিকোৰ সভ্যতাৰপৰা একেবাৰে নিলগ হৈ থকাটো আশ্চৰ্য্যকৰ বিষয়। দুয়োটা বেচি দূৰৈত নাছিল; তথাচ ইটো সিটোৰ একেবাৰে অজ্ঞাত। কোনো কোনো বিষয়ত তেওঁলোক যে বেছ চকুত লগাকৈ অনুন্নত আছিল, সেইটো এয়ে প্রমাণ কৰে। মেক্সিকোত কোৰ্ট জয়ী হোৱাৰ ক্ষন্তেক পিচতে পেৰুৰ এইখন ৰাষ্ট্রৰো অৱসান ঘটায় আন এজন স্পেনিয়াৰ্ডে। তেওঁ হ'ল পিজাৰো। তেওঁ আহিল ১৫৩০ খৃষ্টাব্দত। তেওঁ বিশ্বাসঘাতকতা কৰি ইন্‌কাক বন্দী কৰে। "অপৌৰুষেয়" ৰজাজন এনেদৰে বন্দী হ'লত জনসাধাৰণ সন্ত্রস্ত হৈ পৰিল। পিজাৰোই কিছু সময়ৰ বাবে ইন্‌কাৰ নামতে শাসন চলোৱাৰ চেষ্টা কৰিছিল। তেওঁ বিস্তৰ ধন-সম্পত্তি আদায় কৰি ললে। পিচলৈ এই ভাও এৰি পেলোৱা হ'ল আৰু স্পেনিয়াৰ্ডসকলে পেৰুক তেওঁলোকৰ ৰাজ্যক্ষেত্রৰ অংশ এটাত পৰিণত কৰিলে।

কোৰ্টেজে টেন'চটিৎলান চহৰ যেতিয়া প্রথম দেখা পাইছিল, তেতিয়া ইয়াৰ মহত্ব দেখি তেওঁ অবাক মানিছিল। ইউৰোপত ইয়াৰ সমতুল্য একোকেই তেওঁ দেখা নাছিল।

মায়া আৰু পেৰুৰ কলা-শিল্পৰ বহুতো ভগ্নাৱশেষ উদ্ধাৰ কৰা হৈছে। এইবাৰ আমেৰিকাৰ মিউজিয়ামবোৰত—বিশেষকৈ মোৰ বোধেৰে মেক্সিকোত— দেখিবলৈ পোৱা যায়। সেইবোৰে বিতোপন কলাসুলভ ঐতিহ্যৰ পৰিচয় দিয়ে। পেৰুৰ সোণাৰীৰ কাৰুকাৰ্য্য অপূৰ্ব্ব আছিল বুলি কোৱা হয়। ভাস্কৰ্য্য কেইটা-

মানৰ নমুনা—বিশেষকৈ শিলত কটা কেইটামান সাপ—বৰ মনোমোহা। আনবোৰ দেখাতে বিভীষিকা জগাই তুলিবৰ বাবে তৈয়াৰী হৈছিল আৰু সেইবোৰে সঁচাকৈয়ে ভয় খুৱায়।

## ৬০

## মহেঞ্জোদাৰোৰ প্ৰতি পুনৰ্ব্বাৰ দৃষ্টিপাত

১৪ জুন, ১৯৩২

মহেঞ্জোদাৰো তথা ভাৰতৰ পুৰণি সিন্ধু উপত্যকা সভ্যতাৰ বিষয়ে মই এতিয়া অধ্যয়ন কৰি আছোঁ। ইয়াৰ বৰ্ণনা দিয়া আৰু এই সম্পৰ্কে এতিয়ালৈকে যিখিনি বিদিত হৈছে, সেইখিনি আমাৰ ওচৰত বেকত কৰা নতুন ডাঙৰ কিতাপ এখন ওলাইছে। খান্দি-কুৰি উলিওৱাৰ দায়িত্বত যিসকল লোক আছিল আৰু যিসকলে তললৈ খান্দি নিয়াৰ লগে লগে আই বসুন্ধৰাৰ বুকুৰপৰা চহৰখন ওলাই অহা যিসকলে স্বচক্ষে দেখিছে, এই কিতাপখনো তেওঁলোকেই যুগুত আৰু প্ৰণয়ন কৰিছে। মই এতিয়ালৈকে এই কিতাপখন দেখা নাই। ইয়াতে যেন কিতাপখন পাওঁ, সেয়ে মোৰ হাবিয়াস। পিচে মই ইয়াৰ সমালোচনা এটা পাঢ়িছোঁ আৰু ইয়াত দিয়া উদ্ধৃতিবোৰৰ কিছুমানৰ সংশ্ৰৱত তোমাৰ সৈতে মই সমভাগী হ'ব খোজোঁ। সিন্ধু উপত্যকাৰ এই সভ্যতা—ই এক আশ্চৰ্য্যকৰ বস্তু। যিমানেই ইয়াৰ বিষয়ে বেচি জনা যায়, সিমানেই ই আমাৰ মনত বিস্ময় জন্মায়। সেইদেখি আমি যদি অতীত বুৰঞ্জীৰ ধাৰাবাহিক ক্ৰম ছিঙি এই চিঠিত পাঁচ হেজাৰ বছৰৰ আগলৈ ভটীয়াই যাওঁ, তেন্তে মোৰ বিশ্বাস, তুমি ভুল নুবুজা।

মহেঞ্জোদাৰো অন্ততঃ সিমান দিনৰে পুৰণি বুলি কথিত হৈছে। পিচে আমি দেখা মতে মহেঞ্জোদাৰো এখন বিতোপন চহৰ, সংস্কৃতিসম্পন্ন আৰু সুসভ্য জাতি এটাৰ আবাসস্থান। ইয়াৰ অন্তৰালৰ ক্ৰমবৃদ্ধিৰ সুদীৰ্ঘ এছোৱা সময় ইতি-পূৰ্ব্বৰেপৰা থাকিব লাগিব। উক্ত কিতাপখনে আমাক সেই বুলিয়েই কৈছে। খন্দাৰ দায়িত্বত থকা ছাৰ জন মাৰ্শ্বলে আমাক কৈছে ঃ

"মহেঞ্জোদাৰো আৰু হৰপ্পা উভয়তে সুপৰিষ্কাৰ আৰু নিৰ্ভুলভাৱে জিলিকি ওলোৱা এটা কথা হ'ল এই যে এই দুয়ো ঠাইত আজি পৰিমিত উন্মাটিত হোৱা সভ্যতাটো এটা চালুকীয়া সভ্যতা নহয়; বৰঞ্চ ই হ'ল অন্তৰালত বহু হেজাৰ বছৰৰ মানৱীয় প্ৰচেষ্টা সমন্বিত, ইতিমধ্যে যুগ-যুগান্তৰৰ চাব পৰা আৰু ভাৰতৰ মাটিত গতানুগতিক হৈ উঠা এক সভ্যতা। অতএব পাৰস্য, মেছোপটামিয়া আৰু মিছৰৰ লগতে ভাৰতকো ভৱিষ্যতলৈ সভ্য হোৱাৰ প্ৰণালী সূচিত আৰু বিকশিত হোৱা অন্যতম অতিশয় গুৰুত্বপূৰ্ণ অঞ্চলৰূপে গণ্য কৰিব লাগিব।"

মই তোমাক এতিয়ালৈকে হৰপ্পাৰ বিষয়ে কিজানি কোৱাই নাই। ই হ'ল

মহেঞ্জাদাৰোৰ অনুৰূপ পুৰণি ধ্বংসাৱশেষ খান্দি উলিওৱা আন এখন ঠাই। ই আছে পশ্চিম পঞ্জাৱত।

তেনেহ'লে আমি দেখা পাওঁ যে সিন্ধু উপত্যকাত আমি যে কেৱল পাঁচ হেজাৰ বছৰেই আগুৱাই গলো, এনে নহয়; বৰঞ্চ বহু হেজাৰ বছৰৰ আগলৈ গলোঁ—যেতিয়া মানুহে পোনতে বসতি কৰিবলৈ লৈছিল, সেইকালৰ পুৰাতত্ত্বৰ অস্পষ্ট কুজ্মটিকালৈ। মহেঞ্জোদাৰো সমৃদ্ধিশালী হৈ উঠা কালত আৰ্য্যসকল ভাৰতলৈ অহা নাছিল। তথাপি এই বিষয়ে একো সন্দেহ নাই যে—

"ভাৰতৰ মানবোৰ অংশই নহ'লেও পঞ্জাৱ আৰু সিন্ধুৱে উন্নতিশীল আৰু একান্ত সঙ্গতিপূৰ্ণ নিজস্ব সভ্যতা এটা লাভ কৰিছিল। সমসাময়িক মেছোপটামিয়া আৰু মিছৰৰ সভ্যতাৰ ই প্ৰায় অনুৰূপ; আনকি কোনো কোনো বিষয়ত ই উচ্চতৰহে।"

মহেঞ্জোদাৰো আৰু হৰপ্পাত চলা এই খনন কাৰ্য্যই এই প্ৰাচীন আৰু মনোমুগ্ধকৰ সভ্যতাটো আমাৰ অবগত কৰিলে। ভাৰতৰ মাটিত আন আন ঠাইত আৰু যে কিমানবোৰ পোত গৈ আছে! এই সভ্যতা কেৱল মহেঞ্জোদাৰো আৰু হৰপ্পাতে সীমাৱদ্ধ নেথাকি ভাৰতত বহলভাৱে বিস্তাৰিত হৈ পৰাটো সম্ভৱপৰ যেন বোধহয়। আনকি এই দুখন ঠায়েই ভালেখিনি নিলগত।

ই আছিল তাম আৰু ব্ৰঞ্জৰ লগে লগে শিলৰ বাচন-বৰ্ত্তন আৰু অস্ত্ৰ-শস্ত্ৰ ব্যৱহৃত হোৱা এটা যুগ। সিন্ধু উপত্যকাৰ লোকসকলৰ লগত তেওঁলোকৰ সমসাময়িক মিছৰ আৰু মেছোপটামিয়াৰ মানুহবোৰৰ পাৰ্থক্য ক'ত আৰু কোন কোন বিষয়ত তেওঁলোক শ্ৰেষ্ঠ, সেই বিষয়ে ছাৰ জন মাৰ্শ্বালে আমাক কৈছে।

তেওঁ কয়, "কেইটামান ঘাই বিষয়ৰ উল্লেখ কৰিব লাগিলে, বস্ত্ৰৰ বাবদ কপাহ ব্যৱহাৰ কৰাটো এই সময়ৰ কেৱল ভাৰততেই সীমাৱদ্ধ আছিল আৰু পিচৰ দুহেজাৰ বা তিনি হেজাৰ বছৰ নোযোৱালৈকে ই প্ৰতীচ্য জগতলৈ প্ৰসাৰিত হোৱা নাছিল। তদুপৰি মহেঞ্জোদাৰোৰ আহল-বহল ঘৰ বা মজবুতকৈ বন্ধা স্নানাগাৰবোৰৰ লগত তুলনা কৰিব পৰা একো বস্তু মিছৰ, মেছোপটামিয়া বা পশ্চিম এচিয়াৰ আন কোনোবা ঠাইত থকা বুলি আমি নেজানো। সেইবোৰ দেশত দেৱ-দেৱীৰ বাবে সুবৃহৎ মন্দিৰ আৰু ৰজাসকলৰ কাৰেং আৰু কবৰখানা বন্ধাত অপৰ্য্যাপ্ত ধন আৰু চিন্তা খটুওৱা হৈছিল;কিন্তু বাকীবোৰ মানুহ দেখাতে বোকাৰ সামান্য জুপুৰী একোটা লৈয়েই ক্ষান্ত থাকিব লগা হৈছিল। সিন্ধু উপত্যকাত ইয়াৰ ঠিক ওলোটাটো হ'ল; ইয়াত আটাইতকৈ মনোমোহা ঘৰবোৰ হ'ল নাগৰিকসকলৰ সুবিধাৰ অৰ্থে সজা।"।

আকৌ আমাক কোৱা হৈছে :

"ইয়াৰ কলা আৰু ইয়াৰ ধৰ্ম্মও সিন্ধু উপত্যকাৰ বাবে সিমানেই একচেটীয়া আৰু একেবাৰে নিজস্ব বৈশিষ্ট্য সমাহিত। মৃৎপাত্ৰত অংকিত মেষ, কুকুৰ বা অন্যান্য জন্তুৰ চানেকীৰ (ফায়েন্স) লগত নতুবা ছীল-মোহৰৰ ওপৰত খোদিত চিত্ৰাৱলীৰ লগত আহিৰ্ৰ ফালৰপৰা এই সময় ছোৱাত আমাৰ অৱগতিলৈ অহা অন্যান্য দেশৰ কোনো বস্তুৰে সাদৃশ্য নাই। 'ইণ্টাগ্লিও' খোদাই মুদ্ৰাৰ সৰ্ব্বোৎকৃষ্ট নমুনা

কেইটা—বিশেষকৈ কুঁজ থকা আৰু চুটি-শিঙীয়া ষাড়—সাজোতাৰ যতন, ৰূপাঙ্কনৰ আগ্রহ আৰু গঠন-শৈলীয়ে এনে অপূৰ্ব্ব কৰি তুলিছে যে প্রস্তৰ ভাস্কৰ্য্যৰ গ্লিপটিক্ ক্ষেত্রত সেইবোৰক বৰ কমেইহে চেৰ পেলাব পৰা যাব। হৰপ্পাত পোৱা ১০ আৰু ১১নং নক্সাত পৰিস্ফুট হৈ উঠা মানুহৰ প্রতিমূৰ্ত্তি দুটাৰ অপূৰ্ব্ব সূক্ষ্মাতিসূক্ষ্ম আহৰ্হি সমকক্ষ হ'ব পৰা বস্তু একোটা গ্ৰীচৰ পৌৰাণিক যুগলৈকে নহা পৰ্য্যন্ত বিচাৰি পোৱাটো দুষ্কৰ হ'ব। সিন্ধু উপত্যকাৰ মানুহবোৰৰ ধৰ্ম্মত অৱশ্যে অন্যান্য দেশৰ সমতুল্য হ'ব পৰা যথেষ্ট বিষয় ওলাব। প্রাগৈতিহাসিক আৰু সুপ্রাচীন ঐতিহাসিক যি কোনো ধৰ্ম্মৰ ক্ষেত্রতে ই প্রযোজ্য। কিন্তু মুঠতে চাব লাগিলে তেওঁলোকৰ ধৰ্ম্মটো ইমানেই একজাতীয়-ভাৱে ভাৰতীয় যে বৰ্ত্তমান প্রচলিত হিন্দু ধৰ্ম্মৰপৰা তাক বিভিন্ন কৰাটোৱেই কঠিন।"

এই উদ্ধৃতিত থকা কেইটামান শব্দ তুমি বুজি নেপাব পাৰা। "ফায়েন্স" মানে হ'ল মাটিৰ বা চীনামাটিৰ বাচন; "ইন্টাগ্লিও" আৰু "গ্লিপ্টিক" কাম হ'ল টান কিবা এটাৰ-সময়ত মূল্যবান পাথৰ বা ৰত্নৰ ওপৰত অঙ্কিত কৰা কাৰুকাৰ্য্য আৰু ভাস্কৰ্য্য।

হৰপ্পাত পোৱা মূৰ্ত্তি কেইটা, নহলেও তাৰ ছবিকে পালে চাবলৈ মোৰ হাবিয়াস থাকিল। হয়তো এদিন তুমি আৰু মই হৰপ্পা আৰু মহেঞ্জোদাৰোলৈ গৈ এই দৃশ্যাৱলী চাই হেঁপাহ পুৰাব পাৰিম। সদ্যহতে আমি চলি থাকিব লাগিব—তুমি পুণাত তোমাৰ স্কুলত আৰু মই মোৰখন স্কুলত, যিখনক "ডেৰাদুনৰ জিলা জেল" বোলা হয়।

## ৬১

## কৰ্ডোবা আৰু গ্ৰানাডা

১৬ জুন, ১৯৩২

এচিয়া আৰু ইউৰোপত আমি বহু বছৰ ধৰি পৰিভ্ৰমণ কৰি আহিলোঁ। খৃষ্টোত্তৰ এহেজাৰ বছৰৰ মূৰকত ইবাৰ আমি পিচলৈও উভতি চালোঁ। পিচে আমাৰ বৃত্তান্তৰপৰা স্পেইন কেনেবাকৈ বাদ পৰি গ'ল। আমি এতিয়া উভতি গৈ স্পেইনকো এই গাঁথনিৰ ভিতৰলৈ আনিব লগা হ'ল।

অলপ-অচৰপ তুমি ইতিমধ্যে জানিছাই, যদিহে এতিয়াও তোমাৰ সেইখিনি মনত আছে। ৭১১ খৃষ্টাব্দত এজন আৰব সেনাপতি তৰিক আফ্রিকাৰপৰা পাৰ হৈ স্পেইনলৈ গ'ল। তেওঁ জিব্ৰাল্টৰত ("জবল-উৎ-তৰিক" বা তৰিকৰ শিল) নামিলগৈ। দুবছৰৰ ভিতৰতে আৰবসকলে গোটেইখন স্পেইন দখল কৰিলে আৰু অলপ পিচতেই পৰ্ত্তুগালকো তাৰ লগতে সংযুক্ত কৰিলে। তেওঁলোক আগুৱাই থাকিল; ফ্রান্সৰ ভিতৰলৈও অগ্রসৰ হ'ল আৰু গোটেই দক্ষিণাঞ্চল জুৰি

বিয়াপি পৰিলে। ইয়াতে আতঙ্কিত হৈ চাৰ্লছ মাৰ্টেলৰ নেতৃত্বত ফ্ৰাঙ্ক আৰু অন্যান্য জাতিবৰ্গ একেলগ হৈ আৰবসকলক প্ৰতিৰোধ কৰিবৰ অৰ্থে প্ৰাণপণ প্ৰচেষ্টা এটা চলালে। তেওঁলোক কৃতকাৰ্য্য হ'ল আৰু ফ্ৰান্সৰ পইটিয়াৰ্ছৰ ওচৰতে হোৱা টোৰ্ছৰ ভয়ঙ্কৰ যুদ্ধত ফ্ৰাঙ্কসকলে আৰবসকলক পৰাজিত কৰিলে। ই হ'ল এক শোচনীয় পৰাজয় আৰু আৰবসকলৰ ইউৰোপ বিজয়ৰ সপোন ই মষিমূৰ কৰিলে। তাৰ পিচতো আৰব, ফ্ৰাঙ্ক আৰু ফ্ৰান্সৰ অন্যান্য খৃষ্টান জাতিবৰ্গই পৰস্পৰৰ মাজত বহুবাৰ যুঁজিলে। মাজে-সময়ে আৰবসকল জিকে আৰু ফ্ৰান্সত সোমায় আৰু মাজে-সময়ে তেওঁলোকক স্পেইনতে হোঁহকাই দিয়া হয়। আনকি চাৰ্লেমানেও তেওঁলোকক স্পেইনতে আক্ৰমণ কৰিছিল; পিচে তেওঁ পৰাস্ত হ'ল। মুঠতে সুদীৰ্ঘ কাল জুৰি ভাৰসাম্য অটুট থাকিল। আৰবসকলে স্পেইনতে ৰাজত্ব কৰিলে; আৰু আগুৱাব নোৱাৰিলে।

স্পেইনক এইদৰেই আফ্ৰিকাইদি মঙ্গোলিয়াৰ সীমান্তলৈকে বিস্তৃত হৈ পৰা বিৰাট আৰব সাম্ৰাজ্যৰ অঙ্গ কৰি লোৱা হ'ল; পিচে সেয়ে বেচি দিনৰ বাবে নহ'লগৈ। তোমাৰ মনত থাকিব পায় যে আৰব দেশত গৃহযুদ্ধ লাগিছিল আৰু আব্বাছিদসকলে ওমেয়াদ খলিফাসকলক খেদি পঠাইছিল। স্পেইনৰ আৰব শাসন-কৰ্ত্তাজন আছিল ওমেয়াদ। নতুন আব্বাছিদ খলিফাজনক মানি ল'বলৈ তেওঁ অমান্তি হ'ল। সেইদেখি স্পেইনে আৰব সাম্ৰাজ্যৰপৰা নিজকে বিচ্ছেদ কৰিলে। এই সংক্ৰান্তত কিবা কৰিবলৈও বাগদাদৰ খলিফাজন থাকিল বহু দূৰৈত আৰু তেওঁৰ নিজৰ জঞ্জালো হ'ল বহুত। কিন্তু স্পেইন আৰু বাগদাদৰ মাজত মনোমালিন্য থাকি গ'ল। এই উভয় আৰব ৰাজ্যই সঙ্কটৰ সময়ত পৰস্পৰে পৰস্পৰক সহায় কৰক ছাৰি ইখনে সিখনৰ অপায় চিন্তাতহে লাগিল।

স্পেনীয় আৰবসকলৰ পক্ষে নিজৰ গৃহভূমিৰপৰা ফালৰি কাটি অহাটো কিছু আগতীয়াকৈ হ'ল। তেওঁলোক আছিল দূৰৈৰ দেশ এখনত বিৰোধী জনগোষ্ঠীৰ মাজত আৰু পৰিবেষ্টিত হৈ আছিল শত্ৰুবৰ্গৰদ্বাৰা। তেওঁলোক সংখ্যাতো আছিল তাকৰীয়া। কিন্তু তেওঁলোক সেইকালত আছিল পৰম আত্মবিশ্বাসী আৰু এই-বোৰ বিপদ-আপদৰ প্ৰতি কমেইহে ভ্ৰূক্ষেপ কৰিছিল। বস্তুতঃ উত্তৰৰ খৃষ্টান জাতিবৰ্গই অবিৰাম হেঁচা দি ধৰা সত্বেও তেওঁলোকে বেছ নিয়াৰিকৈ কাম চলাইছিল আৰু অকলশৰীয়া হৈও স্পেইনৰ অধিকাংশৰ ওপৰতে তেওঁলোকে পাঁচ শ বছৰ ধৰি নিজৰ প্ৰভুত্ব অটুট ৰাখিলে। আনকি ইয়াৰ পিচতো স্পেইনৰ দক্ষিণে থকা ক্ষুদ্ৰ ৰাষ্ট্ৰ এখনত তেওঁলোকে আৰু দুশ বছৰ নিজৰ কৰ্ত্তৃত্ব বজাই ৰাখিলে। এতেকে তেওঁ-লোক প্ৰকৃতপক্ষে বাগদাদৰ মহান সাম্ৰাজ্যখনতকৈও বেচিকাল তিষ্ঠি থাকিল আৰু আৰবসকলে স্পেইনৰপৰা শেষ মেলানি মগাৰ সময়ত বাগদাদ চহৰখনেই নিশ্চিহ্ন হৈ পৰিছিল।

স্পেইনৰ অংশবিশেষত আৰবসকলৰ এই সাতশ বছৰ জোৰা ৰাজত্ব যথেষ্ট বিস্ময়কৰ। তাতকৈও অধিকতৰ আকৰ্ষণীয় হ'ল 'মূৰ' বুলি অভিহিত কৰা স্পেনীয় আৰবসকলৰ উচ্চ সভ্যতা আৰু সংস্কৃতি। আগ্ৰহৰ আতিশয্যত অলপ বঢ়াই কোৱা ঐতিহাসিক এজনে কৈছে,—

"মুৰসকলে কৰ্ডোবাৰ সেই বিস্ময়কৰ ৰাজ্যখন সংগঠন কৰিলে। মধ্য যুগৰ ই হ'ল এক আশ্চৰ্য্য। বৰ্ব্বৰোচিত অজ্ঞতা আৰু কন্দলত সমগ্ৰ ইউৰোপ যেতিয়া নিমজ্জিত আছিল, তেতিয়া কেৱল এইখন ৰাজ্যইহে প্ৰাতীচ্য জগতৰ জ্ঞান আৰু সভ্যতাৰ বন্তিগছ জ্বলাই উজ্জ্বল কৰি ৰাখিছিল।"

পুৰা পাঁচ শ বছৰ ধৰি এই ৰাজ্যৰ ৰাজধানী আছিল কুৰ্টুবা। এইখনক ইংৰাজীত সচৰাচৰ "কৰ্ডোবা"—সময়ত "কৰ্ডোৱা" বোলা হয়। একেটা নামকে সময়ে সময়ে বেলেগ বেলেগ কৰি যোটোৱাৰ দোষটো মোৰ আছে বুলি শঙ্কা হয়। পিচে 'কৰ্ডোবা'তে খামোচ মাৰি ধৰি থকিবলৈ চেষ্টা কৰিম। ই হ'ল অলেখ লোকৰ বসতিপূৰ্ণ এখন মহানগৰ—চৌবিশ মাইল জোৰা উপকণ্ঠ সমন্বিতে দহ মাইল দৈৰ্ঘ্যৰ এখন উদ্যান পুৰী। ইয়াত ষাঠি হেজাৰ অট্টালিকা আৰু প্ৰাসাদ, দুই লাখ সৰুসুৰা ঘৰ, আশী হেজাৰ দোকান, তিনি হেজাৰ আঠ শ মছজিদ আৰু সাত শ বাৰোৱাৰী হামাম (স্নানাগাৰ) আছিল। এই হিচাপবোৰ অৰঞ্জিত হ'ব পাৰে; তথাপি এইবোৰে আমাক চহৰখনৰ কিছু আভাস দিব পাৰে। বহুতো পুথিভঁৰাল আছিল। আমীৰৰ ৰাজকীয় পুথিভঁৰালটোৱেই প্ৰধান পুথিভঁৰাল আছিল আৰু তাত থকা গ্ৰন্থৰ সংখ্যা আছিল চাৰি লাখ। কৰ্ডোবাৰ বিশ্ববিদ্যালয় আছিল গোটেই ইউৰোপ জুৰি—আনকি পশ্চিম এচিয়াতো প্ৰসিদ্ধ। দুখীয়া লোকসকলৰ বাবে বিনা মাছুলে প্ৰাথমিক শিক্ষা দিয়া স্কুল অপাৰ আছিল। ঐতিহাসিক এজনে কৈছে,—

"লিখা-পঢ়া কেনেকৈ কৰিব লাগে, সেইটো স্পেইনত প্ৰত্যেকেই জানিছিল। আনহাতে খৃষ্টান ইউৰোপত যাজকসকলৰ বাদে আনহে নেলাগে, উচ্চ শ্ৰেণীৰ লোকসকলো সম্পূৰ্ণ নিৰক্ষৰ আছিল।"

আনখন মহানগৰ বাগদাদৰ লগত, তুলনীয় কৰ্ডোবা নগৰখন আছিল এনেকুৱা। ইয়াৰ খ্যাতি গোটেই ইউৰোপ জুৰি বিয়পি পৰিছিল আৰু দশম শতাব্দীৰ জাৰ্ম্মাণ লেখক এজনে ইয়াক "বিশ্বৰ ভূষণ" আখ্যা দিছিল। দুৰৈৰ ঠাইবোৰপৰাও ইয়াৰ বিশ্ববিদ্যালয়টোলৈ ছাত্ৰ আহিছিল। পেৰিছ, অক্সফোৰ্ড আৰু উত্তৰ ইটালীৰ বিশ্ববিদ্যালয়বোৰকে আদি কৰি ইউৰোপৰ অন্যান্য ডাঙৰ ডাঙৰ বিশ্ব-বিদ্যালয়বোৰলৈও আৰবী দৰ্শনৰ প্ৰভাৱ বিয়পি পৰিছিল। দ্বাদশ শতাব্দীৰ এভাৰছ বা ইৱন ৰছিদ আছিল কৰ্ডোবাৰ এজন প্ৰসিদ্ধ দাৰ্শনিক। পিচৰ ছোৱা সময়ত স্পেইনৰ আমীৰৰ লগ তেওঁৰ বিৰোধ হ'ল আৰু ফলত তেওঁ গৈ পেৰিছত বসতি কৰিবলৈ ললে।

ইউৰোপৰ অন্যান্য অংশত চলাৰ দৰেই স্পেইনতো একপ্ৰকাৰ ফিউডেল প্ৰথা চলিছিল। ডাঙৰ ডাঙৰ ক্ষমতাসম্পন্ন ডা-ডাঙৰীয়া কিছুমান ওলাল। তেওঁলোক আৰু তেওঁলোকৰ কৰ্ত্তা আমীৰজনৰ মাজত সঘনে যুঁজ-বাগৰ লাগিল। বহিৰা-ক্ৰমণতকৈও আৰব ৰাষ্ট্ৰক অধিকতৰ নিশকতীয়া কৰিলে এই গৃহযুদ্ধখনেহে। সেই সময়তে উত্তৰ স্পেইনৰ সৰুসুৰা খৃষ্টান ৰাষ্ট্ৰ কেইখনমানৰ শক্তি বৃদ্ধি পায় আৰু তেওঁলোকে আৰবসকলক হোঁহকাই লৈ দিবলৈ ধৰিলে।

এহেজাৰ খৃষ্টাব্দমানত—অৰ্থাৎ সহস্ৰাব্দৰ ঠিক মুৰকত— আমীৰৰ ৰাজ্যখন

প্ৰায় সমগ্ৰ স্পেইন জুৰি বিস্তৃত হৈছিল। আনকি ই দক্ষিণে ফ্ৰান্সৰো এটুকুৰা সামৰি লৈছিল। পিচে ধ্বংস অচিৰে আৰম্ভ হল আৰু সচৰাচৰ হোৱাৰ দৰেই ইও হ'বলৈ পালে আভ্যন্তৰীণ দুৰ্ব্বলতাৰ হেতুকে। ইয়াৰ কলা, লাহ-বিলাহ আৰু শৌৰ্য্য-বীৰ্য্য সমন্বিতে আৰবী সভ্যতাৰ মনোমোহা গাঁথনি আছিল মূলতঃ ধনী লোকৰ এক সভ্যতা। অনাহাৰগ্ৰস্ত গৰীব জনসাধাৰণে দ্ৰোহ আচৰণ কৰিলে আৰু বনুৱাৰ বিদ্ৰোহ আৰম্ভ হ'ল। লাহে লাহে গৃহযুদ্ধই প্ৰসাৰ লভিলে আৰু প্ৰদেশ-বোৰ বিচ্ছিন্ন হৈ হ'ল। আৰবসকলৰ স্পেনিছ সাম্ৰাজ্য টুকুৰাটুকুৰ হৈ পৰিল।

আৰবসকলক দক্ষিণলৈ খেদি পঠোৱা হল। সিমানতো তেওঁলোকে প্ৰতিৰোধ কৰিয়েই থাকিল। দক্ষিণ স্পেইনত তেওঁলোকে সৰু ৰাজ্য এখন গঠন কৰিলে। সেইখনেই হল গ্ৰানাডা আৰু তাতে তেওঁলোকে খোপনি পুতি থাকিল। আয়তনৰ ফালৰপৰা চাব লাগিলে এই ৰাজ্যখন হ'ল তেনেই সৰুসুৱা বিধৰ। পিচে ই আৰব সভ্যতাৰ ক্ষুদ্ৰ সংস্কৰণ এটা যুগুত কৰিলে। বিতোপন তোৰণ, স্তম্ভ আৰু আৰবী ভাস্কৰ্য্য সমাহিত প্ৰসিদ্ধ অলহামব্ৰা সেই কালৰ স্মাৰকৰূপে এতিয়াও বৰ্ত্তমান। ইয়াক আদিতে আৰবীতে “অলহাম্ৰা”—লালপ্ৰাসাদ বোলা হৈছিল। আৰব আৰু ইছলাম প্ৰভাৱান্বিত ঘৰ-দুৱাৰত তুমি সময়ত দেখিবলৈ পোৱা মনোহৰ কাৰুকাৰ্য্য-বোৰ হ'ল আৰবী ভাস্কৰ্য্য। ইছলামে মূৰ্ত্তিৰ সোৱত প্ৰেৰণা যোগোৱা নাছিল। সেই-দেখি নিৰ্ম্মাতাসকলে মনোৰম সূক্ষ্ম কাৰুকাৰ্য্য খচিত কৰিবলৈ ললে। সময়ত তেওঁলোকে তোৰন বা অন্যান্য ঠাইত কোৰাণৰপৰা উদ্ধৃতি আৰবী ভাষাত লিখি ৰাখিছিল আৰু সেইবোৰেৰেই ধুনীয়া ৰূপসজ্জা কৰিছিল। আৰবী হৰফ হ'ল দীঘলীয়া হৈ যোৱা বিধৰ আৰু ইয়াৰে অনায়াসে তেনে ধৰণৰ ৰূপসজ্জা কৰিব পাৰি।

গ্ৰানাডা ৰাজ্যখন দুশ বছৰ ধৰি তিষ্ঠি থাকিল। স্পেইনৰ খৃষ্টান ৰাজ্যবোৰে—বিশেষকৈ কেষ্টাইলে—গ্ৰানাডাক বৰ চেপি ধৰিছিল আৰু ব্যতিব্যস্ত কৰি তুলিছিল। সময়ত ই কেষ্টাইলক পেচ্‌কচ শোধাব লগাও হৈছিল। খৃষ্টান ৰাষ্ট্ৰবোৰ নিজৰ ভিতৰতে বিভক্ত হৈ নথকা হলে ই কিজানি সিমান দিন তৰ্শ্বিবই নোৱাৰিলেহেতেঁন। এই ঘাই খৃষ্টান ৰাজ্যবোৰৰ দুখনৰ শাসনকৰ্ত্তা ফাৰ্ডিনাণ্ড আৰু ইজাবেলাৰ মাজত ১৪৬৯ খৃষ্টাব্দত বিবাহ হৈ যায় আৰু ফলত কেষ্টাইল, আৰাগণ আৰু লিয়ন একত্ৰ হয়। ফাৰ্ডিনাণ্ড আৰু ইজাবেলাই গ্ৰানাডাৰ আৰব ৰাজ্যখনৰ অৱসান ঘটায়। আৰব-সকলে কেবা বছৰলৈও বীৰত্বপূৰ্ণভাৱে যুদ্ধ চলায়। অৱশেষত তেওঁলোকক ঘেৰি ধৰি শলঠেকত পেলোৱা হ'ল। অনাহাৰগ্ৰস্ত হৈ ১৪৯২ খৃষ্টাব্দত তেওঁলোকে আত্ম-সমৰ্পণ কৰে।

ছাৰাচেন বা আৰবসকলৰ বহুতে স্পেইন এৰি আফ্ৰিকালৈ গুচি গ'ল। গ্ৰানাডাৰ ওচৰতে চহৰৰ মুখামুখি হৈ এখন ঠাই আছে। আজিও তাৰ নাম “এল্ আল্‌টিমো ছস্পিৰো ডেল মুৰ”—“মুৰসকলৰ শেষ হুমুনিয়াহ।”

পিচে বিপুল সংখ্যক আৰব স্পেইনতে থাকি গ'ল। এই আৰবসকলৰ প্ৰতি কৰা ব্যৱহাৰ স্পেইনৰ বুৰঞ্জীত এটা বৰ কলঙ্কিত অধ্যায়। তেওঁলোকৰ প্ৰতি প্ৰদৰ্শন কৰা হ'ল নিষ্ঠুৰতা। হত্যাকাণ্ড অনুষ্ঠিত হ'ল আৰু সহনশীলতাৰ যি প্ৰতিশ্ৰুতি তেওঁলোকক দিয়া হৈছিল, সি বিস্মৃত হ'ল। ৰোমান কেথলিক গীৰ্জ্জাৰ কৰ্ত্তৃপক্ষই

তেওঁলোকৰ ওচৰত সৈমান নোহোৱা লোকসকলক মষিমূৰ কৰিবৰ অৰ্থে উদ্ভাৱন কৰা মাৰাত্মক অস্ত্ৰ "ইন্‌কুইজিশন" প্ৰায় এই সময়তে স্পেইনত খোলা হ'ল। ছাৰাচেনসকলৰ অধীনত শ্ৰীবৃদ্ধি সধা ইহুদীসকলক এতিয়া তেওঁলোকৰ ধৰ্ম্ম পৰিৱৰ্ত্তন কৰিবলৈ বাধ্য কৰা হ'ল; বহুতক জীয়াই জীয়াই জুইত পুৰি মৰা হ'ল। নাৰী আৰু শিশুকো ৰেহাই দিয়া নহৈছিল। বুৰঞ্জীবিদ এজনে কৈছে, "বিধৰ্ম্মী-হ'তক (অৰ্থাৎ ছাৰাচেনসকলক) তেওঁলোকৰ ৰমক-জমক বেশ-ভূষা এৰি বিজেতা-বৰ্গৰ হেট আৰু ব্ৰীচেজ পিন্ধিবলৈ, তেওঁলোকৰ ভাষা, আচাৰ-বিধি আৰু সংস্কাৰ— আনকি তেওঁলোকৰ নামবোৰো এৰি পেলাবলৈ, স্পেনিছ ভাষা ক'বলৈ, স্পেনিছ ধৰণ-কৰণে চলিবলৈ আৰু স্পেনিছ গতেৰে নতুনকৈ নাম লবলৈ হুকুম দিয়া হৈছিল।" এনে বৰ্ব্বৰতাৰ বিৰুদ্ধে অৱশ্যে উত্থান আৰু বিদ্ৰোহো হৈছিল; কিন্তু সেইবোৰ নিৰ্দ্দয়ভাৱে দমন কৰা হ'ল।

স্পেনিছ খৃষ্টানসকল ধোৱা-পখলা আৰু গা ধোৱাৰ বৰ বিৰোধী আছিল যেন দেখা যায়। স্পেনিছ আৰবসকলে ধোৱা-পখলা বৰ ভাল পাইছিল আৰু গোটেই-খনতে ৰাজহুৱা স্নানাগাৰ সজাই দিছিল কাৰণেই বোধহয় স্পেনিছ খৃষ্টানসকলৰ এইবোৰত ইমান আপত্তি। আনহে নেলাগে, মৰিস্কো (অৰ্থাৎ মুৰ' বা আৰব) সকলৰ সংস্কাৰৰ অৰ্থে" এই মৰ্ম্মে হুকুম জাৰি কৰা হ'ল যে "ঘৰতেই হওক বা পৰতেই হওক, তেওঁলোকে নিজে কিম্বা তেওঁলোকৰ মাইকী মানুহে বা আন কোনো লোকে হাত-ভৰি ধুব বা গা ধুব নোৱাৰিব আৰু তেওঁলোকৰ সকলোবোৰ 'হামাম' ভাঙি খহাই পেলোৱা হ'ব।"

ধোৱা-পখলাৰ এই পাপ কৰ্ম্মটোৰ উপৰিও মৰিস্কোসকলৰ বিৰুদ্ধে উত্থাপন কৰা আন এটা বিষম জগৰ হ'ল এইযে তেওঁলোক ধৰ্ম্মৰ বেলিকা সহনশীল। এইটো পঢ়িবলৈ পোৱাটো অসাধাৰণ কথা। অথচ স্পেইনৰপৰা ছাৰাচেনসকলক বহিষ্কাৰ কৰিবলৈ পৰামৰ্শ দি ভালেন্সিয়াৰ আৰ্কবিশ্বপে ১৬০২ খৃষ্টাব্দত যুগত কৰা "মৰিস্কোসকলৰ বামাচাৰ আৰু ধৰ্ম্মদ্ৰোহ"ৰ বৃত্তান্তত থকা অভিযোগবোৰৰ ভিতৰত ইও আছিল এটা। এই সহিষ্ণুতাৰ উল্লেখ কৰি তেওঁ কৈছে, "তেওঁলোকে (মৰিস্কোবোৰে) ধৰ্ম্ম-সংক্ৰান্ত সকলো বিষয়তে বিবেকৰ স্বতন্ত্ৰতাৰ (যিটো তুৰ্ক আৰু অন্যান্য মছুলমানসকলে তেওঁলোকৰ প্ৰজাবৰ্গক অবাধে ভোগ কৰিবলৈ দিয়ে) যিমান পোষকতা কৰে, সিমান আন একোবেই নকৰে।" স্পেইনৰ ছাৰাচেনসকলৰ এনেদৰে অজ্ঞাতসাৰে কি যে পৰম গুণানুকীৰ্ত্তন কৰা হৈছে আৰু স্পেইনৰ খৃষ্টান-সকলৰ মনোবৃত্তি কিমান যে বিভিন্ন প্ৰকৃতিৰ আৰু অসহিষ্ণু!

লাখ লাখ ছাৰাচেনক জোৰ-জুলুম কৰি স্পেইনৰপৰা খেদি পঠোৱা হ'ল। প্ৰায় ভাগকে আফ্ৰিকালৈ, কিছুমানক ফ্ৰান্সলৈ। পিচে তুমি মনত ৰাখিব লাগিব যে আৰবসকল স্পেইনত সাত শ বছৰ আছিল আৰু এই সুদীৰ্ঘ কালছোৱাত তেওঁলোক বহুলাংশে স্পেইনৰ জনসাধাৰণৰ লগত জাহ গৈছিল। পোনতে আৰব আছিল যদিও তেওঁলোক ক্ৰমান্বয়ে অধিকতৰ স্পেনিছ হৈ আহিছিল। সম্ভৱতঃ পৰৱৰ্ত্তী কালৰ আৰবসকল বাগদাদত থকা তেওঁলোকৰ সতীৰ্থসকলৰপৰা বেছ বিভিন্ন হৈ পৰিছিল। আনকি আজিও স্পেনিছ জনগোষ্ঠীৰ ধমনীত যথেষ্ট আৰব তেজ আছে।

ছাৰাচেনসকল ফ্ৰান্সৰ দক্ষিণত—আনকি ছুইজাৰলেণ্ডতো বিয়পি পৰিছিল—অৱশ্যে শাসকৰূপে নহয়, পমুৱা ৰূপেহে। আনকি এতিয়াও মাজে সময়ে দক্ষিণ ফ্ৰান্সৰ ফৰাচী লোকসকলৰ মাজত আৰব আৰ্হিৰ মুখ একোখন দেখিবলৈ পোৱা যায়।

স্পেইনত কেৱল আৰব শাসনৰে নহয়, আৰবী সভ্যতাৰো এনেদৰেই পৰালি পৰিল; কিয়নো এই সভ্যতা এচিয়াত ইয়াৰো আগতেই খহি পৰিছিল; সেইকথা আমি শীঘ্ৰে লক্ষ্য কৰিবলৈ পাম। ই বহু দেশ আৰু বহু সংস্কৃতি প্ৰভাৱান্বিত কৰিলে আৰু বহুতো উজ্জ্বল স্মৃতি ৰাখি থৈ গ'ল। কিন্তু ই পৰৱৰ্ত্তী ইতিহাসত নিজাকৈ আৰু পুনৰ্ব্বাৰ জাগি নুঠিল।

ছাৰাচেনসকলে দেশত্যাগ কৰাৰ পিচত ফাৰ্ডিনাণ্ড আৰু ইজাবেলাৰ আমোলত কিছু দিনলৈ স্পেইনৰ শক্তি বৃদ্ধি পায়। তাৰ অলপ পিচতেই আমেৰিকাৰ আৱিষ্কাৰে স্পেইনক বিস্তৰ সম্পদৰ অধিকাৰী কৰি তুলিলে আৰু কিছু সময়ৰ বাবে ইউৰোপত স্পেইন সবাতকৈ শক্তিমান আৰু আনৰ ওপৰত প্ৰভুত্ব খটুৱাব পৰা দেশ হৈ পৰিল। পিচে ইয়াৰ পতনো হ'ল দ্ৰুত গতিত আৰু ইয়াৰ গুৰুত্বও নোহোৱা হ'ল। ইউৰোপৰ আনবোৰ দেশে যিস্থলত উন্নতি সাধিব ধৰিলে, তেনেস্থলত মধ্য যুগৰ সপোন দেখি দেখিয়েই আৰু মধ্য যুগৰ পিচত পৃথিৱীখন যে পৰিৱৰ্ত্তিত হল, সেইটো উপলব্ধি নকৰাকৈয়ে স্পেইন জঠৰ হৈ থাকিল।

বৃটিছ ঐতিহাসিক লেন পুলে ছাৰাচেনসকলৰ বিষয়ে লিখোতে কৈছে,—

"শতাব্দী জুৰি স্পেইন আছিল সভ্যতাৰ কেন্দ্ৰ; কলা, বিজ্ঞান, পাণ্ডিত্য আৰু সৰ্ব্বতোপ্ৰকাৰ পৰিমাৰ্জ্জিত ৰুচিৰ বেদী। ইউৰোপৰ আন কোনোখন দেশ সেই পৰিমিত মুৰসকলৰ সুৰুচিপূৰ্ণ গণ্ডীৰ কাষ চাপিব পৰা নাছিল। ফাৰ্ডিনাণ্ড আৰু ইজাবেলাৰ বা চাৰ্লছৰ সাম্ৰাজ্যৰ খন্তেকীয়া জ্যোতিয়ে তেনে ধৰণৰ স্থায়ী উজ্জ্বলতা লাভ কৰিব পৰা নাছিল। মুৰসকলক নিৰ্ব্বাসিত কৰা হ'ল; কিছু সময়ৰ বাবে খৃষ্টান স্পেইন জোনৰ দৰে ধাৰ কৰি অন্য পোহৰেৰে জ্যোতিষ্মান্ হ'ল। তাৰ পিচত হ'ল পূৰ্ণগ্ৰাস চন্দ্ৰগ্ৰহণ আৰু সেই অন্ধকাৰত স্পেইন চিৰকাললৈ প্ৰচ্ছন্ন হ'ল। মুৰসকলৰ যথাৰ্থ স্মৃতিচিহ্ন দেখা পোৱা যাব তেনেই শুকান বিজন প্ৰান্তত, য'ত মুৰসকলে একালত উপচি পৰাকৈ আঙুৰ, জলফাই আৰু মাকৈজোৰাৰ খেতি কৰিছিল; নিৰ্ব্বোধ অজ্ঞ জনসাধাৰণৰ মাজত য'ত একালত জ্ঞান-বুদ্ধিৰ সঞ্চাৰ হৈছিল; জাতিবৰ্গৰ মানদণ্ডত নিৰাশ হ'ব লগাকৈ স্খলিত হোৱা আৰু এই অপমান সঁচাকৈয়ে পাৰব যোগ্য হৈ উঠা জাতি এটাৰ সাধাৰণ স্থবিৰতা আৰু অধঃপাতন।"

এই মন্তব্য বৰ কঠুৱা। প্ৰায় এবছৰৰ আগতে স্পেইনত বিপ্লৱ এটা ঘটি গৈছে আৰু ৰজাজনকো পদচ্যুত কৰা হৈছে। এতিয়া তাত গণৰাজ্য এখন প্ৰতিষ্ঠিত হৈছে। কিজানি এই নুমলীয়া গণৰাজ্যই কিছু ভাল কৰিব পাৰিব আৰু স্পেইনক অন্যান্য দেশৰ শাৰীলৈ তুলিব পাৰিব।

## ৬২

## ধৰ্ম্মযুদ্ধবোৰ

১৯ জুন, ১৯৩২

জেৰুজালেম চহৰখন উদ্ধাৰ কৰাৰ মানসে মুছলমানসকলৰ বিপক্ষে পোপ আৰু তেওঁৰ গীৰ্জ্জা পৰিষদে ধৰ্ম্মযুদ্ধ এখন ঘোষণা কৰাৰ বিষয়ে তোমালৈ অলপতে দিয়া এখন চিঠিত (৫৭ নং) মই উল্লেখ কৰিছিলোঁ। ছেলজুক তুৰ্কসকলৰ ক্ৰমবৰ্দ্ধমান শক্তিয়ে ইউৰোপক—বিশেষকৈ পোনপটীয়াভাৱে বিপন্ন কৰি তোলা কনষ্টাণ্টিনোপল চৰকাৰক—সন্ত্ৰস্ত কৰি তুলিলে। জেৰুজালেম আৰু পেলেষ্টাইনলৈ যোৱা খৃষ্টান তীৰ্থযাত্ৰীসকলক তুৰ্কসকলে দুব্যৱহাৰ কৰাৰ কাহিনীয়ে ইউৰোপৰ মানুহক উত্তেজিত কৰি তুলিলে আৰু তেওঁলোক খঙত একো নাই হৈ পৰিল। সেই দেখি "ধৰ্ম্মযুদ্ধ" এখন ঘোষণা কৰা হ'ল আৰু "পুণ্য" চহৰখন পৰিত্ৰাণ কৰিবৰ অৰ্থে আগ বাঢ়িবলৈ ইউৰোপৰ সমূহ খৃষ্টানলোককে পোপ আৰু তেওঁৰ ধৰ্ম্মসংস্থাই আহ্বান জনালে।

এইদৰেই ১০৯৫ খৃষ্টাব্দত সূচনা হল ধৰ্ম্মযুদ্ধবোৰৰ আৰু ১৫০ বছৰৰো ওপৰ কাল খৃষ্ট ধৰ্ম্ম আৰু ইছলামৰ ভিতৰত—ক্ৰুছ আৰু অৰ্দ্ধচন্দ্ৰৰ মাজত—সংগ্ৰাম চলিল। মাজে সময়ে ৰণ-নিবৃত্তিৰ দীঘলীয়া একো একোছোৱা সময় নোহোৱা নহয়; কিন্তু যুদ্ধাৱস্থা প্ৰায় সততে বৰ্ত্তি থাকিল আৰু যুদ্ধ কৰিবলৈ—বিশেষকৈ "পৱিত্ৰ" ভূমিত হাড় পেলাবলৈ—খৃষ্টান যোদ্ধা চামে চামে ওলাই আহিল। এই দীঘলীয়া যুঁজ-বাগৰৰ ফলত ধৰ্ম্মযোদ্ধাসকল বিশেষ লাভৱান নহ'ল। অলপ সময়ৰ বাবে জেৰুজালেম তেওঁলোকৰ হস্তগত হৈছিল; পিচত ই পুনৰ তুৰ্কসকললৈ গ'ল আৰু তেওঁলোকৰ হাততেই থাকি গ'ল। ধৰ্ম্মযুদ্ধবোৰৰ ঘাই ফল হ'ল অগণন খৃষ্টান আৰু মুছলমানক মৃত্যু আৰু দুখৰ গৰাহত পেলোৱা—এচিয়া মাইনৰ আৰু পেলেষ্টাইনক পুনৰ তেজেৰে ৰাঙলী কৰা।

এই সময়ত বাগদাদ সাম্ৰাজ্যখনৰ অৱস্থা কেনে আছিল? আব্বাছিদসকলেই ইয়াৰ মুখীয়াল হৈ আছিল। তেওঁলোক তেতিয়াও খলিফা—ধৰ্ম্মানুগতবৃন্দৰ অধিকাৰ—হৈ আছিল। পিচে তেওঁলোক আছিল নামনাচ কৰ্ত্তা; ক্ষমতা বৰ কমেইহে আছিল। তেওঁলোকৰ সাম্ৰাজ্য কেনেকৈ খণ্ড-বিখণ্ড হ'ল আৰু প্ৰাদেশিক শাসক-সকল কেনেকৈ স্বতন্ত্ৰ হৈ পৰিল, সেইটো আমি ইতিপূৰ্ব্বেই লক্ষ্য কৰিছোঁ। ভাৰতত সঘনে আক্ৰমণ কৰা ঘজনীৰ মামুদো আছিল এনে শক্তিশালী কৰ্ত্তা। তেওঁৰ ইচ্ছামতে নচলিলে খলিফাক শাস্তি দিব বুলি তেৰোঁ হুমিয়াইছিল। আনকি বাগদাদতো আচল কৰ্ত্তা আছিল তুৰ্কসকলহে। তাৰ পিচত আহিল আন এচাম তুৰ্ক—ছেলজুকসকল। তেওঁলোকে ক্ষিপ্ৰ গতিত নিজৰ ক্ষমতা সুপ্ৰতিষ্ঠ কৰিলে আৰু জয়যুক্ত হৈ কনষ্টাণ্টিনোপলৰ দ্বাৰদেশলৈকে বিয়পি পৰিল। ইমানতো খলিফাজন 'খলিফা' হৈয়ে থাকিল—অৱশ্যে ৰাজনৈতিক ক্ষমতা অবিহনে। ছেলজুকৰ অধিনায়কসকলক তেওঁ 'চুলতান' পদবী প্ৰদান কৰিলে আৰু চুলতানেই শাসন নিৰ্ব্বাহ

কৰিবলৈ ললে। এইৰূপে ছেল্জুক চুলতান আৰু তেওঁলোকৰ অনুগামীসকলৰ বিৰুদ্ধেই খৃষ্টান ধৰ্ম্মযোদ্ধাসকলে যুদ্ধ চলাব লগা হ'ল।

ইউৰোপত ধৰ্ম্মযুদ্ধবোৰে খৃষ্টসংঘৰ—সমূহ অখৃষ্টান লোকৰ পৰিপন্থী খৃষ্ট ধৰ্ম্মাৱলম্বী পৃথিৱীৰ—ধাৰণাটো পৰিপুষ্ট কৰি তুলিলে। ইউৰোপৰ এটা সাধাৰণ আদৰ্শ আৰু অভিপ্ৰায় আছে; সেয়ে হল তথাকথিত বিধৰ্ম্মীহ'তৰ গৰাহৰ পৰা "পৱিত্ৰ ভূমি" উদ্ধাৰ কৰা। এই সাধাৰণ অভিপ্ৰায়ে মানুহক উদ্দীপিত কৰি তুলিলে আৰু মহান হক ৰক্ষাৰ হেতু বহুতে ঘৰ-বাৰী আৰু ধন-সম্পত্তি পৰিত্যাগ কৰিলে। সজ উদ্দেশ্যেৰে প্ৰণোদিত হৈ বহু লোক গৈছিল। যি যাব, তাৰ পাপ মোচন কৰা হ'ব বুলি পোপে দিয়া প্ৰতিশ্ৰুতিত আকৃষ্ট হৈও বহু লোক গৈছিল। ধৰ্ম্মযুদ্ধবোৰৰ অন্যান্য কাৰণ নথকাও নহয়। ৰোম একেকোবেই কন্ষ্টান্টিনোপলৰ কৰ্ত্তা হব খুজিছিল। তোমাৰ মনত থাকিব পায় যে কন্ষ্টান্টিনোপলৰ গীৰ্জ্জা ৰোমৰটোৰ পৰা বেলেগ। ই নিজকে "অৰ্থডক্স চাৰ্চ্চ" (নৈষ্ঠিক গীৰ্জ্জা) আখ্যা দিছিল। ৰোমান গীৰ্জ্জাক ই অত্যন্ত বেয়া পাইছিল আৰু পোপক পাতি গজা বুলি ভাবিছিল। পোপে কন্ষ্টান্টিনোপলৰ এই ধাৰণাৰ অৱসান ঘটাই তাক নিজৰ আবেষ্টনীৰ ভিতৰলৈ আনিব খুজিছিল। বিধৰ্ম্মী তুৰ্কসকলৰ বিৰুদ্ধে ধৰ্ম্মযুদ্ধ চলোৱাৰ অচিলা উলিয়াই পোপে বহুকালৰ মনোবাঞ্ছা পূৰাব খুজিছিল। ৰাজনীতিবিদ আৰু নিজকে ৰাষ্ট্ৰনেতাৰূপে গণ্য কৰা লোকসকলৰ কথা-কাণ্ডই এনে! ৰোম আৰু কন্ষ্টান্টিনোপলৰ এই অন্তৰ্দ্বন্দ্ব মনত ৰখা উচিত হ'ব; কিয়নো ধৰ্ম্ম-যুদ্ধবোৰৰ সময়ছোৱাত ই সততে উদিত হৈছিল।

ধৰ্ম্মযুদ্ধবোৰৰ আন এটা কাৰণ হ'ল বাণিজ্যমূলক। কাৰবাৰী লোকসকলে—বিশেষকৈ ভেনিচ আৰু জেনোৱাৰ শ্ৰীবৃদ্ধিসম্পন্ন বন্দৰবোৰৰ লোকসকলে—যুদ্ধ বিচাৰিছিল; কিয়নো তেওঁলোকৰ বেপাৰ ক্ষতিগ্ৰস্ত হৈছিল। তেওঁলোকৰ প্ৰাচ্যৰ লগত থকা বেহা-বেপাৰৰ বহুতো ৰাস্তা ছেল্জুক তুৰ্কসকলে বন্ধ কৰি দিছিল।

সৰ্ব্বসাধাৰণ লোকে অৱশ্যে এইবোৰ কাৰণৰ একোকে গম পোৱা নাছিল। ৰাজনীতিবিদসকলে সচৰাচৰ প্ৰকৃত কাৰণবোৰ লুকুৱাই ৰাখে আৰু ধৰ্ম্ম, ন্যায়বিচাৰ, সত্য বা তেনে ধৰণৰ কথাৰ দোহাই দি আস্ফালন কৰি থাকে। ধৰ্ম্মযুদ্ধবোৰৰ সময়তো এনেকুৱাই হৈছিল। এতিয়াও তেনেকুৱাই হৈছে। সেই কালত মানুহ পতিয়ন গৈছিল; ৰাজনীতিবিদসকলৰ মৌ সনা মাতত অধিকাংশ লোক আজিও পতিয়ন যায়।

অতএব বিপুল সংখ্যক লোক ধৰ্ম্মযুদ্ধবোৰৰ বাবে গোট খালে। তেওঁলোকৰ মাজত সৎ আৰু আন্তৰিকতাপূৰ্ণ মানুহ আছিল; কিন্তু ভাল বুলিব পৰাৰ পৰা বহুখিনি আঁতৰি যোৱা আৰু কেৱল লুট কৰাৰ আশাৰে উদ্‌বুদ্ধ হোৱা লোকো বহুত আছিল। পুণ্যবান্ আৰু ধৰ্ম্মনিষ্ঠ লোক আৰু যি কোনো প্ৰকাৰৰ পাপ আচৰিব পৰা সমাজৰ দুৰ্জ্জন মানুহবোৰৰ ই হ'ল এক অদ্ভূত জোট। অধিক কি, সজ কাম বুলি তেওঁলোকে যিটো গণ্য কৰিছিল, সেইটোৰ কাৰণে খাটিবলৈ ওলাই যোৱা এই ধৰ্ম্মযোদ্ধাসকলে বা তেওঁলোকৰ ভিতৰৰে বহুতে আটাইতকৈ নিকৃষ্ট আৰু আটাইতকৈ নিন্দনীয় অপকৰ্ম্মবোৰ কৰিলে। বাটে-পথে লুট কৰাত আৰু অভদ্ৰ আচৰণ কৰি

যোৱাত কিছুমান ইমানেই ব্যস্ত হৈ পৰিল যে তেওঁলোক পেলেষ্টাইনৰ কাষকে নেপালেগৈ। বাটে-পথে ইহুদীসকলক বধ কৰাত কিছুমান লাগি গ'ল; কিছুমানে আকৌ তেওঁলোকৰ জ্ঞাতি খৃষ্টানসকলকে বধ কৰিলে। যিবোৰ খৃষ্টান দেশৰ মাজেদি তেওঁলোক গৈছিল, সেইবোৰৰে খেতিয়ক ৰাইজে তেওঁলোকৰ বিপক্ষে থিয় দিলে আৰু তেওঁলোকক আক্ৰমণ কৰি বহুতৰে প্ৰাণ নাশ কৰিলে আৰু বহুতক খেদি পঠালে।

অৱশেষত বইলনৰ গডফ্ৰে নামে এজন নৰ্ম্মানৰ নেতৃত্বত ধৰ্ম্মযোদ্ধাসকল পেলেষ্টাইন পালেগৈ। তেওঁলোকৰ হাতত জেৰুজালেমৰ পতন হ'ল আৰু এসপ্তাহ ধৰি নৰহত্যা চলিল। সাংঘাতিক হত্যাকাণ্ড অনুষ্ঠিত হ'ল। ইয়াৰ ফৰাচী প্ৰত্যক্ষ-দৰ্শী এজনে কৈছে, "মছজিদটোৰ পৰ্টিক'ত আঠুৰ ঘিলা তল যোৱাকৈ তেজে ডোঙা বান্ধিছিল আৰু ঘোঁৰাবোৰৰ লেকাম চুইছিলগৈ।"

সত্তৰ বছৰৰ পিচত মিছৰৰ চুলতান ছালাদিনে খৃষ্টানসকলৰপৰা জেৰুজালেম পুনৰ হস্তগত কৰিলে। এই কাৰ্য্যই ইউৰোপৰ মানুহক আকৌ উত্তেজিত কৰি তুলিলে আৰু কেবাখনো ধৰ্ম্মযুদ্ধ চলিল। এইবাৰ ইউৰোপৰ ৰজা-মহাৰজাসকল নিজেই আহিল; কিন্তু তেওঁলোকে বৰ কমেইহে কৃতকাৰ্য্যতা লভিলে। তেওঁলোকে অগ্ৰাধিকাৰ লৈ নিজৰ ভিতৰতে খৰিয়াল কৰিলে আৰু পৰস্পৰৰ প্ৰতি ঈৰ্ষাপৰায়ণ হৈ পৰিল। নিৰ্ম্মম আৰু নিষ্ঠুৰ যুদ্ধ, নীচ ষড়যন্ত্ৰ আৰু শোক লগা দুষ্কাৰ্য্যৰ ই হ'ল এক অকথ্য কাহিনী। কিন্তু সময়ত এই বিভীষিকা তল পেলাইও মানৱ প্ৰকৃতিৰ ভাল ফালটো জিলিকি উঠিল। শত্ৰুবৰ্গই পৰস্পৰৰ প্ৰতি সৌজন্য আৰু বীৰোচিত আচৰণ প্ৰদৰ্শন কৰা দৃষ্টান্তও আছে। পেলেষ্টাইনলৈ যোৱা বৈদেশিক ৰাজন্যবৰ্গৰ ভিতৰত আছিল ইংলেণ্ডৰ ৰিচাৰ্ড, "ক'ৰ দা লায়ন" বা "সিংহ পুৰুষ"। কায়িক শক্তি আৰু সাহসৰ বাবে তেওঁ প্ৰসিদ্ধ। ছালাদিনো আছিল এজন ডাঙৰ যোদ্ধা আৰু শৌৰ্য্য-বীৰ্য্যৰ বাবে প্ৰসিদ্ধ। আনকি ছালাদিনৰ বিৰুদ্ধে যুদ্ধ চলোৱা ধৰ্ম্মযোদ্ধা-সকলেও তেওঁৰ এই বীৰত্বৰ শলাগ লৈছিল। এই মৰ্ম্মে এটা আখ্যান আছে যে এবাৰ ৰিচাৰ্ড বৰ অসুস্থ হৈ পৰিল আৰু গৰমত কষ্ট ভুগিব লগা হ'ল।এই খবৰ পাই ছালাদিনে পৰ্ব্বতৰপৰা বিশুদ্ধ বৰফ অনাই তেওঁলৈ পঠোৱাৰ ব্যৱস্থা কৰিলে। আজিকালি আমি যিদৰে পানী গোট মৰাই কৃত্ৰিমভাৱে বৰফ তৈয়াৰ কৰিব পাৰোঁ, সেইদৰে সেই কালত বৰফ কৰিব পৰা নহৈছিল। সেইদেখি দ্ৰুতগামী বহতীয়াৰ হতুৱাই পৰ্ব্বতৰপৰা প্ৰাকৃতিক বৰফ অনাব লগা হৈছিল।

ক্ৰুছেদৰ দিন-কালবোৰৰ বহুতো কাহিনী আছে। বোধ হয় তুমি ৱাল্টাৰ স্কটৰ "টেলিছমেন" পঢ়িছা।

এদল ধৰ্ম্মযোদ্ধা কনষ্টাণ্টিনোপললৈ গ'ল আৰু সেই চহৰ কৰতলগত কৰিলে। তেওঁলোকে পূব সাম্ৰাজ্যৰ গ্ৰীক সম্ৰাটজনক খেদি তাত এখন লেটিন ৰাজ্য আৰু ৰোমান গীৰ্জ্জা প্ৰতিষ্ঠিত কৰিলে। কনষ্টাণ্টিনোপলতো ভয়ংকৰ হত্যাকাণ্ড অনুষ্ঠিত হ'ল আৰু ধৰ্ম্মযোদ্ধাসকলে চহৰখনৰ একাংশ জুই লগাই পুৰি পেলালে। কিন্তু এই লেটিন ৰাজ্যখন বেচি দিন টিকি নেথাকিল। দুৰ্ব্বল হলেও পূব সাম্ৰাজ্যৰ গ্ৰীকসকল উলটি আহিল আৰু পঞ্চাশ বছৰৰ কিঞ্চিদধিক পিচতে লেটিন-

সকলক খেদি পঠালে। কন্‌ষ্টাণ্টিনোপলৰ পূব সাম্রাজ্যখন আৰু দুশ বছৰ বৰ্ত্তি থাকিল। অৱশেষত ১৪৫৩ খৃষ্টাব্দত তুর্কসকলে একেবাৰে ইয়াৰ আধ্যা পেলালে।

ধৰ্ম্মযোদ্ধাসকলে কন্‌ষ্টাণ্টিনোপল এইদৰে দখল কৰা কাৰ্য্যই তাত ৰোমান গীৰ্জ্জা আৰু পোপৰ প্ৰতিপত্তি বিস্তাৰ কৰাৰ অভিপ্ৰায়হে প্ৰকট কৰে। যদিওবা এই নগৰৰ গ্ৰীকসকলে ভয়ত পেপুৰা লাগি তুৰ্কসকলৰ বিৰুদ্ধে ৰোমৰ ওচৰত সাহায্য প্ৰাৰ্থনা কৰিছিল, তথাপি তেওঁলোকে ধৰ্ম্মযোদ্ধাসকলক বৰ কমেইহে সহায় কৰিছিল; বৰঞ্চ তেওঁলোকক খুব বেয়াহে পাইছিল।

যিখনক "বালকৰ ধৰ্ম্মযুদ্ধ" বোলা হয়, এই সকলোবোৰ ধৰ্ম্মযুদ্ধৰ ভিতৰত আটাইতকৈ ভয়ানকখন হ'ল সেইখনেই। বহুসংখ্যক চেঙেলীয়া ল'ৰাই—বিশেষকৈ ফৰাচী আৰু কিছুমান জাৰ্ম্মাণীৰ—উত্তেজনাৰ কোবত নিজৰ ঘৰ-বাৰী এৰি পেলেষ্টাইনলৈ যাবলৈ থিৰাং কৰিলে। বহুতো বাটতে মৰিল; বহুত হেৰাল। বেচিভাগ ল'ৰা আহি মাৰ্ছেলীজ পালেহি আৰু তাতে এই বেচেৰা ল'ৰাহঁতক ঠগোৱা হ'ল। কিছুমান দুৰ্বৃত্তই তেওঁলোকৰ উৎসাহৰ সুযোগ ললে। "পবিত্ৰ ভূমি" লৈ লৈ যোৱাৰ চেলুৰে দাস-বিক্ৰীদাৰবোৰে তেওঁলোকক জাহাজত তুলি মিছৰলৈ লৈ গ'ল আৰু দাসৰূপে বিক্ৰী কৰি দিলেগৈ।

পেলেষ্টাইনৰপৰা ঘূৰি আহোঁতে ইংলেণ্ডৰ ৰিচাৰ্ডক তেওঁৰ শত্ৰুবৰ্গই পূব ইউৰোপত বন্দী কৰিলে আৰু তেওঁক মোকলাবৰ বাবে বহুত পেচ্‌কচ্‌ দিব লগা হ'ল। ফ্ৰান্সৰ ৰজা এজনক পেলেষ্টাইনতে কাৰাৰুদ্ধ কৰা হ'ল আৰু তেওঁকো অসংখ্য পেচ্‌কচ্‌ শোধাইহে উদ্ধাৰ কৰা হৈছিল। পবিত্ৰ ৰোমান সাম্রাজ্যৰ এজন সম্ৰাট—ফ্ৰেডৰিক বাৰ্ব্বাৰোছা—পেলেষ্টাইনৰ নদী এখনত পৰি মৰিল। ইফালে সময় পাৰ হৈ যোৱাৰ লগে লগে এই ধৰ্ম্মযুদ্ধবোৰৰ মায়া-মোহ তেনেই নোহোৱা হ'ল। এইবোৰৰ ওপৰত মানুহৰ বিতৃষ্ণা হ'ল। জেৰুজালেম মুছলমানসকলৰ হাততেই থাকিল। ইয়াক উদ্ধাৰ কৰিবৰ অৰ্থে অধিক ধন-জন ব্যয় কৰিবলৈ ইউৰোপৰ ৰজা আৰু ৰাইজৰ আগ্ৰহ নোহোৱা হ'ল। সেইকালৰপৰা প্ৰায় সাতশ বছৰ ধৰি জেৰুজালেম মুছলমানসকলৰ শাসনাধীন হৈয়ে থাকিল। সিদিনা অলপতেহে মহাযুদ্ধৰ কালত ১৯১৮ চনৰ ইংৰাজ সেনানী এজনে তুৰ্কসকলৰ হাতৰপৰা এই চহৰ দখল কৰে।

শেহতীয়া ধৰ্ম্মযুদ্ধবোৰৰ এখন কৌতূহলপূৰ্ণ আৰু আচহুৱা বিধৰ। অধিক কি, পুৰণি অৰ্থত ইয়াক ধৰ্ম্মযুদ্ধ বুলিবই নোৱাৰি। পবিত্ৰ ৰোমান সাম্রাজ্যৰ সম্ৰাট দ্বিতীয় ফ্ৰেডৰিক আহি যুদ্ধ কৰক ছাৰি মিছৰৰ সেইকালৰ চুলতানক দেখা-সাক্ষাত কৰিলে আৰু তেওঁলোকৰ মাজত সৌহাৰ্দ্দ্যপূৰ্ণ বুজাবুজি এটা হ'ল। ফ্ৰেডৰিক এজন অসাধাৰণ লোক আছিল। যি কালত বেচি ভাগ ৰজাৰ অক্ষৰ জ্ঞান প্ৰায় নাছিলেই, সেইকালতে তেওঁ আৰবী সমন্বিতে বহু ভাষা জানিছিল। তেওঁ "পৃথিৱীৰ আশ্চৰ্য্য"ৰূপে জনাজাত আছিল। তেওঁ পোপলৈ বৰ কমেইহে ভ্ৰূক্ষেপ কৰিছিল আৰু সেইদেখি তেওঁক পোপে সমাজচ্যুত কৰিলে; কিন্তু সিমানতো তেওঁ নটলিল।

ধৰ্ম্মযুদ্ধবোৰৰ ফলত এনেদৰেই একো কাৰ্য্যসিদ্ধি নহ'ল। এই অবিৰাম চলি

থকা যুদ্ধ-বিগ্ৰহে ছেল্‌জুক তুৰ্কসকলক দুৰ্ব্বলতৰ কৰিলে। অৱশ্যে ফিউডেল প্ৰথাই ইয়াতকৈও বেচিকৈহে ছেল্‌জুক সাম্ৰাজ্যৰ ভেটি নিশকতীয়া কৰি তুলিছিল। ডাঙৰ ডাঙৰ ফিউডেল কৰ্ত্তাসকলে নিজকে কাৰ্য্যতঃ স্বতন্ত্ৰ জ্ঞান কৰিছিল। তেওঁলোকে নিজৰ ভিতৰতে যুঁজ-বাগৰো কৰিছিল। সময়ত আনহে নেলাগে, তেওঁলোকৰ ইজনে সিজনৰ বিপক্ষে খৃষ্টানসকলৰ সাহায্য পৰ্য্যন্ত বিচাৰিছিল। সময়ত ধৰ্ম্ম-যোদ্ধাসকলেও তুৰ্কসকলৰ এই আভ্যন্তৰীণ দুৰ্ব্বলতাৰ ছেগ লৈছিল। অৱশ্যে যেতিয়া ছালাদিনৰ নিচিনা শক্তিশালী শাসক একোজন ওলাইছিল, তেতিয়া তেওঁলোকে বিশেষ একো অপকাৰ সাধিব পৰা নাছিল।

ধৰ্ম্মযুদ্ধবোৰৰ বিষয়ে আন এটা অভিমত আছে। ইংৰাজ ঐতিহাসিক জি. এম. ট্ৰেভেলিনে (তুমি পঢ়িবলৈ পোৱা গেৰিবল্ডি সম্বন্ধীয় গ্ৰন্থবোৰৰ এওঁ ৰচয়িতা) এই মত অলপতে দাঙি ধৰিছে। এইটো আগ্ৰহ জন্মাব পৰা অভিমত। ট্ৰেভেলিনে কৈছে, "ধৰ্ম্মযুদ্ধবোৰ হ'ল ইউৰোপৰ পুনৰুদ্দীপিত শক্তিৰ সাধাৰণ প্ৰাচ্যাভিমুখী ভাৱগতিৰ সামৰিক আৰু ধৰ্ম্মীয় ৰূপ। ধৰ্ম্মযুদ্ধবোৰৰপৰা ইউৰোপে লাভ কৰি অনা পুৰস্কাৰ "পৱিত্ৰ সমাধি"ৰ চিৰস্থায়ী মুক্তি বা খৃষ্টসঙ্ঘৰ বলিষ্ঠ একতা নহয়; বৰঞ্চ ই তাৰ এক সুদীৰ্ঘ নিৰাকৰণহে। তাৰ পৰিৱৰ্ত্তে ইউৰোপে আনিলে সুকুমাৰ কলা-শিল্প, বিলাসিতা, বিজ্ঞান আৰু মননশীল ঔৎসুক্য—মুনি-প্ৰবৰ পেটাৰে যিবোৰ খুব বেচি ঘিন কৰিলেহেঁতেন, সেই সকলোবোৰ।"

ছালাদিন ১১৯৩ খৃষ্টাব্দত ঢুকায়। পুৰণি আৰব সাম্ৰাজ্যৰ যিবা অৱশেষ ৰৈছিল, সিও লাহে লাহে ছিন্নভিন্ন হ'ল। সৰুসুৰা সামন্ত কৰ্ত্তাসকলৰ আমোলত পশ্চিম এচিয়াৰ বহুলাংশত বিশৃংখলা ঘটিল। সৰ্ব্বশেষ ধৰ্ম্মযুদ্ধখন হ'ল ১২৪৯ খৃষ্টাব্দত। ইয়াৰ নেতৃত্ব কৰিছিল ফ্ৰান্সৰ ৰজা নবম লুয়ে। তেওঁ পৰাজিত আৰু বন্দী হ'ল।

ইফালে পূব আৰু মধ্য এচিয়াত ডাঙৰ ডাঙৰ ঘটনা ঘটিব লাগিল। চেংগিজ খান বা জেংগিছ খান নামে মহা বলৱান্ নায়ক এজনৰ নেতৃত্বত মঙ্গোলসকল আগুৱাই আহিল আৰু এচপৰা বৰ ক'লা ডাৱৰৰ দৰে পূব প্ৰান্ত গোটেইখন গ্ৰাসি পেলালে। ধৰ্ম্মযোদ্ধা আৰু প্ৰতিৰক্ষক—খৃষ্টান আৰু মুছলমান উভয়ে—ভয়ত বিহ্বল হৈ এই আগন্তুক আক্ৰমণ নিৰীক্ষণ কৰিবলৈ লাগিল। পিচৰ এখন চিঠিত আমি চেংগিচ খান আৰু মঙ্গোলসকলৰ বিষয়ে আলোচনা কৰিম।

এই চিঠিখন শেষ কৰাৰ আগতে আন এটা কথাৰ মই উল্লেখ কৰিব খোজো। মধ্য এচিয়াৰ বোখাৰাত বৰ ডাঙৰ আৰব বৈদ্য এজন আছিল। তেওঁ এচিয়া আৰু ইউৰোপ উভয়তে প্ৰখ্যাত হৈ পৰিছিল। তেওঁৰ নাম আছিল ইব্‌ন ছিনা; পিচে ইউৰোপত তেওঁ এভিচেন্না বুলিহে বেচি জনাজাত। তেওঁক "বৈদ্যৰাজ" বোলাই হৈছিল। ধৰ্ম্মযুদ্ধবোৰ আৰম্ভ হোৱাৰ আগতে ১০৩৭ খৃষ্টাব্দত তেওঁ ঢুকায়।

মই ইব্‌ন ছিনাৰ নামটো তেওঁৰ খ্যাতিৰ বাবেহে উল্লেখ কৰিলোঁ। পিচে মনত ৰাখিবা যে এই গোটেই সময়ছোৱা ধৰি—আনকি আৰব সাম্ৰাজ্য দুৰ্গতিত পৰা কালতো—পশ্চিম আৰু মধ্য এচিয়াৰ একাংশত আৰব সভ্যতা অব্যাহত থাকিল। ধৰ্ম্মযোদ্ধাসকলৰ লগত চলা যুদ্ধত ব্যস্ত থাকিও ছালাদিনে বহুতো কলেজ আৰু

হাস্পতাল সজাই দিছিল। পিচে এই সভ্যতা এক আকস্মিক আৰু পূৰ্ণ বিনাশৰ সান্নিধ্য পাইছিলগৈ। পূবৰপৰা মঙ্গোলসকল ধাবমান হৈছিল।

## (৬৩)

## ধৰ্ম্মযুদ্ধবোৰৰ সময়ত ইউৰোপ

২০ জুন, ১৯৩২

একাদশ, দ্বাদশ আৰু ত্ৰয়োদশ শতাব্দীত খৃষ্ট ধৰ্ম্ম আৰু ইছলামৰ মাজত লগা সংঘৰ্ষৰ কিছু কথা আগৰখন চিঠিত আমি লক্ষ্য কৰিছিলোহ'ক। এই সময়লৈ খৃষ্ট ধৰ্ম্ম গোটেই ইউৰোপ জুৰি বিয়পি পৰিছিল। এই ধৰ্ম্ম লোৱা শেষৰ চাম লোক হ'ল পূব ইউৰোপৰ শ্লাভ জাতিবৰ্গ—ৰুছ আৰু অন্যান্যসকল। এই মৰ্ম্মে এটা উপাদেয় আখ্যান আছে যে (ই কিমান দূৰ সত্য, মই কব নোৱাৰোঁ) খৃষ্টান হোৱাৰ পূৰ্ব্বে পুৰণি ৰুছ মানুহবোৰে তেওঁলোকৰ আগৰ ধৰ্ম্ম সলনি কৰি নতুন এটা ধৰ্ম্ম লোৱাৰ বিষয়ে আলোচনা কৰিলে। তেওঁলোকে জানি-শুনি থকা ধৰ্ম্ম দুটা হ'ল—খৃষ্ট ধৰ্ম্ম আৰু ইছলাম। সেইদেখি এই ধৰ্ম্ম দুটা চাই-চিতি সেই সম্বন্ধে প্ৰতিবেদন যুগুত কৰিবৰ অৰ্থে তেওঁলোকে তেনেই আধুনিক ৰীতিৰে, যিবিলাক দেশত এইবোৰ ধৰ্ম্ম মানি চলা হয়, সেইবিলাক দেশলৈ এদল প্ৰতিনিধি পঠালে। কথিত আছে যে এই প্ৰতিনিধি দলটোৱে পশ্চিম এচিয়াৰ ইছলাম ধৰ্ম্ম প্ৰচলিত কিছুমান ঠাই পৰিদৰ্শন কৰি পিচত কনষ্টাণ্টিনোপললৈ গ'ল। কনষ্টাণ্টিনোপলত তেওঁলোকে যি দেখিলে, সি তেওঁলোকক স্তম্ভিত কৰিলে। 'অৰ্থডক্স চাৰ্চ্চ'ৰ আচাৰ পদ্ধতি চোখীন আৰু জাক-জমকীয়া; সঙ্গীত আৰু সুমধুৰ গানেৰে মুখৰিত; যাজকসকল জাক-জমক পোছাক পিন্ধি আহে আৰু ধূপ-ধুনা জ্বলোৱা হয়। এইবোৰ আড়ম্বৰে উত্তৰৰপৰা অহা সৰল আৰু অৰ্দ্ধ-সভ্য মানুহবোৰক অতিশয় মুগ্ধ কৰিলে। ইছলামৰ ইমান জাক-জমক একো নাছিল। সেইদেখি ৰুছসকলে খৃষ্ট ধৰ্ম্মৰ অনুকূলে সিদ্ধান্ত ললে আৰু ঘূৰি গৈ তেওঁলোকৰ ৰজাক অনুৰূপ মৰ্ম্মে জনালে। ৰজা আৰু প্ৰজাবৰ্গ তেতিয়া খৃষ্টান হ'ল। যিহেতু তেওঁলোকে খৃষ্ট ধৰ্ম্মটো কনষ্টাণ্টিনোপলৰপৰা আহৰণ কৰিলে, সেইবাবে তেওঁলোক ৰোমৰ নহৈ গ্ৰীক 'অৰ্থডক্স চাৰ্চ্চ'ৰহে অনুগামী হ'ল। ইয়াৰ পিচতো ৰুছিয়াই কোনো কালেই ৰোমৰ পোপৰ কৰ্ত্তৃত্ব গ্ৰাহ্য নকৰিলে।

ৰুছিয়াৰ এই ধৰ্ম্মান্তৰ ক্ৰুছেদবোৰৰ বহু আগতে হৈ যায়। প্ৰবাদ আছে যে বুলগেৰিয়ানসকলো একালত মুছলমান হবলৈ আধা-আধি দোঁ খাইছিলেই; পিচে কনষ্টাণ্টিনোপলৰ আকৰ্ষণ তীব্ৰতৰ হৈ উঠিল। তেওঁলোকৰ ৰজাই বিজানছাইন্ ৰাজকুমাৰী এগৰাকী বিয়া কৰিলে (তোমাৰ মনত থাকিব পায় যে 'বিজানছিয়াম' হ'ল কনষ্টাণ্টিনোপলৰ পুৰণি নাম) এনে ধৰণে ওচৰচুবুৰীয়া লোকসকলেও খৃষ্ট ধৰ্ম্ম গ্ৰহণ কৰিলে।

এই ক্ৰুছেদবোৰৰ দিনত ইউৰোপত কি ঘটিছিল? কিছুমান ৰজা-মহাৰজা পেলেষ্টাইনলৈ যোৱা আৰু কেবাজনো গৈ তাত বিপদত পৰা তুমি লক্ষ্য কৰি আহিছা। ইফালে পোপ ৰোমতে বহি থাকিল আৰু "বিধৰ্ম্মী" তুৰ্কহঁতৰ বিপক্ষে "ধৰ্ম্মযুদ্ধ" চলাবৰ অৰ্থে ফতোৱা আৰু গোহাৰি জাৰি কৰিলে। পোপৰ ক্ষমতা সৰ্ব্বোচ্চ শিখৰলৈ উঠাৰ সময় বোধহয় এইটোৱেই। মদগৰ্ব্বী সম্ৰাট এজনে ক্ষমা প্ৰাৰ্থনা কৰাৰ অভিলাসেৰে পোপৰ সাক্ষাৎ লভিবৰ আশাত কেনেকৈ বৰফত শুদা ভৰিৰে কেনেকৈ থপি আছিল, সেইটো তোমাক মই কৈছোঁৱেই। এইজন পোপ সপ্তম গ্ৰেগৰীয়ে (যাৰ আগৰ নাম আছিল হিল্ডেব্ৰাণ্ড) পোপসকলক নিৰ্ব্বাচন কৰাৰ নতুন পদ্ধতি এটা উদ্ভাৱন কৰে। ৰোমান কেথলিক জগতত আটাইতকৈ উচ্চস্থানীয় পুৰোহিত হ'ল কাৰ্ডিনালসকল। কাৰ্ডিনালসকলৰ নিৰ্ব্বাচক মণ্ডলী এটা গঠন কৰা হ'ল। ইয়াকে "পৱিত্ৰ নিৰ্ব্বাচকমণ্ডলী" বোলা হয়। এই নিৰ্ব্বাচকমণ্ডলীয়ে নতুন পোপজনক নিৰ্ব্বাচিত কৰে। ১০৫৯ খৃষ্টাব্দত প্ৰৱৰ্ত্তন কৰা প্ৰণালী হ'ল এইটোৱেই আৰু সম্ভৱ সামান্য সালসলনি সহ ই আজিলৈকে চলি আহিছে। আজিও পোপ এজন যদি ঢুকায়, তেন্তে কাৰ্ডিনালসকল তৎক্ষণাৎ গোট খাই তলা লগোৱা ঘৰ এটাৰ ভিতৰত বহে। নিৰ্ব্বাচন শেষ হৈ নোযোৱা পৰ্য্যন্ত কোনো সেই ঘৰটোৰ ভিতৰলৈ সোমাব নোৱাৰে কিম্বা বাহিৰলৈও ওলাই আহিব নোৱাৰে। সময়ত তেওঁ-লোক একমত হ'ব নোৱাৰি বহু পৰলৈকে বহি থাকিব লগাও হয়। পিচে তেওঁলোক ওলাই আহিব নোৱাৰে। সেইদেখি সদৌ শেষত একমত হ'বলৈ তেওঁলোক বাধ্য হয় আৰু একমত হোৱা মাত্ৰকে বগা ধোঁৱা ওপৰলৈ ওলাই যাবলৈ দিয়া হয়, যাতে বাহিৰত বৈ থকা মানুহবোৰে কথাটো জানিব পাৰে।

নিৰ্ব্বাচনৰ যোগেদি পোপজনক বাছি লোৱাৰ দৰেই পৱিত্ৰ ৰোমান সাম্ৰাজ্যৰ সম্ৰাটজনকো নিৰ্ব্বাচন কৰিবলৈ লোৱা হ'ল। পিচে তেওঁক নিৰ্ব্বাচিত কৰিছিল ডাঙৰ ডাঙৰ ফিউডেল কৰ্ত্তাসকলে। এনে ধৰণৰ সাতজন লোক আছিল। তেওঁ-লোককে নিৰ্ব্বাচক ৰাজন্য বোলা হয়। সম্ৰাটজন একেটা পৰিয়ালৰপৰাই সদায় ওলোৱাটো তেওঁলোকে এই ধৰণেই বাৰণ কৰাৰ চেষ্টা কৰিছিল। পিচে কাৰ্য্যতঃ সুদীৰ্ঘ একো একোছোৱা সময় ধৰি একেটা পৰিয়ালেই এই নিৰ্ব্বাচনবোৰত আধিপত্য খটুৱাইছিল।

অতএব, দ্বাদশ আৰু ত্ৰয়োদশ শতাব্দীত হহেনষ্টাফেন ফৈদে সাম্ৰাজ্যত আধিপত্য খটুওৱা আমি দেখা পাওঁ। মোৰ অনুমান, হহেনষ্টাফেন হ'ল জাৰ্ম্মাণীৰ এখন সৰু নগৰ বা গাওঁ। পোনতে তাৰপৰা অহা পৰিয়ালটোৱে সেইটোৱে নাম ললে। হহেনষ্টাফেন ফৈদৰ প্ৰথম ফ্ৰেডৰিক ১১৫২ খৃষ্টাব্দত সম্ৰাট হ'ল। তেওঁক সচৰাচৰ ফ্ৰেডৰিক বাৰ্ব্বাৰোছা বোলা হয়। ধৰ্ম্মযুদ্ধলৈ ওলাই যাওঁতে পানীত পৰি মৰিছিল এৱেঁই। কথিত আছে যে তেওঁৰ ৰাজত্ব কাল সাম্ৰাজ্যৰ বুৰঞ্জীত অতিশয় উজ্জ্বল। জাৰ্ম্মাণ জনসাধাৰণৰ পক্ষে তেওঁ হ'ল বীৰ—এজন অৰ্দ্ধ-উপাখ্যানসুলভ নায়ক, যিজনৰ চৌপাশে বহুতো আখ্যানে থূপ বান্ধিছে। কথিত আছে যে তেওঁ এটা পৰ্ব্বতৰ অতল গহ্বৰত শুই আছে আৰু যেতিয়া সময় উপযুক্ত হ'ব, তেতিয়া তেওঁ প্ৰজাক পৰিত্ৰাণ কৰিবলৈ ওলাই আহিব।

পোপৰ বিৰুদ্ধে ফ্রেডৰিক বাৰ্ব্বাৰোছাই তীব্র সংগ্রাম চলাইছিল; কিন্তু পোপৰ জয়লাভতহে ইয়াৰ পৰিণতি ঘটিলগৈ আৰু ফ্রেডৰিক তেওঁৰ ওচৰত নতশিৰ হ'ব লগা হ'ল। তেওঁ স্বেচ্ছাচাৰী ৰজা আছিল; কিন্তু ডাঙৰ ডাঙৰ ফিউডেল সামন্তসকলে তেওঁকে অশেষ জুলুম কৰিলে। ইটালীত সুবৃহৎ চহৰ কিছুমানে ঠন ধৰি উঠিছিল। ফ্রেডৰিকে সেইবোৰৰ স্বতন্ত্রতা নাশ কৰাৰ চেষ্টা চলাইছিল। পিচে তেওঁ কৃতকাৰ্য্য নহ'ল। জাৰ্ম্মাণীতো কিছুমান ডাঙৰ ডাঙৰ চহৰে গঢ় লৈছিল—বিশেষকৈ নদীবোৰৰ পাৰে পাৰে; ক'লোন, হামবাৰ্গ, ফ্রাঙ্কফৰ্ট আৰু আন আন কেবাখনেও। এইবোৰৰ সংশ্ৰৱত ফ্রেডৰিকৰ নীতি আছিল বেলেগ; ডা-ডাঙৰীয়া আৰু ফিউডেল কৰ্ত্তাসকলৰ ক্ষমতা হ্ৰাস কৰিবৰ অৰ্থে তেওঁ স্বাধীন জাৰ্ম্মাণ চহৰবোৰৰ পৃষ্ঠপোষকতা কৰিছিল।

ৰাজতন্ত্ৰৰ পুৰণি ভাৰতীয় আদৰ্শ কি আছিল, সেইটো ইতিপূৰ্ব্বে কেবাটাও উপলক্ষত তোমাক মই কৈ আহিছোঁ। প্রাচীন আৰ্য্যসকলৰ দিন-কালৰপৰা ধৰি অশোকৰ সময়লৈকে আৰু অৰ্থশাস্ত্ৰৰপৰা ধৰি শুক্ৰাচাৰ্য্যৰ নীতিসাৰলৈকে এইটো ব্যাৰংবাৰ কৈ অহা হৈছে যে ৰজা লোকমতৰ ওচৰত নতশিৰ হ'ব লাগিব। ৰাইজেই হ'ল চূড়ান্ত কৰ্ত্তা। এয়ে আছিল ভাৰতীয় তথ্য, যদিওবা কাৰ্য্যতঃ অন্যান্য ঠাইৰ দৰেই ভাৰতৰ ৰজাসকলো আছিল যথেষ্ট স্বৈৰাচাৰী। পুৰণি ইউৰোপীয় মতবাদৰ লগত এই ধাৰণাটো ৰিজাই চোৱা। সেই কালৰ আইনজ্ঞসকলৰ মতে সম্রাটৰ সম্পূৰ্ণ কৰ্ত্তৃত্ব থাকিব লাগিব। তেওঁৰ ইচ্ছাই হ'ল আইন। তেওঁলোকে কয়, "পৃথিৱীত সম্রাট হ'ল জীৱন্ত আইন।" ফ্রেডৰিক বাৰ্ব্বাৰোছাই নিজে কৈছিল, "ৰজাক আইন প্রদান কৰাটো প্রজাৰ কৰ্ত্তব্য নহয়; তেওঁলোকৰ কৰ্ত্তব্য হ'ল ৰজাৰ আজ্ঞা পালন কৰাটো।"

চীনা মতবাদৰ লগতো এইটো বিজাই চাব পাৰা। সেই দেশতো ৰজা বা সম্রাটক মহোচ্ছ্বাসপূৰ্ণ আখ্যাৰে বিভূষিত কৰা হৈছিল, যেনে "স্বৰ্গদেউ"। কিন্তু এই-বোৰে আমাক বিভ্রান্ত কৰিব নেলাগিব। প্রকৃততে তেওঁৰ অৱস্থিতি হ'ল সৰ্ব্ব-শক্তিমান্ ইউৰোপীয় সম্রাটজনৰপৰা তেনেই বিভিন্ন। পুৰণি চীনা ৰচয়িতা মেংছেই লিখি গৈছে, "দেশৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অংগ হ'ল প্রজাবৰ্গ; তাৰ পিচতে হ'ল ক্ষেত্ৰৰ ইষ্টকাৰী দেৱগণ আৰু শস্য আৰু একেবাৰে শেষত গুৰুত্ব লভিব শাসকজনে।"

ইউৰোপত এনেদৰেই সম্রাটজনক পৃথিৱীত সৰ্ব্বোচ্চ জ্ঞান কৰা হৈছিল আৰু ইয়াৰপৰাই ৰজাৰ অপৌৰুষেয় স্বত্বৰ ধাৰণাটোৰ উদ্ভৱ হ'ল। অৱশ্যে কাৰ্য্যতঃ তেওঁ সৰ্ব্বোচ্চ হোৱাৰপৰা ভালেখিনি দূৰৈতহে আছিল। আনকি তেওঁৰ ফিউডেল বহতীয়াসকলেও তেওঁক যথেষ্ট দিগ্‌দাৰী কৰিছিল। লাহে লাহে চহৰবোৰত নতুন কিছুমান শ্রেণীৰো উত্থান হ'ল (যিটো আমি লক্ষ্য কৰিবলৈ পাম), সেইবোৰেও ক্ষমতাৰ কিছু ভাগ বিচাৰিলে। সিফালেদি পোপেও পৃথিৱীত সৰ্ব্বোচ্চ বুলি দাবী কৰিলে। য'ত দুজন "সৰ্ব্বোচ্চ" কৰ্ত্তা ওলায়, তাত হুলস্থুল লাগিবই।

ফ্রেডৰিক বাৰ্ব্বাৰোছাৰ নাতিয়েককো ফ্রেডৰিক বোলা হৈছিল। তেওঁ কম বয়সতে সম্রাট হ'ল আৰু দ্বিতীয় ফ্রেডৰিক নাম ললে। তেওঁকে "ষ্টুপৰ মাণ্ডি"

বা “বিশ্বৰ আশ্চৰ্য্য” বোলা হৈছিল। তেওঁ পেলেষ্টাইনলৈ গৈ মিছৰীয় চুলতানৰ লগত সৌহাৰ্দ্দ্যপূৰ্ণ বাক্য বিনিময় কৰি আহে। ককাকৰ দৰেই তেৰো পোপক অৱজ্ঞা কৰিছিল আৰু পোপৰ আজ্ঞা পালিবলৈ অসন্মত হৈছিল। পোপে তেওঁক সমাজ-চ্যুত কৰি প্ৰতিশোধ লৈছিল। পোপসকলৰ পুৰণি আৰু মহাশক্তিশালী অস্ত্ৰ আছিল এইপাতেই; পিচে ইয়াত মামবেও ধৰিছিল। দ্বিতীয় ফ্ৰেডৰিকে পোপৰ কোপলৈ বৰ কমেইহে ভয় কৰিছিল আৰু দুনিয়াও বদলি হৈ গৈছিল। ইউৰোপৰ সকলো-বোৰ ৰাজন্য আৰু শাসকলৈ দীঘল দীঘল চিঠি লিখি দ্বিতীয় ফ্ৰেডৰিকে আঙুলিয়াই দেখুৱালে যে ৰজাসকলৰ কামত পোপৰ একো হস্তক্ষেপ কৰিব লগা নাই। তেওঁৰ কাম হ'ল ধৰ্মীয় আৰু আধ্যাত্মিক বিষয়ৰ তত্ত্বাৱধান লোৱা; ৰাজনীতিত হেতা-ওপৰা কৰাটো নহয়। তেওঁ (ফ্ৰেডৰিকে) যাজক শ্ৰেণীৰ দুৰ্নীতিৰো বৰ্ণনা দিলে। তেওঁৰ চিঠিবোৰ বৰ কৌতুহলোদ্দীপক; কিয়নো সম্ৰাট আৰু পোপৰ মাজত চলি অহা পুৰণিকলীয়া অবিৰাম কাজিয়াত আধুনিক মনোবৃত্তিয়ে ঠাই পোৱাৰ এয়ে প্ৰথম নিদৰ্শন।

দ্বিতীয় ফ্ৰেডৰিক ধৰ্ম্মৰ প্ৰশ্নত বৰ সহনশীল আছিল। আৰব আৰু ইহুদী দাৰ্শনিকসকল তেওঁৰ দৰবাৰলৈ আহিছিল। কথিত আছে যে তেওঁৰ যোগেদি আৰবী সংখ্যা আৰু আৰবী বীজগণিত (তোমাৰ মনত থাকিব পায় যে ই পোনতে ভাৰতৰপৰা আহিছিল) ইউৰোপলৈ আহে। তেওঁ নেপল্ছৰ বিশ্ববিদ্যালয়টো প্ৰতিষ্ঠা কৰে আৰু ছালেৰ্নোৰ প্ৰাচীন বিশ্ববিদ্যালয়ত ডাঙৰ মেডিকেল স্কুল এটা খোলে।

দ্বিতীয় ফ্ৰেডৰিকে ১২১২ খৃষ্টাব্দৰপৰা ১২৫০ খৃষ্টাব্দলৈকে ৰাজত্ব কৰে। তেওঁৰ মৃত্যুৰ লগে লগে সাম্ৰাজ্যত হহেন্ষ্টাফেন কৰ্তৃত্বৰ অৱসান ঘটে। আনহে নেলাগে, সাম্ৰাজ্যখনৰে আধ্যা পৰে। ইটালী বিচ্ছিন্ন হৈ যায়, জাৰ্ম্মাণী খণ্ড-বিখণ্ড হয় আৰু বহু বছৰ ধৰি ভয়ানক বিশৃঙ্খলা চলে। ডকাইত, যোদ্ধা আৰু দস্যুবোৰে লুটপাট কৰি ফুৰিলে আৰু তেওঁলোকক দমন কৰোতা কোনো নোলাল। পবিত্ৰ ৰোমান সাম্ৰাজ্যৰ বোজাটো ইমান গধুৰ হ'ল যে জাৰ্ম্মাণীয়ে তাক অকলে বহন কৰিব নোৱাৰা হ'ল। ফ্ৰান্স আৰু ইংলেণ্ডত ৰজাসকলে তেওঁলোকৰ শক্তি ক্ৰমাগত দৃঢ়তৰ কৰি আনিলে আৰু হুলস্থূল লগাই ফুৰা ডাঙৰ ডাঙৰ ফিউডেল কৰ্ত্তাসকলক বশ কৰিলে। জাৰ্ম্মাণীত ৰজাজনেই হ'ল সম্ৰাট। পোপ আৰু ইটালীৰ চহৰবোৰৰ লগত যুঁজ-বাগৰ কৰাত তেওঁ ইমানেই ব্যস্ত হ'ল যে তেওঁ নিজৰ ডা-ডাঙৰীয়াসকলকে বশ কৰিব নোৱাৰিলে। জাৰ্ম্মাণীয়ে সম্ৰাটজনক পোৱাৰ সন্দেহজনক সন্মান ফেৰাহে লাভ কৰিলে; ঘৰুৱা দুৰ্ব্বলতা আৰু বাদ-বিসম্বাদেৰে তাৰ ঋণ শুজিব লগা হ'ল। জাৰ্ম্মাণী একত্ৰ হ'বলৈ পোৱাৰো বহু পূৰ্ব্বে ফ্ৰান্স আৰু ইংলেণ্ডে শক্তিশালী ৰাষ্ট্ৰৰূপে গঢ় লয়। শ শ বছৰলৈ জাৰ্ম্মাণীত অসংখ্য সৰুসুৰা ৰাজন্য থাকি গ'ল। অলপতে প্ৰায় ষাঠী বছৰমানৰ আগতহে জাৰ্ম্মাণী একত্ৰিত হ'ল; কিন্তু সিমানতো সৰুসুৰা ৰজা-ৰাজন্যবোৰ থাকি গ'ল। ১৯১৪-১৮ চনৰ মহাযুদ্ধইহে এই দলটোৰ ওৰ পেলালে।

দ্বিতীয় ফ্ৰেডৰিকৰ পিচত জাৰ্ম্মাণীত ইমান বেচি বিশৃঙ্খলা ঘটিল যে ২৩

বছৰলৈ কোনো সম্ৰাট ৰূপে নিৰ্ব্বাচিত নহ'ল। ১২৭৩ খৃষ্টাব্দত হেপ্সবাৰ্গৰ কাউণ্ট ৰুডল্ফ সম্ৰাটৰূপে নিৰ্ব্বাচিত হয়। এইবাৰ নতুন এটা ফৈদ—হেপ্সবাৰ্গ ফৈদ—পটভূমিলৈ আহিল। এইটো ফৈদে একেবাৰে শেষলৈকে সাম্ৰাজ্যত খামোচ মাৰি থাকিল। শাসক গোষ্ঠী হিচাবে এইটোৰো অৱসান ঘটিল মহাযুদ্ধৰ সময়তে। মহাযুদ্ধৰ সময়ত অষ্ট্ৰীয়া-হাঙ্গেৰীৰ সম্ৰাট আছিল ফ্ৰান্সিছ জোছেফ নামে এজন হেপ্স্বাৰ্গ। তেওঁ আছিল এজন বৰ বুঢ়া লোক; ৬০ বছৰতকৈও ওপৰ কাল তেওঁ ৰাজপাট ভোগ কৰিছিল। তেওঁৰ ভাগিনিয়েক তথা সিংহাসনৰ উত্তৰাধিকাৰী হ'ল ফ্ৰাঞ্জ ফাৰ্ডিনাণ্ড। ১৯১৪ চনত এওঁকে বল্কানৰ বছনিয়াত সপৰিবাৰে হত্যা কৰা হয়। এই হত্যাকাণ্ডই মহাযুদ্ধৰ সূচনা কৰিলে। এই যুদ্ধই বহুতো কথাৰ অৱসান ঘটালে; তাৰ ভিতৰত অন্যতম হ'ল পুৰণি হেপ্স্বাৰ্গ ৰাজফৈদটো।

পবিত্ৰ ৰোমান সাম্ৰাজ্যৰ কথা হ'ল সিমানেই। ইয়াৰ পশ্চিমে ফ্ৰান্স আৰু ইংলণ্ডে সততে পৰস্পৰৰ লগত যুঁজ-বাগৰ কৰি আছিল আৰু উভয় দেশতে ৰজা কেইজনে তেওঁলোকৰ গণ্য-মান্য ডা-ডাঙৰীয়াসকলৰ লগত তাতকৈও বেচিকৈহে যুঁজ-বাগৰ কৰিব লগা হৈছিল। জাৰ্ম্মাণীৰ ৰজা বা সম্ৰাটতকৈ এওঁলোকে নিজৰ ডা-ডাঙৰীয়াসকলৰ বিৰুদ্ধে অধিকতৰ সাফল্য অৰ্জ্জন কৰে। সেইদেখি ইংলেণ্ড আৰু ফ্ৰান্স বহু গুণে বেচি একগোট হয় আৰু তেওঁলোকৰ ঐক্যই তেওঁলোকক শক্তি যোগায়।

ইংলেণ্ডত প্ৰায় এই সময়তে এটা ঘটনা ঘটে। তুমি কিজানি ইয়াৰ বিষয়ে শুনিছা। এইটোৱেই হ'ল ১২১৫ খৃষ্টাব্দত ৰজা জনৰ "মেগ্না কাৰ্টাত" স্বাক্ষৰ। "সিংহপুৰুষ" ৰজা ৰিচাৰ্ডৰ পিচত তেওঁৰ ভায়েক জন সিংহাসনত উঠে। তেওঁ আছিল অতিশয় ক্ষমতালোভী; কিন্তু দুৰ্ব্বলমনা। তেওঁ প্ৰত্যেককে বিৰক্ত কৰি তোলে। ডা-ডাঙৰীয়াসকলে তেওঁক টেম্ছ নদীৰ ৰানিমেড বোলা দ্বীপ এটাত শলঠেকত পেলায় আৰু প্ৰায় তৰোৱালৰ জোৰত 'মেগ্না কাৰ্টা' বা 'মহাচনদত' চহী কৰিবলৈ তেওঁক বাধ্য কৰে। ডা-ডাঙৰীয়াসকলৰ আৰু ইংলেণ্ডৰ প্ৰজাসকলৰ কেত-বোৰ অধিকাৰ তেওঁ মানি চলিব লাগিব বুলি ইয়াত প্ৰতিশ্ৰুতি দিয়া হৈছিল। ইংলেণ্ডত ৰাজনৈতিক অধিকাৰৰ অৰ্থে চলোৱা সুদীৰ্ঘ সংগ্ৰামৰ ই প্ৰথম গুৰু পদক্ষেপ। কোনো নাগৰিক সম্পত্তি বা অধিকাৰৰ ওপৰত সংশ্লিষ্ট মানুহজনৰ সমকক্ষ লোক-সকলৰ বিনানুমতিত ৰজাই হস্তক্ষেপ কৰিব নোৱাৰিব বুলি ইয়াত বিশেষভাৱে নিৰ্ব্বান্ধ দিয়া হৈছে। ইয়াৰপৰাই জুৰী প্ৰথাৰ উদ্ভৱ হয়, য'ত সমযুৰীয়া লোকে বিচাৰ কৰিব লাগিব বুলি ধৰা হয়। এনেকৈয়ে ইংলেণ্ডত খুব আগতে ৰজাৰ ক্ষমতা হ্ৰাস হোৱা আমি দেখিবলৈ পাওঁ। পবিত্ৰ ৰোমান সাম্ৰাজ্যত প্ৰচলিত শাসকৰ সৰ্ব্বোচ্চ কৰ্ত্তৃত্বৰ মতবাদ ইংলেণ্ডত আনকি সেই কালতে গ্ৰাহ্য হোৱা নাছিল।

মন কৰিব লগা কথা হ'ল এই যে ইংলেণ্ডত সাতশ বছৰৰো আগতে বান্ধি দিয়া এই নিয়মটো আনকি ১৯৩২ চনতো বৃটিছ শাসনাধীন ভাৰতত প্ৰযোজ্য নহ'ল। আজি কেৱল এজন ব্যক্তিয়ে (ভাইচৰয়ে) প্ৰজাসাধাৰণক তেওঁলোকৰ অধিকাৰ আৰু সম্পত্তিৰপৰা বঞ্চিত কৰি অধ্যাদেশ জাৰি কৰাৰ আৰু আইন প্ৰণয়ন কৰাৰ ক্ষমতা লভিছে।

মেগ্না কার্টাৰ পিচত অচিৰে আন এটা উল্লেখযোগ্য ঘটনা ইংলেণ্ডত ঘটি উঠিল। লাহে লাহে ৰাষ্ট্ৰীয় পৰিষদ এখনে গঢ় ললে। বিভিন্ন গ্ৰাম্য অঞ্চল আৰু চহৰৰপৰা ইয়ালৈ ৰণুৱা আৰু নাগৰিকসকলক পঠোৱা হ'ল। এয়ে হ'ল বৃটিছ সংসদৰ প্ৰস্তাৱনা। ৰণুৱা আৰু নাগৰিকসকলে কমন্স সদন গঠন কৰিলে; ডাঙৰীয়া আৰু যাজকসকলক লৈ লৰ্ডছ সদন গঠিত হ'ল। আৰম্ভণিতে এই সংসদৰ ক্ষমতা বৰ কমেইহে আছিল; পিচে ক্ষমতা ক্ৰমাগত বাঢ়ি গ'ল। কোনটো চূড়ান্ত কৰ্ত্তা হব—ৰজা নে সংসদ—সেইটো লৈ সৰ্ব্বশেষত ৰজা আৰু সংসদৰ চূড়ান্ত পৰীক্ষা হৈ গ'ল। ৰজাৰ মূৰ কটা গ'ল আৰু সংসদ অবিসম্বাদিত কৰ্ত্তা হৈ পৰিল। পিচে এইটোৱেই ঘটিল প্ৰায় চাৰিশ বছৰৰ পিচত—সপ্তদশ শতাব্দীত।

ফ্ৰান্সতো তিনিখন ইষ্টেটৰ (ইয়াক অভিহিত কৰা মতে) এখন পৰিষদ আছিল। এই তিনিখন ইষ্টেট হ'ল যথাক্ৰমে ডাঙৰীয়া, যাজক আৰু সৰ্ব্বসাধাৰণৰ। ৰজাৰ ইচ্ছানুযায়ী মাজে-সময়ে এই পৰিষদখন বহিছিল। কিন্তু ইয়াৰ বৈঠক বৰ তৰল-ভাৱে বহিছিল আৰু বৃটিছ সংসদে যি দৰে ক্ষমতা হস্তগত কৰিলে, ই সেইদৰে কৰিব নোৱাৰিলে। ফ্ৰান্সতো ৰজাৰ শক্তি চূৰ্ণ কৰাৰ পূৰ্ব্বে এজন ৰজাৰ শিৰচ্ছেদ কৰিব লগা হৈছিল।

পূবে গ্ৰীকসকলৰ প্ৰাচ্য ৰোমান সাম্ৰাজ্যখন তেতিয়াও চলি থাকিল। প্ৰথমৰে-পৰাই ই কোনোবা এটা নহয় এটাৰ লগত যুঁজ কৰি থাকিব লগা হৈছিল আৰু সময়ত ই বাগৰ খায় যেন দেখা গৈছিল। তথাপি ই বাচি থাকিল, প্ৰথমে উত্তৰৰ বৰ্ব্বৰহ'তৰ আৰু পিচত মুছলমানসকলৰ আক্ৰমণপৰা। ৰুছ, বুলগেৰিয়ান, আৰব বা ছেলজুক্ তুৰ্ক প্ৰভৃতি যিবোৰৰপৰা ই আক্ৰমণৰ সম্মুখীন হব লগা হ'ল, তাৰ ভিতৰত আটাইতকৈ মাৰাত্মক আৰু ক্ষতিকৰ হল ধৰ্ম্মযোদ্ধাসকলৰ আক্ৰমণ। এই খৃষ্টান যোদ্ধাসকলে "বিধৰ্ম্মী"হ'ততকৈও খৃষ্টান কনষ্টাণ্টিনোপলৰ অধিকহে অনিষ্ট কৰিলে। এই ভয়ঙ্কৰ দুৰ্যোগৰপৰা সাম্ৰাজ্য তথা কনষ্টাণ্টিনোপল চহৰে কোনো কালেই গা টঙাব নোৱাৰিলে।

ইউৰোপ প্ৰতীচ্য জগত প্ৰাচ্য সাম্ৰাজ্য সম্বন্ধে সম্পূৰ্ণ অজ্ঞ আছিল। ই তালৈ বৰ কমেইহে ভ্ৰূক্ষেপ কৰিছিল। ইয়াক "খৃষ্টসংঘ"ৰ অংগ বোলাই টান। ইয়াৰ ভাষা হ'ল গ্ৰীক, অথচ পশ্চিম ইউৰোপৰ সাধুভাষা হ'ল লেটিন। কিন্তু প্ৰকৃতপক্ষে কনষ্টাণ্টিনোপলত আনকি অৱনতিৰ কালছোৱাতো প্ৰতীচ্যতকৈ বহু গুণে বেচি জ্ঞান আৰু সাহিত্যৰ চৰ্চ্চা চলিছিল। কিন্তু ই হল শক্তি বা সৃজনী শক্তিবিহীন বৃদ্ধসকলৰ বিদ্যা। প্ৰতীচ্যৰ বিদ্যা চৰ্চ্চা নাছিল; কিন্তু ই আছিল যুৱশক্তিসম্পন্ন আৰু ইয়াৰ আছিল সৃজনী শক্তি। এই শক্তিয়ে অচিৰে সৌন্দৰ্য্যকলাৰ সৃষ্টিত আত্মপ্ৰকাশ কৰিলে।

ৰোমৰ দৰে প্ৰাচ্য সাম্ৰাজ্যত ৰজা ঘৰ আৰু গুৰু ঘৰৰ মাজত অন্তৰ্দ্বন্দ্ব চলা নাছিল। সম্ৰাটজন আছিল সৰ্ব্বোচ্চ আৰু তেওঁ হল পূৰা স্বৈৰাচাৰী। অধিকাৰৰ কোনো কথাই নাই। সিংহাসন আটাইতকৈ বলী বা আটাইতকৈ নীতি-বিবৰ্জ্জিত জনৰে প্ৰাপ্য। হত্যাকাণ্ড, চল-চাতুৰী, বক্তাৰক্তি আৰু দায়-জগৰৰ যোগেদি মানুহে

সিংহাসন দখল কৰে আৰু প্ৰজাসাধাৰণে ভেড়াৰ দৰে তেওঁলোকক মানি চলে। কোনে ৰাজত্ব কৰে, সেইটো তেওঁলোকৰ পক্ষে যেন একো কথাই নহয়।

প্ৰাচ্য সাম্ৰাজ্যই ইউৰোপৰ দ্বাৰদেশত এক প্ৰকাৰ প্ৰহৰী ৰূপে থাকি এচিয়াৰ লোকসকলৰ আক্ৰমণৰপৰা তেওঁলোকক ৰক্ষা কৰি আছিল। কেবা শ বছৰ ধৰি ই সবল আছিল। আৰবসকলে কনষ্টান্টিনোপল হস্তগত কৰিব নোৱাৰিলে। ছেলজুক্ তুৰ্কসকল আহি ইয়াৰ নিচেই কাষ পাইছিলহি যদিও ইয়াক লব নোৱাৰিলে। মঙ্গোল-সকলে ইয়াক চেৰাই উত্তৰলৈ গৈ ৰুছিয়াত সোমাল। সদৌ শেষত আহিল অটোমান তুৰ্কসকল আৰু সাম্ৰাজ্যিক চহৰ কনষ্টান্টিনোপলৰ কৃতিত্বপূৰ্ণ পুৰস্কাৰটো ১৪৫৩ খৃষ্টাব্দত তেওঁলোকৰ ভাগ্যতে মিলিল। চহৰখনৰ পতনৰ লগে লগে প্ৰাচ্য সাম্ৰাজ্যৰো পতন মিলিল।

## ৬৪

## ইউৰোপীয় চহৰবোৰৰ উত্থান

২১ জুন, ১৯৩২

ক্ৰুছেদবোৰ সময়ছোৱা হ'ল ইউৰোপত ধৰ্ম্মবিশ্বাস, সাধাৰণ আকাঙ্ক্ষা আৰু মতি-গতিৰ এটা মহৎ যুগ। এই বিশ্বাস আৰু আশাৰ মাজতে মানুহে দৈনন্দিন দুখ-দাৰিদ্ৰ্যৰ নিবাকৰণ বিচাৰিছিল। বিজ্ঞান নাছিলেই, বিদ্যাও আছিল যৎসামান্য; কাৰণ ধৰ্ম্মবিশ্বাস, বিজ্ঞান আৰু বিদ্যাবুদ্ধি একেলগে নচলে। জ্ঞান আৰু বিদ্যাই মানুহক ভাবিবলৈ শিকায়; সংশয় আৰু জিজ্ঞাসা হ'ল ধৰ্ম্মমতৰ অস্বস্তিকৰ সহচৰ। বিজ্ঞানৰ পন্থা হল অনুসন্ধান আৰু পৰীক্ষা কৰা; ধৰ্ম্মমতৰ পন্থা এইটো নহয়। এই ধৰ্ম্মবিশ্বাস পিচলৈ কেনেদৰে দুৰ্ব্বলতৰ হৈ উঠিল আৰু সন্দেহ জাগিল, সেইটো আমি পিচত লক্ষ্য কৰিবলৈ পাম।

পিচে সদ্যহতে ধৰ্ম্মবিশ্বাসে উৎকৰ্ষ লভা আৰু ৰোমান কেথলিক চাৰ্চ্চে "ধৰ্ম্মানুগত"সকলৰ শীৰ্ষস্থানত অধিষ্ঠান কৰা আৰু সময়ত তেওঁলোকক শোষণ কৰা আমি দেখিবলৈ পাওঁ। ধৰ্ম্মানুগতসকলৰ বহু হেজাৰক কোনো কালে উলটি আহিব নোৱাৰাকৈ পেলেষ্টাইনলৈ পঠোৱা হ'ল। ইউৰোপতো যিসকল খৃষ্টন লোক বা জনসমষ্টিয়ে তেওঁক প্ৰতিটো কথাতে মান্য কৰা নাছিল, সেই সকলৰ বিৰুদ্ধে পোপে ধৰ্ম্মযুদ্ধ ঘোষণা কৰিবলৈ ললে। পোপ আৰু ৰোমান কেথলিক গীৰ্জ্জাই আনকি "ডিস্পেন্সেছন" আৰু "ইণ্ডালজেন্স্" জাৰি কৰি আৰু সময়ত বিক্ৰী কৰি এই ধৰ্ম্মমতৰ সুযোগ লভিলে। "ডিস্পেন্সেছন" হ'ল গীৰ্জ্জাৰ কোনো আইন বা ৰীতি ভঙ্গ কৰাৰ অনুমতি পত্ৰ। এনেদৰে গীৰ্জ্জা কৰ্তৃপক্ষই নিজেই প্ৰস্তুত কৰি লোৱা বিধি-বিধানবোৰ কোনো কোনো বিশেষ ক্ষেত্ৰত উলঙ্ঘা কৰিবলৈ নিজেই অনুমতি দিলে। এনেবোৰ আইনৰ প্ৰতি শ্ৰদ্ধা বৰ বেচি দিন অটুট থাকিব নোৱাৰে।

"ইণ্ডালজেন্স" বস্তুটো ইয়াতকৈ বেয়াহে। ৰোমান কেথলিক চাৰ্চ্চৰ মতে মৃত্যুৰ পিচত আত্মা নিগ্ৰহকুণ্ডলৈ (পাৰ্গেটৰী) যায়। ই হ'ল স্বৰ্গ আৰু নৰকৰ মাজতে থকা কোনোবা এখন ঠাই। তাতে আত্মাই এই সংসাৰত লগোৱা দায়-দোষবোৰৰ বাবে শাস্তি ভুগিব লগা হয়। তাৰ পিচত আত্মা স্বৰ্গলৈ যাব বুলি ধৰা হয়। পোপে ধনৰ বিনিময়ত মানুহক এই মৰ্ম্মে প্ৰতিশ্ৰুতি দিয়ে যে তেওঁলোক নিগ্ৰহ-কুণ্ডলৈ নগৈ পোনে পোনে স্বৰ্গলৈ যাব। এনেদৰে গীৰ্জ্জা কৰ্তৃপক্ষই সৰলমনা মানুহৰ ধৰ্ম্মবিশ্বাসৰ সুযোগ লৈ শোষণ কৰিছিল; আনকি দায়-জগৰ আৰু যিটোক ই পাপ জ্ঞান কৰিছিল, সেইটোৰপৰাও ধন আদায় কৰিছিল। "ইণ্ডালজেন্স" বিক্ৰী কৰাৰ এই অভ্যাসটো ক্ৰুছেদবোৰৰ কিছু পিচতে উদ্ভৱ হয়। ই এটা ডাঙৰ কেলেঙ্কাৰী হৈ পৰিল: ৰোমান কেথলিক চাৰ্চ্চৰ বিৰুদ্ধে বহুতো মানুহে মূৰ দাঙি উঠাৰ ইও এটা কাৰণ।

সৰলমনা মানুহে কিমান যে সহিব পাৰে, সেইটো ভাবি আচৰিত হোৱা যায়। সেইবাবে বহুতো দেশত ধৰ্ম্ম আটাইতকৈ ডাঙৰ আৰু আটাইতকৈ বেচি লাভজনক কাৰবাৰত পৰিণত হৈছিল। দল-দেৱালয়বোৰৰ পুৰোহিতসকললৈ চোৱা। তেওঁলোকে কেনেকৈ উপাসকসকলৰপৰা টকা-কড়ি আদায় কৰে! গঙ্গাৰ পাৰলৈ যোৱা। বিষণ্ণ গাৱলীয়া মানুহে পইচা আদায় কৰি নিদিয়া পৰ্য্যন্ত কিবা সকাম-নিকাম পাতিবলৈ পাণ্ডাসকল কেনেকৈ অসম্মত হয়। ঘৰখনত যিয়েই ঘটক লাগিলে—কাৰোবাৰ জন্ম, বিয়া বা মৃত্যু—পুৰোহিতজন আহি পাবই আৰু টকা শোধ কৰিব লাগিবই।

প্ৰতিটো ধৰ্ম্মতে গতি এই একেটাই—হিন্দু ধৰ্ম্ম, খৃষ্ট ধৰ্ম্ম, ইছলাম, জৰৰাষ্ট্ৰীয়ানী যিয়েই নহওক লাগিলে। সদ্ধৰ্ম্মীসকলৰ ধৰ্ম্মবিশ্বাসৰ চেলু বুজি ধন ঘটাৰ নিজস্ব পন্থা প্ৰতিটো ধৰ্ম্মৰে আছে। হিন্দু ধৰ্ম্মত এই পন্থাবোৰ দেখ্-দেখকৈ ওলাই থকা। ইছলামত যজমানী শ্ৰেণী এটা নাই বুলি ধৰা হয় আৰু অতীত কালত ধৰ্ম্মমূলক শোষণৰপৰা ইছলামৰ অনুগামীসকলক ৰক্ষা কৰাত কিছু সহায় কৰিছিল। পিচে নিজকে ধৰ্ম্ম-বিশেষজ্ঞ বোলা ব্যক্তি বা শ্ৰেণী কিছুমানৰ উত্থান হ'ল—বিদ্বজ্জন, মৌলবী, মোল্লা আদি কৰি। ধৰ্ম্মবিশ্বাসী সৰল মুছলমানসকলৰ ওপৰত ভেজা দি তেওঁলোকে শোষণ কৰিবলৈ ললে। য'ত একোচা দীঘল দাড়ি, মূৰৰ ওপৰত এডাল টিকনী, কপালত এটা দীঘল ফোঁট, ফকিৰৰ বেশ বা সন্ন্যাসী এজনৰ হালধীয়া বা গেৰুৱা পোছাকেই ধৰ্ম্মাধিকাৰৰ পাৰপত্ৰ, তাত ৰাইজক চলাহি কৰাটো টান কাম নহয়।

তুমি যদি আমেৰিকালৈ যোৱা—যিখন আটাইতকৈ উন্নতিশীল দেশ—তেনেহলে দেখিবা যে তাতো ধৰ্ম্ম হৈছে সৰ্ব্বসাধাৰণৰ শোষণৰ ওপৰত বৰ্ত্তি থকা এটা ডাঙৰ উদ্যোগ।

মধ্য যুগ আৰু ধৰ্ম্মবিশ্বাসৰ যুগটোৰপৰা মই বহুখিনি আঁতৰি গলোঁ। আমি আকৌ তালৈ ঘূৰি যাব লাগিব। এই ধৰ্ম্মসুদৃশ্যমান আৰু সৃষ্টিশীল গঢ় লোৱা আমি লক্ষ্য কৰিবলৈ পাওঁ। একাদশ আৰু দ্বাদশ শতাব্দী হ'ল নিৰ্ম্মাণৰ মহান যুগ। সমগ্ৰ পশ্চিম ইউৰোপতে কাথেড্ৰলবোৰে ঠন ধৰি উঠে। ইতিপূৰ্ব্বে ইউৰোপত দেখা নোপোৱা বিধৰ ডাঙৰ স্থাপত্য এটা পৰিদৃষ্ট হয়। চতুৰ কৌশল

এটা খুটৰাই গধূৰ চালবোৰৰ ভৰ আৰু হে'চাটো ঘাই ঘৰৰ বাহিৰত থকা ডাঙৰ ডাঙৰ খুটা কেইটাৰ ওপৰত পেলোৱাগৈ হয়। মুখচৰ গোটেই ভৰটো দেখাত বহন কৰাকৈ ধুনীয়া ধুনীয়া স্তম্ভবোৰ ভিতৰ ফালে চাই অবাক মানিব লগা হয়। আৰবী স্থাপত্যৰ আহিৰ্ লৈ জোঙা বেই এখন বান্ধি দিয়া হৈছিল। গোটেই ঘৰটোৰ ওপৰত থাকিল আকাশলৈ উঠি যোৱাকৈ উঠি এটা কলচী। এইটোৱেই হ'ল ইউৰোপত উদ্ভাৱিত গথিক স্থাপত্য। ই আশ্চৰ্য্যজনকভাৱে মনোমোহা; মহাত্তুংগ বিশ্বাস আৰু আকাঙ্ক্ষা ই সূচিত কৰা যেন দেখা যায়। সঁচাকৈয়ে ই সেই বিশ্বাসৰ যুগটোৰ প্ৰতিনিধিত্ব কৰে। যিসকল স্থপতি আৰু মিস্ত্ৰীয়ে তেওঁলোকৰ কৰ্ম্ম-প্ৰেৰণাত মতলীয়া হৈ মহান প্ৰয়াস এটাত লগে-ভাগে সহযোগ কৰিব পাৰে, সেই সকলেহে এনেবোৰ অট্টালিকা নিৰ্ম্মাণ কৰিব পাৰে।

পশ্চিম ইউৰোপত এই গথিক স্থাপত্যৰ উত্থান এটা বিস্ময়কৰ বিষয়। বিশৃংখলা, অৰাজকতা, অজ্ঞতা আৰু অসহিষ্ণুতাৰ ধামখুমীয়াৰ মাজেদিয়েই স্বৰ্গ চুকি পোৱা ঈশ স্তুতিৰ দৰে এই সৌন্দৰ্য্য-সমাহিত বস্তুটোৱে ঠন ধৰি উঠিল। ফ্ৰান্স, উত্তৰ ইটালী, জাৰ্ম্মাণী আৰু ইংলেণ্ড সকলোতে গথিক কাথেড্ৰলবোৰ প্ৰায় সমসাময়িক ভাৱে মূৰ্ত্ত হৈ উঠে। এইবোৰৰ সূচনা হ'ল কেনেকৈ, সেইটো সঠিকভাৱে কোনেও নেজানে। কোনোবা এজন মাত্ৰ স্থপতিৰ ইচ্ছা-শক্তি বা শ্ৰমতকৈ গোটেইটো জাতিৰ সমূহীয়া ইচ্ছা-শক্তি বা শ্ৰমৰহে সেইবোৰে পৰিচয় দিয়ে যেন দেখা যায়। আন এটা সৌন্দৰ্য্যৰ বিষয় হ'ল কাথেড্ৰলবোৰৰ আয়নাত লগোৱা বং-বিৰঙৰ খিৰিকী। এই খিৰিকীবোৰত আটকধুনীয়া ৰঙেৰে চিত্ৰিত মনোমোহা নকচাই শোভা পাইছিল আৰু সেইবোৰৰ মাজেদি অহা পোহৰে ঘৰটোৰ দ্বাৰা পৰিস্ফুট গাম্ভীৰ্য্য আৰু গুৰুত্ব বৃদ্ধিত সহায়তা কৰিছিল।

অলপ আগতে সিদিনা তোমালৈ দিয়া কোনোবাখন চিঠিত মই ইউৰোপক এচিয়াৰ লগত তুলনা কৰিছিলোঁ। আমি লক্ষ্য কৰিছিলোঁ যে সেই সময়ত ইউৰোপতকৈ এচিয়া বেচি সংস্কৃতিসম্পন্ন আৰু বেচি সভ্য আছিল। অথচ ভাৰতত বিশেষ সৃষ্টিশীল কাম একো হোৱা নাছিল। মই কৈছিলোঁৱেই যে সৃষ্টি হ'ল জীৱনৰ লক্ষণ। অৰ্দ্ধ-সভ্য ইউৰোপত উদ্ভৱ হোৱা এই গথিক স্থাপত্যই প্ৰদৰ্শন কৰে যে ইউৰোপত তেতিয়াও যথেষ্ট প্ৰাণ আছিল। বিশৃংখলা আৰু সভ্যতাৰ পিচ পৰা অৱস্থা হোৱা সত্বেও এই প্ৰাণ মূৰ্ত্তহৈ উঠিছিল আৰু আত্মপ্ৰকাশ কৰাৰ পন্থা উদ্ভাৱন কৰিছিল। পিচলৈ ই চিত্ৰাংকন, ভাস্কৰ্য্য আৰু দুঃসাহসিকতাৰ স্পৃহাত ৰূপায়িত হৈ উঠে।

তুমি এই গথিক কাথেড্ৰলবোৰৰ কেইটামান দেখি আহিছা। তোমাৰ সেইবোৰ মনত আছে নে নাই, মই নেজানো। তুমি জাৰ্ম্মাণীৰ ক'লনত থকা বিতোপন মাথেড্ৰলটো দেখি আহিছা। ইটালীৰ মিলানত এটা বৰ ধুনীয়া গথিক কাথেড্ৰল আছে। ফ্ৰান্সৰ চাট্ৰেজতো এটা আছে। পিচে এই আটাইবোৰ ঠাইৰে নাম মই দিব নোৱাৰিম। এই কাথেড্ৰলবোৰ জাৰ্ম্মাণী, ফ্ৰান্স, ইংলেণ্ড, উত্তৰ ইটালী গোটেইখনতে বিস্তৃত হৈ আছে। আচৰিত কথা হ'ল যে ৰোমত হ'লে মন কৰিব লগা একো গথিক ঘৰ নাই।

একাদশ আৰু দ্বাদশ শতাব্দীত গৃহনিৰ্ম্মাণৰ এই মহান সময়ছোৱাৰ ভিতৰত অ-গথিক গীৰ্জ্জা কেইটামানো বন্ধা হৈছিল; যেনে পেৰিছত নটাৰ ডামৰ বৃহৎ কাথেড্ৰলটো তুমি দেখিছাঁই। ই হ'ল 'বিজান্‌ছাইন' ৰচনা-শৈলীৰ নিদৰ্শন; ইয়াত মনোমোহা চিত্ৰ-বিচিত্ৰ মাৰ্ব্বল খটোৱা আছে।

ধৰ্ম্মবিশ্বাসৰ যুগটোৰ অৱনতি ঘটিল আৰু তাৰ লগে লগে গীৰ্জ্জা আৰু কাথেড্ৰল সজাটোও কমি গ'ল। মানুহৰ চিন্তাধাৰা অন্যান্য ফাললৈ গ'ল—বেহা-বেপাৰ আৰু সাধাৰণ নাগৰিক জীৱনৰ ফাললৈ। কাথেড্ৰলৰ পৰিৱৰ্ত্তে পৌৰভৱন সাজিবলৈ লোৱা হ'ল। সেইবাবে পঞ্চদশ শতাব্দীৰ আৰম্ভণিৰপৰা ধৰি উত্তৰ আৰু পশ্চিম ইউৰোপত মনোমোহা গথিক টাউন হ'ল বা গিল্ড হ'লবোৰ বিস্তৃত হৈ পৰা আমি লক্ষ্য কৰিবলৈ পাওঁ। লণ্ডনত পাৰ্লিয়ামেণ্টৰ ভৱন কেইটা হ'ল গথিক; কিন্তু, সেই কেইটা কেতিয়া সজা হৈছিল, মই কব নোৱাৰোঁ। মোৰ ধাৰণা হৈছে, কি জানি মূল গথিক ঘৰটো অগ্নিসাৎ হ'ল তাৰ পিচত গথিক আহিৰ্তেই নতুন এটা ঘৰ বন্ধা হ'ল।

একাদশ আৰু দ্বাদশ শতাব্দীত ঠন ধৰি উঠা এই বিৰাট গথিক কাথেড্ৰলবোৰ নগৰ আৰু চহৰবোৰতে সজোৱা হৈছিল। পুৰণি চহৰবোৰ জাগৰিত হ'ল আৰু নতুন নতুন নগৰে জন্ম গ্ৰহণ কৰিলে। গোটেই ইউৰোপ জুৰি পৰিৱৰ্ত্তন এটা আহি পৰিল আৰু সকলো ঠাইতে নগৰীয়া জীৱন সঞ্জীৱিত হৈ উঠিল। অৱশ্যে পুৰণি ৰোমান সাম্ৰাজ্যৰ দিনতো ভূমধ্যসাগৰৰ চৌপাশে ডাঙৰ ডাঙৰ নগৰ আছিল। কিন্তু ৰোম আৰু গ্ৰীক-ৰোমান সভ্যতাৰ পতনৰ লগে লগে এই নগৰবোৰো লয়প্ৰাপ্ত হ'ল। কন্‌ষ্টাণ্টিনোপলৰ বাহিৰে ইউৰোপত ডাঙৰ চহৰ এখন নাছিল বুলিবই পাৰি। স্পেইনৰ (য'ত আৰবসকল তিষ্ঠি আছিল) কথা অৱশ্যে সুকীয়া। এচিয়াৰ—ভাৰত, চীন আৰু আৰব জগতত—এই সময়ত ডাঙৰ ডাঙৰ চহৰ বৰ্ত্তি আছিল। কিন্তু ইউৰোপত সেইবোৰ নাছিল। চহৰ, সংস্কৃতি আৰু সভ্যতা একেলগে চলে যেন দেখা যায়। ৰোমান তন্ত্ৰৰ বিলোপ প্ৰাপ্তিৰ পিচত এইবোৰৰ এটাও ইউৰোপে বহুকাললৈকে পোৱা নাছিল।

পিচে এতিয়া আকৌ পৌৰ-জীৱনৰ অভ্যুত্থান ঘটিল। এই চহৰবোৰৰ বিশেষ-ভাৱে উত্থান হ'ল ইটালীত। পৱিত্ৰ ৰোমান সাম্ৰাজ্যৰ সম্ৰাটজনৰ পক্ষে সেইবোৰ কণ্টক হৈ উঠিল; কিয়নো তেওঁলোকে ভোগ কৰি অহা কিছুমান স্বৰ্ত্ত দলিত কৰাত তেওঁলোক সৈমান নহয়। ইটালী আৰু অন্যান্য ঠাইৰ এই চহৰবোৰে বণিক শ্ৰেণীটোৰ আৰু বুৰ্জ্জোৱা বা মধ্যবিত্ত শ্ৰেণীটোৰ উত্থান হোৱাটো প্ৰতীত কৰে।

আড্ৰিয়াটিক সাগৰৰ ওপৰত প্ৰভুত্ব খটুৱাই ভেনিচ এখন স্বাধীন গণৰাজ্য হৈ পৰিল। ইয়াৰ একা-বেঁকা খালবোৰেদি সাগৰৰ পানীয়ে ওলোৱা-সোমোৱা কৰি থকা বাবে আজি ইমান মনোহৰ হৈ পৰা এই চহৰখন নিৰ্ম্মিত হোৱাৰ পূৰ্ব্বে জলাহ ভূমি আছিল বুলি প্ৰবাদ আছে। যেতিয়া দাবানল জ্বলাই হূন এট্টিলা একুইলিয়াত সোমাল, তেতিয়া কিছুমান পলাতক লোক ভেনিচৰ জলাশয়লৈ পলাই গৈ ৰক্ষা পৰিল। তেওঁলোকে তাতে নিজৰ বাবে ভেনিচ চহৰখন নিৰ্ম্মাণ কৰিলে। পূব আৰু পশ্চিম ৰোমান সাম্ৰাজ্যৰ মাজত অৱস্থিত হোৱা হেতু তেওঁলোকে স্বাধীন হৈ থাকিব

পাৰিলে। ভাৰত আৰু প্ৰাচ্যৰ লগত ভেনিচৰ বেহা-বেপাৰ চলিল আৰু ই ধন-সম্পদৰ অধিকাৰী হ'ল। ভেনিচে নৌ-বাহিনী এটাও গঢ়ি তুলিলে আৰু জলশক্তি হৈ পৰিল। ই হ'ল আঢ্যৱন্ত লোকসকলৰ এখন গণৰাজ্য। ৰাষ্ট্ৰপতিজনক 'ডজ' বোলা হৈছিল। ১৭৯৭ চনত নেপোলিয়নে বিজেতাৰূপে ভেনিচত প্ৰৱেশ নকৰালৈকে এই গণৰাজ্যখন চলি আছিল। কথিত আছে যে ডজজন সেইদিনা মৰি ঢলি পৰিল; তেওঁ বৰ বুঢ়া লোক আছিল। তেৱেঁই ভেনিচৰ সৰ্ব্বশেষ ডজ।

ইটালীৰ আনফালে হ'ল জেনোৱা। ইও আছিল সমুদ্ৰগামী লোকৰ এখন ডাঙৰ বেপেৰুৱা চহৰ—ভেনিচৰ প্ৰতিদ্বন্দ্বী। দুয়োখন চহৰৰ মাজত হ'ল বিশ্ববিদ্যালয় থকা ব'লনা চহৰখন, আৰু পিছা, ভেৰণা আৰু ফ্লৰেন্স। ইমানবোৰ ডাঙৰ ডাঙৰ কলাকাৰ ফ্লৰেন্সেই উৎপন্ন কৰিলেগৈ আৰু পিচত মেডিচি পৰিয়ালৰ আমোলত ই জাকত জিলিকা হৈ পৰিল। উত্তৰ ইটালীত মিলান ইতিমধ্যেই ডাঙৰ উৎপাদন কেন্দ্ৰ হৈ পৰিল আৰু দক্ষিণে নেপল্‌ছে ঠন ধৰি উঠে।

ফ্ৰান্সত হিউ কাপেটে তেওঁৰ ৰাজধানী কৰি লোৱা পেৰিছৰ শ্ৰীবৃদ্ধি ফ্ৰান্সৰ শ্ৰীবৃদ্ধিৰ লগে লগে বৰ্দ্ধিত হৈ উঠে। পেৰিছ সদায় ফ্ৰান্সৰ স্নায়ুকেন্দ্ৰ আৰু হৃদি-স্থল হৈ আহিছে। অন্যান্য দেশৰো অন্যান্য ৰাজধানী নোহোৱা নহয়; কিন্তু পেৰিছে ফ্ৰান্সৰ ওপৰত প্ৰভুত্ব খটুওৱাৰ দৰে ইয়াৰ কোনোখনে নিজ দেশৰ ওপৰত আধিপত্য বিস্তাৰ কৰিব পৰা নাছিল। ফ্ৰান্সৰ আন আন গুৰুত্বপূৰ্ণ হৈ উঠা নগৰবোৰ হ'ল লায়ন্স, মাৰ্ছেলিজ (যিটো হ'ল অতি পুৰণি বন্দৰ), ওৰ্লিনচ্‌ আৰু ব'ৰ্ডন।

ইটালীৰ নিচিনাকৈ জাৰ্ম্মাণীতো স্বাধীন নগৰবোৰৰ অভ্যুত্থান—বিশেষকৈ ত্ৰয়োদশ আৰু চতুৰ্দ্দশ শতাব্দীত—বৰ চকুত লগা হৈ পৰিছিল। সেইবোৰৰ জন-সংখ্যা বৃদ্ধি পায় আৰু নিজৰ শক্তি-সম্পদ বাঢ়ি যোৱাৰ লগে লগে সেইবোৰে বুকু ডাঠ কৰি ডা-ডাঙৰীয়াসকলৰ লগত ফেৰ পাতে। সম্ৰাটে বৰমূৰীয়া ডাঙৰীয়াসকলক বশীভূত কৰি ৰাখিব খুজিছিল। সেইদেখি তেৰো চহৰবোৰক মাজে-সময়ে উচটাই দিছিল। এই চহৰবোৰে আত্মৰক্ষাৰ অৰ্থে একো একোটা বিৰাট বণিক মণ্ডল বা সংঘও গঠন কৰি লৈছিল। সময়ত এই সংঘবোৰে বা 'কন্‌ফেডাৰেচি'বোৰে (যি বুলি সেইবোৰৰ নামকৰণ কৰা হৈছিল) ডা-ডাঙৰীয়াসকলৰ প্ৰতিসম সংঘবোৰৰ বিৰুদ্ধে সঁচাকৈয়ে যুদ্ধ চালনা কৰিছিল। এই ক্ৰমবৰ্দ্ধমান চহৰবোৰৰ ভিতৰত কেইখনমান হ'ল হামবাৰ্গ, ব্ৰেমেন, ক'লন, ফ্ৰাংকফৰ্ট, মিউনিক, ডানজিগ, নুৰেম-বাৰ্গ আৰু ব্ৰেছলাউ। নেদাৰলেণ্ডত (বৰ্ত্তমান হলেণ্ড আৰু বেলজিয়াম নামে জ্ঞাত) অনুৰূপ চহৰবোৰ হ'ল এণ্টৱাৰ্প, ব্ৰুজেছ আৰু গেণ্ট। এইবোৰ হ'ল ক্ৰমবৰ্দ্ধমান বেহা-বেপাৰেৰে পুষ্ট বাণিজ্যিক চহৰ। ইংলেণ্ডত আছিল অৱশ্যে লণ্ডন; কিন্তু ই তেতিয়া আয়তন, সম্পদ বা বেহা-বেপাৰত মহাদেশৰ গুৰুত্বপূৰ্ণ চহৰবোৰৰ লগত প্ৰতিদ্বন্দ্বিতা চলাব পৰা হোৱা নাছিল। অক্সফ'ৰ্ড আৰু ক্ৰেম্ব্ৰিজৰ বিশ্ববিদ্যালয় দুটাই বিদ্যাৰ কেন্দ্ৰ ৰূপে ঠন ধৰি উঠিছিল। পূব ইউৰোপত হ'ল ভিয়েনা—ইউৰোপৰ প্ৰাচীনতম চহৰবোৰৰে অন্যতম। ৰুছিয়াত হ'ল মস্কো, কিয়েফ আৰু নভগোৰড।

পূৰ্বৰ্ণি কলীয়া সাম্ৰাজ্যিক চহৰবোৰৰ লগত এই নতুন চহৰবোৰৰ—অন্ততঃ তাৰ বেচি ভাগৰে—পাৰ্থক্য নিৰূপণ কৰাটো অপৰিহাৰ্য্য। ইউৰোপৰ এই উদীয়মান চহৰবোৰৰ গুৰুত্ব ৰজা বা সম্ৰাট একোজনৰ বাবে হোৱা নাছিল; হৈছিল তেওঁলোকে নিয়ন্ত্ৰণ কৰা বেহা-বেপাৰৰ বাবে। সেইদেখি সেইবোৰৰ শক্তি ডা-ডাঙৰীয়াসকলত নিহিত হোৱা নাছিল; হৈছিল বণিক শ্ৰেণীটোত। সেইবোৰ হ'ল বণিকসকলৰ চহৰ। সেইদেখি এই চহৰবোৰৰ উত্থানে বুৰ্জোৱাসকলৰ উত্থান সূচিত কৰে। পিচত আমি লক্ষ্য কৰিবলৈ পাম যে এই বুৰ্জোৱাসকলে ক্ৰমাগত শক্তি সঞ্চয় কৰি যাব ধৰিলে আৰু অৱশেষত ৰজা আৰু ডা-ডাঙৰীয়াসকলৰ লগতো ফেৰ পাতি উঠি তেওঁলোকৰপৰা ক্ষমতা হস্তগত কৰিলে। পিচে আমাৰ বিবেচনাধীন সময়ছোৱাৰ বহুকালৰ পিচতহে এইটো ঘটি উঠিলগৈ।

মই অলপতে কৈছিলোৱেই যে চহৰ আৰু সভ্যতা সময়ত যুগপৎ চলে। চহৰবোৰৰ উত্থানৰ লগে লগে বিদ্যা আৰু স্বাধীনতাৰ সত্তাও বিকশিত হ'ল। গাৱঁলীয়া ঠাইত বাস কৰা মানুহবোৰ সিঁচৰতি হৈ থাকে আৰু সময়ত তেওঁলোক অন্ধবিশ্বাসীও হৈ পৰে। তেওঁলোক প্ৰকৃতিৰ মুখাপেক্ষী হৈ থকা যেন বোধ হয়। তেওঁলোকে কঠোৰ পৰিশ্ৰম কৰিব লাগে; অৱসৰ বৰ কমেই পায় আৰু নিজৰ কৰ্ত্তাসকলক অমান্য কৰিবলৈও সাহ নকৰে। চহৰবোৰত বহুসংখ্যক লোকে একেলগে বাস কৰে। অধিকতৰ সভ্যতাসম্পন্ন জীৱন এটা যাপন কৰা, জ্ঞান আহৰণ কৰা, আলোচনা-সমালোচনা কৰা আৰু চিন্তা-চৰ্চ্চা কৰাৰ তেওঁলোকে সুযোগ পায়।

সেইদেখি স্বাধীনতাৰ সত্তা দুয়োটা শক্তিৰ বিৰুদ্ধে মূৰ দাঙি উঠিল—ফিউডেল কৰ্ত্তাসকলে প্ৰতিনিধিত্ব কৰা ৰাজনৈতিক কৰ্তৃত্বৰ বিৰুদ্ধে আৰু গীৰ্জ্জাই প্ৰতিনিধিত্ব কৰা আধ্যাত্মিক কৰ্তৃত্বৰ বিৰুদ্ধে। ধৰ্ম্মবিশ্বাসৰ যুগটোৰ অৱনতি ঘটিল আৰু সন্দেহৰ উদ্ৰেক হ'ল। পোপ আৰু গীৰ্জ্জাৰ কৰ্তৃত্ব চকু-কাণ মুদি সততে মান্য কৰা নহৈছিল। সম্ৰাট দ্বিতীয় ফ্ৰেডাৰিকে পোপৰ প্ৰতি কেনে ব্যৱহাৰ কৰিলে, সেইটো আমি লক্ষ্য কৰি আহিছোঁ। অমান্য কৰা এই সত্তাটো আমি দেখিবলৈ পাম।

দ্বাদশ শতাব্দীৰপৰা ধৰি জ্ঞানৰো পুনৰভ্যুত্থান হয়। ইউৰোপত বিদ্বজ্জনসকলৰ সাধাৰণ ভাষা আছিল লেটিন আৰু জ্ঞানৰ সন্ধানত মানুহ এটা বিশ্ববিদ্যালয়ৰপৰা আনটোলৈ গৈছিল। ইটালীৰ মহাকবি ডাণ্টে আলিগোৰীয়ে ১২৬৫ খৃষ্টাব্দত জন্ম গ্ৰহণ কৰে। ইটালীৰ আন এজন মহাকবি পেট্ৰাৰ্কৰ জন্ম হয় ১৩০৪ খৃষ্টাব্দত। ইয়াৰ অলপ পিচতেই ইংৰাজ মহাকবিসকলৰ ভিতৰত আদিকবি চ'চাৰে ইংলেণ্ডত জীৱন নিৰ্ব্বাহ কৰে।

কিন্তু জ্ঞানৰ পুনৰভ্যুত্থানতকৈও অধিকতৰ কৌতুকাবহ হ'ল বৈজ্ঞানিক সত্তাৰ ক্ষীণ প্ৰস্তাৱনা, যিটোৱে ইউৰোপত পৰবৰ্ত্তী বছৰ কেইটাত বেচিকৈ ঠন ধৰি উঠিবলৈ পালে। মই তোমাক কৈ অহা তোমাৰ মনত থাকিব পায় যে আৰবসকলৰ এই সত্তাটো আছিল আৰু কিছু পৰিমাণে তেওঁলোকে সেইমতে কামো চলাইছিল। খোলা মনেৰে অনুসন্ধান আৰু পৰীক্ষা চলোৱাৰ প্ৰবৃত্তি মধ্যযুগীয় ইউৰোপত

থকাটো দুৰূহ আছিল। গীৰ্জ্জাই এনে প্ৰবৃত্তি সহি নেথাকিলহেঁতেন। কিন্তু গীৰ্জ্জাৰ বাধা সত্বেও ই মূৰ্ত্ত হৈ উঠিল। এই সময়ছোৱাত ইউৰোপত বৈজ্ঞানিক সত্তাৰে অনুপ্ৰাণিত হোৱা আদি মনীষীসকলৰ ভিতৰত অন্যতম হ'ল এজন ইংৰাজ লোক—ৰ'জাৰ বেকন। তেওঁ ত্ৰয়োদশ শতাব্দীত অক্সফৰ্ডত আছিল।

## ৬৫

## আফ্‌গানসকলে ভাৰত আক্ৰমণ কৰে

২৩ জুন, ১৯৩২

মই তোমালৈ দিয়া চিঠিখন লিখাটো কালি বন্ধ হৈ গ'ল। মই লিখিবলৈ বুলি বহোঁতেই জেইলখানাখন আৰু ইয়াৰ পাৰিপাৰ্শ্বিক অৱস্থা পাহৰি পেলালোঁ আৰু চিন্তাৰ কোবত গৈ মধ্যযুগৰ জগতখনত ওলালোঁগৈ। পিচে তাতকৈও বেচিহে কোবেৰে আহি মই বৰ্ত্তমান অৱস্থা পালোঁহি আৰু দুখেৰে জেলখানা সম্বন্ধে অৱহিত হব লগাত পৰিলোঁ। মোক কোৱা হ'ল যে মাৰ আৰু দিদাজীৰ* লগত মোৰ দেখা-সাক্ষাত এমাহলৈ নিষেধ কৰি ওপৰৰপৰা হুকুম আহিছে। কিয়,—মোক জনোৱা নহ'ল। কয়দী এজনক কিয়বা কব লাগিছে? পিচৰ দেখা-সাক্ষাতৰ দিনটোলৈ তেওঁলোকে ইয়াত (দেৰাদুনত) খাপ দি থকা এতিয়া দহ দিন হ'ল। সম্প্ৰতি খাপ দি থকাটো একো কামত নাহিল যেতিয়া তেওঁলোক ঘূৰি যাব লাগিব। আমাৰ প্ৰতি প্ৰদৰ্শন কৰা সৌজন্য এয়ে! বেছ কথা; আমি বিচলিত হব নেলাগিব। বিধিৰ লিখন এয়ে। ফাটেক ফাটেকেই আৰু সেইটো আমি পাহৰি নোযোৱাই ভাল।

এনে কৰ্কশভাৱে আত্মচেতনা লভাৰ পিচত বৰ্ত্তমানক এৰি অতীতলৈ যোৱাটো মোৰ পক্ষে সম্ভৱপৰ নহয়। কিন্তু বাতিটো জিৰণি লৈ আজি মই অলপ ভাল পাইছোঁ। সেইদেখি মই এতিয়া নতুনকৈ আৰম্ভ কৰোঁ।

এতিয়া আমি ভাৰতলৈকে আহোঁ। আমি ভাৰতৰপৰা বহুদিন আঁতৰি আছিলোঁ। যেতিয়া ইউৰোপে মধ্য-যুগৰ অন্ধকাৰৰপৰা ওলাবলৈ যুঁজি আছিল, যেতিয়া তাৰ মানুহ ফিউডেল প্ৰথা, চলিত সাধাৰণ বিশৃঙ্খলা আৰু কুশাসনৰ হেঁচাত পেপুৱা লাগিছিল, যেতিয়া পোপ আৰু সম্ৰাটে পৰস্পৰৰ লগত যুঁজি আছিল আৰু ইউৰোপৰ দেশবোৰে ৰূপ পৰিগ্ৰহ কৰিছিল, যেতিয়া ক্ৰুছেদবোৰৰ দিনৰ খৃষ্ট ধৰ্ম্ম আৰু ইছলামে কৰ্ত্তৃত্ব লাভৰ অৰ্থে ফেৰ পাতিছিল, তেতিয়া ইয়াতনো কি ঘটিছিল?

মধ্যযুগৰ আগৰ ছোৱাত ভাৰতৰ অৱস্থাৰ আভাস এটা আমি ইতিপূৰ্ব্বে পাই আহিছোঁ। উত্তৰ-পশ্চিমৰ গজনীৰপৰা চুলতান মামুদে উত্তৰ ভাৰতৰ উৰ্ব্বৰ সমতলত জাঁপিয়াই পৰি লুট আৰু বিধ্বংস কৰাও আমি লক্ষ্য কৰি আহিছোঁ। মামুদৰ আক্ৰমণবোৰ মাৰাত্মক আছিল যদিও ভাৰতত সেইবোৰে ডাঙৰ বা দীৰ্ঘস্থায়ী একো পৰিৱৰ্ত্তন সাধন কৰিব নোৱাৰিলে। সেইবোৰে ভাৰতক—বিশেষকৈ উত্তৰ খণ্ডত—

* ইন্দিৰাৰ আইতাক।

ভাল জোকাৰণি এটা দিলে। বহুতো মনোমোহা সৌধ আৰু ঘৰ তেওঁ নাশ কৰি থৈ গ'ল। কিন্তু কেৱল সিন্ধু আৰু পঞ্জাৱৰ একাংশহে গজনী সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ ৰ'ল। উত্তৰৰ বাকীছোৱাই অতি সোনকালেই নিস্তাৰ লভিলে। দক্ষিণ খণ্ড স্পষ্ট নহ'লেই; বঙ্গদেশো তদ্ৰূপ। মামুদৰ পিচত আকৌ ১৫০ বছৰ বা ততোধিক কাল মুছলিমৰ বিজয় অভিযানে বা ইছলামে ভাৰতত বিশেষ অগ্ৰগতি লভিব নোৱাৰিলে।

দ্বাদশ শতাব্দীৰ শেষৰ ফালে (প্ৰায় ১১৮৬ খৃষ্টাব্দত) উত্তৰ পশ্চিম ফালৰপৰা বহিৰাক্ৰমণৰ নতুন এটা ঢৌ উঠিল। আফ্গানিস্থানত আফ্গান কৰ্ত্তা এজনৰ উত্থান হ'ল। তেওঁ গজনী দখল কৰিলে আৰু গজনী সাম্ৰাজ্যৰ অৱসান ঘটালে। তেৱেঁই চাহাবুদ্দিন ঘোৰী ('ঘোৰ' হ'ল আফ্গানিস্থানৰ কোনোবা এখন সৰু নগৰ) নামে খ্যাত। তেওঁ লাহোৰলৈ আহিল, সেইখন অধিকাৰ কৰি ললে আৰু তাৰ পিচত দিল্লী অভিমুখে ৰাওনা হ'ল। দিল্লীৰ ৰজা আছিল পৃথ্বীৰাজ চৌহান আৰু তেওঁৰ নেতৃত্বত উত্তৰ ভাৰতৰ বহুতো মুখীয়াল নৰপতিয়ে বহিৰ্শত্ৰুৰ বিৰুদ্ধে যুদ্ধ দি চাহাবুদ্দিনক তেনেই পৰাভূত কৰিলে। পিচে সেয়ে হ'ল ক্ষণস্থায়ী। বৃহৎ ফৌজ এটা লৈ চাহাবুদ্দিন পিচৰ বছৰত আকৌ আহিল আৰু এইবাৰ তেওঁ পৃথ্বীৰাজক পৰাস্ত কৰি বধ কৰিলে।

পৃথ্বীৰাজ আজিও এজন জনপ্ৰিয় বীৰ আৰু তেওঁৰ বিষয়ে বহুতো কাহিনী আৰু গীত আছে। তাৰ ভিতৰত কনৌজৰ ৰজা জয়চন্দ্ৰৰ জীয়েকক পলুৱাই নিয়াটোৱেই আটাইতকৈ প্ৰসিদ্ধ। পিচে এই অপহৰণে তেওঁৰ নথৈ ক্ষতি সাধিলে। ইয়াৰ ফলত তেওঁৰ আটাইতকৈ সাহিয়াল সহচৰসকলৰ জীৱন নাশ হ'ল আৰু ক্ষমতাশালী ৰজা এজনৰো তেওঁ শত্ৰুতা শালিলে। ই বিভেদ আৰু পাৰস্পৰিক দ্বন্দ্বৰ বীজ সিঁচিলে আৰু এইদৰেই বহিৰ্শত্ৰুৱে জয়লাভ কৰাটো সহজসাধ্য কৰি তুলিলে।

এইদৰেই ১১৯২ খৃষ্টাব্দত চাহাবুদ্দিনে প্ৰথমবাৰ বিৰাট জয়লাভ কৰে আৰু ইয়াৰ ফলত ভাৰতত মুচলিম শাসন স্থাপিত হ'ল। লাহে লাহে বহিৰাক্ৰমণকাৰী-সকলে বিস্তৃতি লভিলে—পূৱ আৰু দক্ষিণ ফালে। আৰু ১৫০ বছৰৰ পিচত (১৩৪০ খৃষ্টাব্দৰ লগে লগে) দক্ষিণৰ বৃহৎ অঞ্চল এটাৰ ওপৰত মুছলিম শাসন প্ৰতিষ্ঠিত হ'ল। তাৰ পিচত ই দক্ষিণে সঙ্কুচিত হব ধৰিলে। নতুন নতুন ৰাষ্ট্ৰৰ উত্থান হ'ল। তাৰে কেতবোৰ মুছলমান, কেতবোৰ হিন্দু—বিশেষকৈ বিজয়নগৰৰ হিন্দু সাম্ৰাজ্য। দুশ বছৰমানলৈ ইছলামে কিছু পৰিমাণে ক্ষতি স্বীকাৰ কৰিব লগা হ'ল আৰু পিচত যেতিয়া যোড়শ শতাব্দীৰ মাজভাগত মহামতি আকবৰৰ উত্থান হ'ল, তেতিয়াহে ই প্ৰায় সমগ্ৰ ভাৰত জুৰি পুনৰ্ব্বাৰ প্ৰসাৰ লভে।

ভাৰতলৈ মুছলমান আক্ৰমণকাৰীসকলৰ আগমনে বহুতো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। মনত ৰাখিবা, এই আক্ৰমণকাৰীসকল আছিল আফ্গান; আৰব, পাৰস্য বা পশ্চিম এচিয়াৰ কৃষ্টিসম্পন্ন বা উচ্চসভ্যতাপুষ্ট মুছলমান তেওঁলোক নহয়। সভ্যতাৰ দৃষ্টিকোণৰপৰা চাব লাগিলে এই আফ্গানসকল আছিল ভাৰতীয়সকলৰ তুলনাত পিচ পৰা; কিন্তু তেওঁলোক আছিল পৰম উদ্যমশীল আৰু সেইসময়ৰ ভাৰততকৈ বহু গুণে বেঁচি জীৱন্ত। ভাৰত তেনেই বান্ধ খাই আছিল। ই পৰিৱৰ্ত্তনশূন্য আৰু

অনগ্ৰসৰ হৈ পৰিছিল। ই পুৰণি ধৰণ-কৰণতে থামুচি আছিল আৰু সেইবোৰ উন্নততৰ কৰাৰ একো চেষ্টা কৰা নাছিল। আনকি যুদ্ধবিদ্যা কৌশলৰ ফালৰপৰাও ভাৰত পিচ পৰি আছিল। আফগানসকল বহু গুণে ভালকৈ সংগঠিত হৈছিল। সেই-দেখি সাহ আৰু ত্যাগ থকা সত্ত্বেও পুৰণি ভাৰত মুছলমান আক্ৰমণকাৰীসকলৰ ওচৰত ধৰাশায়ী হৈছিল।

এই মুছলমানসকল পোনতে যথেষ্ট দুৰ্দ্দান্ত আৰু নিষ্ঠুৰ আছিল। তেওঁ-লোক আহিছিল কঠুৱা দেশ এখনৰপৰা—য'ত "কোমলতা"ৰ বিশেষ পৰশ পৰা নাছিল। তদুপৰি ইয়াৰ লগতে যোগ হৈ থকা আন এটা গমি-পিটি চাব লগা কথা হ'ল এই যে তেওঁলোক আহি সোমাল নতুনকৈ বিজিত, শত্ৰুৰে ঘেৰি ৰখা দেশ এখনত। এই শত্ৰুবৰ্গই যি কোনো মুহূৰ্ত্তত বিদ্ৰোহ আচৰিব পাৰে। বিদ্ৰোহ আচৰণৰ ভয় সদায় আছিলেই আৰু ভয়ে সময়ত নিষ্ঠুৰতা আৰু আতঙ্কগ্ৰস্ততাৰ সৃষ্টি কৰে। সেই-দেখি মানুহক কাবু কৰিবৰ বাবে হত্যাকাণ্ড অনুষ্ঠিত হৈছিল। এইটো এজন মুছলমানে ধৰ্ম্মৰ কাৰণবশতঃ এজন হিন্দুক বধ কৰাৰ প্ৰশ্ন নহয়; বৈদেশিক বিজেতা এজনে বিজিত জনসাধাৰণৰ মনোবল ভাঙিবৰ বাবে কৰা চেষ্টাহে। এই নিষ্ঠুৰ কাম-বোৰৰ কৈফিয়ৎ দিবৰ বাবে ধৰ্ম্মৰ প্ৰায় সদায়েই দোহাই দি অহা হৈছে; কিন্তু এইটো ঠিক নহয়। সময়ত ধৰ্ম্মক চেলু হিচাবেহে লোৱা হৈছিল। যথাৰ্থ কাৰণবোৰ হ'ল ৰাজনৈতিক আৰু সামাজিক। ভাৰত আক্ৰমণ কৰা মধ্য এচিয়াৰ মানুহবোৰ আনকি নিজৰ গৃহভূমিতে আৰু তেওঁলোক ইছলামলৈ দীক্ষিত হোৱাৰ বহু পূৰ্ব্বৰে পৰাই দুৰ্দ্দান্ত আৰু নিৰ্দ্দয় আছিল। নতুন দেশ এখন জয় কৰি লৈ সেই দেশখনক নিজৰ আয়ত্তৰ ভিতৰত ৰখাৰ পন্থা তেওঁলোকে মাথোন এটাহে জানিছিল—সেইটোৱেই হ'ল সন্ত্ৰাসৰ পন্থা।

অৱশ্যে ক্ৰমাগত এই দুৰ্দ্দান্ত যোদ্ধাসকলকো ভাৰতে পৰিমাৰ্জ্জিত কৰা আৰু সুসভ্য কৰা আমি লক্ষ্য কৰিবলৈ পাওঁ। তেওঁলোকে এনে অনুভৱ কৰিবলৈ ললে যে তেওঁলোক যেন ভাৰতীয়হে—বিদেশী আক্ৰমণকাৰী নহয়। তেওঁলোকে এই দেশৰে তিৰোতাক বিয়া কৰিবলৈ ধৰিলে আৰু আক্ৰান্ত আৰু আক্ৰমণকাৰীৰ প্ৰভেদ লাহে লাহে কমি গ'ল।

জানিবলৈ পালে তোমাৰ হয়তো আগ্ৰহ জন্মিব যে গজনীৰ মামুদ উত্তৰ ভাৰতে জনাৰ ভিতৰত আটাইতকৈ ডাঙৰ ধ্বংসকাৰী আৰু মূৰ্ত্তি-উপাসকসকলৰ বিৰুদ্ধে ইছলামৰ ঘাই উদ্যোক্তা বুলি কথিত হৈছিল যদিও তিলক নামে হিন্দু সেনানী এজনৰ অধীনত তেওঁৰ হিন্দু সৈন্যবাহিনী এটাও আছিল। তেওঁ তিলকক সসৈন্যে গজনীলৈ লৈ গৈছিল আৰু বিদ্ৰোহী মুছলমানবোৰক দমোৱাত লগাইছিল। এতেকে তুমি দেখা পাবাই যে মামুদৰ লক্ষ্য হ'ল দেশ জয়। ভাৰতত তেওঁ মুছলমান সৈন্যসকলৰ সাহায্যত মূৰ্ত্তি-উপাসকবোৰক বধ কৰিবলৈ যিমান সন্তম হৈছিল, মধ্য এচিয়াত হিন্দু সৈন্যসকলৰ সাহায্যত মুছলমানসকলক বধ কৰিবলৈও তেওঁ ঠিক সিমানেই প্ৰস্তুত আছিল।

ইছলামে ভাৰতক জাগৰিত কৰি তুলিলে। সম্পূৰ্ণ প্ৰগতি-বিমুখ হৈ পৰা সমাজ এখনত ই প্ৰাণৰ সঞ্চাৰ কৰিলে আৰু প্ৰগতিৰ হকে উদ্দীপনা এটা আনি দিলে।

ম্ৰিয়মান আৰু ক্ষয়িষ্ণু হৈ উঠা আৰু লগে লগে পুনৰাবৃত্তি আৰু বাহুল্যত ভাৰাক্ৰান্ত হৈ পৰা হিন্দু কলাৰ উত্তৰত কিছু পৰিৱৰ্ত্তন সাধিত হ'ল। উদ্যম আৰু প্ৰাণপূৰ্ণ নতুন এটা কলাৰ উত্থান হ'ল—যিটোক ভাৰত-মুছলিম বুলিব পৰা যায়। মুছলমানসকলে অনা নতুন ভাৱাদৰ্শৰপৰা পুৰণি ভাৰতীয় মুখীয়াল স্থপতিসকলে অনুপ্ৰেৰণা আহৰণ কৰিলে। মুছলিম মতবাদৰ সৰলতাখিনি আৰু জীৱন সম্বন্ধে তেওঁলোকৰ মনোভাৱে সেইকালৰ স্থাপত্য প্ৰভাৱান্বিত কৰিলে আৰু ইয়ালৈ সৰল আৰু শিষ্ট আহি ঘুৰাই আনিলে।

মুছলমান আক্ৰমণৰ প্ৰথম পৰিণতি হ'ল দক্ষিণলৈ মানুহৰ প্ৰব্ৰজন। মামুদৰ আক্ৰমণ আৰু হত্যাকাণ্ডবোৰৰ পিচত উত্তৰ ভাৰতত ইছলাম বৰ্ব্বৰোচিত নিষ্ঠুৰতা আৰু ধ্বংসলীলাৰ লগত সংযুক্ত হৈ পৰিল। এতেকে যেতিয়া নতুন আক্ৰমণটো আহি পৰিল আৰু প্ৰতিহত কৰিব পৰাও নহ'ল, তেতিয়া কলাকুশল-শিল্পী আৰু বিদ্বান লোক দলে দলে দক্ষিণ ভাৰতলৈ ভাগি গ'ল। ই দক্ষিণ ভাৰতত আৰ্য্য সংস্কৃতিক ডাঙৰ অনুপ্ৰেৰণা এটা যোগালে।

মই ইতিপূৰ্ব্বে তোমাক দক্ষিণৰ বিষয়ে কিছু কৈ আহিছোঁ—কেনেকৈ পশ্চিম আৰু মধ্য খণ্ডত (মহাৰাষ্ট্ৰ দেশ) চালুক্যসকল ষষ্ঠ শতাব্দীৰ মাজভাগৰপৰা দুশ বছৰলৈকে প্ৰতিপত্তিশীল শক্তি আছিল, সেই বিষয়ে। য়ুৱান চাঙে দ্বিতীয় পুল-কেশীক দেখা কৰিছিল। তেওঁ তেতিয়া শাসক আছিল। তাৰ পিচত ওলাল ৰাষ্ট্ৰকূট-সকল। তেওঁলোকে চালুক্যসকলক পৰাজিত কৰি অষ্টম শতাব্দীৰপৰা ধৰি দশম শতাব্দীৰ প্ৰায় শেষলৈকে আৰু দুশ বছৰ দক্ষিণত আধিপত্য খটুৱালে। এই ৰাষ্ট্ৰ-কূটসকল সিন্ধুৰ আৰব শাসকবৰ্গৰ লগত পৰম বন্ধুত্বৰ সূত্ৰত আবদ্ধ হৈছিল। বহুতো আৰব সাউদ আৰু পৰ্য্যটক তেওঁলোকৰ ওচৰলৈ আহিছিল। এনে এজন পৰ্য্যটকে তেওঁৰ ভ্ৰমণৰ বৃত্তান্ত এটা ৰাখি থৈ গৈছে। তেওঁ আমাক কৈছে যে সেই সময়ৰ (নৱম শতাব্দী) ৰাষ্ট্ৰকূট শাসকজন পৃথিৱীত ডাঙৰ ৰজা চাৰিজনৰে এজন। বাকী ডাঙৰ ৰজা তিনিজন হ'ল তেওঁৰ মতে বাগদাদৰ খলিফা, চীনৰ সম্ৰাট আৰু 'ৰোম'ৰ (অৰ্থাৎ কনষ্টাণ্টিনোপল) সম্ৰাট। সেই সময়ত এচিয়াত চলা সৰ্ব্বসাধাৰণৰ মত কেনে আছিল, তাক প্ৰদৰ্শন কৰা হিচাবে এই মন্তব্যই আগ্ৰহ জন্মায়। বাগদাদ যেতিয়া বিভূতি-বৈভৱৰ উচ্চ শিখৰ পাইছিলগৈ, তেতিয়া খলিফাৰ সাম্ৰাজ্যৰ লগত আৰব পৰিব্ৰাজক এজনে ৰাষ্ট্ৰকূসকলৰ ৰাজ্যৰ তুলনা কৰাৰপৰাই বুজিব পাৰি যে মহাৰাষ্ট্ৰৰ এই ৰাজ্যখন নিশ্চয় বৰ বেচি বলবান আৰু ক্ষমতাশালী আছিল।

দশম শতাব্দীত (৯৭৩ খৃষ্টাব্দ) ৰাষ্ট্ৰকূটসকলে চালুক্যসকলক আকৌ অগ্ৰাধিকাৰ এৰি দিব লগা হ'ল আৰু এওঁলোক (চালুক্যসকল) পুনৰ দুশ বছৰ (১১৯০ খৃষ্টাব্দলৈকে) ক্ষমতাত অধিষ্ঠিত থাকিল। এই চালুক্য ৰজাসকলৰে এজনৰ বিষয়ে দীঘলীয়া কবিতা এটা আছে। ইয়াত কোৱা হৈছে যে তেওঁক তেওঁৰ পৰিবাৰে ৰাজহুৱা স্বয়ংবৰৰ যোগেদি পতি মনোনীত কৰে।* এই পুৰণি আৰ্য্য দস্তুৰটো ইমান দিনলৈকে বৰ্ত্তি থকাটো কৌতুকৰ বিষয়।

* প্ৰাচীন ভাৰতত ৰাজকন্যাই নিমন্ত্ৰিত ৰজা-ৰাজকুমাৰ সম্মিলিত সভাত স্বামী নিৰ্ব্বাচন কৰা প্ৰথা আছিল।

ভাৰতৰ সুদূৰ দক্ষিণ আৰু পূবলৈ হ'ল তামিল দেশ। ইয়াত তৃতীয় শতাব্দীৰপৰা নৱম শতাব্দীলৈকে প্ৰায় ছশ বছৰ ধৰি পল্লৱসকলে শাসন চলায়। ষষ্ঠ শতাব্দীৰ মাজভাগৰপৰা ধৰি দুশ বছৰ তেওঁলোকে দক্ষিণত আধিপত্য বিস্তাৰ কৰে। তোমাৰ মনত থাকিব পায় যে মালয়েচিয়া আৰু প্ৰাচ্য দ্বীপপুঞ্জলৈ উপনিৱেশ স্থাপনকাৰী অভিযান এই পল্লৱসকলেই পঠাইছিল। পল্লৱ ৰাষ্ট্ৰৰ ৰাজধানী আছিল কাঞ্চি বা কঞ্জীৱৰম। ই তেতিয়া আছিল এখন মনোমোহা চহৰ। আনকি এতিয়াও ই দূৰদৃষ্টিসম্পন্ন নগৰ পৰিকল্পনাৰ বাবে উল্লেখযোগ্য।

দশম শতাব্দীৰ আগ ভাগতে আক্ৰমণাত্মক চোলসকলক পল্লৱসকলে প্ৰাধান্য এৰি দিব লগা হ'ল। ৰাজৰাজ আৰু ৰাজেন্দ্ৰ চোলৰ সাম্ৰাজ্যৰ বিষয়ে মই তোমাক কিছু কৈ আহিছোঁ। তেওঁলোকে ডাঙৰ ডাঙৰ নৌ-বহৰ নিৰ্ম্মাণ কৰিছিল আৰু সিংহল, ব্ৰহ্মদেশ আৰু বঙ্গৰ বিৰুদ্ধে বিজয়াভিযান চলাইছিল। তেওঁলোকৰ যি নিৰ্ব্বাচনমূলক গ্ৰাম্য পঞ্চায়ত প্ৰণালী আছিল, তাৰ বিষয়ে আমি পোৱা তথ্য অধিকতৰ কৌতূহলপূৰ্ণ। এই প্ৰণালী তলৰপৰা গাঁথি অনা হৈছিল। বিভিন্ন কামৰ তদাৰক কৰিবৰ বাবে গাৱঁলীয়া সংঘবোৰে বহুতো কমিটি আৰু লগতে জিলা সংঘবোৰো নিৰ্ব্বাচিত কৰিছিল। কেবাখনো জিলা লগ লাগি একোখন প্ৰান্ত হৈছিল। এই চিঠিবোৰত মাজে-সময়ে এই গ্ৰাম্য পঞ্চায়ত প্ৰণালীৰ ওপৰত মই জোৰ দি আহিছোঁ; কিয়নো পুৰণি ভাৰতীয় ৰাজতন্ত্ৰৰ ইয়েই আছিল ৰাজহাড়।

উত্তৰ ভাৰতত আফ্‌গানসকলৰ আক্ৰমণ চলাৰ প্ৰায় সমসাময়িকভাৱে দক্ষিণ ভাৰতত চোলসকলে প্ৰাধান্য বিস্তাৰ কৰিছিল। পিচে তেওঁলোকৰ অচিৰে অৱনতি ঘটে আৰু তেওঁলোকৰে কৰতলীয়া সৰু ৰাজ্য এখন স্বাধীন আৰু ক্ষমতাশালী হৈ উঠে। এইখনেই হ'ল পাণ্ড্য ৰাজ্য। মদুৰা ইয়াৰ ৰাজধানী আৰু কায়ল ইয়াৰ ঘাই বন্দৰ। ভেনিচৰ প্ৰসিদ্ধ পৰিব্ৰাজক মাৰ্ক' প'ল'ই (যি জনৰ বিষয়ে পিচত কিছু বেচিকৈ মই তোমাক কব লাগিব) দুবাৰো এই কায়ল বন্দৰত পদাৰ্পণ কৰে—এবাৰ ১২৮৮ খৃষ্টাব্দত আৰু এবাৰ ১২৯৩ খৃষ্টাব্দত। তেওঁ এই নগৰ "আৰব আৰু চীনৰপৰা অহা জাহাজেৰে পৰিপূৰ্ণ আৰু বেহা-বেপাৰেৰে উখল-মাখল" এখন ডাঙৰ আৰু সুচাৰু চহৰ বুলি বৰ্ণনা কৰি থৈ গৈছে। মাৰ্ক' নিজে চীনৰপৰা জাহাজেৰেই আহিছিল।

মাৰ্ক' প'ল'ই আৰু আমাক কৈছে যে মকৰাৰ জালৰ আঁহবোৰৰ নিচিনা যেন দেখা অতি ধুনীয়া মুছলিন ভাৰতৰ পূব উপকূলত তৈয়াৰী হৈছিল। মাৰ্ক'ই কৈছে যে তেলেগু দেশত—অৰ্থাৎ মাদ্ৰাজৰ উত্তৰেদি পূব উপকূলত—ৰুদ্ৰমণি দেৱী নামে মহিলা এগৰাকী ৰাণী আছিল। এই মহিলা গৰাকীয়ে চল্লিশ বছৰ ৰাজত্ব কৰিলে। মাৰ্ক'ই তেওঁৰ উচ্চপ্ৰশংসা কৰিছে।

মাৰ্ক'ৰপৰা পোৱা আন এটা কৌতুকপূৰ্ণ সমাচাৰ হ'ল এই যে আৰব আৰু পাৰস্যৰপৰা সাগৰ-পথেদি অজস্ৰ ঘোঁৰা দক্ষিণ ভাৰতলৈ আমদানি কৰা হৈছিল। দক্ষিণৰ জল-বায়ু ঘোঁৰা লালন-পালনৰ বাবে সুবিধাজনক নহয়। কথিত আছে যে ভাৰতৰ মুছলমান আক্ৰমণকাৰীসকল ভাল যুঁজাৰু হোৱাৰ কাৰণবোৰৰ ভিতৰত এটা

আছিল এয়ে যে তেওঁলোকৰ দখলত থকা ঘোঁৰাবোৰো আছিল উন্নততৰ। এচিয়াৰ আটাইতকৈ ভাল ঘোঁৰা প্ৰজনন-ভূমিবোৰ তেওঁলোকৰ দখলতে আছিল।

চোলসকলৰ অৱনতি ঘটা কালত ত্ৰয়োদশ শতাব্দীত পাণ্ড্য ৰাজ্যখনেই আছিল ঘাই তামিল শক্তি। চতুৰ্দ্দশ শতাব্দীৰ আগভাগত (১৩১০ খৃষ্টাব্দত) মুছলমান-সকলৰ আক্ৰমণৰ ঢৌ দক্ষিণ পায়গৈ। ই পাণ্ড্য ৰাজ্যতো সোমালগৈ আৰু এই ৰাজ্যৰো ততালিকে পতন ঘটিল।

এই চিঠিখনত দক্ষিণ ভাৰতীয় বুৰঞ্জীৰ মই সমীক্ষা এটা কৰিলোঁ আৰু ইতিপূৰ্ব্বে মই কৈ অহা কথাৰে বোধ হয় পুনৰ অৱতাৰণাও কৰিলোঁ। কিন্তু বিষয়টো হ'ল কিছু আউল লাগি পৰা বিধৰ। পল্লৱ, চালুক্য, চোল আৰু অন্যান্য ফৈদবোৰে মানুহৰ মনত খেলি-মেলি লগায়। তথাপি তুমি যদি গোটেই বস্তুটো সামুহিকভাৱে চাব পাৰা, তেনেহ'লে বহল গাঁথনিটো মনলৈ আনি ৰজিতা খুৱাই লব পাৰিবা। তোমাৰ মনত থাকিব পায় যে, অশোকে গোটেইখন ভাৰতবৰ্ষ (একে-বাৰে তলৰ এধানিমান ঠাই বাদে), আফগানিস্থান আৰু মধ্য এচিয়াৰ একাংশৰ ওপৰত শাসন চলাইছিল। তেওঁৰ পিচত দক্ষিণত অন্ধ্ৰ শক্তিৰ উত্থান হয়। ই সমগ্ৰ দাক্ষিণাত্য জুৰি বিস্তৃত হৈ পৰে আৰু চাৰিশ বছৰ বৰ্ত্তি থাকে। প্ৰায় এই সময়তে উত্তৰত কুশানসকলে তেওঁলোকৰ প্ৰত্যন্ত সাম্ৰাজ্যখন গঢ়ি তুলিছিল। তেলুগু অন্ধ্ৰ-সকলৰ হীনাৱস্থা হোৱাৰ লগে লগে পূব উপকূল আৰু দক্ষিণত তামিল পল্লৱসকলৰ উত্থান হয় আৰু সুদীৰ্ঘ এছোৱা কাল ধৰি তেওঁলোকে কৰ্ত্তৃত্ব বাহাল ৰাখে। তেওঁ-লোকে মালয়েচিয়াত উপনিৱেশ স্থাপন কৰে। ছশ বছৰ ৰাজত্ব কৰাৰ অন্তত তেওঁ-লোকে চোলসকলক অধিকাৰ সমৰ্পি লগা হ'ল। এই চোলসকলে দূৰ্ৰাণিৰ দেশ জয় কৰে আৰু তেওঁলোকৰ নৌ-বহৰ লৈ সাগৰত তোলপাৰ লগায়। তিনি শ বছৰৰ পিচত তেওঁলোক দৃশ্যপটৰপৰা আঁতৰ হয় আৰু পাণ্ড্য ৰাজ্যখন জাকত জিলিকা হৈ উঠে। মদুৰা চহৰখন সংস্কৃতিৰ পীঠ হৈ পৰে আৰু কায়ল দূৰ-দুৰণিৰ দেশৰ লগত সম্পৰ্ক থকা এটা ডাঙৰ আৰু কৰ্ম্মব্যস্ত বন্দৰ হৈ উঠে।

দক্ষিণ আৰু পূবৰ বেলিকা সিমানেই। পশ্চিমে মহাৰাষ্ট্ৰ দেশত আছিল চালুক্যসকল, তাৰ পিচত ওলাল ৰাষ্ট্ৰকূটসকল আৰু তাৰ পিচত দ্বিতীয়বাৰ আকৌ উত্থান হ'ল চালুক্যসকলৰ।

এই সকলোবোৰ কেৱল নামহে। পিচে এই ৰাজ্যবোৰে যি একোছোৱা সুদীৰ্ঘ সময় বৰ্ত্তি আছিল, যি উচ্চমানবিশিষ্ট সংস্কৃতি লভিছিল, তালৈ লক্ষ্য কৰা। সেইবোৰৰ কিবা এটা অন্তৰ্নিহিত শক্তি আছিল আৰু এই শক্তিয়ে সেই ৰাজ্যবোৰক ইউৰোপৰবোৰতকৈ অধিকতৰ স্থায়িত্ব আৰু শান্তি প্ৰদান কৰা যেন দেখা যায়। কিন্তু সামাজিক গাঁথনিটোৰ দিন হ'লে উকলি গ'ল আৰু স্থায়িত্ব লোপ পালে। চতুৰ্দ্দশ শতাব্দীৰ আগ ভাগত মুছলিম সৈন্যবাহিনী দক্ষিণ অভিমুখে ধাৱমান হ'লত ই অচিৰে বাগৰ খালে।

# দিল্লীৰ দাস ৰজাসকল

২৪ জুন, ১৯৩২

মই তোমাক গজনীৰ চুলতান মামুদৰ বিষয়ে ক'লো আৰু মামুদৰ অনুৰোধক্ৰমে পাৰ্চীত 'শাহনামা' ৰচনা কৰা কৰি ফিৰ্দৌছীৰ বিষয়েও মই কিছু কৈ আহিছোঁ। কিন্তু মামুদৰ সময়ৰ আৰু তেওঁৰ লগতে পঞ্জাৱলৈ অহা আন এজন বিশিষ্ট লোকৰ বিষয়ে মই এতিয়ালৈকে তোমাক একো কোৱা নাই। এৱেঁই হ'ল অল্‌বেৰুণি; এজন বিদ্বান লোক আৰু সুপণ্ডিত। সেইকালৰ দুৰ্দ্দান্ত আৰু ধৰ্ম্মান্ধ যোদ্ধাসকলৰপৰা এওঁ তেনেই বিভিন্ন। এই নতুন দেশখন আৰু ইয়াৰ মানুহবোৰ বুজাৰ চেষ্টাত ব্ৰতী হৈ এওঁ সমগ্ৰ ভাৰত ভ্ৰমি ফুৰে। ভাৰতীয় দৃষ্টিভঙ্গী হৃদয়ঙ্গম কৰাৰ আগ্ৰহ অল্‌বেৰুণিৰ ইমানেই বেচি আছিল যে তেওঁ সংস্কৃত শিকি পেলালে আৰু হিন্দুসকলৰ ঘাই পুথিবোৰ নিজে পঢ়ি চালে। তেওঁ ভাৰতৰ দৰ্শন আৰু ইয়াত শিকোৱা মতে বিজ্ঞান আৰু কলাবোৰ অধ্যয়ন কৰিলে। ভাগৱত গীতাখন তেওঁৰ প্ৰিয় গ্ৰন্থ হৈ পৰিল। দক্ষিণ অভিমুখে তেওঁ চোল ৰাজ্যলৈও গ'ল আৰু তাত তেওঁ দেখা পোৱা বৃহৎ জলসিঞ্চনৰ যোজনাই তেওঁক বিস্মিত কৰিলে। ভাৰতত তেওঁৰ পৰিভ্ৰমণৰ বৃত্তান্ত আমাৰ এতিয়ালৈকে অধিগত হোৱা ডাঙৰ ডাঙৰ ভ্ৰমণ কাহিনীবোৰৰে অন্যতম। ধ্বংসলীলা, হত্যাকাণ্ড আৰু অসহিষ্ণুতাৰ ধামখুমীয়াতো তেওঁ দণ্ডায়মান হ'ল ধৈৰ্য্যশীল বিদ্বজ্জন ৰূপে—নিৰীক্ষণ কৰি আৰু শিকি-বুজি আৰু সত্য ক'ত আছে, উদ্‌ঘাটন কৰিবৰ অৰ্থে সচেষ্ট হৈ।

পৃথ্বীৰাজক পৰাজিত কৰা আফগান চাহাবুদ্দিনৰ পিচত এলানি দিল্লীৰ চুলতান ওলাল। এওঁলোকক "দাস ৰজা" বোলা হয়। এওঁলোকৰে প্ৰথমজন হ'ল কুতুবুদ্দিন। তেওঁ আছিল চাহাবুদ্দিনৰ দাস। পিচে দাসসকলো উচ্চ আসনলৈ উন্নীত হব পাৰিছিল। কুতুবুদ্দিনো দিল্লীৰ প্ৰথম চুলতান হব পাৰিলেগৈ। তেওঁৰ পৰৱৰ্ত্তী ৰজা কেইজনমানো পোনতে দাস আছিল। সেয়েহে এই ফৈদটোক দাস ফৈদ বোলে। তেওঁলোক প্ৰায়েই দুৰ্দ্দান্ত আছিল। দেশ জয়, ঘৰ-বাৰী বা পুথি ভ'ৰালৰ বিনাশ সাধন আৰু সন্ত্ৰাস সৃষ্টি তেওঁলোকৰ হাতত প্ৰায় যুগপৎ চলিছিল। তেওঁলোকে গৃহনিৰ্ম্মাণ ভাল পাইছিল আৰু ঘৰটোৰ আকাৰ ডাঙৰ হোৱাটো বাঞ্ছা কৰিছিল। কুতুবুদ্দিনে কুতুব মিনাৰ সাজিবলৈ লৈছিল। দিল্লীৰ ওচৰৰ এই বিৰাট স্তম্ভটো তুমি ভালদৰে জানা। তেওঁৰ উত্তৰাধিকাৰী ইলটুৎমিছে এই স্তম্ভটোৰ নিৰ্ম্মাণ সমাপ্ত কৰিলেগৈ আৰু ইয়াৰ কাষতে কেইখনমান ধুনীয়া বেই সজায়। এইবোৰ আজিও তিষ্ঠি আছে। স্তম্ভবোৰৰ আহিলা প্ৰায়ভাগ পুৰণি ভাৰতীয় ঘৰবোৰৰপৰা—ঘাইকৈ মন্দিৰবোৰৰপৰা—অনা হৈছিল। এই কলাকুশলকাৰিকৰসকল অৱশ্যে ভাৰতীয় আছিল; কিন্তু মই তোমাক আগতে কৈ আহিছোঁৱেই যে মুছলমানসকলে অনা নতুন ভাৱধাৰাৰ দ্বাৰা তেওঁলোক বৰকৈ প্ৰভাৱান্বিত হৈছিল।

গজনীৰ মামুদৰপৰা আৰম্ভ কৰি প্ৰতিজন ভাৰত-বিজেতাই যাওঁতে দলে দলে

ভাৰতীয় শিল্পী আৰু কাৰিকৰ লৈ গৈছিল। ভাৰতীয় স্থাপত্যৰ প্ৰভাৱ এইদৰেই মধ্য এচিয়াতো প্ৰসাৰিত হয়।

আফগানসকলে আটাইতকৈ সহজে জয় কৰে বিহাৰ আৰু বঙ্গদেশ। তেওঁলোক আছিল দুঃসাহসী; তেওঁলোকে ৰক্ষী বাহিনীক আচম্বিতে পাকত পেলায় লয় আৰু দুঃসাহসেও সময়ত পুৰস্কৃত কৰে। এই বঙ্গ জয়ৰ কাহিনী আমেৰিকাত ক'ৰ্ট আৰু পিজাৰোৰ বিজয়াভিযানৰ সমানেই আশ্চৰ্যকৰ।

ইলটুৎমিছৰ (১২১১ খৃষ্টাব্দৰপৰা ১২৩৬ খৃষ্টাব্দলৈকে) ৰাজত্ব কালতে এচমকা ঘোৰ ক'লা ডাৱৰে ভাৰতৰ সীমান্ত চাটি ধৰে। ই হ'ল চেঙ্গিজখানৰ নায়কত্বাধীন মঙ্গোলসকলক লৈ গঠিত। শত্ৰু এজনৰ পম খেদি তেওঁ সিন্ধু নদীৰ পাৰ পালেহি। পিচে তেওঁ তাতে ক্ষান্ত হ'ল। ভাৰতে তেওঁৰপৰা ৰক্ষা পালে। প্ৰায় দুশ বছৰৰ পিচতহে তেওঁৰ গোত্ৰৰ আন এজন—টাইমুৰ—হত্যাকাণ্ড আৰু ধ্বংস সাধনাৰ্থে ভাৰতলৈ আহিল। পিচে চেঙ্গিজ নাহিল যদিও বহুতো মঙ্গোলে ভাৰত আক্ৰমণ কৰাৰ অভ্যাসত ধৰিলে—আনকি লাহোৰ পৰ্য্যন্ত আহিবলৈও ললে। তেওঁলোকে বিভীষিকাৰ সৃষ্টি কৰিলে; আনকি চুলতানসকলকো সন্ত্ৰস্ত কৰি তুলিলে। চুলতানসকলে তেওঁলোকক ভেটী খুৱাইও হাত কৰিবলৈ চেষ্টা কৰিলে। তেওঁলোকৰ কেবা হাজাৰেও পঞ্জাৱতে বসতি কৰিবলৈ ললে।

চুলতানসকলৰ ভিতৰত এগৰাকী আছিল মহিলা; নাম ৰাজিয়া। তেওঁ সামৰ্থ্যবান ব্যক্তি আৰু সাহিয়াল যুঁজাৰু আছিল যেন দেখা যায়; কিন্তু তেওঁ দুৰ্দান্ত আফগান ডা-ডাঙৰীয়াসকলক আৰু পঞ্জাৱ আক্ৰমণ কৰা ততোধিক দুৰ্দান্ত মঙ্গোলসকলক চম্ভালোতে হায়ৰাণ হব লগা হৈছিল।

১২৯০ খৃষ্টাব্দত দাস ৰজাসকলৰ অৱসান ঘটে। তাৰ পিচত অচিৰে আহিল আলাউদ্দীন খিলজী। তেওঁ খুড়াকক (এওঁ একাধাৰে তেওঁৰ শহুৰেকো আছিল) হত্যা কৰাৰ নিচিনা মৃদু পন্থাৰ যোগেদি ৰাজপাট হস্তগত কৰে। ইয়াৰ পিচতে আনুগত্য নথকা বুলি সন্দেহ কৰা সকলোবোৰ মুছলমান ডাঙৰীয়া তেওঁ নিধন কৰায়। মঙ্গোলসকলে ষড়যন্ত্ৰ এটা কৰা বুলি ভয় খাই তেওঁ এই মৰ্ম্মে আজ্ঞা দিয়ে যে তেওঁৰ ৰাজ্যত বসবাস কৰা প্ৰতিজন মঙ্গোলকে প্ৰাণে মাৰিব লাগিব যাতে "এই বসুধাৰ বুকুত সেই গোষ্ঠীৰ এটিও প্ৰাণী জীৱন্ত হৈ নেথাকে।" সেই মতে ২০ হেজাৰ কি ৩০ হেজাৰ মঙ্গোলক—এওঁলোকৰ সৰহভাগ আছিল নিৰ্দ্দোষী—হত্যা কৰা হ'ল।

এই হত্যাকাণ্ডবোৰ বাৰংবাৰ উল্লেখ কৰাটো বৰ সুখপ্ৰদ হোৱা নাই বুলি মোৰ শঙ্কা হৈছে। বুৰঞ্জীৰ বৃহত্তৰ দৃষ্টিভঙ্গীৰ ফালৰপৰা সেইবোৰ বিশেষ গুৰুত্বপূৰ্ণও নহয়। তথাপি এই কালত উত্তৰ ভাৰতত পৰিস্থিতি নিৰাপত্তাপূৰ্ণ বা সভ্যতাসম্পন্ন হোৱাৰ পৰা যে বহু দূৰৈত আছিল, সেইটো উপলব্ধি কৰাত এইবোৰে সহায় কৰে। কিছু পৰিমাণে বৰ্ব্বৰতালৈও ঘূৰি যোৱা হ'ল। যি স্থলত ইছলামে ভাৰতলৈ অগ্ৰগতিৰ উপাদান এটা আনিলে, তেনেস্থলত মুছলমান আফগানসকলে আনিলে বৰ্ব্বৰতাৰ আন এক উপাদান। বহুতে দুয়োটা সানি-পুটীক পেলায়। পিচে এই দুয়োটা পৃথক কৰি লোৱা উচিত।

অন্যান্য সকলৰ নিচিনাকৈয়ে আলাউদ্দীনো অসহিষ্ণু আছিল। কিন্তু এতিয়া ভাৰত শাসন কৰা এই মধ্য এচিয়াটিক শাসকবৰ্গৰ দৃষ্টিভঙ্গী সলনি হোৱা যেন দেখা গ'ল। ভাৰতকে তেওঁলোকে নিজৰ গৃহভূমি বুলি চিন্তা কৰিবলৈ আৰম্ভ কৰিলে। তেওঁলোক এই দেশত আৰু আচহুৱা হৈ নেথাকিল। আলাউদ্দীনে হিন্দু নাৰী এগৰাকী বিয়া কৰিলে আৰু তেওঁৰ পুতেকেও তদ্ৰূপ কৰিলে।

ন্যূনাধিক কাৰ্য্যদক্ষ শাসন প্ৰণালী এটা উদ্ভাৱন কৰিবৰ অৰ্থে আলাউদ্দীনৰ আমোলত প্ৰচেষ্টা এটা চলা যেন দেখা যায়। সৈন্যবাহিনী চলাচল কৰিব পৰাকৈ সংযোগ-সূত্ৰবোৰ বিশেষভাৱে সংৰক্ষণ কৰা হৈছিল। আৰু আলাউদ্দীনেও সৈন্য-বাহিনীৰ ওপৰতে ঘাইকৈ নজৰ ৰাখিছিল। তেওঁ সৈন্যবাহিনীটো বৰ শক্তিশালী কৰি তুলিছিল আৰু ইয়াৰ সহায়তে তেওঁ গুজৰাট আৰু দক্ষিণৰ সুবৃহৎ অংশ এটা দখল কৰিছিল। তেওঁৰ সেনাপতিজনে দক্ষিণ ভাৰতৰপৰা বিস্তৰ ধন-বস্ত্ৰ লৈ ঘূৰি আহিছিল। কথিত আছে যে তেওঁ ৫০ হেজাৰ মোণ সোণ, অপাৰ মণি-মুকুতা, ২০ হেজাৰ ঘোঁৰা আৰু ৩১২টা হাতী লৈ আহে।

ৰোমান্স আৰু শৌৰ্য্যৰ গৃহভূমি চিতোৰৰ যদিওবা সাহ-পিত আছিল, তথাপি যুদ্ধৰ পুৰণি কলীয়া আৰু অপ্ৰচলিত হৈ পৰা যুদ্ধ-প্ৰণালীত খামুচি থকা বাবে আলাউদ্দীনৰ সুদক্ষ সৈন্যবাহিনীয়ে ইয়াক পৰ্য্যুদস্ত কৰে। ১৩০৩ খৃষ্টাব্দত চিতোৰত লুণ্ঠন চলে। পিচে লুণ্ঠন আৰম্ভ হবলৈ নৌ পাওঁতেই পুৰণি দস্তুৰ অনুসৰি দুৰ্গৰ মুনিহ-তিৰোতা সকলোৱে 'জহৰ' বোলা ভয়ঙ্কৰ ব্ৰতটো পালন কৰে। এই প্ৰথা অনুসৰি যেতিয়া পৰাজয় আসন্ন আৰু অন্য পন্থা একো নেথাকে, তেতিয়া শেষান্তৰত মুনিহসকল ওলাই সেই যুদ্ধক্ষেত্ৰত মৃত্যু বৰণ কৰা আৰু নাৰী-সকলে চিতাত উঠি আত্মদাহ যোৱাই শ্ৰেয়ঃ। ই বৰ ভয়ঙ্কৰ ব্ৰত—বিশেষকৈ মহিলা সকলৰ বাবে। বৰণু হাতত তৰোৱাল লৈ ওলাই গৈ নাৰীসকলেও যুদ্ধক্ষেত্ৰত প্ৰাণ এৰাই ইয়াতকৈ ভাল আছিল। কিন্তু যি কি নহওক লাগিলে, সেইকালত যুদ্ধজয়ে সুচোৱা দাসত্ব আৰু হীনত্বতকৈ মৃত্যুকে অধিকতৰ পছন্দ কৰা হৈছিল।

ইতিমধ্যে দেশৰ মানুহবোৰক (হিন্দুসকলক) লাহে লাহে ইছলামলৈ ধৰ্ম্মান্তৰিত কৰা হ'ল। এই কাৰ্য্য ক্ষিপ্ৰ গতিত হোৱা নাছিল। কোনো কোনোৱে নিজৰ ধৰ্ম্ম সলালে ইছলামৰ প্ৰতি আকৃষ্ট হৈ; কোনো কোনো ভয়তে ধৰ্ম্মান্তৰিত হ'ল; জিকা পক্ষত থকাৰ স্বাভাৱিক প্ৰবৃত্তিৰ বাবেও কিছুমানে ধৰ্ম্ম সলালে। পিচে ধৰ্ম্ম সলনি কৰাৰ ঘাই কাৰণটো হ'ল আৰ্থিক। অ-মুছলমান মানুহবোৰে বিশেষ কৰ এটা শোধাব লগা হৈছিল। এইটো হ'ল জনমূৰি কৰ; ইয়াকে জিজিয়া বোলা হয়। এই কৰ গৰীব লোকসকলৰ পক্ষে ডাঙৰ বোজা হৈ পৰিল। ইয়াৰপৰা নিস্তাৰ পাবৰ বাবেই বহুতে ধৰ্ম্মকে সলালে। উচ্চশ্ৰেণী কেইটাৰ ভিতৰত ৰাজানু-গ্ৰহ আৰু পদবী লভিবৰ বাসনাও (ধৰ্ম্মান্তৰিত হোৱাৰ) তীব্ৰ আকৰ্ষণ আছিল। আলাউদ্দীনৰ ঘাই সেনাপতি আৰু দক্ষিণ ভাৰত বিজেতা মালিক কাফুৰ আছিল হিন্দুৰপৰা ধৰ্ম্মান্তৰিত হোৱা লোক।

দিল্লীৰ আন এজন চুলতানৰ বিষয়ে মই তোমাক নকৈ নোৱাৰোঁ। তেওঁ হ'ল এক অসাধাৰণ ব্যক্তি মহম্মদ বিন্ টোগলক। তেওঁ পাৰ্চী আৰু আৰবী উভয়

ভাষাতে বিদগ্ধ পণ্ডিত আৰু গুণবান লোক। দৰ্শন আৰু ন্যায়শাস্ত্ৰ—আনকি গ্ৰীক দৰ্শনো তেওঁ অধ্যয়ন কৰিছিল। গণিত, বিজ্ঞান আৰু বৈদ্যশাস্ত্ৰো কিছু কিছু তেওঁৰ জনা আছিল। তেওঁ আছিল এজন সাহিয়াল লোক আৰু তেওঁৰ যুগটোৰ বাবে আছিল পাণ্ডিত্যৰ এক জ্বলন্ত প্ৰতিমূৰ্ত্তি আৰু এক আশ্চৰ্য্য। তথাচ এই প্ৰকৃষ্ট প্ৰতিমূৰ্ত্তিজন আছিল নিষ্ঠুৰতাৰ এক দৈত্য; আনকি তেওঁ একেবাৰে পগলা হোৱা যেনো দেখা যায়। তেওঁ পিতাকক বধ কৰি সিংহাসন আৰোহণ কৰে। তেওঁ পাৰস্য আৰু চীন জয়ৰ উদ্ভট কল্পনা কৰে। স্বাভাৱিকতে সেইবোৰ কল্পনা মষিমূৰ হ'ল। পিচে তেওঁৰ আটাইতকৈ বিখ্যাত কামটো হ'ল তেওঁৰেই ৰাজধানী দিল্লীখন ধূলিসাৎ কৰিবলৈ তেওঁ লোৱা সিদ্ধান্ত; যেহেতু চহৰৰ অধিবাসীসকলৰ কোনো কোনোৱে বেনামী চিঠিৰ যোগেদি তেওঁৰ নীতি সমালোচনা কৰিবলৈ সাহ কৰিছিল। ৰাজধানী দিল্লীৰপৰা দাক্ষিণাত্যৰ দেৱগিৰিলৈ (এতিয়া হায়দৰাবাদ ৰাজ্যত) স্থানান্তৰিত কৰিব লাগে বুলি তেওঁ হুকুম দিলে। এই ঠাই-খনক তেওঁ দৌলতাবাদ নাম দিলে। ঘৰগিৰীসকলক অলপ-অচৰপ ক্ষতিপূৰণো দিয়া হ'ল আৰু তাৰ পিচত কাকো অব্যাহতি নিদিয়াকৈ সকলোটিকে নগৰ পৰিত্যাগ কৰি যাবলৈ আদেশ দিয়া হ'ল।

মানুহ বেচি ভাগেই গুচি গ'ল। কিছুমান লুকাই থাকিল। সেইবোৰ মানুহক যেতিয়াই পোৱা গ'ল, তেতিয়াই নিষ্ঠুৰভাৱে দণ্ড বিহা হ'ল—আনকি কণা বা পক্ষাঘাতগ্ৰস্ত ৰোগীকো সুখেৰে এৰা নহ'ল। দিল্লীৰপৰা দৌলতাবাদলৈ ৪০ দিনৰ যাত্ৰাপথ। এই যাত্ৰাত মানুহৰ অৱস্থা কেনে ভয়াবহ হৈছিল আৰু বাটতে কিমান ধৰাশায়ী হ'ল, সেইটো সহজে অনুমান কৰিব পাৰি।

আৰু দিল্লী চহৰখন? ইয়াৰেই বা হ'ল কি? দুবছৰৰ পিচত মহম্মদ বিন্ টুগলকে ইয়াত আকৌ মানুহ বহুৱাবলৈ চেষ্টা কৰিছিল। কিন্তু তেওঁ কৃতকাৰ্য্য নহ'ল। প্ৰত্যক্ষদৰ্শী এজনে ক'বৰ দৰে, তেওঁ পূৰ্ব্বতে ইয়াক এক "বৰ্ব্বৰ মৰুভূমি" কৰি থৈ গৈছিল। ফুলনি এখন হাবিতলী কৰি পেলোৱাটো সহজ; কিন্তু হাবিতলী এখন ফুলনি কৰাটো সহজ নহয়। আফ্ৰিকাৰপৰা মূৰ পৰিব্ৰাজক ইবন্ বটুতা তেতিয়া চুলতানৰ লগতে আছিল। তেওঁ কৈছে, "ই বিশ্বৰ বৃহত্তম নগৰবোৰৰে অন্যতম। যেতিয়া আমি এই ৰাজধানীত প্ৰৱেশ কৰিলোঁ, তেতিয়া ইয়াক এই বৰ্ণিত অৱস্থাত পালোঁ: ই শূন্য, পৰিত্যক্ত, জনসংখ্যা নিচেই নগণ্য।" এই চহৰখন আঠ বা দহ মাইল জোৰা বুলি বৰ্ণনা কৰি যোৱা আন এজন লোকে লিখিছে, "সকলোবোৰ বিনষ্ট হ'ল। এই ধ্বংসকাৰ্য্য ইমানেই পূৰাকৈ সমাধা কৰা হ'ল যে নগৰৰ ঘৰ বা প্ৰাসাদবোৰত কিম্বা উপকণ্ঠত কুকুৰ বা মেকুৰী এটাও বাদ নপৰিল।"

এই পগলা লোকজনে চুলতানৰূপে ১৩৫১ চনলৈকে পঁচিশ বছৰ কাল ৰাজত্ব চলালে। শাসকবৰ্গৰ ধূৰ্ত্তালি, নিষ্ঠুৰতা আৰু অযোগ্যতা প্ৰজাবৰ্গইনো কিমান সহি থাকিব পাৰে, ভাবি অবাক মানিব লগা হয়। পিচে প্ৰজাবৰ্গৰ প্ৰভুভক্তি অচল থকা সত্ত্বেও সাম্ৰাজ্যখন ভাঙি পেলোৱাত মহম্মদ বিন্ টোগলক কৃতকাৰ্য্য হ'ল! তেওঁৰ উন্মত্ত পৰিকল্পনা আৰু গধুৰ কৰ-কাটলৰ হেঁচাত দেশ ধ্বংস হ'ল। আকাল

হ'ল আৰু অৱশেষত বিদ্রোহ হ'লগৈ আনকি তেওঁৰ জীৱিতাৱস্থাতে ১৩৪০ চনৰ পৰা আৰম্ভ কৰি সাম্রাজ্যৰ একো একোখণ্ড বিৰাট অঞ্চল স্বতন্ত্র হৈ উঠিল। বঙ্গদেশ স্বাধীন হ'ল। দক্ষিণত কেবাখনো ৰাষ্ট্রৰ উত্থান হ'ল। এইবোৰৰ ভিতৰত অগ্রণী হ'ল বিজয়নগৰ বোলা হিন্দু ৰাজ্যখন। ইয়াৰ উত্থান হয় ১৩৩৬ খৃষ্টাব্দত আৰু দহ বছৰৰ ভিতৰতে ই দক্ষিণ ভাৰতত এটা ডাঙৰ শক্তি হৈ পৰিল।

মহম্মদৰ পিতাকে নিৰ্ম্মাণ কৰি থৈ যোৱা টোগলকবাদৰ ধ্বংসাৱশেষ দিল্লীৰ ওচৰত তুমি এতিয়াও দেখিবলৈ পাবা।

## ৬৭

## চেংগিজ খানে এচিয়া আৰু ইউৰোপক কম্পমান কৰি তুলিলে

২৫ জুন, ১৯৩২

অলপতে দিয়া চিঠিবোৰৰ কেবাখনতো মই মঙ্গোলসকলৰ উল্লেখ কৰিছিলোঁ আৰু তেওঁলোকে সূচনা কৰা সন্ত্রাস আৰু ধ্বংসলীলাৰ আভাস দিছিলো। চীনৰ বেলিকা ছুং ফৈদৰ আমি দিয়া বৃত্তান্ত মঙ্গোলসকল অহাৰ লগে লগে সামৰি থোৱা হ'ল। আকৌ পশ্চিম এচিয়াতো আমি তেওঁলোকৰ মুখামুখি হ'লো আৰু তাতো পুৰণি নিয়মতন্ত্রৰ পৰালি পৰিল। ভাৰতত দাস ৰজাবৰ্গই তেওঁলোকৰপৰা ৰক্ষা পালে যদিও তেওঁলোকে যথেষ্ট পয়মাল ঘটালে। মঙ্গোলিয়াৰপৰা অহা এই অঘৰীবোৰে সমগ্র এচিয়াকে তললৈ খহালে যেন দেখা যায়। কেৱল এচিয়াই নহয়, ইউৰোপৰো আধাত খুলক উঠিল। আচম্বিতে ওলাই জগতখনকে স্তম্ভিত কৰি পেলোৱা এই আশ্চৰ্য্যকৰ মানুহবোৰনো কোন? শক, হুন, তুৰ্ক আৰু তাৰ্তাৰ-সকলে (এই সকলোবোৰ মধ্য-এচিয়াৰে) ইতিপুৰ্ব্বে বুৰঞ্জীত উল্লেখযোগ্য অংশ গ্রহণ কৰি আহিছে। এইবোৰ জাতিৰ কোনো কোনোটো তেতিয়াও জাকত জিলিকা হৈ আছিল—পশ্চিম এচিয়াত ছেল্‌জুক তুৰ্কসকল, উত্তৰ চীন আৰু অন্যান্য ঠাইত তাৰ্তাৰসকল। কিন্তু মঙ্গোলসকলে তেতিয়ালৈকে সিমান কৰিব পৰা নাছিল। সম্ভৱতঃ পশ্চিম এচিয়াত কোনেও তেওঁলোকৰ বিষয়ে সিমান জনাও নাছিল। তেওঁ-লোক মঙ্গোলিয়াৰ বহুতো সৰুসুৰা জনজাতিৰ গোষ্ঠী-সম্ভূত আৰু চীনৰ উত্তৰ খণ্ড দখল কৰি লোৱা কিন্ তাৰ্তাৰসকলৰ কৰ্ত্তৃত্বাধীন আছিল।

হঠাৎ তেওঁলোকে শক্তি সঞ্চয় কৰিলে যেন দেখা যায়। তেওঁলোকৰ বিক্ষিপ্ত হৈ থকা জনজাতিবোৰে গোট বান্ধি এজন মাত্র নায়ক নিৰ্ব্বাচিত কৰিলে—মুখ্য খান আৰু তেওঁৰ ওচৰত আনুগত্য আৰু বশ্যতাৰ শপত ললে। এই খানজনৰ নেতৃত্বত তেওঁলোকে পিকিঙলৈ বুলি জয়যাত্রা কৰিলে আৰু কিন্ সাম্রাজ্যৰ অৱসান ঘটালে। তেওঁলোক পশ্চিমলৈও ধাবমান হ'ল আৰু বাটত পোৱা ডাঙৰ ডাঙৰ ৰাজ্যবোৰ ওফোৰাই পেলালে। তেওঁলোক ৰুছিয়ালৈ গ'ল আৰু সেইখন দেশকো পদানত

কৰিলে। পিচত তেওঁলোকে বাগদাদ আৰু ইয়াৰ সাম্রাজ্য সম্পূৰ্ণ নিশ্চিহ্ন কৰিলে; পোলেণ্ড আৰু মধ্য ইউৰোপ পালেগৈ। তেওঁলোকক বোধ কৰোঁতা কোনো নোলাল। ভাৰতে দৈৱচক্রতহে ৰক্ষা পালে। আগ্নেয়গিৰিৰ এই উদগীৰণত ইউৰোপীয় জগত কিমান স্তম্ভিত হৈছিল, সেইটো সহজে অনুমান কৰিব পাৰি। ইয়াক ভূমিকম্পৰ নিচিনা এটা ভয়ংকৰ প্রাকৃতিক দুৰ্যোগ যেন দেখা গৈছিল, যিটোৰ বিৰুদ্ধে মানুহে কৰিব পৰাৰ ভিতৰত একোৱেই নাই।

কষ্ট সহ্য কৰাত অভ্যস্ত হৈ উঠা আৰু উত্তৰ এচিয়াৰ বিস্তীৰ্ণ এচলীয়া ভূমিত তম্বু তৰি বসতি কৰা মঙ্গোলিয়াৰ এই অঘৰীবোৰ আছিল বলিষ্ঠ পুৰুষ-মহিলা। কিন্তু তেওঁলোকে বৰ চকুত লগা এজন লোকক নায়কৰূপে উলিয়াব নোৱাৰা হ'লে তেওঁলোকৰ বল-শক্তি বা কঠোৰ শিক্ষা একো কামত নাহিলহেঁতেন। এইজন পুৰুষেই চেঙ্গিজ খান নামে জনাজাত। 'গেঙ্গিজ' খান, 'জেঙ্ঘিচ' খান বা 'জেঙ্গিচ' খানো বোলে—নামটো বানান কৰাৰ নানান পন্থা আছে। ১১৫৫ খৃষ্টাব্দত তেওঁ জন্ম গ্রহণ কৰে আৰু তেওঁৰ আচল নাম আছিল টিমুচিন। তেওঁৰ ল'ৰাকালতে পিতাক য়েছুজেই বাগাতুৰে শেষ নিশ্বাস এৰে। প্রসংগক্রমে উল্লেখ কৰিব পাৰি যে 'বাগাতুৰ' মঙ্গোল ডাঙৰীয়াসকলৰ এটা প্রিয় নাম। ইয়াৰ অৰ্থ হ'ল "বীৰ"। মোৰ বোধেৰে উৰ্দ্দু 'বাহাদুৰ' শব্দটো ইয়াৰ পৰাই ওলোৱা।

চেঙ্গিজ যদিওবা সহায় কৰিবলৈ কে'ও কিছু নথকা দহ বছৰীয়া সৰু ল'ৰা আছিল, তথাপি তেওঁ জীৱন-সংগ্রাম চলায়েই থাকিল আৰু অৱশেষত উত্তীৰ্ণও হ'লগৈ। পদে পদে তেওঁ উন্নতি সাধি গ'ল। অৱশেষত "কুৰুলটাই" বোলা মঙ্গোলসকলৰ মহাসভাখনে তেওঁক মুখ্য খান, "কাগান" বা সম্রাট নিৰ্ব্বাচিত কৰিলেগৈ। তাৰ কেই বছৰমানৰ আগতে তেওঁক 'চেঙ্গিজ' নাম দিয়া হ'ল।

ত্রয়োদশ শতাব্দীত ৰচিত আৰু চতুৰ্দ্দশ শতাব্দীত চীনত প্রকাশিত "মঙ্গোল লোকসকলৰ গুপ্ত ইতিহাস" বোলা কিতাপখনে উক্ত নিৰ্ব্বাচন এনেদৰে বৰ্ণাইছে ঃ

"পশমী কাপোৰৰ তম্বুত বসতি কৰা সকলোবোৰ লোক যেতিয়া কেৱল এটা মাত্র কৰ্ত্তৃত্বৰ অধীন হ'ল—তৰক্ষুৰ বৰ্ষত, তেতিয়া তেওঁলোকে অননৰ উৎসৰ কাষত সমবেত হ'ল আৰু নটা খুটাৰ ওপৰত শ্বেত পতাকাখন উত্তোলন কৰি তেওঁলোকে চেঙ্গিজক 'কাগান' খিতাপ প্রদান কৰিলে।"

চেঙ্গিজ যেতিয়া মুখ্য খান বা 'কাগান' হ'ল, তেতিয়া তেওঁৰ বয়স ৫১ বছৰ। তেওঁ বৰ ডেকা নাছিল আৰু এইটো বয়সত বহুতো মানুহে শান্তি আৰু নীৰৱতা কামনা কৰে। পিচে চেঙ্গিজৰ বিজয়াভিযানৰ এইটো হ'ল প্রস্তাৱনাহে। এইটো মন কৰিব লগা বিষয়; কিয়নো ডাঙৰ ডাঙৰ বিজেতাসকলৰ বেচিভাগে তেনেই কম বয়সতে জয়লাভ কৰি অটায়। লগতে ই আমাক এইটোও সোঁৱৰাই দিয়ে যে চেঙ্গিজে কেৱল যুৱকসুলভ উন্মাদনাৰ কোবতে এচিয়াখন গৰকি পেলোৱা নাছিল। তেওঁ বেচ সতৰ্ক আৰু যত্নশীল আদহীয়া বয়সৰ লোক আৰু তেওঁ সমাধা কৰা প্রতিটো ডাঙৰ ডাঙৰ কাম ভাবি-চিন্তি আৰু বুজি-বাজিহে কৰা হৈছিল।

মঙ্গোলসকল আছিল অঘৰী; নগৰ আৰু নগৰীয়া ধৰণ-কৰণ তেওঁলোকে ঘৃণা

কৰিছিল। বহু লোকে ভাবে যে তেওঁলোক অঘৰী হ'ল যেতিয়া বৰ্ব্বৰো হ'ল। পিচে এই ধাৰণা ভুল। তেওঁলোকে অৱশ্যে বহুতো নগৰীয়া কলা জানি-বুজি পোৱা নাছিল। পিচে তেওঁলোকে জীৱন যাপন কৰাৰ নিজস্ব প্ৰণালী এটা উদ্ভাৱন কৰি লৈছিল আৰু জটিল সংগঠন এটাও গঢ়ি তুলিছিল। তেওঁলোকে যদি যুদ্ধক্ষেত্ৰত বিৰাট সাফল্য অৰ্জ্জন কৰিছিল, তেন্তে সেইটো তেওঁলোক সংখ্যাত সৰহীয়া হোৱাৰ বাবে হোৱা নাছিল; হৈছিল তেওঁলোকৰ নিয়মানুবৰ্ত্তিতা আৰু সুসংগঠনৰ বাবেহে। সৰ্ব্বোপৰি ইয়াৰ গুৰিতে হ'ল চেঙ্গিজৰ সুদক্ষ নেতৃত্ব। চেঙ্গিজ যে বুৰঞ্জীৰ পাতত আটাইতকৈ ডাঙৰ সমৰ-কুশলী লোক আৰু নায়ক, সেইটো নিঃসন্দেহে কব পাৰি। আলেকজেণ্ডাৰ বা ছীজাৰকো তেওঁৰ সম্মুখত তেনেই নগণ্য যেন দেখি। চেঙ্গিজ কেৱল যে নিজেই এজন বৰ সুনিপুণ সৈন্যাধ্যক্ষ আছিল, এনে নহয়; তেওঁ নিজৰ বহুতো সেনাপতিক প্ৰশিক্ষণ দি লৈছিল আৰু তেওঁলোকক পাকৈত নেতা বনাই গঢ় দিছিল। নিজ গৃহভূমিৰপৰা শত-সহস্ৰ মাইল দূৰৈত থাকি, শত্ৰুবৰ্গ আৰু বৈৰী জনসাধাৰণৰ দ্বাৰা পৰিবেষ্টিত হৈ তেওঁলোকে গৰিষ্ঠসংখ্যক লোকৰ বিৰুদ্ধে জয়যুদ্ধ চলাই গৈছিল।

চেঙ্গিজে দলি যাবলৈ উদ্যত হোৱাৰ সময়ত এচিয়া আৰু ইউৰোপৰ মান-চিত্ৰনো আছিল কেনেকুৱা? মঙ্গোলিয়াৰ পূব আৰু দক্ষিণে চীন হ'ল খণ্ড-বিখণ্ড। দক্ষিণলৈ থাকিল ছুং সাম্ৰাজ্য; ইয়াত দক্ষিণ ছুংসকলে ৰাজত্ব কৰিছিল। ছুংসকলক বাহিৰ কৰি দিয়া "কিন" বা সোণালী তাৰ্তাৰসকলৰ সাম্ৰাজ্যখন হ'ল উত্তৰলৈ—পিকিঙক ৰাজধানী ৰূপে লৈ। পশ্চিমে গোবি মৰুভূমিয়েদি সিফাললৈকে আছিল ছিয়া বা টাঙ্গুট সাম্ৰাজ্য; ইও হ'ল অঘৰী। ভাৰতত দাস ৰজাবৰ্গই ৰাজত্ব চলোৱা আমি লক্ষ্য কৰিয়েই আহিছোঁ। পাৰস্য আৰু মেছোপটামিয়াত ভাৰতৰ সীমান্ত পৰ্য্যন্ত থাকিল খাৰাজম্ বা খিৱাৰ বৃহৎ মুছলিম ৰাস্ট্ৰখন। ইয়াৰ পশ্চিমে ৰল ছেল্‌জুকসকল। মিছৰ আৰু পেলেষ্টাইনত থাকিল ছালাদ্দিনৰ উত্তৰাধিকাৰী-সকল। বাগ্‌দাদৰ আশে-পাশে ছেল্‌জুকসকলৰ ৰক্ষণাবেক্ষণত থাকি খলিফাই শাসন চলাইছিল।

শেহতীয়া ক্ৰুছেদবোৰৰো এইটোৱেই আছিল সময়। হহেনষ্টাফেন ফৈদৰ দ্বিতীয় ফ্ৰেডৰিক—"বিশ্বৰ আশ্চৰ্য্য"—আছিল পবিত্ৰ ৰোমান সাম্ৰাজ্যৰ সম্ৰাট। ইংলেণ্ডত এইটো হ'ল মেগ্না কাৰ্টা আৰু পৰৱৰ্ত্তী সময়। ফ্ৰান্সত নৱম লুয়ে ৰাজত্ব কৰিছিল। এৱেঁই ধৰ্ম্মযুদ্ধকল্পে বাহিৰ হৈ তুৰ্কসকলৰ হাতত বন্দী হ'ল আৰু পাচত পেচ্‌কচ শোধাই এওঁক মুকলি কৰি অনা হ'ল। পূব ইউৰোপত থাকিল ৰুছিয়া। ই দেখাতে দুখন ৰাষ্ট্ৰত বিভক্ত আছিল—এখন উত্তৰে নৱগৰডত আৰু আনখন দক্ষিণে কিয়েৱত। ৰুছিয়া আৰু পবিত্ৰ ৰোমান সাম্ৰাজ্যৰ মাজতে হ'ল পোলেণ্ড আৰু হাঙ্গেৰী। কন্‌ষ্টাণ্টিনোপলৰ আশে-পাশে বিজানছাইন সাম্ৰাজ্য তেতিয়াও তিষ্ঠি আছিল।

চেঙ্গিজে তেওঁৰ বিজয়াভিযানৰ অৰ্থে সযত্নে আয়োজন কৰিলে। তেওঁ সৈন্য বাহিনীক প্ৰশিক্ষণ দিলে আৰু সৰ্ব্বোপৰি তেওঁ শিকাই-বুজাই ললে ঘোঁৰাবোৰক; কিয়নো অঘৰী জাতি এটাৰ পক্ষে ঘোঁৰাতকৈ লাগতিয়াল আৰু একোৱেই হব


চেংগিচ—"বিধাতাৰ অভিশাপ"
মঙ্গোলিয়া
কাৰাকোৰাম
কোৰিয়া
পিকিঙ
কিন সাম্রাজ্য
তানগুৎ
সুঙ সাম্রাজ্য
তিব্বত
দিল্লী
ৰাজ্য সমূহ
বোখাৰা
সমৰকন্দ
খোৰাশান
বোগদাদ
বাইজানটাইন সাম্রাজ্য
চালাদিনৰ সাম্রাজ্য
শ্ৰী বি জ য়া

নোৱাৰে। তাৰ পিচত তেওঁ পুবলৈ যাত্ৰা কৰিলে আৰু উত্তৰ চীনৰ কিন্ সাম্ৰাজ্য আৰু মাঞ্চুৰিয়া প্ৰায় শেষ কৰিলে। পিকিং তেওঁৰ হস্তগত হ'ল। তেওঁ কোৰিয়াক কৰতলগত কৰিলে। দক্ষিণ ছুংসকলৰ লগত তেওঁৰ ভাল ভাব থকা যেনেই দেখা যায়। তেওঁলোকে আনকি কিন্‌সকলৰ বিৰুদ্ধে চেঙ্গিজক সহায়ো কৰিছিল। তেওঁলোকে অৱশ্যে বুজা নাছিল যে পিচৰবাৰ তেওঁলোকৰেই পাল কৰিব। চেঙ্গিজে পিচলৈ টাঙ্গুটসকলকো পদানত কৰিলে।

এইবিলাক জয়লাভ কৰি চেঙ্গিজ ক্ষান্ত হৈ থাকিব পাৰিলেহেঁতেন। প্ৰতীচ্য আক্ৰমণ কৰাৰ তেওঁৰ কোনো অভিলাষ নাছিল যেন দেখা যায়। খাৰাজমৰ শাহ বা ৰজাৰ সৈতে তেওঁ সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্কক বাঞ্ছা কৰিছিল। পিচে সেই-টোৱেই হৈ নুঠিলগৈ। পুৰণি লেটিন প্ৰবাদ এটা আছে যে দেৱতাসকলে যাক নাশ কৰিব খোজে, তাক পোনতে উন্মত্ত কৰি তোলে। খাৰাজমৰ শাহজন নিজৰ পতন ঘটাবলৈকে হবলা কৃতসঙ্কল্প হ'ল আৰু এইটোকে কৰি উঠিবলৈ তেওঁ সাধ্যানুসাৰে সকলো কৰিলে। তেওঁৰ ৰাজ্যপাল এজনে মঙ্গোল সদাগৰ কেইজনমানক হত্যা কৰিলে। সিমানতো চেঙ্গিজে শান্তিকে বিচাৰিছিল আৰু ৰাজ্যপালজনক শাস্তি দিব লাগে বুলি কবলৈ কটকী পঠাইছিল। কিন্তু মদগৰ্ব্বী হৈ আৰু ভেমত উপচি পৰি মূৰ্খ শাহজনে এই কটকী কেইজনক অপমান কৰিলে আৰু প্ৰাণে মৰালে। এইটো চেঙ্গিজৰ পক্ষে সহ্যাতীত হৈ পৰিল; কিন্তু তেওঁ খৰধৰ নকৰিলে। তেওঁ সযত্নে ৰণোদ্যোগ আৰম্ভ কৰিলে আৰু পাচত সদলবলে দক্ষিণফালে আগুৱান হ'ল।

১২১৯ খৃষ্টাব্দত আৰম্ভ কৰা এই যাত্ৰাতহে এই নতুন বিভীষিকাৰ প্ৰতি—তাণ্ডৱ মূৰ্ত্তি নগৰ আৰু মানুহ মষিমূৰ কৰি খুন্দি-পিহি নিয়া এই বিৰাট যন্ত্ৰটোৰ প্ৰতি—এচিয়াৰ আৰু লগতে আংশিকভাৱে ইউৰোপৰো চকু মেল খালে। খাৰাজম সাম্ৰাজ্যৰ অস্তিত্ব বিলীন হ'ল। অট্টালিকাৰে পৰিপূৰ্ণ আৰু দহ লাখৰো ওপৰ বাসিন্দাৰে ভৰা বিৰাট বোখাৰা চহৰখন ছাইত পৰিণত হ'ল। ৰাজধানী চমৰকণ্ড বিধ্বস্ত হ'ল আৰু তাত বসতি কৰা দহ লাখ মানুহৰ ভিতৰত কেৱল পঞ্চাশ হেজাৰহে বাচি থাকিল। হিৰাট, বলখ আৰু বহুতো সমৃদ্ধি-শালী চহৰ বিনষ্ট হ'ল। লাখ লাখ মানুহ মৰিল। শ শ বছৰ ধৰি মধ্য এচিয়াত চলি অহা সমস্ত কলা-শিল্প লুপ্ত হ'ল; পাৰস্য আৰু মধ্য এচিয়াত সুসভ্য জীৱনৰ পৰালি পৰিল। চেঙ্গিজ য'লৈকে গল, তাতে মৰুভূমি হ'ল।

খাৰাজমৰ শাহৰ পুতেক জালালুদ্দিনে এই ধূমুহাৰ বিপক্ষে বিক্ৰমেৰে যুদ্ধ চলালে। তেওঁ সিন্ধু নদীলৈকে পিচুৱাই গ'ল আৰু তাতো পেপুৱা লাগি তেওঁ ঘোঁৰাৰ পিঠিত উঠিয়েই ৩০ ফুট তললৈ জাপ দি ভৰ নদীখন সাঁতুৰি ইপাৰলৈ আহিল বুলি প্ৰবাদ আছে। তেওঁ দিল্লীৰ দৰবাৰত আশ্ৰয় ললেহি। তেওঁক তালৈকে খেদি যোৱাটো চেঙ্গিজে সমীচীন বোধ নকৰিলে।

সৌভাগ্যক্ৰমে ছেল্‌জুক তুৰ্ক আৰু বাগদাদক চেঙ্গিজে শান্তিতে থাকিবলৈ দি উত্তৰ-অভিমুখে ঘুৰিয়ালৈ যাত্ৰা কৰিলে। তেওঁ কিয়েৱৰ গ্ৰেণ্ড ডিউকক পৰাস্ত কৰি বন্দী কৰিলে। তাৰ পিচত তেওঁ ছিয়া বা টাঙ্গুটসকলৰ বিদ্ৰোহ এটা দমাবৰ অৰ্থে পুবলৈ ঘূৰি আহিল।

১২২৭ খৃষ্টাব্দত ৭২ বছৰ বয়সত চেঙ্গিজ ঢুকায়। পশ্চিমে কৃষ্ণ সাগৰৰপৰা পূবে প্ৰশান্ত মহাসাগৰলৈকে তেওঁৰ সাম্ৰাজ্য বিস্তৃত হৈছিল। ই সিমানতো শক্তিশালী আৰু ক্ৰমবৰ্দ্ধমান হৈয়ে আছিল। তেতিয়াও মঙ্গোলিয়াৰ কাৰাকৰম বোলা সৰু নগৰখনেই আছিল তেওঁৰ ৰাজধানী। অঘৰী আছিল যদিও তেওঁ আছিল এজন সুদক্ষ সংগঠক আৰু তেওঁক সহায় কৰিবৰ অৰ্থে সুযোগ্য মন্ত্ৰী তেওঁ নিয়োগ কৰিব পাৰিছিল। ইমান বেগাই জিনি লোৱা তেওঁৰ সাম্ৰাজ্যখন তেওঁৰ মৃত্যুৰ পিচতে ভাগিছিগ নগ'ল।

পাৰ্চী আৰু আৰবী ঐতিহাসিকসকলৰ দৃষ্টিত চেঙ্গিজ হ'ল এটা অসুৰ— "ঈশ্বৰৰ অভিশাপ" তেওঁক বোলাই হৈছিল। তেওঁ অত্যন্ত নিষ্ঠুৰ লোক বুলি বৰ্ণোৱা হৈছে। তেওঁ যে অত্যন্ত নিষ্ঠুৰ আছিল, সেই বিষয়ে নিঃসন্দেহ। পিচে সেইকালৰ বহুতো শাসকৰপৰা তেওঁ বৰ বেচি বিভিন্ন নাছিল। ভাৰতত আফগান ৰজাসকলো তেনেকুৱাই আছিল—অৱশ্যে কম পৰিমাণে। ১১৫০ খৃষ্টাব্দত আফগানসকলে যেতিয়া গজনী দখল কৰিলে, তেতিয়া তেওঁলোকে পুৰণি শত্ৰুৱালি এটাৰ প্ৰতিশোধ লবলৈ গৈ চহৰখন লুট আৰু দাহ কৰিলে। সাত দিন ধৰি "লুণ্ঠন, ধ্বংসকাৰ্য্য আৰু নৰহত্যা অবিৰত গতিত চলিল। তাত পোৱা প্ৰতিজন মানুহকে বধ কৰা হ'ল আৰু সকলোবোৰ তিৰোতা আৰু লৰা-ছোৱালীকে বন্দী কৰা হ'ল। মামুদী (অৰ্থাৎ চুলতান মামুদৰ বংশধৰ) ৰজাসকলৰ সকলোবোৰ প্ৰাসাদ আৰু সৌধ (যিবোৰৰ তুলনীয় পৃথিৱীত আৰু একো নাছিলেই) বিধ্বস্ত কৰা হ'ল।" মুছলমানসকলে জ্ঞাতি-মুছলমানসকলৰ প্ৰতি প্ৰদৰ্শন কৰা আচৰণ এয়ে। এহাতে এইটো আৰু আনহাতে আফগান ৰজাসকলৰ আমোলত ভাৰতত যি ঘটিল কিম্বা মধ্য এচিয়া আৰু পাৰস্যত চেঙ্গিজৰ যি ধ্বংসাভিযান চলিল, সেইটোৰ ভিতৰত গুণাগুণৰ ফালৰপৰা বাচ-বিচাৰ কৰিব লগা বিশেষ একো নাই। খাৱাজমৰ প্ৰতি চেঙ্গিজ বিশেষভাবে ক্ৰোধান্বিত হৈছিল, কাৰণ তেওঁৰ কটকী কেইজনক ছাহে মৰাই পেলালে। অন্যান্য ঠাইতো চেংগিজে অশেষ ধ্বংসকাৰ্য্য সমাপন কৰিলে। কিন্তু ই সম্ভৱ মধ্য এচিয়াৰ সমান উগ্ৰ হোৱা নাছিল।

চেঙ্গিজে নগৰবোৰ ধ্বংস কৰাৰ আন এটা প্ৰবৃত্তিও নথকা নহয়। তেওঁৰ মনোবৃত্তি আছিল অঘৰীৰ; তেওঁ নগৰ-চহৰ ঘিণ কৰিছিল। তেওঁ শুকান মালভূমি বা ডাঙৰ সমভূমিত বসতি কৰাটো পছন্দ কৰিছিল। এবাৰ তেওঁ চীনৰ আটাইবোৰ চহৰ ভাঙি পেলোৱাৰ বিষয়েও গমি-পিটি চাইছিল। সৌভাগ্যবশতঃ সিমানতে তেওঁ ক্ষান্ত থাকিল। তেওঁৰ আদৰ্শ আছিল অঘৰী জীৱনৰ লগত সভ্যতাক সংগত কৰা। পিচে এইটো তেতিয়াও সম্ভৱ নাছিল আৰু এতিয়াও সম্ভৱ হোৱা নাই।

চেঙ্গিজ খান নামটো দেখি তুমি হয়তো ভাবিব পাৰা যে তেওঁ মুছলমান। পিচে কথা সেইটো নহয়। এইটো হ'ল এটা মঙ্গোল নাম। চেঙ্গিজ ধৰ্ম্মৰ বিষয়ত বৰ সহিষ্ণু আছিল। ধৰ্ম্ম বুলিবলৈ তেওঁৰ ধৰ্ম্ম হ'ল "ছামাবাদ"—"চিৰ শাশ্বত নীলিম আকাশ"ৰ উপাসনা। চীনৰ তাওপন্থী ঋষি-মুনিসকলৰ লগত তেওঁ সুদীৰ্ঘ আলাপ-আলোচনা চলাইছিল; পিচে তেওঁ ছামাবাদতে অচল-অটল হৈ থাকিল। বিপদত পৰিলে তেওঁ আকাশৰ ওচৰতে আঠু লৈছিল।

*এই চিঠিখনৰ আগভাগত তুমি পাই আহিছা যে চেঙ্গিজক মঙ্গোলসকলৰ সভা এখনে মুখ্য খান ৰূপে "নিৰ্ব্বাচিত" কৰিছিল।* এই সভাখন যথাৰ্থতে আছিল এখন ফিউডেল সভা; জনপ্ৰিয় সভা নহয়। এতেকে চেঙ্গিজ আছিল ফৈদটোৰ এজন ফিউডেল মুখীয়ালহে।

চেঙ্গিজ নিৰক্ষৰ আছিল। তেওঁৰ অনুগামীসকলো আছিল তথৈবচ। লেখা-পঢ়া বুলি যে কিবা এটা বস্তু আছে, সেইটো তেওঁ কিজানি বহু দিনলৈকে জনাই নাছিল। মুখৰ কথাৰে চোখাম যোগোৱা হৈছিল; পটন্তৰ বা সাধু বচনৰ দৰে সেইবোৰ সচৰাচৰ পদবন্ধ কৰি পঠোৱা হৈছিল। মৌখিক সমাচাৰৰ ওপৰত নিৰ্ভৰ কৰি ইমান বিশাল সাম্ৰাজ্য এখনত কাম-কাজ কেনেকৈ চলোৱা হৈছিল, সেইটো বিস্ময়ৰ কথা। চেঙ্গিজে যেতিয়া জানিবলৈ পালে যে লেখা-পঢ়া বুলি এটা বস্তু আছে, তেতিয়া তেওঁ তৎক্ষণাৎ উপলব্ধি কৰিব পাৰিলে যে সেইটো বৰ লাগতিয়াল আৰু মূল্যবান হব। এইটো শিকি লবলৈ তেওঁ পুতেকহঁতক আৰু মুখ্য বিষয়াসকলক আজ্ঞা দিলে। মঙ্গোলসকলৰ পুৰণি আচাৰগত বিধি-বিধানবোৰ আৰু লগতে তেওঁৰ উক্তিবোৰো লিপিবন্ধ কৰিবলৈ তেওঁ নিৰ্দ্দেশ দিলে। ভাবটো আছিল এই যে এই আচাৰগত বিধি-বিধানবোৰ চিৰকাললৈ "অপৰিৱৰ্ত্তনীয় আইন" হৈ ৰ'ব আৰু কোনেও সেইবোৰ অমান্য কৰিব নোৱাৰিব। আনকি সম্ৰাট নিজেও এইবোৰৰ অনুৱৰ্ত্তী। কিন্তু "অপৰিৱৰ্ত্তনীয় আইন" এতিয়া লুপ্ত হ'ল। আনকি আজিকালিৰ মঙ্গোলসকলেও ইয়াৰ কোনো স্মৃতি বা পৰম্পৰা বহন কৰা নাই।

প্ৰতিখন দেশৰে আৰু প্ৰতিটো ধৰ্ম্মৰে নিজস্ব পুৰণি আচাৰগত আইন আৰু লিখিত আইন আছে আৰু সময়ত সেই আইন অপৰিৱৰ্ত্তনীয় আইনৰূপে চিৰকাললৈকে বৰ্ত্তি থাকিব বুলি ভবাও হয়। সময়ত ইয়াক "উক্তি"—অৰ্থাৎ সাক্ষাৎ ঈশ্বৰে দিয়া "বচন"—ৰূপে ধৰাও হয় আৰু ভগৱানে নিজেই যিটো বেকত কৰি থৈ গৈছে, সেইটো পৰিৱৰ্ত্তনীয় বা খন্তেকীয়া হব পাৰে বুলি ভাবিবও নোৱাৰি। পিচে চলিত অৱস্থাৰ লগত সঙ্গতি ৰাখিহে আইনবোৰ অভিপ্ৰেত হয় আৰু আমি যাতে নিজকে উন্নততৰ কৰিব পাৰো, সেই অৰ্থেহে সেইবোৰ প্ৰয়োগ কৰা যায়। যদি অৱস্থাৰ সলনি হয়, তেন্তে পুৰণি আইনবোৰে ইয়াৰ লগত সঙ্গতি ৰাখিব পাৰিব কেনেকৈ? পৰিৱৰ্ত্তিত অৱস্থাৰ লগে লগে সেইবোৰ পৰিৱৰ্ত্তিত হবই লাগিব। নহ'লে সেইবোৰে আমাক পিচলৈ ধৰি টনা লোহাৰ শিকলিহে হবগৈ আৰু ইফালেদি জগতখন আগুৱাই যাব। কোনো আইনেই "অপৰিৱৰ্ত্তনীয় আইন" হব নোৱাৰে। ই জ্ঞানৰ ভেটীতহে থাকিব লাগিব আৰু জ্ঞান বাঢ়ি যোৱাৰ লগে লগে ইও বাঢ়ি যাব লাগিব।

চেঙ্গিজ খানৰ বিষয়ে বোধ হয় বিধিনিৰ আৱশ্যক, তাতকৈ বেচিহে সমাচাৰ আৰু বিৱৰণ মই তোমাক দিলো। এই মানুহজনে মোকো মুগ্ধ কৰিছে। অদ্ভুত জাতি এটাৰ এই দুৰ্দ্দান্ত, নিৰ্দ্দয় আৰু হিংস্ৰ ফিউডেল অধিনায়কজনে মোৰ নিচিনা নগৰত বাস কৰা আৰু যি কোনো ফিউডেল বস্তুকে ঘিণ কৰা শান্তিকামী, অহিংস আৰু নিৰ্জ্জু মানুহ এজনক মুগ্ধ কৰাটো আচৰিত কথা নহয়নে?

# মঙ্গোলসকলৰ বিশ্বজোৰা আধিপত্য

২৬ জুন, ১৯৩২

চেঙ্গিজ খান ঢুকালত তেওঁৰ পুতেক অঘোটাই মুখ্য খান হ'ল। চেঙ্গিজ আৰু সেইকালৰ মঙ্গোলসকলৰ তুলনাত অঘোটাই আছিল মৰমিয়াল আৰু শান্তি-কামী মনোবৃত্তিৰ। তেওঁ এই বুলি কৈ ভাল পাইছিল যে, "আমাৰ কাগান চেঙ্গিজে কঠোৰ পৰিশ্ৰম কৰি আমাৰ সাম্ৰাজ্যিক ঘৰটো উভি দি থৈ গল। এতিয়া মানুহবোৰক শান্তি আৰু সমৃদ্ধি দিয়াৰ আৰু তেওঁলোকৰ বোজা লাঘব কৰাৰ সময়।" তেওঁ কেনেকৈ ফিউডেল অধিনায়ক এজনৰ দৰে নিজৰ ফৈদ বুলিহে ভবা-চিন্তা কৰিছে, তালৈ মন কৰাচোন।

কিন্তু বিজয়াভিযানৰ যুগটো পাৰ হৈ যোৱা নাছিল আৰু মঙ্গোলসকল এতিয়াও উৎসাহ-উদ্যমেৰে উপচি পৰা অৱস্থাতে আছিল। মহান সেনানী ছুবুটাইৰ নেতৃত্বত ইউৰোপৰ ওপৰত দ্বিতীয়বাৰ আক্ৰমণ চলিল। ইউৰোপৰ সৈন্যবাহিনী আৰু সেনাপতিবোৰ ছুবুটাইৰ লগত ফেৰ মাৰিব পৰা বিধৰ নহ'ল। তেওঁ যাত্ৰা কৰাৰ পূৰ্ব্বে সযত্নে আয়োজন কৰি আৰু খা-খবৰ গোটাবৰ বাবে বৈৰী দেশবোৰলৈ গুপ্তচৰ আৰু অগ্ৰৱৰ্ত্তী দূত পঠাই সেই দেশবোৰৰ ৰাজনৈতিক আৰু সামৰিক পৰিস্থিতিনো কেনে, তেওঁ বুজি ললে। যুদ্ধক্ষেত্ৰত তেওঁ হ'ল ৰণবিদ্যাৰ আচাৰ্য্য। তেওঁৰ তুলনাত ইউৰোপীয় সেনানীসকলক এই বিদ্যাৰ ন শিকাৰু যেনহে দেখি। দক্ষিণ পশ্চিমে বাগ্দাদ আৰু ছেল্জুক তুৰ্কসকলক শান্তিত এৰি দি ছুবুটাই পোনেই বুছিয়ালৈ গ'ল। ছবছৰ ধৰি অগ্ৰসৰ হৈ মস্কো, কিয়েৱ, পোলেণ্ড, হাঙ্গেৰী আৰু ক্ৰেকো তেওঁ লুট আৰু বিধ্বস্ত কৰি গ'ল। ১২৪১ খৃষ্টাব্দত মধ্য ইউৰোপৰ নিম্ন ছাইলেছিয়াৰ লাইবনিট্‌ছত তেওঁ পোলিশ আৰু জাৰ্ম্মাণ সৈন্যবাহিনী এটা মষিমূৰ কৰিলে। গোটেই ইউৰোপখনেই বাগৰ খাব যেন দেখা গৈছিল। মঙ্গোল-সকলক ৰোধ কৰিব পৰা কোনো নোলাল। দ্বিতীয় ফ্ৰেডৰিকক বিশ্বৰ আশ্চৰ্য্য বোলা হৈছিল যদিও মঙ্গোলিয়াৰপৰা অহা এই প্ৰকৃত আশ্চৰ্য্যৰ সন্মুখত তেৰোঁ নিশ্চয় ম্লান পৰিব লগা হ'ল। ইউৰোপৰ ৰাজন্য আৰু শাসকবৰ্গই সেপ ঢুকিব লগা হ'ল। তেনেতে আচম্বিতে আৰু অপ্ৰত্যাশিতভাৱে তেওঁলোকে নিস্তাৰ পালে।

অঘোটাইৰ মৃত্যু হ'ল আৰু উত্তৰাধিকাৰ লৈ কিছু গণ্ডগোল লাগিল। সেই-দেখি ইউৰোপত থকা মঙ্গোল বাহিনীবোৰ যদিওবা অপৰাজেয় হৈয়ে আছিল, তথাপি উলটি আহিব লগা হ'ল আৰু ১২৪২ খৃষ্টাব্দত নিজ গৃহভূমি অভিমুখে প্ৰত্যাৱৰ্ত্তন কৰিলে। ইউৰোপে আকৌ থাউনি পালে।

ইতিমধ্যে মঙ্গোলসকল চীনতো বিয়পি পৰিল। তেওঁলোকে উত্তৰৰ কিন্-সকলক আৰু দক্ষিণৰ ছুংসকলকো একেবাৰে নিঃশেষ কৰিলে। ১২৫২ খৃষ্টাব্দত মঙ্গু খান মুখ্য খান হ'ল আৰু তেওঁ কুবলাই খানক চীনৰ ৰাজ্যপাল পাতিলে।

মঙ্গুৰ দৰবাৰলৈ এচিয়া আৰু ইউৰোপৰপৰা অহা মানুহেৰে কাৰাকৰমত বিৰাট সমাৰোহ হ'ল। সিমানতো মুখ্য খানে অঘৰী লোকৰ দৰে তম্বুৰ তলত বসতি কৰিয়েই কটালে। কিন্তু এই তম্বুবোৰ হ'ল সমৃদ্ধিশালী; বিভিন্ন মহাদেশৰপৰা লুটি-পুতি অনা ধন-ৰত্নেৰে পৰিপূৰ্ণ। বণিকসকল আহিল—বিশেষকৈ মুছলিম বণিকসকল আৰু তেওঁলোকে মঙ্গোলসকলক উদাৰচিতীয়া গ্ৰাহকৰূপে গণ্য কৰিলে। শিল্পী, জ্যোতিষী, গণিতজ্ঞ আৰু সেইকালৰ বিজ্ঞানৰ ভু-ভা ৰখা লোকসকল এই তম্বুৰ চহৰখনত উপচি পৰিল আৰু বিশ্বৰ ই অধীশ্বৰ যেন হৈ পৰিল। বিশাল মঙ্গোল সাম্ৰাজ্যখনত শান্তি আৰু শৃঙ্খলা অটুট আছিল আৰু বিভিন্ন মহাদেশৰ মাজেদি যোৱা কাৰাভানৰ ৰাস্তাবোৰ ইফালে-সিফালে যাতায়াত কৰা মানুহেৰে ভৰি পৰিছিল। এচিয়া আৰু ইউৰোপক পৰস্পৰৰ লগত ঘনিষ্ঠতৰ সূত্ৰে জড়িত কৰা হ'ল।

তাৰ পিচত কাৰাকৰমলৈ যোৱা ধৰ্ম্ম প্ৰচাৰকসকলৰ প্ৰতিদ্বন্দ্বিতা চলিল। তেওঁলোক সকলোৱে এই বিশ্ব-বিজেতাসকলক নিজস্ব ধৰ্ম্মত দীক্ষিত কৰিব খুজিছিল। যিটো ধৰ্ম্মই এই সৰ্ব্বশক্তিমান মানুহবোৰক নিজৰ পক্ষভুক্ত কৰিব পাৰে, সেইটো নিশ্চয় সৰ্ব্বশক্তিমান আৰু আন সকলোবোৰ ধৰ্ম্মৰ বিৰুদ্ধে জয়যুক্ত হব। পোপে ৰোমৰপৰা দূত পঠালে; নেষ্টৰিয়ান খৃষ্টানসকল আহিল; মুছলমান-সকলো আহি পালে আৰু বৌদ্ধসকলেও তদ্ৰূপ কৰিলে। নতুন ধৰ্ম্ম এটা লবলৈ মঙ্গোলসকলে বিশেষ খৰধৰ লগোৱা নাছিল। তেওঁলোক খুব ধৰ্ম্মপ্ৰাণ লোক নাছিল। দেখা যায় যে এবাৰ মুখ্য খানজনে খৃষ্ট ধৰ্ম্ম গ্ৰহণ কৰাৰ ভাও ধৰিছিল; পিচে তেওঁ পোপৰ দাবীবোৰ সহ্য কৰিব নোবাৰিলে। অৱশেষত মঙ্গোলসকলে যি অঞ্চলতে বসতি কৰিবলৈ ললে, সেই অঞ্চলৰে ধৰ্ম্ম সাৰটি ললে। চীন আৰু মঙ্গোলিয়াত তেওঁলোকৰ সৰহ ভাগ বৌদ্ধ হ'ল; মধ্য এচিয়াত তেওঁলোক হ'ল মুছলমান। সম্ভৱতঃ ৰুছিয়া আৰু হাঙ্গেৰীত কিছু সংখ্যক খৃষ্টান হ'ল।

ৰোমৰ ভেটিকানত পোপৰ গ্ৰন্থাগাৰত মুখ্য খানে (মঙ্গু) পোপলৈ দিয়া মূল চিঠি এখন আজিও আছে। এই চিঠিখন আৰবীত লিখা। অঘোটাইৰ মৃত্যুৰ পিচত হোৱা নতুন খানজনক ইউৰোপ পুনৰ্ব্বাৰ আক্ৰমণ নকৰিবলৈ সতৰ্ক কৰি দিবৰ বাবে পোপে এজন কটকী পঠাইছিল যেন দেখা যায়। খানে এই বুলি উত্তৰ দিলে যে ইউৰোপীয়সকলে তেওঁৰ প্ৰতি যথোচিত ব্যৱহাৰ কৰা নাছিল বাবে তেওঁ ইউৰোপ আক্ৰমণ কৰিছিল।

মঙ্গুৰ আমোলতো দেশজয় আৰু ধ্বংসলীলাৰ আন এটা ঢৌ উঠিল। তেওঁৰ ভায়েক হুলাগু পাৰস্যৰ ৰাজ্যপাল আছিল। কিবা এটা কথাত বাগ্‌দাদৰ খলিফাৰ ওপৰত বিৰক্ত হৈ নিজৰ প্ৰতিশ্ৰুতি ৰাখিব নোৱাৰা বাবে তেওঁক (খলিফাক) কদৰ্থনা কৰি আৰু ভৱিষ্যতে ভালদৰে চলিব লাগিব আৰু নহ'লে তেওঁ সাম্ৰাজ্য হেৰুৱাব লগা হব বুলি জনাই দি হুলাগুৱে খলিফালৈ বাণী এটা পঠালে। খলিফাজন বৰ জ্ঞানী লোক নাছিল আৰু পূৰ্ব্বৰ অভিজ্ঞতাৰপৰাও তেওঁ একো শিকনি লোৱা নাছিল। তেওঁ আপত্তিজনক প্ৰত্যুত্তৰ এটা দি পঠালে আৰু বাগ্‌দাদৰ জনতা এটাই মঙ্গোল কটকী কেইজনক অপমান কৰিলে। ফলত হুলাগুৰ মঙ্গোল তেজ গৰম হৈ উঠিল। খণ্ডতে একো নাই হৈ তেওঁ বাগ্‌দাদলৈ যাত্ৰা কৰিলে আৰু চল্লিশ দিন

অবৰোধ কৰি ৰাখি তেওঁ এই চহৰ দখল কৰিলে। "আৰবী ৰজনী"ৰ চহৰখন আৰু তাত পাঁচ শ বছৰ জুৰি জমা হোৱা সাম্রাজ্যৰ এনেকৈয়ে অৱসান ঘটিল। আত্মীয়-স্বজন আৰু পুত্ৰবৰ্গ সমন্বিতে খলিফাক নিধন কৰা হ'ল। টাইগ্ৰীছ নদীৰ পানী কেবা মাইললৈকে ধৰি তেজেৰে ৰঙালী হৈ নোযোৱালৈকে কেবা সপ্তাহো জুৰি অবাধ নৰহত্যা চলিল। কথিত আছে যে ১৫ লাখ মানুহ মৰা পৰিল। চাৰু-শিল্প আৰু সাহিত্যৰ সকলোবোৰ অপূৰণীয়া সম্পদ আৰু পুথি ভৰাঁল বিনষ্ট হ'ল। বাগদাদ সম্পূৰ্ণ বিধ্বস্ত হ'ল। আনকি হেজাৰ কালৰ পুৰণি পশ্চিম এচিয়াৰ প্ৰাচীন জলসিঞ্চন প্ৰণালীটোও হুলাগুৱে নিঃশেষ কৰিলে।

এলেপ্পো, ইডেছা আৰু অন্যান্য বহুতো চহৰৰ একেই দুৰ্গতি মিলিল আৰু পশ্চিম এচিয়াত ঘোৰ অন্ধকাৰৰ ছাঁ পৰিল। সেইকালৰ এজন ঐতিহাসিকে কৈছে যে এইটো হ'ল "বিজ্ঞান আৰু সজগুণৰ দুৰ্ভিক্ষৰ যুগ।" পেলেষ্টাইনলৈ পঠোৱা মঙ্গোল ফৌজ এটা মিছৰৰ চুলতান বাইবাৰ্ছে পৰাস্ত কৰিলে। এই চুলতানজনৰ কৌতুকপূৰ্ণ আখ্যা এটা আছিল—"বন্দুকদাৰ"; কিয়নো তেওঁৰ এটা বাহিনী বন্দুক বা আগ্নেয়াস্ত্ৰৰে সজ্জিত লোক লৈ গঠিত হৈছিল। আমি আহি এতিয়া আগ্নেয়াস্ত্ৰৰ যুগত উপনীত হ'লো। চীনাসকল বহুকালৰ আগৰেপৰাই খাৰ-বাৰুদৰ লগত পৰিচিত আছিল। মঙ্গোলসকলে সম্ভৱত তেওঁলোকৰপৰাই এই বিদ্যা শিকিলে আৰু যুদ্ধ জিনাত আগ্নেয়াস্ত্ৰই তেওঁলোকক সহায় কৰাটোও হব পাৰে। মঙ্গোল-সকলৰ জৰিয়তেই আগ্নেয়াস্ত্ৰ ইউৰোপ পালেগৈ।

আব্বাছিদ সাম্রাজ্যৰ যিবা অৱশেষ ৰৈছিল, ১২৫৮ খৃষ্টাব্দত বাগদাদৰ ধ্বংসই সেইকণো একেবাৰে নিষ্পত্তি কৰিলে। পশ্চিম এচিয়াত স্বকীয় আৰব সভ্যতাৰ এনেদৰেই পৰালি পৰিল। ভালেখিনি নিলগত দক্ষিণ স্পেইনৰ গ্ৰানাডাই সিমানতো আৰব ঐতিহ্য বহন কৰি থাকিল। ই আৰু দুশ বছৰতকৈও ওপৰ কাল ধৰি বৰ্ত্তি থাকিহে অৱশেষত ঢলি পৰিলগৈ। আৰব দেশৰ গুৰুত্ব ক্ষিপ্ৰ গতিত লাঘৱ হব ধৰিলে আৰু তাৰ পিচৰপৰা ইয়াৰ মানুহে বুৰঞ্জীত আৰু একো বিশেষ উল্লেখযোগ্য অংশ গ্ৰহণ কৰিব নোৱাৰিলে। পিচলৈ তেওঁলোক অটোমান তুৰ্ক সাম্রাজ্যৰ অংগীভূত হ'ল। ১৯১৪-১৮ চনৰ মহাসমৰৰ দিনত ইংৰাজৰ উচটনিত তুৰ্কসকলৰ বিৰুদ্ধে আৰব বিদ্ৰোহ এটাৰ সূত্ৰপাত হয় আৰু তেতিয়াৰপৰা আৰব দেশ ন্যূনাধিক স্বতন্ত্ৰ হ'ল।

দুবছৰ খলিফা কোনো নোহোৱা হ'ল। তাৰ পিচত মিছৰৰ চুলতান বাইবাৰ্ছে সৰ্ব্বশেষ আব্বাছিদ খলিফাজনৰ এজন আত্মীয়ক খলিফাৰূপে মনোনীত কৰিলে। পিচে এইজন খলিফাৰ একো ৰাজনৈতিক কৰ্ত্তৃত্ব নেথাকিল। তেওঁ হ'ল কেৱল আধ্যাত্মিক কৰ্ত্তা। ইয়াৰ তিনি শ বছৰৰ পিচত কনষ্টাণ্টিনোপলৰ তুৰ্ক চুলতানজনে শেষ খলিফাজনৰপৰা এই খিতাপটো অৰ্জ্জন কৰিলে। কেই বছৰ-মানৰ পূৰ্ব্বে মুস্তাফা কামাল পাছাই চুলতান আৰু খলিফা উভয়ৰে ওৰ নেপেলোৱা পৰ্য্যন্ত তুৰস্কৰ চুলতানসকল খলিফা হৈয়ে থাকিল।

মই ঘাই আখ্যানৰপৰা ফালৰি কাটি আহিলোঁ। মুখ্য খান মঙ্গু ১২৩৯ খৃষ্টাব্দত ঢুকায়। মৃত্যুৰ পূৰ্ব্বে তেওঁ তিব্বত জয় কৰিছিল। চীনৰ ৰাজ্যপাল

কুবলাই খান এতিয়া মুখ্য খান হ'ল। কুবলাই বহুদিন চীনত আছিল আৰু সেই দেশখনে তেওঁক মোহিত কৰিছিল। সেইদেখি তেওঁ কাৰাকৰমবপৰা পিকিঙলৈ ৰাজধানী স্থানান্তৰিত কৰিলে আৰু এই চহৰৰ নাম সলাই "খান বালিক"—অৰ্থাৎ "খানৰ চহৰ" কৰিলে। চীন দেশৰ কাৰ্য্যক্ৰমত একাণপতীয়াকৈ লাগি কুবালায়ে তেওঁৰ বিশাল সাম্ৰাজ্যখন আওহেলা কৰিবলৈ ধৰিলে আৰু ডাঙৰ ডাঙৰ মঙ্গোল শাসনকৰ্ত্তাসকল ক্ৰমাগত স্বতন্ত্ৰ হৈ পৰিল।

কুবলায়ে চীন জয় সম্পূৰ্ণ কৰিলে; কিন্তু তেওঁৰ ৰণোদ্যোগ পূৰ্বৰ মঙ্গোল ৰণোদ্যোগবোৰৰপৰা তেনেই বিভিন্ন। তেওঁৰ হাতত নিষ্ঠুৰতা আৰু ধ্বংসলীলা আগতকৈ বহুত কম হ'ল। চীনে কুবলাইক ইতিমধ্যে মাৰ্জ্জিত আৰু সুসভ্য কৰি তুলিছিল। চীনাসকলেও তেওঁৰ প্ৰতি সদয় ব্যৱহাৰ কৰিছিল আৰু তেওঁক প্ৰায় নিজৰ ভিতৰৰে এজন ৰূপে গণ্য কৰিছিল। তেওঁ সঁচাকৈয়ে খাটী চীনা ফৈদ এটা—য়ুৱান ৰাজবংশ—প্ৰতিষ্ঠা কৰিলে। কুবলায়ে টঙ্কিং, আন্নাম আৰু ব্ৰহ্মদেশ তেওঁৰ সাম্ৰাজ্যৰ ভিতৰুৱা কৰিলে। তেওঁ জাপান আৰু মালয়েচিয়াও দখল কৰাৰ চেষ্টা কৰিছিল; কিন্তু নোৱাৰিলে, কাৰণ মঙ্গোলসকল সাগৰত অভ্যস্ত নাছিল আৰু জাহাজ নিৰ্ম্মাণ বিদ্যা তেওঁলোকে নেজানিছিল।

মঙ্গু খানৰ শাসনকালত তেওঁলৈ ফ্ৰান্সৰ ৰজা নৱম লুয়ে পঠোৱা কৌতুকপূৰ্ণ ৰাষ্ট্ৰদূত এজন আহিছিল। লুয়ে মুছলমানসকলৰ বিৰুদ্ধে মঙ্গোল আৰু ইউৰোপীয় শক্তিবৰ্গৰ মাজত মিত্ৰতা স্থাপন কৰাৰ পৰামৰ্শ দিছিল। বেচেৰা লুই যেতিয়া ধৰ্ম্মযুদ্ধবোৰৰ দিনত বন্দী হব লগা হ'ল, তেতিয়া তেওঁৰ বেচ দুৰ্দ্দিন আহি পৰিছিল। কিন্তু মঙ্গোলসকল এনেবোৰ মিত্ৰতাৰ প্ৰতি অনুৰক্ত নাছিল। তদুপৰি কোনো এটা বিশেষ ধৰ্ম্মমত লোৱা বাবেই কোনো এটা জাতিক আক্ৰমণ কৰাৰ প্ৰবৃত্তিও তেওঁলোকৰ নাছিল।

ইউৰোপৰ সৰুসুৰা ৰজা বা ৰাজপুৰুষসকলৰ লগত তেওঁলোকে মিত্ৰতা কৰিবই বা লাগিছে কিয়? কাৰ বিৰুদ্ধে? পশ্চিম ইউৰোপীয় কিম্বা ইছলামী ৰাষ্ট্ৰবৰ্গৰ যুদ্ধধ্বংসু গুণাগুণলৈ তেওঁলোকে ভয় কৰিব লগা একো নাছিল। ঘটনা-চক্ৰতহে পশ্চিম ইউৰোপে তেওঁলোকৰপৰা ৰক্ষা পালে। ছেল্জুক তুৰ্কসকলে তেওঁলোকৰ ওচৰত শৰণ ললে আৰু পেচকচ শোধালে। কেৱল মিছৰৰ চুলতানেহে মঙ্গোল্ বাহিনী এটা পৰাস্ত কৰিলে; কিন্তু তেওঁলোকে আন্তৰিকতাপূৰ্ণভাৱে চেষ্টা কৰা হলেই যে তেওঁৰ পৰাভূত কৰিব পাৰিলেহেঁতেন, সেই বিষয়ে অকণো সংশয় নাই। এচিয়া আৰু ইউৰোপ জুৰি মহান মঙ্গোল সাম্ৰাজ্য বিস্তীৰ্ণ হৈ থাকিল। মঙ্গোলসকলৰ যুদ্ধজয়ৰ তুলনীয় আন একোৰেই বুৰঞ্জীত পোৱা নেযায়। কোনো কালে ইমান বিশাল সাম্ৰাজ্য এখন গঠিত হোৱা নাছিল। সেই কালত মঙ্গোলসকলক বিশ্বৰ অধীশ্বৰ যেন দেখা গৈছিল। ভাৰতে সেইকালত তেওঁলোকৰপৰা নিস্কৃতি লভিলে কেৱল এই বাবেই যে মঙ্গোলসকল এই ফালেদি নাহিল। পশ্চিম ইউৰোপ (আয়তনত ভাৰতৰে সমান) মঙ্গোল সাম্ৰাজ্যৰ বাহিৰত ৰ'ল। পিচে এই সকলোবোৰ ঠাই কেৱল মঙ্গোলসকলৰ মৰ্জ্জিৰ ওপৰতহে বৰ্ত্তি থাকিল আৰু সিও যিমান দিনলৈকে এইবোৰ ঠাই গ্ৰাস কৰাৰ চিন্তা তেওঁলোকৰ মগজুত সোমোৱা নাছিল,

সিমান দিনলৈকেহে। ত্ৰয়োদশ শতাব্দীত পৰিস্থিতি নিশ্চয় এনে হেন দেখা গৈছিল।

কিন্তু মঙ্গোলসকলৰ অদম্য উদ্যম কমি যোৱা যেন দেখা গ'ল; দেশ জয় কৰি যোৱাৰ উৎসাহ নোহোৱা হৈ আহিল। তুমি মনত ৰাখিব লাগিব যে সেইকালত মানুহে খোজ কাঢ়ি নাইবা ঘোঁৰাৰ পিঠিত উঠি মন্থৰ গতিত চলাচল কৰিছিল। যাতায়াত ক্ষিপ্রতৰ কৰাৰ কোনো প্ৰণালী নাছিল। মঙ্গোলিয়াৰ গৃহভূমিৰপৰা ইউৰোপত থকা সাম্ৰাজ্যৰ পশ্চিম সীমান্তলৈকে যাব লাগিলে সৈন্যবাহিনী এটাই এবছৰ ধৰি যাত্ৰা কৰিব লাগিব। এই সুদীৰ্ঘ যাত্ৰাকল্পে নিজ সাম্ৰাজ্যৰ ভিতৰেদি আগুৱাই গৈ দেশ জয় কৰিবলৈ তেওঁলোকৰ স্পৃহা নাছিল; কিয়নো নিজৰ সাম্ৰাজ্যত লুট কৰাৰ কোনো সুযোগ নাই। তদুপৰি যুদ্ধ আৰু লুণ্ঠনত বাৰে বাৰে কৃতকাৰ্য্য হোৱাত মঙ্গোল সৈনিকসকল ধনী হৈ পৰিছিল। আনকি বহুতে কিজানি গোলাম ৰাখিবলৈও সমৰ্থ হৈছিল। সেইদেখি তেওঁলোকে আত্মসম্বৰণ কৰিলে আৰু সুস্থ আৰু শান্তিপূৰ্ণ পন্থা লবলৈ ধৰিলে। যিহকে বিচাৰ তাকে যিজন মানুহে পায়, তেওঁ শান্তি আৰু শৃঙ্খলাৰ পোষকতা কৰিবই।

বিশাল মঙ্গোল সাম্ৰাজ্যৰ প্ৰশাসন নিশ্চয় এটা বৰ কঠিন কাম হৈ পৰিছিল। সেইদেখি ই খণ্ড-বিখণ্ড হৈ পৰিবলৈ ধৰাত আচৰিত হবৰ একো কাৰণ নাই। ১২৯২ খৃষ্টাব্দত কুবলাই খানৰ লোকান্তৰ ঘটে। তেওঁৰ পিচত আৰু কোনো মুখ্য খান নোলাল। সাম্ৰাজ্যখন পাঁচটা ডাঙৰ ডাঙৰ খণ্ডত বিভক্ত হ'ল।

(১) মঙ্গোলিয়া, মাঞ্চুৰিয়া আৰু তিব্বত সমন্বিতে চীন সাম্ৰাজ্য। এই-টোৱেই হ'ল ঘাই খণ্ড—কুবলাইৰ য়ুৱান ফৈদৰ বংশধৰসকলৰ কৰতলগত।

(২) ৰুছিয়া, পোলেণ্ড আৰু হাঙ্গেৰীলৈকে ধৰি সুদূৰ প্ৰতীচ্য জোৰা এই খণ্ড হ'ল সোণালী উপদলৰ (মঙ্গোলসকলক তাত সেই আখ্যা দিয়া হৈছিল) সাম্ৰাজ্য।

(৩) পাৰস্য, মেছোপটামিয়া আৰু মধ্য এচিয়াৰ একাংশত থাকিল ইল্‌খান সাম্ৰাজ্য। এই সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিছিল হুলাগুৱে আৰু ছেল্‌জুক তুৰ্কসকলে ইয়াকে কৰ শোধাব লগা হৈছিল।

(৪) তিব্বতৰ উত্তৰলৈ মধ্য এচিয়াত হ'ল মহাতুৰস্ক (যি নামে ই খ্যাত হৈছিল)। ই হ'ল জাগাটাইৰ সাম্ৰাজ্য। আৰু

(৫) মঙ্গোলিয়া আৰু সোণালী উপদলৰ মাজত অৱস্থিত হ'ল মঙ্গোল-সকলৰ ছাইবেৰিয়ান সাম্ৰাজ্য।

বিৰাট মঙ্গোল সাম্ৰাজ্য খণ্ড-বিখণ্ড হ'ল যদিও উক্ত পাঁচটা বিভাগৰ প্ৰতি-টোৱেই হ'ল একো একোখন ডাঙৰ সাম্ৰাজ্য।

# মহান পৰিব্ৰাজক মাৰ্ক’প’ল’

২৭ জুন, ১৯৩২

কাৰাকৰমত থকা মুখ্য খানৰ দৰবাৰ আৰু মঙ্গোলসকলৰ খ্যাতি আৰু বিজয় সাফল্যৰ মোহত মোহিত হৈ বণিক, শিল্পী, বিদ্বান লোক আৰু ধৰ্ম্ম-প্ৰচাৰকসকল কেনেকৈ দলে দলে তালৈ আহিছিল, সেই বিষয়ে মই তোমাক কৈ আহিছোঁ। মঙ্গোলসকলে তেওঁলোকক উৎসাহিত কৰা বাবেও তেওঁলোক আহিছিল। এই মঙ্গোলসকল আছিল একপ্ৰকাৰ আচৰিত লোক; কোনো কোনো বিষয়ত বেচ কাৰ্য্যদক্ষ আৰু কোনো কোনো বিষয়ত প্ৰায় শিশুৰ দৰে নিৰ্ব্বোধ। আনকি তেওঁলোকৰ দুৰ্দ্দান্ততা আৰু নিষ্ঠুৰতা অকথ্য আছিল যদিও শিশুসুলভ নিৰ্ব্বোধিতাৰ পৰশ ইয়াতো নপৰাকৈ থকা নাছিল। মোৰ বিশ্বাস, এনে ধৰণৰ শিশুসুলভ নিৰ্ব্বোধিতা থকা বাবেই এই দুৰ্দ্ধৰ্ষ যোদ্ধাসকল বেচ আকৰ্ষণীয় হৈ পৰিছিল। কেইশ বছৰমানৰ পিচত এজন মঙ্গোলে বা ‘মোগলে’ (যি নামে ভাৰতত তেওঁলোক বিদিত) এই দেশ অধিকাৰ কৰে। তেওঁ হ’ল বাবৰ আৰু বাবৰৰ মাক আছিল চেঙ্গিজ খানৰ অন্যতম বংশধৰ। ভাৰত জয় কৰি কাবুল আৰু উত্তৰৰ মুদু মলয়া, ফুল-বাগান আৰু তৰমুজৰ বাবে বাবৰ লালায়িত হৈ পৰিল। তেওঁ বেচ উপভোগ্য ব্যক্তি আৰু তেওঁ লিখা আত্মসোঁৱৰণবোৰে তেওঁক এতিয়াও এজন বেচ মানৱতাপূৰ্ণ আৰু আকৰ্ষণীয় ব্যক্তি কৰি ৰাখিছে।

এনেদৰেই মঙ্গোলসকলে তেওঁলোকৰ দৰবাৰলৈ বহিৰ্দ্দেশৰপৰা পৰিদৰ্শক অহাটো উৎসাহিত কৰিছিল। তেওঁলোকৰ জ্ঞান-লিপ্সা আছিল আৰু জ্ঞান আয়ত্তও কৰিব খুজিছিল। লেখা বুলি যে এটা বস্তু আছে, সেইটো জানিবলৈ পোৱা মাত্ৰকে চেঙ্গিজ খানে তৎমুহূৰ্ত্তে ইয়াৰ তাৎপৰ্য্য উপলব্ধি কৰিব পাৰিলে আৰু তেওঁৰ কৰ্ম্মচাৰীসকলক এইটো শিকি লবলৈ হুকুম দিলে বুলি তোমাক মই কৈ অহা তোমাৰ মনত থাকিব পায়। তেওঁলোকৰ মন আছিল খোলা আৰু গুণগ্ৰাহী। তেওঁলোকে আনৰপৰা শিকি লব পাৰিছিল। পিকিঙত বসতি স্থাপন কৰি সম্ভ্ৰান্ত চীনা সম্ৰাট এজন হৈ কুবলাই খানে পৰৰাষ্ট্ৰৰপৰা পৰিব্ৰাজকসকলক বিশেষভাৱে আকৃষ্ট কৰি আনিছিল। তেওঁৰ ওচৰলৈ ভেনিচৰপৰা দুজন বণিক আহিছিল— নিক’ল’প’ল’ আৰু মাফেওপ’ল’ ভ্ৰাতৃদ্বয়। বেহা-বেপাৰৰ সংক্ৰান্তত তেওঁলোক বোখাৰাত ওলাইছিলগৈ। তাতে কুবলাই খানে পাৰস্যত থকা হুলাগুৰ ওচৰলৈ পঠোৱা দূত কেইজনমানক তেওঁলোকে লগ পালে। তেওঁলোকক এই অভিযাত্ৰীসকলৰ দলত যোগ দিবলৈ সন্মত কৰোৱা হ’ল। এইদৰেই তেওঁলোকে পিকিঙত থকা মুখ্য খানৰ দৰবাৰলৈ যাত্ৰা কৰিলে।

নিক’ল’ আৰু মাফেওক কুবলাই খানে সাদৰ অভ্যৰ্থনা জনালে। তেওঁলোকে কুবলাইক ইউৰোপ, খৃষ্ট ধৰ্ম্ম আৰু পোপ সম্বন্ধে বিৱৰি ক’লে। কুবলাই পৰম আগ্ৰহান্বিত হ’ল; আনকি তেওঁ খৃষ্ট ধৰ্ম্মৰ ফালে ঢাল খোৱা যেনো দেখা গ’ল।

১২৬৯ খৃষ্টাব্দত তেওঁ পোপলৈ বুলি এটা বাণী সহ প'ল'দ্বয়ক ইউৰোপলৈ ঘূৰাই পঠালে। তেওঁ জনালে যে এশজন বিদ্বান লোক—"সপ্তকলাৰ লগত সুপৰিচিত আৰু খৃষ্ট ধৰ্ম্মৰ যৌক্তিকতা প্ৰতিপাদন কৰিব পৰা মেধাবী লোক"—তেওঁৰ ওচৰলৈ পঠোৱা হওক। পিচে প'লদ্বয়ে ঘূৰি গৈ ইউৰোপ আৰু পোপক দুৰ্গতিৰ অৱস্থাত পালেগৈ। এশজন তেনে ধৰণৰ বিদ্বান লোক পোৱাই নগ'ল। দুবছৰ ৰৈ তেওঁলোকে দুজন খৃষ্টান সন্ন্যাসীক লৈ পুনৰ যাত্ৰা কৰিলে। ততোধিক গুৰুত্বপূৰ্ণ কথা হ'ল এই যে তেওঁলোকে নিকল'ৰ পুতেক—মাৰ্ক নামে এজন ডেকা লোকক—লগতে লৈ গ'ল।

এই তিনিওজন প'লই তেওঁলোকৰ দুষ্কৰ যাত্ৰা আৰম্ভ কৰিলে আৰু স্থল-পথেদি গোটেই এচিয়া জোৰা বাটটো অতিক্ৰম কৰি গ'ল। সি কি যে এক মহাযাত্ৰা আছিল! আনকি এতিয়াও প'লসকল যোৱা বাটটো বুলিব লাগিলে বছবটোৰ সৰহভাগ পাৰ হৈ যায়। আংশিকভাৱে প'লসকলে য়ুৱান চাঙৰ পুৰণি বাটটোকে লৈছিল। তেওঁলোক পেলেষ্টাইন হৈ আৰ্মেনিয়ালৈ গ'ল; তাৰপৰা গ'ল মেছোপটা-মিয়ালৈ আৰু পাৰস্য উপসাগৰলৈ। তাতে তেওঁলোকে ভাৰতৰপৰা যোৱা বণিক-সকলক লগ পালে। তেওঁলোক গ'ল পাৰস্যইদি বল্‌খলৈ, তাৰপৰা গিৰিমালা পাৰ হৈ কাছগড়লৈ, পিচত খোটানলৈ আৰু ল'প-নৰ বোলা ভ্ৰাম্যমান হ্ৰদটোলৈ। আকৌ ওলাল মৰুভূমি; আৰু এই অনুক্ৰমেই অৱশেষত তেওঁলোক চীন আৰু পিকিঙৰ শ্যামল ক্ষেত্ৰ পালেগৈ। তেওঁলোকৰ হাতত মহামূল্যবান পাৰপত্ৰ এখন আছিল; সি হ'ল স্বয়ং মুখ্য খানে দিয়া এটা সোনৰ মোহৰ।

প্ৰাচীন ৰোমৰ দিনত চীন আৰু চিৰিয়াৰ মাজত উটেৰে অহা-যোৱা কৰা বাট আছিল এটোৱেই। ছুইডিশ পৰিব্ৰাজক আৰু আৱিষ্কৰ্ত্তা স্বেন হেডিনে গোবি মৰুভূমি পাৰ হৈ যাত্ৰা কৰাৰ কাহিনী এটা অলপতে মই পঢ়িছিলোঁ। তেওঁ পিকিঙৰপৰা পশ্চিম ফালেদি মৰুভূমি পাৰ হৈ ল'প-নৰ হ্ৰদটো পাই খোটান আৰু তাৰ সিফালে ওলাইছিলগৈ। তেওঁ প্ৰত্যেক বিধ আধুনিক সা-সুবিধা লৈছিল। তথাপি তেওঁৰ অভিযান বিপদ আৰু কষ্টৰ সম্মুখীন হব লগা হৈছিল। ৭০০ বা ১৩০০ বছৰৰ পূৰ্ব্বে প'ল' আৰু য়ুৱান চাং সেই বাটেদি যাওঁতে যাত্ৰা কি যে বিষম আছিল! স্বেন হেডিনে কৌতুকপূৰ্ণ তথ্য এটা উদ্ঘাটন কৰিলে। তেওঁ দেখিলে যে ল'প-নৰ বোলা হ্ৰদটোৱে অৱস্থিতি সলালে। ল'প-নৰ হ্ৰদলৈ বৈ অহা তাৰিন বোলা নদীখনে বহু কালৰ পূৰ্ব্বে চতুৰ্থ শতাব্দীতে গতি সলনি কৰিলে আৰু মৰুভূমিৰ বালি তৎক্ষণাৎ আহি ইয়াৰ পৰিত্যক্ত গতি-পথ পুতি পেলালে। তাত থকা লৌলান বোলা পুৰণা চহৰখন বহিৰ্জ্জগতৰপৰা বিচ্ছিন্ন হৈ পৰিল আৰু নগৰ ধ্বংস হবলৈ দি অধিবাসীসকলো তাৰপৰা গুচি গ'ল। এই নদীখনৰ বাবে হ্ৰদ-টোৱেও অৱস্থিতি সলাব লগা হ'ল আৰু পুৰণি উট বা বেহা-বেপাৰৰ পথবোৰো বদলি হ'ল। স্বেন হেডিনে দেখিলে যে সিদিনা অলপতে তাৰিন নদীয়ে আকৌ নিজৰ গতি সলাই পুৰণি সোঁতটোলৈকে গ'ল। হ্ৰদটোও তাৰ পিচে পিচে গ'ল । পুৰণি লৌলান চহৰৰ ধ্বংসাৱশেষৰ ওচৰেদি তাৰিন আকৌ বৈ গৈছে আৰু ১৬০০ বছৰ ধৰি অব্যবহৃত হৈ থকা পুৰণি ৰাস্তাটোৱেই চলাচল আকৌ হয়তো হব পাৰে। কিন্তু

এইবাৰ উটৰ ঠাইত হয়তো মটৰ গাড়ী চলিব। এই বাবেই ল'প-নৰক "ভ্ৰাম্যমান হ্ৰদ" বোলা হয়। পানীৰ গতিপথে বিস্তীৰ্ণ অঞ্চলত কেনেকৈ পৰিৱৰ্ত্তন ঘটায় আৰু সেইদৰে বুৰঞ্জী প্ৰভাৱান্বিত কৰে, তাৰ কিছু আভাস দিবৰ বাবেই তোমাক মই তাৰিন নদী আৰু ল'প-নৰৰ গতি-বিধি সম্পৰ্কে কৈছোঁ। আমি দেখি অহা-মতেই পুৰণি কালত মধ্য এচিয়াত অগণন লোক আছিল আৰু ইয়াৰ মানুহে চামে-চামে পশ্চিম আৰু দক্ষিণলৈ গৈ দেশ জয় কৰিছিল। আজি ই প্ৰায় এক পৰিত্যক্ত অঞ্চল; নগৰ দুই-এখনহে আছে আৰু বসতি বৰ ক্ষীণ। সম্ভৱতঃ সেই কালত তাত পানী বহুত বেচি আছিল আৰু সেইদেখি বিপুল জনসংখ্যা পৰিপোষণ কৰিব পৰা গৈছিল। জলবায়ু শুকান আৰু পানী তাকৰ হৈ অহাৰ লগে লগে জনসংখ্যা পাতলিল আৰু লুপ্ত হল।

এই দীঘলীয়া যাত্ৰাবোৰৰ এটা বিশেষ সুবিধা আছে। নতুন নতুন ভাষা শিকিবলৈ মানুহে সময় পায়। ভেনিচৰপৰা গৈ পিকিং পাওঁতে প'ল'ত্ৰয়ক তিনি বছৰ ছমাহ লাগিল। এই সুদীৰ্ঘ সময়ছোৱাৰ ভিতৰত মাৰ্ক'ই মঙ্গোল ভাষা—সম্ভৱতঃ চীনা ভাষাও—আয়ত্ত কৰিলে। মাৰ্ক' মুখ্য খানৰ প্ৰিয়পাত্ৰ হৈ পৰিল। তেওঁ সোতৰ বছৰ মুখ্য খানৰ সেৱাত কটালে। তেওঁক শাসনকৰ্ত্তাৰূপে নিয়োজিত কৰা হ'ল আৰু চৰকাৰী কাম-কাজত তেওঁ চীনৰ বিভিন্ন অঞ্চললৈ গ'ল। মাৰ্ক' আৰু তেওঁৰ পিতাকক ঘৰৰ চিন্তাই পীড়িছিল আৰু তেওঁলোক ভেনিচলৈ ঘূৰি যাব খুজিছিল যদিও খানৰ অনুমতি সহজে পোৱা নগ'ল। অৱশেষত তেওঁলোকে ঘূৰি যোৱাৰ সুযোগ এটা পালে। পাৰস্যৰ ইলখান সাম্ৰাজ্যৰ মঙ্গোল শাসকজন আছিল কুবলাইৰ দূৰ সম্পৰ্কীয় ভায়েক; তেওঁৰ পত্নী ঢুকাল। তেওঁ আকৌ বিয়া কৰিব খুজিলে কিন্তু তেওঁলোকৰ নিজা খেলৰ বাহিৰৰ কোনো তিৰোতা তেওঁ বিয়া কৰিব নোৱাৰিব বুলি আগৰ জনী ঘৈনীয়েকে তেওঁক শপত খুৱাই থৈছিল। সেইদেখি আৰ্গনে (এইটোৱেই আছিল তেওঁৰ নাম) কুবলাই খানৰ ওচৰলৈ পিকিঙলৈ দূত পঠালে আৰু খেলৰ ভিতৰৰপৰা উপযুক্তা পাত্ৰী এগৰাকী পঠাবলৈ মিনতি জনালে।

কুবলাই খানে গাভৰু মঙ্গোল ৰাজকুমাৰী এজনী বাছি উলিয়ালে। প'ল' তিনিজন অভিজ্ঞতাসম্পন্ন পৰ্য্যটক আছিল দেখি তেওঁলোককো কন্যাৰ লগতে গা ৰখীয়া হিচাবে পঠোৱা হ'ল। তেওঁলোক সাগৰ পথেদি দক্ষিণ চীনৰপৰা সুমাত্ৰালৈ গ'ল আৰু তাতে কিছুদিন থাকিল। সেই সময়ত সুমাত্ৰাত শ্ৰীবিজয় বোলা বৌদ্ধ সাম্ৰাজ্যখনৰ আমোল চলিছিল; কিন্তু ইয়াৰ বল টুটি আহিছিল। সুমাত্ৰাৰপৰা দলটো দক্ষিণ ভাৰতলৈ আহিল। দক্ষিণ ভাৰতৰ পাণ্ড্য ৰাজ্যত থকা কয়াল নামৰ সমৃদ্ধিশালী বন্দৰটোত মাৰ্ক'ই পদাৰ্পণ কৰাৰ বিষয়ে মই তোমাক ইতিপূৰ্ব্বে কৈ আহিছোঁ। ৰাজকুমাৰী গৰাকী, মাৰ্ক' আৰু তেওঁলোকৰ সহযাত্ৰী-সকলে ভাৰতত বেচ সুদীৰ্ঘ এছোৱা সময় অতিবাহিত কৰিলে। তেওঁলোকে খৰ-খৰ কৰা যেন দেখা নগৈছিল। পাৰস্য পাওঁতে তেওঁলোকক দুবছৰ লাগিল। কিন্তু ইতিমধ্যে প্ৰত্যাশী দৰাজন ঢুকাল। তেওঁ বহুদিন বাট চালে। তেওঁ মৰাটো কিজানি বৰ দুৰ্ভাগ্যকৰ কাণ্ড নহ'ল। গাভৰু ৰাজকুমাৰী গৰাকীয়ে আৰ্গনৰ পুতেককে বিয়া কৰিলে আৰু এওঁ বয়সৰ ফালৰপৰা কুমাৰীৰ লগত বেচ খাপ খোৱা বিধৰ।

প'ল'সকলে ৰাজকুমাৰীক এৰি থৈ কনষ্টাণ্টিনোপলেদি ঘৰলৈ বুলি যাত্ৰা কৰিলে। তেওঁলোক ভেনিচ পালেগৈ ১২৯৫ খৃষ্টাব্দত—ওলাই যোৱাৰ ২৪ বছৰৰ পিচত। কোনেও তেওঁলোকক চিনিব পৰা নাছিল। কথিত আছে যে পুৰণি বন্ধু-বৰ্গ আৰু অন্যান্য লোকক পতিয়ন নিয়াবলৈ তেওঁলোকে ভোজ এটাৰ আয়োজন কৰিলে আৰু ভোজৰ মাজতে তেওঁলোকে পিন্ধি থকা নিজৰ জলহু আৰু খোচোনা মৰা কাপোৰ-কানিবোৰ ফালি পেলালে। তৎক্ষণাৎ কাপোৰৰ তলৰপৰা হীৰা, মণি, পান্না আৰু অন্যান্য বহুবিধ অমূল্য ৰত্ন থোপাথোপে ওলাই পৰিল আৰু অতিথি-সকলক স্তম্ভিত কৰিলে। ইমানতো চীন আৰু ভাৰতত প'ল'সকলে পৰ্য্যটন কৰাৰ কাহিনী বৰ কমেইহে বিশ্বাস কৰিলে। মাৰ্ক, তেওঁৰ পিতাক আৰু খুড়াকে অতি-ৰঞ্জিত কৰিছে বুলিয়ে তেওঁলোকে ভাবিছিল। ভেনিচৰ নিচিনা ক্ষুদ্ৰ গণৰাজ্য এখনত অভ্যস্ত হৈ থাকি তেওঁলোকে চীন আৰু এচিয়াৰ অন্যান্য দেশৰ আয়তন আৰু সম্পদ কল্পনা কৰিবই পৰা নাছিল।

তিনি বছৰৰ পিচত—১২৯৫ খৃষ্টাব্দত—জেনোৱা চহৰৰ বিপক্ষে ভেনিচে যুদ্ধযাত্ৰা কৰে। উভয়ে আছিল জলশক্তি আৰু পৰস্পৰৰ প্ৰতিদ্বন্দ্বী। উভয়ৰ ভিতৰত প্ৰচণ্ড নৌ-যুদ্ধ এখন লাগিল। ভেনেচীয়সকল পৰাস্ত হ'ল আৰু তেওঁলোকৰ কেবা হেজাৰো জেনোৱাবাসীসকলৰ হাতত বন্দী হ'ল। এই বন্দীসকলৰ ভিতৰতে থাকিল আমাৰ বন্ধু মাৰ্ক'প'ল'। জেনোৱাৰ বন্দীশালত বহি বহি তেওঁ নিজৰ ভ্ৰমণৰ বৃত্তান্ত এটা লিখিলে বা লিখোৱালে। এই ধৰণেই "মাৰ্ক'প'ল'ৰ ভ্ৰমণ-কাহিনীৰ" জন্ম হয়। ভাল কাম কৰিবৰ বাবে জেলখানা কেনে উপযোগী ঠাই!

এই ভ্ৰমণ কাহিনীত মাৰ্ক'ই বিশেষভাৱে চীন দেশখন আৰু ইয়াৰ ভিতৰেদি তেওঁৰ অপাৰ যাত্ৰাৰ বৰ্ণনা দিছে। তেওঁ কিছু পৰিমাণে শ্যাম, যৱ, সুমাত্ৰা, সিংহল আৰু দক্ষিণ ভাৰতৰো বৰ্ণনা দিছে। প্ৰাচ্যৰ সকলোবোৰ ঠাইৰপৰা অহা জাহাজৰ কোনোখন ইমান ডাঙৰ যে সেইবোৰে তিনিশ বা চাৰিশ মানুহ কঢ়িয়াব পাৰে। ঠাঁহ খাই থকা চীনৰ বৃহৎ পোতাশ্ৰয়বোৰ তেওঁ বৰ্ণাইছে। এই জাহাজবোৰৰ কোনো তেওঁৰ বৰ্ণনা মতে চীন বহুতো চহৰ আৰু ক্ষুদ্ৰ নগৰেৰে পৰিপূৰ্ণ; "পশমী কাপোৰ, সোণ আৰু অপৰ্য্যাপ্ত মনোহৰ ৰেশম সূতাৰে" উপচি পৰা, আৰু "বিতোপন আঙুৰ বাগান, শস্যক্ষেত্ৰ আৰু উদ্যানেৰে ভৰপূৰ", বাট-পথ গোটেই-খনতে "পৰ্য্যটকসকলৰ অৰ্থে অতীব সুন্দৰ অতিথিশালা" থকা এখন প্ৰফুল্লমনা আৰু সমৃদ্ধিশালী দেশ। সাম্ৰাজ্যিক চৰকাৰী বা-বাতৰি বিশেষ কটকীৰ যোগেদি সৰবৰাহ কৰাৰ প্ৰথা এটা থকা বুলিও তেওঁ কৈছে। এই বা-বাতৰিবোৰ ঘোঁৰা সলাই সলাই ২৪ ঘণ্টাৰ ভিতৰত ৪০০ মাইললৈকে পঠোৱা হৈছিল। এইটো বেগ সঁচাকৈয়ে বেচ সন্তোষজনক আছিল। আমাক কোৱা হৈছে যে চীনৰ মানুহে কাঠখৰিৰ বদলি মাটিৰপৰা খান্দি উলিওৱা কলা শিল ব্যৱহাৰ কৰিছিল। ইয়াৰ অৰ্থ দেখাতে হ'ল এয়ে যে তেওঁলোকে কয়লাৰ খনি উলিয়াইছিল আৰু খৰি হিচাবে কয়লা ব্যৱহাৰ কৰিছিল। কুবলাই খানে কাগজৰ মুদ্ৰা চলাইছিল—অৰ্থাৎ আজিকালিৰ দৰে সোণেৰে পৰিশোধ কৰাৰ প্ৰতিশ্ৰুতি থকা কাগজৰ নোট তেওঁ প্ৰচলন কৰিছিল। ঋণ-ধন সৃষ্টিৰ আধুনিক পন্থাটোকে যে তেওঁ উদ্ভাৱন কৰিছিল, সেইটো সূচিত কৰা বাবে ই বৰ

আগ্রহ জন্মাব পৰা বিষয়। ইউৰোপৰ মানুহ স্তম্ভিত আৰু অবাক হোৱাকৈ মাৰ্ক'ই উল্লেখ কৰিছে যে প্রেষ্টৰ জন নামে শাসক এজনৰ অধীনত চীনত খৃষ্টান উপনিৱেশ এখন আছিল। এওঁলোক হ'ল সম্ভৱতঃ মঙ্গোলিয়াত বৈ যোৱা কিছুমান পুৰণা নেষ্টৰিয়ান।

জাপান, ব্রহ্মদেশ আৰু ভাৰতৰ বিষয়েও তেওঁ লিখি গৈছে—সময়ত তেওঁ যি দেখিলে, তাকে আৰু সময়ত তেওঁ যি শুনিলে, তাকে। মাৰ্ক'ৰ বৃত্তান্ত ভ্রমণৰ আশ্চৰ্য্যকৰ কাহিনী হৈ আছিল আৰু হৈ থাকিবও। নিজৰ ক্ষুদ্র দেশবোৰত বান্ধ খাই নীচক ঈৰ্ষা-অসূয়াত পোত গৈ থকা ইউৰোপৰ মানুহবোৰৰ চকু ইয়ে মেল খুৱালে। বৃহত্তৰ জগতখনৰ মহত্ত্ব, সম্পদ আৰু আশ্চৰ্য্য সম্বন্ধে ই তেওঁলোকক অবগত কৰালে; তেওঁলোকৰ কল্পনাশক্তি জাগৰিত কৰিলে, তেওঁলোকক দুঃসাহসিকতাৰ প্ৰবৃত্তি উদবুদ্ধ কৰিলে আৰু তেওঁলোকৰ লোভ উদ্রেক কৰিলে। ই তেওঁলোকক অধিকতৰ সমুদ্ৰগামী হবলৈ উৎসাহিত কৰিলে। ইউৰোপে ঠন ধৰি উঠিছিল। ইয়াৰ যুৱা সভ্যতাই নিজৰ ভৰিৰ ওপৰত থিয় দিব পৰা হৈছিল আৰু মধ্য যুগৰ অন্তৰায়বোৰৰ বিপক্ষে যুঁজিবলৈ ধৰিছিল। পুৰঠ হবলৈ ধৰা যুৱক এজনৰ দৰে ইউৰোপ শক্তিৰে পৰিপূৰ্ণ হৈ পৰিছিল। সমুদ্র গমনৰ এই লিপ্সা, সম্পদ আৰু দুঃসাহসৰ এই অন্বেষণে পিচলৈ ইউৰোপীয়সকলক নি আমেৰিকা, উত্তমাশা অন্তৰীপ, প্ৰশান্ত মহাসাগৰ, ভাৰত, চীন আৰু জাপান পোৱালেগৈ। সমুদ্র পৃথিৱীৰ ঘাই ৰাজপথ হ'ল আৰু মহাদেশৰ ওপৰেদি উটেৰে আহ-যাহ কৰা ৰাস্তাবোৰৰ গুৰুত্ব কমি গ'ল।

মাৰ্ক'প'ল'ই এৰি থৈ অহাৰ পিচতে মুখ্য খান কুবলাইৰ মৃত্যু হয়। তেওঁ চীনত স্থাপন কৰি থৈ যোৱা য়ুৱান ৰাজফৈদটো তেওঁৰ মৃত্যুৰ পিচত বেচি দিনলৈ তিষ্ঠি নেথাকিল। মঙ্গোল শক্তি ক্ষিপ্রগতিৰে হীনতৰ হৈ পৰিল আৰু বিদেশীৰ বিপক্ষে চীনা জাতীয়তাবাদৰ এটা প্রবাহ উঠিল। ৬০ বছৰৰ ভিতৰতে দক্ষিণ চীনৰ-পৰা মঙ্গোলসকলক বিতাড়ন কৰি দিয়া হ'ল আৰু চীনা এজনে নিজকে সম্রাটৰূপে মানকিঙত প্ৰতিষ্ঠিত কৰিলে। আৰু ১২ বছৰৰ মূৰত (১৩৬৮ খৃষ্টাব্দত) য়ুৱান ফৈদৰ একেবাৰে পতন ঘটিল আৰু মঙ্গোলসকলক মহাপ্ৰাচীৰৰ বাহিৰ কৰি খেদি দিয়া হ'ল। আন এটা ডাঙৰ চীনা ৰাজবংশ—"টাই মিং ফৈদ"—এতিয়া ভূমিকাত অৱতীৰ্ণ হ'ল। সুদীৰ্ঘ এছোৱা সময় ধৰি—প্ৰায় তিনি শ বছৰ—এই ৰাজবংশটোৱে চীনত শাসন চলালে আৰু এই সময়ছোৱাক সুশাসন, সমৃদ্ধি আৰু সংস্কৃতিৰ যুগ-ৰূপে গণ্য কৰা হয়। এই সময়ছোৱাত বৈদেশিক ৰাষ্ট্ৰ অধিকাৰ কৰাৰ কিম্বা সাম্রাজ্যিক অভিযান চলোৱাৰ কোনো চেষ্টা কৰা নহৈছিল।

চীনৰ মঙ্গোল সাম্রাজ্য ভাগি-ছিগি যোৱাত চীন আৰু ইউৰোপৰ মাজত সংযোগ-সূত্ৰৰ অৱসান ঘটিল। স্থলপথবোৰ এতিয়া আৰু নিৰ্ব্বিঘ্ন হৈ নেথাকিল। জলপথবোৰ তেতিয়ালৈকে সিমান ব্যৱহৃত হোৱা নাছিল।

## ৭০

# ৰোমান গীৰ্জ্জা ৰণোন্মাদ হ'ল

১৮ জুন, ১৯৩২

চীনলৈ এশ বিদ্বান লোক পঠাবলৈ অনুৰোধ জনাই কুবলাই খানে পোপলৈ সমাচাৰ এটা প্ৰেৰণ কৰিছিল বুলি মই তোমাক কৈ আহিছোঁ। কিন্তু পোপে তেনে কৰিব নোৱাৰিলে। সেই সময়ত তেওঁ দুৰ্গতিত পৰিছিল। তোমাৰ যদি মনত আছে, তেন্তে বুজিবাই যে সম্ৰাট দ্বিতীয় ফ্ৰেডৰিকৰ মৃত্যুৰ পিচত এই ছোৱা সময়তে কোনো সম্ৰাট নোহোৱা হ'ল—১২৫০ খৃষ্টাব্দৰপৰা ১২৭৩ খৃষ্টাব্দলৈকে। মধ্য ইউৰোপ তেতিয়া ভয় লগা অৱস্থাত আছিল; বিশৃঙ্খলাই বিৰাজ কৰিছিল আৰু দস্যু যোদ্ধাসকলে কেউফালে লুটপাট কৰি ফুৰিছিল। হেপ্সবাৰ্গ ফৈদৰ ৰুডল্ফ ১২৭৩ খৃষ্টাব্দত সম্ৰাট হ'ল; কিন্তু ই পৰিস্থিতিৰ বিশেষ উন্নতি সাধিব নোৱাৰিলে। সাম্ৰাজ্যখনৰপৰা ইটালী বহিৰ্গত হৈ গ'ল।

কেৱল যে ৰাজনৈতিক বিশৃঙ্খলাই ঘটিছিল, তেনে নহয়। ৰোমান গীৰ্জ্জাৰ দৃষ্টিভঙ্গীৰ ফালৰপৰা যিটোক ধৰ্ম্মীয় বিশৃঙ্খলা বুলিব পৰা যায়, সেইটোৰো সূচনা হৈছিল। মানুহ আৰু আগৰ দৰে নিৰ্জ্জু কিম্বা গীৰ্জ্জাৰ হাকবচনৰ অনুৱৰ্ত্তী হৈ নেথাকিল। তেওঁলোকে সন্দেহ কৰিবলৈ ললে আৰু ধৰ্ম্মীয় কথা-কাণ্ডত সন্দেহ এটা বিপজ্জনক বস্তু। ইতিমধ্যে সম্ৰাট দ্বিতীয় ফ্ৰেডৰিকে পোপক আওকাণ কৰা আৰু সমাজচ্যুত হোৱালৈ ভয় নকৰাটো আমি লক্ষ্য কৰি আহিছোঁ। আনকি তেওঁ পোপৰ লগত কাগজে-কলমে বিতৰ্কও আৰম্ভ কৰি দিলে আৰু পোপে এই বিতৰ্কত ভাল কৰিব নোৱাৰিলে। সেইকালত ফ্ৰেডৰিকৰ নিচিনা সন্দেহ কৰা লোক নিশ্চয় বহুতো আছিল। তদুপৰি সন্দেহ নকৰাকৈয়ে কিম্বা গীৰ্জ্জা বা পোপৰ দাবীত কোনো আপত্তি প্ৰদৰ্শন নকৰাকৈয়ে গীৰ্জ্জাৰ বৰ বৰ লোকসকলৰ দুনীতি আৰু লাহ-বিলাহত ক্ষুব্ধ হৈ পৰা লোকো বহুতো ওলাইছিল।

ক্ৰুছেদবোৰ বেচ অখ্যাতভাৱে ম্লান পৰি গ'ল। সেইবোৰ অশেষ আশা আৰু উৎসাহ লৈ আৰম্ভ হৈছিল; পিচে সেইবোৰে একো সিদ্ধি কৰিব নোৱাৰিলে। এনে ধৰণৰ ব্যৰ্থতাই প্ৰতিক্ৰিয়া একোটাৰ সৃষ্টি কৰিবই। গীৰ্জ্জা যি ধৰণে চলিছিল, সেই ধৰণে চলাত পুৰাপুৰি সন্তুষ্ট হব নোৱাৰি মানুহে অস্পষ্টভাৱে হ'লেও লাহে লাহে পোহৰৰ সন্ধানত আন ফালে চকু দিবলৈ ধৰিলে। গীৰ্জ্জাই হিংসাৰ যোগেদি ইয়াৰ পোটক তুলিলে আৰু সন্ত্ৰাসৰ পন্থা অৱলম্বন কৰি মানুহৰ মনৰ ওপৰত দখল বৰ্ত্তাই ৰখাৰ চেষ্টা কৰিলে। মানুহৰ মনটো যে এটা বৰ মূৰ পেলোকা দিয়া বস্তু আৰু পাশৱিক বল যে ইয়াৰ বিৰুদ্ধে এপাত তেনেই দুৰ্ব্বল অস্ত্ৰহে হব, সেইটো তেওঁলোকে পাহৰিয়েই পেলালে। সেইদেখি ই ব্যক্তিৰ আৰু সমষ্টিৰ চৈতন্যোদয় চেপি ধৰিবৰ চেষ্টা কৰিলে। বিচাৰ-বিতৰ্ক আৰু যুক্তিৰ যোগেদি সন্দেহ ভঞ্জন কৰাৰ প্ৰয়াস নকৰি ই মুদ্গৰৰ সহায়েৰে আৰু শূলত দি আপদ খণ্ডাবলৈহে চেষ্টা কৰিলে।

১১৫৫ খৃষ্টাব্দতে গীৰ্জ্জাৰ কোপ ব্ৰেচিয়াৰ (ইটালী) আৰ্ণল্ড নামে জনপ্ৰিয় আৰু একনিষ্ঠ ধৰ্ম্ম-প্ৰচাৰক এজনৰ ওপৰত পৰিলগৈ। আৰ্ণল্ডে যাজকসকলৰ দুনীতি আৰু বিলাসিতাৰ বিৰুদ্ধে প্ৰচাৰ-কাৰ্য্য চলাইছিল। তেওঁক ধৰি ফাঁচী দিয়া হ'ল; তাৰ পিচত তেওঁৰ মৰা শটো পুৰি ছাইখিনি টাইবাৰ নদীত উটাই দিয়া হ'ল, যাতে মানুহে সেই ভস্ম স্মৃতি-চিহ্নৰূপে ৰাখিব নোৱাৰে! আৰ্ণল্ড শেষ মুহূৰ্ত্তলৈকে ধীৰ আৰু স্থিৰ হৈয়ে থাকিল।

পোপসকল আনকি ইমান দূৰলৈকে গ'ল যে ধৰ্ম্ম-বিশ্বাসৰ তেনেই সামান্য কথা এটাতো ভিন্ন মত পোষণ কৰা কিম্বা যাজকসকলক বৰ বেচিকৈ সমালোচনা কৰা লোকসমষ্টি বা খৃষ্টান সম্প্ৰদায় গোটেইটোকে তেওঁলোকে জাতিচ্যুত কৰিবলৈ ললে। এনেবোৰ লোকৰ বিৰুদ্ধে নিয়মিতভাৱে ধৰ্ম্মযুদ্ধ ঘোষণা কৰা হ'ল আৰু তেওঁলোকৰ ওপৰত সৰ্ব্বতোপ্ৰকাৰৰ বিৰক্তিকৰ নিষ্ঠুৰতা আৰু বিভীষিকা চলোৱা হ'ল। দক্ষিণ ফ্ৰান্সৰ টৌলাছৰ এল্‌বিজেয়ই (বা এল্‌বিজেন্স) আৰু ৱাল্ডেন্সিয়ান (ৱাল্ড নামে এজন লোকৰ অনুগামীসকল) সকলক এনে ধৰণেই ব্যৱহাৰ কৰা হ'ল।

ঠিক এই সময়তে বা ইয়াৰ অলপ পিচতে ইটালীত এজন লোকে বসতি কৰিছিল। খৃষ্ট ধৰ্ম্মৰ বৰ আকৰ্ষণীয় ব্যক্তিবৰ্গৰ ভিতৰত এওঁ এজন। এওঁ হ'ল আছিছিৰ ফ্ৰান্সিছ। তেওঁ আছিল এজন ধনী লোক। ধন-সম্পত্তি পৰিত্যাগ কৰি, দাৰিদ্ৰ্য অৱলম্বনৰ শপত লৈ তেওঁ দুনিয়াৰ ৰোগী আৰু গৰীব লোকসকলক সেৱা কৰিবলৈ বুলি ওলাই আহিল। কুষ্ঠৰোগীসকল আটাইতকৈ অসুখীয়া আৰু অযত্নে থাকিব লগা হোৱা দেখি তেওঁ বিশেষভাৱে সেইসকলৰ সেৱাতে ব্ৰতী হ'ল। তেওঁ এটা সংঘ স্থাপন কৰিলে—সাধু (ছেণ্ট) ফ্ৰান্সিছৰ সংঘ ইয়াকে বোলা হয়। ই হ'ল বুদ্ধৰ সংঘটোৰ নিচিনাই। ধৰ্ম্ম-প্ৰচাৰ আৰু লোক সেৱা কৰি আৰু যীশু খৃষ্টৰ দৰে জীৱন যাপন কৰিবৰ অৰ্থে সচেষ্ট হৈ তেওঁ ইখন সিখন ঠাই ভ্ৰমি ফুৰিলে। বিস্তৰ লোক তেওঁৰ ওচৰলৈ আহিল আৰু বহুতো তেওঁৰ শিষ্য হ'ল। তেওঁ আনকি মিছৰ আৰু ধৰ্ম্মযুদ্ধ চলি থকা ঠাই পেলেষ্টাইনলৈও গৈছিল। তেওঁ খৃষ্টান হোৱা সত্বেও মুছলমানসকলে এই নম্ৰ আৰু মাননীয় ব্যক্তিজনক সন্মান কৰিছিল আৰু তেওঁক কোনো প্ৰকাৰে হকা-বাধা কৰা নাছিল। সাধুপ্ৰবৰ ফ্ৰান্সিছ ১১৮১ খৃষ্টাব্দৰপৰা ১২২৬ খৃষ্টাব্দলৈকে জীৱিত আছিল। তেওঁৰ মৃত্যুৰ পিচত তেওঁৰ সংঘৰ লগত গীৰ্জ্জা কৰ্তৃপক্ষৰ মতান্তৰ ঘটে। গীৰ্জ্জাই কিজানি দৰিদ্ৰ জীৱন যাপন কৰাৰ ওপৰত ইমান গুৰুত্ব দিয়াটো ভাল পোৱা নাছিল। এই আদিম খৃষ্ট পন্থাৰপৰা তেওঁলোক ভালোখিনি আঁতৰি আহিল। ১৩১৮ খৃষ্টাব্দত মাৰ্ছেলীজত চাৰি জন ফ্ৰান্সিছপন্থী সাধুক ধৰ্ম্মদ্ৰোহী বুলি জীয়াই জীয়াই পুৰি মৰা হয়।

কেই বছৰমানৰ আগতে আছিছি বোলা ক্ষুদ্ৰ নগৰখনত সাধুপ্ৰবৰ ফ্ৰান্সিছৰ সন্মানাৰ্থে ডাঙৰ সমাৰোহ এটা পতা হৈছিল। সেই সময়ত এইটোনো কিয় পতা হৈছিল, মই পাহৰিছোঁ। সম্ভৱতঃ সি আছিল তেওঁৰ তিৰোধানৰ সপ্ত-শতাব্দী বাৰ্ষিকী।

ফ্ৰান্সিছপন্থী সংঘটোৰ নিচিনা অথচ সত্তাৰ ফালৰপৰা ইয়াৰ লগত সমূলি

বিভিন্ন আন এটা সংঘয়ো গীৰ্জ্জাৰ আবেষ্টনীৰ ভিতৰতে জন্ম পৰিগ্ৰহ কৰে। ইয়াক স্থাপন কৰিলে সাধুপ্ৰবৰ (ছোট) ডমিনিক নামে এজন স্পেনিয়াৰ্ডে আৰু ইয়াকে ডমিনিকান সংঘ বোলে। এই সংঘ আক্ৰমণাত্মক আৰু নৈষ্ঠিক। তেওঁ-লোকৰ মতে সমস্ত কৰ্ম্ম-ধৰ্ম্মমত পোষণ কৰাৰ মহিয়ষী প্ৰচেষ্টাৰ অনুবৰ্ত্তী হব লাগিব। বুজাই-বৰাই যদি তেনে কৰিব নোৱাৰি, তেন্তে জোৰ কৰি হলেও সেইটো কৰিব লাগিব।

যিটোক "ইন্‌কুইজিশ্যন" বোলা হয়, সেইটো আৰম্ভ কৰি দি ১২৩৩ খৃষ্টাব্দত গীৰ্জ্জাই যথাৰীতি আনুষ্ঠানিকভাৱে ধৰ্ম্মক্ষেত্ৰত সন্ত্ৰাসৰ আমোল প্ৰৱৰ্ত্তন কৰে। 'ইন্‌কুইজিশ্যন' হল মানুহৰ ধৰ্ম্মবিশ্বাসৰ নৈষ্ঠিকতা সম্বন্ধে তদন্ত কৰা এটা আদালত। যদি মানুহ বুজন ধৰণে ধৰ্ম্মপৰায়ণ নোহোৱা বুলি প্ৰমাণিত হয়, তেন্তে তেনে লোকক সচৰাচৰ বিহা দণ্ড হল জীয়াই জীয়াই পুৰি মৰা। "ধৰ্ম্মদ্ৰোহী" বোৰক যথাবিধি চিকাৰ কৰা হ'ল আৰু তেনে ধৰণৰ শ শ লোকক পিণ্ডত দি পুৰি মৰা হ'ল। এনে দৰে পুৰি মৰাতকৈও অসহনীয় হ'ল-- নিজৰ মত প্ৰত্যাহাৰ কৰিবলৈ বাধ্য কৰোৱাৰ উদ্দেশ্যে তেওঁলোকক দিয়া যন্ত্ৰণা। বহুতো নিঃসহায়া হতভাগিনী তিৰোতাক ডাকিনী বুলি অভিযুক্ত কৰি পুৰি মৰা হল। কিন্তু এইটো কৰা হৈছিল—বিশেষকৈ ইংলেণ্ড আৰু স্কটলেণ্ডত—জনতাৰ দ্বাৰা; ইন্‌কুইজিশ্যনৰ হুকুম মতে নহয়।

পোপে "ধৰ্ম্মমতৰ ফতোৱা" এখন জাৰি কৰি প্ৰতিজন লোককে গুপ্তচৰ হবৰ বাবে আহ্বান জনালে। তেওঁ ৰসায়ন বিজ্ঞান বিগৰ্হিত কৰিলে আৰু ইয়াক এটা "পৈশাচিক বিদ্যা" আখ্যা দিলে। এই সমস্ত হিংস্ৰতা আৰু সন্ত্ৰাস বেচ আন্তৰিকতাপূৰ্ণভাৱেই কৰা হৈছিল। তেওঁলোকে ভাবিছিল যে পিণ্ডত দি পুৰি মাৰি তেওঁলোকে সেই মানুহজনৰ আত্মা বা অন্যান্য লোকৰ আত্মাক উদ্ধাৰ কৰিছিল। ধৰ্ম্ম প্ৰচাৰ কৰা মানুহে সময়ত আনৰ ওপৰত নিজকে ন্যস্ত কৰিছিল, তেওঁলোকৰ নিজস্ব মতামত আনৰ ওপৰত জোৰ কৰি জাপি দিছিল আৰু ভাবিছিল যে তেওঁ-লোকে ভাল লোকসেৱা এটাকে কৰিলে। ঈশ্বৰৰ নামত তেওঁলোকে বধ আৰু নৰ-হত্যা কৰিছিল। "অমৰ আত্মাক" উদ্ধাৰ কৰাৰ দোহাই দি মৰণশীল দেহ ছাইত পৰিণত কৰিবলৈও তেওঁলোকে কুণ্ঠা বোধ কৰা নাছিল। ধৰ্ম্মৰ খতিয়ান খুব নিকৃষ্ট। কিন্তু তেনেই নিদাৰুণ নিষ্ঠুৰতাত "ইন্‌কুইজিশ্যনক" চেৰ পেলাব পৰা কিবা আছে বুলি মোৰ ধাৰণা নহয়। অথচ আচৰিত কথা হল এয়ে যে তাৰ বাবে দায়ী লোকসকলৰ বহুতো ব্যক্তিগতভাৱে লাভবান হবৰ বাবে এইটো কৰা নাছিল; তেওঁলোকে প্ৰকৃতপক্ষে শুদ্ধ কামটোকে কৰিছে—এই দৃঢ় ধাৰণাৰ বশৱৰ্ত্তী হৈহে তেনে কৰিছিল।

পোপসকলে এফালেদি ইউৰোপত এই সন্ত্ৰাসৰ আমোল প্ৰবৰ্ত্তন কৰোতে আনফালেদি তেওঁলোকে ৰজা-মহাৰজাসকলৰ অধীশ্বৰ ৰূপে যি অগ্ৰস্থান অধিকাৰ কৰিবলৈ সমৰ্থ হৈছিল, সেই স্থান হেৰুৱাব ধৰিলে। সম্ৰাট এজনক সমাজচ্যুত কৰি আত্মসমৰ্পণ কৰিবলৈ বাধ্য কৰাৰ দিনবোৰ আৰু উকলি গ'ল। যেতিয়া পৱিত্ৰ ৰোমান সম্ৰাটজন দুৰ্গতিত পৰিল আৰু কোনো সম্ৰাট নোলাল নাইবা

সম্ৰাটজন ৰোমৰপৰা বহুখিনি আঁতৰত থাকিল, তেতিয়া ফ্ৰান্সৰ ৰজাই পোপ-সকলৰ কামত হেতা-ওপৰা কৰিবলৈ ধৰিলে। ১৩০৩ খৃষ্টাব্দত পোপে কৰা কিবা এটা কামত ৰজা বিতুষ্ট হ'ল। তেওঁ পোপৰ ওচৰলৈ মানুহ এজন পঠালে। পোপৰ প্ৰাসাদলৈ গৈ এই মানুহজনে জোৰ কৰি ধৰ্ম্মাধিকাৰৰ শোৱনী কোঠা পালেগৈ আৰু তাতে তেওঁক মুখামুখিকৈ ভৰ্ৎসনা কৰি থৈ আহিল। পোপৰ প্ৰতি কৰা এই অৱমাননাকৰ ব্যৱহাৰৰ প্ৰতিবাদ কোনো দেশতে নোলাল। কেনছাৰ বৰফৰ ওপৰেদি শুদা ভৰিৰে যোৱা সম্ৰাটজনৰ লগত এইটো ঘটনাৰ তুলনা কৰি চোৱাছোন!

কেই বছৰমানৰ পিচত (১৩০৯ চনত) নতুন পোপ এজনে— এওঁ আছিল ফৰাচী—ফ্ৰান্সৰ এভিগ্ননত তেওঁৰ বাসস্থান বহুৱালেই। ইয়াতে পোপসকলে ফৰাচী ৰজাসকলৰ অত্যন্ত প্ৰভাৱান্বিতভাৱে ১৩৭৭ খৃষ্টাব্দলৈকে বসতি কৰিলে। পিচৰ বছৰটোত (১৩৭৮ খৃষ্টাব্দত) কাৰ্ডিনালসকলৰ সত্ৰসভাত (কলেজ) মতদ্বৈধ ঘটিল। ইয়াকে "বিৰাট ব্যৱধান" বোলা হয়। কাৰ্ডিনালসকলৰ দুয়োটা দলৰ প্ৰত্যেকে একোজনকৈ দুজন পোপক নিৰ্ব্বাচিত কৰিলে। এজন পোপ হল ৰোমত; তেওঁক সম্ৰাট আৰু উত্তৰ ইউৰোপৰ অধিকাংশ দেশে গ্ৰাহ্য কৰিলে। আনজন (যিজনক পোপ-বিৰোধী পোপ বোলা হয়) থাকিল এভিগ্ননত; ফ্ৰান্সৰ ৰজা আৰু তেওঁৰ মিত্ৰসকলৰ কোনো কোনোৱে এইজনক সমৰ্থন কৰিলে। ৪০ বছৰ ধৰি এইদৰেই চলিল। পোপ আৰু বিৰোধী পোপ উভয়ে উভয়কে অভিশপ্ত আৰু সমাজচ্যুত কৰিলে। ১৪১৭ খৃষ্টাব্দত আপোচ এটা হলগৈ আৰু ৰোমত বসবাস কৰা নতুন পোপ এজনক উভয় পক্ষই নিৰ্ব্বাচিত কৰিলে। কিন্তু দুজন পোপৰ মাজত লগা এই অশোভনীয় কাজিয়াই ইউৰোপৰ মানুহৰ মনত নিশ্চয় বৰ বেয়া প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। যদি ঈশদূত আৰু পৃথিৱীত থকা ভগৱানৰ প্ৰতিনিধি দুজনে (যি বুলি তেওঁলোকে নিজকে পৰিচিত কৰে) এনে ধৰণৰ আচৰণকে কৰে, তেন্তে মানুহে তেওঁলোকৰ পৱিত্ৰতা আৰু যথাতথ্য সম্বন্ধে সন্দেহ কৰিবলৈ লবই। গতিকে ধৰ্ম্মীয় অধিকাৰীৰ প্ৰতি থকা অন্ধ আনুগত্যৰপৰা গা এৰা দিয়াত এই কাজিয়াই ভালেখিনি সহায়তা কৰিলে। তথাপি ধৰ্ম্মাধিকাৰসকলক তাতকৈও ডাঙৰ জোকাৰণি এটা লগা হল।

বেচ খোলাখুলিভাৱে গীৰ্জ্জা কৰ্তৃপক্ষক সমালোচনা কৰিবলৈ লোৱা লোক-সকলৰ ভিতৰত অন্যতম হ'ল এজন ইংৰাজ—ইউক্লিফ। তেওঁ আছিল এজন যাজক আৰু অক্সফোৰ্ডৰ এজন অধ্যাপক। ইংৰাজীলৈ বাইবেলখন পোন প্ৰথমে তৰ্জ্জমা কৰা বাবে তেওঁ প্ৰসিদ্ধ। জীৱিত অৱস্থাত তেওঁ ৰোমৰ পোপৰপৰা সাৰি যাবলৈ সমৰ্থ হল; কিন্তু ১৪১৫ খৃষ্টাব্দত তেওঁৰ মৃত্যুৰ ৩১ বছৰৰ পিচত গীৰ্জ্জা-পৰিষদ এখনে তেওঁৰ হাড়-চাল খান্দি উলিয়াই পুৰি পেলাবলৈ হুকুম দিলে! আৰু সেই মতেই কৰা হ'ল।

উইক্লিফৰ হাড় অশুচি কৰা হল আৰু পুৰি পেলোৱা হল যদিও তেওঁৰ মতামত সিমান সহজে বোধ কৰিব পৰা নহল; বৰং সেইবোৰে প্ৰসাৰহে লভিলে। সেইবোৰ গৈ আনকি সুদূৰৰ বহেমিয়া বা (আজিকালি ইয়াক অভিহিত কৰা মতে) চেকোশ্লোভাকিয়া পালেগৈ আৰু প্ৰেগ বিশ্ববিদ্যালয়ৰ মুখীয়ালৰূপে অধিষ্ঠিত

হোৱা জন হাছক প্ৰভাৱান্বিত কৰিলে। জন হাছক তেওঁৰ মতামতৰ বাবে পোপে সমাজচ্যুত কৰিলে। কিন্তু তেওঁ বৰ জনপ্ৰিয় আছিল বাবে নিজৰ ঘৰুৱা নগৰখনত তেওঁৰ একো অনিষ্ট কৰিব পৰা নহল। সেইদেখি তেওঁলোকে হাছৰ ওপৰত এটা চাতুৰী খটুৱালে। সম্রাটে তেওঁক নিৰ্ব্বিঘ্ন যাত্ৰাৰ প্ৰতিশ্ৰুতি দি ছুইজাৰলেণ্ডৰ কন্‌ষ্টান্সলৈ আমন্ত্ৰণ জনালে। তাত গীৰ্জ্জা পৰিষদৰ অধিবেশন চলি আছিল। হাছ গল। তেওঁক তেওঁৰ ভুল-সৈ কাঢ়িবলৈ কোৱা হল। নিজে প্ৰত্যয় নোযোৱাকৈ ভুল স্বীকাৰ কৰিবলৈ তেওঁ অমান্তি হ'ল। তেতিয়া নিৰ্ব্বিঘ্ন যাত্ৰা আৰু প্ৰতিশ্ৰুতি থকা সত্ত্বেও তেওঁলোকে হাছক ধৰি জীয়াই পুৰি মাৰিলে। ই ঘটিছিল ১৪১৫ খৃষ্টাব্দত। হাছ আছিল এজন বৰ সাহিয়াল পুৰুষ। তেওঁ যি জানে, সেইটো মিছা বুলি কোৱাতকৈ তিল তিলকৈ কষ্ট খাই মৰাটোকে শ্ৰেয়ঃ বিবেচনা কৰিলে। বিবেকৰ স্বতন্ত্ৰতা আৰু বাক্ স্বতন্ত্ৰতাৰ বেদীত শ্বহীদ ৰূপে তেওঁ মৃত্যু বৰণ কৰিলে। চেক ৰাইজৰ বীৰ-বীৰঙ্গনাসকলৰ ভিতৰত হাছ অন্যতম আৰু চেকোশ্লাভাকিয়াত আজিও তেওঁৰ স্মৃতি তৰ্পণ কৰা হয়।

শ্বহীদৰূপে জন হাছৰ মৃত্যু বৰণ অথলে নগল। বহেমিয়াত তেওঁৰ অনুগামীসকলৰ মাজত বিদ্ৰোহৰ জুই জ্বলাই দিয়াৰ ই হ'ল এটা ফিৰিঙতি। পোপে তেওঁলোকৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰিলে। ক্ৰুছেদবোৰ সস্তীয়া; খৰচ একো নাই আৰু সেইবোৰৰ সুযোগ লবলৈ খাপ দি থকা দুৰ্ব্বৃত্ত আৰু দুৰ্দ্দান্তও অলেখ। এই ধৰ্ম্মযোদ্ধা সকলে নিৰ্দ্দোষ লোকৰ ওপৰত "অত্যন্ত নিদাৰুণ উৎপীড়ন" (এইচ-জি ৱেলছে কবৰ দৰে) চলাইছিল। কিন্তু যেতিয়া হাছপন্থী সৈন্য বাহিনীয়ে তেওঁলোকৰ ৰণ-গাথা গাই গাই আগবাঢ়ি আহিল, তেতিয়া এই ধৰ্ম্মযোদ্ধাসকল অন্তৰ্দ্ধান হ'ল। যি বাটেদি আহিছিল, সেই বাটেদিয়েই তেওঁলোকে ভিৰাই ধৰি লৰ মাৰিলে। নিৰীহ গঞা ৰাইজক হত্যা বা লুট কৰিব লাগিলে ধৰ্ম্মযোদ্ধা সকল শৌৰ্য্য-বীৰ্য্যৰে উদ্দীপিত হৈ উঠে; কিন্তু সংগঠিত যোদ্ধাসকলৰ সম্মুখত পৰিলে তেওঁলোকে পলাই পত্ৰং দিয়ে।

স্বৈৰাচাৰী আৰু আত্মম্ভৰি ধৰ্ম্মৰ বিপক্ষে বিদ্ৰোহ আৰু বিৰুদ্ধাচৰণৰ পাল্লা এইদৰেই আৰম্ভ হ'ল। ই গোটেই ইউৰোপ জুৰি বিয়পি পৰিল আৰু প্ৰতিদ্বন্দ্বী শিবিৰত মহাদেশখনক বিভক্ত কৰিলে। ইয়েই কালক্ৰমত খৃষ্ট ধৰ্ম্মক কেথলিক আৰু প্ৰটেষ্টান্ট দুটা শাখাত বিভক্ত কৰিলে।

## ৭১

## ক্ষমতাত অধিষ্ঠিতসকলৰ নীতিৰ বিপক্ষে যুদ্ধ

৩০ জুন, ১৯৩২

মোৰ ভয় হৈছে, ইউৰোপৰ ধৰ্ম্ম সম্পৰ্কীয় সংঘৰ্ষৰ কথা লেখা মোৰ বিৱৰণ পঢ়ি তুমি ৰস নেপাবা। কিন্তু সেইবোৰ লাগতিয়াল কথা। কাৰণ আধুনিক ইউৰোপে গঢ় লোৱাৰ কথা তাৰপৰা ভালকৈ বুজিব পাৰি। এইবিলাক কথাৰপৰাই আমি

ইউৰোপক জানিব পাৰোঁ। চতুৰ্দ্দশ শতাব্দী আৰু তাৰ পাচতো ইউৰোপত যি ধৰ্ম্ম সম্পৰ্কীয় মুক্তি যুজৰ ক্ৰমবিকাশ আমি দেখিবলৈ পাওঁ আৰু তাৰ পিচতেই হোৱা ৰাজনৈতিক কাৰণত যি মুক্তি সংগ্ৰাম হৈছিল আচলতে দুমুখীয়া অস্ত্ৰস্বৰূপ সি একেটা আন্দোলনৰেই দুখন মুখ। ক্ষমতা আৰু ক্ষমতাত অধিষ্ঠিতসকলৰ বিপক্ষেই এইটো আন্দোলন। পৱিত্ৰ ৰোম সাম্ৰাজ্য আৰু তাৰ ধৰ্ম্মগুৰু পোপৰ আসন দুয়ো আছিল সৰ্ব্বময় ক্ষমতাৰ প্ৰতিভূ আৰু এওঁবিলাকে মানৱ-সত্বাক মষিমুৰ কৰিবৰ বাবে চেষ্টা কৰিছিল। 'দিব্যধামৰ স্বত্ব' লাভ কৰি ৰোমৰ সম্ৰাট সিংহাসনত বহিছিল আৰু পোপ আছিল তেওঁতকৈ একাচি চৰা আৰু তেওঁবিলাকৰ বিৰুদ্ধে কোনো প্ৰশ্ন কৰা নাইবা তেওঁবিলাকৰ কোনো আদেশ অৱমাননা কৰাৰ অধিকাৰ কাৰো নাছিল। যি কয় তাকে শুনাটোৱেই আছিল পৰম পুণ্য। আনকি নিজৰ বিবেকৰ দ্বাৰা বিচাৰ কৰা কাৰ্য্যটোও আছিল পাপ। এইদৰে অন্ধভাৱে অনুসৰণ কৰাৰ নীতি আৰু স্বাধীনতাৰ নীতিৰ মাজত জল্‌জল্ পট্‌পট্‌ভাৱে পাৰ্থক্যই দেখা দিলে। মানুহৰ বিবেক-বুদ্ধিৰ মুক্তিৰ বাবে আৰু পিচত ৰাজনৈতিক মুক্তিৰ বাবে ইউৰোপত বহুত শতাব্দীৰো জুৰি ভয়ঙ্কৰ সংগ্ৰাম চলিল। দাৰুণ কষ্টস্বীকাৰ আৰু বহুতো উন্নতি অৱনতিৰ মাজেদি কিছু পৰিমাণে সফলতা লাভ কৰিব পৰা হ'ল। কিন্তু মুক্তিৰ লক্ষ্যত উপনীত হোৱা বুলি মানুহে যেতিয়া পৰস্পৰে পৰস্পৰক অভি-নন্দিত কৰিবলৈ ধৰিলে তেতিয়া তেওঁবিলাকে দেখিলে যে তেওঁবিলাক ভ্ৰমতহে পৰিল। আৰ্থিক বা অৰ্থনৈতিক মুক্তিৰ অবিহনে বা যিমানদিনলৈকে দৰিদ্ৰতা থাকে সিমানদিনলৈকে কোনো প্ৰকাৰৰ যথাৰ্থ স্বাধীনতা হব নোৱাৰে। ভোকত কলমলাই থকা মানুহ এটাক স্বাধীন বুলি কোৱা মানে তাক উপহাস কৰাহে বুজায়। সেইদেখি পিচৰ খোজটো দিব লগীয়া হ'ল অৰ্থনৈতিক স্বাধীনতাৰ বাবে। সমগ্ৰ জগতত আজি এইখন যুদ্ধই চলিছে। কেৱল মাথোন এখন দেশত এই অৰ্থনৈতিক স্বাধীনতা সৰ্বসাধাৰণে লাভ কৰিলে বুলি কব পাৰি। সেইখন দেশেই হৈছে ৰুছ দেশ অথবা ছোভিয়েট ইউনিয়ন।

বিবেকসম্মত বিচাৰবুদ্ধিৰ স্বাধীনতাৰ বাবে ভাৰতত সংগ্ৰাম কৰাৰ প্ৰয়োজন নাছিল কাৰণ অতীজতো কোনোদিনে এই স্বত্ব ভাৰতত প্ৰত্যাখ্যাত হোৱা নাছিল যেন লাগে। ভাৰতীয়ই বিশ্বাস স্থাপন কৰিব পাৰিছিল নিজৰ ৰুচি অনুযায়ী প্ৰায় সকলোতে আৰু বাধ্য বাধকতাৰ কোনো প্ৰশ্নই নাছিল। মানুহৰ বুচি আৰু মনৰ ওপৰত প্ৰভুত্ব খটাব খোজা হৈছিল বাদ প্ৰতিবাদ আৰু তৰ্ক শাস্ত্ৰ অৱলম্বন কৰিহে, টাঙোন জোকাৰি নহয়। কেতিয়াবা অৱশ্যে হিংসানীতি বা বাধ্য-বাধকতাৰ নীতি অৱলম্বন কৰা হৈছিল, কিন্তু প্ৰাচীন আৰ্য্যসকলৰ সংহিতাত মানুহৰ নিজ বিবেকৰ মত বা পথৰ স্বাধীনতা খৰ্ব কৰা হোৱা নাছিল। আচৰিত লাগিব পাৰে, কিন্তু ইয়াৰ আনুসঙ্গিক ফল পুৰাপুৰি সন্তোষজনক নহ'ল। ভাবচিন্তা কৰাৰ স্বাধীনতাৰ সম্পৰ্কে নিশ্চিন্ত হৈ মানুহ সতৰ্ক হৈ নেথাকিল আৰু ক্ৰমে ক্ৰমে বেচি পৰিমাণে অধঃপতিত ধৰ্ম্মৰ ৰীতিনীতি, সংস্কাৰ আৰু অন্ধবিশ্বাসক আঁকোৱালি ললে। এইদৰে তেওঁবিলাকে যি ধৰ্ম্মৰ আদৰ্শ সৃষ্টি কৰিলে সি তেওঁবিলাকক বহুত দূৰ পাচলৈ লৈ গৈ তেওঁবিলাকক ধৰ্ম্মনৈতিক ক্ষমতাৰ দাসানু-

দাস কৰি পেলালে। সেই ক্ষমতাটো পোপ এজনৰ নাছিল বা আন কোনো ব্যক্তি-বিশেষৰ নহয়। এই ক্ষমতা চলাইছিল "পৱিত্ৰ শাস্ত্ৰসমূহে" আৰু পুৰণি ৰীতি-নীতি আৰু অনুশাসনে। সেইদেখি যেতিয়া আমি বিবেক বুদ্ধিৰ স্বাধীনতাৰ বিষয়ে কথা কওঁ আৰু সেই স্বাধীনতা আছে বুলি আমি যেতিয়া গৰ্ব্ব কৰোঁ তেতিয়া আমি অনুভৱ কৰিব নোৱাৰোঁ যে সেই স্বাধীনতাৰপৰা আমি বহুত দূৰত আৰু আমাক মাথোন কিছুমান "পুৰণি পুথি"ৰ অনুশাসনে আৰু আমাৰ ৰীতি-নীতিয়ে জৰপুৰ কৰি বান্ধি থৈছে। ক্ষমতা আৰু ক্ষমতাৱন্তৰ নীতিয়ে আমাৰ ওপৰত ৰাজত্ব কৰিছিল আৰু আমাৰ মনবোৰ অৱদমিত কৰি থৈছিল। যিবোৰ জৰীয়ে আমাৰ গাটো কেতিয়াবা বান্ধি থয় সেইবোৰ সঁচাকৈয়ে বেয়া; কিন্তু আমাৰ ধাৰণা আৰু কুসংস্কাৰ মূৰ্ত্তিমান হৈ যি অদৃশ্য জৰীৰে আমাৰ মনক বন্ধনগ্ৰস্ত কৰে সি তাতকৈয়ো শোকজনক। এই অদৃশ্য জৰীডাল আমাৰ নিজৰ সৃষ্টি আৰু যদিও আমি তাৰ বিষয়ে একো গমকে নেপাওঁ সি আমাক ভয়ঙ্কৰ নাগপাশেৰে মেৰাই ধৰে।

আক্ৰমণকাৰী হিচাপে মুছলমানসকলৰ প্ৰথম আগমনেই ধৰ্ম্মৰ বিষয়ত ভাৰতত বাধ্য বাধকতাৰ গুটি সিঁচি দিয়ে। বিজেতা আৰু বিজিতৰ ভিতৰত ই সঁচাকৈয়ে আছিল ৰাজনৈতিক সংগ্ৰাম; কিন্তু ধৰ্ম্মৰ আৱৰণে যে তাৰ ওপৰখন আচ্ছাদিত হৈ আছিল। সেইদেখি সময়ে সময়ে ধৰ্ম্মৰ নামত উৎপীড়ন আদিও হৈছিল। কিন্তু এইটো ভাবিলে ভুল হ'ব যে ইচলাম্ এই নীতিৰ পক্ষপাতী। ১৬১০ চনত স্পেইন দেশৰ মুছলমান এজনে লগৰীয়া আৰবসকলৰ সৈতে স্পেনৰ-পৰা খেদা খাওঁতে দিয়া এটা চিত্তাকৰ্ষক বক্তৃতাত তলত উল্লেখ কৰা বিৱৰণটো পোৱা গৈছে। এই ধৰ্ম্মদ্ৰোহৰ বিচাৰৰ প্ৰতিবাদ কৰি তেওঁ কৈছিল: আমাৰ বিজয়ী পূৰ্ব্বপুৰুষসকলে ক্ষমতাত থাকোঁতে তেওঁবিলাকৰ পৰধৰ্ম্ম খৃষ্টধৰ্ম্মক জানো স্পেইনৰপৰা খেদি পঠিয়াব খুজিছিল? যেতিয়া তেওঁবিলাকে তোমালোকৰ পূৰ্ব্ব-পুৰুষসকলৰ পৰাধীনতাৰ শৃঙ্খল পিন্ধালে তেতিয়া জানো তেওঁবিলাকক নিজৰ ধৰ্ম্মৰ ৰীতি নীতি পালন কৰাৰ সম্পূৰ্ণ স্বাধীনতা উপভোগ কৰিবলৈ দিয়া নাছিল?............বলেৰে ধৰ্ম্মান্তৰ গ্ৰহণ কৰোবাৰ যদি কিবা দৃষ্টান্ত আছে তেনে সি ইমান সামান্য যে তাৰ উল্লেখেই নিষ্প্ৰয়োজন। ঈশ্বৰ আৰু পয়গম্বৰৰ প্ৰতি বিশ্বাস নথকা কোনো দুৰন্ত মানুহে তেনে কাম কৰিলেও কৰিব পাৰে কিন্তু তেনে কাৰ্য্য কৰোঁতে ইচলামৰ পৱিত্ৰ অনুজ্ঞা আৰু শিক্ষাৰ দেখাদেখিকৈ বিপৰীত ভাব আৰু বিৰুদ্ধতা আচৰণ কৰা হয় মাথোন। ধৰ্ম্মৰ দ্ৰোহ আচৰণ নকৰাকৈ কোনেও এনে কাম কৰিব নোৱাৰে যদিহে তেওঁ মুছলমান নামৰ সম্মান বহন কৰাৰ যোগ্য মানুহ নহয়। ধৰ্ম্মৰ বেলেগ বেলেগ অনুগামীসকলৰ বাবে আমাৰ মাজত অনুষ্ঠিত হোৱা এনে নৰৰক্তপিপাসু ধৰ্ম্মবিচাৰালয় তোমালোকে বিচাৰি নোপোৱা। যি ধৰণৰ বীভৎস বিচৰালয় তোমালোকৰ আছে সি জ্ঞানীজন নিন্দিত। এইদো সঁচা, আমাৰ ধৰ্ম্ম গ্ৰহণ কৰিব খোজা সকলৰ বাবে আমাৰ বাহু প্ৰসাৰিত; কিন্তু আনৰ বিবেকৰ ওপৰত আঘাত কৰিবলৈ আমাৰ পৱিত্ৰ কোৰাণ-চৰিফৰ কোনো আজ্ঞা নাই।"

এই যে আমাৰ প্ৰাচীন ভাৰতীয় জীৱনত পৰমত সহিষ্ণুতা আৰু বিবেক বুদ্ধিৰ স্বাধীনতা ধৰ্ম্মৰ ক্ষেত্ৰত উজ্জ্বলদী হৈ আছিল, সেইবোৰ কিছু পৰিমাণে আমাৰ হাতৰপৰা হেৰাই গ'ল। আনহাতে ইউৰোপে আমাক চেৰ পেলাই আগ-বাঢ়ি গৈ ভালেমান দিন যুঁজ-বাগৰ কৰি এই দুটা মূল নীতিক নিজৰ জীৱনত প্ৰতিষ্ঠিত কৰি ললে। আজিকালি কেতিয়াবা ভাৰতত ধৰ্ম্ম বিৰোধে দেখা দিয়ে আৰু হিন্দু আৰু মুছলমানৰ ভিতৰত কটাকটি মৰামৰি আৰু হত্যাকাণ্ড সংঘটিত হয়। এইটো সঁচা যে ই কেতিয়াবাহে কোনো কোনো ঠাইত ঘটে আৰু বেচি ভাগ আমি শান্তিৰ শীতলতা আৰু বন্ধুতাৰ বাহুবন্ধনত কাল কটাওঁ কাৰণ আমাৰ দুয়ো সম্প্ৰদায়ৰে মূল স্বাৰ্থ একেটা। হিন্দুৱেই হওক বা মুছলমানেই হওক ধৰ্ম্মৰ নামত ভাতৃ বিৰোধ নিশ্চয় লাজ লগা কথা। আমি ইয়াৰ ওৰ পেলাবই লাগিব আৰু আমি তাক কৰিব পাৰিমো। কিন্তু সকলোতকৈ লাগতিয়াল কথা হৈছে ৰীতি-নীতি, বিশ্বাস আৰু কুসংস্কাৰৰ ভ্ৰান্ত আদৰ্শ ভাঙি ছিঙি পেলোৱাটো। কাৰণ এইবোৰে ধৰ্ম্মৰ মুখা পিন্ধি আমাক ভুৱা দি জোৰকৈ বান্ধি থয়।

ধৰ্ম্মৰ ক্ষেত্ৰত পৰমত সহিষ্ণু হোৱাৰ দৰেই, ৰাজনৈতিক স্বাধীনতাৰ ক্ষেত্ৰতো ভাৰতে সুস্থভাৱেই জীৱনযাত্ৰা আৰম্ভ কৰিছিল। ভাৰতৰ গাওঁবিলাকৰ সাধাৰণ তন্ত্ৰৰ কথা মনলৈ আনাচোন। দেখিবা যে আদিতে নৃপতিসকলৰ অধিকাৰ বৰ সীমাবদ্ধ বুলি ধৰা হৈছিল। ইউৰোপৰ ৰাজেন্দ্ৰসকলৰ দৰে তেওঁবিলাকৰ গাত দিব্যধামৰ সত্ব বিৰাজ কৰা নাছিল। গাঁৱৰ স্বাধীনতাৰ ভেটিতে ৰাষ্ট্ৰনীতি প্ৰতিষ্ঠিত আছিল দেখি ৰজাৰ সম্বন্ধে প্ৰজাৰ বেচি কৌতূহল নাছিল। তেওঁবিলাকে নিজ ঠাইৰ স্বাধীনতা উপভোগ কৰিবলৈ পালে ভূপতি বা নৰপতিৰ কথা কিয় ভাবি মৰিব? কিন্তু এই ভাৱধাৰা মূৰ্খজনোচিত আৰু বিপদজনক আছিল। কালক্ৰমত ভূপতিবিলাকে ক্ষমতা বিস্তাৰ কৰিলে আৰু গাওঁভূঁইৰ স্বাধীনতাৰ ওপৰত হাত দিলে। এনে এটা সময় আহিল যেতিয়া আমি সম্পূৰ্ণ একনায়কত্ববাদী সম্ৰাটৰ কবলত পৰিলোঁ আৰু ওপৰখাপৰপৰা তলৰ খাপলৈকে ক'তো আৰু গঞা স্বায়ত্ব শাসনৰ চিন-মোকাম নেথাকিল আৰু স্বাধীনতাৰ ছাঁটোও অন্তৰ্হিত হৈ গ'ল।

## ৭২

## মধ্যযুগৰ পৰিসমাপ্তি

১ জুলাই, ১৯৩২

ত্ৰয়োদশ শতিকাৰপৰা পঞ্চদশ শতিকালৈকে ইউৰোপৰ অৱস্থা আমি আকৌ ঘূৰি চাওঁচোন। তাত তেতিয়া ভীষণ ধৰণৰ হুলস্থূল, হত্যাকাণ্ড আৰু সংঘৰ্ষ। ভাৰতৰো অৱস্থা তেতিয়া সিমান ভাল নাছিল, কিন্তু প্ৰায় এই ভাব হয় যে ভাৰত যেন ইউৰোপতকৈ বেচি শান্তিত আছিল।

মঙ্গোলীয়বিলাকে খাৰবাৰুদ ইউৰোপলৈ নিয়াত তাত হিলৈ-বৰতোপৰ ব্যৱহাৰ আৰম্ভ হৈছিল। বিদ্রোহী হৈ পৰা ডা-ডাঙৰীয়াবিলাকক নির্মূল কৰিবলৈ নৃপতি-বিলাকে এই অস্ত্রবোৰৰ সুযোগ লৈছিল। নগৰলৈ অহা নতুন সদাগৰবিলাকৰপৰা তেওঁবিলাকে এই কামত সহায় পাইছিল। বিদ্রোহী ডা-ডাঙৰীয়াবিলাক নিজৰ ভিতৰতে সৰুসুৰা কাজিয়া-পেচালত লিপ্ত আছিল। ইয়াৰপৰা তেওঁবিলাক নিজে যেনেকৈ শক্তিহীন হৈ পৰিছিল সেইদৰে গাঁৱলীয়া জীৱনধাৰাকো আতঙ্কিত কৰি তুলিছিল। ৰজাবিলাক ক্ষমতাশীল হৈ উঠি এই সৰুসুৰা কাজিয়া পেচালবোৰৰ অৱসান ঘটালে। কোনো কোনো ঠাইত ৰাজসিংহাসন দাবী কৰি দুটা প্রাতদ্বন্দ্বীৰ মাজত গৃহযুদ্ধৰ অৱতাৰণা হৈছিল। ইংলেণ্ডত যেনেকৈ হাউচ অব্ ইয়র্ক আৰু হাউচ অব্ লাঙ্কাষ্টাৰ নামেৰে দুটা পৰিয়ালৰ মাজত সংঘৰ্ষই মূৰ ডাঙি উঠিছিল, সেই দৰে। এই দুয়োটা পৰিয়ালে গোলাপ ফুলক নিজৰ প্রতীক কৰি লৈছিল—এদলে বগা-গোলাপ আৰু আনটো দলে ৰঙা গোলাপ। এই সংঘৰ্ষক সেইদেখি গোলাপ ফুলৰ যুদ্ধ বুলি কোৱা হৈছিল। এই গৃহযুদ্ধখনত বহুতো ডা-ডাঙৰীয়াৰ শৰীৰ পতন হয়। ক্রুচেড্ বা ধর্ম্মযুদ্ধতো এওঁবিলাকৰ বহুতো মৰে। সামন্তবাদী এই ডা-ডাঙৰীয়াসকল লাহে লাহে বশ হৈ আহিল। কিন্তু এইটোৱে নুবুজায় যে ৰাজ-ক্ষমতা ডা-ডাঙৰীয়াৰ হাতৰপৰা সাধাৰণৰ হাতলৈ হস্তান্তৰিত হ'ল। ইয়াৰ পৰিণামত ৰজাবিলাক মাথোন ক্ষমতাৱন্ত হৈ উঠিল। প্রজা সাধাৰণৰ অৱস্থা প্ৰায় একেই থাকিল। মাথোন সৰুসুৰা গৃহযুদ্ধবোৰ মাৰগৈ তেওঁবিলাকে অলপমান স্থিৰভাৱে নিশ্বাস পেলাব পৰা হ'ল। ৰজা ক্রমে ক্রমে সর্ব্বক্ষমতাৰ অধিপতি আৰু একনায়ক সম্রাটৰ দৰে বিৰাজিত হ'ল। তেতিয়া ৰজা আৰু নতুন সদাগৰবিলাকৰ মাজত যুদ্ধ হ'বলৈ মাথোন বাকী।

১৩৪৮ চন মানত যুদ্ধ আৰু ৰক্তপাততকৈ ভয়ঙ্কৰ মহামাৰী প্লেগ বেমাৰ ইউৰোপলৈ আহিল। ই ৰুছিয়া আৰু এচিয়া মাইনৰৰপৰা ইংলেণ্ডলৈকে গোটেই ইউৰোপ বিয়পি পৰিছিল; মিছৰ, উত্তৰ আফ্রিকা, মধ্য এচিয়ালৈকে আগবাঢ়ি ই গোটেই পশ্চিম অঞ্চল বিয়পিছিল। ইয়াক কাল-মৃত্যু বোলা হৈছিল আৰু লক্ষ লক্ষ মানুহে এই বেমাৰত পৰি প্রাণ হেৰুৱালে। ইংলেণ্ডৰ প্ৰায় এক তৃতীয়াংশ লোকসংখ্যা এই বেমাৰত মচ্ খাই গ'ল আৰু চীনদেশত আৰু আন আন ঠাইতো মৃত্যুৰ নিৰিখ আছিল বিপুল। এইটো আচৰিত যে এই বেমাৰ ভাৰতৰ চাৰিসীমাৰ ভিতৰ নোসোমাল।

এই বিভীষিকাময় পয়মালে লোকসংখ্যা বহুত পৰিমাণে কমালে আৰু খেতি-বাতি কৰিবলৈ যথেষ্ট মানুহ প্ৰায় নোহোৱা হৈ পৰিল। মানুহৰ অভাৱ ঘটিলত বণুৱাৰ বানচ বাঢ়ি যোৱাৰ চিন দেখা গ'ল। কিন্তু ভূম্যধিকাৰী আৰু সম্পত্তিৰ মালিকবিলাকে বিধানসভা অধিকাৰ কৰি আছিল। তেওঁবিলাকে বণুৱাবিলাকক অধিক বানচ নিদিবলৈ আৰু পূৰ্বৰ শোচনীয় বানচতে কাম কৰিবলৈ বাধ্য কৰি আইন প্রণয়ন কৰিলে। শোষণ আৰু পোষণে সহিষ্ণুতাৰ সীমা অতিক্রম কৰি গ'লত খেতিয়ক আৰু দুখীয়াবিলাক বিদ্রোহী হৈ উঠিল। গোটেই পশ্চিম ইউৰোপতে ইটো ঢৌৰ পাচত সিটো ঢৌৰ দৰে খেতিয়কবিলাকৰ বিদ্রোহ সংঘটিত

হ'বলৈ ধৰিলে। ১৩৫৮ চনত ফ্ৰান্সত 'জেকোৱাৰী' (Jacquerie) নাম ধৰি বিদ্ৰোহে ৰূপ লয়। ইংলেণ্ডত হৈছিল 'ওৱাট টাইলাৰৰ' বিদ্ৰোহ। ওৱাট টাইলাৰক ১৩৮১ চনত ইংৰাজ ৰজা এজনৰ সমুখতে বধ কৰা হৈছিল। এই বিদ্ৰোহবিলাক প্ৰায়েই অতি নিষ্ঠুৰভাৱে দমন কৰা হৈছিল। কিন্তু সাম্যৰ নতুন আদৰ্শই লাহে লাহে মূৰ ডাঙি উঠিছিল। সৰ্বসাধাৰণৰ ভিতৰত এই প্ৰশ্ন জাগ্ৰত হৈ উঠিল—তেওঁবিলাক কিয় দৰিদ্ৰ হৈ ভোকত কাল কটাব লাগে, যিস্থলত তেওঁবিলাকৰ দৰে এশ্ৰেণী মানুহ ধনী আৰু সকলোবিলাক প্ৰচুৰ সম্পদেৰে চহকী? এদল কিয় প্ৰভু হ'ব লাগে আৰু এদল কিয় হ'ব লাগে দাস? কিছুমানৰ কিয় ইমান সাজপাৰৰ বিলাস আৰু কিছুমানৰ কিয় এখন ফটা-কাপোৰকে গাত লবলৈ নাই? ক্ষমতাশালীৰ ওচৰত আত্ম-সমৰ্পণ কৰাৰ পুৰণা নীতিটো, যাৰ ওপৰত সামন্তবাদৰ বৰঘৰ সজা হৈছিল, সি ঢিলা-সোলকা হৈ ভাগি পৰিব খুজিলে। সেইদেখি বাৰে বাৰে খেতিয়কৰ তীব্ৰ জাগৰণে দেখা দিলে। কিন্তু সংগঠন দুৰ্ব্বল হোৱা বাবে সেইবোৰৰ জাগৰণৰ জুই নুমাই গ'ল। নুমাই গ'ল দুগুণ শক্তিৰে আকৌ জ্বলি উঠিবৰ বাবেহে।

ইংলেণ্ড আৰু ফ্ৰান্স পৰস্পৰে নেৰানেপেৰাভাৱে যুদ্ধত প্ৰবৃত্ত হৈ আছিল। চতুৰ্দশ শতিকাৰ প্ৰাৰম্ভৰপৰা পঞ্চদশ শতিকাৰ মাজভাগলৈকে তেওঁবিলাকৰ ভিতৰত যি সংগ্ৰাম চলি আছিল তাৰ নাম আছিল এশ বছৰীয়া ৰণ। ফ্ৰান্সৰ পূবফালে আছিল বাৰগাণ্ডি। এই ক্ষমতাশালী ৰাষ্ট্ৰখন নামতহে ফ্ৰান্সৰ ৰজাৰ বশহৈ আছিল। কিন্তু বাৰগাণ্ডি আছিল উদ্দণ্ড আৰু আহুকলীয়া। ইংলেণ্ডে এইখন ৰাজ্য আৰু কেইটামান ৰাষ্ট্ৰশক্তিৰ লগত ষড়যন্ত্ৰ কৰি ফ্ৰান্সক হেঁচা মাৰি ধৰিছিল। ফ্ৰান্স কিছুকাল চাৰিওফালৰপৰা চেপা খাই থাকিল। বহুতদিনৰপৰা পশ্চিম ফ্ৰান্সৰ ভালেমান ঠাই ইংলেণ্ডৰ দখলত আছিল আৰু ইংলেণ্ডৰ ৰজাই নিজকো ফ্ৰান্সৰ ৰজা বুলি ঘোষণা কৰিছিল। ফ্ৰান্স যেতিয়া দুৰ্দশাৰ শেষসীমান্তত আৰু ফ্ৰান্সৰ আৰু কোনো আশা ভৰসাই নেথাকিল তেতিয়া এগৰাকী গাভৰু খেতিয়ক ছোৱালীয়ে ফ্ৰান্সৰ আশা আৰু বিজয়ৰ স্বপ্ন মূৰ্তিমন্ত কৰি তুলিলে। অৰ্লিয়েঁৰ পাটগাভৰু জোৱান অব্ আৰ্কৰ কথা তুমি অলপ-অচৰপ জানা। তেওঁ তাৰ আদৰ্শ বীৰাঙ্গনা। উৎসাহহীন হৈ পৰা তেওঁৰ স্বজাতীয়বিলাকক তেওঁ উদ্দীপিত কৰি তুলিলে, তেওঁ-বিলাকক মহৎ সাফল্যৰ বাবে অনুপ্ৰেৰণা দিলে আৰু তেওঁৰেই নেতৃত্বত তেওঁ-বিলাকে তেওঁবিলাকৰ দেশৰপৰা ইংৰাজক বহিষ্কৃত কৰি দিলে। কিন্তু এই সৎকাৰ্য্যৰ বাবে তেওঁ পুৰস্কাৰ স্বৰূপে লাভ কৰিলে ধৰ্ম্মবিদ্ৰোহীৰ প্ৰতি কৰা বিচাৰ (Inquisition) আৰু প্ৰাণবধৰ চেপাশাল। ইংৰাজবিলাকে তেওঁক বন্দীনী কৰিবলৈ গৈ গীৰ্জ্জা ঘৰৰ বিচাৰত তেওঁক দোষী প্ৰমাণিত কৰিলে আৰু ৰুৱেনৰ বজাৰত ১৪৩০ খৃষ্টাব্দত তেওঁক জীয়াই জীয়াই পুৰি মাৰিলে। এই ঘটনাৰ বহুত বছৰৰ পাচত ৰোমৰ গীৰ্জ্জাই এই বিচাৰৰ সিদ্ধান্ত ভুল বুলি প্ৰতিপাদন কৰিলে; আৰু তাৰো বহুতকালৰ পাচত জোৱান অব্ আৰ্কক সন্ত মানুহৰ শাৰীলৈ তুলিলে।

জোৱানে কৈছিল আমাৰ পিতৃভূমিক পৰপদানত হোৱাৰপৰা ৰক্ষা কৰিব লাগে। এইটো সম্পূৰ্ণ নতুন ধৰণৰ কথা। সেই সময়ত মানুহৰ মনবোৰ সামন্ত-

বাদৰ আনুগত্যৰে ভৰপূৰ আছিল। জাতীয়তাবাদ কাক বোলে তাক তেওঁবিলাকে স্বপ্নতো ভাবিব পৰা নাছিল। সেইদেখি জোৱানৰ কথাই তেওঁবিলাকক চমক খুৱালে, তাৰ এক বৰ্ণও তেওঁবিলাকে নুবুজিলে। জোৱান অব্ আৰ্কৰ দিনৰপৰাই ফ্ৰান্সত জাতীয়তাবাদৰ ফেহ্‌জালিয়ে দেখা দিলে।

ইংৰাজবিলাকে খেদা খালত ফ্ৰান্সৰ ৰজাই আহুকলীয়া সেই বাৰ্গাণ্ডি বোলা দেশখনলৈ মন দিলে। এই ক্ষমতাশালী অথচ তলতীয়া ৰাজ্যখন শেষত বশীভূত কৰিব পৰা হ'ল আৰু প্ৰায় ১৪৮৩ চনত বাৰ্গাণ্ডি ফ্ৰান্সৰ অন্তৰ্ভুক্ত হৈ পৰিল। ফ্ৰান্সৰ ৰজা এতিয়া মহাপ্ৰতাপী। সামন্তবাদী সকলোবিলাক ডা-ডাঙৰীয়াকে তেওঁ মষিমূৰ কৰিলে বা বশীভূত কৰি ললে। বাৰ্গাণ্ডি ফ্ৰান্সৰ লগত মিহলি হৈ গ'লত জাৰ্মাণীয়ে ফ্ৰান্সৰ মুখামুখি হৈ থিয় হ'ল। তেওঁবিলাকৰ সীমান্তই পৰস্পৰক স্পৰ্শ কৰিলে। কিন্তু ফ্ৰান্স আছিল কেন্দ্ৰীভূত সাৰ্ব্বভৌম সাম্ৰাজ্য আৰু জাৰ্মাণী আছিল দুৰ্ব্বল আৰু বহুতো সৰু সৰু ৰাজ্যত বিভক্ত।

ইংলেণ্ডে স্কটলেণ্ড জয় কৰিবলৈকো বিচাৰিছিল। এই সংঘৰ্ষ বহুত কাল স্থায়ী আছিল আৰু স্কটলেণ্ডে ফ্ৰান্সৰ ফলীয়া হৈ ইংলেণ্ডৰ বিপক্ষে যুদ্ধ কৰিছিল। ৰবাৰ্ট ব্ৰুচৰ অধীনত স্কটলেণ্ডবাসীয়ে ১৩১৪ চনত বেনকবাৰ্ণ বোলা ঠাইত ইংলেণ্ডক ঘটুৱালে।

ইয়াতকৈও আগতে দ্বাদশ শতিকাত ইংৰাজবিলাকে আয়াৰলেণ্ড জয় কৰিবৰ বাবে যো-জা কৰিছিল। সেইটো ঘটিছিল সাতশ বছৰৰ আগত আৰু তেতিয়াৰপৰা আয়াৰলেণ্ডত ঘনে ঘনে যুদ্ধ-বিগ্ৰহ, সন্ত্ৰাসবাদ আৰু বিভীষিকাৰ ৰাজত্ব হৈছিল। এই সৰু দেশখনে বিদেশী শক্তিৰ গুৰিত মূৰ দোঁৱাব খোজা নাছিল আৰু পুৰুষানুক্ৰমে বিদ্ৰোহ কৰি আয়াৰলেণ্ডে এই বাণী উচ্চাৰণ কৰিলে যে তেওঁবিলাক কাৰো ওচৰত নতশিৰ নহয়।

ত্ৰয়োদশ শতিকাত ইউৰোপৰ আৰু এখন সৰু দেশ চুইজাৰলেণ্ডে স্বাধীনতাৰ দাবী ঘোষণা কৰি উঠিল। এই দেশখন পবিত্ৰ ৰোম ৰাজ্যৰ অংশবিশেষ আছিল আৰু এই দেশখন শাসন কৰিছিল অষ্ট্ৰীয়াই। তুমি উইলিয়াম্ টেল্ আৰু তেওঁৰ পুতেকৰ সাধুটো শুনিছা। সম্ভৱতঃ এইটো সঁচা নহয়। কিন্তু ইয়াতকৈ আচৰিত কথা হ'ল চুইজাৰলেণ্ড খেতিয়কৰ বিৰাট সাম্ৰাজ্য এখনৰ ওপৰত বিদ্ৰোহী হৈ উঠি তেওঁবিলাকৰ ওচৰত সেও মানিব নোখোজাটো। প্ৰথমেতঃ তিনিখন জিলা বা তিনটা কেণ্টনে বিদ্ৰোহ ঘোষণা কৰে আৰু 'চিৰস্থায়ী সংঘ' বুলি ১২৯১ চনত এটা প্ৰতিষ্ঠান গঠন কৰে। আন আন কেণ্টন্‌বোৰেও এই সঙ্ঘত যোগদান কৰে আৰু ১৪৯৯ চনত চুইজাৰলেণ্ড এখন স্বাধীন গণতন্ত্ৰৰ প্ৰতিষ্ঠা হয়। বেলেগ বেলেগ কেণ্টনৰ সম্মিলিত সংঘ হোৱা বাবে ইয়াৰ নাম হয় 'চুইছ কনফিডাৰেচন'। পহিলা আগষ্টৰ দিনা চুইজাৰলেণ্ডৰ পৰ্ব্বতৰ শিখৰত জ্বলি উঠা মেজিৰ জুইবোৰ দেখা তোমাৰ মনত আছেনে? চুইছসকলৰ সেইদিনটো জাতীয় দিৱস। সেইদিনা তেওঁবিলাকৰ স্বাধীনতাৰ সমাৱৰ্ত্তন উৎসৱ, যি উৎসৱ তেওঁবিলাকৰ বিদ্ৰোহৰ আগমনী স্বৰূপ আৰু যিদিনা অষ্ট্ৰীয়ান শাসকৰ বিৰুদ্ধে বিদ্ৰোহ প্ৰদৰ্শন কৰি সঙ্কেত হিচাপে তেওঁবিলাকে প্ৰথমে পৰ্ব্বতৰ শিখৰে শিখৰে অগ্নি প্ৰজ্বলিত কৰে।

ইউৰোপৰ পূব প্ৰান্তত থকা কনষ্টাণ্টিনোপলত তেতিয়া কি ঘটিছিল? তোমাৰ মনত থাকিব পায় যে, ১২০৪ খৃষ্টাব্দত লেটিন ভাষাভাষী ধৰ্মযুদ্ধ ঘোষণা কৰোঁতাবিলাকে এই নগৰখন গ্ৰীকবিলাকৰ হাতৰ পৰা কাঢ়ি লয়। ১২৬১ চনত গ্ৰীকবিলাকে আকৌ এই মানুহবিলাকক খেদাই দি 'পূৰ্ব্ব সাম্ৰাজ্য'ৰ পুনৰ প্ৰতিষ্ঠা কৰে। কিন্তু অইন এটা ডাঙৰ বিপদে তেতিয়া দেখা দিলে।

মঙ্গোলিয়ানবিলাক যেতিয়া এচিয়াৰ মাজেই আগবাঢ়ি আহিছিল তেতিয়া ৫০,০০০ অটোমেন তুৰ্কী মানুহ তেওঁবিলাক সমুখেদি পলাই গৈছিল। চেলজুক্ তুৰ্কী আৰু এওঁবিলাক একে নাছিল। এওঁবিলাকে পূৰ্ব্বপুৰুষ বুলি মানিছিল এনেকুৱা এজন মানুহক যাক এওঁবিলাকে অথোমেন বা ওচমান নামেৰে এটা ফৈদৰ জন্মদাতা বুলি ভাবিছিল। সেইবাবে এওঁবিলাকক বোলা হৈছিল অটোমেন বা ওচমানলি তুৰ্কী। এই অটোমেনবিলাকে পশ্চিম এচিয়াত থকা চেলজুক তুৰ্কীৰ আশ্ৰয় গ্ৰহণ কৰিলে। চেলজুক তুৰ্কীবিলাক দুৰ্ব্বল হৈ পৰাৰ লগে লগে অটোমেনবিলাক দুৰ্দ্ধৰ্ষ হৈ উঠিছিল। তেওঁবিলাকে ক্ৰমে ঠাই অধিকাৰ কৰি যাবলৈ ধৰিলে। আগেয়ে অইনে কৰাৰ দৰে তেওঁবিলাকে কনষ্টাণ্টিনোপলখন আক্ৰমণ নকৰি নগৰখনৰ ওপৰেদি গৈ ১৩৫৩ চনত ইউৰোপত সোমাল। তেওঁবিলাকে ঠাইবোৰ খৰকৈ অধিকাৰ কৰি পেলাই বুলগেৰিয়া আৰু চাৰ্ভিয়া দখল কৰিলে আড্ৰিয়ানোপলত ৰাজধানী পাতি ললে। সেইদেখি কনষ্টাণ্টিনোপলৰ দুয়োপাৰে এচিয়া আৰু ইউৰোপত অটোমেন সাম্ৰাজ্য সংগঠিত হৈ উঠিল। এই সাম্ৰাজ্যই কনষ্টাণ্টিনোপল ঘেৰি ললে কিন্তু এই নগৰখন সাম্ৰাজ্যৰ বহিৰ্ভূত হৈ থাকিল। পিচে সেই এহেজাৰ বছৰ জুৰি পয়োভৰ কৰি থকা গৰ্ব্বিত পূব ৰোম সাম্ৰাজ্যখন সংকুচিত হৈ এই নগৰখনৰ ভিতৰতে সোমাই থাকিল আৰু আচলতে তাতকৈ অধিক আৰু একো নেথাকিল। যদিও তুৰ্কীবিলাকে এই পূৰ্ব্ব সাম্ৰাজ্যখন গ্ৰাস কৰি আছিল চুলতান আৰু সম্ৰাটবিলাকৰ ভিতৰত বন্ধুত্বৰ বান্ধোন থাহি পৰা নাছিল আৰু তেওঁবিলাকৰ ভিতৰত বিয়া-বাৰুৰ সম্বন্ধও চলিবলৈ ধৰিছিল। অৱশেষত ১৪৫৩ চনত কনষ্টাণ্টিনোপল তুৰ্কীবিলাকৰ অধীনলৈ গ'ল। আমি এতিয়াৰপৰা অটোমেন তুৰ্কীৰহে কেৱল উল্লেখ কৰিম। চেলজুক্-বিলাকৰ চিন চকুৰ আগৰপৰা মচ খাই গ'ল।

কনষ্টাণ্টিনোপলৰ পতন বহুতদিনৰ আগৰপৰা প্ৰত্যাশিত হ'লেও এই নগৰখনৰ পতনে ইউৰোপক চক খুৱালে। ই এহেজাৰ বছৰৰ পুৰণি গ্ৰীকবিলাকৰ পূব সাম্ৰাজ্যখনৰ শেষ বন্তিগছিও নুমাই যোৱা বুজালে। ই ইউৰোপত মুছলমানৰ আৰু এটা আক্ৰমণৰ সূচনা কৰিলে। তুৰ্কীবিলাক অপ্ৰতিহতভাৱে আগবাঢ়ি গ'ল আৰু কেতিয়াবা কেতিয়াবা এনে ভাব হ'ল যে, তেওঁবিলাকে যেন ইউৰোপকে জয় কৰি পেলাব। কিন্ত ভিয়েনাৰ দুৱাৰ মুখত তেওঁবিলাক বাধাপ্ৰাপ্ত হ'ল।

ষষ্ঠ শতাব্দীত সম্ৰাট জাষ্টিনিয়ানে সজা চেণ্ট চফিয়া নামৰ প্ৰকাণ্ড গীৰ্জ্জাঘৰটো 'আয়াচফিয়া' নামৰ এটা মছজিদত পৰিণত হ'ল—সেই গীৰ্জ্জাঘৰত থকা সম্পত্তিবিলাকো লুণ্ঠিত হ'ল। এইবাবে ইউৰোপ উত্তেজিত হৈ পৰিছিল কিন্তু ইউৰোপে একো কৰিব নোৱাৰিলে। তথাপি আচলতে তুৰ্কীৰ চুলতানবিলাকে

গোঁৰাপন্থী গ্ৰীক গীৰ্জ্জাৰ প্ৰতি সহিষ্ণু ভাব দেখুৱালে আৰু চুলতান মহম্মদ দ্বিতীয়ই সঁচাকৈয়ে নিজক গ্ৰীক গীৰ্জ্জাৰ অৰৰক্ষক বুলি ঘোষণা কৰিলে। ইয়াৰ পিচৰ এজন চুলতানে নিজক পুৰৰ সম্ৰাটসকলৰ প্ৰতিনিধি বুলি ভাবিছিল আৰু চিজাৰ উপাধি গ্ৰহণ কৰিছিল। এওঁ সৰ্ব্বগুণান্বিত চুলেমান বুলি জনাজাত হৈছিল। প্ৰাচীন ঐতিহ্যৰ ক্ষমতা এনেকুৱাই।

অটোমেন তুৰ্কীবিলাকক কন্‌ষ্টান্টিনোপলৰ গ্ৰীকবিলাকে চকুৰ কুটা দাঁতৰ শুল বুলি নেভাবিছিল। তেওঁবিলাকে দেখিলে যে পুৰণি সাম্ৰাজ্য ভাগি ডোখৰ ডোখৰ হৈ যাব লাগিছে। পোপ আৰু পশ্চিমৰ খৃষ্টিয়ানবিলাকতকৈ তেওঁবিলাকে তুৰ্কীবিলাককহে বেচিকৈ ভাল পাবলৈ ধৰিলে। লেটিন ভাষাভাষী ধৰ্ম্মযুদ্ধ কৰোঁতাসকলৰ বিষয়ে তেওঁবিলাকৰ অভিজ্ঞতা আছিল শোক লগা। ১৪৫৩ চনত কন্‌ষ্টান্টিনোপল অৱৰোধ কৰোঁতে বাইজেনটাইনৰ এজন সামন্তই এইদৰে কোৱা শুনা গৈছিল যে "পোপৰ মুৰৰ টুপীটোতকৈ পয়গম্বৰৰ পাগুৰি বহুত ভাল।"

জানিচাৰিজ নামেৰে আচৰিত ধৰণৰ সৈন্যবাহিনী তুৰ্কীবিলাকে গঠন কৰি পেলালে। খৃষ্টিয়ানবিলাকৰপৰা কৰকাটল স্বৰূপে তুৰ্কীবিলাকে সৰু সৰু খৃষ্টিয়ান ল'ৰা-ছোৱালী গোটাই লৈছিল। এই ল'ৰা-ছোৱালীবিলাকক বিশেষ প্ৰকাৰৰ প্ৰশিক্ষণ দি তুৰ্কীবিলাকে তুলি-তালি ডাঙৰ-দীঘল কৰিছিল। সৰু ল'ৰা-ছোৱালীবিলাকক মাক-বাপেকৰ বুকুৰপৰা লৈ অহাটো নিষ্ঠুৰ কাম আছিল, পিচে এইদৰে লৈ অহা ল'ৰাবিলাকৰ এইটো সুবিধা আছিল যে সিঁহতক উত্তমৰূপে শিক্ষিত কৰিলত সিঁহত অভিজাত সামৰিক বাহিনীত ভুক্ত হ'ব পৰা হৈছিল। এই জানিচাৰিজ সৈন্যবাহিনীটোৱেই অটোমেন্ চুলতানসকলৰ ঘাই ধৰণী আছিল। জান (জীৱন) নিচাৰ (বলিদান) এই দুটাৰপৰাই জানিচাৰিজ শব্দটো গ্ৰহণ কৰা হৈছিল—অৰ্থাৎ তেৱেঁই জানিচাৰি যি নিজৰ জীৱনটো উৎসৰ্গ কৰিব পাৰে।

মিছৰ দেশতো একে ধৰণেৰে "মামেলুক" নামেৰে জানিচাৰিজৰ দৰে সৈন্য-বাহিনী গঠিত হৈছিল। এই বাহিনীটো বৰ শক্তিশালী হৈ পৰিছিল আৰু এই বাহিনীৰপৰাই মিছৰৰ চুলতানপদৰ বাবে মানুহ বাচি নিব পৰা হৈছিল।

বাইজেণ্টাইন্ সম্ৰাটবিলাকৰ বিলাসিতা আৰু অসৎ নীতিৰে কন্‌ষ্টান্টি-নোপল নগৰ পোতগৈ আছিল। অটোমেন চুলতানবিলাকে কন্‌ষ্টান্টিনোপলৰ অধি-কাৰী হোৱাৰ পিচত পূৰ্ব্বপুৰুষৰ এই অসৎ গুণবিলাকৰ উত্তৰাধিকাৰী হোৱা যেন লাগিল। বাইজেণ্টাইনৰ সমগ্ৰ অধঃপতিত সাম্ৰাজ্যবাদী নীতিয়ে তেওঁবিলাকক গ্ৰাস কৰিলে আৰু ক্ৰমে ক্ৰমে শক্তি নিঃশেষ কৰি পেলালে। কিন্তু কিছুমান কাললৈকে তেওঁবিলাক যথেষ্ট শক্তিমান হৈ আছিল আৰু ইউৰোপৰ খৃষ্টিয়ানসকল তেওঁ-বিলাকৰ ভয়ত কঁপি আছিল। তেওঁবিলাকে মিছৰ দেশ জয় কৰি মিছৰৰ দুৰ্ব্বল আৰু ক্ষমতাশূন্য আব্বাচিদি নামৰ প্ৰতিনিধিজনৰপৰা 'খলিফা' উপাধিটো কাঢ়ি লৈ তেওঁবিলাকে নিজক 'খলিফা' বুলি পৰিচয় দিয়ে। মুস্তাফা কামাল পাঁছাই চুলতান আৰু খলিফাৰ অস্তিত্ব শেষ নকৰালৈকে অটোমেনৰ চুলতানবিলাকে সেই সময়ৰপৰা কিছুমান দিন আগলৈকে নিজক খলিফা বুলি প্ৰচাৰ কৰি ফুৰিছিল।

কন্‌ষ্টাণ্টিনোপলৰ পতনৰ দিনটো বুৰঞ্জীত প্ৰসিদ্ধ হৈ থকা দিন। ইয়াক এটা যুগৰ শেষ আৰু এটা যুগৰ আৰম্ভ বুলি ধৰা হয়। মধ্যযুগ তেতিয়া শেষ হৈ গৈছে। এহেজাৰ বছৰীয়া এন্ধাৰ যুগৰ শেষ হৈ গৈ তেতিয়া ইউৰোপত বিজুলী প্ৰবাহৰ দৰে নতুন জীৱন আৰু শক্তিয়ে দেখা দিলে। নৱজাগৰণৰ (Renaissance) সেয়ে যেন আৰম্ভণি—জ্ঞানবিদ্যা আৰু কলানুশীলনৰ পুনৰ্জন্ম। দীৰ্ঘকাল টোপনিত থকাৰ পিচত মানুহ যেন সাৰ পাই উঠিল আৰু বহু শতাব্দী ভেদ কৰি দৃষ্টি প্ৰসাৰিত কৰি দি তেওঁবিলাকে প্ৰাচীন গ্ৰীচৰ গৌৰবোজ্জ্বল দিনবোৰলৈ মনত পেলালে আৰু তাৰপৰা অনুপ্ৰাণিত হৈ পৰিল। গীৰ্জ্জাঘৰৰ গোমোঠা আৰু বিকট ৰূপটোৰ প্ৰতি তেওঁবিলাকৰ নৱীন মনত এটা বিদ্ৰোহৰ ভাব জাগি উঠিল আৰু মানুহৰ আত্মাক বান্ধি থোৱা গীৰ্জ্জাৰ সেই শিকলিডাল ছিঙি পেলাব খুজিলে। প্ৰাচীন গ্ৰীচৰ সৌন্দৰ্য্য পূজাৰ মনোৰম গীতি বিকশিত হৈ উঠিল আৰু চিত্ৰ, শিল্প, ভাস্কৰ্য্যৰ ললিত লাৱণ্যৰূপে ইউৰোপত ফুলনিৰ শোভা দিলে।

এইবোৰ অৱশ্যে কন্‌ষ্টাণ্টিনোপলৰ পতনৰ লগে লগেই অকস্মাৎ হোৱা নাই। তেনেকৈ ভবাটো ভুল হ'ব। তুৰ্কীবিলাকে যেতিয়া এই নগৰখন অধিকাৰ কৰিলে তেতিয়া সাল-সলনিটো আৰম্ভ হ'ল এইদৰে—ভালেমান জ্ঞানী আৰু পণ্ডিত মানুহে সেই ঠাই পৰিত্যাগ কৰি তাৰপৰা পশ্চিমমুৱা হৈ গুচি গ'ল। গ্ৰীক সাহিত্যৰ সম্পদ তেওঁবিলাকে ইটালীলৈ অনিলে। ঠিক সেই সময়তে পশ্চিম ইউৰোপে তেওঁবিলাকৰ গুণ গ্ৰহণ কৰিবৰ বাবে সাজু হৈ আছিল। এনেকৈ ভাবিলে কন্‌ষ্টাণ্টিনোপলৰ পতনে সাম্যভাৱে নৱজাগৰণৰ (Renaissance) সূচনা কৰাত সহায় কৰিলে বুলি ভাবিব লাগিব।

কিন্তু বিৰাট পৰিৱৰ্ত্তনৰ এইটো এটা সামান্য উপলক্ষ্য মাথোন। মধ্যযুগৰ ইটালী নাইবা পশ্চিম ইউৰোপৰ বাবে প্ৰাচীন গ্ৰীক সাহিত্য আৰু চিন্তাৰ ধাৰা নতুন বস্তু নাছিল। বিশ্ববিদ্যালয়বিলাকত মানুহে সেইবোৰ অধ্যয়ন কৰিছিল আৰু জ্ঞানীমানুহবিলাকে আয়ত্ত কৰিও লৈছিল। কিন্তু অতি কম সংখ্যক মানুহৰ ভিতৰতে এই চৰ্চাবোৰ সীমাবদ্ধ আছিল, কাৰণ চলন্তি জীৱনৰ আদৰ্শৰ লগত ইয়াৰ মিল নাছিল। সেইবাবেই এই কথাবোৰ ব্যাপ্ত হৈ পৰিব নোৱাৰিছিল। কিন্তু বহুতো মানুহৰ মনত যেতিয়া সন্দেহে দেখা দিবলৈ আৰম্ভ কৰিলে তেতিয়া ক্ৰমে ক্ৰমে জীৱনৰ নতুন দৃষ্টিভংগীয়ে নিজৰ গতিপথ সৃষ্টি কৰি লবলৈ ধৰিলে। তেওঁবিলাকে পাৰিপাৰ্শ্বিকক সহজভাৱেৰে গ্ৰহণ কৰি সন্তুষ্ট হৈ থাকিল আৰু যি বস্তুৱে অধিক সন্তোষ দিব পাৰে তাৰ অন্বেষণত ৰত হৈ পৰিল। তেওঁবিলাকে এইদৰে আশা আৰু সন্দেহৰ মাজত কাল কটাওঁতে তেওঁবিলাকৰ মনে গ্ৰীচৰ প্ৰাচীন জ্ঞানবিদগ্ধ দৰ্শন বিচাৰি পালে আৰু তাৰ সাহিত্যৰ নিজৰা আকণ্ঠ নিমগ্ন হৈ পান কৰিলে।

নৱজাগৰণৰ প্ৰথম আৰম্ভ হ'ল ইটালীত। পিচত ফ্ৰান্স, ইংলেণ্ড আৰু আন আন ঠাইত। ই গ্ৰীক চিন্তা আৰু সাহিত্যৰ পুনৰভ্যুদয় নহয়। ই তাতোকৈ মহৎ আৰু বিৰাট আছিল। বহুতকালৰপৰা ইউৰোপৰ তলে তলে অন্তঃসলিলা ফল্গুৰ দৰে বৈ থকা সক্ৰিয়তাৰ ই বাহ্যিক প্ৰকাশ মাথোন। সেই সৌতৰ ধাৰ

বাহিৰলৈ ওলাই অহাৰ কেইবাটাও বাট দেখা গৈছিল। নৱজাগৰণ আছিল তাৰ ভিতৰৰে এটা।

## ৭৩

## সমুদ্ৰ পথৰ আৱিষ্কাৰ

৩ জুলাই, ১৯৩২

আমি এতিয়া ইউৰোপৰ ৰঙ্গমঞ্চৰ এনেকুৱা এটা সময় পালোঁহি যি সময়ত মধ্যযুগীয় জগৎ ভাগিছিগি গৈ নতুন ব্যৱস্থাৰ বাবে বাট পথ মুকলি কৰি দিব খুজিলে। সেই সময়ৰ অৱস্থাত মানুহৰ অশান্তি আৰু অসন্তোষ, আৰু এই ধৰণৰ মনোভাৱ, প্ৰগতি আৰু পৰিৱৰ্ত্তনৰ আগজাননী। যিবিলাক শ্ৰেণীৰ মানুহক সামন্তবাদৰ ৰীতি-নীতি আৰু ধৰ্ম্ম জগতৰ ৰীতি-নীতিয়ে প্ৰপীড়িত কৰি তুলিছিল, তেওঁবিলাক অস্থিৰ আৰু অশান্ত হৈ পৰিছিল। আমি দেখিছোঁ যে খেতিয়কবিলাক বিপ্লৱী হৈ উঠিছিল। সেইবোৰ বিপ্লৱ বা বিদ্ৰোহৰ নাম আছিল জেকাৰিজ্। ফ্ৰেন্স ভাষাত সেই বিদ্ৰোহৰ নাম আছিল সেয়ে, আৰু সেই নামটো জেকচ্ নামেৰে এজন খেতিয়কৰপৰা উদ্ভৱ হৈছিল। কিন্তু খেতিয়কবিলাক সেই বিদ্ৰোহ কৰা সত্বেও বৰ পিচপৰা আৰু দুৰ্ব্বল আছিল। বিদ্ৰোহবপৰা তেওঁবিলাকৰ একো লাভ হোৱা নাছিল। তেওঁবিলাকৰ দিন আহিবলৈ এতিয়াও বহুত বাকী। প্ৰকৃত সংঘৰ্ষটো হৈছিল পুৰণি সামন্তবাদী শ্ৰেণীৰ সৈতে নতুনকৈ, বহলকৈ চকু মুকলি কৰিব পৰা মধ্যবিত্ত শ্ৰেণীৰ। এই মধ্যবিত্ত শ্ৰেণীটো শক্তিশালী হৈ আহিছিল। সামন্তবাদ শ্ৰেণীৰ পদ্ধতি অনুসাৰে মাটিয়েই সম্পত্তি—ধন-সম্পত্তি প্ৰকৃততে মাটিৰ ওপৰতে প্ৰতিষ্ঠিত। কিন্তু এতিয়া এবিধ নতুন প্ৰকাৰৰ সম্পত্তি গোট খাবলৈ ধৰিলে, যি মাটিৰপৰা হোৱা সম্পত্তি নহয়। বস্তু উৎপন্ন কৰিব পৰা ক্ষমতা আৰু বেহা-বেপাৰৰপৰা এই সম্পত্তিৰ উন্মেষ হ'ল আৰু নতুনকৈ উদ্ভৱ হোৱা এই মধ্যবিত্ত শ্ৰেণী, যাক বুৰ্জ্জোৱা বোলা হয়, এইবিলাকৰপৰা লাভৱান হ'ল আৰু ইয়াৰপৰা শক্তিশালী হৈ উঠিল। দুইপক্ষৰ ভিতৰত এই সংঘৰ্ষ আগৰপৰাই আছিল। এতিয়া আমি এইটোকে দেখা পাইছোঁ যে দুই পক্ষৰ ভিতৰত আপেক্ষিক অৱস্থাৰ মাথোন সাল-সলনি ঘটিছে। সামন্তবাদী পদ্ধতি যদিও প্ৰচলিত হৈ আছে সি মাথোন আত্মৰক্ষা কৰি থাকিব লগীয়া হৈছে। বুৰ্জ্জোৱাবিলাকে নিজৰ নতুন শক্তিৰ ওপৰত বিশ্বাস স্থাপন কৰি আক্ৰমণাত্মক হৈ পৰিছে। এই সংঘৰ্ষ শ শ বছৰ জুৰি চলিল, বেচিকৈ বুৰ্জ্জোৱাবিলাকৰ পক্ষেহে মাথোন থাকি বেচি পৰিমাণে বিজয়-লক্ষ্মীয়ে মিচিকীয়া হাঁহি মাৰিলে। ইউৰোপৰ বিভিন্ন দেশত ইয়াৰ ৰূপ বেলেগ বেলেগ। পূব ইউৰোপত সংঘৰ্ষ অলপো নাই। পশ্চিম ইউৰোপতহে বুৰ্জ্জোৱা-বিলাকে প্ৰথমে মূৰ ডাঙি উঠিছিল।

প্ৰাচীন বাধা-নিষেধবোৰ ভাঙি পেলোৱাৰ মানে হ'ল সকলোফালে অগ্ৰগতি—

বিজ্ঞান, শিল্পকলা, সাহিত্য আৰু নতুন নতুন আৱিষ্কাৰবিলাকৰ সাধনা আৰু সফলতা। মানুহৰ আত্মা বন্ধনমুক্ত হ'লেই সদায় এনে হয়। মানৱাত্মাই তেতিয়া ভূমাৰ সংস্পৰ্শ পায়। ঠিক সেইদৰে, আমাৰ দেশলৈকো যেতিয়া স্বাধীনতা আহিব, আমাৰ মানুহ আৰু আমাৰ প্ৰতিভাই তেতিয়া পক্ষ বিস্তাৰ কৰি মুক্তিৰ আনন্দ লাভ কৰিব।

গীৰ্জ্জাঘৰৰ ক্ষমতা ক্ষীণ আৰু দুৰ্ব্বল হৈ পৰিল আৰু মানুহে গীৰ্জ্জা আৰু ধৰ্ম্মমন্দিৰবিলাকত কমকৈ খৰচ কৰিবলৈ ধৰিলে। ভালেমান ঠাইত সুন্দৰ সুন্দৰ অট্টালিকাসমূহ সজা হ'ল, কিন্তু সেইবোৰ আনন্দভৱন, পাঠাগাৰ আদিৰ বাবেহে সজা হৈছিল। গথিক ধৰণৰ গঠনপ্ৰণালীয়ে বিদায় মাগিলে আৰু নতুন গঠন প্ৰণালীৰ আবিৰ্ভাৱ হ'ল।

ঠিক এই সময়তে যেতিয়া পশ্চিম ইউৰোপৰ সিৰাই সিৰাই নতুন শক্তি সঞ্চাৰিত হৈছিল, পুব ফালৰ বাঁহীত সোণৰ ধ্বনি বাজি উঠিল। মাৰ্কপলো আৰু অন্যান্য ভ্ৰমণকাৰীৰ ভাৰত আৰু চীন যাত্ৰাৰ বিষয়ে নানা ধৰণৰ সাধু শুনি ইউৰোপৰ কল্পনা-শক্তি তীক্ষ্ন হৈ উঠিল। প্ৰাচ্যৰ এই অক্ষয় ধন-সম্পদ লাভৰ আশাত মদিৰাসক্ত হৈ বহুতেই সমুদ্ৰপথত জাপ দিবলৈ সাজু হ'ল। ঠিক সেই সময়তে কন্‌ষ্টাণ্টিনোপলৰ পতন ঘটিল। প্ৰাচ্যৰ জল স্থল পথৰ দুৱাৰমুখ ৰখীয়া হৈ আছিল তুৰ্কীবিলাক আৰু তেওঁবিলাকে বেহা-বেপাৰ কৰাটো বৰ সমৰ্থন নকৰিছিল। ডাঙৰ ডাঙৰ সদাগৰ আৰু বেপাৰীবিলাক এই কথাত ৰুষ্ট হ'ল; আৰু যিবিলাক মানুহ ওলাই-ছিল নতুনকৈ অভিযান চলাই চপৰ-চপৰে প্ৰাচ্যৰপৰা সোণ বুটলি আনিবলৈ তেওঁ-বিলাকো বিৰক্ত হ'ল। সোণেৰে জক্‌মকাই থকা প্ৰাচ্যদেশ পাবলৈ তেওঁবিলাকে আন বুদ্ধি পাঙিলে।

এতিয়া যেই সেই এজনী পঢ়াশলীয়া ছোৱালীয়ে জানে যে পৃথিৱীখন ঘূৰণীয়া আৰু সূৰ্য্যৰ চাৰিওফালে পৃথিৱীখন ঘূৰে. সকলোৱেই এইটো সৰল সাধাৰণ কথা বুলি জানে। কিন্তু পুৰণি কালত এই কথাটোক বৰ সহজভাৱে মনা হোৱা নাছিল। যিবিলাক মানুহে সেইদৰে ভাবিছিল আৰু কৈছিল তেওঁবিলাক গীৰ্জ্জাঘৰৰ ৰুদ্ৰৰোষত পৰিছিল। কিন্তু গীৰ্জ্জাই ভ্ৰূকুটি কৰা সত্বেও দিনে দিনে সংখ্যাত বেচি পৰিমাণ মানুহে ভাবিবলৈ ধৰিলে যে পৃথিৱীখন ঘূৰণীয়াই। যদি পৃথিৱী ঘূৰণীয়াই হয় তেনে চীন দেশ বা ভাৰত পাবলৈ হ'লে পশ্চিমফালে মু-কৈ গলেই হ'ল। ইয়াকে বহুতে ভাবিলে। কিছুমানে' ভাবিলে যে ভাৰত ওলাবলৈ হ'লে আফ্ৰিকা মহাদেশৰ দক্ষিণেদি যাব লাগিব। তুমি এইটো মনত ৰখা উচিত হ'ব যে তেতিয়া চুৱেজৰ খালটো খন্দা হোৱা নাছিল আৰু ভূমধ্যসাগৰৰপৰা লোহিতসাগৰলৈ জাহাজেৰে যাব নোৱাৰি। স্থলপথৰ ওপৰেদি সম্ভৱতঃ উটৰ পিঠিত বোজাই কৰি মালবস্তু আৰু পণ্যদ্ৰব্য ভূমধ্যসাগৰ আৰু লোহিতসাগৰৰ ভিতৰত অনা-নিয়া কৰিব পৰা হৈছিল। দুয়োখন সাগৰৰ পাৰত থকা জাহাজলৈ সেইবোৰ সেইদৰে কঢ়িয়াই নিছিল। কোনো সময়তে এই ব্যৱস্থাটো সুবিধাজনক নাছিল। তুৰ্কীৰ অধীনত থকা মিছৰ আৰু চিৰিয়াৰ বাটটো অধিক বিপদসংকুল হৈ পৰিছিল।

কিন্তু ভাৰতৰ ঐশ্বৰ্য্যৰ মোহময়ী সংগীতে মানুহক উত্তেজিত আৰু আকৰ্ষণ কৰিবলৈ ধৰিলে। আৱিষ্কাৰ আৰু অন্বেষণৰ এই সমুদ্ৰযাত্ৰাবোৰত স্পেইন আৰু পৰ্ত্তুগালেই আগভাগ লৈ বাট দেখুৱালে। স্পেইন দেশে ঠিক সেই সময়তে গ্ৰানাডাৰ-পৰা মুৰ বা চাৰাচেনবোৰক বহিষ্কৃত কৰি দিছিল। কেষ্টাইলৰ ইজাবেলৰ সৈতে আৰাগণৰ ফাৰ্ডিনাণ্ডৰ হোৱা বৈবাহিক সম্বন্ধই খৃষ্টীয় স্পেইনক সম্মিলিত কৰিলে আৰু তুৰ্কীবিলাকে কনস্টাণ্টিনোপল দখল কৰাৰ পঞ্চাশ বছৰৰ পাচত ১৪৯২ চনত ইউৰোপৰ ইটোমুৰে থকা আৰবীবিলাকৰ গ্ৰানাডাৰ পতন ঘটিল। স্পেইন তৎক্ষণাৎ ইউৰোপৰ এটা ডাঙৰ খৃষ্টিয়ান শক্তিত পৰিণত হ'ল।

পৰ্ত্তুগীজবিলাকে পূবলৈ আৰু স্পেইনীয়বিলাকে পশ্চিমফাললৈ যাত্ৰাকৰিবলৈ আগবাঢ়িল। প্ৰথম সাফল্যৰ খোজ হ'ল পৰ্ত্তুগীজৰ দ্বাৰা ১৪৪৫ চনত বাৰ্ডে অন্তৰীপ আৱিষ্কাৰ। এই অন্তৰীপটো আফ্ৰিকাৰ সৰ্ব্বশেষ পশ্চিমপ্ৰান্ত। এই বাৰ্ডে অন্তৰীপ ঘূৰিলেই সেই চুকটো পাৰহৈ মানুহ দক্ষিণ-পশ্চিম মুৱা হ'ব পাৰে। আফ্ৰিকাৰ মেপখনলৈ চোৱাঁচোন। তুমি দেখিবা যে ইউৰোপৰপৰা ওলাই এই অন্তৰীপটো পোনাই জাহাজ চলাই গ'লে জাহাজখন দক্ষিণ-পশ্চিমলৈ যাবই। বাৰ্ডে অন্তৰীপটো পাৰ হ'লেই জাহাজে সেই মোচৰ এৰাই দক্ষিণ-পূব মুৱা হ'ব। এই অন্তৰীপৰ আৱিষ্কাৰ বৰ সাফল্যৰ ইতিহাস। ইয়াৰপৰা মানুহৰ বিশ্বাস উপজিল যে তেওঁবিলাক আফ্ৰিকা মহাদেশ ঘূৰি ভাৰত ওলাবগৈ পাৰিব।

আফ্ৰিকাৰ সীমা ঘূৰিবলৈ আৰু চল্লিশ বছৰ লাগিল। ১৪৮৬ চনত বাৰ্থেল-মিউ ডিয়াজ নামেৰে এজন পৰ্ত্তুগীজে আফ্ৰিকাৰ দক্ষিণৰ আগিয়াঠুটিটো ঘূৰি আহিল। তাক উত্তমাশা অন্তৰীপ বোলা হয়। ভাচ্‌কো-ডি-গামা নামেৰে আন এজন পৰ্ত্তুগীজে এই আৱিষ্কাৰটোৰ সুবিধা লৈ উত্তমাশা অন্তৰীপৰ পথেদি ভাৰত পালেহি। তেওঁ ১৪৯৮ চনত মালাবাৰ উপকূলৰ কালিকটত উপস্থিত হ'ল।

ভাৰতত উপস্থিত হোৱাৰ প্ৰতিযোগিতাত সেইদেখি পৰ্ত্তুগীজবিলাকে জয়লাভ কৰিলে। ইতিমধ্যে ভূমণ্ডলৰ ইটো ভাগত মহৎ সম্ভাৱনাই দেখা দিলে আৰু স্পেইনৰ বাবে সি লাভজনক হ'ল। আমেৰিকা থকা ভূমণ্ডল প্ৰান্তত ক্ৰিষ্টফাৰ কলম্বাচ উপস্থিত হলগৈ ১৪৯২ চনত। কলম্বাচ আছিল জেনৱাৰ দৰিদ্ৰ অধিবাসী। তেওঁ এইটো ভাবিলে যে পৃথিৱীখন যেতিয়া ঘূৰণীয়া তেওঁ পশ্চিমমুৱাকৈ জাহাজখন চলাই লৈ গ'লেই জাপান আৰু ভাৰতত উপস্থিত হ'ব। তেওঁ এইটো নেভাবিলে যে তেওঁৰ এই সমুদ্ৰ যাত্ৰা বৰ দীঘলীয়া হ'ব। দেশ আৱিষ্কাৰ কৰিব খোজা তেওঁৰ এই সমুদ্ৰ যাত্ৰাৰ বাবে সহায় বিচাৰি তেওঁ ৰাজকোঁৱৰবিলাকৰ দুৱাৰে দুৱাৰে ফুৰিলে। তেওঁক অৱশেষত স্পেইনৰ ফাৰ্ডিনাণ্ড আৰু ইজাবেলাই সহায় কৰিবলৈ গাত ললে আৰু কলম্বাচে চাৰিকুৰি আঠোটা মানুহ লৈ তিনিখন সৰু জাহাজেৰে যাত্ৰা আৰম্ভ কৰিলে। অজ্ঞাত মহাসমুদ্ৰৰ বুকুত এইটো সাহিয়াল আৰু বিপদজনক যাত্ৰা। এই যাত্ৰাৰ ভৱিষ্যৎ কি তাক কোনেও নেজানে। কিন্তু কলম্বাচৰ আত্মবিশ্বাস আছিল আৰু সি অযুক্তিকৰ নাছিল। তিনিকুৰি নদিন একেৰাহে জাহাজ চলোৱাৰ পাচত তেওঁবিলাকে পাৰ পালে। কলম্বাচে ইয়াকে

ভাবিলে ভাৰত বুলি। আচলতে এই পাৰ আছিল পশ্চিম ইণ্ডিজ দ্বীপপুঞ্জৰ। আমেৰিকা মহাদেশখন কলম্বাচে কোনোমতেই নেপালে। তেওঁৰ শেষদিনকেইটা অতিবাহিত কৰি তেওঁ ভাবিলে যে তেওঁ এচিয়াতহে উপনীত হ'লাহি। তেওঁৰ এই অপূৰ্ব্ব ভুলটো আজিলৈকে ৰক্ষিত হৈ আছে। এই দ্বীপবোৰক আজিও পশ্চিম ভাৰত দ্বীপপুঞ্জ বুলি কোৱা হয় আৰু আমেৰিকাৰ আদিম অধিবাসীসকলক এতিয়াও বোলা হয় ইণ্ডিয়ানচ বা ৰেড্ ইণ্ডিয়ানচ।

কলম্বাচ ইউৰোপলৈ উভতি আহিল আৰু বহুতো জাহাজ লৈ পিচবছৰতে আকৌ যাত্ৰা কৰিলে। ভাৰতলৈ নতুন বাট উলিয়াব পাৰিলে বুলি ইউৰোপৰ বৰ আনন্দ। এই ঘটনাৰ ঠিক পাচতে ভাচকো-ডি-গামাই তেওঁৰ প্ৰাচ্য যাত্ৰাত খৰধৰ লগাই কালিকট পালেহিয়েই। পূব আৰু পশ্চিমে এইবোৰ নতুন নতুন আৱিষ্কাৰৰ কথা শুনি ইউৰোপ আনন্দত নাচি উঠিল। নতুন ঠাইবোৰত ৰাজ্য পাতিবৰ নিমিত্তে পৰ্ত্তুগাল আৰু স্পেইনৰ অৰিয়াঅৰি লাগিল। তেতিয়া পোপ কাৰ্য্যক্ষেত্ৰত অৱতীৰ্ণ হ'ল আৰু স্পেনীয় আৰু পৰ্ত্তুগীজৰ ভিতৰত হোৱা বিবাদৰ মূৰ মাৰিবৰ বাবে লোকৰ পিঠাগুৰিৰে বিহু পাতিবলৈ উদাৰ হৈ আগবাঢ়িল। ১৪৯৩ চনত তেওঁ এখন ফটোৱা (বুল) জাৰী কৰিলে—পোপৰ ঘোষণা বা নীতিবচনবিলাকক কোনো কাৰণৰ বাবে 'বুল' বোলা হৈছিল। তেওঁৰ এই ফটোৱাখনৰ নাম হ'ল সীমা-নিৰ্ধাৰণৰ 'বুল'। এজৰ দ্বীপপুঞ্জৰ ১০০ লীগ পশ্চিমে উত্তৰৰপৰা দক্ষিণলৈ তেওঁ এডাল কাল্পনিক ৰেখা টানিলে আৰু ঘোষণা কৰিলে যে এই ৰেখাডালৰ পূবে থকা সকলোবোৰ অখৃষ্টীয়ান ভূমি পৰ্ত্তুগালৰ আৰু এই ৰেখাৰ পশ্চিমে থকাবোৰ হ'ল স্পেইনৰ। ইউৰোপ বাদ দি সমগ্ৰ জগতখনেই এই মহিমান্বিত ভূদানৰ ভিতৰত পৰিল আৰু এইটো কাৰ্য্য সমাধা কৰিবৰ বাবে পোপৰ মোনাৰপৰা এটা পইচাও খৰচ কৰিব লগীয়া নহ'ল। আটলাণ্টিক মহাসাগৰৰ দ্বীপপুঞ্জৰ নাম হ'ল এজৰ, আৰু তাৰপৰা ১০০ লীগৰ এডাল কাল্পনিক ৰেখা—অৰ্থাৎ তাৰপৰা ৩০০ মাইল পশ্চিম ধৰিলে তাৰ ভিতৰত পৰিব সমগ্ৰ উত্তৰ আমেৰিকা আৰু দক্ষিণ আমেৰিকাৰ বিপুলাংশ। পোপে সেই দেখি দেখাদেখিকৈ দুয়োখন আমেৰিকাকে স্পেইনক উপহাৰ দিলে। ভাৰত, চীন, জাপান আৰু অন্যান্য প্ৰাচ্যৰ দেশবোৰ সমগ্ৰ আফ্ৰিকাকো ধৰি পৰ্ত্তুগালৰ ভাগত পৰিল।

পৰ্ত্তুগীজবিলাকে এই বিৰাট ভূখণ্ডৰ অধিকাৰী হোৱাত লাগি গ'ল। এইটো সহজ কাম নহয়। কিন্তু তেওঁবিলাক কামত আগবাঢ়িল আৰু পূবলৈ যাবলৈ ধৰিলে। ১৫১০ চনত তেওঁবিলাক গোৱা পালেগৈ; মালয় উপদ্বীপৰ মালাক্কাত ১৫১১ চনত; তাৰ পাচতে যৱদ্বীপ; আৰু চীন ১৫৭৬ চনত। ইয়াৰপৰা এইটো নুবুজায় যে তেওঁবিলাক এইবোৰ ঠাইৰ অধিকাৰী হ'ল। তেওঁবিলাকে কেৱল তাৰ কেইডোখৰমান ঠাইত খোপনি পুতিলে। প্ৰাচ্যত তেওঁবিলাকৰ ভৱিষ্যৎ পন্থা কি হৈছিল তাৰ বিষয়ে আমি বেলেগ এটা অধ্যায়ত আলোচনা কৰিম।

পূবলৈ অহা পৰ্ত্তুগীজবিলাকৰ ভিতৰত ফাৰ্ডিনাণ্ড মেগেলান নামেৰে এজন মানুহ আছিল। কিন্তু তেওঁ পৰ্ত্তুগীজৰ প্ৰভুসকলৰ লগত মতবিৰোধী হৈ ইউৰোপলৈ উভতি আহি নিজক স্পেইনৰ প্ৰজাৰূপে পৰিগণিত কৰে। প্ৰাচ্যৰ পথেদি




দেশ আৰু সমুদ্ৰ পথৰ আৱিষ্কাৰ

উত্তমাশা অন্তৰীপ হৈ ভাৰত আৰু প্ৰাচ্যৰ দ্বীপসমূহলৈ যাব পাৰি। তেওঁ এইবাৰ পশ্চিম পথেদি আমেৰিকা হৈ তালৈ যাবলৈ ইচ্ছা কৰিলে। সম্ভৱতঃ তেওঁ জানিছিল যে কলম্বাচে আৱিষ্কাৰ কৰা দেশ কেতিয়াও এচিয়া মহাদেশ হ'ব নোৱাৰে। সঁচাকৈয়ে, ১৫১৩ চনত বলবুৱা নামৰ এজন স্পেনীয় মধ্য আমেৰিকাৰ পানামা পৰ্ব্বতমালা পাৰ হৈ প্ৰশান্ত মহাসাগৰত উপস্থিত হ'লগৈ। কিবা এটা কাৰণত তেওঁ এই মহাসমুদ্ৰৰ নাম দিলে দক্ষিণ সাগৰ আৰু এইখন সাগৰৰ পাৰত থিয় হৈ তেওঁ দাবী কৰিলে যে এই নতুন সাগৰখন আৰু তাৰ পানীয়ে ঢৌওৱা সকলোবোৰ দেশ তেওঁৰ প্ৰভু স্পেইনৰ অধীশ্বৰৰ সম্পত্তি।

১৫১৯ চনত মেগেলানে পশ্চিমৰ সমুদ্ৰ যাত্ৰা আৰম্ভ কৰিলে। সকলোবিলাক সমুদ্ৰ যাত্ৰাৰ ভিতৰত ইয়েই লেখত লব লগীয়া। তেওঁৰ আছিল পাঁচখন জাহাজ আৰু ২৭০ জন মানুহ। তেওঁ আটলান্তিকৰ ওপৰেদি দক্ষিণ আমেৰিকালৈ পাৰি দিলে আৰু দক্ষিণ অভিমুখে যাবলৈ ধৰি তেওঁ মহাদেশখনৰ শেষ প্ৰান্ত পালেগৈ। শিলত খুন্দাখাই বাটতে তেওঁৰ এখন জাহাজ ভাগিল আৰু আন এখন জাহাজ এৰি থৈ আহিব লগীয়া হ'ল। তিনিখন জাহাজ মাথোন তেওঁৰ থাকিল। এই তিনিখন জাহাজেৰে তেওঁ দক্ষিণ আমেৰিকা আৰু এটা সৰু দ্বীপৰ মাজত থকা প্ৰণালীটো পাৰ হৈ তেওঁ সিটো পাৰৰ বহল মুকলি সমুদ্ৰপথত পৰিলহি। এইখনেই প্ৰশান্ত মহাসাগৰ—যি নামেৰে তেওঁ মহাসমুদ্ৰখন অভিহিত কৰিলে, কাৰণ আটলান্তিকৰ তুলনাত এইখন অতিশয় প্ৰশান্ত আছিল। প্ৰশান্ত মহাসাগৰ পাবলৈ তেওঁক ঠিক চৈধ্য মাহ লাগিছিল। যি প্ৰণালীটো পাৰহৈ গৈ তেওঁ প্ৰথমে সিপাৰ পালে, তেওঁৰ নাম অনুসাৰেই সেই প্ৰণালীটোক বোলা হয়—মেগেলানৰ প্ৰণালী।

মেগেলানে সাহসেৰে উত্তৰলৈ আগবাঢ়ি গ'ল আৰু তাৰ পাচত সেই অজান সমুদ্ৰ পথেদি আগবাঢ়িল উত্তৰ-পশ্চিমলৈ। সমুদ্ৰ যাত্ৰাৰ এইখিনিয়েই সকলোতকৈ ভয়লগা আছিল। কোনেও নেজানিছিল যে এই সমুদ্ৰপথ বৰ দীঘলীয়া হ'ব। সঠিককৈ ক'বলৈ হ'লে তেওঁবিলাকক মাজ-সমুদ্ৰ পাবলৈ ৪ মাহ (১০৮ দিন) লাগিছিল; তেতিয়া তেওঁবিলাকৰ খোৱা-বস্তু আৰু খোৱা-পানীৰ ভঁৰাল উদং হৈ পৰিছিল। অৱশেষত, বহুতো নিৰ্য্যাতনৰ পাচত তেওঁবিলাক ফিলিপাইন দ্বীপ-পুঞ্জ পালেগৈ। তেওঁবিলাকে তাত লগ পোৱা দ্বীপৰ অধিবাসীবিলাকে তেওঁবিলাকৰ লগত মিত্ৰতা কৰিলে, খোৱা বস্তু দিলে আৰু উপহাৰৰ বস্তুৰ আদান-প্ৰদান কৰিলে। কিন্তু স্পেনীয়বিলাক দুৰ্দান্ত আৰু অসহিষ্ণু আছিল। দুজন অধিনায়কৰ ভিতৰত হোৱা কাজিয়াতে মেগেলানে হস্তক্ষেপ কৰাত তেওঁ প্ৰাণ হেৰুৱালে। অসহিষ্ণু স্বভাৱৰ হোৱা বাবে সেই দ্বীপৰ অধিবাসীবিলাকে বহুতো স্পেনীয়ৰ প্ৰাণ বধ কৰিলে।

বহুমূলীয়া মচলাবিলাক য'ৰপৰা আহে সেই মচলা থকা দ্বীপৰ অনুসন্ধান স্পেনীয়বিলাকৰ লক্ষ্য আছিল। তেওঁবিলাকে সেই ঠাইৰ অনুসন্ধানত লাগিল। আৰু এখন জাহাজ অগ্নিত সমৰ্পণ কৰি এৰি পেলাব লগা হ'ল। থাকিলগৈ মাথোন দুখন জাহাজ। এই দুখনৰ এখন জাহাজ প্ৰশান্ত মহাসাগৰেদি আৰু আনখন উত্তমাশা অন্তৰীপেদি স্পেইনলৈ ওভতাই পঠাবলৈ সিদ্ধান্ত কৰা হ'ল। প্ৰথমখন

জাহাজ বেচি দূৰ আগ নো বাঢ়োঁতেই পর্তুগীজবিলাকে বন্দী কৰিলে। কিন্তু 'ভিটুৰিয়া' নামৰ ইখন জাহাজ আফ্রিকাৰ কাষেদি ঘূৰি বাগৰি আহি, যাত্রা কৰা তিনিমাহৰ পাচত ১৫২২ চনত ওঠৰটা মানুহেৰে স্পেইনৰ চেভাইল নামেৰে ঠাইত ওলালগৈ। এই জাহাজ খনে ভূমণ্ডল ঘূৰিলে আৰু এই কামত এইখনেই আগৰণুৱা আছিল।

'ভিটুৰীয়া' নামৰ জাহাজখনৰ সমুদ্রযাত্রাৰ বিষয়ে কিছু দূৰ মই সৰহকৈ লেখিলোঁ কাৰণ এইখন জাহাজৰ যাত্রাপথ আশ্চর্যজনক আছিল। আমি আজিকালি বৰ আৰামেৰে সমুদ্র পাৰাপাৰ হ'ব পাৰোঁ আৰু ডাঙৰ ডাঙৰ জাহাজত দীঘলীয়া সমুদ্রযাত্রা কৰিব পাৰোঁ। কিন্তু সেই প্রথম সমুদ্রযাত্রাবোৰৰ কথা ভাবি চোৱাঁচোন। কিমান কষ্টেৰে সেই নাবিকবিলাক নানা প্রকাৰ কষ্ট আৰু বিপদৰ সমুখীন হৈছিল। তেওঁবিলাকে অজ্ঞাত অজানৰ বুকুত জাঁপ মাৰি পৰি পাচৰ তৰপ মানুহৰ বাবে সমুদ্রপথ আৱিষ্কাৰ কৰি থৈ গ'ল। সেই কালত স্পেনীয় আৰু পর্তুগীজবিলাক গৰ্বিত, কষ্টসহিষ্ণু আৰু নিষ্ঠুৰ প্রকৃতিৰ মানুহ আছিল। কিন্তু তেওঁবিলাক সঁচাকৈয়ে আচৰিত ৰকমে সাহসী আৰু অভিযান কৰাৰ উৎসাহেৰে পৰিপূর্ণ আছিল।

যেতিয়া মেগেলানে ভূ-পৰিভ্রমণ কৰিছিল তেতিয়া স্পেনীয় ৰজাৰ পক্ষৰপৰা কৰ্টিয়ে মেক্সিকো নগৰত প্রৱেশ কৰি এজটেক্ সাম্রাজ্য জয় কৰি লৈছিল। মই এই বিষয়ে আৰু আমেৰিকাৰ মায়া সভ্যতাৰ বিষয়ে কিছু কথা কৈছোঁ। কৰ্টি মেক্সিকো পায়গৈ ১৫১৯ চনত। পিজাৰোয়ে দক্ষিণ আমেৰিকাৰ ইন্‌কা (এতিয়া পেৰু বোলা ঠাইত) পায়গৈ ১৫৩০ চনত। বল-বুদ্ধি, সাহ, বিশ্বাসঘাতকতা আৰু নিষ্ঠুৰতাৰে তাৰ অধিবাসীবিলাকৰ আভ্যন্তৰিক মনোবিবাদৰ সুযোগ লৈ কৰ্টি আৰু পিজাৰোয়ে এই দুয়োখন সাম্রাজ্যৰ বিলোপ সাধন কৰিলে। এই দুয়োখন সাম্রাজ্য কিছুমান বিষয়ত বৰ আগৰদিনীয়া আৰু সময়ৰ লগত খাপ নোখোৱা বিধৰ আছিল। সেইদেখি তাচপাতৰ ঘৰৰ দৰে প্রথম খুন্দাতেই দুয়োখন সাম্রাজ্য ভাগি থাকিল।

যি ঠাইলৈ ডাঙৰ ডাঙৰ অনুসন্ধানকাৰী আৰু আৱিষ্কাৰকবিলাক যায়, তালৈ জাকে জাকে দুঃসাহসিক অভিযাত্রীৰ দল লুটপাট আৰু ডকাইতী কৰাৰ হেঁপাহত যাবলৈ আৰম্ভ কৰে। স্পেনীয় আমেৰিকা এইবোৰৰপৰা বৰ অসুবিধাত পৰিছিল। আনকি কলম্বাচকো এই মানুহবোৰে বৰ বেয়া ব্যৱহাৰ কৰিছিল। সেই একে সময়তে পেৰু আৰু মেক্সিকোৰপৰা সোণ-ৰূপৰ সোঁত স্পেইনলৈ বৈ গৈছিল একেৰাহে। এই মূল্যবান ধাতুবোৰে ইউৰোপত জিলিকনি তুলি আহিবলৈ ধৰিলে আৰু স্পেইনক ইউৰোপত প্রভাৱপূর্ণ শক্তিত পৰিণত কৰিলে। এই সোণ-ৰূপবোৰ ইউৰোপৰ আন আন দেশলৈকো বিস্তৃত হৈ পৰিল আৰু প্রাচ্যৰ সম্পদ কিনিবৰ-বাবে ইউৰোপৰ টকাকড়ি উভিনদীকৈ গোট খালে।

পর্তুগাল আৰু স্পেইনৰ সাফল্যই আন আন দেশৰ, যাইকৈ ফ্রান্স, ইংলেণ্ড, হলেণ্ড আৰু জাৰ্মাণীৰ উত্তৰাংশৰ নগৰবোৰৰ মানুহৰ কল্পনাক স্বাভাৱিকতে জুইৰ দৰে লেলিহান কৰি তুলিলে। তেওঁবিলাকে প্রথমতে উত্তৰপথেদি নৰৱেৰ উত্তৰে

প্ৰাচ্যলৈ আৰু গ্ৰীনলেণ্ডেদি পশ্চিমলৈ যোৱাৰ বাট বিচাৰি বৰ পুৰুষাৰ্থ কৰিলে। কিন্তু এই কামত হতোদ্যম চিনাকি বাটটোকে গ্ৰহণ কৰিলে।

পৃথিৱীয়ে যেতিয়া নিজৰ বুকুখন উদঙাই দৌলত আৰু ভোজবাজীৰ দৰে নিজৰ ঐশ্বৰ্য্য মুকলি কৰি দিলে সেই সময়টো কেনে বিস্ময়কৰ আছিল! আৱিষ্কাৰ এটাৰ পাচত এটাকৈ হ'বলৈ ধৰিলে, মহাসমুদ্ৰ আৰু নতুন নতুন মহাদেশবোৰ দেখা দিলে আৰু 'চিচিং ফাক' বোলা যাদুমন্ত্ৰলৈ মাথোন অপেক্ষা কৰি তাৰ বিপুল ঐশ্বৰ্য্য সম্পদ লুকাই ৰ'ল।

পৃথিৱী এতিয়া এখন সংকীৰ্ণ ঠাই, আৱিষ্কাৰ কৰিব লগীয়া ইয়াত আৰু প্ৰায় একোৱেই নাই। তেনে যেনেই লাগে। কিন্তু সেইটো নহয়, কিয়নো বিজ্ঞানে এনে নতুন জগতৰ দুৱাৰ মুকলি কৰি দিছে যে, তাৰ অনুসন্ধানৰ কাম মাথোন বাকী। দুঃসাহসিকতাপূৰ্ণ কামৰতো অভাৱ নায়েই—বিশেষকৈ আজিৰ ভাৰতৰ নিচিনা দেশত।

## ৭৪

## মঙ্গোলিয়ান সাম্ৰাজ্যৰ ক্ষয়

৯ জুলাই, ১৯৩২

মধ্যযুগৰ অৱসান, ইউৰোপৰ নৱ-অভ্যুদয় আৰু কেউফালে প্ৰকাশিত হৈ পৰা নতুন শক্তিৰ উৎসৰ বিষয়ে তোমালৈ মই লেখিছিলোঁ। ইউৰোপ সক্ৰিয়তাৰ বাবে গা জোকাৰি থিয় হৈছে আৰু নতুন সৃষ্টিৰ বাবে সাজু। তাৰ মানুহ বহুত শতাব্দী জুৰি কূপমণ্ডূকৰ হৈ থাকি, এতিয়া জঁপিয়াই পৰি, মহাসমুদ্ৰ পাৰাপাৰি হৈ, পৃথিৱীৰ দূৰ-দূৰণিৰ চুকে-কোণে পিয়াপি দিব খুজিছে। তেওঁবিলাক বিজয়ীৰ দৰে বুকু-ফিন্দাই যায়, আত্মবলত তেওঁবিলাক আস্থাৱান। এই আত্মবিশ্বাসেই তেওঁবিলাকক সাহ দিয়ে আৰু বিস্ময়কৰ কাম সম্পন্ন কৰিবলৈ সমৰ্থৱান কৰে।

কিন্তু এই আকস্মিক পৰিৱৰ্ত্তন কেনেকৈ ঘটিল, তাক তুমি ভাবি নিশ্চয় আচৰিত হৈছা। ত্ৰয়োদশ শতাব্দীৰ মাজভাগত মঙ্গোলিয়ানবিলাকে এচিয়া আৰু ইউৰোপক পৰাভূত কৰিছিল। পূব ইউৰোপ আছিল তেওঁবিলাকৰ দখলত আৰু পশ্চিম ইউৰোপে বলৱন্ত আৰু দেখাতে দুৰ্দ্দম এই যুজাৰুবোৰক দেখি কম্পমান হৈ আছিল। বলদৰ্পিত খাঁৰ সেনাপতি এজনৰ তুলনাত ইউৰোপৰ ৰজা বা সম্ৰাট এজনেইনো কি আছিল?

দুশ বছৰৰ পাচত কনষ্টাণ্টিনোপল সাম্ৰাজ্য আৰু দক্ষিণ পূব ইউৰোপৰ বিপুল অংশ অটোমেন তুৰ্কীবিলাকৰ দখলত পৰিল। মুছলমান আৰু খৃষ্টীয়ানবিলাকৰ ভিতৰত হোৱা ৮০০ বছৰীয়া ৰণৰ পাচত আৰৱ আৰু চেলজুকবিলাকক প্ৰলুব্ধ কৰা এই মহাসম্ভোগৰ উপাদান অটোমেনবিলাকৰ হস্তগত

হ'ল। ইয়াতে সন্তুষ্ট নহৈ, অটোমেনৰ চুলতানবিলাকে লুভীয়া চকুৰে পশ্চিমলৈ চাবলৈ ধৰিলে আনাক ৰোম নগৰীলৈকো চকু দিলে। তেওঁবিলাকে জাৰ্মাণ সাম্ৰাজ্য (পবিত্ৰ ৰোমান) আৰু ইটালীক ভীতি প্ৰদৰ্শন কৰিলে। হাঙ্গেৰী জয় কৰি তেওঁবিলাক ভিয়েনাৰ দেৱান আৰু ইটালীৰ সীমান্ত পালেগৈ। প্ৰাচ্যৰ বাগদাদ আৰু দক্ষিণৰ মিছৰ তেওঁবিলাকৰ ৰাজ্যৰ ভিতৰুৱা হ'ল। ষোড়শ শতাব্দীৰ সোঁমাজত এই বিপুল তুৰ্কী সাম্ৰাজ্যৰ শাসনকৰ্ত্তা হ'ল—মহিমান্বিত চুলতান চুলেমান। তেওঁৰ নৌ-শক্তি সাগৰবিলাকতো সৰ্ব্বশ্ৰেষ্ঠ হৈ পৰিল।

তেনে, কেনেকৈ এই পৰিৱৰ্ত্তন ঘটিল? ইউৰোপে মঙ্গোলিয়ানবিলাকৰ উৎপাতৰপৰা কেনেকৈ হাত সাৰিব পাৰিলে? তুৰ্কীবিলাকৰ বিপদজনক শাসনত ইউৰোপ কেনেকৈ জীয়াই থাকিল? অকল জানো জীয়াই থাকিল? জীয়াই থকাৰ উপৰিও ইউৰোপ নিজেই হৈ পৰিল আঘাতকাৰী আৰু আনৰ কাৰণে বিপদস্বৰূপ।

• মঙ্গোলিয়ানবিলাক বহুত কাললৈকে ইউৰোপৰ ভীতিজনক হোৱা নাছিল। নতুনকৈ এজন খাঁক নিৰ্ব্বাচিত কৰিবৰ বাবে তেওঁবিলাক আপোন মনেৰে নিজৰ বাটেদি গুচি গৈ আৰু উভতি নাহিল। তেওঁবিলাকৰ মাতৃভূমি মঙ্গোলিয়াৰপৰা পশ্চিম ইউৰোপ বহুত দূৰ। সম্ভৱতঃ পশ্চিম ইউৰোপখনে তেওঁবিলাকক আকৰ্ষণো নকৰিছিল। কাৰণ এই দেশখন আছিল হাবিয়নি। তেওঁবিলাক অভ্যস্ত আছিল মুকলি আহল-বহল সমভূমি আৰু খেতি-বাতি নোহোৱা দিগন্ত বিস্তৃত ঠাইত থাকিবৰ বাবেহে। যিয়েই নহওক, নিজৰ বিক্ৰম প্ৰদৰ্শন কৰি পশ্চিম ইউৰোপে মঙ্গোলিয়ানবিলাকৰ হাত সাৰিব পৰা নাছিল। মঙ্গোলিয়ানবিলাকৰ ঔদাসীন্য আৰু আন কামত লিপ্তহৈ থকাটোহে তাৰ কাৰণ। পূব ইউৰোপত মঙ্গোলিয়ানবিলাক দীঘলীয়াকৈ অৰ্থাৎ যেতিয়ালৈকে তেওঁবিলাকৰ শক্তি ক্ষীণ হৈ যোৱা নাছিল তেতিয়ালৈকে থাকিবলৈ লৈছিল।

মই তোমাক আগতে কৈ আহিছোঁ যে ১৪৫২ চনত কনষ্টাণ্টিনোপল্ তুৰ্কীবিলাকৰ হস্তগত হোৱাটো ইউৰোপৰ বুৰঞ্জীৰ লেখত লব লগীয়া ঘটনা। সুবিধাৰ বাবে ক'ব পাৰি যে মধ্যযুগৰ অৱসান, নতুন উদ্দীপনা, নৱজাগৰণৰ আবিৰ্ভাৱ, যি নানাভাৱে নিজক বিকশিত কৰিলে, এই ঘটনাটোৰপৰাই চিহ্নিত হ'ল। সেইদেখি আচৰিত হ'ব লগীয়া হৈছে যে, ঠিক যেতিয়া তুৰ্কীবিলাকে ইউৰোপক ভয় দেখুৱালে আৰু তুৰ্কীয়েও যথেষ্ট পৰিমাণে সফলতা লাভ কৰিলে, ইউৰোপে তেতিয়া নিজৰ ভৰিৰ ওপৰত থিয় হ'বলৈ ভাৰি বিচাৰি পালে আৰু শক্তি সঞ্চাৰিত কৰিলে। পশ্চিম ইউৰোপত কিছুদূৰ তুৰ্কীবিলাক অগ্ৰসৰ হৈ গ'ল। তেওঁবিলাকৰ এই অগ্ৰগমন কালতে ইউৰোপৰ অন্বেষণকাৰীসকলে ভূমণ্ডল পৰিভ্ৰমণ কৰি নতুন সমুদ্ৰ আৰু দেশ আৱিষ্কাৰ কৰিলে। ১৫২০ চনৰপৰা ১৫৬৬ চনলৈকে মহিমান্বিত চুলেমানৰ ৰাজত্ব কালত তুৰ্কী সাম্ৰাজ্য ভিয়েনাৰপৰা বোগদাদ আৰু কাইৰোলৈকে বিস্তৃত হৈছিল। কিন্তু তাতকৈ আৰু বেচি আগ নেবাঢ়িল। গ্ৰীকবিলাকৰ কনষ্টাণ্টিনোপলৰ যি পুৰণি প্ৰথা সেই অৱসাদ আৰু দোষজনক কালিমা কলঙ্কৰ তুৰ্কীবিলাকো ভাগী হৈ পৰি জীৰ্ণ শীৰ্ণ হৈ যাবলৈ ধৰিছিল। পৰাক্ৰমত ইউৰোপ উজ্জ্বল হৈ উঠিল কিন্তু তুৰ্কীবিলাক পুৰণি শক্তি হেৰুৱাই নিৰ্জ্জীৱ হৈ পৰিল।

অতীতৰ যুগবোৰৰ ওপৰেদি আমি ঘূৰি ফুৰোঁতে ইউৰোপক কেইবাবাৰো এচিয়াই আক্ৰমণ কৰাৰ কথা পাই আহিছোঁ। এচিয়াকো ইউৰোপে আক্ৰমণ কৰাৰ কথা অলপ অচৰপ পাইছোঁ। কিন্তু সেইবোৰ আক্ৰমণ মুহূৰ্ত্তকাল স্থায়ী। আলেক-জেণ্ডাৰ এচিয়াৰ ওপৰেদি ভাৰতলৈ সোমাই আহিল কিন্তু পৰিণামত বেচি একো নেথাকিল। ৰোমানবিলাকো মেছোপটেমিয়া পাৰহৈ অহা নাছিল। আন হাতে, ইউৰোপক এচিয়াৰ জনজাতিবোৰে আদিকালৰেপৰা বাৰে বাৰে আক্ৰমণ কৰি অধ্যুষিত কৰিছিল। এচিয়াৰ এই আক্ৰমণবোৰৰ শেষ আক্ৰমণ হ'ল অটোমেন-বিলাকৰদ্বাৰা ইউৰোপ আক্ৰমণ। ক্ৰমাৎ এই ভূমিকাৰ পৰিৱৰ্ত্তন ঘটি অহাটো আমি দেখিবলৈ পালোঁ আৰু ইউৰোপে আক্ৰমণাত্মক ভূমিকা ললে। ষোড়শ শতাব্দীৰ মাজভাগত এই পৰিৱৰ্ত্তন ঘটিছিল বুলি কব পাৰি। নতুনকৈ আৱিষ্কৃত হোৱা আমেৰিকা ইউৰোপৰ আগত তৎক্ষণাৎ নিহুহিন হৈ পৰে। এচিয়াৰ সমস্যা আৰু ডাঙৰ। ইউৰোপীয়বিলাকে দুশ বছৰ জুৰি এচিয়া মহাদেশৰ বিভিন্ন ঠাইত খোপানি পুতিবলৈ চেষ্টা কৰিছিল আৰু অষ্টাদশ শতাব্দীৰ মাজভাগত ইউৰোপীয়-বিলাকে এচিয়াৰ নানা অংশত নিজৰ প্ৰভুত্ব বিস্তাৰ কৰে। এই কথাটো মনত ৰাখিব লাগে। বুৰঞ্জীৰ জ্ঞান নথকা কিছুমান মানুহৰ যে ইউৰোপ সদায় এচিয়াৰ প্ৰভু আছিল। ইউৰোপৰ নতুন যি ভূমিকা সি মাথোন সিদিনাৰ। আমি দেখিবলৈ পাম আৰু দৃশ্যপটৰ সালসলনি ঘটিছেই, ইউৰোপৰ এই ভূমিকা সময়ৰ লগত খাপ নেখায়। প্ৰাচ্যৰ সকলোবোৰ দেশতে নতুন চিন্তা আলোড়িত আৰু মুক্তি লক্ষ্যৰ শক্তিশালী আন্দোলনবোৰে ইউৰোপৰ প্ৰভুত্বৰ সিংহাসন কঁপাই প্ৰত্যাহ্বান আনিছে। জাতীয়তাবাদী মনোভাৱৰ এই স্ফুৰণবোৰতকৈও অধিকতৰ ব্যাপক আৰু গভীৰ নৱ-সমাজবাদী সাম্যৰ মনোভাৱে এই শোষণ আৰু সাম্ৰাজ্যবাদৰ সমাধি ৰচনা কৰিব খোজে। ইউৰোপ এচিয়াৰ প্ৰভু হবনে এচিয়া ইউৰোপৰ প্ৰভু হ'ব বা এখন দেশে এখন দেশক শোষণ কৰিবনে নকৰে ভৱিষ্যতলৈ এনে প্ৰশ্ন আৰু নাহে।

দীঘল এখন পাতনি লেখিলোঁ। মঙ্গোলিয়ানবিলাকলৈ উভতি আহোঁ। তেওঁবিলাকৰ অদৃষ্ট কিছুদূৰ অনুসৰণ কৰোঁ আহাঁ আৰু তেওঁবিলাকৰ কি ঘটিল তাক চাওঁ। তুমি মনত ৰাখিব পোৱা সেই বিখ্যাত খাঁসকলৰ শেষৰ জনৰ নাম আছিল কুবলাই খাঁ। ১২৯২ চনত তেওঁৰ মৃত্যুৰ পাচত তেওঁৰ বিৰাট সাম্ৰাজ্য, যি সোঁ এচিয়াৰ মাজেদি কোৰিয়াৰপৰা ইউৰোপৰ পোলেণ্ড আৰু হাঙ্গেৰীলৈ বিস্তৃত হৈছিল, সি ভাগিছিগি পাঁচখন সাম্ৰাজ্যত বিভক্ত হৈ পৰিল। এই পাঁচখন সাম্ৰাজ্যৰ প্ৰত্যেকখনেই সঁচাকৈয়ে বৰ ডাঙৰ ডাঙৰ সাম্ৰাজ্য আছিল। আগৰ এখন চিঠিত (সংখ্যা ৬৮) মই এই পাঁচখনৰ নামবোৰ কৈছোঁ।

ঘাইখন হৈছে চীন সাম্ৰাজ্য, মাঞ্চুৰিয়া, মঙ্গোলিয়া, তিব্বত, কোৰিয়া, আনাম, টংকিং আৰু ব্ৰহ্মদেশৰ এক অংশ ধৰি। কুবলাইৰ বংশধৰ য়ুয়ান ফৈদে এইখন সাম্ৰাজ্যৰ উত্তৰাধিকাৰত্ব লাভ কৰে। কিন্তু বেচি দিনৰ কাৰণে নহয়। অতি সোনকালেই দক্ষিণৰ এডোখৰ খহি পৰিল আৰু ১৩৬৮ চনত কুবলাইৰ মৃত্যুৰ ঠিক ছয়সত্তৰ বছৰৰ পাচত মই তোমাক কৈ অহাৰ দৰে তেওঁৰ ফৈদটোৰ পতন হ'ল আৰু মঙ্গোলিয়ান বিলাকে খেদা খালে।

সুদূৰ পশ্চিমত এখন সাম্রাজ্য আছিল যাৰ নাম 'সোনালী যাত্ৰীৰ দল' (Golden Horde) —কি মনোমোহা নাম আছিল এওঁবিলাকৰ! কুবলাইৰ মৃত্যুৰ ২০০ বছৰ পাচলৈকে ৰুছিয়াৰ ডাঙৰীয়া বা সামন্ত শ্ৰেণীৰ মানুহে এওঁবিলাকক কৰ-কাটল যোগাইছিল। এই সময়ছোৱাৰ অন্তত (১৪৮০) সাম্রাজ্যখনে অলপ চেচেৰা কোবালে আৰু ৰুছিয়াৰ ডাঙৰীয়া বা সামন্তসকলৰ ঘাই মাতব্বৰ হোৱাৰ সুবিধা কৰা মস্কোৰ গ্ৰেণ্ড ডিউকে এই কৰকাটল দিবলৈ অমান্তি হ'ল। এই গ্ৰেণ্ড ডিউকজনক আইভান্ ডি গ্ৰেট্ বোলা হৈছিল। ৰুছিয়াৰ উত্তৰত আছিল নভোগৰডৰ প্ৰাচীন গণতন্ত্ৰ। সদাগৰ আৰু বেপাৰীবিলাকে তাৰ অধিনায়কত্ব কৰিছিল। আইভানে সেই গণতন্ত্ৰ পৰাভূত কৰি তেওঁৰ জমিদাৰীৰ ভিতৰুৱা কৰি পেলালে। ইতিমধ্যে তুৰ্কীবিলাকে কনস্টান্টিনোপল দখল কৰিলে আৰু প্ৰাচীন সম্ৰাটবিলাকক বাজ কৰি দিলে। এই প্ৰাচীন ৰাজকীয় পৰিয়ালৰ কন্যা এটি আইভানে বিয়া কৰালে আৰু তাৰ ফলস্বৰূপে ৰাজবংশৰ শাৰীত থকাৰ দাবী সপ্ৰমাণ কৰি প্ৰাচীন বাইজেন্টিয়ামৰ উত্তৰাধিকাৰীত্ব বিচাৰিলে। ১৯১৭ চনৰ বিদ্ৰোহত ৰুছিয়া সাম্রাজ্য ওৰ পৰিল। সেই সাম্রাজ্যখন আইভান ডি গ্ৰেটৰ অধীনত এইদৰে বাঢ়িছিল। তেওঁৰ নাতি অতিশয় নিৰ্ম্মম আছিল নাম দিয়া হৈছিল আইভান ডি টেৰিবল্। এওঁ নিজেই নিজৰ নামৰ আগত জাৰ (Tsar) উপাধিটো ললে। এই উপাধিটো চিজাৰ বা সম্ৰাটৰ একাৰ্থবাচক আছিল।

এইদৰে মঙ্গোলিয়ানবিলাক ইউৰোপৰপৰা শেষত আঁতৰি গ'ল। মধ্য এচিয়াৰ গল্ডেন ইউ বা আনকোনো মঙ্গোলিয়ান সাম্রাজ্যৰ ভগ্নাৱশেষৰ হিচাপ ৰাখিবলৈ আমি মূৰ ঘমোৱা অনাৱশ্যক। মই তেওঁবিলাকৰ বিষয়ে বেচি একো নেজানো। কিন্তু এজন মানুহে আমাৰ মনোযোগ আকৰ্ষণ কৰে।

এই মানুহজন টাইমুৰ। তেওঁ দ্বিতীয় চেঙ্গিজ খাঁ হবলৈ বিচাৰিছিল। তেওঁ চেঙ্গিজৰ বংশাৱতংশ বুলি কয়, কিন্তু আচলতে তেওঁ তুৰ্কী। তেওঁ খোৰা আছিল বাবে তেওঁক টাইমুৰ-ই-লাং বা টাইমুৰ ডিলেস্ বা টাইমুৰলেন বোলা হয়। তেওঁ বাপেকৰ পাচত ১৩৬৯ চনত চমৰখন্দৰ শাসনকৰ্ত্তা হয়। তাৰ ঠিক পাচতে তেওঁ দেশজয় আৰু নিষ্ঠুৰ হত্যাকাণ্ডৰ যাত্ৰা আৰম্ভ কৰে। তেওঁ এজন ডাঙৰ সেনানায়ক আছিল, কিন্তু তেওঁ পুৰাপুৰি বৰ্ব্বৰ। মধ্য এচিয়াৰ মঙ্গোলিয়ানবিলাক ইতিমধ্যে মুছলমান ধৰ্ম্মাৱলম্বী হ'ল আৰু টাইমুৰ নিজেই আছিল এজন মুছলমান। কিন্তু তেওঁ মুছলমানসকলৰ লগতহে যে সংঘৰ্ষত লিপ্ত হৈছে এই কথাই তেওঁৰ অন্তৰ অলপোকে নোকোমলালে। য'লৈকে তেওঁ গ'ল তালৈকে তেওঁ ঘোৰ দুৰ্দ্দশা, মহামাৰী আৰু নিৰ্জনতা বিস্তাৰ কৰি দিলে মাথোন। মানুহৰ লাওখোলাৰে পিৰামিড সজাটোৱেই তেওঁৰ মুখ্য আনন্দ আছিল। পূবৰ দিল্লীৰপৰা পশ্চিমে এচিয়া মাইনৰলৈকে তেওঁ শই শই হেজাৰে হেজাৰে মানুহৰ প্ৰাণবধ কৰিলে আৰু সেই মানুহবিলাকৰ মূৰৰ খোলাবোৰ শাৰী শাৰীকৈ পিৰামিড সজালে।

চেঙ্গিজ খাঁ আৰু তেওঁৰ লগৰীয়া মঙ্গোলিয়ানবিলাক নিষ্ঠুৰ আৰু ধ্বংসাসুৰ আছিল, কিন্তু তেওঁবিলাক সেই সময়ৰ আনবিলাকৰ সৈতে একেই আছিল। কিন্তু টাইমুৰ তেওঁবিলাকতকৈও নৃশংস আছিল। তুলনাহীন শত্ৰুসুলভ নিৰ্ম্মমতাৰ বাবে তেওঁৰ ঠাই বেলেগ। প্ৰবাদ আছে যে কোনো এঠাইত তেওঁ ২০০০ জীৱিত মানুহক

থ্‌প খ্‌ৱাই বেৰাই লৈ এটা অট্টালিকা সাজি ইটা আৰ্‌ চুর্কিৰে তাক নিৰন্ধ্ৰ কৰি পেলাইছিল। এই বৰ্ব্বৰ নৰহন্তাক ভাৰতৰ ঐশ্বৰ্য্যই আকৰ্ষণ কৰিছিল। তেওঁ ভাৰত আক্ৰমণ কৰাৰ প্ৰস্তাৱত তেওঁৰ সেনাপতি আৰ্‌ সামন্তবিলাকক মান্তি কৰাওঁতে তেওঁ অলপ অস্‌বিধাত পৰিছিল। চমৰখন্দত এখন ডাঙৰ সভা বহিল আৰ্‌ তাত সামন্ত-বিলাকে ভাৰতলৈ যোৱাৰ আপত্তি দেখ্‌ৱাই ক'লে যে ভাৰতৰ ভীষণ উষ্ণতাৰ বাবেই তেওঁবিলাক তালৈ নেযায়। শেষত টাইম্‌ৰে প্ৰতিজ্ঞাৱন্ধ হৈ ক'লে যে তেওঁ ভাৰতত নেথাকে। তেওঁ কেৱল ল্‌টপাট আৰ্‌ ধ্বংস কৰিয়েই উভতিব। এই প্ৰতিজ্ঞা তেওঁ ৰাখিলে।

তোমাৰ মনত থাকিব পায়, উত্তৰ ভাৰত তেতিয়া ম্‌ছলমান শাসনৰ অধীন দিল্লীত আছিল এজন চুলতান। ম্‌ছলমান ৰাজ্যখন দ্‌ৰ্ব্বল আছিল আৰ্‌ সীমান্তত মঙ্গোলিয়ানবিলাকৰ লগত নেৰানেপেৰাকৈ লাগি থকা য্‌দ্ধ-বিগ্ৰহে ৰাজ্যখনৰ ক'কাল ভাঙি থৈছিল। সেই দেখি যেতিয়া টাইম্‌ৰ এদল মঙ্গোলিয়ান সৈন্য লৈ ওলালহি ডাঙৰ বাধা তেওঁ ক'তো নেপালে আৰ্‌ হত্যাকাণ্ড, ল্‌টপাট আৰ্‌ পিৰামিডসম্‌হেৰে তেওঁ পৈশাচিক আনন্দেৰে আগ বাঢ়িল। হিন্দ্‌ আৰ্‌ ম্‌ছলমান উভয়কে তেওঁ কাটিলে। কোনো ভেদ বিচাৰ তেওঁ নকৰিলে। বন্দীবোৰ বোজা হৈ পৰিলত তেওঁ সকলোবোৰকে মাৰি পেলাবলৈ হ্‌কুম দিলে আৰ্‌ ১০০,০০০ মান্‌হক বধ কৰা হ'ল। প্ৰবাদ আছে যে, এঠাইত হিন্দ্‌-ম্‌ছলমান দ্‌য়ো সম্প্ৰদায়ৰে মান্‌হ গোট খাই জহৰ-ব্ৰত বোলা ৰাজপ্‌ত অন্‌ষ্ঠান এটা পাতি সমদল কৰি য্‌জত মৰিবলৈ আগ বাঢ়িল। কিন্তু বিভীষিকাপ্‌ৰ্ণ বিৱৰণবোৰ বাৰে বাৰে দি মোৰ লাভ কি? তেওঁৰ খোজৰ বাটবোৰত সকলোতে একে কথাই আছিল। আকাল আৰ্‌ ব্যাধিয়ে টাইম্‌ৰৰ সৈন্যবোৰৰ পিচ ললে। তেওঁ দিল্লীত আছিল মাথোন পোন্ধৰ দিন, এই কেইদিনতে সেই নগৰখন তেওঁ মৰিশালিত পৰিণত কৰিলে। উভতি যাওঁতে বাটত কাশ্মীৰ ল্‌টি-প্‌তি তেওঁ চমৰখন্দ ওলালগৈ।

বৰ্ব্বৰতা সত্বেও টাইম্‌ৰে মধ্য এচিয়া আৰ্‌ আন আন ঠাইত বিতোপন কাৰেং সাজিবৰ ইচ্ছা কৰিলে। তেওঁতকৈ বহ্‌ত আগেয়ে চুলতান মাম্‌দে কৰাৰ দৰে তেওঁ ভাৰতৰপৰা কাৰিকৰ, অভিজ্ঞ যান্ত্ৰিক আৰ্‌ স্থপতিশিল্পীকে তেওঁৰ লগত লৈ গৈছিল। ইয়াৰ ভিতৰত উৎকৃষ্ট স্থপতিশিল্পী আৰ্‌ অন্যান্য শিল্পীকে তেওঁ নিজৰ ৰাজকীয় বিষয় ববীয়া কৰি ৰাখিছিল। বাকীবোৰক তেওঁ পশ্চিম এচিয়াৰ ঘাই নগৰবিলাকত মেলি দিছিল। এইদৰে তেওঁ নতুন পদ্ধতিৰ স্থপতিশিল্পৰ বিকাশ সাধন কৰিছিল।

টাইম্‌ৰৰ পাচত দিল্লীখন ম্‌তকৰ দেশ হৈ পৰিছিল। দ্‌ৰ্ভিক্ষ আৰ্‌ মাৰি-মৰকে কাৰো বাধা নমানি ম্‌ৰ ডাঙি উঠিছিল। দ্‌মাহকাল তাত কোনো শাসন-কৰ্ত্তা, শৃঙ্খলা নাইবা সংস্থা নাছিল। তাত অধিবাসী নাছিল ব্‌লিলেই হয়। আনকি টাইম্‌ৰে দিল্লীত পাতি থৈ অহা ৰাজ-প্ৰতিনিধিজনো ম্‌লতানলৈ গ্‌চি গ'ল।

তাৰ পিচত টাইম্‌ৰে পাৰস্য আৰ্‌ মেছোপটেমিয়া ভেদ কৰি দেশ জনশ্‌ন্য কৰিবলৈ ধৰিলে। এংগোৰাত ১৪০২ চনত টাইম্‌ৰে দ্‌ৰ্দ্ধৰ্ষ অটোমেন তুৰ্কী-

বিলাকৰ লগত ফেপেৰি পাতিলে। নিপুণ সেনানায়কৰ বিচক্ষণতাৰে তেওঁ এই তুৰ্কীবিলাকক ঘটুৱালে। কিন্তু সমুদ্ৰই তেওঁৰ সমুখত ডাঙৰ ভেটাৰ দৰে দেখা দিলে। সেইদেখি তেওঁ বৰফোৰাচ পাৰহৈ যাব নোৱাৰিলে। ইউৰোপ তেওঁৰ গ্ৰাসৰপৰা ৰক্ষা পৰিল।

তিনি বছৰৰ পাচত ১৪০৫ চনত টাইমুৰ চুকায়। চীনলৈ যাত্ৰা কৰি যোৱাৰ বাটতে তেওঁৰ ইহলীলা শেষ হয়। প্ৰায় সমগ্ৰ পশ্চিম এচিয়া সামৰা তেওঁৰ বিৰাট সাম্ৰাজ্য তেওঁৰ পাচতে চুৰমাৰ হয়। অটোমেনবিলাকে, মিছৰে, সোণালী যাত্ৰীদলৰ গল্ডেন হৰ্ডে তেওঁক কৰ কাটল যোগাইছিল। কিন্তু তেওঁৰ ক্ষমতা আছিল সৈন্যাধ্যক্ষ হিচাপেহে, য'ত তেওঁ তুলনাহীন। চাইবেৰিয়াৰ তুষাৰ ৰাজ্যত তেওঁৰ কেইটামান অভিযান আছিল অসাধাৰণ। কিন্তু তেওঁৰ হৃদয়খন আছিল অসভ্য অঘৰীৰ। সেইবাবে তেওঁ কোনো সংগঠন গঢ়ি থৈ যাব নোৱাৰিলে আৰু চেঙ্গিজ খাঁৰ দৰে তেওঁৰ পাচত তেওঁৰ সাম্ৰাজ্য চলাবলৈ কোনো দক্ষ মানুহ তেওঁ থৈ যাব নোৱাৰিলে। সেইদেখি টাইমুৰৰ সাম্ৰাজ্য তেওঁৰ পিচতে নাইকিয়া হৈ গ'ল। তেওঁ থৈ গ'ল হত্যাকাণ্ড আৰু জনশূন্যতাৰ স্মৃতি চিন।

দুঃসাহসিক অভিযান কৰা আৰু বিজয়ী হোৱা যিবিলাক দলে মধ্য এচিয়া বিদলিত কৰি থৈ গ'ল, তেওঁবিলাকৰ ভিতৰত মাথোন চাৰিজনক এতিয়াও স্মৰণ কৰা হয়—চিকান্দাৰ বা আলেকজেণ্ডাৰ, চুলতান মামুদ, চেঙ্গিজ খাঁ আৰু টাইমুৰ।

অটোমেন তুৰ্কীক পৰাজয় কৰি টাইমুৰে তেওঁবিলাকক প্ৰকম্পিত কৰিলে। কিন্তু তেওঁবিলাক সোনকালেই ক'কালত টঙালি বান্ধি পাচৰ পঞ্চাশ বছৰৰ ভিতৰতে (১৪৫৩) কনষ্টাণ্টিনোপল পুনৰুদ্ধাৰ কৰিলে।

আমি এতিয়া মধ্যভাৰত এৰিব লাগিব। সভ্যতাৰ পৰিমাপত ই কোঁচ খাই গৈছে আৰু বুজিব নোৱৰা ৰহস্যৰ সাগৰত বুৰি গ'ল। উল্লেখ কৰিব লগীয়া কোনো ঘটনাই আৰু তাত নেথাকিল। মানুহৰ হাতত ধ্বংস হৈ যোৱা প্ৰাচীন সভ্যতাৰ স্মৃতি মাথোন অৱশিষ্ট থাকিল। প্ৰকৃতিয়েও ইয়াৰ ওপৰত হাতখন কঠোৰভাৱে থলে আৰু ক্ৰমে ক্ৰমে তাৰ জলবায়ু শুকান আৰু বসবাসৰ অনুপযোগী কৰি আনিলে।

ভাৰতলৈ অৱশেষত সোমাই আহি এখন ডাঙৰ আৰু বিখ্যাত সাম্ৰাজ্য গঠন কৰা ঠেঙুলি এটাৰ বাহিৰে আমি মঙ্গোলিয়ানৰ ঘাই ডালটোৰপৰাও এতিয়া মেলানি মাগিব লাগিব। পিচে চেঙ্গিজ খাঁৰ সাম্ৰাজ্যখন ভাগিছিগি গ'লত মঙ্গোলিয়ানবিলাক সৰু সৰু জননেতালৈ ৰূপান্তৰিত হ'ল আৰু আগৰ জনজাতীয় স্বভাৱ আঁকোৱালি ললে।

## ৭৫

# ভাৰতৰ দ্বাৰা কঠিন সমস্যা সমাধানৰ উপক্ৰম

১২ জুলাই, ১৯৩২

টাইমুৰ আৰু তেওঁৰ হত্যাকাণ্ড আৰু লাওখোলাৰ পিৰামিডৰ কথা তোমালৈ লেখিছিলোঁ। এইবোৰ কিমান বীভৎস আৰু বৰ্ব্বৰজনোচিত যেন লাগে! আমাৰ এই সভ্যতাৰ যুগত এনে ঘটনা ঘটিব নোৱাৰে। তথাপিও পিচে, তুমি সিমান নিশ্চিত নহবা। আমাৰ নিজৰ সময়তেই ঘটা আৰু ঘটিব পৰা এনে কথা আমি এই অলপতে দেখিছোঁ আৰু শুনিছোঁ। ১৯১৪-১৮ চনৰ মহাযুদ্ধই যি ধ্বংসসাধন কৰিলে তাৰ তুলনাত চেংগিজ খাঁ বা টাইমুৰে কৰা জীৱন আৰু ধন-সম্পত্তিৰ ক্ষয় প্ৰায় অকিঞ্চিৎকৰ যেন লাগে। মঙ্গোলিয়ানবিলাকৰ প্ৰত্যেকটো নিৰ্দ্দয় কামকে আধুনিক ভীতি প্ৰদৰ্শনৰ উদাহৰণে চেৰ পেলাই দিব।

এইটো নিসন্দেহ যে টাইমুৰ বা চেংগিজ খাঁৰ দিনতকৈ আমি এশ এটা ধৰণেৰে উন্নতিৰ পথত আগবাঢ়িছোঁ। জীৱনক বিপুলভাৱে জটিল কৰিয়েই তোলা নাই, ঐশ্বৰ্য্যময়ো কৰি তোলা হৈছে; আৰু প্ৰকৃতিৰ ভালেমান ক্ষমতাৰ ভেদ ভাঙি তাৰ মৰ্ম্ম উপলব্ধি কৰি মানুহৰ উপকাৰত লগোৱা হৈছে। নিশ্চয় আজিৰ জগৎ আগতকৈ বহুত পৰিমাণে উৎকৃষ্ট আৰু সভ্য। তেনেহ'লে যুদ্ধবিগ্ৰহৰ সময়ত আমি কিয় বৰ্ব্বৰতাৰ যুগলৈ উভতি যাওঁ? যুদ্ধই সভ্য মানুহৰ মগজুক বহুত পৰিমাণে শক্তিশালী আৰু ভয়ানক অস্ত্ৰ-শস্ত্ৰ উদ্ভাৱনাৰ উপযোগী কৰাৰ বাহিৰে জীৱন আৰু সভ্যতাৰ পক্ষে ই এটা নেতিবাচক বিৰাট শূন্য। যুদ্ধ-বিগ্ৰহ ওচৰ চাপি আহিলে বেচি ভাগ মানুহ পৈশাচিক আনন্দত প্ৰমত্ত হৈ পৰে, শিক্ষা আৰু সভ্যতাক জলাঞ্জলি দিয়ে, সত্য আৰু জীৱন-মহিমা পাহৰি যায় আৰু কেইহেজাৰমান বছৰৰ আগৰ বৰ্ব্বৰ পূৰ্ব্ব পুৰুষসকলৰ আচৰণ অনুকৰণ কৰিব খোজে। যেতিয়াই ঘোষণা কৰা হয় তেতিয়াই এই যুদ্ধ বোলা বস্তুটো ভয়ানক বুলি ভবাটো তেনে আচৰিত নে?

যুদ্ধৰ কালত যদি আমাৰ পৃথিৱীখন পৰিদৰ্শন কৰিববলৈ বুলি কোনোবা লোকৰপৰা আলহী আহে তেওঁ বাৰু কি বুলি ক'ব? ধৰি লোৱা তেওঁ আমাক তেতিয়াহে দেখিলে, শান্তিৰ দিনত তেওঁ ভুমুকিকে নেমাৰিলে। তেওঁ যুদ্ধৰ ওপৰতে তেওঁৰ বিচাৰ নিৰ্ণয় কৰি এই সিদ্ধান্তলৈকে আহিব যে আমি হৃদয়হীন আৰু নিৰ্ম্মম। কেতিয়াবাহে আমি সাহ আৰু ত্যাগ দেখুৱাওঁ, কিন্তু মুঠৰ ওপৰত অলপ মাথোন বিপৰীত গুণেৰে আমাৰ প্ৰধান প্ৰবৃত্তি যে পৰস্পৰে পৰস্পৰক হত্যা আৰু বধ কৰা, এইটোকেই তেওঁ ভাবিব। ছেগাচোৰোকাকৈ আমাৰ জগতত কৰা দৃষ্টিপাতেৰে তেওঁ আমাৰ ভুল বিচাৰ কৰিব, কাৰণ তেওঁ বিশেষ সময় এটাতহে আমাক দেখা পাব, যি সময়টো আমাৰ সুখৰ সময় নহয়।

তেনেকৈয়ে সেইদেখি যদি আমি অতীত যুগৰ কথা অকল হত্যাকাণ্ড আৰু যুদ্ধ-বাগৰেৰে বিচাৰ কৰোঁ আমাৰ সিদ্ধান্ত ভুল হ'ল। দুৰ্ভাগ্যবশতঃ যুদ্ধ-বাগৰ আৰু হত্যাকাণ্ডবোৰে আমাৰ মনোযোগ বেচিকৈ আকৰ্ষণ কৰেই। জাতি এটাৰ দৈনন্দিন

জীৱন যাপন কৰাৰ কথা সাধাৰণতে নীৰস। ঐতিহাসিকেনো তাৰ বিষয়ে কি ক'ব বাৰু? সেইদেখি তেওঁ যুদ্ধ বা খৰিয়াল এটালৈ জাপ মাৰি যায় আৰু তাৰেই পূৰ্ণ শৰাধ কৰে। অৱশ্যে আমি এই ধৰণৰ যুঁজ-বাগৰক আওকাণ কৰিব নাইবা পাহৰি পেলাব নোৱাৰোঁ, কিন্তু সেইবোৰ যিমান গুৰুতৰ যোগ্য তাতকৈ বেচি গুৰুত্ব দিয়া আমাৰ উচিত নহয়। বৰ্ত্তমান সময়ৰ জোখত আমি অতীতক বিচাৰ কৰোঁ আহাঁ আৰু আমাৰ নিজৰ জোখত সেই সময়ৰ মানুহৰ কথাও ভাবোঁ। আমি তেতিয়া তেওঁবিলাকৰ বিষয়ে এটা মানৱোচিত দৃষ্টিভংগী পাম আৰু তেতিয়া আমি বুজিব পাৰিম যে সেই যুগৰ আচল সাৰবস্তু হৈছে সেই সময়ৰ দৈনন্দিন জীৱন আৰু সেই সময়ৰ মানুহৰ চিন্তা ধাৰা, মাজে-সময়ে ঘটা সেই যুদ্ধ-বিগ্ৰহবোৰ নহয়। এই কথাটো মনত ৰখা ভাল কাৰণ তোমাৰ বুৰঞ্জীৰ পুথিবোৰ এনেকুৱা যুঁজ-বাগৰৰ বৰ্ণনাৰে পৰিপূৰ্ণ হৈ থকাটো তুমি দেখিবলৈ পাবা। আনকি মোৰ এই চিঠিবোৰো সেই সুৰত যোৱাৰ সম্ভাৱনা আছে। আচল কাৰণ হ'ল অতীত যুগৰ দৈনন্দিন জীৱনৰ বিষয়ে লেখাটো দুৰূহ কাম। মোৰ সেই বিষয়ে জ্ঞানো সৰহ নহয়।

আমি দেখি আহিছোঁ যে ভাৰতৰ গভীৰ দুঃখদায়ক ঘটনাৰ ভিতৰত টাইমুৰৰ আক্ৰমণো এটা। তেওঁ য'লৈকে গৈছিল তাত এৰি থৈ অহা তেওঁৰ ৰক্তাক্ত ভৰিৰ খোজবোৰ দেখি মানুহৰ গাৰ নোম শিয়ঁৰি উঠে। তথাপি সমগ্ৰ দক্ষিণ ভাৰত, পূৱ, পশ্চিম আৰু মধ্য-ভাৰত এই আক্ৰমণৰ হাত সাৰিব পাৰিলে। দিল্লীৰ ওচৰৰ অকণমান উত্তৰাংশ আৰু মীৰাটৰ বাহিৰে বৰ্ত্তমানৰ অযোধ্যা যুক্তপ্ৰদেশ কাৰ্য্যক্ষেত্ৰত তেওঁৰ হাত সাৰি আছিল। দিল্লীনগৰৰ বাহিৰে পঞ্জাৱ প্ৰদেশে টাইমুৰৰ লুণ্ঠনত তীব্ৰভাৱে ভুগিলে। অৱশ্যে পঞ্জাৱতো টাইমুৰে পদদলিত কৰি যোৱা বাটটোৰ কাষতে থকা মানুহবিলাকেহে ঘাইকৈ তীব্ৰভাৱে যাতনা ভুগিব লগীয়া হৈছিল। অথচ পঞ্জাৱৰ বিৰাট গৰীষ্ঠ সংখ্যক মানুহে কোনো বাধা নোপোৱাকৈ নিজৰ নিজৰ কাম কৰি থাকিব পাৰিছিল। সেইদেখি আমি এই যুদ্ধবিগ্ৰহ আৰু লুটপাটবোৰত গুৰুত্ব দি অতিৰঞ্জিত নকৰিবৰ বাবে সাৱধান হোৱা উচিত।

চতুৰ্দ্দশ বা পঞ্চদশ শতাব্দীৰ ভাৰতলৈ আমি চকু দিওঁ। টাইমুৰ অহাৰ আগে আগে দিল্লীৰ চুলতানৰ ৰাজ্য কোঁচ খাই নাইকিয়া হৈ গ'ল। ভাৰত জুৰি কেবাখনো ডাঙৰ ডাঙৰ স্বাধীন ৰাজ্য আছে, বেচিভাগেই মুছলমানৰ অধীন; কিন্তু এখন মাথোন শক্তিশালী হিন্দুৰাজ্য আছে—বিজয়নগৰ নামেৰে দক্ষিণত। ইছলাম আৰু ভাৰতত নতুন আলহী হৈ থকা নাই। ই সুপ্ৰতিষ্ঠিত। আদি আফগান আক্ৰমণকাৰী আৰু দাস ৰজাবিলাকৰ ভীষণতা আৰু নিৰ্ম্মমতাৰ সুৰ কোমল হৈ গ'ল আৰু হিন্দু ৰজাবিলাকৰ দৰে তেওঁবিলাকো একে ভাৰতীয়। এই ৰাজ্যবিলাকৰ ভিতৰত কোনো যোগাযোগ নাছিল। বেলেগ বেলেগ ৰাজ্যৰ ভিতৰত যুদ্ধ লাগিছিল কিন্তু সেইবোৰ ধৰ্ম্মীয় কাৰণত নহৈ ৰাজনৈতিক কাৰণতহে হৈছিল। কেতিয়াবা এখন মুছলমান ৰাজ্যৰ সৈন্যসকল আছিল হিন্দু আৰু হিন্দুৰাজ্য এখনৰ সেইদৰে আছিল মুছলমান সৈন্য। মুছলমান ৰজাই হিন্দুৰ ছোৱালী বিয়া কৰাইছিল। বিজিত আৰু বিজেতাৰ, শাসক আৰু শাসিতৰ ভাব মুঠেই নাছিল। আচলতে, কিছুমান শাসনকৰ্ত্তা আৰু বেচিভাগ মুছলমান ইচলাম ধৰ্ম্ম গ্ৰহণ কৰা

ভাৰতীয়হে। তেওঁবিলাকৰ বেচিভাগেই ধৰ্ম্মান্তৰ গ্ৰহণ কৰিলে ৰাজকীয় প্ৰসাদ নাইবা অৰ্থনৈতিক সুবিধা পাবৰ আশাত, আৰু তেওঁবিলাকে ধৰ্ম্ম সলনি কৰাৰ পিচতো আগৰ পুৰণি বেচিভাগ ৰীতি-নীতিকে খামোচ মাৰি ধৰি আছিল। কিছুমান মুছলমান শাসনকৰ্ত্তা মানুহক জোৰকৈ ধৰ্ম্মান্তৰিত কৰাৰ পক্ষপাতী আছিল। কিন্তু এইটো ঘাইকৈ ৰাজনৈতিক কাৰণতহে, কাৰণ এইটো ভবা হৈছিল যে এনেকৈ ধৰ্ম্মান্তৰিত কৰিলে মানুহ বেচি পৰিমাণে ৰাজভক্ত হৈ পৰিব। কিন্তু মানুহক জোৰ-জুলুমকৈ ধৰ্ম্মান্তৰিত কৰা কামত বেচিকৈ আগবাঢ়িব নোৱাৰি। বেচি পৰিমাণৰ কাৰ্য্যকৰী পন্থা হ'ল অৰ্থনৈতিক হেঁচাত হোৱা ধৰ্ম্মান্তৰ। যিবিলাক মানুহ মুছলমান হোৱা নাই তেওঁবিলাকৰ ওপৰত জিজিয়া নামৰ কৰ বহুৱাই দিয়াত ভালেমান মানুহ ইয়াৰ হাত সাৰিবলৈ মুছলমান হৈ পৰিল।

কিন্তু এই সকলোবোৰ ঘটিছিল নগৰবিলাকতহে। গাওঁ-ভূঁইবিলাকত ইয়াৰ ঢৌৱে কোবোৱা নাছিল। সেইদেখি লাখ লাখ গাঁৱৰ মানুহে আগৰ ধৰণতে থাকি দিন কটাইছিল। এইটো অৱশ্যে স'চা যে ৰজাৰ বিষয়াবিলাকে গাঁৱৰ মানুহৰ জীৱনতহে বেচিকৈ ধূমকেতু পৰাৰ দৰে পৰিছিল। গাৱঁৰ পঞ্চায়তবিলাকৰ শক্তি এতিয়াহে ক্ষীণ, কিন্তু পঞ্চায়ত প্ৰথা প্ৰচলিত থাকি গাঁৱলীয়া জীৱনৰ কেন্দ্ৰ আৰু মেৰুদণ্ডৰ দৰে হৈ পৰিছিল। সামাজিকতাত, ধৰ্ম্মৰ আৰু আচাৰ-নীতিৰ বিষয়ত গাওঁ অপৰিৱৰ্ত্তিত হৈ আছিল। তুমি জনাৰ দৰে ভাৰত এতিয়াও শ শ, হেজাৰ হেজাৰ গাঁৱেৰে ভৰা। ভাৰতৰ ছালখনৰ ওপৰতহে নগৰবিলাকৰ অৱস্থিতি কিন্তু আচল ভাৰত হ'ল ভিতৰৰ শাহত সোমাই থকা গাঁওবিলাকহে। এই ভিতৰত সোমাই থকা গাঁৱৰ ভাৰতৰ ইচলামে একো পৰিৱৰ্ত্তন সাধন কৰিব নোৱাৰিলে।

ইচলামৰ আগমনত হিন্দুধৰ্ম্ম দুই ধৰণেৰে জোকাৰ খাই উঠিল। কবলৈ ধাওঁতে আচৰিত হ'ব লাগে যে এই ধৰণ দুটা পৰস্পৰ বিৰোধী। এটা ধৰণ হ'ল গোঁড়াপন্থী; এই পদ্ধতি মতে আক্ৰমণ ওফৰাবৰ বাবে নিজক টান খোলাত পৰিণত কৰি গুহাত সোমোৱাৰ দৰে সোমাই থাকিব লাগে। জাতিভেদৰ নীতি কঠোৰ হ'ল আৰু বৰ্জ্জনকাৰী হৈ পৰিল। পৰ্দ্দাপ্ৰথা আৰু তিৰোতাক বান্ধত ৰখা প্ৰথা সাধাৰণ ঘটনা হৈ পৰিল। আনহাতে পূজাসেৱা আৰু জাতিভেদৰ বাবে একপ্ৰকাৰ আভ্যন্তৰিক বিপ্লৱ সংগঠিত হ'ল। সংস্কাৰকামী বহুতো প্ৰচেষ্টা মূৰ ডাঙি উঠিল।

অৱশ্যে হিন্দুধৰ্ম্ম সংস্কাৰ কৰিবৰ বাবে বুৰঞ্জীৰ আদি-কালৰপৰা সংস্কাৰক সকলে দেখা দি আহিছে। এওঁবিলাকে নানা কলুষৰপৰা হিন্দুধৰ্ম্মক ৰক্ষা কৰিবৰ বাবে যত্ন কৰিছে। এওঁবিলাকৰ ভিতৰত বুদ্ধই প্ৰধান। অষ্টম শতাব্দীত আবিৰ্ভাৱ হোৱা শঙ্কৰাচাৰ্য্যৰ কথা মই তোমাক কৈছোঁ। তিনি শ বছৰৰ পাচত একাদশ শতাব্দীত দাক্ষিণাত্যৰ চোলা সাম্ৰাজ্যত আৰু এজন ডাঙৰ সংস্কাৰকৰ আবিৰ্ভাৱ ঘটিছিল যি শঙ্কৰাচাৰ্য্যৰ মতবাদৰ বিৰোধিতা কৰা সকলৰ নেতৃস্থানত আছিল। তেওঁৰ নাম ৰামানুজ। শঙ্কৰাচাৰ্য্য শৈৱ আছিল আৰু তেওঁ আছিল বুদ্ধিৰ পূজাৰী। ৰামানুজ আছিল বৈষ্ণৱ আৰু আছিল ভক্তিৰ পূজাৰী। ৰামানুজৰ প্ৰভাৱ সমগ্ৰ ভাৰতত‌ে বিস্তৃত হৈছিল। ভাৰতবৰ্ষখনে সংস্কৃতিৰ ক্ষেত্ৰত

বুৰঞ্জীয়ে ঢুকি পোৱা কালৰ ভিতৰেদি কেনেকৈ ঐক্য লাভ কৰিলে এই কথা মই তোমাক কৈছোঁ। ৰাজনৈতিক কাৰণত পৰস্পৰ যুদ্ধলিপ্ত হৈ থকা ৰাজ্যবিলাকত বিভক্ত হৈ পৰিলেও ভাৰতে এই ঐক্য লাভ কৰিছিল। যেতিয়া ভাৰতত এজন মহৎ মানুহৰ আবিৰ্ভাৱ হয় নাইবা এটা মহৎ আন্দোলন হয় তেতিয়াই ইয়াৰ প্ৰভাৱে ৰাজনৈতিক হেঙাৰ ভেদ কৰি গোটেই ভাৰততে ব্যাপ্ত হৈ ভাৰতক ঢাকি ধৰে।

ইচলাম ধৰ্মই ভাৰতত খুটি পুতি লোৱাৰ পাচত মুছলমান আৰু হিন্দু দুয়ো সম্প্ৰদায়ৰ ভিতৰত নতুন ধৰণৰ সংস্কাৰক এজনৰ প্ৰাদুৰ্ভাৱ হ'ল। দুয়ো ধৰ্মৰে উমৈহতীয়া গুণবোৰ আঙুলিয়াই আচাৰ আৰু অনুষ্ঠানবোৰক আঘাত কৰি দুয়োটা ধৰ্মকে তেওঁ ওচৰ চপাই আনিব খুজিলে। দুয়োটা ধৰ্মৰে সমন্বয় সাধন কৰিবৰ বাবে এটা প্ৰচেষ্টা হ'ল—সহজ ভাষাৰে কবলৈ হ'লে দুয়োটা ধৰ্মৰে এবিধ সংমিশ্ৰণৰ আৱিষ্কাৰ হ'ল। এই কামটো কঠিন, কাৰণ দুয়ো ধৰ্মতে বৰকৈ দেখা দিলে উগ্ৰ মনোমালিন্য আৰু মিথ্যাচাৰে। কিন্তু দেখিবলৈ পাম যে শতাব্দীৰ পিচত শতাব্দী জুৰি এই প্ৰচেষ্টাৰ আৰু বিৰাম নহ'ল। আনকি কেইজনমান মুছলমান শাসকেও, উল্লেখযোগ্য মহান আকবৰে এই সমন্বয় সাধন কৰিবৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিছিল।

চতুৰ্দ্দশ শতাব্দীত দাক্ষিণাত্যত আবিৰ্ভাৱ হোৱা ৰামানন্দ এই সমন্বয় সাধন প্ৰচাৰৰ সৰ্ব্বপ্ৰথম আৰু বিখ্যাত শিক্ষাদাতা আছিল। তেওঁ আগতকৈও বেচিকৈ প্ৰখ্যাত হৈ পৰিছিল। কবীৰ জনপ্ৰিয় হৈ পৰিছিল। সম্ভৱতঃ তুমি জানা যে তেওঁৰ হিন্দী গীতবিলাক উত্তৰৰ দুৰ্ণিৰ গাঁওবিলাকত এতিয়াও বৰকৈ জনাজাত হৈ আছে। তেওঁ হিন্দুও নাছিল, মুছলমানো নাছিল; তেওঁ দুয়ো সম্প্ৰদায়ৰে আছিল, অথবা দুয়ো সম্প্ৰদায়ৰে সাৰভাগ। তেওঁৰ অনুৱৰ্ত্তীসকল আছিল দুয়োটা ধৰ্মৰে আৰু নানা জাতৰ। এটা সাধু শুনিবলৈ পোৱা যায় যে তেওঁ প্ৰাণত্যাগ কৰিলত তেওঁৰ শৰটো এখন কাপোৰেৰে ঢাকি থোৱা হৈছিল। তেওঁৰ হিন্দু শিষ্য-সকলে শৰটোৰ কাঠ সংস্কাৰ কৰিবলৈ নিব খুজিলে; মুছলমান শিষ্যসকলে নিব খুজিলে কবৰ দিবৰ বাবে। কাজেই তেওঁবিলাকৰ ভিতৰত তৰ্ক-বিতৰ্ক আৰু দন্দ লাগিবলৈ ধৰিলে। কিন্তু যেতিয়া কাপোৰখন দাঙি চোৱা গ'ল তেতিয়া দেখিবলৈ পোৱা হ'ল যে তেওঁবিলাকৰ কাজিয়াৰ থল সেই শৰটো নাই আৰু তাৰ ঠাইত পৰি আছে এতিয়াই ছিঙি আনি থোৱাৰ দৰে কিছুমান বাছকবনীয়া ফুল। সাধুটো একেবাৰে কাল্পনিক হ'ব পাৰে, কিন্তু বৰ মনোহৰ।

কবীৰ ঢুকুৱাৰ অলপ কালৰ পিচতে উত্তৰত আৰু এজন ডাঙৰ সংস্কাৰক আৰু ধৰ্মনেতাই দেখা দিলে। শিখ ধৰ্মৰ স্থাপনকৰ্ত্তা এইজন সংস্কাৰকৰ নাম গুৰু নানক। এজনৰ পাচত এজনকৈ তেওঁৰ পাচত আৰু দহ জন গুৰুৱে তেওঁক অনু-সৰণ কৰিলে। সকলোতকৈ শেষৰ জনৰ নাম গুৰু গোবিন্দ সিং।

ভাৰতৰ ধৰ্ম আৰু সংস্কৃতিৰ বুৰঞ্জীত জনাজাত আৰু এটা নাম মই উল্লেখ কৰিব খোজোঁ। এওঁ চৈতন্য, ষোড়শ শতাব্দীৰ প্ৰাৰম্ভৰ বঙ্গদেশৰ বিখ্যাত পণ্ডিত। তেওঁ হঠাৎ স্থিৰ কৰি পেলালে যে তেওঁৰ এই পাণ্ডিত্যই একো কাম নিদিয়ে আৰু তাক এৰি পেলাই দি ভক্তিমাৰ্গ অৱলম্বন কৰিলে। তেওঁ মহাভক্ত হৈছিল আৰু

সমগ্র বঙ্গতে তেওঁ শিষ্য-প্রশিষ্যৰ লগত ভজন-গীত গাই ফুৰিছিল। তেওঁ এটা বৈষ্ণৱ সম্প্রদায় স্থাপন কৰে আৰু তেওঁৰ প্ৰভাৱ বঙ্গত এতিয়াও মহৎভাৱে বিৰাজমান।

ধৰ্ম্মৰ সংস্কাৰ আৰু সমন্বয়ৰ বিষয়ে ইমানেই। জীৱনৰ আন আন ক্ষেত্ৰতো এই সমন্বয়ৰ ধাৰা প্ৰবাহিত হৈছিল। সেয়ে কেতিয়াবা গম ধৰিব পৰাকৈ, কেতিয়াবা অজানিতে। এটা নতুন সংস্কৃতি, নৱস্থপতিৰ ধাৰা, নৱোন্মেষৰ এটা ভাষা বিকশিত হৈ উঠিছিল। কিন্তু মনত ৰাখিবা যে এই সকলোবোৰ ঘটিছিল গাঁৱতকৈ বেচি পৰিমাণে নগৰবিলাকত, আৰু বিশেষকৈ ৰাজকীয় ক্ষমতাৰ কেন্দ্ৰ ৰাজধানী দিল্লীত আৰু আন আন ৰাজ্য আৰু প্ৰদেশত, লেখত লব লগীয়া ৰাজধানীবিলাকত। মুৰত উঠি আছিল আগৰকালতকৈও বেচি পৰিমাণে একনায়কত্বৰ চূড়া স্বৰূপহৈ ৰাজ্যখনৰ নৃপতি। নতুন মুছলমান শাসকসকলৰ এই সৌভাগ্য নাছিল। যদিও নীতি মতে ইচলামত সাম্যৰ লক্ষণ অতিশয়ে বেচি আৰু আমি দেখা পাইছোঁ যে কৃতদাসেও কেতিয়াবা চুলতান হবগৈ পাৰে তথাপি ৰজাৰ একনায়কত্ব আৰু অপ্ৰতিহত ক্ষমতা বাঢ়িয়েই থাকিল। দিল্লীৰপৰা দৌলতাবাদলৈ ৰাজধানী স্থানান্তৰ কৰা বলিয়া টোগলকৰ কাৰ্য্যতকৈ বিস্ময়াবহ ইয়াৰ উদাহৰণ আৰু কি হ'ব পাৰে?

কৃতদাস ৰখা প্ৰথাত, ঘাইকৈ চুলতানবিলাকৰ মাজত বাঢ়িবলৈ ধৰিলে। যুদ্ধ'ত এইবিলাকক বন্দী কৰি পেলাবলৈ এবাৰ বিশেষভাৱে চেষ্টা কৰা হৈছিল। এইবিলাকৰ ভিতৰত যিবিলাক কৃতদাস কাৰিকৰী কামত পাৰ্গত আছিল তেওঁবিলাকক বিশেষ সমাদৰ কৰা হৈছিল। আনবোৰক চুলতানৰ পালি-পহৰীয়াৰ কামত নিযুক্ত কৰা হৈছিল।

নালন্দা আৰু তক্ষশীলাৰ বিশাল বিশ্ববিদ্যালয়বিলাকৰ কি ঘটিল? সেইবোৰ কেতিয়াবাই বন্ধ হ'ল, কিন্তু নতুন পৰ্য্যায়ৰ কেইবাটাও নতুন বিশ্ববিদ্যালয়ৰ উদ্ভৱ হৈছিল। সেইবিলাকক টোল বোলা হৈছিল আৰু তাত সংস্কৃত বিদ্যাৰ অনুশীলন কৰা হৈছিল। সেইবোৰ সময়োপযোগী নাছিল। সেইবোৰ বাস কৰিছিল অতীতত আৰু সম্ভৱতঃ প্ৰতিক্ৰিয়াশীল হোৱাৰ লক্ষণাক্ৰান্ত আছিল। এনেকুৱাবিলাক টোলৰ ভিতৰত সকলোতকৈ ডাঙৰ টোলটো আছিল কাশীত।

কবীৰৰ হিন্দী গীতবোৰৰ কথা মই ওপৰত কৈ আহিছোঁ। সেইবাবে হিন্দীভাষাটো পঞ্চদশ শতাব্দীত অকল জনপ্ৰিয়ই নাছিল, সাহিত্যৰ ভাষাও হৈ থাকিব পাৰিছিল। কালিদাস আৰু গুপ্তৰজাবোৰৰ সময়ত সংস্কৃত ভাষাটো পণ্ডিতৰ মাজতে সীমাৱদ্ধ আছিল। সৰ্ব্বসাধাৰণে সংস্কৃতৰ সুৰতে স্বতঃস্ফূৰ্ত্ত হৈ থকা প্ৰাকৃতৰ ভাষাত কথা-বতৰা পাতিছিল। লাহে লাহে সংস্কৃত ভাষাৰ আন আন জীয়ৰীবিলাকো সাজিকাছি ওলাল--হিন্দী, বঙলা, মাৰাঠী আৰু গুজৰাটী। বেচিভাগ মুছলমান লেখক আৰু কৱিয়ে হিন্দী ভাষাত ৰচনা সৃষ্টি কৰিবলৈ ললে। পঞ্চদশ শতাব্দীত জৌনপুৰৰ এজন ৰজাই মহাভাৰত আৰু ভাগৱতখন সংস্কৃতৰপৰা বঙলালৈ ভাঙনী কৰায়। দক্ষিণৰ বিজাপুৰৰ মুছলমান শাসনকৰ্ত্তাসকলৰ হিচাপ-পত্ৰ মাৰাঠী ভাষাত ৰখা হৈছিল। সেইদেখি আমি দেখিবলৈ পাওঁ যে পঞ্চদশ শতাব্দীত সংস্কৃতৰ এই জীয়ৰী ভাষাবোৰৰ যথেষ্ট পৱোদ্ভৱ হৈছিল। অৱশ্যে

দাক্ষিণাত্যত দ্ৰাবিড়ী ভাষা কেইটা—তামিল, তেলেগু, মালয়ালম আৰু কানাৰী অতিশয় প্ৰাচীন আছিল।

মুছলমান আদালতৰ ভাষা আছিল পাৰ্চীয়ান। আদালত বা চৰ্কাৰী দপ্তৰ-খানাত কাম-কাজ কৰিব লগীয়া থাকিলে উচ্চশিক্ষিত সম্প্ৰদায়ে পাৰ্চীয়ান ভাষা আয়ত্ত কৰি লৈছিল। কাজেই সৰহভাগ হিন্দুৱে এই ভাষাটো জানিছিল। ক্ৰমে ক্ৰমে এটা নতুন ভাষাই বজাৰ আৰু উৰণীয়া অঞ্চলত মুখে মুখে গঢ় লবলৈ ধৰিলে যাৰ নাম হ'ল উৰ্দ্দু—অৰ্থাৎ'উৰণীয়া"। আচলতে এইটো এটা নতুন ভাষা নহয়। সামান্যৰূপে বেলেগ সাজপাৰ পিন্ধা এই ভাষাটো হিন্দীয়েই। হিন্দী-উৰ্দ্দু ভাষা, যাক কেতিয়াবা হিন্দুস্তানী বুলিও কোৱা হয়—উত্তৰ আৰু মধ্যভাৰতত বিস্তৃতি লাভ কৰিছিল। এই ভাষাটো অলপ কম-বেচি পৰিমাণে আজি প্ৰায় ১৫০,০০০,০০০ মানুহে কয় আৰু তাতকৈ বেচিসংখ্যকে বুজিব পাৰে। সেইদেখি, এই ভাষা জানোতাৰ সংখ্যাধিক্যৰ বিষয়ত পৃথিবীৰ ডাঙৰ ভাষাবিলাকৰ ভিতৰত হিন্দুস্তানীও এটা ভাষা হৈ পৰিছে।

স্থপতিবিদ্যাত নতুন কলা-কৌশলে দেখা দিবলৈ ধৰিলে আৰু দক্ষিণৰ বিজাপুৰ আৰু বিজয়নগৰত ভালেমান সম্ভ্ৰমপূৰ্ণ অট্টালিকাই চকুত চাট মাৰি ধৰিলে। সেইদৰে গোলকুন্দাতো। তেতিয়াৰ এখন ডাঙৰ আয়তনৰ আৰু মনোহৰ নগৰ আহমদাবাদ আৰু এলাহাবাদৰপৰা অলপ আঁতৰত থকা জৌনপুৰতো অট্টালিকাসমূহে গঢ় লৈ উঠিল। হায়দৰাবাদৰ ওচৰৰ গোলকুণ্ডাৰ পুৰণি ভগ্নাৱশেষবোৰ আমি চাবলৈ যোৱা তোমাৰ মনত আছেনে? আমি সেই বিৰাট দুৰ্গটোলৈ উঠি গৈছিলোঁ আৰু তাৰপৰা তলত সেই নগৰখন তাৰ ৰাজপ্ৰাসাদ আৰু বজাৰবিলাকৰ সৈতে সকলোবোৰ ভাগি-ছিগি পৰি থকা দেখা পাইছিলোঁ।

সেইদেখি যেতিয়া ৰজাই ৰজাই খৰিয়াল কৰি ইটোৱে সিটোক ধ্বংস কৰিছিল, ভাৰতৰ নীৰৱ শক্তিয়ে সমন্বয় সাধনৰ বাবে একেৰাহে কাম কৰি গৈ আছিল যাতে ভাৰতৰ মানুহে মিলাপ্ৰীতিৰে থাকি নিজৰ শক্তি সংযোজিতভাৱে প্ৰগতি আৰু উন্নতিৰ বাবে কামত খটোৱাব পাৰে। কেইবা শতাব্দীৰ অন্তত তেওঁবিলাকে আশানুৰূপ সাফল্য লাভ কৰিলে। কিন্তু তেওঁবিলাকৰ এই কাম সমাধা হোৱাৰ আগতে আন এটা দুৰ্গতিয়ে দেখা দিলে আৰু আমি আগবাঢ়ি অহাৰ কিছু অংশ পাচ হুঁহকি গলোঁ। আকৌ আজি আমি সেই বাটেদি আগ বাঢ়িছোঁ আৰু সকলোবিলাক মতৰ এটা সমন্বয় কৰিব খুজিছোঁ। কিন্তু এইবাৰ আমাৰ ভেটিটো সবল আৰু শকত হবই লাগিব। ই স্বাধীনতা আৰু সামাজিক সাম্যৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগিব। ই উচ্চতৰ জগৎ-শৃঙ্খলাৰ লগত খাপ খাই পৰিব লাগিব। তেতিয়াহে ই টিকিব।

ধৰ্ম্ম আৰু সংস্কৃতিৰ সমন্বয়ৰ সমস্যাই বহুত শ বছৰ জুৰি ভাৰতৰ শ্ৰেষ্ঠ মনীষাক আকুল কৰি থৈছিল। এই সমস্যাত ভাৰতৰ মন ইমান সমাকুল হৈছিল যে ৰাজনৈতিক আৰু সামাজিক মুক্তিৰ কথা পাহৰণিৰ গৰ্ভত সোমাইছিল। সেই-দেখি ইউৰোপ যি মুহূৰ্ত্তত নানা ফালে দোপতদোপে আগবাঢ়ি গ'ল ভাৰত পাচ পৰি থাকিল প্ৰগতিহীনভাৱে অলস আৰু অকৰ্ম্মন্য হৈ।

তোমাক মই আগেয়েই কৈছোঁ যে এটা সময় আছিল যেতিয়া ভাৰতে বিদেশৰ বেহা-বাণিজ্যৰ ওপৰত আধিপত্য স্থাপন কৰিছিল। কাৰণ ৰসায়ণ বিদ্যাত ভাৰত আগবঢ়া আছিল। এইবাবে নানাপ্ৰকাৰ ৰং উলিয়াইছিল, তীখাৰ গঢ় দিব জানিছিল আৰু আন আন বহুতো বিষয়ত অগ্ৰগামী আছিল। ভাৰতৰ পণ্যবাহী জাহাজ সমুদ্ৰ পথেদি বহুতো দূৰ দূৰণিলৈ গৈছিল। আমি কৈ অহা সময় ডোখৰতে ভাৰতে এই আধিপত্য হেৰুওৱা বহুত কাল হ'ল। ষোড়শ শতাব্দীত প্ৰগতিৰ নদীৰ ধাৰা পূবলৈ যাবলৈ আৰম্ভ কৰিলে। আৰম্ভহে মাথোন—সেয়ে নিচেই এচলু পানী। কিন্তু এই পানী চলু ডাঙৰ স্ৰোতস্বতী হবলৈ বহুত সময় লাগিব।

## ৭৬

## দক্ষিণ ভাৰতৰ ৰাজ্যবোৰ

১৪ই জুলাই, ১৯৩২

আমি আৰু এবাৰ ভাৰতলৈ দৃষ্টিপাত কৰোচোঁন আৰু ৰাজ্য আৰু সাম্ৰাজ্যবোৰৰ নৈৰ বালিৰ দৰে লৰচৰ কৰা দৃশ্য চাওঁ। ই প্ৰায় এখন ডাঙৰ আৰু ওৰ নপৰা চলচিত্ৰ যাৰ নিৰ্ব্বাক ছবিবোৰ এখনৰ পিচত এখনকৈ অহাযোৱা কৰে।

সম্ভৱতঃ তুমি নিশ্চয় মনত ৰাখিছা যে সেই বলিয়া চুলতান মহম্মদ টোগলকে দিল্লীৰ সাম্ৰাজ্যখন ভাঙি পেলোৱা কামত কেনেকৈ সফলতা লাভ কৰিলে। দক্ষিণত থকা সেই ডাঙৰ ডাঙৰ প্ৰদেশবোৰ ভাগিছিগি গ'ল আৰু তাত নতুন ৰাজ্যৰ উত্থান ঘটিল। এইবোৰৰ ভিতৰত প্ৰধান হ'ল বিজয়নগৰৰ হিন্দুৰাজ্য আৰু গুলবাৰ্গৰ মুছলমান ৰাজ্য। পূবফালে থাকিল গৌড় প্ৰদেশ বঙ্গ আৰু বিহাৰ সামৰি এজন মুছলমান শাসনকৰ্ত্তাৰ অধীন হৈ।

মহম্মদৰ উত্তৰাধিকাৰী হয় তেওঁ ভতিজাক ফিৰোজ ছাহ। দদায়েকতকৈ তেওঁ জ্ঞানী আছিল আৰু মানৱতাও আছিল অলপ বেচি। কিন্তু অসহিষ্ণুতাৰ পৰা তেওঁ মুক্ত নাছিল। ফিৰোজ কাৰ্য্যদক্ষ শাসক হোৱা বাবে ৰাজ্য শাসন-প্ৰণালীৰ কেবাবিধো সংস্কাৰ সাধন কৰিলে। দক্ষিণ আৰু পূবৰ সেই হাতৰপৰা সৰকি যোৱা প্ৰদেশ কেইখন তেওঁ উদ্ধাৰ কৰিব নোৱাৰিলে। কিন্তু সাম্ৰাজ্য ক্ষয় হৈ যোৱা বেমাৰৰ তেওঁ অৱসান ঘটালে। তেওঁৰ নতুন নগৰ গঢ়াৰ, কাৰেং আৰু মছজিদ সজাৰ আৰু উদ্যান পতাৰ বিশেষ চখ আছিল। দিল্লীৰ ওচৰৰ ফিৰোজাবাদ, এলাহাবাদৰ ওচৰৰ জৌনপুৰত তেওঁ নগৰ প্ৰতিষ্ঠা কৰিলে। যমুনা নৈৰ বৃহৎ খাল এটা তেওঁ খনালে আৰু ভাগিছিগি যাব খোজা ভালেমান পুৰণা ইমাৰৎ তেওঁ মেৰামতি কৰালে। তেওঁ নিজৰ কামৰ বাবে যথেষ্ট গৰ্ব্ব অনুভৱ কৰিছিল। তেওঁ নিজে সজা নতুন আৰু তেওঁ মেৰামতি কৰোৱা পুৰণা কাৰেংবোৰৰ ফৰ্দ্দ এখন তৈয়াৰ কৰি থৈ গৈছিল।

ফিৰোজ ছাহৰ মাক বিবি নৈলা এগৰাকী ৰাজপুত মহিলা আৰু ডাঙৰ জমিদাৰ এজনৰ জীয়েক আছিল। তেওঁৰ বিষয়ে এটা গল্প আছে যে তেওঁক হেনো ফিৰোজৰ দেউতাকে বিয়া কৰাই নিব খোজাৰ প্ৰস্তাৱত বিৰোধিতা কৰাৰ বাবে ফিৰোজে নৈলাৰ ৰাজ্যখন আক্ৰমণ কৰি মানুহবোৰ কাটিমাৰি খাস্তাং কৰি পেলালে। বিবি নৈলাই তেওঁৰ বাবে প্ৰজাবিলাকৰ এই দুৰ্দশা হোৱাৰ কথা শুনি মুয়মান হৈ, এই অত্যাচাৰৰ ওৰ পেলাই প্ৰজাৰ প্ৰাণ ৰক্ষা কৰিবলৈ মনস্থ কৰি ফিৰোজ ছাহৰ দেউতাকৰ কাষত আত্মসমৰ্পণ কৰিলে। সেইবাবে ফিৰোজ ছাহৰ গাত ৰাজপুতৰ তেজ আছিল। তুমি জানিব পাৰিবা যে মুছলমান শাসক আৰু ৰাজপুত তিৰোতাৰ ভিতৰত ঘনে ঘনে ঘটিবলৈ ধৰা এনেকুৱা অসবৰ্ণ বিয়া-বাৰু এটা উমৈহতীয়া জাতীয় মনোভাৱৰ সৃষ্টি কৰাত বৰ কাৰ্য্যকৰী হৈছিল।

• সাতত্ৰিশ বছৰ জোৰা দীঘলীয়া কাল ৰাজত্ব কৰাৰ পাচত ১৩৮৮ চনত ফিৰোজ ছাহ ঢুকায়। দিল্লী সাম্ৰাজ্যৰ লগত মকৰা-জালৰ দৰে গাঁথি লোৱা শাসনৰ জৰীবোৰ তেওঁৰ মৃত্যুৰ পিচত তৎক্ষণাৎ টুকুৰাটুকুৰ হৈ ছিগিল। কেন্দ্ৰীয় শাসনৰ ক'তো একো চিন চাব নেথাকিল আৰু সৰু সৰু শাসনকৰ্ত্তাবোৰে এই ৰাজ্যৰ গৰাকী বুলি সকলোতে প্ৰচাৰ কৰি ফুৰিবলৈ ধৰিলে। এনেকুৱা শৃংখলতাহীন আৰু ক'কাল-পৰা সময় ডোখৰৰ ভিতৰতে, ফিৰোজ ছাহৰ মৃত্যু হোৱাৰ ঠিক দহ বছৰৰ পাচতে উত্তৰৰপৰা আহি টাইমুৰ ভাৰত সোমায়। দিল্লীৰ প্ৰাণকেন্দ্ৰ তেওঁ প্ৰায় ধ্বংস কৰি পেলায়। লাহে লাহে এই নগৰখনে গা টঙালে আৰু তাৰ পঞ্চাশ বছৰৰ পাচত এজন চুলতানৰ অধীনত কেন্দ্ৰীয় শাসনৰ আসনৰূপে প্ৰতিষ্ঠিত হয়। কিন্তু ই এখন নিচেই সৰু ৰাজ্যতহে পৰিণত হ'ব পাৰিলে, দক্ষিণ, পশ্চিম আৰু পূবে থকা ডাঙৰ ডাঙৰ ৰাজ্যবোৰৰ লগত ইয়াৰ একো তুলনা নহ'ল। চুলতানবিলাক আফগান আছিল। তেওঁবিলাক নিচেই পৰিমৰা আৰু নিঃকিন আছিল। আনকি তেওঁবিলাকৰ নিজা বঙহ আফগান সামন্তসকলো তেওঁবিলাকৰপৰা বৰ বিৰক্ত হৈছিল। অৱশেষত তেওঁবিলাকৰ ঘৃণা ইমান বেচি হ'লগৈ যে তেওঁবিলাকে চুলতানবিলাকৰ ওপৰত ৰাজত্ব কৰিবলৈ এজন বিদেশী মানুহক মাতি আনিলে। এই বিদেশী জনৰ নাম আছিল বাবৰ। তেওঁ এজন মঙ্গোল বা মোগল। সেই নামেৰেই ভাৰতত প্ৰতিষ্ঠিত হোৱাৰ পাচত আমি তেওঁবিলাকক মাতিবলৈ আৰম্ভ কৰিলোঁ। বাবৰ পোনপটীয়া-ভাৱে টাইমুৰৰ বংশৰ আৰু তেওঁৰ মাক আছিল চেংগিজ খাৰ বংশধৰ। তেওঁ সেই সময়ত কাবুলৰ শাসনকৰ্ত্তা আছিল। ভাৰতলৈ আহিবৰ বাবে কৰা নিমন্ত্ৰণ তেওঁ আনন্দ মনেৰে গ্ৰহণ কৰে; আচলতে তেওঁ এই নিমন্ত্ৰণী নোপোৱাহে'তেনো ভাৰতলৈ সম্ভৱতঃ আহিলহে'তেন। দিল্লীৰ ওচৰৰ পানীপথ সমভূমিত ১৫২৬ চনত বাবৰে যুঁজত জিকি হিন্দুস্থান সাম্ৰাজ্য লয়। এখন বৃহৎ সাম্ৰাজ্য গঢ় লৈ উঠিল। এই সাম্ৰাজ্যখনৰ নামেই ভাৰতৰ মোগল সাম্ৰাজ্য। দিল্লী আকৌ জাকত জিলিকা হৈ পৰিল আৰু সাম্ৰাজ্যৰ সিংহাসন তাতে থাপনা কৰা হ'ল। কিন্তু ইয়ালৈ অহাৰ আগতে আমি ভাৰতৰ বাকী প্ৰান্তবোৰলৈকো চকু দিব লাগিব আৰু চাব লাগিব দিল্লীৰ অৱনতিৰ যোৱা ১৫০ বছৰত সেইবোৰৰ দশা কি হৈছিল।

সৰু ডাঙৰ বহুতো ৰাজ্য এই সময়ত ভাৰতত আছিল। নতুনকৈ হোৱা

জৌনপুৰত এখন সৰু মুছলমান ৰাজ্য গঠিত হৈছিল। চেৰৌক ৰজাবোৰে সেইখন ৰাজ্য শাসন কৰিছিল। এই ৰাজ্যখন দুৰ্ব্বল আৰু আকৃতিত সৰু আছিল আৰু ৰাজনৈতিক কাৰণতো ইয়াৰ একো গুৰুত্ব নাছিল। কিন্তু পঞ্চদশ শতাব্দীৰ প্ৰায় ১০০ বছৰ কাল জুৰি ই সংস্কৃতি আৰু পৰধৰ্ম্মমত সহিষ্ণুতাৰ কেন্দ্ৰ স্থল হৈ আছিল। জৌনপুৰৰ মুছলমান শিক্ষানুষ্ঠানবোৰে এই পৰমতসহিষ্ণুতাৰ ভাব প্ৰচাৰ কৰিছিল আৰু তোমালৈ মই আগৰ চিঠি এখনত লেখাৰ দৰে তাৰ ৰজা এজনে আনকি হিন্দু আৰু মুছলমানৰ ভিতৰত এটা সমন্বয় সাধন কৰিবৰ চেষ্টা কৰিছিল। শিল্পকলা, শুৱনি কাৰেংঘৰ এওঁৰ উৎসাহৰ বস্তু আছিল আৰু বিকাশপ্ৰাপ্ত হ'ব খোজা হিন্দী আৰু বঙলাৰ দৰে ভাষাবোৰকো তেওঁ উৎসাহ দান কৰিছিল। ঘোৰ অসহিষ্ণুতাৰ প্ৰলয়ঙ্কৰ অশান্তিৰ মাজতো এই সৰু আৰু কম পৰিমাণ সময় পোহৰ কৰি থকা এই জৌনপুৰ ৰাজ্যখন সংস্কৃতি, পাণ্ডিত্য আৰু পৰমতসহিষ্ণুতাৰ আশ্ৰয় মন্দিৰ এটাৰ দৰেই জিলিকি আছিল।

পুবলৈ আহিলে ঠিক এলাহাবাদৰ সীমাত বিহাৰ আৰু বংগদেশ সামৰা গৌড়ৰ বৃহৎ ৰাষ্ট্ৰখন পাওঁ। গৌড় নগৰখন বন্দৰ আৰু ভাৰতৰ সমুদ্ৰপথত থকা নগৰবোৰৰ সংযোগকাৰী আছিল। এলাহাবাদৰ পশ্চিমে প্ৰায় গুজৰাটলৈকে মধ্য ভাৰতত আছিল মালবা, ইয়াৰ ৰাজধানী মাণ্ডু, দুৰ্গ আৰু নগৰৰ ৰূপত সানমিহলি হৈ আছিল। এই মাণ্ডু নগৰখন ধুনীয়া আৰু মনোমোহা কাৰেংঘৰেৰে ঠাহ খাই পৰিছিল। তাৰ ভগ্নাৱশেষবোৰে আজিও দৰ্শনকাৰীৰ চিত্তাকৰ্ষিত কৰে।

বহুতো ৰাজপুত ৰাজ্যৰে ভৰপূৰহৈ মালৱাৰ উত্তৰ পশ্চিমত আছিল ৰাজপুতনা আৰু বিশেষকৈ চিতোৰ ৰাজ্য। চিতোৰ, মালৱা আৰু গুজৰাটৰ ভিতৰত সঘনে যুদ্ধ বিগ্ৰহ হৈ আছিল। এই দুখন ৰাজ্যৰ তুলনাত চিতোৰ সৰু আছিল কিন্তু ৰাজপুতবিলাক সদায় সাহীয়াল যুঁজাৰু বুলি পৰিচিত। সেই দেখি সংখ্যাত তাকৰ হলেও তেওঁবিলাকেই জয়ী হ'ল। মালৱাক চিতোৰৰ ৰাণাই পৰাজয় কৰাৰ এনে এটা বিজয়ৰ উৎসৱৰ স্মৃতি চিৰকলীয়া কৰিবৰ বাবে চিতোৰত জয়স্তম্ভ নামেৰে এটা ধুনীয়া দুৰ্গ সজোৱা হৈছিল। মাণ্ডুৰ চুলতানেও লগৰ কাৰৈ লগতে উজোৱাৰ দৰে মাণ্ডুত এটা ওখ দুৰ্গ সজালে। চিতোৰৰ দুৰ্গটো আজিও আছে; মাণ্ডুৰটোৰ চিনচাবেই নাই।

মালৱাৰ পশ্চিমে গুজৰাট। ইয়াত এখন শক্তিশালী ৰাজ্যৰ উদ্ভৱ হৈছিল। ইয়াৰ ৰাজধানী আহমদাবাদ চুলতান আহমদ ছাহে সজা। এই ৰাজধানীখন ১,000,000 অধিবাসীৰে এখন ডাঙৰ নগৰত পৰিণত হৈছিল। এই নগৰখন ধুনীয়া ধুনীয়া অট্টালিকাৰে ভৰি পৰিছিল আৰু কথিত আছে যে পঞ্চদশ শতিকাৰ পৰা অষ্টাদশ শতিকালৈকে ৩০০ বছৰ জুৰি আমহমদাবাদ পৃথিৱীৰ ভিতৰত এখন ডাঙৰ নগৰ বুলি জনাজাত আছিল। এইটো দেখি আচৰিত লাগে যে চিতোৰৰ ৰাণাই ৰাণপুৰত একেসময়তে সজা জৈন মন্দিৰটোৰ লগত এই নগৰখনত থকা বৃহৎ জামি মছজিদটোৰ মিল আছে। ইয়াৰপৰাই বুজিব পাৰি যে প্ৰাচীন ভাৰতীয় স্থপতি শিল্পীবিলাকে নতুন ভাবত অনুপ্ৰাণিত হৈ এক প্ৰকাৰ নৱ স্থপতি শিল্পৰ উদ্ভাৱন কৰিছিল। এইখিনিতে তুমি কলাৰ ক্ষেত্ৰতো এই সমন্বয়ৰ চিন দেখিবলৈ

পাবা যাৰ বিষয়ে মই তোমালৈ আগতে লেখিছোঁ। আহমদাবাদত তুমি এতিয়াও প্ৰাচীন মনোহৰ অট্টালিকাবোৰ দেখা পাবা, পাথৰত যাৰ কাৰুকাৰ্য্যই বিস্ময়ৰ উদ্ৰেক কৰে। কিন্তু শ্ৰম শিল্পৰ এই যে নতুন নগৰখন তাৰে কাষে কাষে গঢ়ি উঠিছে তাক হলে সুন্দৰ যেন নেলাগে।

প্ৰায় এই সময়তে পৰ্ত্তুগীজবিলাক ভাৰত পালেহি। তুমি মনত ৰাখিব পোৱা যে উত্তমাশা অন্তৰীপ ঘূৰি আহিব পৰা প্ৰথম মানুহজনৰ নাম ভাচ্‌কো ডি গামা। তেওঁ ১৪৯৮ চনত দক্ষিণৰ কালিকটত উপস্থিত হৈছিল। অৱশ্যে আগতে বহুতো ইউৰোপীয় মানুহে ভাৰত দৰ্শন কৰি গৈছিল, কিন্তু তেওঁবিলাক আহিছিল বেহা-বেপাৰৰ কাৰণে নাইবা অকল ঠাই চোৱাৰ হেঁপাহত। পৰ্ত্তুগীজবিলাক এইবাৰ বেলেগ ভাৱত আহিছে। তেওঁবিলাকৰ গৰ্ব্বৰ অন্ত নাই আৰু আত্ম-বিশ্বাসৰে তেওঁবিলাকৰ অন্তৰ ভৰপূৰ। পোপৰপৰা তেওঁবিলাক সমগ্ৰ পূব গোলাৰ্দ্ধ উপহাৰ স্বৰূপে পাইছে। তেওঁবিলাক বিজয়ী হোৱাৰ অভিলাষ কৰি আহিছে। প্ৰথমতে তেওঁবিলাকে আৰম্ভ কৰিলে সৰু দল এটাৰে, পিচতে বহুতো জাহাজ আহিবলৈ ধৰিলে আৰু পাৰৰ কিছুমান ঠাই তেওঁবিলাকে অৱৰুদ্ধ কৰিলে, উল্লেখযোগ্যভাৱে কৰিলে গোৱা। পৰ্ত্তুগীজবিলাকে ভাৰতত বিশেষ একো কৰিব পৰা নাছিল। তেওঁবিলাকে ভিতৰলৈ প্ৰৱেশ কৰিব নোৱাৰিলে। কিন্তু ভাৰত আক্ৰমণ কৰিবলৈ সমুদ্ৰ পথেদি অহা ইউৰোপীয়বিলাকৰ ভিতৰত তেওঁবিলাকেই সৰ্ব্বপ্ৰথম আছিল। বহুত পাচত ফৰাচী আৰু ইংৰাজবিলাকে তেওঁবিলাকক অনুসৰণ কৰে। সমুদ্ৰ পথ মুকলিহে পৰিলত ভাৰত যে সমুদ্ৰ শক্তিত দুখীয়া এইটোও ওলাই পৰিল। দক্ষিণ ভাৰতৰ প্ৰাচীন শক্তিবোৰৰ কংকাল পৰিলত তেওঁ-বিলাকৰ মনোযোগ দেশৰ ভিতৰ ফালৰপৰা অহা বিপদৰ প্ৰতি আকৰ্ষিত হ'ল।

গুজৰাটৰ চুলতানবিলাকে পৰ্ত্তুগীজবিলাকৰ লগত সমুদ্ৰ পথেদিও যুঁজিলে। তেওঁবিলাকে অটোমেন তুৰ্কীবিলাকৰ লগত সংযুক্ত হৈ পৰ্ত্তুগীজ নৌ বাহিনী এটাক যুঁজত ঘটুৱালে। কিন্তু পৰ্ত্তুগীজবিলাকে পাচত গৈ সমুদ্ৰপথত প্ৰভুত্ব স্থাপন কৰিলে। ঠিক তেতিয়াই গুজৰাটৰ চুলতানবিলাকে দিল্লীৰ মোগলক দেখি ভয় খাই পৰ্ত্তুগীজবিলাকৰ সহায় প্ৰাৰ্থনা কৰিলে কিন্তু চুলতানবিলাকে এই সহায় নেপালে।

চতুৰ্দ্দশ শতাব্দীৰ আদি ভাগত দক্ষিণ ভাৰতত দুখন ডাঙৰ ৰাজ্যই মূৰ দাঙি উঠিছিল। এখন গুলবাৰ্গ যাক বাহ্‌মনী ৰাজ্যও বোলে আৰু ইখন ৰাজ্য তাৰ দক্ষিণে, নাম বিজয়নগৰ। বাহ্‌মনী ৰাজ্যই সমগ্ৰ মহাৰাষ্ট্ৰ ভূমি আৰু কৰ্ণাটকৰ কিছু অংশ সামৰিছিল। ১৫০ বছৰ জুৰি চলা এই ৰাজ্যখনৰ ইতিবৃত্ত বৰ আনন্দ-দায়ক নহয়। অসহিষ্ণুতা, হিংসাবৃত্তি, হত্যাকাণ্ডৰ লগত জড়িত হৈ চুলতান আৰু সামন্তবিলাকৰ বিলাস বাসনে জনসাধাৰণ অপৰিসীম দাৰিদ্ৰ্যৰ সৈতে বিৰাজ কৰিছিল। ষষ্ঠদশ শতাব্দীৰ আদিভাগত বাহ্‌মনী ৰাজ্যখন নিজৰ মূৰ্খামিৰ বাবেই ভাগিছিগি গ'ল আৰু পাঁচ ডোখৰ হৈ পাঁচজন চুলতানৰ হাতত পৰিল। সেই ৰাজ্যকেইখন হ'ল বিজাপুৰ, আহমদনগৰ, গোলকুণ্ডা, বিদাৰ আৰু বেৰাৰ। ইতিমধ্যে বিজয়নগৰ বোলা ৰাজ্যখন ২০০ বছৰ জুৰি পয়োভৰেৰে চলি থাকিবলৈ

ধৰিলে। এই ছখন ৰাজ্যৰ ভিতৰত ঘনাই যুদ্ধ-বিগ্ৰহ হৈছিল। প্ৰত্যেকখনেই দক্ষিণৰ ৰাজ্যৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰিব খুজিছিল। সকলো প্ৰকাৰৰ গোষ্ঠী-বন্ধন এই ৰাজ্যবোৰৰ ভিতৰত হৈছিল, আৰু ইয়াৰ সালসলনিও ঘটিছিল। কেতিয়াবা এখন মুছলমান ৰাজ্যই হিন্দুৰাজ্য এখনৰ বিপক্ষে যুঁজে, কেতিয়াবা এখন মুছলমান ৰাজ্যৰ বিপক্ষে লাগে। এই সংঘৰ্ষবোৰ ৰাজনৈতিক কাৰণত ঘটিছিল আৰু যেতিয়া এখন ৰাজ্য বৰ পৰাক্ৰমী হৈ উঠে তেতিয়া আন সকলোবোৰ ৰাজ্য সংযুক্ত হৈ সেই ৰাজ্যখনৰ বিপক্ষে থিয় দিয়ে। অৱশেষত বিজয়নগৰৰ শক্তি আৰু সম্পদ দেখি মুছলমান ৰাজ্যবোৰে সম্মিলিত হৈ বিজয়নগৰৰ বিৰোধিতা কৰে আৰু ১৫৬৫ চনত তেলিকটাৰ যুদ্ধত সেই ৰাজ্যখন মষিমূৰ কৰি পেলায়। আঢ়ৈ শ বছৰকাল জুৰি পয়োভৰেৰে থকা বিজয়নগৰৰ সাম্ৰাজ্যৰ পৰিসমাপ্তি ঘটে আৰু সেই বৃহৎ আৰু মনোহৰ নগৰখন ধূলিসাৎ হৈ যায়।

এই বিজয়ী মিত্ৰশক্তিবোৰ কিছু সময়ৰ পাচতে ছেদেলি-ভেদেলি হৈ পৰি পৰস্পৰে পৰস্পৰৰ লগত যুদ্ধত লিপ্ত হৈ থাকোঁতে এই ৰাজ্যবোৰৰ ওপৰত দিল্লীৰ মোগল সাম্ৰাজ্যৰ কাল ছাঁ পৰি সেইবোৰ গ্ৰাস কৰি পেলায়। ১৫১০ চনত গোৱা দখল কৰা পৰ্তুগীজবিলাকো এই ৰাজ্যবোৰৰ পক্ষে চকুৰ কুটা দাঁতৰ শুল হৈছিল। গোৱা আছিল বিজাপুৰ ৰাজ্যৰ ভিতৰুৱা। তাৰপৰা পৰ্তুগীজবিলাকক খেদাই দিবৰ বাবে কৰা সকলো চেষ্টা বিফল হ'ল। পৰ্তুগীজবিলাক তাত ভালকৈ খোপনি পুতিহে থাকিল। আলবুকাৰ্কে নামেৰে পৰ্তুগীজবিলাকৰ বৰমূৰীয়া এজনে পুবৰ ৰাজপ্ৰতিনিধি নামলৈ বিৰক্তিকৰ নিষ্ঠুৰতাৰ উজান দিবলৈ ধৰিলে। আনকি তিৰোতা আৰু ল'ৰাছোৱালীকো ৰেহাই নিদি পৰ্তুগীজবিলাকে ভীষণভাৱে কটা-মৰা আৰম্ভ কৰি দিলে। তেতিয়াৰপৰা আজিলৈকে পৰ্তুগীজবিলাক গোৱাতে আছে।

এই দক্ষিণৰ ৰাজ্যবোৰত বিশেষকৈ বিজয়নগৰ, গোলকুণ্ডা আৰু বিজয়-পুৰত সুন্দৰ সুন্দৰ অট্টালিকাবোৰ নিৰ্ম্মাণ কৰা হৈছিল। গোলকুণ্ডা এতিয়া ভগ্নাৱশেষত পৰিণত হ'ল। বিজাপুৰত এতিয়াও ধুনীয়া ধুনীয়া কাৰেংঘৰবোৰ আছে; বিজয়নগৰ ধূলিসাৎ হৈ গ'ল আৰু তাৰ এতিয়া একো চিন-মোকাম নাই। প্ৰায় এই সময়তে গোলকুণ্ডাৰ ওচৰত হায়দৰাবাদ নগৰখন পতা হৈছিল। দক্ষিণৰ বাঢ়ৈ আৰু খনিকৰবিলাক পিচত উত্তৰলৈ গুচি গৈ আগ্ৰাৰ তাজমহলৰ নিৰ্ম্মাণ কাৰ্য্যত লাগিছিলগৈ বুলি মানুহে কয়।

ইটো ধৰ্ম্মৰ প্ৰতি সিটো ধৰ্ম্মৰ সহনশীলতা থকা সত্ত্বেও বিশ্বাসঘাতকতা আৰু অসহিষ্ণুতাই মাজে সময়ে মূৰ দাঙি উঠিছিল। এই কালত হোৱা যুঁজ-বাগৰ বোৰত অমানুষিক ধ্বংসলীলাই দেখা দিছিল। তথাপিও এইটো জানি ভাল লাগে যে বিজাপুৰ নামৰ মুছলমান ৰাজ্যখনৰ অশ্বাৰোহী সৈন্যৰ সকলোখিনি হিন্দু আছিল আৰু সেইদৰে হিন্দুৰাজ্য বিজয়নগৰৰো কিছুমান মুছলমান সৈন্য আছিল। বৰ উচ্চ ধৰণৰ সভ্যতা তেতিয়া প্ৰচলিত আছিল কিন্তু সি আছিল ধনী মানুহৰ বাহ্যিক আড়ম্বৰ। সাধাৰণ তৰপৰ পথাৰত কাম-কাজ কৰি থকা মানুহৰ তাত একো ভাগ নাছিল। পথাৰত কাম-কাজ কৰা মানুহজন দুখীয়া আছিল যদিও সদায়

ঘাটি থকাৰ দৰে তেৱেঁইহে ধনীৰ বিলাসিতাৰ প্ৰকাণ্ড বোজাটোৰ ভাৰ বহন কৰিব লগীয়া হৈছিল।

## ৭৭

## বিজয়নগৰ

১৫ জুলাই, ১৯৩২

আগৰ চিঠিখনত আলোচিত সকলোবোৰ ৰাজ্যৰ ভিতৰত বিজয়নগৰৰ বুৰঞ্জীয়েই সকলোতকৈ দীঘলীয়া। এনে ঘটিছিল যে বহুতো বিদেশী পৰ্য্যটক তালৈ আহি সেই ৰাজ্য আৰু নগৰখনৰ বিষয়ে টোকা লেখি লৈ গৈ ৰাখি থৈছিল। ১৪২০ চনত অহা নিকল কন্টি নামৰ এজন ইটালীৰ অধিবাসী; হেৰাটৰ আব্দুৰ ৰেজাক, তেওঁ ১৪৪৩ চনত মধ্য এচিয়াৰ বলদৰ্পিত খাঁৰ ৰাজদৰবাৰৰপৰা আহিছিল, পীজ নামৰ এজন পৰ্ত্তুগীজ নগৰখন চাবলৈ আহিছিল ১৫২২ চনত; তাৰ উপৰি আৰু বহুতো আহি বিজয়নগৰ পৰিদৰ্শন কৰি গৈছিল। তাৰ বাহিৰেও ভাৰতৰ নিজা বুৰঞ্জী আছে; তাত দক্ষিণ ভাৰতৰ, বিশেষকৈ বিজাপুৰৰ উল্লেখ আছে। আকবৰৰ সময়ৰ ফেৰিষ্টাই এইখন পাৰ্চীয়ান ভাষাত লেখিছিল। তেওঁৰ এই বুৰঞ্জীখন আমি আলোচনা কৰা সময়ৰ পৰা বেচি পাচত লেখা হোৱা নাছিল। সমসাময়িক বুৰঞ্জীবিলাক প্ৰায় একদেশদৰ্শী আৰু অতিৰঞ্জিত। তথাপি সেইবোৰৰ পৰা সহায় পোৱা হয়। কাশ্মীৰৰ ৰাজতৰঙ্গিনীখনৰ বাহিৰে প্ৰাক্-ইচলাম যুগৰ কোনো বুৰঞ্জীয়েই আমি চকুকি পোৱাত নাই। ফেৰিষ্টাৰ বুৰঞ্জীখন সেইদেখি বৰ ডাঙৰ এখন নতুন শাস্ত্ৰৰ দৰে হৈছিল। এওঁৰ অনুকৰণকাৰীও বহুত ওলাল।

বিজয়নগৰৰ বিষয়ে বিদেশী ভ্ৰমণকাৰীয়ে লেখি থৈ যোৱা বিৱৰণবোৰে আমাক নগৰখনৰ বিষয়ে সুন্দৰ আৰু নিৰপেক্ষ তথ্যৰ সন্ধান দিয়ে। ঘনে ঘনে হোৱা যুদ্ধবোৰৰ হতভাগ্য বিৱৰণীতকৈও বিদেশী ভ্ৰমণকাৰীৰ বিৱৰণে আমাক বেচি সমল দিয়ে। সেইদেখি এই ভ্ৰমণকাৰীৰ বিৱৰণৰপৰাই তোমাক অলপ সম্ভেদ দিম।

বিজয়নগৰ স্থাপিত হয় ১৩৩৬ চনত। দক্ষিণ ভাৰতৰ কৰ্ণাটক বোলা ঠাইত ৰাজ্যখন আছিল। হিন্দুৰাজ্য হোৱা বাবে স্বাভাৱিকতে দক্ষিণৰ মুছলমান ৰাজ্যৰ পৰা জাকে জাকে ভগনীয়া মানুহ ইয়ালৈ আহিছিল। ইয়াৰ পয়োভৰ হ'বলৈ ধৰিলে সোনকালেই। কেইবছৰমানৰ ভিতৰতেই ৰাজ্যখনৰ প্ৰভাৱ দক্ষিণত বিস্তৃত হৈ পৰিল আৰু ঐশ্বৰ্য্য আৰু সৌন্দৰ্য্যৰ বাবে ইয়াৰ ৰাজধানীয়ে সকলোৰে মনোযোগ আকৰ্ষণ কৰিলে। সমগ্ৰ দাক্ষিণাত্যত বিজয়নগৰেই অপ্ৰতিদ্বন্দী হৈ পৰিল।

১৪০৬ চনৰ এই নগৰখনৰ বিষয়ে ফেৰিষ্টাই লেখা বিৱৰণৰপৰা আমি পাওঁ যে বাহ্মনী ৰাজ্যৰ মুছলমান ৰজা এজনে গুলবাৰ্গৰপৰা বিজয়নগৰৰ ৰাজ-

কুৰ'ৰীক বিয়া কৰাবলৈ গৈছিল। তেওঁ লেখিছে যে তাৰ আলিবাটৰ ওপৰত ছমাইল ঠাই জৰিৰ সোণাৱালী কাপোৰ, মখমল আৰু আন আন বহুমূলীয়া কাপোৰ পাৰি থোৱা হৈছিল। কি অবিবেচক আৰু ভয়ানক এই অপব্যয়!

১৪২০ চনত আহিল ইটালী দেশৰ পৰ্য্যটক নিকল কণ্টি। তেওঁ লেখি থৈ গৈছে যে নগৰখনৰ পৰিধি আছিল ষাঠি মাইল। অসংখ্য বাগিছাৰে ঠাইডোখৰ পৰিপূৰ্ণ হোৱা বাবে মাটিডোখৰ বিৰাট পৰিমাণৰ আছিল। কণ্টিয়ে অভিমত দিছিল যে সেই সময়ৰ ভাৰতবৰ্ষত বিজয়নগৰৰ ৰজা বা শাসনকৰ্ত্তাজনেই সকলোতকৈ পৰাক্ৰমী শাসনকৰ্ত্তা আছিল।

ইয়াৰ পাচত আহে মধ্য এচিয়াৰ আব্দুৰ ৰেজাক। তেওঁ বিজয়নগৰলৈ যোৱা বাটত মেঙ্গালোৰৰ ওচৰত নিভাঁজ গলোৱা পিতলেৰে সজোৱা এটা আচৰিত ধৰণৰ মন্দিৰ দেখিবলৈ পাইছিল। ই ওখই ১৫ ফুট আৰু ভেটিটো আছিল ৩০ বৰ্গফুট মাটি কালিৰ। কিছুদূৰ ওপৰলৈ আহি বেলুৰত তেওঁ আৰু এটা মন্দিৰ দেখি তাতকৈও বেচি আচৰিত হৈছিল। সঁচাকৈয়ে, তেওঁ এই মন্দিৰটোৰ বিষয়ে একো বৰ্ণনা দিব নোখোজে। যদি তেওঁ তেনে কৰে তেওঁৰ ভয় যে তেতিয়া মানুহে তেওঁক "অতিৰঞ্জন কৰাৰ অপৰাধত অপৰাধী কৰিব।" ইয়াৰ পাচত তেওঁ বিজয়-নগৰ বোলা নগৰখন পালেগৈ আৰু দুচকুৰে দেখি বিমল আনন্দত অভিভূত হৈ তেওঁ এই বুলি কৈছে: "নগৰখন এনেকুৱা যে গোটেই পৃথিৱীত এনে এখন নগৰৰ নিচিনা ঠাই মানুহে চকুৰে যে দেখা নায়েই কাণেৰেও শুনা নাই।" বজাৰবোৰৰ বিষয়ে তেওঁ বৰ্ণনা দিছে এইবুলি: "প্ৰত্যেকখন বজাৰৰ শীৰ্ষস্থানত একোটা মনোমোহা 'গেলেৰী' আৰু ওখ গম্বুজ আছে কিন্তু ৰাজকাৰেংটো সকলো-বোৰতকৈ ওখ। বজাৰবোৰ বৰ দীঘল আৰু বহল.........বৰমিঠা গোন্ধেৰে ভৰা ফুলি জকমকই থকা ন-ফুলবোৰ নগৰখনত ফুলি থকা অৱস্থাত পোৱা আৰু ফুলবোৰকো জীয়াই থকাৰ বাবে লাগতিয়াল বস্তু বুলি ধৰা হয়। একে জাতীয় শিল্পদ্ৰব্য আৰু বিভাগৰ পণ্য বিক্ৰী কৰা দোকানবোৰ বেপাৰীবিলাকে একেশাৰীতে সজাই লৈছে। জহুৰীবিলাকে মণি, মুকুতা, হীৰা বাখৰবিলাক মুকলি বজাৰতে বেচে।" আব্দুৰ ৰেজাকে আৰু বৰ্ণনা দি কৈছে যে "এই মনোমোহা পুৰী, য'ত ৰাজকাৰেং বিদ্যমান, তাত নিমজ, সমান আৰু মিহি কৰি কাটি থোৱা শিলৰ মাৰ্জেদি জান জুৰি আৰু তটিনীবোৰ লৰি যাব লাগিছে............ঠাই ডোখৰ এনেভাৱে জনবসতিৰ উপযোগী কৰা হৈছে যে বৰ্ণনা কৰি তাৰ আভাস দিবলৈ উপযুক্ত ভাষা পোৱাটো মোৰ অসম্ভৱ।" পঞ্চদশ শতাব্দীৰ মধ্য এচিয়াৰ এই পৰিদৰ্শক জনে এই দৰেই লেখি গৈছে। তেওঁৰ লেখাত বিজয়নগৰৰ গৌৰৱ মোঁ-বাহ'ৰপৰা মোঁ নিৰ্জাৰি পৰাদি পৰিছে।

এইটো ভাবিব পাৰি যে আব্দুৰ ৰেজাকে কিজানি ডাঙৰ ডাঙৰ নগৰ দেখাই নাই। সেইদেখি বিজয়নগৰখন দেখি তেওঁ আপোন পাহৰা হৈ গ'ল। আমাৰ পিচৰজন পৰিদৰ্শক অৱশ্যে এজন অধিক পৰ্য্যটককাৰী মানুহ। তেওঁ পীজ, পৰ্ত্তুগীজ মানুহ। তেওঁ ১৫২২ চনত যেতিয়া আহিল সেই সময়ত নৱজাগৰণৰ ঢৌৱে ইটালীত থৌকি-বাথৌ লগাইছিল, তাত সুন্দৰ সুন্দৰ আবাস আৰু

কাৰেংবোৰে নগৰবোৰৰ সৌন্দৰ্য্য তুলি ধৰিছিল। পীজে এই নগৰবোৰ দেখা পাইছিল। সেইদেখি তেওঁৰ প্ৰশংসাপত্ৰ দলিয়াই পেলাই দিব পৰাৰ বিধৰ নহয়, সি বৰ মূল্যৱান। বিজয়নগৰ বোলা নগৰখনৰ বিষয়ে তেওঁ কয় যে "নগৰখন ৰোমৰ সমান ডাঙৰ আৰু তাৰ দৃশ্য নয়নৰঞ্জন।" তেওঁ নগৰখনৰ বিস্ময়কৰ অৱস্থিতি, অসংখ্য হ্ৰদ, জলাধাৰ আৰু ফলফুলৰ বাগিছাৰ বিষয়ে বিশদৰূপে বৰ্ণনা দিছে। এইখনেই, "পৃথিৱীৰ একমাত্ৰ পূৰ্ণ ভোগ থকা নগৰ............কাৰণ নগৰখনৰ ৰেহৰূপ আন কোনো নগৰৰ দৰে নহয়। আন আন নগৰবোৰত কিবা নহয় কিবা এটা অভাৱ আছেই, কিন্তু এই নগৰখন সকলোপ্ৰকাৰে পূৰ্ণ।" তেওঁ নিজে দেখা ৰাজকাৰেঙৰ প্ৰকোষ্ঠ এটাৰ বিষয়ে তেওঁ কয় "সকলোবোৰ কাম হাতীদাঁতৰ, বেৰাবোৰো মজিয়াৰপৰা মূধলৈকে শুধ বগা হাতীদাঁতৰ আৰু তাৰ স্তম্ভবোৰৰ ওপৰত কাঠৰ চতি মাৰ্বলি বৈ আছে; সেইবোৰৰ মূৰত ওপৰত হাতীদাঁতৰ পদুম আঁৰু গোলাপ ফুল অঙ্কিত হৈ আছে আৰু সেই কামবোৰ ইমান দক্ষতাৰে সম্পাদিত যে তাৰ তুলনাৰ ঐশ্বৰ্য্যময় আৰু সৌন্দৰ্য্যময় কোনো বস্তুকে তুমি আৰু বিচাৰি নোপোৱা।"

পীজে তেওঁৰ পৰিদৰ্শনৰ সময়ত দেখা বিজয়নগৰৰ ৰজাৰ বিষয়ে তেওঁ বৰ্ণনা দিছে। দক্ষিণ ভাৰতৰ বুৰঞ্জীয়ে ঢুকি পোৱাৰ ভিতৰত তেৱেঁই একমাত্ৰ ডাঙৰ ৰজা; আৰু বিক্ৰমী যুঁজাৰুৰূপে শত্ৰুৰ প্ৰতি বহল অন্তঃকৰণ থকা ন্যায়-ৱন্তৰূপে, সাহিত্যৰ পৃষ্ঠপোষকৰূপে আৰু এজন জনপ্ৰিয় উদাৰ নৰপতিৰূপে তেওঁৰ খ্যাতি দক্ষিণত আজিও অমৰ হৈ আছে। তেওঁৰ নাম আছিল কৃষ্ণদেৱ ৰায়। ১৫০৯ চনৰপৰা ১৫২৯ চনলৈকে তেওঁ কুৰি বছৰ ৰাজত্ব কৰিছিল। পীজে তেওঁৰ ধুনীয়া শৰীৰ আৰু উচ্চতাৰ বিষয়ে কয় আৰু আনকি তেওঁৰ বৰণ যে বগা আছিল তাকো কয়। "ভয়ৰ পাত্ৰ আৰু সম্পূৰ্ণ ৰজা যদি কোনোবা হব পাৰে তেৱেঁই, তেওঁৰ চিত্ত আনন্দপূৰ্ণ আৰু ৰঙিয়াল, বিদেশী মানুহক সম্মান প্ৰদৰ্শন কৰাত উন্মুখ আছিল তেওঁ, মৰমেৰে তেওঁ বিদেশী মানুহক সমাদৰ কৰে, তেওঁবিলাকৰ অৱস্থা যেনেকুৱাই হওক, তেওঁ সকলোকে কাম কাজৰ কথা সোধে।" ৰজা-জনক বহুতো বিশেষণেৰে বিভূষিত কৰি পীজে আৰু যোগ দি কয় "তেওঁ ইমান সাহীয়াল আৰু সকলো বিষয়তে ইমান সম্পূৰ্ণ আছিল যে আচলতে তেওঁ যি পাব লাগে তাৰ তুলনা আৰু একো হ'ব নোৱাৰে যেন লাগে।"

স'চাকৈয়ে বৰ উচ্চস্তৰৰ প্ৰশংসা! সেই সময়ত বিজয়নগৰ দক্ষিণলৈকে আৰু পূব সমুদ্ৰৰ উপকূললৈকে বিস্তৃত হৈ পৰিছিল। মহীশূৰ, ত্ৰিবাঙ্কুৰ আৰু বৰ্ত্তমানৰ সমগ্ৰ মাদ্ৰাজ প্ৰেচিডেন্সী ইয়াৰ ভিতৰুৱা হৈছিল।

আৰু এটা কথাৰো উল্লেখ কৰা প্ৰয়োজন। নগৰখনত বিশুদ্ধ পানীৰ যোগান ধৰিবৰ বাবে ১৪০০ খৃষ্টাব্দত বৃহৎ জলসিঞ্চন কাৰ্য্য অনুষ্ঠিত হৈছিল। নদী এখনৰ সোঁত তেনেই বান্ধি পেলাই এটা ডাঙৰ পানীৰ ভঁৰাল কৰা হৈছিল। শিলৰ মাজেদি কাটি সৰকাই নিয়া ১৫ মাইল দীঘল নলী এটাৰে পানী নগৰখনলৈ সোমাইছিল।

বিজয়নগৰখন এনেকুৱাই আছিল। নিজৰ ঐশ্বৰ্য্য, বল আৰু শোভাৰ বাবে

*নগৰখনৰ গৰ্ব্বৰ সীমা নাছিল। এনেকুৱা এখন নগৰ আৰু সাম্ৰাজ্যৰ সমাধিৰ সময় ইমান ওচৰতে বুলি কোনেও নেভাবিছিল। পীজে পৰিদৰ্শন কৰি যোৱাৰ মাথোন* তিয়াল্লিশ বছৰৰ পিচতে হঠাৎ বিপদৰ ছাঁই দেখা দিলে। বিজয়নগৰৰ প্ৰতি ঈৰ্ষান্বিত হৈ থকা দাক্ষিণাত্যৰ আন আন ৰাজ্যবোৰে বিজয়নগৰৰ বিপক্ষে সঙ্ঘবন্ধভাৱে থিয় দি নগৰখন ধ্বংস কৰি পেলাবৰ বাবে দৃঢ়সংকল্প কৰিলে। তথাপিও বিজয়নগৰ মূৰ্খৰ দৰে আত্মবিশ্বাসত অটল হৈ থাকিল। সোনকালেই ৰাজ্যখন শেষ হৈ গ'ল আৰু তাৰ শেষ পৰিণামৰ ভয়াবহতাৰো সীমা নেথাকিল।

সঙ্ঘবন্ধভাৱে থিয় দিয়া ৰাজ্যবোৰেই যে ১৫৬৫ চনত বিজয়নগৰক পৰাভূত কৰিলে এই কথা তোমাক মই কৈছোঁ। নিৰ্ম্মম হত্যাকাণ্ড সংঘটিত হৈছিল আৰু তাৰ পাচতেই সেই বৃহৎ নগৰখনৰ শোকলগা অৱস্থা ঘটিল। সকলোবোৰ সুন্দৰ কাৰেং মন্দিৰ আৰু ৰাজকাৰেংবোৰ ভাঙি ছিঙি পেলোৱা হ'ল। চালে চকু ৰোৱা কাৰুকাৰ্য্য আৰু স্থপতিশিল্পবোৰ চুৰমাৰ হৈ গ'ল আৰু সকলোবোৰ দাহ্যবস্তু জুইত আহুতি দিয়া হ'ল। সকলোবোৰ ধ্বংসস্তূপত পৰিণত নোহোৱালৈকে ধ্বংসকাৰ্য্যৰ নিবৃত্তি হোৱা নাছিল। এখন ইংৰাজ বুৰঞ্জীত লেখা আছে, "এনে মনোমোহা এখন নগৰত ইমান বিপৰ্য্যয় ইমান আকস্মিকভাৱে পৃথিৱীৰ বুৰঞ্জীত সম্ভৱতঃ কোনো কালে সংঘটন হোৱা নাছিল; আগদিনা যিখন নগৰ পৰিশ্ৰমী আৰু ঐশ্বৰ্য্যৱান প্ৰজাৰে দলদোপ হেন্দোলদোপ কৰি উন্নতিৰ শিখৰত উঠি আছিল তাৰ পিচদিনাই সেইখন নগৰ বৰ্ব্বৰ হত্যাকাণ্ড আৰু ভয়াবহতাৰ মাজত অৱৰুদ্ধ, উৎপীড়িত আৰু ধ্বংসীভূত হৈ যোৱাটো বৰ্ণনাৰ বহিৰ্ভূত কথা।

## ৭৮

## মালয়েচিয়াৰ মাজাপাহিত আৰু মালাক্কা সাম্ৰাজ্য

১৭ জুলাই, ১৯৩২

তোমালৈ মই বহুতদিন আগতে লেখা মালয়েচিয়া আৰু পূৰ্ব্ব দ্বীপপুঞ্জৰ বিষয়ে আওহেলা কৰি আছোঁ। মই পাত লুটিয়াই চাই দেখা পাইছোঁ যে ৪৬ সংখ্যক চিঠিত মই তাৰ শেষ বিৱৰণী দিছোঁ। তেতিয়াৰেপৰা ৩১ খন চিঠি লেখা শেষ হ'ল আৰু এতিয়া ৭৮ সংখ্যক চিঠিখন পাইছোঁহি। সকলোবোৰ দেশকে একে শাৰীতে থবলৈ টান পাইছোঁ।

আজিৰপৰা ঠিক দুমাহৰ আগতে মই তোমালৈ লেখা কথাৰ কিবা অলপ তোমাৰ মনত আছেনে? কাম্বোদিয়া, এংকৰ, সুমাত্ৰা আৰু শ্ৰীবিজয়ৰ বিষয়ে? প্ৰাচীন ভাৰতীয় উপনিৱেশবোৰ ইণ্ডোচীনত শ শ বছৰৰ পিচত কেনেকৈ কাম্বোদিয়া সাম্ৰাজ্যলৈ ৰূপান্তৰিত হৈ গঢ় লৈ উঠিল জানানে? আৰু তাৰ পিচত হঠাতে এদিন প্ৰকৃতিদেৱী কঠোৰ হৈ পৰি নিৰ্ম্মম হাতেৰে নগৰ আৰু সাম্ৰাজ্যখন ধ্বংস কৰি পেলালে। এই ঘটনা ঘটিছিল ১৩০০ খৃষ্টাব্দত।

তাৰ প্ৰায় সমসাময়িক কালত—অৰ্থাৎ কাম্বোদিয়া সাম্ৰাজ্যৰ সমকালত অৱস্থিত হোৱা মহা সমুদ্ৰৰ পাৰত গঢ়ি সুমাত্ৰা দ্বীপত আৰু এখন ডাঙৰ ৰাজ্য আছিল। সাম্ৰাজ্য গঢ়াৰ পথত শ্ৰীবিজয়ৰ উদ্যম অলপ লাহে ধীৰে হৈছিল আৰু কাম্বোদিয়াতকৈ সৰহ-কাল তিষ্ঠি আছিল। এইখন সাম্ৰাজ্যৰ অৱসানো আকস্মিকভাৱে হৈছিল। কিন্তু এই অৱসান ঘটালে মানুহেহে, প্ৰকৃতি-দেৱীয়ে নহয়। সকলোবোৰ পূৰ্ব্ব দ্বীপপুঞ্জৰ ওপৰত ২০০ বছৰ জুৰি বৌদ্ধ সাম্ৰাজ্য শ্ৰীবিজয়ে আধিপত্য স্থাপন আৰু প্ৰভুত্ব খটাইছিল আৰু অলপ সময়ৰ কাৰণেহে ভাৰত, লঙ্কা আৰু চীনত খোপনি পুতিব পাৰিছিল। সাম্ৰাজ্যখনে বণিক-তন্ত্ৰ অৱলম্বন কৰিছিল আৰু বেহা-বেপাৰেই আছিল ইয়াৰ ঘাই কৰ্ম্ম-নীতি। কিন্তু যৱদ্বীপৰ পূৰ্ব্বাংশত আৰু এখন বণিকৰাজ্যৰ উত্থান হৈছিল। এই ৰাজ্যখন হিন্দুধৰ্ম্মাৱলম্বী আছিল আৰু ই বৌদ্ধৰাজ্য শ্ৰীবিজয়ৰ প্ৰভুত্ব স্বীকাৰ কৰিব নুখুজিছিল।

চাৰিশ বছৰজুৰি পূৰ্ব্বদিশৰ এই যৱ-ৰাজ্যখনক নৱম শতাব্দীৰ প্ৰাৰম্ভৰপৰাই শ্ৰীবিজয়ৰ ক্ৰমবৰ্দ্ধমান ক্ষমতাই হেঁচা মাৰি ধৰি ৰাখিব খুজিছিল। কিন্তু ৰাজ্যখনে নিজৰ স্বাধীনতা অক্ষুণ্ন ৰাখি চলি আছিল আৰু লগে লগে বিস্ময়জনক সংখ্যাৰ উৎকৃষ্ট শিলৰ মন্দিৰ কিছুমানো নিৰ্ম্মাণ কৰিছিল। ইয়াৰ ভিতৰত সকলোতকৈ ডাঙৰ হৈছে বৰবুদুৰৰ মন্দিৰ। সেই মন্দিৰ আজিলৈকে আছে আৰু ভালেমান দৰ্শকে ইয়াক চাবলৈ আহে। পূৰ্ব্ব যৱই শ্ৰীবিজয়ৰ প্ৰভুত্বৰপৰা হাতসাৰি স্বয়ং আক্ৰমণশীল হৈ উঠিল আৰু নিজৰ বৌলিকা আগৰ প্ৰতিদ্বন্দ্বী শ্ৰীবিজয়ৰ প্ৰতিপত্তিৰ পক্ষে বিপদ-স্বৰূপ হৈ উঠিল। দুয়োখন ৰাজ্যই বণিকবৃত্তি অৱলম্বন কৰিছিল, বেহা-বেপাৰৰ বাবে সমুদ্ৰ পাৰাপাৰ হৈছিল। সেইদেখি দুয়োখন ৰাজ্যই পৰস্পৰে পৰস্পৰৰ লগত প্ৰায়েই সংঘৰ্ষ কৰিব লগীয়াত পৰিছিল।

যৱ আৰু সুমাত্ৰাৰ এই প্ৰতিদ্বন্দ্বিতাক আধুনিক শক্তিসমূহ, যেনে ধৰা, জাৰ্ম্মাণী আৰু ইংলেণ্ডৰ প্ৰতিদ্বন্দ্বিতাৰ লগত ৰিজাবৰ বাবে মোৰ মন গৈছে। যৱই ভাবিলে যে শ্ৰীবিজয়ক দমন কৰিবলৈ আৰু নিজৰ বাণিজ্য বঢ়াবলৈ হ'লে নৌ-বল বঢ়োৱাটোৱেই একমাত্ৰ উপায়। সেইদেখি যৱই নৌ-শক্তিৰ উৎকৰ্ষ সাধন কৰিলে। যৱই বিৰাট নৌ-অভিযানবোৰ আৰম্ভ কৰি দিলে কিন্তু কেই-বাবছৰো জুৰি শত্ৰুৰ লগত সেইবোৰৰ প্ৰায়ে একো সংঘাত নহ'ল। সেইদেখি যৱই নিজৰ শক্তি বঢ়াবলৈ ধৰিলে আৰু বেচি পৰিমাণে আক্ৰমণশীল হৈ পৰিল। ত্ৰয়োদশ শতাব্দীৰ শেষভাগত এখন নগৰো প্ৰতিষ্ঠিত হ'ল। নগৰখনৰ নাম মাজাপাহিত আৰু বৰ্দ্ধনশীল যৱৰাজ্যৰ এইখনেই ৰাজধানী হৈছিল।

এই যৱৰাজ্য ইমান অহংকাৰী আৰু অৰ্থশূন্য আড়ম্বৰপূৰ্ণ হৈ পৰিল যে কৰ বিচাৰি অহা বলদৰ্পিত কুবলাই খাঁৰ ৰাজকটীক জনদিয়েকক বৰ অপমান কৰি খেদাই পঠিয়ালে। কৰকাটলতো দিয়া নহলেই, তাৰ ঠাইত এজন কটকীৰ কপালত অপমান-সূচক কথা বেজিৰে বিন্ধি লেখি দিয়া হৈছিল। মঙ্গোলিয়ান খাঁ এজনৰ লগত কৰা এনে ব্যৱহাৰ সঁচাকৈয়ে জুইৰ লগত ধেমালি কৰাৰ দৰে হৈছিল। এনে অপমানৰ প্ৰতিশোধ চেংগিজ খাঁই দিছিল মধ্য এচিয়াত আৰু তাৰ পিচত হুলাগুৱে বোগদাদত। এনেস্থলত যৱদ্বীপৰ এই সৰু ৰাজ্যখনে এনে ব্যৱহাৰ কৰিবলৈ সাহ কৰিলে। কিন্তু

ৰাজ্যখনৰ সৌভাগ্যবশতঃ মঙ্গোলিয়ানবিলাকে বহুত পৰিমাণে শাম কাটিলে আৰু বিজয় প্ৰবৃত্তি দমন কৰিলে। নৌ-যুদ্ধও তেওঁবিলাকে বৰ ভাল নেপাইছিল। স্থল-যুদ্ধতহে তেওঁবিলাকে বৰকৈ বিক্ৰম প্ৰদৰ্শন কৰিব পাৰে। তথাপি যৱদ্বীপৰ শাসন-কৰ্ত্তাক শাস্তি দিবৰ কাৰণে কুবলাই খাঁই এটা অভিযান পঠালে। যৱদ্বীপক যুজত ঘটুৱাই তাৰ ৰজাৰ প্ৰাণ বধ কৰিলে। কিন্তু আৰু বেঁচি একো ধ্বংসলীলা কৰা নাই যেন লাগিল। চীন জাতিৰ প্ৰভাৱত মঙ্গোলিয়ানবিলাক কিমান পৰিৱৰ্ত্তিত হ'ল!

সঁচাকৈয়ে চীনৰ এই অভিযানেই যৱক অৱশেষত, যৱক মাজাপাহিত সাম্ৰাজ্য বোলাই ভাল হ'ব, শক্তিশালী কৰি তুলিলে। ইয়াৰ কাৰণ হ'ল, চীনে যৱত আগ্নেয়াস্ত্ৰৰ প্ৰাদুৰ্ভাৱ ঘটালে। সম্ভৱতঃ এই কাৰণেই পিচৰ যুদ্ধবোৰত আগ্নেয়াস্ত্ৰ ব্যৱহাৰ কৰিব পাই যৱ দুৰ্জ্জয় হৈ উঠিল।

মাজাপাহিত সাম্ৰাজ্য বহল হৈ যাবলৈ ধৰিলে। এই কাৰ্য্য এনেয়ে বা বিশৃঙ্খল-ভাৱে হোৱা নাছিল। এইটো আছিল সাম্ৰাজ্যবাদী সম্প্ৰসাৰণ, ৰাজক্ষমতাৰ দ্বাৰা সি সংগঠিত হৈছিল আৰু সুদক্ষ সৈন্যবাহিনী আৰু নৌ-ৱাহিনীৰ দ্বাৰা সি পৰিচালিত হৈছিল। সম্প্ৰসাৰণৰ এই যুগত সুহিতা নামেৰে এগৰাকী তিৰোতাই শাসন-যন্ত্ৰ চলাইছিল। ৰাজ্যখনত বৰ ওখ থাপৰ কেন্দ্ৰীভূত আৰু সুনিপুণ শাসনতন্ত্ৰ প্ৰৱৰ্ত্তিত হৈ আছিল। পাশ্চাত্য বুৰঞ্জীবিদসকলে লেখি থৈ গৈছে যে ৰাজ্যখনৰ কৰকাটল, শুল্ক আৰু অন্যান্য কৰ আৰু আভ্যন্তৰীণ খাজনা আদায় কৰা প্ৰণালী সৰ্ব্বাঙ্গসুন্দৰ আছিল। ৰাষ্ট্ৰ শাসন-প্ৰণালীৰ বেলেগ বেলেগ বিভাগ আছিল ঃ ঔপনিৱেশিক বিভাগ, বাণিজ্যিক বিভাগ, সমাজ কল্যাণ আৰু সমাজ স্বাস্থ্য বিভাগ, আভ্যন্তৰীণ বিভাগ আৰু যুদ্ধ বিভাগ। সাতজন বিচাৰক আৰু দুজন সভাপতিৰে সংগঠিত হোৱা এখন উচ্চ ন্যায়ালয় আছিল। ব্ৰাহ্মণ পুৰোহিতবিলাকৰ ক্ষমতা আছিল প্ৰভূত, কিন্তু ৰজাই তেওঁবিলাকৰ ওপৰত প্ৰভুত্ব কৰিছিল।

এই বিভাগবিলাকে, আনকি বিভাগবিলাক নামকৰণ কৰা সংজ্ঞাবিলাকেও আমাক অৰ্থশাস্ত্ৰৰ কথা বহুত পৰিমাণে আঙুলিয়াই দিয়ে। কিন্তু ঔপনিৱেশিক বিভাগটো নতুন। গৃহ সমস্যাৰ বিষয়ে দায়ী থকা আভ্যন্তৰীণ বিভাগৰ মুৰব্বীজনক মন্ত্ৰী বোলা হৈছিল। এইটোৰপৰা বুজিব পাৰি যে দক্ষিণ ভাৰতৰপৰা যোৱা পল্লৱ নামৰ ঔপনিৱেশিকবিলাকে তাত প্ৰথম উপনিৱেশ স্থাপন কৰাৰ ১২০০ বছৰৰ পাচতো ভাৰতীয় ঐতিহ্য আৰু সংস্কৃতি তাত ধাৰাবাহিকভাৱে প্ৰচলিত হৈ আছিল। সংযোগ ৰক্ষা হৈ থকাৰ বাবেহে এনে হ'ব পাৰিছিল। এইটো নিসন্দেহ যে বেহাবেপাৰৰ সূত্ৰতহে এই সংযোগ ৰক্ষিত হৈ আছিল।

মাজাপাহিত ব্যৱসায় বাণিজ্যৰ কেন্দ্ৰ হৈ থকাৰ বাবে এইটো স্বাভাৱিক যে ব্যৱসায়ৰ আমদানি আৰু ৰপ্তানি—অৰ্থাৎ দেশৰ বাহিৰকৈ পঠোৱা বস্তুৰ আৰু দেশলৈ অনা গোটেই অন্য বস্তুৰ ব্যৱসায় বৰ সাৱধানতাৰে চলোৱা হৈছিল। এই ব্যৱসায় ঘাইকৈ কৰা হৈছিল ভাৰত, চীন আৰু নিজা উপনিৱেশবিলাকৰ লগত। শ্ৰীবিজয়ৰ লগত যুদ্ধত লিপ্ত হৈ থকা কালত শান্তিৰে এই ব্যৱসায় চলোৱা কঠিন হৈ পৰিছিল। যৱৰাজ্যখন কেইবা শ বছৰ জুৰি আছিল যদিও মাজাপাহিত সাম্ৰাজ্যৰ মহাপয়োভৱৰ

কাল আছিল ১৩৩৫ চনৰ পৰা ১৩৮০ চনলৈকে, মাথোন ৪৫ বছৰ কাল। এই কাল-ডোখৰৰ ভিতৰতে ১৩৭৭ চনত শ্ৰীবিজয় শেষবাৰৰ কাৰণে অৱৰুদ্ধ আৰু ধ্বংস হৈ যায়। আনাম, চায়াম আৰু কাম্বোদিয়া ৰাজ্যকেইখন পৰস্পৰে মিত্ৰশক্তিৰ চুক্তিত আৱদ্ধ হৈ আছিল।

মাজাপাহিত ৰাজ্যৰ ৰাজধানী হৈ থকা নগৰখন শুৱনি আৰু উন্নতিশীল নগৰ। নগৰখনৰ সোঁমাজতে এটা ডাঙৰ শিৱ-মন্দিৰ। সেই নগৰখনত আৰু ভালেমান বিতোপন কাৰেংঘৰ আছিল। স'চাকৈয়ে, মালয়েচিয়াৰ সকলো ভাৰতীয় উপ-নিৱেশবোৰ শুৱনি কাৰেংঘৰৰ বাবে বিখ্যাত আছিল। যৱত আৰু ভালেমান ডাঙৰ ডাঙৰ নগৰ আৰু বন্দৰ আছিল। কিন্তু এই সাম্ৰাজ্যবাদী ৰাজ্যখন পুৰণি শত্ৰু শ্ৰীবিজয়তকৈ বেচি দিন টিকি থাকিব নোৱাৰিলে। গৃহযুদ্ধ ঘটিল আৰু চীনৰ লগত সংঘৰ্ষ লাগিল যাৰ পৰিমাণ স্বৰূপে যৱলৈ চীনা নৌ-বাহিনী এটা আগবাঢ়ি আহিল। উপনিৱেশবোৰ ক্ৰমে ক্ৰমে ভাগি পৰিবলৈ ধৰিলে। ১৪২৬ চনত ডাঙৰ দুৰ্ভিক্ষ হ'ল আৰু দুবছৰৰ পাচত মাজাপাহিত আৰু সাম্ৰাজ্য হৈ নেথাকিল। স্বাধীন ৰাজ্য হিচাপে অৱশ্যে আৰু পঞ্চাশ বছৰকাল ৰাজ্যখন টিকি আছিল। অৱশেষত মালাক্কাৰ এখন মুছলমান ৰাজ্যই মাজাপাহিত দখল কৰি পেলালে।

মালয়েচিয়াৰ প্ৰাচীন ভাৰতীয় উপনিৱেশবিলাকৰপৰা বিকাশপ্ৰাপ্ত হোৱা তৃতীয়খন সাম্ৰাজ্যৰ এইদৰেই অৱসান ঘটিল। আমাৰ চমু চিঠিবোৰত দীঘলীয়া কালবোৰৰ বিষয়ে আলোচনা কৰিলোঁ। প্ৰায় খৃষ্টাব্দৰ প্ৰাৰম্ভণীৰেপৰাই ভাৰতৰপৰা ঔপনিৱেশিকবিলাক আহিবলৈ ধৰিছিল আৰু আমি এতিয়া পঞ্চদশ শতাব্দীৰ বিষয়ে আলোচনা কৰিছোঁ। সেইদেখি আমি এই উপনিৱেশবোৰৰ ১৪০০ বছৰ দীঘলীয়া বুৰঞ্জীৰ পৰ্য্যালোচনা কৰিছোঁ। আমি বিশেষভাৱে আলোচনা কৰা তিনিখন সাম্ৰাজ্যৰ—কাম্বোদিয়া, শ্ৰীবিজয় আৰু মাজাপাহিত—প্ৰত্যেকখনৰে কাৰ্যকাল শ শ বছৰ আছিল। এই দীঘলীয়া কালবোৰৰ বিষয়ে মনত ৰখাটো উচিত, কাৰণ এইবোৰৰ পৰাই আমি ৰাজ্যবোৰৰ স্থায়িত্ব আৰু নিপুণতাৰ বিষয়ে ধাৰণা কৰিব পাৰোঁ। সূক্ষ্ম স্থপতি-শিল্প তেওঁবিলাকৰ বিশেষভাৱে প্ৰিয় আছিল আৰু বেহা-বেপাৰ আছিল ঘাই অৱলম্বন। এই ৰাজ্যবিলাকে ভাৰতীয় সংস্কৃতিৰ ঐতিহ্যৰ পতাকা বহন কৰিছিল আৰু ইয়াৰ লগত চীনা সংস্কৃতিৰ বহুতো উপাদানৰ সংমিশ্ৰণ সামঞ্জস্যপূৰ্ণ কৰি লৈছিল।

তোমাৰ মনত থাকিব পায় যে মই বিশেষভাৱে উল্লেখ কৰা এই তিনিখন ৰাজ্যৰ বাহিৰেও আৰু বহুতো ভাৰতীয় উপনিৱেশ মালয়েচিয়াত আছিল। দুখন ওচৰচুবুৰীয়া দেশ চায়াম আৰু ব্ৰহ্মদেশৰ বিষয়েও মই সৰহকৈ ক'ব নোৱাৰিম। দুয়োখন দেশতে শক্তিশালী ৰাজ্যৰ উদ্ভৱ হৈছিল আৰু কলাসুলভ কামকাজৰ পয়োভৰ হৈছিল। দুয়োখন দেশকে বৌদ্ধধৰ্মই সামৰিছিল। মঙ্গোলিয়ানবিলাকে ব্ৰহ্মদেশ এবাৰ আক্ৰমণ কৰিছিল, কিন্তু চায়াম কেতিয়াও চীনৰ দ্বাৰা আক্ৰান্ত হোৱা নাছিল। চায়াম আৰু ব্ৰহ্মদেশ, দুয়োখন ৰাজ্যই চীনক অৱশ্যে কেতিয়াবা কেতিয়াবা কৰ-কাটল যোগাই-ছিল। ই একপ্ৰকাৰ সৰু ভায়েকে ককায়েকক ভক্তিভাৱেৰে দিয়া উপচাৰ বা নৈবেদ্যৰ

দৰে হৈছিল। এইদৰে দিয়া কৰকাটলৰ সলনি চীনৰপৰা এই দুজন সৰু ভায়েকলৈ বহুমূলীয়া দ্ৰব্য উপহাৰস্বৰূপে আহিছিল।

মঙ্গোলিয়ানবিলাকে ব্ৰহ্মদেশ আক্ৰমণ কৰাৰ আগতে ব্ৰহ্মদেশৰ ৰাজধানী আছিল উত্তৰ ব্ৰহ্মাৰ পাগান নগৰত। ২০০ বছৰৰ ওপৰকাল এই নগৰখনেই ৰাজধানী হৈ আছিল। নগৰখন বৰ সুন্দৰ বুলি জনা যায়। ইয়াৰ একমাত্ৰ প্ৰতিদ্বন্দ্বী নগৰ আছিল এংকৰ। ইয়াৰ সকলোতকৈ শুৱনি নিৰ্ম্মিত হ'ল আনন্দ-মন্দিৰ। পৃথিৱীৰ ভিতৰত বৌদ্ধ স্থপতিৰ ইয়েই সকলোতকৈ বেচি সুন্দৰ বস্তুবিলাকৰ অন্যতম নিদৰ্শন। আন আন ভালেমান সুন্দৰ অট্টালিকা তাত আছিল। আনকি, পাগান নগৰৰ ধ্বংসাৱশেষ-বিলাকো এতিয়াও সৌন্দৰ্য্যময়। পাগানৰ সমৃদ্ধিশালী কাল হ'ল একাদশৰপৰা ত্ৰয়োদশ শতাব্দীলৈকে। তাৰ পিচত কিছুকাল ব্ৰহ্মদেশত কিছু পৰিমাণে অশান্তি আৰু বিশৃঙ্খলতাৰ সৃষ্টি হৈছিল। উত্তৰ আৰু দক্ষিণ ব্ৰহ্ম বিচ্ছিন্ন হৈ গৈছিল। ষষ্ঠদশ শতাব্দীত দক্ষিণ ব্ৰহ্মত এজন ডাঙৰ শাসনকৰ্ত্তাৰ আবিৰ্ভাৱ ঘটিল আৰু দক্ষিণ আৰু উত্তৰ ব্ৰহ্ম একেলগ কৰিলে। তেওঁৰ ৰাজধানী আছিল দক্ষিণ ব্ৰহ্মাৰ পেগু নগৰত।

আশাকৰোঁ ব্ৰহ্মদেশ আৰু চিয়ামৰ বিষয়ে ইমান চমুকৈ হঠাতে উল্লেখ কৰা বাবে তুমি আহুকালত নপৰা। আমি মালয়েচিয়া আৰু ইণ্ডোনেচিয়াৰ বুৰঞ্জীৰ বিষয়ে লেখা অধ্যায়টোৰ শেষ পাইছোঁহি আৰু মই এই পৰ্য্যালোচনা শেষ কৰিব খোঁজা। এই অংশবিলাকক যিবিলাক ৰাজনৈতিক আৰু সাংস্কৃতিক প্ৰভাৱে প্ৰভাৱান্বিত কৰিছিল সেইবিলাকৰ উৎস আছিল ভাৰতত বা চীনত। মই তোমাক আগতে কৈ আহিছোঁ যে এচিয়াৰ পূব দক্ষিণে থকা মহাদেশীয় দেশবোৰ ব্ৰহ্ম, চায়াম আৰু ইণ্ডোনেচিয়াৰ দৰে চীনৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল: মালয় অন্তৰীপ আৰু তাৰ সংলগ্ন দ্বীপবিলাকৰ ওপৰত বেচি পৰিমাণে প্ৰভাৱ পৰিছিল ভাৰতৰ।

এতিয়া দৃশ্যপটৰ ওপৰত নতুন প্ৰভাৱ পৰিছেহি। এই প্ৰভাৱ আনিছে আৰব-বিলাকে। ব্ৰহ্ম আৰু চায়াম দেশ ইয়াৰ প্ৰভাৱৰ বাহিৰ, কিন্তু মালয় আৰু তাৰ দ্বীপ-বিলাকে ইয়াৰ গুৰিত সেও মানিলে আৰু সোনকালেই তাত মুছলমান সাম্ৰাজ্য এখনৰ উদ্ভৱ হ'ল।

আৰবৰ সদাগৰবিলাকে এই দ্বীপবোৰ পৰিদৰ্শন কৰিছিলহি আৰু এহেজাৰ বছৰ বা তাতকৈও অধিক কাল তাত তেওঁবিলাকৰ উপনিৱেশ স্থাপিত হৈছিল। কিন্তু তেওঁবিলাকৰ আগ্ৰহ আছিল ব্যৱসায়-বাণিজ্য চলোৱাত, ৰাষ্ট্ৰ শাসনৰ কামত তেওঁ-বিলাকে হেতা-ওপৰা কৰা নাছিল। চতুৰ্দ্দশ শতাব্দীত আৰব ধৰ্ম্মপ্ৰচাৰকসকল আৰব দেশৰপৰা আহিছিল, আৰু তেওঁবিলাকে বিশেষকৈ কেইজনমান স্থানীয় শাসনকৰ্ত্তাক ধৰ্ম্মান্তৰ গ্ৰহণ কৰোৱাত সফলকাম হৈছিল।

ইতিমধ্যে ৰাজনৈতিক সাল-সলনিবিলাক ঘটিবলৈ ধৰিলে। মাজাপাহিতে বিস্তৃতি লাভ কৰি শ্ৰীবিজয়ক মষিমুৰ কৰিলে। যেতিয়া শ্ৰীবিজয়ৰ পতন ঘটিল মালয় অন্তৰীপৰ দক্ষিণলৈ বহুতো মানুহ ভগনীয়াহৈ ওলাই গৈ তাত মালাক্কা নগৰখন স্থাপন কৰিলে। নগৰখন আৰু ৰাজ্যবোৰ খৰকৈ বাঢ়ি উন্নতশীল হৈ পৰিল আৰু ১৪০০ খৃষ্টাব্দত নগৰখন এখন বৃহৎ নগৰত পৰিণত হ'ল।

মাজাপাহিতৰ যৱ ৰাজন্যবৰ্গক প্ৰজাসকলে ভাল পোৱা নাছিল। সাম্রাজ্যবাদী ৰজাবোৰ সাধাৰণতে যেনেকুৱা তেওঁবিলাক তেনেকুৱা অত্যাচাৰী আছিল। সেইদেখি মাজাপাহিতৰ ভালেমান প্ৰজাই মাজাপাহিতৰ তলত থকাতকৈ মালাক্কাৰ নতুন ৰাজ্যখনত বসতি কৰিবলৈ ইচ্ছুক হৈছিল। সেই সময়ত চায়াম ৰাজ্যখনো অত্যাচাৰী হৈ উঠিছিল। সেইদেখি বহুতো মানুহৰ কাৰণে মালাক্কা আশ্ৰয়ভূমিৰ দৰে হৈছিল। তাত বৌদ্ধ আৰু মুছলমান দুয়ো সম্প্ৰদায়ৰ মানুহ আছিল। শাসনকৰ্ত্তাবিলাক প্ৰথমতে আছিল বৌদ্ধ, কিন্তু পিচত তেওঁবিলাকে ইচলাম ধৰ্ম্ম গ্ৰহণ কৰিলে।

এই তৰুণ মালাক্কা ৰাজ্যখনৰ এফালেদি যৱই আৰু আন ফালেদি চায়ামে বিপদ ঘটাবলৈ বুলি থিয় হ'ল। এই ৰাজ্যখনে দ্বীপপুঞ্জৰ আন আন সৰু মুছলমান ৰাজ্যৰ লগত বন্ধুতা কৰি মিত্ৰশক্তি স্থাপন কৰিবলৈ মন কৰিলে। ই আনাক নিৰাপত্তা বিচাৰি চীনলৈকো গোহাৰি জনালে। সেই সময়ত চীনত মঙ্গোলিয়ানক ঘটুৱাই মিংবিলাকে ৰাজত্ব কৰিছিল। মালয়েচিয়াৰ সকলোবোৰ সৰু সৰু মুছলমান ৰাজ্যই সেই সময়ত কেনেকৈ চীনৰ সংৰক্ষণ বিচাৰিলে সেইটো মন কৰিব লগীয়া। প্ৰবল শত্ৰুৰপৰা তেওঁবিলাকে নিশ্চয় তেতিয়া উপস্থিত বিপদৰ সংকেত পাইছিল বুলি ইয়াৰ পৰাই বুজিব পাৰি।

মালয়েচিয়াৰ দেশবোৰৰ প্ৰতি চীনৰ সদায় এটা সম্ভ্ৰমপূৰ্ণ নিৰপেক্ষ বন্ধুত্বৰ ভাব নীতি হিচাপে ৰক্ষিত হৈছিল। চীনে সেই দেশবোৰ জয় কৰাৰ আকাঙ্ক্ষা নকৰিছিল। চীনে ভাবিছিল যে সেই দেশবোৰৰপৰা পাব লগীয়া একো নাই, কিন্তু সেই দেশবোৰক সভ্যতাৰ শিক্ষাদান কৰিবৰ বাবে চীন সাজু আছিল। মিং সম্রাটে দেখা দেখিকৈ এতিয়ালৈকে ৰক্ষিত হোৱা প্ৰাচীন নীতি পৰিবৰ্ত্তন কৰিবলৈ বিচাৰিলে আৰু এই দেশবোৰৰ প্ৰতি বেচি পাৰমানে আগ্ৰহশীল হবলৈ ধৰিলে। যৱ আৰু চায়ামৰ আক্ৰমণশীল মনোভাৱ তেওঁ পছন্দ কৰা যেন নেলাগিল। সেই দেখি এই মনোভাৱ গুচাবৰ বাবে আৰু চীনৰ প্ৰভুত্ব-শক্তি আনক অনুভৱ কৰাবৰ বাবে তেওঁ এটা বিৰাট নৌ-বাহিনী নৌ-শক্তিৰ অধিনায়ক চেং হোৰ নেতৃত্বত তালৈ পঠালে। এই নৌ-বাহিনীৰ একোখন জাহাজ ৪০০ ফুট দীঘল আছিল।

চেংহোৱে কেইবাবাৰো বাহিনী চলাই ফিলিপাইন, যৱ, সুমাত্ৰা, মালয় অন্তৰীপ ইত্যাদি সকলোবোৰ দ্বীপপুঞ্জতে প্ৰৱেশ কৰিলে। আনকি তেওঁ লঙ্কালৈকো গ'ল আৰু তাক জয় কৰি আৰু ৰজাজনক চীনলৈ লৈ গ'ল। তেওঁৰ শেষৰ অভিযানটোত তেওঁ পাৰস্য উপসাগৰলৈকে গৈছিল। পঞ্চদশ শতাব্দীৰ প্ৰাৰম্ভিক বছৰ কেইটাত চেংহোৱে প্ৰৱেশ কৰা দেশবোৰত তেওঁৰ এই সমুদ্ৰযাত্ৰাবোৰে বৰকৈ প্ৰভাৱ পেলালে। হিন্দুৰাজ্য মাজাপাহিত আৰু বৌদ্ধৰাজ্য চায়ামক দমন কৰিবলৈ গৈ চেংহোৱে প্ৰকাৰান্তৰে ইচ্ছা কৰিয়েই ইচলাম ধৰ্ম্মক উৎসাহ দান কৰিলে আৰু মালাক্কা ৰাজ্যখন তেওঁৰ বৃহৎ নৌ-বাহিনীৰ দ্বাৰা সংৰক্ষিত হৈ দৃঢ়ভাৱে প্ৰতিষ্ঠিত হ'ল। অৱশ্যে চেংহোৰ উদ্দেশ্য সম্পূৰ্ণৰূপে ৰাজনৈতিক আছিল আৰু ধৰ্ম্মৰ বিষয়ে সম্পূৰ্ণ নিৰপেক্ষ আছিল। তেওঁ নিজে আছিল এজন বৌদ্ধ।

সেইদেখি মালাক্কা ৰাজ্যখন মাজাপাহিতৰ বিৰুদ্ধ পক্ষৰ শীৰ্ষস্থানত হ'ল। ইয়াৰ শক্তি বাঢ়ি গ'ল আৰু ক্ৰমে ই যৱৰ উপনিৱেশবোৰ গ্ৰাস কৰি ললে। ১৪৭৮

খৃষ্টাব্দত মাজাপাহিতৰ নগৰখনেই অৱৰুদ্ধ হৈ গ'ল। ইচলাম ধৰ্ম্মই তেতিয়া ৰাজধৰ্ম্ম আৰু নগৰৰ ধৰ্ম্মই হৈ পৰিল। ভাৰতৰ দৰে গাঁও-ভূঁইবিলাকত হলে প্ৰাচীন পন্থী পৌৰাণিক ৰীতি-নীতি আৰু বিশ্বাসে খোপনি পুতি থাকিল।

শ্ৰীবিজয় আৰু মাজাপাহিতৰদৰে মালাক্কান সাম্ৰাজ্য বৃহৎ আৰু দীৰ্ঘকাল স্থায়ী হব পাৰিলেহেঁতেন, কিন্তু ই তেনে সুবিধা নেপালে। পৰ্ত্তুগীজবিলাকে বিধি পথালি দিলে আৰু কেইবছৰমানৰ ভিতৰতে—১৫১১ খৃষ্টাব্দত—মালাক্কা পৰ্ত্তুগীজৰ অধীন হৈ পৰিল। সেইদেখি এই চাৰিখন সাম্ৰাজ্যই পঞ্চমখনলৈ ঠাই এৰি দিলে। এই পঞ্চমখন সাম্ৰাজ্যৰো জীৱন দীঘলীয়া নহ'ল। আৰু ইতিহাসৰ পাতত প্ৰথমবাৰৰ কাৰণে ইউৰোপ পূৰ্ব্ব সমুদ্ৰত আক্ৰমণাত্মক আৰু প্ৰভুত্বপূৰ্ণ হৈ পৰিল।

## ৭১

## পূব এচিয়াত ইউৰোপৰ হস্ত প্ৰসাৰণ আৰম্ভ

১৯ জুলাই, ১৯৩২

শেষৰ চিঠিখনত মালয়েচিয়াত পৰ্ত্তুগীজৰ আবিৰ্ভাৱৰ বিষয়ে লেখিয়েই শেষ কৰিছিলোঁ। মই অলপ দিনৰ আগতে সমুদ্ৰপথ আৱিষ্কাৰৰ কথা লেখা তোমাৰ মনত পৰিব পায়। মই তাত লেখিছিলোঁ কেনেকৈ পৰ্ত্তুগীজবিলাকৰ লগত স্পেনীয়-বিলাকে প্ৰাচ্যত পোনতে উপস্থিত হবলৈ অৰিয়া অৰি লগাইছিল। পৰ্ত্তুগীজ পূবলৈ আৰু স্পেনীয়বিলাক গৈছিল পশ্চিমলৈ। পৰ্ত্তুগীজে আফ্ৰিকা মহাদেশ ঘূৰি ভাৰতলৈ আহিবলৈ সক্ষম হ'ল। স্পেনীয়বিলাকে আমেৰিকাত উজুটি খাই পৰি মহা ভুল কৰিলে। স্পেইন পাচত দক্ষিণ আমেৰিকা ঘূৰি মালয়েচিয়ালৈ আহিল। আমি এতিয়া কিছুদূৰ আঁতবোৰ জোৰা লগাব পাৰিম আৰু মালয়েচিয়াৰ সাধুটো কৈ যাব পাৰিম।

মচলা, জালুক আদি তুমি কিজানি জানা। বিষুব ৰেখাৰ ওচৰৰ উষ্ণ দেশ-বোৰত হয়। ইউৰোপত সেইবোৰ মুঠেই নহয়। দক্ষিণ ভাৰত আৰু লঙ্কাতো সেইবোৰ হয়। কিন্তু মচলাবোৰৰ বেচি ভাগ আহে মালয়েচিয়াৰ দ্বীপপুঞ্জৰপৰা। সেই দ্বীপবোৰৰ নাম মলুক্কাজ্। এই দ্বীপবোৰক আচলতে মচলাৰ দ্বীপ বুলিয়েই জনা হয়। ইউৰোপত আদিকালৰেপৰা মচলাৰ বৰ চাহিদা আছিল আৰু নিয়মিত ভাৱেৰে তাৰ যোগানো ধৰা হৈছিল। ইউৰোপ গৈ পাঁওতে সেইবোৰৰ মূল্য বহুত-গুণে বাঢ়ে। ৰোমানবিলাকৰ দিনত জালুকৰ মূল্য নিৰূপিত হৈছিল সেইবোৰৰ সম-পৰিমাণ জোখ থকা সোণৰ লগত। যদিও মচলাবোৰৰ মূল্য ইমান বেচি আছিল আৰু পশ্চিমত তাৰ চাহিদা যথেষ্ট আছিল তথাপিও ইউৰোপে সেইবোৰ নিজে আনি লবৰ বাবে কোনো যত্ন কৰা নাছিল। বহুতকাল মচলাৰ ব্যৱসায় ভাৰতীয়ৰ হাতত আছিল;

পাচত আৰববিলাকে এই ব্যৱসায়ৰ ওপৰত আধিপত্য স্থাপন কৰে। মচলাৰ লোভৰ দ্বাৰা আকৰ্ষিত হৈ পৰ্ত্তুগীজ আৰু স্পেনীয়বিলাকে পৃথিৱীৰ বেলেগ বেলেগ প্ৰান্তৰপৰা মালয়েচিয়াত গোট নোখোৱালৈকে সমুদ্ৰ যাত্ৰা চলাই আছিল। ইয়াৰ অনুসন্ধানত পৰ্ত্তুগীজেই আগৰণুৱা হৈ পৰিছিল। সেইসময়ত স্পেনীয়বিলাক ব্যস্ত হৈ আছিল আৰু লাভজনকভাৱে ব্যস্ত আছিল প্ৰাচ্যৰ বাবে বাট বিচাৰি আমেৰিকাৰ তট প্ৰান্তত।

উত্তমাশা অন্তৰীপেদি ভাচ্‌কোডিগামাই ভাৰত পোৱাৰ ঠিক পাচতেই ভালেমান পৰ্ত্তুগীজ জাহাজ সেই বাটেদি আহিল আৰু সেইবোৰ সুদূৰ প্ৰাচ্যলৈকে আগবাঢ়িলে। সেই সময়ত মালাক্কাৰ সাম্ৰাজ্যই মচলাৰ আৰু আন আন বস্তুৰ ব্যৱসায়ৰ ওপৰত আধিপত্য কৰিছিল। সেইদেখি তৎক্ষণাৎ পৰ্ত্তুগীজ মালাক্কাৰ লগত সংঘৰ্ষত লিপ্ত হ'ল আৰু লগে লগে খন্তিয়া খচুৰীয়াকৈ আৰব ব্যৱসায়ীবিলাকৰ লগতো সংঘৰ্ষ কৰিলে। পৰ্ত্তুগীজ ৰাজপ্ৰতিনিধি আল্‌বুকাৰাকে ১৫১১ চনত মালাক্কাক অৱৰুদ্ধ কৰি মুছলমান ব্যৱসায়ৰ ওৰ পেলালে। ইউৰোপলৈ ব্যৱসায়-বাণিজ্য চলোৱা কথাটো এতিয়া পৰ্ত্তুগীজৰ হাতলৈ আহিল আৰু তেওঁবিলাকৰ ইউৰোপীয় ৰাজধানী লিচবন মচলা আৰু আন আন প্ৰাচ্যব মালবস্তু ইউৰোপত পৰিৱেশন কৰাৰ ঘাই কেন্দ্ৰ হৈ পৰিল।

এইটো উল্লেখ কৰিব লগীয়া যে যদিও আল্‌বুকাৰাক আৰববিলাকৰ পক্ষে কঠোৰ আৰু নিৰ্দ্দয় শত্ৰু স্বৰূপ হৈ আছিল তেওঁ প্ৰাচ্যৰ আন আন ব্যৱসায়ী মানুহৰ লগত মিত্ৰতা কৰিবলৈ চেষ্টা কৰিছিল। বিশেষকৈ তেওঁ লগ পোৱা সকলো-বোৰ চীনা মানুহৰ লগত যথোচিত ভদ্ৰতাসুলভ মনোভাৱেৰে আদান-প্ৰদান কৰিছিল। ইয়াৰ ফলস্বৰূপে চীনলৈ পৰ্ত্তুগীজৰ প্ৰশংসাসূচক বাৰ্ত্তা প্ৰবাহিত হৈছিল। আৰবৰ লগত শত্ৰুতা হোৱাৰ কাৰণটো সম্ভৱতঃ প্ৰাচ্যব বাণিজ্যত আৰবৰ আগৰ-পৰা প্ৰভাৱ থকা কথাটোৰ বাবেই।

ইতিমধ্যে মচলাৰ দ্বীপবিলাকৰ অনুসন্ধান চলিবলৈ ধৰিলে আৰু প্ৰশান্ত মহাসাগৰ পাচত পাৰহৈ যোৱা আৰু পৃথিৱীখন ঘূৰি অহা মেগেলান্ মালাক্কা দ্বীপপুঞ্জ আৱিষ্কাৰ কৰা অভিযানৰ সদস্য আছিল। ষাঠি বছৰৰ ওপৰকাল পৰ্ত্তুগীজবিলাকৰ মচলা ব্যৱসায়ব ইউৰোপত কোনো প্ৰতিদ্বন্দ্বী নাছিল। তেতিয়া ১৫৬৫ চনত স্পেইনে ফিলিপাইন্ দ্বীপপুঞ্জ দখল কৰিলে আৰু এই অনুক্ৰমে ইউৰোপৰ দ্বিতীয় এটা শক্তি প্ৰাচ্যৰ সমুদ্ৰত আবিৰ্ভাৱ হৈ পৰিল। কিন্তু পৰ্ত্তুগীজৰ এই ব্যৱসায় সম্পৰ্কে স্পেইনে একো সাল সলনি নঘটালে কাৰণ স্পেনীয়-বিলাকক পোনতেই বাণিজ্যপ্ৰিয় জাতি বুলি অভিহিত কৰিব নোৱাৰি। তেওঁবিলাকে সৈন্য আৰু ধৰ্ম্ম প্ৰচাৰকহে প্ৰাচ্যলৈ পঠালে। ইতিমধ্যে পৰ্ত্তুগীজবিলাকে মচলাৰ ব্যৱসায়টো একচেটীয়া কৰি পেলালে। এই একচেটীয়া বিষয়টো তেওঁবিলাকৰ ইমান বেচি হৈছিলগৈ যে আনকি পাৰস্য আৰু মিছৰেও পৰ্ত্তুগীজৰ পৰাহে মচলা যোগাৰ কৰিব লগীয়া হৈছিল। মচলাৰ দ্বীপবিলাকৰ লগত পোনপটীয়াকৈ কাকো তেওঁবিলাকে বেহা বেপাৰ কৰিবলৈ নিদিছিল। সেইদেখি পৰ্ত্তুগীজ ধনী হৈ যাবলৈ ধৰিলে কিন্তু উপনিৱেশবোৰৰ বিকাশ সাধন কৰিবলৈ একো যত্ন নকৰিলে।

তুমি জানা যে, ই এখন সৰু দেশ আৰু বাহিৰলৈ ওলাই আহিবলৈ দিবলৈ এইখন দেশৰ সিমান মানুহো নাই। গোটেই ষষ্ঠদশ শতাব্দীৰ ১০০ বছৰকাল প্ৰাচ্যত এই সৰু দেশখনে কি কাণ্ড কৰিলে তাক ভাবিলে বিচুৰ্ত্তি খাব লাগে।

ইতিমধ্যে স্পেনীয়বিলাক ফিলিপাইনত লাগি থাকিল আৰু তাৰপৰাই যিমান পাৰে সিমান ধন ঘাটিবলৈ ধৰিলে। কৰকাটল আদায় কৰাৰ বাহিৰে তেওঁবিলাকে তাত একোকে কৰা নাছিল। প্ৰাচ্যৰ সমুদ্ৰত কোনো সংঘৰ্ষ নকৰিবলৈ পৰ্ত্তুগীজৰ লগত তেওঁবিলাকে সন্ধি কৰি ললে। স্পেনীয় চৰকাৰে ফিলিপাইনক স্পেনীয় আমেৰিকাৰ লগত কোনো ব্যৱসায়-বাণিজ্যত লিপ্ত হবলৈ দিয়া নাছিল। তেওঁ-বিলাকে ভয় কৰিছিল, কিজানি এনে কৰিলে মেক্সিকো আৰু পেৰুৰ সোণ আৰু ৰূপবোৰ প্ৰাচ্যলৈ সোমাই আহিব পাৰে। বছেৰেকত এখনকৈ মাথোন জাহাজ অহা-যোৱা কৰিছিল। এই জাহাজখনৰ নাম আছিল "মেনিলা গেলিয়ন"। তুমি কল্পনা কৰি চোৱাঁচোন ফিলিপাইনত স্পেনীয়বিলাকে এই জাহাজখনৰ বছেৰেকৰ মূৰত এবাৰ আগমন কিমান হেঁপাহেৰে বাট বাট চাইছিল! এই "মেনিলা গেলিয়ন" ২৪০ বছৰকাল জুৰি আমেৰিকা আৰু ফিলিপাইনৰ মাজৰ প্ৰশান্ত মহাসাগৰ পাৰাপাৰ হৈ আছিল।

স্পেইন আৰু পৰ্ত্তুগালৰ এই সাফল্যই ইউৰোপৰ আন আন জাতিবোৰক ঈৰ্ষাত বিবৰ্ণ কৰি পেলাইছিল। আমি পাচতে দেখিবলৈ পাম যে, ইউৰোপত সেই-সময়ত স্পেইনেহে প্ৰভুত্ব কৰিছিল। ইংলেণ্ডক প্ৰথম শ্ৰেণীৰ শক্তি বুলি কোনো-মতেই কব নোৱাৰি। হলেণ্ড আৰু বেলজিয়ামৰ একাংশত—যাক নেডাৰলেণ্ড বুলি কোৱা হয়—স্পেনীয় শাসনৰ বিপক্ষে বিদ্ৰোহ আৰম্ভ হৈছিল। স্পেইনৰ প্ৰতি ঈৰ্ষান্বিত ইংৰাজ জাতিয়ে ওলন্দাজবিলাকক সহানুভূতি জনাই গোপনে তেওঁ-বিলাকক সহায় কৰিবলৈ ধৰিলে। তেওঁবিলাকৰ কিছুমান নাবিক গৈ আমেৰিকাৰ-পৰা ধনৰত্ন লৈ অহা স্পেনীয় জাহাজবোৰক মাজ সমুদ্ৰত জলদস্যুৰ ভূমিকা লৈ আক্ৰমণ কৰিবলৈ আৰম্ভ কৰিছিল। এই বিপদসংকুল অথচ লাভজনক ধেমালিটোৰ গুৰিয়াল আছিল চাৰ ফ্ৰান্সিচ্ ড্ৰেক। তেওঁ এই কামটোক স্পেইনৰ ৰজাৰ ডাড়ি আজোৰা কাম বুলি কৈছিল।

১৫৭৭ খৃষ্টাব্দত ড্ৰেকে পাঁচখন জাহাজেৰে স্পেনীয় উপনিৱেশবোৰ লুটপাট কৰিবলৈ গ'ল। তেওঁ এই দিন ডকাইতৰ কামত কৃতকাৰ্য্য হ'ল কিন্তু চাৰিখন জাহাজ তেওঁ হেৰুৱালে। 'গল্ডেন হিন্দ' নামৰ জাহাজখনেই মাথোন প্ৰশান্ত মহাসাগৰ পালেগৈ আৰু ড্ৰেকে এইখন জাহাজেৰে উত্তমাশা অন্তৰীপ ঘূৰি ইংলেণ্ড পালেহি। এইদৰে তেওঁ পৃথিৱীৰ চাৰিওফালে ঘূৰিলে আৰু এই কাৰ্য্য কৰাত 'গল্ডেন হিন্দে'ই দ্বিতীয় স্থান অধিকাৰ কৰিলে। প্ৰথমখন আছিল মেগেলানৰ 'ভিট্ৰীয়া'। এইখন জাহাজৰ পৃথিৱীখন ঘূৰি যাবলৈ তিনি বছৰ লাগিছিল।

স্পেইনৰ ৰজাৰ ডাড়ি জোকৰা কামটোৱে আহুকাল সৃষ্টি নকৰাকৈ আৰু বেচি দূৰ অগ্ৰসৰ হব নোৱাৰিলে আৰু স্পেইন আৰু ইংলেণ্ডৰ মাজত তুৰন্তে যুদ্ধ লাগিল। ওলন্দাজবিলাকৰ লগত ইতিমধ্যে স্পেইনৰ যুদ্ধ লাগিছিল। এই যুদ্ধত পৰ্ত্তুগালো জড়িত হৈ পৰিল কাৰণ যোৱা কিছুমান বছৰ একেজন ৰজাই স্পেইন আৰু

পৰ্তুগালৰ ওপৰত ৰাজত্ব কৰিছিল। সৌভাগ্য দেৱীৰ বহুতো প্ৰসাদত আৰু দৃঢ়-প্ৰতিজ্ঞ হোৱা বাবে ইংলেণ্ডে এই যুদ্ধত জিকি ইউৰোপক চক্ খুৱালে। বৃটেইন জয় কৰিবলৈ পঠোৱা 'অপৰাজেয় স্পেনীয় আৰ্ম্মাডা' নামৰ নৌ-জাহাজবোৰ শিলত ঠেকা খাই ভগাৰ কথা তুমি জানাই। কিন্তু আমি এতিয়া প্ৰাচ্যৰ কথাতে আৱদ্ধ আছোঁ।

ইংৰাজ আৰু ওলন্দাজ দুয়ো গোট খাই সুদূৰ প্ৰাচ্য আক্ৰমণ কৰিলে আৰু স্পেইন আৰু পৰ্তুগালৰ ওপৰত আঘাত চলালে। ফিলিপাইন দ্বীপপুঞ্জত স্পেনীয় বিলাকে কোঠ বান্ধি ললে আৰু তেওঁবিলাকে সহজতে সেই দ্বীপবোৰ ৰক্ষা কৰিলে। কিন্তু পৰ্তুগীজবিলাকৰ ওপৰত কৰা আঘাত গুৰুতৰ হ'ল। তেওঁবিলাকৰ পূব সাম্ৰাজ্য লোহিত সাগৰৰপৰা মচলাৰ দ্বীপমালা মালাক্কালৈ ৬০০০ মাইল বিস্তৃত হৈ আছিল। তেওঁবিলাক পাৰস্য উপসাগৰৰ এডেনত, লঙ্কাত, ভাৰত উপকূলৰ নানা ঠাইত আৰু তাৰ উপৰিও পূব দ্বীপপুঞ্জ আৰু মালয়ত সুপ্ৰতিষ্ঠিত হৈ আছিল। ক্ৰমে ক্ৰমে তেওঁবিলাকে এই পূব সাম্ৰাজ্য হেৰুৱালে; নগৰৰ পিচত নগৰ, উপনিবেশৰ পিচত উপনিবেশবোৰ যাবলৈ ধৰিলে। সেইবোৰ হয় ওলন্দাজ নহয় ইংৰাজৰ হাতলৈ গ'ল। আনকি মলক্কাৰো পতন ঘটিল ১৬৪১ খৃষ্টাব্দত। যি বাকী থাকিল সেই সকলোবোৰ হ'ল ভাৰতৰ বা আন ঠাইৰ কেইটামান সৰু সৰু বাহিৰা চকী। ইয়াৰ ভিতৰত ঘাই চকী হ'ল ভাৰতৰ পশ্চিম ঘাটত গোৱা। পৰ্তুগীজবোৰ এতিয়াও তাতে আছে আৰু ই কেইবছৰমান আগতে গঠিত হোৱা পৰ্তুগীজ গণ-তন্ত্ৰৰ ভিতৰুৱা। মোগল সম্ৰাট মহান আকবৰে পৰ্তুগীজৰ হাতৰপৰা এই গোৱাখন অধিকাৰ কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু তেৰোঁ সফলকাম হব নোৱাৰিলে।

সেইদেখি পৰ্তুগাল পূবৰ বুৰঞ্জীৰ পাতৰপৰা আঁতৰহৈ গ'ল। এই সৰু দেশ-খনে বৰকৈ মুখখন মেলি গিলিব খুজিছিল। কিন্তু ই গিলিব নোৱাৰি পবিশ্ৰমত কোঁচ খাই গৈ ভাগৰি পৰিল। স্পেইন ফিলিপাইন দ্বীপপুঞ্জতে কামোৰ খাই থাকিল, প্ৰাচ্যৰ ইতিবৃত্তত তাৰো একো ভাগ নেথাকিল। মূল্যৱান পূব বাণিজ্যৰ অধ্যক্ষৰ কাম এতিয়া ইংৰাজ আৰু ওলন্দাজবিলাকৰ হাতলৈ বাগৰি গ'ল। দুয়োখন দেশেই বেহাবেপাৰ কৰা কোম্পানী গঠন কৰি কেতিয়াবাই এই কাৰ্য্যত প্ৰবৃত্ত হৈ পৰি আগ বাঢ়ি আছিল। ৰাণী এলিজাবেথে ইংলেণ্ডত ১৬০০ চনত ইষ্ট ইণ্ডিয়া কোম্পানীক এখন চনদ দিলে। দুবছৰৰ পাচত ওলন্দাজ ইষ্ট ইণ্ডিয়া কোম্পানী গঠিত হ'ল। এই দুয়োখন কোম্পানীৰে ব্যৱসায় বাণিজ্যই ঘাই উদ্দেশ্য। এইবিলাক বেচৰকাৰী কোম্পানী আছিল, কিন্তু ৰাষ্ট্ৰৰপৰা ই প্ৰায় সাহায্য পাইছিল। এই-বিলাক কোম্পানীৰ ঘাই আকৰ্ষণ আছিল মালয়েচিয়াৰ মচলাৰ ব্যৱসায়। ভাৰত সেই সময়ত মোগল সম্ৰাটসকলৰ অধীনত পৰাক্ৰমী দেশ হৈ আছিল আৰু ভাৰতক কোনেও জোকাবলৈ সাহস নকৰিছিল।

ওলন্দাজ আৰু ইংৰাজবিলাকৰ ভিতৰত সময়ে সময়ে কাজিয়া পেচাল হৈছিল আৰু অৱশেষত ইংৰাজে একেবাৰেই পূব দ্বীপপুঞ্জৰপৰা আঁতৰি আহি ভাৰতৰ প্ৰতি বেচি মনোযোগ দিবলৈ ধৰিলে। বৃহৎ মোগল সাম্ৰাজ্যখন তেতিয়া দুৰ্ব্বল হৈ পৰিছিল আৰু ইয়াৰ বাবে বিদেশী দুঃসাহসিক অভিযাত্ৰীবোৰে সুযোগ সুবিধা

লাভ কৰিছিল। ইংলেণ্ড আৰু ফ্রান্সৰপৰা এই অভিযানবোৰ কেনেকৈ আহিবলৈ ধৰিছিল আৰু বল-বুদ্ধি প্ৰকাশ কৰি কেনেকৈ এই ক্ষয় হৈ যাব খোজা সাম্ৰাজ্যখনৰ অংশবিশেষ লাভ কৰিবলৈ চেষ্টা কৰিছিল তাক আমি পিচত দেখিবলৈ পাম।

## ৮০

## চীনৰ শান্তি আৰু সমৃদ্ধিৰ যুগ

২২ জুলাই, ১৯৩২

সাদৰীকণ, তুমি তেনে নৰিয়া পৰি আছিলা আৰু মই ভাবোঁ তুমি এতিয়াও পাটীত পৰিয়েই আছা। বাতৰি আহি কাৰাগাৰৰ ভিতৰ পাবলৈ সময় লাগে। তোমাক সহায় কৰিবৰ কাৰণে মই একোকে কৰিব নোৱাৰোঁ, আৰু তুমি নিজকে নিজেই চাব লাগিব। কিন্তু তোমাৰ বিষয়ে মই এতিয়া ভাবনাত পৰিম। চোৱাঁচোন কি আচৰিত, আমি কেনেভাৱে পৰস্পৰৰপৰা বিচ্ছিন্ন—তুমি আছা বহুত দূৰৰ পুণাত; আয়েৰা এলাহাবাদত অসুখত পৰি আছে; আৰু বাকীখিনি নানা ঠাইৰ কাৰাগাৰত।

কিছুমান দিন মই এই চিঠিবোৰ তোমালৈ লেখাত বৰ আহুকালত পৰিছিলোঁ। তোমাৰ লগত কথাপতাৰ ভাও ধৰি লেখাটো আৰু সহজ হোৱা নাছিল। পুণাত তুমি নৰিয়া পৰি থকাৰ কথা মই ভাবিছিলোঁ আৰু মই ভাবি বিচূৰ্ত্তি খাওঁ যে কেতিয়াকৈ আকৌ মই তোমাক দেখা পাম; আমি দেখা দেখি হবলৈ পোৱাৰ আগতে কিমান যে মাহ আৰু বছৰ বাগৰি যাব; ইয়াৰ মাজতে তুমি কিমান যে ডাঙৰ হৈ যাবা!

কিন্তু বেচি পৰিমাণে চিন্তাযুক্ত হৈ পৰা, বিশেষকৈ কাৰাগাৰত ভাল কথা নহয়, আৰু মই নিজকে টনকিয়াল কৰি তুলিব লাগিব, আজিৰ বিষয়ে কিছুদূৰ পাহৰি পেলাব লাগিব আৰু কালিৰ কথাও মনত ৰাখিব লাগিব।

আমি মালয়েচিয়াত আছিলোঁ, নহয়নে বাৰু? আৰু তাত আমি আচৰিত ঘটনাৰ সমাৱেশ হোৱা দেখা পাইছিলোঁ। এচিয়াত ইউৰোপ আক্ৰমণশীল হৈ পৰিছিল; পৰ্তুগীজবিলাক আহিল, তাৰ পাচত স্পেনীয়বিলাক; আৰু তাৰ পাচত আহিল ইংৰাজ আৰু ওলন্দাজ। কিন্তু এই ইউৰোপীয়বিলাকৰ সক্ৰিয়তা বহুত-কাললৈকে মালয়েচিয়া আৰু দ্বীপপুঞ্জতে বেচি ভাগ আৰম্ভ হৈ আছিল। পশ্চিমত আছিল মোগলৰ অধীনত শক্তিসম্পন্ন ভাৰত। উত্তৰফালে আছিল চীন। চীন আছিল নিজৰ ভৰিৰ ওপৰত সুস্থভাৱে থিয় হৈ। সেইদেখি ভাৰত আৰু চীনে ইউৰোপীয়বিলাকৰপৰা অলপো প্ৰতিবন্ধকতা নেপালে।

মালয়েচিয়াৰপৰা চীনলৈ মাথোন এটা খোজ। আমি এতিয়া তালৈ যাওঁ বলা। মঙ্গোলিয়ান কুব্‌লাই খাঁই স্থাপন কৰা য়ুৱান ফৈদ আৰু নাই। মঙ্গোলিয়ান শক্তিৰ শেষ বাহিনীটোকো চীনৰ এটা প্ৰজাবিদ্ৰোহে ১৩৬৮ চনত চীনৰ প্ৰাচীৰৰ সিপাৰ

কৰি খেদি পঠিয়ালে। এই বিদ্রোহৰ নেতা আছিল হুং উ। তেওঁ এজন দৰিদ্র মজদুৰৰ ল'ৰা হিচাপে জীৱন আৰম্ভ কৰিছিল। তেওঁৰ পঢ়াশলীয়া শিক্ষা একো নাছিল। কিন্তু জীৱনৰ ডাঙৰ পঢ়াশালিৰ তেওঁ ছাত্র আছিল আৰু তেওঁ জননেতা ৰূপে কৃতকাৰ্য্য হয় আৰু পিচত এজন জ্ঞানী শাসনকৰ্তাৰূপে চিনাকি দিয়ে। তেওঁ চীনৰ সম্রাট হোৱাৰ বাবে তেওঁৰ মনত অলপো মিছা দম্ভভাৱ নাইবা গৰ্ব্ব নাছিল। কিন্তু গোটেই জীৱন জুৰি এই কথাটো সুঁৰৰি আছিল যে তেওঁ চীনা জাতিৰ সন্তান। তেওঁ ত্রিশ-বছৰ কাল ৰাজত্ব কৰে আৰু যি সাধাৰণ মানুহৰ মাজত জন্মগ্রহণ কৰিছিল সেই মানুহবিলাকৰ উন্নতি সাধন কৰিবলৈ তেওঁ নেৰানে-পেৰা চেষ্টা কৰি আছিল বুলি তেওঁৰ নাম আজিও সুঁৰৰি থকা হয়। শেষৰ-কাললৈকে তেওঁ প্রথম জীৱনৰ সৰলতা ৰক্ষা কৰিছিল।

নতুন মিং ফৈদৰ হুং উৱেই প্রথম সম্রাট আছিল। তেওঁৰ পুত্র, য়ুংলো এজন বৰ ডাঙৰ শাসনকৰ্ত্তাৰূপে জনাজাত হৈছিল। ১৪০২ চনৰ পৰা ১৪২৪ চনলৈকে তেওঁ সম্রাট পদত অধিষ্ঠিত আছিল। কিন্তু এই চীনা নামবোৰ আৰু তোমাৰ কাণত সুমাই নিদিও। তেওঁবিলাকৰ ভালেমান সজ শাসনকৰ্ত্তা আছিল আৰু তাৰ পাচত, যেনেকৈ সৰ্ব্বসাধাৰণতে ঘটে, চীন দেশৰ অৱনতিও ঘটিছিল। কিন্তু আমি এতিয়া সম্রাটবিলাকৰ কথা পাহৰি যাওঁহ'ক আৰু চীনা ইতিহাসৰ এই কালছোৱাৰ কথাকে ভাবোঁ। এই কালছোৱা উজ্জ্বল আৰু তাত অনন্য সাধাৰণ মনোমুগ্ধকৰ বিষয় সোমাই আছিল। "মিং" এই শব্দটোৰ অৰ্থই হৈছে উজ্জ্বল। মিং ফৈদটোৱে ১৩৬৮ চনৰ পৰা ১৬৪৪ চনলৈকে ২৭৬ বছৰ ৰাজত্ব কৰিছিল। সকলোবিলাক ফৈদৰ ভিতৰত এই ফৈদটোৱেই জাতে পাতে চীনদেশবাসী আছিল আৰু তেওঁ-বিলাকৰ ৰাজত্ব কালতে চীনা জাতিৰ প্রতিভাই আকাশ লম্ভা অৱস্থা পাইছিল। এই ছোৱাকালেই দেশ-বিদেশে দুয়োফালেই শক্তিময় হৈ আছিল। আক্রমণাত্মক কোনো বিদেশী নীতিয়ে চোৰৰ দৰে খাপ লৈ থকা নাছিল; কোনো সাম্রাজ্যবাদীৰ দুঃসাহসিক অভিযান নাছিল। ওচৰ চুবুৰীয়া দেশৰ লগত আছিল প্রগাঢ় বন্ধুত্ব। কেৱল মাথোন উত্তৰত টাৰ্টাৰ ফৈদৰ অঘৰী জাতিৰপৰা অলপ বিপদৰ কলামেঘে দেখা দিছিল। পশ্চিম জগতৰ বাকী ঠাইখিনিত চীনা আছিল সকলোৰে বৰ ককায়েকৰ দৰে, বুদ্ধিমান, সকলোপ্রকাৰে সুখলব্ধ সংস্কৃতিসম্পন্ন, নিজৰ উচ্চ-মনোভাৱৰ প্রতি সজাগ আৰু লগে লগে সৰু ভায়েকৰ স্থানৰ দেশবোৰক সজ শিক্ষা দিবৰ বাবে আৰু নিজৰ সভ্যতা আৰু সংস্কৃতিৰ ভাগ দিবৰ বাবে সদায় বদ্ধপৰিকৰ। আৰু বাকী দেশবোৰেও বৰ ককায়েকৰ দৰে চীন দেশলৈ হেঁপাহেৰে চায়। কিছু-মান কালৰ বাবে জাপানেও আনকি চীনৰ সাৰ্ব্বভৌমতা স্বীকাৰ কৰিছিল আৰু জাপানৰ শাসনকৰ্তা শ্বগুণেও নিজক মিং সম্রাটৰ বাহন বুলিহে ঘোষণা কৰিছিল। কোৰিয়াৰপৰা, ইণ্ডোনেচিয়া দ্বীপপুঞ্জৰপৰা, যৱ সুমাত্রা প্রভৃতিৰ—আৰু ইণ্ডো-চায়নাৰপৰা মিং সম্রাটলৈ কৰ-কাটল, উপঢৌকন আদি গৈছিল।

য়ুংলোৰ ৰাজত্ব কালতে নৌ-অধিনায়ক চেং হোৰ নেতৃত্বত মালয়েচিয়ালৈ বিৰাট, নৌ-অভিযান পঠোৱা হৈছিল। চেং হো প্রায় ত্রিশ বছৰকাল জুৰি গোটেই পূৰ্ব্ব সমুদ্র ঘূৰি পকি পাৰস্য উপসাগৰৰ সোঁ-মাজলৈকে গৈছিল। দ্বীপত প্রতিষ্ঠিত

ৰাজ্যবোৰৰ কাৰণে এইটো এটা সাম্ৰাজ্যবাদী চেণ্টাপ্ৰসূত বিভীষিকা যেন বোধ হৈছিল। অৱশ্যে দেখাতেই তেনে কোনো ৰাজ্য জয় কৰাৰ বা আন কোনো লাভৰ আকাঙ্ক্ষাত এই অভিযানটো অনুষ্ঠিত হোৱা নাছিল। চায়াম আৰু মাজাপাহিতৰ মূৰ দাঙি উঠা শক্তি দুটাই সম্ভৱতঃ য়ুংলোক এই অভিযানটো পঠাবৰ বাবে খাটনি ধৰিছিল। কিন্তু যি কাৰণৰ বাবেই নহওক, এই অভিযানটোৰ পৰিণাম স্বৰূপে গুৰুত্বপূৰ্ণ ফল লাভ হৈছিল। মাজাপাহিত আৰু চায়ামক এই অভিযানে দমন কৰিলে আৰু মালাক্কাৰ নতুন মুছলমান ৰাজ্যখনক উৎসাহ দিলে। চীনা সংস্কৃতি গোটেই ইণ্ডোনেচিয়া আৰু পূৰ্ব্বাঞ্চলত বিস্তৃত হৈ পৰিল।

চীনৰ লগত ওচৰ চুবুৰীয়া দেশবোৰৰ বন্ধুতা থকাৰ বাবে ঘৰুৱা কথা আৰু বিষয়ত মনোযোগ বেচি পৰিমাণে দিব পৰাটো সম্ভৱপৰ হৈ উঠিল। শাসনতন্ত্ৰ সৰ্ব্বাঙ্গসুন্দৰ আছিল, খাজনাৰ নিৰিখ কমাই দি খেতিয়ক শ্ৰেণীৰ দুখৰ বোজাটো লাঘৱ কৰা হৈছিল। আলি-পদুলি, জলপথ, খাল, জলাধাৰবিলাক উন্নত কৰা হ'ল। দুৰ্দ্দিনৰ বাবে, খেতি-বাতি নোহোৱা সময়ৰ বাবে আহাৰ সংস্থানৰ বাবে ৰাজহুৱা শস্যৰ ভঁৰাল যুগত কৰা হ'ল। চৰকাৰে কাগজৰ নোট প্ৰচলন কৰি টকাকড়িৰ আয়ৰ ঘৰ বঢ়ালে, বাণিজ্যৰ সম্প্ৰসাৰণ আৰু পণ্যদ্ৰব্যৰ সাল সলনিৰ সুবিধা কৰি দিলে। কাগজৰ নোট ব্যাপকভাৱে ব্যৱহৃত হ'ল আৰু খাজনাৰ বা কৰকাটলৰ শতকৰা সত্তৰ ভাগ এই কাগজৰ নোটেৰে আদায় কৰিব পৰাটো সম্ভৱ হ'ল।

এই সময়ছোৱাৰ সাংস্কৃতিক বুৰঞ্জীয়ো আৰু বেচি পৰিমাণে লেখত লব লগীয়া কথা। বহু যুগৰপৰাই চীনাসকল কৃষ্টিসম্পন্ন আৰু কলাবিদ্ জাতি। মিং যুগৰ সুন্দৰ শাসনে আৰু কলাবিদ্যাৰ প্ৰতি উৎসাহ দান কাৰ্য্যই মানুহৰ প্ৰতিভাৰ উন্মেষ সাধন কৰিলে। মনোহৰ অট্টালিকাসমূহ নিৰ্ম্মিত হ'ল, মহত্ব জ্ঞাপক তৈলচিত্ৰবিলাক আৰু মিং যুগৰ চীনা মাটিৰ বস্তুবিলাক সুৰুচিসম্পন্ন গঠন আৰু সুন্দৰ কাৰুকাৰ্য্যৰ বাবে বিখ্যাত হ'ল। নৱজাগৰণৰ পৰিপ্ৰেক্ষিতত ইটালীত অঙ্কিত হোৱা সুমহান তৈলচিত্ৰবোৰক চীনা তৈলচিত্ৰই চেৰ পেলাই আগ বাঢ়ি গ'ল।

পঞ্চদশ শতাব্দীৰ শেষ ভাগত ঐশ্বৰ্য্য-বিভূতি, শ্ৰমশিল্প আৰু কলাকৃষ্টিত চীন দেশ ইউৰোপতকৈ বহুতো আগ বাঢ়িল। মিং যুগৰ সমগ্ৰকালতে ইউৰোপ বা আন কোনো ঠাইৰ মানুহ সুখ, সন্তোষ আৰু কলাসুলভ কৰ্ম্মদক্ষতাৰ ক্ষেত্ৰত চীনৰ লগত তুলনীয় হব পৰা নাছিল। আৰু তুমি মনত ৰাখিবা যে এইবোৰ ঘটিছিল ইউৰোপৰ মহান নৱজাগৰণৰ সময়ত। কলাকৌশলৰ ক্ষেত্ৰত মিং যুগটো ইমান বিখ্যাত হোৱাৰ কাৰণ এটা হ'ল এয়ে যে এই যুগটোৱে আমাৰ বাবে অসংখ্য সূক্ষ্ম সুন্দৰ কামৰ নমুনা থৈ গৈছে। বৃহৎ স্মৃতিস্তম্ভবিলাক, হাতী দাঁত, কাঠ আৰু শিঙৰ ওপৰত কৰা ধুনীয়া কাৰুকাৰ্য্য, পিতলৰ পাত্ৰ আৰু চীনাবাচনবিলাক দেখিবলৈ পোৱা যায়। মিং যুগটো শেষ হোৱাৰ সময়ত এই কাৰুকাৰ্য্যবোৰ বেচি পৰিমাণে প্ৰগলভ আৰু বাহুল্যপূৰ্ণ হোৱাৰ চিন দেখুৱাইছিল বৰং ইয়াৰ বাবেই খোদাইৰ কাম আৰু তৈলচিত্ৰাঙ্কনবোৰ নষ্ট হ'ল বুলি ভাবিব পাৰি।

এই যুগৰ ভিতৰতে পৰ্ত্তুগীজ জাহাজবোৰ চীন পাইছিলহি। জাহাজবোৰ

কেণ্টন সোমালহি ১৫১৬ চনত। যিবিলাক চীনা মানুহক আলবুকাৰকে বাটত লগ পাইছিল সকলোবিলাককে সদ্ব্যৱহাৰ কৰিবলৈ আলবুকাৰক যত্নপৰ হৈছিল। ইয়াৰ সন্তোষজনক বা-বাৰ্তাৰে চীন দেশ বিয়পিছিল। সেইবাবে তেওঁবিলাকৰ প্ৰতি আদৰ অভ্যৰ্থনা বৰ ভাল হ'ল। কিন্তু অলপ পাচতেই পৰ্তুগীজবিলাকে নানা-প্ৰকাৰে অসৎ ব্যৱহাৰ কৰিবলৈ ধৰিলে আৰু কেইবা ঠাইতো দুৰ্গ নিৰ্ম্মাণ কৰিলে। এই অসভ্যালি দেখি চীনা চৰকাৰে বিস্ময় মানিলে। তেওঁবিলাকে ততাতৈয়াকৈ একো নকৰিলে, কিন্তু শেষত সকলোবিলাক পৰ্তুগীজকে বাজ কৰি খেদি পাঠিয়ালে। পৰ্তুগীজবিলাকে পিচত বুজিব পাৰিলে যে তেওঁবিলাকৰ চলিত পদ্ধতিয়ে চীন-দেশত একো কাম নিদিলে। তেওঁবিলাক বৰ শান্ত আৰু নিৰীহ হৈ পৰিল আৰু ১৫৫৭ চনত কেণ্টনৰ ওচৰত বসবাস কৰিবলৈ চীনা চৰকাৰৰপৰা অনুমতি পালে। তেতিয়া তেওঁবিলাকে মেকেও নগৰ স্থাপন কৰিলে।

পৰ্তুগীজবিলাকৰ যুগৰে খৃষ্টিয়ান ধৰ্ম্ম প্ৰচাৰকবিলাকো আহিছিল। সকলোতকৈ বিখ্যাত কেইজনমানৰ ভিতৰত এজন আছিল চেণ্ট ফ্ৰান্সিচ্ জেভিয়াৰ। তেওঁ ভাৰতত বহুতকাল কটাইছিল আৰু তেওঁৰ নামত বহুতো মিছনাৰী কলেজ প্ৰতিষ্ঠিত হোৱা তুমি দেখিবলৈ পাবা। তেওঁ জাপানলৈকো গৈছিল। অৱতৰণ কৰিবলৈ দিয়াৰ আগতে তেওঁ চীনা বন্দৰ এটাত ঢুকায়। চীনাসকলে খৃষ্টিয়ান ধৰ্ম্মপ্ৰচাৰকক উৎসাহদান কৰা নাছিল। বৌদ্ধ ছাত্ৰৰ ছদ্মবেশ ধাৰণ কৰা দুজন যীশুৰ ধৰ্ম্মৰ পুৰোহিত ভালেমান বছৰ চীনাভাষা শিকি কাল কটায়। তেওঁবিলাক কনফুচিয়াচ পন্থৰ পণ্ডিতৰূপে জনাজাত হৈছিল আৰু বৈজ্ঞানিক হিচাপে মান-সন্মান লাভ কৰিছিল। তেওঁবিলাকৰ এজনৰ নাম আছিল মেটিঅ'ৰিকি। তেওঁ অতিশয় দক্ষ আৰু বুদ্ধিমান পণ্ডিত আছিল। সম্ৰাটৰ কাষ চাপি যাবৰ বাবে তেওঁ সুবিধা কৰে। তেওঁ পিচত ছদ্মবেশ দলিয়াই পেলায় আৰু তেওঁৰ প্ৰভাৱতে খৃষ্টিয়ান ধৰ্ম্মই চীনত এখন অধিক ভাল ঠাই অধিকাৰ কৰে।

ওলন্দাজবিলাক মেকেও বোলা ঠাইখনলৈ সপ্তদশ শতাব্দীৰ প্ৰাৰম্ভতে আহে। ব্যৱসায়ৰ বাবে তেওঁবিলাকে অনুমতি বিচাৰে। কিন্তু তেওঁবিলাকৰ লগত পৰ্তুগীজবিলাকৰ সম্ভাৱ নাছিল আৰু সেইবাবে চীনা চৰকাৰক পৰ্তুগীজে তেওঁ-বিলাকৰ কথা বেয়াকৈ লগালে। তেওঁবিলাকে চীনক এই বুলি লগালে যে ওলন্দাজ-বিলাক এবিধ সাংঘাতিক ধৰণৰ জলদস্যু। সেইদেখি চীনে ওলন্দাজবিলাকক ব্যৱসায়ৰ বাবে অনুমতি দিবলৈ অস্বীকাৰ কৰিলে। কেইবছৰমানৰ পাচত ওলন্দাজবিলাকে যৱত থকা তেওঁবিলাকৰ নগৰ বাটাভিয়াৰপৰা এটা ডাঙৰ নৌ-বাহিনী পঠাই মেকেও আক্ৰমণ কৰি সেই ঠাইখন বলেৰে অধিকাৰ কৰিব খুজিলে। কিন্তু চীন আৰু পৰ্তুগীজ তেওঁবিলাকতকৈ বহুত শক্তিশালী।

ইংৰাজেও ওলন্দাজবিলাকক অনুসৰণ কৰিলে, কিন্তু তেওঁবিলাকো সফল হব নোৱাৰিলে। মিং যুগ অৱসান হোৱাৰ পাচতহে ইংৰাজে চীনত ব্যৱসায় কৰিবলৈ আংশিকভাৱে সুবিধা লাভ কৰিব পাৰিলে।

সকলো সৎ আৰু অসৎ বস্তুৰ দৰে মিং যুগটোৱো এদিন সামৰণি পৰিল। তেতিয়া সপ্তদশ শতাব্দীৰ মাজভাগ। সেই যে উত্তৰত টাৰ্টাৰ ফৈদৰ কলামেঘ দেখা

গৈছিল সি ক্রমে বাঢ়ি আহিল আৰু চীনৰ ওপৰত নিজৰ কৰাল ছাঁ পেলালে। তোমাৰ সেই প্ৰাচীন কীন নাইবা 'সোনালী যাত্ৰীৰ দল' সেই টাৰ্টাৰবোৰৰ কথা মনত পৰিব পায়। সেই টাৰ্টাৰবোৰে চুংবিলাকক চীনৰ দক্ষিণাংশলৈ খেদাই দিছিল আৰু সেই টাৰ্টাৰবোৰকো পাল পৰিলত মঙ্গোলিয়ানবিলাকে খেদাই দিলে। এই কীন-বিলাকৰ অৱতংশ নতুন ফৈদ এটাই চীন দেশৰ উত্তৰাংশত ক্ষমতাৱন্ত হৈ উঠিল। তেওঁবিলাকে নিজক নাম দিলে মাঞ্চু এই মাঞ্চুবিলাকেই মিংবিলাকক সম্পূৰ্ণৰূপে পৰাভূত কৰিলে।

কিন্তু চীনত অন্তৰ্বিদ্ৰোহ হৈ চীন ডোখৰ ডোখৰ হৈ নোযোৱাহেঁতেন এই মাঞ্চুবিলাকে চীন দখল কৰিবলৈ বৰ টান পালেহেঁতেন। চীন, ভাৰত আজি সকলোবোৰ দেশতে বিদেশী আক্ৰমণ সফল হোৱাৰ নজিৰ সদায় আছে। ইয়াৰ কাৰণ হ'ল সেইদেশবোৰৰ দুৰ্ব্বলতা আৰু তাৰ অধিবাসীবিলাকৰ ভিতৰত ঘটা দন্দ-খৰিয়াল। সেইদেখি চীনত গোটেই দেশ জুৰি অশান্তিৰ জুই জ্বলিছিল। সম্ভৱতঃ পাচত মিং সম্ৰাটবোৰ দুনীৰ্তিপৰায়ণ আৰু অযোগ্য হৈ পৰিছিল আৰু অৰ্থনৈতিক অৱস্থা এনেকুৱা আছিল যে তাত সামাজিক বিপ্লৱ এটাৰ হওঁ হওঁ অৱস্থা। মাঞ্চু-বিলাকৰ বিপক্ষে থিয় হোৱাটো বৰ অৰ্থভগনৰ কথা হৈ পৰিছিল আৰু ভয়ঙ্কৰৰূপে সি আছিল কষ্ট আৰু অৱসাদজনক। নপতা ফুকনবোৰৰ য'তে ত'তে আৱিৰ্ভাৱ ঘটিছিল আৰু তাৰ ভিতৰত যিজন মুখীয়াল তেওঁ কেইদিনমানৰ কাৰণেই স'চাস'চি-কৈয়ে সম্ৰাট হৈ সিংহাসনত উঠিছিল। মাঞ্চুবিলাকৰ বিপক্ষে সৈন্য পৰিচালনা কৰা মিং সেনাপতি জনৰ নাম আছিল য়ু চান কুৱেই। এই নপতা ফুকন আৰু মাঞ্চু-বিলাকৰ ভিতৰত তেওঁ কাৰ বিপক্ষে যুজিব তাক ঠিক কৰিব নোৱাৰিছিল। বৰ নিৰ্ব্বোধভাৱে সম্ভৱতঃ বৰ বিশ্বাসঘাতকতাৰে তেওঁ মাঞ্চুবিলাকক অনুৰোধ কৰি-ছিল যেন তেওঁবিলাক এই নপতাফুকন নিধনৰ ব্যাপাৰত সহায় হয়। মাঞ্চুবিলাকে আনন্দেৰে যোগদান কৰিলে আৰু পিকিঙতে অৱস্থান কৰি থাকিল।

য়ু চান কুৱেই তেতিয়া মিং ফৈদৰ অসহায়তা উপলব্ধি কৰি সেই মিংবিলাকৰ স্বাৰ্থ পৰিত্যাগ কৰিলে আৰু মাঞ্চু আক্ৰমণকাৰীবিলাকৰ লগ লাগিল।

এই কথাটো আচৰিত যেন নেলাগে যে এই য়ু চান কুৱেইক আজিলৈকে চীনত ঘৃণা কৰা হয় আৰু বুৰঞ্জীয়ে ঢুকি পোৱা কালৰ সকলোতকৈ চৰা বিশ্বাসঘাতক-বিলাকৰ এজন বুলি ধৰা হয়। দেশ ৰক্ষাৰ বাবে নিয়োজিত হৈ তেওঁ শত্ৰুৰ পক্ষ ললে আৰু দেশৰ দক্ষিণাংশ জয় কৰি লবৰ বাবে শত্ৰুক সহায়তা কৰিলে। মাঞ্চু-বিলাকে জয় কৰি লোৱা সেই দক্ষিণাংশেৰে ৰাজ প্ৰতিনিধি পাতি দি তেওঁক পুৰস্কৃত কৰিলে।

মাঞ্চুবিলাকে ১৬৫০ চনত কেন্টন নগৰখন অৱৰুদ্ধ কৰে আৰু সমগ্ৰ চীন দেশ দখল কাৰ্য্য সম্পূৰ্ণ কৰিব পাৰে। তেওঁবিলাকৰ জয়লাভৰ কাৰণ হ'ল এই যে চীনাবিলাকতকৈ ৰণত সুদক্ষ। সম্ভৱতঃ শান্তি আৰু সমৃদ্ধিৰ দীঘলীয়া সময়ে চীনৰ সামৰিক শক্তিৰ হ্ৰাস ঘটাইছিল। কিন্তু মাঞ্চুবিলাক দ্ৰুতভাৱে জয়ী হোৱাৰ অন্য কাৰণো আছিল। তাৰ ভিতৰত উল্লেখযোগ্য কাৰণ এইটো যে তেওঁবিলাকে চীনাবিলাকক গাত হাত ফুৰাই বশ কৰিবলৈ বিচাৰিছিল। আগৰকালৰ টাৰ্টাৰ

আক্ৰমণৰ সময়ত নিষ্ঠুৰভাৱে হত্যাকাণ্ড সংঘটিত হৈছিল। এইবাৰ কিন্তু চীনা বিষয়াবিলাকক ফুচুলাই জয় কৰিবলৈ বিচৰা হৈছিল আৰু তেওঁবিলাকে পুনৰায় বিষয়া হিচাপেই কাম কৰিবলৈ পাইছিল। চীনা বিষয়াবিলাক ওখ বিষয়াবিলাকতো নিয়োজিত হবলৈ ধৰিলে। আগৰ মিং শাসন পদ্ধতিৰ একো সালসলনি কৰা ন'হল। পদ্ধতি একেই থাকিল হয় কিন্তু ওপৰৰপৰা আদেশ দিওঁতাসকলৰ নিয়মৰ সাল-সলনি ঘটিল।

এইদৰেই চীনৰ সেই উজ্জ্বল যুগটোৰ সামৰণি পৰিল। তিনি শতাব্দীকাল সুশাসন কৰা সত্বেও এই ৰাজ্যখনৰ পতন হোৱাত মানুহ আচৰিত হবৰ কথাই। ভাবি লোৱাৰ দৰে যদি শাসন সঁচাকৈয়ে ভাল আছিল তেনে ইমানবোৰ বিদ্ৰোহ আৰু আভ্যন্তৰীণ অশান্তি কিয় হবলৈ পালে? মাঞ্চুৰিয়াৰপৰা অহা বিদেশী আক্ৰমণৰ সোঁতটো কিয় বন্ধ কৰিব পৰা নহ'ল? সম্ভৱতঃ শাসনতন্ত্ৰ পিচলৈ অত্যাচাৰী হৈ পৰিছিল। এইটোও হ'ব পাৰে, বেচি পৰিমাণে মাক-বাপেকৰ দৰে কৰা মৰমে প্ৰজাবিলাকৰ চৰিত্ৰও দুৰ্ব্বল কৰি পেলাইছিল। জাতি এটা বা লৰাছোৱালীৰ পক্ষে চামুচেৰে আহাৰ খুওৱাৰ দৰে কৰা মৰম সদায় ভাল নহয়।

মানুহ আচৰিত হয় যে চীন যেতিয়া সেই সময়ত উচ্চ সংস্কৃতিসম্পন্ন হৈ আছিল তেতিয়া সকলো ফালে—বিজ্ঞান, আৱিষ্কাৰ আদিৰ ক্ষেত্ৰত কিয় আগবাঢ়িব নোৱাৰিলে। ইউৰোপৰ মানুহ চীনতকৈ বহুতো পাচপৰা আছিল। অথচ তুমি দেখিবলৈ পাবা যে নৱজাগৰণৰ সময়ত তেওঁবিলাক কেনে সজীৱ, দুঃসাহসিকতাপূৰ্ণ আৰু অনুসন্ধিৎসু হৈ পৰিছিল। তুমি এই জাতিবিলাকক ৰিজাবলৈ এটা উদাহৰণ লব পাৰা। এটা জাতি জানিবা আদবয়সীয়া সংস্কৃতিসম্পন্ন মানুহ। শান্ত-ভাৱে জীৱন কটাবলৈ ভালপোৱা আৰু শাস্ত্ৰালোচনা আৰু কলাৰ চৰ্চ্চাত কাল কটোৱা দৈনিক জীৱন যাত্ৰাৰ তালভঙ্গ কৰিব নোখোজা আৰু নতুন দুঃসাহসিক অভিযানত আগ বাঢ়িব খোজাটোৱেই যাৰ লক্ষণ। কিন্তু ইউৰোপৰ আন জাতিবোৰ হ'ল জানিবা এটা উদ্ধত ডেকা ল'ৰা। জীৱনী শক্তিৰে ভৰপূৰ, অনুসন্ধিৎসু আৰু সকলো ফালে দুঃসাহসিক অভিযান কৰিবৰ বাবে আগ্ৰহশীল। চীনৰ সৌন্দৰ্য্য আছিল অসাধাৰণ। কিন্তু এই সৌন্দৰ্য্য হ'ল আবেলি বা গধূলিৰ দৰে প্ৰশান্ত সৌন্দৰ্য্য।

## ৮১

## জাপান উত্থান

২৩ জুলাই, ১৯৩২

চীনৰপৰা আমি জাপানলৈ যাত্ৰা কৰিব পাৰোঁ। যাওঁতে বাটত কোৰিয়াত খন্তেক বৈ যাম। মঙ্গোলিয়ানবিলাকে এই কোৰিয়াৰ ওপৰত প্ৰভুত্ব স্থাপন কৰি-ছিল। তেওঁবিলাকে জাপানক আক্ৰমণ কৰিবলৈকো চেষ্টা কৰিছিল। কিন্তু সফল নহ'ল। কুব্লাই খাঁই জাপানলৈ কেইবাটাও অভিযান পঠালে, কিন্তু সকলোবোৰকে

ওফৰাই পঠোৱা হ'ল। মঙ্গোলিয়ানবিলাকৰ সাগৰৰ পানীৰে সৈতে ৰাহিজোৰা অহা নাছিল। তেওঁবিলাক ঘাইকৈ মহাদেশীয় মানুহ। জাপান দ্বীপপুঞ্জৰ সমষ্টি হোৱা বাবে মঙ্গোলিয়ানবিলাকৰ হাত সাৰি আছিল।

মঙ্গোলিয়ানবিলাক চীনৰপৰা খেদাখোৱাৰ ঠিক পাচতে কোৰিয়াত বিপ্লৱ সংঘটিত হ'ল। মঙ্গোলিয়ানৰ ওচৰত সেওমনা শাসনকৰ্ত্তাবিলাকক তাৰপৰা খেদি উলিয়াই দিয়া হ'ল। এই বিপ্লৱৰ নেতা আছিল এজন স্বদেশহিতৈষী কোৰিয়াবাসী। তেওঁৰ নাম যি-টাই-যো। তেওঁ নতুনকৈ শাসনকৰ্ত্তা হৈ ৫০০ বছৰলৈ ৰাজত্ব কৰা ফৈদ এটা স্থাপন কৰে। এই ফৈদটো ১৩৯২ চনৰপৰা জাপানে কোৰিয়াক লগ লগোৱাৰ সেই সিদিনাৰ সময়লৈকে আছিল বুলি কব পাৰি। তেতিয়া ৰাজধানী আছিল চিউল আৰু সি তেতিয়াৰপৰা সেই একেদৰেই আছে। কোৰিয়াদেশৰ বুৰঞ্জীৰ এই ৫০০ বছৰৰ ঘটনাৰ ভিতৰলৈ আমি সোমাব নোৱাৰোঁ। কোৰিয়াক চেচেন বুলিও কোৱা হয়। এই দেশখন এক প্ৰকাৰ স্বাধীন হৈ চলি আছিল বুলিয়েই ক'ব লাগে। চীনৰ ছাঁ তাত পৰিছিল বাবে কেতিয়াবা চীনক কৰ-কাটলো দিব লগীয়া হৈছিল। জাপানৰ লগত কোৰিয়াৰ কেবাখনো যুদ্ধ লাগিল আৰু কোনো কোনো সময়ত কোৰিয়া জিকিছিল। কিন্তু এতিয়া আৰু এই দুয়োখন দেশৰ ভিতৰত কোনো ৰিজনি নাই। জাপান এখন প্ৰবল ক্ষমতাৱন্ত সাম্ৰাজ্য। সাম্ৰাজ্যবাদী শক্তিসমূহৰ যি দোষ আছে সকলোখিনিয়েই জাপানৰ গাত আৰোপ কৰিব পাৰি। জাপানৰ দ্বাৰা শাসিত আৰু শোষিত হোৱা বেচেৰা কোৰিয়াখন এই সাম্ৰাজ্যৰ এটা অংশ মাথোন আৰু নিঃসহায়ৰূপে অথচ নিভীকতাৰে নিজৰ স্বাধীনতাৰ বাবে সংঘৰ্ষত লিপ্ত। কিন্তু এইবোৰ হ'ল আধুনিক ইতিবৃত্ত আৰু আমি আছোঁ সুদূৰ অতীতৰ বুকুত।

তোমাৰ মনত থাকিব পায় যে জাপানত দ্বাদশ শতাব্দীৰ শেষ ভাগত স্বগুন ফৈদ আচল শাসনকৰ্ত্তা হৈ পৰিছিল। সম্ৰাটজন দেখাতহে সকলোৰে ওপৰত। প্ৰথম স্বগুনেটৰ নাম আছিল কামাকুৰা স্বগুনেট। ১৫০ বছৰ কাল জুৰি এই স্বগুনেটে দেশখনক শান্তি আৰু সুশাসন দিলে। শাসক ফৈদটোৰ স্বাভাৱিক অৱনতিয়ে দেখা দিলে আৰু পৰিণাম স্বৰূপে আহিল অকৰ্ম্মণ্যতা, বিলাসিতা আৰু গৃহযুদ্ধ। স্বগুন ফৈদ আৰু সুপ্ৰতিষ্ঠিত হব খোজা সম্ৰাটৰ লগত সংঘৰ্ষ চলি আছিল। সম্ৰাট পৰাজিত হ'ল। স্বগুনেটৰো সেই দশা হ'ল। স্বগুন ফৈদৰ নতুন এটা বংশ ১৩৩৮ চনত ক্ষমতাৱন্ত হৈ উঠিল। এই ফৈদটোৰ নাম আছিকাগা স্বগুনেট। ২৩৫ বছৰ-কাল এই ফৈদটোৱে ৰাজত্ব কৰে। কিন্তু এই সময় ছোৱাত সংঘৰ্ষ ঘটিছিল। যুদ্ধ লাগি আছিল। চীনৰ মিংবিলাক এই সময়ৰ প্ৰায় সমসাময়িক। এই স্বগুন ফৈদৰ এজনে মিংবিলাকৰ লগত মিত্ৰতা কৰিবলৈ চেষ্টা কৰিছিল আৰু তেওঁ মিং সম্ৰাটৰ বাহন স্বৰূপে নিজৰ পৰিচয় দিবৰ চেষ্টা কৰিছিল। জাপানৰ ঐতিহাসিকসকলে এই মানুহজনৰ কাৰ্য্যত বৰ বিৰক্তি আৰু অপমানিত বোধকৰি তেওঁক বৰ বেয়াকৈ আক্ৰমণ কৰি গৈছে।

চীনৰ লগত ঘটা সম্পৰ্ক সাধাৰণতে বৰ বন্ধুতাপূৰ্ণ আছিল আৰু মিংবিলাকৰ দিনত বিকশিত হৈ উঠা চীনা-সংস্কৃতিৰ এটা নতুন আগ্ৰহৰ ভাব পৰিলক্ষিত হৈছিল। চৈনিক কলা, কাব্য, স্থপতি-শিল্প, দৰ্শন আনকি যুদ্ধ বিজ্ঞানৰ চৰ্চ্চা কৰা হৈছিল

আৰু সেইবোৰৰ ওপৰত প্ৰশংসাও বৰ্ষিছিল। কিংবাকুজি (সোণোৱালী গম্বুজ) আৰু গিংকাকুজি (ৰূপোৱালী গম্বুজ) নামৰ দুটা বিখ্যাত অট্টালিকা সেই সময়তে নিৰ্ম্মাণ হৈছিল।

কলা সংস্কৃতিৰ উৎকৰ্ষ আৰু বিলাসিতাৰ লগে লগে খেতিয়কবিলাকৰ দুখ কষ্টও সমানে বেচি হৈ উঠিছিল। খেতিয়কৰ ওপৰত ক'কাল ভগা কৰ-কাটল বহুওৱা হৈছিল আৰু গৃহযুদ্ধৰ বোজাটো বেচিকৈ পৰিছিল তেওঁবিলাকৰ ওপৰত। অৱস্থা ক্ৰমে বেয়াতকৈও বেয়া হৈ আহিল আৰু কেন্দ্ৰীয় শাসনৰ পৰিধি ৰাজধানী পাৰ নোহোৱাত পৰিল।

এই যুদ্ধবিগ্ৰহৰ সময়ত ১৫৪২ চনত পৰ্ত্তুগীজ আহে। এইটো আগ্ৰহেৰে উল্লেখ কৰিব পাৰোঁ যে আগ্নেয়াস্ত্ৰ জাপানলৈ তেওঁবিলাকেই প্ৰথম আনে। এইটো বৰ আচৰিত যেন লাগে যে চীনে এইবিধ অস্ত্ৰৰ পৰিচালনাত বহুত দিনৰপৰা সিদ্ধহস্ত। আনকি ইউৰোপেও এই বিদ্যাটো চীনৰপৰাহে শিকে। মঙ্গোলিয়ানবিলাকৰ জৰীয়তে এই শিক্ষা তেওঁবিলাকে লাভ কৰে।

এশবছৰীয়া গৃহযুদ্ধৰপৰা তিনিজন মানুহে অৱশেষত জাপানক উদ্ধাৰ কৰে। তেওঁবিলাকৰ নাম নৱবুনাগা, তেওঁ এজন ডাইমিয় বা সামন্ত। হাইডেয়ছি, যি এজন খেতিয়ক আৰু টকুগাৱা আয়েযাছু, এজন সম্ভ্ৰান্ত সামন্ত। ষোড়শ শতাব্দীৰ শেষ ভাগত সদৌ জাপান আকৌ একগোট হ'ল। হাইডেয়ছি নামৰ খেতিয়কজন জাপানৰ সুদক্ষ ৰাজনীতিৰূপে পৰিগণিত হ'ল। কিন্তু তেওঁ হেনো দেখাত বৰ কুৰূপ আছিল—চুটি-চাপৰ আৰু গাঠালু, মুখখন তেওঁৰ আছিল বান্দৰৰ দৰে।

জাপান সম্মিলিত আৰু এক হৈ পৰিলত তাৰ মানুহে ইমান ডাঙৰ সৈন্য বাহিনীক কি কৰিব তাক একো নিৰ্ণয় কৰিব নোৱাৰিলে। সেইদেখি কোনো কাম-কাজ নেথাকিলত কোৰিয়া আক্ৰমণ কৰা হ'ল। কিন্তু তাৰ বাবে অনুতপ্ত হ'ব লগীয়া হ'ল সোনকালেই। কোৰিয়াবাসীয়ে জাপানৰ নৌ বাহিনী ঘটুৱালে আৰু দুয়োখন দেশৰ মাজৰ সমুদ্ৰত আধিপত্য স্থাপন কৰিলে। তেওঁবিলাকে কাছৰ চলঙৰ দৰে মূধ থকা লোৰ পাট থকা এক প্ৰকাৰ নতুন জাহাজ চলাই ঘাইকৈ এই বিষয়ত পটুতা দেখুৱালে। তেওঁবিলাকে এই জাহাজৰ নাম দিছিল "কাছ জাহাজ"। সেই জাহাজবোৰ ইচ্ছানুসাৰে আগলৈ আৰু পাচলৈ চলাব পাৰি। এই জাহাজবোৰৰ দ্বাৰা জাপানৰ যুদ্ধ জাহাজবোৰ ধ্বংস কৰা হ'ল। টকুগাৱা আয়েযাছ নামৰ তৃতীয় মানুহজন গৃহযুদ্ধবিলাকৰপৰা বৰ বেচি পৰিমাণে লাভৱান হ'ল। তেওঁৰ ইমান লাভ হ'ল যে তেওঁ ধনকুবেৰ হৈ পৰিল আৰু জাপানৰ সাত ভাগৰ এভাগৰ অধিকাৰী হ'ল। তেওঁৰ ভূসম্পত্তিৰ মাজত থকা যেদো নগৰখন তেৱেঁই স্থাপন কৰিলে। এই যেদোৱেই পাচত টকিয় হ'ল। ১৬০৩ চনত অয়েযাছ স্বগুনৰূপে পৰিচিত হৈ ৰাজ্য চলালে। এৱেঁই তৃতীয় বা শেষ স্বগুনেট। এই ফৈদটোৰ নাম হ'ল টকুগাৱা স্বগুনেট আৰু এই ফৈদটোৱে ২৫০ বছৰৰ ওপৰকাল ৰাজত্ব কৰিলে।

ইতিমধ্যে পৰ্ত্তুগীজবিলাকে সৰু সুৰাকৈ বেহাবেপাৰ চলাই আছিল। পুৰা পঞ্চাশ বছৰ কাল তেওঁবিলাকৰ কোনো ইউৰোপীয় প্ৰতিদ্বন্দ্বী নাছিল। স্পেনীয়-বিলাক আহিল ১৫৯২ চনত আৰু ওলন্দাজ আৰু ইংৰাজবিলাক আহিল আৰু

পলমকৈ। ১৫৪৯ চনত চেন্ট ফ্ৰান্সিচ জেভিয়াৰে খৃষ্টীয়ান ধৰ্ম্ম প্ৰচাৰ কৰিছিল যেন লাগে। যীশুৰ ধৰ্ম্ম পুৰোহিতবিলাকক প্ৰচাৰ কৰিবলৈ দিয়া হৈছিল আৰু আনকি উৎসাহিতো কৰিছিল। ইয়াৰ ঘাই কাৰণ আছিল ৰাজনৈতিক। বৌদ্ধ মঠবোৰক জটকুটৰ ঘাই বুলি ভবা হৈছিল। বৌদ্ধ ভিক্ষুবিলাকক প্ৰপীড়িত কৰি খৃষ্টীয়ান ধৰ্ম্ম প্ৰচাৰকক অনুগ্ৰহ দেখুৱাইছিল। পিচে জাপানীবিলাকে সোনকালেই গম পালে যে এই ধৰ্ম্ম প্ৰচাৰকবিলাক সাংঘাতিক মানুহ। তেওঁবিলাকে তৎক্ষণাৎ নীতি সলনি কৰি ধৰ্ম্ম প্ৰচাৰকবিলাকক খেদি পঠিয়ালে। ১৫৮৭ চনৰ আদি ভাগত খৃষ্টীয়ানৰ পৰিপন্থী আদেশ জাৰী কৰি ধৰ্ম্ম প্ৰচাৰকবিলাকে কুৰি দিনৰ ভিতৰতে দেশত্যাগ কৰি নগলে প্ৰাণদণ্ড দিয়া হ'ব বুলি ঘোষণা কৰিলে। সদাগৰবিলাকৰ প্ৰতি আদেশ জাৰী কৰা নহ'ল। কোৱা হ'ল যে সদাগৰবিলাকে যদি এজনো ধৰ্ম্ম-প্ৰচাৰক তেওঁবিলাকৰ জাহাজত লৈ আহে তেনে জাহাজ আৰু তাৰ পণ্য বাজেয়াপ্ত কৰা হ'ব। একমাত্ৰ ৰাজনৈতিক কাৰণতে এই আদেশ জাৰী কৰা হ'ল। হাইডেয়োছিয়ে বিপদ গণিলে। তেওঁ ভাবিলে ধৰ্ম্মপ্ৰচাৰকবিলাক সশিষ্যে ৰাজনৈতিক বিপদ হৈ উঠিব। তেওঁৰ এই অনুমান বেচি ভুল হোৱা নাছিল।

ইয়াৰ অলপ পাচতেই হোৱা ঘটনা এটাই হাইডেয়োছিৰ বিশ্বাস দৃঢ় কৰিলে। তেওঁ নিজৰ অনুমান সঙ্গত বোধকৰি খঙত জ্বলিপকি উঠিল। তোমাৰ মনত থাকিব পায় 'মেনিলা গেলিয়নে' ফিলিপাইন দ্বীপপুঞ্জৰপৰা স্পেনীয় আমেৰিকালৈ বছৰে-কত এবাৰকৈ গতি কৰে। সেই জাহাজখন ধুমুহাই জাপানৰ পাৰ চপাই দিলে। স্পেনীয় নৌ অধ্যক্ষজনে পৃথিৱীৰ মেপ এখন দেখুৱাই বিশেষকৈ স্পেইনৰ ৰজাৰ কিমান অগাধ মাটিবাৰী আছে সেইটো স্থানীয় জাপানীবিলাকক জনাই আতঙ্কগ্ৰস্ত কৰি তুলিবৰ চেষ্টা কৰিছিল। কেনেকৈ স্পেইনৰ ইমান ডাঙৰ সাম্ৰাজ্য লাভ হ'ল, এই কথা অধ্যক্ষজনক সোধা হ'ল। তেওঁ উত্তৰ দিলে যে, কথাটো সিমান উজু নাছিল। প্ৰথমতে ধৰ্ম্মপ্ৰচাৰকবিলাক যায়। তাৰ পিচত যেতিয়া তেওঁবিলাকৰ শিষ্যৰ সংখ্যা বহুত হয়, তেতিয়া সৈন্যবিলাকক শিষ্যবিলাকৰ লগ লাগিবলৈ দিয়া হয় আৰু তেতিয়া ৰাজ্যখন দখল কৰি পেলায়। এই কথাখিনি যেতিয়া হাইডেয়োছিৰ কাণত পৰিল তেওঁ শুনি সন্তোষ নেপালে বৰং ধৰ্ম্মপ্ৰচাৰকবোৰৰ ওপৰত অতিশয় বিৰক্ত হৈ পৰিল। তেওঁ 'মেনিলা গেলিয়নক' এৰি দিলে কিন্তু কিছুমান ধৰ্ম্ম-প্ৰচাৰকক সশিষ্যে বধ কৰিলে।

আয়েযাচু যেতিয়া ছগুন হ'ল, তেওঁ বিদেশীবিলাকৰ প্ৰতি সদ্ব্যৱহাৰ দেখুৱালে। বিদেশী বাণিজ্য প্ৰসাৰণত তেওঁ বিশেষৰূপে আগ্ৰহান্বিত হ'ল, বিশেষকৈ তেওঁৰ নিজৰ বন্দৰ যেদোৰ যোগেদি। কিন্তু আয়েযাচুৰ মৃত্যুৰ পিচত খৃষ্টীয়ানবিলাকৰ ওপৰত আকৌ অত্যাচাৰ আৰম্ভ হ'ল। ধৰ্ম্মপ্ৰচাৰকবিলাকক বলেৰে বাহিৰ কৰি দিয়া হৈছিল আৰু জাপানী শিষ্যবিলাকক খৃষ্টীয়ান ধৰ্ম্ম পৰিহাৰ কৰিবলৈ কোৱা হৈছিল। বৈদেশিক ৰাজনৈতিক ভাব-ভঙ্গীবোৰ দেখি জাপানী-বিলাক ইমান ভীত হৈ পৰিছিল যে তেওঁবিলাকে নিজৰ বাণিজ্যিক নীতিবো সাল-সলনি ঘটাই পেলাইছিল। পৰিণাম যিয়েই নহওক তেওঁবিলাকে বিদেশীবিলাকক খেদাই দিবলৈ বদ্ধপৰিকৰ হৈছিল।

জাপানীবিলাকৰ এই বিপৰীত প্ৰতিক্ৰিয়াৰ অৰ্থ বুজিব পৰা যায়। এইটো ভাবি আচৰিত লাগে যে তেওঁলোকে যদিও ইউৰোপবিলাকৰ লগত অলপহে কথা-বতৰা পাতি চাইছিল তেওঁবিলাকে ধৰ্ম্মৰ ৰামনামী কাপোৰ গাত মেৰাই লৈ থকা অসাধু মনোবৃত্তিৰ সাম্ৰাজ্যবাদী মানুহবোৰক ধৰা পেলাবলৈ যথেষ্ট পৰ্য্যবেক্ষণ কৰিব লগীয়া হৈছিল। ইয়াৰ পাচৰ বছৰবোৰত আন আন দেশৰ সম্বন্ধে ইউৰোপীয় শক্তিয়ে নিজৰ সত্বা প্ৰতিষ্ঠিত কৰিবৰ বাবে কেনেকৈ ধৰ্ম্মৰ নামত এই অসাধু মনোবৃত্তি গ্ৰহণ কৰিছিল তাক আমি ভালকৈ জানো।

এতিয়া বুৰঞ্জীত এটা অসাধাৰণ ঘটনা ঘটিল। এইটো হ'ল জাপানৰ ধৰণৰ খুটি পুতি চাৰিও সীমা বান্ধি লোৱা অৱস্থা। ইচ্ছা কৰিয়েই যেতিয়া অকলশৰীয়াকৈ হৈ থকাৰ নীতি অৱলম্বিত হ'ল আৰু যেতিয়া তাক অৱলম্বন কৰাই হ'ল, সেই নীতিটো বিস্ময়কৰ সাৰ্থকতাৰে অনুসৃতো কৰা হ'ল। ইংৰাজবিলাকে যেতিয়া দেখিলে যে জাপানৰ দুৱাৰ বন্ধ তেতিয়া তেওঁবিলাকে ১৬২৩ চনত জাপানলৈ যোৱাৰ আশা পৰিত্যাগ কৰিলে। ইয়াৰ পাচৰ বছৰত সকলোতকৈ ভয়ানক বুলি জনাজাত স্পেনিয়াৰ্ডবিলাকক পঠোৱা হ'ল। এইটো বিধান কৰা হ'ল যে অখৃষ্টীয়ানবিলাকহে মাথোন ব্যৱসায় বাণিজ্যৰ বাবে বিদেশলৈ ওলাই যাব পাৰিব। তথাপি ফিলিপাইন্ দ্বীপপুঞ্জলৈ তেওঁবিলাক যাব নোৱাৰিব। শেষত ১৬৩৬ চনৰপৰা ১২ বছৰৰ পাচত জাপানৰ দুৱাৰ একেবাৰে বন্ধ হৈ গ'ল। পৰ্ত্তুগীজ-বিলাকক খেদি দিয়া হ'ল। খৃষ্টীয়ান বা খৃষ্টীয়ান কোনো জাপানী মানুহে যি কোনো কাৰণতে নহলেও বিদেশলৈ যোৱাটো বন্ধ হ'ল। যিবিলাক জাপানী বিদেশত বসবাস কৰি আছে তেওঁবিলাক জাপানলৈ উভতি আহিলে মৃত্যুদণ্ডেৰে দণ্ডিত হব! মাত্ৰ কেইজনমান ওলন্দাজ মানুহ থাকি গ'ল, কিন্তু তেওঁবিলাকক বন্দৰ পৰিত্যাগ কৰি দেশৰ ভিতৰলৈ সোমাবলৈ মানা কৰা হ'ল। ১৬৪১ চনত এই ওলন্দাজ-বিলাকক নাগাচাকি বন্দৰৰ সৰু দ্বীপ এটালৈ নিয়া হ'ল আৰু তাতে তেওঁবিলাকক বন্দীৰ দৰে থাকিবলৈ দিলে। এইদৰে পৰ্ত্তুগীজবিলাক অহাৰ ঠিক ৯৯ বছৰৰ পাচত জাপানে সকলো বৈদেশিক ছেদ কৰি নিজক অকলশৰীয়া কৰিবলৈ দুৱাৰ দাং মাৰি থলে।

১৬৪০ চনত এখন পৰ্ত্তুগীজ জাহাজ আহি বাণিজ্য মুকলি কৰি দিবৰ বাবে বৈদেশিক দোত বিচাৰিছিল। কিন্তু তেনে সুবিধা একো দিয়া নহ'ল। জাপানী-বিলাকে সেই জাহাজত অহা পৰ্ত্তুগীজ কটকীবিলাকক বধ কৰিলে। খালাচীবোৰৰ কিছুমানক বধ কৰি কিছুমানক এই বাতৰি দেশত দিবৰ কাৰণে এৰি দিলে।

২০০ বছৰৰো ওপৰকাল জাপান বিশ্বৰপৰা প্ৰায় সম্পূৰ্ণৰূপে বহিৰ্ভূত হৈ পৰিল আৰু আনকি নিজৰ ওচৰ চুবুৰীয়া দেশ চীন আৰু কোৰিয়াৰ পৰাও নিলগ হ'ল। দ্বীপাত থকা কেইজনমান ওলন্দাজ, ক'ৰবাত কেতিয়াবা চোকাদৃষ্টিৰ অন্তৰালত একোজন চীনা মানুহ বাহিৰ জগতৰ লগত জাপানৰ একমাত্ৰ সংযোগ সূত্ৰ হ'ল। এই বিচ্ছিন্নতা বৰ অসাধাৰণ ঘটনা। পৃথিৱীৰ কোনো ঠাইতে কোনো দেশৰ বুৰঞ্জীতে এনেকুৱা উদাহৰণ আৰু নাই। আনকি ৰহস্যময় তিব্বত আৰু আফ্ৰিকায়ো নিজৰ ওচৰ চুবুৰীয়া দেশবোৰৰ লগত ঘনিষ্ঠতা ৰাখিছিল। নিজক অকলশৰীয়া

কৰি ৰখাটো ভয়ানক কথা। ব্যক্তিজীৱনৰ বাবে যেনেকৈ ভয়ানক, জাতি এটাৰ জীৱনতো সেইদৰেই ভয়ানক। কিন্তু জাপানে এই ভয়ানক অৱস্থা অতিক্ৰম কৰিলে, আভ্যন্তৰীক শান্তি ৰক্ষা কৰিব পাৰিলে আৰু দীঘলীয়া যুদ্ধ-বিগ্ৰহৰপৰা নিজক বিমুক্ত কৰিলে। অৱশেষত ১৮৫৩ চনত জাপানে নিজৰ দুৱাৰ, খিৰিকীবোৰ আকৌ মুকলি কৰি দিলে। জাপানে আৰু অসাধাৰণ কাম সম্পন্ন কৰিলে। জাপান বায়ুবেগেৰে আগবাঢ়িল, হেৰোৱা সময় পুনৰুদ্ধাৰ কৰিলে, ইউৰোপীয় জাতিবোৰৰ সমকক্ষ হ'ল আৰু তেওঁবিলাকৰ নিজৰ জালতে জাপানে তেওঁবিলাকক মেৰাই পেলালে।

বুৰঞ্জীৰ বহিঃৰেখাবোৰ কিমান নীৰস আৰু ৰুক্ষ! ইয়াৰ মাজেদি সৰকা ঘটনাবোৰ কিমান পাতল আৰু নিজ্জীৱ! তথাপি যেতিয়া মানুহে আগৰ কালত লেখা কিতাপ এখন পঢ়ে, জীৱন মৃত অতীতৰ মাজলৈ সোমাই যায় আৰু জীৱন-ৰঙ্গমঞ্চ আমাৰ সমুখলৈ আহে আৰু জীৱন যাপন কৰা, মৰম চেনেহ কৰা আৰু ঘৃণা বিদ্বেষ কৰা মানুহ নামৰ প্ৰাণীবোৰ তাত লৰচৰ কৰি ফুৰে। লেডী মুৰাচাকি নামৰ ধুনীয়া বুঢ়ী জাপানী এগৰাকীৰ বিষয়ে মই পঢ়িবলৈ পাইছিলোঁ। এই চিঠিত উল্লেখ কৰা গৃহযুদ্ধবোৰৰ শ শ বছৰৰ আগতে সেই মানুহ গৰাকীয়ে জাপান সম্ৰাটৰ দৰবাৰত নিজৰ জীৱনৰ বিষয়ে এটা দীঘলীয়া বৰ্ণনা লেখি থৈ গৈছে। এই লেখাবোৰত থকা মনোৰম পৰশ, সহৃদয়তা আৰু সিংহাসনৰ অসাৰতাৰ কথাবোৰ মই পঢ়োঁতে লেডী মুৰাচাকি মোৰ আগত সঁচাসঁচি হৈ পৰে আৰু প্ৰাচীন জাপানৰ ৰাজ দৰবাৰৰ সীমাৱদ্ধ অথচ কলাপূৰ্ণ বিশ্বজগৎখন মোৰ চকুৰ আগত এখন স্পষ্ট ছৱিৰ দৰে হৈ জিলিকি উঠে।

## ৮২

## অশান্ত ইউৰোপ

৪ আগষ্ট, ১৯৩২

তোমালৈ মই বহুত দিন চিঠি লিখা নাই; আগৰ চিঠিখন প্ৰায় দুসপ্তাহৰ আগতে লিখিছিলোঁ। বাহিৰৰ পৃথিৱীখনৰ দৰেই জেলৰ ভিতৰতো মনটো কেতিয়াবা কেনেবা লাগে; কিছু দিনৰপৰা চিঠি লিখিবলৈ মন নোযোৱা হৈছে। এইবোৰ চিঠি অৱশ্যে মোৰ বাহিৰে আনে দেখা পোৱা নাই। চিঠিবোৰ পিনেৰে গাঁথি থৈ দিছোঁ; সময় নোহোৱালৈকে থৈ দিম; হয়তো বহুত মাহ, বহুত বছৰৰ মূৰতহে তুমি এই-বোৰ চাবলৈ পাবা। এতিয়াৰপৰা বহুত মাহ, বহুত বছৰৰ মূৰত। আমি আকৌ যেতিয়া লগ হম—পৰস্পৰৰ মুখামুখি হম তুমি কিমান যে ডাঙৰ হৈ যাবা আৰু সলনি হৈ যোৱা দেখা পাম, সেই কথা ভাবিলে আচৰিত লাগে, তেতিয়া আমি কিমান কথা পাতিম ! কত কি কৰিম! এইবোৰ চিঠিলৈ মন কৰিবলৈ তোমাৰ তেতিয়া আজ-

ৰিয়েই নেথাকিব। তেতিয়ালৈ এইবোৰ চিঠি এদম হ'বগৈ। মোৰ ফাটেকত কটোৱা জীৱনৰ শ শ ঘণ্টা এইবোৰ চিঠিৰ লগত সাঙোৰ খাই থাকিব।

তথাপি মই চিঠি লিখিয়েই থাকিম আৰু ইতিমধ্যে লিখি দমাই থোৱা চিঠিৰ কলেৱৰো বাঢ়ি যাব। এইবোৰে হয়তো তোমাৰ মনো আকৰ্ষণ কৰিব; মোক হ'লে এইবোৰে আকৰ্ষণ কৰিছে।

আমি বহুত দিন এচিয়াৰ কথা আলোচনা কৰিলোঁ। ভাৰত, মালয়েচিয়া, চীন আৰু জাপানৰ ঘটনাৱলীৰ পম খেদা হ'ল। ইউৰোপৰ কথা হঠাতে বাদ দিয়া হ'ল—ঠিক যি সময়ত ইউৰোপৰ জাগৰণ হৈছিল আৰু কথাবোৰ ভাল লাগিবলৈ ধৰিছিল তেতিয়াই বাদ দিয়া হ'ল। সেয়ে আছিল নৱজাগৰণ যুগ বা পুনৰজন্মৰ যুগ। সম্ভৱতঃ নৱজন্ম বুলি ক'লেহে খাপ খাব; কিয়নো ষোল শ শতিকাত ইউৰোপ যিদৰে উথ্লাই গৈছিল, সেই উত্থান আগৰ কোনো পুৰণি যুগৰ হুবহু অনুকৰণ নাছিল। ই তেনেই নতুন, নাইবা অন্ততঃ এই বুলি কব পাৰি যে পুৰণি কথা এটাৰ ওপৰত তেনেই নতুন এখন আৱৰণ হ'ল।

ইউৰোপৰ কেওপিনে অশান্তি আৰু অস্থিৰতাই দেখা দিলে; কেওফালৰপৰা আৱদ্ধ হৈ থকা ঠাই এডোখৰ উন্মুক্ত হৈ পৰিল। সামান্তবাদী আহি'ৰ সামাজিক আৰু অৰ্থনৈতিক গাঁথনি এটাই শ শ বছৰ জুৰি ইউৰোপক গিলিপ মাৰি ধৰিলে আৰু নিজৰ খোপনি অটুট ৰাখিলে। এই আৱৰণে কিছুদিনলৈ বিকাশৰ বাটত বাধা জন্মালে। কিন্তু লাহে লাহে সেই আৱৰণৰ বহুত ঠাইত ফাঁক মেলিলে। কলম্বাচ, ভাস্কো ডা গামা আৰু সাগৰপথৰ আন আন অগ্ৰনী-আৱিষ্কাৰকসকলে সেই আৱৰণ ভাঙি দিলে; আমেৰিকা আৰু প্ৰাচ্যৰ সম্পদেৰে অপূৰ্ব্বভাৱে চহকী হৈ উঠা স্পেইন আৰু পৰ্ত্তুগালে ইউৰোপৰ চকুত চমক লগাই দিলে আৰু পৰিৱৰ্ত্তনৰ গতি খৰতকীয়া কৰি তুলিলে। নিজৰ ঠেক সাগৰৰ সীমাৰ সিপাৰলৈ চাবলৈ আৰু পৃথিৱীৰ দৃষ্টিকোণৰপৰা কথাবোৰ ভাবিবলৈ ইউৰোপে আৰম্ভ কৰিলে। বিশ্ব-বাণিজ্যৰ আৰু সাম্ৰাজ্যৰ বিৰাট সম্ভাৱনা মুকলি হৈ পৰিল। 'বুৰ্জোৱা'সকলৰ শক্তি বাঢ়ি গ'ল আৰু সামন্তবাদ ক্ৰমে পশ্চিম ইউৰোপৰ সমুখত অধিক অন্তৰায় স্বৰূপ হ'ল।

ইতিমধ্যে সামন্তবাদ আৰু পুৰণি হৈ পৰিল। খেতিয়কৰ ওপৰত নিলৰ্জ্জ-ভাৱে শোষণ চলোৱাই এই প্ৰথাৰ মূল কথা। বলেৰে কাম কৰাই লয়, ধন নিদিয়াকৈ কাম কৰায় আৰু গৰাকীক নানান ধৰণৰ উপৰুৱা কৰকাটল দিব লাগে। আকৌ এই গৰাকীজনেই বিচাৰকৰ্ত্তাও। খেতিয়কসকলৰ দুখ-দুৰ্গতি ইমান বেচি হ'ল গৈ যে ঘনাই কৃষকৰ সংঘৰ্ষ আৰু যুজ-বাগৰ লাগিবলৈ ধৰিলে। এই কৃষক যুদ্ধবোৰ বিয়পি পৰিল আৰু সঘনে হবলৈ ধৰিলে। সামন্তবাদী প্ৰথাৰ স্থান ললে মধ্যবিত্ত শ্ৰেণী বা বুৰ্জ্জোৱা শ্ৰেণীৰ ৰাষ্ট্ৰই; এনে কৃষক বিদ্ৰোহবোৰেই এই পৰিৱৰ্ত্তন ঘটালে।

পিচে নিচেই কম সময়ৰ ভিতৰতে এইবোৰ পৰিৱৰ্ত্তন ঘটিল বুলি ধৰি নলবা। তাৰ বাবে বহুত সময় লাগিল; ইউৰোপ জুৰি কেইবা কুৰি বছৰ ধৰি গৃহযুদ্ধ চলাৰ মুৰতহে এই পৰিৱৰ্ত্তন হ'ল। এইবোৰ যুদ্ধৰ ফলত ইউৰোপৰ ডাঙৰ অংশ এটা

ধ্বংস হ'ল। অকল যে কৃষক যুদ্ধই লাগিছিল এনে নহয়, প্ৰটেষ্টাণ্ট আৰু কেথলিক-সকলৰ মাজত ধৰ্ম্মমূলক যুদ্ধ, নেডাৰলেণ্ডছৰ দৰে দেশত স্বাধীনতাৰ বাবে ৰাষ্ট্ৰীয় যুদ্ধ আৰু ৰজাৰ সৰ্ব্বময় কৰ্তৃত্বৰ বিৰুদ্ধে বুৰ্জোৱাসকলৰ বিদ্ৰোহো হৈছিল। এইবোৰ তেনেই খেলিমেলি লগা কথা যেন লাগে, নহয়নে বাৰু? হয় এইবোৰ খেলি মেলি লগা কথা আৰু জটিলতাপূৰ্ণ। কিন্তু আমি যদি ডাঙৰ ডাঙৰ ঘটনা আৰু আন্দোলনবোৰৰ কথা ফঁহিয়াই চাওঁ, তেতিয়া ইয়াৰ মাজৰপৰা আমি কিছুমান কথা গম ধৰিব পাৰিম।

পোনতে মন কৰিব লগীয়া কথা হ'ল—খেতিয়কসকলৰ অশেষ দুখ-দুৰ্গতি হৈছিল, তাৰ ফলতে কৃষক যুদ্ধ হবলৈ ধৰিলে। দ্বিতীয়তে মন কৰিব লগীয়া কথা হ'ল—বুৰ্জোৱাসকলৰ উত্থান আৰু উৎপাদনকাৰী শক্তিসমূহৰ বিকাশ। বয়-বস্তু উৎপন্ন কৰা কামত অধিক সংখ্যক বনুৱা নিয়োজিত হ'ল আৰু বেপাৰ বাণিজ্য বৃদ্ধি পালে। তৃতীয়তে মন কৰিব লগীয়া কথা হ'ল—গীৰ্জ্জাৰ লোকসকলেই আটাইতকৈ ডাঙৰ মাটিগিৰি। এওঁলোক বিপুল ন্যস্ত স্বাৰ্থৰ গৰাকী আৰু সেইদেখি সামন্ত-বাদী প্ৰথা চলি থকা বিষয়ত তেওঁলোকৰ বিশেষ স্বাৰ্থ জড়িত আছিল। নিজৰ ধনসম্পদ আৰু সা-সম্পত্তিৰপৰা বহুত পৰিমাণে বঞ্চিত হোৱাৰ শঙ্কা থকা অৰ্থ-নৈতিক পৰিবৰ্ত্তন ঘটাটো তেওঁলোকে বিচৰা নাছিল। সেই দেখি ৰোমত যেতিয়া ধৰ্ম্মমূলক বিদ্ৰোহ ঘটিল, ই অৰ্থনৈতিক বিপ্লৱৰ লগত খাপ খাই পৰিল।

এই বিৰাট অৰ্থনৈতিক বিপ্লৱৰ লগতে বা তাৰ পিচতে সামাজিক, ৰাজ-নৈতিক আৰু ধৰ্ম্মবিষয়ক আদি সকলো পিনে বহুতো পৰিবৰ্ত্তন ঘটিল। ষোড়শ আৰু সপ্তদশ শতিকাৰ ইউৰোপৰ কথা যদি সুদূৰপ্ৰসাৰী আৰু বহল দৃষ্টিকোণৰ-পৰা চোৱা, তেতিয়া হ'লে সকলোবোৰ কাৰ্য্যকলাপ, আন্দোলন আৰু পৰিবৰ্ত্তনৰ মাজত থকা পাৰস্পৰিক সম্পৰ্কৰ কথা তুমি গম ধৰিব পাৰিবা। সাধাৰণতে এই কালছোৱাৰ তিনিটা ডাঙৰ আন্দোলনৰ ওপৰত গুৰুত্ব আৰোপ কৰা হয়—সেয়ে হ'ল, নৱজাগৰণৰ আন্দোলন, সংস্কাৰ আন্দোলন আৰু বিপ্লৱ। কিন্তু দুখ-দুৰ্গতি আৰু অশান্তি; তাৰ ফলত অৰ্থনৈতিক বিপ্লৱ ঘটে—আৰু সিয়ে পৰিবৰ্ত্তনবোৰৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ।

নৱজাগৰণৰ আন্দোলন হ'ল—জ্ঞান আহৰণৰ পুনৰ জন্মৰ যুগ; এই যুগতে কলা, বিজ্ঞান আৰু সাহিত্যৰ বিকাশ ঘটে আৰু ইউৰোপৰ দেশবোৰৰ ভাষাসমূহ সমৃদ্ধ হয়। সংস্কাৰ আন্দোলন হ'ল—ৰোমান চাৰ্চ্চৰ বিৰুদ্ধে চলোৱা বিদ্ৰোহ। চাৰ্চ্চ-ব্যৱস্থাৰ মাজত সোমোৱা দুৰ্নীতিৰ বিৰুদ্ধে এই জনপ্ৰিয় বিদ্ৰোহ চলিছিল। তদুপৰি পোপে ইউৰোপৰ ৰজাসকলৰ ওপৰত প্ৰভুত্বৰ দাবী তোলাত তাৰ বিৰুদ্ধেও ৰজাসকলে এই বিদ্ৰোহ ঘটাইছিল। তৃতীয়তে চাৰ্চ্চ-ব্যৱস্থাৰ মাজত থাকি তাৰ পৰাই ইয়াৰ সংস্কাৰ সাধিবলৈ ইয়াৰ যোগেদি চেষ্টা কৰা হৈছিল। বিপ্লৱ আছিল বুৰ্জোৱাসকলৰ ৰাজনৈতিক সংগ্ৰাম; ইয়াৰ উদ্দেশ্য আছিল—ৰজাসকলৰ ক্ষমতা নিয়ন্ত্ৰিত আৰু সীমাবদ্ধ কৰা।

এই সকলোবোৰ আন্দোলনৰে গুৰিত আছিল—ছাপাখানা। তোমাৰ হয়তো জনা আছে যে আৰবসকলে চীনাসকলৰপৰা কাগজ তৈয়াৰ কৰা প্ৰণালী শিকে,

আৰবসকলৰপৰা শিকে ইউৰোপে। কিন্তু তাৰ বহুত দিনৰ মূৰতহে সস্তাত আৰু প্ৰচুৰ পৰিমাণে কাগজ পাব পৰা অৱস্থাত উপনীত হব পৰা গ'ল। পোন্ধৰ শ শতিকাৰ শেষ ভাগত হলেণ্ড, ইটালী, ইংলেণ্ড, হাঙ্গেৰী আদি ইউৰোপৰ নানান ঠাইত কিতাপ ছাপা হবলৈ ধৰিলে। কাগজ পোৱাটো আৰু ছাপা কৰাটো সাধাৰণ কথা হৈ পৰাৰ আগতে পৃথিৱীখন কেনেকুৱা আছিল সেই কথা ভাবিবলৈ চেষ্টা কৰাচোন। আমি কিতাপ, কাগজ আৰু ছাপাখানাৰ কথাত ইমান অভ্যস্ত হৈ পৰিছো যে সেইবোৰ নথকা পৃথিৱী এখনৰ কথা কল্পনা কৰা আমাৰ পক্ষে টান কথা। ছপা কিতাপৰ অবিহনে সৰহ সংখ্যক আনকি লিখা পঢ়া শিকোৱাটোও প্ৰায় অসম্ভৱ কথা। কষ্ট কৰি হাতেৰে লিখি কিতাপ নকল কৰি উলিয়াব লগীয়া হব আৰু তাৰেই নিচেই কম সংখ্যক লোকৰহে জোৰা মৰিব। ঘাইকৈ মৌখিকভাৱে শিক্ষাদান কৰিব লাগিব আৰু ছাত্ৰই সকলো কথা মুখস্থ কৰি শিকিব লাগিব। আনকি এতিয়াও কিছুমান পুৰণি ধৰণৰ মোক্তাৰ আৰু পাঠশালাত আৰু তুমি তেনে অৱস্থা দেখিবলৈ পাবা।

কাগজ আৰু ছাপাখানা ওলোৱাৰ পিচত বিৰাট পৰিৱৰ্ত্তন ঘটিল। ছাপা কিতাপ ওলাল—পাঠ্যপুথি আৰু আন আন কিতাপ। অতি সোনকালে বহুত মানুহে লিখা পঢ়া শিকিলে। মানুহে যিমানে কিতাপ পঢ়ে সিমানে ভাবিবলৈ শিকে (পিচে চিন্তাশীল কিতাপ পঢ়াৰ ক্ষেত্ৰতহে এই কথা খাটে—আজি কালি ওলোৱা বহুতো আবৰ্জ্জনাপূৰ্ণ কিতাপৰ বেলিকা এই কথা নেখাটে)। মানুহে যিমানে ভাবে সিমানে চলিত অৱস্থা পৰীক্ষা কৰে আৰু এইবোৰৰ বিষয়ে সমালোচনা কৰে। ইয়াৰ ফলত প্ৰায়ে চলিত ব্যৱস্থাৰ বিৰুদ্ধে প্ৰত্যাহ্বানৰ সন্মুখীন হয়। অজ্ঞতাই সদায় পৰিৱৰ্ত্তনলৈ ভয় কৰে। ই নজনা কথালৈ ভয় কৰে আৰু যিমানেই দুখ লগা অৱস্থাৰ নহওক, পুৰণি ব্যৱস্থাকে খামুচি ধৰি থাকে। এন্ধাৰত খুন্দা-খুন্দলি খাই ই খোঁপিয়াই ফুৰে। কিন্তু যথাৰ্থ ধৰণৰ অধ্যয়নৰপৰা জ্ঞান হয় আৰু চকু মেল খায়।

কাগজ আৰু ছাপাখানাই মানুহৰ চকু মুকলি কৰাত, মই আগতে উল্লেখ কৰা এই সকলোবোৰ বিৰাট আন্দোলনৰ ক্ষেত্ৰতে বিপুল পৰিমাণে সাহায্য লাভ কৰা হয়। আটাইতকৈ আগতে ছাপা হোৱা কিতাপবোৰৰ ভিতৰত বাইবেলো অন্যতম; যিসকলে তেতিয়ালৈকে বাইবেলৰ লেটিন পাঠ মাত্ৰ শুনিবলৈ পাইছিল, কিন্তু বুজিব নোৱাৰিছিল, তেওঁলোকে নিজৰ ভাষাতে এতিয়া বাইবেল পঢ়িবলৈ পালে। তাকে পঢ়াৰ পিচত তেওঁলোকৰ মনত তীব্ৰ সমালোচনাৰ ভাৱে ঠাই পালে আৰু যাজকসকলৰপৰা স্বতন্ত্ৰ হোৱা এক প্ৰকাৰৰ মনোভাৱো সৃষ্টি হ'ল। স্কুলৰ পাঠ্যপুথি সৰহীয়াকৈ প্ৰকাশ পালে। এই সময়ৰপৰা ইউৰোপৰ ভাষাসমূহৰ ক্ষিপ্ৰ গতিত উন্নতি হোৱা আমি দেখিবলৈ পাওঁ। তেতিয়ালৈকে লেটিন ভাষাই সেইবোৰ ভাষা নিষ্প্ৰভ কৰি ৰাখিছিল।

ইউৰোপৰ বুৰঞ্জী এই কালছোৱাৰ মহান লোকসকলৰ নামেৰে পৰিপূৰ্ণ হৈ আছে। পাচলৈ আমি সেইসকল লোকৰ কথা পামগৈ। বিকাশৰ বাটত বাধা দান কৰা আবৰণ যদি কোনো দেশ বা মহাদেশে ভাঙি পেলায়, তাৰ পিচতে নানা পিনে

অগ্ৰগতি লাভ কৰা দেখিবলৈ পোৱা যায়। ইউৰোপত সেয়ে ঘটা আমি দেখিবলৈ পাওঁ; ইউৰোপৰ এই কালছোৱাৰ ঘটনাৱলী অতি আকৰ্ষণীয় আৰু অৰ্থনৈতিক আৰু অন্যান্য ক্ষেত্ৰত হোৱা বিৰাট পৰিৱৰ্ত্তনৰ ফালৰপৰা ই বিশেষ শিক্ষামূলকো। সেই একে কালছোৱাৰ ভাৰতৰ বুৰঞ্জী বা চীনৰ বুৰঞ্জীৰ সৈতে তুলনা কৰি চোৱা। মই আগতেই তোমাক কৈ আহিছোঁ যে সেই সময়ত এই দুয়ো দেশ বহুতো বিষয়ত ইউৰোপতকৈ আগবাঢ়ি আছিল। তথাপি সেই সময়ৰ ইউৰোপীয় বুৰঞ্জীৰ গতিশীল স্বৰূপৰ তুলনাত এইবোৰ দেশৰ বুৰঞ্জীৰ মাজত এটা নিষ্ক্ৰিয়তাই ঠাই পাইছিল। ভাৰত আৰু চীনত বহুতো ডাঙৰ ৰজা আৰু মহান লোক আছিল, সংস্কৃতিও উচ্চ পৰ্য্যায়ৰ আছিল। কিন্তু—বিশেষকৈ ভাৰতত—জনসাধাৰণ উদ্যমহীন আৰু শাসকৰ সাল-সলনি ঘটা কথা সহি-সামৰি থাকে। তেওঁলোকৰ মনৰ বান্ধ ভাগি নিষ্ক্ৰিয় হৈ থকা যেন লাগে। বিশেষ একো প্ৰতিবাদ নকৰাকৈ তেওঁলোকে চলি যোৱা যেন লাগে; সেও মানি থকাত তেওঁলোক ইমান অভ্যস্ত হৈ পৰিল যে কৰ্ত্তৃত্বৰ বিৰুদ্ধে প্ৰত্যাহ্বান জনাব নোৱৰা হ'ল। সেইদেখি এইবোৰ দেশৰ বুৰঞ্জী সময়ত আকৰ্ষণীয় হ'লেও তাত জনপ্ৰিয় আন্দোলনৰ বিৱৰণীৰ ঠাইত ঘাইকৈ ঘটনাৱলী আৰু শাসকসকলৰ বিৱৰণীয়েহে ঠাই পাইছিল। চীনৰ বেলিকা এই কথা কিমানখিনি খাতে সেই বিষয়ে মই খাটাং কৈ কব নোৱাৰোঁ; কিন্তু ভাৰতৰ ক্ষেত্ৰত কেইবা শ বছৰ জুৰি এই কথা প্ৰযোজ্য হব। আমাৰ মানুহৰ এনে অসন্তোষজনক অৱস্থাৰ কাৰণেই এইছোৱা সময়ত ভাৰতৰ নানান বিষয়ত অৱনতি ঘটিল।

ভাৰতত আৰু এটা মনোভাৱ পৰিলক্ষিত হয়—মানুহে উলটি চাবলৈ বিচাৰে, আগলৈ চাব নোখোজে। একালত আমি কেনেকৈ উচ্চ শিখৰত আছিলো তালৈ উভতি চাব খোজে, কিন্তু আমি কিমান ওপৰলৈ উধাবলৈ ইচ্ছা কৰোঁ, তালৈ মন কৰিব নোখোজে। সেইদেখি আমাৰ মানুহে অতীতৰ কাৰণে হা-হুমুনিয়াহ কাঢ়ি থাকে আৰু আগুৱাই যাবলৈ চেষ্টা নকৰি যেয়ে যি হুকুম দিয়ে তাকে মানি চলে। ফলত সাম্ৰাজ্যবোৰ নিজৰ শক্তিৰ ভেটিত প্ৰতিষ্ঠিত নহৈ প্ৰভুত্ব স্থাপন কৰা প্ৰজাৰ দাস্য ভাৱৰ ওপৰতহে প্ৰতিষ্ঠিত হ'লগৈ।

## ৮৩

## নৱজাগৰণৰ যুগ

৫ আগষ্ট ১৯৩২

সমগ্ৰ ইউৰোপ জুৰি বিয়পি পৰা অশান্তি আৰু দুখ-দুৰ্গতিৰ মাজৰপৰা নৱজাগৰণৰ যুগ প্ৰস্ফুটিত হ'ল। ইয়াৰ প্ৰথম উদয় হ'ল ইটালীত; কিন্তু প্ৰেৰণা আৰু জীপ পাবৰ কাৰণে ই শ শ বছৰৰ পুৰণি গ্ৰীচৰ মুখলৈ চালে। গ্ৰীচৰপৰা ই ললে সৌন্দৰ্য্য-প্ৰীতি, কায়িক সৌন্দৰ্য্যৰ লগত মনৰপৰা বা আত্মাৰপৰা অহা অধিক গভীৰ কিছুমান কথাৰ সংযোগ ঘটালে। নগৰত ইয়াৰ বিকাশ ঘটিল আৰু উত্তৰ

ইটালীৰ ডাঙৰ নগৰবোৰে ইয়াক আশ্ৰয় দিলে। বিশেষকৈ ফ্লৰেন্সেই হ'ল—প্ৰাৰম্ভিক নৱজাগৰণৰ যুগৰ আদি ভূমি।

ইতিমধ্যে ত্ৰয়োদশ আৰু চতুৰ্দ্দশ শতিকাত ফ্লৰেন্সে ইটালীয় ভাষাৰ দুজন মহান কবি সৃষ্টি কৰে—তেওঁলোক হ'ল, ডাণ্টে আৰু পেট্ৰাৰ্ক। মধ্য যুগত সুদীৰ্ঘ-কাল জুৰি এই ডোখৰ ঠাই বিত্ত সংক্ৰান্ত বিষয়ত ইউৰোপৰ ৰাজধানী স্বৰূপ আছিল; ধন ধাৰে দিয়া ডাঙৰ ডাঙৰ লোকসকলৰ ইয়াত সমাৱেশ ঘটিছিল। ই আছিল ধনী মানুহৰ এখন সৰু গণৰাজ্য; মানুহবোৰ পিচে আদৰণীয় নাছিল; তেওঁ-লোকে প্ৰায়ে নিজৰ মহান লোকসকলৰ প্ৰতি অসৎ আচৰণ কৰিছিল। তেওঁলোকক "চঞ্চল ফ্লৰেন্স" বুলিয়েই কোৱা হৈছিল। কিন্তু ধন ধাৰে দিয়া লোক, স্বেচ্ছাচাৰী শাসক আৰু অত্যাচাৰী লোক থকা সত্বেও পঞ্চদশ শতিকাৰ পিচৰ ভাগত এইখন নগৰীত তিনিজন মহান লোকৰ সৃষ্টি হয়। তেওঁলোক হ'ল লিয়নাৰ্ড ডা ভিন্সি, মাইকেল এঞ্জেলো আৰু ৰাফেল। তিনিও মহান শিল্পী আৰু চিত্ৰকৰ আছিল। লিয়নাৰ্ড আৰু মাইকেল এঞ্জেলো আন আন ফালৰ পৰাও মহান লোক আছিল। মাইকেল এঞ্জেলো এজন অপূৰ্ব্ব ভাস্কৰ আছিল—সেৰীয়া মাৰ্বল কাটি ডাঙৰ ডাঙৰ মূৰ্ত্তি গঢ়িছিল। তদুপৰি তেওঁ এজন ডাঙৰ স্থপতিও আছিল। যাইকৈ তেওঁৰ আহিৰ্ মতেই ৰোমৰ বিৰাট চেইণ্ট পিটাৰ্ছ কেথেড্ৰেল নিৰ্ম্মাণ কৰা হয়। তেওঁৰ প্ৰায় ৯০ বছৰত মৃত্যু হয়; প্ৰায় মৃত্যুৰ দিনলৈকে তেওঁ চেইণ্ট পিটাৰ্ছত কাম কৰি আছিল। মানুহ জন অসুখী আছিল; কোনো বস্তুৰ বাহ্যিক ৰূপৰ অন্তৰালত তেওঁ কিহবাৰ সন্ধান বিচাৰি ফুৰিছিল, সদায় ভাবত মগ্ন আছিল আৰু সদায় আচৰিত ধৰণৰ কাম কৰিবলৈ চেষ্টা কৰিছিল। এবাৰ তেওঁ কৈছিল—"মানুহে মূৰৰ সহায়তহে তুলিকাৰে ৰং দিয়ে, হাতেৰে নহয়।"

তিনিওজনৰ ভিতৰত লিয়নাৰ্ড বয়সত আটাইতকৈ ডাঙৰ; বহুত কথাত এই মানুহজন অতি আচৰিত আছিল। দৰা চলতে, সেই যুগত তেওঁ এজন অনন্য সাধাৰণ লোক আছিল; এইটোও মনত ৰাখিবা যে সেইটো যুগতে বহুতো মহান লোকৰ সৃষ্টি হয়। এপিনে মহান চিত্ৰকৰ আৰু ভাস্কৰ আৰু আন পিনে তেওঁ আছিল এজন ডাঙৰ চিন্তাবিদ্ আৰু বৈজ্ঞানিক। সদায় পৰীক্ষা চলায়, সদায় খৰচি মাৰি বিচাৰ কৰাৰ চেষ্টা কৰে আৰু সকলো কথাৰ মূল কাৰণ উলিয়াবলৈ চেষ্টা কৰে। আধুনিক বিজ্ঞানৰ ভেটি স্থাপন কৰোতা মহান বৈজ্ঞানিকসকলৰ ভিতৰত তেৱেঁই প্ৰথম। তেওঁ কৈছিল, "পৃথিৱীৰ সকলো কথাতে শিক্ষা লাভ কৰাৰ বাবে দয়ালু প্ৰকৃতিয়ে সততে চকু ৰাখিছিল।" তেওঁ নিজে শিক্ষা লাভ কৰা লোক; ৩০ বছৰ বয়সত নিজেই লেটিন আৰু গণিত শিকে। তেওঁ এজন ডাঙৰ ইঞ্জিনিয়াৰো হয়গৈ; শৰীৰৰ মাজেদি তেজ চলাচল কৰা কথাটো তেৱেঁই পোনতে আৱিস্কাৰ কৰে। শৰীৰৰ গাঁথনিৰ সম্পৰ্কত তেওঁ বিশেষভাৱে আকৃষ্ট হৈছিল। তেওঁ কয়, "মানুহৰ শৰীৰৰ দৰে এনে এটা ধুনীয়া যন্ত্ৰ, এনে এটা জটিল দৈহিক সজুলিৰ অধিকাৰী হ'বৰ বাবে বদ অভ্যাস থকা আৰু তৰাং মনৰ নিকৃষ্ট লোকৰ একো যোগ্যতা নাই। আহাৰ ভ'ৰাই থবলৈ আৰু তাকে আকৌ উলিয়াই দিবলৈ তেওঁলোকৰ মাত্ৰ থৈলা এটাহে থাকিব লাগে; কিয়নো তেনেলোক খাদ্যবস্তু চলাচল কৰা নলী

মাত্ৰ।” তেওঁ নিৰামিষাহাৰী আছিল আৰু জীৱজন্তু বৰ ভাল পাইছিল। হাট-বজাৰলৈ গৈ সজাত ভৰোৱা চৰাই কিনি আনি ততালিকে সজাৰপৰা মোকলাই দিয়াটো তেওঁৰ এটা অভ্যাস আছিল।

লিয়নাৰ্ডৰ আটাইতকৈ বিস্ময়কৰ প্ৰচেষ্টা হ'ল আকাশত উৰিবলৈ চেষ্টা কৰাটো। তেওঁ সফল হ'ব নোৱাৰিলে; কিন্তু সফলতাৰ বাটত বহুত খিনি তেওঁ আগবাঢ়ি গৈছিল। তেওঁৰ মত অনুসৰণ কৰি পৰীক্ষা চলোৱা মানুহ নোলাল। লিয়নাৰ্ডক অনুসৰণ কৰিব পৰা তেওঁৰ লেখিয়া কেইজনমান মানুহ থকা হ'লে আধুনিক উৰাজাহাজ হয়তো দুশ বা তিনিশ বছৰৰ আগতেই উলিয়াব পৰা হ'ল-হেঁতেন। এই আচৰিত, অপূৰ্ব্ব মানুহ জন ১৪৫২ চনৰপৰা ১৫১৯ চনলৈ জীয়াই আছিল। তেওঁৰ জীৱনক “প্ৰকৃতিৰ লগত এটা সংলাপ” বুলিয়েই কোৱা হয়। তেওঁ সদায় প্ৰশ্ন সোধে আৰু সেই প্ৰশ্নৰ উত্তৰ বিচাৰিবৰ বাবে পৰীক্ষা চলায়; সদায় তেওঁ আগবাঢ়ি থকা যেন লাগে—তেওঁ যেন ভৱিষ্যতক খামুচি ধৰিব খুজিছে।

ফ্লৰেন্সৰ এই তিনিজন মানুহৰ বিষয়ে—বিশেষকৈ লিয়নাৰ্ডৰ বিষয়ে লিখিছোঁ; তেওঁৰ প্ৰতি মই বিশেষভাৱে আকৃষ্ট। ষড়যন্ত্ৰকাৰী আৰু স্বেচ্ছাচাৰী, অসৎ শাসক-বৰ্গক লৈ থকা ফ্লৰেন্স গণৰাজ্যৰ বুৰঞ্জী বৰ বেচি আনন্দদায়ক বা শিক্ষাদায়ক নহয়। কিন্তু ফ্লৰেন্সে সৃষ্টি কৰা মহান লোক কেইজনৰ কাৰণেই ফ্লৰেন্সৰ বহুত কথা পাহৰি পেলাব পাৰি—আনকি তাৰ ধন ধাৰে দিয়া লোকসকলকো আমি ক্ষমা কৰিব পাৰোঁ। ফ্লৰেন্সৰ এই মহান সন্তানসকলৰ ছাঁ আজিও তাত দেখিবলৈ পোৱা যাব। এই সুন্দৰ নগৰখনৰ আলিবাটেদি যাওঁতে বা মধ্যযুগীয় দলংবোৰৰ তলেদি বৈ যোৱা মনোমোহা আৰ্ণ' নৈলৈ চালে তুমি সন্মোহিত হ'বা আৰু অতীতটো সুস্পষ্ট আৰু সজীৱ হৈ উঠিব। চকুৰ আগত ডান্টে ভাঁহি উঠে আৰু তেওঁৰ প্ৰেয়সী বিয়েট্ৰিচ প্ৰসাধনৰ ক্ষীণ সুগন্ধ বিয়পাই পাৰ হৈ যায়। লগতে এনেকুৱা লাগে যেন জীৱন আৰু প্ৰকৃতিৰ ৰহস্য সম্পৰ্কে ভাবি-গুণি, চিন্তাত নিমগ্ন হৈ ঠেক বাটবোৰেদি লিয়নাৰ্ডও ঘূৰি ফুৰিছেহি।

পঞ্চদশ শতিকাৰপৰা নৱজাগৰণৰ যুগ ইটালীত আৰম্ভ হৈছিল আৰু তাৰপৰাই পশ্চিম ইউৰোপৰ আন আন দেশলৈ বিয়পি পৰিল। মহান শিল্পীসকলে শিল আৰু চিত্ৰ-পটত জীৱনক ৰূপায়িত কৰি তুলিবলৈ যত্ন কৰিছিল; তেওঁলোকৰ চিত্ৰ আৰু ভাস্কৰ্য্য ইউৰোপৰ চিত্ৰশালা আৰু সংগ্ৰহালয়বোৰত ভৰি আছে। ষোড়শ শতিকাৰ শেষ ভাগত ইটালীত কলাৰ নৱজাগৰণ যুগৰ অৱনতি ঘটে। সপ্তদশ শতিকাত হলেণ্ডত মহান চিত্ৰশিল্পীসকলৰ আবিৰ্ভাৱ হয়; তেওঁলোকৰ ভিতৰৰে এজন হ'ল-ৰেমব্ৰেণ্ডট। প্ৰায় সেই সময়তে স্পেইনত আছিল ভেলাছকুয়েক। মই আনসকলৰ নাম আৰু উল্লেখ নকৰোঁ। তেনেকুৱা বহুতো মানুহ আছে। সেই মহানসকলৰ বিষয়ে জানিব খোজা যদি চিত্ৰশালালৈ গৈ তেওঁলোকৰ কামবোৰ চাবা। তেওঁলোকৰ নামত একো নাই; কিন্তু তেওঁলোকৰ কলা আৰু তেওঁলোকে সৃষ্টি কৰা সৌন্দৰ্য্যই আমালৈ একোটা বাণী বহন কৰি আনিছে।

পঞ্চদশ শতিকাৰপৰা সপ্তদশ শতিকালৈকে—এইছোৱা সময়ৰ ভিতৰত বিজ্ঞান আগবাঢ়ি গ'ল আৰু নিজক প্ৰতিষ্ঠা কৰি ললে। গীৰ্জ্জাৰ লগত বিজ্ঞানৰ

তুমুল সংগ্ৰাম চলিছিল; কিয়নো চিন্তা কৰা আৰু পৰীক্ষা কৰাত মানুহক নিযুক্ত কৰাৰ ওপৰত গীৰ্জ্জাই বিশ্বাস স্থাপন কৰা নাছিল। গীৰ্জ্জাৰ মতে পৃথিৱী হ'ল বিশ্বব্ৰহ্মাণ্ডৰ কেন্দ্ৰ আৰু বেলি পৃথিৱীৰ কেওপিনে ঘূৰে; তৰাবোৰ স্বৰ্গৰ কিছুমান স্থিৰ বিন্দু। তাৰ বিপৰীত কিবা কথা যদি কোনোবাই কয় তেন্তে তেনে মানুহক ধৰ্ম্ম বিৰুদ্ধ মতাৱলম্বী লোক বুলি অভিহিত কৰা হয় আৰু হয়তো ধৰ্ম্মমূলক বিচাৰ সভাত তেওঁৰ বিচাৰ কৰা হয়। তথাপি কপাৰ নিকাছ্ নামৰ পোলেণ্ডৰ এজন লোকে এই বিশ্বাস ধাৰাব প্ৰতি প্ৰত্যাহ্বান জনালে আৰু প্ৰমাণ কৰি দেখুৱালে যে পৃথিৱীয়েহে বেলিৰ চাৰিওফালে প্ৰদক্ষিণ কৰে। এইদৰে তেওঁৱেই বিশ্বব্ৰহ্মাণ্ডৰ ক্ষেত্ৰত আধুনিক ধাৰণাৰ ভেটি স্থাপন কৰিবলে। তেওঁৰ জীৱন কাল ১৪৭৩ চনৰ পৰা ১৫৪৩ চনলৈ। নিজৰ বৈপ্লৱিক আৰু পৰাম্পৰাগত মতৰ বিৰোধী মত পোষণ কৰা সত্বেও তেওঁ গীৰ্জ্জাৰ কোপদৃষ্টিৰপৰা কেনেবাকৈ সাৰিল। তেওঁৰ পৰৱৰ্ত্তী কিছুমান লোক কিন্তু সিমান ভাগ্যৱান নাছিল। পৃথিৱীয়ে বেলিক প্ৰদক্ষিণ কৰা বুলি আৰু তৰাবোৰো বেলিৰ অনুৰূপ বুলি দাবী কৰাৰ কাৰণে ১৬০০ চনত ৰোমত জিয়ৰডান ব্ৰুন' নামৰ ইটালীয় লোক এজনক গীৰ্জ্জাৰ লোকে পুৰি মাৰে। তেওঁৰ সমসাময়িক কালৰ দূৰবীক্ষণ যন্ত্ৰ আৱিস্কাৰ কৰোঁতা গেলিলিঅ'কো গীৰ্জ্জাৰ তৰফৰ পৰা ভীতি প্ৰদৰ্শন কৰা হৈছিল; কিন্তু তেও ব্ৰুণ'তকৈ দুৰ্ব্বল আছিল আৰু নিজৰ মত ভুল বুলি প্ৰকাশ্যে ঘোষণা কৰাটোৱেই লাভজনক বুলি ভাবিলে। তেওঁ গীৰ্জ্জাৰ আগত এইবুলি স্বীকাৰ কৰিলে যে নিজৰ অজ্ঞতাৰ বাবে তেওঁৰ ভুল হৈছিল; পৃথিৱীয়েই বিশ্বব্ৰহ্মাণ্ডৰ কেন্দ্ৰ স্বৰূপ আৰু বেলিয়ে পৃথিৱী প্ৰদক্ষিণ কৰে। তথাপি তেওঁ পাপ মোচনৰ বাবে অলপ দিন ফাটেকত কটাব লগীয়া হৈছিল।

ষোড়শ শতিকাৰ প্ৰখ্যাত বৈজ্ঞানিকসকলৰ অন্যতম আছিল—হৰ্ভে। তেজ চলাচল কৰা প্ৰক্ৰিয়া সম্পৰ্কে তেওঁ চূড়ান্তভাৱে প্ৰমাণ কৰে। সপ্তদশ শতিকাৰ অন্যতম শ্ৰেষ্ঠ বৈজ্ঞানিক আছিল আইজাক নিউটন্। তেওঁ এজন ডাঙৰ গণিতজ্ঞ আছিল। তেওঁৱেই মাধ্যাকৰ্ষণ শক্তিৰ কথা—ওপৰৰপৰা বস্তু কিয় তললৈ সৰি পৰে, সেই কথা আৱিস্কাৰ কৰে। প্ৰকৃতিৰ আৰু এটা গুপ্তৰহস্য এইদৰে উদঘাটন হ'ল।

বিজ্ঞানৰ কথা ইমানতে থাওক। এইছোৱা সময়ৰ ভিতৰত সাহিত্যৰো বিকাশ সাধন হয়। বিদেশৰ নতুন ধাৰণাই ইউৰোপীয় ভাষাসমূহৰ ডেকা লেখকসকলৰ ওপৰত গভীৰভাৱে প্ৰভাৱ পেলালে। এই ভাষাবোৰ নতুন নাছিল; ইতিমধ্যে ইটালীত কেইবাজনো ডাঙৰ কৱিৰ জন্ম হয়। ইংলেণ্ডত আছিল চচাৰ। কিন্তু শিক্ষিত লোকসকলৰ ভাষা আৰু ইউৰোপৰ সকলোবোৰ গীৰ্জ্জাত ব্যৱহৃত ভাষা লেটিনে এই সকলোবোৰ ভাষাক নিষ্প্ৰভ কৰি ৰাখিছিল। সেইবোৰক চহাভাষা বুলি ধৰা হৈছিল; সেইবোৰ আছিল তলতীয়া লোকৰ ভাষা। আচাৰিত কথা যে এতিয়াও কিছুমান মানুহে ভাৰতীয় ভাষাবোৰক সেই বুলিয়েই গণ্য কৰে। সেইবোৰ ভাষাত লিখাটো প্ৰায় মৰ্য্যাদাহানিকৰ কথাই আছিল। কিন্তু নতুন ধাৰণাৰ ঢৌৱে, কাগজ আৰু ছাপাখানাৰ আৱিস্কাৰে এইবোৰ ভাষাক আগুৱাই নিলে। এই ক্ষেত্ৰত ইটালীয় ভাষা আগশাৰীত আছিল; তাৰ পিচত আছিল ফৰাচী, ইংৰাজী স্পেনীয় ভাষা আৰু সৰ্ব্বশেষত জাৰ্ম্মাণ। পঞ্চদশ শতিকাত ফ্ৰান্সৰ এদল ডেকা

লেখকে লেটিনৰ সলনি নিজৰ ভাষাত লিখাৰ বাবে সংকল্প গ্ৰহণ কৰিলে আৰু তেওঁলোকৰ 'চহা ভাষাক' উন্নত কৰিবলৈ ঠিক কৰিলে। অৱশেষত ই শ্ৰেষ্ঠ সাহিত্যৰ বাবে উপযোগী মাধ্যম হৈ উঠিল।

এইদৰেই ইউৰোপত ভাষাসমূহৰ সমৃদ্ধি হ'ল, শক্তি আৰু প্ৰাচুৰ্য্য বাঢ়িল আৰু আজিৰ অনুপম ভাষাত পৰিণত হ'লগৈ। বহুতো বিখ্যাত লেখকৰ নাম উল্লেখ কৰাৰপৰা মই বিৰত থাকিলোঁ; কেইজন মানৰ নামহে কম। ১৫৬৪ চনৰপৰা ১৬১৬ চনলৈ ইংলেণ্ডত আছিল—প্ৰসিদ্ধ ছেক্সপিয়েৰ। তেওঁৰ পিচত সপ্তদশ শতিকাত আছিল মিল্টন। এই অন্ধ কৰি জনেই "পেৰাডাইজ লষ্ট" ৰচনা কৰে। ফ্ৰান্সত আছিল দাৰ্শনিক ডেছকাৰ্টেছ আৰু নাট্যকাৰ মালিয়েৰ; দুয়োজন সপ্তদশ শতিকাৰ। পেৰিছৰ বৃহৎ ৰাষ্ট্ৰীয় মঞ্চালয় Comedie Francaise ৰ প্ৰতিষ্ঠাতা আছিল মালিয়েৰ। স্পেইনত ছেক্সপিয়েৰৰ সমসাময়িক কালত আছিল কাৰভেণ্টছ—তেওঁ Don-Quixote লিখিছিল।

আৰু এটা নাম মই উল্লেখ কৰিম—মহত্ত্বৰ কাৰণে নহয়, জনাজাত নাম বুলিয়েই উল্লেখ কৰিব খুজিছোঁ। তেওঁ ফ্লৰেন্সৰ মেকিয়াভেলি। পঞ্চদশ আৰু ষোড়শ শতিকাত তেওঁ এজন সাধাৰণ ৰাজনীতিবিদ্ আছিল। কিন্তু The Prince নামৰ এখন কিতাপ লিখি তেওঁ প্ৰসিদ্ধ হৈ পৰিল। সেই সময়ৰ ৰজা আৰু ৰাজনীতিবিদসকলৰ মনৰ ভাবগতিৰ মাজলৈ ভুমুকি মাৰি চাবলৈ এইখন কিতাপে আমাক সুযোগ দিছে। মেকিয়াভেলিয়ে আমাক কৈছে যে চৰকাৰৰ কাৰণে ধৰ্ম্ম এটা প্ৰয়োজনীয় কথা। কিন্তু এটা কথা মনত ৰাখিবা, মানুহক ধৰ্ম্মপ্ৰাণ কৰিবৰ বাবে এই কথা কোৱা নাই—তেওঁলোকক শাসন কৰাত আৰু দমন কৰি ৰখাত যাতে সহায় পোৱা হয়, সেই উদ্দেশ্যৰেহে কৈছে। কোনো ৰজাই কোনো এটা ধৰ্ম্ম সত্য নহয় বুলি ভাবিলেও সেই ধৰ্ম্মকে সমৰ্থন কৰাটো ৰজাৰ কৰ্ত্তব্য হ'ব পাৰে। মেকিয়াভেলিয়ে কৈছে—"এহাতে মানুহৰ দৰে আৰু আনহাতে পশুৰ দৰে, এহাতে সিংহৰ দৰে আৰু আনহাতে শিয়ালৰ দৰে আচৰণ কৰিবলৈ ৰজাই শিকিব লাগিব। ৰজাই যদি কোনো কথা দিয়ে আৰু সময়ত সেই কথা ৰাখিলে যদি তেওঁৰ স্বাৰ্থৰ প্ৰতিকূল হয়, তেন্তে ৰজাই তেনে কথা ৰখা উচিত নহয় বা ৰাখিব নোৱাৰে।...সদায় সাধু হ'বলৈ যোৱাটো বৰ অসুবিধাজনক কথা বুলিয়েই মই কব খোজো; আনহাতে ধাৰ্ম্মিক, বিশ্বাসী, দয়ালু আৰু একনিষ্ঠ লোকৰ দৰে হৈ দেখুওৱাটো বিশেষ ফলদায়ক। পুণ্যৱান লোকৰ দৰে হৈ দেখুৱাৰ সমান ফলদায়ক আন একোৱেই হ'ব নোৱাৰে।"

কেনে লাগিল? বৰ বেয়া কথা যেন লাগিছে নহয় নে? যিমানে বিটলিয়া হয়, সিমানে ভাল ৰজা। সেই সময়ত ইউৰোপৰ ৰজাসকলৰ মনৰ গতি যদি সাধাৰণতে এনেকুৱাই আছিল, তেন্তে অনবৰত অশান্তি হৈ থকাটো একো আচৰিত কথা নহয়। কিন্তু সিমান পুৰণি দিনলৈ যাব লাগিছে কিয়? মেকিয়াভেলিয়ে বৰ্ণনা দিয়া ৰজাৰ দৰেই আজিও সাম্ৰাজ্যবাদী শক্তিসমূহে আচৰণ দেখুৱাই আহিছে। পুণ্যৱান লোকৰ আৱৰণৰ আঁৰত লোভ, নিষ্ঠুৰতা আৰু অবিবেচনাই ঠাই পাইছে; সভ্যতাৰ ঢাকনিৰ তলত আছে হিংস্ৰ জন্তুৰ ৰক্তাক্ত হাতোৰা।

## ৮৪

# প্ৰটেষ্টাণ্ট বিদ্ৰোহ আৰু কৃষক যুদ্ধ

৮ আগষ্ট, ১৯৩২

পঞ্চদশ শতিকাৰপৰা সপ্তদশ শতিকালৈকে ইউৰোপৰ অৱস্থা কেনেকুৱা আছিল, সেই বিষয়ে ইতিমধ্যে মই কেবাখনো চিঠিও লিখিছিলো। মধ্য যুগ শেষ হোৱা কথা, খেতিয়ক শ্ৰেণীৰ চৰম দুৰ্দ্দশা হোৱা, বুৰ্জোৱা শ্ৰেণীৰ উত্থান ঘটা, আমেৰিকা আৱিষ্কাৰ হোৱা, প্ৰাচ্যলৈ সাগৰেদি বাট উলিওৱা আৰু ইউৰোপত কলা, বিজ্ঞান আৰু ভাষাসমূহৰ বিকাশ ঘটাৰ কথা মই তোমাক কৈছিলোঁ। কিন্তু ছবিখন ভালকৈ ফুটাই তুলিবলৈ এইছোৱা সময়ৰ বিষয়ে আৰু বহুতো কথা কব লাগিব। মই আগতে লিখা দুখন চিঠি, সাগৰেদি বাট উলিওৱাৰ বিষয়ে লিখা চিঠিখন, বৰ্ত্তমানে লিখিবলৈ লোৱা চিঠিখন আৰু সম্ভৱতঃ ইয়াৰ পিচত লিখিব লগীয়া দুই এখন চিঠি—এই সকলোবোৰতে ইউৰোপৰ একোটা সময়ৰ কথাকে আলোচনা কৰিবলৈ লোৱা হৈছে। মই ভিন্ ভিন্ আন্দোলন আৰু ঘটনাৰ কথা সুকীয়া সুকীয়াভাৱে লিখিছোঁ; কিন্তু এই সকলোবোৰ প্ৰায় একে সময়ৰ কথা আৰু ইটোৱে সিটোৰ ওপৰত প্ৰভাৱ পেলাইছে।

নৱজাগৰণৰ যুগৰ আগৰপৰাই ৰোমান চাৰ্চ্চৰ গাঁথনিৰ মাজত ফাঁট মেলিছিল। গীৰ্জ্জাৰ কঠোৰ শাসন চলা বুলি ইউৰোপৰ ৰজা আৰু ৰাইজে ক্ৰমে উপলব্ধি কৰিবলৈ ধৰিছিল; তাৰ বিৰুদ্ধে অলপ অচৰপ আপত্তিও উঠিছিল আৰু এনে ব্যৱস্থাৰ বিৰুদ্ধে সন্দেহ ভাৱ এটাও উদয় হ'ল। তোমাৰ নিশ্চয় মনত আছে, সম্ৰাট দ্বিতীয় ফ্ৰেডেৰিকে পোপৰ লগত তৰ্ক কৰিছিল আৰু এঘৰীয়া হোৱালৈকো কেৰেপ নকৰিছিল। সন্দেহ প্ৰকাশ কৰা আৰু অবাধ্যতা দেখুৱা এনেবোৰ লক্ষণে ৰোমক ক্ৰুদ্ধ কৰি তুলিলে। সনাতন বিশ্বাসধাৰাৰ বিৰুদ্ধে দেখা দিয়া এই নতুন মনোভাৱক মষিমুৰ কৰিবলৈ ৰোমত সংকল্প লোৱা হ'ল। সেই উদ্দেশ্যৰে ধৰ্ম্মমূলক বিচাৰ চলোৱাৰ ব্যৱস্থা কৰা হ'ল। গোটেই ইউৰোপ জুৰি সনাতন বিশ্বাস ধাৰাৰ অবিশ্বাসী বুলি অভিহিত কৰা অসুখী লোকসকলক আৰু দেওলগা বুলি অপবাদ পোৱা তিৰোতাক পুৰি মৰা হ'ল। প্ৰেগৰ জন হাছক ছলনা কৰি পুৰি মাৰিলে; তেতিয়া বহেমিয়াত 'হাছ-পন্থী' নামে পৰিগণিত তেওঁৰ অনুগামীসকলে বিদ্ৰোহ কৰিলে। ৰোমান চাৰ্চ্চৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ এই নতুন মনোভাৱক ধৰ্ম্মমূলক বিচাৰৰ ভয়াবহতাই দমন কৰিব নোৱাৰিলে। ই বিয়পি পৰিল; ডাঙৰ মাটিগিৰি হিচাপে খেতিয়কসকলে গীৰ্জ্জাৰ বিৰুদ্ধে পোষণ কৰা মনোভাৱো যে ইয়াৰ লগতে সাঙোৰা হ'ল সেই বিষয়ে সন্দেহ নাই। নিজা স্বাৰ্থতে বহুতো ঠাইত ৰজাসকলেও এনে মনোভাৱৰ প্ৰতি উৎসাহ যোগালে। গীৰ্জ্জাৰ হাতত থকা অপাৰ সা-সম্পত্তিলৈ ৰজাসকলে হিংসা আৰু লোভৰ চকুৰে চাইছিল। ছাপা কিতাপ আৰু বাইবেলে এইকুৱা জুইত ইন্ধন যোগালে।

সপ্তদশ শতিকাৰ আগভাগত জাৰ্ম্মাণীত মাৰ্টিন লুথাৰ মূৰ তুলি উঠিল;

ৰোমৰ বিৰুদ্ধে চলোৱা বিদ্ৰোহৰ তেওঁ এজন ডাঙৰ নেতা। তেওঁ খৃষ্টান যাজক আছিল; ৰোমলৈ গৈ তাত গীৰ্জ্জাৰ দুনীতি আৰু বিলাস দেখা পাই তেওঁ বীতৰাগ হৈ পৰিল। এই বিবাদ ক্ৰমে বাঢ়ি গ'ল; অৱশেষত ৰোমান চাৰ্চ্চ দুভাগত বিভক্ত হ'ল আৰু ধৰ্ম্ম-ৰাজনীতিৰ ক্ষেত্ৰত পশ্চিম ইউৰোপ দুটা শিবিৰত বিভক্ত হৈ পৰিল। ৰুচিয়া আৰু পূব ইউৰোপৰ পুৰণি দিনীয়া গোৰা গ্ৰীক চাৰ্চ্চ এই বিবাদৰপৰা আঁতৰি আছিল। প্ৰকৃত বিশ্বাস ধাৰাৰপৰা ৰোম নিজেই বহুত নিলগত থাকিল।

এই দৰেই প্ৰটেষ্টাণ্ট বিদ্ৰোহ আৰম্ভ হ'ল। ৰোমান চাৰ্চ্চৰ বিভিন্ন আকোৰ-গোজ ধাৰণাৰ বিৰুদ্ধে প্ৰতিবাদ জনোৱাৰ বাবে ইয়াক প্ৰটেষ্টাণ্ট বুলিয়েই কোৱা হয়। তেতিয়াৰপৰা পশ্চিম ইউৰোপত খৃষ্ট ধৰ্ম্মৰ দুটা ঘাই ভাগ হ'ল—এটা ৰোমান কেথলিক আৰু আনটো প্ৰটেষ্টাণ্ট্। কিন্তু প্ৰটেষ্টাণ্টসকল বহুতো বিভাগত বিভক্ত।

গীৰ্জ্জাৰ বিৰুদ্ধে চলোৱা এই আন্দোলনকে সংস্কাৰ-আন্দোলন বোলে। এই আন্দোলন আছিল—ঘাইকৈ গীৰ্জ্জাৰ দুনীতি আৰু সৰ্ব্বময় কৰ্ত্তৃত্বৰ বিৰুদ্ধে চলোৱা জনপ্ৰিয় আন্দোলন। ইয়াৰ আগতে বহুতো ৰজাই তেওঁলোকৰ ওপৰত পোপে প্ৰভুত্ব বিস্তাৰ কৰিবৰ বাবে চলোৱা প্ৰচেষ্টাৰ অৱসান ঘটাবলৈ বিচাৰিছিল। ৰাজনৈতিক বিষয়ত পোপে হস্তক্ষেপ কৰাত তেওঁলোক ক্ষুব্ধ হ'ল। সংস্কাৰ-আন্দোলনৰ তৃতীয় পৰ্য্যায় এটাও আছিল—গীৰ্জ্জাৰ অনুগত কিছুমান যাজকে এই ব্যৱস্থাৰ মাজত থাকিয়েই কিছুমান অনাচাৰৰপৰা গীৰ্জ্জাক মুক্ত কৰি সংস্কাৰ সাধিবলৈ বিচাৰিছিল।

গীৰ্জ্জাৰ দুটা নিৰ্দ্দেশ নামাৰ কথা তোমাৰ মনত থাকিব পায়—তাৰে এটা হ'ল ফ্ৰান্সিছ্কান আৰু আনটো ডমিনিকান্। ষোড়শ শতিকাত মাৰ্টিন্ লুথাৰৰ শক্তি বৃদ্ধি হোৱাৰ সময়তে এজন স্পেনীয় 'ইগ্নেটিছাচ্ অব্ লয়লা' ই চাৰ্চ্চৰ নতুন মতবাদ এটা প্ৰৱৰ্ত্তন কৰিলে। তেওঁ ইয়াৰ নাম দিলে 'চচাইটি অব্ জেচাচ' আৰু মতাৱলম্বী লোকসকলক জেছুইট বুলি কয়। জেছুইটসকলে চীন আৰু প্ৰাচ্যত ভ্ৰমণ কৰাৰ কথা মই ইতিমধ্যে উল্লেখ কৰিছোঁ। জেচাচ সমাজ নামৰ এই সমাজ উল্লেখযোগ্য আছিল। ৰোমান চাৰ্চ্চ আৰু পোপৰ হকে নিপুণভাৱে আৰু পূৰ্ণ-কালীন ভিত্তিত সেৱা কৰিবৰ বাবে মানুহক প্ৰশিক্ষণ দিয়াটো ইয়াৰ লক্ষ্য আছিল। কঠোৰ অনুশাসন দিয়া হৈছিল; সেয়ে ই ইমান ফলদায়ক হৈ উঠিছিল যে ইয়াৰ ফলত চাৰ্চ্চৰ অতি বিপুল আৰু অনুগত সেৱক এদল গঢ়ি উঠিল। চাৰ্চ্চৰ প্ৰতি তেওঁলোক ইমান অনুগত হৈ পৰিল যে তেওঁলোকে কোনো প্ৰশ্ন নকৰাকৈ, অন্ধভাৱে চাৰ্চ্চক মানিবলৈ ধৰিলে। চাৰ্চ্চৰ লাভৰ কাৰণে তেওঁলোক স্বেচ্ছাৰে সকলো ত্যাগ স্বীকাৰ কৰিবলৈ আগবাঢ়িল। কোনো বাছ-বিচাৰ নকৰাকৈ সম্পূৰ্ণ-ভাৱে চাৰ্চ্চৰ সেৱাত আত্মনিয়োগ কৰা বুলি তেওঁলোকে সুখ্যাতি লাভ কৰিলে। চাৰ্চ্চৰ স্বাৰ্থই সকলো কথা যুক্তিযুক্ত কৰি তোলে আৰু দায়-দোষো মৰিষণ কৰে।

ৰোমান চাৰ্চ্চে এই দল লোকৰপৰা অপাৰ সুবিধা পালে। এইদল লোকে অকল যে দূৰ-দুৰণিৰ দেশলৈ ৰোমান চাৰ্চ্চৰ নাম আৰু বাণী বহন কৰি নিলে এনে নহয়, ইউৰোপতো চাৰ্চ্চৰ মান উন্নীত কৰিলে। আংশিকভাৱে সংস্কাৰৰ কাৰণে

চলা আভ্যন্তৰীণ আন্দোলনৰ বাবে আৰু ঘাইকৈ, প্ৰটেষ্টাণ্ট-বিদ্ৰোহৰ সংকটৰ ফলত ৰোমত দুনীতিৰ মাত্ৰা কমিল। সেইদেখি সংস্কাৰ আন্দোলনে এহাতে চাৰ্চ্চক দুভাগত বিভক্ত কৰিলে আৰু আনহাতে ভিতৰৰপৰাও চাৰ্চ্চৰ কিছু পৰিমাণে সংস্কাৰ সাধিলে।

প্ৰটেষ্টাণ্ট বিপ্লৱে গা কৰি উঠাৰ পিচত ইউৰোপৰ ৰজা আৰু কোৰ্ৰসকলৰ কিছুমানে এটা দলৰ আৰু আন কিছুমানে আন এটা দলৰ লগ ললে। ইয়াৰ লগত কোনো ধৰ্ম্মবিষয়ক উদ্দেশ্য জড়িত থকা নাছিল। এইটো প্ৰধানকৈ ৰাজনীতিৰ কথা আৰু লাভ আদায় কৰাৰ অভিপ্ৰায়। সেই সময়ত পৱিত্ৰ ৰোমান সাম্ৰাজ্যৰ সম্ৰাট আছিল পঞ্চম চাৰ্লছ। দেউতাক আৰু ককাকৰ বিয়াৰ যোগেদি তেওঁ উত্তৰাধিকাৰ সূত্ৰে এখন বিশাল সাম্ৰাজ্যৰ অধিকাৰী হ'ল; ইয়াৰ ভিতৰত আছিল অষ্ট্ৰীয়া, জাৰ্ম্মাণী (নাম মাত্ৰ অংশ), স্পেইন, নেপলছ, চিচিলী, নেডাৰলেণ্ডছ আৰু স্পেনিছ আমেৰিকা। বিবাহসূত্ৰে সাম্ৰাজ্যৰ কলেৱৰ বঢ়োৱাটো সেই যুগত ইউৰোপত এটা জনপ্ৰিয় পন্থা হৈ উঠিছিল। সেইদেখি নিজৰ কোনো বিশেষ গুণ নথকা সত্ত্বেও চাৰ্লছে ইউৰোপৰ আধাৰো সৰহ অংশৰ ওপৰত ৰাজত্ব কৰিবলৈ পালে। কিছু-দিনৰ বাবে তেওঁ এজন মহান লোক যেন হ'ল। তেওঁ প্ৰটেষ্টাণ্টসকলৰ বিৰুদ্ধাচৰণ কৰি পোপৰ লগ লগাৰ ঠিক কৰিলে। সংস্কাৰবাদৰ আদৰ্শৰ লগত সাম্ৰাজ্যৰ আদৰ্শ খাপ নেখাইছিল। কিন্তু বহুতো সৰু সৰু জাৰ্ম্মাণ ৰজাই প্ৰটেষ্টাণ্ট-সকলৰ বিৰুদ্ধাচৰণ কৰি পোপৰ লগ লগাব ঠিক কৰিলে। সংস্কাৰবাদৰ আদৰ্শৰ লগত সাম্ৰাজ্যৰ আদৰ্শ খাপ নেখাইছিল। কিন্তু বহুতো সৰু সৰু জাৰ্ম্মাণ ৰজাই প্ৰটেষ্টাণ্টসকলৰ পক্ষ ললে। গোটেই জাৰ্ম্মাণীত দুটা ভাগ হ'ল—এভাগ ৰোমান আৰু আন ভাগ লুথাৰপন্থী। স্বাভাৱিকতে ইয়াৰ ফলত জাৰ্ম্মাণীত গৃহযুদ্ধৰ সূত্ৰপাত হ'ল।

ইংলেণ্ডত বহু বিবাহিত অষ্টম হেনৰীয়ে পোপৰ বিৰুদ্ধে থিয় দিলে আৰু প্ৰটেষ্টাণ্টসকলক সমৰ্থন কৰিলে; এক কথাত কবলৈ গলে তেওঁ নিজকেই সমৰ্থন কৰিলে। চাৰ্চ্চৰ সা-সম্পদৰ প্ৰতি তেওঁৰ লোভ জন্মিছিল; ৰোমৰ লগত সম্পৰ্ক ছেদ কৰি তেওঁ গীৰ্জ্জা আৰু যাজকসকলৰ হাতত থকা সকলোবোৰ উৰ্ব্বৰা মাটি বাজেয়াপ্ত কৰিলে। পোপৰ লগত সম্পৰ্ক ছেদ কৰাৰ ক্ষেত্ৰত তেওঁৰ এটা ব্যক্তিগত কাৰণো আছিল—নিজৰ পত্নীৰ লগত বিবাহ-বিচ্ছেদ ঘটাই তেওঁ আন এগৰাকী তিৰোতাক বিয়া কৰিব খুজিছিল।

ফ্ৰান্সৰ পৰিস্থিতি আচৰিত ধৰণৰ আছিল। ৰজাৰ প্ৰধানমন্ত্ৰী পদত আছিল —কাৰ্ডিনেল ৰিচোলিন। দৰাচলতে তেৱেঁই দেশ শাসন কৰিছিল। ৰিচোলিনে ফ্ৰান্সক পোপ আৰু ৰোমৰ পক্ষত ৰাখিলে আৰু সেই দেশত প্ৰটেষ্টাণ্ট দলক মষি-মূৰ কৰিলে। কিন্তু ৰাজনীতিৰ মেৰপাক এনে ধৰণৰ যে জাম্মাণীত যাতে গৃহ-যুদ্ধ লাগে আৰু সেই দুৰ্বলতা আৰু ভাগ ভাগ হৈ পৰে তাৰ বাবে তেৱেঁই জাৰ্ম্মাণীত প্ৰটেষ্টাণ্টসকলৰ প্ৰতি উদগনি যোগালে। ফ্ৰান্স আৰু জাৰ্ম্মাণীৰ মাজৰ বিৰোধে ইউৰোপৰ বুৰঞ্জী জুৰি আছে।

লুথাৰ এজন ডাঙৰ প্ৰটেষ্টাণ্ট্পন্থী আছিল; তেওঁ ৰোমৰ প্ৰভুত্বৰ বিৰুদ্ধা-

চৰণ কৰিছিল। কিন্তু ধৰ্ম্মৰ ক্ষেত্ৰত তেওঁ সহনশীল লোক আছিল বুলি নেভাবিবা। তেওঁ যি পোপৰ বিৰুদ্ধে সংগ্ৰাম চলাইছিল, সেই পোপৰ দৰেই অসহিষ্ণু লোক আছিল। সেইদেখি সংস্কাৰ অভিযানে ইউৰোপত ধৰ্ম্মৰ স্বাধীনতা প্ৰতিষ্ঠা কৰিব নোৱাৰিলে। ইয়াৰ মাজৰপৰাই নতুন ধৰণৰ ধৰ্ম্মান্ধ লোক এচাম ওলাল। তেওঁলোক হ'ল—পিউৰিটান আৰু কেলভিনিষ্ট্‌সকল। প্ৰটেষ্টাণ্ট্‌ আন্দোলনৰ পৰৱৰ্ত্তী কালৰ অন্যতম নেতা আছিল—কেলভিন্‌। সংগঠন কৰাত তেওঁ পাকৈত আছিল; জেনেভা নগৰ কিছুদিনৰ কাৰণে তেওঁৰ নিয়ন্ত্ৰণৰ অধীনত আছিল। জেনেভাৰ পাৰ্কত যে দেখিছিলা সংস্কাৰ-আন্দোলনৰ বিৰাট স্মৃতিসৌধটো, মনত আছেনে? কেলভিন্‌ আৰু আন আন লোকৰ প্ৰতিমূৰ্ত্তিৰ সৈতে বিশাল দেৱাল-বোৰ দেখা মনত আছেনে? কেলভিন্‌ বৰ অসহিষ্ণু লোক আছিল; তেওঁৰ সৈতে একমত নোহোৱা কাৰণে আৰু মুকলি মুৰীয়াভাৱে চিন্তা কৰা কাৰণেই তেওঁ বহুতো মানুহক মাৰিলে।

ৰোমান চাৰ্চ্চৰ প্ৰতি প্ৰবল বিৰোধী ভাব থকা কাৰণে সৰ্ব্বসাধাৰণ বহুতো লোকে লুথাৰ আৰু প্ৰটেষ্টাণ্টসকলক বিশেষভাৱে সহায় কৰিছিল। মই তোমাক কৈছিলোঁ যে খেতিয়কসকল বৰ দুখ-দুৰ্গতিৰ মাজত আছিল আৰু সঘনে সংঘৰ্ষ হৈছিল। এই সংঘৰ্ষৰপৰাই জাৰ্ম্মাণীত পূৰ্ণাঙ্গভাৱে কৃষক যুদ্ধ হ'লগৈ। তেওঁলোকে হেঁচি ধৰা অন্যায় ব্যৱস্থাৰ বিৰুদ্ধে দুখীয়া খেতিয়কসকলে থিয় দিলে। আৰু নিচেই সাধাৰণ আৰু যুক্তিসঙ্গত দাবী কিছুমান দাঙি ধৰিলে। সেই দাবীবোৰ হ'ল দাস-প্ৰথা উঠিব লাগে, মাছ মাৰিবলৈ আৰু চিকাৰ কৰিবলৈ অধিকাৰ পাব লাগে। কিন্তু সেইবোৰৰপৰাও তেওঁলোকক বঞ্চিত কৰা হ'ল আৰু জাৰ্ম্মাণীৰ ৰজাসকলে নিৰ্ম্মম পন্থা অৱলম্বন কৰি তেওঁলোকক দমন কৰিবলৈ চেষ্টা কৰিলে। কিন্তু প্ৰসিদ্ধ সংস্কাৰক লুথাৰৰ মনোভাৱ কেনেকুৱা ধৰণৰ আছিল? তেওঁ দুখীয়া খেতিয়ক-সকলৰ পক্ষ লৈ তেওঁলোকৰ ন্যায্য দাবীবোৰ সমৰ্থন কৰিছিলনে? কেতিয়াও নকৰিলে। দাসপ্ৰথা উঠি যাব লাগে বুলি খেতিয়কসকলে তোলা দাবীৰ সম্পৰ্কত লুথাৰে কৈছিল—"এইটো দফাই সকলো মানুহক সমান কৰি পেলাব আৰু যীশুখৃষ্টৰ আধ্যাত্মিক ৰাজ্যখনক এটা বাহ্যিক পাৰ্থিৱ ৰাজ্যলৈ ৰূপান্তৰিত কৰিব। অসম্ভৱ কথা। মানুহৰ মাজত অসমতা নথকাকৈ পাৰ্থিৱ ৰাজ্য এখন থাকিব নোৱাৰে। কিছুমান মুক্ত অৱস্থাত আৰু কিছুমান দাস হিচাপে, কিছুমান শাসক হিচাপে আৰু কিছুমান শাসিত হিচাপে থাকিবই লাগিব।" তেওঁ খেতিয়কসকল ধ্বংস হওক বুলি শাও দিয়ে। গতিকে যি সকলে পাৰে সেই সকলে দেখা দেখিকৈয়ে হওক বা গোপনেই হওক সিঁহতক ঘপিয়াই মাৰক, হত্যা কৰক, খুচি মাৰক। এইটো মনত ৰাখিব লাগিব যে বিদ্ৰোহীৰ সমান বিষাক্ত, ঘৃণনীয় আৰু অসৎ লোক আন কোনোৱেই নহয়। আপোনালোকে তেনে মানুহক বলিয়া কুকুৰ মৰাদি মাৰিব লাগিব। আপোনালোক তাৰ ওপৰত জাঁপিয়াই নপৰিলে সিয়েই আপোনালোকৰ ওপৰত আৰু গোটেই দেশৰ ওপৰত জাঁপিয়াই পৰিব।" বিশেষকৈ ধৰ্ম্মবিষয়ক নেতা আৰু সংস্কাৰক এজনৰ মুখত এয়া শুৱলাভাষা।

সেইদেখি দেখিবলৈ পোৱা গ'ল যে স্বাধীনতা আৰু মুক্তিৰ ধ্বনি উঠিছিল,

সেইবোৰে অকল উচ্চশ্ৰেণীৰ কথাহে বুজাইছিল—সৰ্ব্ব সাধাৰণ লোকক বুজোৱা নাছিল। প্ৰায় প্ৰতিটো যুগতে সৰ্ব্বসাধাৰণ লোকে যিদৰে জীৱন কটাইছিল, সেই জীৱন পশুৰ জীৱনৰপৰা বৰ বেলেগ নাছিল। লুথাৰৰ মতে তেওঁলোক তেনেদৰেই থাকিব লাগিব—কিয়নো সিয়েই স্বৰ্গৰ বিধান। ঘাইকৈ সৰ্ব্বসাধাৰণ লোকৰ উৎকট অৰ্থনৈতিক দুখ দুৰ্গতিৰ ফলতে ৰোমৰ বিৰুদ্ধে প্ৰটেষ্টাণ্ট বিদ্ৰোহৰ সূত্ৰপাত হয়। এই বিদ্ৰোহে তাৰ লগত নিজক থাপ খুৱাই লৈ তাৰ সুযোগ লৈছিল। কিন্তু দাস-সকল বহুত দূৰ আগবাঢ়িব পাৰে আৰু দাসত্বৰপৰা তেওঁলোকে মুক্তি লাভ কৰিব পাৰে বুলি অহঙ্কাৰ ভাৱ উদয় হোৱাৰ লগে লগেই প্ৰটেষ্টাণ্ট্ নেতৃবৰ্গই তেওঁলোকক দমন কৰিবৰ বাবেই ৰজাসকলৰ লগত হাত মিলালে। সৰ্ব্বসাধাৰণ লোকৰ দিন তেতিয়াও বহুত নিলগত আছিল। নতুনকৈ উদয় হোৱা যুগটো আছিল—মধ্যবিত্ত শ্ৰেণীৰ—বুৰ্জ্জোৱাসকলৰ যুগ। ষোড়শ আৰু সপ্তদশ শতিকাৰ সকলোবোৰ বিবাদ আৰু যুদ্ধৰ যোগেদি এইটো শ্ৰেণী ক্ৰমে ক্ৰমে অধিক শক্তিশালী হৈ উঠিল।

যতে ক্ৰমবৰ্দ্ধমান বুৰ্জ্জোৱাসকলৰ অলপ শক্তি আছিল, তাতেই প্ৰটেষ্টাণ্ট-বাদৰ সম্প্ৰসাৰণ ঘটিল। প্ৰটেষ্টাণ্টসকলৰ বহুতো ভাগ-বিভাগ আছিল। ইংলেণ্ডত ৰজাই নিজক চাৰ্চ্চৰো মুৰব্বী বুলি ঘোষণা কৰিলে; তেওঁ হ'ল "ডিফেণ্ডাৰ অব্ দি ফেইথ" অৰ্থাৎ ধৰ্ম্ম বিশ্বাসৰ ৰক্ষক। তেতিয়া চাৰ্চ্চ চাৰ্চ্চ হৈ নেথাকিল—চৰকাৰৰ এটা বিভাগ মাত্ৰ হ'লগৈ। তেতিয়াৰপৰা আজিলৈকে ইংলেণ্ডৰ চাৰ্চ্চ তেনেদৰেই আছে।

আন আন দেশত—বিশেষকৈ জাৰ্ম্মাণী, চুইজাৰলেণ্ড আৰু নেদাৰলেণ্ডছত আন আন সম্প্ৰদায়ে প্ৰতিপত্তি লাভ কৰিলে। বুৰ্জ্জোৱাসকলৰ বিকাশৰ লগত থাপ খাইছিল কাৰণেই কেলভিন্‌বাদ বিয়পিব পাৰিছিল। ধৰ্ম্মসংক্ৰান্ত বিষয়ত কেলভিন্-অতিশয় অসহিষ্ণু লোক আছিল। সনাতন বিশ্বাসধাৰাৰ বিৰোধী লোকক শাস্তি দিয়া হৈছিল আৰু পুৰি মৰা হৈছিল। কিন্তু ব্যৱসায়-সংক্ৰান্ত কথাত তেওঁৰ মত-বাদেৰে বাণিজ্য আৰু উদ্যোগৰ বিকাশৰ লগত অধিক পৰিমাণে থাপ খাব পাৰিছিল। ৰোমাণ মতবাদে তাকে কৰিব পৰা নাছিল। ব্যৱসাৰ লাভ হলে আশীষ-বাণী পাইছিল আৰু ধন ধাৰে দিয়াৰ প্ৰতি উদগনি দিয়া হৈছিল। সেইদেখি নতুন বুৰ্জ্জোৱাসকলে পুৰণি বিশ্বাসধাৰাৰ এই নতুন সংস্কাৰকে গ্ৰহণ কৰিছিল, আৰু কোনো বিৱেক-দংশন নোহোৱাকৈ ধন ঘটিছিল। সামন্তবাদী ডা-ডাঙৰীয়াসকলৰ বিৰুদ্ধে যুঁজত সৰ্ব্বসাধাৰণকে তেওঁলোকে কামত লগাইছিল। এতিয়া এই ডা-ডাঙৰীয়াসকল পৰাভূত হোৱাত তেওঁলোকে সৰ্বসাধাৰণক উপেক্ষা কৰিলে অথবা তেওঁলোকৰ ওপৰত প্ৰভুত্ব চলালে।

কিন্তু বুৰ্জ্জোৱাসকলে তেতিয়াও বহুতো বাধা অতিক্ৰম কৰিব লগীয়া হৈছিল। তেতিয়াও ৰজা তেওঁলোকৰ পথৰ কণ্টকস্বৰূপ আছিল। ডা-ডাঙৰীয়াসকলৰ বিৰুদ্ধে যুঁজ চলাওঁতে ৰজাই নগৰৰ লোকসকলৰ লগত যোগ দিছিল। এতিয়া ডা-ডাঙৰীয়া-সকলৰ শক্তি খৰ্ব্ব কৰাৰ ফলত ৰজাৰ শক্তি বাঢ়িল আৰু তেৱেঁই একমাত্ৰ প্ৰভু হ'ল। ৰজা আৰু মধ্যবিত্ত শ্ৰেণীৰ মাজত প্ৰতিদ্বন্দ্বিতা চলিবলৈ তেতিয়াও বাকী আছিল।

## ষোড়শ আৰু সপ্তদশ শতিকাৰ ইউৰোপত স্বেচ্ছাচাৰী আমোল

২৬ আগষ্ট, ১৯৩২

আকৌ মই আওকণীয়া হৈছোঁ। বহুতদিন চিঠি লিখা নাই। মোক প্ৰশ্ন সোধোতা কোনো নাই, কোনেও কামৰ কথা সঁকিয়াই নিদিয়ে। সেইদেখি প্ৰায়েই মই ঢিলাই দিওঁ আৰু আন কথাত লাগোঁগৈ। আমি দুয়ো যদি একেলগে থাকিলো-হেঁতেন, তেতিয়া সকলো কথা সুকীয়া ধৰণৰ হ'ল হেঁতেন, নহয়নে? কিন্তু আমি দুয়ো কথা পাতি থাকিবলৈ পোৱাহেঁতেন তেতিয়া মই এই চিঠিবোৰ লিখিব লগীয়া হ'লহেতেন জানো?

মোৰ আগৰ চিঠিখনত ইউৰোপত ব্যাপক অশান্তি আৰু পৰিবৰ্ত্তন ঘটাৰ কথা লিখিছিলোঁ, ষোড়শ আৰু সপ্তদশ শতিকাত ঘটা বিৰাট পৰিবৰ্ত্তনৰ কথা তাত আলোচনা কৰা হৈছিল। মধ্যযুগৰ অৱসান ঘটাই বুৰ্জ্জোৱাসকলৰ উত্থানৰ সূত্ৰপাত ঘটোৱা অৰ্থনৈতিক বিপ্লৱৰ লগে লগে বা তাৰ পিচত হোৱা পৰিবৰ্ত্তনৰ কথাও উল্লেখ কৰা হৈছিল। আগৰখন চিঠিত পশ্চিম ইউৰোপত—কেথলিক আৰু প্ৰটেষ্টান্ট এই দুই খৃষ্টধৰ্ম্মত বিভক্ত হোৱাৰ কথা লিখিছিলোঁ। এই দুটা ভাগৰ মাজত চলা ধৰ্ম্মবিষয়ক সংগ্ৰামৰ ঘাই ৰণথলী আছিল জাৰ্ম্মাণী; কিয়নো সেইদেশত এই দুয়োটা ভাগৰ শক্তি প্ৰায় সমান সমান আছিল। এইবোৰ সংগ্ৰামৰ লগত কম বেচি পৰিমাণে পশ্চিম ইউৰোপৰ আন আন দেশো জড়িত হৈ পৰিছিল। উপমহাদেশ খনৰ ধৰ্ম্মবিষয়ক সংগ্ৰামৰপৰা ইংলেণ্ড আঁতৰি আছিল। বিশেষ একো আভ্যন্তৰীণ অশান্তি নোহোৱাকৈ ৰজা অষ্টম হেনৰীয়ে ইংলেণ্ডৰ লগত ৰোমৰ সম্পৰ্ক ছেদ কৰিলে আৰু নিজাকৈ চাৰ্চ্চ প্ৰতিষ্ঠা কৰিলে—এই চাৰ্চ্চ কেথলিক আৰু প্ৰটেষ্টান্ট দুয়োটাৰে মধ্যবৰ্ত্তী ধৰণৰ। হেনৰীয়ে ধৰ্ম্মৰ কথা লৈ কেৰেপ নকৰিছিল। চাৰ্চ্চৰ হাতত থকা মাটি-বাৰীখিনিলৈ তেওঁৰ লোভ আছিল আৰু তেওঁ সেইখিনি হস্তগত কৰিলে। তদুপৰি তেওঁ দুনাই বিয়া কৰাব খুজিছিল আৰু কৰালেও। এইদৰে সংস্কাৰ অভিযানৰ মূল ফলাফল হ'ল—পোপৰ কৰ্ত্তৃত্বৰ বাঘজৰীৰপৰা ৰজা আৰু কোৰ'ৰ-সকলক মুক্ত কৰাটো।

যি সময়ত নৱজাগৰণৰ আন্দোলন আৰু সংস্কাৰ-আন্দোলনৰ নিচিনা আন্দোলনে আৰু আৰ্থিক সংকটে ইউৰোপৰ ৰূপ সলনি কৰি পেলাইছিল, সেই সময়ত ৰাজনৈতিক পটভূমি কেনে ধৰণৰ আছিল? ষোড়শ আৰু সপ্তদশ শতিকাত ইউৰোপৰ মানচিত্ৰ কেনে ৰূপত আছিল? এই দুশ বছৰ কালৰ ভিতৰত এই মান চিত্ৰৰ পৰিবৰ্ত্তন ঘটি আছিল। ষোড়শ শতিকাৰ আগছোৱাত এই মানচিত্ৰ কেনে ধৰণৰ আছিল সেই কথালৈকে আমি এতিয়া মন কৰিম।

দক্ষিণ-পূব ভাগত তুৰ্কীসকলৰ অধীনত আছিল কনষ্টাণ্টিনোপল আৰু তেওঁলোকৰ সাম্ৰাজ্য হাঙ্গেৰীলৈকে বিয়পি পৰিছিল। দক্ষিণ পশ্চিম কোণত বিজেতা আৰবসকলৰ সতি-সন্ততি ছাৰাছেন মুছলমানসকল গ্ৰাণাডাৰপৰা বহিষ্কৃত হ'ল আৰু

ফাৰ্দিনাণ্ড আৰু ইছাবেলাৰ যুটীয়া শাসনৰ অধীনত স্পেইন্ খৃষ্টধৰ্ম্মী শক্তিৰূপে মূৰ দাঙি উঠিল। স্পেইনত শ শ বছৰ জুৰি খৃষ্টান আৰু মুছলমানসকলৰ মাজত সংঘৰ্ষ হৈ থকা বাবে স্পেনীয়সকলে কেথলিক ধৰ্ম্মক আঁকোৰগোজ মাৰি ধৰি থাকিল। ভয়াবহ ধৰণৰ ধৰ্ম্মবিচাৰৰ ব্যৱস্থা স্পেইনত প্ৰৱৰ্ত্তন কৰা হয়। আমেৰিকা আৱিষ্কাৰ কৰাৰ ফলত অপাৰ সম্পদৰ অধিকাৰী হৈ স্পেইনে ইউৰোপৰ ৰাজনীতিত নেতৃস্থানীয় ভূমিকা লবলৈ ধৰিলে।

আকৌ মানচিত্ৰখন চোৱা যাওক। ইংলেণ্ড আৰু ফ্ৰান্সক সহজে চিনি পাম, কিয়নো সেই দুয়োখন দেশ প্ৰায় এতিয়াৰ দৰেই আছিল। মানচিত্ৰৰ মাজভাগতে আছে—সাম্ৰাজ্যখন; সেয়ে বহুতো জাৰ্ম্মাণ ৰাজ্যত বিভক্ত—প্ৰতিখনেই এক প্ৰকাৰ স্বাধীন ৰাজ্য। এইটো সৰু সৰু ৰাজ্য কিছুমানৰ এটা অদ্ভুত সমষ্টি—ৰজা, ডিউক, বিশ্বপ, নিৰ্ব্বাচকমণ্ডলী আদিয়ে এইবোৰৰ শাসন চলাইছিল। তদুপৰি বহুতো নগৰৰ কিছুমান বিশেষাধিকাৰ আছিল। উত্তৰ-জগতত থকা ব্যৱসায় প্ৰধান নগৰবোৰে লগ লাগি এখন 'কনফেডাৰেচন' গঠন কৰিলে। কাৰ্য্যতঃ স্বাধীনভাৱে থাকিলেও চুইজাৰলেণ্ড গণৰাজ্যক তেতিয়াও স্বাধীন বুলি মানি লোৱা হোৱা নাছিল। ভেনিচ গণৰাজ্য আৰু উত্তৰ ইটালীৰ অন্যান্য গণৰাজ্যৰ নগৰসমূহ; ৰোমৰ কেউফালে 'পেপেল ষ্টেট্‌ছ' নামে অভিহিত পোপৰ অধীনস্থ অঞ্চল; তাৰ দক্ষিণলৈ নেপলছ ৰাজ্য আৰু চিচিলী। পূৰ্ব্বে সাম্ৰাজ্য আৰু ৰুচিয়াৰ মাজত পোলেণ্ড আৰু হাঙ্গেৰী; অটোমান তুৰ্কী সাম্ৰাজ্যৰ ছাঁ হাঙ্গেৰীৰ ওপৰতো পৰিছিল। তাৰো পূৱলৈ আছিল ৰুচিয়া। 'গল্ডেন হ'ৰ্ড' নামে পৰিচিত মঙ্গোলসকলৰপৰা মুক্ত হৈ ৰুচিয়া তেতিয়া নতুনকৈ শক্তিশালী ৰাষ্ট্ৰহৈ উঠিছিল। উত্তৰ আৰু পশ্চিমৰ পিনেও আন আন কিছুমান ৰাজ্য আছিল।

ষোড়শ শতিকাৰ আগভাগত ইউৰোপৰ অৱস্থা এনেকুৱা আছিল। ১৫২০ চনত পঞ্চম চাৰ্লচ সম্ৰাট হ'ল। তেওঁ আছিল—হেপচ্‌বাৰ্গ বংশৰ লোক; উত্তৰাধিকাৰ সূত্ৰে তেওঁ স্পেইন, নেপলছ, চিচিলী আৰু নেদাৰলেণ্ডছ ৰাজ্য শাসন কৰিবলৈ পালে। ৰজাঘৰীয়া বৈবাহিক সূত্ৰৰ কাৰণেই ইউৰোপৰ একোখন দেশ আৰু তাৰ জনসাধাৰণৰ গৰাকী সলনি হোৱাটো আচৰিত কথা। অকল উত্তৰাধিকাৰী সূত্ৰেই লাখ লাখ মানুহ আৰু ডাঙৰ ডাঙৰ দেশৰ ওপৰত শাসন কৰিবলৈ পাইছিল। সময়ত যৌতুক হিচাপেও তাকে পোৱা গৈছিল। ইংলেণ্ডৰ ৰজা দ্বিতীয় চাৰ্লছ্ তেওঁৰ পত্নী ব্ৰাগাঞ্জাৰ কেথেৰিণে (পৰ্ত্তুগালৰ) যৌতুকত পোৱা বম্বে দ্বীপটোৰো গৰাকী হৈছিল। সেইদেখি ভাবি-গুণি বিয়া কৰাই হেপচ্‌বাৰ্গ বংশৰ ৰজাসকলে একোখন সাম্ৰাজ্য ৰচনা কৰিছিল আৰু পঞ্চম চাৰ্লছ তেনে এখন সাম্ৰাজ্যৰে গৰাকী হ'ল। তেওঁ সাধাৰণ মানুহ আছিল; বিপুল ভোজন কৰিব পাৰে বুলি তেওঁ প্ৰখ্যাত আছিল; কিন্তু বিশাল সাম্ৰাজ্য এখনৰো গৰাকী হৈ তেওঁ সাময়িকভাৱে ইউৰোপৰ মহা প্ৰতাপী ৰজা হৈ উঠিল।

চাৰ্লছ্ যি বছৰ সম্ৰাট হয়, সেই বছৰতে চুলেইনমান অটোমান সাম্ৰাজ্যৰ গৰাকী হয়। তেওঁৰ আমোলতে সাম্ৰাজ্যখন কেওঁপিনে সম্প্ৰসাৰিত হয়; বিশেষকৈ পূব ইউৰোপত এই সাম্ৰাজ্যৰ সম্প্ৰসাৰণ হয়। তুৰ্কীসকল ভিয়েনাৰ সীমালৈকে আগুৱাই

আহিছিল; কিন্তু এই বিতোপন পুৰণি নগৰখন দখল কৰিব নোৱাৰিলে। কিন্তু তেওঁলোকৰ কাৰণে হেপচ্বার্গ সম্রাট সঙ্কিত হৈ পৰিল আৰু উপঢৌকন দি চুলেই-মানক হাত কৰি থোৱাটো ভাল বুলি তেওঁ ভাবিলে। পৱিত্ৰ ৰোমাণ সাম্রাজ্যৰ সম্রাটে তুৰস্কৰ চুলটানক উপঢৌকন দিয়া কথাটো ভাবি চোৱাঁচোন। চুলেইমানক মহান চুলেইমান বুলি কোৱা হয়। পুৰৰ বাইজেন্টাইন চিজাৰসকলৰ প্ৰতিনিধিৰূপে নিজকে গণ্য কৰি তেওঁ নিজেই সম্রাট উপাধি ললে।

চুলেইমানৰ আমোলতে কনষ্টান্টিনোপলত বহুতো নির্ম্মাণকার্য্য হাতত লোৱা হ'ল। বহুতো বিতোপন মছজিদ সেই সময়তে সজা হয়। ইটালীৰ কলা বিষয়ক নৱজাগৰণৰ অনুৰূপ উত্থান পুৰতো হয়। অকলযে কনষ্টান্টিনোপলতে কলাসুলভ কার্য্যকলাপ চলিছিল এনে নহয়; পাৰস্য আৰু মধ্য এচিয়াৰ খোৰছানতো বিতোপন চিত্ৰ অঙ্কিত হৈছিল।

মোগল বংশৰ বাবৰে উত্তৰ-পশ্চিম দিশৰপৰা ভাৰতত প্ৰৱেশ কৰি নতুন বংশ এটাৰ ৰাজ্যত্ব প্ৰতিষ্ঠা কৰে। সেয়ে ঘটিছিল ১৫২৬ চনত; তেতিয়া ইউৰোপত সম্রাট হিচাপে আছিল পঞ্চম চালর্ছ আৰু চুলেইমানে কনষ্টান্টিনোপলত ৰাজত্ব কৰিছিল। বাবৰ আৰু তেওঁৰ বিচক্ষণ সতি-সন্ততিসকলৰ বিষয়ে কব লগীয়া বহুত কথা আছে। পিচে এটা কথা মন কৰিব লগীয়া। বাবৰ আছিল নৱজাগৰণৰ যুগৰ আদর্শৱান ৰজা। অৱশ্যে সেই সময়ৰ অনুৰূপ ধৰণৰ ইউৰোপীয় ৰজাসকলতকৈ তেওঁ উন্নত পর্য্যায়ৰ আছিল। তেওঁ দুঃসাহসী, নির্ভীক যুঁজাৰু আৰু সাহিত্য কলাৰ সাধক। সেই-সময়ত ইটালীৰো কিছুমান ৰজা দুঃসাহসী আৰু কলা-সাহিত্য-প্ৰেমী আছিল; তেওঁ-লোকৰ সৰু ৰাজসভাও বাহ্যিকভাৱে উজ্জ্বল হৈ আছিল। ফ্লৰেন্সৰ মেডিচি পৰিয়াল আৰু বৰ্গিয় সকল সেইসময়ত প্ৰখ্যাত আছিল। কিন্তু এই ইটালীয় কোৱঁৰসকল আৰু সেই সময়ৰ ইউৰোপৰ সৰহ ভাগ কোৱঁৰ মেকিয়াভেলিৰ প্ৰকৃত অনুগামী আছিল; তেওঁলোক অবিৱেচক, কুট আৰু উৎপীড়ক আছিল। প্ৰতিপক্ষক বিহ খুৱাবলৈ বা ঘাতকৰ হতুৱাই হত্যা কৰাবলৈ কুণ্ঠা বোধ নকৰিছিল। এই সকলৰ লগত বাবৰক তুলনা কৰিলে ন্যায় বিচাৰ কৰা নহব। আকবৰ, চাহজাহান আদি মোগল সম্রাটসকলৰ দিল্লী আৰু আগ্ৰাত থকা ৰাজসভাৰ লগত তেওঁলোকৰ সৰু সৰু ৰাজসভাবোৰ তুলনা কৰিব নোৱাৰি। এই মোগল ৰাজসভাবোৰ জাকজমক আছিল আৰু সম্ভৱতঃ আটাইতকৈ সমৃদ্ধিশালী আছিল।

গম ধৰিব নোৱাৰাকৈ আমি ইউৰোপৰ কথাৰপৰা আহি ভাৰতৰ কথা উলিয়া-লোহি। ইউৰোপৰ নৱজাগৰণ যুগৰ সময়ত ভাৰত আৰু আন আন ঠাইত কি হৈছিল সেই বিষয়ে যাতে তুমি উপলব্ধি কৰিব পাৰা তাকে মই বিচাৰিছোঁ। সেই সময়ত তুৰস্ক, পাৰস্য, মধ্য-এচিয়া আৰু ভাৰতত কলা-চৰ্চ্চা হৈছিল। চীনত মিংসকলৰ কাৰণে এইছোৱা সময় শান্তি আৰু সমৃদ্ধিৰ সময় আছিল। সেই সময়ত তাত কলাৰ সৃষ্টি উচ্চ পর্য্যায়ৰ আছিল। কিন্তু সম্ভৱতঃ চীনৰ বাহিৰে আন সকলো ঠাইতে এই কলাৰ চৰ্চ্চা ঘাইকৈ ৰাজসভাপ্ৰসূত কলা-চৰ্চ্চা আছিল। ই জনসাধাৰণৰ কলা নাছিল। মই ইতিমধ্যে যিসকল শিল্পীৰ নাম উল্লেখ কৰিছিলো, তেওঁলোকৰ

মৃত্যুৰ পিচত ইটালীত নৱজাগৰণ যুগৰ পৰৱৰ্ত্তী কালৰ কলা সাধাৰণ পৰ্য্যায়ৰ হৈ পৰিল।

ষোড়শ শতিকাৰ ইউৰোপ কেথলিক আৰু প্ৰটেষ্টাণ্ট ৰজাসকলৰ মাজত বিভক্ত হৈ পৰিল। সেইকালত ৰজাই আছিল সকলোৰে মূল, ৰাইজ নহয়। ইটালী, অষ্ট্ৰীয়া, ফ্ৰান্স আৰু স্পেইন কেথলিক আছিল। জাৰ্ম্মাণী আধা কেথলিক আৰু আধা প্ৰটেষ্টাণ্ট। ইংলেণ্ড প্ৰটেষ্টাণ্ট আছিল কিয়নো ৰজাই সেয়ে হোৱাটো বিচাৰিছিল। যিহেতু ইংলেণ্ড প্ৰটেষ্টাণ্ট আছিল, সেই কাৰণেই ইংলেণ্ডই অধিকাৰ কৰি উৎপীড়ন চলাবলৈ চেষ্টা কৰা আয়াৰলেণ্ড কেথলিক হৈ থাকিল। অৱশ্যে জনসাধাৰণৰ ধৰ্ম্মৰ প্ৰশ্নটোৱে একো গুৰুত্ব লাভ কৰা নাছিল বুলি ক'লে ভুল হব। শেষত গৈ এই কথাৰ গুৰুত্ব বাঢ়িল আৰু ইয়াৰ কাৰণেই বহুতো যুদ্ধ আৰু বিপ্লৱ হৈছিল। ৰাজনৈতিক আৰু অৰ্থনৈতিক প্ৰসঙ্গৰ পৰা ৰাজনৈতিক প্ৰসঙ্গক নিলগাই ৰখাটো টান কথা। সম্ভৱতঃ মই তোমাক ইতিমধ্যে কৈছিলোঁ যে যাইকৈ য'তে নতুন বণিক শ্ৰেণী অধিক শক্তিশালী হৈ উঠিছিল তাতেই ৰোমৰ বিৰুদ্ধে প্ৰটেষ্টাণ্ট বিদ্ৰোহ হৈছিল। সেইদেখি আমি দেখিবলৈ পাইছোঁ যে ধৰ্ম্ম আৰু বাণিজ্যৰ মাজত এটা সম্পৰ্ক আছিল। আনহাতে বহুতো ৰজাই ধৰ্ম্মবিষয়ক সংস্কাৰ অভিযানলৈ ভয় কৰিছিল; কিয়নো তাৰে আঁৰ লৈ গৃহ-বিপ্লৱ ঘটিব পাৰে বুলি আৰু তেওঁলোকৰ কৰ্ত্তৃত্ব ওফৰাই পেলাব পাৰে বুলি তেওঁলোকে ভাবিছিল। ধৰ্ম্ম বিষয়ত থকা পোপৰ কৰ্ত্তৃত্বৰ প্ৰতি ফেপেৰি পাতি ধৰা মানুহে ৰজা বা কোঁৱৰৰ ৰাজনৈতিক কৰ্ত্তৃত্বৰ বিৰুদ্ধেও প্ৰত্যাহ্বান জনাব পাৰে। ৰজাসকলে ইয়াক বিপদজনক মতবাদ বুলি ভাবিছিল। শাসন কৰাটো তেওঁলোকৰ স্বৰ্গীয় অধিকাৰ বুলিয়েই তেওঁলোকে তেতিয়াও গণ্য কৰিছিল। আনকি প্ৰটেষ্টাণ্ট কোঁৱৰসকলেও এইটো পৰিত্যাগ কৰিবলৈ ইচ্ছা নকৰিছিল।

কিন্তু সংস্কাৰ আন্দোলন চলা সত্বেও ইউৰোপত ৰজাসকলেই সৰ্ব্বশক্তিমান আছিল। তেওঁলোক তেতিয়াৰ সমান স্বেচ্ছাচাৰী আগতে কেতিয়াও নাছিল। পূৰ্ব্বতে শক্তিমন্ত সামন্তবাদী ডা-ডাঙৰীয়াসকলে তেওঁলোকক বাধা দিছিল আৰু ৰজাৰ কৰ্ত্তৃত্বৰ বিৰুদ্ধে সঘনে প্ৰত্যাহ্বান জনাইছিল। সদাগৰ আৰু বুৰ্জ্জোৱাসকলে এই ডা-ডাঙৰীয়াসকলক ভাল নেপাইছিল। তেওঁলোকক ৰজায়ো ভাল নেপাইছিল। সেইদেখি সদাগৰ শ্ৰেণী আৰু খেতিয়কসকলৰ সহায় লৈ ৰজাই ডা-ডাঙৰীয়া শ্ৰেণীৰ শক্তি খৰ্ব্ব কৰি নিজে সৰ্ব্বেসৰ্ব্বা হৈ উঠিল। বুৰ্জ্জোৱাসকলৰ শক্তি আৰু খিতাপ বাঢ়িলেও তেওঁলোকে ৰজাক বাধা দিব পৰাকৈ শক্তি আয়ত্ত কৰিব পৰা নাছিল। কিন্তু তাৰ অনতিপলমে ৰজাৰ বহুতো কামৰ ক্ষেত্ৰত মধ্যবিত্ত শ্ৰেণীয়ে প্ৰতিবাদ কৰিবলৈ ধৰিলে। বিশেষকৈ ঘনাই সৰহীয়া পৰিমাণে কৰ লগোৱা আৰু ধৰ্ম্মৰ ক্ষেত্ৰত হস্তক্ষেপ কৰা বাবে তেওঁলোকে প্ৰতিবাদ জনালে। ৰজাই এই কথা সমূলি ভাল পোৱা নাছিল। ৰজাই কৰা কোনো কামৰ বিৰুদ্ধে প্ৰতিবাদ জনাবলৈ তেওঁলোকে সাহ কৰা বাবে ৰজা তিক্ত হৈ উঠিছিল। তেওঁলোকক সেইদেখি ৰজাই ফাটেকত দিয়ালে নাইবা আন ধৰণে শাস্তি দিলে। বৃটিছ চৰকাৰৰ ওচৰত সেও মানিবলৈ আমি অস্বীকাৰ কৰা বাবে আজি ভাৰতত কৰাৰ দৰে জধেমধে মানুহক

ফাটেকত দিয়া হৈছিল। ৰজাই বেপাৰ-বাণিজ্যৰ ক্ষেত্ৰতো হকা-বাধা কৰিছিল। ইয়াৰ ফলত অৱস্থা আৰু শোচনীয় হ'ল আৰু ৰজা অধিক প্ৰতিবন্ধকৰ সন্মুখীন হব লগীয়া হ'ল। ক্ষমতা লাভ কৰাৰ বাবে বুৰ্জোৱাসকলে ৰজাসকলৰ স্বেচ্ছাচাৰী আমোলৰ বিৰুদ্ধে কেইবা শ বছৰ জুৰি সংগ্ৰাম চলালে। অলপ দিনৰ আগলৈকে সেই সংগ্ৰাম চলি আছিল। বহুতো ৰজাৰ শিৰচ্ছেদ হোৱাৰ মূৰত ৰজাৰ স্বৰ্গীয় অধিকাৰৰ ধাৰণা শেষত লুপ্ত হৈ পৰিল আৰু ৰজাসকলক তেওঁলোকৰ যথাবিহিত স্থানত থোৱা হ'ল। কিছুমান দেশত সোনকালে জয়লাভ কৰিলে আৰু কিছুমানত পলম হ'ল। এই সংগ্ৰামৰ উত্থান-পতনৰ কথা আমি পিচৰ চিঠিবোৰত আলোচনা কৰিম।

কিন্তু ষোড়শ শতিকাত ইউৰোপৰ প্ৰায় সকলোতে ৰজাই সৰ্ব্বেসৰ্ব্বা আছিল; প্ৰায় সকলো ঠাইতে বুলিহে কৈছোঁ, সকলোতে নহয়। তোমাৰ বোধকৰো মনত আছে, চুইজাৰলেণ্ডত পাৰ্ব্বত্য অঞ্চলৰ দুখীয়া খেতিয়কসকলে শক্তিমান্ হেপচ্‌বাৰ্গ বংশৰ ৰজাৰ বিৰুদ্ধে উঠিবলৈ সাহ কৰিছিল; তেওঁলোকে স্বাধীনতা অৰ্জ্জন কৰিবও পাৰিলে। সেইদেখি ইউৰোপৰ সৰ্বশক্তিমান স্বেচ্ছাচাৰী আমোলৰ মহাজলধিৰ মাজত এটা দ্বীপ স্বৰূপে আছিল চুইজাৰলেণ্ডৰ সৰু কৃষক গণৰাজ্য এখন; তাত ৰজাৰ স্থান নাছিল।

অলপ পিচতে নেডাৰলেণ্ডছতো সংকট উপস্থিত হ'ল; সৰ্ব্বসাধাৰণৰ আৰু ধৰ্ম্মৰ স্বাধীনতাৰ বাবে সংগ্ৰাম চলাই জয়যুক্ত হ'ল। এইখন এখন সৰু দেশ। কিন্তু যুদ্ধ খন আছিল ডাঙৰ—সেই সময়ৰ আটাইতকৈ ডাঙৰ শক্তি স্পেইনৰ বিৰুদ্ধে এইখন যুদ্ধত যুঁজা হৈছিল। এইদৰেই নেডাৰলেণ্ডছে ইউৰোপত নেতৃত্ব কৰিলে। তাৰ পিচত জনসাধাৰণৰ স্বাধীনতাৰ বাবে ইংলেণ্ডত সংগ্ৰাম চলিল; সেই সংগ্ৰামত এজন ৰজাৰ মূৰ কটা গ'ল আৰু তেতিয়াৰ সংসদে জয়লাভ কৰিলে। এইদৰেই স্বেচ্ছাচাৰী আমোলৰ বিৰুদ্ধে বুৰ্জোৱাসকলে চলোৱা এনেবোৰ সংগ্ৰামৰ নেতৃত্ব কৰিলে নেডাৰলেণ্ডছ আৰু ইংলেণ্ডই। এইবোৰ দেশত বুৰ্জোৱাসকলে জয়লাভ কৰা কাৰণেই নতুন পৰিবেশৰ সুবিধা লব পৰা হ'ল; আৰু সেইবাবেও আনবোৰ দেশতকৈ আগবাঢ়ি যাবও পাৰিলে। দুয়োখন দেশে শক্তিশালী নৌ-বাহিনী গঠন কৰিলে। দুয়োখন দেশে দূৰদূৰণিৰ দেশবোৰৰ লগত বেপাৰ-বাণিজ্য বৃদ্ধি কৰিলে আৰু দুয়োখন দেশে এচিয়াত সাম্ৰাজ্যৰ ভেটি ৰচনা কৰিলে।

এই চিঠিবোৰত এতিয়ালৈকে আমি ইংলেণ্ডৰ বিষয়ে বেচি কথা আলোচনা কৰা নাই। কবলৈকে বেচি কথা নাছিল; কিয়নো তেতিয়া ইউৰোপত ইংলেণ্ড বৰ বেচি গুৰুত্ব থকা দেশ নাছিল। কিন্তু এতিয়া পৰিৱৰ্ত্তন ঘটিল; ইংলেণ্ড ক্ষিপ্ৰগতিৰে উধাই যোৱা আমি এতিয়া দেখিবলৈ পাম। মেগ্‌না কাৰ্টা, সংসদৰ আৰম্ভণি, কৃষকৰ অশান্তি আৰু বিভিন্ন বংশৰ মাজত হোৱা গৃহযুদ্ধৰ কথা উল্লেখ কৰিছিলোঁ। এইবোৰ যুঁজ-বাগৰৰ সময়ত ৰজাসকলে হত্যা কৰা আৰু গুপ্তঘাতকৰ হতুৱাই প্ৰাণনাশ কৰা ঘটনা সচৰাচৰ ঘটা ঘটনা স্বৰূপ আছিল। বহুতো সামন্তবাদী ডা-ডাঙৰীয়া যুদ্ধত নিহত হ'ল; ফলত তেওঁলোকৰ শ্ৰেণীটোৰ শক্তি টুটি গ'ল। টিউডৰ নামৰ নতুন ফৈদ এটা ৰাজপাটত বহিল; তেওঁলোক বাৰুকৈয়ে স্বেচ্ছাচাৰী

আছিল। অষ্টম হেনৰী টিউডৰ ফৈদৰ আছিল। তেওঁৰ জীয়েক এলিজাবেথো টিউডৰ আছিল।

সম্ৰাট চাৰ্লছৰ পাচত সাম্ৰাজ্যখন টুকুৰাটুকুৰ হ'ল। স্পেইন আৰু নেডাৰলেণ্ডছ তেওঁৰ পুতেক দ্বিতীয় ফিলিপৰ ভাগত পৰিল। অতি শক্তিশালী ৰাজতান্ত্ৰিক দেশ হিচাপে সেই সময়ত ইউৰোপত স্পেইন দেশে মূৰ তুলি উঠিছিল। তোমাৰ নিশ্চয় মনত আছে, পেৰু আৰু মেক্সিক' এই দেশৰ অধীনত আছিল; আমেৰিকাৰপৰা অপাৰ সোণ আহিছিল। কিন্তু কলম্বাছ, কৰ্টেছ আৰু পিজাৰো থকা সত্ত্বেও স্পেইনে নতুন বা-বতাহৰ সুযোগ লব নোৱাৰিলে। বেপাৰ-বাণিজ্যত এই দেশে মনোযোগ দিয়া নাছিল। অতি গোড়া আৰু নিৰ্ম্মম প্ৰকৃতিৰ ধৰ্ম্মৰ বিষয়তহে এইখন দেশ বেচি আগ্ৰহশীল আছিল। গোটেই দেশতে ধৰ্ম্মমূলক বিচাৰৰ পয়োভৰ দেখা গৈছিল। সনাতন বিশ্বাসধাৰাৰ তথাকথিত অবিশ্বাসী লোকসকলৰ ওপৰত বীভৎস ধৰণৰ অত্যাচাৰ চলিছিল। মাজে-সময়ে ডাঙৰ ডাঙৰ ৰাজহুৱা উৎসৱ পতা হয় আৰু এনে ধৰণৰ পুৰুষ-মহিলা 'অবিশ্বাসী' লোকসকলক দলে দলে আনি প্ৰকাণ্ড চিতাত জীয়াই জীয়াই পুৰি মাৰে—ৰজা, ৰাজপৰিয়ালৰ লোক, ৰাষ্ট্ৰদূত আৰু হেজাৰ-বিজাৰ লোকৰ উপস্থিতিত এই কাম কৰা হয়। এইদৰে ৰাজহুৱাভাৱে পুৰি মৰাটোক কোৱা হয়—অটো ডা ফে অৰ্থাৎ বিশ্বাসপৰায়ণতাৰ কাম। এইবোৰ ভয়ানক আৰু আসুৰিক কথা যেন লাগে। এইছোৱা সময়ৰ ইউৰোপৰ বুৰঞ্জী ইমান হিংস্ৰ, ভয়ংকৰ আৰু পাশৱিক নিষ্ঠুৰতাৰ কথাৰে ভৰা আৰু ইমান ধৰ্ম্মমূলক গোড়া মনোভাৱৰ কথাৰে ভৰা যে তাক বিশ্বাস কৰিবলৈকে প্ৰায় অসম্ভৱ যেন লাগে।

স্পেইনৰ সাম্ৰাজ্য বেচি দিনলৈ তিষ্টিব নোৱাৰিলে। অকণমান হলেণ্ডৰ নিৰ্ভীক সংগ্ৰামে এই সাম্ৰাজ্যৰ কঁপনি তুলি দিলে। অলপ দিনৰ পিচতে—১৫৮৮ চনত—ইংলেণ্ড জয় কৰিবৰ বাবে চলোৱা প্ৰচেষ্টা শোচনীয়ভাৱে ব্যৰ্থ হয়। স্পেনীয় সৈন্য বাহিনীক কঢ়িয়াই নিয়া 'অজেয় নৌবাহিনী' আনকি ইংলেণ্ড নেপালেগৈ। মাজ সাগৰতে এই নৌবাহিনী ধ্বংস হ'ল। এইটো একো আচৰিত হব লগীয়া কথা নহয়; কিয়নো নৌবাহিনীৰ যিজন অধিনায়ক আছিল, তেওঁ জাহাজ বা সাগৰৰ কথা একোকে নেজানিছিল। দৰাচলতে তেওঁ নিজেই ৰজা দ্বিতীয় ফিলিপৰ ওচৰলৈ গৈ সবিনয়ে ৰজাৰ ওচৰত এইবুলি নিবেদন কৰিছিল যে এই পদৰপৰা তেওঁক ৰেহাই দিব লাগে; কিয়না সাগৰৰ ৰণ-কৌশল সম্পৰ্কে তেওঁ একোকে নেজানে অৰু নাৱিক হিচাপেও তেওঁ ভাল নহয়। কিন্তু ৰজাই সমিধান দিলে এইবুলি যে তেওঁৱেই নৌবাহিনীৰ অধিনায়ক হিচাপে যাব লাগিব।

সেইদেখি ক্ৰমে স্পেইনৰ সাম্ৰাজ্য কোঁচ খাই আহিল। পঞ্চম চাৰ্লছৰ দিনত কোৱা হৈছিল যে তেওঁৰ সাম্ৰাজ্যত বেলি মাৰ নেযায়। আজি আন এখন মদগৰ্ব্বী সাম্ৰাজ্যৰ ক্ষেত্ৰতো প্ৰায়ে সেইষাৰ কথাকে কোৱা হয়।

# স্বাধীনতাৰ বাবে নেডাৰলেণ্ডছৰ সংগ্ৰাম

২৭ আগষ্ট, ১৯৩২

ষোড়শ শতিকাত প্ৰায় গোটেই ইউৰোপতে ৰজাসকল কেনেকৈ সৰ্ব্বেসৰ্ব্বা হৈ উঠিল, সেই বিষয়ে মই তোমাক কৈছিলোঁ। ইংলেণ্ডত টিউডৰসকল আৰু স্পেইন আৰু অষ্ট্ৰীয়াত হেপচ্‌বাৰ্গসকল ৰাজপাটত আছিল। ৰুচিয়া, জাৰ্ম্মাণীৰ বিৰাট অংশ এটাত আৰু ইটালীত স্বেচ্ছাচাৰী ৰজাই শাসন কৰিছিল। এনেদৰে ব্যক্তিগত ভাৱে ৰাজশাসন চলোৱা ৰজাসকলৰ ভিতৰত বিশেষ চানেকী এটা পোৱা যায় ফ্ৰান্সত; সেইদেশত সমগ্ৰ দেশখনকে ৰজাৰ প্ৰায় ব্যক্তিগত সম্পত্তি বুলিয়েই ধৰা হৈছিল। কাৰ্ডিনেল ৰিচেলি নামৰ এজন অতি সুযোগ্য মন্ত্ৰীয়ে ফ্ৰান্সক আৰু সেই দেশৰ ৰাজতন্ত্ৰক শক্তিশালী কৰি তোলাত সহায় কৰিছিল। ফ্ৰান্সে সদায় এইবুলিয়েই ভাবি আহিছিল যে জাৰ্ম্মাণীৰ দুৰ্ব্বলতাৰ মাজতে ফ্ৰান্সৰ শক্তি আৰু নিৰাপত্তা নিহিত আছে। ৰিচেলি এজন ডাঙৰ কেথলিক ধৰ্ম্মযাজক আছিল; তেওঁ ফ্ৰান্সত প্ৰটেষ্টাণ্ট্‌সকলক নিৰ্ম্মমভাৱে মষিমূৰ কৰিলে অথচ জাৰ্ম্মাণীত প্ৰটেষ্টাণ্ট্‌সকলৰ প্ৰতি প্ৰকৃততে উৎসাহ যোগালে। ইয়াৰ উদ্দেশ্য আছিল—জাৰ্ম্মাণীত ঘৰুৱা কন্দল আৰু অশান্তিৰ সৃষ্টি কৰি সেই দেশক দুৰ্ব্বল কৰি তোলা। এই নীতিয়ে বিশেষ ভাৱে সফলতা লাভ কৰে। আমি দেখিবলৈ পাম যে এইখনেই জাৰ্ম্মাণীৰ আটাইতকৈ শোচনীয় গৃহযুদ্ধ আৰু এই যুদ্ধই জাৰ্ম্মাণীক ধ্বংস কৰি পেলালে।

সপ্তদশ শতিকাৰ মাজভাগত ফ্ৰান্সতো গৃহযুদ্ধ হৈছিল—তাকে 'ফ্ৰণ্ডৰ যুদ্ধ' বুলি কোৱা হয়। কিন্তু ৰজাই ডা-ডাঙৰীয়া আৰু সদাগৰসকলক মষিমূৰ কৰিলে। ডা-ডাঙৰীয়াসকলৰ হাতত একো ক্ষমতা নেথাকিল; কিন্তু ৰজাৰ পক্ষত তেওঁলোকক ৰাখিবৰ বাবে ৰজাই তেওঁলোকক নানান সা-সুবিধা দান কৰিলে। তেওঁলোকে দৰাচলতে একো কৰ দিব নেলাগিছিল। ডা-ডাঙৰীয়া আৰু ধৰ্ম্মযাজকসকলক কৰৰ পৰা ৰেহাই দিয়া হৈছিল। কৰৰ গোটেইটো বোজা পৰিছিল—সৰ্ব্বসাধাৰণ লোকৰ ওপৰত, বিশেষকৈ খেতিয়কসকলৰ ওপৰত। এই দুখীয়া, দুৰ্ভগীয়া লোকসকলৰ পৰা আদায় কৰি নিয়া ধনেৰে বিৰাট, জাকজমক ৰাজপ্ৰাসাদ নিৰ্ম্মাণ কৰা হ'ল আৰু ৰজাৰ ৰাজসভাও অতি বিতোপন হৈ উঠিল। পেৰিছৰ ওচৰৰ ভাৰ্চেলিচ লৈ যোৱা তোমাৰ মনত আছে নে? আজিকালি মানুহে চাবলৈ যোৱা সেই বিৰাট ৰাজকাৰেং-বোৰ সপ্তদশ শতিকাত ফ্ৰান্সৰ খেতিয়কসকলৰ তেজেৰে নিৰ্ম্মাণ কৰা হৈছিল। ভাৰ্চেলিচ সৰ্ব্বময় আৰু দায়িত্বহীন ৰাজতন্ত্ৰৰ চানেকী স্বৰূপ। সকলো ধৰণৰ ৰাজতন্ত্ৰৰ অৱসান ঘটোৱা ভাৰ্চেলিচ ফৰাচী বিপ্লৱৰো আগৰণুৱা হোৱাটো একো আচৰিত হব লগীয়া কথা নহয়। কিন্তু তেতিয়া বিপ্লৱৰ বহুত আগৰ সময়। ৰজা আছিল—চতুৰ্দ্দশ লুই; Roi-Soleil অৰ্থাৎ মহান সম্ৰাট বুলি তেওঁক কোৱা হৈছিল; তেওঁ আছিল সূৰ্য্য স্বৰূপ আৰু তেওঁৰ ৰাজসভাৰ উপগ্ৰহসমূহে সেই সূৰ্য্যক প্ৰদক্ষিণ কৰিছিল। ১৬৪৩ চনৰ পৰা ১৭১৫ চনলৈ সুদীৰ্ঘ ৭২ বছৰ

তেওঁ ৰাজত্ব কৰে; তেওঁৰ প্ৰধান মন্ত্ৰী পদত আছিল—কাৰ্ডিনেল মাজাৰিণ নামৰ আন এজন মহান লোক। উচ্চ মহল বৰ বেঁচি বিলাসিতাৰ মাজত আছিল; সাহিত্য, বিজ্ঞান আৰু কলাই ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰিছিল। কিন্তু জাকজমকতাৰ ক্ষীণ আৱৰণৰ আঁৰত আছিল দুখ-দাৰিদ্ৰতা। ধুনীয়া ধুনীয়া 'উইগ', লেচ লগোৱা চোলাৰ হাত আৰু বিতোপন সাজপাৰে ঢাকি ৰখা জগৎখনে গাটো কাচিতহে ধুইছিল; গাত মলিয়ে তাঁতিৰ বান্ধিছিল।

বিলাসিতা আৰু জাকজমকতাই আমাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে। তেওঁৰ সুদীৰ্ঘ শাসন-কালৰ ভিতৰত চতুৰ্দ্দশ লুয়ে ইউৰোপৰ ওপৰত প্ৰৱলভাৱে প্ৰভাৱ বিস্তাৰ কৰাটো আচৰিত কথা নহয়। তেওঁ আদৰ্শস্থানীয় ৰজা হিচাপে পৰিগণিত হৈছিল আৰু আনেও তেওঁক অনুকৰণ কৰিবলৈ বিচাৰিছিল। কিন্তু এই মহান সম্ৰাট জন কেনে ধৰণৰ আছিল? কাৰ্লাইল নামৰ প্ৰখ্যাত ইংৰাজ লেখক এজনে কৈছিল—"আপোনালোকৰ লুই কোৰাটৰজৰ ৰাজকীয় সাজটো সোলোকাই পেলালে অৱশেষত মাত্ৰ দেখিবলৈ পাব—নিকৃষ্ট ধৰণৰ দুঠেঙীয়া মাংসপিণ্ড এটা—যাৰ মস্তিষ্ক অদ্ভূত গঢ়ৰ।" এইটো এটা কঠোৰ বৰ্ণনা—সম্ভৱতঃ ৰজা আৰু সৰ্ব্বসাধাৰণৰ লোকক ধৰি সৰহ ভাগ লোকৰ ক্ষেত্ৰতে এই কথা খাটিব।

লুই কোৰাটৰজৰ কথাই আমাক ১৭১৫ চনলৈ—অৰ্থাৎ অষ্টাদশ শতিকাৰ আৰম্ভণিৰ সময়লৈ লৈ যাব। ইতিমধ্যে ইউৰোপৰ অন্যান্য দেশবোৰত বহুত ঘটনা ঘটে; তাৰে কিছুমান ঘটনাৰ কথালৈ আমি মন কৰা উচিত হব।

স্পেইনৰ বিৰুদ্ধে নেডাৰলেণ্ডছে কৰা বিদ্ৰোহৰ কথা মই ইতিমধ্যে উল্লেখ কৰিছোঁ। তেওঁলোকৰ নিৰ্ভীক সংগ্ৰামৰ কথা সংক্ষেপভাৱে বিচাৰ কৰি চোৱা উচিত হব। এই স্বাধীনতা-সংগ্ৰামৰ বিষয়ে জে-এল-মাৰ্টলী নামৰ আমেৰিকান এজনে এটা সুপ্ৰসিদ্ধ বিৱৰণী লিপিবদ্ধ কৰি থৈ গৈছে। তেওঁৰ এই বিৱৰণী বৰ মনোগ্ৰাহী হৈছে। ইউৰোপৰ অকণমান চক এটাত ৩৫০ বছৰৰ আগতে ঘটা ঘটনাৱলীৰ এই মনোগ্ৰাহী বৰ্ণনাতকৈ অধিক চিত্তাকৰ্ষক হব পৰা উপন্যাস এখন আছে বুলি মই গম নেপাওঁ। এই কিতাপ খনৰ নাম 'The Rise of the Dutch Republic'; মই জেলতে এই কিতাপখন পঢ়োঁ।

নেডাৰলেণ্ডছৰ ভিতৰত হলেণ্ড আৰু বেলজিয়াম দুয়োখন দেশ আছিল। নামটোৰপৰাই বুজা যায় যে দেশখন দ ঠাইত অৱস্থিত। হলেণ্ড শব্দটো দ ঠাইৰ পৰা হৈছে। উত্তৰ সাগৰৰপৰা দেশখনক ৰক্ষা কৰিবলৈ ডাঙৰ মাথাউৰি আৰু দেৱাল নিৰ্ম্মাণ কৰিব লগীয়া হৈছিল। সৰহভাগ ঠাই সাগৰৰ সমতাতকৈ তলত আছিল। সততে সাগৰৰ লগত যুঁজি তিষ্ঠি থাকিব লগীয়া হোৱা এনে এখন দেশত কষ্টসহিষ্ণু আৰু সাগৰত ঘূৰি ফুৰিব পৰা মানুহৰ সৃষ্টি হ'ল: ঘনাই সাগৰ পাৰ হৈ তেওঁলোকে বেহা-বেপাৰ কৰিবলৈ ধৰিলে। এইদৰেই নেডাৰলেণ্ডছৰ মানুহ ব্যৱসায়ী হৈ উঠিল। তেওঁলোকে উলৰ বস্ত্ৰ আৰু আন আন বস্ত তৈয়াৰ কৰিলে। প্ৰাচ্যৰ মা-মছলাও তেওঁলোকে পালে। ব্ৰুগছ. ঘেণ্ট. এণ্টৱাৰ্প আদি সমৃদ্ধ আৰু কৰ্ম্মমুখৰ নগৰীবোৰ গঢ়ি উঠিল। প্ৰাচ্যৰ লগত বেহা-বেপাৰ বাঢ়ি যোৱাৰ লগে লগে. এই নগৰীবোৰৰো সমৃদ্ধি উধাই গ'ল আৰু ষোড়শ শতিকাত এণ্টৱাৰ্প ইউৰোপৰ ব্যৱসায়িক ৰাজধানী

স্বৰূপ হৈ উঠিল। ইয়াৰ বিনিময়-ভৱনত বোলে পৰস্পৰৰ মাজত বেহা-বেপাৰ চলাবৰ বাবে দিনে ৫০০০ সদাগৰ গোট খাইছিল। ইয়াৰ বন্দৰত একে সময়তে আঢ়ৈ হেজাৰ জাহাজ গোট খাইছিল। প্ৰায় ৫০০ জাহাজ ইয়ালৈ নিতৌ আহিছিল আৰু ইয়াৰপৰা যাওনা হৈছিল। নগৰৰ চৰকাৰ নিয়ন্ত্ৰিত হৈছিল এই ব্যৱসায়ী শ্ৰেণীৰ দ্বাৰা।

সংস্কাৰ আন্দোলনে পোষণ কৰা ধৰ্ম্ম সম্বন্ধীয় নতুন ভাৱধাৰাৰ প্ৰতি এই ব্যৱসায়ী সম্প্ৰদায় আকৃষ্ট হ'ল। তাত প্ৰটেষ্টাণ্ট ধৰ্ম্ম বিয়পি পৰিল—বিশেষকৈ উত্তৰ ভাগত। উত্তৰাধিকাৰসূত্ৰে পোৱা সুযোগৰ বলত হেপচ্‌বাৰ্গ ফৈদৰ পঞ্চম চাৰ্লছ আৰু তেওঁৰ পিচত পুতেক দ্বিতীয় ফিলিপ নেডাৰলেণ্ডছৰ শাসক হ'ল। ৰাজনৈতিক বা ধৰ্ম্ম বিষয়ক—কোনো ধৰণৰ স্বাধীনতা তেওঁলোকৰ এজনেও সহ্য নকৰিছিল। ফিলিপে নগৰীবোৰৰ বিশেষ সুবিধাবোৰ আৰু নতুন ধৰ্ম্মক নিঃশেষ কৰিবলৈ চেষ্টা কৰিছিল। উৎপীড়ন-অত্যাচাৰ চলোৱা বিষয়ত প্ৰখ্যাত হৈ পৰা আলভাৰ ডিউকক তেওঁ গৱৰ্ণৰ জেনেৰেল পাতি পঠালে। ধৰ্ম্মমূলক বিচাৰৰ ব্যৱস্থা কৰা হ'ল আৰু ৰক্ত-পৰিষদ স্থাপিত হ'ল; হেজাৰ হেজাৰ লোকক চিতাত পুৰি মৰা হ'ল বা ফাঁচী দিয়া হ'ল।

এইটো এটা দীঘলীয়া কাহিনী—সেইবোৰ কথা ইয়াত কব নোৱাৰি। স্পেইনত উৎপীড়ন বঢ়াৰ লগে লগে সংগ্ৰাম চলাবৰ বাবে জনসাধাৰণৰো শক্তি বৃদ্ধি পালে। তেওঁলোকৰ মাজত এজন মহান, জ্ঞানী নেতাৰ উদয় হ'ল; তেওঁৰ নাম—অৰেঞ্জৰ যুৱৰাজ উইলিয়াম, উইলিয়ম দি ছাইলেণ্ট নামেও তেওঁ জনাজাত। আলভাৰ ডিউকৰ লগত তেওঁ ফেৰ মাৰিব পৰা ধৰণৰ লোক। ১৫৬৮ চনত ধৰ্ম্মমূলক বিচাৰৰ এটা ৰায়ত পৰম্পৰাগত বিশ্বাসধাৰাৰ অবিশ্বাসী বুলি নেডাৰলেণ্ডছৰ সকলো অধিবাসীকে মৃত্যুদণ্ড বিহা হৈছিল—মাত্ৰ কেইজনমান লোককহে বাদ দিয়া হৈছিল। এইটো বুৰঞ্জীত নোহোৱা-নোপজা এটা অদ্ভুত ৰায়; তিনি বা চাৰি শাৰী বাক্যৰে ৩০ লাখ মানুহক মৃত্যুদণ্ড বিহা হৈছিল।

পোনতে ধাৰণা হৈছিল যে নেডাৰলেণ্ডছৰ ডা-ডাঙৰীয়া আৰু স্পেইনৰ ৰজাৰ মাজত যুঁজ লাগিছিল। আন আন দেশত ৰজা আৰু ডা-ডাঙৰীয়াৰ মাজত চলা সংগ্ৰামৰ দৰে প্ৰায় একেই আছিল। আলভাই তেওঁলোকক মচিমূৰ কৰিবলৈ চেষ্টা কৰে আৰু ব্ৰুছেলছত বহুতো ডা-ডাঙৰীয়া ফাঁচী-কাঠত ওলমিব লগীয়া হ'ল। ফাঁচী হোৱা প্ৰসিদ্ধ আৰু জনপ্ৰিয় ডা-ডাঙৰীয়াসকলৰ এজন আছিল—কাউণ্ট এগমণ্ট্। পিচত টকা-পইচাৰ টান হোৱাত আলভাই নতুনকৈ উচ্চ হাৰত কৰ লগাবলৈ চেষ্টা কৰে। ব্যৱসায়ী শ্ৰেণীৰ জেপতো টান পৰিল। তেতিয়া তেওঁলোকে বিদ্ৰোহ কৰিলে। তাৰ লগতে কেথলিক আৰু প্ৰটেষ্টাণ্টৰ মাজতো সংগ্ৰাম চলিল।

বিশালতাৰ পূৰ্ণ গৌৰৱেৰে স্পেইন এটা বিৰাট শক্তি আছিল। আনহাতে ব্যৱসায়ী আৰু সোৰোপা, খোঁৰাখুলীয়া ডা-ডাঙৰীয়াসকলে বাস কৰা কেইখন মান প্ৰদেশ লৈ নেডাৰলেণ্ডছ গঠিত। দুয়োখন দেশৰ মাজত কোনো তুলনাই নহয়। তথাপি নেডাৰলেণ্ডছক ধ্বংস কৰাটো স্পেইনৰ পক্ষে কষ্টসাধ্য হ'ল। ঘনাই বিৰাট হত্যাকাণ্ড হবলৈ ধৰিলে—সময়ত কোনো ঠাইৰ সকলো মানুহকে নিঃশেষ কৰি

পেলোৱা হ'ল। আৰু টাইম্‌ৰৰ লগতহে আলভা আৰু তেওঁৰ সেনাপতিসকলৰ তুলনা হব পাৰে। সময়ত তেওঁলোক মঙ্গোলসকলকো চেৰাই গৈছিল। আলভাই ইখনৰ পিচত সিখন নগৰ অৱৰোধ কৰিলে; নগৰৰ সামৰিক প্ৰশিক্ষণ নোপোৱা লোকসকলে, বহুত সময়ত তিৰোতায়ো আলভাৰ প্ৰশিক্ষণপ্ৰাপ্ত সৈন্য বাহিনীৰ বিৰুদ্ধে পানীয়ে-মাটিয়ে যুদ্ধ কৰিছিল; মুৰকত অনাহাৰে থাকি তেওঁলোকে আৰু যুঁজিব নোৱাৰা হয়। স্পেইনৰ দাসত্বৰ যুঁৱলী কান্ধ পাতি লোৱাতকৈ সম্পূৰ্ণভাৱে ধ্বংস পোৱাটোৱেই ভাল বুলি গণ্য কৰি হলেণ্ডবাসীয়ে বান্ধবোৰ ভাঙি দি উত্তৰ সাগৰৰ পানী সোমাই আহিবলৈ দিছিল—যাতে স্পেইনৰ সৈন্যবাহিনী বুৰি মৰে আৰু পলাব লগীয়া হয়। সংগ্ৰাম যিমানে দীঘলীয়া হ'ল, সিমানে ই নিৰ্ম্মম হৈ উঠিল; উভয় পক্ষ অতিশয় নিৰ্দ্দয় হ'ল। বিতোপন হাৰ্লেম নগৰ অৱৰোধৰ কথা বিশেষ উল্লেখযোগ্য; শেষ মুহূৰ্ত্তলৈকে নগৰখনক ৰক্ষা কৰা হ'ল; কিন্তু শেষত সচৰাচৰ হোৱা ধৰণে ব্যাপক হত্যাকাণ্ড হ'ল আৰু স্পেনীয় সৈন্যবাহিনীয়ে লুটপাট কৰিলে। বান্ধ ভাঙি দিয়াত অৱৰুদ্ধ আক্‌মাৰ নগৰ ৰক্ষা পৰিল। শত্ৰুৰ দ্বাৰা পৰিবেষ্টিত হৈ থকা অৱস্থাত লীডেন নগৰত অনাহাৰ আৰু বেমাৰত হেজাৰ হেজাৰ মানুহ মৰিল। লীডেনৰ গছবোৰত এখিলাও সেউজীয়া পাত বাকী থকা নাছিল। মানুহে সকলোবোৰ পাত খাই পেলাইছিল। জাবৰৰ দ'মৰ মাজত খোৱা বস্তুৰ টুকুৰা বিচাৰি পুৰুষ-নাৰীয়ে ক্ষুধাতুৰ কুকুৰৰ লগত কাড়া-আঁজোৰা লগাইছিল। তথাপি এইসকল লোক খোপনি পুতি থাকিল; গড়ৰ ওপৰৰপৰা হাড়-ছাল ওলোৱা অভুক্ত মানুহবিলাকে শত্ৰুক শাওশপনি দিছিল আৰু স্পেনীয়সকলক কৈছিল যে আত্মসমৰ্পণ কৰাতকৈ তেওঁলোকে এন্দুৰ, কুকুৰ আদি যিহকে পায় তাকে খাই জীয়াই থাকিব। "আমাৰ বাহিৰে আন সকলো যেতিয়া মৰিব, তেতিয়া আমি নিজৰ নিজৰ বাওঁ হাতকে খাম আৰু বিদেশী উৎপীড়কৰ হাতৰপৰা আমাৰ নাৰীসমাজ, আমাৰ স্বাধীনতা আৰু আমাৰ ধৰ্ম্মক ৰক্ষা কৰিবৰ বাবে সোঁহাতখন ৰাখি থ'ম। কুপিত হৈ ভগৱানে যদি জাহ জাবলৈ দিয়ে আৰু সকলো সহায়ৰপৰা বঞ্চিত কৰে, তেতিয়াও আমি চিৰকালৰ বাবে তহঁতৰ প্ৰৱেশৰ পথ ভেটি ৰাখিম। শেষ মুহূৰ্ত্ত যদি উপস্থিত হয়, তেতিয়া আমি নিজ হাতেৰে নগৰত জুই লগাই দিম আৰু জুইত ল'ৰা-তিৰোতা পুৰুষ সকলো পুৰি শেষ হৈ যাম—তথাপি আমাৰ ঘৰ কলুষিত হবলৈ নিদিওঁ, স্বাধীনতা ধ্বংস হবলৈ নিদিওঁ।"

লীডেনৰ জনসাধাৰণৰ এনেকুৱা তেজ আছিল! কিন্তু দিনৰ পিচত দিন ধৰি সাহায্য নোপোৱাকৈ থাকিব লগীয়া হোৱাত মনত হতাশাই দেখা দিলে। হলেণ্ডৰ আন আন ঠাইৰ সৰু ৰাজ্যবোৰত থকা তেওঁলোকৰ বন্ধুবৰ্গলৈ তেওঁলোকে সম্বাদ পঠালে। লীডেনক শত্ৰুৰ হাতত পৰিবলৈ এৰি দিয়াতকৈ তেওঁলোকৰ মৰমৰ দেশ-খনকে বুৰাই পেলাবলৈ সেই সৰু ৰাজ্যবোৰে এটা ডাঙৰ সিদ্ধান্ত ললে। "দেশ হেৰুৱাব লগীয়া হোৱাতকৈ পানীত বুৰি যোৱাই ভাল।" অতিশয় দুৰ্দ্দশাৰ গৰাহত পৰা ভগ্নী-নগৰী লীডেনলৈ তেওঁলোকে এইবুলি সম্বিধান পঠালে, "লীডেনবাসী! আপোনোলোকক ত্যাগ কৰাতকৈ আমি আমাৰ গোটেই দেশখন আৰু আমাৰ সকলো সা-সম্পত্তি সাগৰৰ সোঁতে উটাই নিয়াটোৱেই ভাল বুলি গণ্য কৰো।"

ইটোৰ পাচত সিটো বান্ধ ভাঙি দিয়া হ'ল। বতাহৰ গতি অনুকূল হোৱাত সাগৰৰ পানী হোহোৱাই সোমাই আহিল—লগতে আনিলে খাদ্য আৰু সাহায্য বহন কৰি অনা ওলন্দাজ জাহাজবোৰ। সাগৰৰ দৰে নতুন শত্ৰুৰ সমুখত ভয় খাই স্পেনীয় সৈন্য বাহিনী খৰধৰ লগাই ভাগিল। এনেদৰেই লীডেন ৰক্ষা পৰিল আৰু অধিবাসীসকলৰ বীৰত্বৰ সোঁৱৰণী স্বৰূপে ১৫৭৫ চনত লীডেন বিশ্ববিদ্যালয় স্থাপন কৰা হয়—তেতিয়াৰপৰা এই বিশ্ববিদ্যালয় প্ৰখ্যাত হৈ পৰে।

এনে বীৰত্বৰ বহুতো কাহিনী আছে —লগতে সাঙোৰ খাই আছে বহুতো বীভৎস হত্যাকাণ্ড। বিতোপন এণ্টোৱাৰ্প নগৰত ভয়ানক হত্যাকাণ্ড চলিছিল আৰু লুটপাট হৈছিল। ৮ হেজাৰ মানুহ নিহত হৈছিল। তাকে 'স্পেনীয় ক্ৰোধাগ্নি' বুলি কোৱা হৈছিল।

কিন্তু সেই বিৰাট সংগ্ৰাম ঘাইকৈ হলেণ্ডেহে চলাইছিল—নেডাৰলেণ্ডছৰ দক্ষিণ অংশই চলোৱা নাছিল। ভেটী দি আৰু ভয় দেখুৱাই নেডাৰলেণ্ডছৰ বহুতো ডা-ডাঙৰীয়াক স্পেনীয় শাসকসকলে নিজৰ ফলিয়া কৰি লৈছিল আৰু নিজৰ দেশৰ মানুহক মিষিমুৰ কৰাত তেওঁলোকক লগাইছিল। দক্ষিণ অঞ্চলত প্ৰটেষ্টাণ্টতকৈ কেথলিকৰ সংখ্যা বহুত বেচি হোৱা বাবে তেওঁলোকে এটা বিশেষ সুবিধাও পাইছিল। কেথলিকসকলক নিজৰ ফলীয়া কৰি লবলৈ চেষ্টা কৰি তেওঁলোক আংশিকভাৱে সফলো হৈছিল আৰু আছিল ডা-ডাঙৰিয়াসকল। নিজৰ দেশৰ ধ্বংস সাধিও, স্পেইনৰ ৰজাৰপৰা নিজৰ কাৰণে অনুগ্ৰহ আৰু ধন-সম্পদ আদায় কৰি লবৰ বাবে ইমান তললৈ নামি গৈ তেওঁলোকৰ বহুতে যি দেশদ্ৰোহিতা আৰু চল-চক্ৰান্ত কৰিলে, সেইবোৰ লাজৰ কথা।

নেডাৰলেণ্ডছৰ সাধাৰণ পৰিষদ ভাষণ দিওঁতে অৰেঞ্জৰ উইলিয়ামে কৈছিল—"নেডাৰলেণ্ডছৰ মানুহৰ হতুৱাইহে নেডাৰলেণ্ডছক নাশ কৰিব পাৰে। আলভাৰ ডিউকে যি ক্ষমতাৰ কথা কৈ বৰাই কৰে, সেই শক্তি ক'ৰ পৰা পায়—আপোনালোকৰ পৰাই, নেডাৰলেণ্ডছৰ নগৰবোৰৰপৰাই। তেওঁৰ জাহাজ, বয়-বস্তুৰ যোগান, টকা-পইচা, অস্ত্ৰ-শস্ত্ৰ, সৈন্য —এইবোৰ ক'ৰ পৰা পায় ? নেডাৰলেণ্ডছৰ মানুহৰ পৰাই।"

আজি যিখিনি অঞ্চল বেলজিয়াম বুলি পৰিচিত, মোটামুটিভাৱে নেডাৰ-লেণ্ডছৰ সেই অঞ্চলটো নিজৰ ফলীয়া কৰি ৰখাত স্পেইন মুৰকত সফল হ'ল। কিন্তু তেওঁলোকে হেজাৰ চেষ্টা কৰিও, হলেণ্ডক সেও মনাব নোৱাৰিলে। পিছে এইটো আচৰিত কথা যে সংগ্ৰামৰ সমুদায় কালছোৱাত—আনকি প্ৰায় শেষলৈকে—হলেণ্ডে স্পেইনৰ দ্বিতীয় ফিলিপৰ প্ৰতি আনুগত্য নথকা বুলি ঘোষণা কৰা নাছিল। তেওঁ যদি তেওঁলোকৰ স্বাধীনতা স্বীকাৰ কৰি লয় তেন্তে তেওঁক ৰজা পাতি ৰাখিবলৈ তেওঁলোক সাজু আছিল। শেহান্তৰত ৰজাৰপৰা সম্পূৰ্ণ বেলেগ হৈ যাবলৈ তেওঁলোক বাধ্য হল। তেওঁলোকৰ মহান নেতা উইলিয়ামকে তেওঁলোকে ৰাজমুকুট যাচিলে; কিন্তু তেওঁ গ্ৰহণ নকৰিলে। সেই দেখি অৱস্থাই বাধ্য কৰাত—প্ৰায় নিজৰ ইচ্ছাৰ বিৰুদ্ধে—তেওঁলোকে গণৰাজ্য পতাৰ সিদ্ধান্ত লব লগীয়া হল। সেই সময়ত ৰজাৰ পৰম্পৰা কিমান তীব্ৰ ধৰণৰ আছিল, ইয়াৰ পৰাই বুজা যায়।

হলেণ্ডৰ সংগ্ৰাম বহুত বছৰ ধৰি চলিছিল। ১৬০৯ চনতহে হলেণ্ড স্বাধীন

হয়। নেডাৰলেণ্ডছৰ প্ৰকৃততে যুদ্ধ লাগিছিল—১৫৬৭ চনৰপৰা ১৫৮৪ চনলৈ। অৰেঞ্জৰ উইলিয়ামক পৰাস্ত কৰিব নোৱাৰি স্পেইনৰ ৰজা দ্বিতীয় ফিলিপে গুপ্ত-ঘাতকৰ হতুৱাই তেওঁক বধ কৰালে। তেওঁক হত্যা কৰোতাক ব'টা দিব বুলি ৰজাই ৰাজহুৱাভাৱে ঘোষণা কৰিছিল—সেই সময়ৰ ইউৰোপৰ নৈতিকতা এনে পৰ্য্যায়ৰে আছিল। উইলিয়ামক হত্যা কৰিবৰ বাবে চলোৱা বহুতো প্ৰচেষ্টা ব্যৰ্থ হয়। ১৫৮৪ চনত ষষ্ঠ বাৰৰ বাবে চলোৱা প্ৰচেষ্টা সফল হয়। আৰু সমগ্ৰ হলেণ্ড জুৰি 'পিতৃ উইলিয়াম' নামে অভিহিত এই মহান লোক জনৰ মৃত্যু হয়। কিন্তু ইতিমধ্যে তেওঁ নিজৰ কৰিব লগীয়া কামখিনি কৰি গ'ল। ত্যাগ আৰু দুখকষ্টৰ মাজেদি ওলন্দাজ গণৰাজ্য গঢ়ি তোলা হ'ল। অত্যাচাৰী আৰু মইমতীয়া ৰজাক বাধা দান কৰাৰ ফলত দেশ আৰু জনসাধাৰণৰ ভালো হয়। ইয়াৰপৰা প্ৰশিক্ষণ লাভ কৰা হয় আৰু শক্তিও বাঢ়ে। শক্তিশালী আৰু আত্মবিশ্বাসী হলেও অচিৰে এটা ডাঙৰ নৌ-শক্তি হৈ উঠিল আৰু সুদূৰ প্ৰাচ্যলৈকে সম্প্ৰসাৰিত হৈ পৰিল। হলেণ্ডৰপৰা বেলেগ হৈ বেলজিয়াম স্পেইনৰ শাসনাধীন হৈ থাকিল।

ইউৰোপৰ ছবিখন সম্পূৰ্ণ কৰি তুলিবৰ বাবে আমি জাৰ্ম্মাণীলৈ মন কৰিব লাগিব। ১৬১৮ চনৰপৰা ১৬৪৮ চনলৈ এই দেশত এখন ভয়ানক গৃহযুদ্ধ হৈছিল; ইয়াকে 'ত্ৰিশ বছৰীয়া যুদ্ধ' বোলে। প্ৰচেষ্টাণ্ট আৰু কেথলিকসকলৰ মাজত এই যুঁজ লাগিছিল। জাৰ্ম্মাণীৰ সৰু সৰু ৰজা আৰু নিৰ্ব্বাচকমণ্ডলীয়ে পৰস্পৰৰ মাজত যুঁজি-ছিল আৰু সম্ৰাটৰ লগতো যুঁজিছিল। খেলিমেলি বঢ়াবৰ বাবেই ফ্ৰান্সৰ কেথলিক ৰজাই প্ৰচেষ্টাণ্ট প্ৰথা সমৰ্থন কৰিছিল। শেষত 'লায়ন অৱ্ ডি নৰ্থ' নামে অভিহিত ছুই-ডেনৰ ৰজা গুষ্টাভাছ এডলফাছে আহি সম্ৰাটক পৰাস্ত কৰে আৰু প্ৰটেষ্টাণ্টসকলক ৰক্ষণ কৰে। কিন্তু জাৰ্ম্মাণী ধ্বংস হৈ গ'ল। ভেৰোনীয়া চিপাহীবোৰ ডকাইতৰ লেখিয়া আছিল। তেওঁলোকে কেওঁপিনে লুটপাট কৰিছিল। সৈন্যসকলক দৰমহা দিবলৈ হাতত ধন নেথাকিলে বা তেওঁলোকক খুৱাবৰ বাবেও ৰচদ নেথাকিলে সেনা-পতিসকলেও লুট কৰে। ভাবি চোৱাচোন এনেবোৰ কাণ্ড ৩০ বছৰ ধৰি চলিছিল! বছৰৰ পাচত বছৰ ধৰি হত্যাকাণ্ড আৰু লুটপাট চলি থাকে। বেপাৰ-বাণিজ্য হোৱা নাছিল বুলিয়েই কব পাৰি। খেতি-বাতিও হোৱা নাছিল। ফলত খাদ্যবস্তু ক্ৰমে কমি গৈছিল আৰু আকাল ক্ৰমে বাঢ়ি গৈছিল। ইয়াৰ ফলত দস্যুদল বাঢ়ি গল আৰু লুটপাটো বেঁচিকৈ হবলৈ ধৰিলে। বৃত্তিধাৰী আৰু ভেৰোনীয়া সৈন্যৰ বাবে জাৰ্ম্মাণীত বহল থলী ওলাল।

সম্ভৱতঃ লুটপাট কৰিবলৈ আৰু একো বাকী নথকাত এই যুদ্ধখন মুৰকত শেষ হল। কিন্তু গা টঙাবলৈ আৰু গোট বান্ধি আগবাঢ়িবলৈ বহুত দিন লাগিল। ১৬৪৮ চনত হোৱা ৱেষ্টফেলিয়া শান্তি-চুক্তি মতে জাৰ্ম্মাণীৰ গৃহযুদ্ধৰ ওৰ পৰে। ইয়াৰ মতে পবিত্ৰ ৰোমান সাম্ৰাজ্যৰ সম্ৰাটৰ ক্ষমতা নোহোৱা হৈ পৰিল। আলছেচ নামৰ ডাঙৰ অংশ এটা ফ্ৰান্সে ল'লে; সেই ঠাই দুশ বছৰৰো অধিক কাল নিজৰ তলত ৰাখি পিচত নতুন জাৰ্ম্মাণী এখনৰ হাতত গতাই দিবলৈ বাধ্য হয়। ১৯১৪-১৯১৮ চনৰ মহাসমৰৰ পিচত এই অঞ্চলটো আকৌ ফ্ৰান্সে ল'লে। এই শান্তিচুক্তিৰপৰা সেইদেখি ফ্ৰান্স লাভৱান হ'ল। কিন্তু তেতিয়া জাৰ্ম্মাণীত নতুন শক্তি এটা ওলাল;

মূৰকত সেই শক্তি ফ্ৰান্সৰ পক্ষে কন্টকস্বৰূপ হ'ল। এই শক্তি হল—প্ৰুছিয়া; হোহেন জোলাৰ ৰাজবংশই ইয়াত শাসন চলাইছিল।

ৱেষ্টফেলিয়া চুক্তিয়ে শেষত চুইজাৰলেণ্ড আৰু হলেণ্ডৰ গণৰাজ্যক স্বীকৃতি দান কৰিলে।

যুদ্ধ, হত্যাকাণ্ড, লুটপাট আৰু ধৰ্ম্মান্ধতাৰ কেনেকুৱা ধৰণৰ কাহিনীবোৰ মই তোমাৰ আগত কৈ আছোঁ! অথচ এইবোৰ ঘটিছিল পুনৰুত্থান যুগৰ ঠিক পৰৱৰ্ত্তী কালৰ ইউৰোপত; তেতিয়া উদ্যম উথলি উঠিছিল আৰু কলা আৰু সাহিত্যৰ ক্ৰিয়া-কলাপৰো পয়োভৰ হৈছিল। এচিয়াৰ দেশবোৰৰ সৈতে মই ইউৰোপৰ তুলনা কৰি দেখুৱাইছিলোঁ আৰু ইউৰোপত জাগি উঠা নতুন জীৱনৰ কথাও উল্লেখ কৰিছিলোঁ। এই নতুন জীৱনে আত্মপ্ৰতিষ্ঠাৰ বাবে সংগ্ৰাম চলোৱা দেখিবলৈ পোৱা যাব। শিশুৰ জন্ম হোৱা সময়ত আৰু নতুন ব্যৱস্থা এটাৰ পাতনি মেলা সময়ত যথেষ্ট কষ্ট ভুগিব লগীয়া হয়। মূল ভেটিত যদি অৰ্থনৈতিক অস্থিৰতাই দেখা দিয়ে, তেনেহলে সেই ভেটিৰ ওপৰত থকা ৰাজনীতি আৰু সমাজতো কঁপনি উঠে। ইউৰোপত এটা নতুন জীৱনৰ পাতনি মেলা সুস্পষ্টভাৱে পৰিলক্ষিত হয়। কিন্তু তাৰ চৌপাশে দেখা যায় পাশৱিক আচৰণ। সেই সময়ৰ এফাঁকি বচন আছিল—"শাসনৰ বিজ্ঞান হ'ল মিছা কথাৰ বিজ্ঞান।" গোটেই পৰিবেশটো মিছা কথা, চল-চক্ৰান্ত হিংস্ৰ আচৰণ, নিৰ্ম্মমতাৰে ভৰি পৰিছিল। মানুহে ইমানখিনি কেনেকৈ সহ্য কৰিছিল সেইকথা ভাবিলে আচৰিত লাগে।

## ৮৭

## ইংলেণ্ডৰ ৰজাৰ শিৰশ্ছেদ

২৯ আগষ্ট, ১৯৩২

ইংলেণ্ডৰ বুৰঞ্জী সম্পৰ্কে আমি এতিয়া অলপ সময়লৈ আলোচনা কৰিম। এতিয়ালৈকে আমি এই বিষয়ে আওকাণ কৰি আহিছোঁ; কিয়নো মধ্যযুগত বিশেষ মন কৰিব লগীয়া একো ঘটনা ইংলণ্ডত হোৱা নাছিল। সেই দেশ ফ্ৰান্স আৰু ইটালীতকৈ পাচ পৰি আছিল। অৱশ্যে অক্সফৰ্ড বিশ্ববিদ্যালয় পুৰণি কালতে প্ৰখ্যাত শিক্ষাকেন্দ্ৰ হৈ উঠিছিল আৰু তাৰ অলপ পিচতে কেম্ব্ৰিজ বিশ্ববিদ্যালয় স্থাপিত হয়। এই অক্সফৰ্ড বিশ্ববিদ্যালয়েই উইক্লিথক সৃষ্টি কৰে—তেওঁৰ বিষয়ে ইতিমধ্যে মই তোমাক কৈছোঁ।

সংসদৰ বিকাশ সাধন কৰাটোৱেই প্ৰাচীন ইংলেণ্ডৰ বুৰঞ্জীৰ বিশেষ মন কৰিব লগীয়া কথা। ৰজাৰ ক্ষমতা সীমাৱদ্ধ কৰিবলৈ পুৰণি কালৰপৰাই ডা-ডাঙৰীয়াসকলে চেষ্টা কৰি আছিল। ১২১৫ চনত মেগ্নাকাৰ্টা চনদ ৰচিত হয়। তাৰ অলপ পিচতে সংসদৰ সুত্ৰপাত হয়। আৰম্ভণিতে ইয়াৰ গাথনি পৰিপাটি ধৰণৰ নাছিল। ডাঙৰ ডাঙৰ ডা-ডাঙৰীয়াসকল আৰু বিছপসকলে লৰ্ডছ সভা গঠন কৰিলে। কিন্তু

পিচলৈ নিৰ্ব্বাচিত পৰিষদ খন বেচি গুৰুত্বপূৰ্ণ হৈ উঠিল—নাইট, সৰু সৰু মাটি-গিৰি আৰু নগৰৰ সৰুসৰুৱা প্ৰতিনিধিসকলক লৈ এই পৰিষদ গঠিত হয়। এই দুয়োখন পৰিষদ বা সদন গঠিত হৈছিল—মাটিগিৰি আৰু ধনী মানুহক লৈ। আনকি কমন্স সভাতো প্ৰতিনিধিৰূপে আছিল—মাত্ৰ এমুঠি ধনী মাটিগিৰি আৰু সদাগৰ।

কমন্সসভাৰ ক্ষমতা নিচেই কম। তেওঁলোকে আবেদনপত্ৰ দাখিল কৰিছিল আৰু ৰজাৰ ওচৰত অভিযোগ পেচ কৰিছিল আৰু লাহে লাহে কৰ-ব্যৱস্থাৰ ক্ষেত্ৰত হস্তক্ষেপ কৰিবলৈ আৰম্ভ কৰিছিল। তেওঁলোকৰ অনুমোদন নোহোৱাকৈ নতুন কৰ ধাৰ্য্য কৰাটো বা সংগ্ৰহ কৰাটো টান কথা আছিল। সেইদেখি এনে কৰ ধাৰ্য্য কৰাৰ ক্ষেত্ৰত তেওঁলোকৰপৰা অনুমোদন লোৱাৰ নিয়ম ৰজাই প্ৰৱৰ্ত্তন কৰিবলৈ ল'লে। টকা-পইচাৰ জোৰ বেচি; লাহে লাহে সংসদ—বিশেষকৈ কমন্সসভা অধিক শক্তিশালী হৈ পৰিল আৰু ক্ষমতা বঢ়াৰ লগে লগে সন্মানো বাঢ়িল। প্ৰায়ে ৰজা আৰু কমন্সসভাৰ মাজত খৰিয়াল লাগিবলৈ ধৰিলে। তথাপি তেতিয়ালৈকে সংসদ দুৰ্ব্বল হৈ আছিল আৰু মই আগতে তোমাক কৈছোঁ যে টিউডৰ ৰজাসকল সৰ্ব্বেসৰ্ব্বা আছিল। কিন্তু টিউডৰ ৰজাসকল টেঙৰ আছিল আৰু সেইদেখি সংসদৰ লগত কাজিয়া বঢ়াই লোৱাৰ পৰা তেওঁলোক বিৰত আছিল।

উপমহাদেশ জুৰি চলা তিক্ততাপূৰ্ণ ধৰ্ম্মমূলক সংগ্ৰামৰ পৰা ইংলেণ্ড ৰক্ষা পৰি আছিল। ধৰ্ম্মমূলক বিবাদ, সংঘৰ্ষ আৰু ধৰ্ম্মান্ধতা বৃদ্ধি পাইছিল আৰু দেও লগা বুলি গণ্য কৰি বহুতো তিৰোতাক জীয়াই জীয়াই পুৰি মাৰিলে। কিন্তু উপমহাদেশৰ আন ঠাইৰ তুলনাত ইংলেণ্ড শান্তিপূৰ্ণভাৱে আছিল। ৮ম হেনৰী ৰাজপাটত থাকোতে দেশখন প্ৰটেষ্টাণ্ট হব বুলি ভবা হৈছিল। অৱশ্যে দেশত বহুতো কেথলিক আছিল আৰু বহুতো উগ্ৰপন্থী প্ৰটেষ্টাণ্টো আছিল। অৱশ্যে ইংলেণ্ডৰ চাৰ্চ্চ দুয়োটাৰে মাজতে আছিল; নিজক প্ৰটেষ্টাণ্ট বুলি অভিহিত কৰিলেও সম্ভৱতঃ এই চাৰ্চ্চ কেথলিকহে আছিল আৰু কাৰ্য্যতঃ ৰজাক মুৰব্বী হিচাপে লৈ চৰকাৰৰ বিভাগ এটাৰ নিচিনা আছিল। অৱশ্যে ৰজা আৰু পোপৰ মাজৰ সম্বন্ধ সম্পূৰ্ণভাৱে ছেদ হৈছিল আৰু পোপ বিৰোধী বহুতো সংঘৰ্ষ লাগিছিল। ৰাণী এলিজাবেথৰ (তেওঁ ৮ম হেনৰীৰ জীয়েক) দিনত প্ৰাচ্যলৈ আৰু আমেৰিকালৈ সাগৰেদি যোৱা বাট নতুনকৈ ওলাল, বেহা-বেপাৰৰ বাবে নতুন সা-সুবিধা ওলাল—সেয়ে মানুহক আকৰ্ষণ কৰিলে। স্পেনীয় আৰু পৰ্ত্তুগীজ নাবিকসকলে লাভ কৰাৰ সফলতা দেখা পাই মোহিত হৈ আৰু সা-সম্পত্তি লাভ কৰাৰ আশাত ইংলেণ্ডয়ো সাগৰযাত্ৰা আৰম্ভ কৰিলে। ছাৰ ফ্ৰান্সিছ ড্ৰেক আৰু তেওঁৰ দৰে আন আন লোকে পোনতে জল-দস্যুৰ ভূমিকা লৈ আমেৰিকাৰপৰা অহা স্পেনীয় জাহাজ-বোৰ লুটিবলৈ ল'লে। তাৰ পিচত ড্ৰেকে পৃথিৱীৰ কেওঁপিনে ভ্ৰমণ কৰিবলৈ যাত্ৰা কৰিলে। ছাৰ ৱাল্টাৰ ৰেলী আটলাণ্টিক পাৰ হৈ গ'ল আৰু আজিকালি মাৰ্কিণ যুক্তৰাষ্ট্ৰ বুলি পৰিচিত অঞ্চলৰ পূব উপকূলত এখন উপনিবেশ পাতিবলৈ তেওঁ চেষ্টা কৰিছিল। Virgin Queen নামে অভিহিত এলিজাবেথৰ সন্মানাৰ্থে এই ঠাইৰ নাম দিয়া হ'ল—ভাৰ্জ্জিনিয়া। ধপাত হুপি খোৱা অভ্যাসটো ৰেলীয়েই আমেৰিকাৰপৰা নি ইউৰোপত পোন প্ৰথমে প্ৰচলন কৰে। তাৰ পিচত স্পেনীজ

আৰ্মাডা আহিল আৰু এই অভিযান সম্পূৰ্ণৰূপে ব্যৰ্থ হোৱাত ইংলেণ্ড বৰ উৎসাহিত হ'ল। ৰজা আৰু সংসদৰ মাজত চলা সংগ্ৰামৰ লগত এইবোৰ কথাৰ একো সম্পৰ্ক নাই; কিন্তু এইবোৰ কথাত জনসাধাৰণৰ মন নিমগ্ন হৈ থাকিল আৰু তেওঁলোকে বৈদেশিক পৰিক্ৰমালৈ মন দিলে। কিন্তু বাহিৰৰ শান্ত অৱস্থাৰ আঁৰত টিউডৰ আমোলৰ দিনতো অশান্তিয়ে গুমৰিবলৈ ধৰিলে।

এলিজাবেথৰ শাসনকালেই ইংলেণ্ডৰ আটাইতকৈ উজ্জ্বল সময়। এলিজাবেথ ডাঙৰ ৰাণী আছিল; তেওঁৰ-দিনত ইংলেণ্ডত বহুতো মানুহ ওলায়। কিন্তু ৰাণী আৰু তেওঁৰ দুঃসাহসী নাইটসকলতকৈয়ো মহত্বপূৰ্ণ স্থানত আছিল—এই যুগৰ কৱি আৰু নাট্যকাৰসকল। এই সকলোৰে শীৰ্ষ স্থানত আছিল অমৰ উইলিয়াম ছেক্সপিয়েৰ। আজি গোটেই পৃথিৱীতে তেওঁৰ নাটকসমূহ পৰিচিত; অৱশ্যে তেওঁৰ ব্যক্তিগত কথা আমি নিচেই কম পৰিমাণে জানো। ইংৰাজী ভাষাক সমৃদ্ধ কৰি তোলা গুণী লোকসকলৰ ভিতৰত তেওঁ অন্যতম। তেওঁলোকে সৃষ্টি কৰা সাহিত্যৰ অপাৰ বহুমূলীয়া মণিমুকুতাই আমাক আনন্দ দিয়ে। আনকি এলিজাবেথৰ সময়ৰ গীতি-ধৰ্মী সৰু সৰু কৱিতাবোৰৰো এটা বিশেষ মোহনীয় ৰূপ আছে, তেনে বৈশিষ্ট্য আন ক্ষেত্ৰত পোৱা নেযায়। সহজ আৰু মধুৰ ভাষাৰে সেইবোৰ কৱিতাৰ ছন্দমধুৰ গতি আছে; নিজস্ব ধাৰাৰে দৈনন্দিন ঘটনাৱলীৰ কথাকে এই কৱিতাই আমাক কয়। ইংৰাজ সমালোচক লীটন ষ্টেচীয়ে এই ছোৱা সময়ৰ ৰচনা সম্পৰ্কে উল্লেখ কৰি কৈছে—"এলিজাবেথৰ যুগৰ এচাম মহৎ লোকে শক্তিশালী আৰু অপূৰ্ব্ব উৎসাহ লৈ ইংলেণ্ডৰ চমৎকাৰ যুগ এটাত—পৃথিৱীত কোনো কালে নোহোৱা—নাট্য-সাহিত্যৰ অতি গৌৰৱোজ্জ্বল ঐতিহ্য এটা দান কৰিলে।"

১৬০৩ চনত এলিজাবেথৰ মৃত্যু হয়; ভাৰতত আকবৰৰ মৃত্যু হোৱাৰ ঠিক দুবছৰৰ আগতে তেওঁৰ মৃত্যু হয়। তেওঁৰ পিচত ৰাজপাটত বহে স্কটলেণ্ডৰ ৰজা—কিয়নো উত্তৰাধিকাৰৰ ক্ৰম অনুসৰি তেৱেঁই ৰজা হব লগীয়া আছিল। তেওঁ ১ম জেমছ নাম ল'লে আৰু এনেদৰেই ইংলেণ্ড আৰু স্কটলেণ্ড একেখন দেশ হ'ল। যিকাম ইংলেণ্ডে হিংসামূলক উপায়েৰে কৰিব নোৱাৰিলে, সেইটো কাম শান্তিপূৰ্ণভাৱেই সম্পন্ন হ'ল। ৰজাসকলৰ স্বৰ্গীয় অধিকাৰ থকাটো প্ৰথম জেমছে বিশ্বাস কৰিছিল। কিন্তু সংসদক ভাল চকুৰে নেচাইছিল। এলিজাবেথৰ দৰে তেওঁ চতুৰ নাছিল; অচিৰে তেওঁৰ লগত সংসদৰ কাজিয়া হ'ল। তেওঁৰ আমোলতে ইংলেণ্ডৰ সেও নমনা প্ৰকৃতিৰ বহুতো প্ৰটেষ্টাণ্টে চিৰদিনৰ বাবে স্বদেশ এৰি থৈ গ'ল; ১৬২০ চনত 'মে ফ্লৱাৰ' জাহাজত উঠি তেওঁলোক আমেৰিকালৈ ৰাওনা হ'ল। ১ম জেমছৰ স্বেচ্ছাচাৰী পদ্ধতিবোৰৰ তেওঁলোকে বিৰুদ্ধাচৰণ কৰিছিল; তদুপৰি ইংলেণ্ডৰ নতুন চাৰ্চ্চকো তেওঁলোকে ভাল নেপাইছিল—আৰু ইয়াক প্ৰটেষ্টাণ্ট বুলি গণ্য কৰা নাছিল। সেইদেখি ঘৰ-বাৰী আৰু স্বদেশ এৰি থৈ তেওঁলোকে জাহাজেৰে আটলাণ্টিকৰ সিপাৰে থকা অজান, নতুন দেশলৈ যাত্ৰা কৰিলে। উত্তৰ উপকূলৰ এঠাইত তেওঁলোক নামিলগৈ। সেই ঠাইৰ নাম দিলে নিউ প্লাইমাউথ। আৰু কিছুমান পমুৱাই তেওঁলোকক অনুসৰণ কৰিলে। ফলত লাহে লাহে উপনিৱেশৰ সংখ্যা বাঢ়ি গ'ল। গোটেই পূব উপকূলত মুঠতে ১৩ খন উপনিৱেশ স্থাপিত হ'ল। এই

উপনিৱেশবোৰৰপৰাই গৈ মাৰ্কিন যুক্তৰাষ্ট্ৰ—ইউনাইটেড্ ষ্টেটছ অব্ আমেৰিকা প্ৰতিষ্ঠিত হ'ল। কিন্তু সেয়ে হৈছিলগৈ বহুত পিচত।

প্ৰথম জেমছৰ পুতেক আছিল প্ৰথম চাৰ্লছ আৰু ১৬২৫ চনত তেওঁ ৰজা হোৱাৰ পিচত পৰিস্থিতিয়ে চৰম ৰূপ ললে। সেইদেখি ১৬২৮ চনত সংসদে 'পিটিশ্যন অব্ ৰাইট্‌ছ' দাখিল কৰিলে—ইংৰাজৰ বুৰঞ্জীত এইখন এখন বিখ্যাত নথি। এই আৱেদনপত্ৰত ৰজাক জনোৱা হ'ল যে তেওঁ সৰ্ব্বেসৰ্ব্বা ৰজা নহয়; তেওঁ বহুতো কাম কৰিব নোৱাৰিব। আইন বিৰুদ্ধভাৱে তেওঁ কৰ লগাব নোৱাৰে বা মানুহক ফাটেকত দিব নোৱাৰে। কুৰি শতিকাত ভাৰতৰ ইংৰাজ ভাইচৰয়ে অধ্যাদেশ জাৰি কৰে আৰু অধীনস্থ মানুহক ফাটেকত দিয়ায়; অথচ সপ্তদশ শতিকাত ৰজায়ো সেই কাম কৰিব নোৱাৰিছিল।

কি কাম কৰিব পাৰিব আৰু কি কৰিব নোৱাৰিব—সেই বিষয়ে জনাই দিয়াত বিতুষ্ট হৈ চাৰ্লছে সংসদ ভাঙি দিলে আৰু সংসদ নোহোৱাকৈ শাসন কৰিবলৈ ধৰিলে। কিন্তু কেই বছৰ মানৰ মূৰত তেওঁৰ টকা-পইচাৰ ইমান টান পৰিল যে তেওঁ আন এখন সংসদ পাতিব লগীয়া হ'ল। সংসদ নোহোৱাকৈ চাৰ্লছে যিবোৰ কাম কৰিলে তাৰ বাবে মানুহ গুজৰিগুমৰি আছিল। নতুন সংসদেও ৰজাৰ লগত এখুন্দা যুঁজিবলৈ চল বিচাৰি আছিল। দুবছৰৰ ভিতৰতে—১৬৪২ চনত গৃহযুদ্ধ আৰম্ভ হ'ল। এপিনে হ'ল ৰজা; তেওঁক সমৰ্থন কৰিলে বহুতো ডা-ডাঙৰীয়া আৰু সামৰিক বাহিনীৰ সৰহীয়া ভাগ এটাই। আনপিনে থাকিল—সংসদ; সংসদক সমৰ্থন কৰিলে ধনী সদাগৰসকল আৰু লণ্ডন মহানগৰীয়ে। কেইবা বছৰো ধৰি যুদ্ধ লাগি থাকিল—শেষত অলিভাৰ ক্ৰমৱেল নামৰ এজন ডাঙৰ নেতা সংসদৰ ফলীয়া হৈ মূৰ দাঙি উঠিল। তেওঁ এজন ডাঙৰ সংগঠক, কঠোৰ শৃঙ্খলাপৰায়ণ লোক; উদ্দেশ্যৰ প্ৰতি তেওঁ ধৰ্ম্মসুলভ উৎসাহ থকা মানুহ আছিল। কাৰ্লাইলে ক্ৰমৱেলৰ কথা উল্লেখ কৰি কৈছে—"যেতিয়া ক'তো পোহৰ নাছিল, সেই সময়ত—যুদ্ধৰ বিপৰ্য্যয়ৰ এন্ধাৰে ছাটি ধৰা পৰত—পথাৰৰ মাজৰ চাপৰিত জ্বলি থকা অগ্নি-স্তম্ভৰ দৰে তেওঁ পোহৰ প্ৰতিফলিত কৰিছিল।" ক্ৰমৱেলে নতন সৈন্যবাহিনী এটা গঠন কৰিলে। এই সৈন্যবাহিনী 'আয়ৰণ ছাইডছ' নামে পৰিছিল; নিজৰ শৃঙ্খলাবদ্ধ উৎসাহেৰে তেওঁ এই বাহিনীক পৰিপূৰ্ণ কৰি তুলিলে। সংসদৰ 'পিউৰিটান' বাহিনী চাৰ্লছৰ 'কেভেলিয়াৰ' বাহিনীৰ সম্মুখীন হ'ল। মূৰকত ক্ৰমৱেলে জয়লাভ কৰিলে আৰু ৰজা চাৰ্লছ সংসদৰ হাতত বন্দী হ'ল।

তেতিয়াও সংসদৰ বহুতো সদস্যই ৰজাৰ লগত আপোচ কৰিব খুজিছিল; ক্ৰমৱেলৰ নতন সৈন্যবাহিনীয়ে সেই কথালৈ কাণ নকৰিলে। সামৰিক বাহিনীৰ বিষয়া কৰ্ণেল প্ৰাইডে নিৰ্ভীকভাৱে সংসদ ভৱনলৈ সোমাই গৈ তেনে মনোভাৱ পোষণ কৰা সদস্যসকলক বাহিৰলৈ উলিয়াই পঠালে। তাকে 'প্ৰাইডৰ বহিস্কাৰকৰণ' বুলি কোৱা হয়। এইটো এটা কঠোৰ প্ৰতিনিধিমূলক ব্যৱস্থা আৰু সংসদৰ পক্ষে এইটো বৰ গৌৰৱৰ কথা নহয়। সংসদে ৰজাৰ স্বেচ্ছাচাৰী আমোলৰ বিৰুদ্ধাচৰণ কৰিছিল; কিন্তু এতিয়া আন এটা শক্তি ওলাল—সেইটো হ'ল সংসদৰ নিজা সৈন্যবাহিনী। এই

বাহিনীয়ে আইনৰ নিয়মলৈকো ভ্ৰূক্ষেপ নকৰা হ'ল। বিপ্লৱৰ গতি-ধাৰা এনেকুৱাই।

কমন্সসভাত বাকী যিসকল সদস্য থাকিল, তেওঁলোকক লৈ গঠিত সংসদক 'ৰাম্প পাৰ্লামেণ্ট' বুলি কোৱা হয়। এই সংসদে লৰ্ডছ সভাৰ আপত্তি সত্ত্বেও চাৰ্লছৰ বিচাৰ কৰিবলৈ থিৰাং কৰিলে; আৰু তেওঁলোকে "অত্যাচাৰী, বিশ্বাসঘাতক, হত্যাকাৰী আৰু দেশৰ শত্ৰু" বুলি দোষী সাব্যস্ত কৰি চাৰ্লছক মৃত্যুদণ্ড বিহাৰ আদেশ দিলে। তেওঁলোকৰ-ৰজা হৈ থকা আৰু শাসন কৰাৰ বাবে স্বৰ্গীয় অধিকাৰ থকা বুলি কোৱা এই মানুহজনৰ ১৬৪৯ চনত লণ্ডনৰ হোৱাইট হলত শিৰচ্ছেদ কৰা হ'ল।

আন মানুহৰ দৰে ৰজাও মৰে। বহুতো ৰজা হিংস্ৰভাৱে মৃত্যুৰ মুখত পৰা উদাহৰণ বুৰঞ্জীত পোৱা যায়। স্বেচ্ছাচাৰী ৰজাই গুপ্তহত্যা আৰু হত্যাকাণ্ডৰ পথ ৰচনা কৰে; ইংৰাজ ৰাজ পৰিয়ালৰ মাজত অতীতৰ বহুতো হত্যাকাণ্ড ঘটি যায়। কিন্তু নিৰ্বাচিত পৰিষদ এখনে নিজে আদালতৰ ভূমিকা লৈ ৰজাৰ বিচাৰ কৰি তেওঁক মৃত্যুদণ্ড বিহা আৰু তাৰ পিচত তেওঁক ধৰি আনি তেওঁৰ মূৰ কাটি পেলোৱাটো এটা নতন আৰু অতি আচৰিত কথা। ইংৰাজসকল সদায় বৰ ৰক্ষণশীল প্ৰকৃতিৰ লোক. ঘনাই পৰিৱৰ্তন ঘটোৱাটো তেওঁলোকে নিবিচাৰে: সেইদেখি অত্যাচাৰী আৰু বিশ্বাসঘাতক ৰজাক কেনে ব্যৱহাৰ কৰিব লাগে তাৰ উদাহৰণ তেওঁলোকে আগবঢ়াবলৈ যোৱাটো আচৰিত কথা। অৱশ্যে এইটো কাম ইংৰাজ লোকসকলে কৰাতকৈ ক্ৰমৱেলৰ অধীনত থকা নতুন 'আয়ৰণ-ছাইড' বাহিনীয়েহে কৰিছিল।

ইউৰোপৰ সকলো ৰজা, মহাৰজা, কোঁৱৰ আৰু সৰু সৰু ৰাজ পৰিয়ালক এই ঘটনাই চক খুৱালে। সৰ্ব্বসাধাৰণ লোকে যদি ইমান সাহ দেখুৱাই ইংলেণ্ডৰ উদাহৰণকে অনুসৰণ কৰে, তেন্তে তেওঁলোকৰ অৱস্থা কেনেকুৱা হবগৈ ? তেওঁ-লোকৰ বহুতে ইংলেণ্ডক আক্ৰমণ কৰি উৎসাহ কৰিলেহে'তেন। কিন্তু তেতিয়া অসমৰ্থ ৰজা এজন ইংলেণ্ডৰ ভাগ্যনিয়ন্তা হৈ থকা নাছিল। পোন প্ৰথমবাৰৰ বাবে ইংলেণ্ড গণৰাজ্য হ'ল; দেশক ৰক্ষা কৰিবলৈ ক্ৰমৱেল আৰু তেওঁৰ সৈন্যবাহিনী সাজু হৈ আছিল। ক্ৰমৱেলে কাৰ্য্যতঃ একনায়কত্ববাদী শাসন চলাইছিল। তেওঁক 'লৰ্ড প্ৰটেক্টৰ' বুলি কৈছিল। তেওঁৰ কঠোৰ আৰু নিপুণ শাসনৰ অধীনত ইংলেণ্ডৰ শক্তি বাঢ়ি গ'ল আৰু তেওঁলোকৰ নৌ-বাহিনীয়ে ওলন্দাজ, ফৰাচী আৰু স্পেনীয় নৌ-বাহিনীক খেদাই পঠালে। পোন প্ৰথমবাৰৰ কাৰণে ইংলেণ্ড ইউৰোপৰ প্ৰধান নৌ শক্তি হৈ উঠিল।

কিন্তু ইংলেণ্ডৰ গণৰাজ্যৰ আয়ুস নিচেই চুটি আছিল—প্ৰথম চাৰ্লছৰ মৃত্যুৰ পাচৰপৰা এঘাৰ বছৰ মানলৈহে থাকিল। ১৬৫৮ চনত ক্ৰমৱেলৰ মৃত্যু হয় আৰু আৰু তাৰ দুবছৰৰ পিচত গণৰাজ্যৰ পতন ঘটে। প্ৰথম চাৰ্লছৰ পুতেকে বিদেশত আশ্ৰয় লৈছিলগৈ তেওঁ ইংলেণ্ডলৈ উলটি আহিল আৰু তেওঁক আদৰণি জনাই দ্বিতীয় চাৰ্লজ নাম দি ৰাজমুকুট পিন্ধোৱা হ'ল। দ্বিতীয় চাৰ্লজ ঠেক মনৰ আৰু কুখ্যাত লোক আছিল। ৰজা হোৱা মানে আৰামত কটাব লাগে—সেইটোকে তেওঁ বুজিছিল। কিন্তু তেওঁৰ এইখিনি বুজিব পৰা বুদ্ধি আছিল যে বেচি পৰিমাণে

সংসদৰ বিৰুদ্ধাচৰণ কৰাটো ভাল নহব। আচলতে ফ'ৰাচী ৰজাৰপৰা তেওঁ গোপনে টকা পাইছিল। ক্ৰমৱেলৰ দিনত ইংলেণ্ড ইউৰোপত যি স্থান লাভ কৰিছিল, সেই স্থান হেৰুৱাৰ লগীয়া হ'ল। ওলন্দাজসকলে আহি টেমছ নৈত ইংৰাজৰ নৌ-বাহিনীক পুৰি থৈ গ'ল।

চালৰ্ছৰ পিচত ভায়েক দ্বিতীয় জেমছ ৰজা হ'ল। অচিৰে তেওঁৰ লগত সংসদৰ কাজিয়া লাগিল। জেমছ একনিষ্ঠভাৱে কেথলিক আছিল; তেওঁ ইংলেণ্ডত আকৌ পোপৰ প্ৰাধান্য প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিছিল। কিন্তু ধৰ্ম্ম সম্বন্ধে ইংৰাজ-সকলে যি ধাৰণাকে পোষণ নকৰক, ই যথেষ্ট অস্পষ্ট আছিল; তেওঁলোকৰ সৰহ ভাগেই পোপৰ বিৰোধী আছিল। এই জনমতৰ বিৰুদ্ধে গৈ দ্বিতীয় জেমছে একো কৰিব নোৱাৰিলে; সংসদক ক্ৰোধান্বিত কৰাৰ মূৰত তেওঁ আশ্ৰয় বিচাৰি ফ্ৰান্সলৈ পলাব লগীয়া হ'ল।

এইবাৰো সংসদ ওচৰত ৰজা ঘাটিল। অৱশ্যে সেয়ে শান্তিপূৰ্ণভাৱে আধু গৃহযুদ্ধ নোহোৱাকৈ হ'ল। দেশত ৰজা নাছিল। কিন্তু ইংলেণ্ড আকৌ গণৰাজ্য নহ'ল। কথিত আছে যে ইংৰাজসকলে লৰ্ডসকলক ভাল পায়; তাতোকৈ ভাল পায়—বিলাসিতা আৰু জাকজমকতাৰ মাজত থকা ৰাজ পৰিয়ালক। সেইদেখি সংসদে এজন ৰজা বিচাৰিলে; "হাউচ অব্ অৰেঞ্জ" ফৈদত এজনক পোৱা গ'ল। এশ বছৰৰ আগতে এই ফৈদৰে উইলিয়াম ডি ছাইলেণ্টে স্পেইনৰ বিৰুদ্ধে নেডাৰলেণ্ডছে চলোৱা বিৰাট সংগ্ৰামৰ নেতৃত্ব কৰিছিল। এতিয়া প্ৰিন্স অব্ অৰেঞ্জ নামেৰে আন এজন উইলিয়াম আছিল। তেওঁ ইংৰাজ ৰাজ পৰিয়ালৰ মেৰীক বিয়া কৰিছিল। সেইদেখি ১৬৮৮ চনত উইলিয়াম আৰু মেৰীক যুটীয়াভাৱে ৰাজপাটত বহুওৱা হ'ল। তেতিয়া সংসদেই সৰ্ব্বেসৰ্ব্বা হ'ল; সংসদে প্ৰতিনিধিত্ব কৰা জন-সাধাৰণৰ ওপৰত ক্ষমতা ন্যস্ত কৰিবৰ বাবে ইংৰাজসকলে চলোৱা বিপ্লৱ সম্পূৰ্ণ হৈ উঠিল। সেইসময়ৰ পৰা কোনো বৃটিছ'ৰজা বা ৰাণীয়ে সংসদৰ কৰ্ত্তৃত্বৰ বিৰুদ্ধে প্ৰত্যাহ্বান জনাবলৈ সাহ কৰা নাই। অৱশ্যে পোনপটীয়াভাৱে বিৰুদ্ধাচৰণ নকৰি বা প্ৰত্যাহ্বান নজনাই চলচক্ৰান্ত কৰা আৰু প্ৰভাৱ বিস্তাৰ কৰাৰ নানান উপায় আছে। কেইবাজনো বৃটিছ ৰজাই এইবোৰ পদ্ধতি অৱলম্বন কৰিছিল।

সংসদ সৰ্ব্বেসৰ্ব্বা হৈ উঠিল। কিন্তু এই সংসদ কেনে ধৰণৰ আছিল? এই সংসদে ইংলেণ্ডৰ জনসাধাৰণৰ প্ৰতিনিধিত্ব কৰিছিল বুলি নেভাবিবা। তেওঁলোকৰ নিচেই সামান্য ভাগ এটাৰহে প্ৰতিনিধিত্ব কৰিছিল। হাউচ অব্ লৰ্ডছ নামটোৰ পৰাই বুজা যায় যে এই সকলে লৰ্ড, ডাঙৰ জমিদাৰ আৰু বিছপসকলৰ প্ৰতিনিধিত্ব কৰিছিল। হাউছ অব্ কমন্সো ধনী মানুহৰ পৰিষদ আছিল—ইয়াত আছিল মাটিবাৰী থকা লোকসকল বা ডাঙৰ ব্যৱসায়ীসকল। ভোট দিয়াৰ অধিকাৰ নিচেই কমসংখ্যক লোকে পাইছিল। এশ বছৰৰ আগলৈকে ইংলেণ্ডত "পকেট বৰ'" নামে অভিহিত বহুতো সমষ্টি আছিল—অৰ্থাৎ সেই সমষ্টিবোৰ বিশেষ কোনো কোনো লোকৰ জেপত সোমাই আছে। গোটেই সমষ্টিটোত মাত্ৰ এজন বা দুজন ভোটাৰ থাকিব আৰু তেওঁলোকেই এজন সদস্যক নিৰ্ব্বাচিত কৰিব। ১৭৯৩ চনত হেনো মুঠতে ১৬০ জন লোকে কমন্সসভাৰ ৩০৬ জন সদস্য নিৰ্ব্বাচন কৰিছিল। অ'ল্ড

ছেৰাম নামৰ এখন গাৱঁৰপৰা সংসদলৈ দুজন সদস্য নিৰ্ব্বাচিত হৈছিল। এতেকে তুমি দেখিবলৈ পাবা যে বিপুল সংখ্যক লোকৰ ভোটাধিকাৰ নাছিল আৰু তেওঁলোকৰ প্ৰতিনিধি সংসদত নাছিল। হাউছ অৱ্ কমন্স জনপ্ৰিয় পৰিষদ নাছিল। আনকি নগৰবোৰত নতুনকৈ মূৰ দাঙি উঠা নতুন মধ্যবিত্ত শ্ৰেণীকো সংসদে প্ৰতিনিধিত্ব কৰা নাছিল। ই মাত্ৰ প্ৰতিনিধিত্ব কৰিছিল—মাটিগিৰি শ্ৰেণী আৰু ধনী সদাগৰ কিছুমানক। সংসদৰ আসন কিনি লৈছিল আৰু বেচিছিল। ভেটী দিয়াৰো বিশেষ প্ৰচলন আছিল। এশ বছৰৰ আগলৈকে—অৰ্থাৎ ১৮৩২ চনলৈকে এইটো অৱস্থা আছিল; তাৰ পিচত যথেষ্ট আন্দোলন চলাৰ মূৰত সংস্কাৰ-বিল গৃহীত হয় আৰু অধিক লোকে ভোটাধিকাৰ লাভ কৰে।

সেইদেখি আমি দেখিবলৈ পালোঁ যে সংসদৰ হাতত ৰজাই হাৰ মনাৰ অৰ্থ হ'ল—এমুঠি ধনী লোকৰ জয়লাভ। কাৰ্য্যতঃ ইংলেণ্ড শাসিত হৈছিল—এমুঠি মাটিগিৰি আৰু লগতে কেইজন মান সদাগৰৰ দ্বাৰা। দৰাচলতে সমগ্ৰ ৰাষ্ট্ৰ গঠিত হোৱা আন সকলো শ্ৰেণীৰ এই বিষয়ত একো মাত নাছিল।

সেইদৰেই স্পেইনৰ লগত বিৰাট সংগ্ৰাম চলোৱাৰ মূৰত প্ৰতিষ্ঠিত হোৱা ওলন্দাজ গণৰাজ্যও ধনী মানুহৰ গণৰাজ্যহে আছিল।

উইলিয়াম আৰু মেৰীৰ পিচত মেৰীৰ ভনীয়েক এন ইংলেণ্ডৰ ৰাণী হ'ল। ১৭১৪ চনত তেওঁৰ মৃত্যু হোৱাত নতুন ৰজা বছা সম্পৰ্কত আকৌ অলপ অসুবিধাৰ সম্মুখীন হ'ব লগীয়া হ'ল। ৰজা বাছিবৰ বাবে মূৰকত সংসদ জাৰ্ম্মাণীলৈ গ'ল। তেওঁলোকে এজন জাৰ্ম্মাণীক বাছিলে; তেওঁ তেতিয়া হেন'ভাৰৰ ইলেক্টৰ হৈ আছিল। তেওঁক ইংলেণ্ডৰ প্ৰথম জৰ্জ্জ পতা হ'ল। সম্ভৱতঃ তেওঁ ভোটা বুদ্ধিৰ লোক হোৱা বাবেই সংসদে তেওঁকেই ৰজা বাছিলে; বুধিয়ক ৰজাই সংসদৰ কামত হস্তক্ষেপ কৰিব পাৰে বুলি মূৰ্খ ৰজা এজনক বছাটোৱেই নিৰাপদ বুলি হয়তো ভাবিছিল। প্ৰথম জৰ্জ্জে ইংৰাজী কবও নেজানিছিল। ইংৰাজৰ ৰজাই ইংৰাজী নেজানিছিল। তেওঁৰ পুতেক দ্বিতীয় জৰ্জ্জেও ইংৰাজী নেজানিছিল। এইদৰেই ইংলেণ্ডত হাউস অৱ্ হেন'ভাৰ বা হেন'ভাৰ ফৈদৰ আমোল প্ৰতিষ্ঠিত হ'ল আৰু আজিও সেয়ে অব্যাহত আছে। এইসকলে শাসন কৰা বুলি কব নোৱাৰি—শাসন সংসদেহে চলায়।

যোড়শ আৰু সপ্তদশ শতিকাত আয়াৰলেণ্ড আৰু ইংলেণ্ডৰ মাজত বহুতো অশান্তি আৰু সংঘৰ্ষ হয়। এলিজাবেথ আৰু প্ৰথম জেমছৰ শাসনকালত আয়াৰলেণ্ড দখল কৰিবলৈ চেষ্টা কৰা হৈছিল আৰু বিদ্ৰোহ, হত্যাকাণ্ড ঘটিছিল। আয়াৰলেণ্ডৰ উত্তৰে আলষ্টাৰত বহুতো ভূসম্পত্তি জেমছে বাজেয়াপ্ত কৰিলে। এইবোৰ অঞ্চলত বহুৱাবলৈ স্কটলেণ্ডৰপৰা প্ৰটেষ্টাণ্ট লোকসকলক আনিলে। তেতিয়াৰপৰাই এই প্ৰটেষ্টাণ্ট পমুৱাসকল আয়াৰলেণ্ডত থাকিল আৰু আয়াৰলেণ্ড দুটা ভাগত বিভক্ত হ'ল—থলুৱা আইৰিছসকল আৰু স্কটিছ পমুৱাসকল; ৰোমান কেথলিক আৰু প্ৰটেষ্টাণ্ট। দুয়োটা পক্ষৰ মাজত তীব্ৰ ধৰণৰ তিক্ততাৰ সৃষ্টি হয়। অৱশ্যে এই বিভাজনৰপৰা ইংৰাজসকলৰ লাভ হ'ল। বিভেদৰ যোগেদি শাসন কৰা নীতিৰ

ওপৰত আগৰ পৰাই শাসকসকলে আস্থা ৰাখি আহিছে। আজিও আলষ্টাৰৰ প্ৰশ্নটো আয়াৰলেণ্ডৰ আটাইতকৈ ডাঙৰ প্ৰশ্ন।

ইংৰাজসকলৰ গৃহ-যুদ্ধ হোৱাৰ সময়তে আয়াৰলেণ্ডত ইংৰাজ মানুহৰ হত্যাকাণ্ড এটা ঘটে। এই নিষ্ঠুৰতাৰ হোৰ তুলিবলৈ ক্ৰমৱেলে আইৰিছ লোকৰ হত্যাকাণ্ড এটা ঘটায়। আজিও আইৰিছসকলে তিক্তভাৱে এইকথা স্মৰণ কৰে। আৰু যুদ্ধ লাগিছিল; মীমাংসা আৰু চুক্তিও হৈছিল। ইংৰাজসকলে তাকে ভঙ্গও কৰিছিল। এইবোৰ সুদীৰ্ঘ আৰু দুখ লগা বুৰঞ্জী। সেয়ে হ'ল আয়াৰলেণ্ডৰ যাতনাৰ বুৰঞ্জী।

তুমি হয়তো এটা কথা ক'লে শুনিবলৈ আগ্ৰহ দেখুৱাবা। 'গালিভাৰ্ছ ট্ৰেভ্‌লছ' কিতাপৰ লেখক জনাথন ছুইফ্‌ট প্ৰায় এইছোৱা সময়ৰ লোক—১৬৬৭ চনৰপৰা ১৭৪৫ চনলৈ। ল'ৰা-ছোৱালীৰ বাবে এইখন এখন বিখ্যাত কিতাপ। কিন্তু আচলতে এই কিতাপত সেইকালৰ ইংলেণ্ডক চোকা ধৰণে ব্যঙ্গ কৰি দেখুওৱা হৈছে। ৰবিনছন ক্ৰুছ' কিতাপখনৰ লেখক ডেনিয়েল ডেফ' ছুইফ্‌টৰ সমসাময়িক আছিল।

## ৮৮

## বাবৰ

**৩ ছেপ্টেম্বৰ, ১৯৩২**

আকৌ আমি ভাৰতলৈ ঘূৰি আহোঁ। কিছু সময় আমি ইউৰোপৰ কথাতে কটালোঁ। ষষ্ঠদশ আৰু সপ্তদশ শতিকাত ইউৰোপত কি ঘটিছিল সেই বিষয়ে বুজিবলৈ আৰু অশান্তি, আন্দোলন আৰু যুঁজবাগৰৰ আঁৰত কি হৈছিল তাকে চাবৰ মনেৰে বহুতো চিঠিৰ যোগেদি চেষ্টা কৰিছিলোঁ। ইউৰোপৰ এইছোৱা সময়ৰ বিষয়ে তুমি বাৰু কি ধাৰণা লৈছা? তোমাৰ যি ধাৰণাই নহওক, সেয়ে নিশ্চয় মিশ্ৰিত ধৰণৰ আছিল। তাত আচৰিত হব লগীয়া একো নাই—কিয়নো সেই সময়ত ইউৰোপখনেই অতি মিশ্ৰিত আৰু অদ্ভুত ধৰণৰ ঠাই আছিল। একেৰাহে আৰু পাশৱিক ধৰণেৰে যুঁজবাগৰ চলিছিল, ধৰ্ম্মান্ধতা আৰু নিষ্ঠুৰতাৰ তুলনা বুৰঞ্জীত আৰু নাছিল, স্বেচ্ছাচাৰী আমোল আৰু ৰজাৰ 'স্বৰ্গীয় অধিকাৰ', অধঃপতিত অভিজাত্য আৰু সৰ্ব্বসাধাৰণৰ ওপৰত নিৰ্লজ্জ ধৰণৰ শোষণ—এই সকলোবোৰেই আছিল। এই সকলোবোৰেৰপৰা চীন বহুত যুগ আগুৱাই গৈছিল—চীন দেশ তেতিয়া সংস্কৃতিসম্পন্ন, কলাত সমৃদ্ধ, সহনশীল আৰু প্ৰায় শান্তিপূৰ্ণ অৱস্থাত আছিল। ভাঙন ধৰা আৰু অধঃপতন হোৱা সত্বেও তুলনামূলকভাৱে ভাৰতো বহুত বিষয়ত ওপৰত আছিল।

কিন্তু ইউৰোপৰো সুকীয়া আৰু মধুৰ ছবি এখন দেখা গৈছিল। আধুনিক বিজ্ঞানৰ আৰম্ভণি দৃষ্টিগোচৰ হৈছিল; ৰাইজৰ স্বাধীনতৰ ধাৰণাই শক্তি লাভ কৰে আৰু ৰজাসকলৰ ৰাজপাটত কঁপনি তোলে। এইবোৰ আৰু আন বহুতো কথাৰ

মূল কাৰণ আছিল—পশ্চিম আৰু উত্তৰ-পশ্চিমৰ ইউৰোপীয় দেশবোৰৰ বাণিজ্যিক আৰু ঔদ্যোগিক উন্নতি। ডাঙৰ ডাঙৰ নগৰবোৰ গঢ়ি উঠিল; দূৰৰ দেশৰ লগত বেহাবেপাৰ কৰা ব্যৱসায়ীৰে সেইবোৰ নগৰ ভৰি পৰিল, উদ্যোগ কাৰিকৰৰ কামৰ ব্যস্ততাৰে ভৰি পৰিল। পশ্চিম ইউৰোপৰ সকলো ঠাইতে কাৰিকৰ আৰু হস্তশিল্পী-সকলৰ সন্থা গঢ়ি উঠিল। এই ব্যৱসায়ী আৰু ঔদ্যোগিক শ্ৰেণীক লৈয়েই গঠিত হ'ল বুৰ্জোৱা শ্ৰেণী—নতুন মধ্যবিত্ত শ্ৰেণী। এই শ্ৰেণীটো বাঢ়ি গ'ল—কিন্তু ৰাজনৈতিক, সামাজিক আৰু ধৰ্ম্মবিষয়ক বহুতো বাধাৰ সন্মুখীন হব লগীয়া হ'ল। ৰাজনীতি আৰু সামাজিক সন্থাবোৰত সামন্তবাদী প্ৰথাৰ অৱশিষ্ট অস্তিত্ব ৰৈছিল। এই প্ৰথাটো অতীতকালৰ—নতুন অৱস্থাৰ লগত ই খাপ নেখায়; বাণিজ্য আৰু উদ্যোগৰ বাটত ই অন্তৰায়ৰ সৃষ্টি কৰে। সামন্তবাদী লৰ্ডসকলে নানান ধৰণৰ কৰ-কাটল লগাইছিল—সেয়ে ব্যৱসায়ী শ্ৰেণীক তিক্ত কৰি তোলে। সেইদেখি এই শ্ৰেণীটোক ক্ষমতাৰপৰা আঁতৰাবলৈ বুৰ্জোৱা শ্ৰেণীয়ে আত্মনিয়োগ কৰিলে। যিহেতু সামন্তবাদী ডা-ডাঙৰীয়াসকলে ৰজাৰ ক্ষমতাত হাত দিব খোজে, সেইদেখি ৰজায়ো তেওঁলোকক ভাল নেপাইছিল। সেইদেখি সামন্তবাদী ডা-ডাঙৰীয়াসকলৰ বিৰুদ্ধে ৰজা আৰু বুৰ্জোৱা শ্ৰেণী একগোট হ'ল আৰু তেওঁলোকক প্ৰকৃত ক্ষমতাৰ পৰা বঞ্চিত কৰিলে। ইয়াৰ ফলত ৰজা অধিক ক্ষমতাশালী আৰু স্বেচ্ছাচাৰী হৈ উঠিল।

সেইদৰেই সেই সময়ৰ পশ্চিম ইউৰোপত থকা ধৰ্ম্মবিষয়ক সংগঠনে আৰু লগতে ব্যৱসায় চলোৱা বিষয়ত সেই সময়ত থকা ধৰ্ম্মবিষয়ক ধাৰণাই বাণিজ্য আৰু উদ্যোগৰ বিকাশৰ বাটত বাধা দিয়া বুলিও অনুভৱ কৰা হৈছিল। ইপিনে বহুতো কলাৰপৰা ধৰ্ম্ম সাঙোৰ খাই আছিল সামন্তবাদী প্ৰথাৰ লগত; মই আগতেই কৈ আহিছোঁ, চাৰ্চ্চেই আটাইতকৈ ডাঙৰ সামন্তবাদী মাটিগিৰি আছিল। তাৰ বহুত বছৰৰ আগতেই ৰোমান চাৰ্চ্চক ব্যক্তিগতভাৱে আৰু সমষ্টিগতভাৱে সমালোচনা কৰা আৰু প্ৰত্যাহ্বান জনোৱা আৰম্ভ হৈছিল। কিন্তু তাৰ ফলত একো ডাঙৰ সালসলনি নহ'ল। এতিয়া ক্ৰমে শক্তিশালী হৈ উঠা গোটেই বুৰ্জোৱা শ্ৰেণীয়ে পৰিৱৰ্তন বিচাৰিলে আৰু সেইদেখি সংস্কাৰ আন্দোলনৰ শক্তি প্ৰবল হৈ উঠিল।

বুৰ্জোৱাসকলক আগশাৰীলৈ অনা বিপ্লৱৰ বিভিন্ন পৰ্য্যায় ৰূপে আছিল—এই পৰিৱৰ্ত্তনসমূহ আৰু ইতিমধ্যে আমি আলোচনা কৰা আন আন পৰিৱৰ্ত্তনসমূহ। পশ্চিম ইউৰোপৰ দেশবোৰতে এই প্ৰক্ৰিয়া প্ৰায় একে ধৰণৰ যেন লাগে; কিন্তু ভিন ভিন দেশত বেলেগ বেলেগ সময়ত সেয়ে ঘটিছিল। সেই সময়ত আৰু তাৰ বহুত পাচতো পূব ইউৰোপ উদ্যোগৰ ক্ষেত্ৰত বৰ পিচ পৰি আছিল। সেইদেখি সেই অঞ্চলত এনে পৰিৱৰ্ত্তন ঘটা নাছিল।

চীন আৰু ভাৰততো কাৰিকৰ, শিল্পী আদিৰ সন্থা আৰু বহুতো কাৰিকৰ আৰু হস্তশিল্পী আছিল। উদ্যোগৰ ক্ষেত্ৰত পশ্চিম ইউৰোপৰ সমানে—আৰু বহুত সময়ত অধিক পৰিমাণে—আগবাঢ়িছিল। কিন্তু সেই সময়ত ইউৰোপৰ দৰে বিজ্ঞানৰ বিকাশ ঘটা আমি তাত দেখিবলৈ নেপাওঁ। আনহাতে জনসাধাৰণৰ স্বাধীনতাৰ বাবেও সমানে সচেষ্ট হোৱা নাই। দুয়োখন দেশতে ধৰ্ম্মৰ ক্ষেত্ৰত

স্বাধীনতা থকা আৰু নগৰ, গাঁও আৰু কাৰিকৰী সংস্থাবোৰত স্থানীয়ভাৱে স্বাধীনতা থকাৰ সুদীৰ্ঘ পৰম্পৰা আছিল। স্থানীয় বিষয়ত যেতিয়ালৈকে ৰজাই হস্তক্ষেপ নকৰে, তেতিয়ালৈকে প্ৰজাই ৰজাৰ ক্ষমতা আৰু স্বেচ্ছাচাৰী আমোলৰ কথা ভাবি মূৰ নঘমায়। দুৰ্য্যোধন দেশে গঢ়ি তোলা সামাজিক সংগঠন সুদীৰ্ঘকাল জুৰি বৰ্ত্তি থাকিল; ইউৰোপৰ তেনে ব্যৱস্থাতকৈ ই বহুতো গুণে বেচি সুদৃঢ়। সম্ভৱতঃ এই সংগঠনৰ সুস্থিৰ, সৱল গাৰ্থনিয়েই এনে বিকাশত বাধা জন্মাইছিল। ভাৰতত ভাঙন আৰু অধঃপতন হোৱা আমি দেখিবলৈ পালোঁ; মুৰকত উত্তৰ ফালেদি আহি মোগল বাবৰে ভাৰত জয় কৰিলে। স্বাধীনতা সম্পৰ্কে থকা আৰ্য্যসকলৰ ধাৰণা মানুহে পাহৰি পেলোৱা যেন দেখা গ'ল আৰু ভীৰু হৈ যি কোনো শাসকৰ ওচৰত সেও মানিলে। দেশত নতুন জীৱনৰ পাৰ্তনি মেলা মুছলমানসকলো আনৰ দৰেই অধঃপতিত আৰু ভীৰু হোৱা যেন দেখা গ'ল।

সেইদেখি প্ৰাচ্যৰ পুৰণি সভ্যতাৰ মাজত যি সজীৱতা আৰু উদ্যমৰ অভাৱ ঘটা যেন দেখা গ'ল, সেই সজীৱতা আৰু উদ্যমৰ দ্বাৰাই সমৃদ্ধ হৈ ইউৰোপ তেওঁলোকতকৈ আগবাঢ়ি গ'ল। ইউৰোপৰ মানুহ পৃথিৱীৰ সুদূৰৰ ঠাইলৈকো গ'ল। বাণিজ্য আৰু সম্পদৰ আকৰ্ষণে ইউৰোপীয় নাৱিকসকলক আমেৰিকা আৰু এচিয়ালৈ লৈ গ'ল। দক্ষিণ পুব এচিয়াত পৰ্ত্তুগীজসকলে মালাক্কাৰ আৰব সাম্ৰাজ্যৰ অন্ত পেলোৱা আমি দেখিবলৈ পালোঁ। ভাৰতৰ উপকূল ভাগত আৰু পুবৰ সাগৰ অঞ্চলৰ সকলো ঠাইতে তেওঁলোকে চকী পাতিলে। কিন্তু মা-মছলাৰ বাণিজ্যৰ ক্ষেত্ৰত থকা তেওঁলোকৰ প্ৰাধান্যৰ প্ৰতি অচিৰে প্ৰত্যাহ্বান আহিল—নতুনকৈ গঢ়ি উঠা দুটা নৌশক্তিৰপৰা। সেই শক্তি দুটা হ'ল—হলেণ্ড আৰু ইংলেণ্ড। প্ৰাচ্যৰপৰা পৰ্ত্তুগালে খেদা খালে আৰু প্ৰাচ্যত থকা তেওঁলোকৰ সাম্ৰাজ্য আৰু বাণিজ্য ধ্বংস হ'ল। তেওঁলোকৰ স্থান আংশিকভাৱে পূৰণ কৰিলে ওলন্দাজসকলে; প্ৰাচ্যৰ বহুতো দ্বীপ তেওঁলোকে দখল কৰিলে। ১৬০০ চনত ৰাণী এলিজাবেথে ইষ্ট ইণ্ডিয়া কোম্পানীক (লণ্ডনৰ সদাগৰ সকলক লৈ এই কোম্পানী গঠিত হৈছিল) ভাৰতত বেপাৰ কৰিবৰ বাবে চনদ দান কৰিলে। তাৰ দুবছৰৰ মূৰত ওলন্দাজ ইষ্ট ইণ্ডিয়া কোম্পানী গঠিত হ'ল। এইদৰেই ইউৰোপে এচিয়াক গ্ৰাস কৰা কাল আৰম্ভ হ'ল। বহুত দিনলৈ সেয়ে মালয় আৰু পুবৰ দ্বীপসমূহত প্ৰায় সীমাবদ্ধ হৈ আছিল। মিংসকলৰ আমোলত আৰু সপ্তদশ শতিকাৰ মাজ ভাগত মাঞ্চুসকলৰ আমোলত চীন ইউৰোপতকৈ বহুত বেচি শক্তিশালী আছিল। জাপানে আনকি প্ৰতিজন বিদেশী লোককে বাহিৰ কৰি দিছিল আৰু ১৬৪১ চনত নিজক সম্পূৰ্ণভাৱে বিচ্ছিন্ন অৱস্থাত ৰাখিছিল। আৰু ভাৰতত কি হৈছিল? ভাৰতৰ বিষয়ত আমাৰ কাহিনী পিচ পৰি আছে; সেইদেখি আমি বাকী থকা কথাখিনি পূৰণ কৰিবই লাগিব। নতুন মোগল বংশৰ অধীনত ভাৰতত শক্তিশালী ৰাজতন্ত্ৰ প্ৰতিষ্ঠিত হ'ল; ইউৰোপে আক্ৰমণ কৰাৰ বিপদ বা সম্ভাৱনা থকাৰ একো থল নাছিল। কিন্তু সাগৰীয় অঞ্চলত ইতিমধ্যে ইউৰোপৰ প্ৰভুত্ব স্থাপিত হ'ল।

সেইদেখি আমি ভাৰতৰ কথালৈ উলটি আহিলোঁ। ইউৰোপ, চীন, জাপান আৰু মালয়েচিয়াৰ ক্ষেত্ৰত আমি সপ্তদশ শতিকাৰ শেষ ভাগত উপনীত হ'লো আৰু

অষ্টাদশ শতিকাৰ দুৱাৰমুখত থিয় দিলোঁহি। কিন্তু ভাৰতৰ ক্ষেত্ৰত আমি এতিয়াও ষষ্ঠদশ শতিকাৰ আগ ভাগতে—অৰ্থাৎ বাবৰ অহা সময়তে আছোঁ।

১৫২৬ চনত দিল্লীৰ দুৰ্ব্বল আৰু নিন্দাৰ পাত্ৰ, আফগান ছুলতানক বাবৰে পৰাস্ত কৰিলে; সেয়ে ভাৰতত এটা নতুন যুগৰ সূচনা কৰিলে আৰু এখন নতুন সাম্ৰাজ্যৰ পাতনি মেলিলে; এয়ে হ'ল মোগল সাম্ৰাজ্য। মাজতে অলপ সময়ৰ বাবে ছেদ পৰাৰ বাহিৰে ১৫২৬ চনৰপৰা ১৭০৭ চনলৈ—১৮১ বছৰকাল এই সাম্ৰাজ্য আছিল। এই সময়ছোৱা সাম্ৰাজ্যৰ শক্তি আৰু গৌৰৱ ঘোষিত হোৱাৰ সময়; ভাৰতৰ মহান মোগলসকলৰ কথা এচিয়া আৰু ইউৰোপত ফুটিফাটি গৈছিল। এই বংশৰ ছ'জন ডাঙৰ ৰজা আছিল। তাৰ পিচত সাম্ৰাজ্যখন টুকুৰা-টুকুৰ হ'ল; তাৰে একো অংশ লৈ মাৰাঠা, শিখ আৰু আন আন সকলে ৰাজ্য গঠন কৰিলে। তেওঁলোকৰ পিচত আহিল বৃটিছ—তেওঁলোকে কেন্দ্ৰীয় শক্তিৰ পতন আৰু দেশৰ খেলিমেলি লগা অৱস্থাৰ সুযোগ লৈ লাহে লাহে নিজৰ সাম্ৰাজ্য ৰচনা কৰিলে।

বাবৰৰ কিছুমান কথা ইতিমধ্যে তোমাক কৈছোঁ। বাবৰ চেঙ্গিজ আৰু টাইমুৰৰ বংশধৰ; তেওঁলোকৰ শক্তি-সামৰ্থ্য আৰু সামৰিক পাৰদৰ্শিতা কিছুমান তেওঁৰ মাজতো প্ৰতিফলিত হৈছিল। কিন্তু চেঙ্গিজৰ দিনতকৈ মংগলসকল তেতিয়া বহুতো সভ্য হৈ উঠিল; বাবৰ বৰ সুসংস্কৃত আৰু আনন্দদায়ক ব্যক্তিত্বসম্পন্ন লোক আছিল। তেওঁ কোনো বিশেষ ধাৰণাৰ মাজত সংকুচিত হৈ থকা লোক নাছিল আৰু তেওঁৰ ধৰ্ম্মান্ধতাও নাছিল। তেওঁৰ পূৰ্ব্বপুৰুষসকলৰ দৰে তেওঁ ধ্বংসকাৰ্য্যত নাছিল। তেওঁ আছিল কলা আৰু সাহিত্যৰ সাধক আৰু নিজেই এজন পাছ্‌ৰীয়ান কৰি আছিল। ফুল আৰু বাগিচা তেওঁৰ প্ৰিয় আছিল। ভাৰতৰ গৰমৰ মাজত থাকি তেওঁ প্ৰায়ে মধ্য এচিয়াত থকা নিজৰ ঘৰলৈ মনত পেলাইছিল। নিজৰ স্মাৰক-পুথিত তেওঁ লিখিছিল—"ফাৰঘানাৰ বেঙুনীয়া ফুলবোৰ বৰ বঢ়িয়া।"

দেউতাক ঢুকাবৰ সময়ত বাবৰ মাত্ৰ ১১ বছৰীয়া ল'ৰা। তেতিয়াই তেওঁ চমৰখণ্ডৰ ৰজা হ'ল। সেইটো সহজ কাম নাছিল। তেওঁৰ কেওপিনে শত্ৰু। সেইদেখি যি সময়ত তেওঁৰ চামৰ ল'ৰাছোৱালী স্কুললৈ যায়, সেই সময়তে তেওঁ হাতত তৰোৱাল লৈ ৰণথলীলৈ যাব লগীয়া হৈছিল। সিংহাসন তেওঁ হেৰুৱাব লগীয়াও হৈছিল; কিন্তু পুনৰ দখল কৰি ল'লে। বিপৰ্য্যয়ৰ মাজেদি পাৰ হোৱা তেওঁৰ জীৱন বহুতো দুঃসাহসিক ঘটনাৰে ভৰা। তথাপি তাৰ মাজতো তেওঁ সাহিত্য, কৱিতা আৰু কলাৰ চৰ্চ্চা কৰিবলৈ সময় উলিয়াইছিল। উচ্চাকাঙ্ক্ষাই তেওঁক আগলৈ হেঁচুকি দিছিল। কাবুল অধিকাৰ কৰি তেওঁ সিন্ধু পাৰ হৈ ভাৰতত প্ৰৱেশ কৰিলে। তেওঁৰ হাতত তাকৰ সৈন্য আছিল; কিন্তু তেওঁৰ হাতত নতুন আগ্নেয়াস্ত্ৰ আছিল—এই অস্ত্ৰ সেইসময়ত ইউৰোপ আৰু পশ্চিম এচিয়াত ব্যৱহৃত হৈছিল। তেওঁৰ বিৰুদ্ধে যুঁজিবলৈ থোৱা বিশাল আফগান বাহিনীয়ে তেওঁৰ তাকৰীয়া অথচ উপযুক্ত প্ৰশিক্ষণপ্ৰাপ্ত সৈন্য আৰু আগ্নেয়াস্ত্ৰৰ আগত থাৰৰিব নোৱাৰিলে। বাবৰে জয়লাভ কৰিলে। কিন্তু তেওঁৰ আপদ-বিপদ নুগুচিল—বহুত সময়ত তেওঁৰ ভাগ্য কানে কাণ মাৰি ৰক্ষা পৰে। এবাৰ তেওঁৰ

সমুখত গভীৰ সঙ্কট উপস্থিত হোৱাত সেনাপতিসকলে উপদেশ দিলে যে উত্তৰৰ পিনে পিচ হুহঁকি যোৱাহে ভাল হব। কিন্তু তেওঁ বৰ ডাঠ মনৰ মানুহ আছিল; তেওঁ ক'লে যে পিচ হুহঁকি যোৱাতকৈ মৃত্যুৰ সন্মুখীন হোৱাহে তেওঁ ভাল বুলি ভাৱে। সুৰাৰ পিয়লা তেওঁৰ প্ৰিয় আছিল। কিন্তু জীৱনত এই সঙ্কটৰ সময়তে তেওঁ থিৰাং কৰিলে যে তেওঁ সুৰাপান কৰাটো ত্যাগ কৰিব। নিজৰ সকলোবোৰ সুৰাৰ পিয়লা তেওঁ ভাঙি পেলালে। তেওঁ সেইবাৰ জয়লাভ কৰিলে আৰু সুৰা এৰি দিয়া অঙ্গীকাৰো ৰক্ষা কৰিলে।

ভাৰতত মুঠেই চাৰি বছৰমান বাস কৰাৰ মুৰতে বাবৰৰ মৃত্যু হয়। সেই চাৰি বছৰ যুদ্ধৰ মাজতে পাৰ হ'ল—জিৰণি সমুলি নাছিল। ভাৰতৰ সৈতে তেওঁৰ পৰিচয় হ'বলৈকে থাকিল; তেওঁ ভাৰতৰ একো কথাকে জানিবলৈ নেপালে। আগ্ৰাত তেওঁ এখন বিতোপন ৰাজধানী পাতিছিল; কন্‌ষ্টাণ্টিনোপলৰ পৰা এজন বিখ্যাত স্থাপত্যশিল্পী বিচাৰি তেওঁ মানুহ পঠাইছিল। সেইসময়তে কন্‌ষ্টাণ্টিনোপলত ছুলেইমানে নিৰ্ম্মাণকাৰ্য্য চলাইছিল। এজন বিখ্যাত অটমান স্থাপত্যশিল্পী হ'ল—ছিনান; তেওঁৰ প্ৰিয় ছাত্ৰ ইউছুফক তেওঁ ভাৰতলৈ পঠালে।

বাবৰে নিজৰ স্মৃতি-কথা লিখি থৈ যায় আৰু এই আনন্দদায়ক কিতাপখনে মানুহজনৰ ভিতৰলৈ ভুমুকি মাৰি চোৱাৰ সুযোগ দিছে। তেওঁ আমাক হিন্দুস্তানৰ কথা, ইয়াৰ—জীৱজন্তু, ফুল, ফলৰ কথা—আনকি ভেকুলীৰ কথাও কৈছে। স্বদেশৰ তৰমুজ, আঙ্গুৰ আৰু ফুলৰ কথা মনত পেলাই দুখ কৰিছে। মানুহ-বিলাকৰ সম্পৰ্কত তেওঁ অতিশয় নিৰাশাৰ ভাৱ প্ৰকাশ কৰে। তেওঁলোকৰ মাজত এটাও ভাল গুণ নাই বুলি তেওঁ কৈছিল। চাৰি বছৰ ধৰি যুদ্ধত ব্যস্ত থাকোঁতে তেওঁ হয়তো মানুহৰ বিষয়ে জানিবলৈ সময় নেপালে আৰু সংস্কৃতিসম্পন্ন লোকসকল হয়তো এই নতুন বিজেতাজনৰপৰা আঁতৰি আছিল। সম্ভৱতঃ নৱাগত এজনে আন মানুহৰ জীৱন আৰু সংস্কৃতিৰ মাজলৈ সহজে সোমাব নোৱাৰে। যিহওক, কিছুদিন ধৰি শাসকশ্ৰেণী হিচাপে থকা আফগানসকলৰ মাজত বা জনসাধাৰণৰ সৰহ ভাগৰ মাজত প্ৰশংসা কৰিব লগীয়া একো কথাকে তেওঁ বিচাৰি নেপালে। তেওঁৰ পৰ্যবেক্ষণ-শক্তি ভাল; নৱাগত লোকৰ পক্ষপাতিত্বৰ কথা বাদ দিলেও, তেওঁৰ বিৱৰণৰপৰা দেখা যায় যে সেইসময়ত উত্তৰ ভাৰতৰ দুখীয়া অৱস্থা আছিল। তেওঁ দক্ষিণ ভাৰতত ভ্ৰমণ কৰাই নাছিল।

বাবৰে আমাক জনাইছে—"হিন্দুস্তানৰ সাম্ৰাজ্য বিশাল, জনবহুল আৰু সমৃদ্ধ। পুব, দক্ষিণ—আনকি পশ্চিমৰ পিনেও ইয়াক বিশাল সাগৰে আগুৰি আছে। উত্তৰৰ পিনে কাবুল, গজনী আৰু কান্দাহাৰ। সমগ্ৰ হিন্দুস্থানৰ ৰাজধানী হ'ল দিল্লী।" এইটো মন কৰিব লগীয়া কথা যে সমগ্ৰ ভাৰতকে এটা গোট বুলি বাবৰে ভাবিছিল; অৱশ্যে তেওঁ অহাৰ সময়ত ভাৰত খণ্ড খণ্ড হৈ বহুতো ৰাজ্যত বিভক্ত হৈছিল। ভাৰতৰ ঐক্য সম্পৰ্কীয় এই ধাৰণা বুৰঞ্জীৰ সকলো সময়তে অটুট আছিল।

বাবৰে ভাৰতৰ বিষয়ে বৰ্ণনা দিওঁতে আৰু কয়—"এইখন এখন অপূৰ্ব্ব, বিতোপন দেশ। আমাৰ ফালৰ দেশৰ তুলনাত তেনেই বেলেগ। ইয়াৰ পাহাৰ,

নদী, হাবি, ভৈয়াম, জীৱ-জন্তু, গছ-গছনি, ইয়াৰ বাসিন্দাসকল আৰু তেওঁলোকৰ ভাষা, বতাহ-বৰষুণ—এই সকলোবোৰেই বেলেগ............সিন্ধু পাৰ হোৱাৰ পিচতেই দেশখন, গছ-গছনি, শিল, অঘৰী জনজাতীয় লোক, মানুহৰ আচৰণ আৰু আচাৰ-পদ্ধতি—এই সকলোবোৰ হিন্দুস্থানৰ হৈ উঠে। আনকি অজগৰ সাপবোৰো বেলেগ.........হিন্দুস্থানৰ ভেকুলীবোৰ মন কৰিব লগীয়া। আমাৰ দেশৰ জাতৰ সৈতে একে যদিও এইবোৰ ভেকুলীয়ে পানীৰ ওপৰে ওপৰে ৬, ৭ গজ দূৰলৈ জাপ মাৰি যাব পাৰে।"

তাৰ পিচত তেওঁ হিন্দুস্থানৰ জীৱজন্তু, ফুল, গছ আৰু ফলৰ তালিকা দিছে। তাৰ পিচত তেওঁ মানুহৰ কথা লিখিছে—

"হিন্দুস্থান দেশত মনৰ পৰিতৃপ্তিৰ বাবে থল নাই। মানুহবোৰ দেখাই-শুনাই ভাল নহয়। বন্ধুত্বপূৰ্ণ সমাজৰ কমনীয়তা সম্পৰ্কে বা মুকলিমূৰীয়াভাৱে সমিলমিল ধৰণে থকা নাইবা সচৰাচৰ হোৱা আদান-প্ৰদান সম্পৰ্কে তেওঁলোকৰ একো ধাৰণা নাই। তেওঁলোকৰ মনৰ উৎকৰ্ষতা, বোধশক্তি, নম্ৰ আচৰণ, দয়া বা লগৰ মানুহৰ প্ৰতি অনুকম্পা, দক্ষতা—একোৱেই নাই; তদুপৰি তেওঁলোকৰ হস্তশিল্পৰ কামৰ পৰিকল্পনা বা ইয়াক সম্পাদন কৰাত যান্ত্ৰিক আৱিষ্কাৰ কৰা, নক্সা তৈয়াৰ কৰা বা স্থাপত্যকলা সম্পৰ্কীয় দক্ষতা বা জ্ঞানো নাই। তেওঁলোকৰ ভাল ঘোঁৰা নাই, ভাল মঙহ পাবলৈ নাই, আঙুৰ, তৰমুজ আদি ভাল ফল নাই; বৰফ বা চেঁচা পানী পাবলৈ নাই। বজাৰত ভাল আহাৰ বা ৰুটি পোৱা নেযায়। স্নানাগাৰ, কলেজ, মম, টিপচাকি, মম-দানি—এইবোৰো নাই।"

কি পোৱা গৈছিল? সেই কথাও সুধিবৰ মন যায়। এইখিনি কথা লিখিবৰ সময়ত বাবৰৰ মন নিশ্চয় তিক্ততাৰে ভৰি পৰিছিল।

বাবৰে কৈছে—"হিন্দুস্থানৰ ঘাইকৈ অতুলনীয় কথা হ'ল—এইখন এখন ডাঙৰ দেশ আৰু ইয়াত সোন-ৰূপ ভৰি আছে.........হিন্দুস্থানত থকা আন এটা সুবিধা হ'ল—প্ৰতিটো বৃত্তি আৰু বাণিজ্যত অসংখ্য কৰ্ম্মী আছে। যি কোনো কাম বা চাকৰিৰ বাবে থিতাতে বহুত মানুহ পোৱা যায়; যুগ যুগ ধৰি বাপেকৰ পাচত পুতেকে একে চাকৰি বা একে ব্যৱসায় চলাই আহিছে।"

বাবৰৰ স্মৃতি-কথাৰপৰা মই দীঘলীয়া উদ্ধৃতি দাঙি ধৰিলোঁ। কোনো মানুহৰ বিষয়ে বৰ্ণনা কৰাতকৈ এনেবোৰ কিতাপৰপৰা আমি মানুহজনৰ বিষয়ে অধিক ভাল ধাৰণা কৰি লব পাৰোঁ।

৪৯ বছৰত—১৫৩০ চনত বাবৰৰ মৃত্যু হয়। তেওঁৰ মৃত্যুৰ সম্পৰ্কত এটা সৰ্ব্বজনবিদিত কাহিনী শুনা যায়। তেওঁৰ পুতেক হুমায়ুন অসুখত পৰে; পুতেকৰ স্নেহত বাবৰে হেনো এইবুলি প্ৰাৰ্থনা জনাইছিল যে পুতেকে যদি আৰোগ্য লাভ কৰে তেন্তে তেওঁ নিজৰ জীৱনকে উছৰ্গা কৰিব। কথিত আছে যে এই ঘটনাৰ কেইদিনমানৰ পিচতে হুমায়ুন ভাল হৈ পৰিল আৰু বাবৰৰ মৃত্যু ঘটিল।

বাবৰৰ মৃতদেহ কাবুললৈ নিয়া হয় আৰু তেওঁৰ প্ৰিয় বাগিচা এখনতে সমাধিস্থ কৰা হয়। তেওঁৰ ঈপ্সিত ফুলৰ মাজলৈকে মুৰকত বাবৰ উলটি গলগৈ।

# ৮৯

## আকবৰ

৪ ছেপ্টেম্বৰ, ১৯৩২

সামৰিক নৈপুণ্য আৰু সুদক্ষ পৰিচালনাৰ জোৰত বাবৰে উত্তৰ ভাৰতৰ বিৰাট অংশ এটা দখল কৰি লৈছিল। দিল্লীৰ আফগান চুলতানক তেওঁ পৰাস্ত কৰে; তাৰ পিচত অধিক কঠিন কামত অৱতীৰ্ণ হৈ চিতোৰৰ নিভীক ৰাণাসঙ্গৰ নেতৃত্বত পৰিচালিত ৰাজপুতসকলক তেওঁ পৰাস্ত কৰে। ৰাণাসঙ্গ ৰাজপুত বুৰঞ্জীৰ এজন বিখ্যাত বীৰ। কিন্তু বাবৰে পুতেক হুমায়ুনৰ বাবে এটা কঠিন কামৰ ভাৰ এৰি থৈ গ'ল। হুমায়ুন সুসংস্কৃত আৰু বিদ্বান লোক আছিল—কিন্তু বাপেকৰ দৰে তেওঁ যোদ্ধা নাছিল। তেওঁৰ নতুন সাম্ৰাজ্যৰ কেওপিনে অশান্তিয়ে দেখা দিলে; শেষত—বাবৰৰ মৃত্যুৰ দহ বছৰৰ পিচত—১৫৪০ চনত শেৰ খাঁ নামৰ বিহাৰৰ আফগান মুখিয়াল এজনে তেওঁক পৰাস্ত কৰি ভাৰতৰপৰা খেদাই পঠায়। সেইদেখি মহান মোগলসকলৰ দ্বিতীয় জন ৰজা অঘৰীৰ দৰে ফুৰিব লগীয়া হ'ল—লুকাই লুকাই ফুৰি তেওঁ নানান কষ্ট ভুগিব লগীয়া হৈছিল। ৰাজপুতনাৰ মৰুভূমিত এনেদৰে অনাইবনাই ফুৰিবৰ সময়তে ১৫৪২ চনৰ নবেম্বৰ মাহত তেওঁৰ পত্নীয়ে এটি পুত্ৰ সন্তান জন্ম দিলে। মৰুভূমিত জন্মলাভ কৰা এইজন পুতেকেই হ'ল—আকবৰ।

হুমায়ুন পাৰস্যলৈ পলাই গ'ল আৰু তাৰ শাসক স্বাহ টামাছে তেওঁক আশ্ৰয় দিলে। ইপিনে শেৰ খাঁ উত্তৰ ভাৰতৰ সৰ্বেসৰ্বা হৈ উঠিল। শেৰ স্বাহ নাম লৈ তেওঁ ৫ বছৰ শাসন কৰিলে। এই তাকৰীয়া সময়খিনিৰ ভিতৰতে অতি সুদক্ষ লোক হিচাপে তেওঁ নিজৰ পৰিচয় দাঙি ধৰিব পাৰিলে। তেওঁ অতি নিপুণ সংগঠক আছিল, তেওঁৰ চৰকাৰো সক্ৰিয় আৰু কাৰ্য্যদক্ষ আছিল। যুদ্ধ-বিগ্ৰহৰ মাজতো তেওঁ খেতিয়কৰ পৰা আদায় কৰিব লগীয়া খাজানা নিৰূপন কৰাৰ বাবে নতুন আৰু উন্নত ধৰণৰ ভূমি-ৰাজহ ব্যৱস্থা এটা প্ৰৱৰ্ত্তন কৰিলে। কিন্তু কাৰ্য্যক্ষম স্বেচ্ছাচাৰী ৰজাসকলৰ ক্ষেত্ৰত প্ৰায়ে দেখিবলৈ পোৱাৰ দৰে তেৰোঁ তেওঁৰ চৰকাৰৰ সৰ্বেসৰ্বা আছিল; তেওঁৰ মৃত্যুৰ পাচত গোটেই গাথনিটোৱেই ভাগি পৰিল।

এই খেলিমেলিৰ সুযোগ লৈ হুমায়ুনে এটা সৈন্যবাহিনী লৈ ১৫৫৬ চনত পাৰস্যৰপৰা উলটি আহিল। যুদ্ধত তেওঁ জয়লাভ কৰিলে; ১৬ বছৰৰ মূৰত তেওঁ আকৌ দিল্লীৰ সিংহাসনত বহিল। কিন্তু বেচি দিনলৈ তেওঁ নেবাচিল। ছমাহৰ মূৰতে খট্‌খটিৰপৰা বাগৰি পৰাৰ ফলত তেওঁৰ মৃত্যু হ'ল।

শেৰ শ্বাহ আৰু হুমায়ুনৰ কবৰৰ মাজত থকা পাৰ্থক্য মন কৰিব লগীয়া। আফগান জনৰ কবৰটো বিহাৰৰ সহছ্ৰামত আছে। মানুহজনৰ দৰেই ঘৰটোও খহটা, সুদৃঢ় আৰু প্ৰকাণ্ড। হুমায়ুনৰ কবৰ আছে দিল্লীত। এইটো এটা নিমজ আৰু দেখনিয়াৰ ঘৰ। এই শিলৰ নিৰ্ম্মাণকাৰ্য্যৰপৰাই ষোড়শ শতিকাৰ সাম্ৰাজ্য এখনৰ দুজন প্ৰতিদ্বন্দ্বীৰ বিষয়ে এটা ভাল ধাৰণা কৰি লব পাৰি।

তেতিয়া আকবৰৰ বয়স মাত্ৰ তেৰ বছৰ। ককাকৰ দৰেই তেৰোঁ সৰুতেই ৰাজ-

পাটত বহে। তেওঁৰ এজন অভিভাবক আৰু ৰক্ষক আছিল। তেওঁৰ নাম বেইৰাম খাঁ, খান বাবা বুলিও কয়। কিন্তু চাৰি বছৰৰ ভিতৰতে আকবৰে অভিভাবকক বাদ দিলে আৰু আন মানুহৰপৰা নিৰ্দ্দেশ লোৱাটোও পৰিহাৰ কৰিলে আৰু শাসন-ভাৰ নিজৰ হাতলৈ নিলে।

১৫৫৬ চনৰপৰা ১৬০৫ চনলৈ প্ৰায় ৫০ বছৰ কাল আকবৰে ভাৰতত শাসন চলালে। এইছোৱা সময়তে ইউৰোপত নেডাৰলেণ্ডছত বিদ্ৰোহ হয় আৰু ইংলেণ্ডৰ ছেক্সপিয়েৰো এই সময়ৰে। ভাৰতৰ বুৰঞ্জীত আকবৰৰ নাম জিলিকি আছে; সময়ত কিছুমান বিষয়ত তেওঁৰ কথাই অশোকৰ কথা মনত পেলাই দিয়ে। খৃষ্টপূৰ্ব্ব তৃতীয় শতিকাৰ ভাৰতৰ বৌদ্ধ সম্ৰাট এজনে আৰু যীশু খৃষ্টৰ জন্মৰ পিচৰ ষষ্ঠদশ শতিকাৰ ভাৰতত মুছলমান সম্ৰাট এজনে একে ধৰণে, প্ৰায় একে সুৰতে কথা কোৱাটো আচৰিত যেন লাগে। এই বুলিয়েই হয়তো ভাবিব পাৰি যে সেয়ে ভাৰতৰ নিজস্ব ধ্বনি—দুজন মহান সন্তানৰ মুখত ধ্বনিত হৈছে। অশোকে নিজে শিলত খোদিত কৰাই থৈ যোৱা কথাবোৰৰপৰা তেওঁৰ বিষয়ে জানিবলৈ পোৱাৰ বাহিৰে আমি আন একো জানিবলৈ নেপাওঁ। কিন্তু আকবৰৰ বিষয়ে বহুতো কথা জানো। তেওঁৰ ৰাজ সভাত থকা সমসাময়িক দুজন বুৰঞ্জীবিদে দীঘলীয়া বিৱৰণী লিখি থৈ গৈছে আৰু তেওঁক লগ ধৰা বিদেশী লোকসকলে—বিশেষকৈ তেওঁক খৃষ্টান ধৰ্ম্ম লোৱাবলৈ আপ্ৰাণ চেষ্টা কৰা জেছুইটসকলেও সুদীৰ্ঘ বিৱৰণী লিখিছে।

বাবৰে প্ৰতিষ্ঠা কৰি যোৱা ফৈদৰ তেওঁ তৃতীয় ৰজা। কিন্তু তেতিয়া দেশত মোগলসকল নৱাগত হৈ আছিল। তেওঁলোকক বিদেশী বুলিয়েই গণ্য কৰা হৈছিল। আৰু সামৰিক শক্তিৰ বলতে তেওঁলোকে খোপনি ৰাখিছিল। আকবৰৰ ৰাজত্বইহে মোগল বংশৰ শাসন সুপ্ৰতিষ্ঠিত কৰিলে, এই শাসনক স্বদেশী কৰিলে আৰু সম্পূৰ্ণ ভাৰতীয় ৰূপ দিলে। তেওঁৰ শাসন কালতে ইউৰোপত মহান মোগল কথাষাৰ ব্যৱহাৰ কৰিবলৈ ল'লে। তেওঁ স্বেচ্ছাচাৰী ৰজা আছিল আৰু নিজৰ হাতত অপাৰ ক্ষমতা ৰাখিছিল। ৰজাৰ ক্ষমতা নিয়ন্ত্ৰিত কৰা সম্পৰ্কে তেতিয়া ভাবতত কোনেও এষাৰ মাতো মতা নাছিল যেন লাগে। ভাগ্যক্ৰমে, আকবৰ সৰ্ব্বেসৰ্ব্বা ৰজাৰ উপৰিও জ্ঞানী আছিল; ভাৰতীয় ৰাইজৰ কল্যাণৰ বাবে তেওঁ বিশেষভাৱে চেষ্টা কৰিছিল। এক প্ৰকাৰে তেওঁক ভাৰতীয় জাতীয়তাবাদৰ পিতৃ বুলি গণ্য কৰিব পাৰি। যি সময়ত দেশত জাতীয়তাবোধ নাছিল আৰু ধৰ্ম্ম বিভাজনৰ হেতু আছিল, সেই সময়ত আকবৰে ধৰ্ম্মৰ পাৰ্থক্যৰ দাবীতকৈ উমৈহতীয়া ভাৰতীয় ৰাষ্ট্ৰীয়ত্বৰ আদৰ্শক ইচ্ছা-কৃত ভাৱেই উচ্চতৰ স্থান দিছিল। তেওঁৰ প্ৰচেষ্টাত তেওঁ সম্পূৰ্ণভাৱে সফল হব নোৱাৰিলে। কিন্তু তেওঁ যিমানখিনি আগুৱাই গ'ল আৰু তেওঁৰ প্ৰচেষ্টাই যি বিৰাট পৰিমাণে কৃতকাৰ্যতা লাভ কৰিলে তালৈ মন কৰিলে আচৰিত মানিব লাগিব।

অৱশ্যে আকবৰৰ সফলতা কাৰো পৰা সহায় নোলোৱাকৈ সম্পূৰ্ণ তেওঁৰ নিজা চেষ্টাৰ পৰিণতি নহয়। উচিত সময় উপস্থিত নহলে আৰু অনুকূল পৰিৱেশ নেথাকিলে মহৎ কামত কোনো মানুহ সফল হব নোৱাৰে। মহান লোক এজনে গতি ক্ষিপ্ৰতৰ কৰি তুলিব পাৰে আৰু নিজেই নিজৰ পৰিৱেশ ৰচনা কৰে। কিন্তু মহান

শোকজনক সময় আৰু চলিত পৰিৱেশে সৃষ্টি কৰে। সেইদেখি আকবৰ ভাৰতৰ তেতিয়াৰ সময়ৰ সৃষ্টি।

এই দেশত একে লগ হোৱা দুটা সংস্কৃতি আৰু ধৰ্ম্মৰ মাজত পাৰস্পৰিক সমন্বয়পূৰ্ণ আদান প্ৰদানৰ বাবে ভাৰতত নীৰৱ শক্তিবোৰে কেনেকৈ কাম কৰিছিল সেই বিষয়ে আগৰ চিঠি এখনত মই তোমাক কৈছিলোঁ। স্থাপত্য-কলাৰ নতুন আহিৰ্ৰ কথা, ভাৰতীয় ভাষাসমূহৰ বিকাশৰ কথা—বিশেষকৈ উৰ্দ্দু বা হিন্দুস্থানীৰ কথা—মই তোমাক কৈছোঁ।

উমৈহতীয়া বৈশিষ্ট্যবোৰৰ ওপৰত গুৰুত্ব দি আৰু ধৰ্ম্মমূলক আচাৰ-বিধি আৰু আনুষ্ঠানিক বিষয় সম্পৰ্কে সমালোচনা কৰি ইছলাম আৰু হিন্দু ধৰ্ম্মক পৰস্পৰৰ ওচৰ চপাই আনিবৰ বাবে চেষ্টা কৰা গুৰু নানক, কবীৰ, ৰামানন্দ আদি সংস্কাৰক আৰু ধৰ্ম্ম-গুৰু সকলৰ কথাও মই কৈছিলোঁ। সমন্বয়ৰ যোগেদি পাৰস্পৰিক আদান-প্ৰদান ঘটোৱাৰ হকে এনে মনোভাৱ এটাই বিৰাজ কৰিছিল আৰু নিজৰ সচেতন আৰু গ্ৰহণপ্ৰয়াসী মন লৈ আকবৰে নিশ্চয় তাকে গ্ৰহণ কৰি বিশেষ প্ৰতিক্ৰিয়া কৰিলে। তেৱেঁই ইয়াৰ মুখ্য গুৰিয়াল হৈ উঠিল।

আনকি ৰাজনীতিবিদ্ স্বৰূপেও তেওঁ নিশ্চয় এই সিদ্ধান্তত উপনীত হৈছিল যে এনে সংমিশ্ৰণৰ ওপৰতহে তেওঁৰ শক্তি, ৰাষ্ট্ৰৰ শক্তি নিৰ্ভৰশীল হৈ আছে। তেওঁ যথেষ্ট সাহসী যোদ্ধা আৰু সুদক্ষ সেনা-নায়ক আছিল। অশোকৰ দৰে তেওঁ কেতিয়াও যুদ্ধৰ প্ৰতি অনিচ্ছাৰ ভাব ৰখা নাছিল। কিন্তু তৰোৱালৰ জোৰত হোৱা লাভতকৈ স্নেহৰ যোগেদি পোৱা লাভৰ ওপৰত তেওঁ অধিক গুৰুত্ব দিছিল আৰু সেয়ে অধিক স্থায়ী হব বুলিও তেওঁ উপলব্ধি কৰিছিল। সেইদেখি হিন্দু ডা-ডাঙৰীয়া আৰু হিন্দু জনসাধাৰণৰ সম্ভাৱ লাভ কৰিবলৈ তেওঁ যত্নপৰ হ'ল। অমুছল-মানসকলৰ ওপৰত লগোৱা জিজিয়া কৰ আৰু হিন্দু তীৰ্থযাত্ৰীসকলৰ ওপৰত লগোৱা কৰ তেওঁ উঠাই দিলে। তেওঁ নিজে উচ্চ মহলৰ ৰাজপুত পৰিয়ালৰ জীয়ৰী এগৰাকীক বিয়া কৰিলে; পিচত পুতেকলৈকো এজনী ৰাজপুত ছোৱালী বিয়া কৰাই আনিলে। এনে ধৰণৰ মিশ্ৰিত বিয়াৰ তেওঁ পোষকতা কৰিছিল। তেওঁৰ সাম্ৰাজ্যৰ ডাঙৰ ডাঙৰ পদত ৰাজপুত ডা-ডাঙৰীয়াসকলক নিয়োগ কৰিলে। তেওঁৰ কেই-বাজনো সাহসী সেনাপতি আৰু সৰহভাগ মন্ত্ৰী আৰু ৰাজ্যপাল হিন্দু আছিল। কিছু দিনৰ বাবে ৰজা মান সিঙক আনকি কাবুলৰ ৰাজ্যপাল পাতিও পঠাইছিল। দৰা-চলতে ৰাজপুতসকল আৰু হিন্দু জনসাধাৰণৰ লগত সমিল মিল ভাব ৰাখিবৰ বাবে চেষ্টা কৰোতে তেওঁ ইমান দূৰলৈকে গৈছিল যে সময়ত তেওঁ মুছলমান প্ৰজাৰ প্ৰতিও অবিচাৰ কৰিছিল। যিহওক, হিন্দুসকলৰ শুভেচ্ছা লাভ কৰিবলৈ তেওঁ সমৰ্থ হ'ল; তেওঁৰ অধীনত কাম কৰিবৰ বাবে আৰু তেওঁৰ প্ৰতি সন্মান নিবেদন কৰিবলৈ ৰাজ-পুতসকল জাকবান্ধি আহিল। প্ৰায় সকলো আহিল মাত্ৰ এজন অচল-অটল হৈ থাকিল; তেওঁ হ'ল মেৱাৰৰ ৰাণা প্ৰতাপ সিং। ৰাণা প্ৰতাপে আকবৰৰ অধিৰাজত্ব নাম মাত্ৰ ভাৱেও মানি লবলৈ অস্বীকাৰ কৰিলে। যুদ্ধত হাৰি তেওঁ হাবিয়ে-হাবিয়ে পলাই ফুৰিলে; তথাপি আকবৰৰ তলতীয়া হিচাপে নিৰাপদ আৰু সহজ জীৱন কটোৱাটো শ্ৰেয়ঃ বুলি নেভাবিলে। এই গৰ্ব্বী ৰাজপুতজনে ওৰে জীৱন


আকবরের সাম্রাজ্য
কাবুল
সিন্ধু নদ
দিল্লী
গঙ্গা
আগ্রা
গুজরাট
এলাহাবাদ
পাটনা
দিউ
দমন
গোদাবরী
পর্তুগীজ
গোয়া
কলিকট
কোচিন

দিল্লীৰ সম্রাটৰ বিৰুদ্ধে যুঁজিলে—তেওঁৰ ওচৰত সেও মানিবলৈ অস্বীকাৰ কৰিলে। জীৱনৰ শেষছোৱা সময়ত তেওঁ কিছু পৰিমাণে সফলতা লাভ কৰে। এই সাহসী ৰাজপুত জনৰ স্মৃতি ৰাজপুতনাত সংৰক্ষিত হৈ আছে আৰু তেওঁক কেন্দ্ৰ কৰি বহুতো কাহিনীয়ে গঢ় লৈছে।

এইদৰেই আকবৰে ৰাজপুতসকলক জিনিলে আৰু সৰ্ব্বসাধাৰণৰ মাজত অতি জনপ্ৰিয় হৈ উঠিল। পাছীসকলে আৰু তেওঁৰ ৰাজসভালৈ অহা জেছুইট পাদুৰী-সকলে তেওঁৰপৰা প্ৰশ্ৰয় পাইছিল। কিন্তু এইদৰে প্ৰশ্ৰয় দিয়া বাবে আৰু মুছলমানৰ কিছুমান নীতি-নিয়মলৈ আওকাণ কৰা বাবে মুছলমান ডা-ডাঙৰীয়াসকলৰ মাজত তেওঁ অপ্ৰিয় হৈ উঠিছিল আৰু তেওঁৰ বিৰুদ্ধে কেইবাটাও বিদ্ৰোহ হৈছিল।

মই তেওঁৰ লগত অশোকৰ কথা তুলনা কৰিছোঁ। পিচে এই তুলনাবপৰা ভুল ধাৰণা এটা নল'বা। বহুত বিষয়ত আকবৰৰ তেওঁতকৈ বেলেগ আছিল। তেওঁ অতি উচ্চাকাঙ্ক্ষী আছিল আৰু সাম্ৰাজ্যৰ সম্প্ৰসাৰণ ঘটাবৰ বাবে তেওঁ জীৱনৰ শেষ ছোৱালৈকে বিজেতাৰ ভূমিকা লৈ আছিল।

জেদুইটসকলে তেওঁৰ কথা এইবুলি কৈছে—"তেওঁৰ মন সচেতন আৰু সূক্ষ্ম-বিচাৰ সম্পন্ন আছিল; মানুহজন সুবিচাৰ সম্পন্ন, কামত সুস্থিৰ; তাতোকৈ ডাঙৰ কথা— তেওঁ দয়ালু, নম্ৰ আৰু উদাৰ লোক আছিল। এইবোৰ গুনৰ লগতে তেওঁ— মহৎ কাম হাতত লৈ তাক সম্পাদন কৰা লোকসকলৰ মাজত দেখিবলৈ পোৱা— সাহসৰ সংযোগ ঘটাইছিল।............বহুতো কথাৰ প্ৰতি তেওঁ আগ্ৰহ দেখুৱাইছিল আৰু সেইবোৰৰ বিষয়ে জানিবলৈ তেওঁৰ কৌতুহল আছিল। অকল যে ৰাজনৈতিক আৰু সামৰিক বিষয়তে তেওঁ সূক্ষ্ম জ্ঞান আয়ত্ত কৰিছিল এনে নহয়, কলা বিষয়ক বহুতো কথা তেওঁ ভালকৈ জানিছিল।............আনকি যিসকলে তেওঁৰ জগৰ লগাইছিল, সেইসকলৰ ওপৰতো এইজন ৰজাৰ ক্ষমা আৰু বিনম্ৰ দৃষ্টিহে পৰিছিল। কাচিতহে তেওঁৰ খং উঠিছিল। ক্ৰোধ সম্বৰণ কৰিব নোৱাৰিলে তেওঁ উগ্ৰমূৰ্ত্তি ধাৰণ কৰিছিল। কিন্তু তেওঁৰ খং কেতিয়াও বেচি সময়লৈ নেথাকে।"

মনত ৰাখিবা, এই বৰ্ণনা ৰজাৰ পৰিষদে দিয়া নাই; আকবৰৰ সূক্ষ্মভাৱে লক্ষ্য কৰিবলৈ সুযোগ পোৱা আন দেশৰ বিদেশী লোক এজনেহে দিছিল।

আকবৰৰ গাৰ গাথনি বৰ শক্তিশালী আছিল আৰু তেওঁ বৰ উদ্যোগী আছিল। বনৰীয়া, হিংস্ৰ জন্তু চিকাৰ কৰিবলৈ তেওঁ বৰ ভাল পাইছিল। সৈনিক হিচাপেও তেওঁ সাহসী আছিল—প্ৰায় দুঃসাহসী বুলিয়েই কব পাৰি। ৯ দিনত আগ্ৰাৰপৰা গৈ আহমদাবাদত উপনীত হোৱা তেওঁৰ বিখ্যাত যাত্ৰাৰ কথালৈ মন কৰিলেই তেওঁৰ অপূৰ্ব্ব উদ্যমৰ কথা বুজিব পাৰি। গুজৰাটত এটা বিদ্ৰোহ হৈছিল; আকবৰে তাকৰীয়া সৈন্যদল এটা লৈ ৰাজপুতনাৰ মৰুভূমিৰ মাজেদি —৪৫০ মাইল পথ অতিক্ৰম কৰিবৰ বাবে বেগাই গল। এইটো এটা অপূৰ্ব সফলতা। সেইকালত ৰেল-মটৰ নাছিল—সেইটো কথা তোমাক সোঁৱৰাই নিদিলেও হব।

কিন্তু এইবোৰ গুণৰ বাহিৰেও মহৎ লোকসকলৰ বিশেষ কিছুমান গুণ থাকে; মানুহে কয় যে তেওঁলোকৰ আকৰ্ষণ কৰিব পৰা শক্তি একোটা থাকে আৰু সেয়ে তেওঁলোকৰ কাষলৈ মানুহক আকৰ্ষণ কৰে। আকবৰৰ এনে আকৰ্ষণ কৰিব

পৰা শক্তি আছিল আৰু তেওঁৰ যথেষ্ট মোহনীয়তা আছিল। জেছুইটসকলৰ বিৱৰণতঃ বৰ্ণনাত তেওঁৰ আকৰ্ষণীয় চকু দুটাৰ কথা উল্লেখ কৰি কৈছে যে "বেলিৰ পোহৰত সাগৰৰ দৰে তিৰবিৰাই থাকে।" এনে স্থলত এইজন মানুহে আমাক আজিও মোহিত কৰি ৰখাটো আৰু অকল ৰজা হিচাপে থকা অসংখ্য লোকৰ মাজত তেওঁৰ ৰাজোচিত আৰু পুৰুষত্বপ্ৰধান মূৰ্ত্তিয়ে বিৰাট ৰূপ ধাৰণ কৰি থকাটো জানো আচৰিত কথা?

বিজেতা আকবৰে সমগ্ৰ উত্তৰ ভাৰতত জয় লাভ কৰিলে—আনকি দক্ষিণ ভাৰততো তেওঁ বিজয়ী হ'ল। তেওঁ গুজৰাট, বঙ্গ, উড়িষ্যা, কাশ্মীৰ আৰু সিন্ধুক তেওঁৰ সাম্ৰাজ্যৰ ভিতৰুৱা কৰিলে। তেওঁ মধ্য ভাৰত আৰু দক্ষিণ ভাৰততো জয়ী হল আৰু সেইবোৰ অঞ্চলক কৰতলীয়া কৰিলে। মধ্য প্ৰদেশত ৰাজত্ব কৰা ৰাণী দুৰ্গাবাইক পৰাস্ত কৰি তেওঁ অৱশ্যে নিজৰ যশ বঢ়াব নোৱাৰিলে। ৰাণী সাহসী আৰু শাসন-কাৰ্য্যতো সুদক্ষা আছিল; তেওঁ আকবৰৰ একো ক্ষতিও কৰা নাছিল। কিন্তু সাম্ৰাজ্যৰ আকাঙ্ক্ষাই এনেবোৰ বাধালৈ গ্ৰাহ্য নকৰে। দক্ষিণ ভাৰতত তেওঁৰ সৈন্যবাহিনীয়ে আন এগৰাকী ৰাণীৰ বিৰুদ্ধে যুঁজিছিল; তেওঁ আছিল—আহমদনগৰৰ ৰাজপ্ৰতিনিধি বিখ্যাত চাঁদ বিবি। এই গৰাকী নাৰীৰ সাহস আৰু যোগ্যতা আছিল; মোগল বাহিনীৰ বিৰুদ্ধে তেওঁ যিদৰে যুঁজিলে সেয়ে তেওঁলোকৰ মনত ইমান বেচিকৈ সাঁচ বহুৱালে যে তেওঁলোকে শান্তিৰ ব্যৱস্থা এই গৰাকী নাৰীৰ অনুকূলে মঞ্জুৰ কৰিলে। দুখৰ বিষয় যে তেওঁৰ নিজৰ সৈন্যবাহিনীৰ কিছুমান অসন্তুষ্ট সৈন্যই তেওঁক পিচত হত্যা কৰিলে।

ৰাণা প্ৰতাপৰ আমোলৰ আগতে আকবৰৰ সৈন্যবাহিনীয়ে চিতোৰো অৱৰোধ কৰিছিল। অতি নিৰ্ভীকভাৱে জয়মলে চিতোৰক ৰক্ষা কৰি আছিল। তেওঁৰ মৃত্যুৰ পিচত আকৌ সেই ভয়ানক জহৰ ব্ৰত অনুষ্ঠিত হয় আৰু চিতোৰৰ পতন ঘটে।

আকবৰে বহুতো সুদক্ষ সহকাৰী লোকক গোটাই আনিছিল; তেওঁলোক তেওঁৰ প্ৰতি অনুৰক্ত আছিল। তেওঁলোকৰ ভিতৰত মুখ্য হল —দুজন ককাই-ভাই; ফৈজী আৰু আবুল ফজল; আৰু আছিল—বীৰবল; তেওঁৰ বিষয়ে আজিও অসংখ্য কাহিনী শুনিবলৈ পোৱা যায়। তেওঁৰ বিত্তমন্ত্ৰী আছিল—টোডৰমল। তেৱেঁই সমুদায় ৰাজহ ব্যৱস্থাৰ সংশোধন ঘটায়। তোমাৰ হয়তো জানিবৰ মন যাব—সেই সময়ত জমিদাৰী প্ৰথা নাছিল আৰু জমিদাৰ, তালুকদাৰো নাছিল। গাইগুটিয়া ভাৱে খেতিয়ক বা ৰায়তৰ লগতে চৰকাৰে বন্দৱস্ত কৰিছিল। এতিয়া সেয়ে ৰায়ত-ৱাৰী প্ৰথা বুলি অভিহিত হৈছে। আজিকালিৰ জমিদাৰসকলক সৃষ্টি কৰিলে বৃটিছে।

জয়পুৰৰ ৰজা মান সিং আকবৰৰ শ্ৰেষ্ঠ সৈন্যাধ্যক্ষসকলৰ মাজত অন্যতম। আকবৰৰ ৰাজসভাত থকা আন এজন প্ৰখ্যাত লোক হল—তানসেন। তেওঁ এজন ডাঙৰ গায়ক আছিল; ভাৰতৰ সকলো গায়কৰ কাৰণে তেওঁ গুৰুস্বৰূপ হৈ উঠিছে।

আৰম্ভণিতে আকবৰৰ ৰাজধানী আছিল আগ্ৰাত; তাতে তেওঁ দুৰ্গ নিৰ্ম্মাণ কৰে। তাৰ পিচত আগ্ৰাৰপৰা প্ৰায় ১৫ মাইল নিলগৰ ফতেপুৰচিক্ৰীত তেওঁ এখন নতুন নগৰী নিৰ্ম্মাণ কৰে। তাত শেখ ছালিম চিস্তি নামৰ সাধু লোক এজনে বাস কৰিছিল কাৰণেই আকবৰে এই ঠাই ডোখৰ নিৰ্ব্বাচন কৰে। ইয়াতে তেওঁ এখন

অতুলনীয় নগৰ পাতিলে; সেই সময়ত ইংৰাজ ভ্ৰমণকাৰী এজনৰ মতে এই নগৰ "লণ্ডনতকৈ বহুত ডাঙৰ" আছিল। ১৫ বছৰ কাল এই নগৰেই তেওঁৰ সাম্ৰাজ্যৰ ৰাজধানী আছিল। পিচত তেওঁ লাহোৰত ৰাজধানী পাতিলে। আকবৰৰ বন্ধু আৰু মন্ত্ৰী আবুল ফজলে কৈছে "জাহাপনাই অপৰূপ মিনাৰৰ পৰিকল্পনা কৰে আৰু শিল আৰু মাটিৰ সাজত তেওঁৰ মনৰ কল্পিত নিৰ্ম্মাণকাৰ্য্য নিমজ কৰি তোলে।" বিতোপন মছজিদ, বিৰাট 'বুলণ্ড দৰজা' আৰু আন আন বহুতো সুন্দৰ সুন্দৰ ভৱন লৈ ফতেপুৰচিক্ৰী আজিও আছে। এতিয়া সেইখন পৰিত্যক্ত নগৰী; তাত আজি প্ৰাণ নাই। কিন্তু তাৰ আলিবাটেদি আৰু বহল ৰাজসভাইদি আজিও মৃত সাম্ৰাজ্যৰ অশৰীৰী ছাঁ পাৰ হৈ যোৱা যেন লাগে।

আমাৰ এতিয়াৰ নগৰী এলাহাবাদো আকবৰেই পাতিছিল; অৱশ্যে এই ঠাই-ডোখৰ অতি পুৰণি; ৰামায়ণৰ দিনৰ পৰাই প্ৰয়াগ সমৃদ্ধ হৈ আছে। এলাহাবাদৰ দুৰ্গ আকবৰে সজাইছিল।

দেশ জয় কৰা আৰু বিশাল সাম্ৰাজ্যক সুদৃঢ় কৰি তোলাত নিশ্চয় ব্যস্তভাৱে-জীৱন অতিবাহিত হৈছিল। কিন্তু সদায় তাৰ মাজতো আকবৰৰ আৰু এটা অপূৰ্ব্ব বৈশিষ্ট্য দেখিবলৈ পোৱা যায়। সেয়ে হ'ল—তেওঁৰ অন্তহীন কৌতূহল আৰু সত্যৰ বাবে চলোৱা সন্ধান। কোনো এটা বিষয়ত যদি কোনোবাই কিবা নতুন সম্ভেদ দিব পাৰে, তেওঁকেই মতাই আনি প্ৰশ্ন সুধিছিল। ইবাদৎ খানাত তেওঁৰ চৌপাশে বিভিন্ন ধৰ্ম্মাৱলম্বী লোকসকল সমবেত হৈছিলহি; প্ৰত্যেকে এই পৰাক্ৰমী ৰজাজনক ধৰ্ম্মান্তৰ গ্ৰহণ কৰাব বুলি আশা পুহি আছিল। প্ৰায়ে তেওঁলোকৰ মাজত কাজিয়াও লাগিছিল; আকবৰে ওচৰতে বহি তেওঁলোকৰ তৰ্ক-বিতৰ্ক শুনি আছিল আৰু তেওঁ-লোকক নানান প্ৰশ্ন কৰিছিল। তেওঁ হয়তো এই বুলিয়েই বিশ্বাস কৰিছিল যে সত্য কোনো এটা ধৰ্ম্ম বা সম্প্ৰদায়ৰ একছেতীয়া কথা। ধৰ্ম্মৰ ক্ষেত্ৰত সকলোৰে প্ৰতি সহনশীল হোৱাটোৱেই তেওঁৰ অটল নীতি বুলি তেওঁ ঘোষণা কৰিছিল।

বদৌনী তেওঁৰ ৰাজত্ব-কালৰে বুৰঞ্জীবিদ আছিল। তেওঁ নিজেই নিশ্চয় এনে বহুতো সমাবেশত যোগ দিছিল। আকবৰৰ বিষয়ে তেওঁ দিয়া মনোগ্ৰাহী বৰ্ণনা এটা মই এতিয়া তোমাৰ আগত দাঙি ধৰিম। বদৌনী নিজে এজন নৈষ্ঠিক মুছলমান আছিল—তেওঁ আকবৰৰ এনেবোৰ ক্ৰিয়া-কলাপ সমূলি ভাল নেপাইছিল। তেওঁ লিখিছে—"জাহাপনাই সকলোৰে মতামত সংগ্ৰহ কৰে—বিশেষকৈ যিসকল মুছলমান নহয়, তেওঁলোকৰপৰা সংগ্ৰহ কৰে। তেওঁ নিজে সমৰ্থন কৰা মতবোৰ মানি লয় আৰু তেওঁৰ বিচাৰ-বিবেচনা আৰু ইচ্ছাৰ পৰিপন্থী আন সকলো কথাকে অগ্ৰাহ্য কৰে। নিচেই লৰাকালৰেপৰা ডেকা বয়সত ভৰি দিয়ালৈকে আৰু ডেকাকালৰ পৰা বুঢ়া বয়স-লৈকে নানান অৱস্থাৰ মাজেদি আৰু নানান ধৰ্ম্মমূলক আচাৰ-বিধি আৰু সাম্প্ৰদায়িক বিশ্বাস-ধাৰৰ মাজেদি জাহাপনা পাৰ হৈ গৈছিল; বাছনিৰ ক্ষেত্ৰত বিশিষ্ট প্ৰতিভা লৈ আৰু ইছলামৰ আদৰ্শৰ প্ৰতিকূলে যোৱা জিজ্ঞাসু ভাব লৈ তেওঁ কিতাপৰ মাজৰপৰা সকলো কথা সংগ্ৰহ কৰিছিল। এইদৰে কিছুমান প্ৰাথমিক নীতিৰ ভিত্তিত গঢ় লোৱা এটা বিশ্বাস-ধাৰাই তেওঁৰ হিয়াৰ দাপোনত দেখা দিলে; আৰু জাহাপনাৰ ওপৰত ক্ৰিয়া কৰা সকলো প্ৰভাৱৰ ফলত ক্ৰমে শিলৰ ৰেখাঙ্কনৰ দৰে তেওঁৰ হৃদয়ত এই দৃঢ় বিশ্বাস

জন্মিল যে সকলো জাতিৰ মাজতে, সকলো ধৰ্ম্মতে জ্ঞানী লোক, অনাসক্ত চিন্তাশীল লোক, আৰু অলৌকিক শক্তিসম্পন্ন লোক আছে। এতেকে যদি সকলোতে কিছু সত্য জ্ঞান বিৰাজমান, তেন্তে অকল এই ধৰ্ম্মৰ মাজত সত্যক সীমাৱদ্ধ কৰিব লাগে কিয় ?"

সেই সময়ত ইউৰোপত ধৰ্ম্মৰ বিষয়ত যে অতিশয় অসহনশীল মনোভাৱ আছিল, সেই কথা তোমাৰ মনত থাকিব পায়। স্পেইন, নেডাবলেণ্ডছ আৰু আন আন ঠাইত ধৰ্ম্মমূলক বিচাৰৰ পয়োভৰ উঠিছিল; কেথলিক আৰু কেলভেনিষ্ট উভয়ে পৰস্পৰৰ প্ৰতি সহনশীল মনোভাৱ দেখুওৱাটো এটা মহা পাপ বুলি গণ্য কৰিছিল।

বছৰৰ পাচত বছৰ ধৰি আকবৰে বিভিন্ন ধৰ্ম্মৰ পণ্ডিতসকলৰ লগত ধৰ্ম্মালোচনা আৰু বিতৰ্ক চলাইছিল; মুৰকত এই পণ্ডিতসকলে আমনি পালে আৰু তেওঁক তেওঁলোকৰ নিজৰ ধৰ্ম্মত দীক্ষিত কৰাৰ আশা পৰিত্যাগ কৰিলে। প্ৰতিটো ধৰ্ম্মতে কিছু সত্য আছে যেতিয়া তেওঁ কোনো এটা বিশেষ ধৰ্ম্মত নিজক আৱদ্ধ ৰাখিব পাৰে কেনেকৈ ? জেছুইটসকলৰ বিৱৰণী মতে তেওঁ হেনো এইবুলি কৈছিল—"জেণ্টাইলসকলে তেওঁলোকৰ নিজৰ নিয়ম-বিধিকে ভাল বুলি ভাবে; সেইদৰে ছাৰাচেন আৰু খৃষ্টানসকলেও ভাবে। তেন্তে আমি কোনটো মানি লম ? (জেছুইটসকলে জেণ্টাইল মানে হিন্দুসকলক আৰু ছাৰাচেন মানে মুছলমানসকলক বুজাইছিল। জেছুইট পাদুৰীসকল পৰ্ত্তুগীজ আছিল; তেওঁলোকে স্পেইনৰ ছাৰাচেনসকলৰ কথা জানে আৰু সেইদেখি ভাৰতীয় মুছলমানসকলকো সেই নামেৰেই অভিহিত কৰিছিল।) আকবৰৰ এই প্ৰশ্ন অতি প্ৰাসঙ্গিক ধৰণৰ প্ৰশ্ন আছিল; কিন্তু সেয়ে জেছুইটসকলক বিৰক্ত কৰি তুলিলে আৰু সেইদেখি তেওঁলোকৰ কিতাপত তেওঁলোকে এইবুলি লিখিলে যে "ঈশ্বৰৰ অস্তিত্বৰ ওপৰত বিশ্বাস নৰখা লোকৰ মাজত সাধাৰণতে যিবোৰ দোষ থাকে, এই ৰজাজনৰ গাতো সেইবোৰ দোষ থকা আমি দেখিবলৈ পাওঁ। ঈশ্বৰৰ অস্তিত্বৰ ওপৰত বিশ্বাস নৰখা লোকে যুক্তি-বিচাৰক ধৰ্ম্মবিশ্বাসক অনুগত কৰি ৰাখিবলৈ অস্বীকাৰ কৰে, নিজৰ দুৰ্ব্বল মনে ঢুকি নোপোৱা কোনো কথাকে সত্য বুলি মানি নলয় আৰু মানুহৰ বোধ-শক্তিৰ শীৰ্ষতম সীমাৰ বাহিৰত থকা বিষয়বোৰৰ ক্ষেত্ৰত নিজৰ অপৈণত বিচাৰ-বিবেচনাকে খামুচি ধৰি সন্তুষ্ট থাকে।" ঈশ্বৰৰ অস্তিত্বৰ ওপৰত বিশ্বাস স্থাপন নকৰা লোকৰ সূত্ৰ যদি এইটোৱেই হয়, তেন্তে আমাৰ মাজত এনে ধৰণৰ মানুহৰ সংখ্যা যিমানে বাঢ়ে, সিমানে মঙ্গল।

আকবৰে কি কৰিবলৈ বিচাৰিছিল, সেইটো স্পষ্ট ভাৱে ধৰিব নোৱাৰি। এই প্ৰশ্নটো তেওঁ সম্পূৰ্ণভাৱে ৰাজনৈতিক প্ৰশ্ন বুলি বিবেচনা কৰিছিল নেকি ? উমৈহতীয়া ৰাষ্ট্ৰীয়তা উদ্ভাৱন কৰাৰ বাবে তেওঁৰ যি আগ্ৰহ আছিল; তাৰ বাবেই তেওঁ বিভিন্ন ধৰ্ম্মক একেটা সূঁতিয়েদি বৈ যাবলৈ বাধ্য কৰিব খুজিছিল নেকি ? নাইবা তেওঁৰ উদ্দেশ্য আৰু অন্বেষণ ধৰ্ম্মপ্ৰসূত আছিল নে ? সেই কথা মই নেজানো। কিন্তু মোৰ এই ধাৰণা লবৰহে মন যায় যে ধৰ্ম্মসংস্কাৰকৰ ভূমিকা লোৱাতকৈ তেওঁ ৰাজনীতিবিদৰ ভূমিকাহে লৈছিল। তেওঁৰ উদ্দেশ্য যিয়েই নেথাকক, তেওঁ প্ৰকৃততে দীন ইলাহী নামে নতুন ধৰ্ম্ম এটা প্ৰৱৰ্ত্তন কৰে; ইয়াৰ মুৰব্বী আছিল তেওঁ নিজে। আন আন বিষয়ৰ দৰে ধৰ্ম্মৰ ক্ষেত্ৰতো তেওঁৰ স্বেচ্ছাচাৰ প্ৰত্যাহ্বানৰ উৰ্দ্ধত আছিল; তেওঁৰ আগত দীঘল দি পৰা, পদযুগলত চুম্বন কৰা—ইত্যাদি নানান বিসদৃশ দৃশ্যৰ

অৱতাৰণা হৈছিল। নতুন ধৰ্ম্মই মন জয় কৰিব নোৱাৰিলে। মাত্ৰ মুছলমানসকলৰ মাজত তিক্ততাৰ সৃষ্টি কৰিলে।

আকবৰ আঁহে আঁহে কৰ্তৃত্ব প্ৰয়াসী আছিল। তথাপি ৰাজনৈতিক উদাৰ ধাৰণাৰ সম্পৰ্কত তেওঁ কেনে প্ৰতিক্ৰিয়া দেখুৱাইছিল সেই বিষয়ে কল্পনা-জল্পনা কৰাটো আমোদজনক হ'ব। বিবেকৰ স্বাধীনতা থাকিব লাগে যদি জনসাধাৰণৰ অধিক ৰাজনৈতিক স্বাধীনতা থাকিব নেলাগে কিয়? বিজ্ঞানৰ প্ৰতি তেওঁৰ নিশ্চয় বিশেষ আকৰ্ষণ থাকিলহেঁতেন। কিন্তু দুখৰ বিষয়, সেই সময়ত ইউৰোপত কিছুমান লোকক এইবোৰ কথাই চিন্তিত কৰি তুলিছিল যদিও ভাৰতত তেতিয়া এইবোৰ ধাৰণাই ঠাই পোৱা নাছিল। আনহাতে ছপাখানাৰো প্ৰচলন নাছিল আৰু সেই কাৰণে শিক্ষা নিচেই সীমাবদ্ধ আছিল। দৰাচলতে তুমি শুনি আচৰিত হবা যে আকবৰো নিৰক্ষৰ আছিল—অৰ্থাৎ, তেওঁ লিখিব বা পঢ়িব নেজানিছিল, তথাপি উচ্চশিক্ষিত আছিল আৰু আনে কিতাপ পঢ়া শুনিবলৈ বৰ ভাল পাইছিল। তেওঁৰ আদেশ মতে বহুতো সংস্কৃত কিতাপ পাছীঁয়ান ভাষালৈ অনুবাদ কৰা হৈছিল।

হিন্দু বিধবা তিৰোতাৰ সতীযোৱা প্ৰথা আৰু যুদ্ধ-বন্দীসকলক দাস কৰা প্ৰথা নিষিদ্ধ কৰিবৰ বাবে তেওঁ নিৰ্দ্দেশ জাৰি কৰাটোও মন কৰিব লগীয়া কথা।

১৬০৫ চনত প্ৰায় ৫০ বছৰ ৰাজত্ব কৰাৰ মূৰত, আকবৰৰ মৃত্যু হয়—তেতিয়া তেওঁ ৬৪ বছৰত ভৰি দিছিল। আগ্ৰাৰ ওচৰৰ ছিকান্দ্ৰাত এটা বিতোপন কবৰৰ তলত তেওঁ সমাধিস্থ হৈ আছে।

আকবৰৰ ৰাজত্বকালতে উত্তৰ ভাৰতত—বিশেষকৈ বাৰাণসীত—এজন মানুহ প্ৰখ্যাত হৈ উঠিছিল; তেওঁৰ নাম উত্তৰ প্ৰদেশৰ প্ৰত্যেক জন গঞা মানুহে জানে। আকবৰ বা আন যিকোনো ৰজাতকৈ মানুহে তেওঁৰ কথা বেচিকৈ জানে আৰু তেওঁ অধিক জনপ্ৰিয়। তেৱেঁই হ'ল তুলসী দাস। তেওঁ ৰামচৰিত মানস বা ৰামায়ণ হিন্দীত ৰচনা কৰিছিল।

## ৯০

## ভাৰতত মোগল সাম্ৰাজ্যৰ অৱনতি আৰু পতন

৯ ছেপ্টেম্বৰ, ১৯৩২

আকবৰৰ বিষয়ে আৰু কিছুমান কথা কবৰ মন যায়; পিচে আত্মসম্বৰণ কৰিব লাগিব। কিন্তু পৰ্ত্তুগীজ পাদুৰীসকলে দিয়া বিৱৰণীৰপৰা আৰু কিছুমান উদ্ধৃতি দিয়াৰপৰা মই নিজক নিৰস্ত কৰিব নোৱাৰিলোঁ। পাৰিসদসকলৰ মতামততকৈ তেওঁলোকৰ মতামতৰ মূল্য বহুত বেচি; লগতে এইটো কথাও মনত ৰখা উচিত হ'ব যে আকবৰ খৃষ্টান ধৰ্ম্মত দীক্ষিত নোহোৱা বাবে তেওঁলোক বিশেষভাৱে হতাশ হৈছিল। তথাপি তেওঁলোকে কৈছে যে "প্ৰকৃততে তেওঁ এজন মহান ৰজা আছিল; কিয়নো যি প্ৰজাৰ আনুগত্য, সন্মান, স্নেহ আৰু ভয়ৰ ভাব—

এই সকলোখিনি একেলগে সৃষ্টি কৰিব পাৰে, তে'ৱেঁই ভাল শাসক হ'ব পাৰে বুলি তেওঁ জানিছিল। তেওঁ সকলোৰে প্ৰিয় আছিল; ক্ষমতাশালী লোকৰ সমুখত তেওঁ দৃঢ়তা দেখুৱায় আৰু সাধাৰণ মানুহৰ প্ৰতি দয়ালু হয়। উচ্চ-নীচ, চুবুৰীয়া-বিদেশী, খৃষ্টান, ছাৰাকেন বা জেণ্টাইল—সকলো মানুহৰ প্ৰতি তেওঁ ন্যায়পৰায়ণ আছিল। সেইদৌখ প্ৰত্যেকে ভাবিছিল যে ৰজা তেওঁৰ সপথে আছে।" জেছুইটসকলে আৰু লিখিছে—"সময়ত তেওঁ ৰাষ্ট্ৰৰ কথাত নিমগ্ন হৈ থাকিব বা তেওঁৰ প্ৰজাসকলক সাক্ষাৎ দান কৰিব; আৰু তাৰ পিচ মুহূৰ্ত্ততে হয়তো দেখিবলৈ পোৱা যাব যে তেওঁ উটৰ নোম কাটি আছে, শিল ভাঙিছে, কাঠ ফালিছে বা লোহা পিটিছে; এই সকলোবোৰ কাম তেওঁ ইমান নিষ্ঠাৰে কৰিব যেন সেয়ে তেওঁৰ বৃত্তি।" শক্তিশালী আৰু স্বেচ্ছাচাৰী ৰজা আছিল যদিও তেওঁ—আজিকালিৰ কিছুমান মানুহে ভবাৰ দৰে—কায়িক শ্ৰমক মৰ্য্যাদা হানিকৰ কথা বুলি গণ্য কৰা নাছিল।

লগতে আমি জানিবলৈ পাইছোঁ যে "তেওঁ বৰ কমাই খাইছিল; বছৰটোৰ ভিতৰত তিনি বা চাৰি মাহহে মঙহ খাইছিল.........অতি কষ্ট কৰিহে শুবৰ কাৰণে তেওঁ নিশা তিনি ঘণ্টা সময় আৰ্জাৰ কৰিব পাৰিছিল.........তেওঁৰ স্মৰণ শক্তি অদ্ভুত। তেওঁৰ কেইবা হেজাৰো হাতী আছিল যদিও তেওঁ সকলোবোৰ হাতীৰ নাম মনত ৰাখিছিল; আনকি ঘোঁৰা, পহু আৰু পাৰ চৰাইবোৰৰ নামো জানিছিল।" এনে অদ্ভুত স্মৰণ শক্তি বিশ্বাসযোগ্য নহয়—এই বিৱৰণী হয়তো অলপ অতিৰঞ্জিত হৈছে। কিন্তু তেওঁৰ অপূৰ্ব্ব মনটোৰ সম্পৰ্কত সন্দেহৰ থল নাই। "তেওঁ লিখা-পঢ়া নেজানিছিল যদিও তেওঁৰ সাম্ৰাজ্যত ঘটি থকা সকলো কথাৰ বিষয়ে তেওঁ জানিছিল।" আনহাতে "জ্ঞান আয়ত্ত কৰাৰ বাবে তেওঁ ইমান আগ্ৰহশীল" আছিল যে "ক্ষুধাতুৰ মানুহে একে গৰাহতে সকলোখিনি আহাৰ খাই থব খোজাৰ দৰে একে সময়তে তেওঁ সকলোখিনি কথা শিকিবলৈ চেষ্টা কৰিছিল।"

আকবৰ আছিল এনেকুৱা মানুহ। কিন্তু তেওঁ সম্পূৰ্ণভাৱে স্বেচ্ছাচাৰী আছিল। সৰ্ব্বসাধাৰণক তেওঁ যথেষ্ট পৰিমাণে নিৰাপত্তা দান কৰিছিল যদিও আৰু খেতিয়কৰ ওপৰত লগোৱা কৰৰ বোজা পাতলাই দিছিল যদিও শিক্ষা আৰু প্ৰশিক্ষণ দান কৰি সাধাৰণ মান উন্নীত কৰাৰ হকে তেওঁ মন দিয়া নাছিল। সেই সময়ছোৱা কেওঁপিনে স্বেচ্ছাচাৰী আমোলৰ যুগ আছিল। আন স্বেচ্ছাচাৰী ৰজাসকলৰ লগত তুলনা কৰিলে তেওঁ ৰজা আৰু মানুহ হিচাপে তিৰ্বিৰাই জিলিকি থাকিব।

বাবৰৰ পিচত সেই ফৈদৰ তৃতীয় ৰজা আছিল যদিও ভাৰতত মোগল ফৈদৰ ৰাজত্বৰ প্ৰকৃত প্ৰতিষ্ঠাতা আছিল আকবৰ। চীনৰ কুবলাই খাঁৰ ইউৱান ফৈদৰ দৰে আকবৰৰ দিনৰপৰা মোগল ফৈদৰ শাসকসকলো ভাৰতীয় হৈ গ'ল। সাম্ৰাজ্যক সুদৃঢ় কৰি তুলিবৰ বাবে আকবৰে চলোৱা মহান প্ৰচেষ্টাৰ কাৰণেই তেওঁৰ মৃত্যুৰ পিচতো এশ বছৰৰো সৰহ কাল তেওঁৰ ফৈদৰ ৰাজত্ব চলি আছিল।

আকবৰৰ পিচত তিনিজন যোগ্য শাসক আছিল—কিন্তু তেওঁলোকৰ বিষয়ে বিশেষভাৱে উল্লেখ কৰিব লগীয়া একো কথা নাই। কোনো সম্ৰাটৰ মৃত্যু হলেই ৰাজপাটত উঠিবৰ বাবে তেওঁৰ পুতেকহঁতৰ মাজত অশোভনীয়ভাৱে কাঢ়া আজোৰা লাগে। ৰাজকাৰেঙত ষড়যন্ত্ৰ চলিছিল আৰু উত্তৰাধিকাৰৰ বাবে যুদ্ধ লাগিছিল,

বাপেকৰ বিৰুদ্ধে পুতেকে বিদ্রোহ কৰিছিল, ভ্ৰাতৃৰ বিৰুদ্ধে ভ্ৰাতৃয়ে যুঁজিছিল। আত্মীয়স্বজনক হত্যা কৰিছিল; চকু ফুটাই দিছিল। স্বেচ্ছাচাৰী আৰু একক শাসনৰ আনুষঙ্গিক সকলো বিভৎস ঘটনা ঘটিছিল। বিলাস আৰু জাকজমকতাৰ তুলনা নাছিল। মনত ৰাখিবা, এই সময়তে ফ্ৰান্সত আছিল চতুৰ্দ্দশ লুই—Roi-Soleil তেওঁ ভাৰ্চাইল নিৰ্ম্মাণ কৰে আৰু অপূৰ্ব্ব ৰাজসভা পাতে। কিন্তু মহান মোগলৰ জাকজমকতাৰ সমুখত Roi-Soleil-ৰ জাকজমকতা নিষ্প্ৰভ হৈ পৰে। সম্ভৱতঃ সেইকালত এই মোগল ৰজাসকলেই আটাইতকৈ ধনী ৰজা আছিল। তথাপি সময়ত আকাল হৈছিল, মহামাৰী আৰু বেমাৰ-আজাৰে দেখা দিছিল আৰু বিৰাট অঞ্চল একোটা উদং হৈ পৰিছিল। আনহাতে ৰাজসভাত বিলাসিতাৰ মহা-পয়োভৰ হৈছিল।

আকবৰৰ দিনত ধৰ্ম্মৰ প্ৰতি যি সহনশীল মনোভাৱ দেখুওৱা হৈছিল, তেওঁৰ পুতেক জাহাঙ্গীৰৰ দিনতো সেয়ে অব্যাহত আছিল। কিন্তু তাৰ পিচত নোহোৱা হ'ল আৰু খৃষ্টান আৰু হিন্দুসকলৰ ওপৰত কিছু পৰিমাণে উৎপীড়ন চলিল। তাৰ পিচত ঔৰঙ্গজেৱৰ শাসনকালত মঠ-মন্দিৰ ধ্বংস কৰি আৰু ঘৃণিত জিজিয়া কৰ পুনৰ ধাৰ্য্য কৰি হিন্দুৰ ওপৰত উৎপীড়ন চলাবলৈ পৰিকল্পিতভাৱে প্ৰচেষ্টা চলোৱা হ'ল। আকবৰে ইমান যত্নেৰে গাঁথি থৈ যোৱা সাম্ৰাজ্যৰ ভেটিৰ গাথনি এনেকৈ চপৰা চপৰে খহাই পেলোৱা হ'ল আৰু এদিন হঠাতে সাম্ৰাজ্য ভাগি পৰিল।

আকবৰৰ পাচত জাহাঙ্গীৰ ৰজা হ'ল; তেওঁৰ এইজন পুতেকৰ মাক আছিল ৰাজপুত ৰমণী। তেওঁ বাপেকৰ পাৰম্পৰা কিছু পৰিমাণে মানি চলিলে; কিন্তু চৰকাৰৰ কথাতকৈ সম্ভৱতঃ তেওঁ কলা, চিত্ৰাঙ্কন, বাগিচা আৰু ফুলৰ কথালৈহে বেচি মন দিছিল। তেওঁৰ এটা সুন্দৰ কলা-গৃহ আছিল। প্ৰতি বছৰে তেওঁ কাশ্মীৰলৈ যায় আৰু শ্ৰীনগৰৰ ওচৰৰ ছালিমাৰ আৰু নিছাৎবাগ নামৰ বিখ্যাত বাগিচা কেইখন সম্ভৱতঃ তেৱেঁই পতা। জাহাঙ্গীৰৰ পত্নী—নাইবা তেওঁৰ পত্নী-সকলৰ এগৰাকী—নুৰজাহান ৰূপহী আছিল; ৰাজ সিংহাসনৰ আঁৰত প্ৰকৃত ক্ষমতা আছিল—তেওঁৰ হাততে। জাহাঙ্গীৰৰ শাসনকালতে ইৎমদ্-উদ-দৌলাৰ সমাধিত বিতোপন ভৱন এটা নিৰ্ম্মাণ কৰা হয়। আগ্ৰালৈ যেতিয়াই যাওঁ তেতিয়াই মই ইয়াৰ সৌন্দৰ্য্যেৰে মোৰ দুচকুক পৰিতৃপ্ত কৰিবলৈ মই স্থাপত্যশিল্পৰ এই মুকুটমণি দৰ্শন কৰিবৰ বাবে চেষ্টা কৰো।

জাহাঙ্গীৰৰ পিচত তেওঁৰ পুতেক চাহজাহান ৰজা হ'ল; ১৬২৮ চনৰপৰা ১৬৫৮ চনলৈ ৩০ বছৰ তেওঁ ৰাজত্ব কৰিলে। তেওঁ ফ্ৰান্সৰ চতুৰ্দ্দশ লুইৰ সম-সাময়িক আছিল। তেওঁৰ আমোলতে মোগল ৰাজত্বৰ জাকজমকতা সৰ্ব্বোচ্চ শিখৰ পায়গৈ। আনহাতে তেওঁৰ ৰাজত্বকালতে ধ্বংসৰ বীজ ওলোৱা সুস্পষ্টভাৱে পৰি-লক্ষিত হয়। বহুমূলীয়া মণি-মুকুতা খচিত বিখ্যাত ময়ূৰ সিংহাসন ৰজা বহিবৰ বাবে সজা হৈছিল। আকৌ আগ্ৰাত যমুনাৰ পাৰত থকা সৌন্দৰ্য্যৰ সপোনপুৰী তাজমহলো নিৰ্ম্মাণ কৰা হয়। সম্ভৱতঃ তুমি জানা যে এইটো তেওঁৰ প্ৰিয়তমা পত্নী মমতাজ মহলৰ কবৰ। তেওঁৰ মান-যশত চেকা পেলোৱা বহুতো কাম চাহজাহানে কৰিছিল। ধৰ্ম্মৰ ক্ষেত্ৰত তেওঁ সহনশীল নাছিল; ভয়ানক আকালে দেখা দিয়াৰ

সময়ত দেশখন আৰু গুজৰাটক সকাহ দিবৰ বাবে তেওঁ একোকে নকৰিলে বুলিয়েই কব পাৰি। তেওঁৰ প্ৰজাসকলৰ দুখ-কষ্ট আৰু দৰিদ্রতাৰ লগত তুলনা কৰিলে তেওঁৰ ধন-সম্পদ আৰু জাকজমকতাক বিসদৃশ যেন লাগে। তথাপি তেওঁ এৰি থৈ যোৱা, শিল আৰু মাৰ্ব্বলত সৃষ্টি কৰা বিস্ময়জনক সৌন্দৰ্য্যৰ বাবে বহুতো কথাৰ কাৰণে তেওঁক হয়তো ক্ষমা কৰিব পাৰি। তেওঁৰ দিনতে মোগল স্থাপত্যকলা উচ্চতম শিখৰত উপনীত হয়। তাজৰ বাহিৰেও তেওঁ আগ্ৰাত মতি মছজিদ, দিল্লীৰ জামি মছজিদ আৰু দিল্লীৰ ৰাজকাৰেঙৰ দিৱান-ই-আম্ আৰু দিৱান-ই-খাছ নিৰ্ম্মাণ কৰে। এই ভৱনবোৰ মহত্বপূৰ্ণ অথচ সহজ-সৰল; তাৰে কিছুমান বিৰাট আকৃতিৰ অথচ কমনীয় আৰু ৰুচিসম্পন্ন আৰু পৰীৰ দেশৰ দৰে বিতোপন।

কিন্তু পৰীৰ দেশৰ লেখিয়া এই সৌন্দৰ্য্যৰ আঁৰত আছিল—দৰিদ্ৰতাই চেপি-খুন্দি ৰখা জনসাধাৰণ; ৰাজকাৰেঙ সজাৰ বাবে ধন যোগাইছিল তেওঁলোকে; অথচ বহুতৰ মূৰ সুমাবৰ বাবে মাটিৰ প'জা ঘৰ এটাও নাছিল। উৎপীড়ন চলিছিল—বাধাহীনভাৱে। সম্রাট বা তেওঁৰ ৰাজ-প্ৰতিনিধি নাইবা ৰাজ্যপালসকলক অসন্তুষ্ট কৰা লোকসকলক উগ্ৰ শাস্তি দিয়া হৈছিল। মেকিয়াভেলিৰ সূত্রসমূহৰ আহিঁতে ৰাজসভাৰ ষড়যন্ত্ৰ চালিত হৈছিল। আকবৰৰ ক্ষমা, সহনশীলতা আৰু কৰ্ম্মক্ষম চৰকাৰ অতীতৰ কথা হৈ গ'ল। অশান্তি অভিমুখে ঘটনাৰ চকৰী ধাবিত হ'ল।

তাৰ পিচত আহিল ঔৰঙ্গজেৱ—তেৱেঁই সৰ্ব্বশেষ মহান মোগল। বুঢ়া বাপেকক বন্দীশালাত থৈ তেওঁ ৰাজত্বৰ পাতনি মেলিলে। ১৬৫৯ চনৰপৰা ১৭০৭ চনলৈ তেওঁ ৪৮ বছৰ ৰাজত্ব কৰিলে। ককাক জাহাংগীৰৰ দৰে তেওঁ কলা আৰু সাহিত্যৰ অনুৰাগী নাছিল বা বাপেক চাহজাহানৰ দৰে স্থাপত্যকলাৰ প্ৰতিও অনুৰাগী নাছিল। ধৰ্ম্মৰ বিষয়ত তেওঁ উগ্ৰভাৱে গোড়াপন্থী আছিল; নিজৰ ধৰ্ম্মৰ বাহিৰে আন কোনো ধৰ্ম্মকে সহ্য নকৰে। ৰাজসভাৰ বিলাসিতা অব্যাহত থাকিল; কিন্তু ব্যক্তিগত জীৱনত ঔৰঙ্গজেৱ সৰল আছিল—প্ৰায় ফকিৰৰ দৰেই আছিল। হিন্দু-ধৰ্ম্মৰ অনুগামী লোকসকলৰ ওপৰত উৎপীড়ন চলোৱা নীতি এটা তেওঁ ইচ্ছাকৃত ভাৱে নিৰূপিত কৰি দিছিল। তেওঁ ইচ্ছাকৃতভাৱেই আকবৰৰ সমিলমিলভাৱে থকা আৰু সংমিশ্ৰণৰ নীতি ওলোটাই পেলালে। ফলত ইমান দিনে সাম্রাজ্যখন যিটো ভেটিৰ ওপৰত আছিল তাক গুচাই পেলোৱা হ'ল। হিন্দুৰ ওপৰত তেওঁ পুনৰ জিজিয়া কৰ বহুৱালে; চৰকাৰৰ পদৰপৰা হিন্দুসকলক যিমান পাৰে আঁতৰালে; আকবৰৰ দিনৰপৰা মোগল ফৈদক সমৰ্থন জনাই অহা ৰাজপুত ডা-ডাঙৰীয়া-সকলকো তেওঁ অসন্তুষ্ট কৰিলে—আৰু ৰাজপুতসকলৰ মাজত এখন যুঁজ লগাই দিলে। হিন্দুৰ হেজাৰ হেজাৰ মন্দিৰ তেওঁ ধ্বংস কৰালে। বহুতো পুৰণিকলীয়া বিতোপন ঘৰ ধুলিৰ লগত মিহলি হৈ গ'ল। যি সময়ত তেওঁৰ সাম্রাজ্য দক্ষিণৰ পিনে সম্প্ৰসাৰিত হ'ল, বিজাপুৰ আৰু গোলকুণ্ডা তেওঁৰ হস্তগত হ'ল আৰু সুদূৰৰ দক্ষিণৰপৰা তেওঁলৈ তলতীয়া ৰজাৰপৰা কৰ কাটল আছিল—সেই সময়তে সাম্রাজ্যৰ শক্তি মৰহি ক্ৰমে নিশকতীয়া হ'ল আৰু সকলো পিনে শত্ৰু মূৰ দাঙি উঠিল। জিজিয়া কৰৰ বিৰুদ্ধে হিন্দুসকলে দাখিল কৰা আৰ্জ্জি এখনত কোৱা হৈছিল যে, এই কৰ "ন্যায় বিচাৰৰ পৰিপন্থী; আন হাতে ই সজ নীতিও নহয়—কিয়নো ইয়াৰ

ফলত দেশখন দুখীয়া হৈ পৰিব। তদুপৰি ই নোহোৱা-নোপজা কথা আৰু ই হিন্দুস্থানৰ আইন-বিধিৰ পৰিপন্থী কথা।" সাম্ৰাজ্যৰ অৱস্থাৰ কথা উল্লেখ কৰি ইয়াত কোৱা হৈছে—"আপোনাৰ শাসনকালতে বহুতৰ সাম্ৰাজ্যৰপৰা আঁতৰাই পঠোৱা হৈছে; নিশ্চয় আৰু বহুতো ৰাজ্যক্ষেত্ৰ হেৰুৱাব লগীয়া হ'ব—কিয়নো এতিয়া বাধাহীনভাৱে সকলোতে ধ্বংসলীলা আৰু লুটপাট চলিছে। আপোনাৰ প্ৰজাসকলক গচকৰ তলত ৰখা হৈছে আৰু আপোনাৰ সাম্ৰাজ্যৰ প্ৰত্যেকখন প্ৰদেশ দুখীয়া হৈছে, মানুহৰ সংখ্যা কমি গৈছে আৰু অসুবিধা বাঢ়ি গৈছে।"

ইয়াৰ পিচৰ পঞ্চাশ বছৰ মান কালত ভাৰতত যি বিৰাট পৰিৱৰ্ত্তন ঘটিছিল তাৰ আগ জাননী দিলে—এই ব্যাপক দুখ-দুৰ্গতিয়ে। এই পৰিৱৰ্ত্তনবোৰৰ অন্যতম হ'ল—ঔৰঙ্গজেবৰ মৃত্যুৰ পিচতে মহান মোগল সাম্ৰাজ্যৰ হঠাতে সম্পূৰ্ণভাৱে পতন হোৱাটো। প্ৰায়ে দেখা যায় যে বিৰাট পৰিৱৰ্ত্তন আৰু ডাঙৰ আন্দোলনৰ মূলত অৰ্থনৈতিক কাৰণ নিহিত থাকে। আমি দেখিবলৈ পাইছোঁ যে ইউৰোপ আৰু চীনৰ বিৰাট সাম্ৰাজ্যসমূহৰ পতনৰ সূচনা কৰি তাৰ সহগামী হয়—অৰ্থনৈতিক অধঃপতন। আৰু তাৰ পিচত বিপ্লৱ হয়। ভাৰততো সেয়ে হৈছিল।

প্ৰায় আনবোৰ সাম্ৰাজ্যৰ দৰেই নিজৰ দুৰ্ব্বলতাৰ বাবেই মোগল সাম্ৰাজ্যৰো পতন ঘটে। এক কথাত কবলৈ গ'লে এই সাম্ৰাজ্য টুকুৰাটুকুৰ হৈ পৰে। কিন্তু এই প্ৰক্ৰিয়াই বিশেষভাৱে সাহায্য লাভ কৰিছিল—হিন্দুসকলৰ মাজত বিদ্ৰোহৰ বাবে জাগি উঠা এটা নতুন সচেতনতাৰপৰা। ঔৰঙ্গজেবৰ নীতিয়েই এই সচেতনতাৰ তীব্ৰতা বঢ়াই দিলে। কিন্তু ঔৰঙ্গজেবৰ শাসনকালৰো আগতেই হিন্দুসকলৰ মাজত এই ধৰণৰ ধৰ্ম্মমূলক জাতীয়তাবাদৰ চেতনাই শিপা মেলিছিল। হয়তো আংশিক-ভাৱে সেই কাৰণেই ঔৰঙ্গজেব ইমান তিক্ত আৰু অসহনশীল হৈ উঠিছিল। হিন্দু-সকলৰ মাজত দেখা দিয়া এই পুনৰ জাগৰণৰ ক্ষেত্ৰত আগৰণুৱা আছিল—মাৰাঠা, শিখ আৰু আন আন লোক। মুৰকত তেওঁলোকে মোগল সাম্ৰাজ্য ওফৰাই পেলালে। পিচৰখন চিঠিত আমি এই বিষয়ে আলোচনা কৰিম। কিন্তু এই সমূখ্ধ উত্তৰাধি-কাৰ লৈ তেওঁলোক লাভবান নহ'ল। সন্তৰ্পণে আৰু চতুৰালিৰে সোমাই আহিবলৈ আৰু পৰস্পৰৰ মাজত আনসকলে খোৱা কামোৰা কৰি থকা সময়তে তেওঁলোকৰ হস্তগত হোৱা সম্পদ লুটি লবলৈ বৃটিছসকলে চল চাই আছিল।

সৈন্যবাহিনী লগত লৈ যাত্ৰা কৰা মোগল সম্ৰাটসকলৰ ৰাজকীয় শিবিৰ কেনে ধৰণৰ আছিল, সেই বিষয়ে জানিবলৈ তোমাৰ হয়তো আগ্ৰহ জন্মিব। এইটো 'এটা বিৰাট কাৰবাৰ; শিবিৰৰ পৰিধি ৩০ মাইল; আৰু মানুহৰ সংখ্যা ৫ লাখ। এই সংখ্যাৰ ভিতৰত সম্ৰাটৰ লগত যোৱা সৈন্যবাহিনীকো ধৰা হৈছে। কিন্তু তেওঁ-লোকতকৈ আন মানুহৰ সংখ্যা বহুত বেচি। এই চলন্ত বিৰাট নগৰীৰ লগতে শ শ বজাৰো আছিল। এনে ধৰণৰ চলন্ত শিবিৰতে 'শিবিৰ'ৰ ভাষা উৰ্দ্দুৰ বিকাশ ঘটিল।

মোগলৰ দিনৰ বহুতো চিত্ৰ-পট আজিও আছে—এইবোৰ অতি নিমজ আৰু ইয়াৰ অঙ্কন অতি সুক্ষ্ম। সম্ৰাটসকলৰ চিত্ৰ-পটো চিত্ৰশালাত আছে। বাবৰৰপৰা

ঔৰংগজেৱলৈকে—এইসকল লোকৰ ব্যক্তিত্ব এইবোৰে আচৰিতভাৱে ফুটাই তুলিছে।

মোগল সম্ৰাটসকলে দিনে অন্ততঃ দুবাৰ কাৰেঙৰ আগ চ'ৰাত থিয় দি প্ৰজাক দৰ্শন দিয়ে আৰু আৰ্জ্জি গ্ৰহণ কৰে। ১৯১১ চনত দিল্লীত অভিষেকৰ দৰবাৰ পাতিবৰ বাবে ইংৰাজ ৰজা পঞ্চম জৰ্জ্জ ভাৰতলৈ আহোতে তেওঁকো সেইদৰেই দৰ্শন দিবলৈ দিয়া হৈছিল। বৃটিছে ভাৰতত মোগলৰ উত্তৰাধিকাৰী বুলি নিজকে গণ্য কৰে আৰু তেওঁলোকৰ আড়ম্বৰ আৰু খিতাপৰ বিকৃত প্ৰদৰ্শনকে অনুকৰণ কৰিবলৈ চেষ্টা কৰে। মই তোমাক কৈছোঁৱেই যে ইংৰাজ ৰজাক আনকি মোগল ৰজাসকলৰ উপাধিও দিয়া হৈছে—কেইজাৰ-ই-হিন্দ। আনকি এতিয়াও ভাৰতৰ বৰলাটৰ চৌপাশে যিমানখিনি আড়ম্বৰ আৰু পয়োভৰ দেখা যায়, পৃথিৱীৰ আন ক'তো সম্ভৱতঃ সিমানখিনি দেখিবলৈ পোৱা নেযাব।

পৰৱৰ্ত্তী মোগলসকলে বিদেশীৰ লগত কেনে সম্পৰ্ক ৰাখিছিল, সেই কথা মই এতিয়াও তোমাক কোৱা নাই। আকবৰৰ ৰাজসভাত পৰ্ত্তুগীজ পাদুৰীসকলে বিশেষ অনুগ্ৰহ লাভ কৰিছিল। ঘাইকৈ পৰ্ত্তুগীজসকলৰ যোগেদিয়েই আকবৰে ইউৰোপৰ লগত সংযোগ স্থাপন কৰিছিল। তেওঁ পৰ্ত্তুগীজসকলকে ইউৰোপৰ আটাইতকৈ শক্তিশালী ৰাষ্ট্ৰ বুলি ভাৱিছিল। তেওঁলোকে সাগৰ অঞ্চলত কৰ্ত্তৃত্ব স্থাপন কৰিছিল। ইংৰাজসকল চকুত পৰা নাছিল। আকবৰে গোৱা হস্তগত কৰিবলৈ হেঁপাহ পুহিছিল আৰু আক্ৰমণো কৰিছিল; কিন্তু সফল হব নোৱাৰিলে। মোগলসকলে সাগৰক মৰমৰ চকুৰে চোৱা নাছিল আৰু সেইদেখি নৌ শক্তিৰ আগতে-তেওঁলোক শক্তিহীন হৈ পৰিছিল। এইটো আচৰিত কথা—কিয়নো সেইসময়ত বঙ্গৰ পূব ভাগত যথেষ্ট জাহাজ নিৰ্ম্মাণ কৰা হৈছিল। অৱশ্যে ঘাইকৈ বেপেৰুৱা সামগ্ৰী কঢ়িয়াবৰ বাবেই এইবোৰ জাহাজ সজা হৈছিল। সাগৰ অঞ্চলত শক্তিহীন অৱস্থাত থকাটো মোগল সাম্ৰাজ্যৰ পতন ঘটাৰ অন্যতম কাৰণ বুলিও কোৱা হয়। নৌশক্তিৰ যুগ তেতিয়া আৰম্ভ হ'ল।

মোগল ৰাজসভালৈ আহিবলৈ ইংৰাজসকলে চেষ্টা কৰোঁতে পৰ্ত্তুগীজসকলৰ মাজত হিংসাৰ ভাব জন্মিল আৰু ইংৰাজৰ সম্পৰ্কত জাহাঙ্গীৰৰ মন বিষাক্ত কৰি তুলিবলৈকো তেওঁলোকে চেষ্টা কৰে। কিন্তু ইংলেণ্ডৰ প্ৰথম জেমছৰ কটকী ছাৰ টমাছ ৰ' ১৬১৫ চনত কিবা প্ৰকাৰে জাহাঙ্গীৰৰ ৰাজসভাত উপস্থিত হবলৈ সক্ষম হ'ল। তেওঁ সম্ৰাটৰপৰা কিছু পৰিমাণে সুবিধা আদায় কৰি ল'লে আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ বাণিজ্যৰ ভেটি স্থাপন কৰিলে। ইতিমধ্যে ভাৰত মহাসাগৰত ইংৰাজৰ নৌ-বাহিনীয়ে পৰ্ত্তুগীজ নৌ-বাহিনীক পৰাস্ত কৰিলে। ইংলেণ্ডৰ ভাগ্যৰ তাৰকা দিগন্তত উদয় হ'ল। পশ্চিমত পৰ্ত্তুগালৰ শক্তি নিষ্প্ৰভ হৈ গ'ল। প্ৰাচ্যৰ জলভাগৰ পৰা ক্ৰমে ইংৰাজ আৰু ওলন্দাজসকলে পৰ্ত্তুগীজসকলক খেদাই পঠালে। ১৬৪১ চনত মালাক্কা বন্দৰো ওলন্দাজৰ হস্তগত হ'ল। ১৬২৯ চনত হুগলীত শ্বাহজাহান আৰু পৰ্ত্তুগীজৰ মাজত যুদ্ধ লাগিল। পৰ্ত্তুগীজসকলে নিয়মিতভাৱে দাসৰ ব্যৱসায় চলাইছিল আৰু মানুহক বলেৰে খৃষ্টান ধৰ্ম্ম লোৱাইছিল। সাহসেৰে যুঁজি মোগলে হুগলী দখল কৰিলে। সঘনে এইদৰে যুঁজবাগৰ কৰি ক্ষুদ্ৰ দেশ পৰ্ত্তুগাল ক্লান্ত হৈ

পৰিল। সাম্ৰাজ্যৰ বাবে চলোৱা প্ৰতিযোগিতাৰ পৰা পৰ্তুগাল আতৰি গ'ল; কিন্তু গোৱা আৰু আন কেইডোখৰ মান ঠাইক খামুচি ধৰি থাকিলে আৰু এতিয়াও তেনেকৈয়ে আছে।

ইতিমধ্যে ইংৰাজে মাদ্ৰাজ আৰু চুৰাটৰ ওচৰত ভাৰতীয় উপকূল অঞ্চলৰ নগৰবোৰত কল-কাৰখানা স্থাপন কৰিলে। ১৬৩৯ চনত তেওঁলোকে মাদ্ৰাজ নগৰ পাতিলে। ১৬৬২ চনত ইংলেণ্ডৰ দ্বিতীয় চাৰ্লছে পৰ্তুগালৰ ব্ৰাগাঞ্জাৰ কেথিৰিনক বিয়া কৰিলে আৰু যৌতুক হিচাপে বম্বে দ্বীপটো পালে। অলপ দিনৰ মূৰতে সামান্য ধন লৈ তেওঁ এই ঠাই ইষ্ট ইণ্ডিয়া কোম্পানীক বেচি দিলে। ঔৰঙ্গজেৱৰ দিনতে এই কাম কৰা হৈছিল। পৰ্তুগীজসকলক খেদাই দিয়াৰ বাবে গৰ্ব্ব অনুভৱ কৰি আৰু মোগল সাম্ৰাজ্য দুৰ্ব্বল হৈ পৰা বুলি ভাবি, ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ১৬৮৫ চনত বলেৰে ভাৰতত তেওঁলোকৰ দখলাধীন অঞ্চল বঢ়াবৰ বাবে চেষ্টা কৰিলে। কিন্তু তাৰ বাবে অনুতাপ কৰিব লগীয়া হ'ল। ইংলেণ্ডৰ পৰা যুদ্ধ জাহাজ আহিল; পূবে বঙ্গ আৰু পশ্চিমে চুৰাটত ঔৰঙ্গজেৱৰ সাম্ৰাজ্যৰ ওপৰত আক্ৰমণ চলোৱা হ'ল। কিন্তু তেওঁলোকক শোচনীয়ভাৱে পৰাস্ত কৰিব পৰাকৈ তেতিয়াও মোগল শক্তি আছিল। ইয়াৰপৰা ইংৰাজসকলে শিক্ষা লাভ কৰিলে আৰু ভৱিষ্যতলৈ যথেষ্ট সাৱধান হ'ল। আনকি ঔৰঙ্গজেৱৰ মৃত্যুৰ পিচত মোগলৰ শক্তি দেখাদেখিকৈ খণ্ড-বিখণ্ড হোৱাতো, বহুত বছৰ কুণ্ঠিত হৈ থকাৰ মূৰতহে, তেওঁলোকে ডাঙৰ অভিযান হাতত লবলৈ সাহ কৰিলে। ১৬৯০ চনত ইংৰাজসকলৰে জব চাৰ্ণকে কলিকাতা নগৰ স্থাপন কৰিলে। এই দৰে মাদ্ৰাজ, বম্বে আৰু কলিকাতা নগৰী ইংৰাজসকলে স্থাপন কৰিলে; পোনতে ঘাইকৈ বৃটিছ উদ্যোগৰ যোগেদিয়েই এইবোৰ নগৰ বাঢ়িবলৈ ধৰিলে।

তেতিয়া ভাৰতলৈ ফ্ৰান্সো আহিল। ফৰাচী ব্যৱসায়ী কোম্পানী এটা গঠন কৰা হয় আৰু ১৬৬৮ চনত চুৰাটত তেওঁলোকে এটা কাৰখানা পাতিলে। আন আন ঠাইতো এইদৰে কাৰখানা পতা হ'ল। কেই বছৰ মানৰ মূৰত তেওঁলোকে চন্দননগৰ নামৰ নগৰখন কিনি ল'লে—পূব উপকূলত এইটোৱেই আটাইতকৈ গুৰুত্বপূৰ্ণ ব্যৱসায়িক বন্দৰ হৈ উঠিল।

১৭০৭ চনত প্ৰায় ৯০ বছৰ বয়সত ঔৰঙ্গজেৱৰ মৃত্যু হয়। তেওঁ এৰি থৈ যোৱা অতুলনীয় সম্পদ—ভাৰতক নিজৰ কৰি লবৰ বাবে সংগ্ৰামৰ থল মুকলি হ'ল। তেতিয়া আছিল—তেওঁৰ অসমৰ্থ সতিসন্ততিসকল আৰু কেইজনমান ডাঙৰ ৰাজ্যপাল; আৰু আছিল মাৰাঠা আৰু শিখসকল; উত্তৰ-পশ্চিম সীমান্তৰ সিপাৰৰ পৰাও কিছুমানে লোলুপ দৃষ্টিৰে ভাৰতলৈ চাইছিল। আৰু আছিল সাগৰৰ সিপাৰৰপৰা অহা দুটা বিদেশী শক্তি—ইংৰাজ আৰু ফৰাচী। ভাৰতৰ দুখীয়া জনসাধাৰণৰ কথানো কি ক'ম?

## ৯১

## শিখ আৰু মাৰাঠাসকল

১২ ছেপ্টেম্বৰ, ১৯৩২

ঔৰঙ্গজেবৰ মৃত্যুৰ পিচত ভাৰতৰ অৱস্থা আচৰিত ধৰণে জোৰাটাপলি মৰা বিধৰ আছিল। অনবৰত সলনি হৈ থকা উজ্জ্বল তাৰকাবৃন্দৰ দৰে সততে পৰিবৰ্ত্তন ঘটি আছিল—কিন্তু দেখাত শুৱনি নাছিল। দুঃসাহস দেখুৱাবৰ বাবে এয়ে উপযুক্ত সময়; অৱলম্বন কৰা পন্থাৰ বাছ বিচাৰ নকৰি সুবিধা আদায় কৰিবৰ বাবে সাহ দেখুওৱা অসৎ লোকৰ বাবে এইটোৱেই সময়। সেইদেখি গোটেই ভাৰততে দুঃসাহস দেখুওৱা মানুহ ওলাল—তাৰে কিছুমান দেশৰ থলুৱা লোক; কিছুমান উত্তৰ-পশ্চিম সীমান্তৰ সিপাৰৰ পৰা অহা; আন কিছুমান হ'ল—সাগৰৰ সিপাৰৰপৰা অহা লোক—যেনে ইংৰাজ আৰু ফৰাচী। প্ৰত্যেক জনে বা প্ৰতিটো সমষ্টিয়ে নিজৰ নিজৰ ভূমিকা গ্ৰহণ কৰিলে; আন সকলোকে ধ্বংস কৰাটোকে প্ৰত্যেকে বিচাৰিছিল। সময়ত দুটা বা ততোধিক পক্ষ লগ হয় আৰু আন পক্ষক মষিমূৰ কৰে; পিচত আকৌ তেওঁলোকৰ নিজৰ মাজতে কন্দল লাগে। ৰাজ্য পাতিবলৈ, সোনকালে ধনী হবলৈ আৰু লুটপাট কৰিবলৈ আপ্ৰাণ চেষ্টা চলিছিল—সময়ত লুকঢাক নকৰাকৈ আৰু নিৰ্লজ্জৰ দৰে বেপাৰ চলোৱাবৰ ভাও জুৰি তাকে কৰা হৈছিল। এই সকলোবোৰ ঘটনাৰ আঁৰত মোগল সাম্ৰাজ্য ক্ৰমে অদৃশ্য হৈ পৰিল; সদায় মুখত হাঁহি থকা মানুহ-জন অদৃশ্য হোৱাৰ দৰে শেষত হাঁহিটোও নেদেখা হ'ল। তথাকথিত সম্ৰাট হ'ল পেন্সনখোৱা অসুখী লোক বা আনৰ বন্দী।

কিন্তু বাহিৰৰ এই সকলোবোৰ অশান্তি আৰু বিপৰ্য্যয়ে ভিতৰ অঞ্চলত হোৱা বিপ্লৱৰ বাহ্যিক ইঙ্গিত দিলে। আগৰ অৰ্থনৈতিক ব্যৱস্থাত ভাঙনে ধৰিলে; সামন্তবাদৰ দিন ঢুকাল আৰু এতিয়া ধ্বংসৰ বাটলৈ গ'ল। দেশৰ নতুন অৱস্থাৰ লগত ই খাপ খোৱা নাছিল। ইউৰোপত এই প্ৰক্ৰিয়া চলা আমি দেখিছোঁ; বণিক-শ্ৰেণীৰ উত্থান ঘটা আমি দেখা পালোঁ। মাত্ৰ স্বেচ্ছাচাৰী ৰজাসকলে তেওঁলোকক বাধা দিছিল। অকল ইংলেণ্ড আৰু কিছু পৰিমাণে হলেণ্ডত ৰজাই কিছু পৰিমাণে সেও মানিছিল। ঔৰঙ্গজেৱ ৰাজপাটত বহাৰ সময়ত ইংলেণ্ডত গণৰাজ্য প্ৰতিষ্ঠিত হৈছিল, অৱশ্যে ইয়াৰ আয়ুস নিচেই চুটি আছিল। এই গণৰাজ্য প্ৰতিষ্ঠিত হোৱাৰ পিচতেই প্ৰথম চাৰ্লছক প্ৰাণদণ্ড দিয়া হয়। ঔৰঙ্গজেবৰ দিনতে বৃটিছসকলৰ বিপ্লৱ সম্পূৰ্ণ হয়, দ্বিতীয় জেমছ পলাই যায় আৰু ১৬৮৮ চনত সংসদ বিজয়ী হয়। সংসদৰ দৰে অৰ্দ্ধ-জনপ্ৰিয় পৰিষদ এখন ইংলেণ্ডত থকা হেতুকে সংগ্ৰাম চলোৱাত বিশেষ সহায় পোৱা হৈছিল। সামন্তবাদী ডা-ডাঙৰীয়াসকলৰ বিৰুদ্ধে আৰু পিচত ৰজাৰ বিৰুদ্ধে থিয় কৰাবলৈ সংগঠন এটা আছিল।

ইউৰোপৰ সৰহভাগ দেশতে অৱস্থা সুকীয়া ধৰণৰ আছিল। ফ্ৰান্সত তেতিয়াও গ্ৰেনড্ মনাৰ্ক চতুৰ্দ্দশ লুয়ে ৰাজত্ব কৰিছিল; ঔৰঙ্গজেবৰ

সুদীর্ঘ শাসনকাল ছোৱাত সমসাময়িকভাৱে তেওঁ ৰাজত্ব কৰিছিল আৰু ঔৰংগজেৱৰ মৃত্যুৰ পিচতো আঠ বছৰৰ কাল আছিল। প্ৰায় অষ্টাদশ শতিকাৰ শেষ ভাগলৈকে স্বেচ্ছাচাৰী আমোলেই সেই দেশত প্ৰাধান্য লাভ কৰি আছিল। তাৰ পিচতে প্ৰসিদ্ধ ধৰণে আৰু বিৰাটাকাৰত উদগীৰণ হয়—সেয়ে হ'ল ফৰাচী বিপ্লৱ। আমি দেখি আহিছোঁ যে সপ্তদশ শতিকাত জাৰ্ম্মাণী অতি শোচনীয় অৱস্থাৰ মাজত আছিল। এই শতিকাতে ৩০ বছৰীয়া যুদ্ধখন লাগে—সেয়ে দেশখনক খণ্ডিত আৰু ধ্বংস কৰে।

৩০ বছৰীয়া যুদ্ধৰ সময়ত জাৰ্ম্মাণীৰ যি অৱস্থা আছিল, অষ্টাদশ শতিকাৰ ভাৰত অৱস্থা কিছু পৰিমাণে তেনেকুৱা ধৰণৰে আছিল। পিচে তুলনা বেচি কথাত দিব নোৱাৰিবা। দুয়োখন দেশতে অৰ্থনৈতিক অৱস্থাৰ পতন ঘটিছিল আৰু আগৰ সামন্তবাদী শ্ৰেণী অচল হৈ পৰিছিল। ভাৰতত সামন্তবাদৰ পতন ঘটিবলৈ ধৰিছিল যদিও বহুত দিনলৈ ই নিজৰ অস্তিত্ব ৰাখি আছিল। আনকি কাৰ্য্যতঃ ই নোহোৱা অৱস্থাত উপনীত হোৱাৰ মুৰতে ইয়াৰ বাহ্যিক ৰূপটো তেতিয়াও আছিল। দৰাচলতে আজিও ভাৰতত আৰু ইউৰোপৰ কেতবোৰ অংশত সামন্তবাদৰ ধ্বংসাৱশেষ আছে।

অৰ্থনৈতিক পৰিৱৰ্ত্তনৰ ফলতে মোগল সাম্ৰাজ্য ভাগি গ'ল; এই ভাঙনৰ সুযোগ লৈ ক্ষমতা হস্তগত কৰিবৰ বাবে মধ্যবিত্ত শ্ৰেণী এটা সাজু হৈ থকা নাছিল। ইংলেণ্ডত থকাৰ দৰে এইবোৰ শ্ৰেণীক প্ৰতিনিধিত্ব কৰা সংগঠন বা পৰিষদো নাছিল। অত্যাধিক উৎপীড়নমূলক শাসনৰ অধীনত থকা কাৰণে জনসাধাৰণ সাধাৰণতে ভীৰু হৈ পৰিছিল; স্বাধীনতা সম্পৰ্কীয় পূৰ্ব্বৰ ধাৰণাবোৰৰ কথা প্ৰায় পাহৰি গৈছিল। তথাপি এইখন চিঠিৰে পিচৰ ফাললৈ আমি দেখিবলৈ পাম যে ক্ষমতা হস্তগত কৰিবলৈ কেতবোৰ প্ৰচেষ্টা চলিছিল—সেই প্ৰচেষ্টা আংশিকভাৱে সামন্তবাদী, আংশিকভাৱে বুৰ্জ্জোৱাসকলৰ আৰু আংশিকভাৱে খেতিয়কসকলৰ আছিল। তাৰে কিছুমান প্ৰচেষ্টা প্ৰায় সফলতাৰ দুৱাৰদলিত উপস্থিত হৈছিলগৈ। যিহওক, ঘাইকৈ মন কৰিব লগীয়া কথা এইটোৱেই যে সামন্তবাদৰ পতন আৰু ক্ষমতা লবলৈ যথেষ্ট পৰিমাণে সাজু হব পৰা মধ্যবিত্ত শ্ৰেণীৰ উত্থান—এই দুয়োটা কথাৰ মাজত সময়ৰ ব্যৱধান এটা আছিল। এনে ব্যৱধান থাকিলেই অশান্তি হয়—জাৰ্ম্মাণীতো সেয়ে হৈছিল। ভাৰততো সেয়ে হ'ল। প্ৰভুত্ব বিস্তাৰ কৰিবৰ বাবে সৰুসুৰা ৰজা আৰু ৰাজকোঁৱৰসকলে যুদ্ধ কৰিলে; কিন্তু ভাঙন ধৰা ব্যৱস্থা এটাহে তেওঁলোকে প্ৰতিনিধিত্ব কৰিছিল—সেইদেখি তেওঁলোকৰ গাথনি সুদৃঢ় নাছিল। এক শ্ৰেণীৰ নতুন লোকৰ সৈতে তেওঁলোকৰ ভেটাভেটি হ'ল। তেওঁলোক হ'ল—বৃটিছ বুৰ্জ্জোৱাসকলৰ প্ৰতিনিধি—ইতিমধ্যে তেওঁলোকে স্বদেশত জয়লাভ কৰিছিল। এই বৃটিছ মধ্যবিত্ত শ্ৰেণীয়ে সামন্তবাদী ব্যৱস্থাতকৈ উচ্চতৰ সামাজিক ব্যৱস্থা এটাৰ প্ৰতিনিধিত্ব কৰিছিল; পৃথিৱীত গঢ় লোৱা নতুন অৱস্থাৰ লগত এই ব্যৱস্থাই খাপ খাব পাৰিছিল। ই অধিক সুসংগঠিত আৰু অধিক কৰ্ম্মনিপুণ আছিল। ইয়াৰ আহিলা-পাতি, অস্ত্ৰ আদি উন্নত ধৰণৰ; সেইদেখি অধিক সফলতাৰে যুঁজিবও পাৰে। তদুপৰি সাগৰ অঞ্চলতো ইয়াৰ কৰ্ত্তৃত্ব প্ৰতিষ্ঠিত হৈছিল। ভাৰতৰ সামন্তবাদী

কৌৰৱসকলে এই নতুন শক্তিৰ লগত ফেৰ মাৰিব নোৱাৰিলে—সেইদেখি ইজনৰ পিচত সিজনৰ পতন ঘটিল।

এইখিনিলৈকে চিঠিৰ সুদীৰ্ঘ পাতনি মেলা হ'ল। এতিয়া আমি অলপ অতীতলৈ উলটি যাওঁ। আগৰখন আৰু এইখন চিঠিতো মই জনসাধাৰণৰ বিদ্ৰোহ হোৱা আৰু ঔৰঙ্গজেৱৰ শাসনৰ শেষ ছোৱা সময়ত হিন্দুৰ ধৰ্ম্মমূলক জাতীয়তাৰ ভাব পুনৰ উদয় হোৱাৰ কথা উল্লেখ কৰিছো। এই বিষয়ে আৰু অলপ কথা এতিয়া কব লাগিব। মোগল সাম্ৰাজ্যৰ বিভিন্ন ঠাইত আংশিকভাৱে ধৰ্ম্মমূলক, জনপ্ৰিয় আন্দোলন কেতবোৰ হয়। অলপ দিনলৈ এইবোৰ আন্দোলন শান্তিপ্ৰিয় আছিল; ৰাজনীতিৰ লগত এইবোৰৰ সম্পৰ্ক নাছিল। হিন্দী, মাৰাঠী, পঞ্জাৱী—আদি দেশৰ বিভিন্ন ভাষাত গীত আৰু ধৰ্ম্মমূলক স্তুতিগীত ৰচিত হ'ল আৰু এইবোৰ জনপ্ৰিয় হৈ উঠিলে। এই গীত আৰু স্তুতিগীতবোৰে মানুহক সচেতন কৰি তুলিলে। জনপ্ৰিয় প্ৰচাৰকসকলক কেন্দ্ৰ কৰি ধৰ্ম্মমূলক সম্প্ৰদায়বোৰ গঢ়ি উঠিল। অৰ্থনৈতিক বিষয়ৰ হেঁচাই এই সম্প্ৰদায়বোৰক ক্ৰমে ৰাজনৈতিক প্ৰশ্নৰ প্ৰতি আকৰ্ষিত কৰিলে। শাসনত অধিষ্ঠিত মোগল সাম্ৰাজ্যৰ লগত বিবাহ হ'ল আৰু তেতিয়া তেনে সম্প্ৰদায়ৰ ওপৰত দমন নীতি প্ৰয়োগ কৰা হ'ল। এনে দমনমূলক ব্যৱস্থাই শান্তিপূৰ্ণ আৰু ধৰ্ম্মমূলক সম্প্ৰদায়ৰ সামৰিক গোট একোটালৈ ৰূপান্তৰিত কৰিলে। এনে দৰেই শিখ আৰু আন বহুতো সম্প্ৰদায় গঢ়ি উঠিল। মাৰাঠাসকলৰ বুৰঞ্জী অধিক জটিল। তাতো আমি দেখিবলৈ পাম যে মোগলৰ বিৰুদ্ধে ধৰ্ম্ম আৰু জাতীয়তাবাদৰ সংমিশ্ৰিত দল এটাই অস্ত্ৰ ধাৰণ কৰিলে বুটিছে মোগল সাম্ৰাজ্যক ওফৰাই পোলোৱা নাছিল—ধৰ্ম্ম আৰু জাতীয়তাবাদৰ সংমিশ্ৰিত গঢ়ি উঠা এই আন্দোলনবোৰে, মাৰাঠাসকলে, মোগল সাম্ৰাজক ওফৰাই দিলে। ঔৰঙ্গজেৱৰ অসহনশীল নীতিয়ে স্বাভাৱিকতে এই আন্দোলনবোৰৰ শক্তি বঢ়োৱাত বৰঙণি যোগালে। ফলত ঔৰঙ্গজেৱ আৰু বেচি শক্তি হোৱা আৰু অধিক অসহনশীল হৈ উঠা স্বাভাৱিক—কিয়নো তেওঁৰ ৰাজত্বৰ বিৰুদ্ধেই এই ধৰ্ম্মমূলক সচেতনতা বৃদ্ধি পাইছিল।

১৬৬৯ চনত মথুৰাৰ জাত খেতিয়কসকলে বিদ্ৰোহ কৰে। বাৰে বাৰে তেওঁলোকক দমন কৰা হয়—কিন্তু ঔৰঙ্গজেৱৰ মৃত্যু ঘটালৈকে ৩০ বছৰ ধৰি তেওঁলোকে বাৰে পতি বিদ্ৰোহ কৰে। মথুৰা আগ্ৰাৰ নিচেই কাষতে অৱস্থিত; ৰাজধানীৰ ওচৰতে এই বিদ্ৰোহ ঘটিছিল। ঘাইকৈ সৰ্ব্বসাধাৰণ লোকক লৈ গঠিত সতনামী নামৰ হিন্দু সম্প্ৰদায় এটায়ো বিদ্ৰোহ কৰে। এইটোও দুখীয়া শ্ৰেণীৰ লোকৰ বিদ্ৰোহ আছিল; ডা-ডাঙৰীয়া আৰু ৰাজ্যপাল আদিয়ে কৰা বিদ্ৰোহৰ পৰা ই বেলেগ আছিল। মোগল নবাব এজনে সেইবিষয়ে বিতৃষ্ণাৰ সুৰত বৰ্ণনা দি কৈছে যে এইবোৰ "সোণাৰী, কাঠমিস্ত্ৰী, জমাদাৰ, চামৰ আৰু আন আন নীচ লোকক লৈ গঠিত দগাবাজ বিদ্ৰোহীৰ দল।" তেওঁৰ মতে উচ্চমহলৰ লোকৰ বিৰুদ্ধে নীচ লোকে এনেদৰে থিয় দিয়াটো কলঙ্কজনক কথা।

এতিয়া আমি শিখসকলৰ কথালৈ আহোঁ। তেওঁলোকৰ বুৰঞ্জীৰ পম খেদি অলপ আগৰপৰা আলোচনা কৰিব লাগিব। গুৰু নানকৰ কথা কৈছিলোঁ—সেই কথা তোমাৰ মনত থাকিব পায়। বাবৰ ভাৰতলৈ অহাৰ অলপ পিচতে তেওঁৰ মৃত্যু

হয়। হিন্দু আৰু মুছলমানৰ মাজত উমৈহতীয়া মঞ্চ গঢ়ি তোলাৰ বাবে যত্ন কৰোতা সকলৰ ভিতৰত তেওঁ অন্যতম। তেওঁৰ পৰৱৰ্ত্তী তিনি জন গুৰুও সম্পূৰ্ণভাৱে শান্তিপূৰ্ণ আছিল আৰু অকল ধৰ্ম্মবিষয়ক কথাতে আত্মনিয়োগ কৰিছিল। আকবৰে চতুৰ্থ গুৰুজনক অমৃতসৰ পুখুৰী আৰু স্বৰ্ণ মন্দিৰ পতা ঠাইডোখৰ দান কৰিছিল। তেতিয়াৰপৰাই অমৃতসৰ শিখ ধৰ্ম্মৰ কেন্দ্ৰস্থল হ'ল।

তাৰ পিচত পঞ্চম গুৰু অৰ্জ্জুনদেৱ আহিল—তেৱেঁই গ্ৰন্থ ৰচনা কৰিছিল। এই গ্ৰন্থত নীতি-বচন আৰু স্তুতিগীতসমূহ সংগৃহীত হৈছে আৰু শিখসকলে এইখন পৱিত্ৰ পুথিৰূপে গণ্য কৰে। কিবা ৰাজনৈতিক অপৰাধত জাহাংগীৰে অৰ্জ্জুনদেৱক শাস্তি দি বধ কৰে। এই ঘটনাই শিখসকলৰ জীৱনধাৰাৰ গতি সলনি কৰি দিলে। তেওঁলোকৰ গুৰুৰ প্ৰতি কৰা অন্যায় আৰু নিৰ্ম্মম আচৰণে তেওঁলোকক ক্ৰোধান্বিত কৰি তুলিলে আৰু অস্ত্ৰ ধাৰণ কৰাৰ প্ৰতি তেওঁলোকৰ মন ঢাল খুৱালে। ষষ্ঠ গুৰু হৰগোবিন্দৰ অধীনত তেওঁলোকে সামৰিক সংসঙ্গ কৰিলে আৰু সেই-সময়ৰপৰা সঘনে তেওঁলোকৰ সৈতে শাসকবৰ্গৰ বিবাদ লাগিবলৈ ধৰিলে। গুৰু-গোবিন্দক জাহাংগীৰে দহ বছৰলৈ কাৰাদণ্ড দিয়ে। ঔৰংগজেৱৰ শাসনকালত আছিল —নবম গুৰু তেগবাহাদুৰ। ইছলাম ধৰ্ম্ম গ্ৰহণ কৰিবলৈ ঔৰংগজেৱে তেওঁক আদেশ দিলে; আদেশ অমান্য কৰাত তেওঁক প্ৰাণদণ্ড দিয়া হ'ল। দশম আৰু সৰ্ব্ব-শেষ গুৰু আছিল গোবিন্দ সিং। তেওঁ শিখসকলক, যাইকৈ দিল্লীৰ সম্ৰাটৰ বিৰুদ্ধাচৰণ কৰিবৰ বাবে, শক্তিশালী সামৰিক সম্প্ৰদায়ৰূপে গঢ়ি তুলিলে। ঔৰংগজেৱৰ মৃত্যুৰ এবছৰৰ পিচত তেওঁৰ মৃত্যু হয়। তেতিয়াৰপৰা আৰু গুৰু পতা হোৱা নাই। গুৰুৰ ক্ষমতা এতিয়া সমূহ শিখ সম্প্ৰদায়ত—অৰ্থাৎ খালছা বা 'নিৰ্ব্বাচিত'-সকলৰ হাতত ন্যস্ত হৈছে।

ঔৰংগজেৱৰ মৃত্যুৰ পিচতে শিখসকলে বিদ্ৰোহ কৰে। এই বিদ্ৰোহ দমন কৰা হয়; কিন্তু শিখসকলে শক্তি বৃদ্ধি কৰি ল'লে আৰু পঞ্জাৱত তেওঁলোক সুপ্ৰতিষ্ঠিত হ'ল। মুৰকত—শতাব্দীৰ শেষ ভাগত ৰণজিৎ সিঙৰ নেতৃত্বত পঞ্জাৱত এখন শিখ ৰাজ্য প্ৰতিষ্ঠিত হ'ল।

এইবোৰ বিদ্ৰোহৰপৰা অসুবিধাৰ সৃষ্টি হৈছিল যদিও মোগল সাম্ৰাজ্যৰ সমুখত আচল বিপদৰূপে দেখা দিলে—দক্ষিণ-পশ্চিম অঞ্চলত মাৰাঠাসকলৰ বৰ্দ্ধিত শক্তিয়ে। আনকি শ্বাহজাহানৰ ৰাজত্বকালতো মাৰাঠা অধিনায়ক স্বাহজী ভোঁচলাই অশান্তিৰ সৃষ্টি কৰিছিল। তেওঁ আহমদনগৰ ৰাজ্যৰ আৰু পিচত বীজাপুৰৰ বিষয়া আছিল। কিন্তু ১৬২৭ চনত জন্ম লাভ কৰা তেওঁৰ পুতেক শিৱাজীহে মাৰাঠাসকলৰ মস্তক-মণি আৰু সাম্ৰাজ্যৰ বাবে ত্ৰাসৰ কাৰণ হৈ উঠে। ১৯ বছৰীয়া ল'ৰা হৈ থাকোতেই তেওঁ লুটপাট আৰম্ভ কৰে আৰু পুণাৰ ওচৰৰ তেওঁৰ প্ৰথম দুৰ্গ জয় কৰে। তেওঁ সাহসী সেনানায়ক আৰু গৰিলা-যুদ্ধৰ সুদক্ষ নেতা আছিল। তেওঁৰ প্ৰতি অনুগত থকা, সাহসী আৰু কষ্টসহিষ্ণু পৰ্ব্বত আৰোহীৰ দল এটা তেওঁ গঢ়ি তোলে। তেওঁলোকৰ সহায়ত শিৱাজীয়ে বহুতো দুৰ্গ দখল কৰি ঔৰংগজেৱৰ সেনাপতিসকলক ব্যতিব্যস্ত কৰি তোলে। ১৬৬৫ চনত তেওঁ হঠাৎ চুৰাটত উপ-স্থিত হয়হি আৰু নগৰ লুট কৰে; এই নগৰতে ইংৰাজৰ প্ৰথম কাৰখানাটো পতা

হৈছিল। আগ্ৰাত থকা ঔৰঙ্গজেবৰ ৰাজসভালৈ তেওঁক মাতি নিয়া হৈছিল; কিন্তু স্বাধীন ৰজাৰ দৰে ব্যৱহাৰ নকৰাত তেওঁ অপমানিত বোধ কৰিলে। তেওঁক বন্দী কৰি থলে—কিন্তু তেওঁ পলাল। তৌতিয়াও ঔৰঙ্গজেবে ৰজা উপাধি দান কৰি শিৱাজীক তোষণ কৰিবৰ বাবে যত্ন কৰিছিল।

কিন্তু অলপ পিচতে শিৱাজীয়ে যুদ্ধৰ পথ আকৌ বাছি ল'লে। দক্ষিণ ভাগৰ মোগল বিষয়াসকলে তেওঁক ইমান ভয় কৰিছিল যে নিৰাপত্তাৰ বাবে তেওঁলোকে শিৱাজীক ধন দিছিল। তাকে চৌথ বুলি কয়—মাৰাঠাসকল য'লৈকে গৈছিল তাৰে-পৰা ৰাজহৰ এক-চতুৰ্থাংশ তেওঁলোকে দাবী কৰিছিল। এইদৰেই মাৰাঠাৰ শক্তি বাঢ়ি যাবলৈ ধৰিলে আৰু দিল্লীৰ সাম্ৰাজ্য দুৰ্ব্বল হৈ পৰিল। ১৬৭৪ চনত ৰাইগৰত এটা ডাঙৰ অনুষ্ঠান পাতি শিৱাজীয়ে ৰাজমুকুট পিন্ধিলে। ১৬৮০ চনত তেওঁৰ মৃত্যু হোৱাৰ আগলৈকে তেওঁ বিজয়-অভিযান চলাই থাকিল।

মাৰাঠাৰ দেশৰ প্ৰাণকেন্দ্ৰ পুণাত তুমি কিছু দিন আছা—জনসাধাৰণে শিৱাজীক কিমান ভাল পাইছিল আৰু কিমান শ্ৰদ্ধা কৰিছিল, সেই কথাও তুমি জনা উচিত। মই ইতিমধ্যে উল্লেখ কৰিছোঁ যে এক প্ৰকাৰ ধৰ্ম্মমূলক জাতীয়তাবাদৰ পুনৰ উত্থানৰ তেওঁ প্ৰতিনিধিত্ব কৰিছিল। অৰ্থনৈতিক ভাঙন আৰু ৰাইজৰ দুখ-দুৰ্গতিয়ে থলী ৰচনা কৰি থৈছিল; ৰামদাস আৰু তুকাৰাম—এই দুজন মাৰাঠী কবিয়ে কবিতা আৰু স্তুতিগীতেৰে এই থলীত কঠীয়া সিঁচিলে। এইদৰেই মাৰাঠাসকল অধিক সচেতন আৰু ঐক্যবদ্ধ হ'ল আৰু ঠিক সেই সময়তে জয়ৰ লক্ষ্যলৈ আগ বঢ়াই নিবৰ বাবে তেওঁলোকৰ মাজত এজন বিচক্ষণ অধিনায়ক ওলাল।

শিৱাজীৰ পুতেক সম্ভুজীক মোগলে অত্যাচাৰ কৰি বধ কৰে; কিন্তু কেইবাৰ-মান বিপৰ্য্যয়ত পৰাৰ মূৰত মাৰাঠীসকলৰ শক্তি আৰু বাঢ়িল। ঔৰঙ্গজেবৰ মৃত্যুৰ পাচত তেওঁৰ বিৰাট সাম্ৰাজ্যৰ চিন নেথাকিল। বিভিন্ন ৰাজ্যপাল তেওঁলোকৰ সদৰ ঠাইত স্বাধীন হৈ উঠিল। বঙ্গ আঁতৰি গল। অযোধ্যা আৰু ৰোহিলখণ্ডয়ো সেই পথকে ল'লে। দক্ষিণত ৱাজিৰ আছফ জাহে নতুন ৰাজ্য এখন পাতিলে—সেয়ে এতিয়াৰ হায়দৰাবাদ ৰাজ্য। বৰ্ত্তমানৰ নিজাম জন আছফ জাহৰ বংশধৰ। ঔৰঙ্গ-জেবৰ মৃত্যুৰ পৰা ১৭ বছৰৰ ভিতৰতে সাম্ৰাজ্যৰ চিন প্ৰায় নোহোৱা হ'ল। অৱশ্যে দিল্লী বা আগ্ৰাত সাম্ৰাজ্য নথকাকৈ নামত মাত্ৰ ইজনৰ পিচত সিজনকৈ সম্ৰাট হৈ থাকিল।

সাম্ৰাজ্য যিমানে দুৰ্ব্বল হ'ল, মাৰাঠাসকল সিমানে শক্তিশালী হ'ল। তেওঁ-লোকৰ প্ৰধানমন্ত্ৰীৰ, তেওঁক পেশ্বোৱা বুলি কয়—হাতত প্ৰকৃত ক্ষমতা থাকিল—ৰজাৰ শক্তি নিষ্প্ৰভ আছিল। জাপানৰ শ্বগুনৰ দৰে পেশ্বোৱাৰ পদত বংশানুক্ৰমে অধিষ্ঠিত হোৱাৰ ব্যৱস্থা হ'ল—ৰজা পৃষ্ঠভূমি পালেগৈ। দিল্লীৰ দুৰ্ব্বল সম্ৰাটে দেশখনৰ সকলো ঠাইৰপৰা চৌথ কৰ আদায় কৰিবলৈ মাৰাঠাসকলৰ অধিকাৰ থকা বুলি মানি ল'লে। ইমানতে সন্তুষ্ট নহৈ পেশ্বোৱাই গুজৰাট, মালৱা আৰু মধ্য-ভাৰত দখল কৰি ল'লে। ১৭৩৭ চনত তেওঁৰ সৈন্যবাহিনী দিল্লীৰ সিংহদুৱাৰৰ আগত উপস্থিত হ'লহি। ভাৰতত প্ৰভুত্ব কৰাৰ ভাগ্যই মাৰাঠাসকলক ধৰা দিয়া যেন দেখা গ'ল। কিন্তু ১৭৩৯ চনত হঠাৎ উত্তৰ-পশ্চিম ফালৰপৰা অনুপ্ৰৱেশ ঘটিল আৰু সেয়ে শক্তিৰ ভাৰসাম্য লৰচৰ কৰি উত্তৰ ভাৰতৰ ৰূপ সলাই পেলালে।

## ৯২

## ভাৰতৰ প্ৰতিদ্বন্দ্বীসকলৰ বিৰুদ্ধে ইংৰাজৰ জয়লাভ

১৩ ছেপ্টেম্বৰ, ১৯৩২

দিল্লীৰ সাম্ৰাজ্যৰ দুৰ্গতিৰ কথালৈ আমি মন কৰিলোঁ। এই বুলিয়েই কব পাৰি যে সাম্ৰাজ্য হিচাপে একো নেথাকিলগৈ। তথাপি দিল্লী আৰু উত্তৰ ভাৰতৰ আৰু অধঃপতন হবলৈ বাকী আছিল। মই তোমাক আগতেই কৈছোঁ—তেতিয়া ভাৰতত দুঃসাহস দেখুৱাৰ দিন। এজন দুঃসাহসী ৰজা হঠাৎ উত্তৰ-পশ্চিম দিশৰ-পৰা চোঁ মাৰি খেদি আহিল; অসংখ্য লোকৰ জীৱন নাশ কৰি আৰু ব্যাপকভাৱে লুট-পাট কৰি অপাৰ ধন-সম্পদ লৈ গুচি গ'ল। তে'ৱেঁই আছিল নাদিৰ শ্বাহ—তেওঁ পাৰস্যৰ ৰজা হৈছিল। শ্বাহজাহানে সজোৱা ময়ূৰ সিংহাসন তেওঁ লৈ যায়। এই ভয়ানক অনুপ্ৰৱেশ ঘটিছিল ১৭৩৯ চনত—উত্তৰভাৰতে ইয়াৰ আগত আঠু ল'লে। নাদিৰ শ্বাহে তেওঁৰ ৰাজ্য সিন্ধুলৈকে বিস্তাৰ কৰিলে। ফলত আফগানিস্তান ভাৰতৰপৰা বিচ্ছিন্ন হৈ গ'ল। মহাভাৰতৰ দিন আৰু গান্ধাৰসকলৰ দিনৰপৰা ভাৰতৰ বুৰঞ্জী সকলো সময়তে আফগানিস্তানৰ লগত ভাৰতৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। এতিয়া সেয়ে বিচ্ছিন্ন হ'ল।

১৭ বছৰৰ ভিতৰত দিল্লীলৈ আৰু এজন আক্ৰমণকাৰী আৰু লুটপাটকাৰী আহিল। তেওঁ হ'ল—আহমদ শ্বাহ ডুৰানী; নাদিৰ শ্বাহৰ পিচত তেওঁ আফগানিস্তানৰ ৰাজপাটত উঠে। এইবোৰ আক্ৰমণ চলা সত্বেও মাৰাঠাৰ শক্তি বাঢ়ি গৈ থাকিল; ১৭৫৮ চনত তেওঁলোকে পঞ্জাৱ দখল কৰিলে। এই সকলোবোৰ অঞ্চলত চৰকাৰ একোটা সংগঠিত কৰিবলৈ তেওঁলোকে চেষ্টা কৰা নাছিল। তেওঁলোকে চৌথ কৰ আদায় কৰিছিল আৰু শাসনৰ কাম স্থানীয় লোকৰ হাতত দিছিল। কাৰ্য্যতঃ দিল্লীৰ সাম্ৰাজ্যখনেই তেওঁলোকৰ কৰায়ত্ত হ'ল। কিন্তু এনে সময়তে এটা ডাঙৰ বাধা উপস্থিত হ'ল। উত্তৰ-পশ্চিম দিশৰপৰা আকৌ ডুৰানী আহিল আৰু আন কিছুমানৰ সৈতে মিত্ৰতা কৰি ১৭৬১ চনত পাণিপথৰ পূৰ্ণ যুদ্ধক্ষেত্ৰত মাৰাঠা-সকলক শোচনীয়ভাৱে পৰাস্ত কৰিলে। তেতিয়া ডুৰানী উত্তৰ ভাৰতৰ গৰাকী হ'ল আৰু তেওঁক বাধা দিব পৰা কোনো শক্তি নোলাল। কিন্তু বিজয়ৰ মুহূৰ্ত্ততে তেওঁ অশান্তিৰ সন্মুখীন হ'ল; তেওঁৰ নিজৰ মানুহৰ মাজতে বিদ্ৰোহ হোৱাত তেওঁ স্বদেশলৈ উলটি গ'ল।

অলপ দিনৰ বাবে মাৰাঠাসকলৰ প্ৰভুত্বৰ অন্ত পৰা যেন দেখা গ'ল আৰু শক্তি হিচাপে তেওঁলোকৰ মূল্য নোহোৱা হ'ল। তেওঁলোকৰ ঈপ্সিত লক্ষ্য তেওঁলোকে হেৰুৱালে। কিন্তু লাহে লাহে তেওঁলোক পুনৰ শক্তিশালী হ'ল আৰু আকৌ ভাৰতৰ আভ্যন্তৰীণ শক্তিসমূহৰ ভিতৰত আটাইতকৈ শক্তিশালী হৈ উঠিল। কিন্তু আমি দেখিবলৈ পাম যে ইতিমধ্যে আৰু বেচি ডাঙৰ শক্তিৰ আবিৰ্ভাৱ হ'ল আৰু কেইবাটাও যুগৰ বাবে ভাৰতৰ ভাগ্য সেইবোৰ শক্তিয়ে নিৰ্ণয় কৰিলে। পেশ্বোৱাৰ ওপৰত নিৰ্ভৰশীল বুলি গণ্য কৰা কেইজনমান সামৰিক নেতা এই সময়তে মূৰ তুলি উঠিল। তেওঁলোকৰ ভিতৰত আটাইতকৈ প্ৰখ্যাত হ'ল—গোৱালিয়ৰৰ সিন্ধিয়া; আৰু আছিল বৰোদাৰ গাইকোৱৰ আৰু ইন্দোৰৰ হোলকাৰ।


ভাৰতত ইংৰাজ-ফৰাচীৰ দ্বন্দ্ব
আফগান
দিল্লী
অযোধ্যা
গঙ্গা
বঙ্গদেশ
চন্দননগৰ
গোৱালিয়ৰ
মা ৰা ঠা
বোম্বাই
নিজাম
মহীশূৰ
মাদ্ৰাজ
পণ্ডিচেৰি
মূল ফৰাচী
প্ৰভাবাধীন অঞ্চল
ক্লাইবৰ আমোলত
বৃটিছ অধিকাৰ

ওপৰত উল্লেখ কৰা আনবোৰ ঘটনাৰ বিষয়ে আমি এতিয়া বিবেচনা কৰিব লাগিব। ইংৰাজ আৰু ফৰাচীৰ মাজত চলা সংগ্ৰামেই এই ছোৱা সময়ত দক্ষিণ ভাৰতৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বিষয়। অষ্টাদশ শতিকাৰ বহুত সময়ত ইউৰোপত ইংলেণ্ড আৰু ফ্ৰান্সৰ মাজত যুদ্ধ হৈছিল আৰু তেওঁলোকৰ প্ৰতিনিধিসকলে ভাৰততো যুঁজিছিল। কিন্তু সময়ত দুয়োখন দেশৰ মাজত চৰকাৰীভাৱে শান্তি অব্যাহত থকা কালতো ভাৰতত দুয়োটা শক্তিৰ মাজত যুঁজ লাগিছিল। দুয়োটা পক্ষতে অবিবেচক, দুঃসাহসী লোক আছিল—ক্ষমতা আৰু সম্পদৰ বাবে তেওঁলোক উদগ্ৰীৱ হৈ উঠিছিল। দুয়োটা পক্ষৰ মাজতে তীব্ৰ অৰিয়াঅৰি চলিছিল। সেই সময়ত ফৰাচীসকলৰ পক্ষত থকা আটাইতকৈ প্ৰখ্যাত লোক আছিল ডুপ্লে। ইংৰাজৰ পক্ষত আছিল ক্লাইৱ। দুখন ৰাজ্যৰ মাজত চলা স্থানীয় বিবাদত পক্ষ গ্ৰহণ কৰি লাভজনকভাৱে পাশাটি খেলিবলৈ ডুপ্লেই আৰম্ভ কৰিলে; তেওঁ নিজৰ প্ৰশিক্ষণ-প্ৰাপ্ত সৈন্যক ভেৰোনীয়াকৈ দি পিচত যি পাৰে সৰকাবলৈ ধৰিলে। ফৰাচী পক্ষৰ প্ৰভাৱ বাঢ়ি গ'ল। অচিৰে ইংৰাজসকলেও তেওঁৰ পথকে ল'লে, তাতোকৈ আগবাঢ়িও গ'ল। ক্ষুধাতুৰ শগুনৰ দৰে অশান্তিৰ বাবে দুয়োটা পক্ষই প্ৰতীক্ষা কৰি থাকে; তাৰ বাবে সুযোগো বহুত ওলায়। দক্ষিণৰ পিনে উত্তৰাধিকাৰ লৈ যেতিয়াই বিবাদ হয়, তুমি হয়তো তেতিয়াই দেখিবলৈ পাবা যে সিংহাসনৰ বাবে দাবী কৰা এটা পক্ষক ইংৰাজে সমৰ্থন কৰিছে আৰু আনটোক ফৰাচীয়ে সমৰ্থন কৰিছে। ১৭৪৬ চনৰপৰা ১৭৬১ চনলৈ ১৫ বছৰ সংগ্ৰাম চলাৰ মূৰত ইংৰাজে ফৰাচী পক্ষক ঘটুৱালে। ভাৰতত ইংৰাজসকলে যি দুঃসাহসিক অভিযান চলালে, তাৰ বাবে স্বদেশৰপৰা তেওঁলোকে পূৰ্ণ সমৰ্থন লাভ কৰিলে। ডুপ্লে আৰু তেওঁৰ সতীৰ্থ-সকলে ফ্ৰান্সৰপৰা তেনেদৰে সমৰ্থন পোৱা নাছিল। সেইটো একো আচৰিত কথা নহয়। ভাৰতত থকা ইংৰাজসকলৰ গুৰিত আছিল—ইষ্ট ইণ্ডিয়া কোম্পানীত অংশ থকা বৃটিছ সদাগৰ আৰু আন আন লোকসকল: তেওঁলোকে সংসদ আৰু চৰকাৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল। ফৰাচীসকলৰ গুৰিত আছিল—নিশ্চিত মতে বিপৰ্য্যয়ৰ পিনে গতি লোৱা ৰজা পঞ্চদশ লুই (তেওঁ গ্ৰেনড্ মনাৰ্ক চতুৰ্দ্দশ লুইৰ নাতি আৰু উত্তৰাধিকাৰী আছিল) সাগৰ অঞ্চলত বৃটিছৰ প্ৰভুত্ব থকা বাবেও তেওঁলোকে বিশেষ সহায় পাইছিল। ফৰাচী আৰু বৃটিছ উভয় পক্ষই ভাৰতীয় সৈন্যক প্ৰশিক্ষণ দি লৈছিল—তেওঁলোকক চিপয় বোলা হৈছিল; শব্দটো 'চিপাহী' শব্দৰপৰা হোৱা। স্থানীয় সৈন্যদলতকৈ তেওঁলোকৰ অস্ত্ৰসজ্জা উন্নত ধৰণৰ আৰু তেওঁলোক অধিক শৃঙ্খলাবদ্ধ আছিল; সেইকাৰণে তেওঁলোকৰ সেৱাৰ চাহিদাও বেচি।

ভাৰতত ফৰাচীসকলক ইংৰাজে পৰাস্ত কৰিলে আৰু ফৰাচী নগৰ, চন্দননগৰ আৰু পণ্ডিচেৰী সম্পূৰ্ণভাৱে ধ্বংস কৰিলে। এনেদৰে ধ্বংস কৰিলে যে দুয়ো ঠাইতে হেনো এটা ঘৰো বাকী নৰ'ল। এই সময়ৰপৰা ভাৰতত ফৰাচীসকল নিষ্প্ৰভ হৈ আহিল আৰু পিচত তেওঁলোকে পণ্ডিচেৰী আৰু চন্দননগৰ ঘূৰাই পালে যদিও (আজিও এইবোৰ ঠাই তেওঁলোকৰ হাতত আছে) তেতিয়াৰপৰাই তেওঁলোকৰ গুৰুত্ব নোহোৱা হ'ল।

এই সময়ত ইংৰাজ আৰু ফৰাচীৰ মাজত অকল ভাৰততে যুঁজ লগা নাছিল। ইউৰোপৰ উপৰিও কানাডা আৰু আন আন ঠাইতো তেওঁলোকে যুদ্ধ কৰিছিল। কানাডাতো ইংৰাজে জয়লাভ কৰিলে। অৱশ্যে ইয়াৰ পিচতে ইংৰাজে আমেৰিকাত থকা তেওঁলোকৰ উপনিৱেশবোৰ হেৰুৱাব লগীয়া হ'ল; এই উপনিৱেশবোৰক সহায় কৰি ফ্ৰান্সে বৃটিছক পোতক তুলিলে। কিন্তু এইবোৰ বিষয়ে পিচত আন চিঠিত আমি আৰু আলোচনা কৰিম।

ফৰাচীৰপৰা নিষ্কন্টক হোৱাৰ মুৰত ইংৰাজৰ বাটত আৰু কি অন্তৰায় থাকিল? অৱশ্যে পশ্চিম আৰু মধ্য ভাৰত আৰু কিছু পৰিমাণে উত্তৰ ফালেও মাৰাঠাসকল আছিল। হায়দৰাবাদত নিজাম আছিল, কিন্তু তেওঁৰ ওপৰত বিশেষ গুৰুত্ব দিয়া নহৈছিল। কিন্তু দক্ষিণৰ পিনে এজন নতুন আৰু শক্তিশালী প্ৰতিপক্ষ ওলাল—তেওঁ হ'ল হায়দৰ আলি। পূৰ্ব্বৰ বিজয়নগৰ সাম্ৰাজ্যৰ অৱশিষ্ট অঞ্চলত তেওঁ প্ৰভুত্ব স্থাপন কৰিলে; এতিয়াব মহীশূৰ ৰাজ্য সেই অঞ্চলতে পৰিছে। উত্তৰৰ পিনে বঙ্গত শাসন চলাইছিল ছিৰাজ-উদ-দৌলাই—তেওঁ তেনেই অকামিলা মানুহ। দিল্লীৰ সাম্ৰাজ্য মাত্ৰ কল্পনাতহে আছিল। তথাপি এইটো আচৰিত কথা যে ১৭৫৬ চনলৈকে সেও মানি থকাৰ প্ৰতীক স্বৰূপে ইংৰাজে দিল্লী সাম্ৰাজ্যলৈ উপঢৌকন পঠাই আছিল; অৰ্থাৎ, কেন্দ্ৰীয় চৰকাৰৰ ছাঁটোও শেষ কৰি থৈ যোৱা নাদিৰ শ্বাহৰ আক্ৰমণৰ বহুত পিচলৈকে উপঢৌকন পঠাই আছিল। তোমাৰ মনত থাকিব পায়, ঔৰঙ্গজেৱৰ দিনত এবাৰ ইংৰাজসকলে বঙ্গত আক্ৰমণ চলাবলৈ সাহ কৰিছিল। কিন্তু তেওঁলোক বেয়াকৈ হাৰিল। এই পৰাজয়ে তেওঁলোকক সাৱধান কৰি দিলে; সেই কাৰণে যি কোনো দৃঢ় সংকল্প লোৱা মানুহক হাত বাউল দি মাতি থকা অৱস্থা এটাই উত্তৰ ভাৰতত বিৰাজ কৰা সত্ত্বেও আকৌ আক্ৰমণ চলাবলৈ তেওঁলোক কুণ্ঠিত হৈ আছিল—বহুত দিনৰ মূৰতহে সেই সাহ কৰিলে।

ক্লাইৱ এনে এজন দৃঢ় সংকল্প থকা মানুহ; বিৰাট সাম্ৰাজ্য এখনৰ নিৰ্ম্মাতা বুলি তেওঁৰ দেশবাসীয়ে ক্লাইৱৰ যশ-গুণ গায়। সাম্ৰাজ্য কেনেকৈ গঢ়িব পাৰি, তাক তেওঁ কামেৰে দেখুৱাই গ'ল। তেওঁ দুঃসাহসী, নিৰ্ভীক আৰু অতিশয় লোভী মানুহ আছিল; তেওঁৰ মনৰ সংকল্পই জাল কৰা বা মিছা কোৱা একোতে পিচ হুঁহকি নেযায়। বৃটিছ কৰা বহুত কামৰ বাবে তিক্ত হৈ বঙ্গৰ নৱাব ছিৰাজ-উদ-দৌলাই তেওঁৰ ৰাজধানী মুৰ্ছিদাবাদৰপৰা আহি কলিকতা দখল কৰিলে। সেই সময়তে তথাকথিত "অন্ধকূপ হত্যাকাণ্ড" ঘটা বুলি কোৱা হয়। কাহিনীটো আৰম্ভ হয় এইবুলি যে নৱাবৰ বিষয়াসকলে বহুতো ইংৰাজ লোকক এটা সৰু বন্ধ কোঠাত নিশাটোৰ বাবে তলা মাৰি ভৰাই থলে আৰু ফলত উশাহ-নিশাহ লব নোৱাৰি সৰহ ভাগ মানুহেই মৰিল। এনে কাম যে বৰ্ব্বৰোচিত আৰু ভয়ঙ্কৰ ধৰণৰ সেই বিষয়ে সন্দেহ নাই; কিন্তু নিৰ্ভৰযোগ্য বুলি বিবেচিত নোহোৱা এজন মানুহৰ বৰ্ণনাৰ ভেটিতে এই গোটেই কাহিনীটোৱে গঢ় লৈছে। সেইদেখি বহুত মানুহে ভাবে যে, এই কাহিনী প্ৰধানতঃ মিছা; অন্ততঃ অতিশয় অতিৰঞ্জিতভাৱে কোৱা হৈছে।

কলিকাতা দখল কৰি লোৱাত নৱাব সফল হোৱা বাবে ক্লাইৱে পোতক তুলিলে।

কিন্তু সাম্ৰাজ্য-প্ৰতিষ্ঠাতা জন নিজৰ ধৰণেৰে এই ক্ষেত্ৰত আগবাঢ়িল। নৱাবৰ মন্ত্ৰী মীৰ জাফৰক তেওঁ ভেটী খুৱালে, এখন নথি জাল কৰি দেশদ্ৰোহীৰ ভূমিকা লবৰ বাবে। এই ঘটনা বৰ দীঘলীয়া হব। জাল কৰা আৰু দেশদ্ৰোহিতাৰ থল উলিয়াই দি ক্লাইৱে ১৭৫৭ চনত পলাচীত নৱাবক পৰাস্ত কৰে। যুদ্ধ হিচাপে এইখন এখন সৰু যুদ্ধ আৰু আচলতে যুদ্ধ লগাৰ আগতেই ষড়যন্ত্ৰৰ যোগেদিয়েই ক্লাইৱে কাৰ্য্যতঃ জয়লাভ কৰে। কিন্তু পলাচীৰ সৰু যুদ্ধখনৰ ফলাফল অতিশয় তাৎপৰ্য্যপূৰ্ণ। এই যুদ্ধই বঙ্গৰ ভাগ্য নিৰ্ণয় কৰিলে; পলাচী যুদ্ধই ভাৰতত বৃটিছ সাম্ৰাজ্যৰ পাতনি মেলে বুলি প্ৰায়ে কোৱা হয়। দেশদ্ৰোহ আৰু জাল কৰা কথাৰ কালিমাৰ ভেটিতে ভাৰতত বৃটিছ সাম্ৰাজ্য প্ৰতিষ্ঠিত হ'ল। পিচে কম-বেচি পৰিমাণে সকলোবোৰ সাম্ৰাজ্য আৰু সাম্ৰাজ্যৰ প্ৰতিষ্ঠাতাৰ ক্ষেত্ৰতে এই কথা খাটে।

ভাগ্যৰ চকৰী এনেকৈ হঠাৎ ঘূৰি যোৱাত বঙ্গত থকা দুঃসাহসী আৰু লোভী ইংৰাজসকলৰ গাত তৎ নোহোৱা হ'ল। তেওঁলোক বঙ্গৰ গৰাকী হ'ল—তেওঁলোকক বাধা দিওঁতা কোনো নাই। সেইদেখি ক্লাইৱৰ নেতৃত্বত তেওঁলোকে প্ৰদেশৰ চৰকাৰী ভঁৰালত হাত দিলেগৈ আৰু ইয়াক তেনেই উদং কৰি পেলালে। নগদ প্ৰায় আঢ়ৈ নিযুত টকা ক্লাইৱে নিজে ল'লে; অকল তাতে সন্তুষ্ট নহৈ তেওঁ বৰ ডাঙৰ জাইগীৰ এখনো ল'লে; এই জাইগীৰৰ পৰা বছৰি কেইবা লাখ টকাও উপাৰ্জ্জন হয়। অন্যান্য ইংৰাজ লোকসকলেও এনে দৰেই নিজৰ "ক্ষতিপূৰণ" কৰিলে। ধন-সম্পদ লাভ কৰিবৰ বাবে নিৰ্লজ্জৰ দৰে হেঁচা-ঠেলা লগালে; ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিষয়া-সকলৰ লোভ আৰু অবিবেচনাই সীমা চেৰাই গৈছিল। বঙ্গৰ নৱাৰ পাতোতা হ'ল —ইংৰাজসকল; তেওঁলোকে ইচ্ছামতে নৱাব ভঙা-পতা কৰিবলৈ ধৰিলে। প্ৰতিবাৰৰ পৰিৱৰ্ত্তনৰ সময়তে ভেটী আৰু প্ৰচুৰ উপহাৰৰ ব্যৱস্থা আছিল। চৰকাৰৰ ক্ষেত্ৰত তেওঁলোকৰ একো দায়িত্ব নাছিল; ঘনাই সলনি হৈ থকা, বেচেৰা নৱাব জনৰহে সেইটো কাম। তেওঁলোকৰ কাম হ'ল—সোনকালে ধনী হোৱা।

কেইবছৰমানৰ পিচতে ১৭৬৪ চনত বৃটিছে বক্সাৰৰ যুদ্ধতো জয়লাভ কৰিলে —তাৰ ফলত নামত মাত্ৰ থকা দিল্লীৰ সম্ৰাটে তেওঁলোকৰ ওচৰত সেও মানিলে। সম্ৰাটে বৃটিছৰপৰা পেন্সন পালে। তেতিয়া বঙ্গ আৰু বিহাৰত বৃটিছৰ ক্ষমতা অপ্ৰতিদ্বন্দ্বী হৈ উঠিল। দেশত ব্যাপকভাৱে লুটপাট কৰিয়েই তেওঁলোক সন্তুষ্ট নহ'ল, ধন ঘটাৰ নতুন উপায় উলিয়াবলৈ তেওঁলোকে চেষ্টা কৰিলে। আভ্যন্তৰীণ বাণিজ্যৰ ক্ষেত্ৰত তেওঁলোকৰ একো কৰিব লগীয়া নাছিল। এতিয়া তেওঁলোকে দাবী কৰিলে যে পৰিবহন-কৰ নিদিয়াকৈ তেওঁলোকে এই বাণিজ্য চলাব; অথচ দেশীয় সামগ্ৰীৰ ব্যৱসায় কৰা আন সকলো ব্যৱসায়ীয়ে এই কৰ দিব লাগে। ভাৰতৰ উৎপাদনকাৰীৰ আৰু বাণিজ্যৰ ক্ষেত্ৰত বৃটিছে কৰা প্ৰথম আঘাতৰ এয়ে অন্যতম।

তেতিয়া উত্তৰ ভাৰতত বৃটিছৰ অৱস্থা আছিল এইটোৱেই, কোনো দায়িত্ব বহন নকৰাকৈ ক্ষমতা আৰু সম্পদৰ গৰাকী হৈ থকাটো। ইষ্ট ইণ্ডিয়া কোম্পানীৰ দুঃসাহসী বেপাৰীসকলে প্ৰকৃত, ন্যায়সঙ্গত বাণিজ্য আৰু অন্যায় বাণিজ্য আৰু লুটপাটৰ মাজত থকা প্ৰভেদৰ কথা ভাবিবলৈ চেষ্টা কৰা নাছিল। সেই সময়ত ভাৰতীয় টকাৰ মেট মৰা ভাৰ লৈ ভাৰতৰ পৰা ইংলেণ্ডলৈ উলটি যোৱা ইংৰাজসকলক

নৱাব বোলা হৈছিল। থেকাৰেৰ 'ভ্যানিটি ফেয়ৰ' কিতাপখন পঢ়িলে তুমি এনে এজন গপত ওফন্দি থকা মানুহৰ কথা পাবা।

ৰাজনৈতিক অস্থিৰতা আৰু অশান্তি, খৰাং বতৰ, আৰু বৃটিছৰ গ্ৰাস কৰা নীতি—এই সকলোবোৰ লগ লগাত ১৭৭০ চনত বঙ্গ আৰু বিহাৰত ভয়ানকভাৱে আকালে দেখা দিলে। কথিত আছে বোলে এইবোৰ অঞ্চলৰ মুঠ জনসংখ্যাৰ এক-তৃতীয়াংশৰো সৰহ লোকৰ মৃত্যু হয়। এই বিপুল সংখ্যক লোক মৃত্যু হোৱা কথাটো ভাবি চোৱাচোন! কিমান লাখ লাখ লোক অনাহাৰে তিলাতিলকৈ মৃত্যুৰ মুখত পৰিল। একোটা অঞ্চল তেনেই জনশূন্য হৈ গ'ল। হাবিয়ে ছাটি ধৰিলে—ধাননি, পথাৰ, গাওঁ সকলো হাবি হৈ পৰিল। আকালগ্ৰস্ত লোকক সহায় কৰিবৰ বাবে কোনেও একোকে নকৰিলে। নৱাবৰ ক্ষমতা বা কৰ্ত্তৃত্ব একোৱেই নাছিল আৰু আগ্ৰহো নাছিল। ক্ষমতা আৰু কৰ্ত্তৃত্ব আছিল ইষ্ট ইণ্ডিয়া কোম্পানীৰ, কিন্তু তেওঁলোকৰো একো দায়িত্ব জ্ঞান বা আগ্ৰহ নাছিল। তেওঁলোকৰ কাম আছিল টকা-পইচা গোটোৱা আৰু ৰাজহ আদায় কৰা। নিজৰ জেপ গধুৰ কৰি তুলিবৰ বাবে তাকে তেওঁলোকে ইমান দক্ষতা আৰু সন্তুষ্টিৰ সৈতে কৰিছিল যে ব্যাপক আকাল হোৱা সত্বেও আৰু এক-তৃতীয়াংশ মানুহ মৰি-হাজি শেষ হোৱা সত্বেও অৱশিষ্ট মানুহখিনিৰ পৰাই তেওঁলোকে পূৰা ৰাজহ আদায় কৰি ললে। আচলতে তেওঁলোকে বেঁচিহে আদায় কৰিলে আৰু চৰকাৰী বিৱৰণীত প্ৰকাশ পোৱা মতে তেওঁলোকে এই কাম "হিংসামূলক পন্থাৰে" সম্পাদন কৰে। এটা প্ৰৱল দুৰ্যোগৰপৰা ৰক্ষা পৰা আকালগ্ৰস্থ, দুখ লগা অৱস্থাৰ মাজত থকা মানুহখিনিৰ পৰা এনেদৰে বলপূৰ্ব্বক আৰু হিংসামূলক উপায়েৰে ধন সংগ্ৰহ কৰা অমানুষিক কাৰ্য্যৰ পূৰ্ণাঙ্গ পৰিচয় পোৱাটো টান কথা।

বঙ্গত ইংৰাজে জয়লাভ কৰা সত্বেও আৰু ফৰাচীসকলক তেওঁলোকে পৰাস্ত কৰা সত্ত্বেও দক্ষিণ ভাৰতত তেওঁলোক ডাঙৰ অসুবিধাৰ সন্মুখীন হ'ল। চূড়ান্ত জয় লাভ কৰাৰ আগতে তেওঁলোকে কেইবাবাৰো পৰাজয় বৰণ কৰিব লগীয়া হৈছিল আৰু অপমান মূৰ পাতি লব লগীয়া হৈছিল। মহীশূৰৰ হায়দৰ আলি তেওঁলোকৰ ঘোৰ শত্ৰু আছিল। তেওঁ এজন সুদক্ষ আৰু উগ্ৰ নেতা আছিল; বাৰে পতি তেওঁ ইংৰাজ বাহিনীক পৰাস্ত কৰে। ১৭৬৯ চনত মাদ্ৰাজৰ সীমাৰ কাষতে তেওঁ নিজৰ স্বাৰ্থৰ অনুকূল হোৱাকৈ শান্তি-চুক্তি সম্পাদিত কৰালে। তাৰ দহ বছৰৰ পাচত আকৌ তেওঁ যথেষ্ট সফলতা লাভ কৰিলে; তেওঁৰ মৃত্যুৰ পিচত পুতেক টিপু চুলটান বৃটিছৰ কাৰণে কন্টক স্বৰূপ হ'ল। মহীশূৰত আৰু দুখন যুদ্ধ হোৱাৰ পিচত আৰু বহুত বছৰ পাৰ হোৱাৰ মূৰতহে টিপু শেষত পৰাজিত হ'ল। মহীশূৰৰ এতিয়াৰ মহাৰজাৰ পূৰ্ব্বপুৰুষ এজনক তেতিয়া বৃটিছৰ সংৰক্ষিত অৱস্থাৰ অধীনত শাসক পদত অধিষ্ঠিত কৰা হ'ল।

১৭৮২ চনত দক্ষিণ ভাৰতত মাৰাঠাসকলেও বৃটিছক পৰাস্ত কৰে। উত্তৰৰ পিনে গোৱালিয়ৰৰ সিন্ধিয়া প্ৰতাপী হৈ আছিল আৰু তেওঁ দিল্লীৰ অসহায় সম্ৰাটক নিয়ন্ত্ৰণৰ অধীনত ৰাখিছিল।

ইতিমধ্যে ইংলেণ্ডৰপৰা ৱাৰেণ হেষ্টিংছক ভাৰতলৈ পঠোৱা হ'ল আৰু তেৱেঁই প্ৰথম গৱৰ্ণৰ জেনেৰেল পদত অধিষ্ঠিত হ'ল। তেতিয়া বৃটিছ সংসদে ভাৰতৰ কথাত

আগ্ৰহ দেখুৱাবলৈ আৰম্ভ কৰিছিল। হেষ্টিংছক ভাৰতৰ ইংৰাজ শাসকসকলৰ ভিতৰত আটাইতকৈ ডাঙৰ বুলি ধৰা হৈছে; কিন্তু তেওঁৰ দিনতো দুনীতি আৰু ক্ষমতাৰ অপব্যৱহাৰৰ বাবে চৰকাৰ কুখ্যাত হৈ আছিল। হেষ্টিংছে বলেৰে বিপুল পৰিমাণে ধন আদায় কৰি লোৱা কেইটামান ঘটনা প্ৰখ্যাত হৈ আছে। ইংলেণ্ডলৈ উলটি যোৱাৰ পাচত হেষ্টিংছে ভাৰতত চলোৱা শাসনৰ বাবে সংসদে তেওঁৰ ওপৰত অভিযোগ তুলি বিচাৰ চলালে; বহুত দিন গোচৰ চলাৰ মুৰত তেওঁ মুক্তি পালে। সংসদে ক্লাইৱকো গৰিহনা দিলে; তেওঁ আত্মহত্যা কৰিলে। এই মানুহ কেইজনক গৰিহনা দি বা তেওঁলোকৰ বিৰুদ্ধে গোচৰ চলায়েই ইংলেণ্ডে নিজক বিবেকৰ দংশনৰ-পৰা মুক্ত কৰিলে; কিন্তু অন্তৰেৰে ইংলেণ্ডে এই কেইজন মানুহৰ প্ৰশংসা কৰিলে আৰু তেওঁলোকৰ নীতিৰ যোগেদি লাভবান হোৱাৰ আগ্ৰহ দেখুৱালে। ক্লাইৱ আৰু হেষ্টিংছে গৰিহনা পাব পাৰে, কিন্তু তেওঁলোক সাম্ৰাজ্য পাতোতাৰ নমুনা। যেতিয়ালৈকে অধীনস্থ লোকৰ ওপৰত বলপূৰ্বক সাম্ৰাজ্য আৰোপিত কৰি তেওঁ-লোকৰ ওপৰত শোষণ চলাই থকা হ'ব, তেতিয়ালৈকে এনে মানুহ আগ শাৰীত থাকিব আৰু প্ৰশংসাৰ পাত্ৰ হৈয়ো থাকিব। যুগে যুগে শোষণৰ পদ্ধতি সলনি হৈ থাকিব পাৰে; কিন্তু মূল কথা একেটাই। বৃটিছ সংসদে ক্লাইৱক গৰিহনা দিব পাৰে, কিন্তু লণ্ডনৰ হোৱাইট হলত ইণ্ডিয়া অফিচৰ সমুখত তেওঁলোকে ক্লাইৱৰ প্ৰতিমূৰ্ত্তি এটা স্থাপন কৰিছে। তাৰ মাজতে তেওঁৰ মনোভাৱ প্ৰতিফলিত হৈছে আৰু সেয়ে ভাৰতত বৃটিছৰ নীতিৰ গঢ় দিছে। বৃটিছৰ নিয়ন্ত্ৰণৰ অধীনত থকা বহতীয়া ভাৰতীয় ৰজাক শাসনত অধিষ্ঠিত কৰা নীতি এটা হেষ্টিংছে প্ৰৱৰ্ত্তন কৰিলে। সোণ খটোৱা সাজ-পাৰ পিন্ধি আৰু শুষ্ক মস্তিষ্ক লৈ ভাৰতত চালি ধৰি ফুৰা আৰু আপদ স্বৰূপ হৈ মহাৰজা আৰু নৱাব জাকে জাকে দেখিবলৈ পোৱা যাব, তাৰ বাবে আংশিকভাৱে হেষ্টিংছ প্ৰশংসাৰ পাত্ৰ।

ভাৰতত বৃটিছ সাম্ৰাজ্যৰ কলেৱৰ বঢ়াৰ লগে লগে মাৰাঠা, আফগান, শিখ, ব্ৰহ্মবাসী আদিৰ লগত বহুতো যুদ্ধ লাগিল। কিন্তু এইবোৰ যুদ্ধৰ আটাইতকৈ অদ্ভুত কথা হ'ল এয়ে যে ইংলেণ্ডৰ স্বাৰ্থতে এইবোৰ যুদ্ধ চলোৱা হৈছিল যদিও তাৰ বাবে ধন ভৰিছিল ভাৰতে। ইংলেণ্ড বা ইংৰাজ লোকৰ ওপৰত একো হেঁচা পৰা নাছিল। তেওঁলোকে মাত্ৰ লাভৰ ভাগ লৈছিল।

এটা কথা মনত ৰাখিবা—ইষ্ট ইণ্ডিয়া কোম্পানী নামৰ ব্যৱসায়ী কোম্পানী এটাই ভাৰতক শাসন কৰিছিল। বৃটিছ সংসদৰ নিয়ন্ত্ৰণ ক্ৰমে বাঢ়ি গৈছিল যদিও মূলতঃ ভাৰতৰ ভাগ্যৰ বাঘজৰী এমুঠি দুঃসাহসী সদাগৰৰ হাতত আছিল। শাসন আছিল বহুল পৰিমাণে ব্যৱসায় আৰু ব্যৱসায় আছিল বহুল পৰিমাণে লুট। এই তিনটা বস্তুৰ ভিতৰত থকা পাৰ্থক্য নিচেই সামান্য। কোম্পানীৰ অংশীদাৰ-বিলাকে শতকৰা ১০০, ১৫০ আৰু কেতিয়াবা কেতিয়াবা ২০০ ভাগৰো ওপৰ লাভাংশ পাইছিল। তাৰ বাহিৰে কোম্পানীৰ চাকৰিয়ালবিলাকে ভাৰতত থাকি বহুত ধন সংগ্ৰহ কৰিছিল। যেনে ক্লাইভ। কোম্পানীৰ কৰ্ম্মচাৰীবিলাক ব্যৱসায়ত একচেতীয়া অধিকাৰ লাভ কৰি অতি সোনকালে প্ৰচুৰ সম্পত্তিৰ গৰাকী হ'ল। এনেকুৱাই আছিল ভাৰতত কোম্পানীৰ শাসন।

## ৯৩

## চীনৰ এজন শ্ৰেষ্ঠ মাঞ্চু শাসক

১৫ চেপ্টেম্বৰ, ১৯৩২

মই বৰ বিচলিত হৈছোঁ আৰু কি কৰা উচিত তাকো ক'ব পৰা নাই। বাতৰি আহিছে —ভয়ঙ্কৰ বাতৰি—বাপুৱে আমৰণ অনশন কৰিবলৈ সংকল্প কৰিছে। মোৰ ক্ষুদ্ৰ জীৱন ধাৰাত তেওঁ ইমান ব্যাপক এভাগ ঠাই অধিকাৰ কৰি আছে, তাৰ দৃঢ়তা নাশ হৈ সি অস্থিৰ হৈছে আৰু মোৰ সকলো ফালে অন্ধকাৰ আৰু অসাৰতাৰে আৱৰি থকা যেন লাগিছে। ঘনে ঘনে তেওঁৰ ছবিটো মোৰ চকুৰ আগত ভাঁহি উঠিছে। এবছৰতকৈ মাথোন কেইটামান দিনহে বেচি হৈছে, মই তেওঁক শেষৰ বাৰ দেখিছিলোঁ এখন জাহাজৰ মুকলি মঞ্চত ঠিয় হৈ থকা, সেই জাহাজখনে তেওঁক ভাৰতবৰ্ষৰপৰা পশ্চিম ইউৰোপৰ দেশবিলাকৰ ফাললৈ লৈ গৈছিল। তেওঁক পুনৰ নেদেখিম নে কি? তেন্তে মোৰ মনত সংশয় উপস্থিত হলে যেতিয়া মোক জ্ঞানগৰ্ভ উপদেশ লগা হব, নাইবা যাতনা ভুগি মোৰ বেজাৰ লাগিলে যেতিয়া মোক মৰম সনা সান্ত্বনা লগা হব, তেতিয়া মই কাৰ কাষলৈ যাম? আমাৰ অতি প্ৰিয় যিজন মুখ্য লোকে আমাক অনুপ্ৰাণিত কৰি বাট দেখুৱাই আছে, তেওঁ নাইকিয়া হলে আমি কি কৰিম? হাঁয়! যি ভাৰতবৰ্ষই নিজৰ মহৎ লোকসকলক এনেকৈ মৃত্যু বৰণ কৰিবলৈ এৰি দিয়ে, সেই-খন এখন ভয়ানক দেশ; ভাৰতবৰ্ষৰ মানুহবিলাক গোলাম, তেওঁলোকৰ মনবিলাক গোলামৰ উপযোগী মন, সেই কাৰণে তেওঁলোকে অতি তুচ্ছ নগন্য কথাত অৰিয়া-অৰি আৰু কাজিয়া কৰি মুক্তিৰ কথাটোকে পাহৰি যায়।

লিখিবলৈ মোৰ মন যোৱা নাই আৰু এই লানি চিঠি লিখা ইমানতে বন্ধ কৰাৰ কথাহে মই ভাবিছিলোঁ। কিন্তু এনে কৰা অবিবেচনাৰ কাম হব। মোৰ এই বন্দী-শালৰ অকণমান কোঠালীটোত মই লিখা-পঢ়া কৰা আৰু চিন্তা কৰাৰ বাহিৰে আন কি কৰিব পাৰোঁ? যেতিয়া মই অৱশ আৰু বিমোৰ হওঁ, তেতিয়া তোমাৰ কথা ভবা আৰু তোমালৈ লিখাৰ বাহিৰে আন কিহে মোক বেচি সান্ত্বনা দিব পাৰিব? এইখন পৃথিৱীত বেজাৰ আৰু চকুৰ পানী নিৰুৎসাহীসকলৰ লগৰীয়া। বুদ্ধই কৈছিল, “মহাসাগৰত যিমান পানী আছে, তাতকৈ বেচি চকুৰ পানী উলিওৱা হৈছে।” অসু-খীয়া পৃথিৱীখনে সুস্থ অৱস্থা পোৱাৰ পূৰ্ব্বে আৰু বহুত বেচি চকুৰ পানী উলিওৱা হব। আমাৰ কৰ্ত্তব্য এতিয়াও আমাৰ সম্মুখত পৰি আছে; শ্ৰেষ্ঠ কামটোৱে এতিয়াও আমাক ইঙ্গিত দি মাতি আছে। সেই কামটো শেষ নোহোৱালৈকে আমাৰ কাৰণে আৰু আমাৰ অনুগামীসকলৰ কাৰণে বিশ্ৰাম আনিব নোৱাৰোঁ। সেই কাৰণে মই সিদ্ধান্ত কৰিছোঁ যে মই মোৰ সাধাৰণ কাৰ্য্যসূচী মতে কাম চলাই থাকিম আৰু আগৰ দৰে তোমালৈ চিঠি লেখি থাকিম।

মোৰ ইয়াৰ আগৰ চিঠি কেইখনমান ভাৰতবৰ্ষৰ বিষয়ে আছিল আৰু তাত মই কোৱা কাহিনীটোৰ পিচৰ ফালৰ ভাগটো শিক্ষাপ্ৰদ নাছিল। সেই কালত ভাৰতবৰ্ষ তেনেই শক্তিহীন হৈছিল আৰু সকলোবিলাক ডকাইত আৰু দুঃসাহসী ভাগ্যান্বেষীৰ

লুণ্ঠনৰ থল হৈছিল। প্ৰাচ্যত ভাৰতবৰ্ষৰ শ্ৰেষ্ঠা ভগ্নী চীনৰ অৱস্থা তেতিয়া বহুতো বেচি ভাল আছিল আৰু আমি এতিয়া চীনলৈকে যোৱা উচিত হ'ব।

সেই দেশত কেনেকৈ দুৰ্নীতি আৰু অনৈক্য হোৱাত চীনৰ উত্তৰ ফালৰ প্ৰতিবেশী মানুহবিলাক চীনলৈ আহি সেই দেশ অধিকাৰ কৰিছিল সেই কথাও মই কৈছিলোঁ। ১৬৫০ খৃষ্টাব্দৰপৰা আৰম্ভ কৰি তাৰ পাচৰ কালছোৱাত সমগ্ৰ চীনত মাণ্চুবিলাক সুদৃঢ়ভাৱে প্ৰতিষ্ঠিত হৈছিল। আধা আধি বিদেশী এই ৰাজবংশটোৰ অধীনত চীন শক্তিশালী আৰু আন কি আক্ৰমণাত্মকো হৈছিল। মাণ্চুবিলাকে নতুন শক্তিৰ সঞ্চাৰ কৰিছিল; তেওঁলোকে এফালে চীনৰ আভ্যন্তৰীণ বিষয়ত পাৰেমানে কমকৈ হস্তক্ষেপ কৰিছিল আৰু আন ফালে উত্তৰ, পশ্চিম আৰু দক্ষিণ ফালে সাম্ৰাজ্য বঢ়োৱাত তেওঁলোকৰ অতিৰিক্ত শক্তিখিনি লগাইছিল।

সাধাৰণতে নতুন এটা ৰাজবংশই প্ৰথমতে কেইজনমান সমৰ্থ শাসকৰ সৃষ্টি কৰে, তাৰ পাচতে ই ক্ৰমে ক্ৰমে দুৰ্ব্বল হৈ গৈ শেষত কিছুমান অযোগ্য মানুহৰ ৰাজবংশ হয়। সেইদৰে মাণ্চু ৰাজবংশতো কেইজন মান অসাধাৰণভাৱে সমৰ্থ আৰু যোগ্য শাসক আৰু ৰাজনীতিজ্ঞ পুৰুষৰ সৃষ্টি হৈছিল। এই বংশৰ দ্বিতীয় সম্ৰাটজন আছিল কাংহি। তেওঁ সিংহাসনত উঠাৰ সময়ত তেওঁৰ বয়স মুঠেই আঠ বছৰ আছিল। ৬১ বছৰ জুৰি তেওঁ যিখন সাম্ৰাজ্যৰ অধিপতি আছিল, সি আছিল পৃথিৱীৰ যি কোনো সাম্ৰাজ্যতকৈ বেচি বিস্তৃত আৰু তাৰ লোকসংখ্যাও আছিল যি কোনো সাম্ৰাজ্যৰ লোকসংখ্যাতকৈ বেচি। কিন্তু এই কাৰণে নাইবা তেওঁৰ সামৰিক পৰাক্ৰমৰ কাৰণে বুৰঞ্জীত তেওঁৰ নাম হোৱা নাই। তেওঁৰ ৰাজনৈতিক কৌশল আৰু সাহিত্য সম্পৰ্ক অসাধাৰণ কাৰ্য্যকলাপবিলাকৰ কাৰণেহে তেওঁ স্মৰণীয় হৈ আছে। তেওঁ সম্ৰাট আছিল, ১৬৬১ খৃঃৰ পৰা ১৭২২ খৃঃলৈ অৰ্থাৎ ৫৪ বছৰ। তেওঁ ফ্ৰান্সৰ "শ্ৰেষ্ঠ নৃপতি" চতুৰ্দশ লুইৰ সমসাময়িক আছিল। দুয়োজনেই অতিপাত দীঘলীয়া কাল ৰাজত্ব কৰিছিল, আন সকলো ৰজাৰ ৰাজত্ব কালক ছেৰ পেলাবলৈ চলোৱা এই দুজনৰ প্ৰতিযোগিতাত ৭২ বছৰ ৰাজত্ব কৰি লুই জিকিছিল। দুয়োজনৰ তুলনাটো কৌতুহলজনক কিন্তু তুলনাটো লুইৰ তেনেই প্ৰতিকূলে যায়। তেওঁ নিজৰ দেশখন ধ্বংস কৰিছিল আৰু দেশৰ সা-সম্পত্তি সকলো শেষ কৰি বিশাল ধাৰৰ বোজাৰে দেশখন জৰ্জ্জৰিত কৰিছিল। ধৰ্ম বিষয়ত তেওঁৰ সহিষ্ণুতা নাছিল। কাংহিয়ে কনফুচিয়াচৰ ধৰ্ম নিষ্ঠাৰে পালন কৰিছিল কিন্তু আন ধৰ্মৰ প্ৰতি তেওঁ সহিষ্ণু আছিল। তেওঁৰ ৰাজত্বত, প্ৰকৃততে প্ৰথম চাৰিজন মাণ্চু সম্ৰাটৰ ৰাজত্বতে, মিং সংস্কৃতি অব্যাহত বথা হৈছিল। এই সংস্কৃতিৰ উচ্চ মান সংৰক্ষিত হৈ আছিল আৰু কিছুমান বিষয়ত ইয়াৰ উন্নতি হৈছিল। মিংবিলাকৰ দিনত হোৱাৰ দৰেই উদ্যোগ, কলা, সাহিত্য আৰু শিক্ষাৰ সমৃদ্ধি হৈছিল। "পোৰ্চলেইনৰ" আচাৰিত পাত্ৰ আদিৰ উৎপাদন আগৰ দৰেই চলি আছিল। ৰঙীন চিত্ৰ অঙ্কনৰ পদ্ধতি উদ্ভাৱন কৰা হৈছিল আৰু জেচুইটবিলাকৰপৰা তামত সাঁচ কটাৰ পদ্ধতি শিকা হৈছিল।

মাণ্চু শাসকসকলে নিজক চীনা সংস্কৃতিৰ লগত সম্পূৰ্ণ বিলীন কৰিছিল; এয়ে তেওঁলোকৰ ৰাজনৈতিক কৌশল আৰু কৃতকাৰ্যতাৰ সাঁচৰ কাঠি আছিল। চীনা চিন্তাধাৰা আৰু সংস্কৃতি গ্ৰহণ কৰিলেও তেওঁলোকে চীনাবিলাকতকৈ কম সভ্য

মাঞ্চুবিলাকৰ বল শক্তি আৰু উদ্যম নেহেৰুৱাইছিল। সেই কাৰণেই কাংহিৰ চৰিত্ৰটো এটা অসাধাৰণ আৰু কৌতুহলপূৰ্ণ সংমিশ্ৰন। তেওঁ এফালে আছিল, সংস্কৃতিক কাৰ্য্যকলাপত মজি থকা দৰ্শন আৰু সাহিত্যৰ এজন শিক্ষাৰ্থী আৰু আন ফালে বৰং দিগ্বিজয় কৰি ভাল পোৱা এজন সুনিপুণ সামৰিক নেতা। তেওঁ সাহিত্য আৰু কলাৰ তৰল প্ৰেমী আছিল। সাহিত্য বিষয়ৰ তেওঁৰ কাৰ্যকলাপৰ ভিতৰত তলত দিয়া তিনিটা কামে তেওঁৰ বিশেষ মনোযোগ আৰু বিদ্যাৰ গভীৰতাৰ বিষয়ে তোমাক অলপ ধাৰণা দিব; এই কাম তিনিটা তেওঁৰ পৰামৰ্শ মতে আৰু সঘনে তেওঁৰ ব্যক্তিগত তত্ত্বাৱধানত সমাধা কৰা হৈছিল।

তোমাৰ মনত পৰিব যে চীনা ভাষাটোত আখৰ আছে শব্দ নাই। কাংহিয়ে এই ভাষাৰ এখন অভিধান প্ৰস্তুত কৰাইছিল। ই আছিল এখন বিৰাট গ্ৰন্থ, ইয়াত ৪০,০০০ তকৈ বেচি আখৰ আছিল আৰু সেইবিলাকৰ প্ৰয়োগ দেখুৱা অসংখ্য খণ্ড-বাক্য আছিল। প্ৰবাদ মতে ই আজিও অপ্ৰতিদ্বন্দ্বী হৈ আছে।

কাংহিৰ উদ্যমৰ ফলত আমি পোৱা আন এখন গ্ৰন্থ হৈছে চিত্ৰৰ ব্যাখ্যা থকা এখন অতি বৃহৎ বিশ্বকোষ, এই আচৰিত গ্ৰন্থখনৰ বহুতো শ খণ্ড আছিল। অকল এই গ্ৰন্থখনেই এটা সম্পূৰ্ণ পুথিভঁৰাল হৈছিল। ইয়াত সকলো কথা আলোচনা কৰা হৈছিল আৰু সকলোবিলাক বিষয় বিবেচনা কৰা হৈছিল। কাংহিৰ মৃত্যুৰ পাচত তামৰ ফলিত লিখি ৰখা স্থানান্তৰিত কৰিব পৰা লিপিবিলাকৰ পৰা এই গ্ৰন্থ ছপোৱা হৈছিল।

তৃতীয় যিখন প্ৰধান গ্ৰন্থৰ কথা মই ইয়াত উল্লেখ কৰিম, সেইখন হৈছে সমষ্ট চীনা সাহিত্যৰ এখন নিৰ্ঘণ্ট—অৰ্থাৎ ইও এবিধ অভিধান, যত কিতাপত লিখা শব্দ-বিলাক আৰু কথাবিলাকৰ বিভিন্ন অংশবিলাক গোটাই তুলনা কৰা হৈছে; এইখনো এখন অসাধাৰণ গ্ৰন্থ, কাৰণ ইয়াক যুগুত কৰোঁতে গোটেই সাহিত্যৰে গভীৰ পৰ্যালোচনা কৰিব লগা হৈছিল। বিভিন্ন কৰি ঐতিহাসিক আৰু প্ৰবন্ধকাৰসকলৰ পূৰ্ণ উদ্ধৃতি ইয়াত দিয়া আছিল।

কাংহিৰ সাহিত্য বিষয়ৰ কাৰ্য্যকলাপ বহুতো আছিল, কিন্তু যেই সেই মানুহৰ মনত দ-কৈ সাঁচ বহুৱাবৰ কাৰণে এই তিনিখন পুথিয়েই যথেষ্ট। এই তিনিখন গ্ৰন্থৰ লগত তুলনা কৰিবলৈ বিশাল "অকচ্‌ফোৰ্ড ইংৰাজী অভিধান" খনৰ বাহিৰে আন তেনে আধুনিক গ্ৰন্থৰ কথা মোৰ মনত নপৰে; এই অভিধানখন যুগুত কৰোঁতে বহুত পণ্ডিতৰ ৫০ বছৰতকৈও অধিক কালৰ পৰিশ্ৰম লাগিছিল, কেইি বছৰ মানৰ পূৰ্বে মাথোন ইয়াক শেষ কৰা হৈছে।

খৃষ্টিয়ান ধৰ্ম আৰু খৃষ্টিয়ান মিছনাৰীবিলাকৰ প্ৰতি কাংহি বৰ সদয় আছিল। তেওঁ বৈদেশিক বাণিজ্যত উৎসাহ দিছিল আৰু চীনৰ সকলো বন্দৰ এনে বাণিজ্যৰ কাৰণে উন্মুক্ত ৰাখিছিল। কিন্তু শীঘ্ৰে তেওঁ আৱিষ্কাৰ কৰিলে যে ইউৰোপীয় মানুহবিলাকে অসৎ আচৰণ কৰে, সেই বাবে তেওঁলোকক দমাই ৰখা উচিত। তেওঁ সন্দেহ কৰিছিল যে মিছনাৰীবিলাকে তেওঁলোকৰ চৰকাৰবিলাকৰ সাম্ৰাজ্যবাদী-বিলাকক ৰাজ্য অধিকাৰৰ সুযোগ দিবৰ অৰ্থে সেইবিলাকৰ লগত ষড়যন্ত্ৰ চলাইছিল,

এনে সন্দেহৰ বিশ্বাসযোগ্য কাৰণ নোহোৱাও নাছিল। এই সন্দেহে তেওঁক খৃষ্টিয়ান ধৰ্মৰ প্ৰতি থকা সহিষ্ণু মনোবৃত্তি পৰিত্যাগ কৰিবলৈ বাধ্য কৰিছিল। পিচত কেণ্টনৰ চীনা সামৰিক বিষয়া এজনৰ প্ৰতিবেদনে তেওঁৰ সন্দেহ সাব্যস্ত কৰিছে। ইউৰোপৰ চৰকাৰবিলাকৰ লগত ফিলিপাইন দ্বীপপুঞ্জ আৰু জাপানত থকা তেওঁলোকৰ বণিক আৰু মিছনাৰিবিলাকৰ কিমান ঘনিষ্ঠ সম্পৰ্ক আছিল তাক প্ৰতিবেদনখনত দেখুৱা হৈছিল সেইকাৰণে বিষয়াজনে পৰামৰ্শ দিছিল যে বিদেশীৰ আক্ৰমণ আৰু ষড়যন্ত্ৰৰপৰা সাম্ৰাজ্যখন নিৰাপদে ৰাখিবৰ অৰ্থে বিদেশীৰ লগত বাণিজ্য সীমাবন্ধ কৰা আৰু খৃষ্টিয়ান ধৰ্মৰ প্ৰচাৰ বন্ধ কৰা উচিত হব।

এই প্ৰতিবেদনখন দাখিল কৰা হয় ১৭১৭ খৃষ্টাব্দত। ইয়াৰপৰা প্ৰাচ্যৰ দেশবিলাকত থকা বিদেশী ষড়যন্ত্ৰ বিষয়ে আৰু কি কি উদ্দেশ্যাত এনে কিছুমান দেশে বৈদেশিক বাণিজ্য আৰু খৃষ্টিয়ান ধৰ্ম প্ৰচাৰ সীমাবন্ধ কৰিব লগা হৈছিল। সেইবিলাক এই প্ৰতিবেদনে পৰিস্কাৰকৈ দেখুৱাই দিয়ে। তোমাৰ মনত থাকিব পায় যে জাপানতো এনে কিছুমান ঘটনা ঘটিছিল যাৰ কাৰণে বাহিৰৰ মানুহ সেই দিশলৈ যাব নোৱাৰা কৰা হৈছিল। অনেক সময়ত কোৱা হয় যে চীনা আৰু আন আন জাতিৰ মানুহবিলাক অনুন্নত আৰু অজ্ঞ, তেওঁলোকে বিদেশীক ঘিণ কৰে আৰু বাণিজ্যৰ বাটত বাধা দিয়ে। আচলতে বুৰঞ্জীৰ সমালোচনাই আমাক যথেষ্ট স্পষ্টকৈ দেখুৱাইছে যে অতি প্ৰাচীন কালৰপৰা ভাৰতবৰ্ষ, চীন আৰু আন আন দেশৰ মাজত বাণিজ্যৰ প্ৰচুৰ সম্পৰ্ক আছিল তেতিয়া বিদেশীক নাইবা বৈদেশিক বাণিজ্যক ঘিণোৱাৰ প্ৰশ্নই নুঠিছিল। বাস্তৱতে ভাৰতবৰ্ষই বহু কাল বহুতো বিদেশী বজাৰত আধিপত্য চলাইছিল। যেতিয়াৰপৰা বিদেশী বাণিজ্য মিছনাৰিবিলাক (দৌত্যবিলাক) পশ্চিম ইউৰোপৰ শক্তিবিলাকৰ সাম্ৰাজ্যবাদী সম্প্ৰসাৰণৰ অনুমোদিত পদ্ধতি হৈ পৰিল তেতিয়াৰপৰাহে তেওঁলোক প্ৰাচ্যত সন্দেহভাজন হৈছিল।

কেণ্টনৰ বিষয়া জনৰ প্ৰতিবেদনখন চীনৰ শ্ৰেষ্ঠ ৰাষ্ট্ৰীয় পৰিষদে বিবেচনা কৰি তাক অনুমোদন কৰিছিল। তেতিয়া কাংহিয়ে সেই মতে ব্যৱস্থা কৰি বিদেশীৰ বাণিজ্য আৰু খৃষ্টিয়ান ধৰ্মপ্ৰচাৰকৰবিলাকৰ কাৰ্যকলাপ দৃঢ়মুষ্টিৰে সীমাবন্ধ কৰাৰ আদেশ জাৰি কৰিছিল।

এতিয়া মই অলপ সময়ৰ কাৰণে আচল চীনৰ কথা এৰি তোমাক এচিয়াৰ উত্তৰলৈ—চাইবেৰিয়ালৈ নি তাত কি হৈ আছিল তাৰ কথা কম। চাইবেৰিয়াৰ বিৰাট অঞ্চলটোৱে দূৰ প্ৰাচ্যৰ চীনক পশ্চিমৰ ৰুচিয়াৰ লগত সংযুক্ত কৰিছিল। মই তোমাক আগতে কৈছোঁ যে চীনৰ মাণ্চু সাম্ৰাজ্যখন আক্ৰমণাত্মক আছিল। মাণ্চুৰিয়া অৱশ্যেই এই সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল, আৰু মঙ্গোলিয়া আৰু তাৰ সিফাললৈকো ই বিস্তৃত আছিল। ৰুচিয়ায়ো "সোনালী যাযাবৰ উপজাতি" নাম পোৱা মঙ্গোলবিলাকক খেদি তাৰ পাচত ই এখন প্ৰতাপী কেন্দ্ৰীয় শাসিত ৰাষ্ট্ৰ হৈ পৰিছিল, আৰু পূবফাললৈ চাইবেৰিয়াৰ সমভূমিৰ ওপৰেদি বিস্তৃতি হৈ গৈ আছিল। এই দৰেই চাইবেৰিয়াত দুয়োখন সাম্ৰাজ্য মুখামুখি হ'ল।

এচিয়াত মঙ্গোলিয়ানৰ দ্ৰুত শক্তিক্ষয় আৰু পতন বুৰঞ্জীৰ এটা আচৰিত

ঘটনা। এই মানুহবিলাকে এচিয়া আৰু ইউৰোপৰ ইমুৰৰপৰা সিমুৰলৈ ভয়ঙ্কৰ বিভীষিকাৰ সৃষ্টি কৰিছিল আৰু চেঙ্গিজখাঁ আৰু তেওঁৰ বংশধৰবিলাকৰ অধীনত সেই কালত জনা পৃথিৱীখনৰ সৰহৰভাগ অঞ্চল অধিকাৰ কৰিছিল, তেওঁলোক পাহৰণিৰ গৰ্ভত লীন হৈছিল। টাইমুৰৰ অধীনত তেওঁলোক পুনৰ অলপ দিনৰ কাৰণে মূৰ দাঙি উঠিছিল। কিন্তু তেওঁৰ সাম্ৰাজ্যখন তেওঁৰ মৃত্যুৰ লগে লগে নাশ হৈছিল। তেওঁৰ পাচত "টাইমুৰিদ" (টাইমুৰৰ বংশধৰ) নাম পোৱা তেওঁৰ বংশধৰ কেইজন মানে মধ্য এচিয়াত ৰাজত্ব-কৰিছিল আৰু আমি জানিছোঁ যে তেওঁলোকৰ ৰাজসভাত ৰঙীন চিত্ৰ অংকাৰ এটা বিখ্যাত ৰীতিৰ অভ্যুদয় হৈছিল। ভাৰতবৰ্ষলৈ অহা বাবৰ "টাইমুৰিদ" আছিল। পিচে এইবিলাক "টাইমুৰিদ" শাসক থকা সত্বেও এচিয়াৰ এমূৰৰপৰা আন মূৰলৈ, ৰুচিয়াৰপৰা মঙ্গোলবিলাকৰ নিজা দেশ মঙ্গোলিয়ালৈকে জুৰি থকা এই মঙ্গোল জাতিটোৰ পতন হৈছিল আৰু তেওঁলোকৰ সকলো প্ৰাধান্য লোপ পাইছিল। কিয় এনে হৈছিল কোনেও নেজানে যেন দেখা যায়। কোনো কোনোৱে অনুমান কৰে যে জলবায়ুৰ পৰিৱৰ্তনৰ লগত ইয়াৰ কিবা সম্পৰ্ক আছে, আন কিছুমানৰ আন আন মত। যি কি নহওক, প্ৰাচীন কালৰ দিগ্বীজয়ী আৰু আক্ৰমণকাৰীবিলাক নিজেই এতিয়া দুয়ো ফালৰপৰা আক্ৰান্ত হৈছে।

মঙ্গোল সাম্ৰাজ্যৰ পতনৰ পাচত প্ৰায় ২০০ বছৰ এচিয়াৰ এমূৰৰ পৰা আন মূৰলৈ থকা স্থলপথবিলাক বন্ধ হৈ আছিল। পিচে ষোড়শ শতাব্দীৰ দ্বিতীয়াৰ্ধত ৰুচবিলাকে স্থলপথেদি চীনলৈ এদিন ৰাজদূত পঠাইছিল। তেওঁলোকে মিংসম্ৰাট-সকলৰ লগত কূটনৈতিক সম্পৰ্ক স্থাপন কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু কৃতকাৰ্য নহল। ইয়াৰ অলপ দিনৰ পাচতে ইয়েৰমাক নামৰ ৰন্দ ডকাইত এটাই এদল কছাকৰ দলপতি স্বৰূপে ইউৰাল পৰ্বত পাৰ হৈ চাইবিৰ নামৰ সৰু ৰাজ্যখন অধিকাৰ কৰিছিল। এই ৰাজ্যখনৰ নামৰ পৰাই চাইবেৰিয়া নামৰ উৎপত্তি হয়।

১৫৮১ খৃঃত এই ঘটনা ঘটিছিল, আৰু সেই বছৰৰপৰা ৰুচবিলাক পূব ফালে ক্ৰমে আগুৱাই আহি প্ৰায় ৫০ বছৰৰ ভিতৰত প্ৰশান্ত মহাসাগৰ পাইছিলহি। শীঘ্ৰে আমুৰ উপত্যকাৰ চীনাবিলাকৰ লগত তেওঁলোকৰ সংঘৰ্ষ হোৱাত দুয়ো জাতিৰ মাজত যুদ্ধ হৈছিল আৰু তাৰ ফলত ৰুচবিলাকৰ পৰাজয় হয়। ১৬৮৯ খৃঃত দুয়ো দেশৰ মাজত নেৰাচিনস্কৰ সন্ধি নামে এটা সন্ধি হৈছিল। সীমাৰ নিধাৰণ আৰু বাণিজ্যৰ ব্যৱস্থা কৰা হৈছিল। ইউৰোপীয় দেশৰ লগত চীনৰ এইটোৱেই প্ৰথম সন্ধি। এই সন্ধিয়ে ৰুচিয়াৰ অগ্ৰগতিত বাধা দিলে, কিন্তু উটৰ পিঠিত মাল লৈ মৰুভূমিৰ মাজেদি দল বান্ধি অহা-যোৱা কৰি বণিকবিলাকে চলোৱা বাণিজ্যৰ বিস্তৰ উন্নয়ণ হ'ল। সেই কালত ৰুচিয়াৰ জাৰ আছিল 'পিটাৰ দি গ্ৰেট' তেওঁ চীনৰ লগত ঘনিষ্ঠ সম্পৰ্ক স্থাপন কৰিবলৈ ব্যগ্ৰ আছিল। তেওঁ কাংহিৰ ওচৰলৈ দুবাৰ দুদল ৰাষ্ট্ৰদূত পঠাইছিল আৰু পিচত চীনৰ ৰাজ সভাত এজন স্থায়ী কূটনৈতিক অমাত্য ৰাখিছিল।

অতি প্ৰাচীন কালৰপৰা বিদেশী ৰাষ্ট্ৰদূতৰ দল অভ্যৰ্থনা কৰাত চীন অভ্যস্ত আছিল। মোৰ বিশ্বাস মই এখন চিঠিত ৰোমান সম্ৰাট মাৰ্কাচ অৰেলিয়াচ এণ্টীয়াচে খৃষ্টীয় দ্বিতীয় শতাব্দীত এজন ৰাষ্ট্ৰদূত পঠোৱাৰ কথা উল্লেখ কৰিছিলোঁ।

জানিলে মনত কৌতুহল হোৱা কথা, যে ১৬৫৬ খৃঃত হলেণ্ড আৰু ৰুচিয়াৰ ৰাষ্ট্ৰদূত চীনৰ ৰাজসভালৈ যাওঁতে তেওঁলোকে তাত "শ্ৰেষ্ঠ মোগল জ্ঞানৰ" কূটনৈতিক অমাত্য লগ পাইছিল। এওঁলোক নিশ্চয় ছাহজাহানে পঠোৱা অমাত্য আছিল।

## ৯৪

## চীনা সম্ৰাট এজনে ইংৰাজ ৰজা এজনলৈ লিখে

১৬ চেপ্টেম্বৰ, ১৯৩২

মাঞ্চু সম্ৰাটসকল অসাধাৰণভাৱে দীৰ্ঘায়ু আছিল যেন দেখা যায়। কাংহিৰ নাতি চিয়েন লুং আছিল চতুৰ্থ সম্ৰাট। তেৰোঁ ১৭৩৬ খৃঃৰ পৰা ১৭৯৬ খৃঃলৈ ৬০ বছৰৰ বিৰাট দীঘলীয়া কাল এছোৱা ৰাজত্ব কৰিছিল। আন কিছুমান বিষয়তো তেওঁ ককাকৰ নিচিনা আছিল: সাহিত্য বিষয়ৰ কাৰ্যকলাপ আৰু সাম্ৰাজ্য বিস্তাৰ— এই দুটা বিষয়ত তেওঁৰ প্ৰধানতঃ ৰাপ আছিল। সাহিত্য বিষয়ৰ যিবিলাক গ্ৰন্থ সংৰক্ষণৰ উপযোগী, তেওঁ তেনে সকলোবিলাক গ্ৰন্থৰ বিস্তাৰিতভাৱে অন্বেষণ কৰাইছিল। তেওঁ সেইবিলাক সংগ্ৰহ কৰাই সেইবিলাকৰ পুংখানুপুংখ তালিকা কৰাইছিল। তালিকা নামটো ইয়াৰ প্ৰায় সঠিক নহয়, কাৰণ প্ৰতিখন গ্ৰন্থৰ বিষয়ে জানিব পৰা সকলো তথ্য তাত সন্নিবিষ্ট কৰি সেইবিলাকৰ সম্পৰ্কে সমালোচনামূলক মন্তব্য তাত যোগ দিয়া হৈছিল। সম্ৰাটৰ পুথিভঁৰালৰ এই বিশাল বৰ্ণনামূলক তালিকাখনৰ চাৰিটা ভাগ আছিলঃ—প্ৰাচীন গ্ৰন্থ বা কনফুচিয়াচ ধৰ্ম বিষয়ৰ গ্ৰন্থবিলাক, বুৰঞ্জী, দৰ্শন আৰু সাধাৰণ সাহিত্য। প্ৰবাদ আছে যে এই গ্ৰন্থৰ সমতুল্য গ্ৰন্থ আন কতো নাই।

প্ৰায় এই কালতে চীনা উপন্যাস, চুটি গল্প আৰু নাটকৰ উন্নয়ণ হৈছিল আৰু সেইবিলাক উচ্চ স্তৰলৈ উঠিছিল। মন কৰিলে কৌতুহল লগা কথা এই যে ইংলেণ্ডতো সেই কালতে উপন্যাসৰ উন্নয়ণ হৈছিল। ইউৰোপত চীনৰ "পোচ্‌লেইন" পাত্ৰবিলাকৰ আৰু কাৰুকাৰ্য থকা আন দেখনিয়াৰ বস্তুবিলাকৰ চাহিদা আছিল আৰু এই বিলাক বস্তুৰ বাণিজ্য অবিৰতভাৱে চলিছিল। চাহৰ বাণিজ্যৰ আৰম্ভণিটো আৰু বেচি ৰহস্যজনক। এই বাণিজ্য প্ৰথম মাঞ্চু সম্ৰাটজনৰ দিনতে আৰম্ভ হৈছিল। বোধ হয় চাৰ্লছৰ ৰাজত্ব কালতে চাহ ইংলেণ্ড পাইছিলগৈ। ছেমুৱেল পেপিছ নামে এজন বিখ্যাত ইংৰাজ ডায়েৰীষ্টে (দৈনিক টোকা লিখকে) ১৬৬০ খৃষ্টাব্দত "Tea—(a China drink)" অৰ্থাৎ চাহ (এবিধ চীনা পানীয়) খোৱাৰ কথা তেওঁৰ টোকাত উল্লেখ কৰিছে। চাহৰ বাণিজ্যৰ সীমা অতি প্ৰভুত্বভাৱে বাঢ়ি গৈছিল। ২০০ বছৰৰ পাচত ১৮৬০ খৃঃত ফু-চাও নামে অকল এটা চীনা বন্দৰৰপৰাই এটা ঋতুত ৰপ্তানি কৰা চাহৰ পৰিমাণ ৯০ কোটি পাউণ্ড আছিল। তাৰ পাচত আন আন ঠাইতো চাহৰ খেতি কৰা হৈছিল আৰু তুমি জানা যে এতিয়া এই খেতি ভাৰতবৰ্ষ আৰু সিংহলত ব্যাপকভাৱে কৰা হয়।

চিয়েন লুঙে মধ্য এচিয়াৰ তুৰস্ক জয়ৰ পিচত তিব্বত অধিকাৰ কৰি তেওঁৰ সাম্রাজ্য বঢ়াইছিল। কেই বছৰ মানৰ পাচত ১৭৯০ খৃঃত নেপালৰ গুৰ্খাবিলাকে তিব্বত আক্ৰমণ কৰিছিল। তেতিয়া চিয়েন লুঙে গুৰ্খাবিলাকক কেৱল যে তিব্বতৰ পৰাহে খেদি দিলে এনে নহয়, বৰং হিমালয় পৰ্বতৰ ওপৰেদি খেদি নি নেপালৰ ভিতৰলৈকে গৈ নেপালক চীনা সাম্রাজ্যৰ তলতীয়া ৰাজ্য হৈ থাকিবলৈ বাধ্য কৰিছিল। এই দৰে নেপাল বিজয় এটা অসাধাৰণ কাম আছিল। প্ৰথমতে তিব্বত, তাৰ পাচত হিমালয় পৰ্বত পাৰ হৈ আহি গুৰ্খাবিলাকৰ দৰে যুদ্ধপ্ৰিয় জাতি এটাক তেওঁলোকৰ নিজৰ দেশতে যুদ্ধত ঘটুৱা কামটো চীনা সৈন্য বাহিনী এটাৰ কাৰণে বিস্ময়কৰ কাম আছিল। ঘটনাক্রমে মুঠেই ২২ বছৰৰ পাচত ১৮১৪ খৃঃত নেপালৰ লগত ভাৰত-বৰ্ষত বৃটিছৰ কন্দল হৈছিল। বৃটিছে নেপাললৈ এটা সৈন্যবাহিনী পঠাইছিল, কিন্তু এই বাহিনীটো যদিও হিমালয় পৰ্বত পাৰ হব নেলাগিছিল, তথাপি ই দুৰ্ঘোৰ সংকটৰ সম্মুখীন হৈছিল।

চিয়েন লুঙৰ ৰাজত্বৰ শেষৰ সময়ত ১৭৯৬ খৃঃত তেওঁৰ প্ৰত্যক্ষ শাসনৰ অধীনত থকা সাম্রাজ্যখনৰ ভিতৰত মাঞ্চুৰিয়া, মঙ্গোলিয়া, তিব্বত, আৰু তুৰস্ক আছিল। কোৰিয়া, আন্নাম, শ্যাম, ব্ৰহ্মদেশ—এই কেইখন তলতীয়া ৰাজ্যই তেওঁৰ সাৰ্বভৌম অধিকাৰ মানিছিল। কিন্তু ৰাজ্য জয় আৰু সামৰিক যশস্যা অন্বেষণৰ খেলাটো খৰচী। সেইবিলাকৰ কাৰণে বহুত বেচি খৰচ হয় আৰু কৰৰ বোজা বাঢ়ে। এই বোজাটো সদায় অতি দুখীয়া মানুহবিলাকৰ ওপৰতে আতাইতকৈ বেচি হৈ পৰে। অৰ্থনৈতিক অৱস্থাতো পৰিৱৰ্তন ঘটি আছিল আৰু ই মানুহৰ অসন্তোষ বঢ়াইছিল। দেশখনৰ সকলো ভাগতে গুপ্ত সমিতি পতা হৈছিল। ইটালীৰ দৰে চীনো গুপ্ত সমিতি পতা বিষয়ত ভালকৈ জনাজাত। কিছুমান এনে সমিতিৰ আমোদজনক নাম আছিল; যেনে "বগা ভেট ফুলৰ সমিতি," "ঐশ্বৰিক ন্যায় সমিতি," "কোমল পাখি সমিতি," "স্বৰ্গ আৰু মৰ্ত্য সমিতি"।

ইতিমধ্যে সকলোবিলাক নিয়ন্ত্রণ থকা সত্বেও বৈদেশিক বাণিজ্য বাঢ়ি গৈছিল আৰু এইবিলাক নিয়ন্ত্রণৰ কাৰণে বিদেশী সদাগৰবিলাকৰ মাজত গভীৰ অসন্তোষৰ ভাব হৈছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ বাণিজ্য আগতে কেণ্টনলৈকে বিস্তৃত হৈছিল। তেওঁলোকৰে বাণিজ্যত আটাইতকৈ বেচি অংশ আছিল সেই কাৰণে তেওঁলোকে নিয়ন্ত্রণবিলাক আটাইতকৈ বেচি অনুভৱ কৰিছিল। পিচৰ চিঠি কেইখনমানত আমি দেখিবলৈ পাম যে এইকালতে তথাকথিত শিল্প-বিপ্লৱ Industrial Revolution আৰম্ভ হৈছিল আৰু এই বিষয়ত ইংলেণ্ড আগৰণুৱা আছিল। বাষ্পৰে চলোৱা "ইঞ্জিন" আগতে উদ্ভাৱন কৰা হৈছিল আৰু নতুন পদ্ধতিবিলাক আৰু যন্ত্ৰৰ ব্যৱহাৰে কাম বেচি সহজ কৰি উৎপাদন বঢ়াইছিল, বিশেষকৈ কপাহী বস্তুৰ অতিৰিক্ত যিবিলাক বস্তু উৎপাদিত হৈছিল, সেইবিলাকো বিক্ৰী কৰিব লাগে এতেকে নতুন বজাৰ বিচৰা হৈছিল। ইংলেণ্ডৰ ভাগ্য বৰ ভাল আছিল যে এই কালতে ভাৰতবৰ্ষত সেই দেশৰ আধিপত্য হৈছিল, সেই কাৰণে ইংলেণ্ডে সেই দেশৰ বস্তু ভাৰতবৰ্ষত জোৰ কৰি বিক্ৰী কৰাৰ ব্যৱস্থা কৰিব পাৰিছিল আৰু ইংলেণ্ডে প্ৰকৃততে তেনে কৰিছিলো। কিন্তু সেই দেশক চীনৰ বাণিজ্যও লাগিছিল।

সেই কাৰণে ১৭৯২ খৃষ্টাব্দত বৃটিছ চৰকাৰে লৰ্ড মেকাৰ্টনেৰ অধীনত এদল ৰাষ্ট্ৰদূত পিকিঙলৈ পঠাইছিল। সেইকালত তৃতীয় জৰ্জ্জ ইংলেণ্ডৰ ৰজা আছিল। চিয়েন লুঙে ৰাজসভাৰ ৰীতি মতে তেওঁলোকক ৰাজসভাত অভ্যৰ্থনা কৰিছিল আৰু তাতে দুয়ো পক্ষৰ উপঢৌকনৰ বিনিময় হৈছিল। কিন্তু বৈদেশিক বাণিজ্যত আগৰ পৰা চলি থকা নিয়ন্ত্ৰণবিলাকৰ কোনো পৰিৱৰ্ত্তন কৰিবলৈ সম্ৰাট মান্তি নহ'ল। চিয়েঙ লুঙে ৩য় জৰ্জ্জলৈ যিটো উত্তৰ পঠাইছিল, সি বৰ কৌতুহলজনক, মই তাৰ-পৰা দীঘলীয়া এভাগৰ উদ্ধৃতি তোমাক দিম। তাত এইদৰে আছে :

"হে ৰজা, আপুনি বহুত সাগৰৰ সীমাৰপৰা আঁতৰত বাস কৰে, তথাপি আমাৰ সভ্যতাৰ সুযোগবিলাকৰ ভাগ লবলৈ হোৱা আপোনাৰ বিনীত বাঞ্ছাৰ দ্বাৰা প্ৰণোদিত হৈ আপুনি সসম্মানে এটা দৌত্য পঠিয়াইছে, তেওঁলোকে আপোনাৰ স্মাৰক-পত্ৰ এখন লৈ আহিছে।.........আপোনাৰ ভক্তি প্ৰকাশ কৰিবৰ অৰ্থে আপুনি আপোনাৰ দেশত উৎপাদিত বস্তুৰ উপঢৌকনো পঠিয়াইছে। মই আপোনাৰ স্মাৰক-পত্ৰখন পঢ়ি চালোঁঃ যেনে আগ্ৰহপূৰ্ণ ভাষাৰে ইয়াক ৰচনা কৰা হৈছে, সি আপোনাৰ শিষ্ট বিনয় প্ৰকাশ কৰিছে, আপোনাৰ এনে বিনয় প্ৰকাশ বৰ প্ৰশংসনীয় হৈছে।.........

"সুবিস্তৃত পৃথিৱীখনত অধিপত্য কৰি মই মুঠেই এটা লক্ষ্য মোৰ দৃষ্টি-গোচৰ কৰি ৰাখিছোঁ, সেইটো হৈছে ত্ৰুটিহীন শাসন প্ৰৱৰ্ত্তিত কৰি ৰাষ্ট্ৰীয় কৰ্ত্তব্য সমাধা কৰা। আচহুৱা আৰু দামী পদাৰ্থলৈ মোৰ উৎসুক্য নজগায়।............ আপোনাৰ দেশৰ শিল্পজাত বস্তুৰ মোৰ প্ৰয়োজন নাই। হে ৰজা, মোৰ মতৰ প্ৰতি শ্ৰদ্ধা দেখুৱা আৰু ভৱিষ্যতে অধিক ভক্তি আৰু অনুগত্য দেখুৱা আপোনাৰ উচিত হ'ব, যাতে আপুনি আমাৰ সিংহাসনৰ ওচৰত অবিৰত বশ্যতা স্বীকাৰ কৰি ইয়াৰ পাচত আপোনাৰে দেশৰ শান্তি আৰু সমৃদ্ধি নিৰাপদে ৰাখিব পাৰে।.........

"ভয়ত কঁপি বশমানক আৰু হেমাহি নকৰিব।"

তৃতীয় জৰ্জ্জ আৰু তেওঁৰ মন্ত্ৰীসকলে উত্তৰটো পঢ়ি কিন্তু উত্তৰটোত নিশ্চয় উচপ খাই উঠিব পায়। শ্ৰেষ্ঠ সভ্যতা এটাত যি ধীৰ বিশ্বাস আৰু পৰাক্ৰমৰ যি বৈভৱ প্ৰকাশ কৰা হৈছে, প্ৰকৃততে সেইবিলাকৰ স্থায়ী মূল নাছিল। মাণ্চু চৰকাৰ দেখাত শক্তিশালী আছিল আৰু চুয়েন লুঙৰ দিনত আচলতে শক্তিশালী আছিল। কিন্তু পৰিৱৰ্ত্তিত অৰ্থনৈতিক ব্যৱস্থাই ইয়াৰ ভেটি নিশকতীয়া কৰি তুলিছিল। মই আগতে উল্লেখ কৰা গুপ্ত সমিতিবিলাক অসন্তোষৰ নিদৰ্শন আছিল। কিন্তু প্ৰকৃত দুৰ্যোগৰ কাৰণ আছিল এইটোহে যে দেশখনক নতুন অৰ্থনৈতিক অৱস্থাৰ লগত থাপ খুউৱা নহৈছিল। ইতিমধ্যে পশ্চিমত দেশবিলাক এই নতুন ব্যৱস্থাৰ পথ-প্ৰদৰ্শক হৈ কিন্তু খৰকৈ আগুৱাই গৈ ক্ৰমে বেচি শক্তিশালী হৈ গৈ আছিল। চিয়েন লুঙে তৃতীয় জৰ্জ্জলৈ এই মদগৰ্ব্বী উত্তৰটো দিয়াৰ ৭০ বছৰতকৈও কম সময়ৰ পিচুতে ইংলেণ্ড আৰু ফ্ৰান্সে চীনক অপদস্থ কৰি এই দেশৰ গৌৰৱ চূৰ্ণ কৰিছিল।

পিচে এই কাহিনীটো মই চীনৰ বিষয়ে লিখা ইয়াৰ পিচৰখন চিঠিলৈ ৰাখিছোঁ। ১৭৯৬ খৃষ্টাব্দত চিয়েন লুঙৰ মৃত্যুৰ লগে লগে আমি দৰাচলতে অষ্টাদশ শতাব্দীৰ শেষ পাওঁ। কিন্তু এই শতাব্দীটো শেষ হোৱাৰ পূৰ্বে আমেৰিকা


চীয়েন-লুঙের সাম্রাজ্য
সামন্ত রাজ্য
তিব্বত
নেপাল
তুর্কিস্থান
ক্যান্টন
পিকিঙ
কোরিয়া
জাপান
ব্রহ্মদেশ

আৰু ইউৰোপত এনে বহুতো ঘটনা ঘটিছিল, যিবিলাক অসাধাৰণ আছিল। আচলতে ইউৰোপত হোৱা যুদ্ধ আৰু দুৰ্যোগৰ বাবেই ২৫ বছৰ চীনত ইউৰোপীয়বিলাকৰ হেঁচা কমিছিল। সেই কাৰণে আমাৰ পিচৰখন চিঠিত আমি ইউৰোপলৈ গৈ অষ্টাদশ শতাব্দীৰ আৰম্ভণিৰপৰা কাহিনীটো আৰম্ভ কৰি তাক ভাৰতবৰ্ষ আৰু চীনৰ ঘটনাৱলীৰ লগত খাপ খুৱাম।

কিন্তু এইখন চিঠি শেষ কৰাৰ আগতে মই তোমাক প্ৰাচ্যত ৰুচিয়াৰ প্ৰগতিৰ বিষয়ে কম। ১৬৮৯ খৃঃত ৰুচিয়া আৰু চীনৰ মাজত যি সন্ধি হৈছিল, তাৰ পাচৰ পৰা ১৫০ বছৰ প্ৰাচ্যত ৰুচিয়াৰ প্ৰভাৱ ক্ৰমে বাঢ়ি আছিল। ১৭২৮ খৃঃত ভিটাচ বেৰিং নামে ৰুচিয়াত চাকৰি কৰা ডেনিচৰ কেপ্টেইন এজনে এচিয়া আৰু আমেৰিকাৰ মাজত থকা প্ৰণালীটো আবিষ্কাৰ কৰিছিল। তুমি বোধকৰোঁ জানা যে এই প্ৰণালীটো এতিয়াও বেৰিং নাম অনুসাৰে বেৰিং প্ৰণালী বোলা হয়। বেৰিং তাৰপৰা আলাস্কালৈ গৈ তেওঁ সেই অঞ্চলটো ৰুচৰ ৰাজ্য বুলি ঘোষণা কৰিছিল। আলাস্কা নোমাল ছালৰ বাবে প্ৰসিদ্ধ ঠাই আছিল আৰু চীনত নোমৰ চাহিদা বৰ বেচি থকাৰ কাৰণে ৰুচিয়া আৰু চীনৰ মাজত নোমাল চালৰ বিশেষ বাণিজ্যৰ উন্নয়ণ হৈছিল। প্ৰকৃততে অষ্টাদশ শতাব্দীৰ শেষ ভাগত চীনত নোম আদিৰ চাহিদা ইমান বেচি হৈছিল যে ৰুচিয়াই সেইবিলাক বস্তু কানাডাৰ হাড্‌চন অখাতৰপৰা ইংলেণ্ডে দি আমদানি কৰি চাইবেৰিয়াৰ বৈকাল হ্ৰদৰ ওচৰত থকা কিয়াটখটাৰ নোমৰ বৃহৎ বজাৰলৈ পঠাইছিল। নোমবিলাকে কিমান দীঘলীয়া ভ্ৰমণ কৰিছিল চোঁৱা।

অলপ পৰিৱৰ্ত্তনৰ কাৰণে এই লানি বহুতো চিঠিৰ ভিতৰত এইখনেই তোমালৈ চুটি চিঠি। আশা কৰো তুমি ভাল পাবা।

## ৯৫

## অষ্টাদশ শতাব্দীত ইউৰোপত ভাৱৰ যুদ্ধ

১৯ চেপ্টেম্বৰ, ১৯৩২।

এতিয়া আমি ইউৰোপলৈ সেই ঠাইৰ ভাগ্য পৰিৱৰ্ত্তনলৈ চকু দিম। যিবিলাক দুৰ্জয় পৰিৱৰ্তনে পৃথিৱীৰ ৰূৰঙ্গীত দ কৈ সাঁচ বহুৱাইছে, সেইবিলাক পৰিৱৰ্ত্তন হোৱাৰ আগ মুহূৰ্ত্তৰ কথা এইবিলাক। এই পৰিৱৰ্ত্তনবিলাকৰ বিষয়ে ভালকৈ বুজিবলৈ হলে আমি ওপৰতে ওলাই থকা কথাবিলাকৰ তলৰ ফাললৈ জুমি চাব লাগিব আৰু মানুহৰ মনৰ ভাবত কি পৰিৱৰ্ত্তন হৈছিল, তাকো আবিস্কাৰ কৰিবলৈ চেষ্টা কৰিব লাগিব। কাৰণ আমি দেখা প্ৰতিটো কাম চিন্তা আৰু আসক্তিৰ বদ্ধমূল ভাব আৰু কুসংস্কাৰৰ আশা আৰু ভয়ৰ সংমিশ্ৰনৰ ফল; আৰু যিবিলাক কাৰণৰপৰা কামটো হয়, সেইবিলাক কাৰণৰে সৈতে যদি আমি কামটো বিবেচনা নকৰোঁ, তেনেহলে তাক বুজা টান হয়। কিন্তু এইটো সহজ কথা নহয়; আৰু যিবিলাক কাৰণ আৰু উদ্দেশ্যাই ৰুৰঞ্জীৰ প্ৰধান ঘটনাবিলাকৰ গঢ় দিছিল, সেই বিলাকৰ বিষয়ে [illegible] সংগতভাৱে কবলৈ

সমর্থ হোৱা হলেও সেই বিলাকৰে এই চিঠিবিলাক ইতিমধ্যে হোৱাতকৈ বেচি নিৰানন্দ আৰু বেচি তথ্যপূৰ্ণ কৰিবলৈ মোৰ মন নগলহেঁতেন। কোনো কোনো সময়ত মোৰ ভয় হয় জানোচা কোনো বিষয়ত নাইবা কোনোবাটো ভাৱতে যিমান আৱশ্যক মোৰ উৎসাহৰ কাৰণে তাতকৈ মই বেচিকৈ লিখোঁ। সেই কাৰণে মই এই কাৰণবিলাকৰ বিষয়ে গভীৰ আলোচনা কৰিব নোৱাৰোঁ। কিন্তু সেইবিলাকলৈ আওকাণ কৰাও অত্যন্ত অবিবেচনাৰ কাম হব; আৰু প্ৰকৃততে যদি আমি তেনে কৰোঁ, তেনেহলে আমি বুৰঞ্জীৰ সৌন্দর্য আৰু তাৎপর্য উপলব্ধি কৰিব নোৱাৰিম।

১৬শ শতাব্দীত আৰু ১৭শ শতাব্দীৰ প্ৰথমাৰ্ধত ইউৰোপত হোৱা উত্তেজনা আৰু বিশৃঙ্খলাবিলাকৰ কথা আমি আগতে আলোচনা কৰিছোঁ। ১৭শ শতাব্দীৰ মাজভাগত ৱেষ্ট ফেলিয়াৰ সন্ধি হৈছিল (১৬৪৮)। সেই সন্ধিয়ে ত্ৰিশ বছৰীয়া যুদ্ধখনৰ অন্ত কৰিছিল। ইউৰোপ মহাদেশখন সম্পূৰ্ণ ক্লান্ত হৈছিল। আমেৰিকাৰ উপনিবেশবিলাকত আৰু আন আন ঠাইত চলোৱা বাণিজ্যৰপৰা ইউৰোপত ধন হৈছিল, আৰু সেই ধনে মানুহৰ কষ্টৰ উপশম কৰি বিভিন্ন শ্ৰেণীৰ মাজত থকা তীব্ৰ বিৰোধিতা কমাইছিল।

ইংলেণ্ডলৈ শান্তিপূৰ্ণ বিপ্লৱ আহিছিল আৰু এই বিপ্লৱে জেম্‌চক খেদি পঠিয়াই "পাৰ্লামেণ্ট"ৰ (সংসদৰ) জয় লাভ কৰাইছিল (১৬৮৮ খৃঃ)। ১ম চাৰ্লচৰ বিৰুদ্ধে হোৱা গৃহ-যুদ্ধতে সংসদৰ প্ৰকৃত জয় লাভ হৈছিল। অস্ত্ৰ-শস্ত্ৰৰে যুদ্ধ কৰি ৪০ বছৰৰ পূৰ্বে যি সিদ্ধান্তত উপনীত হোৱা হৈছিল, শান্তিপূৰ্ণ বিপ্লৱটোৱে তাক মাথোন দৃঢ় কৰিছিল।

এইদৰে ইংলেণ্ডত ৰজা পিচৰ শাৰীত বহিব লগা হৈছিল, কিন্তু ইউৰোপৰ প্ৰধান ভূমিভাগত চুইজাৰলেণ্ড, হলেণ্ড আদি কেইটামান সৰু অঞ্চলৰ বাহিৰে আনত তেনে নহৈছিল। তাত তেতিয়াও ৰজাসকল স্বেচ্ছাচাৰী আৰু দায়িত্বহীন হোৱাই প্ৰচলিত ৰীতি আছিল, আৰু ফ্ৰান্সৰ "মহা পৰাক্ৰমী ৰজা" ১৪শ লুই আনবিলাক ৰজাৰ আদৰ্শ আৰু অনুকৰণৰ নিখুঁত চানেকী আছিল। ইউৰোপৰ প্ৰধান ভূমিভাগত ১৭শ শতাব্দীটো যথাৰ্থতে ১৪শ লুইৰ শতাব্দী আছিল। ইউৰোপৰ ৰজাৰ গোষ্ঠীটোৰ পতনৰ যি দুৰ্ভাগ্য তেওঁলোকৰ বাবে আক্ষেপ কৰি আছিল, তালৈ মন নকৰিব, আনকি ১ম চাৰ্লচৰ দুৰ্ভাগ্যৰপৰাও একো নিশিকি, তেওঁলোকে সকলো ৰকমৰ জাকজমক তাৰ উপযোগী পৰিবেশ আৰু অবিবেচনাৰে স্বেচ্ছাচাৰী ৰজাৰ ভূমিকা চলাইছিল। তেওঁলোকে দেশৰ সকলো ক্ষমতা আৰু সকলো সম্পত্তি নিজৰ বুলি দাবি কৰিছিল আৰু তেওঁলোকৰ দেশখন তেওঁলোকৰ কাৰণে প্ৰায় ব্যক্তিগত জমিদাৰী আছিল। ৪০০ বছৰতকৈও অধিক কালৰ পূৰ্বে এৰাচমাচ নামৰ ওলন্দাজ পণ্ডিত এজনে লিখিছিলঃ

"সকলো চৰাইৰ ভিতৰত অকল "ঈগল" চৰাইতেহে (শেন জাতীয় চিকাৰী চৰাই) জ্ঞানী লোকসকলে ৰজাৰ আহি যেন দেখিছে। ই ধুনীয়াও নহয়, গানো নাগায় আৰু খাদ্যৰো উপযোগী নহয়, কিন্তু ই মাংসহাৰী, থকুৱা সকলোৰে ঘৃণাৰ পাত্ৰ আৰু সকলোৰে কাৰণে অত্যন্ত অমঙ্গলীয়া আৰু অনিষ্ট কৰাৰ যি অশেষ ক্ষমতা ইয়াৰ আছে, তাৰে অনিষ্ট কৰাৰ বাঞ্ছাত ই আন সকলো চৰাইকে চেৰ পেলায়।"

আজি-কালি ৰজা প্ৰায় নাইকিয়া হৈছে আৰু যি কেইজন আছে, তেওঁলোক অতীত যুগ এটাৰ স্মৃতি-চিন হৈ আছে; তেওঁলোকৰ ক্ষমতা প্ৰায় নাই নাইবা একেবাৰে নাই। আমি এতিয়া তেওঁলোকলৈ আওকাণ কৰিব পাৰোঁ। কিন্তু আন আৰু বেচি বিপদ-জনক মানুহে তেওঁলোকৰ ঠাই লৈছে, আৰু আধুনিক কালৰ এই সাম্ৰাজ্যবাদীবিলাকৰ কাৰণে আৰু লো, তেল, সোণ আৰু ৰূপৰ ৰজাবিলাকৰ কাৰণে ঈগল চৰাইটো এতিয়াও উপযুক্ত আৰ্হি হৈ আছে।

ইউৰোপৰ ৰাজতন্ত্ৰীবিলাকে কেন্দ্ৰীভূত শাসন-ব্যৱস্থা চলা শক্তিশালী ৰাষ্ট্ৰৰ উন্নয়ণ কৰিছিল। অতীতৰ সামন্ত প্ৰথাৰ ভাববিলাকে যি সম্ভ্ৰান্ত জমিদাৰ আৰু অধীনস্থ জমিদাৰৰ সৃষ্টি কৰিছিল, সেই ভাববিলাক লোপ পাইছিল নাইবা লোপ পাবলৈ উপক্ৰম কৰিছিল। দেশ এখনৰ এটা গোট নাইবা এটা সত্বাৰ ভাবে তাৰ ঠাই লৈছিল। ৰিচেলু আৰু মাজাৰিণ নামে দুজন অতি যোগ্য মন্ত্ৰীৰ অধীনত ফ্ৰান্সে এই বিষয়ত আগ ভাগ লৈছিল। এইদৰে জাতীয়তাবাদৰ আৰু কিছু পৰিমাণে দেশপ্ৰেমৰ উদ্ভৱ হৈছিল। ইয়াৰ আগৰ কালছোৱাত ধৰ্ম্ম মানুহৰ জীৱনৰ আটাইতকৈ প্ৰধান বিষয় আছিল, এই কালত ইয়াৰ প্ৰাধান্য লোপ পাইছিল আৰু নতুন ভাববিলাকে ইয়াৰ ঠাই লৈছিল, এই বিষয়ে মই এই চিঠিতে পিচত তোমাক কম।

১৭শ শতাব্দীটো আৰু বেচি লেখত লব লগীয়া এই কাৰণে যে এই শতাব্দীতে আধুনিক বিজ্ঞানৰ ভেটি স্থাপন কৰা হৈছিল আৰু পৃথিৱী জোৰা বজাৰ এখনৰ সৃষ্টি কৰা হৈছিল। এই সুবিস্তৃত নতুন বজাৰখনে স্বভাৱিকতে ইউৰোপৰ পুৰণিকলীয়া অৰ্থনৈতিক গাঁথনি সম্পূৰ্ণে ওলট-পালট কৰিছিল। এই নতুন বজাৰখনৰ কথা মনত ৰাখিলেহে ইউৰোপ, এচিয়া আৰু আমেৰিকাত ঘটা পৰৱৰ্ত্তী বহুতো ঘটনাৰ কথা বুজিব পৰা হয়। বিজ্ঞানৰ উন্নয়ণ পিচত হৈছিল আৰু এই উন্নয়ণে পৃথিৱী জোৰা এই বজাৰখনৰ চাহিদা পূৰোৱাৰ উপায় যোগাইছিল।

১৮শ শতাব্দীত উপনিবেশ আৰু সাম্ৰাজ্য স্থাপনৰ প্ৰতিদ্বন্দিতাৰ ফলত, বিশেষকৈ ইংলেণ্ড আৰু ফ্ৰান্সৰ মাজত হোৱা এনে প্ৰতিদ্বন্দ্বিতাৰ ফলত, যুদ্ধ হৈছিল। এই যুদ্ধ কেৱল ইউৰোপতে নহয়, কানাডাতো আৰু আমি দেখিছোৱেই যে ভাৰতবৰ্ষতো হৈছিল। শতাব্দীটোৰ মাজ ভাগত হোৱা এই যুদ্ধবিলাকৰ পাচত পুনৰ এছোৱা কাল আপেক্ষিক শান্তিত আছিল। ইউৰোপৰ স্থলভাগ শান্ত আৰু সুশৃঙ্খল যেন দেখা গৈছিল। ইউৰোপৰ অসংখ্য ৰাজসভা অতি বিনয়ী, সুৰুচিসম্পন্ন আৰু সুন্দৰ ভদ্ৰলোক আৰু ভদ্ৰমহিলাৰে ভৰপূৰ হৈ আছিল। কিন্তু এই শান্ত অৱস্থাটো ওপৰে ওপৰেহে আছিল। তলে তলে অশান্তি চলিছিল আৰু নতুন চিন্তা আৰু নতুন ভাবে মানুহৰ মন অশান্ত আৰু উত্তেজিত কৰিছিল আৰু ৰাজসভাৰ নিৰাপদ মহলৰ উচ্চ শ্ৰেণীৰ কিছুমান মানুহৰ বাহিৰে আন বিভিন্ন গোষ্ঠীৰ মানুহবিলাকে ক্ৰমবৰ্দ্ধমান দাৰিদ্ৰ্যৰ কাৰণে বেচি বেচিকৈ কষ্ট ভুগিব লগা হৈছিল। সেই কাৰণে ১৮শ শতাব্দীৰ দ্বিতীয়াৰ্দ্ধৰ ইউৰোপত শান্ত অৱস্থাটো অতি আভুৱা ভৰা আছিল; ই সাংঘাতিক আলোড়নৰ পূৰ্ব্বভাগ আছিল। ১৭৮৯ খৃঃৰ ১৪ জুলাইৰ দিনা ইউৰোপৰ সবাতোকৈ শ্ৰেষ্ঠ ৰাজতন্ত্ৰক ৰাজধানী পেৰিচত এই সাংঘাতিক আলোড়নটো হঠাৎ প্ৰবল

ভাৱে হৈছিল। এই আলোড়নে সেই ৰাজতন্ত্র আৰু আন শ শ আও-পুৰণি আৰু শেলুৰৈয়ে ধৰা ৰীতি আৰু আছুতীয়া স্বত্ব ধুই-মচি নাইকিয়া কৰিছিল।

নতুন ভাববিলাকে বহু কালৰ আগৰ পৰা ফ্রান্সৰ আৰু আংশিক ৰূপে ইউৰোপৰ আন দেশবিলাককো এই সাংঘাতিক আলোড়নটো আৰু তাৰ পৰৱৰ্ত্তী পৰিৱৰ্ত্তন-বিলাকৰ কাৰণে সাহ কৰিছিল। সমগ্র মধ্যযুগ জুৰি ইউৰোপত ধৰ্মৰ আধিপত্য চলিছিল। আনকি, তাৰ পিচত ধৰ্ম্ম-সংস্কাৰৰ যুগতো সেই আধিপত্য চলি আছিল। ৰাজনৈতিকেই হওক বা অর্থনৈতিকেই হওক, প্রত্যেকটো সমস্যাকে ধৰ্ম্মৰ ফালৰপৰা বিবেচনা কৰা হৈছিল। ধৰ্ম সংগঠিত আছিল আৰু ধৰ্মৰ অৰ্থ আছিল পোপৰ বা খৃষ্টিয়ান ধৰ্ম্মৰ উচ্চ বিষয়াৰ মত। সমাজ-ব্যৱস্থা প্রায় ভাৰতবৰ্ষৰ জাতি বিভাগৰ নিচিনা আছিল। জাতি বিভাগে আদিতে ব্যৱসায় নাইবা নিৰ্দ্ধাৰিত কৰ্ত্তব্য অনুসাৰে বিভাজনক বুজাইছিল। নিৰ্দ্ধাৰিত কৰ্ত্তব্য অনুসাৰে সামাজিক শ্রেণীবিলাক হোৱাৰ সেই একেটা ভাবেই মধ্য যুগৰ সমাজ ব্যৱস্থাৰ মূলত আছিল। ভাৰতবৰ্ষত এটা জাতিৰ ভিতৰত হোৱাৰ দৰে এটা শ্রেণীৰ ভিতৰত সাম্য আছিল। কিন্তু দুটা বা ততোধিক শ্রেণীৰ ভিতৰত বৈষম্য আছিল। এই বৈষম্যই সমষ্ট সমাজ-গাঁথনিটোৰ একেবাৰে মূলত আছিল আৰু কোনোৱে ইয়াত আপত্তি নকৰিছিল। যি বিলাকে এই ব্যৱস্থাত কষ্ট ভুগিছিল, তেওঁলোকক "স্বৰ্গত তেওঁলোকৰ পুৰস্কাৰৰ কাৰণে বাট চাবলৈ" কোৱা হৈছিল। এই দৰে ধৰ্ম্মই অন্যায় সমাজ-ব্যৱস্থাটো চলাই থাকিবলৈ চেষ্টা কৰিছিল আৰু সিপুৰীৰ কথা কৈ মানুহৰ মন এই সমন্ধে চিন্তা কৰাৰ পৰা আঁতৰাই ৰাখিবলৈ চেষ্টা কৰিছিল। তদুপৰি ই ন্যাস-ৰক্ষা নাম দিয়া তথ্যটো প্রচাৰ কৰিছিল— অৰ্থাৎ কোৱা হৈছিল যে ধনী মানুহবিলাক দুখীয়া মানুহবিলাকৰ এক পুৰুষ ন্যায়ৰক্ষী জমিদাৰে তেওঁৰ ৰায়তবিলাকৰ "ন্যাসৰক্ষী" স্বৰূপে মাটি অধিকাৰ কৰি ৰাখিছিল। এইদৰে খৃষ্টিয়ান ধৰ্মাধিকাৰীবিলাকে এটা অসুবিধাজনক ব্যৱস্থাৰ ব্যাখ্যা কৰিছিল। এইবিলাক যুক্তিয়ে ধনীমানুহক একো পৰিৱৰ্ত্তন নকৰিছিল, দুখীয়া মানুহবিলাকো কোনো সান্ত্বনা নিদিছিল। ভুকিয়া পেটত চতুৰ ব্যাখ্যাই আহাৰৰ কাম কৰিব নোৱাৰে।

কেথলিক আৰু প্রটেষ্টাণ্টবিলাকৰ মাজত হোৱা দুৰ্ঘোৰ ধৰ্ম যুদ্ধবিলাক, কেথলিক আৰু কেলভিনিষ্টবিলাকৰ অসহিষ্ণুতা, কেথলিক ধৰ্মৰ মত নমনা মানুহক শাস্তি দিবলৈ পোপে পতা আদালতটো—এই সকলোবিলাক গোড়া ধাৰ্মিক আৰু সাম্প্রদায়িক দৃষ্টি-ভঙ্গীৰ ফল আছিল। এই বিষয়ে ভাবি চোৱাচোন! মানুহে কয় যে ইউৰোপত বহুত লাখ তিৰোতা মানুহক যাদুকৰী বুলি পুৰি মৰা হৈছিল,— বেচি ভাগ পিউৰিটানতে। বিজ্ঞানৰ নতুন ভাববিলাক প্রকাশ কৰিবলৈ দিয়া নহৈছিল কাৰণ সেইবিলাক খৃষ্টিয়ান ধৰ্ম্মাধিকাৰীবিলাকৰ মতৰ বিৰোধী বুলি ভবা হৈছিল। এই জীৱন-দৰ্শন আছিল স্থবিৰ আৰু গতিহীন, প্রগতিৰ প্রশ্ন তাত নুঠিছিল।

আমি জানিব পাৰিছোঁ যে ষোড়শ শতাব্দীৰ পৰা আৰম্ভ কৰি পৰৱৰ্ত্তী কালত এই ভাববিলাক ক্রমে পৰিৱৰ্ত্তিত হবলৈ ধৰিছিল; বিজ্ঞানৰ আবিৰ্ভাৱ হৈছিল আৰু ধৰ্ম্মৰ সৰ্বগ্রাসী প্রভাৱ কমিছিল; ধৰ্ম্মৰ লগত সম্পৰ্ক নৰখাকৈ ৰাজনীতি আৰু অর্থ-নীতি বিষয় বিবেচনা কৰা হৈছিল। প্রবাদ আছে যে সপ্তদশ আৰু অষ্টাদশ শতাব্দীত

যুক্তিবাদৰ—অৰ্থাৎ অন্ধ বিশ্বাসৰ বিপৰীতে যুক্তিৰ সংবধন হৈছিল। প্ৰকৃততে ১৮শ শতাব্দীয়ে সহিষ্ণুতাৰ বিজয় প্ৰতিষ্ঠিত কৰিছিল বুলি ভবা হয়। এই কথা আংশিক ভাবে সঁচা। কিন্তু এই বিষয়ৰ আচল অৰ্থ এই যে মানুহে আগেয়ে ধৰ্মক যিমান প্ৰাধান্য দিছিল তেতিয়া তিমান প্ৰাধান্য নিদিয়া হৈছিল। সহিষ্ণুতা প্ৰায় অশ্ৰদ্ধাৰ ওচৰ চাপিছিল। যেতিয়া মানুহ কোনো এটা বিষয়ত ভয়ঙ্কৰভাৱে ব্যগ্ৰ হয়, তেতিয়া তেওঁলোক কাচিৎহে সহিষ্ণু হয়; সেই বিষয়লৈ যেতিয়া তেওঁলোকৰ অলপো আগ্ৰহ নোহোৱা হয়, তেতিয়াহে তেওঁলোকে সদয় হৈ ঘোষণা কৰে যে তেওঁলোক সহিষ্ণু। উদ্যোগ-পদ্ধতি আৰু বৃহৎ যন্ত্ৰৰ প্ৰচলনৰ লগে লগে ধৰ্মলৈ অশ্ৰদ্ধা বেছিকৈ বাঢ়িছিল। বিজ্ঞানে ইউৰোপৰ পুৰণি বিশ্বাসৰ মূল উঘালিছিল, নতুন উদ্যোগ আৰু অৰ্থনীতিয়ে যিবিলাক নতুন সমস্যাৰ সৃষ্টি কৰিছিল, সেই বিলাকতে মানুহৰ মন সম্পূৰ্ণ আবদ্ধ হৈছিল। সেই কাৰণে ইউৰোপৰ মানুহবিলাকে ধৰ্ম্ম-বিশ্বাস বা ধৰ্ম্ম-মতৰ প্ৰশ্নত পৰস্পৰৰ মূৰ ভঙাৰ অভ্যাসটো এৰিছিল (কিন্তু একেবাৰে নেৰিছিল); তাৰ সলনি তেওঁলোকে অৰ্থনৈতিক সামাজিক বিষয়ৰ কাজিয়াও মূৰ ভাঙিবলৈ লৈছিল।

ইউৰোপৰ এই ধৰ্ম বিষয়ৰ যুগটোৰ লগত ভাৰতবৰ্ষৰ বৰ্ত্তমান কালৰ তুলনাটো কৌতুহলজনক আৰু শিক্ষাপ্ৰদ। ভাৰতবৰ্ষক প্ৰশংসা কৰি আৰু বহুসময়ত বিদ্ৰূপ কৰিও ধাৰ্ম্মিক আৰু অধাৰ্ম্মিক দেশ বোলা হয়। ইউৰোপক অধৰ্ম্মী আৰু জীয়াই থকা কালৰ ভোগৰ সামগ্ৰীবিলাকত অনুচিতভাৱে আসক্ত বুলি কৈ ভাৰতবৰ্ষৰ লগত ইয়াৰ অমিলতা দেখুৱা হয়। প্ৰকৃততে যি পৰিমাণে ভাৰতীয় দৃষ্টিভঙ্গীত ধৰ্মৰ প্ৰাধান্য আছে, সেই পৰিমাণে এই "ধাৰ্মিক" ভাৰতবৰ্ষখন ১৬শ শতাব্দীৰ ইউৰোপৰ লগত অসাধাৰণভাৱে মিল। অৱশ্যে তুলনাটো আমি বেচি দূৰলৈকে কৰিব নোৱাৰোঁ। কিন্তু অতি স্পষ্টকৈ জনা কথা এই যে ধৰ্ম বিশ্বাস আৰু ধৰ্মৰ-মতত আমি অত্যধিক গুৰুত্ব দিয়া সম্পৰ্কত, ৰাজনৈতিক আৰু অৰ্থনৈতিক প্ৰশ্নবিলাক আমি ধাৰ্মিক গোষ্ঠিবিলাকৰ স্বাৰ্থতাৰ লগত মিহলোৱা সম্পৰ্কত, আমাৰ সাম্প্ৰদায়িক কন্দল-বিলাকৰ সম্পৰ্কত আৰু এনে কিছুমান প্ৰশ্নৰ সম্পৰ্কত আমাৰ দেশত যিবিলাক অদ্ভুত কাণ্ড হৈ আছে, সেইবিলাক মধ্য যুগৰ ইউৰোপত হোৱা অদ্ভুত কাণ্ডবিলাকৰে সৈতে একে। পশ্চিমীয়া দেশবিলাক প্ৰয়োগশীল আৰু বাস্তৱবাদী আৰু প্ৰাচ্য আধ্যাত্মিক আৰু পৰকালৰ চিন্তাত মগ্ন বুলি ভবাৰ প্ৰশ্ন নাই। পশ্চিমীয়া দেশ-বিলাকৰ লগত প্ৰাচ্যৰ পাৰ্থক্যটো এই যে পশ্চিমীয়া দেশবিলাক উদ্যোগপ্ৰধান আৰু অত্যন্ত যান্ত্ৰিক আৰু তাৰ অনুসাঙ্গিক সকলোখিনি ভাল আৰু বেয়া অৱস্থা সেই-বিলাক দেশত হৈছে, কিন্তু প্ৰাচ্য এতিয়াও উদ্যোগপ্ৰধান হোৱাৰ আগৰ অৱস্থাত আৰু কৃষিপ্ৰধান হৈ আছে।

ইউৰোপত সহিষ্ণুতা আৰু যুক্তিবাদৰ এই সংবৰ্ধন ধীৰে ধীৰে হৈছিল। প্ৰথমতে কিতাপে এই সংবৰ্দ্ধনত সহায় নকৰিছিল, কাৰণ মানুহে খৃষ্টিয়ান ধৰ্ম্ম প্ৰকাশ্যে সমালোচনা কৰিবলৈ ভয় কৰিছিল। এনে সমালোচনাই কাৰাবাস বা আন কিবা শাস্তিৰ কথা বুজাইছিল। জাৰ্ম্মাণ দাৰ্শনিক এজনে কনফুচিয়াচক বৰকৈ প্ৰশংসা কৰিছিল কাৰণে তেওঁক প্ৰুচিয়াৰ পৰা নিৰ্ব্বাসিত কৰা হৈছিল। ইয়াৰ অৰ্থ

কৰা হৈছিল খৃষ্টিয়ান ধৰ্ম্মৰ প্ৰতি তাচ্ছিল্য বুলি। পিচে ১৮শ শতাব্দীত যেতিয়া এই নতুন ভাববিলাক বেচি স্পষ্ট আৰু ব্যাপক হৈ পৰিল, তেতিয়া এই বিলাকৰ বিষয়ে আলোচনা থকা কিতাপ প্ৰকাশিত হৈছিল। যুক্তিবাদ আৰু আন আন বিষয়ৰ লিখকসকলৰ ভিতৰত ভল্‌টেয়াৰ নামৰ ফৰাচী লিখকজন আন সকলোতকৈ বেচি বিখ্যাত আছিল, তেওঁক কাৰাৰুদ্ধ আৰু নিৰ্ব্বাসিত কৰা হৈছিল, আৰু শেহান্তৰত তেওঁ জেনেভাৰ ওচৰৰ ফাৰ্ণেত বাস কৰিছিল। বন্দী-শালত থাকোঁতে তেওঁক কাগজ আৰু চিয়াহি দিয়া নহৈছিল। সেই কাৰণে তেওঁ কিতাপ এখনৰ শাৰীবিলাকৰ মাজে মাজে সীহৰ টুকুৰাৰে পদ্য লিখিছিল। অতি সৰু কালতে তেওঁ প্ৰখ্যাত লোক হৈছিল। প্ৰকৃততে তেওঁ যেতিয়া নিজৰ অসাধাৰণ যোগ্যতাৰে মানুহৰ মন আকৰ্ষণ কৰিছিল, তেতিয়া তেওঁৰ বয়স মুঠেই দহ বছৰ আছিল। ভল্‌টেয়াৰে অন্যায় আৰু ধৰ্ম্মান্ধতা ঘিণ কৰিছিল আৰু এই দুটাৰ বিৰুদ্ধে তেওঁ সংগ্ৰাম চলাইছিল। তেওঁৰ বিখ্যাত আহ্বান-ধ্বনিটো আছিল"—ঘৃণনীয় কুসংস্কাৰ ধ্বংস কৰক" (কেথলিক ধৰ্ম্মৰ বিৰুদ্ধে এই আহ্বানধ্বনি)। তেওঁ অতি বৃদ্ধ বয়সলৈকে জীৱিত আছিল (১৬৯৪—১৭৭৮ খৃঃ) আৰু অসংখ্য কিতাপ লিখিছিল। তেওঁ খৃষ্টিয়ান ধৰ্ম্মৰ সমালোচনা কৰিছিল যি কাৰণে নৈষ্ঠিক খৃষ্টিয়ান-বিলাকে তেওঁক ভীষণভাৱে ঘিণ কৰিছিল। তেওঁ কিতাপ এখনত কৈছে, "যি মানুহে বিচাৰ নকৰাকৈ ধৰ্ম্ম গ্ৰহণ কৰে তেওঁ কান্ধত জুঁৱলি লগাবলৈ পাতি দিয়া বলদ এটাৰ নিচিনা।" ভল্‌টেয়াৰৰ লিখাবিলাকে মানুহৰ মন যুক্তিবাদ আৰু নতুন ভাববিলাকৰ ফাললৈ ঢাল খুওৱাত গভীৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। ফাৰ্ণেত থকা তেওঁৰ পুৰণি ঘৰটো এতিয়াও বহুতৰ কাৰণে তীৰ্থস্থান হৈ আছে।

ভল্‌টেয়াৰৰ সমসাময়িক কিন্তু তেওঁতকৈ বহুত সৰু আন এজন লিখক আছিল জিন জেক ৰুচো। জেনেভাত তেওঁৰ জন্ম হৈছিল আৰু জেনেভাই এতিয়াও তেওঁক লৈ বিশেষ গৌৰৱ কৰে। তাত থকা তেওঁৰ প্ৰতিমূৰ্ত্তিটোৰ কথা তোমাৰ মনত পৰে নে? ৰুচোৰ ধৰ্ম আৰু ৰাজনীতি বিষয়ৰ লিখাবিলাকে সেইবিলাকৰ বিৰুদ্ধে ভালকৈয়ে চিঞৰ-বাখৰৰ সৃষ্টি কৰিছিল। তথাপি তেওঁৰ অসাধাৰণ আৰু বৰং দুঃসাহসী সামাজিক আৰু ৰাজনৈতিক মতবিলাকে বহুতো মানুহৰ মন নতুন ভাব আৰু নতুন সংকল্পৰে উতলা কৰিছিল। তেওঁৰ ৰাজনৈতিক মতবিলাক এতিয়া অপ্ৰচলিত, কিন্তু সেইবিলাকে ফ্ৰান্সৰ মানুহকে গুৰুত্বপূৰ্ণ বিপ্লৱটোৰ কাৰণে সাজু কৰাত প্ৰধান ভূমিকা লৈছিল। ৰুচোৰ বিপ্লৱৰ কথা প্ৰচাৰ কৰা নাছিল, বোধ হয় তেওঁ বিপ্লৱ হব বুলি নেভাবিছিলেই। কিন্তু তেওঁৰ কিতাপবিলাকে আৰু তেওঁৰ ভাববিলাকে হলে মানুহৰ মনত বিশেষ কৈ এনে গুটি সিঁচিছিল যে সেইবিলাক বিপ্লৱত গছ হৈ ফুলি জাতিস্কাৰ হৈছিল। তেওঁৰ আটাইতকৈ বেচি বিখ্যাত গ্ৰন্থখন আছিল "সামাজিক চুক্তি" ("Du contrat social") আৰু এই গ্ৰন্থখন আৰম্ভ কৰা হৈছিল এটা বিখ্যাত বাক্যৰে (মোৰ মনত থকা মতে এই উদ্ধৃত্ত কৰিছোঁ: "জন্মত মানুহ মুক্ত, কিন্তু সকলো ঠাইতে মানুহ বন্দী।"

ৰুচো এজন শ্ৰেষ্ঠ শিক্ষাবিদো আছিল আৰু তেওঁ পৰামৰ্শ দিয়া শিক্ষাদানৰ নতুন পদ্ধতিবিলাকৰ বহুতো এতিয়া বিদ্যালয়বিলাকত প্ৰচলিত হৈ আছে।

অষ্টাদশ শতাব্দীৰ ভল্‌টেয়াৰ আৰু ৰুচোৰ বাহিৰেও আন বহুতো বিখ্যাত চিন্তাশীল লোক আৰু লিখক আছিল। মই আন এজন লোকৰ মাথোন নাম উল্লেখ কৰিম—তেওঁ হৈছে মণ্টেচকো। তেওঁ আন আন গ্ৰন্থৰ বাহিৰেও 'Esprit des Lois" লিখিছিল। এই কালৰ ভিতৰতে পৰিচত এখন "বিশ্বকোষ" প্ৰকাশ কৰা হৈছিল, তাত ডিডেৰো আৰু আন আন যোগ্য লিখকৰ ৰাজনৈতিক আৰু সামাজিক বিষয়ৰ প্ৰবন্ধ ভৰি আছিল। প্ৰকৃততে ফ্ৰান্স দেশ দাৰ্শনিক আৰু চিন্তাশীল লোকেৰে পৰিপূৰ্ণ হৈ আছিল যেন দেখা গৈছিল আৰু তাতোকৈ ডাঙৰ কথা আছিল এই যে তেওঁলোকৰ লিখাবিলাক বহুতো মানুহে পঢ়িছিল আৰু তেওঁলোকে অসংখ্যাত সাধাৰণ মানুহক তেওঁলোকৰ দৰে চিন্তা কৰিব পৰা আৰু তেওঁলোকৰ তথ্যবিলাক আলোচনা কৰিব পৰা কৰিছিল। এই দৰে ফ্ৰান্সত ধৰ্ম বিষয়ত অসহিষ্ণুতাৰ বিৰুদ্ধে আৰু ৰাজনৈতিক আৰু সামাজিক বিশেষ স্বত্ববিলাকৰ ভোগৰ বিৰুদ্ধে শক্তিশালী আৰু সংগঠিত এটা মতবাদ প্ৰতিষ্ঠিত হৈছিল। মুক্তিৰ কাৰণে অস্পষ্ট বাঞ্ছা এটা জনসাধাৰণৰ মনত বদ্ধমূল হৈছিল। পিচে আচৰিত কথা আছিল এইটোহে যে ৰজাৰ পৰা মুক্ত হবলৈ দাৰ্শনিকসকলেও নিবিচাৰিছিল, জনসাধাৰণেও নিবিচাৰিছিল। সেই কালত গণৰাষ্ট্ৰৰ ভাবটো সৰবৰাহ হোৱা নাছিল আৰু জনসাধাৰণে তেতিয়াও আশা কৰিছিল যে তেওঁলোকে হয়তো এনে এজন আদৰ্শ ৰজা পাব যিজন প্লেটোৰ দাৰ্শনিক ৰজাৰ নিচিনা হব, যিজনে তেওঁলোকৰ বোজাবোৰ আঁতৰাই, ন্যায়ৰ শাসন প্ৰতিষ্ঠা কৰি কিছুপৰিমাণে স্বাধীনতা দিব। অন্ততঃ দাৰ্শনিকসকলে এইদৰেই কয় কিন্তু জীয়াতু ভোগ্য জনসাধাৰণে ৰজাক কিমান ভাল পাইছিল সেই বিষয়ে যেই-সেই মানুহৰ মনত সন্দেহ হয়।

ফ্ৰান্সত যেনে ধৰণৰ ৰাজনৈতিক চিন্তাৰ উন্নয়ণ হৈছিল, ইংলেণ্ডত তেনে নহৈছিল। প্ৰবাদ আছে যে ইংৰাজবিলাক ৰাজনৈতিক প্ৰাণী নহয়, কিন্তু ফৰাচীবিলাক হলে হয়। তাত বাজেও ১৬৮৮ খৃঃত ইংলেণ্ডত হোৱা বিপ্লৱে সেই দেশৰ উত্তেজনা কিছু পৰিমাণে উপশম কৰিছিল। পিচে তেতিয়াও কেইটামান শ্ৰেণীয়ে প্ৰচুৰ পৰিমাণে বিশেষ স্বত্ব উপভোগ কৰি আছিল। নতুন অৰ্থনৈতিক ব্যৱস্থাবিলাকে, বাণিজ্যই আৰু আমেৰিকা আৰু ভাৰতবৰ্ষত হোৱা সংকটবিলাকে সেই কালত ইংৰাজবিলাকৰ মন ব্যস্ত কৰি ৰাখিছিল; নতুন অৰ্থনৈতিক ব্যৱস্থাবিলাকৰ বিষয়ে মই আন এখন চিঠিত তোমাক সোনকালে অলপমান কম। তদুপৰি যেতিয়া সামাজিক উত্তেজনা তীব্ৰ হৈছিল, তেতিয়া অস্থায়ী আপোচ-মীমাংসাৰে ভাঙনৰ বিপদ নিৱাৰণ কৰা হৈছিল। ফ্ৰান্সত তেনে আপোচ-মীমাংসাৰ থল নাছিল, সেই কাৰণেই তাত সকলো ওলট-পালট হৈ গৈছিল।

যি কি নহওক এটা কৌতুহলপূৰ্ণ কথা এই যে ইংলেণ্ডত ১৮শ শতাব্দীৰ মাজ ভাগৰ ভিতৰতে আধুনিক উপন্যাসৰ উন্নয়ণ হৈছিল। মই তোমাক আগতে কৈছোঁ যে ১৮শ শতাব্দীৰ আগভাগতে "গালিভাৰৰ ভ্ৰমণ বৃত্তান্ত" আৰু "ৰবিনচন ক্ৰুচো"—এই দুখন কিতাপ প্ৰকাশিত হৈছিল। আচল উপন্যাস এই দুখন কিতাপৰ পাচত ওলাইছিল। এই কালতে ইংলেণ্ডত নতুন পঢ়ুৰৈ সমাজ এখনৰ সৃষ্টি হৈছিল।

১৮শ শতাব্দীতে ইংৰাজ গিবনে তেওঁৰ “ৰোমান সাম্ৰাজ্যৰ অৱনতি আৰু পতন” নামৰ বিখ্যাত গ্ৰন্থখন লিখিছিল। মোৰ আগৰ এখন চিঠিত মই ৰোমান সাম্ৰাজ্যৰ বিষয়ে আলোচনা কৰোঁতে তেওঁৰ আৰু তেওঁৰ গ্ৰন্থখনৰ কথা উল্লেখ কৰিছোঁ।

## ৯৬

## গুৰুত্বপূৰ্ণ পৰিৱৰ্তনবিলাকৰ ঠিক আগৰ কালৰ ইউৰোপ

২৪ চেপ্টেম্বৰ, ১৯৩২

অষ্টাদশ শতাব্দীৰ ইউৰোপত, বিশেষকৈ ফ্ৰান্সত, স্ত্ৰী আৰু পুৰুষৰ মনৰ ভাৱ কিছু পৰিমাণে বুজিবলৈ আমি আগতে চেষ্টা কৰিছোঁ। তাৰ পৰা আমি যি আভাস মাথোন পাইছোঁ, সি আমাক কিছুমান নতুন ভাৱৰ সংবৰ্দ্ধনৰ কথা আৰু পুৰণি ভাৱবিলাকৰ লগত সেইবিলাকৰ সংঘাতৰ কথা জনাইছে। আমি এতিয়া ইউৰোপৰ ৰঙ্গমঞ্চৰ যৱনিকাৰ পিচফালে থাকি সেই ৰঙ্গমঞ্চৰ অভিনেতাসকলক চাম।

ফ্ৰান্সত ৰজা বৃদ্ধ লুইৰ অৱশেষত ১৭১৫ খৃঃত মৃত্যু হয়। তেওঁ কেইবাটাও পুৰুষ অন্ত হোৱাৰ পাচতো জীৱিত আছিল। তেওঁৰ পিচত তেওঁৰ আজো নাতি ১৫শ লুই ৰজা হ'ল। পুনৰ ৫৯ বছৰৰ এটা দীঘলীয়া ৰাজত্ব চলিল। এইদৰে ফ্ৰান্সৰ দুজন ক্ৰমিক ৰজা ১৪শ আৰু ১৫শ লুইয়ে ১৩১ বছৰ কাল ৰাজত্ব কৰিছিল। মাণ্চু সম্ৰাট কাংহি আৰু চিয়েন লুঙ প্ৰত্যেকে ৬০ বছৰতকৈ অধিককাল ৰাজত্ব কৰিছিল; কিন্তু তেওঁলোক ইজনৰ পিচত সিজন সম্ৰাট হোৱা নাছিল, তেওঁলোকৰ মাজত তৃতীয় আন এজনৰো ৰাজত্ব আছিল।

১৫শ লুইৰ ৰাজত্ব অসাধাৰণভাৱে দীঘলীয়া হোৱাৰ উপৰিও এই ৰাজত্বত হোৱা অত্যন্ত ঘৃণনীয় দুৰ্গতি আৰু ষড়যন্ত্ৰৰ কাৰণে ই ঘাইকৈ কুখ্যাত আছিল। ৰাজ্যৰ সম্পত্তিবিলাক ৰজাৰ সম্ভোগৰ কাৰণে খৰচ কৰা হৈছিল। অযোগ্য মানুহেৰে গঠিত ৰাজসভাত চুড়ান্ত অপব্যয় হৈছিল। ৰাজসভাৰ সিবিলাক পুৰুষ আৰু মহিলাই ৰজাক সন্তুষ্ট কৰিব পাৰিছিল, তেওঁলোকে ৰজাৰ পৰা মাটি আৰু একো কাম নথকা কিন্তু আয় হোৱা বিষয়-বাব বিনা মূল্যে দান স্বৰূপে পাইছিল। এই সকলোবিলাকৰ অসহ্য বোজা জনসাধাৰণৰ ওপৰত ক্ৰমে বেচি হৈ গৈছিল। স্বেচ্ছাচাৰিতা, অকৰ্মণ্যতা আৰু দুৰ্নীতি সকলোবোৰে হেলাৰঙে বাঢ়ি গৈছিল। শতাব্দীটো শেষ হোৱাৰ আগতে যে সেইবিলাকৰ বাঢ়িবলৈ পথ নোহোৱাহে সেইবিলাক যে অতল গহ্বৰত পাৰিছিল. সেইটো কিবা আচৰিত কথা নে? বৰং আচৰিত হবৰ কথা এইটো হে যে অধঃপতনৰ পথ ইমান দীঘল আছিল আৰু পতনটো হৈছিল ইমান পলম কৈ। ১৫শ লুই জনসাধাৰণৰ বিচাৰ আৰু প্ৰতিশোধৰ পৰা ৰক্ষা পৰিছিল, ইয়াৰ সন্মুখীন হব লগা হৈছিল তেওঁৰ উত্তৰাধিকাৰী ১৬শ লুই।

১৫শ লুইৰ অকৰ্মণ্যতা আৰু দুশ্চৰিত্ৰতা সত্বেও ৰাজ্যত তেওঁৰ অসীম কতৃত্বৰ

সম্পৰ্কে তেওঁৰ মনত অলপো সন্দেহ নাছিল। তেওঁ সৰ্বেসৰ্বা আছিল আৰু তেওঁ যিহকে কৰিবলৈ ভাল পাইছিল, তাকে কৰাৰ অধিকাৰ সম্বন্ধে কোনেও একো আপত্তি কৰিব নোৱাৰিছিল। ১৭৬৬ খৃঃত পেৰিচত বিশেষ সভা এখনত ভাষণে দিওঁতে তেওঁ কি কৈছিল শুনা :

"C'est en ma personne seul que reside l'autorité souveraine.........C'est a moi seul qu'appartient le pouvoir legislatif sans dépendance et sans partage. L'ordre public tout entier émane de moi ; i'en suis le guardien supreme. Mon peuple n'est qu'un avec moi; les droits et les interets de la nation, dont on ose faire un corps separe du monarque sont necessairement unis avec les miens et ne reposent qu' entre mes mains."

অষ্টাদশ শতাব্দীৰ সৰহভাগ কাল ফ্ৰান্সৰ শাসকসকল এনেকুৱাই আছিল। তেওঁ কিছু কাল ইউৰোপত আধিপত্য চলাইছিল যেন দেখা গৈছিল, কিন্তু তাৰ পাচত আন ৰজা আৰু আন জাতিৰ উচ্চাভিলাষৰ লগত তেওঁৰ সংঘৰ্ষ হোৱাত তেওঁ পৰাজয় স্বীকাৰ কৰিবলৈ বাধ্য হয়। ফ্ৰান্সৰ পুৰণি প্ৰতিদ্বন্দ্বী দেশ কেইখনমানে ইউৰোপৰ ৰঙ্গমঞ্চত প্ৰধান ভূমিকা লবলৈ এৰিছিল। কিন্তু আন কিছুমান দেশ ফ্ৰান্সৰ লগত প্ৰতিদ্বন্দ্বীতা কৰিবলৈ মূৰ দাঙি উঠিছিল। গৰ্বী স্পেনে অলপ দিন সাম্ৰাজ্যৰ গৌৰৱ ভোগ কৰাৰ পাচত সেই দেশ ইউৰোপত আৰু আন আন ভাগতো পিচ পৰি গৈছিল। কিন্তু সেই দেশৰ তেতিয়াও আমেৰিকা আৰু ফিলিপাইন দ্বীপপুঞ্জত বিস্তৃত উপনিবেশ আছিল। অষ্ট্ৰিয়াৰ যি হেপ্‌চ্‌বাৰ্গ ৰাজবংশই পূৰ্বে সাম্ৰাজ্যখনৰ অপ্ৰতিদ্বন্দ্বী অধিপতি হৈ তাৰ যোগে ইউৰোপত নেতৃত্ব কৰিছিল, সেই ৰাজবংশ এই কালত আগৰ দৰে প্ৰধান নাছিল। এই কালত অষ্ট্ৰিয়া সেই সাম্ৰাজ্যখনৰ প্ৰধান ৰাষ্ট্ৰ নাছিল; আন এখন ৰাষ্ট্ৰ—প্ৰুচিয়া মূৰ দাঙি উঠি অষ্ট্ৰিয়াৰ সমান প্ৰধান হৈছিল। অষ্ট্ৰিয়াৰ ৰাজ-মুকুটৰ উত্তৰাধিকাৰ সূত্ৰত বহুতো যুদ্ধ হৈছিল আৰু দীঘলীয়া কাল এজোৱা মেৰিয়া থেৰেছা নামৰ মহিলা এগৰাকীয়ে ইয়াক অধিকাৰ কৰি আছিল।

তোমাৰ মনত পৰিব যে ১৬৪৮ খৃঃৰ ৱেষ্টফেলিয়াৰ সন্ধিয়ে প্ৰুচিয়াক ইউৰোপৰ এটা প্ৰধান শক্তি কৰিছিল। হোহেনজলাৰ্ণ ৰাজবংশই তাত ৰাজত্ব কৰিছিল আৰু সেই ৰাজবংশই আনটো জাৰ্ম্মাণ ৰাজবংশ অষ্ট্ৰিয়াৰ হেপ্‌চ্‌বাৰ্গসকলৰ প্ৰাধান্যৰ বিৰুদ্ধে ফেৰ পাতিছিল। ১৭৪০ খৃঃৰ পৰা ১৭৮৬ খৃঃ লৈ ৪৬ বছৰ ফ্ৰেডাৰিকে প্ৰুচিয়াত ৰাজত্ব কৰিছিল; এওঁৰ সামৰিক কৃতকাৰ্যতাৰ বাবে এওঁক মহৎ ফ্ৰেডাৰিক বোলা হয়। ইউৰোপৰ আনবিলাক ৰজাৰ দৰে এ'ৰো স্বেচ্ছাচাৰী ৰজা আছিল। কিন্তু এওঁ দাৰ্শনিকৰ ভাও ধৰিছিল আৰু ভলটেয়াৰৰ লগত বন্ধুতা স্থাপনৰ চেষ্টা কৰিছিল। এওঁ এটা শক্তিশালী সৈন্যবাহিনী সংগঠিত কৰিছিল আৰু নিজে এজন কৃতী সেনানায়ক আছিল। এওঁ নিজক যুক্তিবাদী বুলিছিল আৰু প্ৰবাদ আছে তেওঁ হেনো কৈছিল যে "প্ৰতিজন মানুহকে তেওঁৰ নিজৰ পদ্ধতিৰে স্বৰ্গলৈ যাবলৈ দিয়া উচিত।"

১৭শ শতাব্দীৰপৰাই ইউৰোপত ফৰাচী সংস্কৃতিৰ প্ৰাধান্য চলিছিল। ১৮শ

শতাব্দীৰ মাজ ভাগৰ বছৰ কেইটাত এই প্ৰাধান্য আৰু বেচি স্পষ্ট হৈছিল আৰু ভল্টেয়াৰে ইউৰোপত অভাৱনীয় যশস্যা লাভ কৰিছিল। আন কি, কোনো কোনোৱে এই শতাব্দীটোক "ভল্টেয়াৰৰ শতাব্দী" বোলে। ইউৰোপৰ সকলো ৰাজসভাত, আন কি অনুন্নত চেন্ট পিটাৰ্চবাৰ্গতো, ফৰাচী সাহিত্য পঢ়া হৈছিল আৰু সুৰুচি-সম্পন্ন শিক্ষিত মানুহবিলাকে ফৰাচী ভাষাত লিখি আৰু কথা-বতৰা পাতি বেচি ভাল পাইছিল। এইদৰে মহৎ ফ্ৰেডাৰিকে প্ৰায় সদায় ফৰাচীতে লিখিছিল আৰু ফৰাচীতে কথা-বতৰা পাতিছিল। আন কি তেওঁ ফৰাচী কৱিতা লিখিবলৈকো যত্ন কৰিছিল আৰু ভল্টেয়াৰ হতুৱাই সেই কৱিতাবিলাক শুদ্ধ আৰু উন্নত কৰাবলৈ চেষ্টা কৰিছিল।

প্ৰুচিয়াৰ পূবে আছিল ৰুচিয়া। ৰুচিয়া ইতিমধ্যে সংবৰ্দ্ধিত হৈ পিচৰ কালত অসাধাৰণভাৱে পৰাক্ৰমী শক্তি হৈ উঠিছিল। চীনৰ বুৰঞ্জীৰ বিষয়ে আলোচনা কৰোঁতে আমি জানিব পাৰিছিলোঁ কেনেকৈ ৰুচিয়া চাইবেৰিয়া পাৰ হৈ প্ৰশান্ত মহাসাগৰলৈকে বিস্তৃত হৈছিল আৰু কেনেকৈ আলাস্কালৈ আগুৱাই গৈছিল। ১৭শ শতাব্দীৰ শেষৰ ফালে ৰুচিয়াত এজন সবল শাসক আছিল। তেওঁ আছিল মহৎ পিটাৰ। ৰুচিয়াই যিবিলাক পুৰণি মঙ্গোলীয় অনুষ্ঠান আৰু দৃষ্টিভঙ্গী উত্তৰাধিকাৰসূত্ৰে পাইছিল, পিটাৰে সেইবিলাকৰ বহুতখিনি নাশ কৰিববলৈ ইচ্ছা কৰিছিল। তেওঁ ৰুচিয়াক পশ্চিমীয়া আদৰ্শত গঢ়িবলৈ ইচ্ছা কৰিলে। পুৰণি ৰাজধানী মস্কো প্ৰাচীন পৰম্পৰাৰে পৰিপূৰ্ণ আছিল কাৰণে তেওঁ সেই নগৰ এৰি এখন নতুন নগৰ আৰু নতুন ৰাজধানী সজাইছিল। উত্তৰ ফালে নেভা নদীৰ পাৰত আৰু ফিনলেণ্ড অখাতত সাগৰৰ ভিতৰলৈ বাঢ়ি যোৱা স্থলভাগত থকা এই নগৰখনেই চেন্ট্ পিটাৰ্চবাৰ্গ। মস্কোৰ লগত এই নগৰখন তেনেই অমিল আছিল। মস্কোত ডাঙৰ পকীঘৰবিলাকৰ ওপৰত অৰ্ধ বৃত্তাকাৰৰ গম্বুজ আৰু বৃত্তাকাৰৰ নাইবা বৃত্তাংশ আকাৰৰ চাল আছিল। চেণ্ট্ পিটাৰ্চবাৰ্গ নগৰখন পশ্চিম ইউৰোপৰ ডাঙৰ নগৰবিলাকৰ লগত বেচি মিল আছিল। চেণ্ট্ পিটাৰ্চবাৰ্গ পশ্চিমীয়াকৰণৰ প্ৰতীক হৈছিল আৰু ৰুচিয়াই ইউৰোপৰ ৰাজনীতিত বেচি কৈ ভাগ লবলৈ আৰম্ভ কৰিছিল। বোধ কৰোঁ তুমি জানা যে পিটাৰ্চবাৰ্গ নামটো এতিয়া নাই। যোৱা কুৰি বছৰৰ ভিতৰত দুবাৰ ইয়াৰ নাম পৰিৱৰ্ত্তন কৰা হৈছে। প্ৰথম বাৰ ইয়াক পেট্ৰো--গ্ৰাডলৈ পৰিৱৰ্তিত কৰা হৈছিল, দ্বিতীয় বাৰৰ পৰিৱৰ্তনত ই লেনিনগ্ৰাড হৈছে আৰু এই নাম এতিয়াও প্ৰচলিত আছে।

মহৎ পিটাৰে ৰুচিয়াত বহুতো পৰিৱৰ্ত্তন সাধিছিল। এটা পৰিৱৰ্ত্তনৰ কথা মই উল্লেখ কৰিম—এই পৰিৱৰ্ত্তনৰ কথাটোৱে তোমাক আমোদ দিব। সেই কালত তিৰোতা মানুহবিলাকক আবৃৰত ৰখা "টেৰেম" নামৰ যি প্ৰথাটো ৰুচিয়াত প্ৰচলিত আছিল, তেওঁ সেই প্ৰথাটো অন্ত কৰিলে। পিটাৰে ভাৰতবৰ্ষলৈ চকু দি আছিল আৰু আন্তৰাষ্ট্ৰীয় ৰাজনীতিত ভাৰতবৰ্ষৰ প্ৰাধান্যৰ কথা জানিছিল। তেওঁৰ "উইল"ত তেওঁ লিখিছিল, "মনত ৰাখিবা যে ভাৰতবৰ্ষৰ লগত চলোৱা বাণিজ্যই পৃথিৱীৰ বাণিজ্য; যিজনেই ইয়াত এদনীয়া আধিপত্য স্থাপন কৰিব পাৰিব, তেৱেঁই ইউৰোপৰ সৰ্বাধিনায়ক হব।" ইংলেণ্ডে ভাৰতবৰ্ষত আধিপত্য স্থাপন কৰাৰ পাচত

সেই দেশৰ পৰাক্রম দ্রুত গতিৰে বঢ়াৰ পৰা তেওঁৰ অন্তিম কালৰ কথাটো শুদ্ধ বুলি প্রমাণিত হৈছিল। ভাৰতবর্ষৰ শোষণে ইংলেণ্ডক সম্ভ্রম আৰু সম্পত্তি দিছিল আৰু বহুতো পুৰুষলৈ সেই দেশক পৃথিৱীৰ প্রধান শক্তি কৰিছিল।

এফালে প্রুচিয়া আৰু অষ্ট্রীয়া আৰু আন ফালে ৰুচিয়াৰ মাজত পোলেণ্ড আছিল। দুখীয়া খেতিয়কবিলাকৰ এই দেশখন দুখীয়া আছিল। তাত বাণিজ্য বা উদ্যোগ প্রায় নাছিল আৰু তাত ডাঙৰ নগৰো নাছিল। এই দেশৰ আচৰিত সংবিধান মতে ইয়াত নির্বাচিত ৰজা আছিল আৰু সামন্ত প্রথাই সৃষ্টি কৰা অভিজাতসকলৰ হাতত শাসনৰ সকলো ক্ষমতা আছিল। পোলেণ্ডৰ চাৰিওফালে থকা দেশবিলাক যেতিয়া বেচি সবল হৈছিল, তেতিয়া পোলেণ্ড বেচি দুর্বল হৈছিল। প্রুচিয়া, ৰুচিয়া আৰু অষ্ট্রীয়াই এই দেশলৈ লোলুপ দৃষ্টিৰে চাইছিল।

তথাপি ১৬৮৩ খৃঃত তুর্কীবিলাকে ভিয়েনা আক্রমণ কৰোঁতে পোলেণ্ডৰ ৰজাইহে তেওঁলোকক পৰাজিত কৰি ওলোটাই পঠিয়াইছিল। ইয়াৰ পাচত অটোমান তুর্কীবিলাকে পুনৰ আক্রমণ চলোৱা নাছিল। ইতিমধ্যে তেওঁলোকৰ সকলো শক্তি শেষ হৈছিল, আৰু ক্রমে ক্রমে তেওঁলোকৰ ভাগ্যৰ বিপর্য্যয় হৈছিল। তেতিয়াৰপৰা তেওঁলোকে আত্ম-ৰক্ষাৰ নীতি মানি চলিছিল আৰু ধীৰে ধীৰে ইউৰোপৰ তুর্কী সাম্রাজ্যখন টুটি যাবলৈ ধৰিছিল। কিন্তু ১৮শ শতাব্দীৰ যি প্রথমার্ধ কালৰ কথা আমি আলোচনা কৰিছোঁ, সেই কালত ইউৰোপৰ দক্ষিণ-পূব ভাগত তুৰস্ক শক্তিশালী দেশ আছিল আৰু সেই দেশৰ সাম্রাজ্য বলকান অঞ্চলত আৰু হাঙ্গেৰী চেৰাই পোলেণ্ডলৈকে বিস্তৃত আছিল।

দক্ষিণ ফালে ইটালি দেশখন বিভিন্ন শাসকৰ অধীনত বিভক্ত হৈ আছিল, আৰু ইউৰোপৰ ৰাজনীতিত সেই দেশৰ প্রাধান্য বেচি নাছিল। পোপে এই কালত আগৰ দৰে অধিপতিৰে ভূমিকা লব নোৱাৰিছিল, ৰজা আৰু তলতীয়া ৰজাবিলাকে তেওঁক সন্মান কৰিছিল, কিন্তু ৰাজনৈতিক বিষয়ত তেওঁলৈ আওকাণ কৰিছিল। ক্রমে ক্রমে ইউৰোপত এটা নতুন পদ্ধতিৰ—বৃহৎ শক্তিৰ পদ্ধতিৰ উদ্ভাৱন হৈছিল। মই তোমাক আগতে কৈছোঁ যে শক্তিশালী আৰু কেন্দ্রীয় শাসন-ব্যৱস্থা চলোৱা ৰাজতন্ত্রবিলাকে ৰাষ্ট্রীয়তাৰ ভাবটোৰ উন্নয়ণতে সহায় কৰিছিল। জনসাধাৰণে নিজৰ নিজৰ দেশৰ বিষয়ে বিশেষ এক প্রকাৰে ভাবিবলৈ আৰম্ভ কৰিছিল; আজি-কালি এইদৰে ভবা কথাটো যথেষ্ট সাধাৰণ কথা হৈছে। কিন্তু সেই যুগৰ পূর্বে তেনেকৈ ভবাটো অসাধাৰণ কথা আছিল। ফ্রান্স, ইংলেণ্ড বা বৃটেনিয়া, ইটালি আৰু আন আন দেশৰ প্রতিমূর্তি ওলাবলৈ আৰম্ভ কৰিছিল। প্রতিটো প্রতিমূর্তি জাতিটোৰ প্রতীক বুলি ভবা হৈছিল। পিচত ১৯শ শতাব্দীত এই প্রতিমূর্তিবিলাকে স্ত্রী-পুৰুষ সকলোৰে মনত সুস্পষ্ট গঢ় লৈছিল আৰু এই বিলাকে তেওঁলোকৰ অন্তৰ আচৰিত ৰকমে আলোড়িত কৰিছিল। এইবিলাক নতুন দেৱী আৰু প্রতিজন দেশপ্রেমিকে এই দেৱীসকলৰ বেদীতে উপাসনা কৰে বুলি ভবা হয়, সেই দেৱীসকলৰ নামত আৰু সিবিলাকৰ হৈ দেশপ্রেমীসকলে যুদ্ধ কৰি ইজনে সিজনক বধ কৰে। তুমি জানা "ভাৰত মাতা" ভাবটোৱে কেনেকৈ আমাৰ সকলোৰে অন্তৰ আলোড়িত কৰে আৰু কেনেকৈ এই পৌৰাণিক আৰু কাল্পনিক মূর্ত্তিৰ কাৰণে মানুহবিলাকে আনন্দেৰে কষ্ট ভুগি তেওঁ-

লোকৰ প্ৰাণ দিয়ে। এইদৰে আন আন দেশৰ মানুহবিলাকেও তেওঁলোকৰ মাতৃ-ভূমিৰ ভাৱটোৰ কাৰণে তেনে অনুভৱ কৰিছিল। কিন্তু এই সকলোবিলাক পিচৰ ঘটনা। সম্প্ৰতি মই তোমাক কব খুজিছোঁ যে ১৮শ শতাব্দীতে জাতীয়তা আৰু দেশপ্ৰেমৰ এই ভাৱটো সুদৃঢ় হোৱা দেখা গৈছিল। ফৰাচী দাৰ্শনিকসকলে এই পদ্ধতিৰ গঢ় দিয়াত সহায় কৰিছিল আৰু গুৰুত্বপূৰ্ণ ফৰাচী বিপ্লৱটোৱে এই ভাৱটো স্থায়ী কৰিছিল।

এই জাতিবিলাকেই "শক্তিসমূহ" আছিল। ৰজাবিলাক অহা আহিছিল আৰু যোৱা গৈছিল। কিন্তু জাতিবিলাক চলি আছিল। শক্তিসমূহৰ ভিতৰত কিছুমান ক্ৰমে আনবিলাকতকৈ বেচি প্ৰধান হৈ জিলিকি উঠিছিল। এইদৰে ১৮শ শতাব্দীৰ আগ ভাগত ফ্ৰান্স, ইংলেণ্ড, অষ্ট্ৰিয়া, প্ৰুচিয়া আৰু ৰুচিয়া সুনিশ্চিতকৈ বৃহৎ শক্তি হৈছিল। স্পেনৰ দৰে আন কিছুমান দেশ নীতি মতে বৃহৎ আছিল, কিন্তু সেই-বিলাকৰ অৱনতি হৈছিল।

ইংলেণ্ডৰ সম্পত্তি আৰু প্ৰাধান্য বিষয়ত দ্ৰুত গতিৰে উন্নতি হৈছিল। ইউ-ৰোপৰ দৃষ্টিকোনৰপৰা চালে এলিজাবেথ দিনলৈকে ইংলেণ্ড প্ৰধান দেশ নাছিল, পৃথিৱীৰ সম্পৰ্কত ভাবিলে তাৰ প্ৰাধান্য আৰু বেচি কম আছিল। ইংলেণ্ডৰ লোক সংখ্যা কম আছিল, সেই কালত সম্ভৱতঃ ৬ নিযুততকৈ বেচি নাছিল, এই সংখ্যাটো লণ্ডনৰ বৰ্তমান লোক সংখ্যাতকৈ বহুতো কম আছিল। কিন্তু পিউৰিটানবিলাকৰ বিপ্লৱ আৰু ৰজাৰ বিৰুদ্ধে পাৰ্লামেণ্টৰ জয় হোৱাৰ লগে লগে ইংলেণ্ডে নতুন অৱস্থাৰ লগত নিজক খাপ খুৱাই লোৱাত সেই দেশ আগুৱাই গৈছিল। সেই দৰে হলেণ্ডে স্পেনৰ আধিপত্য গুচাই আগুৱাই গৈছিল।

১৮শ শতাব্দীত আমেৰিকা আৰু এচিয়াত উপনিৱেশ স্থাপনৰ কাৰণে হেতা-ওপৰা লাগিছিল। ইউৰোপৰ বহুতো শক্তিয়ে তাত অংশ গ্ৰহণ কৰিছিল। কিন্তু শেহান্তৰত প্ৰতিযোগিতাটো ইংলেণ্ড আৰু ফ্ৰান্সৰ মাজত ৰৈছিল। এই প্ৰতি-যোগিতাত আমেৰিকা আৰু ভাৰতবৰ্ষত ইংলেণ্ড বহুতো আগ বাঢ়িছিল। ফ্ৰান্সত তেতিয়া ১৪শ লুইৰ অযোগ্য শাসন চলিছিল, তদুপৰি সেই দেশ ইউৰোপৰ ৰাজ-নীতিত বেয়াকৈ সাঙোৰ খাই আছিল। ১৭৫৬ খৃঃৰ পৰা ১৭৬৩ খৃঃ লৈ এই দুই শক্তিৰ মাজত আৰু লগতে আন বহুতো শক্তিৰ মাজত ইউৰোপত, কানাডাত আৰু ভাৰতবৰ্ষত যুদ্ধ চলিছিল; কোন সকলোৰে অধিপতি হব তাৰ সিদ্ধান্ত কৰিবলৈকে এই যুদ্ধবিলাক হৈছিল। ইয়াকে সাত-বছৰীয়া যুদ্ধ বোলা হয়। ইয়াৰ সৰু এটা ভাগ আমি ভাৰতবৰ্ষত দেখিছিলোঁ আৰু সেই যুদ্ধত ফ্ৰান্স পৰাজিত হৈছিল। কানাডাতো ইংৰাজৰে জয় হৈছিল। ইউৰোপত ইংলেণ্ডে এটা নীতি চলাইছিল, যাৰ কাৰণে সেই দেশ জনাজাত; সেই নীতিটো হৈছে সেই দেশৰ হকে যুঁজিবলৈ আন আন দেশক পুৰস্কৃত কৰা। মহৎ ফ্ৰেডাৰিক সেই দেশৰ মিত্ৰ আছিল।

সাত-বছৰীয়া ৰণৰ ফল ইংলেণ্ডৰ কাৰণে বৰ সুবিধাজনক হৈছিল। ভাৰতবৰ্ষ কানাডা—এই দুয়ো দেশতে ইংলেণ্ডৰ লগত ফেৰ মাৰিবলৈ ইউৰোপীয় প্ৰতিদ্বন্দ্বী নাইকিয়া হৈছিল। সাগৰত ইংলেণ্ডৰ নৌ-বিভাগীয় আধিপত্য প্ৰতিষ্ঠিত হৈছিল।

এইদৰে ইংলেণ্ডে সেই দেশৰ সাম্ৰাজ্য সুদৃঢ় আৰু বিস্তৃত কৰি পৃথিৱীত প্ৰধান শক্তি হোৱাৰ যোগ্য অৱস্থা পাইছিল। প্ৰুচিয়াৰো প্ৰাধান্য বাঢ়িছিল।

এই ৰণে ইউৰোপক পুনৰ হায়ৰাণ কৰিছিল আৰু পুনৰ মহাদেশখনত তুলনামূলকভাৱে শান্ত অৱস্থা দেখা গৈছিল। কিন্তু এই শান্ত অৱস্থাই প্ৰুচিয়া, অষ্ট্ৰিয়া আৰু ৰুচিয়াক পোলেণ্ড দেশখন গ্ৰাস কৰাত বাধা নিদিছিল। এই শক্তি কেইটাৰ বিৰুদ্ধে যুঁজিব পৰা অৱস্থা পোলেণ্ডৰ নাছিল; সেই কাৰণে এই তিনিটা কুকুৰ নেচীয়া বাঘে পোলেণ্ডক আক্ৰমণ কৰি বাৰে বাৰে সেই দেশখনক ভাগ ভাগ কৰি শেহত স্বাধীন দেশ স্বৰূপে তাৰ অস্তিত্ব লোপ কৰিছিল। ১৭৭২ খৃঃত. ১৭৯৩ খৃঃত আৰু ১৭৯৫ খৃঃত তিনি বাৰ পোলেণ্ডৰ বিভাজন হৈছিল। প্ৰথম বিভাজনৰ পাচত পোলসকলে তেওঁলোকৰ দেশখন পুনৰ একত্ৰিত কৰি তাক সবল কৰিবলৈ বৰকৈ চেষ্টা কৰিছিল। তেওঁলোকে পাৰ্লামেণ্ট (সংসদ) এখন প্ৰতিষ্ঠিত কৰিছিল আৰু সেই দেশত কলা আৰু সাহিত্যৰ পুনৰুত্থান হৈছিল। কিন্তু পোলেণ্ডৰ চাৰিওফালে থকা স্বেচ্ছাচাৰী ৰজাবিলাকে আগতে তেজৰ সোৱাদ পাই আছিল, তেওঁলোকক পুনৰ সেই সোৱাদ লবলৈ নিদিলে নহৈছিল, তদুপৰি তেওঁলোকৰ পাৰ্লামেন্টলৈ প্ৰীতি নাছিল। সেই কাৰণে যদিও পোলসকলৰ দেশপ্ৰেম আছিল আৰু তেওঁলোকৰ শ্ৰেষ্ঠ বীৰ কস্কিয়াচ্‌স্কোৰ অধীনত তেওঁলোকে চমৎকাৰ যুদ্ধ চলাইছিল, তথাপি ১৭৯৫ খৃঃত পোলেণ্ড দেশ ইউৰোপৰ মানচিত্ৰত অদৃশ্য হৈছিল। সেই সময়ত এই দেশ অদৃশ্য হৈছিল, কিন্তু পোলসকলে তেওঁলোকৰ দেশপ্ৰেম সজীৱ কৰি ৰাখিছিল আৰু মুক্তিৰ সপোন দেখি আছিল, আৰু ১২৩ বছৰৰ পাচত (প্ৰথম) মহাসমৰৰ শেষত যেতিয়া স্বাধীন দেশ স্বৰূপে পোলেণ্ডৰ পুনৰ আবিৰ্ভাৱ হ'ল, তেতিয়া তেওঁলোকৰ সপোন ফলিয়ালে।

মই আগতে কৈছোঁ যে ১৮শ শতাব্দীৰ দ্বিতীয়াৰ্ধত ইউৰোপত কিছু পৰিমাণে শান্ত অৱস্থা এটা আছিল। কিন্তু এই অৱস্থা বেচি দিন নিটিকিল আৰু ই ওপৰে ওপৰেহে আছিল। তোমাক মই এই শতাব্দীত ঘটা বিভিন্ন ঘটনাৰ কথাও আগতে কৈছোঁ। কিন্তু আচলতে তিনিটা ঘটনাৰ কাৰণে ১৮শ শতাব্দীটো বিখ্যাত হৈছে। এই তিনিটা ঘটনা আছিল তিনিটা বিপ্লৱ। এই ১০০ বছৰৰ ভিতৰত আন যিবিলাক ঘটনা ঘটিছিল, সেইবিলাকক এই তিনিটা বিপ্লৱৰ লগত তুলনা কৰিলে সেইবিলাক তুচ্ছ হৈ পৰে। এই তিনিওটা বিপ্লৱ শতাব্দীটোৰ শেষৰ ২৫ বছৰৰ ভিতৰত হৈছিল। বিপ্লৱ কেইটা ৰাজনৈতিক, ঔদ্যোগিক আৰু সামাজিক—এই তিনিটা বিভিন্ন চানেকিৰ আছিল। ৰাজনৈতিক বিপ্লৱটো আমেৰিকাত হৈছিল। ই আছিল তাত থকা বৃটিছ উপনিবেশবিলাকৰ বিদ্ৰোহ, তাৰ ফলত আমেৰিকা যুক্তৰাজ্য নামৰ স্বাধীন গণৰাষ্ট্ৰখনৰ সৃষ্টি হৈছিল আৰু ই আমাৰ দিনত অতি পৰাক্ৰমী হৈছে। উদ্যোগ সম্পৰ্কৰ বিপ্লৱ বা শিল্প-বিপ্লৱটো ইংলেণ্ডত আৰম্ভ হৈ পশ্চিম ইউৰোপৰ দেশবিলাকলৈ বিস্তৃত হৈছিল, তাৰ পাচত আন আন দেশলৈ বিস্তৃত হৈছিল। এই বিপ্লৱ শান্তিপূৰ্ণ কিন্তু সুদূৰপ্ৰসাৰী আছিল আৰু ই সমগ্ৰ পৃথিৱীৰ মানুহৰ জীৱনত যিমান প্ৰভাৱ বিস্তাৰ কৰিছে, লিপিবদ্ধ বুৰঞ্জীত পূৰ্বে ঘটা আন কোনো ঘটনাই সিমান প্ৰভাৱ বিস্তাৰ কৰা নাছিল। এই বিপ্লৱৰ অৰ্থ

হৈছিল বাষ্প আৰু বৃহৎ যন্ত্ৰৰ আবিৰ্ভাৱ আৰু শেহান্তৰত শিল্প পদ্ধতিৰপৰা উদ্ভৱ হোৱা অসংখ্য, যিবিলাকৰ পৰিণাম আমি আমাৰ চাৰিও ফালে দেখিবলৈ পাইছোঁ সেইবিলাক। সামাজিক বিপ্লৱটো আছিল গুৰুত্বপূৰ্ণ ফৰাচী বিপ্লৱটো। এই বিপ্লৱে ফ্ৰান্সত অকল ৰাজতন্ত্ৰৰে লোপ পেলোৱা নাছিল, অগণন বিশেষ স্বত্বৰো লোপ কৰি পেলাইছিল আৰু নতুন শ্ৰেণী কেইটামানৰ প্ৰাধান্য স্থাপন কৰিছিল। এই বিপ্লৱ তিনিটাৰ বিষয়ে আমি অলপ বিস্তাৰিতভাৱে সুকীয়া সুকীয়া কৈ পৰ্য্যালোচনা কৰিব লাগিব।

আমি আগতে পাই আহিছোঁ যে এই ডাঙৰ পৰিৱৰ্ত্তনবিলাকৰ ঠিক আগৰকালত ইউৰোপত ৰাজতন্ত্ৰ সৰ্ব্বপ্ৰধান আছিল। ইংলেণ্ড আৰু হলেণ্ডত পাৰ্লামেণ্ট আছিল। কিন্তু সেইবিলাকত আভিজাত্য আৰু ধনী সম্প্ৰদায়ৰ আধিপত্য আছিল। ধনী মানুহৰ উপকাৰৰ অৰ্থে আৰু তেওঁলোকৰ সম্পত্তি, অধিকাৰ আৰু বিশেষ স্বত্ব ৰক্ষাৰ কাৰণে আইন কৰা হৈছিল। শিক্ষাও অকল ধনী মানুহ আৰু বিশেষ স্বত্ব ভোগকৰা শ্ৰেণী কেইটাৰ কাৰণেহে আছিল। প্ৰকৃততে চৰকাৰো এই শ্ৰেণী কেইটাৰ কাৰণেহে আছিল। সেই কালৰ প্ৰধান সমস্যাবিলাকৰ ভিতৰত দুখীয়া মানুহৰ সমস্যাটোও এটা আছিল। যদিও শীৰ্ষস্থানত অৱস্থা অলপ উন্নত হৈছিল, তথাপি দুখীয়া মানুহৰ দুৰ্গতি আগৰ দৰেই আছিল, প্ৰকৃততে সেইবিলাক বেচি স্পষ্ট হৈছিল।

১৮শ শতাব্দীৰ আদিৰপৰা অন্তলৈকে ইউৰোপৰ জাতিবিলাকে গোলাম বেচা-কিনা কৰা নিষ্ঠুৰ আৰু মমতাহীন বাণিজ্য চলাইছিল। প্ৰকৃত গোলাম ইউৰোপত আগতে নাইকিয়া হৈছিল, কিন্তু জত খেতি কৰা যিবিলাক খেতিয়কক "চাৰ্ফ" বা "ভিলেন" বোলা হৈছিল, তেওঁলোক গোলামতকৈ কোনোপধ্যে উন্নত নাছিল। পিচে আমেৰিকা আৱিস্কৃত হোৱাৰ লগে লগে গোলাম বেচা-কিনা কৰা পুৰণি বাণিজ্যটো অতি নিষ্ঠুৰভাৱে পুনৰ চলোৱা হৈছিল। স্পেনিছ আৰু পৰ্ত্তুগীজবিলাকে আফ্ৰিকাৰ উপকূলত নিগ্ৰোবিলাকক বলেৰে বন্দী কৰি তেওঁলোকক আমেৰিকালৈ নি তাত মাটিৰ কামত লগাই এই বাণিজ্য আৰম্ভ কৰিছিল। ইংৰাজবিলাকে এই অতি ঘৃণনীয় বাণিজ্যত পূৰা অংশ গ্ৰহণ কৰিছিল। আফ্ৰিকানবিলাকক (আফ্ৰিকাবাসীবিলাকক) বনৰীয়া জন্তুৰ দৰে পিচে পিচে খেদি গৈ ধৰি জাকে জাকে শিকলিৰে সাঙুৰি বান্ধি আমেৰিকালৈ চালান দিওঁতে তেওঁলোকৰ যি ভয়ঙ্কৰ দুখ-দুৰ্গতি হৈছিল তাৰ অলপমানো ধাৰণা কৰা তোমাৰ কাৰণে-- আমাৰ যেই কোনো মানুহৰ কাৰণে টান। তেনে অসংখ্য মানুহৰ ভ্ৰমণৰ শেষ ঠাই পোৱাৰ আগতে মৃত্যু হৈছিল। এই পৃথিৱীত যিবিলাক মানুহে দুখকষ্ট পাইছে, তেওঁলোকৰ ভিতৰত নিগ্ৰোবিলাকেই সম্ভৱতঃ দুখ-কষ্টৰ আটাইতকৈ বেচি গধুৰ বোজা বৈছে। ১৯শ শতাব্দীত দাসত্বপ্ৰথা নিয়মমতে নিষিদ্ধ কৰা হৈছিল, এই বিষয়ত ইংলেণ্ডে আগ ভাগ লৈছিল। এই প্ৰশ্নটোৰ সমাধানৰ কাৰণে যুক্তৰাজ্যত এখন গৃহযুদ্ধ চলাব লগা হৈছিল। আমেৰিকা যুক্তৰাজ্যত আজিকালি যিবিলাক লাখ লাখ নিগ্ৰো আছে, তেওঁলোক এই গোলামবিলাকৰে বংশধৰ।

এই শতাব্দীত জাৰ্ম্মাণ আৰু অষ্ট্ৰিয়াত হোৱা সঙ্গীতৰ শ্ৰেষ্ঠ উন্নয়ণৰ কথা

মই তোমাক কৈ আনন্দদায়ক সুৰত এই চিঠিখন শেষ কৰিম। তুমি জানা যে জাৰ্ম্মাণসকল ইউৰোপীয় সংগীতৰ পথপ্ৰদৰ্শক। ১৭শ শতাব্দীতে তেওঁলোকৰ কেইজন মান বিখ্যাত লোকৰ নাম পোৱা যায়। আন ঠাইৰ দৰে ইউৰোপতো সংগীত ধৰ্ম্মানুষ্ঠানৰ প্ৰায় এটা ভাগ আছিল। ক্ৰমে ক্ৰমে ইয়াক বেলেগ কৰা হয় আৰু ধৰ্ম্মৰ লগত সম্পৰ্ক নৰখাকৈ অকল সংগীতেই এটা কলা হয়। ১৮শ শতাব্দীত মোজাৰ্ট আৰু বিঠোভেন —এই দুটা নাম আন সকলোতকৈ বেচি প্ৰখ্যাত। তেওঁলোক দুয়োয়ে শিশুকালতে সংগীতৰ অতি আচৰিত শক্তিৰ পৰিচয় দিছিল আৰু দুয়ো অসাধাৰণ প্ৰতিভাৰ সংগীতৰচক আছিল। সম্ভৱতঃ বিঠোভেন পশ্চিম ইউৰোপৰ আটাইতকৈ শ্ৰেষ্ঠ সংগীতৰচক, কিন্তু ক'লে আচৰিত যেন লাগে যে তেওঁ ধুম-কলা হৈছিল, সেই কাৰণে তেওঁ আনৰ কাৰণে যিবিলাক আচৰিত সংগীত সৃষ্টি কৰিছিল, সেইবিলাক তেওঁ নিজে শুনিবলৈ নেপাইছিল। কিন্তু তেওঁ তেনে সংগীত ধৰি ৰখাৰ আগতে তেওঁৰ অন্তৰে নিশ্চয় তেওঁক সেই সংগীত শুনাইছিল।

## ৯৭
## বৃহৎ যন্ত্ৰৰ আৱিৰ্ভাৱ

২৬ চেপ্টেম্বৰ, ১৯৩২

শিল্পবিপ্লৱ কাক বোলে এই বিষয়ে এতিয়া আমি আলোচনা কৰিম। ই ইংলেণ্ডত আৰম্ভ হৈছিল। সেই কাৰণে ইংলেণ্ডত ইয়াৰ চমু পৰ্যালোচনা কৰিম। ইয়াৰ সঠিক তাৰিখ মই দিব নোৱাৰোঁ, কাৰণ পৰিৱৰ্ত্তনটো যাদুৰ বলত হোৱা যেন কৈ বিশেষ এটা তাৰিখত হোৱা নাছিল। তথাপি ই যথেষ্ট দ্ৰুত আছিল আৰু ১৮শ শতাব্দীৰ মাজ ভাগৰপৰা আৰম্ভ কৰি ১০০ বছৰতকৈও কম সময়ৰ ভিতৰত জীৱনৰ প্ৰকাশভংগী পৰিৱৰ্ত্তিত কৰিছিল। এই চিঠিবিলাকত তুমি আৰু মই অতি প্ৰাচীন কালৰপৰা বহুত হেজাৰ বছৰৰ বুৰঞ্জীৰ ধাৰা অনুসৰণ কৰিছোঁ আৰু বহুতো পৰিৱৰ্ত্তন লক্ষ্য কৰিছোঁ। কোনো কোনো সময়ত এনে পৰিৱৰ্ত্তনবিলাক বিশাল আছিল, কিন্তু এই সকলোবিলাক পৰিৱৰ্ত্তনে মানুহৰ জীৱন চলোৱা পদ্ধতিটোৰ আমূলে পৰিৱৰ্ত্তন কৰা নাছিল। চক্ৰেটিচ, অশোক নাইবা জুলিয়াচ চিজাৰ যদি ভাৰতবৰ্ষত আকবৰৰ ৰাজসভাত নাইবা ১৮শ শতাব্দীৰ আগ ভাগত ইংলেণ্ডত বা ফ্ৰান্সত হঠাৎ উপস্থিত হ'লহেঁতেন, তেনেহলে তেওঁলোকে বহুতো পৰিৱৰ্ত্তন লক্ষ্য কৰিলেহেঁতেন। তেওঁলোকে এই পৰিৱৰ্ত্তনবিলাকৰ কিছুমান অনুমোদন কৰিলেহেঁতেন আৰু আনবিলাক অনুমোদন নকৰিলেহেঁতেন। কিন্তু সকলোবিলাক মুঠতে ধৰি তেওঁলোকে অন্ততঃ বাহিৰত দেখা পৃথিৱীখন চিনি পালেহেঁতেন, কাৰণ ভাববিলাক বৰ বেচি বেলেগ নহ'লহেঁতেন। তদুপৰি দেখা কথা বিলাকৰ সম্পৰ্কতো তেওঁলোকে ইয়াত তেনেই আচহুৱা যেন অনুভৱ নকৰিলেহেঁতেন। তেওঁলোকে যদি ভ্ৰমণ কৰিব খুজিলেহেঁতেন, তেনেহ'লে তেওঁলোকে ঘোঁৰাত উঠি

নাইবা ঘোঁৰাই টনা গাড়ীত উঠি তেওঁলোকৰ নিজৰ নিজৰ দিনত ভ্ৰমণ কৰাৰ দৰেই ভ্ৰমণ কৰিব পাৰিলেহেঁতেন আৰু তেনে ভ্ৰমণত তেওঁলোকৰ দিনত যিমান সময় লাগিছিল, প্ৰায় সিমান সময়েই লাগিলহেঁতেন।

কিন্তু সেই তিনিজনৰ কোনোবা এজন যদি আমাৰ আধুনিক কালৰ পৃথিৱীলৈ আহিলহেঁতেন, তেনেহলে তেওঁ অতি আচৰিত হ'লহেঁতেন আৰু সম্ভৱতঃ তেওঁৰ বিস্ময়টো সঘনে দুখ লগা ধৰণৰ হ'লহেঁতেন। তেওঁ দেখা পালেহেঁতেন যে এতিয়া মানুহে আটাইতকৈ বেগী ঘোঁৰাতকৈও বহুত বেচি বেগেৰে, ধনুকাঁড়তকৈও বেচি বেগেৰে ভ্ৰমণ কৰে; ৰেলগাড়ী, বাষ্পৰে চলোৱা জাহাজ, মটৰগাড়ী আৰু বিমানৰ মানুহে ভয়ঙ্কৰ বেগেৰে পৃথিৱীৰ সকলো ভাগতে লৰি-ঢাপৰি ফুৰে। তাৰ পাচত তেওঁৰ মন আকৃষ্ট কৰিলেহেঁতেন টেলিগ্ৰাফ, টেলিফোন আৰু অনাতাঁৰ বাৰ্তাবহে, আধুনিক ছাপাখানাই উলিয়াই দিয়া অসংখ্য কিতাপে, বাতৰি কাকতবিলাকে আৰু আন অসংখ্য বস্তুৱে;—এই সকলোবিলাক ১৮শ শতাব্দীত আৰু তাৰ পাচত হোৱা শিল্পবিপ্লৱে উদ্যোগৰ যিবিলাক নতুন কৌশলৰ প্ৰচলন কৰাইছিল, সেইবিলাকৰে ফল। চক্ৰেটিচ, অশোক নাইবা জুলিয়াচ চিজাৰে এই নতুন পদ্ধতিবিলাক অনুমোদন কৰিলেহেঁতেন নে নকৰিলেহেঁতেন মই ক'ব নোৱাৰোঁ। কিন্তু এই কথাত কোনো সন্দেহ নাই যে তেওঁলোকে তেওঁলোকৰ দিনত চলা পদ্ধতিবিলাকৰ লগত এইবিলাক পদ্ধতিৰ আমূল পাৰ্থক্য দেখা পালেহেঁতেন।

শিল্প-বিপ্লৱে পৃথিৱীলৈ বৃহৎ যন্ত্ৰ আনিছিল। ই যন্ত্ৰযুগৰ বা যান্ত্ৰিক যুগৰ প্ৰচলন কৰাইছিল। অৱশ্যে আগেয়েও যন্ত্ৰ আছিল, কিন্তু সেইবিলাকৰ কোনোটোৱেই নতুন যন্ত্ৰৰ সমান বৃহৎ নাছিল। যন্ত্ৰনো কি? মানুহক কামত সহায় কৰিবলৈ ই এটা ডাঙৰ সঁজুলি। মানুহক সঁজুলি সজা প্ৰাণী বোলা হয়, মানুহে অতি প্ৰাচীন কালৰপৰা সঁজুলি সাজি আহিছে আৰু সেই সঁজুলিবিলাক বেচি ভাল কৰিবলৈ চেষ্টা চলাই আছে। সঁজুলিৰ কাৰণেই মানুহে আন জন্তুৰ ওপৰত আধিপত্য কৰিছিল,—বহুতো এনে জন্তু মানুহতকৈ বেচি পৰাক্ৰমী আছিল। সঁজুলিয়ে মানুহৰ হাত বেচি দীঘল কৰিছিল, নাইবা তুমি ইয়াক তৃতীয় হাত বুলিব পাৰা। যন্ত্ৰই সঁজুলিক বেচি ব্যাপ্ত কৰিছিল। সঁজুলি আৰু যন্ত্ৰই মানুহক পশুলোকৰ ওপৰলৈ তুলিছিল। সেইবিলাকে মানৱ সমাজক প্ৰকৃতিৰ বন্ধন পৰা মুক্ত কৰিছিল। সঁজুলি আৰু যন্ত্ৰৰ সহায়ত মানুহে বস্তু উৎপন্ন কৰিবলৈ সহজ পাইছিল। মানুহে বেচিকৈ উৎপন্ন কৰিছিল, তথাপি বেচি আৰ্জৰি পাইছিল। ইয়াৰ ফল হৈছিল সভ্যতাৰ কৌশলৰ, চিন্তাৰ আৰু বিজ্ঞানৰ প্ৰগতি।

কিন্তু বৃহৎ যন্ত্ৰ আৰু ইয়াৰ লগত সম্পৰ্ক থকা সকলোবিলাক নিখুঁত সুখৰ আকৰ হোৱা নাই। ই সভ্যতাৰ সংবৰ্ধনত উৎসাহ দিছে হয়, কিন্তু যুদ্ধৰ আৰু বিনাশৰ অস্ত্ৰশস্ত্ৰ উৎপন্ন কৰি ই পাশৱিকতাৰ সংবৰ্ধনতো উৎসাহ দিছে। ই প্ৰচুৰ উৎপন্ন কৰিছে হয়, কিন্তু এই প্ৰচুৰতা ঘাইকৈ জনসাধাৰণৰ কাৰণে হোৱা নাই, সীমাবদ্ধ অলপীয়া মানুহৰ কাৰণেহে প্ৰধান কৈ হৈছে। ই বৰ ধনীবিলাকৰ বিলাসিতা

আৰু দীন-দৰিদ্ৰৰ মাজত থকা পাৰ্থক্যটো অতীত কালত থকা এনে পাৰ্থক্যতকৈ বেচিহে কৰিলে। ই মানুহৰ সঞ্জুলি আৰু ভৃত্য হোৱাৰ সলনি মানুহৰ প্ৰভু হবলৈহে সাহ কৰিছে। ই এফালে সহযোগ, সংগঠন, কামৰ সময় ঠিক ৰখা—এইবিলাক গুণ শিকাইছে, আন ফালে লাখ লাখ মানুহৰ জীৱনটোকে নিৰানন্দ আৰু বৈচিত্ৰ্যহীন কাৰ্যক্ৰম চলোৱা এটা কৃত্ৰিম, দুঃসহ বোজা স্বৰূপ কৰিছে; এনে জীৱনত আনন্দ বা মুক্তি প্ৰায় নেথাকে।

কিন্তু যন্ত্ৰৰ লগত অহা অপকাৰবিলাকৰ কাৰণে তুচ্ছ যন্ত্ৰটোক আমি কিয় দোষ দিওঁ? মানুহে ইয়াক বেয়াকৈ ব্যৱহাৰ কৰিছে, সেইকাৰণে দোষটো মানুহৰ; সমাজে ইয়াৰ সম্পূৰ্ণ সুযোগ ল'ব পৰা নাই, সেই কাৰণে দোষটো সমাজৰ। এইটো ভাবিব নোৱাৰা কথা যেন লাগে যে পৃথিৱীখন নাইবা কোনো এখন দেশ শিল্প-বিপ্লৱৰ আগৰ পুৰণি কালটোলৈ উলটি যাব পাৰিব। তদুপৰি, কিছুমান অপকাৰৰ হাত সাৰিবৰ অৰ্থে শিল্পপদ্ধতিয়ে যিবিলাক অসংখ্য ভাল বস্তু আমাক দিছে, সেই সকলোবিলাক আমি দলিয়াই পেলোৱা উচিত বুলি ভবাটোও বাঞ্ছনীয় বা যুক্তি-সঙ্গত নহয়। যি কি নহওক, যন্ত্ৰ আহিল আৰু ই থাকি যাব। সেই কাৰণে আমাৰ কাৰণে সমস্যা হৈছে শিল্পপদ্ধতিৰ সজ বস্তুখিনি সংৰক্ষণ কৰা আৰু ইয়াৰ লগত অহা অপকাৰখিনিৰ হাত সৰা। ই যিবিলাক সম্পত্তি উৎপন্ন কৰে, আমি তাৰ সুযোগ ল'ব লাগিব, কিন্তু যিবিলাকে এই সম্পত্তি উৎপন্ন কৰে, তেওঁলোকৰ মাজত যেন ইয়াক সমানে বিতৰণ কৰা হয় তালৈ ভালকৈ চকু দিব লাগিব।

এই চিঠিখনৰ উদ্দেশ্য আছিল ইংলেণ্ডত শিল্প-বিপ্লৱৰ বিষয়ে তোমাক অলপমান কোৱা। কিন্তু মোৰ অভ্যাস মতে সেই বিষয়টো হঠাৎ এৰি শিল্প-পদ্ধতিৰ ফলৰ বিষয়ে আলোচনা কৰিবলৈ ললোঁ। মই তোমাৰ আগত এনে এটা সমস্যা দাঙি ধৰিছোঁ, যিটোৱে আজিৰ দিনত মানুহক বিৱক্ত কৰিছে। কিন্তু আমি আজিৰ দিনটো পোৱাৰ আগত কালিৰ দিনটোৰ লগত আমাৰ সম্পৰ্ক হয়; শিল্প-পদ্ধতিৰ ফলৰ বিষয়ে আলোচনা কৰাৰ আগতে ইনো কেতিয়া কেনেকৈ আহিছিল তাৰ পৰ্যালোচনা কৰা আমাৰ উচিত হব। এই বিপ্লৱটোৰ প্ৰাধান্যৰ কথাটো তোমাৰ মনত ভালকৈ লগাবৰ কাৰণে মই এই পাতনিটো ইমান দীঘলীয়া কৰিলোঁ। এই বিপ্লৱটো শীৰ্ষ স্থানত ৰজা আৰু শাসকৰ পৰিৱৰ্ত্তন কৰা ৰাজনৈতিক বিপ্লৱ মাথোন নাছিল। ই আছিল সকলো বিভিন্ন শ্ৰেণীৰ মানুহক, প্ৰকৃততে সকলো মানুহক প্ৰভাৱিত কৰা বিপ্লৱ। যন্ত্ৰৰ আৰু শিল্পপদ্ধতিৰ বিজয়ৰ অৰ্থ হৈছিল যি কেইটা শ্ৰেণীৰ যন্ত্ৰৰ ওপৰত আধিপত্য হৈছিল, সেই শ্ৰেণী কেইটাৰ বিজয়। তোমাক বহুত দিনৰ আগতে কৈছিলোঁ যে যি শ্ৰেণীয়ে উৎপাদনৰ উপায়ত আধিপত্য কৰে, সিয়েই শাসন কৰে। প্ৰাচীন কালত মাটি উৎপাদনৰ একেটা মাথোন প্ৰধান উপায় আছিল, সেই কাৰণে যিবিলাক মাটিৰ গৰাকী আছিল, তেওঁলোক, অৰ্থাৎ জমিদাৰবিলাক অধিপতি আছিল। সামন্ত যুগত এনে আছিল। তাৰ পাচত মাটিৰ বাহিৰে আন সম্পত্তি ওলাইছিল, তেতিয়া মাটিৰ গৰাকী হৈ থকা শ্ৰেণীবিলাকে উৎপাদনৰ নতুন উপায়ৰ গৰাকীবিলাকৰ লগত ক্ষমতা ভগাই লৈছিল। তাৰ পাচত যেতিয়া বৃহৎ যন্ত্ৰৰ আবিৰ্ভাব হৈছিল, তেতিয়া স্বাভাৱিকতে বৃহৎ যন্ত্ৰৰ ওপৰত

আধিপত্য থকা শ্ৰেণীবিলাকে শীৰ্ষস্থান অধিকাৰ কৰিছিল আৰু এই শ্ৰেণীবিলাক অধিপতি হৈছিল।

মোৰ এই চিঠিবিলাকত মই তোমাক বহুত বাৰ আগতে কৈছোঁ কেনেকৈ চহৰবিলাকত "বুৰ্জোৱা" বা মধ্যবিত্ত শ্ৰেণীৰ প্ৰাধান্য বাঢ়িছিল আৰু কেনেকৈ এই শ্ৰেণীৰ মানুহে সামন্তপ্ৰথাই সৃষ্টি কৰা অভিজাতসকলৰ বিৰুদ্ধে যুঁজি কিছুমান অঞ্চলত কিছু পৰিমাণে জয়লাভ কৰিছিল। সামন্তপ্ৰথাৰ বিলোপৰ কথাও তোমাক আগতে কৈছোঁ আৰু সম্ভৱতঃ মোৰ লিখাৰপৰা তোমাৰ মনত এনে ভাব হৈছে যে এই "বুৰ্জোৱা" অৰ্থাৎ মধ্যবিত্তৰ নতুন শ্ৰেণীটোৱে সামন্তপ্ৰথাৰ ঠাই লৈছিল। যদি তেনে হৈছে, তেনেহলে মোৰ ভুলটো শুদ্ধ কৰিব খোজোঁ, কাৰণ মধ্যবিত্ত শ্ৰেণীৰ ক্ষমতা লাভ বহুত পলমকৈ হৈছিল আৰু যি কালছোৱাৰ কথা আমি আলোচনা কৰিছোঁ, সেই কালত সেই শ্ৰেণীৰ ক্ষমতা লাভ নহৈছিল। ফ্ৰান্সত এটা ডাঙৰ বিপ্লৱ কৰিব লগীয়া হৈছিল আৰু ইংলেণ্ডত এনে বিপ্লৱৰ আশঙ্কাই দেখা দিছিল —তাৰ পিচতহে মধ্যবিত্তবিলাকে ক্ষমতা লাভ কৰিলে। ১৬৮৮ খৃষ্টাব্দত ইংলেণ্ডত হোৱা বিপ্লৱৰ ফলত পাৰ্লামেণ্টৰ জয় হৈছিল, কিন্তু তোমাৰ মনত পৰিব যে পাৰ্লা-মেণ্টতো অলপীয়া সংখ্যাৰ মানুহৰ, বিশেষকৈ জমিদাৰবিলাকৰ প্ৰতিনিধিহে আছিল। চহৰবিলাকৰ কেইজনমান ডাঙৰ বণিক হয়তো পাৰ্লামেণ্টত সোমাইছিল, কিন্তু মুঠতে কবলৈ হ'লে বণিক শ্ৰেণীৰ অৰ্থাৎ মধ্যবিত্ত শ্ৰেণীৰ তাত স্থান নাছিল।

এইদৰে যিসকল মাটিৰ গৰাকী আছিল, তেওঁলোকৰ হাতত ৰাজনৈতিক ক্ষমতা আছিল। ইংলেণ্ডত এনে হৈছিল, আনবিলাক দেশত ততোধিক বেচিকৈ এনে হৈছিল। মাটি-সম্পত্তি উত্তৰাধিকাৰসূত্ৰে পিতাকৰপৰা পুতেকে পাইছিল। এই-দৰে ৰাজনৈতিক ক্ষমতাও উত্তৰাধিকাৰ সূত্ৰে লাভ কৰা বিশেষ স্বত্ব হৈছিল। মই তোমাক আগতে ইংলেণ্ডৰ "পকেট বৰো"বিলাকৰ কথা কৈছোঁ; এইবিলাক পাৰ্লা-মেণ্টলৈ সদস্য নিৰ্ব্বাচিত কৰা এনে নিৰ্ব্বাচনমণ্ডলী, য'ত মুঠেই কেইজন মান ভোটদাতা (নিৰ্ব্বাচক) আছিল। এই কেইজন নিৰ্ব্বাচক সাধাৰণতে কোনোবা এজনৰ কৰ্তৃত্বাধীন হৈ থাকে, সেই কাৰণে "বৰো" বা চহৰখন সেই মানুহজনৰ "পকেট" বা চোলাৰ জেপৰ ভিতৰত থাকে বুলি কোৱা হৈছিল। এনে নিৰ্ব্বাচন অৱশ্যে হাস্য-জনক, আৰু বহুত পৰিমাণে দুৰ্নীতি, ভোট বিক্ৰি আৰু পাৰ্লামেণ্টৰ আসন বিক্ৰি চলিছিল। উঠি অহা মধ্যবিত্ত শ্ৰেণীৰ কিছুমান ধনী মানুহে এইদৰে পাৰ্লামেণ্টৰ আসন কিনি ল'ব পাৰিছিল। কিন্তু জনসাধাৰণৰ কোনো ফালেই কোনো কাম ফল-দায়ক কৈ কৰাৰ সুযোগ নাছিল। তেওঁলোকৰ উত্তৰাধিকাৰ সূত্ৰে কোনো বিশেষ স্বত্ব বা ক্ষমতা নাছিল আৰু এইটো ভালকৈ জনা কথা যে তেওঁলোকে ক্ষমতা কিনি ল'ব নোৱাৰিছিল। সেই কাৰণে ধনী আৰু বিশেষ স্বত্ব ভোগ কৰা মানুহবিলাকে যেতিয়া তেওঁলোকক দমন আৰু শোষণ কৰিছিল, তেতিয়া তেওঁলোকে একো কৰিব নোৱাৰিছিল। পাৰ্লামেণ্টৰ ভিতৰত, আন কি পাৰ্লামেণ্টলৈ সদস্য নিৰ্ব্বাচনতো তেওঁলোকৰ মাত নাছিল। তেওঁলোকে বাহিৰত সভা-সমিতি, সমদল আদি-পাতি মনৰ ভাব প্ৰকাশ কৰিলে কৰ্তৃত্ব চলোৱাসকলে খং কৰিছিল আৰু তেনে সভা-সমিতি আদি বলেৰে ভাঙি দিছিল। জনসাধাৰণ আছিল বিশৃঙ্খল, দুৰ্ব্বল আৰু নিৰাশ্ৰয়।

কিন্তু তেওঁলোকৰ কষ্ট আৰু দুৰ্গতি যেতিয়া কুলাই পাচিয়ে নধৰা হৈছিল, তেতিয়া তেওঁলোকে আইন আৰু শৃঙ্খলাৰ কথা পাহৰি হুলস্থুলৰ সৃষ্টি কৰিছিল। এইদৰে ১৮শ শতাব্দীত ইংলেণ্ডত বহুতো পৰিমাণে আইন অমান্য কৰা হৈছিল। জনসাধাৰণৰ সাধাৰণ অৰ্থনৈতিক অৱস্থা বেয়া আছিল। ডাঙৰ জমিদাৰবিলাকে সৰু সৰু খেতিৰ পাম থকা খেতিয়কবিলাকক মাটিৰপৰা উৎপীড়ন কৰি খেদি তেওঁলোকৰ নিজৰ জমিদাৰী বঢ়াবলৈ চেষ্টা কৰি জনসাধাৰণৰ অৰ্থনৈতিক অৱস্থা আৰু বেচি বেয়া কৰিছিল। গাওঁবিলাকৰ সমূহীয়া মাটিও আত্মসাৎ কৰা হৈছিল। এই সকলোবিলাকে জনসাধাৰণৰ দুখ-কষ্ট বঢ়াইছিল। শাসন চলোৱাত জনসাধাৰণৰ মাত একেবাৰে নথকাৰ কাৰণেও তেওঁলোক বিতুষ্ট হৈছিল আৰু বেচি স্বাতন্ত্ৰ্যৰ কাৰণে এটা অস্পষ্ট দাবী হৈছিল।

ফ্ৰান্সৰ অৱস্থা আৰু বেচি বেয়া আছিল আৰু তাৰ বাবে বিপ্লৱটো হৈছিল। ইংলেণ্ডত ৰজা অপ্ৰধান আছিল আৰু তাত বেচি মানুহে ক্ষমতাৰ ভাগ পাইছিল। তদুপৰি ফ্ৰান্সত যিবিলাক ৰাজনৈতিক ভাবৰ উন্নয়ণ হৈছিল, ইংলেণ্ডত তেনে উন্নয়ণ নহৈছিল। সেই কাৰণে ইংলেণ্ড বিপ্লৱৰ পৰা সাৰিছিল আৰু তাত পৰিৱৰ্ত্তনবিলাক কম বেচি ধীৰ আছিল। ইতিমধ্যে শিল্প-পদ্ধতিয়ে আৰু নতুন অৰ্থনৈতিক গাঁথনিয়ে যিবিলাক দ্ৰুত পৰিৱৰ্তন ঘটাইছিল, সেইবিলাকে উদগতিৰ বেগ বঢ়াইছিল।

১৮শ শতাব্দীত ইংলেণ্ডৰ ৰাজনৈতিক পটভূমি এনে আছিল। ঘাইকৈ ইংলেণ্ডৰ বাসিন্দা হোৱা বিদেশী কাৰিকৰবিলাকৰ দ্বাৰা দেশৰ ভিতৰত চলা উদ্যোগবিলাকত সেই দেশে সুস্থিৰভাৱে উন্নতি কৰিছিল। ইউৰোপৰ প্ৰধান ভূমিভাগত হোৱা ধৰ্ম্মযুদ্ধবিলাকে বহুতো প্ৰটেষ্টাণ্টক নিজৰ নিজৰ দেশ আৰু ঘৰবাৰী এৰি ইংলেণ্ডত আশ্ৰয় লবলৈ বাধ্য কৰিছিল। যি সময়ত স্পেনিয়াৰ্ডবিলাকে নেদাৰলেণ্ডচৰ বিদ্ৰোহ দমন কৰিবলৈ চেষ্টা কৰিছিল, সেই সময়ত নেদাৰলেণ্ডচৰ বহুসংখ্যক কাৰিকৰ সেই দেশৰপৰা ইংলেণ্ডলৈ পলাই গৈছিল। প্ৰবাদ আছে যে ৩০,০০০ তেনে কাৰিকৰে ইংলেণ্ডৰ পূব অঞ্চলত বসতি স্থাপন কৰিছিল আৰু ৰাণী এলিজাবেথে এই চৰ্তত তেওঁলোকক বসতি পাতিবলৈ দিছিল যে কাৰিকৰবিলাকৰ প্ৰত্যেক ঘৰে একোজন ইংৰাজ "শিক্ষানবিচ" নিয়োগ কৰিব লাগিব। ইয়াৰ পৰা ইংলেণ্ডে সেই দেশত কাপোৰ উৎপাদনৰ উদ্যোগ প্ৰতিষ্ঠা কৰাত সহায় পাইছিল। যেতিয়া এই উদ্যোগ প্ৰতিষ্ঠিত হৈছিল, তেতিয়া ইংৰাজবিলাকে নেদাৰলেণ্ডচৰ শ্ৰমশিল্পত উৎপাদিত কাপোৰ ইংলেণ্ডলৈ আমদানি কৰা নিষেধ কৰিছিল। সেইকালৰ আগৰপৰা তেতিয়ালৈকে নেদাৰলেণ্ডচ বাসীবিলাক স্বাধীনতা লাভৰ কাৰণে চলোৱা ভয়ঙ্কৰ যুদ্ধত লিপ্ত আছিল, তাৰ ফলত তেওঁলোকৰ উদ্যোগবিলাকৰ ক্ষতি হৈছিল। সেই কাৰণে এনে হৈছিল যে আগৰ কালত নেদাৰলেণ্ডচৰ শিল্পজাত কাপোৰ বোজাই কৰা অসংখ্য যিবিলাক জাহাজ ইংলেণ্ডলৈ গৈছিল, অলপ দিনৰ পিচত তেনেকৈ জাহাজ যোৱাই অকল বন্ধ হোৱা নাছিল, ওলোটাকৈ ইংলেণ্ডৰ কাপোৰ নেদাৰলেণ্ডলৈ নেবানেপেৰাকৈ যাবলৈ ধৰিছিল আৰু এনে কাপোৰৰ পৰিমাণ বাঢ়ি গৈছিল।

এইদৰে বেলজিয়ামৰপৰা যোৱা ৰালুনবিলাকে ইংৰাজবিলাকক কাপোৰ ববলৈ শিকাইছিল। তাৰ পিচত ফ্ৰান্সৰ প্ৰটেষ্টাণ্ট আশ্ৰয়প্ৰাৰ্থী হিউগ্‌নটবিলাকে ইংলেণ্ডলৈ

গৈ ইংৰাজবিলাকক ৰেচমৰ কাপোৰ ববলৈ শিকাইছিল। ১৭শ শতাব্দীৰ দ্বিতীয়াৰ্ধত ইউৰোপৰ প্ৰধান ভূমিভাগৰপৰা বহুতো কাৰিকৰ ইংলেণ্ডলৈ গৈছিল আৰু ইংৰাজবিলাকে তেওঁলোকৰপৰা কাগজ, কাঁচ, যান্ত্ৰিক পুতুলা, ঘড়ী, জেপ-ঘড়ী আদি প্ৰস্তুত কৰাৰ বহুতো ব্যৱসায় শিকিছিল।

এইদৰে যি ইংলেণ্ড ইমান দিন ইউৰোপৰ এখন অনুন্নত দেশ আছিল, সেই দেশৰ প্ৰাধান্য আৰু সম্পত্তি বাঢ়িছিল। লণ্ডনৰো উন্নতি হৈছিল, ই নিয়মীয়াকৈ প্ৰধান বন্দৰ হৈছিল আৰু ইয়াৰ লোকসমূহ উন্নতিশীল বণিক আৰু বেপাৰী আছিল। ১৭শ শতাব্দীৰ আগ ভাগতে যে লণ্ডন প্ৰধান বন্দৰ হৈছিল, সেই কথা প্ৰমাণ কৰা এটা ৰহস্যজনক কাহিনী আছে। ইংলেণ্ডৰ ৰজা প্ৰথম জেমচ্, প্ৰথম চাৰ্লচ্ নামৰ যিজন ৰজাক হত্যা কৰা হৈছিল তেওঁৰ পিতাক আছিল। প্ৰথম জেম্চে স্বেচ্ছাচাৰিতা আৰু ৰজাৰ ঐশ্বৰিক স্বত্বত বৰকৈ বিশ্বাস কৰিছিল। তেওঁ পাৰ্লামেণ্টক আৰু লণ্ডনৰ হঠাৎ বিখ্যাত হোৱা বণিকবিলাকক ভাল নেপাইছিল আৰু তেওঁ খঙত লণ্ডনৰ নাগৰিকবিলাকক ভয় খুৱাইছিল যে তেওঁ ৰাজসভা অক্চ্ফোৰ্ডলৈ স্থানান্তৰিত কৰিব। লণ্ডনৰ "লৰ্ড মেয়ৰ"জনে (পৌৰাধ্যক্ষজনে) ৰজাৰ ভীতি প্ৰদৰ্শনত বিচলিত নহৈ কৈছিল যে "মহাৰাজে যেন কৃপা কৰি টেম্চ নদীখন তেওঁলোকলৈ এৰি থৈ যায়", সেই আশা তেওঁ কৰিছিল।

লণ্ডনৰ এই ধনী বণিকৰ শ্ৰেণীটোৱেই প্ৰথম চাৰ্লচৰ বিৰুদ্ধে চলোৱা সংগ্ৰামত পাৰ্লামেণ্টক সহায় কৰিছিল আৰু ইয়াক বহুতো ধন দিছিল।

ইংলেণ্ডত সংবৰ্ধিত হোৱা এই সকলোবিলাক শ্ৰমশিল্পক কুটীৰশিল্প বোলা হয়। অৰ্থাৎ কাৰিকৰ বা শিল্পীবিলাকে সাধাৰণতে তেওঁলোকৰ নিজৰ ঘৰত নাইবা সৰু সৰু সমষ্টি হৈ কাম কৰিছিল। প্ৰত্যেকটো ব্যৱসায়তে শিল্পীবিলাকৰ শ্ৰেণী বা সংস্থা আছিল, সেইবিলাক ভাৰতবৰ্ষৰ বহুত জাতিৰ লগত অমিল নাছিল, কিন্তু জাতিত যেনেকৈ ধৰ্ম্মৰ সম্পৰ্ক আছে, সেইবিলাকত তেনে ধৰ্ম্মৰ সম্পৰ্ক নাছিল। প্ৰধান শিল্পীবিলাকে "শিক্ষানবিচ" ৰাখি তেওঁলোকক নিজৰ নিজৰ শিল্প শিকাইছিল। তাঁতীবিলাকৰ নিজৰ নিজৰ তাঁত আছিল, সূতা কটা মানুহৰ নিজৰ নিজৰ সূতা কটা যন্তৰ আছিল। সূতা কটা শিল্পটো বেচি ব্যাপক আছিল আৰু ই ছোৱালী আৰু তিৰোতা মানুহৰ আজৰিৰ সময়ৰ শিল্প আছিল। কোনো কোনো সময়ত কোনো কোনো ঠাইত সৰু সৰু কাৰখানা আছিল, তাত কিছুমান তাঁতশাল একেলগ কৰি তাঁতীবিলাকে একেলগে কাম কৰিছিল। কিন্তু প্ৰতিজন তাঁতীয়ে তেওঁৰ তাঁতশালত সুকীয়াকৈ কাম কৰিছিল, সেই কাৰণে তেওঁ এই তাঁতশালত নিজৰ ঘৰত কাম কৰা আৰু আন এঠাইত আনবিলাক তাঁতী আৰু তেওঁলোকৰ তাঁতশালবিলাকৰ লগত একেলগে কাম কৰাৰ প্ৰকৃততে একো পাৰ্থক্য নাছিল। সৰু কাৰখানাবিলাক বৃহৎ যন্ত্ৰ থকা আধুনিক কাৰখানাৰ লগত সম্পূৰ্ণ অমিল আছিল।

সেই কালত কুটীৰ পৰ্য্যায়ৰ শিল্পৰ অকল ইংলেণ্ডতে সংবৰ্ধন হোৱা নাছিল, পৃথিৱীৰ সকলো ঠাইতে যিবিলাক দেশত শিল্প আছিল, সেইবিলাকৰ প্ৰতিখন দেশতে শিল্পৰ সংবৰ্ধন হৈছিল। এইদৰে ভাৰতবৰ্ষত এই কুটীৰ শিল্পবিলাক বৰ উন্নত আছিল। ইংলেণ্ডত কুটীৰশিল্প এতিয়া প্ৰায় একেবাৰে লোপ পাইছে, কিন্তু

ভাৰতবৰ্ষত এতিয়াও তেনে শিল্প বহুত আছে। ভাৰতবৰ্ষত এতিয়াও বৃহৎ যন্ত্ৰ আৰু কুটীৰৰ তাঁতশাল দুয়োৰে লগে লগে সংবৰ্ধন হৈ আছে, তুমি দুয়োটাকে তুলনা কৰি দুয়োটাৰ মাজত থকা পাৰ্থক্যখিনি চাব পাৰা। তুমি জানা যে আমি খাদী কাপোৰ পিন্ধো। ইয়াৰ সূতা হাতে-কটা আৰু ই হাতেৰে বোৱা, এইদৰে ই ভাৰত-বৰ্ষৰ কুটীৰ আৰু মাটিৰ জুপুৰীত উৎপন্ন কৰা বস্তু। যি কি নহওক, নতুন যান্ত্ৰিক আৱিষ্কাৰে ইংলেণ্ডত কুটীৰশিল্পত বিশেষ পৰিৱৰ্ত্তন ঘটাইছিল। যন্ত্ৰই মানুহৰ কাম বেচিকৈ কৰিবলৈ লৈছিল আৰু কম চেষ্টাতে বেচি উৎপন্ন কৰা বেচি সহজ কৰিছিল। এই আৱিষ্কাৰবিলাক ১৮শ শতাব্দীৰ মাজ ভাগত আৰম্ভ হৈছিল, এইবিলাকৰ বিষয়ে আমি ইয়াৰ পিচৰখন চিঠিত আলোচনা কৰিম।

মই খাদী আন্দোলনৰ বিষয়ে আগতে চমুকৈ উল্লেখ কৰিছোঁ। ইয়াত মই এই বিষয়ে বেচি কবলৈ ইচ্ছা নকৰোঁ। কিন্তু এটা কথালৈ তোমাৰ মন আকৰ্ষণ কৰিব খোজোঁ যে এই খাদী আন্দোলনে আৰু "চৰ্‌খা"ই (১) বৃহৎ যন্ত্ৰৰ লগত প্ৰতি-যোগিতা কৰিব বুলি ভবা নাই। বহুতো মানুহে এই ভুলটো কৰি ভাবে যে "চৰ্‌খা"ৰ অৰ্থ মধ্য যুগলৈ উলটি যোৱা। যন্ত্ৰ আৰু শিল্পপদ্ধতিয়ে আমাক যি দিছে, সেই সকলোবিলাক পৰিত্যাগ কৰা। এনেকৈ ভবা ভুল। আমাৰ আন্দো-লনটো নিশ্চয়কৈ শিল্পপদ্ধতি, যন্ত্ৰ আৰু কাৰখানাৰ বিৰোধী নহয়। আমি বিচাৰিছোঁ যে ভাৰতবৰ্ষই সকলোবিলাকৰে আটাইতকৈ ভাল ভাগটো পাওক আৰু যিমান বেগাই পাৰি সিমান বেগাই ইয়াক পাওক। কিন্তু ভাৰতবৰ্ষৰ বৰ্ত্তমান অৱস্থালৈ লক্ষ্য কৰি বিশেষকৈ আমাৰ খেতিয়কসকলৰ ভয়ঙ্কৰ দাৰিদ্ৰ্যলৈ লক্ষ্য কৰি, আমি তেওঁলোকক আজৰিৰ সময়ত সূতা কাটিবলৈ উদ্‌গাইছোঁ। এইদৰে তেওঁ-লোকে নিজৰ অৱস্থাকে যে উন্নত কৰিব এনে নহয়, লগতে যি বিদেশী কাপোৰে আমাৰ দেশৰ বহুত পৰিমাণৰ সম্পত্তি নি আছে, সেই বিদেশী কাপোৰৰ ওপৰত থকা আমাৰ নিৰ্ভৰশীলতা লাঘৱ কৰাতো তেওঁলোকে সহায় কৰিব।

## ৯৮

## ইংলেণ্ডত শিল্প-বিপ্লৱ আৰম্ভ হয়

২৭ চেপ্টেম্বৰ, ১৯৩২

যিবিলাক যান্ত্ৰিক উদ্ভাৱনে উৎপাদনৰ পদ্ধতিত এনে আচৰিত ধৰণৰ পাৰ্থক্য আনিছিল, তেনে উদ্ভাৱন কিছুমানৰ কথা মই এতিয়া তোমাক কোৱা উচিত হব। আজি-কালি সেইবিলাক যেতিয়া আমি কোনো এটা কল বা কাৰখানাত দেখোঁ, তেতিয়া সেইবিলাক তেনেই সাধাৰণ যেন লাগে। কিন্তু সেইবিলাকৰ কথা প্ৰথমতে চিন্তা কৰা আৰু ভাবি ভাবি সেইবিলাক উলিওৱা বৰ টান আছিল। এই উদ্ভাৱনবিলাকৰ প্ৰথম উদ্ভাৱনটো হৈছিল ১৭৩৮ খৃষ্টাব্দত। সেই বছৰত কে নামৰ মানুহ এজনে কাপোৰ ব'বৰ কাৰণে খৰকৈ চলা মাকো উলিয়ায়। এই উদ্ভাৱনটোৰ পূৰ্ব্বে "দীৰ্ঘ" নামৰ

(১) ঘঁতৰ

দীঘে দীঘে বাতি কৰা সূতাৰ মাজেদি তাঁতীয়ে মাঁকোৰ সূতা হাতেৰে লাহে লাহে চলাই নিব লাগিছিল। খৰকৈ চলা মাঁকোৱে এই প্ৰণালীটো বেচি বেগী কৰি তাঁতীৰ উৎপাদন দুগুণ বঢ়ায়। তাৰ মানে তাঁতীয়ে বেচি সূতা ব্যৱহাৰ কৰিব পৰা হয়। সূতা কটা কাটনীবিলাকে এই অতিৰিক্ত সূতাখিনিৰ যোগান ধৰিবলৈ বৰ টান পাই-ছিল, সেই কাৰণে তেওঁলোকে উৎপাদন বঢ়াবলৈ আন কিবা উপায় উলিয়াবলৈ চেষ্টা কৰিছিল। ১৭৬৪ খৃষ্টাব্দত হাৰ্‌গ্ৰিফে "স্পিনিং জেনি" নামৰ সূতা কটা যন্ত্ৰটো উলিয়াই এই সমস্যাৰ আংশিক সমাধান কৰিছিল। ইয়াৰ পাচত ৰিচাৰ্ড আৰ্ক্‌ৰাইট আৰু আন কেইজন মানৰ উদ্ভাৱন হৈছিল; পানীৰ শক্তি আৰু তাৰ পাচত বাষ্পৰ শক্তি ব্যৱহাৰ কৰা হৈছিল। এই সকলোবিলাক উদ্ভাৱন প্ৰথমতে কপাহৰ উদ্যোগত (শিল্পত) লগোৱা হৈছিল, তাৰ ফলত কপাহী কাপোৰ উৎপাদনৰ কাৰখানা বা কপাহী কাপোৰৰ কল বাঢ়িছিল। ইয়াৰ পাচত নতুন পদ্ধতি ব্যৱহাৰ কৰা উদ্যোগ আছিল উলৰ উদ্যোগ।

ইতিমধ্যে ১৭৬৫ খৃষ্টাব্দত জেম্‌চ্‌ ৱাটে তেওঁৰ বাষ্পৰে চলোৱা "ইঞ্জিন" উদ্ভাৱন কৰে। এইটো এটা ডাঙৰ ঘটনা আছিল। ইয়াৰ পাচবপৰা কাৰখানাৰ উৎপাদনত বাষ্প ব্যৱহাৰ হয়। তেতিয়া কাৰখানাত বাষ্প ব্যৱহাৰৰ কাৰণে কয়লা লগা হৈছিল, সেই কাৰণে কয়লাৰ উদ্যোগৰ উন্নয়ণ হৈছিল। কয়লাৰ ব্যৱহাৰৰপৰা লোহা গলোৱাৰ অৰ্থাৎ আন পদাৰ্থৰ লগত মিহলি হৈ থকা খনিজ লোহা গলাই তাৰ পৰা নিখুঁত লোহা বাহিৰ কৰাৰ পদ্ধতি ওলায়। তাৰ পৰা লোহাৰ উদ্যোগৰ দ্ৰুত উন্নয়ন হৈছিল। কয়লা খনি থকা অঞ্চলবিলাকত কয়লা বেচি সস্তাত পোৱা যায় কাৰণে তেনেবিলাক অঞ্চলৰ ওচৰত নতুন নতুন কাৰখানা সজা হৈছিল।

এইদৰে ইংলেণ্ডত কাপোৰ, লোহা, কয়লা—এই তিনিবিধ বৃহৎ উদ্যোগৰ উন্নয়ণ হয় আৰু কয়লা থকা অঞ্চলত আৰু আন আন উপযুক্ত ঠাইত অনেক কাৰ-খানাৰ আচম্বিতে আৱিৰ্ভাব হয়। এইবিলাকে ইংলেণ্ডৰ দৃশ্যপট পৰিৱৰ্ত্তন কৰে। সেউজীয়া আৰু মনোমোহা গাঁৱলীয়া অঞ্চলৰ সৰ্লান বহুত ঠাইত দীঘল দীঘল "চিম্‌নি"য়েদি সোপাসোপে ধোঁৱা উলিয়াই ওচৰৰ ঠাইবিলাক আন্ধাৰ কৰা নতুন কাৰখানাবিলাক বাঢ়িছিল। এই কাৰখানাবিলাক দেখাত সুন্দৰ নাছিল, এইবিলাকৰ চাৰিওফালে পৰ্ব্বতপ্ৰমাণ কয়লা আৰু দ'ম দ'ম আবৰ্জ্জনা আছিল। এইবিলাক কাৰখানাৰ চাৰিওফালে বস্তু উৎপন্ন কৰিবলৈ গোট খোৱা মানুহবিলাকৰ দ্বাৰা নতুনকৈ গঢ়ি উঠা চহৰবিলাকতো সৌন্দৰ্য্যৰ ঠাই নাছিল। সেই কাৰখানাবিলাক জধেমধে পতা হৈছিল, ধন উপাৰ্জ্জনৰ পদ্ধতিটো চলাই ৰখাই গৰাকীবিলাকৰ অকল উদ্দেশ্য আছিল। সেইবিলাক কুৎচিৎ, প্ৰকাণ্ড আৰু লেতেৰা আছিল আৰু অনাহাৰী বনুৱাবিলাকে এইবিলাক আৰু কাৰখানাৰ ভিতৰত অস্বাস্থ্যকৰ অৱস্থা একো আপত্তি নকৰাকৈ সহ্য কৰি থাকিব লাগিছিল।

মই তোমাক আগতে কোৱা এই কথাটো তোমাৰ মনত থাকিব পায় যে ডাঙৰ জমিদাৰবিলাকে সৰু সৰু খেতিৰ পাম থকা খেতিয়কবিলাকক চেপা দি তেওঁলোকক মাটিৰ পৰা উচ্ছেদ কৰাত নিবনুৱাৰ সংখ্যা বাঢ়িছিল আৰু তাৰ ফলত হুলস্থূল

আৰু আইন অমান্য কৰা হৈছিল। নতুন উদ্যোগবিলাকে প্ৰথমতে অৱস্থা বেচি বেয়া কৰিছিল। কৃষিকাৰ্য্যৰ ক্ষতি হৈছিল আৰু নিবনুৱাৰ সংখ্যা বাঢ়িছিল। প্ৰকৃততে প্ৰতিটো উদ্ভাৱনৰ লগে লগে সেই উদ্ভাৱনৰ ফলত যান্ত্ৰিক কৌশলে হাতেৰে কাম কৰা বনুৱাৰ ঠাই লৈছিল। তাৰ ফলত সঘনে বনুৱাবিলাকক কামৰপৰা খেদোৱা হৈছিল আৰু সেইবাবে তেওঁলোক বৰকৈ বিতুষ্ট হৈছিল। বহুতো বনুৱাই যন্ত্ৰবিলাকক ঘিণ কৰা হৈছিল আৰু তেওঁলোকে সেইবোৰ ভাঙিবলৈ চেষ্টা কৰিছিল। এই মানুহবিলাকক যন্ত্ৰ ধ্বংসকাৰী বোলা হৈছিল।

ইউৰোপত যন্ত্ৰ ধ্বংসকাৰীবিলাকৰ বুৰঞ্জী ভালকৈ দীঘলীয়া আছিল। ১৬শ শতাব্দীত জাৰ্ম্মাণীত এটা সাধাৰণ কাপোৰ বোৱা যন্ত্ৰ উদ্ভাৱন কৰা হয়, তেতিয়াই এই যন্ত্ৰ ধ্বংসকাৰীবিলাকৰ বুৰঞ্জী আৰম্ভ হৈছিল। ১৫৭৯ খৃষ্টাব্দত ইটালীৰ ধৰ্ম্মযাজক এজনে লিখা পুৰণি কিতাপ এখনত এই কাপোৰ বোৱা যন্ত্ৰটোৰ বিষয়ে এনেকৈ কোৱা আছে যে ডানজিগ চহৰৰ পৌৰসভাই "এই উদ্ভাৱনে বহুত সংখ্যক বনুৱাক নিবনুৱা কৰিব বুলি ভয় কৰি যন্ত্ৰটো ধ্বংস কৰাইছিল আৰু উদ্ভাৱকজনক গোপনে ডিঙি চেপি উশাহ নিৰোধ কৰি নাইবা পানীত ডুবাই বধ কৰাইছিল।" উদ্ভাৱকজনক এনে উগ্ৰ শাস্তি দিয়া সত্ত্বেও ১৭শ শতাব্দীত এই যন্ত্ৰ পুনৰ ওলাইছিল আৰু ইয়াৰ কাৰণে ইউৰোপৰ সকলো ভাগতে সংঘৰ্ষৰ সৃষ্টি হৈছিল। বহুতো ঠাইত ইয়াৰ ব্যৱহাৰ নিষিদ্ধ কৰি আইন কৰা হৈছিল আৰু বজাৰ বহা ঠাইত ইয়াক ৰাইজে দেখাকৈ পোৰা হৈছিল। এই যন্ত্ৰটো প্ৰথম উদ্ভাৱন কৰা কালৰপৰা ইয়াক ব্যৱহাৰ কৰা হলে সম্ভৱতঃ আন উদ্ভাৱনবিলাকো ইয়াৰ পাচতে হ'লহেঁতেন আৰু সেয়ে হোৱা হলে যন্ত্ৰযুগটো আচলতে যেতিয়া আৰম্ভ হৈছিল তাৰ আগতে আৰম্ভ হ'লহেঁতেন। কিন্তু ইয়াক যে ব্যৱহাৰ কৰিবপৰা নহৈছিল—সেই কথাটোৱে দেখুৱাইছে যে সেইকালত ইয়াৰ কাৰণে উপযুক্ত অৱস্থা হোৱা নাছিল। যেতিয়া এই অৱস্থাবিলাক অতি উপযুক্ত হৈছিল, তেতিয়া ইংলেণ্ডত অসংখ্য সংঘৰ্ষ হোৱা সত্ত্বেও যন্ত্ৰ প্ৰতিষ্ঠিত হৈছিল। বনুৱাবিলাকে যন্ত্ৰৰ প্ৰতি বিৰূপ ভাব পোষণ কৰাটো স্বাভাৱিক আছিল। ক্ৰমে ক্ৰমে তেওঁলোকে জানিব পাৰিছিল যে দোষটো যন্ত্ৰত নাছিল, কেইজনমান মানুহৰ লাভৰ কাৰণে যি পদ্ধতিৰে ইয়াক ব্যৱহাৰ কৰা হৈছিল, সেই পদ্ধতিটোতহে আছিল। সি যি নহওক, আমি এতিয়া ইংলেণ্ডত যন্ত্ৰ আৰু কাৰখানাৰ উন্নয়ণৰ বিষয়লৈ উলটি যাওঁহ'ক।

নতুন কাৰখানাবিলাকে বহুতো কুটীৰশিল্পৰ আৰু ঘৰুৱাকৈ কাম কৰা বনুৱাবিলাকক গ্ৰাস কৰিছিল। ঘৰুৱাকৈ কাম কৰা বনুৱাবিলাকৰ কাৰণে যন্ত্ৰৰ লগত প্ৰতিযোগিতা কৰা সম্ভৱপৰ নাছিল। সেই কাৰণে তেওঁলোকে নিজৰ নিজৰ হস্তশিল্প আৰু ব্যৱসায় এৰি বিভিন্ন যিবিলাক কাৰখানাক ঘিণ কৰিছিল, সেইবিলাকতে মজুৰি পোৱা বনুৱা স্বৰূপে কাম বিচাৰিব লাগিছিল নাইবা তেওঁলোক নিবনুৱাৰ দলভুক্ত হ'ব লাগিছিল। কুটীৰশিল্পৰ বিলোপ আকস্মিক নাছিল, কিন্তু ই যথেষ্ট দ্ৰুত আছিল। শতাব্দীটোৰ শেষৰ ফালে অৰ্থাৎ প্ৰায় ১৮০০ খৃষ্টাব্দৰ সময়ত বহুত ঠাইত বৃহৎ কাৰখানাবিলাক হৈছিল। ৩০ বছৰ মানৰ পাচত ষ্টিফেনচনৰ "ৰকেট" নামৰ বিখ্যাত ইঞ্জিনটো উদ্ভাৱন হোৱাৰ লগে লগে ইংলেণ্ডত বাষ্পৰে চলোৱা ৰেল-

গাঁড়ীৰ পৰ্থাবিলাক আৰম্ভ হৈছিল। এই অনুক্ৰমে দেশখনৰ সকলো ভাগত আৰু উদ্যোগ আৰু জীৱনৰ সকলো বিভাগত যন্ত্ৰৰ উন্নতি হবলৈ ধৰিছিল।

লক্ষ্য কৰিলে কৌতুহল হোৱা কথা এই যে, সকলোবিলাক উদ্ভাৱক হাতেৰে কাম কৰা বনুৱাবিলাকৰ শ্ৰেণীৰপৰা ওলাইছিল, তেওঁলোকৰ বহুতৰ কথা মই উল্লেখ কৰা নাই। এই শ্ৰেণীটোৰপৰাই প্ৰথম অৱস্থাৰ উদ্যোগ বিষয়ৰ বহুত নেতাৰো উদ্ভৱ হৈছিল। কিন্তু তেওঁলোকৰ উদ্ভাৱনবিলাকৰ আৰু সেইবিলাকৰ ফলত হোৱা কাৰখানা পদ্ধতিৰ ফল হৈছিল এই যে কামত নিয়োগকাৰী আৰু বনুৱাৰ মাজৰ ব্যৱধানটো আৰু বেচি বহল হৈছিল। কাৰখানাৰ বনুৱাজন যন্ত্ৰ এটাৰ চকাৰ মুঠেই খাজ এটা হৈছিল, যি বিশাল অৰ্থনৈতিক শক্তিবিলাকৰ কথা তেওঁ বুজিবই নোৱাৰিছিল আৰু তাতোকৈ বহুত কমকৈ দমন কৰিব পাৰিছিল, সেই-বিলাকৰ অধীনত তেওঁ নিৰুপায় হৈছিল। হস্তশিল্পী আৰু কাৰিকৰবিলাকে দেখা পালে যে নতুন কাৰখানাই তেওঁলোকৰ লগত প্ৰতিযোগিতা চলাইছে আৰু তেওঁলোকে নিজৰ ঘৰত পুৰণিকলীয়া সাধাৰণ সঁজুলিৰে যিবিলাক বস্তু উৎপন্ন কৰি যিমানে সস্তাত বেচিব পাৰে, কাৰখানাত সেইবিলাক বহুত কম খৰচত উৎপাদিত হৈছে আৰু বহুত বেচি সস্তাকৈ বেচিব পৰা হৈছে। তেতিয়া তেওঁলোকে প্ৰথমতে অনুভৱ কৰিলে যে কিবা এটা ত্ৰুটি ঘটিছে। তেওঁলোকৰ কোনো দোষ নথকাতো তেওঁলোকে নিজৰ নিজৰ ব্যৱসায় বন্ধ কৰিব লগা হ'ল। তেওঁলোকে নিজৰ হস্তশিল্পকে চলাই থাকিব নোৱাৰিলে; সেই অৱস্থাত নতুন আন হস্তশিল্পত হাত দি সফল হোৱাৰ আশা আৰু কম। সেই কাৰণে তেওঁলোক নিবনুৱাৰ বিৰাট দলটোৰ অন্তৰ্ভুক্ত হৈছিল। প্ৰচলিত কথা এটা আছে যে, "ভোক কাৰখানাৰ গৰাকী-বিলাকৰ সৈন্যক প্ৰশিক্ষণ দিয়া সামৰিক বিষয়া।" ভোকে অৱশেষত হস্তশিল্পী আৰু কাৰিকৰবিলাকক চাকৰি বিচাৰি নতুন কাৰখানাবিলাকলৈ যাবলৈ বাধ্য কৰিছিল। কামত নিয়োগকাৰীবিলাকে তেওঁলোকক অকণো পুতৌ নকৰিছিল। তেওঁলোকে অৱশ্যে তেওঁলোকক কাম দিছিল, কিন্তু কোনো মতে খাই লৈ থাকিব পৰাৰ জোখাৰে মাথোন মজুৰি দিছিল আৰু এই মজুৰিৰ কাৰণে দুৰ্ভগীয়া বনুৱাবিলাকে কাৰখানা-বিলাকত তেওঁলোকৰ জীৱনৰ সকলো শক্তি ক্ষয় কৰিব লাগিছিল। তিৰোতা মানুহ-বিলাকে, আন কি ল'ৰা-ছোৱালীবিলাকেও উশাহ নিবোধ হোৱা, অস্বাস্থ্যকৰ ঠাইত বহুত ঘণ্টা কাম কৰিছিল; তেওঁলোকৰ বহুত প্ৰায় অচেতন হৈ ভাগৰত পৰি গৈছিল। মুনিহ মানুহে গোটেই দিন কয়লা খনিৰ বহুত তলত কাম কৰিছিল আৰু একে লগে কেইবা মাহো দিনৰ পোহৰ দেখিবলৈ নেপাইছিল।

কিন্তু এই সকলোবিলাক নিয়োগকাৰীবিলাকৰ নিষ্ঠুৰতাৰ কাৰণে হৈছিল বুলি নেভাবিবা। তেওঁলোক জানি-শুনি কাচিৎ হে নিষ্ঠুৰ হৈছিল, দোষটো আছিল পদ্ধতিটোত। তেওঁলোকে নিজৰ নিজৰ কাৰবাৰ বঢ়াই আন দেশবিলাকৰ হাতৰপৰা পৃথিৱীৰ সুদূৰ বজাৰবিলাক অধিকাৰ কৰিবলৈ চেষ্টা চলাইছিল। এই চেষ্টা সফল কৰিবলৈ একো আপত্তি নকৰাকৈ সকলো অৱস্থা সহ্য কৰিবৰ কাৰণে তেওঁলোক সাজু আছিল। নতুন কাৰখানা সাজোঁতে আৰু যন্ত্ৰবিলাক কিনোতে বহুত ধন ভগন হৈছিল। কাৰখানাত বস্তু উৎপন্ন কৰিবলৈ আৰম্ভ

কৰিলে যেতিয়া সেই বস্তুবিলাক বজাৰত বেচা হয়, তেতিয়া ভগন কৰা ধন উলটি আহে। সেই কাৰণে কাৰখানাৰ এই মালিকবিলাকে কাৰখানা সাজিবৰ কাৰণে অতি সাৱধানে ভগন কৰিব লাগিছিল। যেতিয়া বস্তুৰ বিক্ৰিৰপৰা ধন আহিছিল, তেতিয়াও তেওঁলোকে নতুন নতুন কাৰখানা সাজি আছিল। তেওঁলোকৰ দেশত উদ্যোগীকৰণ আগতীয়া হোৱাৰ কাৰণে তেওঁলোকে পৃথিৱীৰ আনবিলাক দেশতকৈ বেচি প্ৰাধান্য লাভ কৰিছিল। তেওঁলোকে এই অৱস্থাৰ সুযোগ ল'ব খুজিছিল আৰু প্ৰকৃততে তেওঁলোকে এনে সুযোগ লৈছিলো। এইদৰে তেওঁলোকে কাৰবাৰ বঢ়োৱাব আৰু বেচি ধন ঘটাৰ উন্মত্ত বাঞ্ছা কৰি, যিবিলাক বনুৱাই তেওঁলোকৰ সম্পত্তিৰ পথ উলিয়াইছিল, তেওঁলোকক ধ্বংস কৰিছিল।

এইদৰে উদ্যোগৰ নতুন পদ্ধতিটোক শক্তিশালীয়ে দুৰ্ব্বলক শোষণ কৰিবৰ কাৰণে বিশেষকৈ উপযোগী কৰা হৈছিল। বুৰঞ্জীৰ আৰম্ভণিৰপৰা সকলো সময়তে ক্ষমতাশালীয়ে দুৰ্ব্বলক শোষণ কৰা আমি দেখি আহিছোঁ। কাৰখানাৰ পদ্ধতিটোৱে এনে শোষণ বেচি সহজ কৰিছিল। আইনমতে গোলাম প্ৰথা নাছিল, কিন্তু আচলতে ক্ষুধাতুৰ আৰু মজুৰিৰ দাস বনুৱাবিলাক প্ৰাচীন কালৰ গোলামবিলাকতকৈ অলপো উন্নত নাছিল। সকলোবিলাক আইন নিয়োগকাৰীবিলাকৰ সপক্ষে আছিল। আনকি, ধৰ্ম্মেও তেওঁলোকৰ সপক্ষে থাকি দুখীয়াবিলাকক এই পৃথিৱীত তেওঁলোকক অত্যন্ত দুৰ্ভগীয়া অৱস্থাটো আপত্তি নকৰাকৈ সহ্য কৰিবলৈ কৈছিল আৰু সিপুৰীত ঐশ্বৰিক ক্ষতিপূৰণ পোৱাৰ আশা কৰিবলৈ কৈছিল। প্ৰকৃততে শাসকৰ শ্ৰেণীবিলাকে এনে এটা অতি সুবিধাজনক মতবাদৰ উদ্গতি কৰাইছিল যে দুখীয়া-বিলাক সমাজৰ কাৰণে প্ৰয়োজনীয়, সেই কাৰণে কম মজুৰি দিয়া বেচ সাধুতাপূৰ্ণ। বেচি মজুৰি দিলে দুখীয়াবিলাকে ভালকৈ থাকিবলৈ চেষ্টা কৰি বেচি টানকৈ কাম নকৰা হ'ব। এইদৰে ভবাৰ ব্যৱস্থাটো সান্ত্বনাদায়ক আৰু উপকাৰী আছিল, কাৰণ ই কাৰখানাৰ মালিক আৰু আন ধনী মানুহৰ বৈষয়িক স্বাৰ্থৰ লগত ভালকৈ খাপ খাইছিল।

এই কালৰ কথা-পঢ়া বৰ কৌতুহলজনক আৰু শিক্ষাপ্ৰদ। মানুহে ইয়াৰপৰা বহুতো শিকিব পাৰে। উৎপাদনৰ যান্ত্ৰিক পদ্ধতিবিলাকৰ ফল সমাজ আৰু অৰ্থ-নীতিত কেনে ভয়ঙ্কৰ হয়, তাক আমি জানিব পাৰোঁ। গোটেই সমাজ গাঁথনিটো ওলট-পালট হয়, নতুন শ্ৰেণীবিলাকৰ প্ৰাধান্য হয় আৰু এইবিলাকে ক্ষমতা লাভ কৰে, কাৰিকৰৰ শ্ৰেণীটো কাৰখানাত মজুৰি ঘটা শ্ৰেণী হয়। এই বিলাকৰ উপৰিও নতুন অৰ্থনীতিয়ে মানুহৰ ধৰ্ম্ম আৰু নৈতিকতাৰো নতুন গঢ় দিয়ে। মানৱ জাতিৰ প্ৰধান ভাগটোৰ দৃঢ় বিশ্বাসবিলাক তেওঁলোকৰ স্বাৰ্থ বা শ্ৰেণী চেতনাৰ লগত মিলা কৈ চলি থাকে আৰু যেতিয়া তেওঁলোকৰ নিজৰ স্বাৰ্থ সংৰক্ষণৰ অৰ্থে আইন কৰিব পৰা ক্ষমতা থাকে, তেতিয়া তেনে আইন কৰিবলৈ তেওঁলোকে বৰকৈ যত্ন কৰে। অৱশ্যে এই সকলোবিলাক নৈতিকতাৰ ভাও দেখুৱাই কৰা হয় আৰু সকলো প্ৰকাৰে আশ্বাস দিয়া হয় যে এই আইনবিলাকৰ অন্তকালত মুঠেই এটা উদ্দেশ্য আছে আৰু সেই উদ্দেশ্যটো হৈছে মানৱ জাতিৰ উপকাৰ। ভাৰতবৰ্ষত আমি এই দেশৰ ইংৰাজ ৰাজ-প্ৰতিনিধি আৰু আন বিষয়াসকলৰ সাধু নীতিবাক্য যথেষ্ট শুনিছোঁ। তেওঁলোকে

ভাৰতবৰ্ষৰ উপকাৰৰৰ অৰ্থে কিমান পৰিশ্ৰম কৰিছে তাৰ কথা আমাক সদায় কৈ থকা হৈছে। তাৰ মাজতে তেওঁলোকে আমাক জৰুৰী আইন আৰু সঙিনেৰে শাসন কৰি আমাৰ মানুহবিলাকৰ জীৱনী শক্তি নাশ কৰিছে। আমাৰ জমিদাৰসকলে তেওঁলোকৰ ৰায়তবিলাকক কিমান ভাল পায় তাৰ কথা আমাক কয়, কিন্তু তেওঁলোকে ৰায়তক চেপি-খুন্দি মাটিৰ মূল্যৰ সমান খাজনা আদায় কৰি ৰায়তৰ অনাহাৰত মৃতপ্ৰায় শৰীৰ কেইটাৰ বাহিৰে আন একো নাইকিয়া কৰিবলৈ দ্বিধা বোধ নকৰে। আমাৰ পুঁজিপতি আৰু বৃহৎ কাৰখানাৰ মালিকসকলেও আমাক আশ্বাস দিয়ে যে বনুৱা-বিলাকৰ প্ৰতি তেওঁলোকৰ শুভ ইচ্ছা আছে, কিন্তু বনুৱাবিলাকক ভাল মজুৰি দিয়াত নাইবা তেওঁলোকৰ অৱস্থা উন্নত কৰাত এই শুভ ইচ্ছা নিয়োজিত নহয়। সকলো-খিনি লাভ নতুন নতুন ৰাজপ্ৰাসাদ সজাত গলোৱা হয়; বনুৱাৰ মাটিৰ জুপুৰীৰ উন্নতি সাধনত নহয়।

• মানুহে নিজক আৰু আনক ঠগাটো যেতিয়া তেওঁলোকৰ নিজৰ স্বাৰ্থৰ অনুকূল হয়, তেতিয়া তেওঁলোকে কেনেকৈ নিজক আৰু আনক ঠগে, তাৰ কথা ভাবিলে আচৰিত হব লগা হয়। এইদৰে আমি জানিছোঁ যে ১৮শ শতাব্দীত আৰু পাচতো ইংলেণ্ডৰ নিয়োগকাৰীবিলাকে তেওঁলোকৰ বনুৱাবিলাকৰ অৱস্থা উন্নত কৰিবলৈ কৰা সকলো প্ৰচেষ্টাত বাধা দিছিল। তেওঁলোকে কাৰখানা আইন আৰু থকা-ঘৰৰ সংস্কাৰ বিষয়ত আপত্তি কৰিছিল আৰু দুখ-দুৰ্গতিৰ কাৰণবিলাক আঁতৰ কৰাত যে সমাজৰ কিবা দায়িত্ব আছে, সেই কথাটো মানিবলৈ তেওঁলোক মান্তি নহৈছিল। তেওঁলোকে ভাবি সান্ত্বনা লৈছিল যে এলেহুৱা মানুহবিলাকেহে দুখত পৰে, সকলো অৱস্থাতে তেওঁলোকে বনুৱাবিলাকক তেওঁলোকৰ দৰে মানুহ বুলি কাচিৎহে বিবেচনা কৰিছিল। তেওঁলোকে "লেচা-ফেৰ" (Laissez-faire) নামে নতুন নীতি এটাৰ উন্নয়ণ কৰিছিল (ইয়াৰ অৰ্থ ব্যক্তিৰ কাম, শাসন, ব্যৱসায় আদিত কোনেও হস্তক্ষেপ কৰা উচিত নহয়), —অৰ্থাৎ তেওঁলোকে চৰকাৰৰ কোনো হস্তক্ষেপ নথকাকৈ তেওঁলোকৰ কাৰবাৰত যিহকে কৰিবলৈ ভাল পাইছিল, তাকে কৰিবলৈ বিচাৰিছিল। আনবিলাক দেশে বস্তু উৎপন্ন কৰিবলৈ কাৰখানা পতাৰ আগতে তেওঁলোকে তেনে কাৰখানা পাতি আনবিলাক দেশতকৈ আগতীয়াকৈ প্ৰধান হৈছিল আৰু তেওঁলোকক মাথোন লাগিছিল ধন ঘটিবৰ কাৰণে মুকলিমুৰীয়া এটা ক্ষেত্ৰ। যি "লেচা-ফেৰ" নীতিটোৱে ইয়াৰ সুযোগ লব পৰা প্ৰত্যেকজন মানুহকে একোটা সুবিধা দিয়ে বুলি ভবা হৈছিল, সেই নীতিটো প্ৰায় আধা ঐশ্বৰিক তথ্য হৈছিল। স্ত্ৰী-পুৰুষ প্ৰত্যেকেই উন্নতি কৰিবৰ অৰ্থে পৃথিৱীৰ আন সকলো-বিলাকৰ বিৰুদ্ধে যুঁজিব লাগিছিল, আৰু এই সংগ্ৰামত যদি বহুতৰ পতন হৈছিল. তালৈ মন কৰিব নেলাগে।

এই চিঠিবিলাকৰ কোনো কোনো ঠাইত মই আগতে তোমাক মানুহৰ পৰস্পৰ সহযোগৰ উন্নতিৰ কথা কৈছোঁ, এই সহযোগেই সভ্যতাৰ মূল হৈ আছিল। কিন্তু "লেচা-ফেৰ" আৰু নতুন পুঁজিবাদে অৰণ্যৰ বনৰীয়া জন্তুৰ আইন প্ৰচলন কৰাইছিল। কাৰ্লাইলে ইয়াক "গাহৰিৰ দৰ্শন" বুলিছিল। কোনে জীৱনৰ আৰু কাৰবাৰৰ এই নতুন আইনটো কৰিছিল? বনুৱাবিলাকে কৰা নাছিল। দুৰ্ভগীয়া

এই মানুহবিলাকৰ ইয়াত মাত নাছিল। শীৰ্ষস্থানত থকা সফলকামী কাৰখানাত বস্তু উৎপাদনকাৰীবিলাকেহে এই আইন কৰিছিল, বিবেচনাহীন অনুভূতিৰ নামত কোনেও তেওঁলোকৰ কৃতকাৰ্যতাত হাত নিদিয়াটো তেওঁলোকে বিচাৰিছিল। সেই কাৰণে স্বাধীনতা আৰু সম্পত্তিৰ অধিকাৰৰ দোহাই দি তেওঁলোকে ব্যক্তিগত মানুহৰ ঘৰত বাধ্যতামূলক স্বাস্থ্যৰক্ষাৰ বিধান প্ৰয়োগত আৰু বস্তু ভেঁজাল কৰাত বাধা দিয়াত আপত্তি কৰিছিল।

অলপ আগতে মই পুঁজিবাদ শব্দটো ব্যৱহাৰ কৰিছোঁ। এক প্ৰকাৰৰ পুঁজিবাদ সকলো দেশতে আগেয়েও বহুকাল আছিল অৰ্থাৎ সঞ্চিত ধনেৰে উদ্যোগ চলোৱা হৈছিল। কিন্তু বৃহৎ যন্ত্ৰ আৰু উদ্যোগপদ্ধতি প্ৰচলিত হোৱাৰ লগে লগে কাৰখানাত বস্তু উৎপাদনৰ কাৰণে বহুত বেচি পৰিমাণৰ ধন লগা হৈছিল। ইয়াক “ঔদ্যোগিক মূলধন” বোলা হৈছিল আৰু যি অৰ্থনৈতিক পদ্ধতিটো শিল্প-বিপ্লৱৰ পাচত সংবৰ্ধিত হৈছিল, তাক বুজাবলৈ এতিয়া পুঁজিবাদ শব্দটো ব্যৱহাৰ কৰা হয়। এই পদ্ধতিত পুঁজিপতিসকলে অৰ্থাৎ মূলধনৰ গৰাকীসকলে কাৰখানাবিলাকত আধিপত্য কৰি লাভখিনি লৈছিল। ঔদ্যোগীকৰণৰ লগে লগে এতিয়া ছোভিয়েট ইউনিয়ন আৰু সম্ভৱতঃ এটা কি দুটা অঞ্চলৰ বাহিৰে পৃথিৱীৰ সকলো ভাগলৈকে পুঁজিবাদ বিস্তৃত হৈছে। পুঁজিবাদৰ আৰম্ভণিৰ কালৰপৰা ই ধনী আৰু দুখীয়াৰ মাজৰ পাৰ্থক্যটো বেচি স্পষ্ট কৰিছিল। উদ্যোগ যান্ত্ৰিক হোৱাৰ ফলত উৎপাদন বহুত বেচি হৈছিল সেই কাৰণে ইয়াৰপৰা সম্পত্তিৰ উৎপাদন বাঢ়িছিল। কিন্তু এই সম্পত্তি সৰু এটা সমষ্টিৰ হাতলৈ অৰ্থাৎ নতুন উদ্যোগবিলাকৰ গৰাকীবিলাকৰ হাতলৈ গৈছিল। বনুৱাবিলাক দুখীয়া হৈয়ে আছিল। অতি লাহে লাহে ইংলেণ্ডত বনুৱাবিলাকৰ জীৱিকা নিৰ্বাহৰ মান উন্নত হৈছিল, ঘাইকৈ ভাৰতবৰ্ষ আৰু আন আন অঞ্চলৰ শোষণৰ কাৰণে এনে হৈছিল। কিন্তু উদ্যোগৰ পৰা হোৱা লাভৰ ভাগ বনুৱাই অতি কম পাইছিল। শিল্প-বিপ্লৱ আৰু পুঁজিবাদে উৎপাদনৰ সমস্যাটো সমাধান কৰিছিল। নতুনকৈ উৎপাদিত সম্পত্তিবিলাকৰ বিতৰণৰ সমস্যাটো শিল্প-বিপ্লৱ আৰু পুঁজিবাদে সমাধান নকৰিছিল। সেই কাৰণে ধনী আৰু দুখীয়াৰ মাজত থকা পুৰণি সংগ্ৰামটো অকল চলি থকাই নাছিল, ই বেচি তীব্ৰ হৈছিল।

১৮শ শতাব্দীৰ দ্বিতীয়াৰ্ধত শিল্প-বিপ্লৱ হয়। এই কালতে বৃটিছে ভাৰতবৰ্ষ আৰু কানাডাত যুদ্ধ চলাইছিল। এই কালতে সাত-বছৰীয়া যুদ্ধখন হৈছিল। এই ঘটনাবিলাকৰ পাৰস্পৰৰ ক্ৰিয়া আৰু প্ৰতিক্ৰিয়া বৰ বেচিকৈ হৈছিল। পলাশীৰ যুদ্ধৰ পিচত আৰু তাৰ পিচতো ইষ্ট ইণ্ডিয়া কোম্পানি আৰু ইয়াৰ কৰ্মচাৰীবিলাকে ভাৰতবৰ্ষৰপৰা যিমানবিলাক অপৰিমিত ধন জোৰ কৰি নিছিল (ক্লাইৱলৈ তোমাৰ মনত পৰিব), সেইবিলাকে নতুন উদ্যোগ স্থাপনত বৰকৈ সহায় কৰিছিল। এই চিঠিৰ আগ ভাগত মই তোমাক কৈছোঁ যে আৰম্ভণিত ঔদ্যোগীকৰণ অতি ব্যয়বহুল আছিল। ইয়াত বহুত ধন ব্যয় হয়, কিন্তু কিছুমান দিনলৈ সেই ব্যয়ত ধন অলপো উলটি নাহে। ধাৰ কৰি নাইবা আন উপায়েৰে যদি যথেষ্ট ধন পোৱা নেযায়, তেনেহলে তাৰ ফলত উদ্যোগ চলাই ধন নঘটালৈকে এই কালছোৱাত দাৰিদ্ৰ্য আৰু দুৰ্দশাৰ সৃষ্টি হয়। ইংলেণ্ডৰ ভাগ্য অসাধাৰণভাৱে ভাল আছিল, কাৰণ

যি কালত ইংলেণ্ডত উদ্যোগে আৰু কাৰখানাবিলাকৰ উন্নতিৰ কাৰণে ধনৰ প্ৰয়োজন হৈছিল, সেই কালত ইংলেণ্ডে ভাৰতবৰ্ষৰপৰা বিৰাট পৰিমাণৰ ধন পাইছিল।

এই কাৰখানাবিলাক স্থাপন কৰাৰ পাচত নতুন অভাৱ ওলাইছিল। কেঁচা মাল যন্ত্ৰৰে উৎপাদিত বস্তুলৈ পৰিৱৰ্ত্তন কৰিবৰ কাৰণে কাৰখানাবিলাকত কেঁচা মাল লগা হৈছিল। এইদৰে কাপোৰ কৰিবলৈ কপাহ লগা হৈছিল। তাতোকৈ বেচি আৱশ্যক হৈছিল নতুন বজাৰৰ, য'ত কাৰখানাত উৎপাদিত নতুন বস্তুবিলাক বেচিব পৰা হব। ইংলেণ্ডে প্ৰথমতে কাৰখানা স্থাপন কৰি আনবিলাক দেশতকৈ বহুত বেচি প্ৰাধান্য লাভ কৰিছিল। কিন্তু এনে প্ৰাধান্য সত্ত্বেও সহজতে বজাৰ পোৱাত ইংলেণ্ডৰ অসুবিধা হ'লহেঁতেন। এই বিষয়তো ভাৰতবৰ্ষই অতি অনিচ্ছাৰে ইংলেণ্ডক সঙ্কটৰপৰা মুক্ত কৰিছিল। ভাৰতবৰ্ষত ইংৰাজবিলাকে ভাৰতীয় উদ্যোগবিলাক ধ্বংস কৰি ইংলেণ্ডৰ কাপোৰ এই দেশত জোৰ কৰি চলাবলৈ সকলো প্ৰকাৰৰ কৌশল অৱলম্বন কৰিছিল। এই বিষয়ে মই পাচত আৰু বেচিকৈ কম। বৃটিছে ভাৰতবৰ্ষ অধিকাৰ কৰি ৰাখি এই দেশক তেওঁলোকৰ পৰিকল্পনা-বিলাকৰ কাৰণে বলেৰে উপযোগী কৰি কেনেকৈ ইংলেণ্ডৰ শিল্প-বিপ্লৱত সহায় কৰিছিল—এই কথাটোহে সম্প্ৰতি লক্ষ্য কৰিব লগীয়া প্ৰধান কথা।

১৯শ শতাব্দীৰ উদ্যোগ-পদ্ধতি পৃথিৱীৰ সকলো ভাগলৈকে বিস্তৃত হৈছিল আৰু ইংলেণ্ডত প্ৰতিষ্ঠিত হোৱা পদ্ধতিটোৰ সাধাৰণভাৱে মিলা পদ্ধতিৰে আন আন ঠাইত পুঁজিবাদী উদ্যোগৰ উন্নয়ণ হৈছিল। পুঁজিবাদৰ প্ৰভাৱত অৱশ্যম্ভাবী-ৰূপে নতুন ধৰণৰ সাম্ৰাজ্যবাদৰ উদ্ভৱ হৈছিল, কাৰণ সকলোতে যন্ত্ৰত বস্তু উৎপন্ন কৰিবলৈ কেঁচা মাল আৰু যন্ত্ৰত উৎপাদিত বস্তু বেচিবলৈ বজাৰ লগা হৈছিল। দেশ এখনৰ বজাৰ আৰু কেঁচা মাল পোৱাৰ আটাইতকৈ সহজ উপায় আছিল সেই দেশখন অধিকাৰ কৰা। সেই কাৰণে নতুন নতুন দেশ অধিকাৰৰ কাৰণে বেচি শক্তিশালী দেশবিলাকৰ মাজত উন্মত্ত প্ৰতিদ্বন্দ্বিতা হৈছিল। ভাৰতবৰ্ষ ইংলেণ্ডৰ অধীনত থকাৰ কাৰণে আৰু সাগৰত ইংলেণ্ডৰ আধিপত্য থকাৰ কাৰণে ইংলেণ্ডে এই সম্পৰ্কতো বহুত সুযোগ পাইছিল। কিন্তু সাম্ৰাজ্যবাদ আৰু তাৰ ফলৰ বিষয়ে মই পিচত অলপমান কব লাগিব।

শিল্প-বিপ্লৱ হোৱাৰ লগে লগে লাঙ্কাছায়াৰৰ কাৰখানাত কাপোৰ উৎপন্ন কৰা ডাঙৰ শিল্পপতিসকলৰ আৰু লোহাৰ আৰু খনিৰ উদ্যোগৰ শ্ৰেষ্ঠ মালিক-সকলৰ ইংলেণ্ডৰ সমাজত আধিপত্য ক্ৰমে বাঢ়ি গৈছিল।

৯৯

# আমেৰিকা ইংলেণ্ডৰ কবলৰপৰা মুক্ত হয়

২ অক্টোবৰ, ১৯৩২ খৃষ্টাব্দ

আমি এতিয়া ১৮শ শতাব্দীৰ দ্বিতীয় ডাঙৰ বিপ্লৱটোৰ কথা—ইংলেণ্ডৰ বিৰুদ্ধে আমেৰিকাৰ উপনিবেশবিলাকৰ বিদ্ৰোহৰ কথা বিবেচনা কৰিম। এইটো ৰাজনৈতিক বিপ্লৱহে আছিল; আৰু যি শিল্প-বিপ্লৱৰ কথা আমি আগতে পৰ্যালোচনা কৰিছোঁ, তাৰ সমান নাইবা যি ফৰাচী বিপ্লৱৰ কথা আমি অলপ পাচতে আলোচনা কৰিম আৰু যিটো বিপ্লৱে ইউৰোপৰ সমাজৰ মূল গাঁথনি লৰাইছিল তাৰ সমানো ই গুৰুত্বপূৰ্ণ নাছিল। তথাপি আমেৰিকাৰ এই ৰাজনৈতিক পৰিৱৰ্তনটো প্ৰধান আৰু ইয়াৰ ফল পাচত গুৰুতৰ হৈছিল। আমেৰিকাৰ যিবিলাক উপনিবেশ সেই কালত স্বাধীন হৈছিল, সেইবিলাক উন্নতি কৰি এতিয়া পৃথিৱীৰ আন সকলো দেশতকৈ বেচি ক্ষমতাশালী আৰু ধনী আৰু উদ্যোগ বিষয়ত বেচি উন্নত দেশ হৈছে।

"মে ফ্লাৱাৰ" নামৰ জাহাজখনৰ কথা তোমাৰ মনত আছে নে? এই জাহাজখনে ১৬২০ খৃষ্টাব্দত ইংলেণ্ডৰপৰা আমেৰিকালৈ এদল প্ৰটেষ্টাণ্টক লৈ গৈছিল। তেওঁলোকে ১ম জেমচৰ স্বেচ্ছাচাৰী শাসন ভাল নেপাইছিল। তেওঁৰ ধৰ্ম্মও ভাল নেপাইছিল। সেই কাৰণে সেই কালৰপৰা "তীৰ্থযাত্ৰী ধৰ্ম্মযাজক" নাম পোৱা এই মানুহবিলাক ইংলেণ্ডৰ লগত সকলো সম্পৰ্ক ত্যাগ কৰি আটলাণ্টিক মহাসাগৰৰ সিপাৰে থকা আচহুৱা নতুন দেশখনলৈ গৈছিল, তাত এনে এখন উপনিবেশ স্থাপন কৰিবলৈ, য'ত তেওঁলোকে বেচি স্বাধীনতা পাব। উত্তৰ ফালে যি ঠাইত তেওঁলোকে জাহাজৰপৰা নামিছিল, সেই ঠাইক তেওঁলোকে 'নিউ প্লাইমাউঠ' বুলিছিল তেওঁলোকতকৈ আগেয়ে উত্তৰ আমেৰিকাৰ উপকূল ভাগৰ আন আন ঠাইলৈ উপনিবেশ পতা মানুহ গৈছিল। তেওঁলোকৰ পাচত আন বহুতো উপনিবেশ পতা মানুহ গৈছিল, এইদৰে কালক্ৰমে পূব উপকূলৰ সকলো ভাগতে উত্তৰৰপৰা দক্ষিণলৈ সৰু উপনিবেশবিলাক ভাগ ভাগ হৈ আছিল। সেইবিলাকৰ কিছুমান আছিল কেথলিক উপনিবেশ, কিছুমান আছিল ইংলেণ্ডৰ ৰজাৰ শাসন সমৰ্থন কৰা "কেভেলাৰ" সম্ভ্ৰান্ত মানুহৰ উপনিবেশ আৰু কিছুমান আছিল "কোৱেকাৰ" নামৰ খৃষ্টিয়ান ধৰ্ম্মৰ বিশেষ সম্প্ৰদায় এটাৰ মানুহৰ উপনিবেশ—"কোৱেকাৰ" পেনৰ নাম অনুসাৰে পেনচিলভেনিয়া নাম হৈছে। সেইবিলাকত ওলন্দাজ, জাৰ্ম্মাণ, ডেন আৰু ফৰাচী মানুহো আছিল। নানা জাতিৰ মানুহৰ সংমিশ্ৰণত তেওঁলোকৰ সমষ্টিটো হৈছিল, কিন্তু অতি বেচি সংখ্যাৰ উপনিবেশবাসীবিলাক ইংৰাজ আছিল। ওলন্দাজবিলাকে এখন নগৰ স্থাপন কৰি সেই নগৰৰ নাম নিউ আমষ্টাৰডম দিছিল। পিচত ইংৰাজবিলাকে এই নগৰ অধিকাৰ কৰি তাৰ নাম নিউইয়ৰ্কলৈ পৰিৱৰ্তন কৰিছিল, নগৰখন এতিয়া এই নামেৰে অতি জনাজাত।

ইংৰাজ উপনিবেশবাসীবিলাকে বৃটিছ ৰজা আৰু পাৰ্লামেণ্টক মানি চলিছিল। তেওঁলোকৰ বহুত মানুহে আগতে তেওঁলোকৰ ঘৰ এৰি গৈছিল এই কাৰণে

যে ইংলেণ্ডত তেওঁলোক নিজৰ নিজৰ অৱস্থাত সন্তুষ্ট নাছিল আৰু ৰজা আৰু পাৰ্লামেণ্টে কৰা বহুতো কাম তেওঁলোকে অনুমোদন নকৰিছিল। কিন্তু ইংলেণ্ডৰ কবলৰপৰা মুক্ত হোৱাৰ ইচ্ছা তেওঁলোকৰ নাছিল। দক্ষিণ ফালৰ উপনিবেশ-বিলাকত "কেভেলীৰ" আৰু ৰজাৰ সমৰ্থনত আন মানুহ আছিল, সেইবিলাক ইংলেণ্ডৰ প্ৰতি আৰু বেচি অনুৰক্ত আছিল। প্ৰত্যেকখন উপনিবেশত স্বতন্ত্ৰৰীয়া জীৱন চলোৱা হৈছিল আৰু সেইবিলাকৰ মাজত পৰস্পৰে মিলা কথা অতি কম আছিল। ১৮শ শতাব্দীৰ সময়ত পূব উপকূলত তেৰখন উপনিবেশ আছিল, আটাইকেইখন বৃটিছৰ অধীনত আছিল। উত্তৰ ফালে কানাডা আৰু দক্ষিণ ফালে স্পেনৰ ৰাজ্য আছিল। এই তেৰখন উপনিবেশৰ ভিতৰত থকা, ওলন্দাজ, ডেন আৰু আন আন জাতিৰ মানুহৰ বসতি-স্থানবিলাক আগতে উপনিবেশবিলাকৰ অন্তৰ্ভুক্ত হৈছিল আৰু সেইবিলাকো বৃটিছৰ অধীন হৈছিল। কিন্তু মনত ৰাখিবা যে এই উপনিবেশবিলাক পূব উপকূলৰ দীঘে দীঘে আৰু ভিতৰুৱা ঠাইৰ অলপ দূৰলৈকে মাথোন আছিল। সেইবিলাকৰ সিফালে যিবিলাক সুবিস্তৃত ৰাজ্য পশ্চিম ফালে প্ৰশান্ত মহাসাগৰৰ পাৰলৈকে জুৰি আছিল, সেইবিলাকৰ আয়তন উপনিবেশ তেৰখনৰ আয়তনৰ প্ৰায় দহ গুণ আছিল। এই ৰাজ্যবিলাক ইউৰোপৰ কোনো উপনিবেশকাৰীয়ে অধিকাৰ কৰা নাছিল। ৰেড ইণ্ডিয়ানৰ বিভিন্ন উপজাতি বা জাতিৰ মানুহে সেইবিলাক ৰাজ্যত বাস কৰিছিল আৰু তেওঁলোকৰ অধীনত সেই ৰাজ্যবিলাক আছিল। তেওঁলোকৰ ভিতৰত ইৰকুৱইবিলাক প্ৰধান আছিল।

তোমাৰ মনত পৰিব যে শতাব্দীটোৰ মাজ ভাগত ইংলেণ্ড আৰু ফ্ৰান্সৰ মাজত পৃথিৱী জোৰা সংগ্ৰাম হৈছিল। এই সংগ্ৰামখন সাত-বছৰীয়া যুদ্ধ নামে জনাজাত হৈছিল (১৭৫৬-১৭৬৩ খৃঃ), এই সংগ্ৰাম অকল ইউৰোপতে নহৈছিল, ভাৰতবৰ্ষ আৰু কানাডাতো হৈছিল। ইংলেণ্ডৰ জয় হৈছিল। ফ্ৰান্সে কানাডা, ইংলেণ্ডক এৰি দিব লগা হৈছিল। এইদৰে ফ্ৰান্সে আমেৰিকাৰপৰা খেদা খাইছিল আৰু উত্তৰ আমেৰিকাৰ সকলোবিলাক উপনিবেশত ইংলেণ্ডৰ আধিপত্য হৈছিল। কানাডাৰ কুৱেবেক প্ৰদেশত মাথোন কিছুমান ফৰাচী অধিবাসী আছিল, আন সকলো প্ৰকাৰে উপনিবেশবিলাকত ইংৰাজৰ প্ৰাধান্য আছিল। কলে আচৰিত যেন লাগে যে চাৰিও-ফালে এংলো-চেকচন লোকেৰে বেৰি থকা কুৱেবেক প্ৰদেশখন এতিয়াও ফৰাচী ভাষা আৰু সংস্কৃতিৰ আছুতীয়া থল হৈ আছে। মোৰ বিশ্বাস যে কুৱেবেকৰ আটাইতকৈ ডাঙৰ চহৰ মণ্টৰিয়েলত ("মণ্ট ৰয়েল"ৰ পৰা হোৱা) পেৰিচৰ বাহিৰে আন সকলো চহৰতকৈ অধিক ফৰাচী ভাষা কোৱা মানুহ আছে।

আগতে লিখা চিঠি এখনত মই তোমাক ইউৰোপৰ দেশবিলাকে আফ্ৰিকাৰ পৰা আমেৰিকালৈ নিগ্ৰো বন্দুৱা নিবলৈ গোলাম বেচা-কিনা কৰা কাৰবাৰ চলোৱাৰ কথা কৈছিলোঁ। এই ভয়ঙ্কৰ আৰু জঘন্য বেপাৰটো ঘাইকৈ স্পেনিছ, পৰ্তুগীজ আৰু ইংৰাজবিলাকৰ হাতত আছিল। আমেৰিকাত বন্দুৱা লগা হৈছিল, বিশেষকৈ দক্ষিণ ফালৰ ৰাজ্যবিলাকত হোৱা ধপাতৰ বিস্তৃত বাগিছাবিলাকত লগা হৈছিল। দেশখনৰ মানুহবিলাকক সাধাৰণতে ৰেডইণ্ডিয়ান বোলা হৈছিল, তেওঁলোক অঘৰী আছিল আৰু তেওঁলোকে স্থায়ী বসতি পাতি থাকিবলৈ ভাল নেপাইছিল, তদুপৰি তেওঁলোকে

দাসত্ব চৰ্ত্তত কাম কৰিবলৈ মান্তি নহৈছিল। তেওঁলোক একোপধ্যে সৈমান নহৈছিল, তেওঁলোকে তাতকৈ ধ্বংস হোৱাই শ্ৰেয় বুলি ভাবিছিল আৰু পৰবৰ্ত্তী বছৰবিলাকত তেওঁলোক সঁচাকৈয়ে ধ্বংস হৈছিল। তেওঁলোকক প্ৰকৃততে নিৰ্মূল কৰা হৈছিল আৰু নতুন অৱস্থাবিলাকত তেওঁলোকৰ অতি সৰহভাগ মানুহৰ শীঘ্ৰে মৃত্যু হৈছিল। এই মানুহবিলাকে একালত সমগ্ৰ মহাদেশ এখন জুৰি বসতি কৰিছিল, এতিয়া এওঁলোকৰ বেচি মানুহ নাই।

ৰেড ইণ্ডিয়ানবিলাকে বাগিছাবিলাকত কাম নকৰিছিল। কিন্তু বনুৱাৰ নিতান্ত প্ৰয়োজন হৈছিল; সেই কাৰণে আফ্ৰিকাৰ দুৰ্ভগীয়া মানুহবিলাকক জঘন্য-ভাৱে চিকাৰৰ পশুৰ দৰে পিচে পিচে খেদি নি ধৰি বন্দী কৰি, সাগৰ পাৰ কৰাই যেনে নিষ্ঠুৰতাৰে পঠোৱা হৈছিল, তাৰ কথা প্ৰায় বিশ্বাস কৰিব নোৱাৰি। আফ্ৰিকাৰ এই নিগ্ৰোবিলাকক আমেৰিকাৰ দক্ষিণ ফালৰ ৰাজ্য ভাৰ্জিনিয়া, কেৰলিনা আৰু জৰ্জি-য়ালৈ নিয়া হৈছিল আৰু বিস্তৃত বাগিছাবিলাকত, ঘাইকৈ ধপাতৰ বাগিছাবিলাকত তেওঁলোকক দলে দলে কাম কৰিবলৈ বাধ্য কৰা হৈছিল।

উত্তৰ ফালৰ ৰাজ্যবিলাকৰ অৱস্থা বেলেগ আছিল। "মে-ফ্লাৱাৰ" জাহাজত যোৱা তীৰ্থযাত্ৰী ধৰ্ম্মযাজকবিলাকে যি পিউৰিটানৰ পৰম্পৰা তালৈ নিছিল, সেই পৰম্পৰা তেতিয়াও সতেজ হৈ আছিল। তাত খেতিৰ পামবিলাক একোটা সৰু দাগত আছিল, দক্ষিণ ফালৰ দৰে সুবিস্তৃত বাগিছা তাত নাছিল। সেই বিলাকৰ নামত গোলাম নাইবা বহুত বনুৱা নেলাগিছিল। নতুন মাটিৰ অভাৱ নোহোৱাৰ কাৰণে প্ৰত্যেকজন মানুহৰ নিজৰ নিজৰ পাম আছিল, সেই কাৰণে প্ৰত্যেকৰে স্বাতন্ত্ৰ্য আছিল। এইদৰে উপনিবেশবাসীবিলাকৰ মাজত সাম্যৰ ভাৱ আহিছিল।

এইদৰে আমি দেখিবলৈ পাওঁ যে এই উপনিবেশবিলাকত দুবিধ অৰ্থনৈতিক পদ্ধতিৰ সংবৰ্ধণ হৈছিল; এবিধ হৈছিল উত্তৰফালে সৰু কৃষি-পাম আৰু সাম্যৰ কিছু-মান ভাৱক ভেটি কৰি, আৰু আনবিধ হৈছিল দক্ষিণ ফালে বৃহৎ বাগিছাবিলাক আৰু দাসত্বক ভেটি কৰি। কোনো বিধতে ৰেড ইণ্ডিয়ানবিলাকৰ ঠাই নাছিল। সেই কাৰণে মহাদেশখনৰ আদিম অধিবাসী এই মানুহবিলাকক ক্ৰমে ক্ৰমে পশ্চিম ফাললৈ হেঁচাদি ঠেলি পঠিওৱা হৈছিল। ৰেড ইণ্ডিয়ানবিলাকক নিজৰ ভিতৰত থকা কন্দল আৰু বিভেদবিলাকে এই কাৰ্যপদ্ধতি বেচি সহজ কৰিছিল।

ইংৰাজ ৰজাৰ আৰু ইংলেণ্ডৰ বহুতো ডাঙৰ জমিদাৰৰ এই উপনিবেশবিলাকত, বিশেষকৈ দক্ষিণ ফালৰ উপনিবেশবিলাকত বহুত পৰিমাণে স্বাৰ্থ আছিল। তেওঁ-লোকে যিমান পাৰিছিল সিমান এই উপনিবেশবিলাকক শোষণ কৰিবলৈ চেষ্টা কৰিছিল। সাত-বছৰীয়া যুদ্ধৰ পাচত আমেৰিকাৰ উপনিবেশবিলাকৰপৰা ধন সংগ্ৰহ কৰিবলৈ বিশেষ চেষ্টা চলোৱা হৈছিল। ইংলেণ্ডৰ পাৰ্লামেণ্টত জমিদাৰ-বিলাকৰ আধিপত্য আছিল। সেই পাৰ্লামেণ্টে উপনিবেশবিলাকক শোষণ কৰিবলৈ যথেষ্ট ইচ্ছুক হৈ এই কামত ৰজাক সমৰ্থন কৰিছিল। কৰ লগোৱা হৈছিল আৰু বাণিজ্যত প্ৰতিবন্ধকতা প্ৰয়োগ কৰা হৈছিল। তোমাৰ মনত পৰিব যে ভাৰতবৰ্ষতো সেই কালত বৃটিছে বঙ্গদেশত তীব্ৰ শোষণ আৰম্ভ কৰিছিল আৰু ভাৰতবৰ্ষৰ বাণিজ্যতো সকলো প্ৰকাৰৰ প্ৰতিবন্ধকতা প্ৰয়োগ কৰা হৈছিল।


আমেৰিকাৰ বিচ্ছেদ
ব্ৰিটিছ
স্পেনীয়

উপনিবেশবাসীবিলাকে এনেবিলাক প্ৰতিবন্ধকতা আৰু নতুন কৰ লগোৱাত আপত্তি কৰিছিল, কিন্তু ইংৰাজ চৰকাৰে সাত-বছৰীয়া ৰণত জিকি নিজক শক্তিশালী আৰু সাহিয়াল যেন অনুভৱ কৰিছিল আৰু উপনিবেশবাসীবিলাকৰ আপত্তিলৈ মন নকৰিছিল। পিচে সাত-বছৰীয়া ৰণে উপনিবেশবাসীবিলাকক বহুতো কথা শিকাইছিল। বিভিন্ন উপনিবেশ বা ৰাজ্যৰ মানুহে ইজনে সিজনক লগ পাই ইজনে সিজনৰ বিষয়ে জানিব পৰা হৈছিল। তেওঁলোকে চাবেক ইংৰাজ সৈন্যদলবিলাকৰ লগত ফৰাচী সৈন্যদলবিলাকৰ বিৰুদ্ধে যুদ্ধ কৰিছিল আৰু এইদৰে তেওঁলোক যুদ্ধ-কৌশলৰ লগত আৰু যুদ্ধৰ ভীষণ খেলাটোৰ লগত পৰিচিত হৈছিল। সেই কাৰণে তেওঁলোকে নিজৰ সম্পৰ্কত যিবিলাক কথা তেওঁলোকৰ প্ৰতি অন্যায় আৰু অসঙ্গত বুলি বিবেচনা কৰিছিল, সেইবিলাক মানি চলিবলৈ সমূলি ইচ্ছা নকৰিছিল।

১৭৭৩ খৃষ্টাব্দত যেতিয়া বৃটিছ চৰকাৰে ইণ্ট ইণ্ডিয়া কোম্পানীৰ চাহ উপনিবেশবাসীবিলাকৰ মাজত বলেৰে চলাইছিল, তেতিয়া ঘটনাই মুখা-ফুটা অৱস্থা পাইছিলগৈ। ইংলেণ্ডৰ বহুতো ধনী মানুহৰ ইণ্ট ইণ্ডিয়া কোম্পানীত অংশ আছিল। সেই কাৰণে এই কোম্পানীৰ কৃতকাৰ্য্যতাৰ লগত তেওঁলোকৰ স্বাৰ্থ সাঙোৰ খাই আছিল। চৰকাৰ তেওঁলোকৰ প্ৰভুত্বাধীন আছিল আৰু সম্ভৱতঃ চৰকাৰ চলোৱা লোকসকলৰো প্ৰাচ্যৰ ভাৰতীয় বাণিজ্যত স্বাৰ্থ আছিল। সেই কাৰণে ইণ্ট ইণ্ডিয়া কোম্পানীয়ে এই কোম্পানীৰ চাহ আমেৰিকালৈ নি তাত বেচা সহজ কৰি চৰকাৰে এই কোম্পানীৰ কাৰবাৰত উৎসাহ দিবলৈ চেষ্টা কৰিছিল। কিন্তু ইয়াৰপৰা উপনিবেশবিলাকৰ চাহৰ স্থানীয় বাণিজ্যৰ অপকাৰ হোৱাৰ কাৰণে উপনিবেশবাসীবিলাক বৰকৈ বিৰক্ত হৈছিল। সেই কাৰণে এই বিদেশী চাহ বৰ্জ্জন কৰিবলৈ স্থিৰ কৰা হৈছিল। ১৭৭৩ খৃষ্টাব্দৰ ডিচেম্বৰ মাহত ইণ্ট ইণ্ডিয়া কোম্পানীৰ চাহ বোষ্টনত জাহাজপৰা নমাবলৈ চেষ্টা কৰোঁতে এই কামত বাধা দিয়া হৈছিল। কিছুমান উপনিবেশবাসীয়ে ৰেড ইণ্ডিয়ানৰ বেশ ধৰি মাল-জাহাজখনলৈ গৈ চাহখিনি সাগৰত পেলাই দিলে। এই কামটো সহানুভূতিশীল বিৰাট জনতাৰ সন্মুখত দেখাদেখিকৈ কৰা হৈছিল। এইটো যুদ্ধৰ কাৰণে প্ৰত্যাহ্বান আছিল আৰু এই ঘটনাই বিদ্ৰোহী উপনিবেশবিলাক আৰু ইংলেণ্ডৰ মাজত যুদ্ধৰ বাট মুকলি কৰি-দিলে।

বুৰঞ্জীৰ পুনৰাভিনয় কেতিয়াও সম্পূৰ্ণ একে ধৰণৰ নহয়, তথাপি আচৰিত কথা এই যে, কোনো কোনো সময়ত এনে পুনৰাভিনয় প্ৰায় সম্পূৰ্ণকৈ মিলে। ১৭৭৩ খৃষ্টাব্দত বোষ্টনত জাহাজৰপৰা চাহ পেলাই দিয়া ঘটনাটো প্ৰখ্যাত হৈছে। ইয়াক “বোষ্টনৰ চাহমেল” বোলা হয়। আঢৈ বছৰৰ পূৰ্ব্বে যেতিয়া বাপুৱে তেওঁৰ লোণ-অভিযান, বিখ্যাত ডাণ্ডি যাত্ৰা আৰু আইন অমান্য কৰি লোণ তৈয়াৰ কৰিবলৈ আৰম্ভ কৰিছিল, আমেৰিকাৰ বহুত মানুহে তেওঁলোকৰ “বোষ্টনৰ চাহ-মেল”ৰ কথা ভাবিছিল আৰু এই নতুন “লোণ-মেল”ক সেই “চাহ-মেল”ৰ লগত তুলনা কৰি চাইছিল। অৱশ্যে এই দুটা ঘটনাৰ মাজত বহুতো পাৰ্থক্য আছিল।

দেড় বছৰৰ পাচত ১৭৭৫ খৃষ্টাব্দত ইংলেণ্ড আৰু সেই দেশৰ আমেৰিকাত

থকা উপনিবেশবিলাকৰ মাজত যুদ্ধ আৰম্ভ হ'ল। উপনিবেশবিলাকে কিহৰ কাৰণে যুদ্ধ কৰিছিল? স্বাধীনতাৰ কাৰণে কৰা নাছিল। ইংলেণ্ডৰ লগত সম্পৰ্ক ছেদ কৰিবৰ অৰ্থেও কৰা নাছিল। আনকি, যেতিয়া যুদ্ধ আৰম্ভ হ'ল আৰু দুয়ো ফালৰ মানুহৰ ৰক্তপাত হ'ল, তেতিয়াও উপনিবেশবাসীৰ নেতাসকলে ইংলেণ্ডৰ তৃতীয় জৰ্জক "অতি কৃপালু সাৰ্বভৌম নৃপতি" বুলি সম্বোধন কৰি আছিল আৰু তেওঁ-লোকে নিজক তেওঁৰ অনুগত প্ৰজা বুলি ভাবি আছিল। এই কথাটো অতি কৌতুহলজনক; কাৰণ সেই একে ঘটনাই যথেষ্ট সঘনে ঘটি থকা তুমি দেখিবলৈ পাবা। হলেণ্ডত স্পেনৰ দ্বিতীয় ফিলিপৰ সৈন্যবাহিনীবিলাকৰ বিৰুদ্ধে তুমুল যুদ্ধ চলাই থকা কালতো তেওঁক সাৰ্ব্বভৌম নৃপতি বোলা হৈছিল। বহুত বছৰ যুদ্ধ কৰাৰ পাচতহে হলেণ্ডে বাধ্য হৈ স্বাধীনতা ঘোষণা কৰিছিল। ভাৰতবৰ্ষত সংশয় আৰু দ্বিধাৰ মাজত বহুত বছৰ পাৰ হোৱাৰ পাচত আৰু ঔপনিবেশিক স্বায়ত্ত-শাসনৰ মৰ্য্যাদা আৰু আন তেনে ধৰণৰ কিছুমান কথাত অবাবত সময় নষ্ট কৰাৰ পাচত আমাৰ জাতীয় কংগ্ৰেছে ১৯৩০ খৃষ্টাব্দৰ ১ জানুৱাৰিৰ দিনা স্বাধীনতা সমৰ্থন কৰা ঘোষণা কৰিছিল। এতিয়াও এনে কিছুমান মানুহ আছে যি স্বাধীনতাৰ ভাৱটোলৈ ভয় কৰে আৰু ভাৰতবৰ্ষত ঔপনিবেশিক স্বায়ত্তশাসনৰ কথা কয়। কিন্তু বুৰঞ্জীয়ে আমাক শিকাইছে আৰু আমেৰিকা আৰু হলেণ্ডৰ দৃষ্টান্তই অতি স্পষ্টকৈ দেখুৱাইছে যে এনে সংগ্ৰামৰ পৰিণতি হব পাৰে কেৱল স্বাধীনতা।

উপনিবেশবিলাক আৰু ইংলেণ্ডৰ মাজত যুদ্ধ লগাৰ অলপ দিনৰ আগত, ১৭৭৪ খৃষ্টাব্দত ৱাছিংটনে উক্তি কৰিছিল যে, উত্তৰ আমেৰিকাৰ কোনো চিন্তা কৰা মানুহে স্বাধীনতা বাঞ্ছা নকৰে। আৰু সেই ৱাছিংটনেই আমেৰিকাৰ গণৰাষ্ট্ৰৰ প্ৰথম ৰাষ্ট্ৰপতি হৈছিল। যুদ্ধ আৰম্ভ হোৱাৰ পাচত ১৭৭৪ খৃষ্টাব্দত ঔপনিবেশিক কংগ্ৰেছৰ ৪৬ জন প্ৰধান সদস্য নিজৰ ৰজা তৃতীয় জৰ্জৰ বিশ্বাসী প্ৰজা বুলি শান্তি স্থাপন আৰু "ধাৰাষাৰ ৰক্তপাত" বন্ধ কৰিবৰ কাৰণে প্ৰাৰ্থনা কৰি তেওঁলৈ আবেদন পঠিয়াইছিল। তেওঁলোকে ইংলেণ্ড আৰু আমেৰিকাত থকা সেই দেশৰ সন্তান-বিলাকৰ মাজত মিলন আৰু সদিচ্ছা পুনৰ স্থাপনৰ কাৰণে বৰ আগ্ৰহেৰে বাঞ্ছা কৰি-ছিল। তেওঁলোকে মুঠতে বিচাৰিছিল কোনো এক প্ৰকাৰৰ ঔপনিবেশিক স্বায়ত্ত-শাসনৰ ব্যৱস্থা আৰু ৱাছিংটনৰ ভাষাৰে তেওঁলোকে ঘোষণা কৰিছিল যে কোনো চিন্তা কৰা মানুহে স্বাধীনতা বিচৰা নাই। এই আবেদনটোক "শান্তিৰ প্ৰতীক আবেদন" বোলা হৈছিল।

কিন্তু দুবছৰতকৈ কম সময়ৰ পাচত এই আবেদনপত্ৰত চহী কৰা ২৫ জন লোকে "স্বাধীনতাৰ ঘোষণা" নামৰ আন এখন দলিলত চহী কৰিছিল।

এইদৰে উপনিবেশবিলাকে স্বাধীনতাৰ কাৰণে যুদ্ধ আৰম্ভ কৰা নাছিল। কৰ লগোৱা আৰু বাণিজ্যত প্ৰয়োগ কৰা প্ৰতিবন্ধকতাবিলাক তেওঁলোকৰ অসন্তোষৰ কাৰণ আছিল। তেওঁলোকৰ ইচ্ছাৰ বিৰুদ্ধে পাৰ্লামেণ্টৰ তেওঁলোকৰ ওপৰত কৰ বহুৱাৰ স্বত্ব তেওঁলোকে স্বীকাৰ নকৰিছিল। তেওঁলোকৰ প্ৰখ্যাত ঘোষণাটো আছিল "প্ৰতিনিধিত্ব নোহোৱাকৈ কৰ বহুৱাব পৰা নহব", আৰু বৃটিছ পাৰ্লামেণ্টত তেওঁ-লোকৰ প্ৰতিনিধি নাছিল।

উপনিৱেশবাসীবিলাকৰ সৈন্যবাহিনী নাছিল, কিন্তু আৱশ্যক হ'লে যুদ্ধক্ষেত্ৰৰ পৰা পিচ হুহ'কি বাবলৈ আৰু যুদ্ধ চলোৱাৰ সুযোগ আৰু শাসনৰ যোগান ধৰিবলৈ তেওঁলোকৰ এখন বিৰাট দেশ আছিল। তেওঁলোকে সৈন্যবাহিনী এটা সংগঠিত কৰি ললে আৰু শেহত ৱাছিংটন তাৰ প্ৰধান সৈন্যাধ্যক্ষ হ'ল। কেইখনমান ঠাইৰ যুদ্ধত তেওঁলোকৰ জয় হৈছিল আৰু ফ্ৰান্সৰ সম্ভৱতঃ পুৰণি শত্ৰু ইংলেণ্ডক আঘাত কৰাৰ উপযুক্ত সময় বুলি ভাবি উপনিৱেশবিলাকৰ লগত যোগ দিছিল। স্পেনেও ইংলেণ্ডৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছিল। এনে অৱস্থাত উপনিৱেশবিলাকতকৈ ইংলেণ্ডৰ বেচি অসুবিধা হৈছিল, তথাপি যুদ্ধখন বহুত বছৰ চলি আছিল। ১৭৭৬ খৃষ্টাব্দত উপনিৱেশবিলাকে "স্বাধীনতাৰ ঘোষণা" নামৰ প্ৰখ্যাত ঘোষণাটো কৰিছিল। ১৭৮২ খৃষ্টাব্দত যুদ্ধখন শেষ হৈছিল, আৰু যুদ্ধত লিপ্ত থকা দেশ কেইখনৰ মাজত "পেৰিচৰ শান্তি" নামৰ যি সন্ধি হৈছিল, তাত ১৭৮৩ খৃষ্টাব্দত চহী কৰা হৈছিল।

এইদৰে আমেৰিকাৰ উপনিৱেশ তেৰখন লগ লাগি এখন স্বাধীন গণৰাষ্ট্ৰ হৈছিল, সেই ৰাষ্ট্ৰখনক আমেৰিকাৰ যুক্তৰাজ্য বোলা হৈছিল। কিন্তু বহুত কাললৈকে প্ৰতিখন ৰাজ্যই আনবিলাক ৰাজ্যক সন্দেহৰ চকুৰে চাইছিল আৰু প্ৰত্যেকখন ৰাজ্যই নিজক প্ৰায় স্বাধীন বুলি ভাবিছিল। সমূহীয়া জাতীয়তাৰ ভাব ক্ৰমে ক্ৰমে হে হৈছিল। দেশখন বিৰাট আছিল আৰু ই ক্ৰমে ক্ৰমে পশ্চিম ফাললৈ বিস্তৃত হৈছিল। আধুনিক জগতৰ এইখনেই প্ৰথম ডাঙৰ গণৰাষ্ট্ৰ আছিল। সেইকালত ক্ষুদ্ৰ চুইজাৰলেণ্ড আন এখন মাথোন প্ৰকৃত গণৰাষ্ট্ৰ আছিল। যদিও হলেণ্ডৰ শাসন গণৰাষ্ট্ৰীয় নীতিত চলিছিল, তথাপি তাত অভিজাতসকলৰহে আধিপত্য আছিল। ইংলেণ্ডত অকল ৰাজতন্ত্ৰই নচলিছিল। ইয়াৰ পাৰ্লামেণ্ট ধনী জমিদাৰৰ সৰু শ্ৰেণীটোৰ হাতৰ মুঠিত আছিল। সেই কাৰণে যুক্তৰাজ্যৰ গণৰাষ্ট্ৰখন নতুন এক প্ৰকাৰৰ দেশ হৈছিল। ইউৰোপ আৰু এচিয়াৰ দেশবিলাকৰ দৰে ইয়াৰ অতীত নাছিল। দক্ষিণ ফালৰ খেতিৰ পামবিলাকত চলা পদ্ধতিটো আৰু দাসত্বৰ বাহিৰে দেশখনৰ আনবিলাক ঠাইত সামন্তপ্ৰথাৰ চিন নাছিল। পুৰুষানুক্ৰমে ক্ৰম চলা আভিজাত্য ইয়াত নাছিল। বুৰ্জোৱা বা মধ্যবিত্ত শ্ৰেণীৰ সংবৰ্ধনত এইদৰে প্ৰায় প্ৰতিদ্বন্দ্বিতা নাছিল, সেই কাৰণে এই শ্ৰেণীটোৰ দ্ৰুত সংবৰ্ধন হৈছিল। স্বাধীনতাৰ যুদ্ধৰ কালত এই দেশৰ লোকসংখ্যা চাৰি নিযুততকৈ কম আছিল। দুবছৰৰ আগত ১৯৩০ খৃষ্টাব্দত ই প্ৰায় ১২৩,০০০,০০০ আছিল।

জৰ্জ ৱাছিংটন যুক্তৰাজ্যৰ প্ৰথম ৰাষ্ট্ৰপতি হৈছিল। তেওঁ ভাৰ্জিনিয়া ৰাজ্যৰ এজন ডাঙৰ জমিদাৰ আছিল। এই যুগৰ আন যিসকল মহৎ লোকক গণৰাষ্ট্ৰৰ প্ৰতিষ্ঠাতা বুলি বিবেচনা কৰা হয়, তেওঁলোক আছিল টমাচ পেইন, বেঞ্জামিন ফ্ৰেঙ্কলিন, পাট্ৰিক হেনৰি, টমাচ জেফাৰচন, আডাম্‌চ্‌ আৰু জেম্‌চ্‌ মাডিচন। বেঞ্জামিন ফ্ৰেঙ্কলিন বিশেষকৈ প্ৰসিদ্ধ লোক আৰু শ্ৰেষ্ঠ বৈজ্ঞানিক আছিল। ল'ৰা-বিলাকৰ চিলা উৰুৱাই তেওঁ প্ৰমাণ কৰি দেখুৱাইছিল যে মেঘৰ বিজুলি বিজুলি-শক্তিৰে সৈতে একে।

১৭৭৬ খৃষ্টাব্দৰ "স্বাধীনতাৰ ঘোষণা"ত কোৱা হৈছিল যে "সকলো মানুহে

সমান হৈ জন্ম গ্ৰহণ কৰে।” বিশ্লেষণ কৰি চালে দেখা যায় যে এই উক্তিটো কাচিৎহে শুদ্ধ, কাৰণ কিছুমান মানুহ দুৰ্ব্বল, কিছুমান সবল, কিছুমান আন কিছুমানতকৈ বেচি বুদ্ধিমান আৰু সমৰ্থ হয়। কিন্তু উক্তিটোৰ অন্তৰ্নিহিত ভাবটো যথেষ্ট স্পষ্ট আৰু প্ৰশংসনীয়। উপনিৱেশবাসীবিলাকে ইউৰোপত সামন্তপ্ৰথাৰ বাবে হোৱা অসাম্যবিলাকৰ পৰা আঁতৰত থাকিব খুজিছিল। এইটোৱেই বৰ বেচি উন্নতিৰ কথা আছিল। সম্ভৱতঃ স্বাধীনতাৰ ঘোষণাটো ৰচনা কৰা লোকসকলৰ বহুতে ভল্‌টেয়াৰ আৰু ৰুচোৰপৰা আৰম্ভ কৰি ১৮শ শতাব্দীৰ ফ্ৰান্সৰ দাৰ্শনিক আৰু ভাবুকসকলৰ দ্বাৰা প্ৰভাৱিত হৈছিল।

“সকলো মানুহ সমান হৈ ওপজে”—তথাপি সেই দেশত দুৰ্ভগীয়া নিগ্ৰো-বিলাক আছিল, তেওঁলোক গোলাম আছিল আৰু তেওঁলোকৰ প্ৰায় একো অধিকাৰ বা স্বত্ব নাছিল। তেওঁলোকৰ গতি কি হৈছিল? সংবিধানৰ লগত তেওঁলোকক কেনেকৈ খাপ খুউৱা হৈছিল? তেওঁলোক খাপ নেখাইছিল, এতিয়াও খাপ খোৱা নাই। বহুত বছৰৰ পাচত উত্তৰ ফালৰ ৰাজ্যবিলাকৰ লগত দক্ষিণ ফালৰ ৰাজ্য-বিলাকৰ দুৰ্ঘোৰ গৃহ-যুদ্ধ হৈছিল, আৰু তাৰ ফলত দাসত্ব প্ৰথা নিষিদ্ধ কৰা হৈছিল। কিন্তু নিগ্ৰোৰ সমস্যাটো এতিয়াও আমেৰিকাত চলি আছে।

## ১০০

## বাস্তিল দুৰ্গৰ পতন

৭ অক্টোবৰ, ১৯৩২

ইতিমধ্যে আমি ১৮শ শতাব্দীৰ দুটা বিপ্লৱৰ কথা অতি চমুকৈ আলোচনা কৰিছোঁ। এই চিঠিত মই তৃতীয় বিপ্লৱটোৰ অৰ্থাৎ ফৰাচী বিপ্লৱৰ বিষয়ে তোমাক অলপমান কম। তিনিওটা বিপ্লৱৰ ভিতৰত ফ্ৰান্সৰ এই বিপ্লৱটোৱে বেচি উত্তেজনাৰ সৃষ্টি কৰিছিল। ইংলেণ্ডত আৰম্ভ হোৱা শিল্প-বিপ্লৱটো অতি গুৰুত্বপূৰ্ণ বিপ্লৱ আছিল, কিন্তু ই ক্ৰমে ক্ৰমে আৰু অতি সৰহ ভাগ মানুহৰ অলক্ষিতে হৈছিল। সেই কালত অতি কম মানুহে ইয়াৰ প্ৰকৃত তাৎপৰ্য উপলব্ধি কৰিছিল। কিন্তু ফৰাচী বিপ্লৱটো বিস্ময়বিমূঢ় ইউৰোপত বজ্ৰপাতৰ দৰে হঠাৎ সংঘটিত হৈছিল। ইউৰোপ তেতিয়া ৰজা আৰু সম্ৰাটৰ অধীনত আছিল। বহুকালৰ আগতে প্ৰাচীন “পৱিত্ৰ ৰোমান সাম্ৰাজ্য” অচল হৈছিল, কিন্তু কাগজে-কলমে ই তেতিয়াও আছিল আৰু ইয়াৰ ভূতটোৱে ইউৰোপৰ ওপৰত তেতিয়াও দীঘল ছাঁ পেলাই আছিল। ৰজা আৰু সম্ৰাট, ৰাজসভা আৰু কাৰেঙেৰে ভৰি থকা ইউৰোপৰ এই সমাজখনত জনসাধাৰণৰ মৰ্মস্থলৰ পৰা এই অদ্ভুত আৰু ভয়ঙ্কৰ সৃষ্টিটোৰ আবিৰ্ভাব হৈছিল; ই আও-পুৰণি ৰীতি আৰু বিশেষ স্বত্ববিলাকলৈ আওকাণ কৰিছিল, ৰজা এজনক তেওঁৰ সিংহাসনৰপৰা ওফৰাই পেলাইছিল আৰু আনবিলাক ৰজাকো তেনে গতি হোৱাৰ ভয় খুৱাইছিল। ইউৰোপৰ ৰজা আৰু বিশেষ স্বত্ব ভোগ কৰি থকা মানুহবিলাকে যি জনসাধাৰণক

ইমান দিন তুচ্ছ কৰি দমাই ৰাখিছিল, সেই জনসাধাৰণৰ এই বিদ্ৰোহৰ সন্মুখত যে তেওঁলোক ভয়ত কঁপিছিল, তাত আচৰিত হব লগীয়া কি আছে ?

ফৰাচী বিপ্লৱটো আগ্নেয়গিৰিৰ বিস্ফোৰণৰ দৰে হঠাৎ হৈছিল। কিন্তু কোনো কাৰণ নাইবা বহুদিনীয়া ক্ৰমবিকাশ নোহোৱাকৈ বিপ্লৱ আৰু আগ্নেয়গিৰিৰ বিস্ফোৰণ হঠাতে নহয়। আমি আগ্নেয়গিৰিৰ আকস্মিক বিস্ফোৰণটো দেখি আচৰিত হওঁ; কিন্তু পৃথিৱীৰ ওপৰ ভাগৰ তলত একেৰাহে বহুত যুগ বহুতো শক্তিৰ ঘাত প্ৰতিঘাত হয় আৰু জুইবিলাক একে লগ হয় আৰু যেতিয়া ওপৰৰ খোলাটোৱে সেই-বিলাক ধৰি ৰাখিব নোৱাৰা হয়, তেতিয়া সেইবিলাক হঠাৎ বিস্ফুৰিত হৈ আকাশলঙ্ঘা ভয়ঙ্কৰ অগ্নিশিখালৈ ৰূপান্তৰিত হয় আৰু আগ্নেয়গিৰিৰ কাষেদি তাপত গলা পদাৰ্থবিলাক তললৈ হুৰহুৰাই বৈ আহে। ঠিক সেইদৰেই যিবিলাক শক্তিয়ে শেহান্তৰত বিপ্লৱত হঠাৎ দেখা দিয়ে, সেইবিলাকে সমাজৰ তল ভাগত কাম কৰি থাকে। তুমি পানী তপতাই থাকিলে ই উতলে, কিন্তু তুমি জানা যে ই বেচিকৈ তপত হৈ হৈ হে উতলা অৱস্থাটো পায়।

ভাৱধাৰা আৰু অৰ্থনৈতিক অৱস্থাই বিপ্লৱৰ সৃষ্টি কৰে। কৰ্তৃত্ব চলোৱা অবিবেচক মানুহবিলাকে তেওঁলোকৰ ভাৱৰ লগত খাপ নোখোৱা কোনো কথাকে নুবুজে, তেওঁলোকে ভাৱে যে আন্দোলনকাৰীবিলাকে বিপ্লৱৰ সৃষ্টি কৰে। আন্দোলনকাৰীবিলাকে প্ৰচলিত অৱস্থাত অসন্তুষ্ট হৈ পৰিৱৰ্ত্তন বাঞ্ছা কৰি তাৰ অৰ্থে কাম কৰে। প্ৰত্যেক বৈপ্লৱিক যুগতে তেওঁলোকৰ সংখ্যা যথেষ্ট হয়, প্ৰচলিত আন্দোলন আৰু অসন্তুষ্টিয়েই তেওঁলোকক সৃষ্টি কৰে। কিন্তু এজন আন্দোলন-কাৰীৰ নিৰ্দ্দেশতে লাখ লাখ মানুহ কামলৈ আগ নেবাঢ়ে। সৰহ ভাগ মানুহে আন সকলো কথা বাদ দি নিৰাপত্তা বাঞ্ছা কৰে, তেওঁলোকৰ যিখিনি আছে, তাক হেৰুৱাবৰ সম্ভাৱনা তেওঁলোকে নিবিচাৰে। কিন্তু যেতিয়া অৰ্থনৈতিক অৱস্থা এনে হয় যে তেওঁলোকৰ দৈনন্দিন দুখ-কষ্ট বাঢ়ে আৰু জীৱনটো তেওঁলোকৰ কাৰণে অসহনীয় বোজা হয়, তেতিয়া দুৰ্ব্বল মানুহবিলাকো সম্ভাব্য বিপদৰ সন্মুখীন হবলৈ সাজু হয়। তেতিয়াহে তেওঁলোকে আন্দোলনকাৰীৰ কথা শুনে, তেওঁলোকৰ মনত লাগে যে আন্দোলনকাৰীয়ে তেওঁলোকক দুৰ্গতিৰপৰা মুক্ত হবলৈ বাট দেখুৱাইছে।

মোৰ বহুত চিঠিত মই জনসাধাৰণৰ যাতনা আৰু কৃষকবিলাকৰ বিদ্ৰোহৰ কথা তোমাক কৈছোঁ। এচিয়া আৰু ইউৰোপৰ প্ৰত্যেকখন দেশতে কৃষকবিলাকৰ এনে বিদ্ৰোহ হৈছিল, সেইবিলাক বিদ্ৰোহৰ ফলত সঘনে প্ৰচুৰ ৰক্তপাত আৰু নিষ্ঠুৰ উৎ-পীড়ন হৈছিল। তেওঁলোকৰ যাতনাই তেওঁলোকক বৈপ্লৱিক কামলৈ উদগাইছিল, কিন্তু সাধাৰণতে তেওঁলোকৰ লক্ষ্য-স্থানৰ বিষয়ে নিজৰ কোনো স্পষ্ট ধাৰণা নাছিল। চিন্তাৰ এনে অস্পষ্টতাৰ কাৰণে, মতবাদৰ এনে অভাৱৰ কাৰণে সঘনে বিফলতাত তেওঁলোকৰ চেষ্টাৰ অন্ত পৰিছিল। ফৰাচী বিপ্লৱত আমি এটা নতুন কথা দেখি-বলৈ পাওঁ আৰু সেই কথাটো যেনে-তেনে ইমান বিস্তৃত ভাৱে হৈছিল—সেই কথাটো হৈছে বৈপ্লৱিক কামৰ কাৰণে অৰ্থনৈতিক উদগনিৰ লগত ভাৱবিলাকৰ মিলন। যেতিয়া এনে মিলন হয়, তেতিয়াই প্ৰকৃত বিপ্লৱ হয় আৰু প্ৰকৃত বিপ্লৱে জীৱন আৰু

সমাজৰ সমগ্ৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক আৰু ধাৰ্মিক গাঁথনিটোৰ গঢ় লৰায়। ১৮শ শতাব্দীৰ শেষৰ বছৰ কেইটাত ফ্ৰান্সত আমি এনে হোৱা দেখিবলৈ পাওঁ।

ফৰাচী ৰজাবিলাকৰ বিলাসিতা, অকৰ্মণ্যতা আৰু দুৰ্নীতিৰ বিষয়ে আৰু জনসাধাৰণৰ অতি ক্লেশকৰ দাৰিদ্ৰৰ বিষয়ে মই আগতে তোমাক কৈছোঁ। ফৰাচী মানুহৰ মনত হোৱা আলোড়নৰ বিষয়ে আৰু ভল্‌টেয়াৰ, ৰুচো, মণ্টেচ্‌কু আৰু আন বহুতে প্ৰচলিত কৰোৱা নতুন ভাৱবিলাকৰো তোমাক আগতে আভাস দিছোঁ। এই-দৰে অৰ্থনৈতিক যাতনা আৰু মতবাদৰ সংগঠন—এই দুয়োটা পদ্ধতি একেলগে চলি আছিল আৰু ইহঁতৰ পৰস্পৰ ঘাত-প্ৰতিঘাত হৈছিল। জাতি এটাৰ মানুহৰ মাজত মতবাদ এটা সংগঠিত হবলৈ দীঘলীয়া সময় লাগে, কাৰণ নতুন ভাব-বিলাক ক্ৰমে ক্ৰমে নিজৰি তেওঁলোকৰ মনত সোমাব লাগে আৰু অতি কম সংখ্যাৰ মানুহেহে তেওঁলোকৰ পুৰণি মত আৰু মনৰ ধাৰণা এৰি দিবলৈ আগ্ৰহ কৰে। অতি সঘনে এনে হয় যে যি কালত নতুন মতবাদ এটা প্ৰতিষ্ঠিত হয় আৰু মানুহবিলাকে নতুন ভাৱসমূহ গ্ৰহণ কৰিব পৰা হয়, সেই কালত এই ভাৱবিলাকেই আংশিকভাৱে অচল হয়। এই কথাটো লক্ষ্য কৰিলে মনত কৌতুহল হয় যে ইউৰোপৰ শিল্পবিপ্লৱৰ আগৰ যুগটোক মূল কৰি ১৮শ শতাব্দীৰ ফৰাচী দাৰ্শনিকসকলৰ ভাৱবিলাকৰ সংবৰ্ধণ হৈছিল, কিন্তু প্ৰায় ঠিক সেই কালতে ইংলেণ্ডত শিল্প-বিপ্লৱ আৰম্ভ হৈছিল আৰু ই উদ্যোগ আৰু জীৱিকা নিৰ্বাহৰ পদ্ধতি ইমান বেচিকৈ পৰিৱৰ্ত্তন কৰিছিল যে বাস্তৱতে বহুতো নতুন ফৰাচী মত অমূলক হৈছিল। শিল্পবিপ্লৱৰ উন্নয়ণ বাস্তৱতে পাচত হৈছিল আৰু ফৰাচী দাৰ্শনিকসকলে স্বাভাৱিকতে ভৱিষ্যতত কি হব তাক অনুমান কৰিব নোৱাৰিছিল। তথাপি তেওঁলোকৰ ভাৱবিলাকেই বহুতো পৰিমাণে ফৰাচী বিপ্লৱৰ মতবাদৰ মূলত আছিল আৰু বৃহৎ উদ্যোগবিলাকৰ প্ৰচলনৰ লগে লগে তেওঁ-লোকৰ ভাৱবিলাক আংশিক ৰূপে অচল হৈছিল।

যি কি নহওক, এই কথাটো স্পষ্টকৈ জনা গৈছে যে বিপ্লৱটোত ফৰাচী দাৰ্শনিক-সকলৰ এই ভাৱ আৰু মতবিলাকৰ ফল অতি শক্তিশালী হৈছিল। পূৰ্বে আন্দোলন আৰু বিদ্ৰোহত জনতা সক্ৰিয় হোৱাৰ বহুত দৃষ্টান্ত আছিল; এতিয়াৰ ফৰাচী বিপ্লৱৰ দৃষ্টান্তটো সচেতন জনতা, বৰং সচেতনভাৱে চলোৱা জনতা, সক্ৰিয় হোৱাৰ এটা অসাধাৰণ দৃষ্টান্ত আছিল। ইয়াতে ফ্ৰান্সৰ এই গুৰুত্বপূৰ্ণ বিপ্লৱটোৰ প্ৰাধান্য আছে।

মই তোমাক আগতে কৈছোঁ যে ১৭১৫ খৃঃত ১৫শ লুয়ে তেওঁৰ আজো ককাক ১৪শ লুইৰ পাচত সিংহাসন আৰোহণ কৰি ৫৯ বছৰ ৰাজত্ব কৰিছিল। তেওঁ এনেকৈ কোৱা বুলি প্ৰবাদ আছে যে "মোৰ পাচত প্ৰলয় হব"; আৰু তেওঁ সেই ভাৱেৰেই কাম কৰিছিল। তেওঁ উলাহেৰে নিজৰ দেশখনক অতল গহ্বৰত পেলাইছিল। বৃটেনৰ বিপ্লৱ আৰু ইংৰাজ ৰজাৰ মূৰ কটা যোৱাৰ পৰা তেওঁৰ শিক্ষা নহ'ল। ১৭৭৪ খৃঃত তেওঁৰ পাচত তেওঁৰ নাতি ১৬শ লুই ৰজা হ'ল, এওঁ অতি মূৰ্খ আৰু নিৰ্বোধ আছিল। তেওঁৰ পত্নী মেৰি আন্টোৱানেট অষ্ট্ৰীয়াৰ হেপ্‌চ্‌বাৰ্গ বংশৰ সম্ৰাটৰ ভনীয়েক আছিল।

তেৰোঁ অতি মূৰ্খ আছিল, কিন্তু তেওঁৰ এক প্ৰকাৰৰ অদমনীয় মনৰ বল আছিল। ১৬শ লুই সম্পূৰ্ণে তেওঁৰ কৰ্তৃত্বাধীন আছিল। "ৰজাৰ ঐশ্বৰিক স্বত্বৰ" ভাৱটোৱে লুইতকৈও বেছিকৈ তেওঁৰ মন পৰিপূৰ্ণ কৰি ৰাখিছিল আৰু তেওঁ জনসাধাৰণক ঘিণ কৰিছিল। স্বামী-স্ত্ৰী দুয়ো লগ লাগি সকলো কাম এনেদৰে কৰিছিল যে ৰাজতন্ত্ৰৰ ভাৱটো জনসাধাৰণৰ কাৰণে ঘৃণনীয় হৈছিল। বিপ্লৱ আৰম্ভ হোৱাৰ পিচতো ৰাজতন্ত্ৰৰ প্ৰশ্নত ফৰাচী মানুহবিলাকৰ কোনো স্পষ্ট ধাৰণা নাছিল, কিন্তু লুই আৰু মেৰি আন্টোৱানেটে তেওঁলোকৰ কাৰ্যকলাপ আৰু অবিবেচনাবিলাকৰ দ্বাৰা গণৰাষ্ট্ৰ অৱশ্যম্ভাবী কৰিছিল। পিচে তেওঁলোকতকৈ বেচি জ্ঞানী মানুহে প্ৰায় একো কৰিব নোৱাৰিলেহেঁতেন। ঠিক সেই দৰেই ১৯১৭ খৃষ্টাব্দৰ ৰুচিয়াৰ বিপ্লৱৰ অলপ আগৰ কালচোৱাত ৰুচিয়াৰ জাৰ আৰু জাৰিণাই (সম্ৰাট আৰু সম্ৰাজ্ঞীয়ে) বিস্ময়কৰ অবিবেচনাৰে চলিছিল। এনে মানুহবিলাকে গভীৰ সঙ্কট বেচি গভীৰ হৈ যোৱাৰ লগে লগে যেনে বেচিকৈ অবিবেচক হৈ নিজৰ নিপাতিত বৰঙণি যোগায়, তাক দেখিলে আচৰিত হব লাগে। লেটিন ভাষাত এটা প্ৰসিদ্ধ প্ৰবচন আছে যে ঈশ্বৰে যাক নিপাত কৰিব খোজে, তাক তেওঁ প্ৰথমতে বলিয়া কৰে; এই প্ৰবচনটো তেওঁলোকৰ গাত ভালকৈ খাটে। সংস্কৃত ভাষাত ইয়াৰ প্ৰায় সমৰ্থক এটা প্ৰবচন আছে যে "বিনাশকালে বিপৰীত বুদ্ধিঃ"।

সামৰিক যশ সঘনে ৰাজতন্ত্ৰ আৰু একনায়কত্ববাদৰ এটা ধৰনী হৈ আহিছে। যেতিয়াই দেশৰ ভিতৰত অশান্তি হয়, তেতিয়াই জনসাধাৰণক অন্যমনস্ক কৰিবৰ অৰ্থে ৰজা নাইবা শাসনত অধিষ্ঠিত দলটোৰ মন দেশৰ বাহিৰত সামৰিক অভিযান চলোৱালৈ আকৃষ্ট হয়। কিন্তু ফ্ৰান্সত সামৰিক অভিযানবিলাকৰ ফল বেয়া হৈছিল। সাত-বছৰীয়া ৰণৰ ফল হৈছিল ফ্ৰান্সৰ পৰাজয় আৰু এই পৰাজয় ৰাজতন্ত্ৰৰ কাৰণে আকস্মিক বিপদ হৈছিল। দেৱলীয়া অৱস্থা ক্ৰমে বেচিকৈ ওচৰ চাপিছিল। আমেৰিকাৰ স্বাধীনতাৰ যুদ্ধত ফ্ৰান্সে যোগ দিয়াৰ ফল হৈছিল বেচি ভগন। এই ধনবিলাক ক'ৰপৰা আহিছিল? সম্ভ্ৰান্ত লোকসকল আৰু ধৰ্ম্মযাজকসকল আছুতীয়া স্বত্ব ভোগ কৰা লোক আছিল আৰু অতি সৰহ ভাগ কৰৰ পৰা তেওঁ-লোকক ৰেহাই দিয়া হৈছিল আৰু তেওঁলোকে আছুতীয়া স্বত্ববিলাক এৰি দিবলৈ অকণো মন নকৰিছিল। কিন্তু অকল ধাৰ মাৰিবলৈকে নহয়, ৰাজসভাৰ অপৰিমিত ব্যয় যোগাবলৈকো ধন নোগোটালে নচলে। জনসাধাৰণৰ, সাধাৰণ মানুহবিলাকৰ কি হৈছিল? ইংৰাজ লিখক কাৰ্লাইলে ফৰাচী বিপ্লৱৰ বিষয়ে লিখাৰ পৰা মই তেওঁ-লোকৰ বৰ্ণনা এটা দিম। তুমি দেখিবলৈ পাবা যে তেওঁৰ লিখাৰ এটা বিশেষ ৰীতি আছে আৰু তেওঁ লিখা বৰ্ণনাবিলাক সঘনে বৰ প্ৰাণস্পৰ্শী হয়। তেওঁ কৈছিল :

"কাম কৰা মানুহবিলাকৰ লগত সম্পৰ্কটোও ভাল নহয়। দুৰ্ভাগ্যসূচক! কাৰণ তেওঁলোকৰ মানুহ শিৰপৰা পঁচিশ নিযুত আছে। পিচে আমি তেওঁলোক-সকলোকে মুঠতে এটা অস্পষ্ট, সংক্ষিপ্ত, ভয়ঙ্কৰ কিন্তু অস্পষ্ট আৰু ইতৰ জনতা স্বৰূপে আমাৰ পৰা বহুত দূৰৈত থকা গোট বুলি, নাইবা বেচি দয়ালু ভাষাত "জনসাধাৰণ" বুলি ভাবোঁ। তেওঁলোক প্ৰকৃততে জনসাধাৰণ; তথাপি অসাধাৰণ কথা এই যে তুমি যদি কল্পনাৰ বলত বহল ফ্ৰান্সৰ দেশখনৰ সকলো ঠাইলৈকে তেওঁলোকক

অনুসৰণ কৰি তেওঁলোকৰ মাটিৰ পঁজাবিলাকৰ, ঘৰৰ ওপৰৰ কোঠালীবিলাকৰ আৰু গ'ৰালীবিলাকৰ ভিতৰলৈ যোৱা, তেনেহলে তুমি দেখিবা যে জনসাধাৰণত সকলোবিলাক একক আছে। প্ৰত্যেক এককৰে নিজৰ অন্তৰ আৰু নিজৰ দুখ-কষ্ট আছে; প্ৰত্যেকেই নিজৰ গাৰ ছালেৰে আবৃত হৈ তেনেবিলাক ঠাইত থাকে, তুমি যদি তাক চিকুটা, তেনেহলে তাৰ তেজ ওলাব।"

এই বৰ্ণনাটো অকল ১৭৮৯ খৃষ্টাব্দৰ ফ্ৰান্সৰ লগতে নহয়, ১৯৩২ খৃষ্টাব্দৰ ভাৰতবৰ্ষৰ লগতো কিমান সুন্দৰকৈ মিলে। আমিও বহুতে ভাৰতবৰ্ষৰ "জনসাধাৰণ" বহুত কুৰি নিযুত খেতিয়ক আৰু বনুৱাক একেটা মুঠতে ধৰি তেওঁলোকক এটা অসুখীয়া, অভজা জন্তু বুলি নেভাবোঁ নে? বহুত যুগ ধৰি তেওঁলোক ভাৰ বোৱা জন্তু হৈ আহিছে আৰু এতিয়াও তেনে হৈ আছে। আমি তেওঁলোকৰ প্ৰতি "সহানুভূতি" দেখুৱাওঁ আৰু তেওঁলোকৰ ৰক্ষক স্বৰূপে তেওঁলোকৰ উপকাৰ কৰাৰ কথা কওঁ। তথাপি আমি তেওঁলোকক ব্যক্তি আৰু আমাৰ লগত বেচি অমিল নথকা মানুহ বুলি কাচিৎ হে ভাবোঁ। আমি মনত ৰাখিলে ভাল হয় যে তেওঁলোকৰ মাটিৰ পঁজাত তেওঁলোকৰ বিতং জীৱনধাৰা আছে আৰু আমাৰ সকলোৰে দৰে তেওঁলোকেও ভোক, শীত আৰু কষ্ট অনুভৱ কৰে। আমাৰ বহুতো আইনত পাৰ্গত ৰাজনীতিবিদে সংবিধান আদিৰ বিষয়ে ভাৱে আৰু কয়, কিন্তু তেওঁলোকে যি মানুহবিলাকৰ কাৰণে সংবিধান আৰু আইন কৰে তেওঁলোকৰ কথা পাহৰে। মাটিৰ পঁজা আৰু চহৰৰ অতি লেতেৰা আৰু অস্বাস্থ্যকৰ অঞ্চলত বাস কৰি থকা আমাৰ কোটি কোটি মানুহৰ কাৰণে ৰাজনীতিৰ অৰ্থ ক্ষুধাতুৰবিলাকৰ কাৰণে আহাৰ, গাৰ কাপোৰ আৰু আশ্ৰয়।

১৬শ লুইৰ অধীনত ফ্ৰান্সৰ অৱস্থা এনে আছিল। তেওঁৰ ৰাজত্বৰ প্ৰাৰম্ভতে ক্ষুধাতুৰবিলাকৰ কেইবাটাও বিক্ষোভ প্ৰদৰ্শন হৈছিল। এইবিলাক অনেক বছৰ চলি আছিল, কিছুমান দিনৰ বিৰামৰ পাচত পুনৰ কেইবাটাও কৃষকৰ বিদ্ৰোহ হৈছিল। ডিজোঁত আহাৰৰ কাৰণে হোৱা এনে এটা সংঘৰ্ষত সেই ঠাইৰ গভৰ্ণৰজনে (শাসকজনে) অনাহাৰী মানুহবিলাকক কৈছিল, "ঘাঁহ গজিছে, পথাৰলৈ গৈ ঘাঁহৰ কোমল পাতবিলাক খাই জীয়াই থাকাহ'ক।" বিৰাট সংখ্যাৰ মানুহ ব্যৱসায়ী-মগনীয়া হৈছিল। চৰকাৰী ঘোষণাত কোৱা হৈছিল যে ১৭৭৭ খৃষ্টাব্দত ফ্ৰান্সত এঘাৰ লাখ মগনীয়া আছিল। ফ্ৰান্সৰ এই দাৰিদ্ৰ্য আৰু দুৰ্গতিৰ কথা যেতিয়া আমি ভাৱোঁ, তেতিয়া কেনে অনিবাৰ্য্যভাৱে ভাৰতবৰ্ষৰ কথা আমাৰ মনলৈ আহে!

কৃষকবিলাক অকল আহাৰৰ ক্ষুধাতে আতুৰ নাছিল, তেওঁলোক মাটিৰ ক্ষুধাতো আতুৰ আছিল। সামন্তপ্ৰথা মতে সম্ভ্ৰান্ত লোকসকল মাটিৰ মালিক আছিল আৰু মাটিৰ পৰা হোৱা আয়ৰ সৰহীয়া এটা ভাগ তেওঁলোকৰ হৈছিল। কৃষকবিলাকৰ কোনো স্পষ্ট ভাৱ নাছিল, কোনো স্পষ্ট লক্ষ্যও নাছিল, কিন্তু তেওঁলোক মাটিৰ গৰাকী হ'ব খুজিছিল। যি সমান্তপ্ৰথাই তেওঁলোকক দমন কৰি আছিল, তেওঁলোকে তাক ঘিণ কৰিছিল। তেওঁলোকে সম্ভ্ৰান্ত মানুহবিলাকক আৰু ধৰ্ম্মযাজকবিলাকক ঘিণ কৰিছিল আৰু যি "গেবেল" বা লোণ-কৰ দুখীয়াবিলাকৰ গাত বিশেষকৈ লাগিছিল, তাকো ঘিণাইছিল (আকৌ ভাৰতবৰ্ষৰ কথা ভাবি চোৱা!)।

কৃষক সম্প্ৰদায়ৰ অৱস্থা এনে আছিল, তথাপি ৰজা আৰু ৰাণীয়ে বেচি ধনৰ কাৰণে হৈ-চৈ লগাইছিল। চৰকাৰৰ ব্যয়ৰ কাৰণে ধন নাছিল আৰু ধাৰ বাঢ়ি গৈছিল। মেৰি আণ্টোৱানেটে "ঘাটি পৰা মহিলা" বুলি উপলুঙা কৰা নাম পাইছিল। ধন সংগ্ৰহ কৰাৰ কোনো উপায় নাছিল। অৱশেষত ১৬শ লুয়ে নিৰুপায় হৈ ১৭৮৯ খৃষ্টাব্দৰ সেই মাহত "ষ্টেট্‌চ্‌ জেনেৰেল" আহ্বান কৰিছিল। এই সংসদখন অভিজাত, ধৰ্ম্মযাজক আৰু জনসাধাৰণৰ—এই তিনিটা শ্ৰেণীৰ প্ৰতিনিধিৰে গঠিত হৈছিল; এই তিনি শ্ৰেণীৰ প্ৰত্যেকটোকে "এষ্টেট" বোলা হৈছিল। সংগঠনত ই বৃটিছ পাৰ্লামেণ্টৰ লগত অমিল নাছিল,—বৃটিছ পাৰ্লামেণ্টতো অভিজাত আৰু ধৰ্ম্মযাজকসকলেৰে গঠিত "হাউচ অব্‌ লৰ্ড্‌চ" আৰু জনসাধাৰণৰ "হাউচ অব্‌ কমঞ্চ" আছে। কিন্তু এই দুই সংসৰ্গৰ মাজত বহুতো পাৰ্থক্য আছিল। কেইবা শ বছৰ বৃটিছ পাৰ্লামেণ্টৰ বৈঠক প্ৰায় নিয়মীয়াকৈ হৈ আছিল আৰু পৰম্পৰা, নিয়ম আৰু পদ্ধতিৰে সেই সংসদ সুসংগঠিত কৰা হৈছিল। "ষ্টেট্‌চ্‌ জেনেৰেল"ৰ বৈঠক কাচিৎ হৈছিল আৰু ইয়াৰ কোনো পৰম্পৰা নাছিল। দুয়োখন সংসদতে উচ্চ শ্ৰেণীবিলাকৰ প্ৰতিনিধি আছিল। বৃটেনৰ "হাউচ অব্‌ কমঞ্চ"ত উচ্চশ্ৰেণীৰ প্ৰতিনিধি "ষ্টেট্‌চ্‌ জেনেৰেল"ত থকা উচ্চশ্ৰেণীৰ প্ৰতিনিধিতকৈ বেচিহে আছিল। কোনোখন সংসদতে কৃষক সম্প্ৰদায়ৰ প্ৰতিনিধি নাছিল।

১৭৮৯ খৃষ্টাব্দৰ ৪ মেইৰ দিনা ৰজাই ভাৰ্ছাইত "ষ্টেট্‌চ্‌ জেনেৰেল"ৰ বৈঠক মুকলি কৰিছিল। কিন্তু তিনিওটা শ্ৰেণীৰ প্ৰতিনিধিবিলাকক তেনেকৈ মাতি নি গোটোৱাৰ কাৰণে তেওঁ শীঘ্ৰে অনুতাপ কৰিব লগীয়া হ'ল। আৰম্ভণিৰে পৰা তৃতীয় শ্ৰেণীয়ে, অৰ্থাৎ জনসাধাৰণ বা মধ্যবিত্তৰ শ্ৰেণীবিলাকে কোনো বাধা-নিষেধ নেমানি টানি ধৰিছিল যে তেওঁলোকৰ সন্মতি নোলোৱাকৈ কোনো ৰকমৰ কৰ বহুৱাব পৰা নহব। ইংলেণ্ডৰ দৃষ্টান্ত তেওঁলোকৰ সন্মুখত আছিল, তাত "হাউচ অব্‌ কমঞ্চে" স্বত্ব প্ৰতিষ্ঠিত কৰিছিল। অলপ আগতে ঘটা আমেৰিকাৰ দৃষ্টান্ততোও তেওঁলোকৰ চকুৰ আগত আছিল। তেওঁলোকে বৰ ভুলকৈ ভাবিছিল যে, ইংলেণ্ডখন মুক্ত দেশ। প্ৰকৃততে এইটো এটা ভ্ৰম আছিল। কাৰণ অভিজাত আৰু জমিদাৰ শ্ৰেণীয়ে ইংলেণ্ডত আধিপত্য কৰি সেই দেশ শাসন কৰিছিল। ভোট দিয়াৰ অধিকাৰ অতি সীমাবদ্ধ হোৱাৰ কাৰণে পাৰ্লামেণ্টতো সেই দুই শ্ৰেণীৰ এদনীয়া ক্ষমতা আছিল।

যি কি নহওক, তৃতীয় শ্ৰেণীয়ে, অৰ্থাৎ জনসাধাৰণে যি অলপ কৰিছিল, সেইখিনিয়েই ৰজা লুইৰ মানত অনুচিতভাৱে বেচি হৈছিল। তেওঁলোকক সভা-ঘৰৰপৰা খেদাই পঠালে। প্ৰতিনিধিবিলাকৰ গুচি যোৱাৰ ইচ্ছা নাছিল। ওচৰৰে টেনিচ খেলা পথাৰ এখনত গোট খাই তেওঁলোকে শপত গ্ৰহণ কৰিলে যে সংবিধান এখন প্ৰতিষ্ঠিত নকৰালৈকে তেওঁলোক লগ এৰাএৰি নহব। ইয়াকে "টেনিচ খেলা পথাৰৰ শপত" বোলা হয়। তাৰ পাচত যেতিয়া ৰজাই সামৰিক শক্তি প্ৰয়োগ কৰিবলৈ চেষ্টা কৰিলে আৰু তেওঁৰ নিজৰ সৈন্যবিলাকে যেতিয়া তেওঁৰ আদেশ মানিবলৈ অমান্তি হ'ল, তেতিয়াই চূড়ান্ত মুহূৰ্ত্তটোৰ উদয় হ'ল। বিপ্লৱত সদায় চূড়ান্ত মুহূৰ্ত্ত তেতিয়াই হয়, যেতিয়া প্ৰধান ধৰণী সৈন্যবাহিনীয়ে জনতাত থকা তেওঁলোকৰ ভাই-ককাইবিলাকক গুলিয়াবলৈ অমান্তি হয়। লুই ভয় খাই সৈমান

হৈছিল, কিন্তু তাৰ পাচত তেওঁ সাধাৰণতে যেনে অবিবেচনাৰে কাম কৰে, সেই নিয়মে তেওঁ নিজৰ মানুহবিলাকক গুলি কৰি বধ কৰিবলৈ বিদেশী সৈন্যৰ দল আনিবৰ কাৰণে ষড়যন্ত্ৰ কৰিলে। দেশৰ মানুহবিলাকৰ কাৰণে এই ষড়যন্ত্ৰ অসহনীয় হ'ল, আৰু স্মৰণীয় ১৪ জুলাইৰ দিনা তেওঁলোকে পেৰিচত বিদ্ৰোহ কৰি বাস্তিল দুৰ্গৰ বন্দীশালখন দখল কৰি তাত থকা বন্দীবিলাকক মুক্ত কৰি দিলে।

বাস্তিল দুৰ্গৰ পতন বুৰঞ্জীৰ এটা গুৰুত্বপূৰ্ণ ঘটনা। ই বিপ্লৱটো আৰম্ভ কৰালে; দেশৰ সকলো ভাগতে জনতা-বিদ্ৰোহৰ ই সঙ্কেত স্বৰূপ হ'ল। ফ্ৰান্সৰ পুৰণি ব্যৱস্থা,—সামন্তপ্ৰথা আৰু মহিমান্বিত ৰাজতন্ত্ৰ আৰু আছুতীয়া স্বত্ব—অন্ত পৰাৰ কথা ই বুজালে; ইউৰোপৰ সকলো ৰজা আৰু সম্ৰাটৰ কাৰণে ই ভয়ঙ্কৰ আৰু বিভীষিকাপূৰ্ণ অশুভ লক্ষণ। যি ফ্ৰান্সে একালত মহিমান্বিত ৰজাৰ আদৰ্শ চলাইছিল, সেই ফ্ৰান্সেই এতিয়া নতুন এটা আদৰ্শ দাঙি ধৰিলে; ইউৰোপে দেখি তবধ মানিলে। কিছুমানে কামটো ভয় আৰু অস্থিৰভাৱে নিৰীক্ষণ কৰিছিল, কিন্তু বহুতে ইয়াত আশাৰ থল দেখিছিল আৰু ভৱিষ্যতত বেচি ভাল দিনৰ আশ্বাস পাইছিল। ১৪ জুলাইৰ দিনটো এতিয়াও ফ্ৰান্সৰ জাতীয় উৎসৱৰ দিন, আৰু প্ৰতি বছৰে এই উৎসৱ দেশৰ সকলো ভাগতে পতা হয়।

১৪ জুলাইৰ দিনা পেৰিচৰ বিশৃংখল জনতাৰ হাতত বাস্তিল দুৰ্গৰ পতন হোৱা দেখা গৈছিল। কিন্তু ক্ষমতাত অধিষ্ঠিত মানুহবিলাক সঘনে এনে বিচাৰ-বুদ্ধিহীন হয় যে ১৩ জুলাইৰ দিনা গ'ধূলি ভাৰ্ছাইত ৰজাৰ সম্মানৰ অৰ্থে এটা উৎসৱ হৈছিল। তাত নাচ-গান হৈছিল, আৰু বিদ্ৰোহী পেৰিচৰ বিৰুদ্ধে অলপ পাচতে হব লগা যুদ্ধত জয় লাভৰ কামনা কৰি ৰজা আৰু ৰাণীৰ সম্মুখত সুৰা পান কৰা হৈছিল। আচৰিত কথা যে, ৰাজতন্ত্ৰৰ ভাৱটোৱে ইউৰোপত এনে অসাধাৰণ-ভাৱে প্ৰভুত্ব কৰিছিল। বৰ্তমান যুগত আমি গণতন্ত্ৰৰ লগত অভ্যস্ত হৈছোঁ আৰু ৰজাৰ কথা কাচিৎ হে গহীনকৈ ভাবোঁ। যি কেইজন ৰজা পৃথিৱীত আছে, তেওঁলোকৰ বিপৰ্যয় হ'ব পাৰে বুলি ভয় কৰি তেওঁলোকে চাৰিও ফালে চাই-চিতি অতি সাৱধানে চলে। তথাপি, সৰহ ভাগ মানুহ ৰাজতন্ত্ৰৰ ভাৱটোৰ বিৰোধী, কাৰণ ই শ্ৰেণী বিভাগৰ ব্যৱস্থাটো ৰাখে, আৰু আছুতীয়া হৈ থকাৰ আৰু মিছা গৌৰৱৰ ভাৱত উদগনি দিয়ে। কিন্তু ১৮শ শতাব্দীৰ ইউৰোপত এনে নাছিল। সেইকালৰ মানুহ-বিলাকৰ কাৰণে ৰজা নথকা দেশ এখনৰ কথা ভবা অলপ টান আছিল। সেই কাৰণে ঘটনাক্ৰমে এনে হৈছিল যে লুইৰ অবিবেচনা আৰু চেষ্টা কৰি চলোৱা উল্ভণ্ডালিৰ সত্বেও তেওঁক ৰজা ভঙাৰ কথা কেতিয়াও উঠা নাছিল। প্ৰায় আৰু দুবছৰ তেওঁলোকে তেওঁক আৰু তেওঁৰ ষড়যন্ত্ৰবিলাক সহ্য কৰি আছিল; আৰু যেতিয়া তেওঁ পলাই যাবলৈ চেষ্টা কৰি ধৰা পৰিছিল, তেতিয়াহে ফ্ৰান্সে ৰজা নোহোৱাকৈ চলিবলৈ সিদ্ধান্ত কৰিছিল।

কিন্তু এই ঘটনা পাচত হৈছিল। ইতিমধ্যে "ষ্টেট্চ্ জেনেৰেল" গুচি "নেচ্নেল এচেম্ব্লি" (জাতীয় বিধান সভা) হৈছিল আৰু ৰজা সাংবিধানিক বা নিয়ন্ত্ৰিত হৈছিল বুলি ভবা হৈছিল—অৰ্থাৎ বিধান সভাই তেওঁক যি কৰিবলৈ কৈছিল, তাকেহে তেওঁ কৰিছিল বুলি ভবা হৈছিল। কিন্তু তেওঁ এই ব্যৱস্থা বৰ বেয়া পাইছিল আৰু

মেৰি আণ্টোৱানেটে ইয়াক ততোধিক বেয়া পাইছিল, আৰু পেৰিচৰ মানুহে তেওঁলোকক বৰ বেচি ভাল নেপাইছিল আৰু তেওঁলোকে সকলো প্ৰকাৰৰ ষড়যন্ত্ৰ চলাই আছিল বুলি সন্দেহ কৰিছিল। সেই কালত ৰজা আৰু ৰাণীয়ে ভাৰ্ছাইত ৰাজসভা পাতিছিল; পেৰিচৰ পৰা ভাৰ্ছাই ইমান দূৰৈত আছিল যে পেৰিচৰ মানুহে তেওঁলোকৰ ওপৰত চকু ৰাখিব নোৱাৰিছিল। ভাৰ্ছাইত ৰজা আৰু ৰাণীয়ে চলোৱা উৎসৱ আৰু বিলাসিতাৰ কাহিনী আৰু গুজৱবিলাক শুনিও পেৰিচৰ ক্ষুধাতুৰ মানুহবিলাক উত্তেজিত হৈছিল। সেই কাৰণে এটা অতি অদ্ভুত শোভাযাত্ৰা কৰি ৰজা আৰু ৰাণীক পেৰিচৰ টুইলাৰি ৰাজপ্ৰাসাদলৈ নিয়া হৈছিল।

ইয়াৰ পাচৰ চিঠিখনত মই বিপ্লৱটোৰ কাহিনী কম।

## ১০১

## ফৰাচী বিপ্লৱ

১০ অক্টোবৰ, ১৯৩২

ফৰাচী বিপ্লবৰ বিষয়ে তোমালৈ লিখিবলৈ মই অলপ টান পাইছোঁ। সমলৰ অভাৱৰ কাৰণে নহয়, সমল অতি প্ৰচুৰ হোৱাৰ কাৰণেহে এনে হৈছে। বিপ্লৱটো আছিল এটা বিস্ময়কৰ আৰু একেবাহে পৰিৱৰ্তন হৈ থকা অভিনয়, যিবিলাক অসাধাৰণ ঘটনাৰে ই পৰিপূৰ্ণ আছিল, সেইবিলাকে এতিয়াও আমাক মুগ্ধ, আতঙ্কিত আৰু উত্তেজিত কৰে। ৰজা, আৰু ৰাজনীতিজ্ঞসকলৰ ৰাজনীতিৰ ক্ষেত্ৰ হয় তেওঁ-লোকৰ গুপ্ত আলোচনা কক্ষ নাইবা আছুতীয়া কোঠালী, অবোধ্য ৰহস্যৰ জাল এখনে এনে ৰাজনীতি আবৰি ৰাখে। সতৰ্ক ঢাকনি এখনে অনেক পাপ লুকাই ৰাখে, আৰু ভদ্ৰ ভাষাই উচ্চাকাঙ্খা আৰু লোভৰ প্ৰতিদ্বন্দ্বিতাৰ কাৰণে হোৱা সংঘাত গোপন কৰি ৰাখে। আন কি, যেতিয়া এনে সংঘাতৰ কাৰণে যুদ্ধ হয় আৰু এনে লোভ আৰু উচ্চা-কাঙ্খাৰ কাৰণে অসংখ্য যুৱকক মৃত্যুৰ মুখলৈ পঠোৱা হয়, তেতিয়াও এনে নীচ উদ্দেশ্যৰ উল্লেখ কৰি আমাৰ কাণ কলুষিত কৰা নহয়। তাৰ পৰিৱৰ্তে আমাক কোৱা হয় মহৎ আদৰ্শ আৰু মহৎ কাৰণৰ কথা আৰু কোৱা হয় যে এইবিলাকৰ কাৰণে চৰম ত্যাগ কৰিব লাগে।

কিন্তু বিপ্লৱ তেনেই বেলেগ। পাথৰ, ৰাস্তা আৰু ৰজা ইয়াৰ ক্ষেত্ৰ, ইয়াৰ পদ্ধতি কঠোৰ আৰু অনিয়ন্ত্ৰিত। যিবিলাক মানুহে বিপ্লৱ কৰে, তেওঁলোকে ৰজা আৰু ৰাজনীতিজ্ঞসকলৰ দৰে শিক্ষাৰ সুযোগ নেপায়। তেওঁলোকৰ ভাষা অসংখ্য ষড়যন্ত্ৰ আৰু কুৎচিৎ অভিপ্ৰায় লুকাই ৰাখিব পৰাকৈ মাৰ্জিত আৰু ভদ্ৰ নহয়। তেওঁলোকৰ একোতে অবোধ্য ৰহস্য নেথাকে; তেওঁলোকৰ মনত যিবিলাক ভাৱ হয়, সেইবিলাক ঢাকি ৰখা তেওঁলোকৰ ঢাকনি নেথাকে; তেওঁলোকৰ গা ঢকা কাপোৰো অতি কম। বিপ্লৱত ৰাজনীতি, ৰজা, নাইবা ব্যৱসায়ী ৰাজনৈতিক মানুহৰ খেলা হৈ

নেথাকে। তেতিয়া বাস্তৱতাৰ লগত ৰাজনীতিৰ সম্পৰ্ক হয় আৰু ইয়াৰ অন্তকালত থাকে স্বাভাৱিক মানৱ প্ৰকৃতি আৰু ভোকাতুৰ মানুহৰ শুদা পেট।

ফ্ৰান্সত ১৭৮৯ খৃঃৰ পৰা ১৭৯৪ খৃঃ লৈ এই পাঁচোটা ভাগ্য নিয়ন্ত্ৰণ কৰা বছৰত ভোকাতুৰ জনসাধাৰণ এইদৰে সক্ৰিয় হোৱা আমি দেখিবলৈ পাওঁ। তেওঁলোকেহে ভয়াতুৰ ৰাজনীতিজ্ঞবিলাকক কামত লাগিবলৈ বাধ্য কৰিছিল আৰু তেওঁলোকৰ হতুৱাই ৰাজতন্ত্ৰ, সামন্ত-প্ৰথা আৰু ধৰ্মযাজকবিলাকৰ আছুতীয়া স্বত্ববিলাক ৰদ কৰাইছিল। ভয়ঙ্কৰ "গিলোটিন" নামৰ বলিশালত তেওঁলোকৰহে মূৰ কটা গৈছিল আৰু অতীতত যিবিলাক মানুহে তেওঁলোকক দমন কৰি ৰাখিছিল আৰু তেওঁলোকে নতুনকৈ লাভ কৰা মুক্তিৰ বিৰুদ্ধে যিবিলাক মানুহে ষড়যন্ত্ৰ কৰিছিল বুলি তেওঁ-লোকে সন্দেহ কৰিছিল, সেই সকলোবিলাকৰ ওপৰত তেওঁলোকেই প্ৰতিশোধ লৈছিল। ফুটা-ছিটা কাপোৰ পিন্ধা, শুদা ভৰিৰে ফুৰা এই মানুহবিলাকেই হুৰামুৰাকৈ গোটাই লোৱা অস্ত্ৰশস্ত্ৰৰে তেওঁলোকৰ বিপ্লৱ ৰক্ষা কৰিবলৈ যুস্ত্ৰলৈ উধাতু খাই গৈছিল আৰু তেওঁলোকৰ বিৰুদ্ধে যোৱা ইউৰোপৰ সুশিক্ষিত সৈন্যবাহিনীক ওলোটাই খেদি পঠিয়াইছিল। ফ্ৰান্সৰ এই মানুহবিলাকে অসাধাৰণ কৃতিত্ব দেখুৱাইছিল, কিন্তু বহুত বছৰৰ ভয়ঙ্কৰ কষ্ট আৰু সংঘৰ্ষৰ পাচত বিপ্লৱৰ শক্তি শেষ হোৱাত ই নিজৰ বিৰুদ্ধেই যুঁজিবলৈ উঠি নিজে সৃষ্টি কৰা কামবিলাক নষ্ট কৰিবলৈ ধৰিছিল। তেতিয়া প্ৰতি-বিপ্লৱ হৈছিল আৰু এই প্ৰতিবিপ্লৱে বিপ্লৱটোক গিলি পেলাইছিল আৰু যি জন-সাধাৰণে বিপ্লৱৰ কাৰণে একোলৈকে ভয় নকৰি ইমান কষ্ট ভোগ কৰিছিল, তেওঁ-লোকক "শ্ৰেষ্ঠ" শ্ৰেণীবিলাকৰ শাসনৰ অধীনলৈ ওলোটাই পঠিয়াইছিল। প্ৰতি-বিপ্লৱৰপৰাই সৰ্ব্বাধিনায়ক আৰু সম্ৰাট নেপোলিয়নৰ উদ্ভৱ হৈছিল। কিন্তু প্ৰতি-বিপ্লৱ নাইবা নেপোলিয়নে জনসাধাৰণকে তেওঁলোকৰ পুৰণি ঠাইলৈ ওলোটাই পঠিয়াব নোৱাৰিছিল। বিপ্লৱৰ প্ৰধান দখলবিলাক কোনোৱে নাইকিয়া কৰিব নোৱাৰিছিল, আৰু কোনোৱে ফৰাচী জাতিৰ মনৰপৰা, প্ৰকৃততে ইউৰোপৰ আন আন জাতিৰ মনৰপৰা—যি কালত অলপ দিনৰ কাৰণে হলেও দুৰৱস্থাত পৰি থকা মানুহবিলাকে তেওঁলোকৰ দাসত্ব ওফৰাই পেলাইছিল—সেই দিনবিলাকৰ মধুৰ আৰু তীব্ৰ স্মৃতি গুচাব নোৱাৰিছিল।

বিপ্লৱৰ আগছোৱাত কতৃত্ব লাভৰ চেষ্টা কৰা বহুতো দল আৰু সমষ্টি আছিল। ৰাজতন্ত্ৰীবিলাকে ১৬ইং লুইক সাৰ্ব্বভৌম ৰজা কৰি ৰাখিবলৈ ব্যৰ্থ আশা কৰিছিল; নৰম উদাৰপন্থীবিলাকে সংবিধান এখন বিচাৰিছিল আৰু ৰজাক নিয়মতান্ত্ৰিক ৰজা স্বৰূপে ৰাখিবলৈ তেওঁলোক মান্তি হৈছিল; নৰম গণতন্ত্ৰীবিলাকক "জিৰোঁন্দিৰ" দল বোলা হৈছিল; বেচি উগ্ৰ গণতন্ত্ৰীবিলাকক "জেকবিন" বোলা হৈছিল, কাৰণ তেওঁ-লোকে জেকবিন মঠৰ বহল কোঠালীটোত তেওঁলোকৰ সভা পাতিছিল। এই কেইটাই প্ৰধান সমষ্টি আছিল, আৰু এইবিলাকৰ ভিতৰত আৰু এইবিলাকৰ বাহিৰেও বহুতো ভাগ্যান্বেষী মানুহ আছিল। এনে সমষ্টি আৰু ব্যক্তিৰ সমৰ্থনকাৰী স্বৰূপে ফ্ৰান্সৰ, বিশেষকৈ পেৰিচৰ জনসাধাৰণ আছিল, তেওঁলোকে নিজৰ স্তৰৰ বহুতো অজ্ঞাত নেতাৰ অধীনত কাম কৰিছিল। বিদেশত, বিশেষকৈ ইংলেণ্ডত, "এমিগ্ৰে" (দেশান্তৰিত মানুহ) নাম পোৱা ৰাজতন্ত্ৰী ফৰাচী সম্ভ্ৰান্ত মানুহবিলাক আছিল;

বিপ্লৱৰ পৰা পলাই গৈ তেওঁলোকে বিপ্লৱৰ বিৰুদ্ধে অবিৰতভাৱে ষড়যন্ত্র চলাই আছিল। ইউৰোপৰ সকলো শক্তি বিপ্লৱী ফ্রান্সৰ বিৰুদ্ধে উঠিছিল। সংসদী কিন্তু সম্ভ্রান্ততন্ত্রী শাসন চলোৱা ইংলেণ্ডে আৰু ইউৰোপৰ প্রধান ভূমি ভাগৰ ৰজা আৰু সম্রাটসকলে জনসাধাৰণৰ এই আচৰণৰ বিস্ফোৰণত সমানে ভয় খাইছিল আৰু তেওঁলোক সকলোৱে ইয়াক দমন কৰিবলৈ চেষ্টা কৰিছিল।

ৰাজতন্ত্রীবিলাকে আৰু ৰজাই ষড়যন্ত্র কৰিছিল, কিন্তু তেনে কৰি তেওঁলোকে নিজৰ বিনাশ চমু চপাইহে লৈছিল। "নেছনেল এচেম্ব্লি"তে (ফ্রান্সৰ সদনত) প্রথমতে নৰম উদাৰপন্থীৰ দলটো আন সকলো দলতকৈ বেচি প্রধান আছিল, তেওঁলোকে ইংলেণ্ড আৰু আমেৰিকাৰ লগত এক প্রকাৰে মিলা সংবিধান এখন বিচাৰিছিল। মিৰাবো তেওঁলোকৰ নেতা আছিল। প্রায় দুবছৰ তেওঁলোক সদনত ক্ষমতাত অধিষ্ঠিত আছিল আৰু বিপ্লৱৰ প্রথম কেইদিনৰ কৃতকার্যতাত উল্লাসিত হৈ তেওঁলোকে বহুতো চমৎকাৰ ঘোষণা কৰিছিল আৰু কিছুমান প্রধান পৰিৱর্তন সাধিছিল। বাস্তিল দুর্গৰ পতনৰ কুৰি দিনৰ পাচত ১৭৮৯ খৃঃৰ ৪ আগষ্টৰ দিনা সদনত এটা নাটকীয় দৃশ্য হৈছিল। সদনৰ আলোচ্য বিষয় আছিল সামন্তসকলৰ অধিকাৰ আৰু আছুতীয়া স্বত্ব ৰদ কৰা। সেই সময়ত ফ্রান্সৰ পাৰিপার্শ্বিকতাত এনে কিবা এটা হৈছিল যি দেশৰ সকলো মানুহৰে অন্তৰ স্পর্শ কৰিছিল আৰু আনকি সামন্ত জমিদাৰবিলাকো কিছুমান দিন মুক্তিৰ নতুন সুৰৰ ৰাগিত মতলীয়া হৈছিল। ডাঙৰ ডাঙৰ সম্ভ্রান্ত লোক আৰু খৃষ্টিয়ান ধর্মৰ নেতাসকল সদন-ঘৰত থিয় হৈ তেওঁলোকৰ সামন্ত অধিকাৰ আৰু আছুতীয়া স্বত্ববিলাক এৰি দিয়াত তেওঁলোকে পৰস্পৰ প্রতিযোগিতা চলাইছিল। এইটো তেওঁলোকৰ অকপট আৰু উদাৰ ইঙ্গিত আছিল, কিন্তু কিছুমান বছৰলৈ ইয়াৰ বেচি ফল পোৱা নগৈছিল। কিন্তু কাচিৎহে আছুতীয়া স্বত্ব ভোগ কৰা শ্রেণী এটাক এনে উদাৰ মনোবৃত্তিয়ে প্রণোদিত কৰে; নাইবা এনেও হব পাৰে যে আছুতীয়া স্বত্ব অন্ত পৰাৰ সময় ওচৰ চাপিছে বুলি এই শ্রেণীটোৱে উপলব্ধি কৰে; গতিকে সাধু উদাৰতা দেখুৱাই উত্তম পথ। বাপুৱে যেতিয়া অস্পৃশ্যতা গুচাবৰ কাৰণে অনশন কৰিছিল, তেতিয়া ভাৰতবর্ষৰ বর্ণ-হিন্দুসকলে এনে ধৰণৰ এটা বিস্ময়কৰ ইঙ্গিত প্রকাশ কৰা আমি মুঠেই কেইদিন মানৰ আগতে দেখিবলৈ পাইছিলো, আৰু যাদুকৰৰ মাৰি এডালৰ দ্বাৰা হোৱাৰ দৰে সমগ্র দেশখনৰ ওপৰেদি আবেগৰ ঢৌ এটা পাৰ হৈ গৈছিল। হিন্দুসকলে পূর্বে যিডাল শিকলিতে তেওঁলোকৰ জাতিভাই বহুতক বান্ধি ৰাখিছিল, সি কিছু পৰিমাণে খহিছিল আৰু বহুত যুগ হাজাৰ হাজাৰ যিবিলাক দুৱাৰ পূর্বে এই অস্পৃশ্যবিলাকৰ কাৰণে বন্ধ আছিল, সেই সকলোবিলাক তেওঁলোকৰ কাৰণে উন্মুক্ত হৈছিল।

এইদৰে উৎসাহৰ উল্লাসত বিপ্লবী ফ্রান্সৰ জাতীয় সদনে অন্ততঃ প্রস্তাৱিত দাসত্ব, আছুতীয়া স্বত্ব, সামন্ত আদালত, সম্ভ্রান্ত মানুহ আৰু ধর্ম্মযাজকক কৰৰপৰা ৰেহাই দিয়া আৰু আন কি উপাধি লোৱা প্রথাও ৰদ কৰিছিল। অসাধাৰণ কথা আছিল এই যে ৰজা তেতিয়াও আছিল যদিও সম্ভ্রান্ত সম্প্রদায়ে তেওঁলোকৰ উপাধি হেৰুৱাইছিল।

তাৰ পাচত সদনে "মানুহৰ অধিকাৰ সম্পৰ্কীয় ঘোষণা" এটা গৃহীত কৰিবলৈ

আগ বাঢ়িছিল। এই প্ৰসিদ্ধ ঘোষণাটোৰ ভাৱটো সম্ভৱতঃ "আমেৰিকাৰ স্বাধীনতা ঘোষণা"ৰ পৰা লোৱা হৈছিল। কিন্তু আমেৰিকাৰ ঘোষণাটো চুটি আৰু সৰল, আৰু ফ্ৰান্সৰ ঘোষণাটো দীঘল আৰু অলপ জটিল। যিবিলাক অধিকাৰে মানুহৰ সাম্য, স্বাধীনতা আৰু সুখ নিশ্চিত কৰে বুলি ভবা হৈছিল, সেইবিলাকেই মানুহৰ অধিকাৰ আছিল। সেই কালত এই ঘোষণাটো অতি চমৎকাৰ আৰু দুঃসাহসী যেন লাগিছিল, আৰু তাৰ পাচত প্ৰায় ১০০ বছৰ ই ইউৰোপৰ উদাৰপন্থী আৰু গণতন্ত্ৰীবিলাকৰ চনদ আছিল। পিচে বৰ্তমান কালত ই অচল আৰু আমাৰ যুগৰ কোনো সমস্যাকেই সমাধান নকৰে। এই কথাটো আবিষ্কাৰ কৰোঁতে জনসাধাৰণে দীঘলীয়া সময় লৈছিল যে আইন মতে সাম্য হলেই আৰু ভোটৰ অধিকাৰ থাকিলেই এইবোৰে প্ৰকৃত সাম্য, স্বাধীনতা বা সুখ নিশ্চিত নকৰে, জনসাধাৰণক শোষণ কৰাৰ আন উপায় ক্ষমতাত অধিষ্ঠিতবিলাকৰ হাতত তেতিয়াও থাকে। ফৰাচী বিপ্লৱৰপৰা এতিয়ালৈকে চিন্তাৰ বহুতো উন্নয়ণ বা পৰিৱৰ্ত্তন হৈছে, সম্ভৱতঃ বৰ্ত্তমান কালৰ অতি ৰক্ষণশীলবিলাকেও "মানুহৰ অধিকাৰ ঘোষণা"ৰ আড়ম্বৰী নীতিবিলাক গ্ৰহণ কৰিব। কিন্তু তাৰ অৰ্থ এনে নহয় যে তেওঁলোকে প্ৰকৃত সাম্য আৰু স্বাধীনতা দিব খোজে, আমি সকলোৱে বেচি কষ্ট নকৰাকৈয়ে এই কথাটো বুজিব পাঁৰো। এই ঘোষণাটোৱে প্ৰকৃততে ব্যক্তিৰ সম্পত্তি নিৰাপদ কৰিছিল। সামন্ত প্ৰথা আৰু বিশেষ স্বত্ব সম্পৰ্কৰ আন কাৰণত ডাঙৰ সম্ভ্ৰান্ত মানুহ আৰু ধৰ্ম্মযাজকবিলাকৰ জমিদাৰী বাজেয়াপ্ত কৰা হৈছিল। কিন্তু সম্পত্তিৰ গৰাকী হোৱাৰ অধিকাৰটোক পৱিত্ৰ আৰু অলঙ্ঘণীয় অধিকাৰ বুলি ভবা হৈছিল। সম্ভৱতঃ তুমি জানা যে এতিয়া উন্নত ৰাজনৈতিক চিন্তা মতে ব্যক্তিগত সম্পত্তি অনিষ্টকৰ বুলি, আৰু পৰা যায় মানে ইয়াৰ লোপ পেলোৱা উচিত বুলি বিবেচনা কৰা হয়।

"মানুহৰ অধিকাৰ ঘোষণা" বৰ্তমান কালত আমাৰ কাৰণে অতি সাধাৰণ এখন দলিল যেন লাগিব পাৰে। কালিৰ উচ্চ আদৰ্শবিলাক অতি সঘনে আজি অতি সাধাৰণ হয়। কিন্তু যি কালত ইয়াক প্ৰচাৰ কৰা হৈছিল, তেতিয়া ই সমগ্ৰ ইউৰোপত তীব্ৰ অনুভূতিৰ সৃষ্টি কৰিছিল, আৰু তেতিয়া এনে লাগিছিল যে ইয়াত দুৰ্গতি ভোগা আৰু পদদলিত সকলোৱে কাৰণে বেচি ভাল দিনৰ যথোচিত আশ্বাস আছিল। কিন্তু ৰজাই ঘোষণাটো ভাল নেপাইছিল; তেওঁ এনে অপৱিত্ৰ নিন্দাবাদত বিস্ময়ান্বিত হৈছিল আৰু তেওঁ ইয়াৰ মঞ্জুৰ কৰিবলৈ অমান্তি হৈছিল। তেওঁ তেতিয়াও ভাৰ্ছাইত আছিল। এই সময়তে পেৰিচৰ বিশৃঙ্খল জনতা এটাই মহিলাবিলাকৰ নেতৃত্বত ভাৰ্ছাইৰ কাৰেঙলৈ গৈ ৰজাক ঘোষণাটো মঞ্জুৰ কৰিবলৈ বাধ্য কৰিয়ে নেৰিছিল; তেওঁলোকে তেওঁক পেৰিচলৈ যাবলৈকো বাধ্য কৰিছিল। এই আচৰিত সমদলটোৰ কথাকে মই ইয়াৰ আগৰ চিঠিখনৰ শেষৰ ফালে উল্লেখ কৰিছিলোঁ।

সদনখনে আন বহুতো সংস্কাৰ সাধন কৰিছিল। ধৰ্ম্মযাজকবিলাকৰ অপৰিমিত সম্পত্তিবিলাক চৰকাৰৰ দ্বাৰা বাজেয়াপ্ত কৰা হৈছিল। ফ্ৰান্সৰ দেশখন ৮০ টা ভাগত নতুনকৈ বিভক্ত কৰা হৈছিল, মোৰ বিশ্বাস যে সেই ভাগবিলাক এতিয়াও আছে। পুৰণি সামন্ত আদালতবিলাকৰ ঠাই পুৰাবলৈ উন্নত ধৰণৰ আদালত স্থাপন কৰা হৈছিল। এই সকলোবিলাকৰপৰা উপকাৰ হৈছিল, কিন্তু এইবিলাক বেচি

নাছিল। মাটি পাবলৈ ব্যগ্ৰ হোৱা কৃষক সম্প্ৰদায়ে আৰু আহাৰ পাবলৈ ব্যগ্ৰ হোৱা চহৰৰ সাধাৰণ মানুহবিলাকে এইবিলাকৰপৰা বেচি উপকাৰ নেপাইছিল। বিপ্লৱটোত বাধা পৰা যেন দেখা গৈছিল। তোমাক আগতে কৈছোঁ যে জনসাধাৰণৰ, কৃষক সম্প্ৰদায়ৰ আৰু চহৰৰ সাধাৰণ মানুহৰ প্ৰতিনিধি সদনখনত মুঠেই নাছিল। মিৰাবোৰ নেতৃত্বত মধ্যবিত্ত শ্ৰেণীয়ে তাত আধিপত্য চলাইছিল; যেতিয়াই তেওঁলোকে অনুভৱ কৰিলে যে তেওঁলোকৰ উদ্দেশ্য সিদ্ধি হৈছিল, তেতিয়াৰ পৰা তেওঁলোকে বিপ্লৱ বন্ধ কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। আনকি, তেওঁলোকে ৰজা লুইৰ লগত মিত্ৰতা কৰি প্ৰদেশবিলাকত কৃষক সম্প্ৰদায়ৰ মানুহক গুলি কৰি বধ কৰিবলৈ আৰম্ভ কৰিছিল। তেওঁলোকৰ নেতা মিৰাবো বাস্তৱতে ৰজাৰ গুপ্ত পৰামৰ্শদাতা হৈছিল। আৰু যি সাধাৰণ মানুহবিলাকে আগতে বাস্তিল দুৰ্গ ধ্বংস আৰু দখল কৰি ভাবিছিল যে সেই কামৰ দ্বাৰা তেওঁলোক বন্ধন-মুক্ত হৈছিল, সেইবিলাক মানুহে এতিয়া ঘটা ঘটনাবিলাক দেখি আচৰিত হ'ল। তেওঁলোকৰ মুক্তি আগৰ দৰেই বহুত দূৰৈত থকা যেন লাগিল। পূৰ্বণি জমিদাৰবিলাকে যিদৰে তেওঁলোকক তলত পেলাই ৰাখিছিল, নতুন "জাতীয় সদনে" প্ৰায় তেনেদৰেই তেওঁলোকক ৰাখিলে।

বিপ্লৱৰ স্নায়ুকেন্দ্ৰ পেৰিচৰ মানুহবিলাকে সংসদত হতাশ হৈ তেওঁলোকৰ বৈপ্লৱিক শক্তি প্ৰকাশৰ আন এটা পথ পাইছিল। এই পথটো আছিল পেৰিচৰ "কমিউন" বা পৌৰ-সভা। নগৰখনৰ প্ৰত্যেক আঞ্চলিক ভাগৰ পৰা বহুতো সভ্য পৌৰ-সভালৈ নিৰ্বাচিত কৰা হৈছিল। "কমিউন" খনৰ আৰু প্ৰত্যেক আঞ্চলিক ভাগৰো শক্তিশালী আৰু সক্ৰিয় সংস্থা আছিল, এই সকলোবিলাক সংস্থাৰ সাধাৰণ মানুহবিলাকৰ লগত প্ৰত্যক্ষ সম্পৰ্ক আছিল। "কমিউন" খন আৰু বিশেষকৈ আঞ্চলিক ভাগবিলাক বিপ্লৱৰ আগৰণুৱা হৈছিল আৰু নিৰ্জু আৰু মধ্যবিত্ত শ্ৰেণীৰ প্ৰাধান্য থকা সংসদখনৰ প্ৰতিদ্বন্দ্বী হৈছিল।

ইতিমধ্যে বাস্তিল দুৰ্গ পতনৰ বছেৰেকীয়া উৎসৱৰ দিন পৰাত পেৰিচৰ মানুহবিলাকে ১৪ জুলাইত এটা ডাঙৰ উৎসৱ পাতিছিল। ইয়াক "সংঘবদ্ধ দলৰ উৎসৱ" বোলা হৈছিল। পেৰিচৰ সাধাৰণ মানুহবিলাকে নগৰখন সজাবলৈ মজুৰি নোলোৱাকৈ কাম কৰিছিল। কাৰণ তেওঁলোকে অনুভৱ কৰিছিল যে উৎসৱটো তেওঁলোকৰ আছিল।

১৭৯০ খৃঃত আৰু ১৭৯১ খৃঃত বিপ্লৱটো এনে অৱস্থাত আছিল। সংসদখনৰ সকলো বিপ্লৱী—উৎসাহ আগতে নাইকিয়া হৈছিল আৰু তাত নানা পৰিৱৰ্তন হৈছিল; কিন্তু পেৰিচৰ সাধাৰণ মানুহৰ শক্তি তেতিয়াও উতলি আছিল, কৃষক সম্প্ৰদায়ে তেতিয়াও লোলুপ দৃষ্টিৰে মাটিলৈ চকু দি আছিল। এনে অৱস্থা বহুত দিন চলি থাকিব নোৱাৰিলে; বিপ্লৱ আগুৱাই যাব লাগিব নতুবা ই একেবাৰে লোপ পাব লাগিব। ১৭৯১ খৃঃৰ আগছোৱাত নৰমপন্থী নেতা মিৰাবোৰ মৃত্যু হ'ল। তেওঁ ৰজাৰ লগত গোপনে ষড়যন্ত্ৰ কৰিছিল যদিও সাধাৰণ মানুহবিলাকৰ প্ৰিয় আছিল আৰু তেওঁলোকক সংযত কৰি ৰাখিছিল। ১৭৯১ খৃঃৰ ২১ জুনত এটা ঘটনা ঘটে আৰু ইয়েই বিপ্লৱটোৰ ভবিতব্য স্থিৰ কৰিলে। এই ঘটনাটো আছিল ৰজা লুই আৰু মেৰি আন্টোৱানেটৰ ছদ্মবেশত পলায়ন। তেওঁলোকে বুদ্ধি কৰি প্ৰায় সীমান্ত পাই-

ছিলগৈ। কিন্তু ভাদ্‌র্নৰ ওচৰৰ ভাৰেনত কেইজন মান কৃষকে তেওঁলোকক চিনি পালে। তেতিয়া তেওঁলোকক তাতে ধৰি ৰাখি পেৰিচলৈ ওলোটাই অনা হ'ল।

ৰজা-ৰাণীৰ এই কামটোৱে পেৰিচৰ মানুহবিলাকৰ সম্পৰ্কত তেওঁলোকৰ ভৱিষ্যৎ নাইকিয়া কৰিলে। তেতিয়াৰপৰা গণৰাষ্ট্ৰৰ ভাৱটো দ্ৰুত গতিৰে বাঢ়িছিল। তথাপি সেই কালৰ সংসদখন আৰু চৰকাৰটো ৰাইজৰ ইচ্ছা-আকাঙ্ক্ষাৰ লগত ইমান অপৰিচিত আছিল যে যিবিলাক মানুহে লুইক ৰজা ভাঙিবলৈ দাবী কৰিছিল, তেওঁলোকক গুলি কৰি বধ কৰা হৈছিল। বিপ্লৱটোৰ এজন প্ৰধান ব্যক্তি মাৰাটে ৰজা নেলাগে বুলি প্ৰকাশ্যে কৈছিল কাৰণে কৰ্তৃপক্ষই তেওঁক ৰাজদ্ৰোহী বুলি তেওঁ পলাই যোৱাৰ পাচত তেওঁক ধৰিবলৈ বিচাৰি ফুৰিছিল। পেৰিচৰ মাটিৰ তলেদি পানী আৰু লেতেৰা বস্তু বৈ যাবলৈ কৰা নলীৰ ভিতৰত তেওঁ লুকাই থাকিব লগা হৈছিল আৰু তাতে ছালৰ ৰোগৰ এবিধ ভয়ঙ্কৰ বীজানুৱে তেওঁক সুঁচৰিছিল।

আচৰিত কথা যে তথাপি লুই আৰু এবছৰতকৈ বেচি কাল নীতি মতে ৰজা হৈ আছিল। ১৭৯১ খৃঃত চেপ্টেম্বৰ মাহত "জাতীয় সদন"ৰ জীৱনীৰ অন্ত পৰিল আৰু তাৰ ঠাইত বিধান সভা ("লেজিচলেটিভ এচেম্‌ব্লি") হ'ল। ইও আন খনৰ দৰেই নৰম পন্থী আছিল, ইয়াত উচ্চ শ্ৰেণীবিলাকৰ মাথোন প্ৰতিনিধি আছিল। ফ্ৰান্সত ক্ৰমে বাঢ়ি গৈ থকা প্ৰৱল উত্তেজনা ইয়াত প্ৰকাশিত নহ'ল। বিপ্লৱৰ প্ৰৱল উত্তেজনা জনসাধাৰণৰ মাজত বিস্তৃত হৈছিল আৰু জনসাধাৰণৰ মাজৰপৰা ওলোৱা উগ্ৰ গণতন্ত্ৰী জেকবিলাকৰ শক্তি বাঢ়িছিল।

এই কালছোৱাত ইউৰোপৰ শক্তিবিলাকে ভয়ত বিচুৰ্তি হৈ এই আচৰিত ঘটনাবিলাক লক্ষ্য কৰি আছিল। কিছুমান দিন প্ৰুচিয়া, অষ্ট্ৰীয়া আৰু ৰুচিয়া আন আন দেশৰপৰা সম্পত্তি লুট কৰি অনা কামত ব্যস্ত আছিল। তেওঁলোকে পুৰণি ৰাজ্য পোলেণ্ডৰ বিনাশ সাধিছিল, কিন্তু ফ্ৰান্সৰ ঘটনাবিলাক এনে ক্ষিপ্ৰ গতিৰে আগ বাঢ়িছিল যে তেওঁলোকে সেইবিলাকলৈ আওকাণ কৰি থাকিব নোৱাৰিছিল। ১৭৯২ খৃঃত অষ্ট্ৰীয়া আৰু প্ৰুচিয়াৰ লগত ফ্ৰান্সৰ যুদ্ধ চলি আছিল। তোমাক আগতে বোধকৰো জনাইছোঁ যে সেই কালত বেলজিয়ামৰ ফালৰ নেডাৰলেণ্ডচ্ ভাগত অষ্ট্ৰীয়াৰ আধিপত্য আছিল আৰু এই ভাগৰ সীমান্তৰ লগতে ফ্ৰান্সৰ সীমান্ত একে আছিল। বিদেশী সৈন্যবাহিনীবিলাকে ফৰাচী ৰাজ্যৰ ভিতৰলৈ আগুৱাই গৈ ফৰাচী সৈন্যদলবিলাকক পৰাজিত কৰিলে। ৰজাই তেওঁলোকৰ লগ লৈছিল বুলি ভবা হৈছিল আৰু এনেকৈ ভবাৰ কাৰণ নোহোৱাও নাছিল, আৰু সকলোবিলাক ৰাজতন্ত্ৰীয়ে বিশ্বাসঘাতকতা কৰিছিল বুলি সন্দেহ কৰা হৈছিল। ফ্ৰান্সৰ জনসাধাৰণৰ চাৰিওফালে বিপদ বৃদ্ধি হোৱাৰ লগে লগে তেওঁলোক বেচি উত্তেজিত আৰু ভয়বিহ্বল হৈছিল। তেওঁলোকে সকলো ঠাইতে গুপ্তচৰ আৰু বিশ্বাসঘাতক দেখা পাইছিল। পেৰিচৰ বিপ্লৱী "কমিউনে" (পৌৰ-সভাই) এই অতি সঙ্কটাপন্ন অৱস্থাত নেতৃত্ব কৰিছিল, তেওঁলোকে "ৰঙা পতাকা" উত্তোলন কৰি জনাইছিল যে জনসাধাৰণে ৰাজসভাৰ বিদ্ৰোহৰ বিৰুদ্ধে সামৰিক আইন জাৰি কৰিলে, আৰু তাৰ পাচত ১৭৯২ খৃঃৰ ১০ আগষ্টৰ দিনা তেওঁলোকে ৰজাৰ কাৰেং আক্ৰমণ কৰিবলৈ আদেশ দিলে। ৰজাই তেওঁৰ চুইছ (চুইজাৰলেণ্ডৰ অধিবাসী) দেহৰক্ষীবিলাকৰ হতুৱাই তেওঁলোকক

গ্ৰলিয়াই বধ কৰাইছিল। কিন্তু জনসাধাৰণৰ জয় হৈছিল, আৰু "কমিউনে" ৰজাক সিংহাসনৰপৰা নমাই বন্দী কৰিবলৈ বিধান সভাক বাধ্য কৰিছিল।

সকলোৱে জানে যে "ৰঙা পতাকা" খন এতিয়া সকলো ঠাইতে বনুৱাৰ পতাকা, সমাজবাদৰ আৰু সাম্যবাদৰ পতাকা। আগৰ কালত ই জনসাধাৰণৰ বিৰুদ্ধে সামৰিক আইন ঘোষণা কৰা চৰকাৰী পতাকা আছিল। মই ভাবোঁ, কিন্তু সুনিশ্চিত নহওঁ, যে পেৰিচৰ "কমিউনে" ই এই পতাকাখন প্ৰথমে জনসাধাৰণৰ বাবে ব্যৱহাৰ কৰিছিল, আৰু ইয়াৰপৰা ক্ৰমে ক্ৰমে উন্নতি কৰি ই বনুৱাৰ পতাকা হৈছিল।

ৰজাক সিংহাসনৰপৰা নমোৱা আৰু তেওঁক বন্দী কৰাই যথেষ্ট নহৈছিল। চুইছ দেহৰক্ষীবিলাকে পেৰিচৰ জনসাধাৰণৰ বহুতক গুলিয়াই বধ কৰাৰ কাৰণে তেওঁলোক অতিশয় উত্তেজিত হৈছিল আৰু বিশ্বাসঘাতক আৰু গুপ্তচৰবিলাকলৈ তেওঁলোকৰ অত্যন্ত ভয় আৰু খং হৈছিল; তেওঁলোকে যিবিলাক মানুহক সন্দেহ কৰিছিল, সেই সকলোকে বন্দী কৰি তেনে মানুহেৰে বন্দীশালবিলাক ভৰপূৰ কৰিছিল। যিবিলাকক বন্দী কৰা হৈছিল, তেওঁলোকৰ অতি সৰহ ভাগ নিঃসন্দেহে দোষী আছিল, কিন্তু বহুতো নিৰ্দোষ মানুহকো ধৰি বন্দীশালত ৰখা হৈছিল। কেইদিন মানৰ পাচত জনসাধাৰণৰ মাজত আন এটা ভীষণ উত্তেজনাৰ ঢৌ উঠিছিল, তেওঁলোকে বন্দীশালবিলাকৰপৰা বন্দীয়াৰবিলাকক বাহিৰলৈ উলিয়াই কৃত্ৰিম বিচাৰ কৰি সৰহ ভাগ বন্দীয়াৰকে বধ কৰিছিল। "চেপ্টেম্বৰৰ সমূহীয়া হত্যা" নাম পোৱা এই হত্যাকাণ্ডত এহেজাৰতকৈ অধিক মানুহক বধ কৰা হৈছিল। এইটোৱেই পেৰিচৰ বিশৃংখল জনতাৰ বিৰাট পৰিমাণৰ ৰক্তপাতৰ প্ৰথম আস্বাদ আছিল। ৰক্তপাত কৰাৰ হেপাহ পূৰ হোৱাৰ আগতে আৰু বহুতো তেজৰ সোঁত বৈছিল।

চেপ্টেম্বৰ মাহতে আক্ৰমণকাৰী অষ্ট্ৰীয়ান আৰু প্ৰুচিয়ানবিলাকৰ ওপৰত ফৰাচী সৈন্যবিলাকৰ জয় হৈছিল। ভাল্মিৰ সৰু যুদ্ধখনত এই জয় হৈছিল, যুদ্ধখন সৰু হলেও তাৰ ফল গুৰুত্বপূৰ্ণ আছিল, কাৰণ এই জয়ে বিপ্লৱটো নিৰাপদ কৰিছিল।

১৭৯২ খৃঃৰ ২১ চেপ্টেম্বৰৰ দিনা "নেছনেল কন্‌ভেন্‌ছন"ৰ অধিবেশন হৈছিল। এইটো এটা নতুন সন্থা আছিল, ই বিধান-সভাৰ ঠাই লৈছিল। ইয়াৰ পূৰ্ব্বে যি দুখন সংসদ আছিল, সেই দুখনতকৈ ই বেচি উন্নত আছিল, কিন্তু তথাপি ই "কমিউন" তকৈ পিচ পৰা আছিল। "কন্‌ভেন্‌ছন্"ৰ প্ৰথম কাম হৈছিল গণৰাষ্ট্ৰ ঘোষণা কৰা। ইয়াৰ অলপ পাচতে ১৬শ লুইৰ বিচাৰ হৈছিল, তেওঁক মৃত্যু-দণ্ড বিহা হৈছিল আৰু ১৭৯৩ খৃঃৰ ২১ জানুৱাৰিৰ দিনা ৰাজতন্ত্ৰটোৰ পাপ কামবিলাকৰ মূল্য স্বৰূপে তেওঁ নিজৰ মূৰটো দিব লাগিছিল। "গিলোটিন" নামৰ বলিশালত তেওঁৰ মূৰটো কটা হৈছিল। ফ্ৰান্সৰ মানুহবিলাকৰ এতিয়া পিচ হুঁহকি যোৱাৰ পথ বন্ধ হৈছিল। তেওঁলোকে চূড়ান্ত কামটো কৰি ইউৰোপৰ ৰজা আৰু সম্ৰাটসকলক অবজ্ঞা কৰিছিল। তেওঁলোকৰ কাৰণে উলটি যোৱাৰ পথ নাছিল, আৰু "গিলোটিন" ৰ খট্‌খটিৰপৰা বিপ্লৱৰ এজন শ্ৰেষ্ঠ নেতা ডাঁটোৱে তাত গোট খোৱা জনতাক সম্বোধন কৰি আন এই ৰজাসকলক যুদ্ধলৈ দাম্ভিক প্ৰত্যাহ্বান জনাইছিল। তেওঁ চিঞৰি কৈছিল, "ইউৰোপৰ ৰজাসকলে আমাক যুদ্ধলৈ আহ্বান কৰিব, আমি তেওঁলোকৰ ওচৰলৈ ৰজা এজনৰ মূৰটো দলিয়াই পঠিয়াইছোঁ।"

## ১০২

## বিপ্লৱ আৰু প্ৰতি-বিপ্লৱ

১৩ অক্টোবৰ, ১৯৩২ খৃষ্টাব্দ।

ৰজা লুইৰ মৃত্যু হ'ল। কিন্তু তেওঁৰ মৃত্যুৰ পূৰ্ব্বতেই ফ্ৰান্সৰ আচাৰিত পৰিৱৰ্ত্তন হ'ল। সেই দেশৰ মানুহৰ তেজ বিপ্লৱৰ প্ৰবল উত্তেজনাৰে উতলি আছিল, তেওঁলোকৰ নাড়ীয়ে ধপ্‌ধপাইছিল আৰু এবিধ জ্বলন্ত উৎসাহে তেওঁলোকৰ অন্তৰ অধিকাৰ কৰিছিল। গণতন্ত্ৰী ফ্ৰান্স বিৰুদ্ধ শক্তিৰ সম্মুখীন হৈছিল; ৰজাৰ শাসন চলা ইউৰোপৰ আন ভাগবিলাক ফ্ৰান্সৰ শত্ৰু আছিল। গণতন্ত্ৰী ফ্ৰান্সে এই জৰাজীৰ্ণ ৰজা আৰু তলতীয়া ৰজাসকলক দেখুৱাব কেনেকৈ স্বাধীনতাৰ ব'দে গা গৰম কৰা দেশপ্ৰেমীসকলে যুদ্ধ কৰিব পাৰে। তেওঁলোকে অকল নিজৰ নৱলব্ধ স্বাধীনতাৰ কাৰণেই নহয়, ৰজা আৰু সম্ভ্ৰান্ত লোকসকলৰ দ্বাৰা উৎপীড়িত আন সকলো মানুহৰ স্বাধীনতাৰ কাৰণে যুঁজিব। ফৰাচী মানুহবিলাকে ইউৰোপৰ আন সকলোবিলাক জাতিলৈকে তেওঁলোকৰ বাণী পঠাই সেই সকলোবিলাক জাতিকে তেওঁলোকৰ শাসন-বৰ্গৰ বিৰুদ্ধে উঠিবলৈ আবেদন কৰিছিল আৰু তেওঁলোকে ঘোষণা কৰিছিল যে তেওঁলোক সকলোবিলাক জাতিৰে বন্ধু আৰু ৰজাই চলোৱা সকলোবিলাক শাসন-ব্যৱস্থাৰ শত্ৰু। "লা পাট্ৰিয়ে" ফ্ৰান্স মুক্তিৰ মাতৃ হৈছিল, এই মাতৃৰ বেদীতে বলি দান কৰা আনন্দৰ কথা হৈছিল। ভীষণ উৎসাহৰ সেই কালত তেওঁলোকৰ তীব্ৰ মনোবৃত্তিৰ লগত মিলা এটা আচাৰিত গান তেওঁলোকে পাইছিল; এই গান গাই গাই তেওঁলোকে নিজৰ অসুবিধাবিলাককৈ আৰু পৰিণামলৈ ভ্ৰূক্ষেপ নকৰি যুদ্ধ-ক্ষেত্ৰৰ আগ শাৰীলৈ আগুৱাই গৈছিল আৰু সকলোবিলাক বাধা-বিঘিনি হেলাৰঙে অতিক্ৰম কৰিছিল। এই গানটো আছিল ৰুজা দি লিচলেই ৰচনা কৰা ৰাইন নদীৰ পাৰৰ সৈন্যবাহিনীৰ যুদ্ধ-যাত্ৰাৰ গান, তেতিয়াৰ পৰা ই "মাৰ্চায়েজ" নামে জনাজাত, বৰ্তমান কালতো ই ফৰাচী মানুহৰ জাতীয় সংগীত।

Allons, enfants de la patrie,
Le jour de gloire est arrivé!
Contre nous de la tyrannie
L'etendard sanglant est levé.
Entendez-vous dans les campagnes,
Mugir ces féroces soldats?
Ils viennent jusque dans nos bras,
Égorger nos fils, nos compagnes!
Aux armes, citoyens! formez vos bataillons!
Marchons, marchons, qu'un sang impur abreuve nos sillons!

তেওঁলোকে ৰজাসকলৰ দীৰ্ঘ জীৱনৰ নিৰৰ্থক গান নেগাইছিল। তাৰ সলনি

তেওঁলোকে জন্মভূমিৰ প্ৰতি পৱিত্ৰ প্ৰেমৰ, স্বাধীনতাৰ, অতি প্ৰিয় স্বাধীনতাৰ গান গাইছিল।

Amour, sacré de la patrie,
conduis, soutiens nos bras vengeurs!
Liberté, liberté chérie.
Combats avec tes défenseurs!

সকলো প্ৰয়োজনীয় বস্তুৰে ভয়ঙ্কৰ অভাৱ হৈছিল। যথোচিত আহাৰ নাছিল, পিন্ধা কাপোৰ নাছিল, জোতা আৰু বুট জোতা নাছিল, আন কি অস্ত্ৰশস্ত্ৰও নাছিল। বহুতো অঞ্চলৰ নাগৰিকক তেওঁলোকৰ জোতা আৰু বুট জোতা সৈন্যবাহিনীক দি দিবলৈ কোৱা হৈছিল। যিবিলাক আহাৰ দুষ্প্ৰাপ্য আৰু সৈন্যবাহিনীৰ কাৰণে লাগিছিল, দেশপ্ৰেমীসকলে তেনে আহাৰ খাবলৈ এৰি দিছিল, আনকি কিছুমানে সঘনে লঘোন দিছিল। চাম্ৰা, বন্ধা-বঢ়া কৰা পাত্ৰ, কেৰাহী, বাল্টি আৰু আন বহুতো ঘৰত ব্যৱহাৰ কৰা বস্তু সৈন্যবাহিনীৰ কাৰণে চৰকাৰী দাবী কৰি নিয়া হৈছিল। পেৰিচৰ ৰাস্তাবিলাকৰ বহুত কমাৰশালত লোহা পিটাৰ শব্দ হৈছিল, কাৰণ জনসাধাৰণৰ সকলোৱে, মুনিহ-তিৰোতা সকলো নাগৰিকে যুদ্ধৰ অস্ত্ৰ তৈয়াৰ কৰাত সহায় কৰিছিল। সকলো প্ৰয়োজনীয় বস্তুৰে বৰ অভাৱ হৈছিল; কিন্তু যেতিয়া গাত ফটাছিটা কাপোৰ কিন্তু মূৰত মুক্তিৰ মুকুট পিন্ধা জন্মভূমি ফ্ৰান্স, সুন্দৰী ফ্ৰান্স বিপদত পৰিছিল আৰু যেতিয়া শত্ৰু দুৱাৰমুখত আছিল, তেতিয়া সেই অভাৱবিলাক একো কথাৰ কথা নাছিল। সেই কাৰণে পৰিণামলৈ লক্ষ্য নকৰাকৈ ফ্ৰান্সৰ যুবক-যুৱতীবিলাকে ফ্ৰান্সৰ উদ্ধাৰৰ অৰ্থে আগুৱাই গৈছিল আৰু তেওঁলোকে ভোক-পিয়াহলৈ ভ্ৰূক্ষেপ নকৰাকৈ জয়-যাত্ৰা কৰিছিল। কাৰ্লাইলে কৈছে, "সমগ্ৰ জাতি এটাৰ সকলো মানুহৰ কিবা এটাত বিশ্বাস হৈছে বুলি কব পৰা অৱস্থা আমি কাচিৎহে দেখিবলৈ পাওঁ; তেওঁলোকে যিবিলাক বস্তু খাবলৈ পায় আৰু হাতেৰে ব্যৱহাৰ কৰিবলৈ পায়, তেনেবিলাক বস্তুৰ সম্পৰ্কতহে তেওঁলোকৰ তেনে বিশ্বাস হব পাৰে। যেতিয়া সমগ্ৰ জাতিটোৰ সকলো মানুহৰ কিবা এটাত বিশ্বাস হয়, তেতিয়াই ইয়াৰ বুৰঞ্জী শক্তিউদ্দীপক আৰু প্ৰণিধানযোগ্য হয়।" বিপ্লৱত যোগ দিয়া স্ত্ৰী-পুৰুষসকলৰ এটা মহৎ উদ্দেশ্যত বিশ্বাস হৈছিল আৰু সেই স্মৰণীয় দিনবিলাকত তেওঁলোকে যি বুৰঞ্জীৰ সৃষ্টি কৰিছিল আৰু যি ত্যাগ স্বীকাৰ কৰিছিল, সেইবিলাকৰ এতিয়াও আমাক উদ্দীপ্ত কৰিব পৰা আৰু আমাৰ মনৰ ভাৱ সবল কৰিব পৰা শক্তি আছে।

নতুনকৈ সৈন্যদলত ভৰ্তি হোৱা মানুহৰ দ্বাৰা গঠিত আৰু আংশিকভাৱে সামৰিক প্ৰশিক্ষণ পোৱা এই বিপ্লৱী সৈন্যবাহিনীবিলাকে সকলোবিলাক বিদেশী সৈন্যৰ দল ফৰাচী ভূমিৰপৰা বিতাড়িত কৰিছিল আৰু তাৰ পাচত অস্ট্ৰীয়ানবিলাকৰ হাতৰপৰা নেডাৰলেণ্ড্‌চৰ নাৰ্মান অঞ্চল (বেলজিয়াম আদি) মুক্ত কৰিছিল। হেপ্‌চ্‌-বাৰ্গ বংশৰ ৰজাসকলে শেষৰ বাৰৰ কাৰণে নেডাৰলেণ্ডচ্‌ এৰিছিল, তেওঁলোক পুনৰ তালৈ উলটি যাব নোৱাৰিছিল। ইউৰোপৰ প্ৰশিক্ষণ পোৱা ব্যৱসায়ী সৈন্যবাহিনী-বিলাকে নতুনকৈ সৈন্যদলত ভৰ্তি হোৱা এই বিপ্লৱী সৈন্যবিলাকৰ আক্ৰমণ প্ৰতিৰোধ কৰিব নোৱাৰিছিল। প্ৰশিক্ষণ পোৱা সৈন্যবিলাকে দৰমহাৰ কাৰণে যুঁজিছিল

আৰু সাৱধানে যুঁজিছিল, বিপ্লৱী সৈন্যবিলাকে আদৰ্শ এটাৰ কাৰণে যুঁজিছিল আৰু জয় লাভ কৰিবৰ অৰ্থে তেওঁলোক ডাঙৰ বিপদৰ সম্মুখীন হবলৈ সাজু আছিল। আগৰ বিধ সৈন্যই সা-সজুলিৰ বৰ বৰ দ'ম লগত লৈ লাহে লাহে আগুৱাই-ছিল, পিচৰ বিধৰ লগত নিবলৈ প্ৰায় একো নাছিল আৰু তেওঁলোক দ্ৰুত গতিৰে আগুৱাইছিল। এইদৰে বিপ্লৱী সৈন্যবাহিনীবিলাক নতুন চানেকিৰে যুদ্ধ চলোৱা বাহিনী আছিল আৰু তেওঁলোকে নতুন কৌশলেৰে যুদ্ধ কৰিছিল। তেওঁলোকে যুদ্ধ চলোৱাৰ পুৰণি পদ্ধতি পৰিৱৰ্তন কৰিছিল আৰু তেওঁলোক পাচৰ এশ বছৰৰ ইউৰোপৰ সৈন্যবাহিনীবিলাকৰ আদৰ্শ হৈছিল। কিন্তু এই সৈন্যদলবিলাকৰ প্ৰকৃত শক্তি আছিল তেওঁলোকৰ উৎসাহ আৰু দুঃসাহসিকতাত। তেওঁলোকৰ মূলমন্ত্ৰৰ কাৰণে, প্ৰকৃততে বিপ্লৱটোৰ সেই স্তৰত তাৰ মূলমন্ত্ৰৰ কাৰণে আমি ডাঁটোৰ এই প্ৰসিদ্ধ বাক্যটো দিব পাৰোঁ ঃ

• "Pour vaincre les ennemis de la patrie il nous faut de l'audace, encore de l'audace et toujours de l' audace."

যুদ্ধখন বিস্তৃত হৈছিল। ইংলেণ্ডৰ নৌবাহিনীৰ কাৰণে সেই দেশ পৰাক্ৰমী শত্ৰু হৈছিল। গণতন্ত্ৰী ফ্ৰান্সে শ্ৰেষ্ঠ স্থলবাহিনী এটা সংগঠিত কৰিছিল, কিন্তু সাগৰত ফ্ৰান্স দুৰ্ব্বল আছিল। ইংলেণ্ডে সকলোবিলাক ফৰাচী বন্দৰ অৱৰোধ কৰিবলৈ আৰম্ভ কৰিছিল। ইংলেণ্ডলৈ পলাই যোৱা ফৰাচী ৰাজতন্ত্ৰী "এমিগ্ৰে" বিলাকে (দেশান্তৰিত মানুহবিলাকে) কোটি কোটি জাল "এচ্‌চিন্যা" অৰ্থাৎ ফৰাচী গণৰাষ্ট্ৰৰ নগদ ধনৰ সলনি চলোৱা "নোট" ফ্ৰান্সত প্ৰচলিত কৰাইছিল। এই উপায়েৰে তেওঁলোকে ফ্ৰান্সত ধনৰ প্ৰচলনত আৰু ৰাষ্ট্ৰখনৰ বিত্ত পৰিচালনা অচল কৰিবলৈ চেষ্টা কৰিছিল।

বৈদেশিক যুদ্ধই আন সকলো বিষয়তকৈ বেচি প্ৰাধান্য লাভ কৰিছিল আৰু জাতিটোৰ সকলোখিনি শক্তি তাত নিয়োগ কৰা হৈছিল। এনেবিলাক যুদ্ধ বিপ্লৱৰ কাৰণে বিপদজনক, কাৰণ এইবিলাকে মানুহৰ মন সামাজিক সমস্যাৰপৰা আঁতৰাই বিদেশী শত্ৰুৰ বিৰুদ্ধে যুঁজাত লগায় আৰু এইদৰে বিপ্লৱৰ প্ৰকৃত উদ্দেশ্য বিফল কৰে। যুদ্ধৰ প্ৰবল উত্তেজনাই বিপ্লৱৰ প্ৰবল উত্তেজনাৰ ঠাই লয়। ফ্ৰান্সত এনে হৈছিল, আৰু আমি দেখিবলৈ পাম যে শেষ পৰ্য্যায়ত ফ্ৰান্সত নৌবিভাগৰ এজন শ্ৰেষ্ঠ সামৰিক "কমাণ্ডাৰ"ৰ একনায়কত্ববাদী শাসন প্ৰতিষ্ঠিত হৈছিল।

দেশৰ ভিতৰতো অশান্তি হৈছিল। ফ্ৰান্সৰ পশ্চিম ফালে ভংডেত কৃষকৰ এটা ডাঙৰ বিদ্ৰোহ হৈছিল। আংশিকভাৱে তাত থকা কৃষক সম্প্ৰদায়ে নতুন সৈন্যদলত ভৰ্তি হবলৈ অমান্তি হোৱাৰ কাৰণে আৰু আংশিকভাৱে ৰাজতন্ত্ৰী নেতাবিলাকৰ আৰু ইংলেণ্ডলৈ পলাই যোৱা "এমিগ্ৰে" বিলাকৰ চেষ্টাত এই বিদ্ৰোহ হৈছিল। পেৰিচ নগৰৰ অধিবাসীবিলাকেহে প্ৰকৃততে বিপ্লৱত আধিপত্য কৰি তাক পৰিচালিত কৰিছিল; ৰাজধানীত হোৱা ক্ষিপ্ৰ পৰিৱৰ্তনবিলাকৰ কথা কৃষক সম্প্ৰদায়ে বুজি নেপাইছিল নাইবা সেইবিলাক তেওঁলোকে ভাল নেপাইছিল; সেই কাৰণে তেওঁলোক পিচ পৰি আছিল। ভংডেৰ বিদ্ৰোহ অতি নিষ্ঠুৰভাৱে দমন কৰা হৈছিল। যুদ্ধৰ কালত, বিশেষকৈ গৃহ-যুদ্ধৰ কালত, অতি নিকৃষ্ট ৰিপুবিলাক সজাগ হয় আৰু

পনুতো অবাটে যায়। লিয়োঁত প্ৰতি-বৈপ্লৱিক বিদ্ৰোহ হৈছিল। এই বিদ্ৰোহ দমন কৰা হৈছিল আৰু এনে এটা প্ৰস্তাৱ কৰা হৈছিল যে শাস্তি স্বৰূপে লিয়োঁৰ ডাঙৰ নগৰখন ধ্বংস কৰা হওক! "লিয়োঁয়ে স্বাধীনতাৰ বিৰুদ্ধে যুদ্ধ কৰিছিল—লিয়োঁ আৰু নেথাকে!" সৌভাগ্যক্ৰমে এই প্ৰস্তাৱটো গ্ৰহণ কৰা নহ'ল, কিন্তু লিয়োঁয়ে বহুত কষ্ট ভোগ কৰিব লগা হ'ল।

ইতিমধ্যে পেৰিচত কি হৈছিল? তাত কাৰ আধিপত্য আছিল? নতুনকৈ নিৰ্বাচিত "কমিউন" এখনে আৰু ইয়াৰ শাখাবিলাকে নগৰখনৰ জীৱনধাৰাত আধিপত্য চলাইছিল। জাতীয় "কন্‌ভেন্‌ছন"ত বিভিন্ন দলৰ মাজত ক্ষমতা লাভৰ কাৰণে সংগ্ৰাম চলিছিল; এই দলবিলাকৰ ভিতৰত "জিৰোণ্ডিন" বা নৰম গণতন্ত্ৰীবিলাক আৰু "জেকবিন" বা উগ্ৰগণতন্ত্ৰীবিলাক প্ৰধান আছিল। জেকবিনবিলাকৰ জয় হৈছিল আৰু ১৭৯৩ খৃঃৰ জুন মাহৰ আৰম্ভণিত সৰহ ভাগ জিৰোণ্ডিন প্ৰতিনিধি "কনভেন্‌ছন"ৰ পৰা বাদ পৰিছিল। তেতিয়া "কন্‌ভেন্‌ছনে" সামন্ত অধিকাৰবিলাক বন্দ কৰিবলৈ শেষ উপায় লৈছিল আৰু যিবিলাক মাটি সামন্ত জমিদাৰবিলাকৰ আছিল, সেইবিলাক স্থানীয় "কমিউন" বা পৌৰ-সভাক দিয়া হৈছিল, অৰ্থাৎ এই মাটিবিলাক ৰাজহুৱা সম্পত্তি হৈছিল।

জেকবিনবিলাকৰ আধিপত্য হোৱা "কন্‌ভেন্‌ছনে" এতিয়া "জনসাধাৰণৰ কল্যাণ সমিতি" আৰু "জনসাধাৰণৰ নিৰাপত্তা সমিতি" নামে দুখন সমিতি গঠন কৰি সমিতি দুখনক বিস্তৃত ক্ষমতা দিছিল। এই সমিতি দুখন, বিশেষকৈ জনসাধাৰণৰ নিৰাপত্তা সমিতিখন সোনকালে বৰ ক্ষমতাশালী আৰু ভয় লগা হৈছিল। সমিতি দুখনে "কনভেন্‌ছন"ক খাপে খাপে এনে ভাবে আগুৱাই লৈ গৈছিল যে শেহত বিপ্লৱটো সন্ত্ৰাসৰ অতল গহ্বৰত উজুটি খাই পৰিছিল। তেতিয়াও ভয়ৰ ছাঁ সকলোৰে গাত পৰি আছিল :—যিবিলাক বিদেশী শত্ৰুৱে তেওঁলোকক চাৰিওফালে বেৰি আছিল তেওঁলোকলৈ ভয়, গুপ্তচৰ আৰু বিশ্বাসঘাতকবিলাকলৈ ভয়; এই দুবিধ মানুহো আছিল। ভয়ে মানুহক অবুজ আৰু অপৰিণামদৰ্শী কৰে; নেৰানেপেৰাকৈ লাগি থকা এই ভয়ৰ ঠেলাত "কন্‌ভেন্‌ছনে" ১৭৯৩ খৃঃৰ চেপ্টেম্বৰ মাহত "সন্দেহভাজন মানুহৰ আইন" নামে এটা ভয়ঙ্কৰ আইন কৰিছিল। যাক সন্দেহ কৰা হৈছিল, তেনে কোনো মানুহ নিৰাপদ নাছিল, আৰু সন্দেহৰ পৰা কোননো মুক্ত হব পাৰিছিল? এমাহৰ পাচত "কন্‌ভেন্‌ছন"ৰ ২২ জন জিৰোণ্ডিন প্ৰতিনিধিক বিপ্লৱী বিচাৰালয়ে বিচাৰ কৰি মৃত্যু-দণ্ড বিহিছিল।

এইদৰে সন্ত্ৰাসটো আৰম্ভ হৈছিল। প্ৰতিদিনে যিবিলাক শাস্তি বিহা হৈছিল, তেওঁলোকক "গিলোটিন" নামৰ বলিশাললৈ যাত্ৰা কৰোৱা হৈছিল; প্ৰতিদিনে এই মানুহবিলাকক বধ কৰিবলৈ কঢ়িয়াই নিয়া "ট্ৰাম্‌ব্ৰিল" নামৰ গাড়ীবিলাক পেৰিচৰ ৰাস্তাত দিয়া ঘূৰণীয়া শিলগুটিবিলাকৰ ওপৰেদি কেৰকেৰাই ঘেৰঘেৰাই গৈছিল আৰু জনসাধাৰণে এই দুৰ্ভগীয়া মানুহবিলাকক বিদ্ৰূপ কৰিছিল। শাসন চলোৱা দলটোৰ বিৰুদ্ধে "কনভেন্‌ছন"ত কোৱাও বিপদজনক আছিল, কাৰণ তাৰ কাৰণে সন্দেহ হৈছিল আৰু সন্দেহৰ কাৰণে বিচাৰৰ সন্মুখীন হব লগা আৰু "গিলোটিন" লৈ যাব লগা হৈছিল। "কন্‌ভেন্‌ছন" খন "জনসাধাৰণৰ কল্যান সমিতি" আৰু

"জনসাধাৰণৰ নিৰাপত্তা সমিতি"ৰ অধীনত আছিল। এই সমিতি দুখনৰ হাতত জীৱন-মৰণৰ সকলো ক্ষমতা আছিল আৰু তেওঁলোকে সেই ক্ষমতাৰ ভাগ আনক দিবলৈ ভাল নেপাইছিল। তেওঁলোক পেৰিচৰ "কমিউন"ৰ বিৰোধী আছিল, আচলতে তেওঁলোকৰ কথাত সন্মত নোহোৱা সকলোৰে তেওঁলোক বিৰোধী আছিল। ক্ষমতাই মানুহক দুৰ্নীতিপৰায়ণ কৰাৰ এটা অসাধাৰণ পদ্ধতি আছে। সেই কাৰণে যি "কমিউন" ইয়াৰ শাখাবিলাকৰে সৈতে বিপ্লৱৰ মেৰুদণ্ড আছিল, এই সমিতি দুখনে সেই "কমিউন"কে দমন কৰিবলৈ চেষ্টা চলাইছিল। প্ৰথমতে তেওঁলোকে শাখাবিলাক দমন কৰিছিল, এইদৰে "কমিউন"ৰ ঠাল-ঠেঙুলিবিলাক কটাৰ পাচত তেওঁলোকে "কমিউন" খন দমন কৰিছিল। এইদৰে বিপ্লৱ সঘনে নিজে নিজে অন্ত পৰে। পেৰিচৰ প্ৰত্যেক ভাগতে থকা শাখাবিলাকে জনসাধাৰণক শীৰ্ষ স্থানত থকা মানুহবিলাকৰ লগত সংযুক্ত কৰি ৰাখি আছিল, এই শাখাবিলাকৰ মাধ্যমত বিপ্লৱী মনোবৃত্তি সতেজ হৈ আছিল আৰু এই শাখাবিলাকেই বিপ্লৱটো শক্তিশালী আৰু সতেজ কৰি ৰাখিছিল। শাখাবিলাক আৰু "কমিউন"খন দমন কৰাৰ অৰ্থ হৈছিল এই জীৱনী শক্তি বিনাশ কৰা। তেতিয়াৰপৰা "কন্‌ভেন্‌ছন"খন আৰু সমিতি দুখন শীৰ্ষস্থানীয় শাসন-যন্ত্ৰ হৈছিল, জনসাধাৰণৰ লগত ইয়াৰ সক্ৰিয় সংযোগ নাছিল, কৰ্তৃত্ব চলোৱা আন সকলো মানুহৰ দৰে তেওঁলোকে সন্ত্ৰাসৰ দ্বাৰা নিজৰ কৰ্তৃত্ব আনৰ ওপৰত বলেৰে চলাইছিল। প্ৰকৃত বিপ্লৱী যুগটোৰ অন্ত পৰাৰ এয়ে আৰম্ভণি আছিল। সন্ত্ৰাসটো আৰু ছমাহ চলিছিল আৰু সেই কালত বিপ্লৱটো চুচৰি-বাগৰি চলি থাকিব লগা হৈছিল। কিন্তু বিপ্লৱ অন্ত পৰাৰ চিন দেখা গৈছিল।

এই হুলস্থুলীয়া কালছোৱাত পেৰিচ আৰু ফ্ৰান্সত কোন নেতা আছিল? বহুতো নাম প্ৰখ্যাত হৈ আছে। ১৭৮৯ খৃঃত যিজন মানুহে বাস্তিল দুৰ্গ আক্ৰমণত নেতৃত্ব কৰিছিল, তেওঁ আছিল কেমিল ডেচ্‌মালিণ্ড. তেওঁ আন অনেক ঘটনাত প্ৰসিদ্ধ অংশ গ্ৰহণ কৰিছিল, সন্ত্ৰাসৰ কালছোৱাত তেওঁ ক্ষমাৰ নীতি অনুসৰণ কৰিবলৈ যুক্তি দেখুৱাইছিল, কিন্তু তেওঁ নিজে "গিলোটিন"ত প্ৰাণ দিব লগা হৈছিল; তাৰ কেইদিন মানৰ পাচতে তেওঁৰ যুৱতী পত্নী লুচিলৰো একে গতি হৈছিল, এই গৰাকী মহিলাই স্বামীৰ অবিহনে জীয়াই থকাতকৈ মৃত্যুকে বাচি লৈছিল। কৰ্ৰি ফেবাৰ ডি-ইগলেণ্টিন নেতা আছিল, চৰকাৰী গোচৰ চলোৱা উকিল ফুকাৰ টিৰ্নভিল নেতা আছিল, এওঁক সকলোৱে বৰ ভয় কৰিছিল। মাৰাট সম্ভৱতঃ সকলো বিপ্লৱী নেতাসকলৰ ভিতৰত শ্ৰেষ্ঠ আৰু বেচি কাৰ্যক্ষম আছিল। চাৰ্লট কৰ্ডে নামে যুৱতী এগৰাকীয়ে তেওঁক তৰোৱালেৰে খুচি বধ কৰিছিল। ডাঁটোৰ কথা মই আগতে দুবাৰ উল্লেখ কৰিছোঁ, তেওঁ সাহসী আৰু সিংহৰ দৰে বিক্ৰমী, শ্ৰেষ্ঠ আৰু জনপ্ৰিয় বাগ্মী আছিল। তথাপি "গিলোটিন"ত তেওঁ শেষ হৈছিল। ৰবচপিয়াৰ সকলোতকৈ বেচি প্ৰখ্যাত আছিল, তেওঁ জেকবিনবিলাকৰ নেতা আছিল আৰু সন্ত্ৰাসৰ কালছোৱাত তেওঁক বাস্তৱতে "কন্‌ভেন্‌ছন্‌"খনৰ সৰ্ব্বাধিনায়ক বা একনায়ক আছিল। তেওঁক সন্ত্ৰাসটোৰ জীৱন্ত মূৰ্তি বুলি ভবা হয় আৰু তেওঁৰ কথা ভাবিলে বহুত মানুহৰ গাৰ কঁপনি উঠে। তথাপি এই মানুহজনৰ সাধুতা আৰু দেশপ্ৰেমত সন্দেহ কৰিবলৈ থল নাই, তেওঁ 'কলুষিত কৰিব নোৱাৰা লোক' বুলি জনাজাত আছিল, কিন্তু ব্যক্তিগত জীৱনত

সবল হলেও তেওঁ অপৰিমিতভাৱে আত্ম-কেন্দ্ৰিক আছিল আৰু এনে অনুমান হয় যে যি মানুহৰ মত তেওঁৰ লগত নিমিলিছিল, সেই সকলোকে তেওঁ গণৰাষ্ট্ৰৰ আৰু বিপ্লৱটোৰ দ্ৰোহী বুলি ভাবিছিল। তেওঁৰ নিৰ্দেশত বিপ্লৱৰ যিবিলাক শ্ৰেষ্ঠ পুৰুষ আগেয়ে তেওঁৰ সহকৰ্মী আছিল, তেওঁলোক সকলোকে "গিলোটিন"লৈ পঠোৱা হৈছিল; অৱশেষত যি "কন্‌ভেন্‌ছনে" ইমান দিন তেওঁৰ নেতৃত্ব নম্ৰভাৱে মানি আছিল, সিয়েই তেওঁৰ ওপৰত উলটি নেতৃত্ব কৰিছিল। তেওঁলোকে তেওঁক অত্যাচাৰী আৰু স্বেচ্ছাচাৰী শাসক বুলি তেওঁৰ আৰু তেওঁৰ স্বেচ্ছাচাৰিতাৰ অন্ত কৰিছিল।

বিপ্লৱৰ এই সকলোবিলাক নেতা যুবক আছিল। বুঢ়া মানুহে কাচিৎহে বিপ্লৱ কৰে। যদিও এই নেতাসকলৰ বহুতো প্ৰধান ব্যক্তি আছিল, তথাপি কোনো এজনে, আন কি ৰৱচ্‌পিয়াৰে এই গুৰুত্বপূৰ্ণ অভিনয়টোৰ প্ৰধান ভূমিকা লোৱা নাই। বিপ্লৱটোৰ বাস্তৱতাৰ সম্মুখত তেওঁলোক সৰু হৈ যোৱা যেন অনুমান হয়; কাৰণ তেওঁলোকে বিপ্লৱ সংঘটন কৰাও নাছিল আৰু তাত তেওঁলোকৰ আধিপত্যও নহৈছিল। ই আছিল এনে এটা মানৱ সমাজৰ নৈসৰ্গিক ভূমিকম্প, যিবিলাক বুৰঞ্জীত সময়ে সময়ে হৈ থাকে, সামাজিক অৱস্থাই আৰু দীৰ্ঘকাল চলা দুৰ্গতি আৰু স্বেচ্ছাচাৰী শাসনে ধীৰে ধীৰে কিন্তু অন্যথা কৰিব নোৱাৰাকৈ এনে ভূমিকম্প প্ৰস্তুত কৰে।

"কন্‌ভেন্‌ছনে" কাজিয়া কৰাৰ আৰু মানুহক "গিলোটিন"ত দিয়াৰ বাহিৰে আন একো নকৰিছিল বুলি নেভাবিবা। প্ৰকৃত বিপ্লৱৰপৰা উদ্ভৱ হোৱা শক্তি সদায় বৰ বেচি হয়। ইয়াৰ ভালেখিনি বৈদেশিক যুদ্ধত ব্যয় হৈছিল, তথাপি আৰু বহুত শক্তি বাকী আছিল আৰু তাৰে বহুত পৰিমাণৰ সৃষ্টিমূলক কাম কৰা হৈছিল। বিশেষকৈ জাতীয় শিক্ষাৰ সমষ্ট পদ্ধতিটোৰ আমূল পৰিৱৰ্ত্তন কৰা হৈছিল। যি মেট্ৰিক পদ্ধতি বিদ্যালয়বিলাকত আজি-কালি সকলো লৰা-ছোৱালীয়ে শিকে, সেই পদ্ধতিটো সেই সময়তে চলোৱা হৈছিল; এই পদ্ধতিয়ে দৈৰ্ঘ্য আৰু ঘনফলৰ সকলো প্ৰকাৰৰ ওজন আৰু জোখ লোৱা সহজ কৰিছিল। এই পদ্ধতিটো এতিয়া সভ্য জগতৰ অতি সৰহ ভাগ অঞ্চলত বিস্তৃত হৈছে, কিন্তু ৰক্ষণশীল ইংলেণ্ডে এতিয়াও গজ, ফাৰ্লং, পাউণ্ড, হাণ্ড্ৰেড ৱেট আদিৰ পুৰণি আৰু অচল পদ্ধতিটোতে লাগি আছে। ভাৰতবৰ্ষত আমিও এইবিলাক জটিল জোখ আৰু ওজনকে আৰু সেৰ, মোন আদিও চলাই থাকিব লগা হৈছে।

মেট্ৰিক পদ্ধতিৰে যুক্তিযুক্ত ফল স্বৰূপে নতুন গণৰাষ্ট্ৰীয় দিনপঞ্জীৰ ("কেলেণ্ডাৰ"ৰ) উদ্ভৱ হৈছিল। ১৭৯২ খৃষ্টাব্দৰ ২২ চেপ্টেম্বৰৰ দিনা গণৰাষ্ট্ৰ ঘোষণা কৰা হৈছিল, সেই দিনৰপৰা নতুন দিনপঞ্জী আৰম্ভ হৈছিল। সাত দিনৰ সপ্তাহ গুচাই দহ দিনৰ সপ্তাহ কৰা হৈছিল আৰু দশম দিনটো বন্ধৰ দিন অৰ্থাৎ কাম বন্ধ, কৰি ৰং-ধেমালি কৰাৰ দিন কৰা হৈছিল। বছৰত বাৰমাহকে তেতিয়াও ৰখা হৈছিল, কিন্তু মাহবিলাকৰ নাম সলোৱা হৈছিল। কৱি ফেবাৰ ডি-ইগ্‌লেণ্টিনে ঋতুৰ লগত মিলাই মাহবিলাকৰ আনন্দদায়ক নাম দিছিল। বসন্ত কালৰ মাহ তিনিটাৰ নাম আছিল জেৰ্মিনেল, ফ্লোৰেয়াল আৰু প্ৰেৰিয়াল; গ্ৰীষ্ম কালৰ মাহ কেইটা আছিল মেছিডৰ, ঠেৰ্মিডৰ আৰু ফ্ৰাক্‌টিডৰ, হেমন্ত কাল হৈছিল ভংডেমিয়েৰ, ব্ৰিউমেৰ

আৰু ফ্ৰিমেৰ মাহত; নিভোজ, প্লুভিওজ আৰু ভেন্টোজ মাহত শীত কাল হৈছিল। গণৰাষ্ট্ৰ লোপ পোৱাৰ পাচত এই দিনপঞ্জী বেচি কাল নাছিল।

এসময়ত খৃষ্টিয়ান ধৰ্মৰ বিৰুদ্ধে শকত আন্দোলন হৈছিল আৰু যুক্তিৰ উপাসনাৰ প্ৰস্তাৱ কৰা হৈছিল। সত্যৰ মন্দিৰবিলাক স্থাপন কৰা হৈছিল। আন্দোলনটো শীঘ্ৰে প্ৰদেশবিলাকলৈ বিয়পিছিল। ১৭৯৩ খৃঃৰ নবেম্বৰ মাহত পেৰিচৰ নটাৰডেমা গীৰ্জ্জাত স্বাধীনতা আৰু যুক্তিৰ এটা ডাঙৰ উৎসৱ হৈছিল আৰু সুন্দৰী মহিলা এগৰাকী যুক্তিৰ জীৱন্ত মূৰ্ত্তি হৈছিল। কিন্তু এইবিলাক বিষয়ত ৰবচ্পিয়াৰ ৰক্ষণশীল আছিল। তেওঁ এই আন্দোলন অনুমোদন নকৰিছিল, আৰু ডাঁটোৱেও নকৰিছিল। জেকবিনবিলাকৰ আধিপত্য থকা জনকল্যাণ সমিতি ইয়াৰ বিৰোধী আছিল, সেই কাৰণে এই আন্দোলনৰ নেতাসকলক "গিলোটিন"ত বধ কৰা হৈছিল। ক্ষমতা আৰু "গিলোটিন"ৰ মাজত ৰোৱাৰ ঠাই নাছিল। স্বাধীনতা আৰু যুক্তিৰ উৎসৱৰ বিৰোধী কাম স্বৰূপে ৰবচ্পিয়াৰে "পৰমেশ্বৰ"ৰ উৎসৱ নামে আন এটা উৎসৱৰ ব্যৱস্থা কৰিছিল। "কন্ভেনছন"ৰ ভোটৰ দ্বাৰা এই সিদ্ধান্ত কৰা হয় যে ফ্ৰান্সে এজন "পৰমেশ্বৰ"ত বিশ্বাস কৰে। ৰোমান কেঠলিক ধৰ্ম্মই পুনৰ ক্ৰমে ক্ৰমে সমাদৰ লাভ কৰে।

পেৰিচৰ "কমিউন" আৰু শাখাবিলাক সম্পূৰ্ণ দমন কৰাৰ পাচত ঘটনাবিলাকে সোনকালে চূড়ান্ত অৱস্থা পাইছিলগৈ। জেকবিনবিলাক সৰ্ব্বেসৰ্ব্বা আছিল, তেওঁলোকে শাসন ব্যৱস্থাত আধিপত্য চলাইছিল, কিন্তু তেওঁলোকৰ নিজৰ ভিতৰত কন্দল চলিছিল। স্বাধীনতা আৰু যুক্তিৰ উৎসৱত নেতৃত্ব কৰা হেৰ্বাট আৰু তেওঁৰ সমৰ্থনকাৰীবিলাকক "গিলোটিন"ত বধ কৰাত জেকবিনবিলাকৰ দলৰ ভিতৰত প্ৰথম ডাঙৰ বিভেদ হৈছিল। ইয়াৰ পিচতে ফেবাৰ-ডি-ইগ্লেণ্টিনক "গিলোটিন"ত বধ কৰা হৈছিল। ১৭৯৪ খৃষ্টাব্দৰ আগছোৱাত ডাঁটো, কেমিল ডেচ্মোলিণ্ছ্ আৰু আন কিছুমান নেতাই ৰবচ্পিয়াৰে অত্যন্ত বেচি সংখ্যাৰ মানুহক "গিলোটিন"ত বধ কৰাৰ বিৰুদ্ধে প্ৰতিবাদ কৰাত তেওঁলোক সকলোকে "গিলোটিন"ত বধ কৰা হৈছিল। জনসাধাৰণে ডাঁটোৰ হত্যাত বাধা দিব পাৰে বুলি ভয় কৰি ১৭৯৪ খৃষ্টাব্দৰ এপ্ৰিলত তেওঁক লৰালৰিকৈ হত্যা কৰা হৈছিল। এই ঘটনাৰপৰা পেৰিচ আৰু প্ৰদেশবিলাকৰ মানুহে বুজিছিল যে বিপ্লৱ শেষ হ'ল। বিপ্লৱৰ অসীম সাহসী সঙ্কীৰ্ণমনা দল এটা তেতিয়া ক্ষমতাত অধিস্থিত হ'ল। শত্ৰুৰ দ্বাৰা পৰিবেষ্টিত, জনসাধাৰণৰপৰা বিচ্ছিন্ন এই বিশেষ দলটোৱে সকলোতে ৰাজদ্ৰোহৰ চিন দেখিছিল আৰু নিজক ৰক্ষা কৰিবৰ কাৰণে তেওঁলোকে সন্ত্ৰাস বেচি তীব্ৰ কৰাৰ বাহিৰে আন একো উপায় নেদেখিছিল।

সেই কাৰণে সন্ত্ৰাস বেচি তীব্ৰ হৈছিল আৰু "গিলোটিন"লৈ ঘৰঘৰাই যোৱা "ট্ৰাম্ব্ৰিল" গাড়ীবিলাকত হত্যা কৰিবলৈ নিয়া মানুহৰ ভীৰ বেচি হৈছিল। জুন মাহত ২২ প্ৰেৰিয়েৰৰ আইন নামে এখন আইন কৰা হৈছিল। এই আইন মতে জনসাধাৰণৰ মাজত বিভেদ সৃষ্টি কৰিবলৈ আৰু তেওঁলোকক উত্তেজিত কৰিবলৈ মিছা বাৰ্তাৰ প্ৰচাৰ কৰা, নৈতিকতা নষ্ট কৰা আৰু জনসাধাৰণৰ বিবেক কলুষিত কৰা অপৰাধৰ বাবে প্ৰাণদণ্ড হৈছিল। যি মানুহৰ মত ৰবচ্পিয়াৰ আৰু তেওঁৰ

বহুতীয়াবিলাকৰ মতৰ লগত অমিল হৈছিল, সেই সকলোকে এই আইনৰ বহল জাল-খনত পেলাব পৰা হৈছিল, একেবাৰতে ১৫০ জনলৈকে মানুহৰ ডাঙৰ সমষ্টি একোটাক একেলগে বিচাৰ কৰি একেলগে শাস্তি বিহা হৈছিল, এই সমষ্টিবিলাক ঘাগী অপৰাধী, ৰাজতন্ত্ৰী আৰু আন আন দলৰ মানুহৰ সংমিশ্ৰণ আছিল।

৪৬ দিন এই নতুন সন্ত্ৰাস চলিছিল। অৱশেষত ৯ ঠেৰ্মিডৰত (১৭৯৪ খৃষ্টাব্দৰ ২৭ জুলাইত) ভয়ত বগুৰা বাই ফুৰা মানুহবিলাক মূৰ দাঙি উঠিছিল। হঠাৎ "কন্‌ভেন্‌ছন্" ৰবচ্‌পিয়াৰ আৰু তেওঁৰ সমৰ্থকবিলাকৰ বিৰুদ্ধে উঠিছিল আৰু তেওঁলোকে "অত্যাচাৰী শাসকজনৰ ধ্বংস হওক" ধ্বনি কৰি তেওঁলোকক বন্দী কৰিছিল, তেওঁলোকে ৰবচ্‌পিয়াৰক কথা কবলৈ নিদিছিল। পিচদিনা যি "গিলোটিন" লৈ তেওঁ আগয়ে বহুত মানুহক পঠিয়াইছিল, "ট্ৰামব্ৰিল" গাড়ী এখনত তেওঁকো তালৈকে নিয়া হৈছিল। এই ঘটনাই ফৰাচী বিপ্লৱৰ অন্ত পেলাইছিল।

ৰবচ্‌পিয়াৰৰ পতনৰ পাচত প্ৰতি বিপ্লৱ আৰম্ভ হৈছিল। ধীৰপন্থী-বিলাকৰ প্ৰাধান্য হৈছিল আৰু এই মানুহবিলাকে এতিয়া জেকবিন-বিলাকৰ ওপৰত আক্ৰমণ চলাই তেওঁলোকক সন্ত্ৰস্ত কৰিছিল। "ৰক্ত সন্ত্ৰাস"ৰ পাচত "শ্বেত সন্ত্ৰাস" বোলা সন্ত্ৰাসটো হৈছিল। ১৫ মাহৰ পাচত ১৭৯৫ খৃষ্টাব্দৰ অক্টোবৰ মাহত "কন্‌ভেন্‌ছন্"খন ভঙ্গ হৈছিল আৰু পাঁচজন সদস্যৰে গঠিত "ডিৰেক্টৰি" বা অধিকৰ্ত্তাৰ সভা এখন চৰকাৰ হৈছিল। এইটো সুনিশ্চিতকৈ "বুৰ্জোৱা" বা মধ্যবিত্তৰ চৰকাৰ আছিল আৰু ই জনসাধাৰণক দমাই ৰাখিবলৈ চেষ্টা কৰিছিল। অধিকৰ্ত্তাৰ সভাখনে চাৰিবছৰ ফ্ৰান্সৰ শাসন চলাইছিল আৰু গণৰাষ্ট্ৰখনৰ গৌৰৱ আৰু পৰাক্ৰম এনে আছিল যে দেশৰ ভিতৰত সকলোবিলাক অশান্তি থকা সত্বেও ই বিদেশত সকলোবিলাক যুদ্ধতে জয়লাভ কৰিছিল। গণৰাষ্ট্ৰখনৰ বিৰুদ্ধে কেইটামান বিদ্ৰোহ হৈছিল, কিন্তু সেই সকলো-বিলাক দমন কৰা হৈছিল। নেপোলিয়ন বোনাপাৰ্ট নামে গণৰাষ্ট্ৰৰ সৈন্যবাহিনীৰ ডেকা সেনাপতি এজনে এনে এটা বিদ্ৰোহ দমন কৰিছিল; তেওঁ অসীম সাহ কৰি পেৰিচৰ জনতা এটাৰ ওপৰত গুলি চলাই বহুতক বধ কৰিছিল, এই কামটো "সিঁচৰতি হৈ পৰা গুলিৰ এচাটি বা-মাৰলি" নামে প্ৰখ্যাত। পূৰ্বৰ বিপ্লৱী সৈন্য-বাহিনীকে যেতিয়া ফ্ৰান্সৰ জনসাধাৰণক বধ কৰিবলৈ লগাব পৰা হৈছিল, তেতিয়া দেখ্‌দেখ্‌কৈ বিপ্লৱৰ চিনচাব নোহোৱা হৈছিল।

এইদৰে বিপ্লৱৰ অন্ত পৰিছিল আৰু লগে লগে আদৰ্শবাদীসকলৰ উজ্জ্বল কল্পনা আৰু দুখীয়া মানুহবিলাকৰ আশাৰো মূৰ মৰিছিল। তথাপি বিপ্লৱে যি লাভ কৰিবলৈ উদ্দেশ্য কৰিছিল, ই তাৰ ভালেখিনি লাভ কৰিছিল। কোনো প্ৰতি বিপ্লৱে দাসত্ব প্ৰথা পুনৰ ঘূৰাই আনিব নোৱাৰিলে, আৰু ফ্ৰান্সৰ ৰাজবংশ বুৰবন বংশৰ ৰজাসকলে যেতিয়া পুনৰ সিংহাসন লাভ কৰিলে, তেতিয়া আনকি তেওঁলোকেও যিবিলাক মাটি কৃষকক বিলাই দিয়া হৈছিল সেইবিলাক ঘূৰাই লব নোৱাৰিলে। পথাৰত কাম কৰা বা চহৰত বাস কৰা সাধাৰণ মানুহৰ অৱস্থা আগতকৈও বহুতো উন্নত হৈছিল। আচলতে সন্ত্ৰাসৰ কালছোৱাতে সাধাৰণ মানুহৰ অৱস্থা বিপ্লৱৰ আগৰ কালৰ অৱস্থাতকৈ উন্নত আছিল। সন্ত্ৰাস তেওঁলোকৰ বিৰুদ্ধে নাছিল, উচ্চ

শ্ৰেণীৰ বিৰুদ্ধেহে আছিল, যদিও শেষৰ ফালে কিছুমান দুখীয়া মানুহৰো দুৰ্গতি হৈছিল।

বিপ্লৱৰ পতন হ'ল, কিন্তু গণৰাষ্ট্ৰৰ ভাৱ ইউৰোপৰ সকলো ভাগতে প্ৰচাৰিত হ'ল আৰু এই ভাৱৰ লগে লগে "মানুহৰ অধিকাৰ ঘোষণা"ত যিবিলাক নীতি ঘোষণা কৰা হৈছিল সেইবিলাকো ইউৰোপৰ সকলো ভাগতে প্ৰচাৰ হৈছিল।

## ১০৩

## শাসন চলোৱাসকলৰ মতিগতি

২৭ অক্টোবৰ, ১৯৩২

দুসপ্তাহ মই লিখা নাই। মই ঢিলাই দিছোঁ হব পায়। মোৰ কাহিনীটো শেষ হোৱাৰ চমু চাপিছে—এই ভাৱটোৱেও মোক পিচলৈ অলপ ঠেলি ৰাখিছে। ইতি-মধ্যে আমি ১৮শ শতাব্দীৰ শেষ পাইছোঁহি; ঊনবিংশ শতাব্দীৰ ১০০ বছৰ আমাৰ পৰিদৰ্শনৰ কাৰণে ৰৈ আছে, তাৰ পিচত বিংশ শতাব্দীৰ মুঠেই ডেড়কুৰি আৰু দুবছৰ পাৰ হ'লেই একে বাৰে আজিকালিৰ দিন পাম। কিন্তু যি ১৩২ বছৰৰ কথা কবলৈ বাকী আছে, সেই কালছোৱাৰ বিষয়ে বহুত কথা কব লাগিব। এই বছৰবিলাক আমাৰ নিচেই ওচৰত হোৱাৰ কাৰণে, এইবিলাক বৰ স্পষ্টকৈ দেখা যায় আৰু এই-বিলাকে আমাৰ মন সম্পূৰ্ণকৈ অধিকাৰ কৰে আৰু ইয়াৰ আগৰ কালৰ ঘটনাবিলাকতকৈ এই কালছোৱাৰ ঘটনাবিলাক আমাৰ কাৰণে বৰ প্ৰধান যেন লাগে। আমাৰ চাৰিও-ফালে আমি আজিকালি যি দেখিছোঁ, সেইবিলাকৰ বহুত ভাগৰ মূল এই বছৰ-খিনিতে আছে। প্ৰকৃততে যোৱা শতাব্দীত আৰু তাৰ পাচৰ কালত যোৱা ঘটনা-বিলাকৰ অটব্য অৰণ্যৰ মাজেদি তোমাক বাট দেখুৱাই লৈ যোৱা কামটো মোৰ কাৰণে সহজ নহব। সম্ভৱতঃ এই কাৰণেই মই তাৰপৰা গা এৰা দি আছোঁ। কিন্তু আৰু এটা কথা মই আচৰিত হৈ ভাবোঁ যে যেতিয়া মানুহৰ এই কাহিনীটো ১৯৩২ খৃষ্টাব্দলৈ বৰ্ণনা কৰা হ'ব, যেতিয়া অতীত বৰ্ত্তমানৰ লগত লীন হৈ ভৱিষ্যতৰ আন্ধাৰ কোঠালীৰ আগত ৰৈ যাব, তেতিয়া মই কি কৰিম? তাৰ পাচত মই তোমালৈ কি লিখিম, সোনাই? হাতত কলম লৈ বহি তোমাৰ কথা ভাবিবলৈ আৰু তুমি যেন মোৰ ওচৰতে বহি মোক বহুত প্ৰশ্ন সুধিছা আৰু মই যেন সেইবিলাকৰ উত্তৰ দিবলৈ চেষ্টা কৰিছোঁ—এনে কল্পনা কৰিবলৈ মই কি বুদ্ধি উলিয়াম?

ফৰাচী বিপ্লৱৰ বিষয়ে মই তিনিখন চিঠি লিখিলোঁ—ফ্ৰান্সৰ বুৰঞ্জীৰ প্ৰায় পাঁচোটা চুটি বছৰৰ বিষয়ে তিনিখন দীঘলীয়া চিঠি। নানা যুগৰ মাজেদি আমি ভ্ৰমণ কৰোতে একোটা খোজত কেইবা শতাব্দী পাৰ হৈছোঁ আৰু একোটা চাৱনিত আমি কেইবাখনো মহাদেশ চাইছোঁ। কিন্তু ফ্ৰান্সত ১৭৮৯ খৃষ্টাব্দত আৰু ১৭৯৪ খৃষ্টাব্দৰ মাজত আমি ভালেখিনি দীঘলীয়া সময় ৰৈছিলোঁ আৰু তুমি জানিলে আচৰিত হবা যে মই সংক্ষেপ কৰিবলৈ বৰ বেচিকৈ চেষ্টা কৰিছিলো, কাৰণ বিষয়টোৰ সম্পৰ্কৰ

কথাৰে মোৰ মন ভৰপূৰ হৈ আছিল আৰু মোৰ কলমে লিখি থাকিব খুজিছিল। বুৰঞ্জীৰ তথ্য স্বৰূপে ফৰাচী বিপ্লৱটো গুৰুত্বপূৰ্ণ। ই এটা যুগৰ অন্ত আৰু আন এটা যুগৰ আৰম্ভণিৰ কথা সূচায়। কিন্তু ইয়াৰ নাটকীয় অভিব্যক্তিয়ে আমাক মুগ্ধ কৰে আৰু আমাক বহুতো কথা শিকায়। আজি পৃথিৱীখনত পুনৰ হুল-স্থূল হৈছে আৰু আমি ডাঙৰ পৰিৱৰ্ত্তনৰ দুৱাৰমুখত আছোঁ। আমাৰ নিজৰ দেশত আমি এটা বিপ্লৱৰ যুগত বাস কৰি আছোঁ—এই বিপ্লৱ যিমানেই শান্তিপূৰ্ণ হওক লাগে। সেই কাৰণে আমি ফৰাচী বিপ্লৱৰপৰা আৰু আমাৰ দিনত আমাৰ প্ৰায় চকুৰ আগতে ৰুচিয়াত হোৱা ডাঙৰ বিপ্লৱটোৰপৰা বহুতো কথা শিকিব পাৰোঁ। এই দুটা বিপ্লৱৰ নিচিনা জনসাধাৰণৰ প্ৰকৃত বিপ্লৱে জীৱনৰ কঠোৰ বাস্তৱতাৰ ওপৰত প্ৰখৰ আলোকপাত কৰে, বিজুলীৰ চমকৰ দৰে ই সম্পূৰ্ণ দৃশ্যপট, বিশেষকৈ অন্ধকাৰ অঞ্চলবিলাক প্ৰকাশ কৰি দেখুৱায়। অন্ততঃ অলপ সময়ৰ কাৰণে লক্ষ্য স্থান স্পষ্টকৈ দৃষ্টিগোচৰ হয় আৰু আচৰিত ৰকমে ওচৰ চপা যেন লাগে। তেতিয়া মানুহৰ অন্তৰ বিশ্বাস আৰু বলশক্তিৰে পৰিপূৰ্ণ হয়। সন্দেহ আৰু সঙ্কোচ নাইকিয়া হয়। আটাইতকৈ ভালটো এৰি তাৰ পাচৰ ভালটো লবলৈ মন নেযায়। যিবিলাক মানুহে বিপ্লৱ কৰে, তেওঁলোক ধনুৰ কাঁড়ৰ দৰে পোনে পোনে লক্ষ্য স্থানলৈ আগবাঢ়ি যায়, তেওঁলোকে ইফালে সিফালে নেচায় আৰু তেওঁলোকৰ দৃষ্টি যিমান পোন হয়, বিপ্লৱটো সিমান বেগেকৈ অগ্ৰসৰ হয়। কিন্তু বিপ্লৱ তীব্ৰ হোৱা কালছোৱাতহে এনে হয়, তেতিয়া ইয়াৰ নেতাসকল পৰ্ব্বতৰ টিঙত থাকে আৰু জন-সাধাৰণ পৰ্ব্বতৰ দাঁতিয়ে দাঁতিয়ে আগুৱাই যায়। কিন্তু হায়! এনে এটা সময় আহে যেতিয়া তেওঁলোক পৰ্ব্বতৰপৰা তলৰ আন্ধাৰ উপত্যকাৰ ভিতৰলৈ নামি আহিব লগা হয়, তেতিয়া বিশ্বাস অস্পষ্ট হয় আৰু বলশক্তি কমে।

বৃদ্ধ ভলটেয়াৰে তেওঁৰ প্ৰায় সমস্ত জীৱন নিৰ্ব্বাসনত কটাই ১৭৭৮ খৃষ্টাব্দত শেষ নিশ্বাস পেলাবলৈ পেৰিচলৈ উলটি আহিছিল। সেই সময়ত তেওঁৰ বয়স ৮৪ বছৰ আছিল। পেৰিচৰ যুৱক-যুৱতীবিলাকক সম্বোধন কৰি তেওঁ কৈছিল, "যুৱক-যুৱতীবিলাক সৌভাগ্যশালী, তেওঁলোকে মহৎ ঘটনাবিলাক দেখা পাব।" বাস্তৱতে তেওঁলোকে মহৎ ঘটনাবিলাক দেখা পাইছিল আৰু সেইবিলাকত অংশ গ্ৰহণ কৰিছিল, কাৰণ বিপ্লৱটো তাৰ ১১ বছৰৰ পাচত হৈছিল। বহুকাল ইয়াক নোহোৱাকৈ ৰখা হৈছিল। ১৭শ শতাব্দীত মহা পৰাক্ৰমী ৰজা ১৪শ লুয়ে কৈছিল, "ময়েই! ৰাষ্ট্ৰশক্তি" ১৮শ শতাব্দীত তেওঁৰ উত্তৰাধিকাৰী ১৫শ লুয়ে হৈছিল, "মোৰ পাচত প্ৰলয়!", আৰু তেওঁ এইদৰে কোৱাৰ পাচত প্ৰলয় হয়; সেই প্ৰলয়ে ১৬শ লুই আৰু তেওঁৰ সহযোগী-বিলাকক উটুৱাই নিছিল। মূৰত "পাউডাৰ" সনা কৃত্ৰিম চুলিৰ ঢাকনী পিন্ধা আৰু ককালত ৰেচমী পাইজামা পিন্ধা সম্ভ্ৰান্ত লোকসকলৰ সলনি "চাঞ্জকুলট" (বলিয়া গণতন্ত্ৰী) নাম পোৱা পাইজামা নিপিন্ধা মানুহবিলাকে প্ৰাধান্য লাভ কৰিছিল; আৰু তেতিয়া ফ্ৰান্সৰ স্ত্ৰী-পুৰুষ সকলো সাধাৰণ নাগৰিক হৈছিল। "স্বাধীনতা, সাম্য, মৈত্ৰী" নতুন গণৰাষ্ট্ৰখনৰ নীতি-বাক্য হৈছিল আৰু ইয়াক পৃথিৱীত চিঞৰি শুনোৱা হৈছিল।

বিপ্লৱৰ কালছোৱাত সন্ত্ৰাসে বৃহৎ আকাৰত দেখা দিছিল। বিশেষ বিপ্লৱী

বিচাৰালয়খন স্থাপন কৰাৰ সময়ৰপৰা ৰবচ্পিয়াৰৰ পতনৰ সময়লৈকে ছমাহতকৈ কম সময়ৰ ভিতৰত প্ৰায় ৪০০০ মানুহক "গিলোটিন"ত বধ কৰা হৈছিল। সংখ্যাটো ডাঙৰ, আৰু যেতিয়া কোনোৱে ভাৱে যে বহুত নিৰ্দ্দোষী মানুহকো নিশ্চয় "গিলোটিন" লৈ পঠোৱা হৈছিল চাগৈ, তেতিয়া তেওঁ স্তম্ভিত হয় আৰু তেওঁৰ বেজাৰ লাগে। তথাপি কেইটামান কথা আমি মনত ৰখা ভাল হব, তেহে আমি ফ্ৰান্সৰ সন্ত্ৰাসৰ কথাটো, তাৰ প্ৰকৃত ৰূপত বুজিব পাৰিম। গণৰাষ্ট্ৰখনৰ চাৰিওফাল শত্ৰু, বিশ্বাসঘাটক, আৰু গুপ্তচৰে বেঢ়ি আছিল আৰু যিবিলাক মানুহক "গিলোটিন"ত বধ কৰিবলৈ পঠোৱা হৈছিল, তেওঁলোকৰ বহুতে গণৰাষ্ট্ৰখন ধ্বংস কৰিবলৈ চেষ্টা চলোৱা স্পষ্ট বিৰোধী দল আছিল। সন্ত্ৰাসটোৰ শেষৰ ফালে নিৰ্দোষীবিলাকেও দোষীৰ লগত দুৰ্গতি ভুগিছিল। মনত ভয় সোমালে আমাৰ দৃষ্টিশক্তি অস্পষ্ট হয়; তেতিয়া দোষী আৰু নিৰ্দ্দোষী বাছি উলিওৱা টান হয়। অতি সঙ্কটপূৰ্ণ কাল এটাত ফৰাচী বিপ্লৱে লাফায়াটৰ দৰে নিজৰ শ্ৰেষ্ঠ সেনাপতি কেইজনমানৰ বিশ্বাসঘাতকৰ সম্মুখীন হব লাগিছিল। সেই কাৰণে এইটো একো আচৰিত হব লগীয়া কথা নহয় যে বিপ্লৱৰ নেতাবিলাকে স্থিৰতা হেৰুৱাই বাছ-বিচাৰ নকৰাকৈ কেওফালে আঘাত কৰিবলৈ ধৰিছিল।

এইচ্, জি, ৱেলচে তেওঁৰ বুৰঞ্জীখনত দেখুৱাৰ দৰে সেই কালত ইংলেণ্ড, আমেৰিকা আৰু আন আন দেশত যিবিলাক ঘটনা হৈছিল, সেইবিলাকৰ কথাও মনত ৰখা ভাল হব। সেইকালত বিশেষকৈ সম্পত্তি নিৰাপত্তা সম্পৰ্কত ফৌজদাৰী আইন পাশৱিক আছিল, অতি সামান্য দোষত মানুহক ফাঁচী দিয়া হৈছিল। কিছুমান অঞ্চলত উৎপীড়ন নীতি তেতিয়াও চৰকাৰৰ দ্বাৰা অনুমোদিত প্ৰথা স্বৰূপে ব্যৱহাৰ কৰা হৈছিল। ৱেলছে কৈছে যে যি কালত ফ্ৰান্সত সন্ত্ৰাসৰ বাবে যিমান মানুহক "গিলোটিন"লৈ পঠোৱা হৈছিল, সেই একে কালৰ ভিতৰত ইংলেণ্ড আৰু আমেৰিকাত তাতকৈ বহুত বেচি মানুহক ফাঁচী দিয়া হৈছিল।

সেই কালৰ গোলাম ধৰাৰ কথা আৰু সেই সম্পৰ্কত হোৱা ভয়ঙ্কৰ নিষ্ঠুৰতা আৰু পাশৱিক আচৰণৰ কথা ভাবি চোৱাচোন। যি যুদ্ধই বিশেষকৈ আধুনিক যি যুদ্ধই লাখ লাখ ডেকা মানুহক তেওঁলোকৰ জীৱনৰ আটাইতকৈ মধুৰ কালছোৱা নিশ্চিহ্ন কৰে, সেইবিলাক যুদ্ধৰ কথা ভাবি চোৱাচোন। আৰু ওচৰলৈ আমাৰ নিজৰ দেশলৈ আহি ইয়াত অলপতে হৈ যোৱা ঘটনাবিলাকৰ কথা ভাবি চোৱাচোন। তেৰ বছৰৰ পূৰ্বে অমৃতসৰৰ জালিৱালাবাগত এপ্ৰিল মাহৰ এদিন গধূলি বসন্ত উৎসৱৰ দিনা শ শ মানুহক নিহত কৰা হৈছিল। আৰু হাজাৰ হাজাৰ মানুহক আহত কৰা হৈছিল। আৰু ষড়যন্ত্ৰৰ গোচৰবিলাক, বিশেষ বিচাৰালয়বিলাক, জৰুৰী আইন-বিলাক—এইবিলাকনো কি? মানুহক সন্ত্ৰস্ত কৰি তেওঁলোকক দমন কৰাৰে এইবিলাক চেষ্টা নহয়নে? দমননীতি আৰু সন্ত্ৰাসবাদৰ তীব্ৰতা চৰকাৰৰ ভয়ৰে এটা জোখ। সকলোবিলাক চৰকাৰেই, সেইবিলাক প্ৰতিক্ৰিয়াশীলেই হওক বা বিপ্লৱীয়েই হওক, বিদেশীয়েই হওক বা স্বদেশীয়েই হওক, যেতিয়া নিজৰ অস্তিত্বৰ কাৰণে ভয় কৰে তেতিয়া তেওঁলোকে সন্ত্ৰাসবাদৰ আশ্ৰয় লয়। প্ৰতিক্ৰিয়াশীল চৰকাৰে আছুতীয়া স্বত্ব ভোগ কৰা কিছুমান মানুহৰ হৈ জনসাধাৰণৰ বিৰুদ্ধে তেনে কৰে, বিপ্লৱী

চৰকাৰে জনসাধাৰণৰ হৈ আছুতীয়া স্বত্ব ভোগ কৰা তাকৰীয়া মানুহৰ বিৰুদ্ধে কাম কৰে। বিপ্লৱী চৰকাৰ বেচি স্পষ্টবাদী আৰু পোনপটীয়া, ই সঘনে নিষ্ঠুৰ আৰু অমাৰ্জিত হয় কিন্তু এই চৰকাৰত গুপ্ত-কৌশল আৰু প্ৰবঞ্চনা প্ৰায় নেথাকে। প্ৰতিক্ৰিয়াশীল চৰকাৰে প্ৰবঞ্চনাৰ পৰিবেশ এটাৰ মাজত বাস কৰে কাৰণ ই জানে যে ধৰা পৰিলে ই তিষ্ঠি নেথাকে। এই চৰকাৰে স্বাধীনতাৰ কথা কয় আৰু ইয়াৰ দ্বাৰা ই যিহকে কৰিবলৈ ভাল পায় তাকে কৰাৰ ইয়াৰ নিজৰ স্বাধীনতাৰ কথা বুজায়। ই ন্যায়ৰ কথা কয় আৰু ইয়াৰ দ্বাৰা প্ৰচলিত যি ব্যৱস্থাত ইয়াৰ সমৃদ্ধি আৰু আনৰ ধ্বংস হৈছে, সেই ব্যৱস্থাটো চলাই থকাৰ কথা বুজায়। এই সকলোবিলাকৰ উপৰিও এই চৰকাৰে আইন আৰু শৃঙ্খলাৰ কথা কয় আৰু এই বাক্যাংশটোৰ গইনা লৈ মানুহক গুলি কৰে, বন্দী কৰে, মানুহৰ মুখ বন্ধ কৰে আৰু সকলো প্ৰকাৰৰ আইন বিৰুদ্ধ আৰু বিশৃঙ্খল কামবিলাক কৰে। "আইন আৰু শৃঙ্খলা"ৰ নামত শই শই আমাৰ ভাই ককাইক বিশেষ বিচাৰালয়ে বিচাৰ কৰি প্ৰাণ দণ্ড দিছে। ইয়াৰ নামতে আঠৈ বছৰৰ পূৰ্বে এপ্ৰিল মাহৰ এদিন পেছোৱাৰত আমাৰ দেশী ভাই সাহসী, নিৰস্ত্ৰ বহুত পাঠানক "মেছিন গানেন"ৰে গুলিয়াই বধ কৰা হৈছিল। আকৌ এই "আইন আৰু শৃঙ্খলা"ৰ কাৰণে বৃটিছ বিমান বাহিনীয়ে আমাৰ সীমান্তৰ গাঁওবিলাকৰ ওপৰত আৰু ইৰাকত বোমা পেলাই স্ত্ৰী-পুৰুষ, লৰা-ছোৱালীক বাছ-বিচাৰ নকৰাকৈ বধ কৰে নাইবা চিৰজীৱনৰ কাৰণে ঘৃণীয়া কৰে। বিমান এখন ওচৰ চপা দেখিলে মানুহ পলাই গৈ ৰক্ষা পৰিব পাৰে বুলি ভয় কৰি এটা দানবীয় কৌশল উলিওৱা হৈছে; এই কৌশলটোক "খেনবোমা" বোলা হয়, ই মাটিত পৰোতে দেখাত কাৰো একো অপকাৰ নহয় আৰু কিছুমান সময় ই নুফুটাকৈ থাকে। গাঁৱৰ মুনিহ-তিৰোতাই বিপদ পাৰ হ'ল বুলি ভাবি নিজৰ ঘৰলৈ উলটি আহে আৰু অলপ সময়ৰ পাচতে সেই বোমা-বিলাক ফুটি তেওঁলোকক বধ কৰে আৰু সকলো ধ্বংস কৰে।

অনাহাৰৰ দৈনন্দিন যি বিভীষিকাই কোটি কোটি মানুহক আৱৰি আছে, তাৰ কথাও ভাবাচোন। আমাৰ চাবিওফালে থকা দুখ-দুৰ্গতিবিলাক আমি দেখি দেখি অভ্যস্ত হৈ গৈছোঁ। আমি ভাবো যে বনুৱা আৰু খেতিয়কবিলাক আমাতকৈ বেলেগ আৰু কম মাৰ্জ্জিত মানুহ আৰু তেওঁলোকে দুখকষ্ট বৰকৈ অনুভৱ নকৰে। আমাৰ বিবেকৰ খোঁচ মাৰ নিয়াবলৈ এইবোৰ নিৰৰ্থক যুক্তি। বিহাৰ ৰাজ্যৰ ঝৰিয়াৰ কয়লা-খনি এটা চাবলৈ যোৱা মোৰ মনত আছে। তাত মাটিৰ বহুত তলত কয়লাৰ দীঘল, কলা আৰু আন্ধাৰ অহা যোৱা কৰা বাটবিলাকত মুনিহ, তিৰোতা, বনুৱাবিলাকে কাম কৰা দেখি মই মনত যি আঘাত পাইছিলোঁ, সেই আঘাত মই কেতিয়াও পাহৰিব নোৱাৰোঁ। খনিত কাম কৰা বনুৱাবিলাকে দৈনিক আঠ ঘণ্টা কাম কৰিব লাগে বুলি মানুহে কয়, কিছুমান আকৌ ইয়াৰো বিৰোধী, তেওঁলোকে ভাবে যে আৰু বেচি কাম তেওঁলোকৰপৰা আদায় কৰা উচিত। যেতিয়া মই এনেবিলাক যুক্তিৰ কথা শুনো বা পঢ়ো, তেতিয়া মোৰ মনত পৰে মই দেখা মাটিৰ তলৰ সেই অন্ধকূপবিলাকলৈ, যত আঠ মিনিট থকাত মোৰ কাৰণে কষ্টকৰ হৈছিল।

ফ্ৰান্সৰ সন্ত্ৰাসটো অতি ভয়ঙ্কৰ ঘটনা আছিল। কিন্তু দাৰিদ্ৰ আৰু নিবনুৱা অৱস্থাৰ বহুদিন চলা অনিষ্টবিলাকৰ লগত তুলনা কৰিলে ই চেৰেপাৰ কামোৰহে।

সামাজিক বিপ্লৱৰ ক্ষতি যিমান বেচি হওক লাগে, সেইবিলাক ক্ষতি আমাৰ বৰ্তমান ৰাজনৈতিক আৰু সামাজিক ব্যৱস্থাত সময়ে সময়ে আমাৰ মাজত হৈ থকা যুদ্ধবিলাকবপৰা হোৱা অনিষ্ট আৰু ক্ষতিতকৈ কম। ফ্ৰান্সৰ সন্ত্ৰাসটো বেচি ভীষণ যেন লাগে এই কাৰণে যে বহুত ডাঙৰ উপাধিধাৰী আৰু অভিজাত শ্ৰেণীৰ মানুহ তাৰ কাৰণে ক্ষতিগ্ৰস্ত হৈছিল আৰু আছুতীয়া স্বত্ব ভোগ কৰা শ্ৰেণীবিলাকক সম্মান কৰাত আমি এনে অভ্যস্ত যে তেওঁলোক বিপদত পৰিলে তেওঁলোকৰ প্ৰতি আমাৰ সহানুভূতি হয়। আনব দৰে তেওঁলোককো সহানুভূতি দেখুৱা ভাল। কিন্তু এই কথাটোও মনত ৰখা ভাল হব যে তেওঁলোকৰ সংখ্যা নিচেই তাকব। আমি তেওঁলোকৰ মঙ্গল কামনা কৰিব পাৰোঁ। কিন্তু প্ৰকৃততে প্ৰাধান্য থকা লোকবিলাক জনসাধাৰণহে, আৰু আমি তাকবীয়া মানুহৰ কাৰণে সৰহীয়া মানুহবিলাকক ধ্বংস কৰিব নোৱাৰোঁ। ৰুচোৱে লিখিছে, "জনসাধাৰণৰ দ্বাৰাহে মানৱ জাতি গঠিত হৈছে; যিটোৱেই জনসাধাৰণ নহয় সি ইমান তুচ্ছ যে তাত মূল্য দি কষ্ট পোৱাৰ আৱশ্যক নাই।"

এই চিঠিত মই নেপোলিয়নৰ কথা কম বুলি ভাবিছিলোঁ। কিন্তু মোৰ মন আন ফাললৈ গ'ল আৰু মোৰ কলম আন বিষয়লৈ ধাবিত হল, সেইকাৰণে নেপোলিয়নকে চোৱা কামটো এতিয়াও বৈ গ'ল। আমাৰ ইয়াৰ পিচৰ চিঠিখনলৈ তেওঁ বাট চাব লাগিব।

## ১০৪

## নেপোলিয়ন

৪ নবেম্বৰ, ১৯৩২ খৃষ্টাব্দ

ফৰাচী বিপ্লৱৰপৰা নেপোলিয়নৰ উদ্ভৱ হৈছিল। যি ফ্ৰান্সে, গণৰাষ্ট্ৰীয় ফ্ৰান্সে ইউৰোপৰ ৰজাসকলৰ বিৰুদ্ধে উঠি তেওঁলোকক অৱজ্ঞা কৰিছিল, সেই ফ্ৰান্স এই সৰুফুটীয়া কৰ্চিকাবাসীৰ বশীভূত হৈছিল। সেই কালত ফ্ৰান্সৰ এক-প্ৰকাৰৰ আচৰিত আৰু অসংযত সৌন্দৰ্য্য আছিল। বাৰ্বিয়াৰ নামে ফৰাচী কবি এজনে ফ্ৰান্সক এটা বনৰীয়া জন্তুৰ লগত তুলনা কৰি এইদৰে কৈছে যে মাইকী ঘোঁৰা এজনীৰ দৰে ফ্ৰান্স গৰ্বিনী আৰু মুক্ত, মূৰ দাঙি থকা আৰু চিক্‌মিকীয়া ছাল থকা সুন্দৰ চেহেৰাৰে অনাই বনাই ফুৰা জিন আৰু লেকাম সহি থাকিবলৈ ভীষণভাৱে অনিচ্ছুক, দৃঢ়ভাৱে মাটিত খোজ পেলোৱা আৰু ঢেক্‌ঢেকনিৰে পৃথিৱীক ভয় খুউৱা। এই গৰ্বিনী মাইকী ঘোঁৰাজনী কৰ্চিকাৰ ডেকা মানুহ জনক পিঠিত তুলিবলৈ মান্তি হৈছিল আৰু তেওঁ তাইৰে সৈতে বহুত আচৰিত কাম কৰিছিল। কিন্তু তেওঁ তাইক পোহনীয়াও কৰিছিল, আৰু সেই বনৰীয়া মুক্ত সত্বাটোৰ বন্য প্ৰকৃতি আৰু মুক্তি নাই-কিয়া কৰিছিল। তদুপৰি তেওঁ তাইক নিজৰ উদ্দেশ্য সাধনৰ কাৰণে ব্যৱহাৰ কৰি সম্পূৰ্ণে ক্ষান্ত কৰাত তাই তেওঁক পিঠিৰপৰা তললৈ পেলাই দি নিজেও বাগৰি পৰিছিল।

O Corse à Cheveux plats ! Que la France était belle
Au grand Soleil de messidor !
C'était une cavale indomptable et rebelle,
Sans frein d'acier, ni rénes d'or ;
Une jument sauvage á la coupe rustique,
Fumante encore du sang des rois,
Mais fiere, et d'un pied fort heurtant le sol antique,
Libre pour la premiere fois !
Famais aucune main n'avait passé sur elle
Pour la flétrir et l'outrager ;
Famais ses larges flancs n'avaient porte' la selle
Et le harmais de l'étranger ;
Tout son poil reluisait, et, belle vagabonde,
L'oeil haut, la croupe en mouvement,
Sur ses jarrets dressée, elle effrayait le monde,
Du bruit de son hennissement.

তেনেহলে নেপোলিয়ন কেনে মানুহ আছিল? তেওঁ পৃথিৱীৰ শ্ৰেষ্ঠলোক সকলৰ ভিতৰৰ এজন আছিলনে? বিশেষ উদ্দেশ্য সাধনৰ কাৰণে অৱতীৰ্ণ হোৱা মানুহ বুলি যে তেওঁক কোৱা হৈছিল তেনে মানুহেই আছিল নে? মানৱজাতিক বহুত অসহনীয় দুখ-কষ্টৰ ভাৰৰপৰা মুক্ত কৰাত সহায় কৰা অতি পৰাক্ৰমী বীৰ আছিল নে? নাইবা, এইচ, জি, ৱেল্‌চ্‌ আৰু আন কিছুমানে কোৱাৰ দৰে তেওঁ মুঠেই এজন ভাগ্যান্বেষী আৰু ধ্বংসকাৰী আৰু ইউৰোপৰ আৰু সভ্যতাৰ অতি অনিষ্ট-কাৰীহে আছিল নেকি? সম্ভৱতঃ দুয়োটা মতেই অতিৰঞ্জিত আৰু সম্ভৱতঃ দুইটাতে কিছু পৰিমাণৰ সত্যতা আছে। বৰলোক আৰু সৰু মানুহ যিয়েইনহওঁক আমি সকলোৱেই ভাল আৰু বেয়াৰ একোটা আচৰিত সংমিশ্ৰন। তেৰোঁ তেনে এটা সংমিশ্ৰণ আছিল, কিন্তু আমাৰ অতি সৰহভাগ মানুহৰ লগত নিমিলাকৈ অসাধাৰণ গুণ কিছুমানেৰে এই সংমিশ্ৰণটো গঠিত হৈছিল। তেওঁৰ আছিল সাহস, আত্মবিশ্বাস, কল্পনা, বিস্ময়কৰ কৰ্ম্মশক্তি আৰু বিৰাট উচ্চাকাঙ্খা। তেওঁ এজন অতি ডাঙৰ সেনানায়ক, ৰণকৌশলত পাৰদৰ্শী, প্ৰাচীন কালৰ শ্ৰেষ্ঠ সেনানায়ক আলেকজেণ্ডাৰ আৰু চেঙ্গিজৰ সমকক্ষী আছিল। কিন্তু তেওঁ সঙ্কীৰ্ণমনা, স্বাৰ্থপৰ, আৰু আত্মম্ভৰী আছিল আৰু তেওঁৰ জীৱনৰ প্ৰধান অনুৰাগ কোনো এটা আদৰ্শৰ অনুসৰণত নাছিল, ব্যক্তিগত ক্ষমতা লাভৰ পথ বিচৰাতহে আছিল। এসময়ত তেওঁ কৈছিল, "মোৰ প্ৰণয়িনী! ক্ষমতা মোৰ প্ৰণয়িনী। সেই প্ৰণয়িনীক বশ কৰোঁতে মোৰ ইমান ক্ষতি হৈছে যে মই কাকো তাইক মোৰ হাতৰপৰা কাঢ়ি নিবলৈ নাইবা মোৰ লগত তাইৰ ভাগ লবলৈ নিদিওঁ।" তেওঁ আছিল বিপ্লৱটোৰ সন্তান তথাপি তেওঁ বিশাল সাম্ৰাজ্যৰ সপোন দেখিছিল আৰু আলেকজেণ্ডাৰৰ দিগ্বিজয়ে তেওঁৰ মন সম্পূৰ্ণ অধিকাৰ কৰি আছিল। আনকি ইউৰোপখন তেওঁৰ কাৰণে সৰু যেন

লাগিছিল। প্ৰাচ্যই বিশেষকৈ মিচৰে আৰু ভাৰতবৰ্ষই তেওঁক প্ৰলোভিত কৰিছিল। তেওঁৰ জীৱনৰ আগভাগত যেতিয়া তেওঁৰ বয়স ২৭ বছৰ আছিল, তেতিয়াই তেওঁ কৈছিল, "প্ৰাচ্যতহে ডাঙৰ ডাঙৰ সাম্ৰাজ্য আৰু সুদূৰ প্ৰসাৰী পৰিৱৰ্ত্তন হৈ আছে; প্ৰাচ্যত ৬০ কোটি মানুহে বাস কৰে। ইউৰোপ এটা উঁই হাফলু।"

১৭৬৯ খৃঃত কৰ্চিকা দ্বীপত নেপোলিয়ন বোনাপাৰ্টিৰ জন্ম হৈছিল। এই দ্বীপটো ফ্ৰান্সৰ অধীনত আছিল। তেওঁৰ শৰীৰত ফৰাচী কৰ্চিকান আৰু ইটালীয় তেজৰ সংমিশ্ৰন হৈছিল। ফ্ৰান্সৰ সামৰিক বিদ্যালয় এখনত তেওঁ প্ৰশিক্ষিত হৈছিল আৰু বিপ্লৱটো চলি থকা কালত তেওঁ "জেক্‌বিন ক্লাব"ৰ সভ্য আছিল। কিন্তু এনে অনুমান হয় যে তেওঁ জেক্‌বিনবিলাকৰ আদৰ্শত বিশ্বাস আছিল সেই বুলিও তেওঁলোকৰ লগ লোৱা নাছিল। নিজৰ স্বাৰ্থ পূৰণৰ কাৰণেহে তেনে কৰিছিল। ১৭৯৩ খৃঃত তুলনত তেওঁ প্ৰথম জয়লাভ কৰিছিল। সেই ঠাইৰ ধনী মানুহবিলাকে বিপ্লৱী শ্যাসনৰ অধীনত তেওঁলোকৰ সম্পত্তি হেৰুৱাব বুলি ভয় কৰি বাস্তৱতে ইংৰাজ-বিলাকক মাতি আনি ফৰাচী নৌ বাহিনীৰ অৱশিষ্ট ভাগ তেওঁলোকৰ হাতত অৰ্পণ কৰিছিল। এই বিপদটো আৰু লগতে সেই সময়ত হোৱা আন বিপদবিলাক চালু-কীয়া গণৰাষ্ট্ৰখনৰ কাৰণে ডাঙৰ আঘাত স্বৰূপ হৈছিল; পাব পৰা সকলো মানুহকে, আনকি তিৰোতো মানুহকো। ৰণুৱাৰ তালিকাভুক্ত হবলৈ গোহাৰি জনোৱা হৈছিল। নেপোলিয়নে পাৰদৰ্শী সেনানায়কৰ কৌশলেৰে তুলনত বিদ্ৰোহীবিলাকক সম্পূৰ্ণ দমন কৰি ইংৰাজ সৈন্যবাহিনীক পৰাজিত কৰিছিল। ইয়াৰ পাচৰপৰা তেওঁৰ ভাগ্য ফুলিবলৈ আৰম্ভ কৰিলে, আৰু ২৪ বছৰ বয়সত তেওঁ সেনাপতি হ'ল। পিচে কেই-মাহমানৰ ভিতৰতে যেতিয়া ৰবচ্‌পিয়াৰক "গিলোটিন"ত বধ কৰা হৈছিল আৰু নেপোলিয়নকে তেওঁৰ দলৰ বুলি সন্দেহ কৰা হৈছিল, তেতিয়া তেওঁ বিপদৰ সম্মুখীন হৈছিল। কিন্তু যিটো দলৰ তেওঁ প্ৰকৃততে সভ্য আছিল, সেই দলটোত মুঠেই এজন সভ্য আছিল আৰু সেইজন নেপোলিয়ন নিজে আছিল। তাৰ পাচত "ডিৰেক্টৰি" (পৰিচালক মণ্ডলী) হৈছিল আৰু নেপোলিয়নে প্ৰমাণ কৰি দেখুৱাইছিল যে তেওঁ জেকবিন হোৱা দূৰৈৰ কথা, প্ৰতি-বিপ্লৱৰহে নেতা আছিল আৰু তেওঁ গাৰ নোম এডালো নলৰোৱাকৈ সাধাৰণ মানুহবিলাকক গুলি কৰি বধ কৰিব পাৰিছিল। এইটোৰেই ১৭৯৫ খৃঃৰ প্ৰসিদ্ধ "সিচ'ৰতি হৈ পৰা গুলিৰ এছাতি বা-মাৰলি" আছিল, আগৰ এখন চিঠিত মই এই বিষয়ে তোমাক কৈছোঁ। সেই দিনা নেপোলিয়নে গণৰাষ্ট্ৰখনক আঘাত কৰিছিল। দহ বছৰৰ ভিতৰত তেওঁ গণৰাষ্ট্ৰখনৰ অন্ত কৰি নিজে ফৰাচী মানুহৰ সম্ৰাট হৈছিল।

১৭৯৬ খৃঃত তেওঁ ইটালীৰ সৈন্যবাহিনীৰ অধ্যক্ষ হৈছিল আৰু উত্তৰ ইটালীত এটা চমৎকাৰ অভিযান চলাই ইউৰোপক বিস্ময়ান্বিত কৰিছিল, ফৰাচী সৈন্য বাহিনীত তেতিয়াও বিপ্লৱৰ কালৰ প্ৰবল উৎসাহ কিছু পৰিমাণে আছিল। কিন্তু তেওঁলোকৰ কাপোৰ-কানি আছিল ফটা-চিটা, তেওঁলোকৰ যথোচিত সাজ-পাৰ নাছিল, জোতা নাছিল, আহাৰ নাছিল আৰু ধন নাছিল। তেওঁ এই ফটা-চিটা সাজ-পাৰ কৰা, খোজ কাঢ়োতে ভৰিত ঘা লগা বাহিনীটোকে লৈ ইটালীৰ সমৃদ্ধিশালী সমভূমি পালেগৈ; তাত আহাৰ আৰু সকলো ভাল বস্তু পোৱাৰ আশা দি আল্পচ্‌ পৰ্ব্বত পাৰ কৰি আগু-

# ইউৰোপত নেপোলিয়নৰ প্ৰভুত্ব



ৱাই নিছিল। সিফালে ইটালীৰ মানুহক তেওঁ মুক্তিৰ আশা দিছিল। তেওঁলোকক উৎপীড়নকাৰীৰ হাতৰপৰা মুক্ত কৰিবলৈ গৈছিল বুলি তেওঁলোকক জনাইছিল। বিপ্লৱীৰ অৰ্থহীন বাক্যৰ লগত লুট আৰু ডকাইতিৰ সম্ভাৱনাৰ অদ্ভুত সংমিশ্ৰন। এই-দৰে তেওঁ চতুৰালি কৰি ফৰাচী আৰু ইটালীয়—দুয়ো জাতিৰ মানুহৰ মন বিভ্ৰান্ত কৰি-ছিল আৰু তেওঁ নিজে আংশিকভাৱে ইটালীয় হোৱাৰ কাৰণে সকলোৰে মনত অনুপ্ৰেৰণা যোগাব পাৰিছিল। ইটোৰ পিচত সিটো বিজয় লাভ কৰাৰ লগে লগে তেওঁৰ গৌৰৱ বাঢ়ি-ছিল আৰু তেওঁৰ যশষ্যা প্ৰচাৰিত হৈছিল। তেওঁৰ নিজৰ সৈন্য বাহিনীত সাধাৰণ সৈনিক এজন যিদৰে আছিল, বহুত বিষয়ত তেৰোঁ তেনেদৰে আছিল, তেওঁলোকৰ বিপদৰো ভাগ লৈছিল কাৰণ আক্ৰমণৰ কালত য'তে বিপদৰ বেচি সম্ভাৱনা আছিল, তাতে সাধাৰণতে তেওঁক দেখা হৈছিল। তেওঁ সদায় তেওঁলোকে কৰা প্ৰকৃত প্ৰশংসনীয় কাম অতি সাৱধানে লক্ষ্য কৰিছিল আৰু এনে কামৰ বাবে তৎক্ষণাৎ, আনকি যুদ্ধ ক্ষেত্ৰতে পুৰস্কাৰ দিছিল। তেওঁৰ সৈনিকবিলাকৰ মানত তেওঁ পিতৃ স্বৰূপ আছিল-- অতি ডেকা পিতৃ। তেওঁলোকৰ মাজত তেওঁ মৰমত দিয়া নাম "পেটি কেপবেল" নামে জনাজাত আছিল, তেওঁলোকে সঘনে তেওঁক "টু" বুলি সম্বোধন কৰিছিল। এই ডেকা সেনাপতিজন তেওঁৰ বয়স দ্বিতীয় দশকৰ ভিতৰত থকা কালতে ফৰাচী সৈনিক-বিলাকৰ অতি প্ৰিয়পাত্ৰ হৈ উঠাটো জানো আচৰিত কথা ?

উত্তৰ ইটালীৰ সকলো ভাগত আধিপত্য স্থাপন কৰি তাতে অষ্ট্ৰীয়াক যুদ্ধত ঘটুৱাই ভেনিচৰ প্ৰাচীন গণৰাষ্ট্ৰখন লোপ কৰি আৰু অতি অবাঞ্ছনীয় সাম্ৰাজ্যবাদী শান্তি স্থাপন কৰি তেওঁ শ্ৰেষ্ঠ দিগ্বিজয়ী বীৰ স্বৰূপে পেৰিচলৈ উলটি গৈছিল। ইতিপূৰ্বে তেওঁ ফ্ৰান্সত আধিপত্য স্থাপন কৰিবলৈ আৰম্ভ কৰিছিল। কিন্তু তেওঁ সম্ভৱতঃ অনুভৱ কৰিছিল যে ক্ষমতা হস্তগত কৰাৰ উপযুক্ত সময় তেতিয়াও হোৱা নাছিল। সেই কাৰণে তেওঁ সৈন্যবাহিনীৰে সৈতে মিচৰলৈ যাবলৈ ব্যৱস্থা কৰিছিল। যৌৱন কালৰপৰা আৰম্ভ কৰি তেওঁ প্ৰাচ্যৰ এই ডাক অন্তৰত অনুভৱ কৰি আছিল, এতিয়া তেওঁ এই হেপাঁহ পূৰাব পাৰিছিল আৰু বিশাল সাম্ৰাজ্যৰ সপোন নিশ্চয় তেওঁৰ মনত উদয় হৈছিল। ভূমধ্যসাগৰত থকা ইংৰাজৰ নৌ-বাহিনীটোৰ হাতৰপৰা তেওঁ কোনো ৰকমে সাৰি আলেকজেণ্ড্ৰিয়া পাইছিলগৈ।

মিচৰ তেতিয়া অটোমান তুৰ্কী সাম্ৰাজ্যৰ অংশ আছিল. কিন্তু কিছুমান দিনৰ আগৰপৰা এই সাম্ৰাজ্যখনৰ অৱনতি হৈছিল আৰু প্ৰকৃততে মামেলুকবিলাকে তুৰস্কৰ চুলতানৰ নাম মাত্ৰ অধীনত মিচৰ শাসন কৰিছিল। সেই কালত যদিও বিপ্লৱবিলাকে আৰু নতুন উদ্ভাৱনবিলাকে ইউৰোপক আলোড়িত কৰিছিল, তথাপি মামেলুকবিলাক তেতিয়াও মধ্যযুগৰ ব্যৱস্থামতে চলিছিল। প্ৰবাদ আছে যে যেতিয়া নেপোলিয়ন কাইৰোৰ ওচৰ পাইছিলগৈ তেতিয়া সম্ভ্ৰান্ত বংশীয় মামেলুক বীৰ এজনে বেচমৰ জক্‌মকীয়া সাজ-পাৰ কৰি ধুনীয়া কাৰুকাৰ্য্য কৰা বৰ্ম্ম পিন্ধি ঘোঁৰাত উঠি ফৰাচী সৈন্যবাহিনীৰ ওচৰলৈ গৈ তাৰ নায়ক জনক তেওঁৰ লগত অকলে যুঁজিবলৈ আহ্বান কৰিছিল। বেচেৰা মানুহজনৰ গালৈ কেইজাঁইমান বন্দুকেৰে গুলি মাৰি অতি অসম্মানীয় ভাৱে তেওঁক সমিধান দিয়া হৈছিল। ইয়াৰ অলপ সময়ৰ পাচতে নেপো-লিয়নে "পিৰামিডৰ যুদ্ধ"ত জয়লাভ কৰিছিল। তেওঁ নাটকীয় ভংগী ভাল পাই-

ছিল। পিৰামিডবিলাকৰ সম্মুখত তেওঁ নিজৰ সৈন্যদলবিলাকৰ আগলৈ গৈ তেওঁলোকক সম্বোধন কৰি কৈছিল, "সৈনিকসকল, চল্লিশটা শতাব্দীয়ে তলমূৰ কৰি তোমালোকলৈ চাই আছে।"

নেপোলিয়ন স্থলযুদ্ধত অতি কৃতবিদ্য আছিল, সেই কাৰণে তেওঁ ক্ৰমান্বয়ে জয় লাভ কৰি আছিল। কিন্তু সাগৰত তেওঁ নিৰুপায় আছিল। জলযুদ্ধৰ কথা তেওঁ নুবুজিছিল আৰু তেওঁৰ কাৰ্যদক্ষ নৌ-সেনাপতি নাছিল যেন অনুমান হয়। ঠিক সেই কালতে অসাধাৰণভাৱে প্ৰতিভাশালী লোক এজন ভূমধ্য সাগৰত থকা ইংৰাজৰ নৌ-বাহিনীটোৰ নায়ক আছিল। এই লোকজন আছিল হৰেচিও নেলচন। এদিন নেলচনে বৰং দুঃসাহস কৰি বন্দৰৰ একেবাৰে ভিতৰলৈকে গৈ "নীল নদীৰ যুদ্ধ" নামে খ্যাত যুদ্ধ খনত ফৰাচী নৌ বহৰটো ধ্বংস কৰিছিল। নেপোলিয়ন বিদেশত ফ্ৰান্সৰপৰা বিচ্ছিন্ন হৈ পৰিছিল। তেওঁ বুদ্ধি কৰি গোপনে তাৰপৰা সাৰি ফ্ৰান্স পাইছিলগৈ, কিন্তু এনে কৰি তেওঁ প্ৰাচ্যত থকা। তেওঁৰ সৈন্যবাহিনীটো হেৰুৱাইছিল।

তেওঁৰ বিজয়বিলাকৰ আৰু কিছুমান সামৰিক যশষ্যাৰ সত্বেও প্ৰাচ্যৰ গুৰুত্ব-পূৰ্ণ অভিযানটোত তেওঁ অকৃতকাৰ্য্য হৈছিল। পিচে লক্ষ্য কৰিলে কৌতুহল হোৱা কথা এই যে নেপোলিয়নে বিজ্ঞলোক, পণ্ডিত আৰু অধ্যাপকসকলৰ শকত দল এটাত বহুত কিতাপ আৰু অধ্যয়নৰ কাৰণে লগা নানাবিধৰ সা-সঁজুলি মিচৰলৈ লগত লৈ গৈছিল। এই প্ৰতিষ্ঠানতে দৈনিক আলোচনা হৈছিল, নেপোলিয়নে সমনীয়া স্বৰূপে এই আলোচনাবিলাকত যোগ দিছিল আৰু বিজ্ঞলোকসকলে বৈজ্ঞানিক আবিস্কাৰ সম্পৰ্কৰ বহুতো সজ কাম কৰিছিল। গ্ৰীক ভাষা আৰু মিচৰৰ চিত্ৰৰে লিখা ভাষাৰ দুবিধ ৰূপান্তৰ—এই তিনিবিধ লিখা থকা কনাশমৰ ("গ্ৰেনাইট"ৰ) ফলি এখন আবিস্কাৰ কৰাৰ পাচত "হায়াৰোগ্লিফিক" নামৰ মিচৰৰ লিখাৰ পদ্ধতিটোৰ প্ৰাচীন সাঁথৰটোৰ অৰ্থ উলিওৱা হৈছিল। গ্ৰীক ভাষাৰ লিখা খিনিৰ সহায়ত আন দুবিধ ভাষাত লিখা-খিনিৰ পাঠ উদ্ধাৰ কৰা হৈছিল। আন এটা কৌতুহলজনক কথা জনা যায় যে চুয়েজত খাল এটা কটাৰ প্ৰস্তাৱ এটালৈ নেপোলিয়নৰ বৰকৈ আগ্ৰহ হৈছিল।

মিচৰত থকা কালতে নেপোলিয়নে পাৰস্যাৰ ছাহ (ৰজা) আৰু দাক্ষিণাত্যৰ টিপু চুলতানৰ লগত সম্পৰ্ক কৰিছিল। কিন্তু সাগৰত চলাচল কৰাত থকা তেওঁৰ অসামৰ্থ্যতাৰ কাৰণে তেওঁৰ এই চেষ্টাৰপৰা একো ফল নহৈছিল। সামুদ্ৰিক পৰাক্ৰমেই শেহান্তৰত নেপোলিয়নক ধ্বংস কৰিছিল আৰু ইয়েই ১৯শ শতাব্দীত ইংলেণ্ডক শ্ৰেষ্ঠ কৰিছিল।

নেপোলিয়ন যেতিয়া মিচৰৰপৰা ফ্ৰান্সলৈ উলটি গৈছিল, তেতিয়া ফ্ৰান্সৰ অৱস্থা বেয়া আছিল। "ডিৰেক্টৰি"ত কাৰো বিশ্বাস নোহোৱা হৈছিল, আৰু ইয়াক কোনেও ভাল নোপোৱা হৈছিল। সেই কাৰণে সকলোৱে তেওঁৰ মুখলৈ চাইছিল। তেওঁ ক্ষমতা গ্ৰহণ কৰিবলৈ ভালকৈ ইচ্ছুক আছিল। তেওঁ উলটি যোৱাৰ এমাহৰ পাচত ১৭৯৯ খৃঃৰ নবেম্বৰ মাহত তেওঁৰ ভায়েক লুচিয়েনৰ সহায়ত বলেৰে "এচেম্ব্লি" খন ভাঙি দি সেই কালত প্ৰচলিত যি সংবিধানৰ বলত "ডিৰেক্টৰি"য়ে শাসন চলাইছিল, সেই সংবিধানৰ লোপ পেলাইছিল।

ৰাষ্ট্ৰৰ সম্পৰ্কত বল প্ৰয়োগ কৰি চলোৱা এনে কামক "ৰাজনৈতিক কৌশলৰ আকস্মিক আঘাত" বোলা হয়, এই কামে নেপোলিয়নক ক্ষমতাৰ শ্ৰেষ্ঠ স্থানত অধিষ্ঠিত কৰিছিল। তেওঁ এই কাম কৰিব পাৰিছিল এই বুলিয়েই যে তেওঁ জনপ্ৰিয় আছিল আৰু তেওঁৰ ওপৰত ফ্ৰান্সৰ মানুহৰ বিশ্বাস আছিল। বহুত দিনৰ আগতে বিপ্লৱৰ সামৰণি পৰিছিল; এতিয়া গণতন্ত্ৰও অন্তৰ্ধান হ'ল আৰু জনপ্ৰিয় সেনাপতি এজনৰ আধিপত্য হ'ল। নতুন সংবিধান এখনৰ খচৰা কৰা হৈছিল, এই সংবিধান মতে তিনি-জন "কন্‌চাল" (নামটো প্ৰাচীন ৰোমৰপৰা লোৱা হৈছিল) হব লাগে, কিন্তু তেওঁলোকৰ ভিতৰৰ সম্পূৰ্ণ ক্ষমতা থকা প্ৰধান জন নেপোলিয়ন আছিল। তেওঁক "প্ৰথম কনচাল" বোলা হৈছিল আৰু দহবছৰৰ কাৰণে নিয়োগ কৰা হৈছিল। সংবিধানখনৰ আলোচনা চলি থকা কালত কোনোবা এজনে পৰামৰ্শ দিছিল যে প্ৰীত ক্ষমতা নথকা এজন ৰাষ্ট্ৰপতি থকা উচিত, তেওঁৰ প্ৰধান কাম হব দলিল-পত্ৰ চহী কৰা আৰু আনুষ্ঠানিকভাৱে গণৰাষ্ট্ৰখনৰ প্ৰতিনিধিত্ব কৰা। তেওঁ সংবিধানৰ দ্বাৰা নিয়ন্ত্ৰিত ৰজাসকলৰ দৰে নাইবা বৰ্তমান কালৰ ফৰাচী ৰাষ্ট্ৰপতিজনৰ দৰে হল'হেতেন; কিন্তু নেপোলিয়নে বিচাৰিছিল ক্ষমতা, অকল ৰাজ-বেশটোকে নহয়। তেওঁ এনে ৰাজকীয় জাকজমক থকা কিন্তু ক্ষমতাহীন ৰাষ্ট্ৰপতিৰ নামকে নুশুনিছিল। তেওঁ চিয়ঁৰি কৈছিল, "এই নোদোকা গাহৰিটোৰ কথা বাদ দিয়ক।"

নেপোলিয়নক দহবছৰৰ কাৰণে "প্ৰথম কন্‌চাল" কৰাৰ ব্যৱস্থা থকা এই সংবিধানখন জনসাধাৰণৰ মতামতৰ কাৰণে তেওঁলোকৰ আগত দাঙি ধৰা হৈছিল আৰু তিনি নিযুততকৈ অধিক ভোটত ই প্ৰায় সৰ্ব্বসম্মতিক্ৰমে গৃহীত হৈছিল। এইদৰে ফ্ৰান্সৰ মানুহেই নেপোলিয়নে তেওঁলোকক মুক্তি আৰু সুখ দিব বুলি মিছাকৈ আশা কৰি তেওঁক সকলো ক্ষমতা অৰ্পণ কৰিছিল।

কিন্তু আমি নেপোলিয়নৰ জীৱনৰ খুতিনাতি সকলো কথালৈ মন দিব নোৱাৰোঁ। তীব্ৰ কৰ্ম্ম ব্যস্ততা আৰু ক্ৰম বৰ্দ্ধমান ক্ষমতা লাভৰ হেপাঁহেৰে এই জীৱনী পৰিপূৰ্ণ। "ৰাজনৈতিক কৌশলৰ আকস্মিক আঘাত"টোৰ পাচৰ প্ৰথম ৰীতি-টোতে সংবিধানখন ৰচিত বা গৃহীত হোৱাৰ আগতে, তেওঁ আইন-বিধি এখন ৰচনা কৰিবলৈ দুখন সমিতি নিয়োগ কৰিছিল। এইটোৱেই তেওঁৰ একনায়কত্ববাদৰ প্ৰথম কাম আছিল। এই সম্পৰ্কত দীঘলীয়া যিবিলাক আলোচনাত নেপোলিয়নে যোগ দিছিল, তেনেবিলাক আলোচনাৰ পাচত ১৮০৪ খৃঃত এই আইন বিধিখন চূড়ান্ত ভাৱে গৃহীত হৈছিল। ইয়াক "নেপোলিয়নৰ বিধিসমূহ" বোলা হৈছিল। বিপ্লৱ-টোৰ ভাৱবিলাকৰ মতে নাইবা আধুনিক আহিৰ্ মতে বিচাৰ কৰি চালে এই বিধিসমূহ উন্নত নাছিল। কিন্তু সেই কালৰ প্ৰচলিত অৱস্থাত ই উন্নত আছিল আৰু কিছুমান সম্পৰ্কত ই ১০০ বছৰলৈ ইউৰোপৰ কাৰণে প্ৰায় আদৰ্শ স্বৰূপ আছিল। তেওঁ আন বহুত প্ৰকাৰে শাসন ব্যৱস্থাত সৰলতা আৰু কাৰ্য্যদক্ষতাৰ প্ৰচলন কৰাইছিল। তেওঁ সকলো বিষয়তে হস্তক্ষেপ কৰিছিল আৰু কামৰ সৰুসুৰা ভাগবিলাক সমাধা কৰা সম্পৰ্কত তেওঁৰ আচৰিত স্মৃতিশক্তি আছিল। তেওঁৰ বিস্ময়কৰ কৰ্ম্মশক্তি আৰু জীৱনী শক্তিৱে তেওঁৰ সহকৰ্ম্মীবিলাকক আৰু তেওঁৰ সচিববিলাকক ক্লান্ত কৰি-ছিল। এই কালছোৱাৰ তেওঁৰ সহকৰ্ম্মী এজনে তেওঁৰ বিষয়ে এনেকৈ লিখিছে;

"তেওঁৰ সেই শৃঙ্খলাবন্ধ বুদ্ধিৰে ক্ষমতা চলাই শাসন কৰি আৰু মীমাংসাৰ কাৰণে আলোচনা চলাই দিনে ১৮ ঘণ্টাৰ কাম শেষ কৰিছিল। ৰজাসকলে এটা শতাব্দীত যিমান ক্ষমতা চলাইছিল তেওঁ তিনিমাহত তাতকৈ বেচি ক্ষমতা চলাইছে"। এয়া অৱশ্যে অতিৰঞ্জিত হৈছে, কিন্তু এই কথা স্পষ্ট যে আকবৰৰ দৰে নেপোলিয়নৰ অসাধাৰণ স্মৃতিশক্তি আৰু নিখুঁতকৈ শৃঙ্খলাবন্ধ মন আছিল। তেওঁ নিজে কৈছিল, "যেতিয়া মই মনৰপৰা কিবা এটা কথা আঁতৰাব খোঁজো, তেতিয়া তাৰ দেৰাজটো বন্ধ কৰি দিওঁ আৰু আন এটা কথাৰ দেৰাজটো মেলোঁ। বিভিন্ন দেৰাজৰ কথাবিলাক সানমিহলি নহয় আৰু সেইবিলাকে মোক কেতিয়াও ব্যতিব্যস্ত বা ক্লান্ত নকৰে। যেতিয়া মোৰ টোপনি যোৱাৰ আৱশ্যক হয়, তেতিয়া মই মনৰ সকলোবিলাক দেৰাজ বন্ধ কৰি দিওঁ আৰু লগে লগে মই টোপনি যাওঁ।" প্ৰকৃততে জনা গৈছে যে যুদ্ধ এখন চলি থকা অৱস্থাতে তেওঁ মাটিত দীঘল যি পৰি আধাঘণ্টা মান শুইছিল, আৰু তাৰ পাচত শুই উঠি তেওঁ দীঘলীয়া এছোৱা সময় অবিশ্ৰান্তভাৱে কাম কৰিছিল।

দহ বছৰৰ কাৰণে তেওঁক "প্ৰথম কনচাল" পতা হৈছিল। তিনিবছৰৰ পাচত ১৮০২ খৃঃত তেওঁ নিজে নিজক আজীৱন "কনচাল" কৰি নিজৰ ক্ষমতা বঢ়াই ক্ষমতাৰ জখলাৰ আৰু এখাপ ওপৰলৈ উঠিল। গণৰাষ্ট্ৰৰ অন্ত পৰিল আৰু নামটোৰ বাহিৰে আন সকলো প্ৰকাৰে তেওঁ ৰজা হল। তাৰে অৱশ্যম্ভাৱী ফলস্বৰূপে ১৮০৪ খৃঃত তেওঁ ফ্ৰান্সৰ মানুহৰ ভোট লৈ নিজক সম্ৰাট বুলি ঘোষণা কৰিলে। তেওঁ ফ্ৰান্সত সৰ্বেসৰ্বা হল; তথাপি প্ৰাচীন স্বেচ্ছাচাৰী ৰজাসকলৰ লগত তেওঁৰ ডাঙৰ পাৰ্থক্য আছিল। পৰম্পৰা আৰু ঐশ্বৰিক স্বত্বক ভেটি কৰি তেওঁ কৰ্তৃত্ব চলাব নোৱাৰিছিল। নিজৰ কাৰ্যদক্ষতা আৰু জনসাধাৰণৰ মাজত, বিশেষকৈ কৃষকবিলাকৰ মাজত তেওঁ জনপ্ৰিয়তাক ভেটি কৰি তেওঁৰ কৰ্তৃত্ব চলাব লাগিছিল; কৃষকবিলাক সদায় তেওঁৰ অতি বিশ্বাসী সমৰ্থক আছিল, কাৰণ তেওঁলোকে অনুভৱ কৰিছিল যে নেপোলিয়নে তেওঁলোকৰ মাটি তেওঁলোকৰ কাৰণে সংৰক্ষিত কৰিছিল। এসময়ত নেপোলিয়নে কৈছিল, "বৰচৰাৰ আৰু কথা লেব-লেবাই ফুৰা মানুহৰ মতলৈ মই মকণো ভ্ৰূক্ষেপ নকৰোঁ। মই মুঠেই এটা মত গ্ৰাহ্য কৰোঁ: সেইটো হৈছে কৃষকবিলাকৰ মত।" কিন্তু কৃষকবিলাকে তেওঁলোকৰ লৰাবিলাকক প্ৰায় নেৰানেপেৰাকৈ চলি থকা যুদ্ধবিলাকলৈ পঠিয়াই থাকিব লগা হোৱাৰ কাৰণে তেওঁলোকো অৱশেষত ৰুষ্ট হৈছিল। তেওঁলোকৰ সমৰ্থনৰপৰা বঞ্চিত হোৱাৰ লগে লগে নেপোলিয়নে সজা বিৰাট অট্টালিকাটো পতনোন্মুখী হৈছিল।

দহবছৰ তেওঁ সম্ৰাট আছিল আৰু এই কেইবছৰত তেওঁ ইউৰোপৰ প্ৰধান ভূমিভাগৰ সকলো অঞ্চললৈকে ধুমুহাৰ দৰে গৈ সেইবিলাকত বিস্ময়কৰ সামৰিক অভিযান চলাই অনেক যুদ্ধত স্মৰণীয় জয়লাভ কৰিছিল। সমগ্ৰ ইউৰোপ তেওঁৰ নামত কঁপিছিল আৰু সমগ্ৰ ইউৰোপত তেওঁৰ যেনে আধিপত্য হৈছিল, পূৰ্বে আৰু বৰ্তমান কাললৈকে আন কাৰো তেনে আধিপত্য হোৱা নাই। স্থলযুদ্ধত যিবিলাক ঠাইত তেওঁ জয়লাভ কৰি প্ৰসিদ্ধ হৈছিল, সেইবিলাকৰ কিছুমান নামৰ ভিতৰত মাৰেঙ্গা, উলম, অষ্টাৰলিজ, জেনা এইলো, ফ্ৰিয়েণ্ডলেণ্ড আৰু ৱাগৰামৰ নাম আছে (মোৰেঙ্গোৰ যুদ্ধ ১৮০০ খৃঃত হৈছিল, সেই সময়ত তেওঁ চুইজাৰলেণ্ডৰ জাৰকালি তুষাৰেৰে সম্পূৰ্ণ

ঢাকখাই ঢকা "বিৰাট চেণ্ট বাৰ্ণাৰ্ড" গিৰিপথটো সসৈন্যে পাৰ হৈছিল)। অষ্ট্ৰীয়া, প্ৰুচিয়া আৰু ৰুচিয়া সম্পূৰ্ণ ৰূপে তেওঁৰ পদানত হৈছিল। স্পেন, ইটালী, নেডাৰ-লেণ্ডচ্‌, জাৰ্ম্মাণীৰ বিৰাট যিটো ভাগক ৰাইন নদীৰ ৰাজসংঘ বোলা হৈছিল, সেই ভাগতো সেইকালত "ৰাৰ্চৰ ডাচি" নাম পোৱা পোলেণ্ড—এই সকলোবিলাক ৰাজ্য তেওঁৰ অধীনস্থ হৈছিল। প্ৰাচীন কালৰ যি "পৱিত্ৰ ৰোমান সাম্ৰাজ্য" তাৰ বহুকালৰ আগৰপৰা নামত মাথোন আছিল, এই কালত ইয়াৰ খাটাংকৈ অন্ত পৰিছিল।

ইউৰোপৰ প্ৰধান শক্তিবিলাকৰ ভিতৰত অকল ইংলেণ্ড এই ডাঙৰ বিপদটোৰপৰা সাৰি আছিল। সাগৰ সদায় নেপোলিয়নৰ কাৰণে ৰহস্যাবৃত আছিল, সেই সাগৰে ইংলেণ্ডক ৰক্ষা কৰিছিল। সাগৰে নিৰাপত্তা দিয়াৰ কাৰণে ইংলেণ্ড তেওঁৰ আটাইতকৈ ডাঙৰ আৰু নিষ্ঠুৰ শত্ৰু আছিল। তেওঁৰ জীৱনৰ আৰম্ভণিতে কেনেকৈ "নীল নদীৰ যুদ্ধ"ত নেলচনে নেপোলিয়নৰ নৌবহৰ ধ্বংস কৰিছিল, তাৰ কথা মই তোমাক আগতে কৈছোঁ। ১৮০৫ খৃঃৰ ২১ অক্টোবৰৰ দিনা নেলচনে স্পেনৰ দক্ষিণ উপকূলত ট্ৰাফালগাৰ প্ৰণালীৰ সিপাৰে ফৰাচী আৰু স্পেনীয় সম্মিলিত নৌবহৰটোৰ বিৰুদ্ধে আগতকৈও বেচি গুৰুত্বপূৰ্ণ জয়লাভ কৰিছিল। এই সামুদ্ৰিক যুদ্ধখনৰ ঠিক আগ মুহূৰ্ত্তত নেলচনে তেওঁৰ নৌবাহিনীটোক এই বিখ্যাত সংকেতটো দিছিল, "ইংলেণ্ডে আশা কৰিছে যে প্ৰত্যেকজন মানুহে নিজৰ কৰ্ত্তব্য কৰিব।" বিজয়ৰ মুহূৰ্ত্তত নেলচনৰ মৃত্যু হৈছিল, কিন্তু তেওঁৰ বিজয়ে নেপোলিয়নৰ ইংলেণ্ড আক্ৰমণ কৰাৰ সপোন ভাঙিছিল; ইংৰাজ জাতিয়ে সগৰ্বে এই বিজয়ৰ কথা তেওঁলোকৰ মনত সঞ্জীৱিত কৰি ৰাখিছে আৰু লণ্ডনত নেলচন স্মৃতিস্তম্ভৰে আৰু ট্ৰাফালগাৰ স্কোৱায়াৰেৰে এই বিজয়ৰ স্মৃতি ৰাখিছে।

নেপোলিয়নে ইউৰোপৰ প্ৰধান ভূমি ভাগৰ সকলো বন্দৰ ইংলেণ্ডৰ কাৰণে বন্ধ কৰিবলৈ আদেশ দি এই পৰাজয়ৰ প্ৰতিশোধ লৈছিল। এই আদেশমতে ইংলেণ্ডৰ লগত কোনো ৰকমৰ সম্পৰ্ক কৰিব পৰা নহৈছিল, আৰু এই উপায়েৰে "দোকানী মানু-হৰ জাতি" ইংলেণ্ডক বশীভূত কৰিব খোজা হৈছিল। সেই অৱস্থাত ইংলেণ্ডে সেই বন্দৰবিলাকৰ চাৰিওফালে জাহাজ ৰাখি সেইবিলাকক অৱৰোধ কৰি আমেৰিকা আৰু আন মহাদেশ কেইখনৰ লগত নেপোলিয়নৰ সাম্ৰাজ্যখনৰ বাণিজ্যত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছিল। তদুপৰি ইংলেণ্ডে ইউৰোপৰ প্ৰধান ভূমি ভাগত নেৰানেপেৰাকৈ ষড়যন্ত্ৰ চলাই আৰু নেপোলিয়নৰ শত্ৰুবিলাকক আৰু নিৰপেক্ষ হৈ থকাবিলাকক মুক্তহস্তে বিস্তৰ ধন বিলাই দি নেপোলিয়নৰ বিৰুদ্ধে সংগ্ৰাম চলাইছিল। সেইকালৰ ইউৰোপৰ বেঙ্ক চলোৱা ব্যৱসায়ৰ প্ৰতিষ্ঠান কিছুমানে যাইকৈ ৰঠচ্‌চাইল্ডচ বেঙ্কে ইংলেণ্ডক এই কামত সহায় কৰিছিল।

ইংলেণ্ডে নেপোলিয়নৰ বিৰুদ্ধে প্ৰয়োগ কৰা আন এটা পদ্ধতি আছিল প্ৰচাৰ-কাৰ্য্য। সেইকালত এইটো এটা নতুন ধৰণৰ অভিযান আছিল; কিন্তু ইতিমধ্যে ই এতিয়া অতি সাধাৰণ কথা হৈছে। ছাপাখানাৰ যোগে ফ্ৰান্সৰ বিৰুদ্ধে বিশেষকৈ নেপোলিয়নৰ বিৰুদ্ধে, এটা অভিযান চলোৱা হৈছিল। নানা প্ৰকাৰৰ প্ৰবন্ধ, পুস্তিকা, বাতৰিকাকত, নতুন সম্ৰাটজনক বিদ্ৰূপ কৰা ব্যঙ্গ চিত্ৰ, মিছা কথাৰে ভৰা সাজি কোৱা সোঁৱৰণ লণ্ডনৰপৰা প্ৰকাশ কৰি সেইবিলাক গোপনে ফ্ৰান্সলৈ পঠোৱা

হৈছিল। আজি কালি বাতৰি কাকত আদিৰ যোগে মিছা কথাৰ অভিযান চলোৱাটো আধুনিক যুদ্ধৰ এটা নিয়মীয়া অংশ হৈছে। ১৯১৪-১৯১৮ খৃঃৰ মহাসমৰথন চলি থকা কালত যুদ্ধত লিপ্ত থকা দেশবিলাকৰ সকলোবিলাক চৰকাৰে নির্লজ্জভাৱে অতি অসাধাৰণ মিছা কথাবিলাক কৈছিল আৰু মিছাকথা উদ্ভাৱন কৰা আৰু প্ৰচাৰ কৰাৰ এই কৌশলটোত ইংৰাজ চৰকাৰে হেলাৰঙ্গে প্ৰথম স্থান অধিকাৰ কৰিছিল যেন দেখা যায়। এই চৰকাৰৰ নেপোলিয়নৰ দিনৰপৰা দীঘলীয়া ১০০ বছৰৰ প্ৰশিক্ষণ আছিল। ভাৰতবৰ্ষত আমাৰ দেশখনৰ বিষয়ৰ সঁচাকথা কেনেকৈ লুকাই ৰখা হয় আৰু কেনেকৈ অতি বিস্ময়কৰ মিছা কথা এই দেশত আৰু ইংলেণ্ডত প্ৰচাৰ কৰা হয়, তাৰ কথা আমি ভাৰতবাসীয়ে ভালকৈ জানো।

## ১০৫

## নেপোলিয়নৰ বিষয়ে আৰু অলপ

৬ নবেম্বৰ, ১৯৩২ খৃষ্টাব্দ

আমাৰ ইয়াৰ আগৰ চিঠিখনত নেপোলিয়নৰ বিষয়ে য'ত এৰিছিলো তাৰ পৰা তেওঁৰ কাহিনীটো বৰ্ণনা কৰি যোৱা উচিত হব।

নেপোলিয়ন যি ঠাইলৈকে গৈছিল, সেই ঠাইলৈকে তেওঁ ফৰাচী বিপ্লৱৰ কিছুমান কথা লগত নিছিল আৰু তেওঁ অধিকাৰ কৰা দেশবিলাকৰ মানুহ তেওঁৰ আগমনৰ সম্পূৰ্ণ বিৰোধী নাছিল। সেই মানুহবিলাকক তেওঁলোকৰ নিজৰ নিজৰ দেশৰ যি জৰাজীৰ্ণ আৰু আধাসামন্তবাদী শাসকবিলাকে কঠোৰভাৱে দমাই ৰাখিছিল, তেওঁলোকে তেনে শাসকৰ অধীনত ক্লান্ত হৈ আছিল। এই অৱস্থাই নেপোলিয়নক বৰকৈ সহায় কৰিছিল আৰু তেওঁ যুদ্ধ যাত্ৰা কৰি আগুৱাই যোৱাৰ লগে লগে তেওঁৰ চকুৰ আগত সামন্তবাদৰ পতন হৈছিল। বিশেষকৈ জাৰ্ম্মাণীত সামন্তবাদ নিশ্চিহ্ন হৈছিল। স্পেনত তেওঁ "ইনকুইজিচন" নামৰ পোপৰ বিচাৰালয়খন লোপ কৰিছিল। কিন্তু তেওঁ নিজৰ অজ্ঞাতে যি জাতীয়তাবাদৰ উদ্দীপনাত তেওঁ প্ৰেৰণা যোগাইছিল, সেয়ে অৱশেষত তেওঁৰ বিৰুদ্ধে উঠি তেওঁক ধ্বংস কৰিছিল। তেওঁ পুৰণিকলীয়া ৰজা আৰু সম্ৰাটবিলাকক বশ কৰিব পাৰিছিল, কিন্তু তেওঁৰ বিৰুদ্ধে সচেতন হৈ উঠা সমগ্ৰ জাতি এটাক তেওঁ বশ কৰিব নোৱাৰিছিল। এইদৰে স্পেন দেশৰ মানুহবিলাকে তেওঁৰ বিৰুদ্ধে উঠি কেইবা বছৰ যুদ্ধ চলাই তেওঁৰ শক্তি আৰু সমৰ্থ্যৰ মূল উঘালিছিল। জাৰ্ম্মাণ জাতিৰ মানুহবিলাকো তেওঁলোকৰ শ্ৰেষ্ঠ দেশপ্ৰেমী বেৰণ ভন্ ষ্টেইনৰ অধীনত সংগঠিত হৈছিল, বেৰণ ভন্ ষ্টেইন নেপোলিয়নৰ দৃঢ় শত্ৰু হৈছিল। এইদৰে নেপোলিয়নে নিজে উদ্দীপ্ত কৰা জাতীয়তাবাদে সামুদ্ৰিক শক্তিৰ সহায়ত তেওঁৰ পতন ঘটাইছিল। কিন্তু যিকি নহওক, সমগ্ৰ ইউৰোপে এজন সৰ্বাধিনায়কক সহ্য কৰি থকা টান হলহেঁতেন নাইবা নেপোলিয়নে নিজে পিচত যি কৈছিল, সম্ভৱতঃ সেয়ে সঁচা, তেওঁ কৈছিল, "মোৰ পতনৰ কাৰণে মোৰ বাহিৰে আন কাকো দায়ী কৰিব

নেৰাবি। মই নিজে নিজৰ আটাইতকৈ দুৰ্ঘোৰ শত্ৰু, মোৰ দুৰ্ঘটনাপূৰ্ণ ভাগ্যৰ কাৰণে।"

এই অসাধাৰণ প্ৰতিভাশালী লোকজনৰ অতি অসাধাৰণ কিছুমান দোষ আছিল। তেওঁৰ আচৰণত সদায় নীচ লোকে উচ্চ পদ পোৱা মানুহৰ প্ৰকৃতি অলপ প্ৰকাশ পাইছিল, আৰু তেওঁ মনত এনে এটা আচৰিত বাঞ্ছা পোষণ কৰিছিল যে মানুহে যেন তেওঁক পুৰণিকলীয়া আৰু জৰাজীৰ্ণ ৰজা আৰু সম্ৰাটসকলৰ সমান মৰ্য্যাদা দিয়ে। তেওঁ অতি অসংগত পদ্ধতিৰে তেওঁৰ নিজৰ ভায়েক আৰু ভনীয়েকহঁতৰ পদোন্নতি কৰাইছিল, যদিও তেওঁলোক তেনেই অকৰ্মণ্য আছিল। তেওঁৰ লুচিয়েন নামৰ ভায়েকজন মাথোন অলপ কৰ্মঠ আছিল, এৱেঁই ১৭৯৯ খৃঃত হোৱা "ৰাজনৈতিক কৌশলৰ আকস্মিক অভ্যুত্থানৰ অতি সংকটাপন্ন অৱস্থাত নেপোলিয়নক সহায় কৰিছিল; কিন্তু পিচত তেওঁৰ নেপোলিয়নৰ লগত কন্দল হোৱাত ইটালীলৈ গুচি গৈছিল। নেপোলিয়নে তেওঁৰ আন কেইজনমান গপাল আৰু মুৰ্খ ভায়েকক ৰজা আৰু শাসক কৰিছিল। নিজৰ পৰিয়ালটোক ওপৰলৈ তুলিবলৈ তেওঁৰ এটা অদ্ভুত আৰু অশিষ্ট আগ্ৰহ আছিল। পৰিয়ালৰ প্ৰায় প্ৰত্যেকজন মানুহেই তেওঁৰ সংকটৰ সময়ত বিশ্বাসঘাতকতা কৰি তেওঁৰ লগ এৰিছিল। নেপোলিনে ৰাজবংশ এটা প্ৰতিষ্ঠা কৰিবলৈকো বৰকৈ আগ্ৰহ কৰিছিল। তেওঁৰ কৰ্ম্মজীৱনৰ প্ৰথম ভাগতে, ইটালীলৈ তেওঁ অভিযান চলায়। তেওঁ বিখ্যাত হোৱাৰ আগতে, জোচেফাইন ডা বুহৰ্নো নামে সুন্দৰী কিন্তু বৰ চঞ্চলা মহিলা এগৰাকীক বিয়া কৰাইছিল। তেওঁৰ লৰাছোৱালী নোহোৱাৰ কাৰণে নেপোলিয়ন ভয়ঙ্কৰ নিৰাশ হৈছিল; কাৰণ তেওঁ ৰাজবংশ এটা প্ৰতিষ্ঠা কৰিবলৈ বৰকৈ ভাবিছিল। সেই কাৰণে তেওঁ জোচেফাইনক ভাল পোৱা সত্বেও আইন মতে ত্যাগ কৰি আন এগৰাকী মহিলাক বিয়া কৰাবলৈ সিদ্ধান্ত কৰিছিল। তেওঁ ৰুচিয়াৰ "গ্ৰেণ্ড ডাচ্চেচ" (ৰাজবংশীয় মহিলা) এগৰাকীক বিয়া কৰাব খুজিছিল, কিন্তু জাৰে ইয়াত সম্মতি নিদিছিল। নেপোলিয়ন প্ৰায় সমগ্ৰ ইউৰোপৰ অধিপতি হলেও তেওঁ ৰুচিয়াৰ ৰাজপৰিয়ালৰপৰা বিয়া কৰাবলৈ উচ্চাকাঙ্খা কৰাটো জাৰে তেওঁৰ অলপ অনুচিত আকাঙ্খা বুলি ভাবিছিল। তেতিয়া নেপোলিযনে অষ্ট্ৰীয়াৰ হেপ্‌চ্‌বাৰ্গ ৰাজবংশৰ সম্ৰাটক তেওঁৰ জীয়েক মেৰি লুইক তেওঁলৈ বিয়া দিবলৈ এক প্ৰকাৰে বাধ্য কৰিছিল। মেৰি লুইৰপৰা নেপোলিয়নৰ এটি পুত্ৰ সন্তান হৈছিল, কিন্তু মেৰি লুই নিৰানন্দ আৰু বুদ্ধিহীনা আছিল, তেওঁ নেপোলিয়নক অকণো ভাল নেপাইছিল আৰু নেপোলিয়নৰ বেয়া পত্নী হৈছিল। নেপোলিয়ন যেতিয়া সংকটত পৰিছিল, তেতিয়া মেৰি লুয়ে তেওঁক ত্যাগ কৰি তেওঁৰ কথা একেবাৰে পাহৰি পেলাইছিল।

বৰ আচৰিত কথা যে যিজন মানুহ কিছুমান বিষয়ত তেওঁৰ যুগৰ সকলো মানুহতকৈ বেচি উচ্চ স্থান অধিকাৰ কৰিছিল, তেৱোঁ ৰজাৰ মৰ্য্যাদাৰ ভাৱটোত থকা নিৰৰ্থক মোহৰ বশীভূত হৈছিল। কিন্তু এইজন মানুহেই অতি সঘনে বিপ্লৱৰ ভাষাত কথা কৈছিল আৰু এই জৰাজীৰ্ণ ৰজাবিলাকক বিদ্ৰুপ কৰিছিল। তেওঁ ভাবিচিন্তি বিপ্লৱটোৰ আৰু নতুন ব্যৱস্থাৰ বিৰোধী হৈছিল, প্ৰাচীন ব্যৱস্থা তেওঁৰ

উপযোগী নাছিল আৰু সেই ব্যৱস্থাত তেওঁৰ ঠায়ে নাছিল। সেইকাৰণে এই দুই ব্যৱস্থাৰ মাজত তেওঁৰ পতন হৈছিল।

তেওঁৰ সামৰিক যশস্যাৰ এই জীৱনীক্রমে অৱশ্যম্ভাৱী ৰূপে বিষাদপূৰ্ণ সমাপ্তিৰ ফালে আগুৱাই গৈছিল। তেওঁৰ কেইজনমান মন্ত্ৰীয়ে বিশ্বাসঘাতক হৈ তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছিল। টালেৰাই ৰুচিয়াৰ জাৰৰ লগ লাগি ষড়যন্ত্ৰ কৰিছিল, ফচিয়ে ইংলেণ্ডৰ লগ লাগি ষড়যন্ত্ৰ কৰিছিল। নেপোলিয়নে তেওঁলোকৰ বিশ্বাসঘাতকতা ধৰা পেলাইছিল, আচৰিত কথা যে তথাপি তেওঁ তেওঁলোকক মাত্ৰ তিৰস্কাৰ কৰি মন্ত্ৰী হৈ থাকিবলৈ দিছিল। বেৰ্নাডট নামে তেওঁৰ সেনাপতি এজন তেওঁৰ বিৰুদ্ধে উঠি তেওঁৰ ঘোৰ শত্ৰু হৈছিল। তেওঁৰ মাক আৰু লুচিয়েল নামৰ ভায়েক জনৰ বাহিৰে তেওঁৰ পৰিয়ালৰ সকলোৱে অসৎ আচৰণ চলাই আছিল আৰু সঘনে তেওঁৰ বিৰুদ্ধে কাম কৰিছিল। আনকি ফ্ৰান্সতে মানুহৰ অসন্তোষ বাঢ়িছিল আৰু তেওঁৰ একনায়কত্ববাদ কঠোৰ আৰু নিৰ্দয় হৈছিল, বহুত মানুহক বিচাৰ নকৰাকৈ বন্দীশালত ৰখা হৈছিল। তেওঁৰ ভাগ্য চক্ৰৰ নিশ্চিতৰূপে অৱনতি হৈছিল আৰু তেওঁৰ বহুতো সমৰ্থকে পৰিণামটোৰ কথা আগতে জানি সেই আশ্ৰয়ৰ জাহাজখন ত্যাগ কৰিছিল। যদিও তেওঁ তেতিয়াই বয়সত ডেকা হৈয়ে আছিল তথাপি তেওঁৰ শাৰীৰিক আৰু মানসিক অৱস্থাৰ অৱনতি ঘটিছিল। যুদ্ধ এখন চলাই থকা অৱস্থাতে তেওঁৰ তলপেটত সাংঘাতিক বিষ হৈছিল। ক্ষমতায়ো তেওঁক কলুষিত কৰিছিল। তেওঁৰ পূৰ্বৰ দক্ষতা তেতিয়াও আছিল, কিন্তু তেওঁৰ খোজ-কাটল বেচি গহীন হৈছিল, তেওঁ সঘনে দ্বিধাগ্ৰস্ত আৰু সন্দেহযুক্ত হৈছিল, আৰু তেওঁৰ সৈন্যবাহিনীবিলাকো বেচি গোলমলীয়া হৈছিল।

১৮১২ খৃঃত তেওঁ এটা অতি বিশাল সৈন্যবাহিনী লগত লৈ ৰুচিয়া আক্ৰমণ কৰিবৰ কাৰণে যাত্ৰা কৰিছিল, এই বাহিনীটোক "শ্ৰেষ্ঠ সৈন্যবাহিনী" বোলা হৈছিল। তেওঁ ৰুচবিলাকক যুদ্ধত পৰাস্ত কৰি বেচি বাধা নোপোৱাকৈ আগুৱাই গৈছিল। ৰুচ সৈন্যবাহিনীবিলাক পিচ হুঁহকি গৈ গৈ আছিল আৰু যুদ্ধ কৰিবলৈ অমান্তি হৈছিল। নেপোলিয়নৰ "শ্ৰেষ্ঠ সৈন্যবাহিনীয়ে" যুদ্ধ কৰিবলৈ তেওঁলোকক বিচাৰি নেপাইছিল আৰু অৱশেষত তেওঁলোক মস্কো পাইছিলগৈ। জাৰে বশ্যতা স্বীকাৰ কৰিবলৈ মন কৰিছিল, কিন্তু দুজন মানুহে তেওঁক তেনে নকৰিবলৈ মান্তি কৰিছিল; এই দুজনৰ এজন আছিল ফৰাচী বেৰ্ণাডট, তেওঁ নেপোলিয়নৰ পুৰণি সহকৰ্মী আৰু সেনাপতি আছিল, আনজন আছিল জাতীয়তাবাদী জাৰ্ম্মাণ নেতা বেৰণ ভন ষ্টেইন্, এওঁক নেপোলিয়নে ডকাইত বুলি ঘোষণা কৰিছিল। ৰুচবিলাকে তেওঁলোকৰ অতি মৰমৰ নগৰ মস্কোত জুই লগাই দিছিল, সেই জুইৰ ধোঁৱাৰে শত্ৰুক খেদি পঠিয়াবৰ কাৰণে। যেতিয়া মস্কো জুয়ে পোৰাৰ বাতৰিটো চেণ্ট পিটাৰ্চবাৰ্গ পাইছিলগৈ, তেতিয়া ষ্টেইনে খোৱাৰ মেজত বহি সেই কামৰ বাবে আনন্দ প্ৰকাশৰ চিন স্বৰূপে মদৰ গিলাচ মুখলৈ দাঙি লৈ চিঞৰি কৈছিল, "ইয়াৰ আগেয়ে তিনি কি চাৰিবাৰ মই যুদ্ধৰ সা-সজুলি হেৰুৱাইছোঁ। এনেবিলাক বস্তু দলিয়াই পেলোৱাত আমি অভ্যস্ত হোৱা উচিত। আমি যেতিয়া মৰিমেই, আমি সাহসী হব লাগিব।"

তেতিয়া জাৰ কালি আৰম্ভ হৈছিল। নেপোলিয়নে জুয়ে পুৰি থকা মস্কো

এৰি ফ্ৰান্সলৈ উলটি যাবলৈ সিদ্ধান্ত কৰিছিল। সেই কাৰণে "শ্ৰেষ্ঠ সৈন্যবাহিনী"টো তুষাৰৰ মাজেদি কষ্টেৰে খোজ কাঢ়ি ক্লান্ত হৈ উলটিছিল, তেওঁলোকৰ বাটৰ দুয়ো কাষৰপৰা আৰু পিচ ফালৰপৰা কচাকবিলাকে তেওঁলোকক আক্ৰমণ কৰি অবিৰতভাৱে ব্যতিব্যস্ত কৰিছিল আৰু দলৰপৰা বিচ্ছিন্ন হোৱা বিলাকক কাটি বধ কৰিছিল। ঠেৰেঙা লগোৱা জাৰত আৰু কচাকবিলাকৰ আক্ৰমণত বহুতো হেজাৰ সৈনিকৰ মৃত্যু হৈছিল আৰু খোজকাঢ়ি ফটাচিটা সাজপাৰ কৰি ঘা লগা ভৰিৰে তুষাৰ পাতৰ কাৰণে অসুস্থ আৰু ক্লান্ত হৈ অতি কষ্টেৰে কোনো ৰকমে আগুৱাই যোৱা "শ্ৰেষ্ঠ সৈন্য-বাহিনী"টো এটা ভৌতিক সমদল যেন হৈছিল। নেপোলিয়নো তেওঁৰ প্ৰথম সৈন্যদল-টোৰ লগত খোজকাঢ়ি গৈছিল। এই যাত্ৰাটো ভয়ঙ্কৰ আৰু শোকাবহ আছিল; বিশাল সৈন্যবাহিনীটো ক্ৰমে টুটি গৈ গৈ প্ৰায় শেষ হৈছিল। অতি অলপ সংখ্যাৰ মানুহ মাথোন উলটিল।

এই ৰুচ অভিযানটো এটা ভয়ঙ্কৰ আৰু আকস্মিক বিপদ হৈছিল। ই ফ্ৰান্সৰ জনবল শেষ কৰিছিল। তাতোকৈ ডাঙৰ কথা হৈছিল ই নেপোলিয়নক বুঢ়া, দুশ্চিন্তাগ্ৰস্ত আৰু সংগ্ৰাম কাতৰ কৰিছিল। কিন্তু তেওঁক শান্তিৰে জিৰণি লবলৈ দিয়া নহল। শত্ৰুৱে তেওঁক চাৰিওফালে বেৰি আছিল; যদিও তেওঁ তেতিয়াও বিস্ময় লাভ কৰা সুবিখ্যাত সৈন্যাধ্যক্ষ হৈ আছিল। তথাপি তেওঁৰ বিপদৰ জালখন ক্ৰমে বেচিকৈ ওচৰ চাপি আহিছিল। টালেৰাঁৰ ষড়যন্ত্ৰ বাঢ়িছিল আনকি নেপোলিয়নৰ কেইজনমান বিশ্বস্ত আৰু শ্ৰেষ্ঠ সামৰিক বিষয়াও তেওঁৰ বিৰুদ্ধে উঠিছিল। এনে অৱস্থাত নেপোলিয়নে ক্লান্ত আৰু বিৰক্ত হৈ ১৮১৪ খৃঃৰ এপ্ৰিল মাহত সিংহাসন ত্যাগ কৰিছিল।

নেপোলিয়ন আঁতৰ হোৱাত ইউৰোপৰ শক্তিবিলাকে ইউৰোপৰ নতুন মানচিত্ৰ এখন কৰিবলৈ ভিয়েনাত এখন বিৰাট ৰাজনৈতিক সভা পাতিছিল। নেপোলিয়নক ভূমধ্যসাগৰৰ এলবা নামৰ সৰু দ্বীপটোলৈ পঠোৱা হৈছিল। বুৰ্বন বংশৰ আন এজন লুইক, "গিলোটিন"ত বধ কৰা লুইৰ ভায়েকক অজ্ঞাত বাসৰপৰা বিচাৰি আনি ১৮শ লুই নামেৰে ফ্ৰান্সৰ সিংহাসনত বহুৱা হৈছিল। এইদৰে বুৰ্বন বংশৰ ৰজা পুনৰ প্ৰতিষ্ঠিত হৈছিল আৰু তেওঁলোকৰ লগে লগে প্ৰাচীন উৎপীড়নৰ বহুতখিনি পুনৰ প্ৰচলিত হৈছিল। বাস্তিল দুৰ্গৰ পতনৰ পাচৰপৰা একুৰি পাঁচ বছৰৰ ভিতৰত কৰা চমৎকাৰ কামবিলাকৰ পৰিণাম এনে হৈছিল। ভিয়েনাত ৰজাবিলাকে আৰু তেওঁলোকৰ মন্ত্ৰীবিলাকে তেওঁলোকৰ ভিতৰত তৰ্কবিতৰ্ক আৰু কাজিয়া কৰিছিল আৰু এইবিলাক নচলোৱাকৈ থকা সময়খিনি তেওঁলোকে ভোগবিলাসত কটাইছিল। তেওঁলোক দুখৰপৰা অপৰ্যাপ্তৰূপে মুক্ত হৈছিল বুলি তেওঁলোকে অনুভৱ কৰিছিল। এটা ঘোৰ সন্ত্ৰাস গুচিছিল, আৰু তেওঁলোকে পুনৰ স্বস্তিৰ নিশ্বাস পেলাব পাৰি-ছিল। যি দেশদ্ৰোহী টালেৰাঁই নেপোলিয়নক বিশ্বাসঘাতকতা কৰিছিল, তেওঁ ৰজা আৰু মন্ত্ৰীবিলাকৰ এই জুমটোত প্ৰিয়পাত্ৰ হৈছিল আৰু সেই ৰাজনৈতিক সভাখনত আন এজন বিখ্যাত কূটনীতিবিদ আছিল অষ্ট্ৰীয়াৰ বৈদেশিক মন্ত্ৰী মেটাৰনিক।

এবছৰতকৈ কম সময়ৰ ভিতৰতে এলবাই নেপোলিয়নক আমুৰাইছিল আৰু ফ্ৰান্সক বুৰ্বন বংশই আমুৰাইছিল। তেওঁ সৰু নাওঁ এখনত উঠি তাৰপৰা পলোৱাৰ

উপায় কৰি ১৮১৫ খৃঃৰ ২৬ ফেব্ৰুৱাৰীৰ দিনা বিভিয়েৰা অঞ্চলত থকা কানেচ নামে ঠাইত প্ৰায় অকলশৰে নামিছিল। সেই ঠাইৰ কৃষকবিলাকে তেওঁক উদ্‌সাহেৰে অভ্যৰ্থনা কৰিছিল। যিবিলাক সৈন্যদল তেওঁৰ বিৰুদ্ধে পঠোৱা হৈছিল, তেওঁলোকে নিজৰ পুৰণি সেনাপতি, তেওঁলোকৰ "পেটিট কেপাৰেলক" দেখি "সম্ৰাট দীৰ্ঘজীৱী হওক" ধ্বনি কৰি তেওঁৰ লগ লৈছিল। তেতিয়া তেওঁ মহাসমাৰোহেৰে পেৰিচলৈ যোৱাত বুৰ্বন বংশৰ ৰজাজন পলাই গৈছিল। কিন্তু ইউৰোপৰ আন সকলোবিলাক ৰাজ-ধানীত আতঙ্ক আৰু বিস্ময় হৈছিল। ভিয়েনাত তেতিয়াও ৰাজনৈতিক সভাখন ধীৰে-সুস্থিৰে চলি আছিল, তাত নাচ-গান আৰু ভোজ হঠাৎ বন্ধ হৈছিল, আৰু ৰজা আৰু মন্ত্ৰীবিলাকৰ সমূহীয়া ভয় এটাই তেওঁলোকক সকলো বাদ-বিসম্বাদ পাহৰি নেপোলিয়নক পুনৰ দমন কৰা কামত মনোনিবেশ কৰিবলৈ বাধ্য কৰিছিল। সেই-কাৰণে সমগ্ৰ ইউৰোপে তেওঁৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰিছিল, কিন্তু যুদ্ধৰ কাৰণে ফ্ৰান্সৰ ধৈৰ্য্য আৰু শক্তি নাছিল। নেপোলিয়নৰ বয়স তেতিয়া ৪৬ বছৰহে হৈছিল। তথাপি তেওঁ ক্লান্ত বুঢ়া মানুহৰ দৰে হৈছিল। আনকি তেওঁৰ পত্নী মেৰি লুয়েও তেওঁক এৰি থৈ গৈছিল। কেইখন মান যুদ্ধত তেওঁ জয়লাভ কৰিছিল, কিন্তু ব্ৰুচে-ল্‌চ্‌ নগৰৰ ওচৰত ৱাটাৰলুট ৱেলিংটন আৰু ব্লুচাৰৰ অধীনত ইংৰাজ আৰু প্ৰুচিয়ান সৈন্যই তেওঁক চূড়ান্তভাৱে পৰাজিত কৰিছিল। তেওঁ পেৰিচত নমাৰ ঠিক এশ দিনৰ পাচত এই পৰাজয় হৈছিল কাৰণে এই কালছোৱাক "এশ দিনবিলাক" বোলা হৈছিল। ৱাটাৰলুৰ যুদ্ধখন উগ্ৰ প্ৰতিদ্বন্দিতামূলক যুদ্ধ আছিল আৰু কাৰ জয় হব তাৰ নিশ্চয়তা নাছিল। নেপোলিয়নৰ ভাগ্য বৰ বেয়া আছিল। তেওঁ সেই যুদ্ধত জয়ী হোৱাৰ পুৰা সম্ভাৱনা আছিল, কিন্তু তেনে হোৱা হলেও তাৰ পাচৰ এটা সময়ত সংঘবদ্ধ ইউৰোপৰ আক্ৰমণত তেওঁৰ পতন হলহেঁতেন। এই যুদ্ধত তেওঁৰ পৰাজয় হোৱাত তেওঁৰ সমৰ্থক বহুতে তেওঁৰ বিৰুদ্ধে উঠি নিজক ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল। সংগ্ৰাম নিৰাশজনক দেখি তেওঁ দ্বিতীয় বাৰ সিংহাসন ত্যাগ কৰিছিল আৰু ফৰাচী বন্দৰত থকা ইংৰাজ জাহাজ এখনলৈ গৈ তেওঁ জাহাজখনৰ কেপ্টেন-জনৰ ওচৰত আত্ম সমৰ্পণ কৰি কৈছিল যে তেওঁ ইংলেণ্ডত নীৰৱে বাস কৰি থাকিব খোজে।

কিন্তু তেওঁ যদি ইংলেণ্ড বা ইউৰোপৰ পৰা উদাৰ আৰু ভদ্ৰোচিত ব্যৱহাৰ আশা কৰিছিল, তেনেহলে তেওঁৰ ভুল হৈছিল। তেওঁলোকে তেওঁলৈ অতিপাত ভয় কৰিছিল আৰু এলবাৰ পৰা তেওঁৰ পলায়নে তেওঁলোকৰ মনত দৃঢ় বিশ্বাস জন্মাইছিল যে তেওঁক বহুত আঁতৰৰ ঠাইত পলাই যাব নোৱাৰাকৈ পহৰা দি ৰাখিব লাগিব। সেইকাৰণে তেওঁ প্ৰতিবাদ কৰা সত্ত্বেও তেওঁক বন্দী বুলি ঘোষণা কৰা হৈছিল আৰু কেইজনমান লগৰীয়াৰে সৈতে তেওঁক দক্ষিণ আটলাণ্টিক মহাসাগৰৰ সুদূৰ চেণ্ট হেলেনা দ্বীপলৈ পঠোৱা হৈছিল। তেওঁক "ইউৰোপৰ বন্দী" বুলি গণ্য কৰা হয় আৰু কেইবাটাও শক্তিয়ে চেণ্ট হেলেনাত তেওঁৰ গতি বিধি লক্ষ্য কৰিবলৈ আয়ুক্ত পঠিয়াইছিল। কিন্তু বাস্তৱ ক্ষেত্ৰত তেওঁক পহৰা দি ৰখাৰ সম্পূৰ্ণ দায়িত্ব ইংৰাজ-বিলাকৰ আছিল। তেওঁলোকে তেওঁৰ গতিবিধি লক্ষ্য কৰি থাকিবলৈ পৃথিৱীৰপৰা বিচ্ছিন্ন সেই সুদূৰ দ্বীপটোলৈ ভালকৈ এটা সৈন্যবাহিনী নিছিল। চেণ্ট হেলেনাৰ

সেই নিৰ্জ্জন টিলাটোৰ সেই কালৰ বৰ্ণনা দি ৰূচ আয়ুক্ত কাউণ্ট বালমেইনে কৈছিল যে, "পৃথিৱীৰ সেই ঠাই ডোখৰ আতাইতকৈ বেচি বিষাদপূৰ্ণ আৰু বেচি বিচ্ছিন্ন, সেই ঠাইলৈ যোৱা আটাইতকৈ টান, সেই ঠাই শত্ৰুৰ আক্ৰমণৰপৰা ৰক্ষা কৰিবলৈ আটাই-তকৈ সহজ, শত্ৰুৰে আক্ৰমণ কৰিবলৈ আটাইতকৈ টান, লগে ভাগে থাকিবলৈ আটাইতকৈ অনুপযুক্ত.................।" দ্বীপটোৰ ইংৰাজ শাসনকৰ্ত্তাজন অসাধাৰণ ভাৱে অশিষ্ট আৰু পাশৱিক মানুহ আছিল, নেপোলিয়নৰ প্ৰতি তেওঁৰ আচৰণ অতি নীচ আছিল। দ্বীপটোৰ আটাইকৈ বেচি অস্বাস্থ্যকৰ ঠাই এডোখৰত অতি দুৰৱস্থাৰ ঘৰ এটাত নেপোলিয়নক ৰখা হৈছিল, তেওঁৰ আৰু তেওঁৰ লগৰীয়া কেইজনৰ ওপৰত সকলো প্ৰকাৰৰ বিৰক্তিকৰ বাধা-নিষেধ আৰোপ কৰা হৈছিল। কোনো কোনো সময়ত তেওঁ পুষ্টিকৰ আহাৰো খাবলৈ নাপাইছিল। তেওঁক তেওঁৰ ইউৰোপৰ বন্ধুসকলৰ লগত, আনকি তেওঁৰ অকণমান পুতেকটোৰ লগতো, চিঠি পত্ৰৰ আদান-প্ৰদান কৰিবলৈ দিয়া নহৈছিল। নেপোলিয়নে তেওঁৰ ক্ষমতা থকা কালত তেওঁৰ অকণমান পুতেকটোক "ৰোমৰ ৰজা" উপাধি দিছিল। প্ৰকৃততে তেওঁৰ পুতেকৰ কোনো বাৰ্তাবিকে তেওঁৰ ওচৰ পাবলৈ দিয়া নহৈছিল।

নেপোলিয়নৰ প্ৰতি যেনে নীচ আচৰণ কৰা হৈছিল, তাৰ কথা ভাবিলে আচৰিত হব লাগে। কিন্তু চেণ্ট হেলেনাৰ শাসনকৰ্ত্তাজন তেওঁৰ চৰকাৰৰ কৰ্ম্মচাৰী মাথোন আছিল; এনে অনুমান হয় যে ইংৰাজ চৰকাৰৰ বন্দীজনৰ প্ৰতি অসৎ আচৰণ কৰা আৰু তেওঁক অপদস্থ কৰা সুনিশ্চিত নীতি আছিল। ইউৰোপৰ আনবিলাক শক্তি এই নীতিত সম্মতি দিয়াৰ পক্ষে আছিল। নেপোলিয়নৰ মাকে নিজৰ বৃদ্ধাৱস্থাৰ সত্বেও চেণ্ট হেলেনালৈ পুতেকৰ লগলৈ যাব খুজিছিল, কিন্তু বৃহৎশক্তি কেইটাই নুই কৰি-ছিল। যদিও নেপোলিয়নৰ পুনৰুত্থানৰ সকলো পথ বন্ধ কৰা হৈছিল আৰু তেওঁ সুদূৰ দ্বীপ এটাত নিশকতীয়া হৈ পৰি আছিল, তথাপি তেতিয়াও তেওঁ ইউৰোপক সন্ত্ৰস্ত কৰি আছিল আৰু তেওঁৰ প্ৰতি কৰা এনে নীচ আচৰণ সেই সন্ত্ৰাসৰে এক প্ৰকাৰৰ নিদৰ্শন আছিল।

চাৰে পাঁচ বছৰ তেওঁ চেণ্ট হেলেনাত এই জীৱন্মৃত অৱস্থা সহ্য কৰি আছিল। অসীম শক্তি আৰু উচ্চাকাঙ্খাৰ এই মানুহজনে দ্বীপ এটাৰ সেই সৰু টিলাটোত বাকচৰ ভিতৰত আৱদ্ধ হৈ থকাৰ দৰে থাকি আৰু প্ৰতিদিনে অপদস্থ হৈ যি জীয়াতু ভুগিছিল তাৰ কথা কল্পনা কৰা টান নহয়। ১৮২১ খৃঃত তেওঁৰ মৃত্যু হয় আনকি, মৃত্যুৰ পাচতো দ্বীপটোৰ শাসনকৰ্ত্তাজনৰ ঘৃণাই তেওঁক অনুসৰণ কৰিছিল, অতি দুৰৱস্থাকৈ তেওঁক কবৰ দিয়া হৈছিল। ধীৰে ধীৰে যেতিয়া নেপোলিয়নৰ প্ৰতি কৰা অশিষ্ট আচৰণ আৰু অত্যাচাৰৰ বাতৰি ইউৰোপ পাইছিলগৈ (সেইকালত বাতৰি ধীৰে ধীৰে এঠাইৰপৰা আন ঠাইলৈ গৈছিল), তেতিয়া ইংলেণ্ডকে আদি কৰি বহুত দেশত তাৰ বিৰুদ্ধে চিঞৰ-বাখৰ হৈছিল। ইংলেণ্ডৰ বৈদেশিক মন্ত্ৰী কেছোল-ৰিয়েগ প্ৰধানকৈ এনে অশিষ্ট আচৰণৰ কাৰণে দায়ী আছিল। এই কাৰণে আৰু তেওঁ চলোৱা দেশৰ আভ্যন্তৰীণ নীতি কঠোৰ হোৱাৰ কাৰণেও তেওঁ বৰ অপ্ৰিয় হৈছিল। এইবাবে তেওঁ মনত ইমান আঘাত পাইছিল যে তেওঁ আত্মহত্যা কৰিছিল।

বৃহৎ আৰু অসাধাৰণ মানুহবিলাকৰ বিষয়ে মন্তব্য কৰা টান। নেপোলিয়ন

যে তেওঁৰ নিজৰ পদ্ধতিত মহৎ আছিল আৰু তেওঁ যে অসাধাৰণ আছিল তাত কোনো সন্দেহ নাই। প্ৰায় প্ৰকৃতিৰ শক্তিৰ দৰে তেওঁ নৈসৰ্গিক আছিল। তেওঁৰ মনত অনেক ভাৱ আৰু অনেক কল্পনা আছিল, তথাপি তেওঁ আদৰ্শ আৰু উদ্দেশ্যৰ মূল্য বিষয়ত অজ্ঞ আছিল। তেওঁ যশস্যা আৰু সম্পত্তিৰ আশা দি মানুহৰ অন্তৰ জয় কৰিবলৈ আৰু তেওঁলোকক মুগ্ধ কৰিবলৈ চেষ্টা কৰিছিল। সেইকাৰণে যেতিয়া তেওঁৰ যশস্যা আৰু সম্পত্তিৰ পুঁজি কমিছিল, তেতিয়া যিবিলাক মানুহক তেওঁ ওপৰলৈ তুলিছিল, তেওঁলোক তেওঁৰ লগত থাকিবলৈ তেওঁলোকৰ আদৰ্শ স্থানীয় উদ্দেশ্য প্ৰায় নাইকিয়া হৈছিল, আৰু তেনে বহুত মানুহে তেওঁক নীচভাৱে ত্যাগ কৰিছিল। তেওঁৰ মতে ধৰ্ম্ম আছিল দুখীয়া আৰু দুৰ্দশাগ্ৰস্ত মানুহবিলাকক তেওঁলোকৰ নিজৰ নিজৰ দশাত সন্তুষ্ট কৰি ৰখাৰ পদ্ধতি মাথোন। খৃষ্টিয়ান ধৰ্ম্মৰ বিষয়ে তেওঁ এসময়ত কৈছিল, "যিটো ধৰ্ম্মই চক্ৰেটিচ আৰু প্লেটোক দোষী বুলি শাস্তি দিছিল, তেনে এটা ধৰ্ম্ম মই কেনেকৈ গ্ৰহণ কৰিব পাৰোঁ?" মিচৰত থাকোঁতে তেওঁ ইচলাম ধৰ্ম্মলৈ অলপ শ্ৰদ্ধা দেখুৱাইছিল; সেই দেশৰ মানুহৰ মাজত তেওঁৰ জনপ্ৰিয়তা লাভ হব বুলি ভাবিয়েই যে তেনে কৰিছিল তাত কোনো সন্দেহ নাই। তেওঁ সম্পূৰ্ণ অধাৰ্ম্মিক আছিল, তথাপি তেওঁ ধৰ্ম্ম বিষয়ত উৎসাহ দিছিল, কাৰণ ধৰ্ম্মক তেওঁ প্ৰচলিত সমাজ ব্যৱস্থাৰ ধৰনী বুলি ভাবিছিল। তেওঁ কৈছিল, ধৰ্ম্মই স্বৰ্গৰ লগত সাম্য ভাৱ এটাৰ সম্পৰ্ক সাধে, এই ভাৱে মানুহবিলাকক বধ কৰিবলৈ দুখীয়া মানুহবিলাকক বাৰণ কৰে। ছিটা দিয়াৰ যি মূল্য আছে ধৰ্ম্মৰো সেই একে ৰকমৰ মূল্য আছে। অদ্ভুত ঘটনাৰ কাৰণে আমাৰ যি ৰূপ আছে, ই সেই ৰূপ পূৰায় আৰু ই আমাক ভুৱা দিয়া ধাৰ্ম্মিকৰ হাতৰপৰা ৰক্ষা কৰে। .........সম্পত্তিৰ অসমতা নথকাকৈ সমাজ বৰ্তি থাকিব নোৱাৰে, কিন্তু ধৰ্ম্মৰ অবিহনে সম্পত্তিৰ অসমতা তিষ্ঠি থাকিব নোৱাৰে। যেতিয়া এজন মানুহে ভোকত মৃতপ্ৰায় হয় আৰু তেওঁৰ নিচেই কাষতে থকা মানুহ এজনে অতি সুস্বাদু আহাৰৰ ভোজ খায়, তেতিয়া ভোকত মৃতপ্ৰায় হোৱা মানুহজনক থিৰেৰে ৰাখে কিবা এটা উচ্চতৰ শক্তিত বিশ্বাসে, এনে এটা দৃঢ় বিশ্বাসে যে আন এখন পৃথিৱীত বস্তুৰ বিতৰণ আন প্ৰকাৰে হব। তেওঁ পৰাক্ৰমৰ উচ্চ শিখৰ আৰোহণ কৰি থকা কালত এনেকৈ কোৱা বুলি প্ৰবাদ আছে, "স্বৰ্গখন যদি আমাৰ ওপৰত পৰি যায়, তেনেহ'লে আমাৰ যাঠিৰ জোঙেৰে আমি তাক আঁতৰাই ৰাখিম।"

মহৎ লোকৰ আকৰ্ষণী শক্তি তেওঁৰ আছিল আৰু তেওঁ বহুতৰ অনুৰাগপূৰ্ণ বন্ধুতা লাভ কৰিছিল। আকবৰৰ দৰে তেওঁৰ চাৱনিত চুম্বকৰ দৰে আকৰ্ষণী শক্তি আছিল। এসময়ত তেওঁ কৈছিল, "মই কাচিৎহে মোৰ তৰোৱাল খাপৰপৰা উলিয়াওঁ। মোৰ যুদ্ধবিলাকত মই চকুৰে জয়লাভ কৰিছিলোঁ, অস্ত্ৰশস্ত্ৰেৰে নহয়।" যিজন মানুহে ইউৰোপখনক যুদ্ধত ডুবাই ৰাখিছিল, তেনেজন মানুহৰ এনে উক্তি বিস্ময়কৰ। পিচৰ বছৰবিলাকত তেওঁ নিৰ্ব্বাসিত হৈ থকা কালত তেওঁ কৈছিল যে গাৰ বলে একোৰে প্ৰতিকাৰ নকৰে, তৰোৱালতকৈ মনৰ শক্তি শ্ৰেষ্ঠ। তেওঁ কৈছিল, "আন সকলোতকৈ কিহে মোক বেচি আচৰিত কৰে জানানে? কিবা এটা সংগঠিত কৰাত গাৰ বলৰ অক্ষমতাই। পৃথিৱীত মুঠেই দুটা শক্তি আছে—মনৰ

শক্তি আৰু তৰোৱাল। মনৰ শক্তিয়ে সদায় শেহান্তৰত তৰোৱালক বশীভূত কৰে।" কিন্তু তেওঁৰ জীৱন দীঘলীয়া নাছিল, তেওঁ খৰখেদা কৰিছিল আৰু কৰ্ম্মজীৱনৰ আৰম্ভণিতে তেওঁ তৰোৱালৰ পদ্ধতিটো বাছি লৈছিল। তৰোৱালৰ দ্বাৰা তেওঁ বিজয়ী হৈছিল আৰু তৰোৱালৰ দ্বাৰাই তেওঁৰ পতন হৈছিল। তেওঁ আৰু কৈছিল, "যুদ্ধ সময়ৰ লগত খাপ নোখোৱা কথা, এনে দিন আহিব যেতিয়া বৰতোপ আৰু সঙ্গিন নেহোৱাকৈ জয়লাভ কৰা হব।" তেওঁ অৱস্থাৰ লগত ফেৰ মাৰিব নোৱাৰা হৈছিল, তেওঁৰ প্ৰখৰ উচ্চকাঙ্খা, যুদ্ধত যিমান সুলভে তেওঁ জয়লাভ কৰিছিল সেই সুলভতা, হীন অৱস্থাৰপৰা হঠাৎ উচ্চস্থান পোৱা এই মানুহজনলৈ ইউৰোপৰ শাসকসকলৰ ভয় আৰু ঘৃণা আৰু তাৰ বাবে তেওঁলোকে তেওঁক প্ৰতিষ্ঠিত হবলৈ শান্তি নিদিয়া—এই সকলোবিলাকৰে সেই অৱস্থাটো হৈছিল। যুদ্ধত মানুহৰ জীৱন বিসৰ্জ্জন দিয়া বিষয়ত তেওঁ উদ্ধত আছিল, তথাপি এনে প্ৰবাদ আছে যে দুখ-কষ্টৰ দৃশ্যই তেওঁক কাতৰ কৰিছিল।

ব্যক্তিগত জীৱনত তেওঁ সবল আছিল আৰু অপৰিমিত কামৰ বাহিৰে আন একোকে তেওঁ অপৰিমিতভাৱে উপভোগ নকৰিছিল। তেওঁৰ মতে, "মানুহে যিমান কমকৈয়ে খাওক লাগে, তথাপি সদায় অপৰিমিতভাৱে খায়। জোখতকৈ বেচি খোৱাৰপৰা মানুহৰ অসুখ হব পাৰে, কিন্তু জোখতকৈ কম খোৱাৰপৰা তেওঁ লোকৰ কেতিয়াও অসুখ নহয়।" এনে সবল জীৱন চলোৱাৰ পদ্ধতিটোৱে তেওঁক চমৎকাৰ স্বাস্থ্য আৰু বিপুল কৰ্ম্মশক্তি দিছিল। তেওঁৰ যেতিয়াই মন গৈছিল, তেতিয়াই তেওঁ টোপনি গৈছিল আৰু যিমান কমকৈ টোপনি যাবলৈ মন কৰিছিল, সিমান কমকৈ টোপনি গৈছিল। বাতিপুৱা আৰু আবেলিৰ ভিতৰত ১০০ মাইল ঘোঁৰাত উঠি ফুৰা তেওঁৰ কাৰণে একো অসাধাৰণ কথা নাছিল।

তেওঁৰ উচ্চাকাঙ্ক্ষাই তেওঁক ইউৰোপ মহাদেশৰ এমুৰৰপৰা আন মূৰলৈ লৈ ফুৰাইছিল, সেই কাৰণে তেওঁ ইউৰোপখনক একেবিধ আইন আৰু একেটা চৰকাৰ থকা এখন ৰাষ্ট্ৰ, এটা গোট বুলি ভাবিবলৈ আৰম্ভ কৰিছিল। তেওঁ কৈছিল, "সকলোবিলাক জাতিকে গলাই মই এটা জাতিত পৰিণত কৰিম।" চেণ্ট হেলেনাৰ নিৰ্বাসনে তেওঁক সংযত কৰাত, পিচত এই ভাৱটো নিজৰ ব্যক্তিত্ব প্ৰকাশ নকৰা গঢ়ত পুনৰ তেওঁৰ মনলৈ আহিছিল, তেওঁ কৈছিল, "সোনকালে বা পলমকৈ এই একতা (ইউৰোপৰ জাতিবিলাকৰ) ঘটনা প্ৰবাহৰ বলত সংঘটিত হব। প্ৰথম উদগনিটো দিয়া হৈছে আৰু মোৰ মনত লাগিছে যে মোৰ পদ্ধতিটোৰ পতনৰ পাচত একমাত্ৰ যি উপায়েৰে ইউৰোপত ভাৰসাম্য ৰাখিব পৰা হব, সেই উপায়টো হব এটা জাতিসঙ্ঘৰ যোগে।" ১০০ বছৰৰো অধিক কালৰ পাচত ইউৰোপে জাতিসঙ্ঘ এটাৰ যোগে এতিয়াও খপজপাই আৰু পৰীক্ষা চলাই আছে।

তেওঁ শেষ প্ৰতিজ্ঞাপত্ৰ এখন লিখি তাত তেওঁৰ কম বয়সীয়া পুতেক জনলৈ এটা বাণী দিছিল, এওঁক তেওঁ আগেয়ে "ৰোমৰ ৰজা" বুলিছিল আৰু অতি নিষ্ঠুৰ-ভাৱে এওঁৰ আনকি খবৰ বাৰ্তাৰও আগেয়ে নেপোলিয়নক জানিবলৈ নিদিয়াকৈ ৰখা হৈছিল। নেপোলিয়নে আশা কৰিছিল যে তেওঁৰ পুতেকে কোনোবা এসময়ত ৰাজত্ব কৰিব; সেই কাৰণে তেওঁ পুতেকক শান্তিৰে ৰাজত্ব কৰিবলৈ কৈছিল আৰু কেতিয়াও

হিংসাৰ আশ্ৰয় ললবলৈ কৈছিল। তেওঁ কৈছিল, "মই অস্ত্ৰশস্ত্ৰবে ভয় খুৱাই ইউৰোপক বশীভূত কৰিবলৈ বাধ্য হৈছিলোঁ; বৰ্ত্তমান কালত যুক্তিৰ দ্বাৰা মন বশীভূত কৰাটোহে পন্থতি।" কিন্তু ৰাজত্ব কৰিবলৈ পুতেকৰ ভাগ্যত নাছিল। পিতাকৰ মৃত্যুৰ ১১ বছৰৰ পাচত ডেকা কালত তেওঁৰ মৃত্যু হৈছিল।

কিন্তু তেওঁৰ নিৰ্ব্বাসনৰ কালছোৱাত যেতিয়া তেওঁ সংযত হৈছিল তেতিয়াহে এইবিলাক ভাব তেওঁৰ মনলৈ আহিছিল, আৰু সম্ভৱতঃ ভৱিষ্যতৰ মানুহক প্ৰভাৱিত কৰিবলৈকো তেওঁ লিখিছিল। তেওঁৰ শ্ৰেষ্ঠতাৰ কালত তেওঁ এনে কৰ্ম্মব্যস্ত আছিল যে তেওঁ দাৰ্শনিক হব নোৱাৰিছিল। তেওঁ অকল ক্ষমতাৰ বেদীত পূজা দিছিল, ক্ষমতাই তেওঁৰ আচল আৰু একমাত্ৰ প্ৰিয় আছিল, আৰু তেওঁ ক্ষমতা জধে-মধে ভাল নেপাইছিল, শিল্পীৰ দৰেহে ভাল পাইছিল। তেওঁ কৈছিল, "মই ক্ষমতা ভাল পাওঁ, সচাঁকৈ মই ইয়াক ভাল পাওঁ, কিন্তু শিল্পীয়ে ইয়াক যিদৰে ভাল পায়, ময়ো তেনেকৈহে ভাল পাওঁ, বীণাবাদকে যেনেকৈ বীণাৰপৰা সুৰ, ঐক্যতান আৰু লালিত্যৰ সম্মোহনী শক্তি উলিয়াবৰ কাৰণে বীণাখন ভাল পায়, ময়ো ক্ষমতাক তেনেকৈ ভাল পাওঁ।" কিন্তু অপৰিমিত ক্ষমতাৰ অন্বেষণ বিপদজনক আৰু যি ব্যক্তিয়ে বা যি জাতিয়ে ইয়াক পাবলৈ বিচাৰে তাৰ সোনকালে বা পলমকৈ পতন আৰু ধ্বংস হয়। সেই কাৰণে নেপোলিয়নৰ পতন হৈছিল আৰু তেওঁৰ পতন হোৱাটো ভালেই হৈছিল।

এই কালছোৱাত ফ্ৰান্সত বুৰ্বনসকলে ৰাজত্ব কৰিছিল। কিন্তু প্ৰবাদ আছে যে বুৰ্বনসকলে কেতিয়াও একো নিশিকিছিল আৰু কেতিয়াও একো নেপাহৰিছিল। নেপোলিয়নৰ মৃত্যুৰ ৯ বছৰৰ ভিতৰত ফ্ৰান্সে তেওঁলোকৰপৰা ভালকৈ এসেকা পাই তেওঁলোকক উচ্ছন্ন কৰিছিল। আন এটা ৰাজতন্ত্ৰ প্ৰতিষ্ঠিত হৈছিল আৰু নেপোলিয়নৰ স্মৃতিৰ প্ৰতি সদিচ্ছা প্ৰকাশৰ নিদৰ্শন স্বৰূপে তেওঁৰ যিটো প্ৰতিমূৰ্ত্তি ভেণ্ডোম স্তম্ভৰপৰা আগতে আঁতৰোৱা হৈছিল, তাক পুনৰ সেই স্তম্ভৰ ওপৰত ৰখা হৈছিল আৰু বয়সৰ কাৰণে অন্ধ হোৱা নেপোলিয়নৰ দুৰ্ভগীয়া মাকে কৈছিল, "আকৌ এবাৰ সম্ৰাটজন পেৰিচলৈ আহিছে।"

## ১০৬

## পৃথিৱী নিৰীক্ষণ

১১ নবেম্বৰ, ১৯৩২

এইদৰে পৃথিৱীৰ যিটো ৰঙ্গমঞ্চত নেপোলিয়নে আধিপত্য কৰিছিল, তাৰপৰা তেওঁ অন্তৰ্হিত হৈছিল। তেতিয়াৰপৰা এতিয়ালৈকে ১০০ বছৰো অধিক কাল অতীত হৈছে আৰু বহুতো পুৰণি তৰ্ক-বিতৰ্কৰ ধূলি নুৰা হৈছে। কিন্তু মই আগতে কোৱাৰ দৰে মানুহে এতিয়াও তেওঁৰ বিষয়ে বিভিন্ন মত পোষণ কৰে। নেপোলিয়নৰ জন্ম যদি আন এটা বেচি শান্ত যুগত হ'লহেঁতেন, তেনেহ'লে সম্ভৱতঃ

তেওঁ এজন বিখ্যাত সেনানায়ক মাথোন হ'লহে'তেন, তাতকৈ বেচি একো নহ'লহে'তেন আৰু প্ৰায় জনাজাত নোহোৱাকৈয়ে তেওঁৰ মৃত্যু হ'লহে'তেন। কিন্তু বিপ্লৱটোৱে আৰু পৰিৱৰ্ত্তনবিলাকে তেওঁক ক্ৰমে আগুৱাই যাবলৈ সুযোগ দিছিল আৰু তেওঁ সেই সুযোগ লৈছিল। তেওঁৰ পতন আৰু ইউৰোপৰ ৰাজনীতিৰপৰা তেওঁৰ অন্তৰ্ধান ইউৰোপৰ মানুহবিলাকৰ কাৰণে এটা ডাঙৰ পৰিত্ৰাণ স্বৰূপ হৈছিল, কাৰণ তেওঁ-লোক যুদ্ধত জুৰুলা হৈছিল। সম্পূৰ্ণ এটা পুৰুষৰ মানুহবিলাকে শান্তিৰ মুখ নেদেখিছিল আৰু তেওঁলোকে শান্তিৰ কাৰণে বৰকৈ হে'পাহ কৰিছিল। এই পৰিত্ৰাণটো ইউৰোপৰ ৰজা আৰু তলতীয়া ৰজাবিলাকে যিমান অনুভৱ কৰিছিল, আনে সিমান অনুভৱ কৰা নাছিল, কাৰণ তেওঁলোক বহুত বছৰ নেপোলিয়নৰ নামত কঁপি আছিল।

আজি ফ্ৰান্স আৰু ইউৰোপত বহুত সময় কটালোঁ। এতিয়া আমি ১৯শ শতাব্দীৰ বহু আগলৈ আহিলোঁ। এতিয়া পৃথিৱীৰ চাৰিওফালে চকু ফুৰাই নোপোলিয়নৰ সময়ত ইনো কেনে আছিল চোৱা যাওক।

তোমাৰ মনত পৰিব যে ইউৰোপত ভিয়েনাৰ ৰাজনৈতিক মহাসভাত ৰজা আৰু মন্ত্ৰীবিলাক গোট খাইছিল। অতিপাত ভয় খুউৱা মানুহজন অন্তৰ্ধান হোৱাত তেওঁলোকে নিজৰ পুৰণি উদ্দেশ্য অনুসৰণ কৰি নিজ ইচ্ছাৰে যেনেকৈ ভাল পাইছিল তেনেকৈ কোটি কোটি মানুহৰ ভাগ্য নিয়ন্ত্ৰণ কৰিব পাৰিছিল। জনসাধাৰণে যি বিচাৰিছিল তাত একো প্ৰাধান্য দিয়া নহৈছিল, দেশ এখনৰ প্ৰাকৃতিক আৰু ভাষাগত সীমাতো একো প্ৰাধান্য দিয়া নহৈছিল। সেই মহাসভাত ৰুচিয়াৰ জাৰ, ইংলেণ্ড (কেছোলৰিয়েগৰ প্ৰতিনিধিত্বত), অষ্ট্ৰীয়া (মেটাৰনিকৰ প্ৰতিনিধিত্বত) আৰু প্ৰুচিয়া প্ৰধান শক্তি আছিল, টলেৰাঁ অৱশ্যে তাত আছিল। চতুৰ, ৰসিক আৰু জন-প্ৰিয় এই মানুহজন একালত নেপোলিয়নৰ মন্ত্ৰী আছিল আৰু তেতিয়া বুৰ্বন বংশৰ ৰজাজনৰ মন্ত্ৰী আছিল। এই মানুহবিলাকে নাচ-গান আৰু ভোজৰপৰা নিবৃত্ত হৈ থকা কালত ইউৰোপৰ যিখন মানচিত্ৰত নেপোলিয়নে সিমানবিলাক পৰিৱৰ্ত্তন কৰিছিল, তাৰ নতুন গঢ় দিছিল।

বুৰ্বন বংশৰ ১৮শ লুইক ফ্ৰান্সৰ সিংহাসনত পুনৰ ঠেলি বহুৱা হৈছিল। স্পেনত আনকি পোপৰ বিচাৰালয় "ইনকুইজিচন" খন পুনৰ প্ৰচলিত কৰা হৈছিল। ভিয়েনাৰ ৰাজনৈতিক মহাসভাত গোট খোৱা ৰজাবিলাকে গণৰাষ্ট্ৰবিলাক ভাল নেপাইছিল। সেই কাৰণে তেওঁলোকে ইংলেণ্ডত ওলন্দাজবিলাকৰ পুৰণি গণৰাষ্ট্ৰখন পুনৰ প্ৰতিষ্ঠিত নকৰিলে। তাৰ সলনি তেওঁলোকে হলেণ্ড আৰু বেলজিয়ামক একে লগে সাঙুৰি নেডাৰলেণ্ডচ্‌বিলাকৰ এখন ৰাজ্য কৰিছিল। পোলেণ্ড পুনৰ সুকীয়া এখন দেশ স্বৰূপে অদৃশ্য হৈছিল আৰু ইয়াক প্ৰুচিয়া, অষ্ট্ৰীয়া আৰু ঘাইকৈ ৰুচিয়াই গ্ৰাস কৰিছিল। ভেনিচ আৰু উত্তৰ ইটালী অষ্ট্ৰীয়াৰ ভাগলৈ গৈছিল। চুইজাৰলেণ্ড আৰু ৰিভিয়েৰা অঞ্চলৰ মাজত থকা ইটালীৰ নিচেই সৰু এটা অংশ আৰু ফ্ৰান্সৰ নিচেই সৰু আন এটা অংশ লগ লাগি চাৰ্ডিনিয়া ৰাজ্যখন হৈছিল। মধ্য ইউৰোপত আচৰিত ধৰণৰ আৰু অস্পষ্ট এখন "জাৰ্ম্মাণ সংযুক্ত ৰাজ্য" আছিল, কিন্তু তাত প্ৰুছিয়া আৰু অষ্ট্ৰীয়া আগৰ দৰে প্ৰধান শক্তি হৈ আছিল।

আন আন পৰিৱৰ্ত্তনো হৈছিল। ভিয়েনাৰ "কংগ্ৰেছ"ৰ জ্ঞানী মানুহবিলাকে এইদৰে বিধান কৰি মানুহবিলাকক তেওঁলোকৰ ইচ্ছাৰ বিৰুদ্ধে অ'লৈ ত'লৈ যাবলৈ বাধ্য কৰিছিল। যিটো তেওঁলোকৰ ভাষা নাছিল, তাক কবলৈ বাধ্য কৰিছিল আৰু সকলো ভাগতে ভৱিষ্যৎ অশান্তি আৰু যুদ্ধৰ গুটি সিঁচিছিল।

১৮১৪ খৃষ্টাব্দৰপৰা ১৮১৫ খৃষ্টাব্দলৈ চলা ভিয়েনাৰ "কংগ্ৰেছ"খনৰ বিশেষ স্বাৰ্থ আছিল কেনেকৈ ৰজাবিলাকক সম্পূৰ্ণ নিৰাপদ কৰা হব। ফৰাচী বিপ্লৱে তেওঁলোকক জীৱন নাশৰ ভয় খুৱাইছিল আৰু তেওঁলোকে মূৰ্খ মানুহৰ দৰে ভাবিছিল যে তেওঁলোকে বিপ্লৱী ভাৱবিলাকৰ প্ৰসাৰ বন্ধ কৰিব পাৰিব। ৰুচিয়াৰ জাৰ, অষ্ট্ৰীয়াৰ সম্ৰাট আৰু প্ৰুছিয়াৰ ৰজাই তেওঁলোকৰ আৰু আন ৰজাবিলাকৰ সংৰক্ষণৰ অৰ্থে আনকি "পৱিত্ৰ মিত্ৰতা" বোলা মিত্ৰতাটো স্থাপন কৰিছিল। তেতিয়া প্ৰায় এনে দেখা গৈছিল যে আমি যেন ১৪শ লুই আৰু ১৫শ লুইৰ দিনলৈ উলটি গৈছোঁ। ইংলেণ্ড সমন্বিত সমগ্ৰ ইউৰোপত উদাৰ ভাৱ দমন কৰা হৈছিল। ফৰাচী বিপ্লৱৰ যাতনাবিলাক নিৰৰ্থক হ'ল বুলি ভাবি ইউৰোপৰ প্ৰগতিশীল মানুহবিলাক নিশ্চিত ৰূপে কিমান নিৰাশ হৈছিল চাগে।

ইউৰোপৰ পূবফালে থকা তুৰস্ক আগতে বৰ দুৰ্ব্বল হৈছিল। ধীৰে ধীৰে হোৱা অৱনতিৰ পদ্ধতি এটা ইয়াত চলিছিল। মিচৰ তুৰ্কী সাম্ৰাজ্যৰ অন্তৰ্গত বুলি ভবা হৈছিল, কিন্তু সেই দেশ আংশিকভাৱে স্বাধীন আছিল। ১৮২১ খৃষ্টাব্দত গ্ৰীচে তুৰস্কৰ আধিপত্যৰ বিৰুদ্ধে বিদ্ৰোহ কৰি আঠ বছৰ যুদ্ধ চলাই ইংলেণ্ড, ফ্ৰান্স আৰু ৰুচিয়াৰ সহায়ত স্বাধীনতা লাভ কৰিছিল। এই যুদ্ধতে ইংৰাজ কৱি বাইৰণে গ্ৰীচৰ সপক্ষে স্বেচ্ছাসেৱক স্বৰূপে যুদ্ধ কৰি মৃত্যু বৰণ কৰিছিল। তেওঁ গ্ৰীচৰ বিষয়ে কেইটামান অতি বিতোপন কৱিতা লিখি থৈ গৈছে, সম্ভৱতঃ তুমি সেইবিলাক জানা।

১৮৩০ খৃষ্টাব্দত ঘটা আন দুটা ৰাজনৈতিক পৰিৱৰ্ত্তনৰ কথাও মই ইয়াত উল্লেখ কৰা ভাল হব। ফ্ৰান্সে বুৰ্বন বংশৰ ৰজাবিলাকৰ দমন নীতি আৰু অত্যাচাৰত অত্যন্ত বিৰক্ত হৈ পুনৰ তেওঁলোকক বিতাড়িত কৰিছিল। কিন্তু গণৰাষ্ট্ৰৰ সলনি তাত আন এজন ৰজা বাচি লোৱা হৈছিল। এই ৰজাজন আছিল লুই ফিলিপ, তেওঁ অলপ বেচি ভালকৈ আচৰণ কৰিছিল আৰু তেওঁ প্ৰায় সাংবিধানিক বা নিয়মতান্ত্ৰিক ৰজা হৈছিল। তেওঁ ১৮৪৮ খৃষ্টাব্দলৈ ৰাজত্ব কৰিব পাৰিছিল, সেই বছৰতে আন এটা গুৰুত্বপূৰ্ণ বিস্ফোৰণ হৈছিল। বেলজিয়ামতো ১৮৩০ খৃষ্টাব্দত এটা বিদ্ৰোহ হৈছিল। ইয়াৰ ফলত বেলজিয়ামক হলেণ্ডৰ লগৰপৰা পৃথক কৰা হৈছিল। ইউৰোপৰ বৃহৎ শক্তি কেইটা অৱশ্যে গণৰাষ্ট্ৰৰ ঘোৰ বিৰোধী আছিল। সেই কাৰণে তেওঁলোকে জাৰ্ম্মাণীৰ ৰাজকোঁৱৰ এজন বেলজিয়ামক উপহাৰ দি তেওঁক তাৰ ৰজা পাতিছিল। আন এজন জাৰ্ম্মাণ ৰাজকোঁৱৰক গ্ৰীচৰ ৰজা পতা হৈছিল। জাৰ্ম্মাণীত বহুত ৰাজ্য আছিল আৰু এই ৰাজ্যবিলাকত সদায় এনে ৰাজকোঁৱৰ প্ৰচুৰ থকা যেন দেখা যায়, ক'ৰবাত সিংহাসন এখন খালি হলেই তালৈ এনে একোজন পোৱা গৈছিল। তোমাৰ মনত পৰিব যে ইংলেণ্ডত যিটো ৰাজবংশই এতিয়ালৈকে ৰাজত্ব কৰি আছে, সেইটো জাৰ্ম্মাণীৰ হানোভাৰ নামৰ সৰু ৰাজ্যখনৰপৰা গৈছিল।

১৮৩০ খৃষ্টাব্দটো ইউৰোপৰ আন বহুতো ঠাইত—জাৰ্ম্মাণী, ইটালী আৰু বিশেষকৈ পোলেণ্ডত বিদ্ৰোহ হোৱাৰ বছৰ আছিল। কিন্তু ৰজাসকলে বিদ্ৰোহবিলাক সম্পূৰ্ণ দমন কৰিছিল। পোলেণ্ডত ৰুচবিলাকে অত্যন্ত নিষ্ঠুৰভাৱে দমন নীতি প্ৰয়োগ কৰিছিল, আনকি পোল ভাষাটোৰ ব্যৱহাৰো নিষিদ্ধ কৰা হৈছিল। ১৮৩০ খৃষ্টাব্দৰ এই বছৰটো ১৮৪৮ খৃষ্টাব্দৰ এক প্ৰকাৰৰ আগ জাননী আছিল, আমি দেখিবলৈ পাম যে ১৮৪৮ খৃষ্টাব্দটো ইউৰোপৰ বিপ্লৱৰ বছৰ আছিল।

ইউৰোপৰ বিষয়ে ইমানতে থাওক। আটলাণ্টিক মহাসাগৰৰ সিপাৰে যুক্তৰাজ্য পশ্চিমৰ ফালে ক্ৰমে ক্ৰমে বাঢ়ি গৈছিল। ইউৰোপৰ প্ৰতিদ্বন্দ্বিতা আৰু যুদ্ধৰপৰা বহুত দূৰৈত থকা আৰু অপৰিমিত মাটিৰ মালিক হৈ থকা সেই যুক্তৰাজ্যবিলাক দ্ৰুতগতিৰে উন্নতি কৰি ইউৰোপৰ সমকক্ষ হৈছিল। কিন্তু দক্ষিণ আমেৰিকাত গুৰুত্বপূৰ্ণ পৰিৱৰ্ত্তন হৈছিল। এই পৰিৱৰ্ত্তনবিলাক পৰোক্ষভাৱে নেপোলিয়নে কৰাইছিল। যেতিয়া নেপোলিয়নে স্পেন অধিকাৰ কৰি তেওঁৰ ভায়েক এজনক তাৰ সিংহাসনত বহুৱাইছিল, তেতিয়া দক্ষিণ আমেৰিকাত থকা স্পেনৰ উপনিবেশবিলাকে বিদ্ৰোহ কৰিছিল। এইদৰে ৰৰকৈ আচৰিত হব লগীয়া কথা হৈছিল এই যে আমেৰিকাত থকা স্পেনৰ উপনিৱেশবিলাকৰ ৰাজভক্তিয়ে সেই উপনিৱেশবিলাকক স্বাধীনতা দিছিল। কিন্তু এইটো প্ৰত্যক্ষ কাৰণহে আছিল। সংসৰ্গ ছেদ যেনেতেনে অলপ দিনৰ পাচত হ'লহেঁতেন, কাৰণ আমেৰিকাৰ সকলো ভাগতে স্বাধীনতাৰ উদ্দীপনা বাঢ়িছিল। দক্ষিণ আমেৰিকাৰ স্বাধীনতাৰ শ্ৰেষ্ঠ বীৰজন আছিল চাইমন বলিভাৰ, তেওঁক "মুক্তিদাতা" বোলা হৈছিল। দক্ষিণ আমেৰিকাৰ বলিভিয়া গণৰাষ্ট্ৰখন তেওঁৰ নাম অনুসাৰে হৈছে। এইদৰে যেতিয়া নেপোলিনয়ৰ পতন হৈছিল, তেতিয়া স্পেনৰ অধীনত থকা আমেৰিকা ভাগ স্পেনৰপৰা বিচ্ছিন্ন হৈ তেওঁলোকে স্বাধীনতাৰ কাৰণে যুদ্ধ কৰিছিল। নেপোলিয়নৰ অপসাৰণে সেই সংগ্ৰামত একো পৰিৱৰ্ত্তন নকৰিছিল, স্পেনৰ বিৰুদ্ধে এই সংগ্ৰাম বহুত বছৰ চলিছিল। ইউৰোপৰ কিছুমান ৰজাই তেওঁলোকৰ জ্ঞাতি-ভাই স্পেনৰ ৰজাক আমেৰিকাৰ উপনিৱেশবিলাকৰ বিপ্লৱীবিলাকক দমন কৰাত সহায় কৰিব খুজিছিল। কিন্তু যুক্তৰাজ্যই এনে হস্তক্ষেপ খাটাংকৈ বন্ধ কৰিছিল। সেইকালত মনৰো যুক্তৰাজ্যৰ ৰাষ্ট্ৰপতি আছিল, তেওঁ ইউৰোপৰ শক্তিবৰ্গক কৈছিল যে তেওঁলোকে যদি আমেৰিকাৰ উত্তৰ কিম্বা দক্ষিণ ভাগৰ কোনো অঞ্চলত হস্তক্ষেপ কৰে, তেনেহ'লে তেওঁলোকে যুক্তৰাজ্যৰ লগত যুদ্ধ কৰিব লাগিব। এই হুমকিত ইউৰোপৰ শক্তিবৰ্গই ভয় খাইছিল আৰু তেতিয়াৰপৰা তেওঁলোক দক্ষিণ আমেৰিকাৰপৰা প্ৰায় আঁতৰ হৈ আছে। ৰাষ্ট্ৰপতি মনৰোৱে ইউৰোপক দিয়া ধমকটো "মনৰো নীতি" নামে বিখ্যাত হৈ আছে। এই ধমকটোৱে দক্ষিণ আমেৰিকাত প্ৰতিষ্ঠিত হোৱা নতুন গণৰাষ্ট্ৰবিলাকক বহুকাললৈ ইউৰোপৰ প্ৰলোভনৰপৰা ৰক্ষা কৰি সেইবিলাকৰ সংবৰ্ধনৰ সুযোগ দিছিল। সেই গণৰাষ্ট্ৰবিলাকক ইউৰোপৰপৰা ভালকৈ ৰক্ষা কৰা হৈছিল, কিন্তু তেওঁলোকৰ ৰক্ষক যুক্তৰাজ্যৰপৰা তেওঁলোকক ৰক্ষা কৰিবলৈ কোনো নাছিল। বৰ্ত্তমান কালত যুক্তৰাজ্যই তেওঁলোকৰ ওপৰত আধিপত্য কৰে আৰু সৰুসুৰা বহুতো গণৰাষ্ট্ৰ তাৰ সম্পূৰ্ণ অধীন হৈছে।

বিৰাট দেশ ব্ৰাজিল পৰ্তুগালৰ উপনিৱেশ আছিল। যি কালত আমেৰিকাত থকা স্পেনৰ উপনিৱেশবিলাক স্বাধীন হৈছিল, প্ৰায় সেইকালতে এই দেশখনো স্বাধীন হৈছিল। এইদৰে আমি দেখিবলৈ পাওঁ যে ১৮৩০ খৃষ্টাব্দৰ সময়লৈ সমগ্ৰ দক্ষিণ আমেৰিকা ইউৰোপৰ আধিপত্যৰপৰা মুক্ত হৈছিল। উত্তৰ আমেৰিকাত অৱশ্যে বৃটিছৰ উপনিৱেশ কানাডা আছিল।

এতিয়া এচিয়ালৈ অহা যাওঁক। ভাৰতবৰ্ষত ইংৰাজবিলাক নিঃসন্দেহে শ্ৰেষ্ঠ শক্তি হৈছিল। ইউৰোপত নেপোলিয়নৰ লগত যুদ্ধ হৈ থকা কালছোৱাত ইংৰাজবিলাকে তেওঁলোকৰ অৱস্থা সুপ্ৰতিষ্ঠিত কৰিছিল। তেওঁলোকে যবদ্বীপো (যাভাও) অধিকাৰ কৰিছিল। মহীশূৰত টিপুচুলতানক আগতে যুদ্ধত পৰাস্ত কৰা হৈছিল, ১৮১৯ খৃষ্টাব্দত মাৰাঠা শক্তি সম্পূৰ্ণে লোপ পেলোৱা হৈছিল। কিন্তু পাঞ্জাৱত ৰণজিৎ সিংহৰ অধীনত এখন শিখ ৰাজ্য আছিল। ভাৰতবৰ্ষৰ সকলো ভাগলৈকে বৃটিছে ক্ৰমে ক্ৰমে আগুৱাই গৈ সাম্ৰাজ্য বিস্তাৰ কৰিছিল। পূবফালে অসম অধিকাৰ কৰি সাম্ৰাজ্যৰ লগ লগোৱা হৈছিল, ব্ৰহ্মদেশৰ আৰাকাণ পিচৰ গৰাহৰ কাৰণে আছিল।

যি কালত বৃটেনে ভাৰতবৰ্ষত সাম্ৰাজ্য বিস্তাৰ কৰিছিল, সেই কালতে ইউৰোপৰ আন এটা বৃহৎ শক্তি ৰুচিয়াই মধ্য এচিয়াত সাম্ৰাজ্য বিস্তাৰ কৰিছিল। আগতে ই পূবফালে প্ৰশান্ত মহাসাগৰ আৰু চীন দেশৰ সীমালৈকে বিস্তৃত হৈছিল। এই কালত ই মধ্য এচিয়াৰ সৰু ৰাজ্যবিলাকৰ ওপৰত তীব্ৰ আক্ৰমণ চলাই আফগানিস্থানৰ সীমালৈকে আগুৱাই আহিছিল। ভাৰতবৰ্ষৰ বৃটিছবিলাকে এই দৈত্যটো ওচৰ চপা দেখি সন্ত্ৰস্ত হৈছিল আৰু তেওঁলোকৰ স্নায়ৱিক দুৰ্ব্বলতাৰ কাৰণে তেওঁলোকে অকণমানো অজুহাত নথকাতো আফগানিস্থানক জোকাই লৈ সেই দেশৰ লগত যুদ্ধ লগাইছিল। কিন্তু তেওঁলোকে সেই দেশত হস্তক্ষেপ কৰি দুৰ্গতি ভুগিছিল।

মাণ্চু সম্ৰাটসকলৰ অধীনত চীনে যিবিলাক বিদেশী মানুহ বাণিজ্য আৰু ধৰ্ম্মৰ নামত সেই দেশলৈ গৈছিল, তেওঁলোকক উচিত কাৰণত সন্দেহ কৰি দেশৰ বাহিৰত ৰাখিবলৈ চেষ্টা কৰিছিল। কিন্তু বিদেশী মানুহবিলাকে সেই দেশৰ সীমান্তত চিঞৰ-বাখৰ লগাই অশিষ্ট আচৰণ কৰি আছিল, বিশেষকৈ তেওঁলোকে আফিঙৰ বাণিজ্যত উৎসাহ দিছিল। চীনৰ লগত বৃটিছৰ বাণিজ্যত ইষ্ট ইণ্ডিয়া কোম্পানীৰ একচেটীয়া স্বত্ব আছিল। চীনৰ সম্ৰাটে সেই দেশলৈ আফিঙ আমদানি কৰা নিষিদ্ধ কৰিছিল, কিন্তু চোৰাংকৈ আফিঙৰ আমদানী চলি আছিল আৰু বিদেশীবিলাকে আফিঙৰ আইন বিৰুদ্ধ বাণিজ্য চলাই আছিল। ইয়াৰ ফলত ইংলেণ্ডৰ লগত চীনৰ যুদ্ধ হৈছিল, এই যুদ্ধক উচিতভাৱে "আফিঙ যুদ্ধ" বোলা হৈছিল আৰু বৃটিছে চীনাবিলাকক আফিঙ খাবলৈ বাধ্য কৰিছিল।

বহুত দিনৰ আগতে মই তোমাক ১৬৩৪ খৃষ্টাব্দত জাপানত আন দেশৰ মানুহৰ প্ৰবেশ বন্ধ কৰাৰ কথা কৈছিলোঁ। ১৯শ শতাব্দীৰ আৰম্ভণিত সেই দেশৰ প্ৰাচীন "ছোগুণ" পদ্ধতিটো ক্ৰমে নিশকতীয়া হৈছিল আৰু নতুন এনে কিছুমান অৱস্থাৰ উদ্ভৱ হৈছিল, যিবিলাকে প্ৰাচীন সেই পদ্ধতিটো লোপ পেলোৱাৰ উপক্ৰম কৰিছিল। দক্ষিণ ফালে আৰু বেচি দূৰৈত দক্ষিণ পূব এচিয়াত ইউৰোপৰ শক্তি-

সমূহে ৰাজ্য অধিকাৰ কৰি আছিল। স্পেনিয়ার্ডবিলাকে (স্পেনৰ অধিবাসীবিলাকে) তেতিয়াও ফিলিপাইন দ্বীপপুঞ্জ অধিকাৰ কৰি আছিল। ইংৰাজ আৰু ওলন্ডাজবিলাকে পৰ্ত্তুগীজবিলাকক আগতে বিতাড়িত কৰিছিল। ভিয়েনাৰ "কংগ্ৰেছ"ৰ পাচত ওলন্ডাজবিলাকে চিঙাপুৰ আৰু মালয় উপদ্বীপলৈকে তেওঁলোকৰ সাম্রাজ্য বঢ়াইছিল। আন্নাম, শ্যাম আৰু ব্ৰহ্মদেশ তেতিয়াও স্বাধীন আছিল, যদিও সেই কেইখন দেশে সময়ে সময়ে চীনক কৰ দিছিল।

ৱাটাৰলুৰ যুদ্ধৰ পাচত ১৫ বছৰৰ ভিতৰত ১৮৩০ খৃষ্টাব্দলৈকে পৃথিৱীৰ ৰাজনৈতিক অৱস্থা অতি থূল-মূলকৈ এনে ধৰণৰ আছিল। এই অৱস্থাৰ ফল স্বৰূপে ইউৰোপ সুনিশ্চিতকৈ পৃথিৱীৰ ৰাজনৈতিক ঘটনা প্ৰবাহৰ নিয়ন্তা হৈছিল, আৰু ইউৰোপত ইয়াৰ প্ৰতিক্ৰিয়া জয়যুক্ত হৈছিল। সম্রাট আৰু ৰজাসকলে আনকি ইংলেণ্ডৰ প্ৰতিক্ৰিয়াশীল পাৰ্লামেণ্টেও ভাবিছিল যে তেওঁলোকে উদাৰ ভাৱবিলাক খাটাংকৈ দমন কৰিলে। তেওঁলোকে এনে ভাৱবিলাক প্ৰকাশিত হব নোৱাৰা কৰিবলৈ চেষ্টা কৰিছিল। তেওঁলোক অৱশ্যে অকৃতকাৰ্য্য হৈছিল আৰু সঘনে বিদ্ৰোহ হৈছিল।

ৰাজনৈতিক পৰিৱৰ্ত্তনে দৃশ্যপটত আধিপত্য কৰিছিল যেন দেখা গৈছিল। কিন্তু ইংলেণ্ডত শিল্পবিপ্লৱ হোৱাৰ লগে লগে উৎপাদন বিতৰণ আৰু ভ্ৰমণৰ পদ্ধতিবিলাকত যি গুৰুত্বপূৰ্ণ বিপ্লৱ ঘটিছিল, সি ৰাজনৈতিক পৰিৱৰ্ত্তনতকৈ বহুত বেচি প্ৰধান আছিল। নীৰবে কিন্তু দুৰ্নিবাৰ ভাৱে এই বিপ্লৱটো ইউৰোপ আৰু উত্তৰ আমেৰিকাত বিস্তৃত হৈছিল আৰু ই কোটি কোটি মানুহৰ দৃষ্টিভঙ্গী আৰু অভ্যাস পৰিৱৰ্ত্তিত কৰিছিল আৰু বিভিন্ন শ্ৰেণীৰ মানুহৰ মাজত সম্পৰ্কও পৰিৱৰ্ত্তিত কৰিছিল। যন্ত্ৰৰ ঘৰঘৰনিৰপৰা নতুন ভাৱবিলাকৰ উদ্ভৱ হৈছিল আৰু নতুন পৃথিৱী এখন সংগঠিত হৈ আছিল। ইউৰোপ ক্ৰমে বেচিকৈ কাৰ্য্যদক্ষ আৰু বেচি ভয়ঙ্কৰ, বেচি লোভী, বেচি সাম্রাজ্যবাদী আৰু বেচি নিৰ্দয় হবলৈ ধৰিছিল। নেপোলিয়নৰ মনোবৃত্তি ইয়াত বিয়পি আছিল যেন দেখা গৈছিল। কিন্তু ইউৰোপতে আকৌ এনে কিছুমান ভাৱৰো সংবৰ্ধন হৈছিল যিবিলাকে পাচত সাম্রাজ্যবাদৰ বিৰুদ্ধে যুঁজি তাক লোপ কৰি পেলাইছিল।

তদুপৰি এই যুগটোৰ সাহিত্য, কবিতা আৰু সঙ্গীত এনে আছিল যে সেইবিলাকে এতিয়াও মানুহক মুগ্ধ কৰে। কিন্তু মোৰ কলমক আৰু বেচি চলি থাকিবলৈ দিয়া উচিত নহব আজিৰ কাৰণে ই যথেষ্ট কৰ্ত্তব্য কৰিলে।

## বিশ্বযুদ্ধৰ আগৰ এশবছৰ

২২ নভেম্বৰ, ১৯৩২ খৃষ্টাব্দ

১৮১৪ খৃঃত নেপোলিয়নৰ পতন হৈছিল; তাৰ পিচৰ বছৰত তেওঁ এল্‌বা দ্বীপৰ পৰা উলটি গৈছিল আৰু তেওঁক পুনৰ পৰাজিত কৰা হৈছিল, কিন্তু তেওঁৰ পদ্ধতিটো ১৮১৪ খৃঃতে নষ্ট হৈছিল। ঠিক ১০০ বছৰৰ পাচত ১৯১৪ খৃঃত মহা-সমৰখন আৰম্ভ হয়। এই সমৰখন পৃথিৱীৰ প্ৰায় সকলো ভাগলৈকে বিস্তৃত হৈছিল আৰু যি চাৰি বছৰ ই চলি আছিল, সেই কালছোৱাত ই ভয়ঙ্কৰ ক্ষতি আৰু দুৰ্গতি সাধিছিল। এই ১০০ বছৰ কিছুমান বিতং বিৱৰণৰে সৈতে বিবেচনা কৰিব লাগিব। ইয়াৰ আগৰখন চিঠিত এই যুগটোৰ আৰম্ভণিৰ সময়ৰ পৃথিৱীখনৰ বিষয়ে তোমাক থুলমূল এটা ধাৰণা দিবলৈ মই চেষ্টা কৰিছোঁ। বিভিন্ন দেশত এই এশ বছৰৰ বিভিন্ন ভাগৰ কথা পৰীক্ষা কৰাৰ আগতে মোৰ বোধেৰে গোটেই শতাব্দীটো মুঠতে চাই লোৱা ভাল হব। এনে কৰিলে সম্ভৱতঃ আমি এই এশ বছৰৰ ভিতৰৰ প্ৰধান ঘটনা-প্ৰবাহ-বিলাকৰ বিষয়ে বেচি স্পষ্ট ধাৰণা কৰিব পাৰিম আৰু তেতিয়া আমি অৰণ্যখনো দেখিম আৰু গছ-গছনিবিলাকো দেখিম।

তুমি অৱশ্যে লক্ষ্য কৰিবা যে ১৮১৪ খৃঃৰ পৰা ১৯১৪ খৃঃলৈ এই এশ বছৰৰ অতি সৰহ ভাগ কাল ১৯শ শতাব্দীত পৰিছিল। সেই কাৰণে আমি এই এশ বছৰক ১৯শ শতাব্দী বুলিয়েই উল্লেখ কৰিব পাৰোঁ, যদিও এনেকৈ কোৱা সম্পূৰ্ণ শুদ্ধ নহব।

ঊনবিংশ শতাব্দীটো এটা মনোহৰ যুগ। কিন্তু ইয়াৰ পৰ্যালোচনা আমাৰ কাৰণে সহজ নহয়। ই আছিল এখন বিৰাট দৃশ্যপট, এখন বৃহৎ চিত্ৰ আৰু আমি ইয়াৰ নিচেই ওচৰতে থকাৰ কাৰণে ই আমাৰ কাৰণে ইয়াৰ আগৰ শতাব্দীবিলাকতকৈ বেচি বিৰাট আৰু বেচি তথ্যপূৰ্ণ যেন লাগে। আমি যেতিয়া এই যুগৰ হেজাৰ হেজাৰ ঘটনাক্ৰম বুজিবলৈ চেষ্টা কৰোঁ তেতিয়া ইয়াৰ বিশালত্ব আৰু জটিলতাই আমাক কোনো কোনো সময়ত পেপুৱা কৰিব পাৰে।

এই শতাব্দীটো বিস্ময়কৰ যান্ত্ৰিক প্ৰগতিৰ শতাব্দী আছিল। শিল্প-বিপ্লৱে তাৰ লগে লগে যান্ত্ৰিক বিপ্লৱ আনিছিল আৰু মানুহৰ জীৱনত যন্ত্ৰৰ প্ৰাধান্য ক্ৰমে ক্ৰমে বাঢ়িছিল। আগেয়ে যিবিলাক কাম মানুহে কৰিছিল, সেইবিলাকৰ বহুতে ভাগ যন্ত্ৰই কৰিবলৈ লোৱাত মানুহৰ গেবাৰী খাটিব লগীয়া কামবিলাক লঘু হৈছিল, তেওঁ-লোকৰ ওপৰত প্ৰকৃতিৰ মূল পদাৰ্থবিলাকৰ আধিপত্য কমিছিল আৰু যন্ত্ৰই তেওঁ-লোকৰ কাৰণে সম্পত্তি উৎপাদন কৰিছিল। বিজ্ঞানে বৰকৈ সহায় কৰিছিল, পৰিভ্ৰমণ আৰু পৰিবহণ ক্ৰমে বেচি দ্ৰুত হৈছিল। ৰেলগাড়ীৰ প্ৰচলন হোৱাত যাত্ৰী অনা-নিয়া কৰিবলৈ নিয়মীয়া কৈ চলোৱা ঘোঁৰা-গাড়ীৰ প্ৰচলন বন্ধ হৈছিল। পাল-তৰা জাহাজৰ সলনি বাষ্পৰে চলোৱা জাহাজৰ প্ৰচলন হৈছিল, তাৰ পাচত মহাসাগৰত চলোৱা বৃহৎ, শক্তিশালী আৰু চমৎকাৰ জাহাজবিলাক এখন মহাদেশৰপৰা আন এখন মহাদেশৰ বন্দৰলৈ দ্ৰুত গতিৰে আৰু নিয়মীয়াকৈ চলোৱা হৈছিল। শতাব্দীটোৰ শেষৰ ভাগত

মটৰ-গাড়ীৰ প্ৰচলন হৈছিল আৰু পৃথিৱীৰ সকলো ভাগলৈকে ইয়াৰ প্ৰচলন বিস্তৃত হৈছিল। সকলোৰে শেষত বিমানৰ প্ৰচলন হৈছিল। সেই কালতে মানুহে নতুন বিস্ময়কৰ পদাৰ্থ বিজুলি-শক্তি আয়ত্তাধীন কৰি তাক ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিছিল আৰু টেলিগ্ৰাফ আৰু টেলিফোনৰ আবিৰ্ভাৱ হৈছিল। এই সকলোবিলাকে পৃথিৱীত বিৰাট পৰিৱৰ্তন ঘটাইছিল। যাতায়াতৰ উপায়ৰ উন্নয়ণ হোৱাত মানুহে বেচি দ্ৰুত গতিৰে ভ্ৰমণ কৰিব পৰা হৈছিল, সেই কাৰণে পৃথিৱীখন সঙ্কুচিত হৈ বহুত সৰু হোৱা যেন লগা হৈছিল। বৰ্তমান কালত আমি এই সকলোবিলাকত অভ্যস্ত হৈ গৈছোঁ। সেইবিলাকৰ কথা আমি কাচিৎ হে ভাবোঁ। কিন্তু এই সকলোবিলাক উন্নতি আৰু পৰিৱৰ্তন আমাৰ এই পৃথিৱীখনত নতুনকৈ হৈছে; এই সকলোবিলাক যোৱা ১০০ বছৰৰ ভিতৰত হৈছে।

এই শতাব্দীটো ইউৰোপৰ শতাব্দী, বৰং পশ্চিম ইউৰোপৰ, বিশেষকৈ ইংলেণ্ডৰ শতাব্দী আছিল। শিল্প-বিপ্লৱ আৰু যান্ত্ৰিক বিপ্লৱৰ তাতে প্ৰথমতে সূত্ৰপাত আৰু সংবৰ্ধণ হৈছিল আৰু এই দুবিধ বিপ্লৱে পশ্চিম ইউৰোপক উন্নতিৰ শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিব পৰা কৰিছিল। ইংলেণ্ড সামুদ্ৰিক শক্তি আৰু উদ্যোগ বিষয়ত শ্ৰেষ্ঠ আছিল, কিন্তু ক্ৰমে ক্ৰমে পশ্চিম ইউৰোপৰ আন দেশবিলাকো ইংলেণ্ডৰ সমকক্ষ হৈছিল। আমেৰিকাৰ যুক্তৰাজ্যয়ো এই নতুন যান্ত্ৰিক সভ্যতাত ক্ৰমে উন্নতি কৰিছিল; ৰেলপথে তেওঁলোকক পশ্চিম ফালে প্ৰশান্ত মহাসাগৰলৈকে আগুৱাই নিছিল আৰু তাৰ ফলত সেই বিৰাট দেশখন এটা জাতিত পৰিণত হৈছিল। তেওঁলোক নিজৰ সমস্যাত আৰু বিস্তৃতিৰ কামত এনে ব্যস্ত আছিল যে তেওঁলোকে ইউৰোপ আৰু পৃথিৱীৰ অৱশিষ্ট অঞ্চলবিলাকৰ বিষয়ে বেচি চিন্তা কৰিব নোৱাৰিছিল। কিন্তু তেওঁলোক এনে শক্তিশালী হৈছিল যে ইউৰোপে তেওঁলোকৰ কামত হস্তক্ষেপ কৰিব খুজিলে তেওঁলোক বিৰক্ত হৈছিল আৰু তেওঁলোকে তেনে হস্তক্ষেপ বন্ধ কৰিছিল। যি "মন্‌ৰো নীতি"ৰ কথা মই ইয়াৰ আগৰখন চিঠিত কৈছোঁ সেই নীতিয়ে দক্ষিণ আমেৰিকাৰ গণৰাষ্ট্ৰবিলাকক ইউৰোপৰ গৰাহৰপৰা ৰক্ষা কৰিছিল। সেই গণৰাষ্ট্ৰবিলাকক "লেটিন গণৰাষ্ট্ৰ" বোলা হয়, কাৰণ সেইবিলাক পৰ্ত্তুগাল আৰু স্পেনৰ মানুহে স্থাপন কৰিছিল। এই দুখন দেশ, ফ্ৰান্স আৰু ইটালীক লেটিন জাতি বোলা হয়। আন পক্ষে ইউৰোপৰ উত্তৰ ফালৰ দেশবিলাক "টিউটনিক" দেশ, ইংলেণ্ডখন টিউটনিক জাতিৰ শাখা এংলো-চেক্‌চনবিলাকৰ দেশ। আদিতে এই এংলো-চেক্‌চন শাখাৰ মানুহবিলাক আমেৰিকাৰ যুক্তৰাজ্যলৈ গৈছিল, কিন্তু তাৰ পাচৰপৰা অৱশ্যে সকলো জাতিৰ মানুহ তালৈ গৈ তাৰ অধিবাসী হৈছে।

পৃথিৱীৰ অৱশিষ্ট অঞ্চলবিলাক উদ্যোগ আৰু যন্ত্ৰ বিষয়ত অনুন্নত আছিল আৰু ইউৰোপৰ নতুন যান্ত্ৰিক সভ্যতাৰ লগত সেইবিলাকে প্ৰতিযোগিতা কৰিব নোৱাৰিছিল। ইউৰোপত যন্ত্ৰৰে চলোৱা নতুন উদ্যোগবিলাকত পুৰণি কুটীৰশিল্পবিলাকতকৈ বহুতো বেচি খৰকৈ আৰু বহুতো বেচি পৰিমাণে বস্তু উৎপন্ন কৰা হৈছিল। কিন্তু এই বস্তুবিলাকৰ উৎপাদনৰ কাৰণে কেঁচা মাল লাগিছিল আৰু সৰহ ভাগ এনে কেঁচা মাল পশ্চিম ইউৰোপত পোৱা নগৈছিল; তদুপৰি বস্তুবিলাক উৎপাদিত হলে সেইবিলাক বেচিব লাগিছিল, আৰু সেইবিলাক বিক্ৰি কৰিবলৈ বজাৰ লাগিছিল। সেই

কাৰণে পশ্চিম ইউৰোপে এনে দেশ কিছুমান বিচাৰিলে, যিবিলাকে এই কেঁচা মাল-বিলাকৰ যোগান ধৰিব আৰু উদ্যোগত উৎপাদিত বস্তুবিলাক কিনিব। এচিয়া আৰু আফ্রিকা মহাদেশ দুৰ্বল আছিল, সেই কাৰণে ইউৰোপে চিকাৰী জন্তুৰ দৰে এই দুই মহাদেশত আক্রমণ চলাইছিল। ইংলেণ্ডে উদ্যোগ বিষয়ত আৰু সামুদ্রিক শক্তিত প্ৰাধান্য লাভ কৰি থকাৰ কাৰণে সাম্ৰাজ্য স্থাপনৰ প্ৰতিযোগিতাত সহজতে প্ৰথম স্থান অধিকাৰ কৰিছিল।

তোমাৰ মনত পৰিব যে ইউৰোপত মছলা আৰু আন যিবিলাক বস্তুৰ চাহিদা আছিল, সেইবিলাক বস্তু কিনিবলৈ ইউৰোপৰ মানুহ ভাৰতবৰ্ষ আৰু প্ৰাচ্যলৈ আহি-ছিল। এইদৰে প্ৰাচ্যৰ বস্তু ইউৰোপলৈ গৈছিল আৰু প্ৰাচ্যৰ তাঁতশালত উৎপাদিত বহুত বস্তু ইউৰোপলৈ গৈছিল। কিন্তু যন্ত্ৰৰ উন্নয়ণৰ লগে লগে এই পদ্ধতিটো ওলোটা হৈছিল। পশ্চিম ইউৰোপৰ বেচি সস্তা বস্তুবিলাক প্ৰাচ্যলৈ আহিছিল আৰু ইলেণ্ডত উৎপাদিত বস্তু ভাৰতবৰ্ষত বিক্ৰি কৰাত উৎসাহ দিবৰ অৰ্থে ইষ্ট ইণ্ডিয়া কোম্পানিয়ে পৰিকল্পিতভাৱে ভাৰতবৰ্ষৰ কুটীৰ-শিল্পবিলাক নাশ কৰিছিল।

ইউৰোপৰ দৈত্য এচিয়াৰ বুকুৰ ওপৰত বহি লৈছিল। উত্তৰ ফালে সমগ্ৰ মহা-দেশখনৰ এমুৰৰপৰা আন মুৰলৈ ৰুচ সাম্ৰাজ্য ঠেং মেলি আছিল। দক্ষিণ ফালে ইংলেণ্ডে ভাৰতবৰ্ষৰ ওপৰত সুদৃঢ় আধিপত্য স্থাপন কৰি আটাইতকৈ বেচি লাভ কৰিছিল। পশ্চিম ফালে তুৰ্কী সাম্ৰাজ্য ভাগি-ছিগি গৈছিল, সেই কালত তুৰস্কক "ইউৰোপৰ ৰুগীয়া মানুহটো" বুলি উল্লেখ কৰা হৈছিল। পাৰস্য নামত স্বাধীন আছিল, আচলতে সেই দেশত ইংলেণ্ড আৰু ৰুচিয়াৰ আধিপত্য হৈছিল। শ্যামৰ সৰু এটা অঞ্চলৰ বাহিৰে সমগ্ৰ দক্ষিণ-পূব এচিয়া—ব্ৰহ্মদেশ, ইন্দো-চীন, মালয়, যৱদ্বীপ (যাভা), সুমাত্ৰা, বৰ্ণিও, ফিলিপাইন দ্বীপপুঞ্জ আদি—ইউৰোপে গ্ৰাস কৰিছিল। দূৰ প্ৰাচ্যত ইউৰোপৰ শক্তিবিলাকে চীন দেশৰ সৰু সৰু ভাগ দখল কৰি আছিল আৰু ইটোৰ পাচত সিটোকৈ বহুত বিশেষ স্বত্ব তেওঁলোকক দিবলৈ সেই দেশক বাধ্য কৰি-ছিল। অকল জাপানে মূৰ দাঙি থিয় হৈ থাকি ইউৰোপৰ লগত সমানে ফেৰ মাৰিব পাৰিছিল। সেই দেশখনে আগতে বিচ্ছিন্ন হৈ থকা অৱস্থাৰ পৰা ওলাই আহি আচৰিত ক্ষিপ্ৰতাৰে নতুন অৱস্থাৰ লগত নিজক খাপ খুৱাইছিল।

মিচৰৰ বাহিৰে আফ্ৰিকা অতি অনুন্নত আছিল। সেই মহাদেশখনে ইউৰোপক ফলদায়ক কৈ প্ৰতিৰোধ কৰিব নোৱাৰিছিল, সেই কাৰণে ইউৰোপে সাম্ৰাজ্য বিস্তাৰৰ উন্মত্ত প্ৰতিযোগিতাত আফ্ৰিকাৰ ওপৰত আক্ৰমণ চলাই এই বিৰাট মহাদেশখন ইউৰোপৰ বিভিন্ন জাতিৰ মাজত ভগাই লৈছিল। মিচৰখন ভাৰতবৰ্ষলৈ অহাৰ বাটত আছিল কাৰণে ইংলেণ্ডে এই দেশ অধিকাৰ কৰিছিল আৰু তেতিয়াৰ পৰা ভাৰতবৰ্ষ অধিকাৰ কৰি ৰখাৰ বাঞ্ছাটোৱে বৃটিছ নীতিত প্ৰাধান্য লাভ কৰিছিল। ১৮৬৯ খৃঃত চুয়েজ খালটো উদ্বোধন কৰা হয়, ই ইউৰোপৰপৰা ভাৰতবৰ্ষলৈ অহা বাট বহুত চমু কৰিলে, আৰু ইয়াৰ কাৰণেই ইংলেণ্ডৰ কাৰণে মিচৰ বেচি মূল্যৱান হ'ল, কাৰণ মিচৰে চুয়েজ খালত হস্তক্ষেপ কৰিব পাৰে আৰু তাকে কৰি ভাৰতবৰ্ষলৈ অহা সামুদ্ৰিক পথত আধিপত্য বিস্তাৰ কৰিব পাৰে।

এই দৰে যান্ত্ৰিক বিপ্লৱৰ ফলত পৃথিৱীৰ সকলো ভাগতে পুঁজিবাদী সভ্যতাৰ

প্ৰসাৰ হৈছিল আৰু সকলোতে ইউৰোপৰ আধিপত্য চলিছিল। পুঁজিবাদৰপৰা সাম্ৰাজ্যবাদৰ উদ্ভৱ হৈছিল। সেই কাৰণে এই শতাব্দীটোক সাম্ৰাজ্যবাদৰ শতাব্দী বুলিব পৰা হয়। কিন্তু এই নতুন সাম্ৰাজ্যবাদৰ যুগটো ৰোম, চীন আৰু ভাৰতবৰ্ষত চলা আৰু আৰব আৰু মঙ্গোলীবিলাকৰ মাজত চলা প্ৰাচীন সাম্ৰাজ্যবাদতকৈ তেনেই বেলেগ আছিল। ই এখন নতুন চানেকিৰ সাম্ৰাজ্য আছিল, এই সাম্ৰাজ্য কেঁচা মাল আৰু বজাৰৰ আকলুৱা। ঔদ্যোগিক পদ্ধতিৰপৰা এই নতুন সাম্ৰাজ্যবাদৰ উদ্ভৱ হৈছিল। তেতিয়া কোৱা হৈছিল যে "বাণিজ্য জাতীয় পতাকাৰ পাচে পাচে যায়", আৰু অতি সঘনে জাতীয় পতাকা বাইবেলৰ পাচে পাচে গৈছিল। ধৰ্ম, বিজ্ঞান, দেশপ্ৰেম— এই সকলোকে অন্যায়কৈ প্ৰয়োগ কৰা হৈছিল এটা উদ্দেশ্য সাধনৰ অৰ্থে; সেই উদ্দেশ্যটো আছিল বৃহৎ যন্ত্ৰৰ মালিক উদ্যোগ পদ্ধতিৰ অধিপতিবিলাকক ক্ৰমে বেচি ধনী কৰিবৰ অৰ্থে পৃথিৱীৰ বেচি দুৰ্বল আৰু উদ্যোগ বিষয়ত বেচি অনুন্নত জাতি-বিলাকক শোষণ কৰা। সত্য আৰু ধৰ্মৰ নামত সেইবিলাক জাতিৰ মাজলৈ যোৱা খৃষ্টিয়ান ধৰ্মপ্ৰচাৰকবিলাক সাম্ৰাজ্যৰ চকীৰ (ঘাটিৰ) দৰে হৈছিল আৰু তেওঁলোকৰ কিবা অনিষ্ট হলে তেওঁলোকৰ নিজৰ নিজৰ দেশবিলাকে সেইটোকে ৰাজ্য অধিকাৰৰ আৰু বিশেষ স্বত্ব আদায় কৰাৰ চেলু কৰিছিল।

উদ্যোগ আৰু সভ্যতাৰ পুঁজিবাদী সংগঠনৰপৰাই অনিবাৰ্যৰূপে সাম্ৰাজ্য-বাদৰ উদ্ভৱ হৈছিল। পুঁজিবাদৰপৰা জাতীয়তাবাদৰ অনুভূতিও তীব্ৰ হৈছিল, সেই কাৰণে তুমি এই শতাব্দীটোক জাতীয়তাবাদৰ শতাব্দীও বুলিব পাৰা। এই জাতীয়তাবাদে অকল নিজৰ দেশক ভাল পোৱাকে নুবুজাইছিল, আন সকলোবিলাক দেশক ঘিণ কৰাও বুজাইছিল। এই দৰে নিজৰ দেশখণ্ডক শ্ৰেষ্ঠ আসন দিয়া আৰু আনবিলাক দেশক ঘিণ কৰি নিন্দা কৰাৰ ফলত বিভিন্ন দেশৰ মাজত অশান্তি আৰু সংঘাত অৱশ্যম্ভাৱী হৈছিল। ইউৰোপৰ বিভিন্ন দেশৰ মাজত থকা উদ্যোগ বিষয়ৰ প্ৰতিদ্বন্দ্বিতা আৰু সাম্ৰাজ্য বিস্তাৰৰ প্ৰতিদ্বন্দ্বিতাই অৱস্থা বেচি বেয়া কৰিছিল। ১৮১৪-১৫ খৃঃত ভিয়েনাৰ "কংগ্ৰেছে" স্থিৰ কৰি দিয়া ইউৰোপৰ মানচিত্ৰ এখনো এটা খং তোলা বিষয় হৈছিল। এই মানচিত্ৰৰ মতে কিছুমান জাতিক দমন কৰি সেইবিলাকক বলেৰে আন জাতিৰ শাসনাধীন কৰা হৈছিল। জাতি স্বৰূপে পোলেণ্ডৰ অস্তিত্ব লোপ পাইছিল। অসঙ্গতভাৱে লগ লগোৱা কিছুমান অঞ্চলৰে অষ্ট্ৰীয়া-হাঙ্গেৰি সাম্ৰাজ্য হৈছিল, সেই সাম্ৰাজ্যত সকলো জাতিৰ মানুহ আছিল, এওঁলোকৰ ইজনে সিজনক অতিপাত বেয়া পাইছিল। দক্ষিণ-পূব ইউৰোপৰ তুৰ্কী সাম্ৰাজ্যৰ বলকান অঞ্চলত তুৰ্কী নোহোৱা আন বহুতো জাতিৰ মানুহ আছিল। ইটালী বহুতো ৰাজ্যত বিভক্ত হৈ আছিল আৰু এই দেশৰ এটা ভাগ অষ্ট্ৰীয়াৰ অধীনস্থ আছিল। ইউৰোপৰ এই মানচিত্ৰখন পৰিৱৰ্তন কৰিবলৈ যুদ্ধ আৰু বিপ্লৱৰ যোগে বাৰম্বাৰ চেষ্টা কৰা হৈছিল। মোৰ ইয়াৰ আগৰ চিঠিখনত ভিয়েনাৰ মীমাংসাটোৰ অলপ পাচতে কৰা এনে চেষ্টা কেইটামানৰ কথা উল্লেখ কৰিছোঁ। শতাব্দীটোৰ দ্বিতীয়াৰ্ধত ইটালীৰ উত্তৰ ফালে অষ্ট্ৰীয়াৰ আধিপত্য আৰু মাজ ভাগত পোপৰ আধিপত্য ওফৰাই পেলায় আৰু সেই দেশ এটা ঐক্যবদ্ধ জাতিত পৰিণত হৈছিল। ইয়াৰ অলপ পাচতে প্ৰুচিয়াৰ নেতৃত্বত জাৰ্ম্মাণী ঐক্যবদ্ধ হৈছিল। জাৰ্ম্মাণীয়ে ফ্ৰান্সক যুদ্ধত পৰাজিত কৰি গৰ্ব

খর্ব কৰি সেই দেশক আলচাচ আৰু লৰেইন নামৰ দুখন সীমান্ত প্রদেশৰ পৰা বঞ্চিত কৰিছিল। সেই সময়ৰ পৰা ফ্ৰান্সে প্রতিশোধ লোৱাৰ সপোন দেখি আছিল। পাচাশ বছৰৰো কম সময়ৰ ভিতৰত এটা ৰক্তাক্ত আৰু ভয়ঙ্কৰ প্রতিশোধ লোৱা হৈছিল।

ইংলেণ্ডৰ গুৰুত্বপূর্ণ প্রাধান্য থকাৰ কাৰণে সেই দেশৰ ভাগ্য ইউৰোপৰ সকলোবিলাক দেশৰ ভিতৰত বৰ ভাল আছিল। প্রতিযোগিতাত সেই দেশৰ সকলোতে লাভ হৈছিল আৰু সেই দেশত যি অৱস্থা চলি আছিল, তাত সেই দেশ ভালকৈ সন্তুষ্ট আছিল। ভাৰতবর্ষ নতুন চানেকিৰ সাম্রাজ্যৰ আদর্শ আছিল, সমৃদ্ধিশালী এই ভূভাগৰ শোষণৰ পৰা ইংলেণ্ডলৈ অবিৰতভাৱে সম্পত্তিৰ নৈ বৈ আছিল। ভাৰতবর্ষৰ ওপৰত ইংলেণ্ডৰ এনে অধিকাৰ হোৱা দেখি আন সকলো সম্ভাব্য সাম্রাজ্য স্থাপনকাৰীবিলাকৰ ঈর্ষা হৈছিল। তেওঁলোকে ভাৰতবর্ষৰ আদর্শত আন আন অঞ্চলত সাম্রাজ্য স্থাপন কৰিবলৈ বিচাৰিছিল। ফৰাচীবিলাক কিছু পৰিমাণে কৃতকার্য হৈছিল; জাৰ্ম্মাণবিলাক এই ক্ষেত্ৰত নমাত অলপ পলম হৈছিল আৰু তেওঁলোকলৈ থল প্রায় নাইকিয়া হৈছিল। এইদৰে এই "বৃহৎ শক্তিবিলাক"ৰ মাজত ৰাজনৈতিক উত্তাপ চলিছিল, প্রত্যেকটো শক্তিয়ে বেচিকৈ ৰাজ্য গ্রাস কৰি একেটা পদ্ধতিকে চলোৱা আন এটা শক্তিৰ বিৰুদ্ধে যুঁজি তাক আতঁৰাবলৈ যত্ন কৰিছিল। বিশেষকৈ ইংলেণ্ড আৰু ৰুচিয়াৰ মাজত নেৰানেপেৰাকৈ সংঘাত হৈ আছিল, কাৰণ ৰুচিয়াই মধ্য এচিয়াৰ পৰা ইংলেণ্ডৰ ভাৰতবর্ষ দখলত ভয় খুৱাইছিল। সেই কাৰণে ইংলেণ্ডে ৰুচিয়াক পৰাজিত কৰিবলৈ সদায় চেষ্টা কৰি আছিল। শতাব্দীটোৰ মাজ ভাগত যেতিয়া ৰুচিয়াই তুৰস্কক পৰাজিত কৰি কনষ্টান্টিনোপল লবলৈ হেঁপাহ কৰিলে তেতিয়া ইংলেণ্ডে তুৰস্কৰ পক্ষ লৈ ৰুচিয়াক খেদি পঠিয়াইছিল। ইংলেণ্ডে তুৰস্কক ভাল পোৱাৰ কাৰণে এনে কৰা নাছিল, ৰুচিয়ালৈ ভয় কৰি আৰু ভাৰতবর্ষ হেৰুৱাৰ ভয়তহে তেনে কৰিছিল।

কালক্রমে যেতিয়া উদ্যোগ বিষয়ত জাৰ্ম্মাণী, ফ্ৰান্স আৰু আমেৰিকাৰ যুক্তৰাজ্য ইংলেণ্ডৰ সমকক্ষ হ'ল, তেতিয়া এই বিষয়ত ইংলেণ্ডৰ প্রাধান্য ক্রমে ক্রমে কমি যাবলৈ ধৰিলে। শতাব্দীটোৰ শেষৰ ফালে ঘটনাবিলাকে চূড়ান্ত অৱস্থা পালেগৈ। ইউৰোপৰ এই শক্তিবর্গৰ কাৰণে পৃথিৱীখন ইমান সৰু হৈছিল যে তেওঁলোকৰ বিপুল উচ্চাকাঙ্খা পূৰণৰ থল নোহোৱা হৈছিল। প্রত্যেকটো শক্তিয়ে আন এটা শক্তিক ভয় কৰিছিল, ঘিণ কৰিছিল আৰু ঈর্ষা কৰিছিল আৰু এই ভয় আৰু চিন্তাৰ কাৰণে প্রত্যেকটো শক্তিয়ে তেওঁলোকৰ সৈন্যদল আৰু যুদ্ধ-জাহাজ বঢ়াইছিল। ধ্বংসৰ এই সৰঞ্জামবিলাকৰ সম্পর্কত মাৰাত্মক প্রতিযোগিতা এটা চলিছিল। আনৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ বিভিন্ন দেশৰ মাজত মিত্ৰতাও হৈছিল আৰু শেহান্তৰত ইউৰোপত পৰস্পৰ বিৰোধী মিত্ৰতাৰ দুটা ব্যৱস্থা হৈছিল—এটা ব্যৱস্থাত ফ্ৰান্সে নেতৃত্ব কৰিছিল, এই ব্যৱস্থাৰ লগত ইংলেণ্ড গোপনে সংযুক্ত আছিল, আনটো ব্যৱস্থাত জাৰ্ম্মাণীয়ে নেতৃত্ব কৰিছিল। ইউৰোপখন অস্ত্রশস্ত্রৰে সুসজ্জিত শিবিৰ এটাত পৰিণত হৈছিল। উদ্যোগ, বাণিজ্য আৰু যুদ্ধৰ অস্ত্রশস্ত্র উৎপাদনত প্রতিযোগিতা বৰ তীব্র হৈছিল। প্রত্যেকখন পশ্চিমীয়া দেশতে জাতীয়তাবাদৰ সঙ্কীর্ণ উদ্দীপনা এটা এনে ভাবে বঢ়োৱা হৈছিল যাতে সেই উদ্দীপনাৰ ফলত জনসাধাৰণে বিভ্রান্ত হৈ তেওঁলোকৰ

ওচৰচুবুৰীয়া আন দেশৰ মানুহবিলাকক ঘিণ কৰে আৰু যাতে এইদৰে তেওঁলোক যুদ্ধৰ কাৰণে সাজু হয়।

এইদৰে ইউৰোপত বিবেচনাহীন জাতীয়তাবাদৰ প্ৰভুত্ব হৈছিল। এনে হোৱাটো আচৰিত কথা আছিল, কাৰণ যাতায়াত ক্ষিপ্ৰ হোৱাৰ কাৰণে বিভিন্ন দেশ পৰস্পৰৰ ওচৰ চাপিছিল আৰু আগতকৈ বহুত বেছি মানুহে এখন দেশৰপৰা আন এখন দেশলৈ অহা-যোৱা কৰিছিল। যেয়ে সেয়ে ভাবিলেহেঁতেন যে মানুহবিলাকে তেওঁলোকৰ ওচৰচুবুৰীয়াবিলাকক বেছি ভালকৈ চিনি পোৱাৰ লগে লগে তেওঁলোকৰ মনৰ ভুল ধাৰণাবিলাক কমিছিল আৰু তেওঁলোকৰ মনৰ সঙ্কীৰ্ণতা গুচি দৃষ্টিভঙ্গী বহল হৈছিল। অৱশ্যে কিছু পৰিমাণে এনে হৈছিল, কিন্তু নতুন ঔদ্যোগিক পুঁজিবাদৰ প্ৰভাৱত সমাজৰ সমস্ত গাঁথনিটো এনে হৈছিল যে সেই গাঁথনিয়ে বিভিন্ন জাতিৰ মাজত, বিভিন্ন শ্ৰেণীৰ মাজত আৰু বিভিন্ন ব্যক্তিৰ মাজত সংঘাতৰ সৃষ্টি কৰিছিল।

প্ৰাচ্যতো জাতীয়তাবাদৰ সংবৰ্ধন হৈছিল। প্ৰাচ্যৰ যি দেশত যি বিদেশীৰ আধিপত্য আৰু শোষণ চলিছিল, সেই দেশৰ জাতীয়তাবাদে সেই বিদেশীৰ বিৰুদ্ধে যুঁজাৰ ৰূপ লৈছিল। প্ৰথমতে প্ৰাচ্যৰ দেশবিলাকত সামন্ত প্ৰথাৰ অৱশিষ্ট শক্তিয়ে বিদেশী আধি-প্ৰত্যৰ বিৰুদ্ধে যুঁজিছিল, কাৰণ তেওঁলোকে অনুভৱ কৰিছিল যে তেওঁলোকৰ অৱস্থা সঙ্কটাপন্ন হৈছিল। তেওঁলোক বিফল হোৱা সুনিশ্চিত আছিল, সেই কাৰণে তেওঁ-লোক বিফল হৈছিল। তাৰ পাচত ধাৰ্মিক দৃষ্টিভঙ্গীৰ বোল পৰা নতুন এবিধ জাতীয়তাবাদৰ উদ্ভৱ হৈছিল। কালক্ৰমে ধৰ্মৰ এই বোলটো উঠি গৈছিল আৰু পশ্চি-মীয়া চানেকিৰ জাতীয়তাবাদ এটাৰ উদ্ভৱ হৈছিল। জাপান বিদেশীৰ অধিপাত্যৰ পৰা মুক্ত আছিল, তাত আধা সামন্তবাদী তীব্ৰ জাতীয়তাবাদৰ প্ৰতি উৎসাহ দিয়া হৈছিল।

অতি প্ৰাচীন কালৰপৰা এচিয়াই ইউৰোপৰ আক্ৰমণ প্ৰতিৰোধ কৰি আছিল; কিন্তু ইউৰোপৰ সৈন্যবিলাকৰ দখলত থকা নতুন অস্ত্ৰশস্ত্ৰবিলাকৰ শক্তি আৰু কাৰ্য-কাৰিতাৰ বিষয়ে উপলব্ধি হোৱাৰ পাচত এনে প্ৰতিৰোধ সামান্য হৈছিল। ইউৰোপত বিজ্ঞানৰ যি সংবৰ্ধণ আৰু যি যান্ত্ৰিক প্ৰগতি হৈছিল, সেইবিলাকে ইউৰোপৰ সৈন্য-বাহিনীবিলাকক প্ৰাচ্যত সেই কালত থকা সৈন্যদলবিলাকতকৈ বহুতো বেছি শক্তি-শালী কৰিছিল। সেই কাৰণে প্ৰাচ্যৰ দেশবিলাকে সেইবিলাকক আগত নিশকতীয়া যেন অনুভৱ কৰি নিৰাশ হৈ তেওঁলোকৰ ওচৰত শৰণাপন্ন হৈছিল। কিছুমান মানুহে কয় যে প্ৰাচ্য আধ্যাত্মিক আৰু পশ্চিমীয়া দেশবোৰ বস্তুবাদী। এনে বিধৰ মন্তব্য অতি ভ্ৰমাত্মক। ১৮শ আৰু ১৯শ শতাব্দীত যেতিয়া ইউৰোপ আক্ৰমণকাৰী স্বৰূপে প্ৰাচ্যলৈ আহিছিল, সেই কালত প্ৰাচ্য আৰু পশ্চিমৰ প্ৰকৃত পাৰ্থক্য আছিল প্ৰাচ্যৰ মধ্যযুগীয়া ব্যৱস্থাত আৰু পশ্চিমৰ ঔদ্যোগিক আৰু যান্ত্ৰিক প্ৰগতিত। প্ৰথমতে ভাৰতবৰ্ষ আৰু প্ৰাচ্যৰ আনবিলাক দেশে পশ্চিমৰ অকল সামৰিক দক্ষতা দেখিয়েই নহয়, তেওঁলোকৰ বৈজ্ঞানিক আৰু কাৰিকৰী উদগতি দেখিও বিচূৰ্তি খাইছিল। এই সকলোবিলাক লগ লাগি সেইবিলাকে প্ৰাচ্যৰ দেশবিলাকৰ মনত সামৰিক আৰু কাৰি-কৰী বিষয়ত এটা নীচাত্মিকা ভাৱৰ সৃষ্টি কৰিছিল। তথাপি জাতীয়তাবাদৰ আৰু বিদেশী আক্ৰমণ প্ৰতিৰোধ কৰি বিদেশীক খেদাই পঠিওৱাৰ বাঞ্ছাৰ সংবৰ্ধণ হৈছিল বিংশ শতাব্দীৰ আগ ভাগত এনে এটা ঘটনা ঘটিছিল যাৰ প্ৰভাৱ এচিয়াৰ মানুহৰ

মনত গুৰুত্বপূৰ্ণ হৈছিল। এই ঘটনাটো আছিল জাপানৰ হাতত জাৰৰ অধীনত থকা ৰুচিয়াৰ পৰাজয়। ক্ষুদ্ৰ শক্তি জাপানে ইউৰোপৰ আটাইতকৈ শ্ৰেষ্ঠ আৰু ক্ষমতাশালী শক্তি এটাক পৰাজিত কৰা ঘটনাটোৱে সকলোকে বিস্মিত কৰিছিল; এচিয়াত এই বিস্ময়টো আনন্দদায়ক হৈছিল। জাপানক পশ্চিমীয়া আক্ৰমণৰ বিৰুদ্ধে সংগ্ৰাম চলোৱা দেশবিলাকৰ প্ৰতিনিধি বুলি ভবা হৈছিল আৰু সেই সময়ত প্ৰাচ্যৰ সকলো ভাগতে জাপান অতি প্ৰিয়পাত্ৰ হৈছিল। প্ৰকৃততে জাপান এচিয়াৰ তেনে প্ৰতিনিধি নাছিল, ইউৰোপৰ বৃহৎ শক্তি এটাৰ দৰে জাপানেও নিজৰ ক্ষমতা বঢ়াবলৈ যুদ্ধ কৰিছিল। মোৰ ভালকৈ মনত আছে—যেতিয়া জাপানৰ বিজয়বিলাকৰ বাতৰি পাইছিলোঁ, তেতিয়া কিমান যে উত্ৰাৱল হৈছিলোঁ! তেতিয়া মোৰ বয়স তোমাৰ এতিয়াৰ বয়সৰ সমান আছিল।

এইদৰে পশ্চিমৰ সাম্ৰাজ্যবাদ বেচিকৈ আক্ৰমণাত্মক হোৱাৰ লগে লগে ইয়াক প্ৰতিৰোধ কৰিবৰ কাৰণে আৰু ইয়াৰ বিৰুদ্ধে যুঁজিবৰ কাৰণে প্ৰাচ্যত জাতীয়তাবাদৰ সংবৰ্ধণ হৈছিল। এচিয়াৰ সকলো ভাগতে পশ্চিমে আৰব জাতিবিলাকৰপৰা আৰম্ভ কৰি দূৰ প্ৰাচ্যৰ মঙ্গোল জাতিবিলাকলৈকে জাতীয় আন্দোলনৰ সূত্ৰপাত হৈছিল; প্ৰথমতে এনে আন্দোলন সাৱধানে আৰু ধীৰে ধীৰে আগুৱাইছিল, তাৰ পাচত আন্দোলনবিলাকৰ দাবী ক্ৰমে বেচি উগ্ৰ হৈছিল। ভাৰতবৰ্ষত জাতীয় মহাসভাৰ (কংগ্ৰেছৰ) আৰম্ভণি আৰু ইয়াৰ প্ৰথম অৱস্থাৰ বছৰবিলাকৰ কাম দেখা পোৱা হৈছিল। এইদৰে এচিয়াত বিদ্ৰোহ আৰম্ভ হৈছিল।

১৯শ শতাব্দীত আমাৰ নিৰীক্ষণ শেষ হবলৈ আৰু বহুতো বাকী আছে। কিন্তু এই চিঠিখন যথেষ্ট দীঘল হৈছে কাৰণে ইমানতে ইয়াৰ শেষ হওক।

## ১০৮

## ঊনবিংশ শতাব্দীৰ আৰু এছোৱা

২৪ নবেম্বৰ, ১৯৩২ খৃষ্টাব্দ

মোৰ আগৰ খন চিঠিত ১৯শ শতাব্দীৰ কিছুমান বিশেষ লক্ষণৰ কথা আৰু বৃহৎ প্ৰচলনৰ পাচত পশ্চিম ইউৰোপত সদৰিকৈ হোৱা ঔদ্যোগিক পুঁজিবাদৰ বিবিলাক বিবিধ ফল হৈছিল, সেইবিলাকৰ বিষয়ে কৈছিলোঁ। এই সম্পৰ্কত পশ্চিম ইউৰোপে আগ ভাগ লোৱাৰ এটা কাৰণ এই যে সেই অঞ্চলত কয়লা আৰু লোহাৰ খনি আছিল। বৃহৎ যন্ত্ৰবিলাক নিৰ্মাণ কৰা আৰু সেইবিলাক চলোৱাৰ কাৰণে কয়লা আৰু লোহা অতি প্ৰয়োজনীয়।

আমি আগতে পাই আহিছোঁ যে পুঁজিবাদৰপৰা সাম্ৰাজ্যবাদ আৰু জাতীয়তাবাদৰ উদ্ভৱ হৈছিল। জাতীয়তাবাদ নতুন কথা নাছিল, আগেয়েও ই আছিল। কিন্তু ই বেচি সঙ্কীৰ্ণ আৰু বেচি তীব্ৰ হৈছিল। ই একে সময়তে ঐক্যবন্ধও কৰিছিল, বিচ্ছিন্নও কৰিছিল; ইয়াৰ প্ৰভাৱত জাতীয় গোট এটাৰ ভিতৰত বাস কৰি থকা মানুহবিলাকৰ পৰস্পৰ সম্পৰ্ক ঘনিষ্ঠ হৈছিল। কিন্তু আন এটা বেলেগ জাতীয় গোটৰ

ভিতৰত বাস কৰি থকা মানুহবিলাকৰ লগত সম্পৰ্ক ক্ৰমে বেচিকৈ ছেদ হৈছিল। প্ৰত্যেক দেশতে দেশপ্ৰেমৰ সংবৰ্ধণ হৈছিল, কিন্তু তাৰ লগে লগে বিদেশীক ঘিণ কৰা আৰু অবিশ্বাস কৰাৰ ভাৱ ক্ৰমে বাঢ়ি গৈছিল। ইউৰোপত উদ্যোগ বিষয়ত বেচি উন্নত দেশবিলাকৰ প্ৰত্যেকখনে আন এখনক চিকাৰী জন্তুৰ দৰে গেঙেৰি দিছিল। ইংলেণ্ডে লুটৰ সম্পত্তিৰ আটাইতকৈ বেচি ভাগ পাই স্বাভাৱিকতে সেই বিলাকৰ গৰাকী হৈ থাকিবলৈ বিচাৰিছিল। কিন্তু আনবিলাক দেশৰ কাৰণে, বিশেষকৈ জাৰ্ম্মাণীৰ কাৰণে সকলোতে ইংলেণ্ডৰ প্ৰাধান্য অসহনীয় হৈছিল। সেই কাৰণে সংঘাত বাঢ়ি শেষত যুদ্ধ ঘোষিত হৈছিল। ঔদ্যোগিক পুঁজিবাদৰ সমষ্ট গাঁথনিটোৱে আৰু ইয়াৰ পৰা উদ্ভৱ হোৱা সাম্ৰাজ্যবাদে এনে সংঘাত আৰু সংঘৰ্ষলৈ আগ বঢ়াই লৈ যায়। দেখা যায় যে সেইবিলাকত এনে কিছুমান অসামঞ্জস্য আছে যিবিলাক মিলাব নোৱাৰি, কাৰণ সেই-বিলাকৰ মূলত আছে সংঘৰ্ষ, প্ৰতিদ্বন্দ্বিতা আৰু শোষণ। এইদৰে প্ৰাচ্যত সাম্ৰাজ্য-বাদৰ পৰা উদ্ভৱ হোৱা জাতীয়তাবাদ সাম্ৰাজ্যবাদৰ দুৰ্ঘোৰ শত্ৰু হৈছিল।

কিন্তু এনেবিলাক অসামাঞ্জস্য থকা সত্বেও পুঁজিবাদী পদ্ধতিৰ সভ্যতাই বহুতো উপকাৰী শিক্ষা দিছিল। ই সংগঠনৰ শিক্ষা দিছিল,কাৰণ বৃহৎযন্ত্ৰ আৰু বৃহৎ পৰি-সৰৰ উদ্যোগ কাৰ্যকৰী কৰাৰ আগতে বহুতো পৰিমাণৰ সংগঠনৰ আৱশ্যক হয়। ই বৃহৎ কাৰবাৰত সহযোগিতাৰ শিক্ষা দিছিল। ই কাৰ্যদক্ষতা আৰু সময়নিষ্ঠা শিকাই-ছিল। এইবিলাক গুণ নেথাকিলে বৃহৎ কাৰখানাবিলাক নাইবা ৰেলগাড়ী চলোৱা পদ্ধতি এটা চলোৱা সম্ভৱ নহয়। কোনো কোনো সময়ত কোৱা হয় যে এই গুণ-বিলাক পশ্চিমীয়া মানুহৰ জাতীয় গুণ আৰু প্ৰাচ্যৰ মানুহৰ এইবিলাক গুণ নাই। আন প্ৰায় সকলোবিলাক বিষয়ৰ দৰে এই বিষয়তো প্ৰাচ্য আৰু পাশ্চাত্যৰ প্ৰশ্ন নাই। ঔদ্যোগিক পদ্ধতিৰ কাৰণে এই গুণবিলাকৰ উন্নয়ণ হৈছিল আৰু পাশ্চাত্য দেশবিলাক ঔদ্যোগীকৃত হোৱাৰ কাৰণে এইবিলাক গুণৰ অধিকাৰী হৈছিল; প্ৰাচ্য তেতিয়াও বহুত পৰিমাণে কৃষি-প্ৰধান হৈ থকাৰ কাৰণে আৰু উদ্যোগ-প্ৰধান নোহোৱাৰ কাৰণে তেওঁলোকৰ সেইবিলাক গুণৰ অভাৱ হৈছিল।

ঔদ্যোগিক পুঁজিবাদে আন এটা ডাঙৰ উপকাৰ সাধিছিল। ই দেখুৱাইছিল কেনেকৈ শক্তিৰ সহায়ত কৰা উৎপাদনৰ অৰ্থাৎ বৃহৎ যন্ত্ৰ, কয়লা আৰু বাষ্পৰ সহায়েৰে সম্পত্তি উৎপন্ন কৰিব পাৰি। আগৰ কালৰ মানুহৰ ভয় আছিল যে পৃথিৱীৰ সক-লোকে অঁটাৰ জোখাৰে বস্তু নাই; সেই কাৰণে বিৰাট সংখ্যাৰ মানুহ কিছুমান বাধ্য হৈ সদায় দুখীয়া হৈ থাকিব লাগিব—সেই ভয়টো নিৰ্মূল হৈছিল। বিজ্ঞান আৰু-যন্ত্ৰৰ সহায়েৰে পৃথিৱীৰ লোকসংখ্যাৰ কাৰণে যথেষ্ট আহাৰ আৰু কাপোৰ আৰু আৱশ্যকীয় আন সকলো বস্তু অন্ততঃ নীতি স্বৰূপে উৎপাদন কৰিব পৰা হৈছিল। পিচে সিমানতেই বৈ গৈছিল। নিঃসন্দেহে সম্পত্তি উভৈনদীকৈ উৎপাদন কৰা হৈছিল, কিন্তু দুখীয়া মানুহবিলাক দুখীয়া হৈয়ে আছিল, আচলতে তেওঁলোক বেচি দুখীয়া-হে হৈছিল। ইউৰোপৰ মানুহৰ অধীনত থকা প্ৰাচ্যৰ আৰু আফ্ৰিকাৰ দেশবিলাকত অৱশ্যে প্ৰকাশ্যভাৱে আৰু নিৰ্লজ্জভাৱে শোষণ হৈছিল। এই দেশবিলাকত বাস কৰি থকা দুৰ্ভগীয়া মানুহবিলাকৰ ফাললৈ মন কৰোঁতা কোনো নাছিল। কিন্তু পশ্চিম ইউৰোপতো দাৰিদ্ৰৰ অন্ত নহৈছিল, ক্ৰমে বেচি প্ৰত্যক্ষহে হৈছিল। পৃথিৱীৰ অৱ-

শিল্ট ভাগৰ শোষণৰ পৰা পশ্চিম ইউৰোপলৈ কিছু কাল সম্পত্তি নিয়া হৈছিল। এই সম্পত্তিৰ অতি সৰহ ভাগ শীৰ্ষ স্থানত থকা তাকৰীয়া ধনী মানুহবিলাকৰ হাতলৈ গৈছিল, কিন্তু ইয়াৰ অলপীয়া এটা ভাগ দুখীয়া শ্ৰেণীবিলাকৰ মানুহৰ হাতলৈকো সৰকিছিল। সেই কাৰণে এইবিলাক মানুহৰ জীৱিকা নিৰ্বাহৰ মান অলপ উন্নত হৈছিল। লোকসংখ্যাও অতিপাতকৈ বাঢ়িছিল।

কিন্তু এচিয়া, আফ্ৰিকা আৰু উদ্যোগ-প্ৰধান নোহোৱা অঞ্চলবিলাকৰ শোষিত মানুহবিলাকৰ দুৰ্গতি কৰি এই সম্পত্তিৰ বেচি ভাগ হৈছিল আৰু জীৱিকা নিৰ্বাহৰ মান উন্নত হৈছিল। এই শোষণে আৰু সম্পত্তিৰ সোঁতে কিছু কাল পুঁজিবাদী পদ্ধতিটোৰ অসামঞ্জস্যবিলাক লুকাই ৰাখিছিল। তথাপি ধনী আৰু দুখীয়াৰ পাৰ্থক্যটো বাঢ়িছিল, দুয়ো শ্ৰেণীৰ মাজৰ দূৰত্বটো আৰু বেচি হৈছিল। তেওঁলোক দুটা পৃথক জাতিৰ মানুহ হৈছিল। ১৯শ শতাব্দীৰ শ্ৰেষ্ঠ ৰাজনীতিজ্ঞ পুৰুষ বেঞ্জামিন ডিজৰেলিয়ে তেওঁলোকৰ কথা এনেকৈ বৰ্ণনা কৰিছে:

"দুটা জাতি, এই দুই জাতিৰ মাজত আদান-প্ৰদান নাই আৰু সহানুভূতি নাই; এজাতিৰ আচাৰ-ব্যৱহাৰ, চিন্তা আৰু অনুভূতিৰ বিষয়ে আনটো জাতি অজ্ঞ, তেওঁলোক যেন বেলেগ বেলেগ ৰাজ্যত বাস কৰি থকা মানুহ, বেলেগ গ্ৰহৰ অধিবাসী; বেলেগ বেলেগ শিক্ষাই তেওঁলোকৰ চৰিত্ৰ গঠন কৰে, বেলেগ বেলেগ আহাৰ তেওঁলোকক খাবলৈ দিয়া হয়, বিভিন্ন পদ্ধতিৰে তেওঁলোকক নিয়ন্ত্ৰিত কৰা হয়, একেবিলাক আইনেৰে তেওঁলোকক শাসন কৰা নহয়............ধনী আৰু দুখীয়া মানুহবিলাক।"

উদ্যোগৰ নতুন ব্যৱস্থা অনুসাৰে কাৰখানাবিলাকত বহুত সংখ্যাৰ বনুৱা হৈছিল, তাৰ পৰা কাৰখানাত কাম কৰা বনুৱাৰ এটা নতুন শ্ৰেণীৰ উদ্ভৱ হৈছিল। এই মানুহবিলাক কৃষক আৰু পথাৰত কাম কৰা মানুহবিলাকতকৈ বহুত বিষয়ত বেলেগ আছিল। কৃষকে ঋতুবিলাক আৰু বৰষুণৰ ওপৰত বহুতো পৰিমাণে নিৰ্ভৰ কৰিব লাগে। ঋতুবিলাক আৰু বৰষুণ কৃষকৰ অধীন নহয়, সেই কাৰণে কৃষকে ভাবিবলৈ লয় যে দৈনিক কাৰণত তেওঁলোকৰ দুৰ্গতি হয়। তেওঁলোক কুসংস্কাৰী হয়, অৰ্থনৈতিক কাৰণবিলাকলৈ তেওঁলোকে আওকাণ কৰে, নিৰানন্দ আৰু হতাশ জীৱন যাপন কৰে আৰু আপত্তি নকৰাকৈ নিৰ্দয় এনে ভাগ্যৰ শৰণাপন্ন হয়, যাক তেওঁলোকে পৰিৱৰ্তন কৰিব নোৱাৰে। কিন্তু কাৰখানাৰ বনুৱাই মানুহে তৈয়াৰ কৰা যন্ত্ৰৰে কাম কৰে, তেওঁলোকে সম্পত্তি উৎপাদন কৰে, কিন্তু তেওঁলোকে দেখা পায় যে সেই সম্পত্তিৰ বহুত বেচি ভাগ আনৰ হাতলৈ যায় আৰু তেওঁলোক নিজে দুখীয়া হৈ থাকে; তেওঁলোকে অৰ্থনৈতিক বিধানবিলাকৰ প্ৰয়োগ কিছু পৰিমাণে দেখিবলৈ পায়। সেই কাৰণে তেওঁলোকৰ দাৰিদ্ৰ্যৰ কাৰণে তেওঁলোকে দেৱতাসকলক দোষী নকৰে, সমাজক নাইবা সমাজ-ব্যৱস্থাক দোষী কৰে, বিশেষকৈ কাৰখানাৰ যি পুঁজিবাদী মালিকে তেওঁলোকৰ পৰিশ্ৰমৰ পৰা হোৱা লাভৰ ইমান বেচি ভাগ নিয়ে, তেওঁলোকক দোষী কৰে। বনুৱাবিলাক শ্ৰেণী সচেতন হয় আৰু তেওঁলোকে বুজি পায় যে বিভিন্ন শ্ৰেণী আছে আৰু উচ্চশ্ৰেণী কেইটাই তেওঁলোকৰ শ্ৰেণীটোক উৎপীড়ন কৰে। ইয়াৰপৰা অসন্তোষ আৰু বিদ্ৰোহৰ উদ্ভৱ হয়। অসন্তোষৰ প্ৰথম গোৰগোৰণি অস্পষ্ট আৰু নিস্তেজ

হয়, প্ৰথম বিদ্ৰোহবিলাক বিবেচনাহীন, অসাৱধান আৰু দুৰ্বল হয়, চৰকাৰে সেইবিলাক সহজে দমন কৰে। কাৰণ যি মধ্যবিত্ত শ্ৰেণীৰ বৃহৎ কাৰখানা আৰু তাৰ শাখা বিলাকত আধিপত্য হয়, চৰকাৰে সেই শ্ৰেণীটোৰ স্বাৰ্থৰে প্ৰতিনিধিত্ব কৰে। কিন্তু ভোক বহুত দিন দমন কৰি ৰাখিব নোৱাৰি আৰু শীঘ্ৰে দুখীয়া বনুৱাবিলাকে তেওঁলোকৰ সতীৰ্থবিলাকৰ সংঘবন্ধতাত এটা নতুন বল পায়। সেই কাৰণে বনুৱা-বিলাকক নিৰাপদ কৰিবলৈ আৰু তেওঁলোকৰ অধিকাৰৰ কাৰণে যুঁজিবলৈ বনুৱা সংঘৰ উদ্ভৱ হয়। এই সংঘবিলাক প্ৰথমতে গোপনীয় অনুষ্ঠান আছিল। কাৰণ চৰকাৰে বনুৱাবিলাকক সংগঠিত হবলৈকে অনুমতি নিদিছিল। ক্ৰমে এই কথা বেচি স্পষ্ট হৈছিল যে চৰকাৰ সুনিশ্চিতভাৱে এটা শ্ৰেণীৰ চৰকাৰ আৰু যি শ্ৰেণীটোৰ তেওঁ-লোকে প্ৰতিনিধিত্ব কৰিছিল, সেই শ্ৰেণীক সকলো প্ৰকাৰে নিৰাপদ কৰি ৰাখিবলৈ সেই চৰকাৰ দৃঢ় প্ৰতিজ্ঞ আছিল। আইনবিলাকো বিশেষ শ্ৰেণীটোৰ উপকাৰৰ অৰ্থে কৰা আইন আছিল। ধীৰে ধীৰে বনুৱাবিলাক শক্তিশালী হৈছিল আৰু তেওঁলোকৰ বনুৱা সংঘবিলাক পৰাক্ৰমী অনুষ্ঠানত পৰিণত হৈছিল। বিভিন্ন প্ৰকাৰৰ বনুৱা-বিলাকে বুজি পাইছিল যে ক্ষমতা চলাই তেওঁলোকক শোষণ কৰা শ্ৰেণীটোৰ বিৰুদ্ধে তেওঁলোক সকলোৰে স্বাৰ্থ প্ৰকৃততে একে। সেই কাৰণে বিভিন্ন বনুৱা-সংঘ সকলোৱে পৰস্পৰৰ লগত সহযোগ কৰিছিল, এইদৰে দেশ এখনৰ সকলোবিলাক কাৰখানাৰ বনুৱা এটা সংগঠিত সমষ্টি হৈছিল। ইয়াৰ পাচৰ কাৰ্যক্ৰম হৈছিল বিভিন্ন দেশৰ বনুৱাবিলাক ঐক্যবন্ধ হোৱা, কাৰণ তেওঁলোকে অনুভৱ কৰিছিল যে তেওঁলোকৰ স্বাৰ্থ একে আৰু তেওঁলোকৰ শত্ৰুও একে। এইদৰে "পৃথিৱীৰ বনুৱাসকল ঐক্য-বন্ধ হওক" ঘোষণাটোৰ উদ্ভৱ হৈছিল আৰু বনুৱাৰ আন্তৰ্জাতিক অনুষ্ঠান স্থাপন কৰা হৈছিল। ইতিমধ্যে পুঁজিবাদী উদ্যোগবো সংবৰ্ধন হৈছিল আৰু ইও আন্ত-ৰ্জাতিক হৈছিল। এইদৰে য'তে এই ঔদ্যোগিক পুঁজিবাদৰ সমৃদ্ধি হৈছিল, ত'তে পুঁজিবাদৰ বিৰুদ্ধে বনুৱা উঠিছিল।

মই অনুচিতভাৱে খৰখেদাকৈ আগুৱাই গলোঁ, এতিয়া উলটি আহিব লাগিব। কিন্তু ১৯শ শতাব্দীৰ এই পৃথিৱীখনত সঘনে পৰস্পৰ বিৰুদ্ধ বহুতো উপক্ৰমৰ এনে এটা সংমিশ্ৰণ হৈছিল যে সেই সকলোবিলাককৈ লক্ষ্য কৰা টান হয়। পুঁজিবাদ, জাতীয়তাবাদ, আন্তৰ্জাতিকতাবাদ, সম্পত্তি, দাৰিদ্ৰ্য—এই সকলোবিলাকৰ সংমিশ্ৰণটোৰ পৰা তুমি কি বুজিবা ভাবি নেপাওঁ। কিন্তু জীৱনটোও এটা আচৰিত সংমিশ্ৰণ। ই যেনে আছে আমি তেনে ভাবেই ইয়াক গ্ৰহণ কৰিব লাগিব, ইয়াক বুজিব লাগিব আৰু তাৰ পাচত ইয়াক বেচি ভাল কৰিব লাগিব।

পৰস্পৰ অমিল এই বিশৃঙ্খল সংমিশ্ৰণটোৱে ইউৰোপ আৰু আমেৰিকাৰ বহুতো মানুহক ভাবিবলৈ বাধ্য কৰিছিল। শতাব্দীটোৰ আৰম্ভণিৰ ভাগত নেপোলিয়নৰ পতনৰ পাচত ইউৰোপৰ সকলো দেশতে ব্যক্তি-স্বাধীনতা প্ৰায় নাইকিয়া হৈছিল। কিছুমান এনে দেশত ৰজাৰ অত্যাচাৰ চলিছিল, ইংলেণ্ডৰ দৰে আন কিছুমানত অভিজাত আৰু ধনী মানুহৰ সৰু এটা শ্ৰেণীয়ে ক্ষমতা চলাইছিল। তোমাক আগতে কৈছোঁ যে সেই কালত সকলোতে উদাৰ ভাবাপন্ন মানুহবিলাকক দমন কৰি ৰখা হৈছিল। কিন্তু এনে কৰা সত্বেও আমেৰিকা আৰু ফ্ৰান্সৰ বিপ্লৱৰ ফলত উদাৰ চিন্তাশীল

লোকসকলে গণতন্ত্ৰ আৰু ৰাজনৈতিক স্বাধীনতাৰ ভাৱবিলাক শিকি সেইবিলাকৰ মোল বুজা হৈছিল। প্ৰকৃততে গণতন্ত্ৰক ৰাষ্ট্ৰৰ আৰু জনসাধাৰণৰ সকলোবিলাক অনিষ্ট আৰু দুৰ্গতি গুচুৱাৰ উপায় বুলি ভবা হৈছিল। গণতান্ত্ৰিক আদৰ্শ মতে কাৰো কাৰণে আছুতীয়া স্বত্ব থকা অনুচিত, অৱশ্যে মানুহবিলাকৰ নানা প্ৰকাৰৰ পৰস্পৰ পাৰ্থক্য আছে, কিছুমান আনবিলাকতকৈ বেচি বলী, কিছুমান বেচি জ্ঞানী, কিছুমান বেচি নিঃস্বাৰ্থ। কিন্তু গণতন্ত্ৰত বিশ্বাসীসকলে কৈছিল যে মানুহৰ মাজত যিমানেই পাৰ্থক্য থাওক লাগে, তেওঁলোক সকলোৰে একে ৰাজনৈতিক মৰ্যাদা থকা উচিত। আৰু প্ৰত্যেক মানুহকে ভোটৰ অধিকাৰ দি এই অৱস্থা সংঘটিত কৰিব লাগিব। প্ৰগতি-বাদী চিন্তাশীল লোকসকলে আৰু উদাৰ নৈতিকসকলে গণতন্ত্ৰৰ উপকাৰিতাত সৰ্বা-ন্তঃকৰণে বিশ্বাস কৰিছিল আৰু ইয়াক প্ৰচলিত কৰাবলৈ তেওঁলোকে উঠি-পৰি চেষ্টা কৰিছিল। ৰক্ষণশীল আৰু প্ৰতিক্ৰিয়াশীল সকলে ইয়াৰ বিৰোধিতা কৰিছিল আৰু সকলোতে তীব্ৰ সংগ্ৰাম হৈছিল। কিছুমান দেশত বিপ্লৱ হৈছিল। ইংলেণ্ডত ভোটৰ অধিকাৰ সম্প্ৰসাৰিত কৰাৰ আগতে অৰ্থাৎ পাৰ্লামেণ্টৰ সদস্য নিৰ্বাচনত বেচি মানুহক ভোট দিবলৈ অধিকাৰ দিয়াৰ আগতে গৃহ-যুদ্ধ এখন লগাৰ সম্ভাৱনা হৈছিল। পিচে কালক্ৰমে অতি সৰহ ভাগ অঞ্চলত গণতন্ত্ৰৰ জয় হৈছিল, এইদৰে শতাব্দীটোৰ শেষৰ ফালে পশ্চিম ইউৰোপ আৰু আমেৰিকাত অন্ততঃ অতি সৰহ সংখ্যক মানুহে ভোট দিয়াৰ অধিকাৰ পাইছিল। গণতন্ত্ৰ উনবিংশ শতাব্দীৰ এনে শ্ৰেষ্ঠ আদৰ্শ আছিল যে সেই শতাব্দীটোক গণতন্ত্ৰৰ শতাব্দী বুলিব পাৰি। অৱশেষত গণতন্ত্ৰৰ জয় হৈছিল; তথাপি যেতিয়া এই পৰিণতি হৈছিল, তেতিয়া মানুহে ইয়াত বিশ্বাস হেৰু-ৱাবলৈ ধৰিছিল। তেওঁলোকে দেখা পাইছিল যে ই দাৰিদ্ৰ আৰু দুৰ্গতি গুচুৱাত আৰু পুঁজিবাদী পদ্ধতিৰ নানা অসামঞ্জস্যবিলাক গুচুৱাত অকৃতকাৰ্য হৈছিল। ক্ষুধা-তুৰ মানুহ এজনৰ ভোট এটাৰ পৰা কি উপকাৰ হৈছিল ? এসাজ খুউৱাৰ বিনিময়ত যদি তেওঁৰ ভোটটো নাইবা তেওঁৰ সেৱাৰ্খিনি কিনিব পৰা হৈছিল, তেনেহলে তেওঁৰ ব্যক্তি-স্বাধীনতাৰ পৰিমাণ কিমান আছিল ? সেই কাৰণে গণতন্ত্ৰলৈ অনাস্থা হৈছিল, নাইবা শুদ্ধকৈ কবলৈ হ'লে ৰাজনৈতিক গণতন্ত্ৰলৈ আস্থা নোহোৱা হৈছিল। কিন্তু এই কথাটো ১৯শ শতাব্দীৰ আয়ত্তৰ বাহিৰৰ কথা।

ব্যক্তি-স্বাধীনতাৰ ৰাজনৈতিক ফালটোৰ লগত গণতন্ত্ৰৰ সম্পৰ্ক আছিল। ই স্বেচ্ছাচাৰী ৰাজতন্ত্ৰ আৰু আন আন প্ৰকাৰৰ অত্যাচাৰী শাসনৰ প্ৰতিক্ৰিয়া আছিল। যিবিলাক ঔদ্যোগিক সমস্যাৰ উদ্ভৱ হৈ আছিল, সেইবিলাক সমাধান কৰাৰ আৰু দাৰিদ্ৰ্য আৰু শ্ৰেণী সংঘৰ্ষ সমাধান কৰাৰ কোনো বিশেষ পথ ই দেখুৱাব নোৱাৰিছিল। প্ৰত্যেক ব্যক্তিয়ে নিজৰ মনৰ প্ৰবৃত্তি অনুসাৰে কাম কৰাৰ নীতিগত স্বাধীনতাত ই প্ৰাধান্য দিছিল; ইয়াৰপৰা আশা কৰা হৈছিল যে প্ৰত্যেক ব্যক্তিয়ে নিজৰ স্বাৰ্থৰ কাৰণেই নিজক সকলো প্ৰকাৰে বেচি ভাল কৰিবলৈ চেষ্টা কৰিব আৰু এইদৰে সমাজে উন্নতি কৰিব। এয়ে "লেচা ফেৰ" অৰ্থাৎ ব্যক্তিৰ স্বাধীনতাত হস্তক্ষেপ নকৰা নীতি, এই নীতিৰ বিষয়ে আগৰ চিঠি এখনত তোমালৈ লিখিছিলোঁ বুলি ভাবিছোঁ। কিন্তু ব্যক্তি-স্বাধীনতাৰ নীতিটো ব্যৰ্থ হৈছিল, কাৰণ যিবিলাক মানুহ মজুৰিৰ কাৰণে কাম কৰিবলৈ বাধ্য হৈছিল, তেওঁলোক কোনো প্ৰকাৰে স্বাধীন নাছিল।

ঔদ্যোগিক পুঁজিবাদ পদ্ধতিৰ ডাঙৰ লেঠা আছিল এই যে যিবিলাকে কাম কৰিছিল আৰু এনে কামৰ যোগে সমাজৰ সেৱা কৰিছিল, তেওঁলোকৰ মজুৰি আছিল অতি কম; কিন্তু কামৰ ফল ভোগ কৰিছিল আন কিছুমান মানুহে, যিবিলাকে কাম নকৰিছিল। এইদৰে সেৱাৰ লগত সেৱাৰ ফলৰ সম্পৰ্ক ছেদ কৰা হৈছিল। ইয়াৰ ফলত এফালে শ্ৰম কৰা মানুহবিলাকৰ অৱনতি হৈছিল আৰু তেওঁলোক ক্ৰমে বেচি দৰিদ্ৰ হৈছিল, আন ফালে এনে এটা শ্ৰেণীৰ সৃষ্টি হৈছিল যি উদ্যোগত একো কাম নকৰাকৈ নাইবা কোনো প্ৰকাৰে ইয়াৰ সম্পত্তি নবঢ়োৱাকৈ উদ্যোগৰ পৰা হোৱা লাভেৰে জীৱন চলাইছিল। আন ৰকমে কবলৈ হলে তেওঁলোকে পৰৰ মূৰত খোৱা জীৱন চলাইছিল। যেনেকৈ কৃষকবিলাকে মাটিত কাম কৰিছিল আৰু জমিদাৰবিলাকে নিজে মাটিত কাম নকৰাকৈ কৃষকৰ শ্ৰমৰ ফল ভোগ কৰিছিল, ইয়াতো তেনে হৈছিল। শ্ৰমৰ ফল এইদৰে বিতৰণ কৰাটো দেখুদেখুকৈ অন্যায় আছিল; তাতোকৈ ডাঙৰ কথা হৈছিল এই যে বনুৱাবিলাকে এইটো অন্যায় বুলি অনুভৱ কৰিছিল আৰু তাৰ বাবে তেওঁলোকৰ খং উঠিছিল, বহু কাল দুৰ্গতি ভোগা কৃষকবিলাকৰ কিন্তু তেনে নহৈছিল; সময় পাৰ হোৱাৰ লগে লগে অৱস্থা বেচি বেয়া হবলৈ ধৰিছিল। সকলোবিলাক ঔদ্যোগীকৃত পাশ্চাত্য দেশতে এই অসামঞ্জস্যবিলাক বেচি স্পষ্ট হৈছিল, সেই কাৰণে চিন্তাশীল আৰু দৃঢ় মনৰ লোকসকলে এই বিমোৰত পেলোৱা অৱস্থাটোৰ অৱসানৰ পথ উলিয়াবলৈ যত্ন কৰিছিল। এইদৰে সমাজবাদ নামৰ এটা ভাৱধাৰাৰ উদ্ভৱ হৈছিল, এই ভাৱধাৰা পুঁজিবাদৰ পৰাই উদ্ভৱ হৈছিল, কিন্তু ই পুঁজিবাদৰ শত্ৰু আৰু সম্ভৱতঃ ভৱিষ্যতত ই পুঁজিবাদ আঁতৰাই তাৰ ঠাই অধিকাৰ কৰিব। ইংলেণ্ডত ই নৰম গঢ় লৈছিল, ফ্ৰান্সত আৰু জাৰ্ম্মাণীত ই বেচি বৈপ্লৱিক হৈছিল। আমেৰিকাৰ যুক্তৰাজ্য এখন বিৰাট দেশ, ইয়াৰ তুলনামূলকভাৱে কম অধিবাসীবিলাকে উন্নতিৰ যথেষ্ট সুযোগ পাইছিল, সেই কাৰণে পুঁজিবাদে পশ্চিম ইউৰোপত যিমান অন্যায় আৰু দুৰ্গতিৰ সৃষ্টি কৰিছিল, ইয়াত বহু কাললৈকে সিমান দেখা নগৈছিল।

১৯শ শতাব্দীৰ মাজ ভাগত জাৰ্ম্মাণীত এনে এজন মানুহৰ উদয় হৈছিল, যি কালক্ৰমে সমাজবাদৰ ভৱিষ্যৎ-বক্তা আৰু "সাম্যবাদ" ("কমিউনিজম") নামে জনাজাত সমাজবাদৰ প্ৰকাৰটোৰ জনক হৈছিল। তেওঁৰ নাম আছিল কাৰ্ল মাৰ্ক্চ্। তেওঁ অস্পষ্ট দাৰ্শনিক নাইবা চৰ্চামূলক নীতি আলোচনা কৰা অধ্যাপক নাছিল। তেওঁ কাৰ্যকুশল দাৰ্শনিক আছিল আৰু বিজ্ঞানৰ কাৰ্যপদ্ধতিক ৰাজনৈতিক আৰু অৰ্থ-নৈতিক সমস্যাৰ পৰ্যালোচনাত প্ৰয়োগ কৰি তাৰপৰা পৃথিৱীৰ অনিষ্টবিলাকৰ প্ৰতিকাৰ উলিউৱা তেওঁৰ পদ্ধতি আছিল। তেওঁ কৈছিল যে তেতিয়ালৈকে পৃথিৱী-খনৰ বিষয়ে ব্যাখ্যা কৰাতেই দৰ্শন আৱদ্ধ আছিল; সাম্যবাদী দৰ্শনৰ উদ্দেশ্য হব লাগিব পৃথিৱীখন পৰিৱৰ্ত্তিত কৰা। এঙ্গেল নামৰ আন এজন মানুহৰে সৈতে তেওঁ "সাম্যবাদী ঘোষণা"টো প্ৰচাৰ কৰিছিল, এই ঘোষণাত তেওঁৰ দৰ্শনৰ আঁচনি প্ৰকাশ কৰা হৈছিল। ইয়াৰ পিচত তেওঁ "ডাচ কাপিটল" নামে জাৰ্ম্মাণ ভাষাত এখন শ্ৰেষ্ঠ গ্ৰন্থ প্ৰণয়ন কৰিছিল; সেই গ্ৰন্থত তেওঁ বৈজ্ঞানিক পদ্ধতিৰে পৃথিৱীৰ বুৰঞ্জীৰ পৰ্য্যা-লোচনা কৰিছে আৰু তাত দেখুৱাইছে সমাজে কোন ফাললৈ উন্নতি কৰিছে আৰু সেই উন্নতিৰ পদ্ধতিটো কেনেকৈ ক্ষিপ্ৰ গতিৰে আগুৱাই নিব পাৰি। মই ইয়াত মাৰ্ক্চৰ

দৰ্শন ব্যাখ্যা কৰিবলৈ চেষ্টা নকৰোঁ। কিন্তু তুমি এটা কথা মনত ৰাখিলে ভাল পাম যে মাৰ্ক্‌চৰ শ্ৰেষ্ঠ গ্ৰন্থখনে সমাজবাদৰ উন্নয়ণত প্ৰবলভাৱে প্ৰভাৱ বিস্তাৰ কৰিছিল আৰু এই গ্ৰন্থখন এতিয়া সাম্যবাদী ৰুচিয়াৰ বাইবেল।

শতাব্দীটোৰ প্ৰায় মাজ ভাগতে ইংলেণ্ডত আন এখন গ্ৰন্থ প্ৰকাশ কৰা হৈছিল আৰু এই গ্ৰন্থখনেও ডাঙৰ উত্তেজনাৰ সৃষ্টি কৰিছিল; এই গ্ৰন্থখন আছিল ডাৰুইনৰ "অৰিজিন অৰ্ব্‌ স্পিচিজ" (বিভিন্ন শ্ৰেণীৰ জীৱৰ উৎপত্তি)। ডাৰুইন আছিল প্ৰকৃতি-বাদী অৰ্থাৎ তেওঁ প্ৰকৃতিক, বিশেষকৈ উদ্ভিদ আৰু জীৱজন্তুক পৰ্য্যবেক্ষণ কৰি সেই-বিলাকৰ বিষয়ে পৰ্য্যালোচনা কৰিছিল। তেওঁ বহুতো দৃষ্টান্তৰে দেখুৱাইছিল কেনেকৈ প্ৰকৃতিত উদ্ভিদ আৰু জীৱজন্তুৰ ক্ৰমবিকাশ হৈছিল, কেনেকৈ প্ৰকৃতিৰ বিধানবিলাকৰ প্ৰয়োগৰ পদ্ধতিৰে এটা শ্ৰেণীৰ জীৱ আন এটালৈ পৰিবৰ্ত্তিত কৰা হৈছিল আৰু কেনেকৈ সৰল আকৃতিৰ জীৱবিলাক ক্ৰমে বেচি জটিল আকৃতিৰ হৈছিল। এনে প্ৰকাৰৰ বৈজ্ঞানিক যুক্তিবিলাক পৃথিৱীৰ, জীৱজন্তুৰ আৰু মানুহৰ সৃষ্টি বিষয়ৰ ধৰ্ম্মমত কিছুমানৰ সম্পূৰ্ণ বিৰোধী আছিল। সেই কাৰণে সেই কালত বৈজ্ঞানিকসকল আৰু এনে ধৰ্মমত মনা লোকসকলৰ মাজত দুৰ্ঘোৰ তৰ্ক হৈছিল। আচল সংঘৰ্ষটো জীৱনৰ প্ৰতি সাধাৰণ মনোবৃত্তিৰ ফালৰ পৰা যিমান হৈছিল, তথ্যৰ ফালৰ পৰা সিমান নহৈছিল। ধাৰ্মিক মনোবৃত্তিটো আছিল সঙ্কীৰ্ণ আৰু ই প্ৰধানকৈ ভয়, যাদু আৰু কুসংস্কাৰৰ দ্বাৰা আচ্ছন্ন আছিল। যুক্তিত উৎসাহ দিয়া নহৈছিল আৰু মানুহবিলাকক যিহকে কোৱা হৈছিল তাকে বিশ্বাস কৰিবলৈ কোৱা হৈছিল আৰু তেওঁলোকে কিয় বিশ্বাস কৰিব লাগে তেনে প্ৰশ্ন কৰিবলৈ দিয়া নহৈছিল; এনেকৈ কোৱা হৈছিল যে বহুতো বিষয় পবিত্ৰতা আৰু ধাৰ্ম্মিকতাৰ ৰহস্যপূৰ্ণ আৱৰণৰে আবৃত্ত হৈ থাকে আৰু সেইবিলাকৰ আৱৰণ গুচুৱা নাইবা সেইবিলাক ব্যাখ্যা কৰা অনুচিত। বিজ্ঞানৰ মনোবৃত্তি আৰু পদ্ধতি ইয়াতকৈ বৰ বেলেগ আছিল। কাৰণ বিজ্ঞানে সকলো কথা বিচাৰি উলিয়াবলৈ ব্যগ্ৰ আছিল। ই একোকে আগতে নিশ্চিত সত্য বুলি ধৰি নলৈছিল আৰু কোনো এটা বিষয়ৰ আনুমানিক ধাৰ্মিকতাই ইয়াক ভয় খুৱাই নাতʼৰাইছিল। ই সকলো কথাকে তন্নতন্নকৈ পৰীক্ষা কৰি চাইছিল, কুসংস্কাৰত উৎসাহ নিদিছিল আৰু যিবিলাক কথা পৰীক্ষা আৰু যুক্তিৰ দ্বাৰা প্ৰতিষ্ঠিত হৈছিল, তেনেবিলাক কথাতহে বিশ্বাস কৰিছিল।

অসাৰ ধাৰ্মিক দৃষ্টিভঙ্গীৰ বিৰুদ্ধে চলোৱা এই সংগ্ৰামত বিজ্ঞানৰ মনো-বৃত্তিৰ জয় হৈছিল। যিবিলাক মানুহে এই বিলাকৰ বিষয়ে ভাবিছিল, তেওঁলোকৰ অতি সৰহ ভাগেই বহুত আগতে ১৮শ শতাব্দীতে যুক্তিবাদী হৈছিল। তোমাৰ মনত পৰিব যে ফ্ৰান্সত বিপ্লৱটোৰ আগতে দাৰ্শনিক চিন্তাধাৰাৰ প্ৰচলনৰ কথা তোমাক কৈছিলোঁ। কিন্তু এই কালত পৰিৱৰ্ত্তনটো সমাজৰ বেচি ভিতৰলৈ গৈছিল। শিক্ষিত জনসাধাৰণ বিজ্ঞানৰ উন্নতিৰ দ্বাৰা প্ৰভাৱিত হৈছিল। সম্ভৱতঃ তেওঁলোকে এই বিষয়ে গভীৰকৈ নেভাবিছিল আৰু তেওঁলোকে বিজ্ঞানৰ বেচি কথা নেজানিছিল। কিন্তু আবিষ্কাৰ আৰু উদ্ভাৱনৰ যি সমাৰোহ তেওঁলোকৰ আগত প্ৰকাশিত হৈছিল, সি তেওঁলোকৰ মনত ভয় আৰু শ্ৰদ্ধাৰ ভাব নোপজোৱাকৈ নাছিল। ৰেলগাড়ী, বিজুলি-শক্তি, টেলিগ্ৰাফ, টেলিফোন, শব্দ-যন্ত্ৰ আৰু আন অসংখ্য যিবিলাক বস্তু

এটাৰ পাচত আনটোকৈ ওলাই আছিল, সেই সকলোবিলাক বৈজ্ঞানিক পদ্ধতিৰ ফল আছিল। বিজ্ঞানৰ বিজয় স্বৰূপে সেইবিলাকক সাদৰি লোৱা হৈছিল। দেখা গৈছিল যে বিজ্ঞানে মানৱ জাতিৰ অকল জ্ঞানকে বঢ়োৱা নাছিল, ই প্ৰকৃতিৰ ওপৰত মানুহৰ আধিপত্য বঢ়াইছিল। বিজ্ঞানৰ যে জয় হৈছিল আৰু এই সৰ্বশক্তিমান নতুন দেৱতাজনৰ উপাসনাত যে মানুহৰ মূৰ দোঁ খাইছিল, তাত আচৰিত হব লগীয়া একো নাই। ইয়াৰ ফলত ১৯শ শতাব্দীৰ বৈজ্ঞানিকসকলৰ বৰ বেচিকৈ আত্মতুষ্টি হৈছিল আৰু তেওঁলোকৰ নিজৰ ওপৰত অকাৰণতে সম্পূৰ্ণ বিশ্বাস হৈছিল আৰু তেওঁলোক নিজৰ নিজৰ মতবিলাকত অতি সুনিশ্চিত হৈছিল। আধা শতাব্দীৰ আগৰ সেই কালৰ পৰা এতিয়ালৈকে বিজ্ঞানে বিৰাট উন্নতি কৰিছে, কিন্তু বৰ্তমান কালৰ বৈজ্ঞানিকৰ মনোবৃত্তি ১৯শ শতাব্দীৰ বৈজ্ঞানিকৰ আত্মতুষ্টি আৰু অকাৰণ নিশ্চয়-তাতকৈ বেলেগ। বৰ্তমান কালৰ বৈজ্ঞানিকে অনুভব কৰে যে জ্ঞানৰ সমুদ্ৰখন বিৰাট আৰু অসীম, যদিও তেওঁ এই সমুদ্ৰত জাহাজ চলাই যাব খুজিছে, তথাপি পূৰ্ব্ব-গামীসকলতকৈ তেওঁ বেচি নম্ৰ আৰু বেচি দ্বিধাগ্ৰস্ত।

১৯শ শতাব্দীৰ আন এটা লক্ষ্য কৰিব লগীয়া কথা হৈছে প্ৰাচ্যত জনসাধাৰণৰ মাজত শিক্ষাৰ গুৰুত্বপূৰ্ণ উন্নতি। শাসনত অধিষ্ঠিত থকা বহুতো লোকে মহা বিক্ৰমেৰে ইয়াৰ বিৰোধিতা কৰিছিল; তেওঁলোকে কৈছিল যে ই জনসাধাৰণক অবাধ্য, ৰাজদ্ৰোহী, অশিষ্ট আৰু খৃষ্টিয়ান ধৰ্ম নমনা কৰিব। এই যুক্তি মতে অজ্ঞতাত আৰু ধনী আৰু ক্ষমতাশালী লোকসকলৰ ওচৰত স্বেচ্ছাকৃত বশ্যতাত খৃষ্টিয়ান ধৰ্ম্ম থাকে। কিন্তু এনে বিৰোধিতা সত্বেও প্ৰাথমিক বিদ্যালয়বিলাক প্ৰচলিত হৈছিল আৰু জন-সাধাৰণৰ মাজত শিক্ষা প্ৰসাৰিত হৈছিল। ১৯শ শতাব্দীৰ আন বহুতো বিষয়ৰ দৰে এই বিষয়টোও ঔদ্যোগিক পদ্ধতিৰ ফল আছিল। কাৰণ বৃহৎ কাৰখানা আৰু বৃহৎ যন্ত্ৰৰ কাৰণে ঔদ্যোগিক দক্ষতা লাগিছিল আৰু এনে দক্ষতা শিক্ষাই হে দিব পাৰিছিল। সেই যুগৰ সমাজত নানা প্ৰকাৰৰ দক্ষতা থকা বনুৱাৰ বৰ আৱশ্যক হৈছিল, জন-সাধাৰণৰ শিক্ষাই এই আৱশ্যকতা পূৰাইছিল।

এই ব্যাপক প্ৰাথমিক শিক্ষাই সাক্ষৰ মানুহৰ এটা ডাঙৰ শ্ৰেণীৰ সৃষ্টি কৰিছিল। তেওঁলোকক শিক্ষিত বুলিব পৰা নহৈছিল, কিন্তু তেওঁলোকে লিখিব আৰু পঢ়িব পাৰিছিল, তাৰ পৰা বাতৰি কাকত পঢ়াৰ অভ্যাসটো বিস্তৃত হৈছিল। সস্তীয়া বাতৰি কাকত প্ৰকাশ কৰা হৈছিল আৰু এইবিলাক বহুত পৰিমাণে প্ৰচলিত হৈছিল। সেই-বিলাকে মানুহৰ মনত শক্তিশালী প্ৰভাৱ বিস্তাৰ কৰিছিল। অৱশ্যে সঘনে সেই-বিলাকে মানুহক ভুল ধাৰণা দি ওচৰচুবুৰীয়া দেশ একোখনৰ বিৰুদ্ধে মানুহৰ মন উত্তেজিত কৰি যুদ্ধৰ সৃষ্টি কৰাইছিল। সি যি নহওক, "ছাপাখানা" নিশ্চিতকৈ এটা লেখত লব লগীয়া শক্তি হৈছিল।

এই চিঠিত মই যিবিলাক কথা লিখিছোঁ, তাৰ সৰহ ভাগ কথা ইউৰোপত, বিশেষকৈ পশ্চিম ইউৰোপত প্ৰযোজ্য। উত্তৰ আমেৰিকাতো এইবিলাক কিছু পৰিমাণে প্ৰযোজ্য। পৃথিৱীৰ অৱশিষ্ট ভাগ, জাপানৰ বাহিৰে এচিয়া আৰু আফ্ৰিকা, তেতিয়া ইউৰোপৰ নীতি চলোৱা নিৰ্বিকাৰ আৰু কষ্ট ভোগা প্ৰতিনিধি আছিল। মই

আগতে কৈছোঁ যে ১৯শ শতাব্দীটো ইউৰোপৰ শতাব্দী। শতাব্দীটোৰ চিত্ৰখন ইউৰোপেৰে ভৰি আছিল যেন দেখা গৈছিল; ইউৰোপে পৃথিৱীৰ ৰঙ্গমঞ্চৰ কেন্দ্ৰস্থান অধিকাৰ কৰি আছিল। অতীতত কেইবা ছোৱাও সুদীৰ্ঘ কাল এচিয়াই ইউৰোপৰ ওপৰত আধিপত্য চলাইছিল। এনে কেইবাটাও যুগ আছিল যেতিয়া সভ্যতা আৰু প্ৰগতিৰ কেন্দ্ৰ আছিল মিছৰত নাইবা ইৰাকত, ভাৰতবৰ্ষত নাইবা চীনত, গ্ৰীচত নাইবা ৰোমত নাইবা আৰব দেশত। কিন্তু প্ৰাচীন সভ্যতাবিলাক শক্তিহীন হৈ অসাৰ হৈছিল। পৰিৱৰ্ত্তন আৰু প্ৰগতিৰ মৌলিক শক্তি সেইবিলাকৰ নাইকিয়া হৈছিল আৰু তেতিয়া জীৱনী শক্তি আন অঞ্চললৈ প্ৰবাহিত হৈছিল। এই কালত ইউৰোপৰ সুযোগ আহিছিল আৰু ইউৰোপৰ আধিপত্য বহুত বেচি হৈছিল, কাৰণ যাতায়াতৰ সুবিধা বঢ়াৰ পৰা পৃথিৱীৰ সকলো ভাগলৈ সহজতে আৰু বেগতে যাব পৰা হৈছিল।

১৯শ শতাব্দীত ইউৰোপীয় সভ্যতাৰ সমৃদ্ধি হোৱা দেখা গৈছিল: ইয়াক "বুৰ্জোৱা" সভ্যতা বা মধ্যবিত্তৰ সভ্যতা বোলা হয়, কাৰণ ঔদ্যোগিক পুঁজিবাদে সৃষ্টি কৰা মধ্যবিত্ত শ্ৰেণীবিলাকৰ ইয়াৰ ওপৰত আধিপত্য হৈছিল। এই সভ্যতাৰ বহুতো অসামঞ্জস্য আৰু বেয়া ফালৰ কথা মই তোমাক আগতে কৈছোঁ। ভাৰতবৰ্ষত আৰু প্ৰাচ্যত বাস কৰি থকা আমি এই বেয়াফালবিলাক বিশেষকৈ দেখিছিলো আৰু সেইবিলাকৰ বাবে দুখ-কষ্ট ভুগিছিলোঁ। কিন্তু কোনো দেশ বা জাতিৰ ভিতৰত যদি মহত্বপূৰ্ণ সামগ্ৰী কিবা নেথাকে, তেনেহলে তেনে দেশ বা জাতি মহৎ হব নোৱাৰে, পশ্চিম ইউৰোপৰ ভিতৰত এনে সামগ্ৰী আছিল। আৰু শেহান্তৰত যিবিলাক গুণে সেই মহাদেশখনক মহৎ কৰিছিল, সেইবিলাকৰ ওপৰত তাৰ গৌৰৱ যিমান নিৰ্ভৰ কৰিছিল, তাৰ সামৰিক শক্তিৰ ওপৰত সিমান নিৰ্ভৰ নকৰিছিল। সেই মহাদেশৰ সকলো ভাগতে প্ৰচুৰ উদ্দীপনা, উন্নতিৰ সামৰ্থ্য আৰু সৃজনী শক্তি সুস্পষ্ট হৈছিল। শ্ৰেষ্ঠ কৱি, লিখক, দাৰ্শনিক, বৈজ্ঞানিক, সংগীতজ্ঞ, ইঞ্জিনিয়াৰ আৰু কৰ্মীৰ উদ্ভৱ হৈছিল। আৰু নিঃসন্দেহে পশ্চিম ইউৰোপত জনসাধাৰণৰ অৱস্থা বহুতো উন্নত হৈছিল। ৰাজধানী থকা ডাঙৰ নগৰ লণ্ডন, পেৰিচ, বাৰ্লিণ, নিউইয়ৰ্ক আগতকৈ ক্ৰমে বেচি ডাঙৰ হৈছিল, সেইবিলাক নগৰৰ ঘৰবিলাক ক্ৰমে বেচি ওখ হৈছিল, বিলাসিতা বাঢ়িছিল· আৰু বিজ্ঞানে হেজাৰ হেজাৰ এনে উপায় দিছিল যিবিলাকে মানুহৰ পৰিশ্ৰম আৰু কৰিবলৈ টান লগা কামবিলাক কমাই জীৱনৰ আনন্দ আৰু আৰাম বঢ়াইছিল। অৱস্থাপন্ন শ্ৰেণীবিলাকৰ মাজত জীৱন পৰিপূৰ্ণ আৰু সুৰুচি-সম্পন্ন হৈছিল আৰু এক প্ৰকাৰৰ আত্মতুষ্টি, আত্মম্ভৰিতা আৰু শুচিতাৰ ভাব তেওঁলোকৰ মনলৈ আহিছিল। সেই অৱস্থাটো সভ্যতা এটাৰ আনন্দদায়ক আবেলি বা গধূলি যেন লাগে।

এইদৰে ১৯শ শতাব্দীৰ দ্বিতীয়াৰ্দ্ধত ইউৰোপত এটা আনন্দদায়ক আৰু সমৃদ্ধিশালী পৰিবেশ হৈছিল আৰু অন্ততঃ দেখাত এনে যেন লাগিছিল যে এই পৰিপূৰ্ণ সংস্কৃতি আৰু সভ্যতা স্থায়ী হৈ প্ৰগতিৰ পথত খাপে খাপে উধাই যাব। কিন্তু ভিতৰৰ ফাললৈ যদি তুমি জুমি চালাহেঁতেন, তেনেহলে তুমি এটা আচৰিত আলোড়ন আৰু বহুতো বিৰক্তিকৰ দৃশ্য দেখিলাহেঁতেন। এই সমৃদ্ধিশালী সংস্কৃতিটো ইউৰোপৰ উচ্চ শ্ৰেণী কেইটাৰ উদ্দেশ্যেহে প্ৰধানকৈ হৈছিল আৰু বহুতো দেশ আৰু

বহুতো জাতিৰ শোষণ ইয়াৰ মূলত আছিল। যিবিলাক অসামঞ্জস্যতা মই আগতে দেখুৱাইছোঁ, তুমি সেই সকলোবিলাক দেখিবলৈ পালাহেঁতেন আৰু দেখিবলৈ পালাহেঁতেন জাতিৰ প্ৰতি জাতিৰ ঘৃণাৰ কামবিলাক আৰু কঠোৰ আৰু নিৰ্দয় সাম্ৰাজ্যবাদৰ মুখখন। তেতিয়া ১৯শ শতাব্দীৰ এই সভ্যতাটোৰ স্থায়িত্ব আৰু সৌন্দৰ্যৰ বিষয়ত তুমি নিশ্চিত নহলাহেঁতেন। বাহিৰৰ আকৃতিটো যথেষ্ট ধুনীয়া আছিল, কিন্তু ইয়াৰ কলিজাত ক্ষয়ৰোগ আছিল; স্বাস্থ্য আৰু প্ৰগতিৰ বহুতো বেচি কথা কোৱা হৈছিল, কিন্তু অসুস্থতাই "বুৰ্জোৱা" বা মধ্যবিত্ত সভ্যতাৰ মৰ্ম ভেদ কৰিছিল।

১৯১৪ খৃঃত সংঘৰ্ষৰ আঘাতটো হৈছিল। চাৰে চাৰি বছৰৰ যুদ্ধৰ পাচত অৱশ্যে ইউৰোপ বিপদমুক্ত হৈছিল, কিন্তু সেই যুদ্ধৰ বাবে ইউৰোপৰ গাত ভয়ঙ্কৰ আঘাত লাগিছিল আৰু সেই আঘাতবিলাক এতিয়াও শুকুৱা নাই। এইবিলাকৰ বিষয়ে মই তোমাক পাচত কম।

## ১০৯

## ভাৰতবৰ্ষত যুদ্ধ আৰু বিদ্ৰোহ

২৭ নভেম্বৰ, ১৯৩২

আমি যথেষ্ট দীঘলীয়াকৈ ১৯শ শতাব্দীটো নিৰীক্ষণ কৰিলোঁ এতিয়া আমি পৃথিৱীৰ কিছুমান অঞ্চল বেচিকৈ মন দি চাম। ভাৰতবৰ্ষকে আমি প্ৰথমতে আৰম্ভ কৰোঁ।

অলপ দিনৰ আগত মই তোমাক কৈছিলোঁ কেনেকৈ বৃটিছে ভাৰতবৰ্ষত তেওঁলোকৰ প্ৰতিদ্বন্দ্বীবিলাকৰ ওপৰত জয় লাভ কৰিছিল। নেপোলিয়নৰ যুদ্ধ চলি থকা কালতে ফৰাচীবিলাকক সুনিশ্চিতকৈ আঁতৰোৱা হৈছিল। মাৰাঠাবিলাকে, মহীশূৰত টিপুচুলতানে আৰু পাঞ্জাৱত শিখবিলাকে কিছু কাল বৃটিছক বাধা দিছিল। কিন্তু তেওঁলোকে বহুত কাল এইদৰে বাধা দি ৰাখিব নোৱাৰিলে। বৃটিছবিলাক দেখ্‌দেখ্‌কৈ আটাইতকৈ শক্তিশালী আৰু আটাইতকৈ বেচি সুসজ্জিত শক্তি আছিল। তেওঁলোকৰ অস্ত্ৰশস্ত্ৰ আৰু সংগঠন বেচি ভাল আছিল আৰু সকলোৰে উপৰি টানত পৰিলে সহায় লবলৈ তেওঁলোকৰ সামুদ্ৰিক পৰাক্ৰম আছিল। সঘনে তেওঁলোক পৰাজিত হৈছিল, কিন্তু পৰাজিত হলেও তেওঁলোকক আঁতৰাব পৰা নহৈছিল, কাৰণ সামুদ্ৰিক পথত তেওঁলোকৰ আধিপত্য থকাৰ কাৰণে তেওঁলোকে নিজৰ শক্তি বঢ়াবলৈ আন উপায় লব পাৰিছিল। কিন্তু স্থানীয় শক্তি কেইটাৰ কাৰণে পৰাজয় সঘনে ভয়ঙ্কৰ বিপদ হৈছিল, আৰু তেওঁলোকে তেনে বিপদৰ প্ৰতিকাৰ কৰিব নোৱাৰিছিল। বৃটিছবিলাক যে ,অকল সুসজ্জিত আৰু বেচি সংগঠিতেই আছিল এনে নহয়, তেওঁলোকে স্থানীয় প্ৰতিদ্বন্দ্বীবিলাকতৈ বেচি চতুৰ আছিল আৰু তেওঁলোকে স্থানীয় প্ৰতিদ্বন্দ্বীবিলাকৰ ভিতৰত থকা পৰস্পৰ প্ৰতিদ্বন্দ্বিতাৰ সুযোগ লৈছিল। সেই কাৰণে বৃটিছৰ শক্তি বিস্তৃত হৈছিল আৰু স্থানীয় প্ৰতিদ্বন্দ্বীবিলাকক এজন এজনকৈ বগৰাই পেলোৱা হৈছিল; সঘনে এই কাম হৈছিল স্থানীয় প্ৰতিদ্বন্দ্বিতাৰ সহায়ত, তাৰ


১৮৫৭ চনৰ মহাবিদ্ৰোহৰ
সময়ৰ ভাৰতবৰ্ষ
আফগানিস্থান
কাশ্মীৰ
পাঞ্জাব
সিন্ধু
দিল্লী
মিৰাট
লক্ষ্ণৌ
অযোধ্যা
নেপাল
বঙ্গদেশ
অসম
ব্ৰহ্মদেশ
গোৱালিয়ৰ
ইন্দোৰ
বৰোদা
নিজাম
বোম্বাই
মাদ্ৰাজ
মহীশূৰ
ব্ৰিটিশ অধিকৃত অংশ

পাচত তেনে প্ৰতিদ্বন্দ্বীকো বগৰাই পেলোৱা হৈছিল। সেই কালৰ সামন্ত দলপতি-বিলাক যে কিমান অদূৰদৰ্শী আছিল—ভাবিলে আচৰিত হব লাগে। তেওঁলোকে বিদেশী শত্ৰুৰ বিৰুদ্ধে ঐক্যবদ্ধ হোৱাৰ কথা কেতিয়াও নেভাবিছিল। প্ৰত্যেকজনে অকলশৰীয়াকৈ যুঁজি যুদ্ধত হাৰিছিল; তেওঁলোক হবাৰ যোগ্য হৈছিল।

বৃটিছ শক্তিৰ পৰাক্ৰম বঢ়াৰ লগে লগে তেওঁলোক বেচিকৈ আক্ৰমণাত্মক আৰু অত্যন্ত নিৰ্দয় হৈছিল। তেওঁলোকে দোষ ঢাকিবলৈ কিবা কাৰণ উলিয়াই নাইবা একো কাৰণ নেদেখুৱাকৈ যুদ্ধ লগাইছিল। এনে যুদ্ধ বহুত হৈছিল। সেইবিলাকৰ বৰ্ণনা দি তোমাক বিৰক্ত কৰিব নোখোজোঁ। যুদ্ধবিলাক আনন্দদায়ক বিষয় নহয়, বুৰঞ্জীত বৰ বেচিকৈ অনুচিতভাৱে সেইবিলাকত প্ৰাধান্য দিয়া হয়। কিন্তু সেইবিলাকৰ বিষয়ে যদি অলপ নকওঁ, তেনেহলে চিত্ৰটো অসম্পূৰ্ণ হব।

মহীশুৰৰ হাইদৰ আলি আৰু বৃটিছৰ মাজত হোৱা যুদ্ধ দুখনৰ কথা মই আগতে তোমাক কৈছোঁ। এই যুদ্ধ দুখনত হাইদৰ আলি বহুতো পৰিমাণে কৃতকাৰ্য্য হৈছিল। তেওঁৰ পুতেক টিপু চুলতান বৃটিছৰ ঘোৰ শত্ৰু আছিল। তেওঁক বিনাশ কৰিবলৈ ১৭৯০ খৃঃৰ পৰা ১৭৯২ খৃঃলৈ আৰু ১৭৯৯ খৃঃত আৰু দুখন যুদ্ধ কৰিব লগীয়া হৈছিল। টিপুৱে যুদ্ধ ক্ষেত্ৰত প্ৰাণ দিলে। মহীশূৰ নগৰৰ ওচৰত তেওঁৰ ৰাজ-ধানী চেৰিঙ্গপতমৰ ভগ্নাৱশেষ তুমি এতিয়াও দেখিবলৈ পাবা, সেই ঠাইতে তেওঁৰ কবৰ আছে।

বৃটিছৰ শ্ৰেষ্ঠ কৰ্তৃত্বৰ বিৰোধিতা কৰিবলৈ শেষত থাকিলগৈ মাৰাঠাবিলাক। পশ্চিমফালে পেছোৱা, গোৱালিয়ৰত সিন্ধিয়া, ইন্দোৰত হোলকাৰ আৰু আন কেইজন মান শাসনাধিপতি আছিল। কিন্তু গোৱালিয়ৰৰ মহাদাজী সিন্ধিয়া আৰু পেছোৱাৰ মন্ত্ৰী নানা ফাৰ্ণাবিশ—এই দুইজন ৰাজনীতিজ্ঞ পুৰুষৰ মৃত্যুৰ পাচত মাৰাঠা জাতিটো ভাগি ছিন্ন-ভিন্ন হৈছিল, ১৭৯৪ খৃঃত মহাদাজী সিন্ধিয়াৰ আৰু ১৮০০ খৃঃত নানা ফাৰ্ণাবিশৰ মৃত্যু হৈছিল। তথাপি মাৰাঠাবিলাকক পৰাজিত কৰিবলৈ বৃটিছে বহুতো যুদ্ধ কৰিব লাগিছিল আৰু ১৮১৯ খৃঃত মাৰাঠাবিলাকক সম্পূৰ্ণ পৰাজিত কৰাৰ আগত কেইবা বাৰো বৃটিছৰ পৰাজয় হৈছিল। মাৰাঠা শাসনকৰ্তাবিলাকক প্ৰত্যেককে বেলেগ বেলেগ কৈ পৰাজিত কৰা হৈছিল, প্ৰত্যেকজনে আন এজনৰ পতন চাই আছিল কিন্তু সহায় নকৰিছিল। সিন্ধিয়া আৰু হোলকাৰে বৃটিছৰ শ্ৰেষ্ঠ কৰ্তৃত্ব মানি তেওঁ-লোকৰ অধীনস্থ শাসনকৰ্তা হৈছিল। বৰোদাৰ গাইকোৱাৰ আগতেই এই বিদেশী শক্তিটোৰ তলতীয়া হৈছিল।

মাৰাঠাবিলাকৰপৰা বিদায় লোৱাৰ আগতে মধ্য ভাৰতত বিখ্যাত হোৱা নাম এটা মই উল্লেখ কৰিব খোজোঁ। এই নামটো হৈছে অহল্যা বাই; তেওঁ ১৭৬৫ খৃঃৰ পৰা ১৭৯৫ খৃঃলৈ ত্ৰিশ বছৰ ইন্দোৰৰ শাসনকৰ্ত্ৰী আছিল। তেওঁ যেতিয়া সিংহাসনত উঠিছিল, তেতিয়া ত্ৰিশ বছৰীয়া যুৱতী অহল্যাবাই বিধবা আছিল, তেওঁৰ ৰাজ্যখনৰ শাসন চলোৱাত তেওঁ অসাধাৰণভাৱে কৃতকাৰ্য হৈছিল। অৱশ্যে তেওঁ পৰ্দা প্ৰথা নেমানি-ছিল। মাৰাঠাবিলাকে কেতিয়াও এই প্ৰথা মনা নাই। তেওঁ মুকলি দৰবাৰত বহি নিজে ৰাজকাৰ্য চলাইছিল, আৰু ইন্দোৰ গাঁওখনক এখন সম্পত্তিশালী নগৰত পৰিণত কৰিছিল। তেওঁ যুদ্ধ হবলৈ নিদিছিল, শান্তি ৰক্ষা কৰিছিল আৰু যি কালত ভাৰত-

বৰ্ষৰ সৰহ ভাগ অঞ্চল হ্ৰলস্থ্ৰলীয়া অৱস্থাত আছিল, সেই কালত তেওঁৰ ৰাজ্যখন সমৃদ্ধিশালী কৰিছিল। তেওঁক এতিয়ালৈকে এগৰাকী সিদ্ধি লাভ কৰা মহিলা বুলি মধ্য ভাৰতৰ মানুহে ভক্তি কৰাটো একো আচৰিত হবলগীয়া কথা নহয়।

মাৰাঠাবিলাকৰ লগত শেষ যুদ্ধখন হোৱাৰ অলপ দিনৰ আগত ১৮১৪ খৃঃৰ পৰা ১৮১৬ খৃঃলৈ বৃটিছৰ নেপালৰ লগত এখন যুদ্ধ হৈছিল। পৰ্বতৰ মাজত বৃটিছৰ কষ্ট বৰ বেচি হৈছিল কিন্তু শেহান্তৰত তেওঁলোকৰ জয় হৈছিল; এই যুদ্ধৰ ফলত যি দেৰাদুনৰ বন্দীশালত বহি মই এই চিঠিখন লিখিছোঁ এই অঞ্চলটো, কুমায়ুন আৰু নাইনিতাল, বৃটিছৰ শাসনৰ অধীনস্থ হৈছিল। বোধকৰোঁ তোমাৰ মনত থাকিব পায় যে চীনৰ বিষয়ে লিখা চিঠি এখনত কেনেকৈ চীনৰ সৈন্যদল এটাই তিব্বত পাৰ হৈ হিমালয় পৰ্বতৰ ওপৰেদি খোজ কাঢ়ি আহি গুৰ্খাবিলাকক তেওঁলোকৰ নিজৰ দেশ নেপালত যুদ্ধত পৰাস্ত কৰি এটা আচৰিত কাম কৰিছিল তাৰ কথা কৈছিলোঁ। বৃটিছৰ লগত নেপালৰ যুদ্ধ লগাৰ মুঠেই ২২ বছৰৰ আগত এই ঘটনাটো হৈছিল। সেই কালৰ পৰা নেপালে বিধিমতে চীনৰ প্ৰাধান্য মানি চলিছিল, কিন্তু মই ভাবোঁ যে এতিয় নেপালে তেনে নকৰে। এইখন এখন অসাধাৰণ দেশ, অতি অনুন্নত, পৃথিৱীৰ আন অঞ্চলবিলাকৰ পৰা বেচি ৰকমে বিচ্ছিন্ন, তথাপি এই দেশৰ বিষয়ৰ সকলো বৰ্ণনাৰ পৰা জনা যায় যে ইয়াৰ অৱস্থান মনোৰম আৰু ই প্ৰাকৃতিক সম্পদেৰে পৰিপূৰ্ণ। কাশ্মীৰ বা হায়দৰাবাদৰ দৰে ই পৰাধীন ৰাজ্য নহয়। ইয়াক স্বাধীন বোলা হয়, কিন্তু বৃটিছবিলাকে এনে ব্যৱস্থা কৰিছে যাতে এই স্বাধীনতা নিয়ন্ত্ৰিত হৈ থাকে। আৰু নেপালৰ সাহসী আৰু যুদ্ধপ্ৰিয় গুৰ্খাবিলাকক বৃটিছৰ সৈন্যবাহিনীত ভুক্ত কৰা হয় আৰু ভাৰতীয়বিলাক দমন কৰিবলৈ তেওঁলোকক লগোৱা হয়।

পুবফালে ব্ৰহ্মদেশ অসমৰ সীমালৈকে বিস্তৃত আছিল। সেই কাৰণে নেৰা-নেপেৰাকৈ ৰাজ্য বঢ়াই যোৱা বৃটিছৰ লগত সেই দেশৰ সংঘৰ্ষ অনিবাৰ্য হৈছিল। ব্ৰহ্মদেশৰ লগত তিনিখন যুদ্ধ হৈছিল, প্ৰত্যেকখন যুদ্ধতে বৃটিছে কিছুমান অঞ্চল দখল কৰিছিল। ১৮২৪ খৃঃৰ পৰা ১৮২৬ খৃঃলৈ হোৱা প্ৰথমখন যুদ্ধৰ ফল স্বৰূপে অসম ৰাজ্য বৃটিছৰ অধীন হৈছিল;১৮৫২ খৃঃত হোৱা দ্বিতীয় যুদ্ধখনত ব্ৰহ্মদেশৰ দক্ষিণ অঞ্চলটো অধিকাৰ কৰা হৈছিল। মান্দালয়ৰ ওচৰত থকা আভা উত্তৰ ব্ৰহ্মৰ ৰাজধানী আছিল, সাগৰৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন অৱস্থাত থকা উত্তৰ ব্ৰহ্ম ভাগটো সম্পূৰ্ণ ৰূপে বৃটিছৰ ক্ষমতাধীন হৈছিল। ১৮৮৫ খৃঃত যেতিয়া তৃতীয় ব্ৰহ্ম যুদ্ধ হৈছিল, তেতিয়া এই ভাগটোৰো স্বাধীন অস্তিত্ব লোপ পাইছিল আৰু সমগ্ৰ দেশখন বৃটিছে অধিকাৰ কৰি বৃটিশ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিছিল। কিন্তু নিয়মমতে ব্ৰহ্মদেশ চীনৰ কৰতলীয়া ৰাজ্য আছিল; কাৰ্য্যক্ষেত্ৰত ব্ৰহ্মদেশে চীনক নিয়মীয়াকৈ কৰ দি আছিল। কৌতূহলজনক কথা এই যে বৃটিছে ব্ৰহ্মদেশ অধিকাৰ কৰোঁতে চীনক এই কৰ দি থাকিবলৈ মান্তি হৈছিল। ইয়াৰ পৰা জনা যায় যে ১৮৮৫ খৃঃতো বৃটিছে চীনৰ পৰাক্ৰমত যথেষ্ট মূল্য দিছিল, পিছে চীন নিজৰ বিপদতে ইমান ব্যতিব্যস্ত আছিল যে বৃটিছে ব্ৰহ্মদেশ আক্ৰমণ কৰোঁতে চীনে কৰতলীয়া দেশখনক সহায় কৰিব নোৱাৰিলে। ১৮৮৫ খৃঃৰ পাচত বৃটিছে চীনক এবাৰ কৰ দিছিল, আৰু তাৰ পাচত নিদিয়া হ'ল।

ব্ৰহ্মদেশৰ যুদ্ধই আমাক ১৮৮৫ খৃঃলৈ আনিলে। মই সেই যুদ্ধ কেইখনৰ কথাও একে লগে আলোচনা কৰিব খুজিছিলোঁ। কিন্তু আমি এতিয়া উত্তৰ ভাৰতলৈ উলটি শতাব্দীটোৰ আৰু আগৰ এছোৱা কাললৈ যাব লাগিব। পাঞ্জাবত ৰণজিৎ সিংহৰ অধীনত এখন ডাঙৰ শিখ ৰাজ্যৰ অভ্যুদয় হৈছিল। শতাব্দীটোৰ ঠিক আৰম্ভণিতে ৰণজিৎ সিংহ অমৃতসৰৰ অধিপতি হৈছিল। ১৮২০ খৃঃৰ সময়ত তেওঁ প্ৰায় সমগ্ৰ পাঞ্জাৱ আৰু কাশ্মীৰৰ অধিপতি হৈছিল। ১৮৩৯ খৃঃত তেওঁৰ মৃত্যু হয়। তেওঁৰ মৃত্যুৰ অলপ পিচতে শিখ ৰাজ্যখন দুৰ্বল হৈ ভাগ-ভাগ হৈছিল। শিখবিলাকে পুৰণি নীতিবাক্য এটা প্ৰমাণ কৰি দেখুৱালে যে বিপদত মানুহৰ অভ্যুদয় হয় আৰু কৃত-কাৰ্যতা লাভৰ পাচত পতন হয়। পিচৰ মোগল সম্ৰাটসকলৰ দিনত যেতিয়া শিখ-বিলাক সংখ্যালঘু সমষ্টি আছিল আৰু যেতিয়া তেওঁলোকৰ ওপৰত অনবৰত আক্ৰমণ চলাই থকা হৈছিল, তেতিয়াও সেই মোগল সম্ৰাটসকলে তেওঁলোকক দমন কৰিব নোৱাৰিছিল। কিন্তু ৰাজনৈতিক কৃতকাৰ্যতা লাভৰ লগে লগে তেওঁলোকৰ কৃতকাৰ্যতাৰ মূল ভেঁটিটোৱেই নিশকতীয়া হৈছিল। বৃটিছৰ লগত শিখবিলাকৰ দুখন যুদ্ধ হৈছিল, প্ৰথমখন হৈছিল ১৮৪৫-৪৬ খৃঃত আৰু দ্বিতীয়খন হৈছিল ১৮৪৮-৪৯ খৃঃত। দ্বিতীয়খন যুদ্ধ চলি থকা কালত চিলিয়ানৱালাত বৃটিছৰ দুৰ্ঘোৰ পৰাজয় হৈছিল। পিচে শেহান্তৰত বৃটিছৰ সম্পূৰ্ণ জয় হৈছিল আৰু পাঞ্জাৱ অধিকাৰ কৰা হৈছিল। তুমি কাশ্মীৰী কাৰণে জানি আমোদ পাবা যে বৃটিছে কাশ্মীৰ ৰাজ্য জম্মুৰ ৰজা গোলাপ সিং নামে মানুহ এজনক প্ৰায় ৭৫ লাখ টকাত বিক্ৰি কৰিছিল। গোলাপ সিঙৰ কাৰণে এইটো লাভজনক ক্ৰয় আছিল। অৱশ্যে এই বেচা-কিনাত কাশ্মীৰৰ দুৰ্ভগীয়া মানুহবিলাকৰ কথা গণ্য কৰা নহৈছিল। কাশ্মীৰ এতিয়া বৃটিছৰ অধীনস্থ এখন দেশীয় ৰাজ্য আৰু তাৰ বৰ্তমান মহাৰাজজন গোলাপ সিঙৰ বংশধৰ।

উত্তৰ ফালে কিছু দূৰৈত, বেচি সঠিককৈ কবলৈ হ'লে পাঞ্জাৱৰ উত্তৰ-পশ্চিম ফালে আফগানিস্থান আছিল আৰু আফগানিস্থানৰ সিফালে তাৰ পৰা অলপ দূৰৈত ৰুচবিলাক আছিল। মধ্য এচিয়াত ৰুচ সাম্ৰাজ্যৰ বিস্তৃতিয়ে বৃটিছক বিচুৰ্তি কৰি-ছিল। তেওঁলোকৰ ভয় হৈছিল যে ৰুচিয়াই ভাৰতবৰ্ষ আক্ৰমণ কৰিব। ১৯শ শতাব্দীৰ আৰম্ভণিৰ পৰা শেহলৈকে এই "ৰুচ-ভীতি"ৰ কথা চলিছিল। আফ-গানিস্থানে বৃটিছক কোনো প্ৰকাৰে ক্ষুণ্ণ নকৰা সত্ত্বেও ভাৰতবৰ্ষৰ বৃটিছবিলাকে ১৮৩৯ খৃঃতে আফগানিস্থান আক্ৰমণ কৰিছিল। সেই কালত আফগানিস্থানৰ সীমান্ত বৃটিছ ভাৰতৰপৰা বহুত দূৰৈত আছিল, পাঞ্জাৱৰ স্বাধীন শিখ ৰাজ্যখন মাজত আছিল। তথাপি বৃটিছে শিখবিলাকক তেওঁলোকৰ মিত্ৰ কৰি কাবুললৈ যুদ্ধযাত্ৰা কৰিছিল। কিন্তু আফগানবিলাকে মনত থকাকৈ তাৰ প্ৰতিশোধ লৈছিল। তেওঁ-লোক বহুতো বিষয়ত যিমানেই অনুন্নত হওক লাগিলে, তেওঁলোকৰ স্বাধীনতালৈ প্ৰগাঢ় প্ৰেম আছে আৰু তাক ৰক্ষা কৰিবলৈ এজন মানুহ জীয়াই থকালৈকে তেওঁলোকে যুঁজ কৰে। সেই কাৰণে সেই দেশ আক্ৰমণ কৰা প্ৰত্যেক বিদেশী সৈন্যবাহিনীৰ কাৰণে "কোদোৰ বাহ" হৈ আছে। যদিও বৃটিছে কাবুল আৰু আন বহুতো অঞ্চল দখল কৰিছিল, তথাপি সেই দেশৰ সকলো ভাগতে বিদ্ৰোহ হৈছিল আৰু বৃটিছক তাৰ পৰা খেদি পঠিওৱা হৈছিল আৰু বৃটিছৰ এটা সম্পূৰ্ণ সৈন্যবাহিনী বিনাশ হৈছিল।

এই ভয়ঙ্কৰ বিপদৰ প্ৰতিশোধ লবৰ কাৰণে পিচত বৃটিছে আন এটা আক্ৰমণ চলাই-ছিল। তেওঁলোকে কাবুল অধিকাৰ কৰি সেই নগৰৰ যি'ডাঙৰ বজাৰখনত আফগান মানুহ আশ্ৰয় লৈ আছিল, সেই বজাৰখন কামানেৰে ধ্বংস কৰিছিল আৰু বৃটিছ সৈন্য-বিলাকে নগৰৰ বহুত ঠাইত লুটপাত কৰি সেইবিলাক ঠাই জুই লগাই পুৰিছিল। পিচে এই কথাটো স্পষ্ট হৈছিল যে বৃটিছে নেৰানেপেৰাকৈ যুদ্ধ কৰি নেথাকিলে তেওঁ-লোকে সহজতে আফগানিস্থান অধিকাৰ কৰিব নোৱাৰিব। সেই কাৰণে তেওঁলোক তাৰ পৰা গুচি আহিল।

চল্লিশ বছৰ মানৰ পাচত ১৮৭৮ খৃঃত আফগানিস্থানৰ আমিৰ বা শাসনকৰ্তা-জনৰ ৰুচিয়াৰ লগত বন্ধুতা হোৱাত ভাৰতবৰ্ষৰ বৃটিছবিলাকৰ পুনৰ থৰথুগুতি নোহোৱা হৈছিল। তেতিয়া বহুতো পৰিমাণে বুৰঞ্জীৰ পুনৰাভিনয় হৈছিল। আকৌ এখন যুদ্ধ হৈছিল, আৰু বৃটিছে সেই দেশ আক্ৰমণ কৰি জয়লাভ কৰাৰ সম্ভাৱনা দেখা গৈছিল, সেই অৱস্থাতে আফগানবিলাকে বৃটিছ ৰাজদূত এজন আৰু তেওঁৰ দল-টোক হত্যা কৰি বৃটিছৰ সৈন্যবাহিনী এটাক যুদ্ধত পৰাস্ত কৰিছিল। বৃটিছে তাৰ প্ৰতিশোধ স্বৰূপে কিছুমান কাম কৰি পুনৰ সেই "কোদোৰ বাহ"ৰ পৰা আঁতৰি গুচি আহিছিল। ইয়াৰ পাচত বহুত বছৰলৈ আফগানিস্থানৰ অৱস্থা অসাধাৰণ ধৰণৰ আছিল। বৃটিছে আমিৰক আন বিদেশৰ লগত প্ৰত্যক্ষ সম্পৰ্ক কৰিবলৈ নিদিছিল, আৰু তাৰ লগে লগে তেওঁলোকে আমিৰক বছৰি বহুত ধন দিছিল। তেৰ বছৰৰ পূৰ্বে ১৯১৯ খৃঃত তৃতীয়খন আফগান যুদ্ধ হৈছিল; এই যুদ্ধৰ ফল স্বৰূপে আফগানিস্থান স্বাধীন হয়। কিন্তু আমি যিটো যুগৰ কথা আলোচনা কৰিছোঁ, এই ঘটনাটো তাৰ পৰিসৰৰ বাহিৰৰ।

সৰু সুৰা আন আন যুঁজো হৈছিল। এনে এখন বিশেষকৈ নিলাজ যুঁজ ১৮৪৩ খৃঃত সিন্ধুৰ ওপৰত বলেৰে চলোৱা হৈছিল। তাত থকা বৃটিছ প্ৰতিনিধিজনে সিন্ধীবিলাকৰ মাজত হুলস্থুল লগাই'ভয় খুৱাই তেওঁলোকক যুঁজিবলৈ বাধ্য কৰি তেওঁলোকক দমন কৰি প্ৰদেশখন অধিকাৰ কৰিছিল। এই কামৰ বাবে বৃটিছ বিষয়া-বিলাকৰ উপৰুৱা লাভ স্বৰূপে সেই ৰাজ্যৰ পৰা লুটি পোৱা ধনখিনি তেওঁলোকৰ মাজত ভগাই দিয়া হৈছিল, বৃটিছ প্ৰতিনিধিজনৰ (চাৰ চাৰ্লচ্ নেপিয়াৰৰ) ভাগত সাত লাখ টকা পৰিছিল। সেই যুগৰ ভাৰতবৰ্ষই যে দ্বিধাহীন আৰু ভাগ্যান্বেষী বৃটিছ মানুহক আকৰ্ষণ কৰিছিল তাত আচৰিত হব লগীয়া কথা একো নাই।

১৮৫৬ খৃঃত অযোধ্যাকো অধিকাৰ কৰা হৈছিল। সেই কালত কুশাসনৰ ফলত সেই ৰাজ্যৰ অৱস্থা ভয়াবহ হৈছিল। কিছু কালৰ আগৰ পৰা সেই ৰাজ্যৰ শাসনকৰ্তা-জনক নবাব উজিৰ বোলা হৈছিল। আদিতে দিল্লীৰ মোগল সম্ৰাটে অযোধ্যাৰ তেওঁৰ তলতীয়া শাসনকৰ্তা স্বৰূপে নবাব-উজিৰক নিয়োগ কৰিছিল। কিন্তু মোগল সাম্ৰা-জ্যৰ অৱনতি হোৱাত অযোধ্যা স্বাধীন হৈছিল। কিন্তু বেচিদিন ই স্বাধীন হৈ থাকিব নোৱাৰিছিল। পিচৰ নবাব-উজিৰবিলাক তেনেই অকামিলা আৰু চৰিত্ৰহীন আছিল আৰু তেওঁলোকে কেতিয়াবা কিবা ভাল কাম কৰিব খুজিলেও ইষ্ট ইণ্ডিয়া কোম্পানিৰ হস্তক্ষেপৰ কাৰণে তেওঁলোকে তেনে কৰিব নোৱাৰিছিল। আচল ক্ষমতা তেওঁলোকৰ হাতত অলপো ৰখা নহৈছিল আৰু অযোধ্যাৰ আভ্যন্তৰীণ শাসন-ব্যৱস্থালৈ বৃটিছে

অলপো মনকাণ নকৰিছিল। সেই কাৰণে অযোধ্যা ছিন্ন-ভিন্ন হৈছিল আৰু তাৰ অৱশ্যম্ভাৱী পৰিণাম স্বৰূপে ই বৃটিছ সাম্রাজ্যৰ অংশ হৈছিল।

যুদ্ধ আৰু ৰাজ্য অধিকাৰৰ কথা মই যথেষ্ট কলোঁ, সম্ভৱতঃ বেচিহে কলোঁ। কিন্তু যি গুৰুত্বপূৰ্ণ পদ্ধতি এটা সেই কালত চলি আছিল আৰু তেনেকৈ চলি থাকিবলৈ বাধ্য হৈছিল, সেই পদ্ধতিটোৰে এইবিলাক বাহ্যিক প্ৰকাশ। বৃটিছবিলাক ভাৰতবৰ্ষলৈ অহাৰ লগে লগে এই দেশৰ প্ৰাচীন অৰ্থনৈতিক ব্যৱস্থা ওলটপালট হৈছিল। সামন্তপ্ৰথাত ডাঙৰ ফাট মেলিছিল। সেই কালত ভাৰতবৰ্ষলৈ বিদেশী নহা হলেও সামন্ত ব্যৱস্থা বেচি দিন তিষ্ঠি থাকিব নোৱাৰিলেহেঁতেন। ইউৰোপৰ দৰে ইয়াতো সেই ব্যৱস্থাৰ ঠাইত ধীৰে ধীৰে নতুন এনে ব্যৱস্থা হলহেঁতেন যি ব্যৱস্থাত নতুন উৎপাদনকাৰীৰ শ্ৰেণীবিলাক বেচি শক্তিশালী হলহেঁতেন। কিন্তু এই পৰিৱৰ্ত্তন হবলৈ নৌ পাওঁতেই—ভাঙন ধৰোঁতেই—বৃটিছবিলাক আহিছিল আৰু তেওঁলোকে বেচি কষ্ট নকৰাকৈয়ে ভাঙনৰ মাজত সোমাই পৰিছিল। ভাৰতবৰ্ষৰ যিবিলাক শাসনকৰ্তাৰ বিৰুদ্ধে বৃটিছে যুদ্ধ কৰি তেওঁলোকক পৰাজিত কৰিছিল, তেওঁলোক আগতে অতীতৰ অদৃশ্য হব খোজা যুগ এটাৰ মানুহ হৈ আছিল। তেওঁলোকৰ চকুৰ আগত ভৱিষ্যতৰ প্ৰকৃত সম্ভাৱনা একো নাছিল। এইদৰে সেই অৱস্থাত বৃটিছৰ কৃতকাৰ্য্যতা সুনিশ্চিত হৈছিল। তেওঁলোকে ভাৰতবৰ্ষত সামন্ত ব্যৱস্থাৰ বিনাশ দ্ৰুত কৰিছিল। কিন্তু আচৰিতভাৱে তেওঁলোকে সেই ব্যৱস্থাকে বাহিৰত ঢোকা দি ৰাখি ইয়াৰ দ্বাৰা ভাৰতবৰ্ষক নতুন ব্যৱস্থাৰ ফাললৈ উন্নতি কৰাত বাধা দিছিল।

এইদৰে বৃটিছবিলাক ভাৰতবৰ্ষত এনে এটা ঐতিহাসিক পদ্ধতিৰ প্ৰতিনিধি হৈছিল, যি পদ্ধতিয়ে সামন্তবাদী ভাৰতবৰ্ষক আধুনিক ধৰণৰ ঔদ্যোগিক পুঁজিবাদী ৰাষ্ট্ৰলৈ পৰিৱৰ্ত্তন কৰিছিল। তেওঁলোকে নিজে এইটো উপলব্ধি কৰা নাছিল আৰু বিভিন্ন যিবিলাক ভাৰতীয় শাসনকৰ্তাই বৃটিছৰ বিৰুদ্ধে যুঁজিছিল, তেওঁলোকেও এই বিষয়ে নিশ্চয়কৈ একো নেজানিছিল। যি ব্যৱস্থা দোষণীয় বুলি প্ৰমাণিত হয়, তেনে ব্যৱস্থাই কাচিৎহে সময়ৰ সঙ্কেত বুজে, কাচিৎহে উপলব্ধি কৰে যে সেই ব্যৱস্থাৰ উদ্দেশ্য আৰু কাম আগতে সমাধা হৈছিল আৰু সৰ্ব্বশক্তিমান ঘটনাপ্ৰবাহে তাক সেও কৰি খেদি পঠিউৱাৰ আগতে ই সসন্মানে আঁতৰ হোৱা উচিত; ই কাচিৎহে বুৰঞ্জীৰ শিকনি বুজে আৰু কাচিৎহে গম পায় যে এনে ব্যৱস্থাক কোনোৱা এজনে কোৱাৰ দৰে "বুৰঞ্জীৰ জাবৰ পেলোৱা পাচি"ত পেলাই পৃথিৱীখন আগুৱাই গৈ আছে। তথাপি ভাৰতবৰ্ষৰ সামন্ত ব্যৱস্থাই এইবিলাক কথা উপলব্ধি নকৰাকৈ বৃটিছৰ বিৰুদ্ধে নিৰৰ্থক যুঁজ কৰিছিল। এই কাৰণেই ভাৰতবৰ্ষত আৰু প্ৰাচ্যৰ আন আন ঠাইত থকা বৃটিছে আজি উপলব্ধি নকৰে যে তেওঁলোকৰ দিন পাৰ হল, সাম্রাজ্যৰ দিন অতীত হল, পৃথিৱীখনে নিৰ্দয়ভাৱে বৃটিছ সাম্রাজ্যক "বুৰঞ্জীৰ জাবৰ পেলোৱা পাচি"ৰ ভিতৰলৈ ঠেলি পঠিয়াই নিজে আগুৱাই গৈ আছে।

কিন্তু ভাৰতবৰ্ষত যি সামন্ত ব্যৱস্থা প্ৰচলিত আছিল, বৃটিছবিলাকে দেশৰ চাৰিউফালে ৰাজ্য বঢ়াই থাকোঁতে সেই ব্যৱস্থাই ক্ষমতা পুনৰ লাভৰ কাৰণে আৰু বিদেশীক খেদি পঠিয়াবৰ কাৰণে শেষ এটা চেষ্টা কৰিছিল। এয়ে আছিল ১৮৫৭ খৃঃৰ ডাঙৰ বিদ্ৰোহটো। দেশৰ সকলো ভাগতে বৃটিছৰ বিৰুদ্ধে বহুত পৰিমাণে অসন্তোষ

আৰু বিৰক্তি হৈছিল। ইষ্ট ইণ্ডিয়া কোম্পানিৰ নীতি আছিল ধন উপাৰ্জ্জন কৰা আৰু তাৰ বাহিৰে আন একো নকৰা। কোম্পানিৰ বহুতো বিষয়াৰ অজ্ঞতা আৰু অতিপাত লোভ এই নীতিৰ লগ লগাৰ ফলত দেশৰ সকলো ভাগতে দুৰ্গতি হৈছিল। বৃটিছৰ ভাৰতীয় সৈন্যবাহিনীতো এনে দুৰ্গতি হৈছিল আৰু এই সৈন্যবিলাকৰ মাজত সৰুসুৰা বিদ্ৰোহ হৈছিল। বহুতো সামন্ত ৰজা আৰু তেওঁলোকৰ বংশধৰবিলাক স্বাভাৱিকতে তেওঁলোকৰ নতুন অধিপতিসকলৰ ঘোৰ বিৰোধী আছিল। সেই কাৰণে গোপনে এটা ডাঙৰ বিদ্ৰোহ সংগঠিত কৰা হৈছিল। এই সংগঠনটো বিশেষকৈ যুক্ত প্ৰদেশ আৰু মধ্য ভাৰতৰ চাৰিওফালে বিস্তৃত হৈছিল; তথাপি ভাৰতবৰ্ষত থকা বৃটিছবিলাক ভাৰতীয় মানুহৰ কাম আৰু চিন্তাৰ বিষয়ত ইমান অজ্ঞ হৈ থাকে যে চৰকাৰে সেই সংগঠনৰ বিষয়ে অকণো ভূকে নেপাইছিল। সম্ভৱতঃ বিদ্ৰোহটো একে সময়তে বহুতো ঠাইত আৰম্ভ কৰিবৰ কাৰণে দিন এটা নিৰ্ধাৰিত কৰা হৈছিল। কিন্তু মিৰাটৰ কিছুমান সৈন্যদলে বেচি লৰালৰি কৰি ১৮৫৭ খৃঃৰ ১০ মেইৰ দিনা বিদ্ৰোহ কৰে। অসময়ৰ এই বিস্ফোৰণে বিদ্ৰোহৰ নেতাসকলৰ কাৰ্যসূচী ওলট-পালট কৰে, কাৰণ ই চৰকাৰক সতৰ্ক কৰি দিলে। তথাপি বিদ্ৰোহটো যুক্ত প্ৰদেশ আৰু দিল্লীৰ সকলো ভাগলৈকে আৰু মধ্য ভাৰত আৰু বিহাৰৰ কিছুমান ভাগলৈ বিস্তৃত হয়। ই অকল সামৰিক বিদ্ৰোহ নাছিল, ই আছিল বৃটিছৰ বিৰুদ্ধে এইবিলাক অঞ্চলত সাধাৰণ গণ-বিদ্ৰোহ। কিছুমান মানুহে "শ্ৰেষ্ঠ মোগল" সকলৰ শেষ বংশধৰ দুৰ্ব্বল, বৃদ্ধ কৰি বাহাদুৰ ছাহক সম্ৰাট বুলি ঘোষণা কৰে। বিদ্ৰোহটো ঘৃণ্য বিদেশীৰ বিৰুদ্ধে ভাৰতবৰ্ষৰ স্বাধীনতাৰ যুদ্ধলৈ ৰূপান্তৰিত হৈছিল, কিন্তু এই স্বাধীনতা আছিল প্ৰাচীন সামন্তবাদী আহিৰ্ৰ, ইয়াৰ শীৰ্ষ স্থানত স্বেচ্ছাচাৰী সম্ৰাট আছিল। ইয়াত জনসাধাৰণৰ স্বাধীনতা নাছিল, তথাপি অসংখ্য মানুহে ইয়াত যোগ দিছিল, কাৰণ বৃটিছ এই দেশলৈ অহাৰ লগত তেওঁলোকৰ দুৰ্গতি আৰু দাৰিদ্ৰ্যৰ সম্পৰ্ক আছিল বুলি তেওঁলোকে ভাবিছিল আৰু কিছুমান ঠাইত ডাঙৰ জমিদাৰ-বিলাকৰ আধিপত্যৰ কাৰণে তেওঁলোকে বিদ্ৰোহত যোগ দিছিল। ধৰ্ম সম্পৰ্কত হোৱা শত্ৰুতাৰ ভাবেও তেওঁলোকক বিদ্ৰোহত যোগ দিবলৈ প্ৰেৰণা যোগাইছিল। এই যুদ্ধত হিন্দু, মুচলিম দুয়ো সম্প্ৰদায়ৰ মানুহে নিখুঁতকৈ অংশ গ্ৰহণ কৰিছিল।

কেইবা মাহ উত্তৰ আৰু মধ্য ভাৰতত বৃটিছৰ শাসন টানি-মানি হে লোপ নোপো-ৱাকৈ আছিল। কিন্তু বিদ্ৰোহৰ ভৱিষ্যৎ ভাৰতীয়সকলেই স্থিৰ কৰিছিল। শিখ আৰু গুৰ্খাবিলাকে বৃটিছক সমৰ্থন কৰিছিল। দক্ষিণাত্যত নিজাম, উত্তৰ ভাৰতত সিন্ধীয়া আৰু আন বহুতো দেশীয় ৰাজ্য বৃটিছৰ ফলীয়া আছিল। এইবিলাকৰ কথা বাদ দিলেও বিদ্ৰোহটোতে অকৃতকাৰ্যতাৰ বীজ আছিল। যি সামন্ত ব্যৱস্থাটোৰ দিন উকলিছিল, সেই ব্যৱস্থা প্ৰচলনৰ কাৰণে এই বিদ্ৰোহত যুঁজ কৰা হৈছিল, বিদ্ৰোহটোত সুষ্ঠ নেতৃত্ব নাছিল, ইয়াক বেয়াকৈ সংগঠিত কৰা হৈছিল আৰু সকলো সময়তে পৰস্পৰৰ মাজত কন্দল চলিছিল। কিছুমান বিদ্ৰোহীয়ে নিষ্ঠুৰভাৱে বৃটিছক হত্যা-কৰি তেওঁলোকৰ উদ্দেশ্য কলুষিত কৰিছিল। এনে পাশৱিক আচৰণে স্বাভাৱিকতে ভাৰতবৰ্ষত থকা বৃটিছবিলাকৰ খং তোলাইছিল আৰু তেওঁলোকেও ভাৰতীয় মানুহৰ প্ৰতি তেনে আচৰণ কৰিছিল, অৱশ্যে তাকে হেজাৰ হেজাৰ গুণে বেচিকৈ কৰিছিল।

ইংৰাজবিলাকৰ বিশেষকৈ খং উঠিছিল কানপুৰত ইংৰাজ স্ত্ৰী-পুৰুষ আৰু লৰা-ছোৱালী কিছুমানক হত্যা কৰাৰ কাৰণে; প্ৰবাদ আছে যে পেছোৱাৰ বংশধৰ নানা চাহাবে এই ইংৰাজবিলাকক আগতে নিৰাপত্তাৰ আশ্বাস দি পাচত বিশ্বাসঘাতকতা কৰি তেওঁলোকক হত্যা কৰিবলৈ আদেশ দিছিল। কানপুৰত স্মৃতিচিন স্বৰূপে থকা নাদ এটাই এই ভীষণ শোকাবহ ঘটনাটো স্মৰণীয় কৰি ৰাখিছে।

লোক সমাগমৰ আঁতৰ বহুতো ছাউনিত থকা ইংৰাজবিলাকক ভাৰতীয় মানুহৰ জুমে বেৰি বেৰি আবদ্ধ কৰি ৰাখিছিল। কোনো কোনো সময়ত তেওঁলোকৰ প্ৰতি ভাল আচৰণ কৰা হৈছিল, কিন্তু বেচি সঘনে বেয়া আচৰণ কৰা হৈছিল। তেওঁলোকে ভীষণ দুৰ্যোগৰ বিৰুদ্ধে ভালদৰে আৰু নিৰ্ভীকভাৱে যুদ্ধ কৰিছিল। আউট্ৰাম আৰু হেভ্লকৰ নামৰ লগত সংশ্লিষ্ট লক্ষ্ণৌৰ অৱৰোধ বৃটিছৰ সাহস আৰু সহনশীলতাৰ এটা দৃষ্টান্ত। ১৮৫৭ খৃঃৰ চেপ্টেম্বৰ মাহত দিল্লীৰ অৱৰোধ আৰু পতনে বিদ্ৰোহটোৰ গতি পৰিৱৰ্ত্তন কৰে। তেতিয়াৰপৰা আৰম্ভ কৰি বহুতো মহাযুদ্ধ চলাই বৃটিছে বিদ্ৰোহটো দমন কৰে। বিদ্ৰোহ দমন কৰোঁতে তেওঁলোকে সকলোতে সন্ত্ৰাসৰ সৃষ্টি কৰিছিল। অগণন মানুহক অতি নিষ্ঠুৰভাৱে গুলিয়াই বধ কৰা হৈছিল, বৰতোপেৰে গুলিয়াই অগণন মানুহক টুকুৰা-টুকুৰ কৰা হৈছিল, বাটৰ কাষৰ গছৰ ওপৰত ওলোমাই হেজাৰ হেজাৰ মানুহক বধ কৰা হৈছিল। প্ৰবাদ আছে যে নেইল নামৰ সেনাপতি এজন এলাহাবাদৰ পৰা কানপুৰলৈ যুদ্ধ-যাত্ৰা কৰি যাওঁতে গোটেই বাটটোত গছত ওলোমাই মানুহ বধ কৰি গৈছিল, সেই বাটত কাচিৎ হে এনে এজোপা গছ আছিল যিজোপাক ফাঁচীশাললৈ ৰূপান্তৰিত কৰা হোৱা নাছিল। সমৃদ্ধিশালী গাঁওবিলাক নিঠৰুৱা কৰি সেইবিলাক ধ্বংস কৰা হৈছিল। গোটেইটো কাহিনী অতি ভীষণ আৰু অত্যন্ত কৰুণ আছিল, এই সম্পৰ্কৰ সকলোবিলাক নিদাৰুণ সত্য তোমাক কবলৈ মোৰ সাহ নহয়। নানা চাহাবৰ আচৰণ যদি পাশৱিক আৰু বিশ্বাসঘাতক আছিল, তেনেহলে বহুতো ইংৰাজ বিষয়াৰ পাশৱিকতা তেওঁৰ পাশৱিকতাতকৈ এশ গুণে বেচি আছিল। বিষয়া বা নেতা নথকা বিদ্ৰোহী ভাৰতীয় সৈন্যৰ বিশৃঙ্খল জনতা যদি নিষ্ঠুৰ আৰু ঘৃণনীয় কামৰ বাবে দোষী, তেনেহলে বিষয়াবিলাকে চলোৱা আৰু প্ৰশিক্ষণ পোৱা বৃটিছ সৈন্যবিলাকৰ নিষ্ঠুৰতা আৰু পাশৱিকতা ভাৰতীয় জনতাৰ নিষ্ঠুৰতা আৰু পাশৱিকতাতকৈ বেচি হৈছিল। মই দুয়োটাকে তুলনা কৰিব খোজা নাই। দুয়ো ফালৰে কাম দুখজনক আছিল, কিন্তু আমাৰ কলুষিত বুৰঞ্জীবিলাকত ভাৰতীয় মানুহৰ ফালৰ বিশ্বাসঘাতকতা আৰু নিষ্ঠুৰতাৰ কথা বহুত কোৱা হয় আৰু বৃটিছৰ ফালত এনে কামবিলাকৰ কথা কাচিৎ হে উল্লেখ কৰা হয়। এই কথাটোও মনত ৰখা ভাল যে সংগঠিত চৰকাৰ এটাই যেতিয়া বিশৃঙ্খল জনতাৰ দৰে আচৰণ কৰিবলৈ ধৰে, তেতিয়া তেওঁলোকৰ নিষ্ঠুৰতাৰ লগত তুলনাত বিশৃঙ্খল জনতা এটাৰ নিষ্ঠুৰতা তেনেই নগণ্য হয়। আজিও যদি তুমি আমাৰ প্ৰদেশখনৰ বহুতো গাঁৱলৈ যোৱা, তেনেহলে সেইবিলাক গাঁৱত এনে বহুতো মানুহ লগ পাবা যিবিলাকৰ মনত বিদ্ৰোহটো দমন কৰা কালত তেওঁলোকৰ ওপৰত চলোৱা ভীষণ আতঙ্কৰ স্পষ্ট আৰু বিভীষিকাপূৰ্ণ স্মৃতি এতিয়াও আছে।

বিদ্ৰোহৰ আৰু বিদ্ৰোহ দমনৰ আতঙ্কৰ মাজত এটা নাম ক'লা পটভূমিত উজ্বল

দাগৰ দৰে জিলিকি আছে। এই নামটো হৈছে ঝাণ্ডীৰ ৰাণী লক্ষ্মীবাই। ত্ৰিশ বছৰীয়া এই বাল্য-বিধবা গৰাকীয়ে পুৰুষৰ সাজ পিন্ধি ওলাই আহি বৃটিছৰ বিৰুদ্ধে যুঁজা তেওঁৰ মানুহবিলাকৰ নেতৃত্ব কৰিছিল। তেওঁৰ তেজ, দক্ষতা আৰু অনমনীয় সাহসৰ অনেক কাহিনী মানুহে কয়। আন কি, যিজন ইংৰাজ সেনাপতিয়ে তেওঁৰ বিৰুদ্ধে যুদ্ধ কৰিছিল, তেৰোঁ লক্ষ্মীবাইক বিদ্ৰোহী নেতাসকলৰ ভিতৰত "শ্ৰেষ্ঠা আৰু আটাইতকৈ বেচি সাহিয়াল" বুলিছে। যুদ্ধ কৰি থাকোঁতে তেওঁৰ মৃত্যু হৈছিল।

১৮৫৭-৫৮ খৃঃৰ বিদ্ৰোহটো সামন্ত ভাৰতৰ শেষ অস্থিৰ শিখা আছিল। ই বহুতো কথাৰ অন্ত কৰিছিল। ই "শ্ৰেষ্ঠ মোগল" সকলৰ বংশ লোপ পেলাইছিল, কাৰণ হড্চন নামে যিজন ইংৰাজ বিষয়াই বাহাদুৰ ছাহব পুতেক দুজনক আৰু তেওঁৰ নাতি এজনক ধৰি দিল্লীলৈ লৈ গৈছিল, তেওঁ কোনো কাৰণ নোহোৱাকৈ আৰু বন্দীয়াৰ কেইজনৰপৰা কোনো প্ৰকাৰৰ বিপদৰ আশঙ্কা নথকাতো তিনিউকে নিষ্ঠুৰভাৱে গুলিয়াই বধ কৰিছিল। এইদৰে টাইমুৰ, বাবৰ আৰু আকবৰৰ বংশটো অখ্যাতিকৰ ভাবে লোপ পাইছিল।

বিদ্ৰোহটোৱে ভাৰতবৰ্ষত ইষ্ট ইণ্ডিয়া কোম্পানিৰ ৰাজত্বৰো ওৰ পেলাইছিল। বিদ্ৰোহৰ পাচত বৃটিছ চৰকাৰে শাসনৰ প্ৰত্যক্ষ দায়িত্ব লৈছিল আৰু বৃটিছ গভৰ্ণৰ জেনেৰেল পয়োভৰেৰে "ৰাজ-প্ৰতিনিধি" পদলৈ উন্নীত হৈছিল। উনৈছ বছৰৰ পাচত ১৮৭৭ খৃঃত ইংলেণ্ডৰ ৰাণীয়ে "কেইজাৰ-ই-হিন্দ" উপাধি লৈছিল; ৰোমৰ "চিজাৰ" সকলৰ আৰু বাইজেণ্টাইন সাম্ৰাজ্যৰ উপাধিটো ভাৰতবৰ্ষৰ লগত মিলাই ব্যৱহাৰ কৰা হৈছিল। মোগল ৰাজবংশৰ তেতিয়া চিনচাব নাছিল। কিন্তু স্বেচ্ছাচাৰী ৰাজতন্ত্ৰৰ আও-ভাও আৰু আন কি তাৰ প্ৰতীকবিলাকো তেতিয়াও আছিল আৰু আন এগৰাকী "শ্ৰেষ্ঠ মোগল" ইংলেণ্ডৰ সিংহাসনত ৰহিছিল।

## ১১০

## ভাৰতীয় কাৰিকৰবিলাকক স্থানচ্যুত কৰা হয়

১ ডিচেম্বৰ, ১৯৩২ খৃষ্টাব্দ

উনবিংশ শতাব্দীত ভাৰতবৰ্ষত হোৱা যুদ্ধবিলাকৰ কথা আমি শেষ কৰিলোঁ, এই বাবে মই আনন্দ পাইছোঁ। এতিয়া আমি সেই যুগত হোৱা বেচি প্ৰধান ঘটনা-বিলাকৰ কথা আলোচনা কৰিব পাৰিম। কিন্তু মনত ৰাখিব লাগিব যে ইংলেণ্ডৰ উপকাৰৰ কাৰণে ভাৰতবৰ্ষৰ ক্ষতি কৰি এই যুদ্ধবিলাক চলোৱা হৈছিল। বৃটিছবিলাকে বিশেষ কৃতকাৰ্যতাৰে এনে এটা পদ্ধতি চলাইছিল, যাৰ দ্বাৰা ভাৰতবৰ্ষৰ মানুহবিলাকক তেওঁলোকৰ নিজৰ পৰাধীনতাৰ কাৰণে লগা খৰচখিনিও বহন কৰিবলৈ বাধ্য কৰা হৈছিল। তদুপৰি ভাৰতীয় মানুহবিলাকে তেওঁলোকৰ ওচৰচুবুৰীয়া যি বৰ্মী আৰু আফগান জাতিৰ লগত তেওঁলোকৰ কোনো কন্দল নাছিল, তেওঁলোকক বশীভূত

কৰিবলৈকো ধন আৰু প্ৰাণ দিছিল। এই যুদ্ধবিলাকে ভাৰতবৰ্ষক কিছু পৰিমাণে দুখীয়া কৰিছিল, কাৰণ সকলো যুদ্ধৰে অৰ্থ সম্পত্তি নাশ। যুদ্ধই বুজাইছিল বিজেতাবিলাকে লুটি-পুতি লোৱা ধনৰ কথা, সিন্ধু ৰাজ্যৰ সম্পৰ্কত যেনেকৈ আমি আগতে দেখা পাইছোঁ। দেশখন দুখীয়া কৰা সত্ত্বেও, এইবিলাক কাৰণত আৰু আন কিছুমান কাৰণত ইষ্ট ইণ্ডিয়া কোম্পানিৰ অংশীদাৰবিলাকক শকত লাভাংশ দিব পৰাকৈ কোম্পানিৰ ভঁৰাললৈ এই দেশৰ পৰা সোন আৰু ৰূপৰ সোঁত অবিৰত ভাবে চলি আছিল।

মই বোধকৰো তোমাক আগতে কৈছোঁ যে ভাৰতবৰ্ষত বৃটিছ শক্তিৰ আৰম্ভণিৰ যুগটো ভাগ্যান্বেষী বণিকৰ যুগ আছিল, তেওঁলোকে বাণিজ্য চলাই বাছবিচাৰ নকৰাকৈ সম্পত্তি লুটি লৈছিল। এই প্ৰকাৰে ইষ্ট ইণ্ডিয়া কোম্পানি আৰু তাৰ প্ৰতিনিধি-বিলাকে ভাৰতবৰ্ষত গোট খাই থকা অপৰিমিত সম্পত্তি লুটি লৈ গৈছিল। এই-বিলাকৰ বিনিময়ত ভাৰতবৰ্ষই কাৰ্যতঃ একো নেপাইছিল। সাধাৰণ বাণিজ্যত এক প্ৰকাৰৰ দিয়া-লোৱা হয়; কিন্তু পলাশীৰ যুদ্ধৰ পাচত অষ্টাদশ শতাব্দীৰ দ্বিতীয়াৰ্ধত সকলো ধন এফাললৈ-ইংলেণ্ডলৈ মাথোন গৈছিল। এইদৰে ভাৰতবৰ্ষক এই দেশৰ প্ৰাচীন সম্পত্তিবিলাকৰপৰা বঞ্চিত কৰা হৈছিল আৰু সেই সম্পত্তিয়ে ইংলেণ্ডক সেই দেশৰ পৰিৱৰ্ত্তনৰ অতি গুৰুত্বপূৰ্ণ কালত ঔদ্যোগিক উন্নয়ণত সহায় কৰিছিল। ভাৰতবৰ্ষত বাণিজ্য আৰু অবাধিত লুটক ভেটি কৰি চলোৱা বৃটিছৰ এই প্ৰথম যুগটো থূলমূল ভাবে অষ্টাদশ শতাব্দীৰ অন্তত শেষ হৈছিল।

বৃটিছ শাসনৰ দ্বিতীয় যুগটোৱে উনবিংশ শতাব্দীটো সামৰিছিল; সেই কালত ভাৰতবৰ্ষ কেঁচা মাল যোগোৱাৰ শ্ৰেষ্ঠ স্থল হৈছিল, এই কেঁচা মালবিলাক ইংলেণ্ডৰ কাৰখানাবিলাকলৈ গৈছিল, সেই কালতে এই দেশ বৃটেনৰ কাৰখানাত উৎপাদিত বস্তুৰ বজাৰ হৈছিল। ভাৰতবৰ্ষৰ প্ৰগতি আৰু অৰ্থনৈতিক উন্নয়ণৰ ক্ষতি কৰি এইবিলাক কৰা হৈছিল। বাণিজ্য চলোৱা কোম্পানি যি ইষ্ট ইণ্ডিয়া কোম্পানি আদিতে ধন ঘটিবৰ কাৰণে পতা হৈছিল, সেই কোম্পানিটোৱেই শতাব্দীটোৰ প্ৰথমাৰ্ধত ভাৰতবৰ্ষ শাসন কৰিছিল। পিচে বৃটিছ পাৰ্লামেণ্টে ভাৰতীয় বিষয়াবিলাকলৈ বেচি মন দিছিল। আমি ইয়াৰ আগৰখন চিঠিত দেখিবলৈ পাইছোঁ যে ১৮৫৭-৫৮ খৃঃৰ বিদ্ৰোহৰ পাচত বৃটিছ চৰকাৰে ভাৰতবৰ্ষ শাসনৰ প্ৰত্যক্ষ ভাৰ লৈছিল, কিন্তু ইয়াৰ পৰা মৌলিক নীতিটোৰ কোনো গুৰুত্বপূৰ্ণ পৰিবৰ্ত্তন নহৈছিল, কাৰণ যি শ্ৰেণীটোৰ ইষ্ট ইণ্ডিয়া কোম্পানিত আধিপত্য আছিল, সেই শ্ৰেণীৰ প্ৰতিনিধিয়েই চৰকাৰ চলাইছিল।

ভাৰতবৰ্ষ আৰু ইংলেণ্ডৰ অৰ্থনৈতিক স্বাৰ্থৰ মাজত সহজতে বুজিব পৰা এটা সংঘৰ্ষ আছিল। ইংলেণ্ডৰ হাতত সকলো ক্ষমতা থকাৰ কাৰণে এই সংঘৰ্ষটো সদায় ইংলেণ্ডৰ অনুকূলে শেষ কৰা হৈছিল। ইংলেণ্ড ঔদ্যোগিকৃত হোৱাৰ আগতেই এজন বিখ্যাত ইংৰাজ লিখকে ইষ্ট ইণ্ডিয়া কোম্পানিয়ে ভাৰতবৰ্ষ শাসন কৰাৰ কুফল দেখুৱাইছিল। এই মানুহজন আছিল আডাম স্মিথ, তেওঁক 'ৰাজনৈতিক অৰ্থনীতিৰ জনক' বোলা হয়। আগতীয়া কাল ১৭৭৬ খৃঃতে প্ৰকাশ কৰা তেওঁৰ "জাতিবিলাকৰ সম্পত্তি" নামৰ বিখ্যাত গ্ৰন্থখনত তেওঁ ইষ্ট ইণ্ডিয়া কোম্পানিৰ সম্পৰ্কত কৈছিল ঃ

"সম্ভৱতঃ যি কোনো এখন দেশৰ কাৰণে বণিকবিলাকৰ আছুতীয়া সংঘ এটাৰ শাসন সকলো প্ৰকাৰৰ শাসনৰ ভিতৰত আটাইতকৈ বেয়া।.........সাৰ্ব্বভৌম শাসক স্বৰূপে ইষ্ট ইণ্ডিয়া কোম্পানিৰ স্বাৰ্থ এই যে ইউৰোপৰ পৰা তেওঁলোকৰ অধীনস্থ ভাৰতীয় ৰাজ্যবিলাকলৈ নিয়া ইউৰোপীয় মালবিলাক সেইবিলাক ৰাজ্যত যিমান সম্ভৱ সিমান সস্তাকৈ বিক্ৰী কৰা উচিত আৰু সেই দেশৰপৰা অনা ভাৰতীয় মালবিলাক ইউৰোপত যিমান সম্ভৱ সিমান মহঙাকৈ বিক্ৰী হোৱা উচিত। কিন্তু বণিক স্বৰূপে ইষ্ট ইণ্ডিয়া কোম্পানীৰ স্বাৰ্থ তাৰ বিপৰীত। সাৰ্ব্বভৌম শাসক স্বৰূপে তেওঁলোকৰ স্বাৰ্থ আৰু তেওঁলোকে শাসন কৰা দেশখনৰ স্বাৰ্থ সেই স্বাৰ্থৰ সম্পূৰ্ণে বিপৰীত।"

মই তোমাক আগতে কৈছোঁ যে বৃটিছবিলাক ভাৰতবৰ্ষলৈ আহিছিল, সেই কালত এই দেশৰ প্ৰাচীন সামন্ত ব্যৱস্থাটো ভাগিবলৈ ধৰিছিল। মোগল সাম্ৰাজ্যৰ পতনে ভাৰতবৰ্ষৰ বহুতো অঞ্চলত বিশৃংখলাৰ সৃষ্টি কৰিছিল। ভাৰতীয় অৰ্থ-নীতিবিদ ৰমেশ চন্দ্ৰ দত্তই লিখিছে যে সেই অৱস্থাতো "অষ্টাদশ শতাব্দীত ভাৰতবৰ্ষ সমানে উদ্যোগ-প্ৰধান আৰু কৃষি-প্ৰধান দেশ আছিল আৰু ভাৰতবৰ্ষৰ তাঁতশালে এচিয়া আৰু ইউৰোপৰ বজাৰৰ চাহিদা পূৰণ কৰিছিল।" প্ৰাচীন কালত ভাৰতবৰ্ষই বিদেশী বজাৰত আধিপত্য কৰাৰ কথা মোৰ এই চিঠিবিলাকত আগতে তোমাক কৈছোঁ। মিছৰৰ চাৰি হেজাৰ বছৰীয়া "মামি" বিলাক ভাৰতবৰ্ষৰ মচলিন কাপোৰেৰে মেৰিওৱা হৈছিল। ভাৰতীয় কাৰিকৰৰ কৌশল প্ৰাচ্য আৰু পাশ্চাত্যত বিখ্যাত আছিল। যেতিয়া ৰাজনৈতিক পতন হৈছিল, তেতিয়াও দেশৰ কাৰিকৰবিলাকে তেওঁলোকৰ হাতৰ কৌশল নেপাহৰিছিল। ইংৰাজ আৰু আন যিবিলাক বিদেশী বণিক বাণিজ্যৰ সুযোগ বিচাৰি ভাৰতবৰ্ষলৈ আহিছিল, তেওঁলোকে বিদেশী মাল ইয়াত বেচিবলৈ অহা নাছিল, ভাৰতবৰ্ষত প্ৰস্তুত সুন্দৰ আৰু সুকোমল দ্ৰব্য ইয়াৰপৰা কিনি নিবলৈহে আহিছিল আৰু সেইবিলাক দ্ৰব্য তেওঁলোকে বহুত লাভত ইউৰোপত বেচিছিল। এইদৰে ইউৰোপৰ বণিকবিলাকৰ প্ৰথমতে এই দেশৰ কেঁচা মালৰ কাৰণে ইয়ালৈ আকৰ্ষণ নহৈছিল, ভাৰতবৰ্ষৰ উদ্যোগত উৎপাদিত বস্তুৰ কাৰণহে তেওঁলোকৰ এনে আকৰ্ষণ হৈছিল। ইষ্ট ইণ্ডিয়া কোম্পানিয়ে ভাৰতবৰ্ষত ৰাজ্য অধিকাৰ কৰাৰ আগতে এই দেশত উৎপাদিত বিবিধ বস্ত্ৰ, উলৰ বস্ত্ৰ, বিবিধ ৰেচমৰ বস্ত্ৰ আৰু ফুল তোলা আৰু গুণা কৰা বস্ত্ৰ বেচি অতি লাভজনক কাৰবাৰ চলাইছিল। বিশেষকৈ বস্ত্ৰ উদ্যোগত অৰ্থাৎ কপাহী, ৰেচমী আৰু উলৰ বস্ত্ৰ উৎপাদনত ভাৰতবৰ্ষত উচ্চ খাপৰ দক্ষতা লাভ কৰা হৈছিল। ৰমেশ চন্দ্ৰ দত্তই কৈছে, "কাপোৰ বোৱাটো ভাৰতীয় মানুহৰ জাতীয় উদ্যোগ আছিল আৰু সূতা কটাটো লাখ লাখ তিৰোতা মানুহৰ ব্যৱসায় আছিল।" ভাৰতবৰ্ষৰ বস্ত্ৰ ইংলেণ্ড আৰু ইউৰোপৰ আন আন ভাগলৈ, চীনলৈ, জাপানলৈ, ব্ৰহ্মদেশলৈ, আৰবলৈ, পাৰস্যলৈ আৰু আফ্ৰিকাৰ কিছুমান ভাগলৈ গৈছিল।

ক্লাইৱে বঙ্গদেশৰ মুৰ্চিদাবাদ নগৰখনৰ ১৭৫৭ খৃঃৰ অৱস্থা বৰ্ণনা কৰোঁতে কৈছে যে "এই বৃহৎ নগৰখন লণ্ডনৰ দৰে সুবিস্তৃত আৰু জনাকীৰ্ণ আৰু সমৃদ্ধিশালী, দুয়ো নগৰৰ মাজত এইটো মাথোন পাৰ্থক্য যে মুৰ্চিদাবাদত এনে কিছুমান মানুহ আছে, যিবিলাকৰ সা-সম্পত্তি লণ্ডনৰ তেনে ব্যক্তিতকৈ অপৰিমিত ভাবে বেচি।"

এই বৰ্ণনাটো আছিল পলাশীৰ যুদ্ধৰ বছৰৰে, যি বছৰত বঙ্গদেশত চূড়ান্তভাৱে বৃটিছৰ আধিপত্য হৈছিল। ৰাজনৈতিক পতনৰ ক্ষণতো বঙ্গদেশ সমৃদ্ধিশালী আছিল, বহুত বিধৰ উদ্যোগেৰে সেই ৰাজ্য পৰিপূৰ্ণ আছিল, সেই ৰাজ্যৰ উদ্যোগত উৎপাদিত বস্ত্ৰ পৃথিৱীৰ বিভিন্ন ভাগলৈ পঠোৱা হৈছিল। ঢাকা নগৰখন অতি মিহি মচলিন কাপোৰৰ কাৰণে বিশেষকৈ প্ৰসিদ্ধ আছিল আৰু সেই নগৰে এই কাপোৰৰ বিৰাট ৰপ্তানি বাণিজ্য চলাইছিল।

এইদৰে এই যুগত ভাৰতবৰ্ষ সম্পূৰ্ণ কৃষিপ্ৰধান আৰু গাঁও-কেন্দ্ৰিক হোৱাতকৈ বহুত বেচি উন্নত হৈছিল। অৱশ্য ভাৰতবৰ্ষ তেতিয়া ঘাইকৈ কৃষিপ্ৰধান আছিল আৰু এতিয়াও এনে হৈ আছে আৰু বহুকাল এনে হৈ থাকিব লাগিব। কিন্তু গাঁৱলীয়া জীৱন আৰু কৃষিৰ লগে লগে নগৰীয়া জীৱনৰো উন্নয়ণ হৈছিল। এই নগৰবিলাকত কাৰিকৰবিলাক আৰু হস্তশিল্পীবিলাক গোট খাইছিল আৰু সমূহীয়া উৎপাদন হৈছিল অৰ্থাৎ এশজন বা ততোধিক কাৰিকৰক কামত নিযুক্ত কৰা সৰু সৰু কাৰখানা হৈছিল। অৱশ্যে যন্ত্ৰ-যুগত যিবিলাক কাৰখানা পাচত হৈছিল, সেইবিলাকৰ লগত এই সৰু কাৰখনাবিলাকক তুলনা কৰিব পৰা নহৈছিল। পশ্চিম ইউৰোপত বিশেষকৈ নেডাৰলেণ্ড্‌চত ঔদ্যোগিক পদ্ধতি প্ৰৱৰ্ত্তনৰ আগত বহুতো এনে কাৰখানা আছিল।

ভাৰতবৰ্ষ তেতিয়া পৰিৱৰ্ত্তনৰ পৰ্য্যায়ত আছিল। ই উদ্যোগত বস্তু উৎপাদন কৰা দেশ আছিল আৰু নগৰবিলাকত মধ্যবিত্তৰ এটা শ্ৰেণীৰ উদ্ভৱ হৈছিল। এই কাৰখনাবিলাকৰ মালিকসকল পুঁজিবাদী আছিল, তেওঁলোকে হস্তশিল্পীবিলাকক কেঁচা মালৰ যোগান ধৰিছিল। কালক্ৰমে ইউৰোপত হোৱাৰ দৰে এই শ্ৰেণীটো নিশ্চয়কৈ সামন্ত শ্ৰেণীটোৰ ঠাই অধিকাৰ কৰিব পৰাকৈ ক্ষমতাশালী হলহেঁতেন। কিন্তু ঠিক সেই সময়তে বৃটিছবিলাকে হস্তক্ষেপ কৰিছিল আৰু ভাৰতবৰ্ষৰ উদ্যোগবিলাকত তাৰ পৰিণাম মাৰাত্মক হৈছিল।

ইষ্ট ইণ্ডিয়া কোম্পানিয়ে প্ৰথমতে ভাৰতীয় উদ্যোগবিলাকত উৎসাহ দিছিল, কাৰণ সেইবিলাকৰপৰা তেওঁলোকে ধন ঘটিছিল। বিদেশত ভাৰতীয় বস্তু বিক্ৰী হোৱাৰপৰা দেশখনলৈ সোণ আৰু ৰূপ আহিছিল। কিন্তু ইংলণ্ডৰ উদ্যোগত উৎপাদনকাৰীবিলাকে এই প্ৰতিযোগিতা ভাল নেপাইছিল, সেই কাৰণে তেওঁলোকে অষ্টাদশ শতাব্দীৰ আৰম্ভণিৰ ভাগত তেওঁলোকৰ চৰকাৰক ইংলেণ্ডলৈ যোৱা ভাৰতীয় বস্তুৰ ওপৰত কৰ লগাবলৈ মান্তি কৰাইছিল। কিছুমান ভাৰতীয় দ্ৰব্যৰ ইংলেণ্ডত প্ৰবেশ সম্পূৰ্ণ নিষিদ্ধ কৰা হৈছিল আৰু মোৰ বিশ্বাস মতে কিছুমান ভাৰতীয় দ্ৰব্য কোনো মানুহে ৰাইজে দেখাকৈ ব্যৱহাৰ কৰিলে তেনে কাম আইন মতে দণ্ডনীয় দোষ বুলি ধৰা হৈছিল। তেওঁলোকে আইনৰ সহায়েৰে বৰ্জনৰ নীতিপ্ৰয়োগ কৰিব পাৰিছিল। কিন্তু এই ভাৰতবৰ্ষত বৰ্তমান কালত কোনবাই বৃটিছ বস্ত্ৰ বৰ্জনৰ কথা উল্লেখ কৰিলে তেওঁক বন্দীশালত ভৰোৱা হয়। ইংলেণ্ডে ভাৰতীয় দ্ৰব্য বৰ্জন কৰা অকল এই নীতিটোৰে বেচি ক্ষতি কৰিব নোৱাৰিলেহেঁতেন কাৰণ আন বহুতো বজাৰ অৱশিষ্ট আছিল। কিন্তু সেই কালত ঘটনাক্ৰমে ইষ্ট ইণ্ডিয়া কোম্পানিৰ যোগে ভাৰতবৰ্ষৰ বিস্তৃত এটা ভাগত ইংলেণ্ডৰ আধিপত্য হৈছিল আৰু ইংলেণ্ডে পৰিকল্পিত

ভাৱে ভাৰতীয় উদ্যোগৰ বিনাশ সাধনৰ আৰু বৃটিছ উদ্যোগৰ সংবৰ্ধনৰ নীতি আৰম্ভ কৰিছিল। একো শুল্ক নিদিয়াকৈ ইংলেণ্ডৰ বস্তু ভাৰতবৰ্ষত প্ৰবেশ কৰিব পাৰিছিল। ভাৰতবৰ্ষত কাৰিকৰ আৰু হস্তশিল্পীবিলাকক হায়ৰাণ কৰা হৈছিল আৰু তেওঁ-লোকক ইষ্ট ইণ্ডিয়া কোম্পানিৰ কাৰখানাত কাম কৰিবলৈ বাধ্য কৰা হৈছিল। কিছু-মান পৰিবহন শুল্কৰ দ্বাৰা অৰ্থাৎ এঠাইৰ পৰা আন এঠাইলৈ মাল পঠালে যি শুল্ক দিব লগা হৈছিল তেনে শুল্কৰ দ্বাৰা ভাৰতবৰ্ষৰ আভ্যন্তৰীণ বাণিজ্যৰো মেৰুদণ্ড ভঙা হৈছিল।

ভাৰতবৰ্ষৰ বস্ত্ৰ উদ্যোগ এনে কাৰ্যকুশল আছিল যে ইংলেণ্ডৰ ক্ৰমবৰ্ধমান যন্ত্ৰ-চালিত উদ্যোগেও তাৰ লগত প্ৰতিযোগিতা কৰিব নোৱাৰিছিল, সেই কাৰণে শতকৰা প্ৰায় ৮০ ভাগ শুল্ক লগাই ইংলেণ্ডৰ উদ্যোগ সংৰক্ষিত কৰিব লগা হৈছিল। উনবিংশ শতাব্দীৰ আৰম্ভণিৰ ভাগত কিছুমান ভাৰতীয় ৰেচমী আৰু কপাহী কাপোৰ বৃটেনৰ বজাৰত ইংলেণ্ডত প্ৰস্তুত কৰা তেনে কাপোৰতকৈ বহুতো বেচি সস্তাত বেচিব পৰা হৈছিল। কিন্তু ভাৰতবৰ্ষৰ শাসনাধিপতি শক্তি ইংলেণ্ডে যেতিয়া ভাৰতীয় উদ্যোগ ধ্বংস কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈছিল, তেতিয়া সেই অৱস্থা বেচি দিন থাকিব নোৱাৰি-ছিল। যি কি নহওক, যন্ত্ৰ-চালিত উদ্যোগ যেতিয়া উন্নত হৈছিল, তেতিয়া ভাৰতবৰ্ষৰ কুটীৰ-শিল্পবিলাকে সেইবিলাকৰ লগত বেচি দিন প্ৰতিযোগিতা চলাব নোৱাৰিছিল। কাৰণ সৰহ পৰিমাণৰ বস্তু উৎপাদন কৰিবৰ কাৰণে যন্ত্ৰ-চালিত উদ্যোগ বহুতো বেচি কাৰ্যকৰী পদ্ধতি আৰু এইদৰে উৎপাদিত বস্তুবিলাক কুটীৰ-শিল্পত উৎপাদিত বস্তুতকৈ বহুতো বেচি সস্তা হয়। কিন্তু ইংলেণ্ডে বলেৰে খৰ-খেদাকৈ এই পদ্ধতিটো আগুৱাই নি ভাৰতবৰ্ষক পৰিৱৰ্ত্তিত অৱস্থাৰ লগত ক্ৰমে খাপ খাবলৈ সুবিধা নিদিছিল।

এইদৰে যি ভাৰতবৰ্ষ পূৰ্বে শ শ বছৰ "প্ৰাচ্যৰ পৃথিৱীখনৰ লাঙ্কাছায়াৰ" হৈ আছিল, যি ভাৰতবৰ্ষই অষ্টাদশ শতাব্দীত বিৰাট বিৰাট পৰিমাণৰ কপাহী বস্তু ইউৰোপক যোগাইছিল, এতিয়া উদ্যোগত বস্তু উৎপাদন কৰা দেশ স্বৰূপে ইয়াৰ স্থান নাইকিয়া হ'ল আৰু ই মুঠেই বৃটেনত উৎপাদিত বস্তুৰ ব্যৱহাৰকাৰী দেশ হ'লগৈ। ভাৰতবৰ্ষলৈ যন্ত্ৰ অহা নাছিল; সাধাৰণ অৱস্থাত হয়তো আহিলহেঁতেন; কিন্তু যন্ত্ৰত উৎপাদিত বস্তু বাহিৰৰপৰা আহিছিল। যি সোঁতে ভাৰতীয় বস্তু বিদেশলৈ নি ওলোটাই সোণ আৰু ৰূপ দেশলৈ আনিছিল, সেই সোঁত বিপৰীতমুখী হৈছিল। তেতিয়াৰ পৰা বিদেশী বস্তু ভাৰতবৰ্ষলৈ আহিছিল আৰু ইয়াৰ সোণ আৰু ৰূপ বিদেশলৈ গৈছিল।

এই আক্ৰমণত ভাৰতবৰ্ষৰ বস্ত্ৰ উদ্যোগটোৰ প্ৰথমতে বিনাশ হৈছিল। ইংলেণ্ডত যন্ত্ৰ-চালিত উদ্যোগৰ উন্নয়নৰ লগে লগে ভাৰতবৰ্ষৰ আন আন উদ্যোগৰো বস্ত্ৰ উদ্যো-গৰ উদ্গতি হৈছিল। সাধাৰণতে দেশ এখনৰ উদ্যোগৰ সংৰক্ষণ কৰা আৰু তাত উৎসাহ দিয়া দেশখনৰ চৰকাৰৰ কৰ্তব্য। কিন্তু ইষ্ট ইণ্ডিয়া কোম্পানিয়ে উদ্যোগ সংৰক্ষণ কৰা আৰু তাত উৎসাহ দিয়াৰ কথা দূৰৈত থাওক, যিবিলাক উদ্যোগ বৃটিছ উদ্যোগৰ পৰিপন্থী হৈছিল, সেই সকলোবিলাকক ধ্বংস কৰিছিল। ভাৰতবৰ্ষৰ জাহাজ

নির্মাণ উদ্যোগ বিনাশ হৈছিল, ধাতুৰ কাম কৰা কাৰিকৰবিলাকে কাম চলাই থাকিব নোৱাৰিছিল আৰু কাঁচ আৰু কাগজৰ উৎপাদন ক্রমে ক্রমে কমি নাইকিয়া হৈছিল।

বিদেশী বস্তুবিলাক প্রথমতে বন্দৰৰ নগৰবিলাকলৈ আৰু তেনে নগৰৰ ওচৰৰ ভিতৰুৱা ঠাইলৈ আহিছিল। ৰাস্তা আৰু ৰেলপথ নির্মাণৰ লগে লগে বিদেশী বস্তু-বিলাক ক্রমে বেচি ভিতৰুৱা ঠাইবিলাকলৈ যোৱাত সেই বস্তুবিলাকে আন কি গাঁৱৰ পৰাও কাৰিকৰবিলাকক খেদিছিল। চুয়েজ খালটো কটাৰ পাচত ইংলেণ্ড ভাৰতবৰ্ষৰ-পৰা বেচি চমু হ'ল। বৃটিছ বস্তু ভাৰতবৰ্ষলৈ অনাৰ খৰচ কম হ'ল। সেই কাৰণে যন্ত্ৰত উৎপাদিত বিদেশী বস্তু বেচিকৈ আহিছিল আৰু সেইবিলাক আওহতীয়া গাঁওবিলাকলৈকো গৈছিল। গোটেই ১৯শ শতাব্দীটো জুৰি এইক্রমটো চলিছিল আৰু প্রকৃতপক্ষে এতিয়ালৈকে ই কিছু পৰিমাণে চলি আছে। পিচে যোৱা কেইবছৰত ইয়াত অলপ বাধা পৰিছে, এই বিষয়ে আমি পাচত আলোচনা কৰিম।

বৃটিছ বস্তুৰ, বিশেষকৈ কাপোৰৰ, এনে বিস্তাৰিত আৰু ক্রমবর্ধমান প্রচলনে ভাৰতবৰ্ষৰ হাতেৰে চলোৱা উদ্যোগবিলাক বিনাশ কৰিছিল। কিন্তু ইয়াৰ আন এটা ফাল আছিল আৰু এই ফালটো বেচি ভীষণ আছিল। লাখ লাখ যিবিলাক কাৰি-কৰে খেদা খাইছিল, তেওঁলোকৰ কি অৱস্থা হৈছিল? অলেখ তাঁতী আৰু আন আন বনুৱা নিবনুৱা হৈছিল, তেওঁলোকৰ অবস্থা কি হৈছিল? ইংলেণ্ডতো বৃহৎ কাৰখানাবিলাক হোৱাত তাৰ কাৰিকৰবিলাকেও কামৰ পৰা খেদা খাইছিল। তেওঁ-লোকৰ বহুতো দুখ-কষ্ট হৈছিল, কিন্তু তেওঁলোকে নতুন কাৰখানাবিলাকত কাম পাইছিল আৰু নতুন অৱস্থাৰ লগত তেওঁলোকে নিজক খাপ খুৱাইছিল। ভাৰত-বৰ্ষত তেনে দ্বিতীয় সুযোগ নাছিল। কাৰখানালৈ যাবলৈ কাৰখানা নাছিল; বৃটিছে ভাৰতবৰ্ষ এখন আধুনিক উদ্যোগ-প্রধান দেশ হোৱাটো নিবিচাৰিছিল, আৰু তেওঁ-লোকে কাৰখানা স্থাপনত উৎসাহ নিদিছিল। সেই কাৰণে দুৰ্ভগীয়া, গৃহহীন, কর্মহীন আৰু অনাহাৰী কাৰিকৰবিলাক মাটিলৈ উলটি গৈছিল। কিন্তু মাটিয়েও তেওঁলোকক সামৰি নললে। আগতে যথেষ্ট মানুহ মাটিত লাগি আছিল আৰু মাটি পাবলৈ নাইকিয়া হৈছিল। ধ্বংসাৱস্থাত পৰা কিছুমান কাৰিকৰ কোনো ৰকমে কৃষক হব পাৰিছিল, কিন্তু তেওঁলোকৰ বেচিভাগ কাম বিচাৰি ফুৰা মাটিহীন বনুৱা হৈছিল। তেওঁলোকৰ বহুতৰ চাগৈ নিশ্চয় অনাহাৰত মৃত্যু হৈছিল। প্রবাদ আছে যে ১৮৩৪ খৃঃৰ ইংৰাজ গভৰ্ণৰ জেনেৰেলজনে তেওঁৰ প্রতিবেদনত কৈছিল যে "বাণিজ্যৰ সম্পৰ্কৰ বুৰঞ্জীত এই দুৰ্গতিৰ অনুৰূপ দৃষ্টান্ত কাচিৎহে পোৱা যায়। কপাহী কাপোৰ বোৱা তাঁতীবিলাকৰ হাড়ে ভাৰতবৰ্ষৰ সমভূমি বগা কৰিছে।"

তাঁতী আৰু কাৰিকৰবিলাকৰ অতি সৰহভাগে আগেয়ে চহৰ আৰু ডাঙৰ নগৰবিলাকত বাস কৰিছিল। তেওঁলোকৰ ব্যৱসায় লোপ পোৱাত তেওঁলোক নিঠৰুৱা হৈ মাটিলৈ আৰু গাঁৱলৈ উলটি গ'ল। সেই কাৰণে চহৰত লোকসংখ্যা কমিল আৰু গাঁৱৰ লোকসংখ্যা বাঢ়িল। এই কথাটোকে আন প্রকাৰে কবলৈ হলে ভাৰতবৰ্ষ কমকৈ চহৰীয়া আৰু বেচিকৈ গাঁৱলীয়া হৈছিল। গোটেই ১৯শ শতাব্দীটো জুৰি এই গাঁৱলীয়া হোৱা ক্রমটো চলি আছিল, আন কি এতিয়াও ই বন্ধ হোৱা নাই। পিচে এই যুগৰ ভাৰতবৰ্ষৰ সম্পৰ্কত এইটো এটা অসাধাৰণ কথা হৈছিল।

পৃথিৱীৰ সকলো ভাগতে যন্ত্ৰচালিত উদ্যোগ আৰু ঔদ্যোগীকৰণৰ ফলত গাঁৱৰ পৰা চহৰলৈ মানুহবিলাকক টানি নিয়া হৈছিল। ভাৰতবৰ্ষত তাৰ বিপৰীত গতি হৈছিল। চহৰবিলাক আৰু ডাঙৰ নগৰবিলাক বেচি সৰু আৰু নিস্তেজ হৈছিল আৰু বেচি মানুহে কৃষিকাৰ্যক সাৰটি ধৰি অতি কষ্টকৰ জীৱিকাৰ উপায় উলিয়াইছিল।

প্ৰধান উদ্যোগবিলাকৰ লগতে বহুতো আনুসঙ্গিক নাইবা সহায়কাৰী উদ্যোগো লোপ পাইছিল। কপাহ আৰু উল নেওঠা, ৰং দিয়া আৰু কাপোৰত চাব মৰা উদ্যোগ ক্ৰমে কমি গৈছিল; হাতেৰে সূতা কটা বন্ধ হৈছিল আৰু লাখ লাখ মানুহৰ ঘৰৰপৰা যঁতৰ অদৃশ্য হৈছিল। ইয়াৰ অৰ্থ হৈছিল এই যে কৃষকবিলাকে অতিৰিক্ত আয়ৰ পথ এটা হেৰুৱাইছিল, কাৰণ কৃষকৰ ঘৰৰ মানুহে সূতা কটাই কৃষকৰ মাটিৰপৰা হোৱা আয় বঢ়োৱাত সহায় কৰিছিল। অৱশ্যে পশ্চিম ইউৰোপত যন্ত্ৰ-উদ্যোগ চলিবলৈ ধৰাত তাতো এনেবিলাক ঘটনা ঘটিছিল। কিন্তু তাত পৰিৱৰ্তনটো স্বাভাৱিক আছিল; তাত যেতিয়া এটা ব্যৱস্থাৰ বিনাশ হৈছিল, তেতিয়া লগে লগে নতুন এটা ব্যৱস্থাৰ সূত্ৰপাত হৈছিল। ভাৰতবৰ্ষত পৰিৱৰ্তনটো বলেৰে অনা হৈছিল। কুটীৰ-শিল্পৰ দ্বাৰা উৎপাদন কৰাৰ প্ৰাচীন ব্যৱস্থাটো নাশ কৰা হৈছিল, কিন্তু সেইবোৰৰ নতুন জন্ম নহৈছিল; বৃটিছ কৰ্তৃপক্ষই বৃটিছ উদ্যোগৰ স্বাৰ্থত তেনে হবলৈ নিদিছিল।

আমি বুজি পাইছোঁ যে বৃটিছে ভাৰতবৰ্ষত ক্ষমতা লাভ কৰা সময়ত ই উদ্যোগত উৎপাদনকাৰী এখন সমৃদ্ধিশালী দেশ আছিল। সাধাৰণ ক্ৰম মতে ইয়াৰ পাচৰ পৰ্যায়ত দেশখনক ঔদ্যোগিক কৰা আৰু ইয়াত বৃহৎ যন্ত্ৰৰ প্ৰচলন কৰোৱা উচিত হলহেঁতেন। কিন্তু বৃটিছৰ নীতিৰ ফলত ভাৰতবৰ্ষ আগুৱাই নগৈ স্বৰূপতে পিচুৱাইহে গৈছিল। আন কি, এই দেশে উদ্যোগত উৎপাদন কৰিবলৈকে এৰিছিল আৰু এই দেশ ক্ৰমে বেচি কৃষি-প্ৰধান হৈছিল।

এইদৰে নিশকতীয়া কৃষিকাৰ্যই ইমানবিলাক বিৰাট সংখ্যাৰ নিবনুৱা কাৰিকৰ আৰু আন আন মানুহৰ ভৰণ-পোষণ যোগাব লাগিছিল। মাটিৰ ওপৰত ভীষণ হেঁচা পৰিছিল আৰু এই হেঁচা ক্ৰমে বাঢ়িহে গৈছিল। ভাৰতবৰ্ষৰ দাৰিদ্ৰ্যৰ সমস্যাটোৰ এয়ে মূল আৰু উৎপত্তি-স্থান। আমাৰ সৰহ ভাগ অনিষ্টৰ মূল আছিল এই নীতি। যেতিয়ালৈকে এই মৌলিক সমস্যাটোৰ সমাধান নহয়, তেতিয়ালৈকে ভাৰতবৰ্ষৰ কৃষক আৰু গাঁৱলীয়া মানুহৰ দাৰিদ্ৰ্য আৰু দুৰ্গতিৰ অন্ত নপৰে।

কৃষিকাৰ্যৰ বাহিৰে আন ব্যৱসায় নথকা অপৰিমিত মানুহে মাটিৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰি তেওঁলোকৰ খেতিৰ মাটি আৰু জমিদাৰৰ পৰা পোৱা তেওঁলোকৰ ভাগৰ মাটি অতি সৰু সৰু ভাগত বিভক্ত কৰি লৈছিল। আন মাটি লবলৈ আৰু মাটি নাছিল। একো ঘৰ কৃষকৰ সৰু যি একো ডোখৰ মাটি আছিল, সেই-ডোখৰ ইমান সৰু আছিল যে তাৰে পৰিয়ালটোৰ নিয়মীয়া ভৰণ-পোষণ নহৈছিল। অতি সুসময়তো তেওঁলোক দাৰিদ্ৰ্য আৰু অনশনৰ সম্মুখীন হৈছিল। পিচে সঘনে দেশত সুসময় হোৱা নাছিল। তেওঁলোক ঋতু, নৈসৰ্গিক শক্তি আৰু মৌচুমী বতাহৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰশীল আছিল। দুৰ্ভিক্ষ হৈছিল, ভয়ঙ্কৰ ৰোগবিলাক বিয়পিছিল আৰু এইবিলাকে লাখ লাখ মানুহৰ মৃত্যু ঘটাইছিল। তেওঁলোকে গাঁৱত ধন

ধাৰে দিয়া "বনিয়া"ৰ ওচৰলৈ গৈ ধন ধাৰে লৈছিল, তেওঁলোকৰ ধাৰ ক্ৰমে বেচিকৈ বাঢ়ি গৈছিল, ঋণ পৰিশোধ কৰাৰ সকলো আশা আৰু সম্ভাৱনা শেষ হৈছিল আৰু তেওঁলোকৰ কাৰণে তেওঁলোকৰ জীৱন বব নোৱাৰা মহাভাৰ হৈছিল। উনবিংশ শতাব্দীত বৃটিছৰ শাসনৰ অধীনত ভাৰতবৰ্ষৰ লোকসংখ্যাৰ বিৰাট সংখ্যাগৰিষ্ঠ ভাগটোৰ এনে অৱস্থা হৈছিল।

## ১১১

## ভাৰতবৰ্ষৰ গাঁও, কৃষক আৰু জমিদাৰ

২ ডিচেম্বৰ, ১৯৩২ খৃষ্টাব্দ

মোৰ ইয়াৰ আগৰ চিঠিখনত ভাৰতবৰ্ষত বৃটিছৰ যি নীতিৰ ফলত ভাৰতীয় কুটীৰ-শিল্পৰ বিনাশ হৈছিল আৰু কাৰিকৰবিলাক গাঁৱলৈ আৰু কৃষিকাৰ্যলৈ খেদা খাইছিল সেই বিষয়ে তোমাক কৈছোঁ। তাত মই কৈছিলোঁ যে যিবিলাক মানুহৰ আন কোনো ব্যৱসায় নাছিল, অপৰিমিত তেনে মানুহৰ মাটিৰ ওপৰত পৰা এই অত্যধিক হেঁচা বা ভাৰটোৱেই ভাৰতবৰ্ষৰ গুৰুতৰ সমস্যা। ঘাইকৈ এই কাৰণতে ভাৰতবৰ্ষ দুখীয়া। এই মানুহবিলাকক মাটিৰ পৰা আঁতৰাই আন কিবা সম্পত্তি উৎপাদনকাৰী ব্যৱসায়ত লগাব পৰা হলে তেওঁলোকে অকল দেশৰ সম্পত্তিকে বৃদ্ধি নকৰিলেহেঁতেন, মাটিৰ ওপৰত পৰা হেঁচাটো বহুতো পাতলিলহেঁতেন আৰু কৃষি-কাৰ্যৰো সমৃদ্ধি হলহেঁতেন।

সঘনে কোৱা হয় যে মাটিৰ ওপৰত পৰা এই অত্যধিক হেঁচাটো ভাৰতবৰ্ষৰ জনসংখ্যা বঢ়াৰ কাৰণে হৈছে, বৃটিছৰ নীতিৰ কাৰণে সিমান হোৱা নাই। এই যুক্তিটো শুদ্ধ নহয়। এই কথা সঁচা যে যোৱা এশ বছৰৰ ভিতৰত ভাৰতবৰ্ষৰ জনসংখ্যা বাঢ়িছে। প্ৰকৃতপক্ষে ইউৰোপত, বিশেষকৈ ইংলেণ্ড, বেলজিয়াম, হলেণ্ড আৰু জাৰ্মাণীত জনসংখ্যাৰ সমানুপাতী বৃদ্ধি ভাৰতবৰ্ষতকৈ বহুত বেচি হৈছে। এখন দেশৰ নাইবা মুঠতে সমগ্ৰ পৃথিৱীৰ জনসংখ্যা বৃদ্ধিৰ প্ৰশ্নটো আৰু তাৰ লগে লগে এই বৰ্ধিত জনসংখ্যাক কেনেকৈ আৱশ্যকীয় বস্তুৰ যোগান ধৰা হব, কেনেকৈ আৱশ্যক মতে এনে বৃদ্ধি সীমাবদ্ধ কৰা হব—এই প্ৰশ্নও অতি গুৰুত্বপূৰ্ণ প্ৰশ্ন। মই ইয়াত সেই বিষয়ে আলোচনা কৰিব নোৱাৰোঁ, কাৰণ এনে আলোচনাই আন আলোচ্য বিষয়ত বিশৃংখলাৰ সৃষ্টি কৰিব পাৰে। কিন্তু এটা কথা মই স্পষ্ট কৰিব খোজোঁ যে ভাৰতবৰ্ষত মাটিৰ ওপৰত হেঁচাটোৰ কাৰণ হৈছে কৃষিকাৰ্যৰ বাহিৰে আন ব্যৱসায়ৰ অভাৱ, জনসংখ্যাৰ বৃদ্ধি ইয়াৰ কাৰণ নহয়। ভাৰতবৰ্ষত আন ব্যৱসায় আৰু উদ্যোগ থকা হলে দেশৰ বৰ্তমান কালৰ জনসংখ্যাক সম্ভৱতঃ সহজতে সেইবিলাকত সামৰি লব পৰা হলহেঁতেন আৰু তেতিয়া জনসংখ্যাৰ সকলোৰে উন্নতি হলহেঁতেন। হয়তো পৰৱৰ্তী কালত আমি জনসংখ্যা বৃদ্ধিৰ প্ৰশ্নটোৰ বিষয়ে ব্যৱস্থা কৰিব লাগিব।

এতিয়া ভাৰতবৰ্ষত বৃটিছ নীতিৰ আন কেইটা মান ফলৰ বিষয়ে বিচাৰ কৰি চোৱা যাওক। প্ৰথমতে আমি গাঁৱৰ বিষয়ে আলোচনা কৰোহঁক।

ভাৰতবৰ্ষৰ গাঁও পঞ্চায়তবিলাকৰ কথা আৰু দেশত আক্ৰমণ আৰু পৰিবৰ্তনৰ মাজতো সেই পঞ্চায়তবিলাক চলি থকাৰ কথা মই সঘনে তোমালৈ আগতে লিখিছোঁ। আগতীয়া কাল ১৮৩০ খৃঃতে চাৰ চাৰ্লচ্ মেটকাফ নামে ভাৰতবৰ্ষৰ বৃটিছ গৰ্ভণৰ এজনে গাঁৱৰ সমূহবিলাকৰ কথা এনেকৈ বৰ্ণাইছিল।

"গাঁৱৰ সমূহবিলাক একোখন সৰু সৰু গণৰাষ্ট্ৰ, সেইবিলাকত লগা প্ৰায় সকলোবিলাক বস্তুকে সেইবিলাকৰ ভিতৰতে পোৱা হয় আৰু প্ৰত্যেকখনেই আনৰ লগত সম্পৰ্কৰ ওপৰত নিৰ্ভৰশীল নহয়। যি অৱস্থাত আন একো চলি নেথাকে, তেতিয়াও সেইবিলাক চলি থাকে যেন দেখা যায়। এইবিলাকৰ প্ৰত্যেকটোৱেই একোখন সুকিয়া সৰু ৰাষ্ট্ৰ হৈ থাকে, গাঁৱৰ সমূহবিলাকত থকা এই একতা.........সেইবিলাকৰ সুখৰ কাৰণে আৰু সেইবিলাকৰ মুক্তি আৰু স্বাধীনতাৰ এটা শকত ভাগৰ কাৰণে বহুতো পৰিমাণে উপকাৰী।"

এই বৰ্ণনাটোত গাঁৱত চলা প্ৰাচীন ব্যৱস্থাৰ প্ৰশংসা কৰা হৈছে। কবিয়ে কবিতাত প্ৰকাশ কৰা গাঁৱলীয়া চিত্ৰৰ লগত প্ৰায় মিলা অৱস্থা এটাৰ চিত্ৰ আমি এই বৰ্ণনাত পাঁও। নিঃসন্দেহে যি পৰিমাণৰ স্থানীয় মুক্তি আৰু স্বাধীনতা গাঁওবিলাকত আছিল, সেইখিনি ভাল আছিল আৰু আন কিছুমান ভাল লক্ষণো সেই গাঁও পঞ্চায়তবিলাকৰ আছিল। কিন্তু আমি পদ্ধতিটোত থকা ত্ৰুটিবিলাকলৈ আওকাণ কৰা উচিত নহয়। পৃথিৱীৰ আন সকলো ভাগৰ পৰা বিচ্ছিন্ন হৈ আত্ম-তুষ্ট গাঁৱলীয়া জীৱন চলোৱাটো কোনো প্ৰকাৰৰ উন্নতিৰ কাৰণে উপকাৰী নাছিল। বেচি ডাঙৰ গোটৰ লগত সহযোগৰ পৰাহে সংবৰ্ধণ আৰু উন্নতি হয়। মানুহ এজন নাইবা এটা গোটে যিমান বেচিকৈ নিজতে আবদ্ধ থাকে, সিমান বেচিকৈ তেনে মানুহ বা গোটে আত্মকেন্দ্ৰিক, স্বাৰ্থপৰ আৰু সঙ্কীৰ্ণমনা হোৱাৰ আশঙ্কা হয়। চহৰৰ মানুহৰ তুলনাত গাঁৱলীয়া মানুহ সঘনে সঙ্কীৰ্ণমনা আৰু কুসংস্কাৰগ্ৰস্ত হয়। সেই কাৰণে গাঁৱৰ সমূহবিলাকৰ সকলোখিনি ভাল গুণ থকা সত্বেও সেইবিলাক প্ৰগতিৰ কেন্দ্ৰ হব নোৱাৰিছিল। সেইবিলাক প্ৰকৃততে আও-পুৰণি আৰু অনুন্নত। ঘাইকৈ চহৰত হস্তশিল্পী আৰু উদ্যোগৰ সমৃদ্ধি হৈছিল। অৱশ্যে গাঁওবিলাকত বহুতো সংখ্যাৰ তাঁতী সিচৰতি হৈ আছিল।

গাঁৱৰ সমূহবিলাক পৰস্পৰে বেচি সম্পৰ্ক নৰখাকৈ গাইগুটীয়া ভাৱে চলাৰ আচল কাৰণটো আছিল যাতায়াতৰ উপায়ৰ অভাৱ বিভিন্ন গাঁও লগ লগোৱা ভাল ৰাস্তা অতি কম আছিল। স্বৰূপতে ভাল ৰাস্তাৰ অভাৱৰ হেতুকেই দেশখনৰ কেন্দ্ৰীয় চৰকাৰৰ কাৰণে গাঁৱৰ কামবিলাকত অপৰিমিত হস্তক্ষেপ কৰা বৰ টান আছিল। যথোচিত ডাঙৰ নৈবিলাকৰ পাৰত নাইবা ওচৰত থকা চহৰ আৰু গাঁওবিলাকে নাৱেৰে অহাযোৱা কৰিব পাৰিছিল, কিন্তু এইদৰে ব্যৱহাৰ কৰিব পৰা নৈ বেচি নাছিল। সহজ যাতায়াতৰ ব্যৱস্থাৰ এনে অভাৱে দেশৰ আভ্যন্তৰীণ বাণিজ্যতো প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছিল।

বহুত বছৰ ইষ্ট ইণ্ডিয়া কোম্পানি অকল ধন ঘটাত আৰু অংশীদাৰবিলাকক লাভৰ অংশ দিয়াত ব্যস্ত আছিল। ৰাস্তা নিৰ্মাণ কৰাত তেওঁলোকে অতি কম ধন খৰচ কৰিছিল; শিক্ষা, স্বাস্থ্যৰক্ষাৰ ব্যৱস্থা, চিকিৎসালয় আদিত তেওঁলোকে

মুঠেই অলপো ব্যয় নকৰিছিল। কিন্তু পিচৰ কালত যেতিয়া বৃটিছবিলাকে কেঁচা মাল কিনাত আৰু যন্ত্ৰত প্ৰস্তুত বৃটিছ দ্ৰব্য বেচাত বেচিকৈ মন লগাবলৈ ধৰিছিল, তেতিয়া তেওঁলোকে যাতায়াতৰ ব্যৱস্থা সম্পৰ্কত বেলেগ নীতি অৱলম্বন কৰিছিল। ক্ৰমে বাঢ়ি যোৱা বিদেশী বাণিজ্যৰ স্বাৰ্থ পূৰণৰ অৰ্থে ভাৰতবৰ্ষৰ সাগৰৰ উপকূলত অনেক নতুন ডাঙৰ নগৰৰ উৎপত্তি হৈছিল। বোম্বাই, কলিকতা, মাদ্ৰাজ, আৰু পিচৰ কালৰ কৰাচী আদি ডাঙৰ নগৰবিলাকত কপাহ আদি কেঁচা মাল বিদেশলৈ পঠাবলৈ গোটোৱা হৈছিল-আৰু যন্ত্ৰত প্ৰস্তুত বিদেশী বস্তু, বিশেষকৈ ইংলেণ্ডৰ পৰা অহা বস্তু; ভাৰতবৰ্ষৰ বিভিন্ন ঠাইলৈ পঠিয়াই বিক্ৰী কৰিবলৈ এই ডাঙৰ নগৰ-বিলাকত লোৱা হৈছিল। লিভাৰপুল, মাঞ্চেষ্টাৰ, বাকিংহাম, ছেফিল্ড্ আদি যিবিলাক ঔদ্যোগিক ডাঙৰ নগৰৰ পশ্চিম ইউৰোপত সংবৰ্ধণ হৈছিল, ভাৰতবৰ্ষৰ এই ডাঙৰ নগৰবিলাক সেইবিলাতকৈ সম্পূৰ্ণ বেলেগ আছিল। ইউৰোপৰ ডাঙৰ নগৰবিলাক •যন্ত্ৰত বস্তু উৎপাদন কৰাৰ কেন্দ্ৰ আছিল, সেইবিলাকত বস্তু তৈয়াৰ কৰা বৃহৎ বৃহৎ কাৰখানা আছিল আৰু এই বস্তুবিলাক আন দেশলৈ পঠিয়াবলৈ বন্দৰ আছিল। ভাৰতবৰ্ষৰ ডাঙৰ নগৰবিলাকত একো উৎপাদন কৰা নহৈছিল। সেইবিলাক মুঠেই বিদেশী বাণিজ্যৰ মাল-গুদাম আৰু বিদেশী শাসনৰ প্ৰতীক আছিল।

পিচে মই তোমাক আগতে কৈছোঁ যে বৃটিছৰ নীতি অনুসাৰে ভাৰতবৰ্ষ বেচিকৈ গাঁওমুখী হৈছিল আৰু মানুহে চহৰ এৰি গাঁৱলৈ আৰু মাটিলৈ যাবলৈ ধৰিছিল। এনে হৈ থকা সত্বেও আৰু ইয়াত একে পৰিৱৰ্তন নকৰাকৈ সাগৰৰ পাৰৰ এই নগৰ-বিলাকৰ সংবৰ্ধন হৈছিল। সেইবিলাকতকৈ সৰু চহৰ আৰু ডাঙৰ নগৰবিলাকৰ ক্ষতি কৰি সেইবিলাকৰ সংবৰ্ধন হৈছিল, কিন্তু সেইবিলাকে গাঁৱৰ ক্ষতি কৰা নাছিল। দেশখন গাঁওমুখী কৰাৰ সাধাৰণ পদ্ধতিটো চলি আছিল।

কেঁচা মাল গোটোৱাত আৰু বিদেশী বস্তু বিতৰণ কৰাত সহায় পাবৰ কাৰণে সাগৰৰ পাৰৰ এই নতুন নগৰবিলাকৰ লগত দেশৰ আভ্যন্তৰীণ ভাগবিলাকৰ সংযোগ স্থাপন কৰিব লগা হৈছিল। প্ৰদেশবিলাকৰ ৰাজধানী অৰ্থাৎ শাসনৰ কেন্দ্ৰ স্বৰূপে আন কিছুমান ডাঙৰ নগৰৰো উদ্ভৱ হৈছিল। এইদৰে যাতায়াতৰ সুব্যৱস্থাৰ আৱশ্যকতা জৰুৰী হৈছিল। তেতিয়া ৰাস্তা নিৰ্মাণ কৰা হৈছিল আৰু পিচৰ কালত ৰেলপথ হৈছিল। ১৮৫৩ খৃঃত বোম্বাইত প্ৰথমে ৰেলপথ নিৰ্মাণ কৰা হৈছিল।

ভাৰতীয় উদ্যোগবিলাকৰ বিনাশ সাধন কৰাৰ পৰা দেশত যি পৰিৱৰ্তন হৈ থকা অৱস্থাৰ সৃষ্টি হৈছিল, গাঁৱৰ প্ৰাচীন সমূহবিলাকে সেই অৱস্থাৰ লগত নিজক খাপ খুৱাবলৈ বৰ টান পাইছিল। কিন্তু যেতিয়া ভাল ৰাস্তা আৰু ৰেলপথ বেচি হৈ সমগ্ৰ দেশতে বিস্তৃত হৈ পৰিল, তেতিয়া গাঁৱৰ যি পদ্ধতিটো ইমান দিন বৰ্তি আছিল, সি অৱশেষত ছেৰেংলিভেংলি হৈ লোপ পালে। পৃথিৱীখনে আহি দুৱাৰত ভুকুৱাওতে গাঁৱৰ সৰু গণৰাষ্ট্ৰখন পৃথিৱীৰপৰা বিচ্ছিন্ন হৈ থাকিব নোৱাৰা হ'ল। এখন গাঁৱৰ বস্তুৰ দৰৰ প্ৰভাৱ ততালিকে আন গাঁৱৰ বস্তুৰ দৰত পৰিছিল, কাৰণ এখন গাঁৱৰপৰা আন এখন গাঁৱলৈ বস্তু সহজতে পঠিয়াব পৰা হৈছিল। স্বৰূপতে পৃথিৱীত যাতা-য়াতৰ ব্যৱস্থাৰ উন্নয়ণ হোৱাত কানাডা বা আমেৰিকাৰ যুক্তৰাজ্যৰ ঘেঁহুৰ দৰৰ প্ৰভাৱ ভাৰতবৰ্ষৰ ঘেঁহুৰ দৰৰ ওপৰত পৰিছিল। এইদৰে ঘটনাচক্ৰৰ প্ৰভাৱে ভাৰতবৰ্ষৰ

গাঁৱত চলা পদ্ধতিটোক পৃথিৱীৰ দৰৰ পৰিৱেশৰ মাজলৈ টানি নিলে। গাঁৱৰ প্ৰাচীন অৰ্থনৈতিক গাঁথনি ছিগি ডোখৰ ডোখৰ হ'ল আৰু নতুন এটা ব্যৱস্থা তেওঁলোকৰ ওপৰত জাপি দিয়া হ'ল বুলি কৃষকবিলাক বৰ আচৰিত হ'ল। গাঁৱৰ বজাৰৰ কাৰণে খাদ্যবস্তু আৰু আন সামগ্ৰী উৎপাদন কৰাৰ পৰিৱৰ্তে তেওঁলোকে এতিয়া পৃথিৱীৰ বজাৰৰ কাৰণে বস্তু উৎপাদন কৰিবলৈ ধৰিছিল। তেওঁলোক পৃথিৱীৰ উৎপাদন আৰু দৰৰ চাকনৈয়াত পৰি ক্ৰমে বৌচ তললৈ ডুবি গৈছিল। আগৰ কালত খেতি নহলে ভাৰতবৰ্ষত দুৰ্ভিক্ষ হৈছিল, তেতিয়া অন ফালৰপৰা সহায় পোৱাৰ কোনো থল নাছিল আৰু দেশৰ আন অঞ্চলৰপৰা খাদ্যবস্তু সংগ্ৰহ কৰি আনিবলৈ উপযুক্ত উপায় নাছিল। তেতিয়া খাদ্যবস্তুৰ দুৰ্ভিক্ষ হৈছিল। কিন্তু এই কালত এটা অচৰিত ঘটনা ঘটিল। প্ৰচুৰ খাদ্যসামগ্ৰীৰ মাজতে থাকি নাইবা খাদ্যবস্তু পোৱা হৈ থকা অৱস্থাতো মানুহ অনাহাৰে থাকিব লগা হৈছিল। স্থানীয় অঞ্চলত খাদ্য-বস্তু পোৱা নহলে ৰেলগাড়ী আৰু আন দ্ৰুত গতিৰ যানবাহনত অন ঠাইৰপৰা খাদ্য-বস্তু আনিব পৰা হৈছিল। খাদ্যবস্তু আছিল, কিন্তু খাদ্যবস্তু কিনিবলৈ ধন নাছিল। এইদৰে খাদ্যবস্তুৰ দুৰ্ভিক্ষ নহৈ ধনৰ দুৰ্ভিক্ষ হৈছিল। আৰু তাতোকৈ বৌচ আচৰিত কথা হৈছিল এই যে কোনো কোনো সময়ত প্ৰচুৰ খেতি হোৱাৰ কাৰণতে কৃষকবিলাকৰ দুৰ্গতি হৈছিল, বজাৰ "মন্দা" হৈ থকা যোৱা তিনি বছৰত আমি এই অৱস্থাটো দেখা পাই আছোঁ।

এই দৰে গাঁৱৰ প্ৰাচীন পদ্ধতিটোৰ অন্ত পৰিল আৰু পঞ্চায়তবিলাকৰ অস্তিত্ব লোপ পালে। তাৰ বাবে আমি দুখ কৰিব নেলাগে। কাৰণ পদ্ধতিটোৰ দিন পাৰ হৈ গৈছিল আৰু আধুনিক অৱস্থাৰ লগত ই খাপ নেখাইছিল। কিন্তু ইয়াতো আকৌ প্ৰাচীন পদ্ধতিটো ভাগি-ছিগি গৈছিল, অথচ আধুনিক অবস্থাৰ লগত মিলা নতুন অন কোনো পদ্ধতিৰ গাঁৱত পুনৰ উদ্ভৱ নহ'ল। পুনৰ্নিৰ্মাণ আৰু পুনৰ উদ্ভাৱনৰ এই কামটো আমি কৰিবলৈ এতিয়াও বাকী আছে।

ইমান সময় আমি মাটি আৰু কৃষকৰ ওপৰত বৃটিছ নীতিৰ পৰোক্ষ ফলৰ বিষয়ে আলোচনা কৰিলোঁ। এতিয়া আমি বিবেচনা কৰিম মাটিৰ বিষয়ত ইষ্ট ইণ্ডিয়া কোম্পানীৰ প্ৰকৃততে কি নীতি আছিল অৰ্থাৎ কি নীতিয়ে কৃষকবিলাকৰ ওপৰত আৰু মাটিৰ লগত সম্পৰ্ক থকা সকলোৰে ওপৰত প্ৰত্যক্ষ প্ৰভাৱ বিস্তাৰ কৰিছিল। মই ভাবো যে ই এটা জটিল বিষয় আৰু ভালকৈয়ে আমনি লগা। কিন্তু আমাৰ দেশখন এই দুখীয়া খেতিয়কবিলাকেৰে ভৰি আছে। তেওঁলোকক কিহে পীড়িছে আৰু কেনেকৈ আমি তেওঁলোকৰ সেৱা কৰি তেওঁলোকৰ অৱস্থা উন্নত কৰিব পাৰোঁ—এইবিলাক কথা বুজিবলৈ আমি অলপ চেষ্টা কৰা উচিত।

আমি জমিদাৰ, তালুকদাৰ আৰু তেওঁলোকৰ প্ৰজাবিলাকৰ কথা শুনিছোঁ; বহুত প্ৰকাৰৰ প্ৰজা আছে আৰু অধীনস্থ প্ৰজা আছে অৰ্থাৎ প্ৰজাৰ প্ৰজা আছে। এই বিলাকৰ মেৰপাকবিলাকৰ ভিতৰলৈ মই তোমাক নিনিওঁ। মুঠতে কবলৈ হ'লে বৰ্ত্তমান কালত জমিদাৰবিলাক মধ্যবৰ্ত্তী মানুহ—অৰ্থাৎ তেওঁলোক খেতিয়কবিলাক আৰু শাসকগোষ্ঠীৰ মাজত থাকে। খেতিয়কবিলাক তেওঁলোকৰ প্ৰজা। খেতিয়কে মাটি ব্যৱহাৰ কৰিবলৈ পোৱাৰ কাৰণে জমিদাৰক খাজনা অৰ্থাৎ এক প্ৰকাৰৰ কৰ দিয়ে,

কাৰণ জমিদাৰক মাটিৰ মালিক বুলি ভবা হয়। এই খাজনাৰ এভাগ জমিদাৰে তেওঁৰ মাটিৰ কৰ স্বৰূপে মাটিৰ ৰাজহ বুলি শাসকগোষ্ঠীক দিয়ে। এইদৰে মাটিৰ উৎপাদন তিনি ভাগত বিভক্ত হয়—এভাগ জমিদাৰে পায়, এভাগ শাসকগোষ্ঠীয়ে পায় আৰু তৃতীয় ভাগটো খেতিয়ক প্ৰজালৈ থাকে। এই তিনিও ভাগ সমান বুলি নেভাবিবা। খেতিয়কে মাটিত কাম কৰে আৰু তেওঁৰ পৰিশ্ৰমৰ গুণতে, তেওঁৰ হাল বোৱা, গুটি সিঁচা আৰু আন বহুত প্ৰকাৰৰ কামৰ গুণতে, মাটিত যি কোনো বস্তু উৎপাদিত হয়। স্বাভাৱিকতে তেওঁৰ পৰিশ্ৰমৰ ফল পাবলৈ তেওঁৰ স্বত্ব আছে। সমগ্ৰ সমাজৰ প্ৰতিনিধি স্বৰূপে শাসকগোষ্ঠীয়ে সকলোৰে হকে বহুতো প্ৰধান কাম সমাধা কৰিব লাগে। যেনে, তেওঁলোকে সকলো ল'ৰাছোৱালীকে শিক্ষা দিব লাগে, ভাল ৰাস্তা আৰু যাতায়াতৰ আন উপায় কৰি দিব লাগে, চিকিৎসালয় আৰু স্বাস্থ্য ৰক্ষাৰ ব্যৱস্থা, ফুলনি আৰু সংগ্ৰহালয় কৰিব লাগে আৰু আন অসংখ্য কাম কৰিব লাগে। এইবিলাকৰ কাৰণে শাসকগোষ্ঠীক ধন লাগে, গতিকে তেওঁলোকে মাটিৰ উৎপাদনৰ এটা ভাগ লোৱা উচিত। সেই ভাগটো কিমান হোৱা উচিত—সেইটো বেলেগ প্ৰশ্ন। খেতিয়কে শাসকগোষ্ঠীক যিখিনি দিয়ে, সেইখিনি ৰাস্তা, শিক্ষা, স্বাস্থ্য ৰক্ষাৰ ব্যৱস্থা আদি সেৱাৰ ৰূপত তেওঁলৈ ঘূৰি আহে বা ঘূৰি অহা উচিত। বৰ্ত্তমান সময়ত বিদেশী চৰকাৰ এটাই শাসকগোষ্ঠীৰ ঠাই অধিকাৰ কৰি আছে, সেই কাৰণে আমি এই শাসকগোষ্ঠীক বেয়া পাব পাৰোঁ। কিন্তু উচিত ভাৱে সংগঠিত আৰু স্বাধীন দেশ এখনত দেশৰ মানুহবিলাকেই শাসক।

এইদৰে আমি মাটিৰ উৎপাদনৰ দুভাগ বিলালোঁ—এভাগ খেতিয়কে পালে আৰু আন ভাগ শাসকগোষ্ঠীয়ে পালে। আমি বুজি পাইছোঁ যে তৃতীয় ভাগটো জমিদাৰ বা মধ্যবৰ্তী মানুহজনে পায়। এই ভাগটো পাবলৈ নাই বা ইয়াৰ যোগ্য হবলৈ তেওঁ কি কৰে? মুঠেই একো নকৰে নাইবা কামত লগাকৈ একো নকৰে। উৎপাদনৰ কামত তেওঁ কোনো প্ৰকাৰে একো সহায় নকৰাকৈয়ে উৎপাদনৰ এটা ডাঙৰ ভাগ তেওঁৰ খাজনা বুলি লয়। এইদৰে তেওঁ গাড়ী এখনৰ পঞ্চম চকা হয়, অকল অনাৱশ্যকেই নহয় প্ৰকৃততে গতিৰোধক আৰু মাটিৰ ওপৰত এটা বোজা। যি খেতিয়কে নিজৰ আৰ্জনত এটা ভাগ জমিদাৰক দিব লাগে, স্বাভাৱিকতে তেওঁহে এই অনাৱশ্যক বোজাটোৰ কাৰণে কষ্ট ভোগে। এই কাৰণে বহুতো মানুহে ভাবে যে জমিদাৰ বা তালুকদাৰ সম্পূৰ্ণ অনাৱশ্যক মধ্যবৰ্ত্তী মানুহ, জমিদাৰী প্ৰথাটো বেয়া আৰু মধ্যবৰ্ত্তী মানুহ নাইকিয়া কৰিবৰ কাৰণে এই প্ৰথাটো পৰিৱৰ্ত্তন কৰা উচিত। এই জমিদাৰী প্ৰথা ঘাইকৈ আমাৰ বঙ্গদেশ, বিহাৰ, যুক্ত প্ৰদেশ—এই তিনিখন প্ৰদেশত আছে।

আনবিলাক প্ৰদেশত গাঁৱলীয়া খেতিয়কবিলাকে সাধাৰণতে শাসকসকলৰ পোনে পোনে মাটিৰ ৰাজহ দিয়ে আৰু তাত মধ্যবৰ্ত্তী মানুহ নেথাকে। এনে খেতিয়ক-বিলাকক কোনো কোনো সময়ত 'মাটিৰ মালিক খেতিয়ক' বোলা হয়, কোনো কোনো সময়ত পাঞ্জাৱত বোলাৰ দৰে জমিদাৰ বোলা হয়, কিন্তু তেওঁলোক যুক্ত প্ৰদেশ, বঙ্গদেশ আৰু বিহাৰৰ ডাঙৰ জমিদাৰবিলাকতকৈ বেলেগ।

ইমানখিনি দীঘলীয়া ব্যাখ্যাৰ পাচত মই তোমাক কব খোজোঁ যে এই যি জমি-

দাৰী প্ৰথা বঙ্গদেশ, বিহাৰ, আৰু যুক্ত প্ৰদেশত সমৃদ্ধিশালী হৈছিল আৰু যাৰ বিষয়ে আজিকালি আমি বহুত কথা শুনি আছোঁ, সেই প্ৰথাটো ভাৰতবৰ্ষত তেনেই নতুন। ই বৃটিছৰ সৃষ্টি। তেওঁলোক অহাৰ আগেয়ে ই নাছিল।

প্ৰাচীন কালত এনে জমিদাৰ বা মধ্যবৰ্ত্তী মানুহ নাছিল। খেতিয়কবিলাকে তেওঁলোকৰ উৎপাদনৰ এভাগ পোনে পোনে শাসকগোষ্ঠীক দিছিল। কোনো কোনো সময়ত গাঁও পঞ্চায়তে গাঁওখনৰ সকলো খেতিয়কৰ হৈ এই কাম কৰিছিল। আকবৰৰ দিনত তেওঁৰ বিখ্যাত বিত্ত মন্ত্ৰী ৰজা তোদৰমলে বৰ সাৱধানে মাটিবিলাক জৰিপ কৰাইছিল। চৰকাৰে অৰ্থাৎ শাসকগোষ্ঠীয়ে উৎপাদনৰ তিনি ভাগৰ এভাগ খেতিয়কৰ পৰা লৈছিল, খেতিয়কক ইচ্ছা কৰিলে নগদ ধনেৰে ইয়াক আদায় কৰিব পাৰিছিল। মুঠতে কৰ অসহনীয় নাছিল আৰু ই অতি ধীৰ ক্ৰমত বাঢ়িছিল। কিছু কালৰ পাচত মোগল সাম্ৰাজ্য ছিন্ন-ভিন্ন হৈছিল। কেন্দ্ৰীয় চৰকাৰ দুৰ্বল হোৱাত তেওঁলোকে উচিত মতে কৰ তুলিব নোৱাৰিছিল। তেতিয়া কৰ তোলাৰ নতুন নিয়ম এটাৰ উদ্ভৱ হৈছিল। কৰ গোটোৱাবিলাকক দৰমহা নিযুক্ত নকৰি তেওঁলোকক শাসকৰ প্ৰতি-নিধি স্বৰূপে নিযুক্ত কৰা হৈছিল আৰু তেওঁলোকে তোলা কৰৰ দহ ভাগৰ এভাগ নিজৰ কাৰণে ৰাখিব পাৰিছিল। তেওঁলোকক ৰাজহ সংগ্ৰাহক নাইবা কোনো কোনো সময়ত জমিদাৰ বা তালুকদাৰ বোলা হৈছিল; কিন্তু মনত ৰাখিবা যে এই শব্দ কেইটাই এতিয়া যি বুজায় তেতিয়া তেনে নুবুজাইছিল।

কেন্দ্ৰীয় চৰকাৰ জুৰুলা হোৱাত সেই পদ্ধতিটো ক্ৰমে বেচিকৈ বেয়া হৈছিল। আন কি, পাচত এনে হৈছিল যে এটা অঞ্চলৰ ৰাজহ তুলিবৰ কাৰণে নিলাম কৰা হৈছিল আৰু আটাইতকৈ বেচি ধন দিব খোজাজনে ৰাজহ তুলিবলৈ পাইছিল। ইয়াৰ অৰ্থ এনে হৈছিল যে যিজন মানুহে কামটো পাইছিল, তেওঁ দুৰ্ভগীয়া খেতিয়ক-বিলাকৰপৰা যিমান পাৰিছিল সিমান বলেৰে আদায় কৰিবলৈ স্বাধীনতা পাইছিল আৰু সেই স্বাধীনতা তেওঁ পুৰাকৈ ব্যৱহাৰ কৰিছিল। কালক্ৰমে এই ৰাজহ সংগ্ৰাহকবিলাক পুৰুষানুক্ৰমে হৈছিল, কাৰণ চৰকাৰ ইমান দুৰ্ব্বল আছিল যে তেওঁ-লোকে সংগ্ৰাহকবিলাকক কামৰপৰা খেদিব নোৱাৰিছিল।

প্ৰকৃতপক্ষে বঙ্গদেশত ইষ্ট ইণ্ডিয়া কোম্পানিৰ আইনসঙ্গত বুলি কোৱা বাব আছিল মোগল সম্ৰাটৰ হৈ ৰাজহ সংগ্ৰাহক হিচাপে। ১৭৬৫ খৃষ্টাব্দত কোম্পানিক "দেৱানী" দিয়াৰ পৰা কোম্পানিয়ে সেই বাব পাইছিল। এইদৰে কোম্পানি দিল্লীৰ মোগল সম্ৰাটৰ এক প্ৰকাৰৰ দেৱান হৈছিল। কিন্তু এই সকলোবিলাক সাধু কথা আছিল। ১৭৫৭ খৃষ্টাব্দৰ পলাশীৰ যুদ্ধৰ পাচৰপৰা বঙ্গদেশত বৃটিছৰ আধিপত্য হৈছিল, বেচেৰা মোগল সম্ৰাটৰ ক'তো প্ৰায় বা একেবাৰে ক্ষমতা নাছিল।

ইষ্ট ইণ্ডিয়া কোম্পানি আৰু ইয়াৰ বিষয়াবিলাক ভীষণ লোভী আছিল। তোমাক মই আগতে কৈছোঁ যে তেওঁলোকে বঙ্গদেশৰ ৰাজ-ভ'ৰাল উদং কৰিছিল আৰু তেওঁলোকে য'তে পাইছিল তাৰ পৰাই হিংসাত্মক উপায়েৰে বলেৰে ধন হস্তগত কৰি-ছিল। তেওঁলোকে বঙ্গদেশ আৰু বিহাৰক চেপি-খুন্দি অত্যধিক পৰিমাণৰ মাটিৰ ৰাজহ বলেৰে আদায় কৰিবলৈ চেষ্টা কৰিছিল। তেওঁলোকে তেওঁলোকৰ তলতীয়া সৰু ৰাজহ সংগ্ৰাহক সৃষ্টি কৰি তেনে সংগ্ৰাহকে তেওঁলোকক দিব লগীয়া মাটিৰ

ৰাজহৰ পৰিমাণ অত্যন্ত অতিৰিক্তভাৱে বঢ়াইছিল। অলপ দিনৰ ভিতৰতে মাটিৰ ৰাজহ দুগুণ বঢ়াই অতি নিৰ্দ্দয়ভাৱে তোলা হৈছিল। কোনোৱে সময় মতে ৰাজহ তুলি নিদিলে তেওঁক কামৰ পৰা খেদি পঠিওৱা হৈছিল। সংগ্ৰাহকবিলাকো খেতিয়কবিলাকৰ প্ৰতি নিৰ্দ্দয় আছিল আৰু তেওঁলোকে খেতিয়কৰ ওপৰত অত্যাচাৰ কৰি বলেৰে ধন আদায় কৰিছিল, খেতিয়কৰ পৰা মাটিৰ মূল্যৰ সমান ৰাজহ আদায় কৰা হৈছিল আৰু তেওঁলোকে ভোগ কৰি থকা মাটিৰপৰা তেওঁলোকক উচ্ছেদ কৰা হৈছিল। পলাশীৰ যুদ্ধৰ পাচৰ ১২ বছৰৰ ভিতৰত আৰু দেৱানী দিয়াৰ পাচত চাৰি বছৰৰ ভিতৰত ইষ্ট ইণ্ডিয়া কোম্পানিৰ নীতিৰ ফলত আৰু তাৰ লগতে অনাবৃষ্টি যোগ হোৱাৰ ফলত বঙ্গদেশ আৰু বিহাৰত এটা ভয়ংকৰ দুৰ্ভিক্ষ হৈছিল; এই দুৰ্ভিক্ষত মুঠ লোকসংখ্যাৰ তিনি ভাগৰ এভাগ মানুহৰ প্ৰাণ নাশ হৈছিল। আগৰ এখন চিঠিত মই ১৭৬৯-৭০ খৃষ্টাব্দৰ এই দুৰ্ভিক্ষটোৰ কথা উল্লেখ কৰিছোঁ আৰু তাত কৈছো যে এই দুৰ্ভিক্ষ হোৱা সত্বেও ইষ্ট ইণ্ডিয়া কোম্পানিয়ে পূৰা ৰাজহ আদায় কৰিছিল। এই কামত কোম্পানিৰ বিষয়াবিলাকে দেখুৱা অসাধাৰণ কাৰ্যদক্ষতাৰ কথা বিশেষকৈ উল্লেখযোগ্য। লাখে লাখে মুনিহ, তিৰোতা, ল'ৰাছোৱালীৰ মৃত্যু হৈছিল, কিন্তু এই বিষয়াবিলাকে মৰাশবিলাকৰ পৰা ধন কাঢ়ি লব পাৰিছিল, ইংলেণ্ডৰ ধনী মানুহবিলাকক সবহীয়াকৈ লাভৰ অংশ দিবৰ কাৰণে এইদৰে ধন গোটোৱা হৈছিল।

এই অৱস্থা আৰু কুৰি বছৰ বা ততোধিক কাল চলিছিল; দুৰ্ভিক্ষ হোৱা সত্বেও ইষ্ট ইণ্ডিয়া কোম্পানিয়ে উৎপীড়ন কৰি বলেৰে ধন আদায় কৰি আছিল আৰু মনোহৰ প্ৰদেশ বঙ্গদেশখন ধ্বংস কৰা হৈছিল। আন কি ডাঙৰ ৰাজহ সংগ্ৰাহকবিলাকেও ভিক্ষাবৃত্তি লব লগা হৈছিল। খেতিয়কবিলাকৰ কেনে দুৰ্গতি হৈছিল—সেইকথা তাৰ পৰাই যেয়ে সেয়ে, ভাবি লব পাৰে। অৱস্থা এনে বেয়ালৈ গৈছিল যে ইষ্ট ইণ্ডিয়া কোম্পানিয়ে সজাগ হৈ তাৰ প্ৰতিকাৰৰ চেষ্টা কৰিব লগা হৈছিল। সেইকালৰ গভৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণোৱালিচ নিজে ইংলেণ্ডৰ এজন ডাঙৰ জমিদাৰ আছিল, তেওঁ বৃটেনৰ আদৰ্শত ভাৰতবৰ্ষত জমিদাৰৰ সৃষ্টি কৰিব খুঁজিছিল। কিছু কালৰ আগৰ পৰা ৰাজহ সংগ্ৰাহকবিলাকে জমিদাৰৰ দৰে আচৰণ কৰি আছিল। কৰ্ণোৱালিচে তেওঁলোকৰ লগত এটা মকামিলা কৰি তেওঁলোকক জমিদাৰৰ মৰ্য্যাদা দিছিল। তাৰ ফলত ভাৰতবৰ্ষত পোন প্ৰথমে এই নতুন চানেকিৰ মধ্যবৰ্ত্তী মানুহ হৈছিল আৰু খেতিয়কবিলাকক মাত্ৰ তলতীয়া প্ৰজাৰ স্থানলৈ নমোৱা হৈছিল। বৃটিছবিলাকে এই জমিদাৰবিলাকৰ লগত পোনপটীয়া সম্পৰ্ক কৰিছিল আৰু জমিদাৰবিলাকে যিদৰে ভাল পাইছিল তেনেকৈ প্ৰজাবিলাকক ব্যৱহাৰ কৰিবলৈ বৃটিছবিলাকে তেওঁলোকক এৰি দিছিল। জমিদাৰবিলাকক অতিলোভৰ আক্ৰমণৰপৰা ৰক্ষা পাবলৈ দুৰ্ভগীয়া প্ৰজাৰ কোনো ৰকমৰ উপায় নাছিল।

কৰ্ণোৱালিচে বঙ্গদেশ আৰু বিহাৰৰ জমিদাৰবিলাকৰ লগত কৰা এই বন্দবস্তক "চিৰস্থায়ী বন্দবস্ত" বোলা হয়। "বন্দবস্ত" শব্দটোৰ অৰ্থ প্ৰত্যেক জমিদাৰে চৰকাৰক আদায় দিব লগীয়া মাটিৰ ৰাজহৰ পৰিমাণ নিৰ্দ্ধাৰিত কৰা। বঙ্গদেশ আৰু বিহাৰৰ কাৰণে এই পৰিমাণটো চিৰস্থায়ীকৈ নিৰ্দ্ধাৰিত কৰা হৈছিল। ইয়াৰ কোনো পৰিৱৰ্ত্তন হব নোৱাৰিছিল। পিচৰ কালত বৃটিছৰ শাসন উত্তৰ-

পশ্চিম ফালে অযোধ্যা আৰু আগ্ৰালৈকে বিস্তৃত হোৱাত বৃটিছৰ নীতি পৰিৱৰ্ত্তন কৰা হৈছিল। তেওঁলোকে জমিদাৰৰ লগত অস্থায়ী বন্দবস্ত কৰিছিল, বঙ্গদেশৰ দৰে চিৰস্থায়ী নকৰিছিল। প্ৰত্যেক অস্থায়ী বন্দবস্ত সময়ে সময়ে, সাধাৰণতে ৩০ বছৰৰ মূৰে মূৰে সংশোধিত কৰা হৈছিল আৰু মাটিৰ ৰাজহ স্বৰূপে আদায় দিব লগা ধনৰ পৰিমাণ নতুনকৈ নিৰ্দ্ধাৰিত কৰা হৈছিল। সাধাৰণতে প্ৰত্যেক বন্দবস্ততে এই পৰিমাণ বঢ়োৱা হৈছিল।

দাক্ষিণাত্যৰ মাদ্ৰাজত আৰু তাৰ চাৰিওফালে থকা ওচৰৰ অঞ্চলবিলাকত জমিদাৰী প্ৰথাৰ প্ৰচলন নাছিল। সেইবিলাক অঞ্চলত গাঁৱলীয়া ঠাইৰ খেতিয়ক-বিলাক মাটিৰ মালিক আছিল, সেই কাৰণে ইষ্ট ইণ্ডিয়া কোম্পানিয়ে সেইবিলাক অঞ্চলত খেতিয়কৰ লগত পোনপটীয়াকৈ বন্দবস্ত কৰিছিল। কিন্তু সেইবিলাক অঞ্চলত আৰু আন সকলোতে অতৃপ্ত লোভৰ বশবৰ্ত্তী হৈ কোম্পানিৰ বিষয়া-বিলাকে মাটিৰ ৰাজহ অতি উচ্চ হাৰত নিৰ্দ্ধাৰিত কৰিছিল আৰু নিষ্ঠুৰভাৱে অত্যাচাৰ কৰি বলেৰে এই হাৰত ৰাজহ আদায় কৰিছিল। ৰাজহ আদায় নিদিলে ততালিকে মাটিৰ পৰা উচ্ছেদ কৰা হৈছিল, কিন্তু দুখীয়া মানুহবোৰ ক'লৈ যাব? মাটিৰ ওপৰত অত্যধিক হেঁচা পৰাৰ কাৰণে সকলো ঠাইতে সকলো সময়তে মাটিৰ নাটনি পৰি আছিল; সকলো সময়তে অনাহাৰী মানুহবিলাক যেই কোনো চৰ্ত্ততে মাটি লবলৈ ইচ্ছুক হৈ আছিল। বহুকাল দুৰ্গতি ভোগা খেতিয়কবিলাকো যেতিয়া আৰু বেচি দুৰ্গতি সহিব নোৱাৰা হৈছিল, তেতিয়া সঘনে অশান্তি আৰু খেতিয়কৰ বিদ্ৰোহ হৈছিল।

ঊনবিংশ শতাব্দীৰ প্ৰায় মাজভাগত বঙ্গদেশত আন এক প্ৰকাৰৰ উৎপীড়ন হৈছিল। কিছুমান ইংৰাজে নীলৰ বাণিজ্য চলাবৰ অৰ্থে নিজক জমিদাৰ স্বৰূপে প্ৰতিষ্ঠিত কৰি লৈছিল। নীল গছৰ খেতি কৰা সম্পৰ্কত তেওঁলোকৰ খেতিয়ক প্ৰজাৰ লগত তেওঁলোকে এটা অতি কঠোৰ বন্দবস্ত কৰিছিল। খেতিয়কবিলাকক তেওঁলোকে ভোগ কৰি থকা মাটিৰ এভাগত নীল গছৰ খেতি কৰিবলৈ বাধ্য কৰোৱা হৈছিল আৰু সেই নীল গছবিলাক তেওঁলোকে ইংৰাজ জমিদাৰবিলাকক নিৰ্দ্ধাৰিত দৰত বেচিব লাগিছিল, এই জমিদাৰবিলাকক "প্লেন্টাৰ" (বাগান চলোৱা মানুহ) বোলা হৈছিল। এই পদ্ধতিটোক "প্লেণ্টেচন চিষ্টেম" (বাগান কৰাৰ পদ্ধতি) বোলা হয়। প্ৰজাবিলাকৰ ওপৰত আৰোপ কৰা চৰ্ত্তবিলাক ইমান কঠোৰ আছিল যে সেই-বিলাক কৰা তেওঁলোকৰ কাৰণে বৰ টান আছিল। সেই অৱস্থাত বৃটিছবিলাকে বাগানৰ মালিকবিলাকক সহায় কৰিবৰ কাৰণে দুৰ্ভগীয়া প্ৰজাবিলাকক সেইবিলাক চৰ্ত্ত মানি নীলৰ খেতি কৰিবলৈ বাধ্য কৰিবৰ অৰ্থে কেইটামান বিশেষ আইন কৰি ছিল। সেই আইনবিলাকত বিধান কৰা শাস্তিৰ দ্বাৰা সেইবিলাকে এই বাগান-বিলাকৰ প্ৰজাবিলাকক কিছুমান সম্পৰ্কত বাগানৰ মালিকবিলাকৰ মাটিৰ লগত বান্ধ খাই থকা গোলাম কৰিছিল। নীলৰ কাৰখানাৰ প্ৰতিনিধিবিলাকে প্ৰজাবিলাকক বৰকৈ ভয় খুৱাই তেওঁলোকৰ ওপৰত আধিপত্য চলাইছিল, কাৰণ ইংৰাজ বা ভাৰতীয় এই প্ৰতিনিধিবিলাকে চৰকাৰে দিয়া ৰক্ষা কবচৰ বলত নিজক সম্পূৰ্ণ নিৰাপদ বুলি অনুভৱ কৰিছিল। নীলৰ দৰ কমিলে খেতিয়কবিলাকে মাটিত নীলৰ বাহিৰে ধান

আদি আন খেতি কৰা বেচি লাভজনক আছিল, যদিও তেওঁলোকক তেনে কৰিবলৈ দিয়া নহৈছিল। খেতিয়কবিলাকৰ বহুত দুখ-কষ্ট আৰু দুৰ্গতি হৈছিল, অৱশেষত এই মানুহবিলাক ভীষণ খঙত বিতত হৈ মূৰ দাঙি উঠিছিল। খেতিয়কবিলাকে বাগানৰ মালিকবিলাকৰ বিৰুদ্ধে বিদ্ৰোহ কৰি কাৰখানা এটা ধ্বংস কৰিছিল। কিন্তু তেওঁলোকৰ বিদ্ৰোহ সম্পূৰ্ণ দমন কৰি তেওঁলোকক পুনৰ বশীভূত কৰা হৈছিল।

এই চিঠিত মই ১৯শ শতাব্দীৰ মাটি বিষয়ৰ চিত্ৰ এখন তোমাৰ আগত দাঙি ধৰিবলৈ চেষ্টা কৰিছোঁ। মোৰ ভয় হৈছে যে মোৰ বৰ্ণনাটো অলপ দীঘলীয়া হৈছে। ভাৰতবৰ্ষৰ গাঁৱৰ খেতিয়কবিলাকৰ অৱস্থা কেনেকৈ ধীৰে ধীৰে বেচি বেয়া হৈ গৈছিল, কেনেকৈ তেওঁলোকৰ লগত সম্পৰ্ক কৰা সকলোৱে—কৰ সংগ্ৰাহকে, জমিদাৰে, ধন ধাৰে দিয়া "বনিয়া"ই, বাগানৰ মালিকে আৰু তেওঁৰ প্ৰতিনিধিয়ে আৰু সকলোতকৈ বেচি পৰাক্ৰমী "বনিয়া" বৃটিছ চৰকাৰে ইণ্ট ইণ্ডিয়া কোম্পানীৰ জৰিয়তে নাইবা পোনপটীয়াকৈ তেওঁলোকক শোষণ কৰিছিল, সেইবিলাক কথা মই ব্যাখ্যা কৰিবলৈ চেষ্টা কৰিছোঁ। কাৰণ এই সকলো প্ৰকাৰৰ শোষণৰ মূলত আছিল সেই নীতিটো যিটো বৃটিছবিলাকে ভাৰতবৰ্ষত সাৱধানে ভাবি-চিন্তি চলাই আছিল। কুটীৰশিল্পৰ ঠাইত আন প্ৰকাৰৰ উদ্যোগ স্থাপনৰ একো চেষ্টা নকৰাকৈ শিল্পবিলাক বিনাশ কৰা, নিবনুৱা কাৰিকৰবিলাক গাঁৱলৈ খেদোৱা আৰু তাৰ ফলত মাটিৰ ওপৰত অত্যধিক হেঁচা পেলোৱা, জমিদাৰী প্ৰথা, বাগান চলোৱা প্ৰথা, মাটিৰ ওপৰত অসহনীয় কৰ আৰু তাৰ পৰিণামত খেতিয়কৰপৰা অত্যধিক খাজনা অতি নিষ্ঠুৰভাৱে সংগ্ৰহ কৰা, খেতিয়কক ধন ধাৰে দিয়া "বনিয়া"ৰ ওচৰ চাপিবলৈ বাধ্য কৰি তেওঁলোকৰ কবাল কবলৰপৰা কেতিয়াও মুক্ত হব নোৱাৰা কৰা, খেতিয়কৰ খাজনা বা জমিদাৰৰ ৰাজহ সময়মতে দিব নোৱাৰাৰ কাৰণে অসংখ্য মানুহক মাটিৰ পৰা উচ্ছেদ কৰা, সকলোৰে উপৰি, পুলিচ, কৰ সংগ্ৰাহক, জমিদাৰৰ প্ৰতিনিধি আৰু কাৰখানাৰ প্ৰতিনিধিৰ ভীষণ ভীতি প্ৰদৰ্শন—এই সকলোবিলাকে খেতিয়কবিলাকৰ উৎসাহ আৰু মানসিক শক্তি সকলোখিনি বিনাশ কৰিছিল। এই সকলোবিলাকৰ ফল অৱশ্যম্ভাবী দুৰ্ঘটনা আৰু ভয়ঙ্কৰ বিপদ নহৈ আন কি হব পাৰে?

কেইবাটাও ভয়ঙ্কৰ দুৰ্ভিক্ষ হৈছিল আৰু সেইবিলাকে জনসংখ্যাৰ লাখ লাখ মানুহক নিচ্ছিন্ন কৰিছিল। পিচে আচৰিত কথা এই যে যেতিয়া খাদ্য বস্তুৰ অভাৱ হৈছিল আৰু তাৰ অভাৱত মানুহ অনাহাৰে মৰিছিল, তেতিয়াও ধনী বণিকবিলাকৰ লাভৰ কাৰণে ঘেঁহু আৰু আন খাদ্য শস্য বিদেশলৈ ৰপ্তানি কৰা হৈছিল। কিন্তু খাদ্য বস্তুৰ অভাৱ আচল দুৰ্যোগ নাছিল, কাৰণ ৰেলগাড়ীত দেশৰ আন আন ভাগৰ পৰা খাদ্যবস্তু আনিব পৰা হৈছিল, খাদ্যবস্তু কিনিবলৈ ধনৰ অভাৱটোহে আচল দুৰ্যোগ আছিল। ১৮৬১ খৃঃত উত্তৰ ভাৰতত, বিশেষকৈ আমাৰ প্ৰদেশখনত, এটা ভয়ঙ্কৰ দুৰ্ভিক্ষ হৈছিল আৰু বিবৃতি মতে দুৰ্ভিক্ষ হোৱা অঞ্চলবিলাকৰ লোকসংখ্যাৰ শতকৰা চাৰে আঠ ভাগ মানুহৰ মৃত্যু হৈছিল। পোন্ধৰ বছৰৰ পাচত ১৮৭৬ খৃঃৰ পৰা দুবছৰ জুৰি উত্তৰ ভাৰত, মধ্য ভাৰত আৰু দক্ষিণ ভাৰততে আন এটা ভয়ঙ্কৰ দুৰ্ভিক্ষ হৈছিল। যুক্ত প্ৰদেশ মধ্যপ্ৰদেশ আৰু পাঞ্জাবৰ এটা ভাগৰ মানুহেও বৰ দুখ-কষ্ট ভুগিছিল। প্ৰায় ১০০০০০০০ (এক কোটি) মানুহৰ

মৃত্যু হৈছিল! পুনৰ কুৰি বছৰৰ পাচত ১৮৯৬ খৃঃত প্ৰায় একে এই দুৰ্ভগীয়া অঞ্চলবিলাকতে আন এটা দুৰ্ভিক্ষ হৈছিল, এই দুৰ্ভিক্ষ ভাৰতবৰ্ষৰ বুৰঞ্জীৰ পাৰা জনা আন সকলোবিলাক দুৰ্ভিক্ষতকৈ বেচি ভয়ঙ্কৰ আছিল। এই ভীষণ দৈবিক দুৰ্যোগটোৱে উত্তৰ আৰু মধ্য ভাৰতক তেনেই জুৰুলা কৰিছিল। ১৯০০ খৃঃত পুনৰ এটা দুৰ্ভিক্ষ হৈছিল।

এটা ছেদত মই ৪০ বছৰৰ ভিতৰত হোৱা চাৰিটা ভয়ঙ্কৰ দুৰ্ভিক্ষৰ কথা কলোঁ। এই কৰাল কাহিনীটোত যি ভীষণ দুখ-কষ্ট আৰু আতঙ্কৰ কথা সোমাই আছে, সেইবিলাক মই তোমাক কব নোৱাৰোঁ আৰু তুমিও সেইবিলাক উপলব্ধি কৰিব নোৱাৰা। প্ৰকৃততে মই তোমাক সেইবিলাক উপলব্ধি কৰাব খুজিছোঁ নে নাই, সেই বিষয়ে মই সুনিশ্চিত নহও, কাৰণ এনে উপলব্ধি হোৱাৰ লগে লগে খং উঠে আৰু গভীৰ বিতৃষ্টিৰ ভাৱ হয় আৰু তোমাৰ বয়সত তুমি এনেকৈ বিতৃষ্ট হোৱাটো মই ইচ্ছা নকৰোঁ।

তুমি ফ্লোৰেণ্চ্ নাইটিংগেলৰ নাম শুনিছা, এই গৰাকী ইংৰাজ মহিলাই প্ৰথমতে যুদ্ধত আহত হোৱা মানুহবিলাকক দক্ষতাৰে শুশ্ৰূষা কৰাৰ ব্যৱস্থা সংগঠিত কৰি-ছিল। বহু কালৰ পূৰ্বে ১৮৭৮ খৃঃতে তেওঁ লিখিছিল ঃ "অকল প্ৰাচ্যতে নহয়, সম্ভৱতঃ পৃথিৱীৰ ভিতৰতে, আটাইতকৈ দুখ লগা দৃশ্য হৈছে আমাৰ প্ৰাচ্যৰ সাম্ৰাজ্যখনৰ খেতিয়কবিলাক।" তেওঁ "আমাৰ আইনবিলাকৰ" পৰিণামৰ কথা উল্লেখ কৰি কৈছিল যে সেই আইনবিলাকে "পৃথিৱীৰ আটাইতকৈ বেচি উৰ্বৰ দেশখনত যিবিলাক ঠাইত দুৰ্ভিক্ষ বোলা কথাষাৰ নাই তেনে বহুতো ঠাইত অত্যন্ত যাতনা দায়ক আৰু দীৰ্ঘস্থায়ী অৰ্থ—অনশন"ৰ সৃষ্টি কৰিছিল।

সঁচাকৈয়ে ভয়ত কুচি-মুচি থকা আৰু নিৰাশ দৃষ্টিৰে আমাৰ "কিষাণ" (কৃষক) বিলাকৰ সোমাই যোৱা চকুবিলাকৰ দৃশ্যটোতকৈ বেচি বেজাৰ লগা দৃশ্য প্ৰায় নাই। ইমান বছৰৰ আমাৰ "কিষাণ"বিলাকে কিমান যে দুখৰ বোজা বৈ আছে! পিচে আমি পাহৰা উচিত নহব যে আমি যিবিলাক অলপ সমৃদ্ধিশালী হৈছোঁহঁক, আমিও সেই বোজাৰ এটা ভাগ। বিদেশী, ভাৰতীয়, আমি সকলোৱে বহুকাল দুৰ্গতি ভোগা "কিষাণ" বিলাকক শোষণ কৰিবলৈ চেষ্টা চলাই আছোঁ আৰু তেওঁলোকৰ পিঠিৰ ওপৰত উঠি লৈছোঁ। তেওঁলোকৰ মেৰুদণ্ড ভগাত কিবা আচৰিত হব লগীয়া কথা আছেনে?

কিন্তু বহু কালৰ পাচত শেহান্তৰত তেওঁলোকে এটা আশাৰ ৰেঙনি দেখি-ছিল, সুসময়ৰ আৰু কম বোজাৰ ক্ষীণ আভাস এটা পাইছিল। সৰুফুতীয়া মানুহ এজন আহি তেওঁলোকৰ চকুলৈ পোনে পোনে চাই তাৰ পৰা তেওঁলোকৰ কোচ খাই থকা কলিজাৰ তলিলৈকে দেখা পাই তেওঁলোকে বহুকাল ভোগা সন্তাপৰ কথা বুজি পাইছিল। আৰু তেওঁৰ চাৱনিত আছিল যাদু, তেওঁৰ স্পৰ্শত আছিল জুই আৰু তেওঁৰ মাতত আছিল বোধ-শক্তি, ব্যগ্ৰতা, অক্ষয় প্ৰেম আৰু মৃত্যুলৈকে বিশ্বাসৰ দৃঢ়তা। কৃষক, বনুৱা আৰু পদদলিত আন যিবিলাক মানুহে তেওঁক দেখিছিল আৰু তেওঁৰ কথা শুনিছিল, তেওঁলোকৰ নিষ্প্ৰভ অন্তৰ সজীৱ আৰু উদ্দীপ্ত হৈছিল, অসাধাৰণ এটা আশা তেওঁলোকৰ অন্তৰত উদয় হৈছিল আৰু তেওঁলোকে "মহাত্মা গান্ধী কি

জয়” বুলি আনন্দধ্বনি কৰিছিল আৰু তেওঁলোকৰ দুখ-কষ্টৰ উপত্যকাৰ পৰা ওলাই যুদ্ধ-যাত্ৰা কৰিবলৈ সাজু হৈছিল। কিন্তু পুৰণি যিটো যন্ত্ৰই তেওঁলোকক চেপি ৰাখিছিল, সি তেওঁলোকক সহজতে ওলাই যাবলৈ নিদিছিল। সি পুনৰ চলি তেওঁলোকক দমন কৰিবলৈ নতুন অস্ত্ৰশস্ত্ৰ, নতুন আইন, আৰু নতুন জৰুৰী আইনৰ সৃষ্টি কৰিছিল, তেওঁলোকক বান্ধিবলৈ নতুন শিকলি গঢ়িছিল। পিচে তাৰ পাচত কি হ'ল—, সেইটো মোৰ কাহিনী বা বুৰঞ্জীৰ ভাগ নহয়। সেইটো এতিয়াও ওচৰ ভৱিষ্যতৰ ভাগ আৰু যেতিয়া ওচৰ ভৱিষ্যৎ বৰ্তমান হব, তেতিয়া আমি তাৰ কথা জানিম। কিন্তু কাৰ মনত সন্দেহ আছে ?

## ১১২

## বৃটেনে কেনেকৈ ভাৰতবৰ্ষ শাসন কৰিছিল

৫ ডিচেম্বৰ, ১৯৩২ খৃষ্টাব্দ

ঊনবিংশ শতাব্দীৰ ভাৰতবৰ্ষৰ বিষয়ে মই আগতে তিনিখন দীঘলীয়া চিঠি লিখিছোঁ। কাহিনীটো দীঘলীয়া আৰু যাতনাও দীঘলীয়া, আৰু মই যদি ইয়াক অযথা বেচি সংক্ষেপ কৰোঁ, তেনেহলে ইয়াক বুজিবলৈ মই আৰু বেচি টান কৰি তোলা হব। সম্ভৱতঃ আন দেশ আৰু আন যুগবিলাকতকৈ ভাৰতবৰ্ষৰ বুৰঞ্জীৰ এই যুগটোত মই বেচিকৈ মন লগাইছোঁ। ই একো অস্বাভাৱিক নহয়। নিজে ভাৰতীয় হোৱাৰ কাৰণে ভাৰতবৰ্ষৰ বিষয়ে মই বেচি আগ্ৰহান্বিত আৰু ইয়াৰ বিষয়ে বেচিকৈ জানো কাৰণে বেচি বিস্তাৰিতকৈ লিখিব পাৰোঁ। তদুপৰি এই যুগটো আমাৰ কাৰণে যুগটোৰ ঐতিহাসিক মূল্যতকৈ আন বহুতো আন প্ৰকাৰৰ মূল্য আছে। আজি আমি দেখা "আধুনিক ভাৰতবৰ্ষ" খনে ১৯শ শতাব্দীৰ এই অতিপাত পৰিশ্ৰমৰ মাজত সংগঠিত হৈ গঢ় লৈছিল। ভাৰতবৰ্ষ এতিয়া যেনেহৈ আছে, সেই অৱস্থাতে যদি জানিব লাগে, তেনেহলে যিবিলাক শক্তিয়ে দেশখনৰ গঢ় দিছিল নাইবা অনিষ্ট কৰিছিল, সেইবিলাকৰ বিষয়ে আমি অলপ জনা উচিত। এনে কৰিলেহে আমি যুক্তিযুক্ত ভাৱে দেশৰ সেৱা কৰিব পাৰিম আৰু আমি কি কৰা উচিত আৰু কোন পথ লোৱা উচিত তাক জানিব পাৰিম।

ভাৰতবৰ্ষৰ বুৰঞ্জীৰ এই যুগটোৰ বিষয়ে মই শেষ কৰা নাই। এতিয়াও তোমাক কবলৈ মোৰ বহুত কথা আছে। এই চিঠি কেইখনত মই এটা বা ততোধিক ফাললৈ তাৰ বিষয়ে অলপ কৈছোঁ। প্ৰত্যেক ফালটোকে মই বেলেগ বেলেগ কৈ আলোচনা কৰিছোঁ যাতে তুমি বেচি সহজতে বুজিব পাৰা। তুমি অৱশ্যে জানিব পাৰিবা যে যিবিলাক কাৰ্যকলাপ আৰু পৰিৱৰ্তনৰ কথা মই তোমাক আগতে কৈছোঁ আৰু এই চিঠিত আৰু ইয়াৰ পাচত কম, সেই সকলোবিলাক প্ৰায় একে সময়তে হৈছিল, প্ৰত্যেকটোৱে প্ৰভাৱ আনটোৰ ওপৰত পৰিছিল আৰু সেইবিলাকৰ মাজতে সেইবিলাকে ১৯শ শতাব্দীৰ ভাৰতবৰ্ষৰ গঢ় দিছিল।

ভাৰতবৰ্ষত বৃটিছৰ এই কামবিলাক আৰু অপকৰ্মবিলাকৰ কথা পঢ়ি, তেওঁলোকে অনুসৰণ কৰা নীতিৰ কাৰণে আৰু এই নীতিৰ ফলত দেশৰ সকলো ভাগত হোৱা বিস্তৃত দুৰ্গতিৰ কাৰণে তোমাৰ কোনো কোনো সময়ত খং উঠিব। কিন্তু এনে হোৱাৰ বাবে কোন জগৰীয়া? আমাৰ নিজৰ দুৰ্বলতা আৰু অজ্ঞতাৰ কাৰণেই এনে হোৱা নাছিল নে? দুৰ্বলতা আৰু অবিবেচনাই সদায় স্বেচ্ছাচাৰিতাক মাতি আনে। আমাৰ পৰস্পৰ কন্দলৰ পৰা যদি বৃটিছৰ লাভ হয়, তেনেহলে আমি যে আমাৰ নিজৰ ভিতৰত কন্দল কৰো তাৰ বাবে আমি জগৰীয়া। তেওঁলোকে যদি বিভিন্ন সমষ্টিৰ স্বাৰ্থপৰতাৰ সুযোগ লৈ আমাক ভাগ ভাগ কৰিব পাৰে আৰু এনে কৰি আমাক দুৰ্বল কৰিব পাৰে তেনেহলে আমি তেনে কৰিবলৈ দিয়াটোৱেই এটা চিন্ যে বৃটিছবিলাক আমাতকৈ শ্ৰেষ্ঠ। সেই কাৰণে তোমাৰ যদি খং উঠে তেনেহলে দুৰ্বলতা অজ্ঞতা আৰু পৰস্পৰ কন্দলৰ কাৰণেহে খং কৰিবা কাৰণ এইবিলাকেহে আমাৰ বিপৰ্য্যয়-বিলাকৰ কাৰণে দায়ী।

আমি কওঁ—বৃটিছৰ অত্যাচাৰী শাসন। সকলো কথা বিবেচনা কৰি চোৱা বাৰু কাৰ অত্যাচাৰী শাসন? ইয়াৰ পৰা কাৰ লাভ হয়? সমগ্ৰ বৃটিছ জাতিটোৰ নহয়, কাৰণ তেওঁলোকৰ লাখ লাখ মানুহ নিজে অসুখী আৰু উৎপীড়িত। আকৌ ভাৰতবাসীৰ ভিতৰতো নিঃসন্দেহে এনে কেইটামান সমষ্টি আৰু শ্ৰেণী আছে, যিবিলাকৰ বৃটিছে ভাৰতবৰ্ষ শোষণ কৰাৰ পৰা লাভ হৈছে। তেনেহলে আমি সীমাৰেখা ক'ত টানিম? এইটো ব্যক্তিৰ প্ৰশ্ন নহয়, পদ্ধতিৰ হে প্ৰশ্ন। আমি এটা বিৰাট যন্ত্ৰৰ তলত বাস কৰি আছোঁ আৰু সেই যন্ত্ৰটোৱে আমাক সামগ্ৰী স্বৰূপে ব্যৱহাৰ কৰি চেপি আছে। এই যন্ত্ৰটো হৈছে নতুন সাম্ৰাজ্যবাদৰ যন্ত্ৰ, ঔদ্যোগিক পুঁজিবাদৰ পৰিণাম। এই শোষণৰ লাভ ঘাইকৈ ইংলেণ্ডে পায়, কিন্তু ইংলেণ্ডত এই লাভৰ প্ৰায় সকলোখিনি কেইটা-মান শ্ৰেণীয়ে পায়। শোষণৰ পৰা পোৱা লাভৰ অলপ অংশ ভাৰতবৰ্ষতো থাকে আৰু এই দেশৰ কেইটামান শ্ৰেণী তাৰ পৰা উপকৃত হয়। সেই কাৰণে ব্যক্তিৰ ওপৰত নাইবা সমগ্ৰ বৃটিছ জাতিৰ ওপৰত খং উঠা আমাৰ অবিবেচনাৰ কাম হব। যদি পদ্ধতি এটা ভুল আৰু তেনে পদ্ধতিয়ে যদি আমাৰ অনিষ্ট কৰে, তেনেহলে সেই পদ্ধতিটোৰ পৰিৱৰ্তন কৰা উচিত। কোনে সেই পদ্ধতিটো চলায়, সেইটোত একো বিশেষত্ব নাই, ভাল মানুহো বেয়া পদ্ধতি এটাত নিৰুপায় হয়। তোমাৰ বৰকৈ সদিচ্ছা থাকিলেও তুমি যিমান বেচিকৈয়ে ৰান্ধা লাগে শিল, আৰু মাটিৰে তুমি ভাল আহাৰ পৰিৱৰ্তন কৰিব নোৱাৰা। মই ভাবোঁ যে সাম্ৰাজ্যবাদ আৰু পুঁজিবাদৰো সেয়ে কথা। সিহঁতক শুদ্ধ কৰিব নোৱাৰি; সিহঁতক একেবাৰে নাইকিয়া কৰিলেহে সিহঁতৰ প্ৰকৃত শুদ্ধি হব। পিচে এইটো মোৰ মত, কিছুমান মানুহৰ বেলেগ মত। তুমি একোকে আগতে নিশ্চিত সত্য বুলি ভাবি লব নেলাগে, তেহে তুমি যেতিয়া সময় আহিব, তেতিয়া নিজে সিদ্ধান্ত কৰি লব পাৰিবা। কিন্তু এই কথাত অতি সৰহ ভাগ মানুহৰ একে মত যে ভুলটো পদ্ধতিটোতহে আছে, সেই কাৰণে ব্যক্তিৰ প্ৰতি বিতৃষ্ণ হোৱা অনাৱশ্যক। আমাক যদি পৰিৱৰ্তন লাগে, তেনেহলে পদ্ধতিটোক আক্ৰমণ কৰি তাৰ পৰিৱৰ্তন সাধিব লাগে। ভাৰতবৰ্ষত আমি পদ্ধতিটোৰ কিছুমান বেয়া ফল দেখিছোঁ। যেতিয়া আমি চীন আৰু মিচৰ আৰু আন বহুতো দেশৰ কথা বিচাৰ কৰি চাম, তেতিয়া আমি

বুজিব পাৰিম যে সেই একেটা পদ্ধতিয়েই, একেটা পুঁজিবাদী সাম্ৰাজ্যবাদৰ যন্ত্ৰই চলি আন আন জাতিকো শোষণ কৰি আছে।

আমি এতিয়া আমাৰ কাহিনীটোলৈ উলটি যাওঁ। বৃটিছবিলাক ভাৰতবৰ্ষলৈ অহা সময়ত এই দেশৰ কুটীৰ-শিল্পবিলাক উন্নত অৱস্থাত থকাৰ কথা মই তোমাক আগতে কৈছোঁ। উৎপাদনৰ পদ্ধতিৰ স্বাভাৱিক উন্নতি হোৱা হলে আৰু বাহিৰৰ পৰা হস্তক্ষেপ নোহোৱা হলে সম্ভৱতঃ কোনোবা এটা সময়ত যান্ত্ৰিক উদ্যোগ ভাৰত-বৰ্ষত হলহেঁতেন। দেশত লোহা আৰু কয়লা আছিল; আমি দেখা পাইছিলোঁ যে ইংলেণ্ডত এই দুটা বস্তুৱে নতুন উদ্যোগ-পদ্ধতিত বৰকৈ সহায় কৰিছিল আৰু প্ৰকৃততে এই দুটা বস্তুৱেই ইয়াক আংশিকভাৱে ঘটাইছিল। ভাৰতবৰ্ষতো শেহান্ত-ৰত এনে হলহেঁতেন। বিশৃংখল ৰাজনৈতিক অৱস্থাৰ কাৰণে এনে হওঁতে হয়তো অলপ পলম হলহেঁতেন। পিচে বৃটিছবিলাক মাজত সোমাল। তেওঁলোক আছিল এনে এখন দেশৰ আৰু এনে এটা সমূহৰ প্ৰতিনিধি, যি দেশে আৰু যি সমূহে বৃহৎ যন্ত্ৰৰে উৎপাদন কৰাৰ নতুন পৰিৱৰ্তিত পদ্ধতিটো লৈছিল। সেই কাৰণে সকলোৱে হয়তো ভাবিছিল যে ভাৰতবৰ্ষতো বৃটিছবিলাক এনে এটা পৰিৱৰ্তনৰ পক্ষপাতী হব আৰু তেওঁলোকে ভাৰতবৰ্ষৰ সেই শ্ৰেণীটোকে উৎসাহিত কৰিব যিটো শ্ৰেণীয়ে এই পৰিৱৰ্তন ঘটোৱাৰ আটাইতকৈ বেচি সম্ভাৱনা আছিল। তেওঁলোকে তেনে কাম নকৰিলে। প্ৰকৃততে তাৰ ঠিক বিপৰীতটোহে কৰিলে। ভাৰতবৰ্ষক সম্ভাব্য প্ৰতি-দ্বন্দ্বী বুলি ভাবি লৈ তেওঁলোকে এই দেশৰ উদ্যোগবিলাক নষ্ট কৰিলে আৰু যন্ত্ৰ-উদ্যোগৰ সংবৰ্ধণ সমৰ্থন নকৰি স্বৰূপতে তাত বাধা দিলে।

এইদৰে আমি ভাৰতবৰ্ষত এক প্ৰকাৰৰ অসাধাৰণ অৱস্থা দেখিবলৈ পাওঁ। আমি দেখিবলৈ পাওঁ যে সেই কালৰ ইউৰোপৰ আটাইতকৈ বেচি উন্নত জাতি বৃটিছবিলাকে ভাৰতবৰ্ষত অতি অনুন্নত আৰু ৰক্ষণশীল শ্ৰেণীবিলাকৰ লগত মিত্ৰতা কৰে। তেওঁ-লোকে লোপ পাব খোজা সামন্ত শ্ৰেণী এটাক ওপৰলৈ তোলে, তেওঁলোকে জমিদাৰৰ সৃষ্টি কৰে, শই শই অধীনস্থ ভাৰতীয় শাসকবিলাকক তেওঁলোকৰ অৰ্ধ-সামন্ত ৰাজ্যবিলাকত আশ্ৰয় দি ৰাখে। তেওঁলোকে স্বৰূপতে ভাৰতবৰ্ষত সামন্ত-প্ৰথা শক্তি-শালী কৰে। কিন্তু এই বৃটিছবিলাকেই আগেয়ে ইউৰোপত "বুৰ্জোৱা" বা মধ্যবিত্ত-বিলাকৰ বিপ্লৱৰ পথ-প্ৰদৰ্শক আছিল আৰু সেই বিপ্লৱে তেওঁলোকৰ পাৰ্লামেণ্টক ক্ষমতা দিছিল; যি শিল্প-বিপ্লৱৰ ফলত পৃথিৱীত ঔদ্যোগিক পুঁজিবাদৰ প্ৰচলন হৈছিল, তাৰো তেওঁলোকেই পথ-প্ৰদৰ্শক আছিল। এইবিলাক বিষয়ত তেওঁলোকে প্ৰথমতে প্ৰাধান্য লাভ কৰাৰ কাৰণেই তেওঁলোকৰ প্ৰতিদ্বন্দ্বীবিলাতকৈ বহুত বেচি আগুৱাই গৈ এখন বিশাল সাম্ৰাজ্য গঢ়িছিল।

বৃটিছে ভাৰতবৰ্ষত কিয় এনে কৰিছিল তাক বুজা টান নহয়। পুঁজিবাদৰ মূলত আছে দ্বিধাহীন প্ৰতিযোগিতা আৰু শোষণ, আৰু সাম্ৰাজ্যবাদ তাৰে এটা উন্নত স্তৰ। সেই কাৰণে বৃটিছবিলাকে প্ৰকৃত প্ৰতিদ্বন্দ্বীবিলাকক নাশ কৰিছিল আৰু আন প্ৰতিদ্বন্দ্বীৰ উন্নতিত পৰিকল্পিতভাৱে বাধা দিছিল। সম্ভৱতঃ তেওঁ-লোকে জনসাধাৰণৰ লগত বন্ধুতা কৰিব নোৱাৰিছিল, কাৰণ ভাৰতবৰ্ষত তেওঁলোকৰ উপস্থিতিৰ কেৱল উদ্দেশ্য আছিল জনসাধাৰণক শোষণ কৰা। শোষণকাৰী আৰু

শোষিতৰ স্বাৰ্থ কেতিয়াও একে হব নোৱাৰে। সেই কাৰণে বৃটিছবিলাকে ভাৰতবৰ্ষত তেতিয়াও সামন্ত-প্ৰথাৰ যি ধ্বংসাৱশেষ আছিল, সেইবিলাকক তেওঁলোকৰ আধিপত্য সুদৃঢ় কৰিবৰ অৰ্থে কামত লগাইছিল। বৃটিছ অহা কালত সেইবিলাকৰ শক্তি প্ৰায় নাইকিয়া হৈছিল, কিন্তু বৃটিছে তেওঁলোকক ঢোকা দি ওপৰলৈ তুলিছিল আৰু দেশখন শোষণ কৰাত তেওঁলোকক সৰু ভাগ এটা লবলৈ দিছিল। যি শ্ৰেণীটোৰ দিন পাৰ হৈ গৈছিল, সেই শ্ৰেণীটোক এইদৰে ঢোকা দি ওপৰলৈ তোলাৰ পৰা শ্ৰেণীটোৱে অস্থায়ীভাৱে সকাহ পাইছিল; যেতিয়াই ঢোকা আঁতৰোৱা হৈছিল, তেতিয়াই তেওঁলোকৰ নিশ্চিত পতন হৈছিল নাইবা তেওঁলোক নিজক নতুন অৱস্থাৰ লগত খাপ খুৱাবলৈ বাধ্য হৈছিল। ভাৰতবৰ্ষত বৃটিছৰ সদিচ্ছাৰ ওপৰত নিৰ্ভৰশীল সৰু-বৰ ৭০০ (সাত শ) দেশীয় ৰাজ্য আছিল। হায়দৰাবাদ, কাশ্মীৰ, মহীশূৰ, বৰোদা, গোৱালিয়ৰ আদি ডাঙৰ দেশীয় ৰাজ্য কেইখনৰ কথা তুমি জানা। কিন্তু কৌতুহলজনক কথা এই যে এই ৰাজ্যবিলাকৰ অতি সৰহ ভাগ শাসক প্ৰাচীন সামন্ত-বাদী সম্ভ্ৰান্ত পৰিয়ালৰ বংশধৰ নহয়, ঠিক যেনেকৈ অতি সৰহ ভাগ ডাঙৰ জমিদাৰবিলাকৰ অতি প্ৰাচীন পৰম্পৰা নাই। কিন্তু এজন দেশীয় ৰজা আছে, তেওঁ উদয়পুৰৰ মহাৰাণা, সূৰ্য-বংশী ৰাজপুত জাতিৰ দলপতি, তেওঁ নিজৰ বংশটো অস্পষ্ট প্ৰাগ্-ঐতিহাসিক যুগৰপৰা চলি থকা দেখুৱাব পাৰে। এই সম্পৰ্কত আন এজন মানুহে মাথোন তেওঁৰ লগত প্ৰতিযোগিতা কৰিব পাৰে, তেওঁ হৈছে জাপানৰ মিকাদো (ৰজা)।

বৃটিছ শাসনে ধৰ্ম বিষয়ৰ ৰক্ষণশীলতাতো সহায় কৰিছিল। এই কথা শুনাত আচৰিত যেন লাগে। কাৰণ বৃটিছবিলাকে খৃষ্টিয়ান ধৰ্ম মানে বুলি দাবী কৰিছিল, তথাপি তেওঁলোকৰ আগমনে ভাৰতবৰ্ষত হিন্দু আৰু ইচলাম ধৰ্মক বেচি কঠোৰ কৰিছিল। এই প্ৰতিক্ৰিয়াটো কিছু পৰিমাণে স্বাভাৱিক আছিল, কাৰণ দেশ এখনত আক্ৰমণ হলে কঠোৰতাৰ দ্বাৰা সেই দেশৰ ধৰ্ম আৰু সংস্কৃতি ৰক্ষা কৰিবলৈ চেষ্টা কৰা হয়। এইদৰেই মুচলিমবিলাকৰ আক্ৰমণৰ পাচত হিন্দুধৰ্ম কঠোৰ হৈছিল আৰু জাতি-বিভাগ বাঢ়িছিল। বৃটিছৰ আক্ৰমণতো এই প্ৰকাৰেই হিন্দু, ইচলাম দুয়োটা ধৰ্মত প্ৰতিক্ৰিয়া হৈছিল। কিন্তু ইয়াৰ বাহিৰেও বৃটিছ চৰকাৰে ভাৰতবৰ্ষত স্বৰূপতে—পৰিকল্পিতভাৱে আৰু গম ধৰিব নোৱাৰাকৈও—দুয়োটা ধৰ্মৰ ৰক্ষণশীল ভাগবিলাকক সহায় কৰিছিল। বৃটিছবিলাকৰ ধৰ্ম বিষয়লৈ নাইবা মানুহক খৃষ্টিয়ান ধৰ্মত দীক্ষিত কৰা বিষয়লৈ আগ্ৰহ নাছিল, তেওঁলোকে ধন ঘটাত সম্পূৰ্ণ মন লগাইছিল। মানুহবিলাক খঙত তেওঁলোকৰ বিৰুদ্ধে উঠিব পাৰে বুলি ভাবি তেওঁলোকে ধৰ্ম সম্পৰ্কৰ কথাত কোনো প্ৰকাৰৰ হস্তক্ষেপ কৰিবলৈ ভয় কৰিছিল। সেই কাৰণে তেওঁলোকৰ হস্তক্ষেপৰ সন্দেহো যাতে কোনেও নকৰে, সেই অৰ্থে তেওঁলোক ইমানলৈকে গৈছিল যে তেওঁলোকে স্বৰূপতে দেশৰ ধৰ্মবিলাক বৰং ধৰ্মৰ বাহ্যিক ৰূপবিলাক সংৰক্ষণ কৰিছিল আৰু সেইবিলাকত সহায় কৰিছিল। তাৰ ফলত সঘনে এনে হৈছিল যে ধৰ্মৰ বাহ্যিক ৰূপটো তিষ্ঠি আছিল, কিন্তু ভিতৰত প্ৰায় একো নাছিল।

নৈষ্ঠিক মানুহবিলাকক বিৰক্ত কৰাৰ এই ভয়ৰ কাৰণে সংস্কাৰ সম্পৰ্কত

চৰকাৰে সেই নৈষ্ঠিক মানুহবিলাকৰ পক্ষ সমৰ্থন কৰিব লগা হৈছিল। এইদৰে সংস্কাৰৰ বিষয়টো পিচপেলাই থোৱা হৈছিল। বিদেশী চৰকাৰ এটাই কাচিৎ হে সংস্কাৰ সাধিব পাৰে, কাৰণ যিটো পৰিৱৰ্তনকে ই প্ৰচলন কৰাব খোজে, দেশৰ মানুহবিলাক তাতে অসন্তুষ্ট হয়। হিন্দু ধৰ্ম আৰু হিন্দুৰ আইনবিলাক বহুতো সম্পৰ্কত পৰিৱৰ্তিত হৈ আছিল আৰু প্ৰগতিশীল আছিল, যদিও অদূৰ অতীতৰ শতাব্দী কেইটাত প্ৰগতি অসাধাৰণভাৱে ধীৰ হৈছিল। হিন্দু আইনবিলাক ঘাইকৈ ৰীতি; আৰু ৰীতিবিলাকৰ পৰিৱৰ্তন আৰু পৰিবৰ্ধন হয়। বৃটিছ শাসনত হিন্দু আইনব এই পৰিৱৰ্তনশীলতা লোপ পাইছিল আৰু তাৰ ঠাইত অত্যন্ত নৈষ্ঠিক মানুহ-বিলাকৰ লগত পৰামৰ্শ কৰি অপৰিৱৰ্তনীয় আইন-পদ্ধতি এটা লিপিবদ্ধ কৰা হৈছিল। এইদৰে হিন্দু সমাজত ধীৰে ধীৰে চলি থকা পৰিবৰ্ধন বন্ধ কৰা হৈছিল। নতুন অৱস্থাই মুছলিমবিলাকক আৰু বেচিকৈ বিৰক্ত কৰিছিল আৰু তেওঁলোক তাৰ পৰা আঁতৰি নিজৰ ভাগি পৰিব খোজা ঘৰৰ ভিতৰলৈ সোমাইছিল।

হিন্দু বিধবাই স্বামীৰ চিতাত দাহ যোৱা প্ৰথাটোক "সতী" প্ৰথা (বৰং ভুলকৈ) বোলা হয়। এই প্ৰথাটো ৰদ কৰাৰ বাবে বৃটিছবিলাকে বৰ বেচিকৈ প্ৰশংসা পায়। কিন্তু প্ৰকৃততে ৰাজা ৰামমোহন ৰায়ৰ নেতৃত্বত ভাৰতীয় সংস্কাৰসকলে বহুত বছৰ আন্দোলন চলোৱাৰ পাচতহে চৰকাৰে কাম হাতত লৈছিল। তেওঁলোকৰ পূৰ্বেও আন শাসকসকলে, বিশেষকৈ মাৰাঠাবিলাকে এই প্ৰথা নিষিদ্ধ কৰিছিল; পৰ্তুগীজ শাসনকৰ্তা আলবুকাৰ্কে গোৱাত এই প্ৰথা ৰদ কৰিছিল। ভাৰতীয় মানুহৰ আন্দোলন আৰু খৃষ্টিয়ান ধৰ্মপ্ৰচাৰকবিলাকৰ চেষ্টাৰ ফলত বৃটিছবিলাকে এই প্ৰথাটো লোপ পোৱাইছিল। মোৰ যিমান দূৰলৈকে মনত পৰে, ধৰ্ম বিষয়ৰ প্ৰাধান্য থকা অকল এই সংস্কাৰটো মাথোন বৃটিছ চৰকাৰে সাধন কৰিছিল।

এইদৰে বৃটিছবিলাকে দেশৰ সকলোবিলাক অনুন্নত আৰু ৰক্ষণশীল স্বভাৱৰ মানুহৰ লগত মিত্ৰতা কৰিছিল আৰু তেওঁলোকে ভাৰতবৰ্ষক তেওঁলোকৰ উদ্যোগ-বিলাকৰ কাৰণে লগা কেঁচা মাল উৎপাদন কৰা কেৱল কৃষি-প্ৰধান দেশ কৰিবলৈ চেষ্টা কৰিছিল। ভাৰতবৰ্ষত কাৰখানাৰ সংবৰ্ধনত বাধা দিবৰ কাৰণে তেওঁলোকে এই দেশলৈ আমদানি কৰা যন্ত্ৰপাতিৰ ওপৰত দেখ্‌দেখ্‌কৈ শুল্ক লগাইছিল। আন দেশবিলাকে তেওঁলোকৰ নিজৰ নিজৰ দেশৰ উদ্যোগৰ পৃষ্ঠপোষকতা কৰিছিল। ঔদ্যোগীকৰণ বিষয়ত জাপান বৰ খৰকৈ আগ বাঢ়ি যোৱাৰ কথা আমি পামগৈ। কিন্তু ভাৰতবৰ্ষত বৃটিছে উদ্যোগৰ উদগতি হবলৈ নিদিছিল। যন্ত্ৰপাতিৰ ওপৰত লগোৱা শুল্কৰ বাবে ভাৰতবৰ্ষত কাৰখানা এটা পতাৰ খৰচ ইংলেণ্ডতকৈ চাৰিগুণ বেচি হৈছিল, যদিও ভাৰতবৰ্ষত বনুৱা বহুত বেচি সস্তাত পাবলৈ আছিল। এই শুল্ক ১৮৬০ খৃঃলৈকে উঠাই দিয়া নহৈছিল। প্ৰতিবন্ধকতাৰ এই নীতিয়ে হব লগীয়া কাম হোৱাত পলম কৰাব পাৰিছিল মাথোন, ই অৱশ্যম্ভাৱী ঘটনাপ্ৰবাহ বন্ধ কৰিব নোৱাৰিছিল। শতিকাটোৰ প্ৰায় মাজ ভাগত ভাৰতবৰ্ষত যন্ত্ৰ-উদ্যোগৰ সংবৰ্ধন হবলৈ আৰম্ভ কৰিছিল। বঙ্গ দেশত বৃটিশ মূলধনেৰে মৰাপাটৰ উদ্যোগ হৈছিল। ৰেলপথ হোৱাত উদ্যোগৰ সংবৰ্ধনত সহায় হৈছিল আৰু ১৮৮০ খৃঃৰ পাচত বোম্বাই আৰু আহমদাবাদত প্ৰধানকৈ ভাৰতীয় মূলধনেৰে কাপোৰৰ উদ্যোগৰ সংবৰ্ধন হৈছিল। তাৰ

পাচত খনিৰ উদ্যোগ হৈছিল। কাপোৰৰ উদ্যোগৰ বাহিৰে এইদৰে ধীৰে ধীৰে ঔদ্যোগীকৰণৰ পদ্ধতিটো প্ৰধানকৈ বৃটিছ মূলধনৰে চলোৱা হৈছিল। আৰু চৰকাৰে প্ৰতিবন্ধকতাবিলাক জন্মোৱা সত্ত্বেও এইবিলাক হৈছিল। চৰকাৰে “লেচা-ফেৰ” নীতিৰ কথা অৰ্থাৎ সকলো কথা আপোন গতিত হবলৈ এৰি দিয়া আৰু ব্যক্তিগত প্ৰচেষ্টাত হস্তক্ষেপ নকৰা কথা কৈছিল। ১৮শ শতাব্দীত আৰু ১৯শ শতাব্দীৰ আৰম্ভণিৰ ভাগত যেতিয়া ইংলেণ্ডত চলা ভাৰতীয় বাণিজ্য ইংলেণ্ডৰ বাণিজ্যৰ প্ৰতিদ্বন্দ্বী আছিল, তেতিয়া বৃটিছ চৰকাৰে ভাৰতীয় এই বাণিজ্যত হস্তক্ষেপ কৰি ইয়াৰ ওপৰত বিভিন্ন শুল্ক আৰু নিষেধাজ্ঞা লগাই ইয়াৰ বিনাশ সাধিছিল। শীৰ্ষ স্থান অধিকাৰ কৰি এতিয়া তেওঁলোকে “লেচা-ফেৰ” নীতিৰ কথা কব পৰা হৈছিল। কিন্তু তেওঁলোক প্ৰকৃততে নিৰপেক্ষ হৈয়েই নাছিল। তেওঁলোকে স্বৰূপতে কিছুমান ভাৰতীয় উদ্যোগত, বিশেষকৈ বোম্বাই আৰু আহমদাবাদৰ বাঢ়ি যোৱা কাপোৰৰ উদ্যোগবিলাকত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছিল। এই ভাৰতীয় উদ্যোগবিলাকত উৎপাদিত বস্তুৰ ওপৰত এবিধ কৰ বা শুল্ক লগোৱা হৈছিল, ইয়াক কপাহী কাপোৰৰ আবকাৰী শুল্ক বোলা হৈছিল। ইয়াৰ উদ্দেশ্য আছিল লাঙ্কাছায়াৰৰ পৰা অহা বৃটিছ কপাহীবস্তুবিলাকক ভাৰতবৰ্ষত প্ৰস্তুত কপাহী কাপোৰৰ লগত প্ৰতিযোগিতা চলোৱাত সহায় কৰা। প্ৰায় সকলো দেশতে নিজৰ উদ্যোগবিলাকে নিৰাপদ কৰিবৰ কাৰণে নাইবা ধন গোটাবৰ কাৰণে কিছুমান বিদেশী বস্তুৰ ওপৰত শুল্ক লগোৱা হয়। কিন্তু ভাৰতবৰ্ষত বৃটিছে এটা অসাধাৰণ আৰু আচৰিত কাম কৰিছিল। তেওঁলোকে ভাৰতবৰ্ষৰ বস্তুৰ ওপৰতে তেনে শুল্ক লগাইছিল। বহুত আন্দোলন হোৱা সত্ত্বেও এই কাম কপাহী কাপোৰৰ আবকাৰী শুল্ক অলপ দিনৰ আগলৈকে লগাই ৰখা হৈছিল।

এইদৰে চৰকাৰৰ প্ৰতিবন্ধকতা সত্ত্বেও ভাৰতবৰ্ষত ধীৰে ধীৰে আধুনিক উদ্যোগৰ সংবৰ্ধন হৈছিল। বেচি ধনী শ্ৰেণীবিলাকৰ মানুহে ঔদ্যোগিক উন্নয়নৰ কাৰণে বেচিকৈ দাবী জনোৱা ধ্বনি কৰিছিল। মই ভাবোঁ যে বহুকালৰ পাচত ১৯০৫ খৃঃতহে চৰকাৰে বাণিজ্য আৰু উদ্যোগ বিভাগ এটা সৃষ্টি কৰিছিল আৰু এই বিভাগ খোলাৰ পাচতো বিশ্বযুদ্ধখন হোৱাৰ আগলৈকে এই বিভাগে প্ৰায় একোকে নকৰিছিল। ঔদ্যোগিক অৱস্থাৰ সংবৰ্ধণে ডাঙৰ নগৰবিলাকৰ কাৰখানাত কাম কৰা এক শ্ৰেণীৰ ঔদ্যোগিক শ্ৰমিকৰ সৃষ্টি কৰিছিল। মই আগতে তোমাক কৈছোঁ যে মাটিত বেচি হেঁচা পৰাৰ কাৰণে আৰু গাঁৱলীয়া অঞ্চলবিলাকত আধা-আধি দুৰ্ভিক্ষৰ অৱস্থা চলি থকাৰ কাৰণে বহুতো গাঁৱলীয়া মানুহ গাঁৱৰ পৰা খেদা খাই এই কাৰখানা-বিলাকলৈ আৰু ব্ৰহ্মদেশ আৰু অসমত সংবৰ্ধিত হোৱা ডাঙৰ বাগানবিলাকলৈ আহি-ছিল। এই হেঁচাই বহুতক আন আন দেশলৈ উঠি যাব লগা কৰিছিল, তেওঁলোকক কোৱা হৈছিল যে সেইবিলাক দেশত তেওঁলোকে বেচি মজুৰি পাব। বিশেষকৈ দক্ষিণ আফ্ৰিকা, ফিজি, মৌৰিছাছ আৰু সিংহললৈ মানুহ উঠি গৈ সেইবিলাক ঠাইৰ বাসিন্দা হৈছিল। কিন্তু পৰিবৰ্তনটোৱে বন্দুৱাবিলাকৰ প্ৰায় একো উপকাৰ নকৰিছিল। কিছুমান দেশত ভাৰতবৰ্ষৰ পৰা উঠি যোৱা মানুহবিলাকৰ প্ৰতি প্ৰায় গোলামৰ দৰে আচৰণ কৰা হৈছিল। অসমৰ চাহ বাগিছাবিলাকত তেওঁলোকৰ অৱস্থা

কোনো প্ৰকাৰে বেচি ভাল নাছিল। একো সুবিধা নেপাই নিৰাশ হৈ পিচত তেওঁলোকৰ বহুতে নিজৰ গাঁৱলৈ উলটি আহিবলৈ বিচাৰিছিল। কিন্তু গাঁৱত মাটি পাবলৈ নাইকিয়া হোৱাত তেওঁলোকে নিজৰ গাঁৱতো সমাদৰ পোৱা নাছিল।

কাৰখানাৰ বনুৱাবিলাকে সোনকালে বুজিব পাৰিছিল যে মজুৰি অলপমান বেচি হোৱাৰ পৰা তেওঁলোকৰ বেচি সহায় হোৱা নাই। ডাঙৰ নগৰবিলাকত প্ৰত্যেক বস্তুতে বেচি খৰচ হৈছিল, জীৱিকা নিৰ্বাহৰ মুঠ ব্যয় বহুতো বেচি হৈছিল। যিবিলাক ঠাইত তেওঁলোক বাস কৰি থাকিব লাগিছিল, সেইবিলাক অতি দুৰৱস্থাৰ লেতেৰা, জেঁকা, আন্ধাৰ আৰু অস্বাস্থ্যকৰ পঁজা আছিল। যি অৱস্থাত তেওঁলোকে কাম কৰিব লাগিছিল, সেইবিলাকো বেয়া আছিল। গাঁৱত তেওঁলোক সঘনে অনাহাৰে থাকিব লাগিছিল,কিন্তু ৰ'দ আৰু বিশুদ্ধ বায়ু তেওঁলোকে পুৰা মাত্ৰাত পাইছিল। কাৰখানাৰ বনুৱাবিলাকে বিশুদ্ধ বায়ু নেপাইছিল আৰু ৰ'দো অতি কম পাইছিল। জীৱিকা নিৰ্বাহৰ কাৰণে লগা অধিক ব্যয় কুলাব পৰাৰ জোখাৰে তেওঁলোকে মজুৰি নেপাইছিল। আন কি, তিৰোতা মানুহ আৰু লৰা-ছোৱালীবিলাকেও বহুত ঘণ্টা কাম কৰিব লাগিছিল। কোঁচত কেচুৱা থকা মাকবিলাকে তেওঁলোকৰ কামত কেচুৱাবিলাকে আমনি নকৰিবৰ কাৰণে কেচুৱাবিলাকক নিচা লগোৱা দৰব খুৱাই থোৱাৰ অভ্যাস কৰিছিল। এনে দুখ লগা অৱস্থাত কাৰখানাত এই ঔদ্যোগিক বনুৱাবিলাকে কাম কৰিছিল। স্বাভাৱিকতে তেওঁলোক অসুখী আছিল আৰু তেওঁলোকৰ অসন্তোষ ক্ৰমে বাঢ়িছিল। কোনো কোনো সময়ত অতি নিৰাশ হৈ তেওঁলোকে ধৰ্মঘট কৰিছিল অৰ্থাৎ তেওঁলোকে কাম বন্ধ কৰিছিল। কিন্তু তেওঁলোক দুৰ্বল আৰু অসমৰ্থ আছিল, তেওঁলোকক কামত লগোৱা সম্পত্তিশালী মানুহবিলাকে সঘনে চৰকাৰৰ সহায়ত সহজতে তেওঁলোকক দমন কৰিব পাৰিছিল। অতি ধীৰে ধীৰে আৰু বহু কালৰ তিক্ত অভিজ্ঞতাৰ পাচত তেওঁলোকে যুটীয়া কামৰ মূল্য বুজিছিল। তেতিয়া তেওঁলোকে বনুৱা-সংঘ স্থাপন কৰিছিল।

এইবিলাক অতীতৰ বৰ্ণনা বুলি নেভাবিবা। সম্প্ৰতি ভাৰতবৰ্ষত বনুৱাৰ অৱস্থা অলপ উন্নত হৈছে। দুৰ্ভগীয়া বনুৱাবিলাকক নিচেই অলপমান নিৰাপত্তা দিয়া কেইখনমান আইন কৰা হৈছে। কিন্তু এতিয়াও তুমি কানপুৰ বা বোম্বাই বা আন কিছুমান কাৰখানা থকা ঠাইলৈ যদি যোৱা, তেনেহলে বনুৱা থকা ঘৰবিলাক দেখিলে তুমি আতঙ্কিত হবা।

এইখন চিঠিত আৰু আন কেইখনমান চিঠিত মই ভাৰতবৰ্ষত বৃটিছবিলাকৰ আৰু বৃটিছৰ শাসন-ব্যৱস্থাটোৰ কথা লিখিছোঁ। এই শাসন-ব্যৱস্থাটো কেনে আছিল আৰু ইয়াক কেনেকৈ চলোৱা হৈছিল? প্ৰথমতে ইয়াত ইষ্ট ইণ্ডিয়া কোম্পানি আছিল, কিন্তু ইয়াৰ পিচকালে বৃটিছ পাৰ্লামেণ্ট আছিল। ১৮৫৮ খৃঃত ডাঙৰ বিদ্ৰোহটোৰ পাচত বৃটিছ পাৰ্লামেণ্টে ইয়াৰ প্ৰত্যক্ষ দায়িত্ব লৈছিল, পাচত ইংৰাজ ৰজাজন (আচলতে ৰাণীগৰাকী, কাৰণ সেই কালত ৰাণীহে আছিল) "কৈজাৰ-ই-হিন্দ" হৈছিল। ভাৰতবৰ্ষত শাসনৰ শীৰ্ষ স্থানত আছিল গভৰ্ণৰ জেনেৰেল, তেৱেঁই ৰাজপ্ৰতিনিধিও হৈছিল আৰু তেওঁৰ অধীনত ক্ৰমে ক্ৰমে বিষয়া আছিল। প্ৰায় এতিয়া থকাৰ দৰেই ভাৰতবৰ্ষক ডাঙৰ ডাঙৰ প্ৰদেশ আৰু দেশীয় ৰাজ্যত বিভক্ত কৰা হৈছিল।

ভাৰতীয় শাসকৰ অধীনত থকা দেশীয় ৰাজ্যবিলাক আধা-আধি স্বাধীন বুলি ভবা হৈছিল, কিন্তু প্ৰকৃতপক্ষে সেইবিলাককো বৃটিছৰ সম্পূৰ্ণ অধীন আছিল।"ৰেচিডেণ্ট" উপাধিৰ ইংৰাজ বিষয়া এজনে প্ৰত্যেকখন ডাঙৰ দেশীয় ৰাজ্যত বাস কৰি আছিল আৰু তেওঁ শাসনত সাধাৰণ কৰ্তৃত্ব চলাইছিল। আভ্যন্তৰীণ শাসনত তেওঁ মন নলগাইছিল আৰু শাসন কিমান বেয়া বা অচল হৈছিল, সেই বিষয়ে ভাবিবলৈ তেওঁৰ একো আৱশ্যক নাছিল। যিটো কথাত তেওঁ মন দিছিল, সেইটো আছিল ৰাজ্যখনত বৃটিছৰ কৰ্তৃত্ব বেচি দৃঢ় কৰা।

ভাৰতবৰ্ষৰ প্ৰায় তিনি ভাগৰ এভাগ এই দেশীয় ৰাজ্যবিলাকত বিভক্ত আছিল। অৱশিষ্ট তিনি ভাগৰ দুভাগ বৃটিছৰ প্ৰত্যক্ষ শাসনৰ অধীনত আছিল। সেই কাৰণে এই তিনি ভাগৰ দুভাগক বৃটিছ ভাৰতবৰ্ষ বোলা হৈছিল। বৃটিছ ভাৰতবৰ্ষত সকলোবিলাক উচ্চ বিষয়া বৃটিছ আছিল, শতাব্দীটোৰ শেষৰ ফালে কেইজনমান ভাৰতীয় মানুহো চুঁচৰি-বাগৰি সোমাইছিল। তথাপি সকলো ক্ষমতা আৰু সকলো কৰ্তৃত্ব বৃটিছৰ হাতত আছিল আৰু এতিয়াও আছে। সামৰিক বিষয়াবিলাকৰ বাহিৰে আন সকলোবিলাক উচ্চ বিষয়া "ইণ্ডিয়ান চিভিল চাৰ্ভিচ" নামৰ সেৱাৰ সভ্য আছিল। এইদৰে ভাৰতবৰ্ষৰ সমষ্ট শাসন-ব্যৱস্থাৰ ওপৰত এই সেৱাৰ অৰ্থাৎ "আই, চি, এছ"ৰ আধিপত্য আছিল। এনেকৈ যিবিলাক বিষয়াই ইজনে সিজনক নিযুক্ত কৰে আৰু নিজৰ কামৰ বাবে যিসকল জনসাধাৰণৰ ওচৰত দায়ী নহয়, তেনেবিলাক বিষয়াই চলোৱা শাসনক বুৰ'ক্ৰেচি (আমোলাতন্ত্ৰ) বোলা হয়, "বুৰ" শব্দৰ অৰ্থ অফিচ বা কাৰ্যালয়, এই শব্দটোৰ পৰাই এই নাম হৈছে।

এই "আই, চি, এছ"ৰ বিষয়ে আমি বহুত কথা শুনো। তেওঁলোক এদল আচৰিত ধৰণৰ লোক। কিছুমান বিষয়ত তেওঁলোক কাৰ্যদক্ষ আছিল। তেওঁলোকে শাসন-ব্যৱস্থা সংগঠিত কৰিছিল, বৃটিছ শাসন সুদৃঢ় কৰিছিল আৰু লগতে নিজেও এই শাসনৰপৰা বহুত লাভ কৰিছিল। শাসনৰ যিবিলাক বিভাগে বৃটিছ শাসন সুদৃঢ় আৰু ঐক্যবন্ধ কৰাত আৰু কৰ তোলাত সহায় কৰিছিল, তেওঁলোকে সেইবিলাক বিভাগ দক্ষতাৰে সংগঠিত কৰিছিল। শাসনৰ আনবিলাক বিভাগলৈ আওকাণ কৰা হৈছিল। ভাৰতবৰ্ষৰ জনসাধাৰণে এই "আই, চি, এছ," বিষয়াসকলক নিযুক্ত নকৰিছিল আৰু তেওঁলোক জনসাধাৰণৰ ওচৰত দায়ী নাছিল, সেই কাৰণে শাসনৰ আন যিবিলাক বিভাগত জনসাধাৰণৰ সম্পৰ্ক আছিল, সেইবিলাক বিভাগলৈ তেওঁলোকে প্ৰায় একেবাৰে মন নিদিছিল। এনে অৱস্থাত তেওঁলোক মদগৰ্বী ক্ষমতামত্ত আৰু জনমত অবজ্ঞাকাৰী হোৱা স্বাভাৱিক আছিল। তেওঁলোকৰ দৃষ্টিভঙ্গী সঙ্কীৰ্ণ আৰু সীমাবন্ধ আছিল, সেই কাৰণে তেওঁলোকে নিজকে পৃথিৱীত আটাইতকৈ বেচি জ্ঞানী মানুহ বুলি ভাবিছিল। তেওঁলোকৰ মানত ভাৰতবৰ্ষৰ উপকাৰৰ অৰ্থ যাইকৈ তেওঁলোকৰ চাকৰিৰ উপকাৰ। তেওঁলোকে ইজনে সিজনক প্ৰশংসা কৰা এক প্ৰকাৰৰ সমাজ পাতি লৈছিল আৰু ইজনে সিজনক নেৰানে-পেৰাকৈ প্ৰশংসা কৰিছিল। অপ্ৰতিহত ক্ষমতা আৰু কতৃত্বই অনিবাৰ্য ৰূপে এই অৱস্থাৰ সৃষ্টি কৰিছিল, আৰু "ইণ্ডিয়ান চিভিল ছাৰ্ভিছ"ৰ বিষয়াবিলাক স্বৰূপতে ভাৰতবৰ্ষৰ অধিপতি হৈছিল। বৃটিছ পাৰ্লামেণ্ট ইমান দূৰৈত আছিল যে ই তেওঁ-

লোকৰ কামত হস্তক্ষেপ কৰিব নোৱাৰিছিল আৰু কোনো অৱস্থাতে পাৰ্লামেণ্টে হস্তক্ষেপ কৰাৰ একো কাৰণ নেপাইছিল, কাৰণ তেওঁলোকে পাৰ্লামেণ্টৰ স্বাৰ্থ আৰু বৃটিছ উদ্যোগৰ স্বাৰ্থ পূৰণ কৰিছিল। ভাৰতবৰ্ষৰ মানুহৰ স্বাৰ্থৰ হকে তেওঁ-লোকক উল্লেখযোগ্যভাৱে প্ৰভাৱিত কৰিব পৰাৰ কোনো উপায় নাছিল। তেওঁলোক ইমান অসহিষ্ণু আছিল যে তেওঁলোকৰ কামৰ ক্ষীণ সমালোচনায়ো তেওঁলোকৰ খং তুলিছিল।

তথাপি "ইণ্ডিয়ান চিভিল ছাৰ্ভিচৰ" ভিতৰত বহুতো ভাল, সাধু আৰু সমৰ্থ লোক আছিল। কিন্তু যি নীতিয়ে ভাৰতবৰ্ষক চোঁচৰাইছিল, তেওঁলোকে তাৰ দিশ পৰিৱৰ্তন কৰিব নোৱাৰিছিল। মূঠকথা এই যে এই "ইণ্ডিয়ান চিভিল ছাৰ্ভিচ"ৰ বিষয়াসকল আছিল ইংলেণ্ডৰ উদ্যোগ আৰু বিত্তসম্পৰ্কীয় স্বাৰ্থৰ প্ৰতিনিধি আৰু তেওঁলোকৰ প্ৰধান লক্ষ্য আছিল ভাৰতবৰ্ষক শোষণ কৰা।

য'তে ভাৰতবৰ্ষৰ এই আমোলাতান্ত্ৰিক চৰকাৰৰ স্বাৰ্থৰ আৰু বৃটিছ উদ্যোগৰ স্বাৰ্থৰ সম্পৰ্ক আছিল, ত'তে এই চৰকাৰ সুদক্ষ হৈছিল। কিন্তু শিক্ষা, স্বাস্থ্য-ৰক্ষা, চিকিৎসালয় আৰু আন যিবিলাক কাৰ্যকলাপে সুষ্ঠ আৰু প্ৰগতিশীল জাতি এটা গঠনত সহায় কৰে, সেইবিলাকলৈ আওকাণ কৰা হৈছিল। বহুত বছৰলৈ এই-বিলাক কথা ভৱাই হোৱা নাছিল। গাঁৱৰ প্ৰাচীন বিদ্যালয়বিলাক লোপ পাইছিল। তাৰ পাচত ধীৰে ধীৰে আৰু অনিচ্ছাপূৰ্বক শিক্ষাৰ অলপ আৰম্ভণি কৰা হৈছিল; এই আৰম্ভণি বৃটিছবিলাকৰ প্ৰয়োজনৰ কাৰণেই কৰিব লগা হৈছিল। বৃটিছ মানুহ-বিলাকে সকলোবিলাক উচ্চ পদ পূৰাইছিল, কিন্তু স্বাভাৱিকতে তেওঁলোকে সৰু পদবিলাক আৰু কেৰানীৰ পদ পূৰাব নোৱাৰিছিল। কেৰানী লগা হৈছিল আৰু এই কেৰানীবিলাক প্ৰস্তুত কৰিবৰ কাৰণেই বৃটিছে স্কুল আৰু "কলেজ" প্ৰথমতে আৰম্ভ কৰিছিল। সেই কালৰপৰা ভাৰতবৰ্ষত এয়ে শিক্ষাৰ প্ৰধান উদ্দেশ্য হৈ আহিছে আৰু এই শিক্ষাই সৃষ্টি কৰা বেচিভাগ মানুহ মূঠেই কেৰানী হোৱাৰ হে যোগ্য। কিন্তু সোনকালে চৰকাৰী আৰু আন অফিচবিলাকত কেৰানীৰ চাহিদাতকৈ যোগান বেচি হৈছিল। চাকৰি নোপোৱাকৈ বহুত থাকি গৈছিল, এওঁলোকেই শিক্ষিত নিব-নুৱা শ্ৰেণী এটাৰ সৃষ্টি কৰিছিল।

এই নতুন ইংৰাজী শিক্ষাত বঙ্গদেশ আগৰণুৱা আছিল, সেই কাৰণে আগৰ কালছোৱাত অতি বেচি ভাগ কেৰানীৰ পদ বঙালীয়ে পূৰাইছিল। ১৮৫৭ খৃঃত কলিকতা, বোম্বাই আৰু মাদ্ৰাজত তিনিটা বিশ্ববিদ্যালয় আৰম্ভ কৰা হৈছিল। লক্ষ্য কৰিব লগীয়া এটা কথা এই যে মুচলিমবিলাকে এই নতুন শিক্ষাক ভাল ভাৱেৰে গ্ৰহণ নকৰিছিল। সেইকাৰণে কেৰানীৰ কাম আৰু চৰকাৰী চাকৰিৰ প্ৰতিযোগিতাত তেওঁ-লোক পিচ পৰিছিল। পিচত এইটোৱেই তেওঁলোকৰ এটা আপত্তিৰ কাৰণ হৈছিল।

আন এটা লক্ষ্য কৰিব লগীয়া কথা এই যে চৰকাৰে যেতিয়া শিক্ষা আৰম্ভ কৰিছিল, তেতিয়া ছোৱালীবিলাকৰ কথা বাদ দিয়া হৈছিল। ইয়াত আচৰিত হব লগীয়া কথা একো নাই। কেৰানী উলিয়াবৰ উদ্দেশ্যে শিক্ষা দিয়া হৈছিল আৰু মুনিহ কেৰানীহে লগা হৈছিল আৰু অনুন্নত সামাজিক ৰীতিৰ কাৰণে সেই কালত মুনিহ কেৰানীহে পোৱা গৈছিল। সেই কাৰণে ছোৱালীবিলাকলৈ তেনেই আওকাণ

কৰা হৈছিল আৰু বহু কালৰ পাচতহে তেওঁলোকৰ শিক্ষাৰ কাৰণে অলপীয়াকৈ আৰম্ভ কৰা হৈছিল।

## ১১৩

## ভাৰতবৰ্ষৰ পুনৰ জাগৰণ

৭ ডিচেম্বৰ, ১৯৩২

ভাৰতবৰ্ষত বৃটিছ শাসনৰ সুপ্ৰতিষ্ঠাৰ কথা আৰু যি নীতিয়ে আমাৰ মানুহবিলাকক দাৰিদ্ৰ্য আৰু দুৰ্গতিত পেলাইছিল তাৰ কথা মই আগতে তোমাক কৈছোঁ। শান্তি নিশ্চয়কৈ হৈছিল আৰু শৃঙ্খলিত শাসন-ব্যৱস্থাও হৈছিল আৰু মোগল সাম্ৰাজ্য ভাগি-ছিগি যোৱাৰ পাচত যি বিশৃঙ্খলা হৈছিল, তাৰ পাচত এই দুয়োটাকে আনন্দেৰে উপভোগ কৰা হৈছিল। চোৰ আৰু ডকাইতৰ সংগঠিত দলবিলাক দমন কৰা হৈছিল। কিন্তু মাটি আৰু কাৰখানাত কাম কৰা যিবিলাক মানুহক নতুন আধিপত্যৰ হাড় ভঙা বোজাৰে জুৰুলা কৰা হৈছিল, তেওঁলোকৰ কাৰণে শান্তি আৰু শৃঙ্খলাৰ মূল্য প্ৰায় একেবাৰেই নাছিল। কিন্তু আকৌ তোমাৰ মনত পেলাই দওঁ যে দেশ এখন বা জাতি এটাৰ ওপৰত অৰ্থাৎ বৃটেন বা বৃটিছ জাতিৰ ওপৰত খং উঠা অবিবেচনাৰ কাম হব। আমাৰ দৰেই তেওঁলোকো অৱস্থাৰ দাস আছিল। বুৰঞ্জীৰ পৰ্য্যালোচনাই আমাক দেখুৱাইছে যে জীৱন সঘনে অতি নিষ্ঠুৰ আৰু নিৰ্ম্মম হয়। তাৰ কাৰণে উত্তেজিত হোৱা নাইবা মানুহক দোষ দিয়া মুৰ্খালি আৰু তাৰ পৰা একো সহায়ো পোৱা নহয়। দাৰিদ্ৰ্য, দুৰ্গতি আৰু শোষণৰ কাৰণবিলাক বুজিবলৈ চেষ্টা কৰি তাৰ পাচত সেইবিলাক আঁতৰাবলৈ চেষ্টা কৰাহে বহুতো বেচি বিবেচনাৰ কাম হব। আমি যদি তেনে কৰিবলৈ অপাৰগ হওঁ আৰু ঘটনাপ্ৰবাহৰ পৰা আঁতৰি থাওঁ, তেনেহলে আমি বাধ্য হৈ কষ্ট ভুগিম। ভাৰতবৰ্ষ এইদৰে পিচ হুঁহকি গৈছিল। দেশখন প্ৰাচীন যুগীয়া হৈছিল, দেশৰ সমাজখনে প্ৰাচীন পৰম্পৰাত সুদৃঢ় গঢ় লৈছিল। ভাৰতবৰ্ষই যে দুখ-কষ্ট ভুগিছিল তাত আচৰিত হব লগীয়া একো নাই। ঘটনাক্ৰমে বৃটিছবিলাক দেশখনক কষ্টত পেলোৱাৰ কৰ্ম্মকৰ্ত্তা হৈছিল। তেওঁলোক যদি নেথাকিলহেঁতেন, তেনেহলে আন কিছুমান মানুহে তেনে কৰিলেহেঁতেন।

কিন্তু ইংৰাজবিলাকে ভাৰতবৰ্ষৰ এটা ডাঙৰ উপকাৰ কৰিছিল। তেওঁলোকৰ নতুন আৰু শক্তিব্যঞ্জক জীৱনৰ লগত হোৱা সংঘাতে ভাৰতবৰ্ষক সজাগ কৰিছিল আৰু দেশৰ ৰাজনৈতিক একতা আৰু জাতীয়তাৰ ভাৱ আনিছিল। সম্ভৱতঃ আমাৰ প্ৰাচীন দেশখনক আৰু ইয়াৰ মানুহবিলাকক পুনৰ সবল কৰিবলৈ এনে এটা কষ্টদায়ক সংঘাতৰ আৱশ্যক হৈছিল। যি ইংৰাজী কেৰাণী উলিয়াবলৈ চলোৱা হৈছিল, সেয়ে ভাৰতীয় মানুহক প্ৰচলিত পাশ্চাত্য চিন্তাধাৰাৰ লগতে চিনাকি কৰাইছিল। ইংৰাজী শিক্ষা পোৱা মানুহৰ এটা নতুন শ্ৰেণীৰ উদ্ভৱ হবলৈ ধৰিছিল, সংখ্যাত

তাকৰীয়া মানুহৰ এই শ্ৰেণীটো জনসাধাৰণৰপৰা বিচ্ছিন্ন হৈছিল, তথাপি এই শ্ৰেণীটোৱেই নতুন জাতীয়তাবাদী আন্দোলনৰ নেতৃত্ব কৰিবলগীয়া হৈছিল। এই শ্ৰেণীটোৱে প্ৰথমতে ইংলেণ্ডৰ আৰু ইংৰাজবিলাকৰ স্বাধীনতাৰ ভাৱ বৰকৈ প্ৰশংসা কৰিছিল। ঠিক সেই কালতে ইংলেণ্ডৰ মানুহবিলাকে স্বাধীনতা আৰু গণতন্ত্ৰৰ কথা বৰ বেচিকৈ কৈছিল। এই সকলোবোৰ কথা অতি অস্পষ্ট আছিল আৰু ইংলেণ্ডে নিজৰ উপকাৰৰ অৰ্থে ভাৰতবৰ্ষত অত্যাচাৰী শাসন চলাইছিল। কিন্তু ভাল ফালটোৰ কথা বেচিকৈ ভাবি এনে আশা কৰা হৈছিল যে ইংলেণ্ডে উপযুক্ত সময়ত ভাৰতবৰ্ষক স্বাধীনতা দিব।

ভাৰতবৰ্ষত পাশ্চাত্য চিন্তাধাৰাৰ সংঘাতৰ ফল কিছু পৰিমাণে হিন্দু ধৰ্ম্মৰ ওপৰতো হৈছিল। জনসাধাৰণৰ ওপৰত তাৰ প্ৰভাৱ নপৰিছিল আৰু মই তোমাক আগতে কৈছোঁ যে বৃটিছ চৰকাৰৰ নীতিয়ে প্ৰকৃততে নৈষ্ঠিক মানুহবিলাককহে সহায় কৰিছিল। কিন্তু মধ্যবিত্তবিলাকৰ এই নতুন যি শ্ৰেণীটো চৰকাৰী চাকৰিয়াল আৰু ব্যৱসায়ী মানুহৰদ্বাৰা গঠিত হৈছিল, এই শ্ৰেণীটোৰ ওপৰত তাৰ প্ৰভাৱ পৰিছিল। ১৯শ শতাব্দীৰ আৰম্ভণিৰ ভাগত বঙ্গদেশত পাশ্চাত্য পদ্ধতিৰে হিন্দু ধৰ্ম্ম সংস্কাৰৰ এটা চেষ্টা কৰা হৈছিল। অৱশ্যে অতীতত হিন্দু ধৰ্ম্মৰ অসংখ্য সংস্কাৰক আছিল আৰু এই চিঠিবিলাকত মই এনে সংস্কাৰক কিছুমানৰ কথা তোমাক জনাইছোঁ। কিন্তু এই নতুন চেষ্টাটো নিশ্চিতকৈ খৃষ্টিয়ান ধৰ্ম্ম আৰু পাশ্চাত্য চিন্তাধাৰাৰদ্বাৰা প্ৰভাৱিত হৈছিল। এই চেষ্টাৰ প্ৰবৰ্ত্তক আছিল ৰাজা ৰামমোহন ৰায়, এওঁ এজন মহৎ লোক আৰু শ্ৰেষ্ঠ পণ্ডিত আছিল, সতী যোৱা প্ৰথা বন্ধ কৰা সম্পৰ্কৰ কথাত আমি আগতে তেওঁৰ নামটো পাইছোঁ। তেওঁ সংস্কৃত, আৰবী আৰু আন বহুতো ভাষা ভালকৈ জানিছিল আৰু তেওঁ সযত্নে বিভিন্ন ধৰ্ম্ম পৰ্যালোচনা কৰিছিল। তেওঁ ধাৰ্মিক অনুষ্ঠানবিলাকৰ আৰু পূজাবিলাকৰ আৰু আন এনে কামবিলাকৰ বিৰোধী আছিল আৰু তেওঁ সামাজিক সংস্কাৰ আৰু স্ত্ৰী-শিক্ষাৰ সপক্ষে যুক্তি দেখুৱাইছিল। যি সমাজ তেওঁ স্থাপন কৰিছিল, তাক "ব্ৰাহ্ম সমাজ" বোলা হৈছিল। মানুহৰ সংখ্যাৰ ফালৰপৰা ই এটা সৰু সংগঠন আছিল আৰু এতিয়াও এনে হৈ আছে আৰু বঙ্গদেশৰ ইংৰাজী জনা মানুহৰ মাজত ই আৱদ্ধ হৈ আছে। কিন্তু বঙ্গদেশৰ মানুহৰ জীৱনত ইয়াৰ প্ৰভাৱ ভালকৈ পৰিছে। ঠাকুৰ পৰিয়ালটোৱে ইয়াক গ্ৰহণ কৰিছিল আৰু মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰ নামে জনাজাত কবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ পিতাক বহুকাল এই সমাজৰ ধৰণী আৰু সংৰক্ষক আছিল। আন এজন অগ্ৰণী সভ্য আছিল কেশৱচন্দ্ৰ সেন।

শতাব্দীটোৰ শেষৰ ফালে আন এটা ধৰ্ম্ম সংস্কাৰৰ আন্দোলন হৈছিল। এই আন্দোলন পঞ্জাৱত হৈছিল আৰু ইয়াৰ প্ৰতিষ্ঠাতা আছিল স্বামী দয়ানন্দ সৰস্বতী। "আৰ্য সমাজ" নামে আন এখন সমাজ স্থাপন কৰা হৈছিল। ইও হিন্দু ধৰ্ম্মত পাচত উদ্ভৱ হোৱা বহুতো কথা নামঞ্জুৰ কৰিছিল আৰু জাতি-বিভাগৰ বিৰুদ্ধাচৰণ কৰিছিল। "বেদলৈ উলটি আহা"—এই বাণী ই প্ৰচাৰ কৰিছিল। মুচলিম আৰু খৃষ্টিয়ান চিন্তাধাৰাৰদ্বাৰা প্ৰভাৱিত এই আন্দোলন যদিও নিঃসন্দেহে সংস্কাৰকামী আছিল, তথাপি মূলত ই আক্ৰমণাত্মক আৰু সংগ্ৰামমুখী আছিল। সেই কাৰণে আচৰিত-

ভাৱে এনে ঘটিছিল যে বহুতো হিন্দু সম্প্ৰদায়ৰ ভিতৰত বি, আৰ্য্য সমাজ ইচলাম ধৰ্ম্মৰ লগত সম্ভৱতঃ আটাইতকৈ বেচি পৰিমাণে মিলিছিল, সি ইচলামৰ প্ৰতিদ্বন্দ্বী আৰু বিৰোধী হৈছিল। আত্মৰক্ষাৰ নীতি মনা আৰু গতিহীন হিন্দু ধৰ্ম্মক আক্ৰমণাত্মক আৰু প্ৰচাৰধৰ্ম্মী ধৰ্ম্মলৈ পৰিৱৰ্ত্তন কৰাৰ ই এটা চেষ্টা আছিল। ইয়াৰ উদ্দেশ্য আছিল হিন্দু ধৰ্ম্মক পুনৰ্জ্জীৱিত কৰা। আন্দোলনটোত জাতীয়তা-বাদৰ বোল পৰাত ই অলপ শক্তিশালী হৈছিল। স্বৰূপতে ই আছিল মূৰ দাঙি উঠা হিন্দু জাতীয়তাবাদ। আৰু ই যে হিন্দু জাতীয়তাবাদ আছিল, সেই কাৰণেই ই ভাৰতীয় জাতীয়তাবাদ হোৱা টান হৈছিল।

ব্ৰাহ্ম সমাজতকৈ আৰ্য্য সমাজ বহুত বেচি বিস্তৃত হৈছিল, বিশেষকৈ পাঞ্জাৱত। কিন্তু ই বেচিকৈ আৰম্ভ আছিল মধ্যবিত্তবিলাকৰ শ্ৰেণীটোৰ ভিতৰত। এই সমাজে শিক্ষা বিষয়ত বহুতো কাম কৰিছে, লৰা আৰু ছোৱালীৰ কাৰণে বহুতো স্কুল আৰু কলেজ স্থাপন কৰিছে।

এই শতাব্দীৰ আন এজন বিখ্যাত ধাৰ্ম্মিক লোক আছিল ৰামকৃষ্ণ পৰমহংস, মই এই চিঠিত উল্লেখ কৰা আনবিলাক ধাৰ্ম্মিক লোকতকৈ তেওঁ বৰ বেলেগ আছিল। তেওঁ সংস্কাৰৰ অৰ্থে কোনো আক্ৰমণাত্মক সমাজ স্থাপন কৰা নাছিল। তেওঁ সেৱাত প্ৰাধান্য দিছিল, দেশৰ বহুতো অঞ্চলত থকা "ৰামকৃষ্ণ সেৱাশ্ৰম"বিলাকে অসমৰ্থ আৰু দৰিদ্ৰ মানুহৰ সেৱাৰ এই পৰম্পৰাটো প্ৰচলিত কৰি ৰাখিছে। স্বামী বিবেকানন্দ ৰামকৃষ্ণৰ এজন প্ৰখ্যাত শিষ্য আছিল, তেওঁ অতি বাগ্মিতাপূৰ্ণ আৰু মৰ্ম্মস্পৰ্শী ভাষাৰে জাতীয়তাবাদৰ পবিত্ৰ বাণী প্ৰচাৰ কৰিছিল। তেওঁৰ জাতীয়তাবাদ মুচলিম বিৰোধী বা আন একোৰে বিৰোধী নাছিল আৰু আৰ্য সমাজৰ জাতীয়তাবাদৰ দৰে ই অলপো সঙ্কীৰ্ণ নাছিল। তথাপি বিবেকানন্দৰ জাতীয়তাবাদো হিন্দু জাতীয়তাবাদেই আছিল, হিন্দু ধৰ্ম্ম আৰু হিন্দু সংস্কৃতি ইয়াৰ মূলত আছিল।

লক্ষ্য কৰিলে কৌতূহল হোৱা আন এটা কথা এই যে হিন্দু আৰু ইচলাম ধৰ্মত হোৱা এই সংস্কাৰমূলক আৰু প্ৰগতিশীল আন্দোলনবিলাকে পশ্চিম ইউৰোপৰপৰা পোৱা বৈজ্ঞানিক আৰু ৰাজনৈতিক ভাৱবিলাকক তেওঁলোকৰ ধৰ্ম বিষয়ৰ প্ৰাচীন ধাৰণা আৰু অভ্যাসবিলাকৰ লগত পাৰে মানে খাপ খুৱাবলৈ চেষ্টা কৰিছিল। এই প্ৰাচীন ধাৰণা আৰু অভ্যাসবিলাকৰ দোষ ধৰিবলৈ নাইবা নিৰ্ভীকভাৱে সেইবিলাকৰ দোষ-গুণ বিচাৰ কৰি চাবলৈ তেওঁলোক সাজু নাছিল; আনফালেদি তেওঁলোকক চাৰিওফালে বেঢ়ি থকা বিজ্ঞানৰ আৰু সামাজিক আৰু ৰাজনৈতিক ভাৱধাৰাৰ নতুন পৃথিৱীখনকো তেওঁলোকে তুচ্ছ কৰিব নোৱাৰিছিল। সেই কাৰণে তেওঁলোকে দেখুৱাবলৈ চেষ্টা কৰিছিল যে আধুনিক যুগৰ সকলোবিলাক ভাৱ আৰু প্ৰগতিৰ কথা তেওঁলোকৰ ধৰ্ম্মৰ প্ৰাচীন শাস্ত্ৰবিলাকত বিচাৰিলে পোৱা হৈছিল আৰু এই-দৰে তেওঁলোকে দুয়োটাৰ সামঞ্জস্য সাধিবলৈ চেষ্টা কৰিছিল। এই চেষ্টা বিফল হবলৈ বাধ্য হৈছিল। ই মুঠেই মানুহক পোনপটীয়াকৈ ভৱাত বাধা দিছিল। নিৰ্ভীকভাৱে চিন্তা কৰি, যিবিলাক নতুন শক্তি আৰু নতুন ভাৱে পৃথিৱীখনত পৰি-ৱৰ্ত্তন ঘটাইছিল, সেইবিলাকৰ বিষয়ে বুজিবলৈ চেষ্টা নকৰি তেওঁলোক প্ৰাচীন অভ্যাস

আৰু পৰম্পৰাৰ হেঁচাত শাস্তি খাই আছিল। আগলৈ নেচাই আৰু আগবাঢ়ি নগৈ তেওঁলোকে সকলো সময়তে মনে মনে পিচলৈ চাই আছিল। মূৰটো সদায় ঘূৰাই ৰাখি পিচলৈ চাই থাকিলে আগবাঢ়ি যোৱা সহজ নহয়।

ইংৰাজী শিক্ষা পোৱা শ্ৰেণীটো ডাঙৰ নগৰবিলাকত ধীৰে ধীৰে সংবৰ্ধিত হৈছিল, লগে লগে ব্যৱসায়ী মানুহবিলাকৰম্বাৰা অৰ্থাৎ উকিল, ডাক্তৰ আদি ডাঙৰ আৰু সৰু বণিকবিলাকৰম্বাৰা মধ্যবিত্তবিলাকৰ নতুন শ্ৰেণী এটা সংগঠিত হৈছিল। অতীততো অৱশ্যে মধ্যবিত্তৰ শ্ৰেণী এটা আছিল, কিন্তু বৃটিছৰ আৰম্ভণিৰ যুগৰ নীতিয়ে ইয়াক ধ্বংস কৰিছিল। নতুন “বুৰ্জোৱা” বা মধ্যবিত্তৰ শ্ৰেণীটো বৃটিছ শাসনৰ প্ৰত্যক্ষ ফল; এটা অৰ্থত তেওঁলোক এই শাসনত ওলমি থকা মানুহ। তেওঁলোকে জনসাধাৰণৰ শোষণৰ অলপ পৰিমাণে ভাগ পাইছিল; বৃটিছ শাসক-গোষ্ঠীৰ খাদ্য সম্ভাৰেৰে পৰিপূৰ্ণ আহাৰ খোৱাৰ মেজৰপৰা যিবিলাক খাদ্যৰ টুকুৰা তললৈ পৰিছিল, তেওঁলোকে সেইবিলাক খাবলৈ পাইছিল। তেওঁলোক আছিল দেশত বৃটিছ শাসন-ব্যৱস্থাত সহায় কৰা নিমাখিত কৰ্ম্মচাৰী; বহুতো উকিল আছিল, তেওঁলোকে আইনৰ আদালতবিলাক চলোৱাত সহায় কৰিছিল আৰু গোচৰ চলাই তেওঁলোক ধনী হৈছিল; আৰু আছিল বণিকবিলাক, তেওঁলোক বৃটিছৰ বাণিজ্য আৰু উদ্যোগৰ মধ্যবৰ্তী মানুহ আছিল, তেওঁলোকে লাভ বা শতকৰা হাৰে বানচৰ কাৰণে বৃটিছ বস্তু বেচিছিল।

নতুন “বুৰ্জোৱা” বা মধ্যবিত্তবিলাকৰ অতি সৰহ সংখ্যাৰ মানুহ হিন্দু আছিল। এনে হোৱাৰ কাৰণ এই যে মুচলিমবিলাকৰ তুলনাত হিন্দুবিলাকৰ অৰ্থ-নৈতিক অৱস্থা অলপ বেচি ভাল আছিল আৰু যি ইংৰাজী শিক্ষা নহলে চৰকাৰী চাকৰি আৰু ব্যৱসায় পোৱা নহৈছিল, হিন্দুবিলাকে সেই শিক্ষা লৈছিল। মুচলিম-বিলাক সাধাৰণতে বেচি দুখীয়া আছিল। বৃটিছে ভাৰতীয় উদ্যোগবিলাক নাশ কৰাৰ কাৰণে যিবিলাক তাঁতী কামৰপৰা খেদা খাইছিল, তেওঁলোকৰ অতি সৰহ ভাগেই মুচলিম আছিল। ভাৰতবৰ্ষৰ সকলো প্ৰদেশৰ ভিতৰত বঙ্গদেশত মুচলিম লোকসংখ্যা আটাইতকৈ বেচি, তেওঁলোক জমিদাৰৰ দৰিদ্ৰ প্ৰজা নাইবা মাটিৰ সৰু-সুৰা মালিক আছিল। জমিদাৰবিলাক সাধাৰণতে হিন্দু আছিল, গাঁৱত ধন ধাৰে দিয়া আৰু গাঁৱৰ দোকানৰ গৰাকী “বণিয়া”বিলাকো হিন্দু আছিল। এনে অৱস্থাত জমিদাৰ আৰু বণিয়াবিলাকে প্ৰজাৰ ওপৰত অত্যাচাৰ কৰি তেওঁলোকক শোষণ কৰিব পাৰিছিল আৰু তেওঁলোকে এই অৱস্থাৰ পুৰা সুযোগ লৈছিল। এই কথাটো মনত ৰখা ভাল হব, কাৰণ হিন্দু আৰু মুচলিমৰ মাজত থকা উৎকট বিৰোধিতাৰ মূল কাৰণটো ইয়াতে আছে।

সেইদৰে উচ্চতৰ জাতিৰ হিন্দুবিলাকে, বিশেষকৈ দক্ষিণ ভাৰতত “নিষ্পেষিত” শ্ৰেণী বোলা শ্ৰেণীটোক শোষণ কৰিছিল, এই মানুহবিলাকৰ অতি বেচি ভাগ মাটিৰ কাম কৰা বনুৱা আছিল। নিষ্পেষিত শ্ৰেণীৰ সমস্যাটোৱে বিশেষকৈ বাপুৰ অনশনৰ সময়ৰপৰা সম্প্ৰতি আমাৰ মন বৰ বেচিকৈ আকৰ্ষণ কৰিছে। ৰণাঙ্গণৰ সকলো ফালৰপৰা অস্পৃশ্যতাক আক্ৰমণ কৰা হৈছে আৰু শ শ দেৱতাৰ মন্দিৰ আৰু আন আন ঠাই এই শ্ৰেণীবিলাকৰ কাৰণে উন্মুক্ত কৰা হৈছে। কিন্তু এই

প্ৰশ্নটোৰ গুৰিত আছে অৰ্থনৈতিক শোষণ; যেতিয়ালৈকে ই নাইকিয়া নহয়, তেতিয়ালৈকে নিষ্পেষিত শ্ৰেণীবিলাকে নিষ্পেষিত হৈয়ে থাকিব। অস্পৃশ্যবিলাক কৃষিকাৰ্যত লগোৱা গোলাম হৈ আছে, তেওঁলোকক মাটিৰ গৰাকী হবলৈ দিয়া নহৈছিল। তেওঁলোকৰ ওপৰত আন আন বাধা-নিষেধো লগোৱা হৈছিল।

যদিও মুঠতে ধৰি ভাৰতবৰ্ষ আৰু ইয়াৰ জনসাধাৰণ বেচি দুখীয়া হৈছিল, তথাপি তাকৰীয়া যিখিনি মানুহৰম্বাৰা "বুৰ্জোৱা" বা মধ্যবিত্তবিলাক হৈছিল, তেওঁলোক কিছু পৰিমাণে সমৃদ্ধিশালী হৈছিল, কাৰণ তেওঁলোকে দেশখনৰ শোষণৰ ভাগ পাইছিল। উকিল, ব্যৱসায়ী মানুহ আৰু বণিকবিলাকে অলপ ধন জমা কৰিছিল। এই ধনৰ সুদৰপৰা তেওঁলোকৰ আয় হবৰ কাৰণে তেওঁলোকে ইয়াক ব্যৱসায়ত লগাব খুজিছিল। তেওঁলোকৰ বহুতে দুখীয়া হোৱা জমিদাৰৰপৰা মাটি কিনি এইদৰে তেওঁলোক মাটিৰ মালিক হৈছিল। আনবিলাকে ইংৰাজৰ উদ্যোগ-বিলাকৰ আচৰিত সমৃদ্ধি দেখি ভাৰতবৰ্ষৰ কাৰখানাত তেওঁলোকৰ ধন লগাব খুজিছিল। সেই কাৰণে ভাৰতীয় মূলধন যন্ত্ৰৰ এই বৃহৎ কাৰখানাবিলাকত সোমাইছিল। আৰু তাৰপৰা ভাৰতীয় ঔদ্যোগিক পুঁজিবাদীৰ শ্ৰেণী এটা উদ্ভৱ হবলৈ ধৰিছিল। প্ৰায় ৫০ বছৰৰ পূৰ্বে ১৮৮০ খৃঃৰ পাচত এনে হৈছিল।

এই "বুৰ্জোৱা" বা মধ্যবিত্তবিলাকৰ সংবৰ্ধনৰ লগে লগে তেওঁলোকৰ লোভো বাঢ়িছিল। তেওঁলোকে উন্নতি কৰিবলৈ, বেচি ধন ঘটিবলৈ, চৰকাৰী সেৱাত বেচি পদ পাবলৈ আৰু কাৰখানা স্থাপন কৰিবৰ কাৰণে বেচি সুযোগ পাবলৈ বিচাৰিছিল। তেওঁলোকে দেখিছিল যে বৃটিছবিলাকে তেওঁলোকক প্ৰত্যেকটো বাটতে বাধা দিছিল। সকলোবিলাক উচ্চ পদ বৃটিছে একচেতীয়াকৈ অধিকাৰ কৰি আছিল আৰু উদ্যোগ-বিলাকো বৃটিছৰ লাভৰ কাৰণেহে চলোৱা হৈছিল। সেই কাৰণে তেওঁলোকে হৈ-চৈ আৰম্ভ কৰিলে আৰু এইদৰেই নতুন জাতীয়তাবাদী আন্দোলনৰ সূত্ৰপাত হয়। ১৮৫৭ খৃঃৰ বিদ্ৰোহৰ আৰু তাক নিষ্ঠুৰভাৱে দমন কৰাৰ পাচত দেশৰ মানুহ-বিলাক ইমান নিশকতীয়া হৈছিল যে তেওঁলোকে কোনো ৰকমৰ হৈ-চৈ নাইবা আক্ৰমণাত্মক আন্দোলন চলাব নোৱাৰিছিল। তেওঁলোক পুনৰ সবল হবলৈ বহুত বছৰ লাগিল।

জাতীয়তাবাদী ভাৱবিলাক সোনকালে দেশত বিস্তীৰ্ণ হ'ল আৰু বঙ্গদেশ এই বিষয়ত আগৰণুৱা আছিল। বঙালী ভাষাত নতুন নতুন কিতাপ প্ৰকাশিত হয়। সেইবিলাকে ভাষাটোৰ আৰু বঙ্গদেশত জাতীয়তাবাদৰ উন্নতি সধাত বৰকৈ প্ৰভাৱিত কৰিছিল। বঙ্কিমচন্দ্ৰ চাটাৰ্জীৰ "আনন্দ মঠ" নামে এনে এখন কিতাপতে আমাৰ "বন্দে মাতৰম্" গানটো আছে। "নীল-দৰ্পণ" নামে বঙালী নাটক এখনে এক প্ৰকাৰৰ আলোড়নৰ সৃষ্টি কৰিছিল। যি বাগান চলোৱা পদ্ধতিটোৰ বিষয়ে অলপ-মান মই তোমাক আগতে কৈছোঁ, সেই পদ্ধতিত বঙ্গদেশৰ খেতিয়ক শ্ৰেণীৰ যি দুৰ্গতি হৈছিল, তাৰ দুখ লগা বৰ্ণনা এটা এই নাটকত দিয়া হৈছিল।

ইতিমধ্যে ভাৰতীয় মূলধনৰ শক্তিও বাঢ়িল আৰু ইয়াৰ সংবৰ্ধনৰ কাৰণে বেচি থলৰ প্ৰয়োজন হয়। অৱশেষত ১৮৮৫ খৃঃত নতুন "বুৰ্জোৱা" বা মধ্যবিত্তবিলাকৰ বিভিন্ন ভাগবিলাকে তেওঁলোকৰ উদ্দেশ্যৰ যুক্তিযুক্ততা দেখুৱাব পৰা এটা সংস্থা

স্থাপন কৰিবলৈ সঙ্কল্প কৰিলে। এইদৰে ১৮৮৫ খৃঃত ভাৰতীয় জাতীয় “কংগ্ৰেছ” স্থাপিত হ'ল। তুমি ভালকৈ জানা আৰু ভাৰতবৰ্ষৰ প্ৰত্যেক লৰা-ছোৱালীয়েও ভালকৈ জানে যে এই সংস্থাটো সম্প্ৰতি কেইবছৰ মানৰ ভিতৰত গুৰুত্বপূৰ্ণ আৰু শক্তিশালী হৈছে। ই জনসাধাৰণৰ হিতৰ কাৰণে চেষ্টা কৰে আৰু কিছু পৰিমাণে তেওঁলোকৰ স্বাৰ্থৰ প্ৰতিৰক্ষক হৈ উঠে। ই ভাৰতবৰ্ষত বৃটিছ শাসনৰ মৌলিক নীতিটোৰ বিৰুদ্ধে উঠি ইয়াৰ বিৰুদ্ধে গুৰুত্বপূৰ্ণ গণ-আন্দোলন চলায়। ই স্বাধীনতাৰ পতাকা তুলি বিক্ৰমেৰে মুক্তি-যুদ্ধ চলায় আৰু আজিও সেই যুদ্ধ চলায়ে আছে। কিন্তু এই সকলোবিলাক পিচৰ কালৰ বুৰঞ্জী। জাতীয় “কংগ্ৰেছ” প্ৰথমতে স্থাপিত হওঁতে ই অতি ধীৰপন্থী আৰু সাৱধানী সংস্থা আছিল, বৃটিছৰ প্ৰতি আনুগত্য ই স্বীকাৰ কৰিছিল আৰু অতি নম্ৰভাৱে কেইটামান সৰু-সুৰা সংস্কাৰৰ কাৰণে বৃটিছক আবেদন কৰিছিল। ই বোচ ধনী মধ্যবিত্তবিলাকৰ প্ৰতিনিধিত্ব কৰিছিল, আন কি, বৌচ দুখীয়া মধ্যবিত্তৰ শ্ৰেণী কেইটাও ইয়াত নাছিল। খেতিয়ক আৰু বনুৱাবিলাকৰ ইয়াৰ লগত কোনো সম্পৰ্ক নাছিল। ই ঘাইকৈ ইংৰাজী শিক্ষা পোৱা শ্ৰেণী কেইটাৰ মুখপাত্ৰ আছিল আৰু ইয়াৰ কাৰ্য-কলাপবিলাক আমাৰ মাহী আইৰ ভাষা ইংৰাজীত চলোৱা হৈছিল। ইয়াৰ দাবী-বিলাক আছিল জমিদাৰৰ দাবী, ভাৰতীয় পুঁজিপতিৰ দাবী আৰু শিক্ষিত নিবনুৱাবিলাকৰ চাকৰি বিচাৰি কৰা দাবী। জনসাধাৰণৰ হাড়ভঙা দাৰিদ্ৰ্য নাইবা তেওঁলোকৰ প্ৰয়োজনবিলাকলৈ অতি কমকৈ মন কৰা হৈছিল। ই চাকৰিবিলাক “ভাৰতীয়কৰণ”ৰ অৰ্থাৎ চৰকাৰী চাকৰিত বৃটিছ মানুহৰ ঠাইত ভাৰতীয় মানুহক বোচকৈ নিযুক্ত কৰিবলৈ দাবী কৰিছিল। যি যন্ত্ৰটোৱে ভাৰতীয় মানুহক শোষণ কৰিছিল, সেই যন্ত্ৰটোৱেহে যে ভাৰতবৰ্ষৰ অনিষ্ট সাধিছিল এই কথাটো বুজা নাছিল। সেই যন্ত্ৰটো চলোৱাৰ ভাৰ বিদেশীৰ হাতত থাকিলে যেনে হব, ভাৰতীয়ৰ হাতত থাকিলেও তেনেই হব। তদুপৰি “কংগ্ৰেছে” অভিযোগ কৰিছিল যে সামৰিক আৰু বেসামৰিক চাকৰিত থকা ইংৰাজ বিষয়াবিলাকৰ কাৰণে অপৰিমিত ধন খৰচ কৰা হৈছিল আৰু ভাৰতবৰ্ষৰ তলি উদং কৰি এই দেশৰ পৰা ইংলেণ্ডলৈ সোণ-ৰূপ নিয়া হৈছিল।

প্ৰথম অৱস্থাত কংগ্ৰেছ অতি ধীৰপন্থী আছিল বুলি দেখুৱাৰ কাৰণে তুমি নেভাবিবা যে মই ইয়াক সমালোচনা কৰিছোঁ নাইবা ইয়াক তুচ্ছ কৰিবগৈ চেষ্টা কৰিছোঁ। সেইটো মোৰ উদ্দেশ্য নহয়, কাৰণ মই বিশ্বাস কৰোঁ যে সেইকালত কংগ্ৰেছে আৰু ইয়াৰ নেতাসকলে অনেক মহৎ কাম কৰিছিল। ভাৰতীয় ৰাজনীতিক কঠোৰ বাস্তৱে ইয়াক পৰ্যায়ক্ৰমে প্ৰায় অনিচ্ছা সত্ত্বেও বোচকৈ উগ্ৰ অৱস্থালৈ যাবলৈ বাধ্য কৰিছিল। কিন্তু আৰম্ভণিৰ কালছোৱাত ই যেনে হৈছিল, তাতকৈ বেলেগ আন একো হব নোৱাৰিলেহেঁতেন। আৰু সেইকালত আগুৱাই যাবলৈ ইয়াৰ প্ৰতিষ্ঠাতাসকলৰ মহৎ সাহসৰ আৱশ্যক হৈছিল। মুক্তিৰ কথা বুকু ফিন্দাই কোৱাটো আমাৰ কাৰণে সহজ হৈছে, কাৰণ জনতা আমাৰ লগত আছে আৰু এনেকৈ কোৱা বাবে জনতাই আমাক প্ৰশংসা কৰে। কিন্তু মহৎ কামত পথপ্ৰদৰ্শক হোৱা বৰ টান।

১৮৮৫ খৃঃত কংগ্ৰেছৰ প্ৰথম অধিবেশন বোম্বাইত হৈছিল। বঙ্গদেশৰ উমেশচন্দ্ৰ বানাৰ্জী (W. C.) প্ৰথম সভাপতি আছিল। সেই আৰম্ভণিৰ কাল-ছোৱাৰ আন প্ৰখ্যাত লোকসকলৰ ভিতৰত আছিল সুৰেন্দ্ৰনাথ বানাৰ্জী, বছৰুদ্দিন তৈয়বজী আৰু ফিৰোজ ছাহ মেহতা। কিন্তু আন সকলোবিলাক নামৰ মাজত দাদাভাই নৌৰজীৰ নামটো বেচি জিলিকি আছে; তেওঁ "ভাৰতৰ শ্ৰেষ্ঠ বৃদ্ধ লোক" উপাধি পাইছিল আৰু তেৰেঁই ভাৰতবৰ্ষৰ লক্ষ্যস্থাপনৰ কাৰণে "স্বৰাজ" শব্দটো প্ৰথমতে ব্যৱহাৰ কৰিছিল। আন এটা নাম মই তোমাক কওঁ, কাৰণ বৰ্ত্তমান কালত কংগ্ৰেছৰ প্ৰবীণ নেতাসকলৰ ভিতৰত অকল তেওঁহে জীৱিত আছে আৰু তুমি তেওঁক ভালকৈ চিনি পোৱা। তেওঁ মদনমোদন মালবীয়। ৫০ বছৰতকৈও অধিক কাল তেওঁ ভাৰতবৰ্ষৰ হকে পৰিশ্ৰম কৰিছে, যদিও তেওঁ বয়স আৰু চিন্তা ভাৱনাৰ কাৰণে নিস্তেজ হৈছে, তথাপি তেওঁ ডেকাকালত যি সপোন দেখিছিল তাৰ উপলব্ধিৰ কাৰণে এতিয়াও পৰিশ্ৰম কৰে।

এইদৰে বছৰে বছৰে চলি থাকি কংগ্ৰেছে ক্ৰমে ইয়াৰ শক্তি বঢ়াইছিল। আগৰ কালৰ হিন্দু জাতীয়তাবাদৰ দৰে ইয়াৰ আবেদন সঙ্কীৰ্ণ নাছিল। কিন্তু তেতিয়াও ই ঘাইকৈ হিন্দু আছিল। কিছুমান নেতৃস্থানীয় মুছলিমে ইয়াত যোগ দিছিল, আন কি, ইয়াৰ সভাপতিও হৈছিল; কিন্তু গোট স্বৰূপে মুছলিমবিলাক ইয়াৰ পৰা আঁতৰি আছিল। সেইকালৰ শ্ৰেষ্ঠ মুছলিম নেতা আছিল চাৰ চৈয়দ আহমদ খান। তেওঁ বুজিছিল যে শিক্ষাৰ অভাৱে, বিশেষকৈ আধুনিক শিক্ষাৰ অভাৱে মুছলিম-বিলাকৰ অতি বেচিকৈ অনিষ্ট কৰি তেওঁলোকক অনুন্নত কৰি ৰাখিছিল। সেই কাৰণে তেওঁ অনুভৱ কৰিছিল যে তেওঁলোকক ৰাজনীতিৰ খেলাত লগাৰ আগতে এই আধুনিক শিক্ষা লোৱাত লাগিবলৈ তেওঁলোকক তেওঁ উদগনি দিব লাগিব। সেই কাৰণে তেওঁ মুছলিমক কংগ্ৰেছৰপৰা আঁতৰি থাকিবলৈ উপদেশ দিছিল আৰু তেওঁ চৰকাৰৰ সহযোগত আলিগড়ত এখন সুন্দৰ কলেজ স্থাপন কৰিছিল। এই কলেজখন সম্প্ৰতি বিশ্ববিদ্যালয়ত পৰিণত হৈছে। গৰিষ্ঠ সংখ্যাৰ মুছলিমে চাৰ চৈয়দৰ উপদেশ মানি কংগ্ৰেছত যোগ নিদিছিল। কিন্তু লঘিষ্ঠ সংখ্যাৰ মুছলিম সদায় কংগ্ৰেছৰ লগত আছিল। মনত ৰাখিবা যে মই যি সংখ্যা-গৰিষ্ঠ আৰু সংখ্যালঘিষ্ঠৰ কথা উল্লেখ কৰিছোঁ, তাৰ দ্বাৰা মই ইংৰাজী শিক্ষা পোৱা উচ্চস্তৰৰ মধ্যবিত্তবিলাকৰ শ্ৰেণীটোৰ হিন্দু আৰু মুছলিমকহে বুজাইছোঁ। হিন্দু মুছলিম দুয়ো সম্প্ৰদায়ৰে জনসাধাৰণৰ কংগ্ৰেছৰ লগত একো সম্পৰ্ক নাছিল আৰু সেইকালত তেওঁলোকৰ অতি অলপ সংখ্যাৰ মানুহেহে ইয়াৰ নাম শুনিছিল। সেইকালত আন কি নিম্নস্তৰৰ মধ্যবিত্ত শ্ৰেণীবিলাকতো ইয়াৰ প্ৰভাৱ নপৰিছিল।

কংগ্ৰেছৰ উন্নতি হৈছিল, কিন্তু কংগ্ৰেছতকৈ বেচি খৰকৈ উন্নতি হৈছিল জাতীয়তাৰ ভাৱবিলাকৰ আৰু মুক্তিৰ ইচ্ছাৰ। স্বাভাৱিকতে কংগ্ৰেছৰ গোহাৰি সীমাবদ্ধ আছিল, কাৰণ এই গোহাৰি ইংৰাজী জনা মানুহবিলাকৰ ভিতৰতে আবদ্ধ আছিল। ই বিভিন্ন প্ৰদেশবিলাকৰ মাজত পৰস্পৰ সম্পৰ্ক কিছু পৰিমাণে বেচি ঘনিষ্ঠ কৰাত আৰু একে দৃষ্টিভঙ্গীৰ উন্নয়ন কৰাৰ সহায় কৰিছিল। কিন্তু ই তলত পৰি থকা জনসাধাৰণক স্পৰ্শ নকৰিছিল কাৰণে ইয়াৰ শক্তি অতি কম আছিল।

আন এখন চিঠিত মই এটা ঘটনাৰ কথা কৈছোঁ, যি ঘটনাটোৱে এচিয়াক বৰকৈ আলোড়িত কৰিছিল। এই ঘটনাটো আছিল ১৯০৪-৫ খৃঃত দৈত্যকায় ৰুচিয়াৰ ওপৰত ক্ষুদ্ৰকায় জাপানৰ বিজয়। এচিয়াৰ আন আন দেশৰ দৰে ভাৰতবৰ্ষৰো মানুহৰ মনত অৰ্থাৎ শিক্ষিত মধ্যবিত্তবিলাকৰ মনত এই ঘটনাই গভীৰ ৰেখাপাত কৰিছিল আৰু তাৰপৰা তেওঁলোকৰ আত্মপ্ৰত্যয় বাঢ়িছিল॥ যদি জাপান ইউৰোপৰ আটাইতকৈ ক্ষমতাশালী এখন দেশৰ বিৰুদ্ধে উঠি কৃতকাৰ্য হব পাৰে, তেনেহলে ভাৰতবৰ্ষে কিয় নোৱাৰিব? বহুকাল ভাৰতৰ মানুহবিলাকে বৃটিছৰ সন্মুখত এটা নীচাত্মিকা ভাৱ লৈ আছিল। বৃটিছৰ বহুকলীয়া আধিপত্যই আৰু ১৮৫৭ খৃঃৰ বিদ্ৰোহত চলোৱা পাশৱিক দমন-নীতিয়ে তেওঁলোকক পঙ্গু কৰিছিল। অস্ত্ৰশস্ত্ৰ বিষয়ৰ আইন যোগে তেওঁলোকক অস্ত্ৰশস্ত্ৰ ৰাখিবলৈ নিষেধ কৰা হৈছিল। ভাৰতবৰ্ষত ঘটা প্ৰত্যেক ঘটনাই তেওঁলোকক সোঁৱৰাইছিল যে তেওঁলোক পৰাধীন জাতি, নীচ জাতি। আন কি, যি শিক্ষা তেওঁলোকক দিয়া হৈছিল, সিও এটা নীচাত্মিকা অনুভূতিৰে তেওঁলোকৰ মন পৰিপূৰ্ণ কৰিছিল। কলুষিত আৰু অসত্য বুৰঞ্জীয়ে তেওঁলোকক শিকাইছিল যে ভাৰতবৰ্ষত আগেয়ে সদায় অৰাজকতা চলি আছিল আৰু হিন্দু-মুচলিমে ইজনে সিজনৰ ডিঙি কাটিছিল। বৃটিছবিলাক আহি তেওঁলোকে দেশখনক এনে দুৰ্গতিপূৰ্ণ অৱস্থাৰপৰা ৰক্ষা কৰিছিল আৰু দেশত শান্তি আৰু সমৃদ্ধি স্থাপন কৰিছিল। প্ৰকৃততে ইউৰোপৰ মানুহে বুৰঞ্জীৰ তথ্যলৈ ভ্ৰূক্ষেপ নকৰি বিশ্বাস কৰিছিল যে সমগ্ৰ এচিয়া এখন অনুন্নত মহাদেশ আৰু এই মহাদেশখন ইউৰোপীয় মানুহৰ অধীনত থকা উচিত আৰু তাকে তেওঁলোকে ঘোষণা কৰি প্ৰচাৰ কৰিছিল।

সেই কাৰণে জাপানৰ বিজয় এচিয়াৰ কাৰণে এটা অনুপ্ৰেৰণা হৈছিল। ভাৰতবৰ্ষত আমাৰ অতি সৰহ সংখ্যাৰ মানুহে যি নীচাত্মিকা অনুভূতিলৈ আছিল, ই সেই অনুভূতিটো কমাইছিল। জাতীয়তাবাদী ভাৱবিলাক বিশেষকৈ বঙ্গদেশ আৰু মহাৰাষ্ট্ৰত বেচি বিস্তৃত হৈছিল। ঠিক সেই সময়তে এনে এটা ঘটনা ঘটিছিল যি বঙ্গদেশক অতি তীব্ৰভাৱে অস্থিৰ কৰিছিল আৰু সমগ্ৰ ভাৰতবৰ্ষক উত্তেজিত কৰিছিল। বৃটিছ চৰকাৰে বৃহৎ প্ৰদেশ বঙ্গদেশখন (সেইকালত বিহাৰো ইয়াৰ অন্তৰ্ভুক্ত আছিল) দুভাগে বিভক্ত কৰিছিল. এভাগত পূৰ্ববঙ্গ আছিল। বঙ্গদেশৰ "বুৰ্জোৱা" শ্ৰেণীৰ অৰ্থাৎ মধ্যবিত্তবিলাকৰ ক্ৰমে বাঢ়ি উঠা জাতীয়তাবাদ ইয়াৰ ফলত বিৰক্ত হৈছিল। তেওঁলোকে সন্দেহ কৰিছিল যে বৃটিছবিলাকে এইদৰে বিভক্ত কৰি তেওঁলোকক দুৰ্বল কৰিব খুজিছিল। পূৰ্ববঙ্গত মুচলিম সংখ্যাগৰিষ্ঠ আছিল, সেই কাৰণে এই বিভাজনৰ দ্বাৰা হিন্দু-মুচলিমৰ প্ৰশ্ন এটাৰ উদ্ভাৱন কৰা হৈছিল। বঙ্গদেশত বৃটিছ বিৰোধী এটা ডাঙৰ আন্দোলনৰ উদ্ভৱ হৈছিল। অতি সৰহ সংখ্যাৰ মাটিৰ মালিকে ইয়াত যোগ দিছিল আৰু ভাৰতীয় পুঁজিপতিবিলাকেও যোগ দিছিল। সেই সময়তে "স্বদেশী"ৰ বাণী প্ৰথমতে প্ৰচাৰ কৰা হৈছিল আৰু তাৰ লগতে বৃটিছ বস্তু বৰ্জনৰ বাণীও প্ৰচাৰ কৰা হৈছিল। ইয়াৰ পৰা স্বাভাৱিকতে ভাৰতীয় উদ্যোগ আৰু মূলধনে সহায় পাইছিল। আন্দোলনটো কিছু পৰিমাণে জনসাধাৰণৰ মাজতো বিস্তাৰিত হৈছিল আৰু হিন্দু ধৰ্মই আংশিক-

ভাৱে ইয়াত প্ৰেৰণা যোগাইছিল। ইয়াৰ লগে লগে বঙ্গদেশত বিপ্লৱী হিংসাবৃত্তিৰ উদ্ভৱ হৈছিল আৰু ভাৰতীয় ৰাজনীতিত প্ৰথম বোমাৰ প্ৰচলন হৈছিল। অৰবিন্দ ঘোষ বঙ্গদেশৰ আন্দোলনৰ এজন উজ্জ্বল নেতা আছিল। তেওঁ এতিয়া জীৱিত, কিন্তু বহুত বছৰ তেওঁ ফৰাচী ভাৰতৰ পণ্ডিচেৰীত অৱসৰৰ জীৱন যাপন কৰিছে।

এই কালত পশ্চিম ভাৰতৰ মহাৰাষ্ট্ৰ দেশতো এটা ডাঙৰ উদ্দীপনা হৈছিল আৰু তাতো হিন্দু ধৰ্ম্মৰ বোল থকা আক্ৰমণাত্মক জাতীয়তাবাদৰ পুনৰুত্থান হৈছিল। মহৎ নেতা এজনৰ তাত আবিৰ্ভাব হৈছিল, তেওঁৰ নাম আছিল বাল গঙ্গাধৰ তিলক, সমগ্ৰ ভাৰতবৰ্ষত তেওঁ "লোকমান্য" নামে জনাজাত। তিলক আছিল এজন শ্ৰেষ্ঠ পণ্ডিত, প্ৰাচ্যৰ প্ৰাচীন অৱস্থাৰ বিষয়ে তেওঁ যেনে বিজ্ঞ আছিল, পশ্চিমত নতুন অৱস্থাৰ বিষয়েও তেনে বিজ্ঞ আছিল; তেওঁ এজন শ্ৰেষ্ঠ ৰাজনীতিজ্ঞ পুৰুষ আছিল, সৰ্ব্বোপৰি তেওঁ এজন মহৎ জননায়ক আছিল। ইমান দিন কংগ্ৰেছৰ নেতা-সকলে কেৱল ইংৰাজী শিক্ষা পোৱা ভাৰতীয় মানুহৰ ওচৰত আবেদন কৰিছিল, জনসাধাৰণে তেওঁলোকৰ বিষয়ে প্ৰায় একো নেজানিছিল। তিলকেই নতুন ভাৰতৰ প্ৰথম ৰাজনৈতিক নেতা আছিল, যি জনসাধাৰণৰ ওচৰ চাপি তেওঁলোকৰপৰা শক্তি আহৰণ কৰিছিল। তেওঁৰ শক্তিব্যঞ্জক ব্যক্তিত্বই শক্তি আৰু অদমনীয় সাহসৰ এটা নতুন পৰিৱেশৰ সৃষ্টি কৰিছিল আৰু বঙ্গদেশৰ জাতীয়তাবাদৰ আৰু ত্যাগৰ নতুন তেজৰ লগত যোগ হৈ ই ভাৰতীয় ৰাজনীতিৰ পটভূমি পৰিৱৰ্ত্তন কৰিছিল।

১৯০৬, ১৯০৭ আৰু ১৯০৮ খৃঃৰ এই উত্তেজনাপূৰ্ণ কালছোৱাত কংগ্ৰেছে কি কৰিছিল? জাতীয় উদ্দীপনাৰ উন্মেষৰ এই কালত কংগ্ৰেছৰ নেতাসকলে জাতিটোক বাট দেখুৱাৰ কথা দূৰৈত থাওক, তেওঁলোক দ্বিধাগ্ৰস্তহে হৈছিল। তেওঁলোক এনে বেচি শান্ত ধৰণৰ ৰাজনীতিত অভ্যস্ত আছিল য'ত জনসাধাৰণৰ অনধিকাৰ প্ৰৱেশ নহৈছিল। তেওঁলোকে বঙ্গদেশৰ প্ৰজ্জ্বলিত উদ্দীপনাটো ভাল নেপাইছিল, তিলকত মূৰ্ত্তিমান হোৱা মহাৰাষ্ট্ৰৰ নতুন অনমনীয় উদ্যমটোক তেওঁ-লোকে সুষ্ঠভাৱে গ্ৰহণ কৰিব নোৱাৰিছিল। তেওঁলোকে "স্বদেশী"ৰ প্ৰশংসা কৰিছিল। কিন্তু বৃটিছ বস্তু বৰ্জ্জনৰ সম্পৰ্কত দ্বিধাগ্ৰস্ত হৈছিল। কংগ্ৰেছত দুটা দলৰ উদ্ভৱ হৈছিল—তিলক আৰু বঙ্গদেশৰ কেইজনমান নেতাৰ নেতৃত্বত উগ্ৰপন্থী দল আৰু কংগ্ৰেছৰ পুৰণি নেতাসকলৰ নেতৃত্বত ধীৰপন্থী দল হৈছিল। পিচে ধীৰপন্থী নেতাসকলৰ ভিতৰত আটাইতকৈ প্ৰধান নেতা গোপালকৃষ্ণ গোখলে এজন যুৱক আছিল, তেওঁ অতি দক্ষ লোক আছিল আৰু জনসেৱাত তেওঁ জীৱন উৎসৰ্গা কৰিছিল। গোখলেও মহাৰাষ্ট্ৰৰ মানুহ আছিল। তিলক আৰু গোখলে নিজৰ নিজৰ প্ৰতিদ্বন্দ্বী সমষ্টিৰপৰা ইজনে সিজনৰ বিৰুদ্ধে উঠিছিল, তাৰ অনিবাৰ্য্য ফলস্বৰূপে ১৯০৭ খৃঃত বিভাজন হৈছিল আৰু কংগ্ৰেছ দুটা দলত বিভক্ত হৈছিল। ধীৰপন্থীসকলে কংগ্ৰেছৰ আধিপত্য চলাই আছিল, উগ্ৰপন্থীসকলক বিতাড়িত কৰা হৈছিল। ধীৰপন্থীসকলৰ জয় হৈছিল, কিন্তু এই জয়ে দেশত তেওঁলোকৰ জন-প্ৰিয়তা কমাইছিল; কাৰণ তিলকৰ দলটো জনসাধাৰণৰ মাজত বহুত বেচি প্ৰিয় হৈছিল। কংগ্ৰেছ দুৰ্বল হৈছিল আৰু কিছুমান বছৰ ইয়াৰ প্ৰভাৱ অতি কম আছিল।

এই বছৰ কেইটাত চৰকাৰে কি কৰিছিল? ভাৰতীয় জাতীয়তাবাদৰ সংবৰ্ধনৰ বিপৰীতে কি কৰিছিল? চৰকাৰবিলাকে যি যুক্তি বা দাবী ভাল নেপায়, তাৰ বিৰুদ্ধাচৰণ কৰাৰ তেওঁলোকৰ মুঠেই এটা পদ্ধতি আছে, সেইটো হৈছে লাঠীৰ ব্যৱহাৰ। সেই কাৰণে চৰকাৰে হেঁপাহ পলুৱাই দমন-নীতি চলাই মানুহবিলাকক বন্দীশাললৈ পঠিয়াইছিল, ছাপাখানাৰ আইনেৰে বাতৰি কাকতবিলাক দমন কৰিছিল আৰু তেওঁলোকে ভাল নোপোৱা প্ৰত্যেকজন মানুহকে নেৰানেপেৰাকৈ, সাৱধানে আৰু গোপনে লক্ষ্য কৰি থাকিবলৈ জুমে জুমে গুপ্ত পুলিচ কৰ্ম্মচাৰী আৰু গুপ্তচৰ লগাইছিল। সেইকালৰপৰা ভাৰতবৰ্ষত "চি. আই. ডি."ৰ কৰ্ম্মচাৰীবিলাক প্ৰধান ভাৰতীয় ৰাজনৈতিক পুৰুষসকলৰ অবিৰত লগৰীয়া হৈ আছে। বঙ্গদেশৰ বহুতো নেতাক বন্দীশাললৈ পঠোৱা হৈছিল। আটাইতকৈ বেচি জনাজাত বিচাৰটো আছিল লোকমান্য তিলকৰ বিচাৰ, তেওঁক ছবছৰ বন্দীশালত ৰখাৰ হুকুম দিয়া হৈছিল; মান্দালয়ৰ বন্দীশালত থকা অৱস্থাতে তেওঁ এখন বিখ্যাত গ্ৰন্থ লিখিছিল। লালা লাজপৎ ৰায়কো ব্ৰহ্মদেশলৈ দেশান্তৰীত কৰা হৈছিল।

কিন্তু দমন-নীতিয়ে বঙ্গদেশক নিস্তেজ কৰিব নোৱাৰিছিল। সেই কাৰণে অন্ততঃ কিছুমান মানুহক সন্তুষ্ট কৰিবৰ অৰ্থে লʼৰালৰিকৈ শাসন-ব্যৱস্থাৰ অলপ সংস্কাৰ কৰা হৈছিল। সেইকালত আৰু তাৰ পিচৰ কালত বৃটিছৰ নীতি আছিল জাতীয়তাবাদী লোকসমূহৰ মাজত দলাদলিৰ সৃষ্টি কৰা, সেই নীতি বৰ্ত্তমান কাললৈকে চলি আছে। ধীৰপন্থীবিলাকৰ সমৰ্থন পাব লাগিব আৰু উগ্ৰপন্থীবিলাকক সম্পূৰ্ণ দমন কৰিব লাগিব। ১৯০৮ খৃঃত মৰ্লে-মিণ্টো সংস্কাৰ নাম পোৱা এই সংস্কাৰবিলাক ঘোষণা কৰা হৈছিল। বৃটিছ চৰকাৰ ধীৰপন্থীবিলাকৰ সমৰ্থন পোৱাত কৃতকাৰ্য হৈছিল, তেওঁলোক এই সংস্কাৰবিলাকত সন্তুষ্ট হৈছিল। উগ্ৰপন্থীবিলাকৰ নেতাসকল তেতিয়া বন্দীশালত আছিল, তেওঁলোকৰ নৈতিক বল কমাত তেওঁলোকৰ মাজত বিশৃঙ্খলা হৈছিল আৰু জাতীয় আন্দোলন নিস্তেজ হৈছিল। কিন্তু বঙ্গদেশত বিভাজনৰ বিৰুদ্ধে আন্দোলন চলি আছিল আৰু শেহত সেই আন্দোলন সফল হৈছিল। এই বিজয়ে বঙালীসকলক নতুন বল দিলে। কিন্তু ১৯০৭ খৃঃৰ আন্দোলন আপোনা-আপুনি বন্ধ হয় আৰু ভাৰতবৰ্ষ পুনৰ ৰাজনৈতিক বিভাগৰ অৱস্থাত পৰিছিল।

১৯১১ খৃঃত আৰু এটা ঘোষণা কৰা হৈছিল যে দিল্লী ভাৰতবৰ্ষৰ ৰাজধানী হব, এই দিল্লী বহুত সাম্ৰাজ্যৰ ৰাজধানী আৰু বহুত সাম্ৰাজ্যৰ শ্মশানঘাটো।

১৯১৪ খৃঃত যেতিয়া ইউৰোপত বিশ্বযুদ্ধ হৈছিল আৰু এশ বছৰীয়া যুগ এটাৰ অন্ত হৈছিল, তেতিয়া ভাৰতবৰ্ষৰ অৱস্থা এনে আছিল। সেই যুদ্ধখনেও ভাৰতবৰ্ষক ভীষণ ভাৱে প্ৰভাৱিত কৰিছিল, কিন্তু এই বিষয়ে পাচত মই অলপমান কব লাগিব।

দীঘলীয়াকৈ কোৱাৰ পাচৰ অৱশেষত মই ১৯শ শতাব্দীৰ ভাৰতবৰ্ষৰ কথা শেষ কৰিলোঁ। মই তোমাক বৰ্ত্তমান কালৰ ১৮ বছৰৰ ভিতৰলৈ আনিলোঁ। ভাৰতক ইমানতে এৰি ইয়াৰ পাচৰ চিঠিখনত আমি চীনলৈ গৈ তাত সাম্ৰাজ্যবাদী শোষণৰ আন এটা চানেকিৰ বিচাৰ কৰি চাম।

## ১১৪

# বৃটেনে চীনক বলেৰে কানি চলায়

২৪ ডিচেম্বৰ, ১৯৩২

মই তোমাক ভাৰতবৰ্ষত ঔদ্যোগিক আৰু যান্ত্ৰিক বিপ্লৱৰ পৰিণামৰ কথা আৰু নতুন সাম্ৰাজ্যবাদ ভাৰতবৰ্ষত কেনেকৈ চলোৱা হৈছিল, তাৰ কথা যথেষ্ট দীঘলীয়াকৈ আগতে কৈছোঁ। নিজে ভাৰতীয় হোৱাৰ কাৰণে মই পক্ষপাতী মানুহ আৰু মই ভাবোঁ যে মই পক্ষপাতী মত নলৈ নোৱাৰোঁ। কিন্তু বৈজ্ঞানিকে যেনেকৈ সকলো কথা পক্ষপাতশূন্য হৈ পৰীক্ষা কৰি চায়, ময়ো সেইদৰেই এই প্ৰশ্নবিলাক বিচাৰ কৰি চাবলৈ চেষ্টা কৰিছোঁ, জাতীয়তাবাদী এজনে বিষয়টোৰ এটা ফাল সঁচা বুলি প্ৰমাণ কৰিবলৈ ওলোৱাৰ দৰে মই চেষ্টা কৰা নাই আৰু তুমিও এনেকৈয়ে বিচাৰ কৰিবলৈ চেষ্টা কৰিলে মই ভাল পাম। জাতীয়তাবাদ আপোন অৱস্থাত ভাল, কিন্তু ই নিৰ্ভৰ কৰিব নোৱাৰা বন্ধু আৰু বিপদীয়া ঐতিহাসিক। ই আমাক বহুত ঘটনা নেদেখা কৰে মাজে সময়ে বিশেষকৈ সত্য যেতিয়া আমাৰ বা আমাৰ দেশৰ সম্পৰ্কৰ হয় তেতিয়া, ই সত্যৰ অপলাপ কৰে। সেই কাৰণে ভাৰতবৰ্ষৰ আধুনিক কালৰ বুৰঞ্জীৰ বিষয়ে আলোচনা কৰোঁতে আমি সাৱধান হব লাগে যাতে আমাৰ দুৰ্ভাগ্যৰ কাৰণে সকলো দোষ বৃটিছৰ ওপৰতে জাপি নিদিওঁ।

১৯শ শতাব্দীত বৃটেনৰ উদ্যোগপতি আৰু পুঁজিপতিবিলাকে কেনেকৈ ভাৰতবৰ্ষক শোষণ কৰিছিল, সেই কথা বুজাৰ পিচত এতিয়া আমি এচিয়াৰ আনখন বৃহৎ দেশ, ভাৰতবৰ্ষৰ পুৰণিকলীয়া বন্ধু আৰু সকলো জাতিৰ ভিতৰত প্ৰাচীন জাতি চীন দেশৰ কথা আলোচনা কৰিম। ইয়াত আমি বেলেগ চানেকিৰে পশ্চিমীয়া দেশবিলাকে শোষণ কৰা দেখিবলৈ পাম। ভাৰতবৰ্ষৰ দৰে চীন দেশ কোনো ইউৰোপীয় দেশৰ উপনিবেশ বা অধিকৃত দেশ হোৱা নাছিল। ১৯শ শতাব্দীৰ মাজভাগলৈকে সেই দেশখন ঐক্যবদ্ধ কৰি ৰাখিব পৰা যথেষ্ট শক্তিশালী কেন্দ্ৰীয় চৰকাৰ তাত আছিল কাৰণে সেই দেশ এনে অৱস্থাৰ পৰা সাৰিছিল। আমি আগতে জানিব পাৰিছোঁ যে এই কালৰ এশ বছৰৰো অধিক কালৰ আগতে যেতিয়া মোগল সাম্ৰাজ্যৰ পতন হৈছিল, তেতিয়াই ভাৰতবৰ্ষ ভাগ-ভাগ হৈছিল। ১৯শ শতাব্দীত চীন দুৰ্ব্বল হৈছিল, তথাপি শেহলৈকে ই ঐক্যবদ্ধ হৈ আছিল আৰু বিদেশী শক্তিবিলাকৰ মাজত চলা হিংসা-খিয়ালৰ কাৰণে তেওঁলোকে চীনৰ দুৰ্বলতাৰ অতি বেচি সুযোগ লব নোৱাৰিছিল।

চীনৰ বিষয়ৰ মোৰ আগৰ চিঠিখনত (তাৰ ক্ৰমিক নম্বৰ ৯৪ আছিল) মই তোমাক বৃটিছে চীনৰ লগত বাণিজ্য বঢ়াবলৈ চেষ্টা কৰাৰ কথা কৈছিলোঁ। মাঞ্চু সম্ৰাট চিয়েন লুঙে ইংৰাজ ৰজা তৃতীয় জৰ্জ্জৰ চিঠিৰ উত্তৰত ৰৰকৈ ডাঙ্কোপ মাৰি আৰু পৃষ্ঠপোষকৰ ভাও ধৰি লিখা চিঠিখনৰপৰা মই তোমাক দীঘলীয়া এটা উদ্ধৃতি দিছিলোঁ। এই ঘটনা হৈছিল ১৭৯২ খৃঃত। এই চনটোৱে তোমাক সেইকালত ইউৰোপত চলা বিপদীয়া কালছোৱালৈ মনত পেলাব—এই কালছোৱা আছিল


বৃটেন আৰু চীন
পৰ্ব্বত আৰু মালভূমি
পিকিঙ
তিয়েনচিন
কোৰিয়া
পীত নদ
নানকিঙ
চাংহাই
হাংকাও
ইয়াংচি
নিংপো
ফুচাও
অ্যাময়
ক্যাণ্টন
হংকঙ
ফৰাচী
ইন্দোচীন
বৃটিছ অনুপ্ৰৱেশৰ প্ৰধান কেন্দ্ৰ

ফৰাচী বিপ্লৱৰ কাল। তাৰ পাচত আহিছিল নেপোলিয়ন আৰু তেওঁ চলোৱা যুদ্ধবিলাক। এই সমস্ত কালছোৱাত ইংলেণ্ড সম্পূৰ্ণ ব্যস্ত আছিল আৰু সেই দেশে মৰিমূজি নেপোলিয়নৰ বিৰুদ্ধে যুদ্ধ চলাই আছিল। সেই কাৰণে যেতিয়া নেপোলিয়নৰ পতন হৈছিল আৰু ইংলেণ্ডে শান্তিৰ নিশ্বাস লৈছিল, তাৰ আগলৈকে চীনৰ লগত ইংলেণ্ডৰ বাণিজ্যৰ সম্প্ৰসাৰণৰ প্ৰশ্ন নুঠিছিল। পিচে অলপ দিনৰ পাচতে ১৮১৬ খৃঃত চীনলৈ আন এজন বৃটিছ ৰাজদূত পঠোৱা হৈছিল। কিন্তু ৰাজ-দৰবাৰৰ আনুষ্ঠানিক আচৰণ পালন কৰা সম্পৰ্কত কিবা এটা সঙ্কটৰ সৃষ্টি হোৱাত চীনৰ সম্ৰাটে বৃটিছ ৰাজদূত লৰ্ড আৰ্মহাৰ্ষ্টক দেখা দিবলৈ অমান্তি হৈ তেওঁক উলটি যাবলৈ আদেশ দিছিল। পালন কৰিব লগীয়া আনুষ্ঠানিক আচৰণটোক "কোটৌ" বোলা হৈছিল, ইয়াৰ অৰ্থ মাটিত পৰি এক প্ৰকাৰে সাষ্টাঙ্গে প্ৰণিপাত কৰা। সম্ভৱতঃ তুমি "কাও-টোইং" শব্দটো শুনিছা।

সেই কাৰণে একো নহ'ল। ইতিমধ্যে এবিধ নতুন বাণিজ্যৰ, কানিৰ বাণিজ্যৰ, ক্ষিপ্ৰগতিৰে সংবৰ্ধন হৈছিল। সম্ভৱতঃ ইয়াক নতুন বাণিজ্য বোলা শুদ্ধ হোৱা নাই, কাৰণ বহুত দিনৰ আগতে ১৫শ শতাব্দীতে ভাৰতবৰ্ষৰপৰা চীনলৈ কানি আমদানি কৰা হৈছিল। অতীত কালত ভাৰতবৰ্ষই বহুত ভাল বস্তু চীনলৈ পঠিয়াইছিল। ভাৰতবৰ্ষই পঠোৱা বেয়া বস্তুৰ ভিতৰত কানি প্ৰকৃততে বেয়া আছিল। কিন্তু তেতিয়া সেই বাণিজ্য সীমাবদ্ধ আছিল। ইউৰোপীয়বিলাকৰ চেষ্টাত, বিশেষকৈ বৃটিছ বাণিজ্যৰ একচেটীয়া স্বত্ব পোৱা ইষ্ট ইণ্ডিয়া কোম্পানিৰ চেষ্টাত ১৯শ শতাব্দীত ইয়াৰ সংবৰ্ধন হৈছিল। প্ৰবাদ আছে যে প্ৰাচ্যত ওলন্দাজবিলাকে তেওঁলোকৰ ধপাতৰ লগত কানি মিহলাই সেই ধপাত মেলেৰিয়াৰ প্ৰতিষেধক স্বৰূপে হুপি খাইছিল। তেওঁলোকৰ জৰিয়তে কানি চীনলৈ গৈছিল, কিন্তু বেচি বেয়া ৰূপত গৈছিল, কাৰণ চীনত নিখুঁত কানিকে হুঁপি খোৱা হৈছিল। দেশৰ মানুহবিলাকৰ ওপৰত ইয়াৰ বেয়া ফল হোৱা দেখি আৰু কানিৰ বাণিজ্যই দেশৰপৰা বহুত ধন নিছিল কাৰণে চীনৰ চৰকাৰে এই অভ্যাসটো বন্ধ কৰিব খুজিছিল।

১৮০০ খৃঃত চীনৰ চৰকাৰে কোনো কাৰণতে কানি আমদানি কৰিব নোৱাৰিব বুলি এটা নিষেধাজ্ঞা জাৰি কৰিছিল। কিন্তু এই বাণিজ্য বিদেশীৰ কাৰণে বৰ লাভজনক আছিল। তেওঁলোকে গোপনে দেশৰ ভিতৰলৈ কানি আমদানি কৰি আছিল আৰু তেওঁলোকক শাস্তি নিদিয়াকৈ এৰি দিবৰ কাৰণে তেওঁলোকে চীনা বিষয়াবিলাকক ভেটী খুৱাইছিল। তেতিয়া চীনৰ চৰকাৰে এনে এটা বিধান কৰিছিল যে চীনা বিষয়াবিলাকে বিদেশী বণিকবিলাকক লগ ধৰিব নোৱাৰিব। কোনো বিদেশী মানুহক চীনা বা মাণ্ডু ভাষা শিকালে কঠোৰ শাস্তিৰ বিধানো কৰা হৈছিল। কিন্তু এই সকলোবিলাক ব্যৱস্থাৰপৰা একো কাম নহৈছিল। কানিৰ বেপাৰ চলি আছিল আৰু সম্ভৱতঃ ভেটীৰ আদান-প্ৰদান আৰু দুনীতি বৰ বেচিকৈ হৈছিল। প্ৰকৃতপক্ষে ১৮৩৪ খৃঃত যেতিয়া বৃটিছ চৰকাৰে চীনৰ বাণিজ্যত ইষ্ট ইণ্ডিয়া কোম্পানিৰ একচেটিয়া স্বত্ব ৰদ কৰি সকলো বৃটিছ বণিকৰ কাৰণে এই দেশৰ বাণিজ্য উন্মুক্ত কৰিছিল, তাৰ পাচত অৱস্থা আৰু বেচি বেয়া হৈছিল।

গোপনে কানি আমদানি কৰা কামটো হঠাৎ বৰ বেচি হৈছিল আৰু চীনৰ

চৰকাৰে অৱশেষত ইয়াক বন্ধ কৰিবৰ কাৰণে কঠোৰ ব্যৱস্থা লবলৈ স্থিৰ কৰিছিল। তেওঁলোকে এই কামৰ বাবে এজন ভাল মানুহক বাছি লৈছিল। গোপনে কানি আমদানি বন্ধ কৰিবৰ কাৰণে লিন-চে-হুচিক বিশেষ আয়ুক্ত নিযুক্ত কৰা হৈছিল আৰু তেওঁ দ্ৰুত আৰু শক্তিশালী ব্যৱস্থা কৰিছিল। দক্ষিণ ফালে কেন্টন এই আইনবিৰুদ্ধ বাণিজ্যৰ প্ৰধান কেন্দ্ৰ আছিল, তেওঁ কেণ্টনলৈ ভটিয়াই গৈ তাত থকা সকলোবিলাক বণিকক তেওঁলোকৰ লগত থকা সকলোখিনি কানি তেওঁক শোধাই দিবলৈ আদেশ কৰিছিল। তেওঁলোকে প্ৰথমতে আদেশটো পালিবলৈ অমান্তি হৈছিল। তেতিয়া লিনে তেওঁলোকক সেই আদেশ পালিবলৈ বাধ্য কৰিছিল। তেওঁ বণিকবিলাকক তেওঁলোকৰ কাৰখানাবিলাকতে অবৰুদ্ধ কৰিছিল, তেওঁলোকৰ চীনা কৰ্ম্মচাৰী আৰু লগুৱাবিলাকক তেওঁলোকৰ লগৰ পৰা গুচি আহিবলৈ বাধ্য কৰিছিল আৰু বাহিৰৰ পৰা তেওঁলোকৰ ওচৰলৈ খাদ্যবস্তু যোৱা বন্ধ কৰিছিল। এনে সতেজ আৰু নিখুঁত ব্যৱস্থাৰ ফলত বিদেশী বণিকবিলাক সৈমান হবলৈ বাধ্য হৈছিল আৰু তেওঁলোকে ২০,০০০ বাকচ কানি চীনাবিলাকক শোধাইছিল। এই বিশাল পৰিমাণৰ কানি দেখ্‌দেখ্‌কৈ গোপন চালানৰ উদ্দেশ্যে ৰখা হৈছিল। লিনে এই সকলোখিনিকে নষ্ট কৰিছিল। লিনে বিদেশী বণিকবিলাকক আৰু কৈছিল যে যি জাহাজৰ কেপ্টেনে তেওঁৰ জাহাজত কানি নানে বুলি প্ৰতিশ্ৰুতি নিদিব, তেনে জাহাজ কেণ্টন সোমাবলৈ দিয়া নহব। কোনো জাহাজৰ কেপ্টেনে তেওঁৰ প্ৰতিশ্ৰুতি ভঙ্গ কৰিলে চীনৰ চৰকাৰে তেওঁৰ জাহাজ আৰু জাহাজৰ সকলো মালবস্তু বাজেয়াপ্ত কৰিব। আয়ুক্ত লিন ত্ৰুটিহীন লোক আছিল। তেওঁৰ ওপৰত ভাৰ দিয়া কামটো তেওঁ ভালকৈ কৰিছিল, কিন্তু তেওঁ উপলব্ধি কৰিব নোৱাৰিলে যে তাৰ পৰিণাম চীনৰ কাৰণে পাচত কষ্টকৰ হবগৈ।

তাৰ পৰিণাম হৈছিল এইবিলাক: বৃটেনৰ লগত যুদ্ধ, চীনৰ পৰাজয়, অপমানজনক সন্ধি আৰু যি কানি চীনৰ চৰকাৰে নিষিদ্ধ কৰিব খুজিছিল, তাকে চীনাবাসীক খাবলৈ বাধ্য কৰা। চীনাবিলাকৰ কাৰণে কানি ভাল নে বেয়া—সেই কথাটোত বেচি মূল্য দিয়া নহৈছিল। মূল্য দিয়া হৈছিল এই কথাটোতহে যে চীনলৈ গোপনে কানি আমদানি কৰাটো বৃটিছ বণিকবিলাকৰ কাৰণে অতি লাভ-জনক কাম আৰু এই আয় হানি হোৱা সহ্য কৰিবলৈ বৃটেন সাজু নহয়। আয়ুক্ত লিনে নষ্ট কৰা বেচি ভাগ কানি বৃটিছ বণিকৰ আছিল। সেই কাৰণে জাতীয় সম্মানৰ নামত ১৮৪০ খৃঃত বৃটেনে চীনৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছিল। এই যুদ্ধখনক উচিত মতে "কানি-যুদ্ধ" (বা "আফিং যুদ্ধ") বোলা হয়। কাৰণ চীনত বলেৰে কানি চলোৱাৰ স্বত্বটোৰ কাৰণে এই যুদ্ধ লগাই ইয়াত জয়লাভ কৰা হৈছিল।

বৃটিছৰ যি নৌবাহিনীয়ে কেণ্টন আৰু আন আন ঠাই অবৰুদ্ধ কৰি ৰাখিছিল, তাৰ বিৰুদ্ধে চীনে প্ৰায় একো কৰিব নোৱাৰিছিল। দুবছৰৰ পাচত চীনে বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল আৰু ১৮৪২ খৃঃত হোৱা নানকিঙৰ সন্ধি মতে স্থিৰ কৰা হৈছিল যে পাঁচোটা বন্দৰ বিদেশী বাণিজ্যৰ কাৰণে উন্মুক্ত কৰি ৰাখিব লাগিব, সেই কালত বিদেশী বাণিজ্যই বিশেষকৈ কানিৰ বাণিজ্যকে বুজাইছিল। এই বন্দৰ পাঁচোটা আছিল কেণ্টন, ছাংহাই, আময়, নিংপো আৰু ফুচো। এইবোৰক "সন্ধি

বন্দৰ" বোলা হৈছিল। বৃটেনে কেণ্টনৰ ওচৰত থকা হংকং দ্বীপটোত অধিকাৰ কৰি লৈছিল আৰু নষ্ট কৰা কানিখিনিৰ বাবদ আৰু যিখন যুদ্ধ চলাবলৈ বৃটেনে চীনক বাধ্য কৰিছিল, তাৰ ক্ষতিপূৰণৰ বাবদ বহুতো ধন চীনৰ পৰা বলেৰে আদায় কৰিছিল।

এইদৰে বৃটেনে কানিৰ ক্ষেত্ৰত জয়লাভ কৰিছিল। চীনৰ সম্ৰাটে সেইকালৰ ইংলেণ্ডৰ ৰাণী ভিক্টোৰিয়ালৈ এটা ব্যক্তিগত গোহাৰি পঠাইছিল, যি কানিৰ বাণিজ্য তেতিয়া চীনত বলেৰে চলোৱা হৈছিল, তাৰ বিষময় ফল সম্পৰ্কে তেওঁ অতি নম্ৰভাৱে ৰাণীক সেই গোহাৰিত জনাইছিল। ৰাণীৰ পৰা একো উত্তৰ পোৱা নহ'ল। ঠিক ৫০ বছৰৰ পূৰ্ব্বে তেওঁৰ পূৰ্ব্ববৰ্তী সম্ৰাট চিয়েন লুঙে ইংলেণ্ডৰ ৰজালৈ সম্পূৰ্ণ বেলেগ ধৰণেৰে লিখিছিল।

পশ্চিমীয়া শক্তিবিলাকৰ লগত চীনৰ বিবাদবিলাকৰ এইটোৱেই আৰম্ভণি আছিল। সেই দেশৰ আছুতীয়া হৈ থকা অৱস্থাৰ অন্ত পৰিল। সেই দেশে বিদেশী বাণিজ্য সাদৰি লব লাগিছিল, তাৰ লগতে সাদৰি লব লাগিছিল খৃষ্টিয়ান ধৰ্ম্ম-প্ৰচাৰবিলাকক। সাম্ৰাজ্যবাদৰ প্ৰথম শাৰীৰ সৈন্যদল স্বৰূপে এই ধৰ্ম্মপ্ৰচাৰক বিলাকে চীনত এটা প্ৰধান ভূমিকা লৈছিল। চীনৰ পাচৰ বিপদ বহুতত ধৰ্ম্ম-প্ৰচাৰকবিলাকৰ কম-বেচি পৰিমাণে সম্পৰ্ক আছিল। তেওঁলোকৰ ব্যৱহাৰ সঘনে অপমানজনক আৰু অত্যন্ত বিৰক্তিকৰ আছিল, কিন্তু চীনৰ বিচাৰালয়ে তেওঁলোকৰ দোষ বিচাৰ কৰিব নোৱাৰিছিল। নতুন সন্ধি মতে পশ্চিমীয়া বিদেশীবিলাক চীনা আইন আৰু চীনা ন্যায় বিচাৰৰ অধীন নাছিল। তেওঁলোকৰ নিজৰ বিচাৰালয়ত তেওঁলোকৰ দোষ বিচাৰ কৰা হৈছিল ইয়াক "দেশৰ বাহিৰৰ মানুহৰ অধিকাৰ" বোলা হৈছিল, ই এতিয়াও চলি আছে আৰু বহুত বিৰক্তিৰ সৃষ্টি কৰি আছে। ধৰ্ম্মপ্ৰচাৰকবিলাকে যিবিলাক মানুহক খৃষ্টিয়ান কৰিছিল, তেওঁলোকেও "দেশৰ বাহিৰৰ মানুহৰ অধিকাৰ"ৰ বিশেষ সুযোগৰ দাবী কৰিছিল। এনে সুযোগ পোৱাৰ স্বত্ব তেওঁলোকৰ নাছিল, কিন্তু তাৰ বাবে একো নহৈছিল, কাৰণ পৰাক্ৰমী সাম্ৰাজ্যবাদী জাতি এটাৰ প্ৰতিনিধিৰূপে শ্ৰেষ্ঠ ধৰ্ম্মপ্ৰচাৰক বিলাক তেওঁলোকৰ সহায় আছিল। এইদৰে এখন গাঁৱক মাজে-সময়ে আন এখন গাঁৱৰ বিৰুদ্ধে তোলা হৈছিল আৰু গাঁৱলীয়া মানুহবিলাক নাইবা আন মানুহে সহিব নোৱাৰাকৈ বিৰক্ত হলে তেওঁলোকে বিপক্ষে উঠি ধৰ্ম্মপ্ৰচাৰকক আক্ৰমণ কৰি কোনো কোনো সময়ত তেওঁলোকক বধ কৰিছিল; তেতিয়া ধৰ্ম্মপ্ৰচাৰকৰ পাচত থকা সাম্ৰাজ্যবাদী শক্তিটোৱে চোঁ মাৰি চীনাবিলাকৰ ওপৰত পৰি অসাধাৰণ ক্ষতিপূৰণ লৈছিল। চীনত পাশ্চাত্য শক্তি-বিলাকৰ ধৰ্ম্মপ্ৰচাৰকবিলাকক বধ কৰাৰপৰা সেই শক্তিবিলাকৰ যিমান লাভ হৈছিল, আন অতি কম ঘটনাৰ পৰা তেওঁলোকৰ সিমান লাভ হৈছে। কাৰণ প্ৰত্যেকটো এনে হত্যাকে তেওঁলোকে অজুহাত কৰি বেচি বেচিকৈ আছুতীয়া স্বত্ব দাবী কৰি আদায় কৰিছিল।

খৃষ্টিয়ান ধৰ্ম্ম লোৱা চীনা এজনেও চীনত এটা অতি ভীষণ আৰু নিষ্ঠুৰ বিদ্ৰোহ তুলিছিল। ইয়াক টেইপিং বিদ্ৰোহ বোলা হয়, হুং চিন-চুৱান নামে আধা বলিয়া মানুহ এজনে আনুমানিক ১৮৫০ খৃঃত এই বিদ্ৰোহ আৰম্ভ কৰিছিল।

ধৰ্ম্মৰ নামত বলিয়া এই মানুহজন অসাধাৰণভাৱে কৃতকাৰ্য হৈছিল, তেওঁ দেশৰ চাৰিওফালে গৈ, "মূৰ্ত্তি পূজকবিলাকক বধ কৰা" এই ৰণ-হুংকাৰ তুলিছিল আৰু বিৰাট সংখ্যাৰ মানুহক বধ কৰা হৈছিল। এই বিদ্ৰোহে চীনৰ আধাতকৈ বেছি অঞ্চল ধ্বংস কৰিছিল আৰু হিচাব কৰি পোৱা গৈছে যে বাৰ বছৰ মানৰ ভিতৰত এই বিদ্ৰোহৰ অন্ততঃ ২০,০০০,০০০ (দুই কোটি) মানুহৰ মৃত্যু হৈছিল। অৱশ্যে এই বিদ্ৰোহ আৰু ইয়াৰ বাবে হোৱা হত্যাৰ কাৰণে ধৰ্ম্মপ্ৰচাৰক নাইবা বিদেশী শক্তিবিলাকক দায়ী কৰা উচিত নহয়। এনে অনুমান হৈছিল যে ধৰ্ম্মপ্ৰচাৰবিলাকে প্ৰথমতে এই বিদ্ৰোহৰ কুশল কামনা কৰিছিল, কিন্তু পিচত তেওঁলোকে হুঙক তেওঁলোকৰ লগৰ নহয় বুলি কৈছিল। পিচে চীনৰ চৰকাৰে বিশ্বাস কৰি আছিল যে খৃষ্টিয়ান ধৰ্ম্মপ্ৰচাৰকবিলাকহে এই বিদ্ৰোহৰ কাৰণে দায়ী। এনে বিশ্বাসৰপৰা আমি উপলব্ধি কৰিব পাৰো কিমান বেছিকৈ চীনবিলাক ধৰ্ম্মপ্ৰচাৰকবিলাকৰ সেই কালৰ আৰু তাৰ পিচৰ কালৰ কাৰ্যকলাপ বিৰক্ত হৈছিল। তেওঁলোকৰ মতে ধৰ্ম্মপ্ৰচাৰকবিলাক ধৰ্ম্ম আৰু সদিচ্ছাৰ বাণীবাহক স্বৰূপে তালৈ যোৱা নাছিল। তেওঁলোক আছিল সাম্ৰাজ্যবাদৰ প্ৰতিনিধি। ইংৰাজ গ্ৰন্থকাৰ এজনে কোৱাৰ দৰে, "প্ৰথমতে ধৰ্ম্মপ্ৰচাৰক, তাৰ পাচত বন্দুক কঢ়িওৱা জাহাজ, তাৰ পাচত হঠাৎ মাটি অধিকাৰ—চীনাবিলাকৰ মনত এইটোৱেই ঘটনাৰ ধাৰাবাহিক ক্ৰম"। এই কথাটো মনত ৰখা ভাল হব, কাৰণ চীনৰ অশান্তিবিলাকত ধৰ্ম্মপ্ৰচাৰকবিলাকৰ কথা সঘনে প্ৰসঙ্গ ক্ৰমে আহে।

বলিয়া ধৰ্ম্মান্ধ মানুহ এজনে চলোৱা বিদ্ৰোহ এটা শেহান্তৰত দমন কৰাৰ আগতে যে ইমান বেছি কৃতকাৰ্য্য হৈছিল, সেইটো এটা অসাধাৰণ কথা। ইয়াৰ আচল কাৰণ এই যে চীনৰ প্ৰাচীন ব্যৱস্থাত ভাঙনে ধৰিছিল। মই ভাবিছোঁ যে চীনৰ বিষয়ে লিখা মোৰ আগৰ চিঠিখনত কৰব বোজা, পৰিৱৰ্ত্তন হৈ থকা অৰ্থনৈতিক অৱস্থা আৰু মানুহবিলাকৰ বাঢ়ি যোৱা অসন্তুষ্টিৰ কথা মই কৈছোঁ। মাঞ্চু চৰকাৰৰ বিৰুদ্ধে দেশৰ সকলো ভাগতে গুপ্ত সমিতিৰ উদ্ভৱ হৈছিল আৰু বিদ্ৰোহৰ পৰিৱেশ এটাৰ সৃষ্টি হৈছিল। বিদেশীৰ কানিৰ বাণিজ্য আৰু আন আন বস্তুৰ বাণিজ্যই অৱস্থা বেছি সংকটাপন্ন কৰিছিল। অৱশ্যে অতীততো চীনত বিদেশীৰ বাণিজ্য আছিল, কিন্তু সেই কালত অৱস্থা বেলেগ হৈছিল। পাশ্চাত্য দেশৰ বৃহৎ যন্ত্ৰ-উদ্যোগত অতি খৰকৈ বস্তুৰ উৎপাদন হৈছিল আৰু এই সকলোবোৰ বস্তু উৎপাদিত হোৱা দেশবিলাকতে বেচিব পৰা নহৈছিল। সেই কাৰণে তেওঁলোকে আন আন ঠাইত বজাৰ উলিয়াব লগা হৈছিল। চীন আৰু ভাৰতবৰ্ষৰ বজাৰ লাভ কৰিবলৈ এইটোৱেই তেওঁলোকক প্ৰেৰণা যোগাইছিল। এই বস্তুবিলাকে, বিশেষকৈ কানিয়ে বাণিজ্যৰ প্ৰাচীন ব্যৱস্থা ওলট-পালট কৰিছিল আৰু তাৰ ফলত অৰ্থনৈতিক বিশৃঙ্খলা বেছি হৈছিল। ভাৰতবৰ্ষৰ দৰে চীনৰো বজাৰত পৃথিৱীৰ বস্তুৰ দৰৰ প্ৰভাৱ পৰিবলৈ ধৰিছিল। এই সকলোবিলাকে দেশৰ মানুহৰ অসন্তোষ আৰু দুৰ্গতি বঢ়াই টেইপিং বিদ্ৰোহৰ বল বঢ়াইছিল।

পাশ্চাত্য শক্তিবিলাকৰ দম্ভালি আৰু হস্তক্ষেপ চীনত বাঢ়ি থকা কালছোৱাত চীনৰ পটভূমি এনে আছিল। তেওঁলোকৰ দাবী প্ৰতিহত কৰিবৰ কাৰণে যে চীনে

প্ৰায় একো কৰিব নোৱাৰিছিল তাত আচৰিত হব লগীয়া কথা একো নাছিল। আমি জানিব পাৰিম যে এই ইউৰোপীয় শক্তিবিলাকে আৰু বহুকালৰ পাচত জাপানে চীনৰ বিশৃঙ্খলা আৰু সঙ্কটবিলাকৰ পূৰা সুযোগ লৈ সেই দেশৰপৰা আছুতীয়া স্বত্ব আৰু ৰাজ্য বলেৰে লৈছিল। প্ৰকৃততে এই শক্তিবিলাকৰ মাজত পৰস্পৰ প্ৰতিদ্বন্দ্বিতা আৰু খিয়লাখিয়লি নথকা হলে চীনৰ গতিও ভাৰতবৰ্ষৰ গতিয়েই হলহেঁতেন আৰু সেই দেশ পাশ্চত্য শক্তি কেইটা আৰু জাপানৰ ভিতৰৰ কোনোবা এটা বা ততোধিক শক্তিৰ অধীনস্থ সাম্ৰাজ্য হলহেঁতেন।

১৯শ শতাব্দীৰ ভিতৰত চীনত হোৱা অৰ্থনৈতিক অচলাৱস্থা, টেইপিং বিদ্ৰোহ, খৃষ্টিয়ান ধৰ্ম্মপ্ৰচাৰক আৰু বিদেশী আক্ৰমণৰ সাধাৰণ পটভূমিৰ কথা কওঁতে মই মূল কাহিনীটোৰপৰা আঁতৰ হৈ গৈছো। কিন্তু ঘটনাবিলকৰ ভূমিকা বৃত্তান্ত বিবেচনাৰে বুজিৰ পৰা হবলৈ এইবিলাকৰ সম্পৰ্কে জনা উচিত। কাৰণ বুৰঞ্জীৰ ঘটনাবিলাক অদ্ভুত ঘটনাৰ দৰে হঠাতে নঘটে। বিবিধ কাৰণে ঘটনাবিলাক তেনেদৰে ঘটিব লগীয়া কৰে কাৰণে সেইবিলাক ঘটে। কিন্তু এই কাৰণবিলাক সঘনে স্পষ্ট নহয়, সেইবিলাক ঘটনাৰ তলত লুকাই থাকে। চীনৰ যি মাঞ্চু শাসকসকল অলপ দিনৰ আগলৈকে ইমান মহৎ আৰু পৰাক্ৰমী আছিল, তেওঁলোকে ভাগ্যৰ চকৰি এনেকৈ হঠাৎ ঘূৰাৰ কাৰণে নিশ্চয়কৈ বিস্ময় মানিছিল। সম্ভৱতঃ তেওঁলোকে বুজিব নোৱাৰিছিল যে তেওঁলোকৰ পতনৰ মূল তেওঁলোকৰ অতীততে আছিল; তেওঁলোকে পাশ্চাত্যৰ ঔদ্যোগিক প্ৰগতিৰ আৰু চীনৰ অৰ্থনৈতিক ব্যৱস্থাত ইয়াৰ বিপদজনক পৰিণতিৰ বিষয়ে সঠিক ধাৰণা কৰিব নোৱাৰিছিল। তেওঁলোক "আসুৰিক" বিদেশীবিলাকৰ অনধিকাৰ প্ৰৱেশত বৰকৈ বিৰক্ত হৈছিল। সেই কালৰ সম্ৰাট জনে এইবিলাক অনধিকাৰ প্ৰৱেশৰ উল্লেখ কৰি এটা আনন্দদায়ক প্ৰাচীন চীনা খণ্ডবাক্য ব্যৱহাৰ কৰিছিল। তেওঁ কৈছিল যে তেওঁ নিজৰ বিছনাৰ কাষত আন কাকো নাক বজাই শুবলৈ নিদিয়ে। যদিও এই শ্ৰেষ্ঠ প্ৰাচীন গ্ৰন্থবিলাকৰ গভীৰ জ্ঞান আৰু হাস্যৰসে দুৰ্ভাগ্যৰ কালত শান্ত আত্মবিশ্বাস আৰু শোভনীয় সহিষ্ণুতা শিকাইছিল, বিদেশীৰ আক্ৰমণ প্ৰতিহত কৰিবলৈ কিন্তু সেইবিলাক যথেষ্ট নাছিল।

নানকিঙৰ সন্ধিয়ে চীনত বৃটেনৰ কাৰণে পথ মুকলি কৰিছিল। কিন্তু বৃটেনে অকলে সকলোখিনি বিশাল সম্পত্তি ভোগ কৰিবলৈ নেপাইছিল। ফ্ৰান্স আৰু যুক্তৰাজ্যও সহজতে সোমাই তেওঁলোকেও চীনৰ লগত বাণিজ্যৰ সন্ধি কৰিছিল। চীনে কাৰো পৰা সহায় নৈপাইছিল আৰু তেওঁলোকৰ ওপৰত যি বাঁধ্যতা প্ৰয়োগ কৰা হৈছিল, সি তেওঁলোকৰ মনত বিদেশীবিলাকক ভাল পোৱাৰ ভাৱ উদ্ৰেক নকৰিছিল। তেওঁলোক এই "আসুৰিক মানুহবিলাকৰ" উপস্থিতিতে বৰকৈ বিৰক্ত হৈছিল। সিফালে বিদেশীবিলাকো তেতিয়াও অলপো সন্তুষ্ট নহৈছিল। তেওঁ-লোকৰ চীনক শোষণ কৰাৰ তৃষ্ণা বাঢ়িছিল। বৃটিছবিলাকে ইয়তো পুনৰ প্ৰাধান্য লাভ কৰিছিল।

সেই কালছোৱা বিদেশীবিলাকৰ কাৰণে বৰ অনুকূল আছিল, কাৰণ সেই-কালত চীন টাইপিং বিদ্ৰোহত ব্যস্ত থাকিব লগা হোৱাত তেওঁলোকে বিদেশীৰ প্ৰতিৰোধৰ একো উপায় কৰিব নোৱাৰিছিল। সেই কাৰণে বৃটিছবিলাকে যুদ্ধৰ

কিবা এটা অজুহাত উলিয়াবলৈ চেষ্টা কৰিছিল। ১৮৫৬ খৃঃত কেন্টনৰ চীনা ৰাজ-প্ৰতিনিধিজনে জলদস্যুতাৰ কাৰণে জাহাজ এখনৰ চীনা কৰ্ম্মচাৰীৰ দলটোক গ্ৰেপ্তাৰ কৰাইছিল। জাহাজখন চীনা মানুহৰ আছিল আৰু কোনো বিদেশী এই বিষয়ত সংশ্লিষ্ট নাছিল। কিন্তু জাহাজখনত বস্তু কাঢ়িয়াবলৈ অনুমতি দিয়া হংকং চৰকাৰৰ আদেশ এটাৰ কাৰণে বৃটিছ পতাকা উৰুৱা হৈছিল। ঘটনাক্ৰমে সেই আদেশৰ ম্যাদো আগতে শেষ হৈছিল। তথাপি নদীৰ পাৰত থকা বাঘ আৰু ভেৰা-পোৱালীৰ সাধুকথাটোত হোৱাৰ দৰে বৃটিছ চৰকাৰে ইয়াকে যুদ্ধৰ অজুহাত কৰিছিল।

ইংলেণ্ডৰপৰা সৈন্যৰ দল কিছুমান পঠোৱা হৈছিল। ঠিক সেই সময়তে ভাৰতবৰ্ষত ১৮৫৭ খৃঃৰ বিদ্ৰোহটো হোৱাত এই সকলোবিলাক সৈন্যৰ দল ভাৰত-বৰ্ষলৈ অনা হৈছিল। এই বিদ্ৰোহটো সম্পূৰ্ণ দমন নকৰালৈকে চীনৰ যুদ্ধ স্থগিত ৰাখিব লগা হৈছিল। ১৮৫৮ খৃঃত এই দ্বিতীয়খন চীনা যুদ্ধ আৰম্ভ হৈছিল। ইতিমধ্যে ফৰাচীবিলাকেও এই যুদ্ধত অংশ গ্ৰহণ কৰিবলৈ এটা চেলু আৱিষ্কাৰ কৰিছিল, কাৰণ চীনৰ কোনোবা এঠাইত আগতে এজন ফৰাচী ধৰ্ম্মপ্ৰচাৰক বধ কৰা হৈছিল। এইদৰে চীনাবিলাক টাইপিং বিদ্ৰোহত সম্পূৰ্ণ লিপ্ত থকা অৱস্থাত ইংৰাজ আৰু ফৰাচীবিলাকে চীনাবিলাকৰ ওপৰত বিস্তীৰ্ণভাৱে আক্ৰমণ চলাইছিল। বৃটিছ আৰু ফৰাচী চৰকাৰে ৰুচিয়া আৰু যুক্তৰাজ্যকো তেওঁলোকৰ লগ লজলৈ উদগোৱাৰ চেষ্টা চলাইছিল, কিন্তু তেওঁলোক মান্তি নহৈছিল। পিচে লুটৰ ভাগ লবলৈ তেওঁলোক বাঢ়িয়াকৈ সাজু হৈ আছিল। স্বৰূপাৰ্থত যুদ্ধ নহ'ল নতুনকৈ কেইটামান সন্ধি কৰা হ'ল। সেই সন্ধিবিলাকত চীনৰ লগত চাৰিওটা শক্তিয়ে চহী কৰিছিল, সেইবিলাক সন্ধিৰে চীনৰপৰা আৰু বেচি আছুতীয়া স্বত্ব আদায় কৰি লোৱা হৈছিল। বিদেশীৰ বাণিজ্যৰ কাৰণে আৰু বেচি বন্দৰ উন্মুক্ত কৰা হৈছিল।

কিন্তু দ্বিতীয় চীনা যুদ্ধখনৰ কাহিনী এতিয়াও শেষ হোৱা নাই। নাটকখনৰ আৰু এটা অঙ্কৰ অভিনয় হৈছিল আৰু এই অঙ্কটোৰ পৰিণাম আৰু বেচি বিষাদান্ত হৈছিল। সন্ধি কৰা হ'লে সংশ্লিষ্ট চৰকাৰবিলাকে সেই সন্ধি অনুমোদন আৰু মঞ্জুৰ কৰাৰ এটা ৰীতি আছে। এনে ব্যৱস্থা কৰা হৈছিল যে এবছৰৰ ভিতৰত পিকিঙত এই নতুন সন্ধিবিলাকৰ অনুমোদন কাৰ্য্য সমাধা কৰা হব। যেতিয়া ইয়াৰ সময় হৈছিল, তেতিয়া ৰুচিয়াত ৰাজদূতজন স্থলপথেদি ৰুচিয়াৰপৰা পোনে পোনে চীনলৈ আহিছিল। আন তিনি শক্তিৰ ৰাষ্ট্ৰদূত সাগৰেদি আহিছিল আৰু তেওঁ-লোকে তেওঁলোকৰ সৰু জাহাজ কেইখন পেইহো নদীয়েদি উজাই পিকিঙলৈ আনিব খুজিছিল। ঠিক সেই সময়তে টাইপিঙৰ বিদ্ৰোহীবিলাকে সেই নগৰখন আক্ৰমণ কৰিবলৈ আয়োজন কৰিছিল, আক্ৰমণ প্ৰতিৰোধ কৰিবৰ অৰ্থে নৈখনৰ কাষে কাষে দুৰ্গ সজাই নৈখন সুৰক্ষিত কৰা হৈছিল। সেই কাৰণে চীনা চৰকাৰে বৃটিছ ফৰাচী আৰু যুক্তৰাজ্যৰ ৰাষ্ট্ৰদূতক নৈখনেদি নাহি তাৰ অলপ দূৰৈৰ উত্তৰ ফালৰ স্থলপথেদি আহিবলৈ কৈছিল। এই অনুৰোধটো অযুক্তিকৰ নাছিল। আমেৰিকাৰ ৰাষ্ট্ৰদূতজনে এই অনুৰোধ ৰাখিবলৈ মান্তি হৈছিল, কিন্তু বৃটিছ আৰু ফৰাচী ৰাষ্ট্ৰদূত মান্তি নহৈছিল। পেইপিং নৈখন দুৰ্গৰম্বাৰা সুৰক্ষিত কৰি ৰখা সত্ত্বেও

তেওঁলোকে সেই নৈয়েদি বলেৰে উজাই আহিবলৈ চেষ্টা কৰিছিল। চীনাবিলাকে তেওঁলোকৰ ওপৰত গুলি চলাই তেওঁলোক উলটি যাবলৈ বাধ্য কৰিছিল, তেওঁলোকৰ বহুতো মানুহৰ মৃত্যু হৈছিল।

দাম্ভিক আৰু অতিপাত অহঙ্কাৰী যি চৰকাৰ কেইটাই তেওঁলোকৰ ভ্ৰমণ-পথটো বদলাবলৈ কৰা চীনা চৰকাৰৰ অনুৰোধ এটাও নুশুনিছিল তেওঁলোকে চীনাবিলাকৰ এই কাম সহ্য কৰিব নোৱাৰিছিল। প্ৰতিশোধ লবৰ কাৰণে আৰু বেচি সৈন্যদল মাতি অনা হৈছিল। ১৮৬০ খৃঃত তেওঁলোকে প্ৰাচীন নগৰ পিকিঙলৈ যুদ্ধ-যাত্ৰা কৰি তেওঁলোকৰ প্ৰতিশোধৰ চিন স্বৰূপে নগৰখনত থকা আটাইতকৈ বিস্ময়কৰ অট্টালিকা এটা ভাঙি লুটপাত কৰি জুই লগাই দি পুৰিছিল। এই অট্টালিকাটোৰ নাম আছিল "ইউয়েন-মিং-ইউয়েন", ই সম্ৰাটৰ গ্ৰীষ্মকালৰ কাৰেং আছিল, চিয়েন লুঙৰ ৰাজত্বকালত ইয়াক সম্পূৰ্ণ কৰা হৈছিল। চীনে সৃষ্টি কৰা আটাইতকৈ বেচি মনোহৰ কলা আৰু সাহিত্যৰ আপুৰুগীয়া সম্পত্তিৰে এই কাৰেংটো পৰিপূৰ্ণ হৈ আছিল। শ্ৰেষ্ঠ সৌন্দৰ্য্যৰ "ব্ৰোঞ্জ"ৰ প্ৰাচীন মূৰ্ত্তি, আচৰিত ৰকমে মনোহৰ "পোৰ্চলেইন" পাত্ৰ, আপুৰুগীয়া হস্তলিপি, চিত্ৰ, সকলো প্ৰকাৰৰ দুষ্প্ৰাপ্য আচৰিত বস্তু আৰু কলা কাৰুকাৰ্য্য আদি যিবিলাকৰ কাৰণে ১০০০ বছৰ চীন বিখ্যাত হৈ আছিল, সেই সকলোবিলাক তাত আছিল। কলা আৰু সাহিত্যৰ শত্ৰু অজ্ঞ ইংৰাজ আৰু ফৰাচী বাহিনীয়ে এই সম্পত্তিবিলাক লুটিলৈ সমুহীয়া মূৰ্ত্তিৰ কাৰণে একুৰা ডাঙৰ জুই দপদপীয়াকৈ জ্বলাই সেই জুইত এই-বিলাক সম্পত্তি পুৰি নাশ কৰিছিল, বহুত দিন সেই জুই জ্বলি আছিল! হেজাৰ হেজাৰ বছৰৰ এটা সংস্কৃতিৰম্বাৰা পৰিপুষ্ট চীনাবিলাকে সাহিত্য আৰু কলাৰ প্ৰতি কৰা এই শত্ৰুতাত অন্তৰত বৰ দুখ পাইছিল আৰু যিবিলাক ধ্বংসকাৰীয়ে কেৱল হত্যা আৰু ধ্বংস কৰিব জানিছিল, তেওঁলোকক অজ্ঞ, আসুৰিক মানুহ বুলি ভাবি-ছিল, ইয়াত আচৰিত হব লগীয়া কথা কিবা থাকিব পাৰে নে? হুন, মঙ্গোল আৰু প্ৰাচীন কালৰ আন বহুতো বৰ্ব্বৰ ধ্বংসকাৰীৰ স্মৃতি নিশ্চয় তেওঁলোকৰ মনলৈ আহিছিল।

কিন্তু বিদেশী "বৰ্ব্বৰবিলাকে" তেওঁলোকৰ বিষয়ে চীনাবিলাকে কি ভাবি-ছিল তালৈ অলপো মন নকৰিছিল। তেওঁলোকৰ অস্ত্ৰশস্ত্ৰ কঢ়িউৱা জাহাজবিলাক আৰু যুদ্ধৰ আধুনিক অস্ত্ৰশস্ত্ৰবিলাকৰ বলত তেওঁলোকে নিজক নিৰাপদ বুলি ভাবিছিল। যি মূল্যবান আৰু আপুৰুগীয়া সম্পত্তিবিলাক শ শ বছৰৰ ভিতৰত গোটোৱা হৈছিল, সেইবিলাক নাইকিয়া হোৱা কথাটোত তেওঁলোকে কিয় মূল্য দিব? চীনা কলা আৰু সংস্কৃতিৰ কাৰণে তেওঁলোকে কি মন কৰিব?

"যিয়েই হওক লাগে,
আমাৰ আছে স্বয়ংক্ৰিয়
'মেক্‌চিম' বন্দুক
তেওঁলোকৰ নাই।"

## ১১৫

## চীনৰ সংকট

২৪ ডিচেম্বৰ, ১৯৩২ খৃষ্টাব্দ

মোৰ আগৰ খন চিঠিত মই তোমাক ১৮৬০ খৃঃ ত বৃটিছ আৰু ফৰাচীবিলাকে পিকিঙৰ বিস্ময়কৰ গ্ৰীষ্ম কালৰ ৰাজ্যপ্ৰাসাদটো ধ্বংস কৰাৰ কথা কৈছোঁ। প্ৰবাদ মতে চীনাবিলাকে যুদ্ধ-বিৰতিৰ পতাকা এখনক অবমাননা কৰাৰ শাস্তি স্বৰূপে এই কাম কৰা হৈছিল। এনে কথা সঁচা হব পাৰে যে কেইটামান চীনা সৈন্যদল এই দোষত দোষী আছিল, তথাপি বৃটিছ আৰু ফৰাচীবিলাকে ইচ্ছাপূৰ্বক সাহিত্য আৰু কলাৰ প্ৰতি কৰা সেই শত্ৰুতাৰ কথাটো সকলোৰে কাৰণে প্ৰায় অবোধ্য। এই কামটো কেইজনমান অজ্ঞ সৈনিকৰ কাম নাছিল, কৰ্তৃত্বশীল মানুহৰহে কাম আছিল। এনে ঘটনা কিয় ঘটে? ইংৰাজ আৰু ফৰাচীবিলাক সভ্য আৰু সুৰুচিসম্পন্ন মানুহ, বহুতো প্ৰকাৰে তেওঁলোক আধুনিক সভ্যতাৰ পথ-প্ৰদৰ্শক। যদিও এই মানুহ-বিলাক তেওঁলোকৰ ব্যক্তিগত জীৱনত ভদ্ৰ আৰু বিবেচক, তথাপি তেওঁলোকে ৰাজহুৱা কাৰ্যকলাপত আৰু আন মানুহৰ লগত হোৱা সংঘৰ্ষৰ বেলিকা তেওঁলোকৰ সভ্যতা আৰু ভদ্ৰতাৰ সকলো কথা পাহৰে। এনে অনুমান হয় যে ব্যক্তিৰ পৰস্পৰ আচৰণ আৰু জাতিবিলাকৰ পৰস্পৰ আচৰণৰ মাজত এটা আচৰিত ধৰণৰ বিৰোধীতা আছে। শিশু আৰু লৰাছোৱালীবিলাকক অনুচিতকৈ স্বাৰ্থপৰ নহবৰলৈ, আনৰ কাৰণে ভাবিবলৈ আৰু উচিত আচৰণ কৰিবলৈ শিকোৱা হয়। আমাৰ সকলো শিক্ষাৰ উদ্দেশ্য হৈছে এনে শিক্ষা দিয়া আৰু কিছু পৰিমাণে আমি এনে শিক্ষা লাভ কৰোঁ। তাৰ পাচত যেতিয়া যুদ্ধ হয়, তেতিয়া আমি আমাৰ পুৰণি শিক্ষা পাহৰি যাওঁ আৰু আমাৰ অন্তৰত থকা পাশৱিক শক্তিয়ে দেখা দিয়ে। সেই কাৰণে ভদ্ৰ মানুহবিলাকেও পশুৰ দৰে আচৰণ কৰে।

যেতিয়া ফৰাচী আৰু জাৰ্মাণৰ নিচিনা দুটা পৰস্পৰ সমন্ধীয়া জাতিৰ মাজত যুদ্ধ লাগে, তেতিয়াও এনে হয়। কিন্তু যেতিয়া বেলেগ বেলেগ জাতিৰ মাজত সংঘৰ্ষ হয়, যেতিয়া ইউৰোপৰ জাতিবিলাক এচিয়া আৰু আফ্ৰিকাৰ জাতিবিলাকৰ বিৰুদ্ধে উঠে, তেতিয়া এনে অৱস্থা বহুত বেচি বেয়া হয়। বেলেগ বেলেগ জাতিয়ে পৰস্পৰৰ বিষয়ে অতি কম জানে, কাৰণ এজাতিৰ আভ্যন্তৰীণ অৱস্থাৰ বিষয়ে আন এটা জাতিয়ে একো নেজানে; আৰু য'ত অজ্ঞতা থাকে, তাত সহৃদয়তা নেথাকে। জাতিগত ঘৃণা আৰু বিদ্বেষ বাঢ়ে আৰু যেতিয়া দুটা জাতিৰ মাজত সংঘৰ্ষ হয় তেতিয়া ই ৰাজনৈতিক যুদ্ধই নহয়, তাতকৈ বহুত বেয়া কাৰ্য হয়—ই জাতিগত যুদ্ধ হয়। ইয়াৰপৰা ১৮৫৭ খৃঃৰ ভাৰতীয় বিদ্ৰোহটোত হোৱা সাংঘাতিক কামবিলাকৰ অৰ্থ আৰু এচিয়া আৰু আফ্ৰিকাত ইউৰোপীয় শক্তিবিলাকৰ সাহিত্য আৰু কলাৰ প্ৰতি কৰা শত্ৰুতাৰ অৰ্থ কিছু পৰিমাণে বুজা যায়।

এই সকলোবিলাক অতি দুখ লগা আৰু অতি নিৰ্বোধ যেন লাগে। কিন্তু য'ত এটা জাতিৰ ওপৰত আন এটা জাতিৰ, এটা জনসমূহৰ ওপৰত আন এটা জন-

সমূহৰ, এটা শ্ৰেণীৰ ওপৰত আন এটা শ্ৰেণীৰ আধিপত্য হয়, তাত বিতুষ্টি, সংঘাত আৰু বিদ্ৰোহ হোৱা অনিবাৰ্য আৰু শোষিত জাতি বা জনসমূহ বা শ্ৰেণীয়ে শোষকৰ হাতৰপৰা মুক্ত হবলৈ চেষ্টা কৰাও অনিবাৰ্য। এজনে আন এজনক এইদৰে শোষণ কৰাটোৱেই আমাৰ আধুনিক সমাজৰ আচল ভেটি, ইয়াকে পুঁজিবাদ বোলা হয়, সাম্ৰাজ্যবাদ ইয়াৰ পৰাই উদ্ভৱ হৈছে।

১৯শ শতাব্দীত বৃহৎ যন্ত্ৰ আৰু ঔদ্যোগিক উন্নতিয়ে পশ্চিম ইউৰোপৰ জাতি-বিলাকক আৰু আমেৰিকাৰ যুক্তৰাজ্যক সম্পত্তিশালী আৰু পৰাক্ৰমী কৰিছিল। তেওঁলোকে ভাবিবলৈ ধৰিছিল যে তেওঁলোক পৃথিৱীৰ অধিপতি, আনবিলাক জাতি তেওঁলোকতকৈ বহুত তলৰ আৰু সেইবিলাক জাতিয়ে তেওঁলোকক বাট এৰি দিয়া উচিত। তেওঁলোকে প্ৰকৃতিৰ শক্তিৰ ওপৰত কিছু পৰিমাণে আধিপত্য লাভ কৰি আনৰ প্ৰতি দাম্ভিক আৰু মদগৰ্বী হৈছিল। তেওঁলোকে পাহৰিছিল যে সভ্য মানুহে কেৱল যে প্ৰকৃতিকেহে সংযত কৰা উচিত এনে নহয়, তেওঁলোকে নিজকো সংযত কৰা উচিত। সেই কাৰণে আমি দেখিবলৈ পাওঁ যে ১৯শ শতাব্দীত প্ৰগতিশীল যিবিলাক জাতি বহুতো বিষয়ত আনবিলাক জাতিতকৈ বেচি উন্নত আছিল সেইবিলাকে যেনে আচৰণ কৰিছিল, তেনে আচৰণ দেখি অনুন্নত অসভ্য মানুহ এটায়ো লাজ পাব। সম্ভৱতঃ এইখিনি কথাই এচিয়া আৰু আফ্ৰিকাত যোৱা শতাব্দীতে নহয়, বৰ্তমান কালতো ইউৰোপীয় জাতিবিলাকৰ আচৰণ বুজাত তোমাক সহায় কৰিব।

তুমি নেভাবিবা যে আমাৰ শ্ৰেষ্ঠতা দেখুৱাবলৈ মই ইউৰোপীয় জাতিবিলাকক আমাৰ লগত বা আন জাতিবিলাকৰ লগত তুলনা কৰিছোঁ। তেনে কাৰণ মুঠেই নহয়। আমাৰ সকলোৰে দোষ-ত্ৰুটী আছে আৰু আমাৰ কিছুমান দোষ-ত্ৰুটী অতি বেয়া; এই-বিলাক নথকা হলে আমাৰ যি অধঃপতন হৈছে, তেনে নহলহেঁতেন।

এতিয়া আমি চীনৰ কথালৈ যাওঁ। বৃটিছ আৰু ফৰাচীবিলাকে গ্ৰীষ্ম-কালীন ৰাজপ্ৰাসাদটো ধ্বংস কৰি তেওঁলোকৰ পৰাক্ৰমৰ নমুনা দেখুৱাইছিল। ইয়াৰ পাচত তেওঁলোকে চীনক পুৰণি সন্ধিবিলাক মানিবলৈ বাধ্য কৰি সেই দেশৰপৰা নতুন নতুন আছুতীয়া স্বত্ব বলেৰে আদায় কৰি লৈছিল। এইবিলাক সন্ধি অনুসাৰে ছাংহাইত চীনা চৰকাৰে বিদেশী বিষয়াৰ অধীনত চীনৰ আমদানি আৰু ৰপ্তানিৰ শুল্ক সংগ্ৰহ কৰা বিষয়াৰ সেৱাটো সংগঠিত কৰিছিল। এই সংগঠনটোৰ নাম দিয়া হৈছিল "সম্ৰাটৰ সামুদ্ৰিক আমদানি আৰু ৰপ্তানি শুল্ক বিভাগ"।

এই কালছোৱাত যি টাইপিং বিদ্ৰোহে আগতে চীনক দুৰ্বল কৰি বিদেশী শক্তিবিলাকক সুযোগ দিছিল, তাক প্ৰবলভাৱে চলাই থকা হৈছিল। শেহান্তৰত ১৮৬৪ খৃঃত লি হুং চাং নামে চীনা শাসনকৰ্তা এজনে এই বিদ্ৰোহ দমন কৰিছিল, এওঁ চীনৰ এজন প্ৰধান ৰাজনীতিজ্ঞ লোক হৈছিল।

যেতিয়া ইংলেণ্ডে আৰু ফ্ৰান্সে সন্ত্ৰাসবাদেৰে চীনৰপৰা আছুতীয়া স্বত্ব আৰু ৰেহাই বলেৰে আদায় কৰি লৈ আছিল, সেই কালৰ উত্তৰ ফালে ৰুচিয়াই বেচি শান্তি-পূৰ্ণ পদ্ধতিৰে এটা অসাধাৰণ সফলতা লাভ কৰিছিল। মুঠেই কেইবছৰমান আগতে ৰুচিয়াই কনষ্টাণ্টিনোপল অধিকাৰ কৰিবলৈ ব্যগ্ৰ হৈ ইউৰোপত তুৰস্কক আক্ৰমণ কৰিছিল। ইংলেণ্ড আৰু ফ্ৰান্সে ৰুচিয়াৰ পৰাক্ৰম বাঢ়ি যোৱা দেখি ভয় কৰিছিল,

সেই কাৰণে তেওঁলোকে তুৰস্কৰ লগ লৈ ১৮৫৪-৫৬ খৃঃত ক্ৰিমিয়া যুদ্ধ নামৰ যুদ্ধত ৰুচিয়াক পৰাস্ত কৰিছিল। পশ্চিম ফালৰ যুদ্ধত পৰাজিত হৈ ৰুচিয়াই পূব ফাললৈ চকু দিবলৈ ধৰিছিল, আৰু এই ফালে তেওঁলোক বৰকৈ সফল হৈছিল। তেওঁলোকে শান্তিপূৰ্ণ উপায়েৰে চীনক উত্তৰ-পূব ফালৰ সাগৰৰ লগত সংযোগ থকা প্ৰদেশ এখন ভ্লাডিভোষ্টক নগৰ আৰু বন্দৰটোৰে সৈতে ৰুচিয়াক এৰি দিবলৈ মান্তি কৰাই-ছিল। ৰুচিয়াৰ এই বিজয়টো মুৰাভিয়েক নামে অতি সাহসী এজন ডেকা ৰুচ বিষয়াৰ কাৰণে হৈছিল। এইদৰে ইংলেণ্ড আৰু ফ্ৰান্সে তিনি বছৰ ধৰি আৰু নিৰ্বোধ ধ্বংসকাৰ্য্য চলাই যিমান লাভ কৰিছিল, ৰুচিয়াই বন্ধুত্বপূৰ্ণ পদ্ধতিৰে তাতকৈ বহুত বেচি লাভ কৰিছিল।

১৮৬০ খৃঃত অৱস্থা এনে আছিল। মাঞ্চুবিলাকৰ যি বৃহৎ চীনা সাম্ৰাজ্যখনে ১৮শ শতাব্দীৰ শেষৰ সময়ত এচিয়াৰ প্ৰায় আধা ভাগ সামৰি তাত আধিপত্য স্থাপন কৰিছিল, সেই সাম্ৰাজ্যখন এই কালত অবনত আৰু অপমানিত অৱস্থাত পৰিছিল। সুদূৰ ইউৰোপৰ পশ্চিমীয়া শক্তিবিলাকে ইয়াক পৰাজিত আৰু অবনত কৰিছিল; আভ্যন্তৰীণ বিদ্ৰোহ এটাই ইয়াক প্ৰায় নিঠৰুৱা কৰিছিল। এই সকলোবিলাকে চীনক সম্পূৰ্ণ বিচলিত কৰিছিল। সকলো ফাল যে ভালেৰে চলা নাছিল- এই কথাটো সুস্পষ্ট হৈছিল, তেতিয়া নতুন অৱস্থাৰ আৰু বিদেশীৰ ভীতি প্ৰদৰ্শনৰ সম্মুখীন হবৰ কাৰণে দেশখন পুনৰ সংগঠিত কৰিবলৈ চেষ্টা কৰা হৈছিল। সেই কাৰণে ১৮৬০ খৃঃৰ যি বছৰটোত চীন বিদেশী আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ সাজু হৈছিল, সেই বছৰটোক এটা নতুন যুগৰ সূত্ৰপাতৰ বছৰ বুলি ভাবিব পৰা হয়। চীনৰ প্ৰতিবেশী জাপান চীনতকৈ বহুত বেচি কৃতকাৰ্য হৈছিল, কিন্তু কিছু কালৰ কাৰণে বিদেশী শক্তিবিলাকক প্ৰতিহত কৰি ৰখাত চীন কৃতকাৰ্য হৈছিল।

বাৰ্লিনগেম নামৰ আমেৰিকান এজন চীনৰ পৰম বন্ধু আছিল, তেওঁৰ অধীনত চীনৰ এক দৌত্য সন্ধিকাৰী শক্তিবিলাকৰ ওচৰলৈ পঠোৱা হৈছিল আৰু তেওঁ সেই শক্তিবিলাকৰ পৰা চীনৰ কাৰণে বেচি উপকাৰী কিছুমান সৰ্ত লাভ কৰাত কৃতকাৰ্য হৈছিল। ১৮৬৮ খৃঃত আমেৰিকাৰ লগত চীনৰ নতুনকৈ এটা সন্ধি স্বাক্ষৰিত হৈ-ছিল আৰু এটা কৌতূহলজনক কথা দেখা গৈছিল যে এই সন্ধিত যুক্তৰাজ্যক অনুগ্ৰহ দেখুৱা আৰু ৰেহাই দিয়া স্বৰূপে চীনা বনুৱাক যুক্তৰাজ্যৰ বিভিন্ন ৰাজ্যলৈ উঠি যাবলৈ অনুমতি দিবলৈ চীনা চৰকাৰ মান্তি হৈছিল। সেই কালত প্ৰশান্ত মহাসাগৰৰ পশ্চিম ফালৰ ৰাজ্যবিলাকৰ, বিশেষকৈ কালিফৰ্নিয়াৰ উন্নয়নৰ কামত যুক্তৰাজ্য ব্যস্ত আছিল আৰু এই ৰাজ্যবিলাকত বনুৱা দুৰ্লভ আছিল। সেই কাৰণে তেওঁলোকে চীনা বনুৱা আমদানি কৰিছিল। কিন্তু ই নতুন সঙ্কটৰ কাৰণ হৈছিল। আমেৰিকান-বিলাকে চীনা বনুৱা সস্তা হোৱা কাৰণে আপত্তি কৰিছিল, তাৰ বাবে দুয়ো চৰকাৰৰ মাজত সংঘাতৰ সৃষ্টি হৈছিল। অলপ দিনৰ পাচত যুক্তৰাজ্যৰ চৰকাৰে চীনা মানুহ তালৈ উঠি যোৱাৰ প্ৰথাটো বন্ধ কৰিছিল, চীনাবিলাকে এই অপমানজনক ব্যৱহাৰত বিৰক্ত হৈ আমেৰিকাৰ বস্তু বৰ্জন কৰিছিল। পিচে এইটো এটা দীঘলীয়া কাহিনী আৰু ই আমাক বিংশ শতাব্দীলৈ আনে। এই বিষয়ে আমি বেচি আলোচনা কৰা উচিত নহব।

টাইপিং বিদ্ৰোহ সম্পূৰ্ণ দমন নো হওঁতেই মাঞ্চুবিলাকৰ বিৰুদ্ধে আন এটা বিদ্ৰোহ হৈছিল। এই বিদ্ৰোহটো 'আচল চীনৰ ভিতৰত নহৈছিল, পশ্চিম ফালে দূৰৈত এচিয়াৰ মাজ ভাগত থকা তুৰস্কত হৈছিল। এই অঞ্চলটোৰ বেচি সংখ্যক অধিবাসী মুচলিম; ইয়াকুব বেগ নামৰ নেতা এজনৰ অধীনত মুচলিম-বিলাকে ১৮৬৩ খৃঃত বিদ্ৰোহ কৰি শাসন চলোৱা চীনা বিষয়াবিলাকক তাৰপৰা খেদি পঠিয়াইছিল। দুটা কাৰণত এই স্থানীয় বিদ্ৰোহটো আমাৰ কাৰণে আকৰ্ষণীয় হৈছে। ৰুচিয়াই চীনৰ ৰাজ্য অধিকাৰ কৰাত ইয়াৰ সুযোগ লবলৈ চেষ্টা কৰিছিল। অৱশ্যে যেতিয়াই চীনৰ সঙ্কট হৈছিল, তেতিয়াই ইউৰোপীয়বিলাকৰ এইটো সুদৃঢ় কৌশল আছিল। কিন্তু সকলোকে আচৰিত কৰি চীনে ইয়াত সম্মতি নিদিছিল আৰু শেহান্তৰত ৰুচিয়াক অধিকৃত ঠাইবিলাক এৰি যাবলৈ বাধ্য কৰিছিল। মধ্য এচিয়াত ইয়াকুব বেগৰ বিৰুদ্ধে চীনা সেনাপতি চো চুং টানৰ অসাধাৰণ অভিযান এটাৰ কাৰণে এনে হৈছিল। এই সেনাপতিজনে নিজৰ সুবিধা মতে অতি লাহে-ধীৰে কাম চলাই-ছিল। তেওঁ ধীৰে ধীৰে যুদ্ধ-যাত্ৰা কৰিছিল, বছৰৰ পাচত বছৰ পাৰ হবলৈ দিয়াৰ পাচত তেওঁ বিদ্ৰোহীবিলাকৰ ওচৰ পাইছিলগৈ। স্বৰূপতে দুবাৰ তেওঁ তেওঁৰ সৈন্য-বাহিনীৰ যাত্ৰা ইমান দীঘলীয়া কাল স্থগিত ৰাখিছিল যে সেই কালৰ ভিতৰত সৈন্য-বাহিনীয়ে তেওঁলোকৰ ব্যৱহাৰৰ কাৰণে লগা খাদ্য শস্যৰ একোটা খেতি ৰুই-দাই শেষ কৰিছিল। সৈন্যবাহিনীৰ খাদ্য-সামগ্ৰী যোগোৱা সমস্যাটো সদায় কঠিন সমস্যা আৰু সৈন্যবাহিনীয়ে যেতিয়া গোবী মৰুভূমি পাৰ হৈ যাব লগা হৈছিল, তেতিয়া এই সমস্যাটো নিশ্চয় ভীষণ হৈছিল। সেই কাৰণে সেনাপতি চোৱে অসাধাৰণভাৱে নতুন উপায় এটাৰে ইয়াৰ সমাধান কৰিছিল। তাৰ পাচত তেওঁ ইয়াকুব বেগক যুদ্ধত পৰাস্ত কৰি সেই বিদ্ৰোহৰ অন্ত পেলাইছিল। প্ৰবাদ আছে যে কাছগৰ, তুৰ্ফান, ইয়াৰকণ্ড আদি ঠাইত তেওঁ চলোৱা অভিযানটো সামৰিক দৃষ্টিকোণৰ পৰা বিস্ময়কৰ আছিল।

চীনা চৰকাৰে মধ্য এচিয়াত ৰুচিয়াৰ লগত সন্তোষজনকভাৱে আপোচ-মীমাংসা কৰাৰ অলপ দিনৰ পাচতে তেওঁলোকৰ সুবিস্তীৰ্ণ কিন্তু ভাঙনমুখী সাম্ৰাজ্যখনৰ আন এটা ভাগত সঙ্কট হৈছিল। এই সঙ্কট হৈছিল চীনৰ অধীনস্থ ৰাজ্য আন্নামত। এই ৰাজ্যত ফৰাচীবিলাকৰ অভিসন্ধি আছিল, সেই কাৰণে চীন আৰু ফ্ৰান্সৰ মাজত যুদ্ধ লাগিছিল। পুনৰ চীনে সকলোকে আচৰিত কৰি যুদ্ধত কৃতকাৰ্যতা লাভ কৰিছিল আৰু ফ্ৰান্সে চীনক বশীভূত কৰিব নোৱাৰিছিল। ১৮৮৫ খৃঃত চীনৰ কাৰণে সন্তোষজনক এটা সন্ধি কৰা হৈছিল।

চীনত এইবিলাক পৰাক্ৰমৰ নিদৰ্শন দেখি সাম্ৰাজ্যবাদী শক্তিবিলাক যথেষ্ট অভিভূত হৈছিল। এনে অনুমান হৈছিল যেন চীনে ১৮৬০ খৃঃৰ আৰু তাৰ আগৰ দুৰ্বলতাবিলাক আঁতৰাই সেই দেশ পুনৰ শক্তিশালী হৈছিল। দেশত সংস্কাৰৰ কথা উঠিছিল আৰু বহুতে ভাবিছিল যে চীনৰ সকলো সঙ্কটৰ অৱসান হৈছিল। এই কাৰণেই ইংলেণ্ডে ১৮৮৬ খৃঃত ব্ৰহ্মদেশ অধিকাৰ কৰোঁতে চীনক প্ৰতি দহ বছৰে ৰীতিমতে কৰ দিবলৈ প্ৰতিশ্ৰুতি দিছিল।

কিন্তু চীনৰ সঙ্কটবিলাকৰ মূৰ মৰিবলৈ তেতিয়াও বহুতো বাকী আছিল।

সেই দেশৰ ভাগ্যত তেতিয়াও বহুতো অপমান, দুঃখ-কষ্ট আৰু কন্দল আছিল। সেই দেশৰ বেয়া ফালটো অকল সৈন্যবাহিনী বা নৌবাহিনীৰ দুৰ্বলতাতে নাছিল, এনে কিবা এটাত আছিল যাৰ মূল বহুত বেচি গভীৰ আছিল। সেই দেশৰ সামাজিক আৰু অৰ্থনৈতিক গাঁথনি গোটেইটোৱেই লণ্ডভণ্ড হৈছিল। তোমাক মই আগতে কৈছোঁ যে ১৯শ শতাব্দীৰ আৰম্ভণিৰ ভাগতে ইয়াৰ অৱস্থা বেয়া হৈছিল, সেই কালতে মাণ্ডুবিলাকৰ বিৰুদ্ধে বহুত গুপ্ত সমিতি স্থাপিত হৈছিল। বিদেশীৰ বাণিজ্য আৰু ঔদ্যোগীকৃত দেশবিলাকৰ লগত থকা সম্পৰ্কই অৱস্থা বেচি বেয়া কৰিছিল। ১৮৬০ খৃঃৰ পাচত চীনত যি শক্তি দেখা গৈছিল, তাত অতি অলপহে বাস্তৱতা আছিল। ঠায়ে ঠায়ে উৎসাহী বিষয়াবিলাকে, বিশেষকৈ লি হুং চাঙে কিছুমান স্থানীয় সংস্কাৰ সাধন কৰিছিল। কিন্তু এইবিলাকে সমস্যাটোৰ মূল চুব নোৱাৰিছিল আৰু যি ৰোগে চীনক দুৰ্বল কৰিছিল, তাক গুচাব নোৱাৰিছিল।

এই বছৰ কেইটাত চীনৰ শক্তিৰ বাহ্যিক প্ৰকাশটোৰ আচল কাৰণ আছিল এই যে তেতিয়া দেশৰ শাসনৰ অধিপতিজন আছিল এগৰাকী সবল শাসক। তেওঁ আছিল এগৰাকী অসাধাৰণ মহিলা, বিধবা সম্ৰাজ্ঞী জু-হ্চি। তেওঁৰ কেচুবা পুতেক নামমাত্ৰ সম্ৰাট হোৱাৰ কাৰণে তেওঁৰ হাতলৈ ক্ষমতা আহিছিল, তেতিয়া তেওঁৰ বয়স মুঠেই ২৬ বছৰ আছিল। ৪৭ বছৰ তেওঁ উৎসাহ-উদ্দীপনাৰে চীন দেশ শাসন কৰিছিল। তেওঁ কাৰ্যদক্ষ বিষয়া বাছি লৈছিল আৰু তেওঁলোকো তেওঁৰ উৎসাহ-উদ্দীপনাৰ এটা ভাবৰ দ্বাৰা উদ্বুদ্ধ হৈছিল। এই কাৰণেই আৰু এই মহিলাগৰাকীৰ কাৰণেই চীনে আগেয়ে বহুত বছৰ যেনে শক্তি দেখুৱাইছিল তাতকৈ বেচি চকত লগাকৈ শক্তি দেখুৱাইছিল।

কিন্তু ইতিমধ্যে ঠেক সাগৰখনৰ সিপাৰে জাপানে আচৰিত কাম কৰিছিল আৰু সেই দেশখন একেবাৰে চিনিব নোৱাৰাকৈ পৰিৱৰ্তিত হৈছিল। সেই কাৰণে আমি ইয়াৰ পাচত জাপানলৈ যাব লাগিব।

## ১১৬

## জাপান দ্ৰুত গতিৰে আগুৱাই যায়

২৭ ডিচেম্বৰ, ১৯৩২ খৃষ্টাব্দ

বহুত দিনৰ আগতে মই তোমালৈ জাপানৰ বিষয়ে লিখিছিলোঁ। পাঁচ মাহৰো অধিক সময়ৰ আগতে (৮১ ক্ৰমিক নম্বৰৰ চিঠিত) মই তোমাক কৈছিলোঁ কেনেকৈ সপ্তদশ শতাব্দীত এই দেশখন আচৰিত ধৰণেৰে আন দেশৰ পৰা বিচ্ছিন্ন হৈ আছিল। ১৬৪১ খৃৰ পৰা ২০০ বছৰৰো অধিক কাল জাপানৰ মানুহবিলাকে পৃথিৱীৰ আন ভাগৰ পৰা বিচ্ছিন্ন হৈ বাস কৰিছিল। এই দুশ বছৰৰ ভিতৰত ইউৰোপ, এচিয়া আৰু আমেৰিকাত, আন কি আফ্ৰিকাতো গুৰুত্বপূৰ্ণ পৰিৱৰ্তন হৈছিল। এই যুগত ঘটা কিছুমান উত্তেজনাপূৰ্ণ ঘটনাৰ বিষয়ে মই তোমাক আগতে কৈছোঁ। কিন্তু এইবিলাক ঘটনাৰ কোনো বাতৰিয়েই আছুতীয়াকৈ থকা এই জাতিটোৰ ওচৰলৈ

নগৈছিল; জাপানৰ প্ৰাচীনযুগীয়া সামন্তবাদী আকাশখন সঞ্চালিত কৰিবলৈ বাহিৰৰ পৰা অলপো বতাহ তালৈ নগৈছিল। প্ৰায় এনে অনুমান হৈছিল যেন কালৰ গতি আৰু পৰিবৰ্তন আগতে বোধ কৰা হৈছিল আৰু ১৭শ শতাব্দীৰ মাজ ভাগটোক তাত বন্দী কৰি ৰখা হৈছিল। কাৰণ কাল যদিও ক্ৰমান্বয়ে পাৰ হৈ গৈ আছিল, তথাপি দেশখনৰ চিত্ৰটো একেই থকা যেন দেখা গৈছিল। তেতিয়া জাপান আছিল সামন্তবাদী আৰু জমিদাৰৰ শ্ৰেণীটো ক্ষমতাত অধিষ্ঠিত আছিল। সম্ৰাটজনৰ প্ৰায় একো ক্ষমতা নাছিল; আচল শাসক আছিল "ছগুন" জন, তেওঁ এটা ডাঙৰ গোষ্ঠীৰ নেতা আছিল। ভাৰতবৰ্ষৰ ক্ষত্ৰিয়বিলাকৰ দৰে তাত এটা যুজাৰুৰ শ্ৰেণী আছিল, সেই শ্ৰেণীটোক "চামুৰায়" বোলা হৈছিল। সামন্ত জমিদাৰবিলাক আৰু চামুৰায়বিলাক শাসন চলোৱা শ্ৰেণী আছিল। সঘনে বিভিন্ন জমিদাৰ আৰু গোষ্ঠীবিলাকে পৰস্পৰ কাজিয়া কৰিছিল। কিন্তু খেতিয়ক আৰু আন সকলো মানুহক উৎপীড়ন আৰু শোষণ কৰাত এওঁলোক সকলো একে লগ হৈছিল।

তথাপি জাপানত শান্তি আছিল। আগতে বহুকাল অনেক গৃহ-যুদ্ধ চলাৰ কাৰণে দেশখন জুৰুলা হৈছিল, সেইবিলাকৰ পাচত এই শান্তি অতি আদৰণীয় হৈছিল। যুজাৰু আৰু শ্ৰেষ্ঠ সম্ভ্ৰান্ত মানুহ "ডাইমিও"বিলাকৰ কিছুমানক দমন কৰা হৈছিল। ধীৰে ধীৰে জাপানে গৃহযুদ্ধৰপৰা হোৱা ক্ষয়-ক্ষতিবিলাক পূৰাই পুনৰ সবল হবলৈ ধৰিছিল। মানুহবিলাকৰ উদ্যোগ, কলা, সাহিত্য আৰু ধৰ্মলৈ বেচিকৈ ধাউতি হৈছিল। খৃষ্টিয়ান ধৰ্ম আগতে দমন কৰা হৈছিল, বৌদ্ধ ধৰ্মৰ আৰু পিচৰ কালত "ছিণ্টো" ধৰ্মৰ পুনৰুত্থান হৈছিল, "ছিণ্টো" ধৰ্মটো পূৰ্বপুৰুষসকলক পূজা কৰা জাপানীবিলাকৰ মাজত প্ৰচলিত বিশেষ ধৰণৰ ধৰ্ম। সামাজিক আচৰণ আৰু নীতি-নীতি বিষয়ত চীনৰ সিদ্ধ পুৰুষ কনফিউচিয়াচ আদৰ্শ স্থানীয়। ৰাজ-সভাৰ আৰু সম্ভ্ৰান্ত লোকসকলৰ দৰবাৰৰ মানুহবিলাকৰ মাজত কলাৰ সমৃদ্ধি হৈছিল। কিছুমান প্ৰকাৰে জাপানৰ চিত্ৰটো মধ্য যুগৰ ইউৰোপৰ চিত্ৰৰে সৈতে একে আছিল।

কিন্তু পৰিৱৰ্তন ৰূদ্ধ কৰি ৰখা সিমান সহজ নহয়; যদিও বাহিৰৰ সম্পৰ্ক বন্ধ কৰা হৈছিল, তথাপি জাপানৰ ভিতৰতে পৰিৱৰ্তনৰ চেষ্টা চলিছিল, অৱশ্যে অৱস্থা ভেদে এই পৰিৱৰ্তন যি পৰিমাণে হ'লহেতেন, তাতকৈ বেচি ধীৰে ধীৰে হৈছিল। আন দেশত হোৱাৰ দৰে জাপানতো সামন্ত-প্ৰথাই অৰ্থনৈতিক অচলাৱস্থালৈ গতি কৰিছিল। মানুহৰ বিৰক্তি বাঢ়িছিল আৰু ছগুনজন শাসনৰ অধিপতি আছিল কাৰণে তেওঁকে এই বিৰক্তিৰ কাৰণে জগৰীয়া কৰা হৈছিল। সম্ৰাটজনক সূৰ্য বংশৰ বংশধৰ বুলি ভবা হৈছিল, ছিণ্টো পূজাৰ সংবৰ্ধনে মানুহবিলাকক সম্ৰাটৰ বেচি অনুগত কৰিছিল। এইদৰে প্ৰচলিত বিৰক্তিৰপৰা জাতীয়তাবাদৰ উদ্যম এটাৰ উদ্ভৱ হৈছিল আৰু অৰ্থনৈতিক অচলাৱস্থা এই উদ্যামটোৰ মূলত থকাৰ কাৰণে ইয়ে অনিবাৰ্য ৰূপে পৰিৱৰ্তন আনিলেহেতেন আৰু জাপানক পৃথিৱীৰ কাৰণে উন্মুক্ত কৰিলেহেতেন।

বিদেশী শক্তিবিলাকে জাপানক উন্মুক্ত কৰিবলৈ আগতে বহুতো চেষ্টা কৰিছিল, কিন্তু তেওঁলোক বিফল হৈছিল। ১৯শ শতাব্দীৰ প্ৰায় মাজ ভাগত আমেৰিকাৰ


জাপানৰ অগ্রগতি
ৰা চি য়া
চাখালিন
মাঞ্চুৰিয়া
ম ঙ্গো লি য়া
ভ্লাডিভস্টক
পিকিঙ
পোর্ট আর্থাৰ
কোৰিয়া
জাপান
হোৱাং হো
নানকিঙ
চী ন
চাংহাই
য়াংচি
ক্যাণ্টন
ফৰমোচা
চীন (১৮৯৫) আৰু
ৰাচিয়াৰ (১৯০৫)
লগত যুদ্ধৰ ফলত
জাপানৰ অধিকাৰ
ভুক্ত ৰাজ্য

যুক্তৰাজ্যই এই বিষয়ত বৰকৈ মন মেলিছিল। তেওঁলোকৰ ৰাজ্য অলপ দিনৰ আগতে পশ্চিম ফালে কালিফর্নিয়ালৈকে বিস্তৃত হৈছিল আৰু সেই কালত চানফ্ৰান্সিস্কো এটা প্ৰধান বন্দৰ হৈছিল। চীনৰ লগত নতুন কৈ চলোৱা বাণিজ্য লোভনীয় হৈছিল, কিন্তু প্ৰশান্ত মহাসাগৰ পাৰ হৈ চীনলৈ অহা ভ্ৰমণটো দীঘলীয়া আছিল। সেই কাৰণে তেওঁলোকে এই দীঘলীয়া ভ্ৰমণত মাজ-বাটত জিৰণি লবলৈ আৰু আৱশ্যকীয় সামগ্ৰী গোটাই লবলৈ জাপানৰ বন্দৰ এটাত জাহাজ লগাব খুজিছিল। এই কাৰণেই আমেৰিকাই জাপানক উন্মুক্ত কৰিবলৈ নেৰানেপেৰাকৈ চেষ্টা কৰিছিল।

১৮৫৩ খৃঃত আমেৰিকাৰ নৌবাহিনীৰ এটা ভাগ আমেৰিকাৰ ৰাষ্ট্ৰপতিৰ চিঠি এখন লৈ জাপানলৈ আহিছিল। এই জাহাজবিলাকেই জাপানে প্ৰথমতে দেখা বাষ্পৰে চলোৱা জাহাজ আছিল। তাৰ এবছৰৰ পাচত ছগুণে দুটা বন্দৰ উন্মুক্ত কৰিবলৈ মান্তি হৈছিল। বৃটিছ, ৰুচ আৰু ওলন্দাজবিলাকেও এই কথা জানি অচিৰে অহি ছগুনৰ লগত একে ৰকমৰ সন্ধি কৰিছিল। এইদৰে ২১৩ বছৰৰ পাচত জাপান পুনৰ পৃথিৱীৰ কাৰণে উন্মুক্ত হৈছিল।

কিন্তু সম্মুখত সঙ্কট আছিল। বিদেশী শক্তিবিলাকৰ আগত ছগুনে নিজক সম্ৰাট বুলি দেখুৱাইছিল। তেওঁ তেতিয়া জনপ্ৰিয় নাছিল, তেওঁৰ বিৰুদ্ধে আৰু তেওঁ বিদেশীৰ লগত কৰা সন্ধিবিলাকৰ বিৰুদ্ধে এটা ডাঙৰ আন্দোলন হৈছিল। কিছুমান বিদেশীক হত্যা কৰা হৈছিল আৰু তাৰ ফলত বিদেশী শক্তিবিলাকে নৌবাহিনীৰে এটা আক্ৰমণ চলাইছিল। অৱস্থা ক্ৰমে বেচি বেয়া হৈ গৈছিল, অৱশেষত ১৮৬৭ খৃঃত ছগুনক তেওঁৰ বিষয়-বাব এৰি দিবলৈ মান্তি কৰোৱা হৈছিল। এইদৰে "তকুগাৱা ছুগন"-বিলাকৰ ৰাজত্বৰ অন্ত পৰিছিল। তোমাৰ মনত আছে নে নাই কব নোৱাৰোঁ—এই ৰাজত্ব ১৬০৩ খৃঃত আয়েয়াচুৱে আৰম্ভ কৰিছিল। এই ৰাজত্বই নহয়, ছগুনৰ ৰাজত্বৰ যি পদ্ধতিটো প্ৰায় ৭০০ বছৰ চলি আছিল, সেই গোটেই পদ্ধতিটোৰে অন্ত পৰিছিল।

নতুন সম্ৰাটজনে এতিয়া নিজৰ স্বত্ব লাভ কৰিছিল। তেওঁ যেতিয়া চৈধ্য বছৰীয়া লৰা আছিল, তেতিয়া সম্ৰাট মুৎচহিটো নামে সিংহাসনত উঠিছিল। ১৮৬৭ খৃঃৰ পৰা ১৯১২ খৃঃ লৈ ৪৫ বছৰ তেওঁ ৰাজত্ব কৰিছিল আৰু এই কালছোৱাক "মেইজি" (উন্নত শাসনৰ) যুগ বোলা হৈছিল। তেওঁৰ ৰাজত্বৰ কালতে জাপান ক্ৰমে আগুৱাই গৈছিল আৰু পশ্চিমীয়া জাতিবিলাকক অনুকৰণ কৰি বহুতো বিষয়ত তেওঁলোকৰ সমকক্ষ হৈছিল। এপুৰুষত এনে বিৰাট পৰিৱৰ্তন সংঘটিত কৰা কামটো অসাধাৰণ আৰু বুৰঞ্জীত তাৰ তুলনা নাই। জাপান এটা প্ৰধান ঔদ্যোগিক জাতিত আৰু পশ্চিমীয়া শক্তিবিলাকৰ লগত মিলাকৈ এটা সাম্ৰাজ্যবাদী আৰু লুণ্ঠনকাৰী জাতিত পৰিণত হৈছিল। সেই দেশ প্ৰগতিৰ সকলোবিলাক বাহ্যিক নিদৰ্শনৰ অধি-কাৰী হৈছিল। উদ্যোগ বিষয়ত সেই দেশে আন কি তেওঁলোকৰ শিক্ষাগুৰুসকলকো ছেৰ পেলাই উন্নতি কৰিছিল। সেই দেশৰ লোক-সংখ্যা ক্ষিপ্ৰ গতিৰে বাঢ়িছিল। সেই দেশৰ জাহাজবিলাক ঘূৰণীয়া পৃথিৱীখনৰ সকলো ভাগলৈকে গৈছিল। জাপান এটা বৃহৎ শক্তিত পৰিণত হৈছিল আৰু আন্তৰ্জাতিক বিষয়ত সেই দেশৰ ঘোষিত মত সসম্মানে সকলোৱে শুনিছিল। তথাপি এই সকলোবিলাক পৰিৱৰ্তনে জাতিটোৰ

অন্তৰৰ মৰ্মস্থান নছুইছিল। পৰিৱৰ্তনবিলাক অমূলক বুলি কোৱাও ভুল হব, কাৰণ সেইবিলাক তাতকৈ বহুত বেচি উন্নত আছিল। কিন্তু শাসকসকলৰ দৃষ্টিভঙ্গী তেতিয়াও সামন্তবাদী হৈ আছিল আৰু তেওঁলোকে মৌলিক পৰিৱৰ্তনবিলাকক সামন্তবাদী সঙ্কীৰ্ণ গাঁথনিটোৰ লগ লগাবলৈ বিচাৰিছিল। তেওঁলোক কিছু পৰিমাণে কৃতকাৰ্য হৈছিল যেন দেখা গৈছিল।

যিবিলাক মানুহে এই ডাঙৰ পৰিৱৰ্তনবিলাকৰ দায়িত্ব বহন কৰিছিল, তেওঁ-লোক অভিজাত শ্ৰেণীৰ এদল দূৰদৰ্শী লোক আছিল। তেওঁলোকক "প্ৰবীণ ৰাজনীতি-বিদ" বোলা হৈছিল। জাপানত বিদেশী বিৰোধী বিক্ষোভ প্ৰদৰ্শন হওঁতে যেতিয়া বিদেশী যুদ্ধ-জাহাজৰ পৰা বোমা নিক্ষেপ কৰি জাপানীবিলাকক আক্ৰমণ কৰা হৈছিল, তেতিয়া তেওঁলোকে নিজৰ নিৰুপায় অৱস্থাৰ কথা বুজি পাই অত্যন্ত অপমান বোধ কৰিছিল। তেওঁলোকে নিজৰ ভাগ্যক গৰিহণা দি চুলি ছিঙি নিজৰ নিৰুপায় অৱস্থা প্ৰকাশ কৰাৰ সলনি এই পৰাজয় আৰু অৱমাননাৰ পৰা এটা শিক্ষা লবলৈ স্থিৰ কৰিছিল। "প্ৰবীণ ৰাজনীতিবিদসকলে" সংস্কাৰৰ কাৰ্যসূচী এটা উদ্ভাবন কৰি লৈ সেই কাৰ্যসূচী নিষ্ঠাৰে চলাইছিল।

সামন্তবাদী প্ৰাচীন "ডাইমিও" বিলাকৰ অন্ত কৰা হৈছিল। সম্ৰাটৰ ৰাজধানী কিউটোৰপৰা ইয়েডোলৈ স্থানান্তৰিত কৰা হৈছিল, ইয়েডোক পুনৰ নামকৰণ কৰাত ই এতিয়া টকিও হৈছে। নতুন সংবিধান এখন ঘোষণা কৰা হৈছিল, এই সংবিধান মতে দুখন সদন থকা এখন সংসদ ("পাৰ্লামেণ্ট") হৈছিল, নিম্ন সদনৰ সদস্যসকল নিৰ্বাচিত হৈছিল আৰু উচ্চ সদনৰ সদস্যসকল মনোনীত কৰা হৈছিল। শিক্ষা, আইন, উদ্যোগ আৰু আন সকলো বিভাগত পৰিৱৰ্তন সধা হৈছিল। কাৰখানাবিলাকৰ বেচি সংবৰ্ধন হৈছিল আৰু আধুনিক সৈন্যবাহিনী আৰু নৌবাহিনী সংগঠিত কৰা হৈছিল। বিদেশপৰা পাৰদৰ্শী লোকক মাতি অনা হৈছিল আৰু জাপানী ছাত্ৰক ইউৰোপ আৰু আমেৰিকালৈ পঠোৱা হৈছিল, ভাৰতবাসীসকলে অতীতত কৰাৰ দৰে এই ছাত্ৰ-বিলাকক বাৰিষ্টাৰ বা এনে কিবা এজন হবলৈ পঠোৱা হোৱা নাছিল, তেওঁলোকক পঠোৱা হৈছিল বৈজ্ঞানিক হবলৈ আৰু কাৰিকৰী বিদ্যাত বিশেষজ্ঞ হবলৈ।

"প্ৰধান ৰাজনীতিবিদসকলে এই সকলোবিলাক কাম সম্ৰাটৰ নামত কৰিছিল: নতুন পাৰ্লামেণ্ট আৰু আন পৰিৱৰ্তনবিলাক হোৱা সত্বেও সম্ৰাটজন আইন মতে জাপানী সাম্ৰাজ্যৰ সৰ্বশক্তিমান শাসক আছিল। তদুপৰি তেওঁলোকে এই সংস্কাৰ-বিলাক বঢ়াই লৈ যোৱাৰ লগে লগে সম্ৰাটক পূজা কৰাৰ ধৰ্মমূলক পদ্ধতিটোও বিস্তাৰ কৰিছিল। এইটো এটা আচৰিত সংযোগ আছিল ঃ এফালে কাৰখানা আৰু আধুনিক উদ্যোগ আৰু সংসদী শাসন-ব্যৱস্থাৰ আভাস আৰু আন ফালে ঐশ্বৰিক সম্ৰাটৰ মধ্য-যুগীয়া পূজা। এই দুয়োটা কথা একেলগে, আন কি অলপ কালৰ কাৰণেও, কেনেকৈ চলিব পাৰিছিল তাক বুজা টান। তথাপি এই দুয়োটা কথা একেলগে কোবেৰে চলি আছিল, আন কি বৰ্তমান কালতো এই দুটাৰ লগ এৰাএৰি হোৱা নাই। "প্ৰবীণ ৰাজনীতিবিদ" সকলে সম্ৰাটৰ প্ৰতি ভক্তিৰ এই প্ৰধান অনুভূতিটো দুই প্ৰকাৰে ব্যৱহাৰ কৰিছিল। তেওঁলোকে ৰক্ষণশীল আৰু সামন্তবাদী শ্ৰেণীবিলাকৰ মাজত এই সংস্কাৰ-বিলাক বলেৰে চলাইছিল, এই শ্ৰেণীবেলাকে এই সংস্কাৰবিলাকৰ বিৰোধিতা কৰিলে-

হে'তেন কিন্তু সম্রাটৰ নামটোৰ সম্ভ্রমে তেওঁলোকক সৈমান কৰাইছিল; আৰু সাম্রাজ্যৰ বিভাগ বেচি প্রগতিশীল মানুহে বেচি বেগেৰে উন্নতি কৰিব আৰু সামন্তবাদ গুচাব খুজিছিল, তেওঁলোকে সেই ভাগ মানুহক চম্ভালি ৰাখিছিল।

১৯শ শতাব্দীৰ শেষাৰ্ধৰ ভিতৰত চীন আৰু জাপানৰ পাৰ্থক্যটো বিশেষকৈ চকুত লগা আছিল। জাপান বৰ বেগেৰে পশ্চিমীয়া দেশবিলাকৰ নিচিনা হৈছিল, কিন্তু আমি আগতে জানিব পাৰিছোঁ আৰু পাচত আৰু বেচিকৈ জানিম যে চীন অত্যন্ত অসাধাৰণ সঙ্কট কিছুমানত সাঙোৰ খাই আছিল। এনে কিয় হৈছিল? চীন দেশৰ বিশালতাই, সেই দেশৰ অতি বেচি লোকসংখ্যা আৰু বিৰাট আয়তনে তাত পৰিৱৰ্তন ঘটোৱা কষ্টসাধ্য কৰিছিল। ভাৰতবৰ্ষৰো আয়তন বিৰাট আৰু লোকসংখ্যা অতি বেচি, এইবিলাক দেখাত শক্তিৰ মূল যেন লাগে, কিন্তু এইবিলাকৰ পৰা ভাৰতবৰ্ষৰো অপকাৰ হৈছে। চীনৰ শাসন-ব্যৱস্থাও যথোচিত ৰূপে কেন্দ্ৰীভূত নাছিল, অৰ্থাৎ দেশখনৰ প্ৰত্যেক ভাগতে বহুতো পৰিমাণে স্বায়ত্ত শাসন চলিছিল। সেই কাৰণে চীনৰ কেন্দ্ৰীয় চৰকাৰে জাপানত কৰাৰ দৰে হস্তক্ষেপ কৰি ডাঙৰ পৰিৱৰ্তন সাধা সহজ নাছিল। তদুপৰি চীনৰ শ্ৰেষ্ঠ সভ্যতা বহুত হেজাৰ বছৰত প্ৰতিষ্ঠিত হৈছিল আৰু সেই সভ্যতা সেই দেশৰ মানুহৰ জীৱনৰ লগত ইমান ঘনিষ্ঠ ভাবে মিহলি হৈছিল যে ইয়াক সহজতে এৰিব পৰা নহৈছিল। এই বিষয়তো আমি ভাৰতবৰ্ষক চীনৰ লগত বিজাব পাৰোঁ। আন ফালেদি জাপানে চীনৰ সভ্যতা ধাৰ কৰি লৈছিল, সেই কাৰণে জাপানে বেচি সহজতে সেই সভ্যতাৰ সলনি আন সভ্যতা লব পাৰিছিল। চীনৰ সঙ্কটবিলাকৰ আন এটা কাৰণ আছিল ইউৰোপীয় শক্তিবিলাকৰ অবিৰত হস্তক্ষেপ। চীন দেশ আছিল মহাদেশৰ বিশেষত্ব থকা এখন বিৰাট দেশ। জাপানৰ দ্বীপ কেইটাই কৰাৰ দৰে চীনে আন দেশৰ লগত সম্পৰ্ক ছেদ কৰি থাকিব নোৱাৰিছিল। উত্তৰ আৰু উত্তৰ-পশ্চিম ফালে ৰুচিয়াই চীনৰ ৰাজ্য চুইছিল, দক্ষিণ-পশ্চিম ফালে বৃটিছ সাম্রাজ্য আছিল, দক্ষিণ ফালে ফৰাচীবিলাকে ধীৰে ধীৰে আগুৱাইছিল। এই ইউৰোপীয় শক্তিবিলাকে চীনৰ পৰা গুৰুত্বপূৰ্ণ আছুতীয়া স্বত্ব বলেৰে আদায় কৰিব পাৰিছিল আৰু সেই দেশত তেওঁলোকৰ বাণিজ্য বিষয়ৰ বৃহৎ স্বাৰ্থৰ উন্নতি সাধিছিল। এই স্বাৰ্থবিলাকৰ কাৰণে তেওঁলোকে হস্তক্ষেপ কৰিবলৈ অজুহাত উলিয়াইছিল।

এইদৰে চীনে যেতিয়া কণামুনাকৈ খুঁজি থাকি নতুন অৱস্থাৰ লগত নিজক খাপ খুৱাবলৈ প্ৰায় বিফল চেষ্টা কৰি আছিল, তেতিয়া জাপান প্ৰচণ্ড বেগেৰে আগুৱাই গৈছিল। তথাপি ইয়াত লক্ষ্য কৰিব লগীয়া এটা আচৰিত কথা আছে। জাপানে পশ্চিমীয়া যন্ত্ৰ আৰু উদ্যোগৰ ব্যৱহাৰ কৰি আৰু আধুনিক সৈন্যবাহিনী আৰু নৌবাহিনী সংগঠিত কৰি এটা উন্নত ঔদ্যোগীকৃত শক্তিৰ ৰূপ লৈছিল। কিন্তু সেই দেশে ইউৰোপৰ নতুন চিন্তা আৰু ভাৱ, ব্যক্তিগত আৰু সামাজিক স্বাধীনতাৰ মত, জীৱন আৰু সমাজৰ বিষয়ে বৈজ্ঞানিক দৃষ্টিভঙ্গী সিমান আগ্ৰহেৰে নলৈছিল। আচলতে তেওঁলোক সামন্তবাদী আৰু কৰ্তৃত্বপ্ৰিয় হৈয়ে ৰৈছিল আৰু সম্রাট-পূজাৰ দৰে আচৰিত পদ্ধতিটো পৃথিৱীৰ আন সকলো ভাগৰ মানুহে আগতে এৰিছিল, তেওঁলোক তাতে লাগি আছিল। জাপানীবিলাকৰ সম্রাটৰ প্ৰতি থকা এনে আনুগত্যৰ

লগত তেওঁলোকৰ তীব্ৰ আৰু স্বাৰ্থত্যাগী দেশপ্ৰেমৰ ঘনিষ্ঠ সম্বন্ধ আছিল। জাতীয়তাবাদ আৰু ঐশ্বৰিক সম্ৰাটৰ ধৰ্মমূলক পদ্ধতি দুয়োটা লগালগিকৈ চলিছিল। আন ফালেদি চীনে বৃহৎ যন্ত্ৰ আৰু উদ্যোগ আগ্ৰহেৰে নলৈছিল, কিন্তু চীনাবিলাকে নতুবা অন্ততঃ আধুনিক চীনে পশ্চিমীয়া চিন্তা আৰু ভাৱ আৰু বৈজ্ঞানিক দৃষ্টি-ভংগী সাদৰেৰে লৈছিল। এইবিলাক তেওঁলোকৰ নিজৰ বিলাকতকৈ বহুতো বেচি প্ৰভেদ নাছিল। এইদৰে আমি দেখিবলৈ পাওঁ যে যদিও আধুনিক চীনে পশ্চিমীয়া সভ্যতাৰ মূল তাৎপৰ্যৰ ভিতৰলৈ প্ৰবেশ কৰিছিল, তথাপি চীনক বহুত পিচ পেলাই জাপান আগ বাঢ়িছিল, কাৰণ জাপানে সেই সভ্যতাৰ মূল তাৎপৰ্যলৈ আওকাণ কৰি ইয়াক শক্তিশালী কৰা সামগ্ৰীবিলাক লৈছিল। ইউৰোপৰ সকলোৱে জাপানক প্ৰশংসা কৰিছিল, কাৰণ সেই দেশ সেই সামগ্ৰীবিলাকৰ দ্বাৰা শক্তিশালী হৈছিল আৰু তেওঁলোকে সেই দেশক তেওঁলোকৰ লগৰীয়া কৰি লৈছিল। কিন্তু চীন দুৰ্বল আছিল আৰু সেই দেশৰ "মেকচিম" বন্দুক আদি অস্ত্ৰশস্ত্ৰৰে সুসজ্জিত নাছিল। সেই কাৰণে তেওঁলোকে সেই দেশৰ চিন্তা আৰু ভাৱবিলাকলৈ ভ্ৰূক্ষেপ নকৰাকৈ সেই দেশক অপমান কৰিছিল, বিৰক্তিকৰ আৰু বাধাজনক উপদেশ দিছিল আৰু শোষণ কৰিছিল।

জাপানে অকল ঔদ্যোগিক পদ্ধতিতে নহয়, সাম্ৰাজ্যবাদী আক্ৰমণতো ইউৰোপক অনুকৰণ কৰিছিল। সেই দেশ ইউৰোপীয় শক্তিবিলাকৰ বিশ্বাসী ছাত্ৰ হৈয়ে নেথাকি-ছিল। সেই দেশ সঘনে তেওঁলোকতকৈ বেচি আগুৱাইছিল। সেই দেশৰ আঁচল সঙ্কট আছিল নতুন উদ্যোগ-পদ্ধতি আৰু পুৰণি সামন্তবাদৰ লগত থকা অমিল। সেই দেশে দুয়োটাকে চলাবলৈ চেষ্টা কৰাৰ ফলত অৰ্থনৈতিক ভাৰসাম্য প্ৰতিষ্ঠা কৰিব নোৱাৰিছিল। বৰ বেচিকৈ কৰ লগোৱা হৈছিল, সেই কাৰণে মানুহবিলাকে অস্পষ্ট ভাৱে বিৰক্তি প্ৰকাশ কৰিছিল। দেশত বিঘিনি বন্ধ কৰিবৰ অৰ্থে সেই দেশে বাহিৰত যুদ্ধ আৰু সাম্ৰাজ্যবাদী দুঃসাহসিক কামৰ দ্বাৰা মানুহৰ মন আন ফালে লগোৱাৰ পুৰণি কৌশল এটা প্ৰয়োগ কৰিছিল। নতুন উদ্যোগবিলাকেও সেই দেশৰ কেঁচা মাল আৰু বজাৰৰ কাৰণে আনবিলাক দেশলৈ চকু দিবলৈ বাধ্য কৰিছিল; ঠিক এনে কাৰণতে শিল্প-বিপ্লৱে আগতে ইংলেণ্ডক আৰু তাৰ পাচত পশ্চিম ইউৰোপৰ আনবিলাক শক্তিক বাহিৰলৈ চকু দিবলৈ আৰু ৰাজ্য অধিকাৰ কৰিবলৈ বাধ্য কৰিছিল। জাপানত উৎপাদন বাঢ়িছিল আৰু দ্ৰুত গতিৰে লোকসংখ্যা বাঢ়িছিল। বেচিকৈ খাদ্য বস্তু-আৰু কেঁচা মালৰ প্ৰয়োজন হৈছিল। সেই দেশে এইবিলাক ক'ৰ পৰা পাইছিল? সেই দেশৰ বেচি ওচৰৰ প্ৰতিদ্বন্দ্বী আছিল চীন আৰু কোৰিয়া। চীনে বাণিজ্যৰ সুযোগ দিছিল, কিন্তু সেই দেশ ঘন বসতিৰে পৰিপূৰ্ণ আছিল। পিচে চীনা সাম্ৰাজ্যৰ উত্তৰ-পূব ফালৰ প্ৰদেশবিলাকৰ সমষ্টি মাঞ্চুৰিয়াত উন্নয়ণ আৰু উপনিবেশ স্থাপনৰ যথেষ্ট থল আছিল। সেই কাৰণে জাপানে মাঞ্চুৰিয়া আৰু কোৰিয়ালৈ লোলুপ দৃষ্টিৰে চাইছিল।

আনফালেদি জাপানে দুশ্চিন্তাৰে লক্ষ্য কৰিছিল যে পশ্চিমীয়া শক্তিবিলাকে চীনৰপৰা সকলো প্ৰকাৰৰ আছুতীয়া স্বত্ব পাইছিল, আন কি, তেওঁলোকে ৰাজ্য লাভ কৰিবলৈকো চেষ্টা কৰিছিল। জাপানে এইবিলাক অলপো ভাল নেপাইছিল। জাপানৰ

সম্মুখত থকা দেশখনৰ প্ৰধান ভূমিভাগত সেই শক্তিবিলাক সুপ্ৰতিষ্ঠিত হলে জাপানৰ নিৰাপত্তা বিপদসঙ্কুল হব, আন নহলেও, মহাদেশখনত জাপানৰ সংবৰ্ধনত বাধা পৰিব।

বাহিৰৰ পৃথিৱীখনৰ কাৰণে জাপান উন্মুক্ত হোৱাৰ কুৰি বছৰতকৈও কম সময়ৰ পাচতে সেই দেশ চীনৰ প্ৰতি আক্ৰমণাত্মক হবলৈ ধৰিছিল। সাগৰত মাছ-মৰীয়া মানুহ কিছুমানক হত্যা কৰাৰ সম্পৰ্কত হোৱা এটা বিবাদে জাপানক চীনৰ ওচৰত ক্ষতি পূৰণৰ দাবী কৰা সুযোগ দিছিল। চীন প্ৰথমতে অমান্তি হৈছিল, কিন্তু যুদ্ধৰ ভয় দেখুৱাত আৰু সেই কালত চীন আন্নামত ফৰাচীবিলাকৰ বিৰুদ্ধে ব্যস্ত থাকিব লগা হোৱাত পিচত চীন জাপানৰ ওচৰত সৈমান হৈছিল। এই ঘটনা হৈছিল ১৮৭৪ খৃঃত। এই বিজয়ে জাপানক মতলীয়া কৰিছিল আৰু অতি শীঘ্ৰে সেই দেশে বলেৰে অধিক জয়লাভ কৰিবৰ কাৰণে চীনৰ চাৰিউফালে চাইছিল। কোৰিয়াক লোভনীয় যেন দেখা গৈছিল, সেই কাৰণে জাপানে তুচ্ছ এটা কাৰণত কোৰিয়াৰ লগত কন্দল লগাই সেই ৰাজ্য আক্ৰমণ কৰি সেই ৰাজ্যক কিছুমান ধন দিবলৈ আৰু জাপানী বাণিজ্যৰ কাৰণে কিছুমান বন্দৰ উন্মুক্ত কৰি দিবলৈ বাধ্য কৰিছিল।

কোৰিয়া আগতে বহু কাল চীনৰ অধীনস্থ ৰাজ্য আছিল। কোৰিয়াই চীনৰ সহায় পাবলৈ আশা কৰিছিল, কিন্তু সহায় কৰিবলৈ চীনৰ সামৰ্থ্য নাছিল। চীনা চকাৰে জাপানৰ প্ৰভাৱ অনুচিতভাৱে বাঢ়িব পাৰে বুলি ভয় কৰি কোৰিয়াক সেই সময়ৰ কাৰণে সেও হবলৈ আৰু জাপানক পৰাজিত কৰিবৰ অৰ্থে পশ্চিমীয়া শক্তি-বিলাকৰ লগত সন্ধি কৰিবলৈ উপদেশ দিছিল। এইদৰে ১৮৮২ খৃঃৰ সময়ত কোৰিয়াক পৃথিৱীৰ কাৰণে উন্মুক্ত কৰা হৈছিল। কিন্তু জাপান ইয়াত সন্তুষ্ট নহ'ল। চীনৰ সঙ্কটৰ সুযোগ লৈ জাপানে পুনৰ কোৰিয়াৰ প্ৰশ্ন তুলি কোৰিয়াত জাপান আৰু চীনৰ যুটীয়া ৰক্ষণাবেক্ষণ চলোৱাত মান্তি হবলৈ চীনক বাধ্য কৰিলে, অৰ্থাৎ দুৰ্ভগীয়া কোৰিয়া দুয়ো জাতিৰে অধীনস্থ ৰাজ্য হ'ল এই প্ৰস্তাৱটো দেখুদেখকৈ সংশ্লিষ্ট সকলোৰে কাৰণে অতি অসন্তোষজনক হৈছিল। তাৰপৰা বিপদ অনিবাৰ্য হৈছিল। প্ৰকৃততে জাপানে বিপদ বিচাৰিছিল আৰু সেই দেশে ১৮৯৪ খৃঃত চীনক যুদ্ধ কৰিবলৈ বাধ্য কৰিছিল।

১৮৯৪-৯৫ খৃঃৰ চীনা-জাপানী যুদ্ধখন জাপানৰ কাৰণে পলাতকৰ বিৰুদ্ধে যুদ্ধ যেন হৈছিল। জাপানৰ সৈন্যবাহিনী আৰু নৌবাহিনী সকলো আধুনিক আছিল, কিন্তু চীনৰ পুৰণি-কলীয়া আৰু অপটু আছিল। সকলোবিলাক যুদ্ধক্ষেত্ৰতে জাপানৰ জয় হৈছিল আৰু জাপানে চীনক সন্ধি কৰিবলৈ বাধ্য কৰিছিল; এই সন্ধিয়ে জাপানক চীনৰ লগত সন্ধি কৰা পশ্চিমীয়া শক্তিবিলাকৰ স্তৰলৈ তুলিছিল। কোৰিয়াক স্বাধীন বুলি ঘোষণা কৰা হৈছিল, কিন্তু এইটো জাপানীবিলাকৰ আধিপত্যৰ ঢাকনী মাথোন আছিল। চীন পোৰ্টআৰ্থাৰ বন্দৰৰে সৈতে মাঞ্চুৰিয়াৰ লিয়াওটুং উপদ্বীপ, ফৰ্মোচা দ্বীপ আৰু আন কেইটামান দ্বীপ জাপানক এৰি দিবলৈ বাধ্য হৈছিল।

ক্ষুদ্ৰকায় জাপানৰ হাতত চীনৰ এই পৰাজয়ে পৃথিৱীক স্তম্ভিত কৰিছিল। দূৰ প্ৰাচ্যত ক্ষমতাশালী দেশ এখনৰ এনে অভ্যুদয়ত পশ্চিমীয়া শক্তিবিলাক একো

পথ্যে সন্তুষ্ট নহৈছিল। আন কি, চীনা-জাপানী যুদ্ধ চলি থাকোঁতে যেতিয়া জাপানৰ জয় হোৱা দেখা গৈছিল, তেতিয়া এই শক্তিবিলাকে জাপানক সতৰ্ক কৰিছিল যে জাপানে চীনৰ প্ৰধান ভূমিভাগৰ কোনো অংশ দখল কৰাত তেওঁলোকে সম্মতি নিদিয়ে। এই সতৰ্ক-বাণী শুনোৱা সত্বেও জাপানে পোৰ্টআৰ্ঠাৰ নামৰ প্ৰধান বন্দৰটোৰে সৈতে লিয়াওটুং উপদ্বীপ অধিকাৰ কৰিছিল। কিন্তু জাপানক এই অঞ্চল অধীনত ৰাখিবলৈ দিয়া নহৈছিল। ৰুচিয়া, জাৰ্মাণী, ফ্ৰান্স—এই তিনিটা বৃহৎ শক্তিয়ে সেই অঞ্চলটো এৰি দিবলৈ জাপানক নেৰানেপেৰাকৈ লগাত জাপানে বিৰক্তি আৰু খঙেৰে সেই অঞ্চল এৰি দিব লগা হৈছিল। এই তিনটা শক্তিৰ বিৰুদ্ধে উঠাৰ জোখাৰে জাপান শক্তিশালী নাছিল।

কিন্তু জাপানে এই অপমান নেপাহৰিছিল। এই অপমানে সেই দেশক ক্ৰোধান্বিত কৰিছিল আৰু সেই বাবে সেই দেশ বেচি ডাঙৰ এখন সংগ্ৰামৰ কাৰণে সাজু হৈছিল। ন বছৰৰ পাচত ৰুচিয়াৰ লগত এই সংগ্ৰাম হৈছিল।

ইতিমধ্যে জাপানে চীনত জয়লাভ কৰাৰ দ্বাৰা সেই দেশে দূৰ প্ৰাচ্যৰ আন সকলো জাতিতকৈ বেচি শক্তিশালী জাতি স্বৰূপে নিজৰ অৱস্থা সুপ্ৰতিষ্ঠিত কৰিছিল। চীনৰ সকলো দুৰ্বলতা প্ৰকাশিত হোৱাত পশ্চিমীয়া শক্তিবিলাকৰ মনৰ পৰা চীনলৈ ভয় অলপো নাইকিয়া হৈছিল। শগুনে যেনেকৈ মৰা শ বা মৰিবলৈ ধৰা প্ৰাণীৰ ওপৰত চোঁ মাৰি পৰে, তেওঁলোকো তেনেকৈ চীনৰ ওপৰত পৰিছিল আৰু যিমান বেচিকৈ পাৰিছিল, সিমান বেচিকৈ তেওঁলোকে সেই দেশৰপৰা লবলৈ চেষ্টা কৰিছিল। ফ্ৰন্স, ৰুচিয়া, ইংলেন্ড, জাৰ্মাণী—সকলোৱে চীনৰ উপকূলত সাগৰৰ বন্দৰৰ কাৰণে আৰু আছুতীয়া স্বত্বৰ কাৰণে হেতা-ওপৰা লগাইছিল। ৰেহাই পাবৰ কাৰণে অসৎ আৰু অতি অভদ্ৰ প্ৰতিদ্বন্দ্বিতা চলোৱা হৈছিল। অতিৰিক্ত আছুতীয়া স্বত্ব বা ৰেহাই দাবী কৰিবৰ কাৰণে সকলোবোৰ সৰুসুৰা কথাকে একোটা অজুহাত কৰি লোৱা হৈছিল। এজন খৃষ্টিয়ান ধৰ্মপ্ৰচাৰকক বধ কৰাৰ কাৰণে জাৰ্মাণীয়ে পূৱ ফালে ছাণ্টুং উপদ্বীপৰ কিয়াউচো বলেৰে অধিকাৰ কৰিছিল। জাৰ্মাণীয়ে এই ঠাই লোৱাৰ কাৰণে আন কেইটা শক্তিয়ে তেনে লুণ্ঠনৰ ভাগ পাবলৈ নেৰানেপেৰাকৈ লাগিছিল। ৰুচিয়াই পোৰ্টআৰ্ঠাৰ অধিকাৰ কৰি লৈছিল, তিনি বছৰৰ পূৰ্বে ৰুচিয়াই জাপানক পোৰ্টআৰ্ঠাৰৰ পৰা বঞ্চিত কৰিছিল। ৰুচিয়াই অধিকাৰ কৰা পোৰ্টআৰ্ঠাৰৰ সমান পৰিমাণৰ ঠাই পাবৰ কাৰণে ইংলেণ্ডে ৱেই-হাই ৱেই অধিকাৰ কৰি লৈছিল। ফ্ৰান্সে আন্নামত এটা বন্দৰ আৰু ৰাজ্য লৈছিল। ৰুচিয়াই উত্তৰ মাণ্চুৰিয়াৰ মাজেদি এটা ৰেলপথ নিৰ্মাণ কৰিবলৈকো অনুমতি পাইছিল। এই ৰেলপথটো চাইবেৰিয়াৰ মাজেদি অহা ৰেল পথৰ সম্প্ৰসাৰণ হৈছিল।

এই নিলাজ হেতা-ওপৰাবিলাক অসাধাৰণ আছিল। অৱশ্যে চীনে ৰাজ্য এৰি দি নাইবা ৰেহাই মঞ্জুৰ কৰি আনন্দ পোৱা নাছিল। প্ৰত্যেকটো উপলক্ষ্যতে নৌশক্তিৰ প্ৰদৰ্শন কৰি আৰু বোমাৰ আক্ৰমণৰ ভয় দেখুৱাই সেই দেশক মান্তি হবলৈ বাধ্য কৰা হৈছিল। এনে নিন্দনীয় ব্যৱহাৰৰ আমি কি নাম দিম? দিন ডকাইতি বুলিম নে লুণ্ঠন বুলিম? সাম্ৰাজ্যবাদৰ এয়ে ৰীতি। কোনো কোনো সময়ত ই গোপনে কাম চলায়, আন কোনো সময়ত পবিত্ৰ নীতিবাক্যৰ মুখাৰে নাইবা পৰোপকাৰৰ কপটীয়া

আচৰণেৰে ইয়াৰ অসৎ কামবিলাক ঢাকি ৰাখে। কিন্তু চীনত ১৮৯৮ খৃঃত কোনো মুখা বা ঢাকনী নাছিল। উলঙ্গ ঘটনাটো তাৰ সকলোখিনি কুৰূপতাৰ প্ৰকাশ্যে হৈছিল।

## ১১৭

## জাপানে ৰুচিয়াক পৰাজিত কৰে

২৯ ডিচেম্বৰ, ১৯৩২ খৃষ্টাব্দ

মই দূৰ প্ৰাচ্যৰ বিষয়ে তোমালৈ লিখি আছোঁ, আজি এই কাহিনীটোকে কম, তুমি হয়তো আচৰিত হৈছা কিয় মই অতীতৰ যুদ্ধ আৰু কন্দলবিলাকৰ বোজাটো তোমাৰ মনত দিব খুজিছোঁ। এইবিলাক সোৱাদ লগা বিষয় নহয়, তদুপৰি এই-বিলাক অতীত হৈ গৈছে আৰু এইবোৰৰ আৱশ্যকতাৰো অন্ত পৰিছে। মই এই-বিলাকত প্ৰাধান্য দিব নোখোজোঁ। কিন্তু বৰ্তমান কালত দূৰ প্ৰাচ্যত ঘটি থকা সৰহ ভাগ ঘটনাৰ মূল এইবিলাক দুৰ্যোগতে আছে, সেই কাৰণে আধুনিক সমস্যাবিলাক বুজিবৰ অৰ্থে এইবিলাকৰ বিষয়ে অলপ জনা আৱশ্যক। মই এতিয়া লিখি থকা সময়তো জাপানে মাঞ্চুৰিয়া অধিকাৰ কৰা সম্পৰ্কৰ এটা তীব্ৰ কন্দল চলি আছে।

মোৰ আগৰ খন চিঠিত পশ্চিমীয়া শক্তিবিলাকে যুদ্ধ-জাহাজৰ সহায়ত ১৮৯৮ খৃঃত চীনত ৰেহাই পাবৰ কাৰণে হেতা-ওপৰা চলোৱাৰ কথা কৈছিলোঁ। তেওঁলোকে আটাইবিলাক ভাল বন্দৰ অধিকাৰ কৰি লৈছিল আৰু বন্দৰবিলাকৰ লগ লাগি থকা অঞ্চলবিলাকত খনি চলোৱা, ৰেলপথ নিৰ্মাণ কৰা আদি সকলো প্ৰকাৰৰ কাম চলোৱাৰ স্বত্ব আদায় কৰি লৈছিল। তথাপি আৰু বেচি ৰেহাই পাবলৈ তেওঁলোকে দাবী কৰি আছিল। বিদেশী চৰকাৰবিলাকে "প্ৰভাৱ মণ্ডল"ৰ কথা কবলৈ লৈছিল। দেশ এখন ভাগ ভাগ কৰাৰ এইটোৱেই সাম্ৰাজ্যবাদী চৰকাৰবিলাকৰ ভদ্ৰ উপায়। অধিকাৰ আৰু আধিপত্যৰ নানা পৰ্যায় আছে। অৱশ্যে ৰাজ্য এখন অধিকাৰ কৰিলে তাত সম্পূৰ্ণ আধিপত্য হয়; সবল ৰাজ্যই "ৰক্ষক" স্বৰূপে দুৰ্বল ৰাজ্যৰ শাসনত যি কৰ্তৃত্ব চলায়, তাৰপৰা সম্পূৰ্ণ আধিপত্যতকৈ অলপহে কম হয়; "প্ৰভাৱ মণ্ডল"ত আধিপত্য আৰু কম হয়। কিন্তু কেউবিধৰে লক্ষ্য একে; এখাপে আন খাপলৈ আগ বঢ়াই লৈ যায়। প্ৰকৃততে ৰাজ্য অধিকাৰ কৰাৰ পদ্ধতিটো প্ৰাচীন আৰু প্ৰায় পৰিত্যক্ত পদ্ধতি হৈছে, এই পদ্ধতিয়ে লগতে জাতীয়তাবাদী দুৰ্যোগ ঘটায়, সম্ভৱতঃ এই বিষয়ে আমি পাচত আলোচনা কৰিবলৈ সুবিধা পাম। দেশ এখনত অৰ্থনৈতিক কৰ্তৃত্ব স্থাপন কৰি সেই দেশৰ আনবিলাক কথালৈ চিন্তা নকৰাটো বহুতো বেচি সহজ।

এইদৰে চীনৰ বিভাজন আসন্ন হোৱা যেন দেখা গৈছিল আৰু জাপান অত্যন্ত আতঙ্কিত হৈছিল। চীনত সেই দেশৰ জয় লাভৰ ফলখিনি পশ্চিমীয়া শক্তিবিলাকৰ হাতলৈ যোৱা যেন দেখা গৈছিল, আৰু সেই দেশে চীনক এনেকৈ ভাগ ভাগ কৰি লোৱা কামটো নিৰুপায় আক্ৰোশেৰে থৰ লাগি চাই আছিল। এই সকলোবিলাকৰ উপৰি,

ৰুচিয়াই জাপানক পোর্টআর্থাৰ অধিকাৰ কৰাত বাধা দি পাচত নিজে সেই বন্দৰটো লোৱাৰ কাৰণে জাপানৰ ৰুচিয়াৰ ওপৰত ভীষণ খং উঠিছিল।

পিচে এটা বৃহৎ শক্তিয়ে তেতিয়ালৈকে ৰেহাই লাভৰ হেতা-ওপৰত নাইবা চীনৰ বিভাজনত একো অংশ গ্রহণ কৰা নাছিল। এই শক্তিটো আছিল আমেৰিকা যুক্তৰাজ্যৰ। তেওঁলোকে আনবিলাক শক্তিতকৈ বেচি ন্যায়পৰায়ণ বুলি আঁতৰি থকা নাছিল; তেওঁলোকে নিজৰ বিৰাট দেশখনৰ উন্নয়নত ব্যস্ত থকাৰ কাৰণেহে তেনেকৈ আঁতৰি আছিল। তেওঁলোকে পশ্চিম ফালে প্রশান্ত মহাসাগৰলৈকে বিস্তৃত হোৱাত নতুন অঞ্চল উন্নত কৰিবলগীয়া হৈছিল আৰু এই কামত তেওঁলোকৰ সকলো শক্তি আৰু সম্পত্তিৰ সোঁত নিয়োজিত কৰা হৈছিল। প্রকৃততে ইউৰোপৰো বহুত পৰিমাণৰ মূলধন এই উদ্দেশ্যত আমেৰিকাত লগোৱা হৈছিল। শতাব্দীটোৰ শেষৰ ভাগত আমেৰিকাবাসীয়ে তেওঁলোকৰ মূলধন প্রয়োগৰ কাৰণে দেশৰ বাহিৰলৈ চাইছিল। তেওঁলোকে চীনলৈ চাইছিল, ইয়াত তেওঁলোকে দেখা পাইছিল যে ইউৰোপৰ শক্তিবিলাকে সম্ভৱতঃ শেহান্তৰত দেশখন সম্পূর্ণ ৰূপে অধিকাৰ কৰিবৰ উদ্দেশ্যে ইয়াক বিভিন্ন "প্রভাৱৰ মণ্ডল"ত বিভক্ত কৰিবলৈ যো-জা কৰিছিল, আমেৰিকাবাসীয়ে এই চেষ্টা অনুমোদন নকৰিছিল। তেওঁলোকক এই চেষ্টাৰপৰা বাদ দি ৰখা হৈছিল। সেই কাৰণে আমেৰিকাই "মুক্ত দ্বাৰ" নামৰ নীতিটো পালিবলৈ হেঁচা দিছিল। ইয়াৰ অর্থ আছিল এই যে চীনত বাণিজ্য আৰু কাৰবাৰ চলাবৰ কাৰণে সকলোকে সুযোগ দিয়া উচিত। আন শক্তি কেইটা ইয়াত মান্তি হৈছিল।

এনে নেৰানেপেৰা আক্রমণে চীনা চৰকাৰক ভীষণ ভয় খুৱাইছিল আৰু ইয়াৰপৰা তেওঁলোকৰ দৃঢ়বিশ্বাস হৈছিল যে তেওঁলোকৰ সংস্কাৰ আৰু পুনৰ গঠন অনিবার্য্য হৈছিল। তেওঁলোকে তেনে কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু নতুন নতুন ৰেহাইৰ কাৰণে অবিৰত দাবী চলি থকাৰ কাৰণে তেওঁলোকে কৃতকার্য্য হোৱাৰ সম্ভাৱনা প্রায় নাছিল। সেই সময়ত আগৰ বিধবা সম্রাজ্ঞী জু-হচিয়ে অবসৰ জীৱন যাপন কৰি আছিল। চীনৰ মানুহবিলাকে সেই সময়ত তেওঁক সম্ভাৱ্য ৰক্ষয়িত্রী বুলি ভাবিছিল। সেই সময়ৰ সম্রাটজনে কিবা ষড়যন্ত্রৰ আশঙ্কা কৰি বিধবা সম্রাজ্ঞীক বন্দীশালত ৰাখিব খুজিছিল। কিন্তু বৃদ্ধা মহিলা গৰাকীয়ে সম্রাটক ক্ষমতাৰপৰা আঁতৰাই নিজে ক্ষমতা হস্তগত কৰি প্রতিশোধ লৈছিল। জাপানে আগতে যিদৰে সেই দেশত আমূল পৰিৱর্তন সাধিছিল, মহিলা গৰাকীয়ে চীনত তেনে পৰিবর্তনৰ কাৰণে একো উপায় নকৰিছিল, কিন্তু তেওঁ আধুনিক সৈন্যবাহিনী এটা সংগঠনত একান্তমনে লাগিছিল। প্রতিৰক্ষাৰ কাৰণে স্থানীয় যুঁজাৰুৰ দল স্থাপনত তেওঁ উৎসাহ দিছিল। স্থানীয় যুঁজাৰুৰ এই দলবিলাকক "আপ হো টুৱান" "ন্যায়শীল মিলনৰ মুষ্ঠি" (মুঠি) বোলা হৈছিল। পিচৰ এই নামটো কিছুমান ইউৰোপীয় মানুহে বন্দৰৰ নগৰবিলাকত শুনিছিল, তেওঁলোকে ইয়াৰ ইংৰাজী অনুবাদ "মুষ্ঠিযোদ্ধা" কৰিছিল, লালিত্যপূর্ণ খণ্ডবাক্য এটাৰ এইটো কুৰূপ অনুবাদ আছিল।

বিদেশী আক্রমণৰ বিৰুদ্ধে আৰু বিদেশীবিলাকে চীন আৰু চীনা মানুহক কৰা অপমানৰ বিৰুদ্ধে দেশপ্রেমমূলক প্রতিক্রিয়া স্বৰূপে এই "মুষ্ঠি-যোদ্ধা"বিলাকৰ সৃষ্টি হৈছিল। তেওঁলোকৰ মানত বিদেশীবিলাক অসৎ কামৰ প্রতিমূর্তি আছিল,

সেই কাৰণে তেওঁলোকে যে বিদেশীবিলাকক ভাল নেপাইছিল সেইটো একো আচৰিত কথা নহয়। তেওঁলোকে বিশেষকৈ খৃষ্টিয়ান ধৰ্মপ্ৰচাৰকবিলাকক বেয়া পাইছিল, কাৰণ ধৰ্মপ্ৰচাৰকবিলাকে বৰ বেঁচকৈ বেয়া আচৰণ কৰিছিল। "মুষ্ঠি-যোদ্ধা"-বিলাকে চীনা খৃষ্টিয়ানবিলাকক দেশদ্ৰোহী বুলি ভাবিছিল। প্ৰাচীন চীনে নতুন ব্যৱস্থাৰপৰা ৰক্ষা পাবলৈ শেষ চেষ্টা এটা কৰিছিল আৰু "মুষ্টি-যোদ্ধা"বিলাক সেই প্ৰাচীন চীনৰ প্ৰতিনিধি আছিল। চেষ্টাটো এই ৰকমে কৃতকাৰ্য্য হোৱাৰ কোনো সম্ভাৱনা নাছিল।

এই দেশপ্ৰেমী, বিদেশী-বিৰোধী, খৃষ্টিয়ান ধৰ্মপ্ৰচাৰকৰ বিৰোধী ৰক্ষণশীল মানুহবিলাকৰ লগত পশ্চিমীয়া মানুহবিলাকৰ সংঘাত অনিবাৰ্য্য আছিল। সংঘৰ্ষ হৈছিল; এজন ইংৰাজ ধৰ্মপ্ৰচাৰকক হত্যা কৰা হৈছিল; বহুতো ইউৰোপীয় মানুহক আৰু বহুত সংখ্যাৰ চীনা খৃষ্টিয়ানক বধ কৰা হৈছিল, বিদেশী চৰকাৰবিলাকে দেশ-প্ৰেমী মুষ্ঠিযোদ্ধাবিলাকৰ আন্দোলন দমন কৰিবলৈ দাবী কৰিছিল। চীনা চৰকাৰে হত্যাৰ অপৰাধত দোষী মানুহবিলাকক শাস্তি দিছিল, কিন্তু চৰকাৰে নিজৰ সৃষ্টি এটাক এইদৰে কেনেকৈ দমন কৰিব ? ইতিমধ্যে মুষ্ঠিযোদ্ধাৰ আন্দোলন দ্ৰুত গতিৰে বিস্তৃত হৈছিল। বিদেশী মন্ত্ৰীবিলাকে এই অৱস্থাত আতঙ্কিত হৈ তেওঁলোকৰ যুদ্ধ জাহাজবিলাকৰপৰা সৈন্যবাহিনীক মাতি আনিলে আৰু এই কামে বিদেশীৰ আক্ৰমণ আৰম্ভ কৰা বুলি ভাবিবলৈ চীনাবিলাকক বাধ্য কৰে। শীঘ্ৰে সংঘৰ্ষ লাগিল জাৰ্মাণ মন্ত্ৰীজন নিহত হ'ল আৰু পিকিঙত থকা বিদেশী দূতাবাসবিলাক অবৰুদ্ধ কৰা হ'ল।

দেশপ্ৰেমী মুষ্ঠিযোদ্ধাবিলাকৰ আন্দোলনৰ সমৰ্থনত চীনৰ বিস্তীৰ্ণ এটা ভাগ যুদ্ধৰ কাৰণে সাজু হৈছিল। কিন্তু কিছুমান প্ৰদেশৰ ৰাজপ্ৰতিনিধিবিলাকে নিৰপেক্ষ হৈ থাকি এই উপায়েৰে বিদেশী শক্তিবিলাকক সহায় কৰিছিল। নিঃসন্দেহে বিধবা সম্ৰাজ্ঞী গৰাকী মুষ্ঠিযোদ্ধাবিলাকৰ সমৰ্থক আছিল, কিন্তু তেওঁ দেখা-দেখিকৈ তেওঁলোকৰ লগত যোগ নিদিছিল। বিদেশীবিলাকে প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছিল যে মুষ্ঠিযোদ্ধাবিলাক লুণ্ঠনকাৰীহে। কিন্তু প্ৰকৃতপক্ষে ১৯০০ খৃঃৰ বিদ্ৰোহটো আছিল চীনক বিদেশীৰ হস্তক্ষেপৰপৰা মুক্ত কৰিবলৈ কৰা এটা দেশহিতৈষী চেষ্টা। ছাৰ ৰবাৰ্ট হাৰ্ট নামৰ ইংৰাজ উচ্চ বিষয়া এজন সেই কালত চীনৰ আমদানি আৰু ৰপ্তানি শুল্ক বিভাগৰ "ইন্সপেক্টৰ জেনেৰেল" আছিল, তেওঁ দূতাবাসবিলাকৰ অৱৰোধ বিষয়ৰ অনুসন্ধান কৰিছিল। তেওঁ আমাক কৈছে যে চীনাবিলাকৰ মনত আঘাত দিয়াৰ কাৰণে বিদেশীবিলাক, বিশেষকৈ খৃষ্টিয়ান ধৰ্মপ্ৰচাৰকবিলাক দোষী আছিল আৰু বিদ্ৰোহটো "মূলতঃ দেশহিতৈষী আছিল, ইয়াৰ বহুতখিনি উদ্দেশ্যত একো আপত্তি কৰিব নোৱাৰি আৰু সেইবিলাক সিদ্ধি কৰিবলৈ নেৰানেপেৰাকৈ চেষ্টা কৰা অনুচিতো নাছিল সেই কাৰণে বিদ্ৰোহটো যুক্তিযুক্ত আছিল।'

নিস্তেজ হৈ পৰি থকা জাতিটোৰ এই আকস্মিক জাগৰণে পশ্চিমীয়া শক্তি-বিলাকক বৰকৈ বিৰক্ত কৰিছিল। তেওঁলোকে পিকিঙত অবৰুদ্ধ হৈ থকা তেওঁলোকৰ নিজৰ মানুহবিলাকক ৰক্ষা আৰু নিৰাপদ কৰিবলৈ লৰালৰিকৈ সৈন্যদল পঠিয়াইছিল। দূতাবাসবিলাক মুক্ত কৰিবৰ অৰ্থে জাৰ্মাণ সৈন্যাধ্যক্ষ এজনৰ অধীনত এটা আন্ত-

র্জাতিক সৈন্যবাহিনীয়ে যুদ্ধ-যাত্রা কৰিছিল। জাৰ্মাণীৰ কাইজাৰে চীনত থকা সৈন্য-বিলাকক হূনবিলাকৰ দৰে আচৰণ কৰিবলৈ কৈছিল আৰু সম্ভৱতঃ এই আদেশৰে অনুকৰণত বিশ্বযুদ্ধত ইংৰাজবিলাকে সকলো জাৰ্মাণকে হূন বুলিবলৈ কৈছিল।

কাইজাৰৰ আদেশটো তেওঁৰ সৈন্যবিলাকেই নহয়, সকলোবিলাক বিদেশী সৈন্য-বাহিনীয়ে পালন কৰিছিল। এই সৈন্যবাহিনীবিলাকে পিকিঙলৈ যাওঁতে চীনৰ মানুহবিলাকৰ প্ৰতি এনে আচৰণ কৰিছিল যে অসংখ্য মানুহে তেওঁলোকৰ হাতত পৰাতকৈ আত্মহত্যা বেচি ভাল বুলি ভাবি আত্মহত্যা কৰিছিল। সেই কালত চীনা আৰু তেওঁলোকে সহজতে দৌৰি পলাব নোৱাৰিছিল। সেই কাৰণে তেওঁলোকৰ মানুহবিলাকে তেওঁলোকৰ ভৰিৰ তলুৱা বাঢ়িবলৈ নিদিয়াকৈ ৰাখি সৰু কৰিছিল, বহুতে আত্মহত্যা কৰিছিল। এইদৰে মিত্ৰপক্ষৰ সৈন্যবাহিনীবিলাকে যুদ্ধ-যাত্রা কৰি আগুৱাই যাওঁতে গোটেই বাটত মৃত্যু, আত্মহত্যা আৰু জুয়ে পুৰি থকা গাঁও-বিলাকৰ লানি নিছিগা ধাৰ এটা এৰি থৈ গৈছিল। মিত্ৰশক্তিৰ সৈন্যবাহিনীৰ লগত যোৱা যুদ্ধৰ সম্বাদদাতা ইংৰাজ এজনে কৈছেঃ

"ইয়াত এনে ঘটনা ঘটিছে যিবিলাকৰ কথা মই লিখা অনুচিত হব আৰু সেই-বিলাক কথা ইংলেণ্ডত ছাপা কৰি প্ৰকাশ কৰাও অনুচিত হব। এইবিলাক ঘটনাব-পৰা এনে অনুমান হয় যে আমাৰ এই পশ্চিমীয়া সভ্যতাটো বৰ্বৰতা ঢাকি ৰখা এটা প্ৰবঞ্চনামূলক প্ৰদৰ্শন মাথোন। কোনো যুদ্ধৰে প্ৰকৃত সত্য কেতিয়াও লিখা হোৱা নাই, গতিকে এইটোও ব্যতিক্ৰম নহব।"

এই সৈন্যবাহিনীবিলাকে পিকিঙলৈ গৈ দূতাবাসবিলাক মুক্ত কৰিছিল। তাৰ পাচত পিকিঙত যি লুটপাত আৰু ধ্বংসকাৰ্য্য চলোৱা হৈছিল, সেইটো "পিজাৰোৰ দিনৰপৰা তেতিয়ালৈকে আটাইতকৈ বেচি ডাঙৰ লুন্ঠনৰ অভিযান" আছিল। পিকিঙৰ কলা বিষয়ৰ বহুমূলীয়া সম্পত্তিবিলাক সকীৰ্ণ মনৰ আৰু সুৰুচিহীন এনে মানুহৰ হাতলৈ গৈছিল যি আন কি সেইবিলাকৰ মূল্যকে নেজানিছিল। আৰু লক্ষ্য কৰিলে দুখ লগা কথা এই যে খৃষ্টিয়ান ধৰ্মপ্ৰচাৰকবিলাকে এই লুটপাতত প্ৰধান অংশ লৈছিল। দলে দলে মানুহ ঘৰে ঘৰে গৈ ঘৰত জাননী আঁৰি দি কৈছিল যে সেই-বিলাক ঘৰ তেওঁলোকৰ। একোটা ঘৰত থকা মূল্যবান বস্তুবিলাক বিক্ৰী কৰি তাৰ-পৰা আন একোটা ডাঙৰ ঘৰত তেনে কৰিবলৈ যোৱা হৈছিল।

শক্তিবিলাকৰ মাজত থকা প্ৰতিদ্বন্দ্বিতাই আৰু আংশিকৰূপে যুক্তৰাজ্যৰ মনো-বৃত্তিয়েও চীনক বিভাজনৰপৰা ৰক্ষা কৰিছিল। কিন্তু সেই দেশক অবমাননাৰ দুৰ্ঘোৰ কষ্ট ভোগোৱা হৈছিল। সেই দেশৰ প্ৰতি সকলো প্ৰকাৰৰ অপমানজনক আচৰণ অতি বেচি পৰিমাণে কৰা হৈছিলঃ বিদেশী সামৰিক বাহিনী এটা পিকিঙত ৰাখিব লগা হৈছিল আৰু এই বাহিনীয়ে ৰেলপথবিলাকতো পহৰা দিব লাগিছিল; বহুত দুৰ্গ ভাঙি পেলাব লগা হৈছিল; বিদেশী বিৰোধী সমিতিৰ সভ্য হলে মৃত্যু-দণ্ডৰে দণ্ডিত কৰা হৈছিল; বাণিজ্য বিষয়ৰ আছুতীয়া স্বত্ব আৰু বেচিকৈ লোৱা হৈছিল আৰু ক্ষতি পূৰণৰ বাবদ বিৰাট পৰিমাণৰ ধন বলেৰে আদায় কৰা হৈছিল; তদুপৰি মুষ্টিযোদ্ধাৰ আন্দোলনৰ দেশপ্ৰেমী নেতাসকলক "বিদ্ৰোহী"

বুলি হত্যা কৰিবলৈ চীনা চৰকাৰক বাধ্য কৰি ভীষণ আঘাত দিয়া হৈছিল। "পিকিং চুক্তি" নাম পোৱা সন্ধিটো এনে আছিল, ১৯০১ খৃঃত এই সন্ধি স্বাক্ষৰিত হৈছিল।

খাচ চীনত বিশেষকৈ পিকিঙৰ চাৰিওফালে এই ঘটনাবিলাক হৈ থকা কালত ৰুচ চৰকাৰে প্ৰচলিত বিশৃংখলাৰ সুযোগ লৈ সৈন্যদলৰ কিছুমান চাইবেৰিয়াৰ মাজেদি মাণ্চুৰিয়ালৈ পঠিয়াইছিল। বাধা দিবলৈ চীনৰ শক্তি নাছিল, সেই দেশে প্ৰতিবাদ মাথোন কৰিব পাৰিছিল। কিন্তু ৰুচ চৰকাৰে এইদৰে ডাঙৰ এখন ৰাজ্য অধিকাৰ কৰা কামটো আন কেইটা শক্তিয়ে ঘটনাক্ৰমে বৰ বেচিকৈ দোষণীয় বুলি ভাবিছিল। এই পৰিস্থিতিৰ কাৰণে জাপানী চৰকাৰ আৰু বেচি চিন্তান্বিত আৰু আতঙ্কিত হৈছিল। সেই কাৰণে শক্তিবিলাকে ৰুচিয়াক উলটি যাবলৈ টানি ধৰিছিল। পিচে ৰুচ চৰকাৰৰ সন্মানজনক উদ্দেশ্যত যে কোনোবাই সন্দেহ কৰিছিল তাৰ বাবে তেওঁলোকে মনত অকৃত্ৰিম দুখ পোৱাৰ আৰু আচৰিত হোৱাৰ ভাও ধৰিবলৈ চেষ্টা কৰে আৰু তেওঁলোকে শক্তিবিলাকক নিশ্চিত আশ্বাস দিয়ে যে চীনৰ সাৰ্বভৌম অধিকাৰত হাত দিয়াৰ তেওঁলোকৰ সমুলি ইচ্ছা নাই আৰু মাণ্চুৰিয়াৰ ৰুচ ৰেলপথটোও শান্তি-শৃংখলা পুনৰপ্ৰবৰ্তিত হোৱা মাত্ৰকে তেওঁলোকে তেওঁলোকৰ সৈন্যদলবিলাক আঁতৰাই নিব। সেই কথাত সকলো সন্তুষ্ট হৈছিল আৰু শক্তি কেইটাই নিশ্চয় চাগৈ তেওঁলোকৰ অসাধাৰণ নিঃস্বাৰ্থতা আৰু সাধুতাৰ কাৰণে ইজনে সিজনক প্ৰশংসা কৰিছিল। কিন্তু মাণ্চুৰিয়াৰপৰা ৰুচ সৈন্যদল আঁতৰি নগল আৰু তেওঁলোক কোৰিয়ালৈকে বিস্তৃত হ'ল।

মণ্চুৰিয়া আৰু কোৰিয়ালৈকে ৰুচৰ এই অগ্ৰগতিয়ে জাপানীবিলাকক অত্যন্ত ক্ৰোধান্বিত কৰিলে। শান্তভাৱে কিন্তু অতি গভীৰভাৱে তেওঁলোক যুদ্ধলৈ সাজু হ'ল। তেওঁলোকৰ মনত আছিল যে চীনা যুদ্ধৰ পাচত ১৮৯৫ খৃঃত তিনিটা শক্তিয়ে এক গোট হৈ তেওঁলোকক পোৰ্টআৰ্থাৰ এৰি দিবলৈ বাধ্য কৰাইছিল। তেওঁলোকে এনে ঘটনা পুনৰ হোৱাৰ বাট বন্ধ কৰিবলৈ চেষ্টা কৰিছিল। তেওঁলোকে ইংলেণ্ডক লগৰীয়া পাইছিল, এই শক্তিটোৱেই ৰুচিয়াৰ অগ্ৰগতিত ভয় খাই ইয়াত বাধা দিব খুজিছিল। সেই কাৰণে দূৰ প্ৰাচ্যৰ শক্তি দুটাৰ কোনোটোকে দমন কৰিবৰ কাৰণে শক্তিবিলাক এক গোট হোৱাত বাধা দিবৰ অৰ্থে ১৯০২ খৃঃত জাপানে ইংৰাজৰ লগত মিত্ৰতা কৰিছিল। এই মিত্ৰতাৰ পাচত জাপানে নিজক নিৰাপদ বুলি ভাবি ৰুচিয়াৰ বিৰুদ্ধে বেচি আক্ৰমণাত্মক ভাব লৈছিল। সেই দেশে দাবী কৰিছিল যে ৰুচিয়াই মাণ্চুৰিয়াৰপৰা তেওঁলোকৰ সৈন্যদলবিলাক আঁতৰাই নিব লাগিব। কিন্তু সেই কালৰ জাৰৰ অবিবেচক চৰকাৰে জাপানক ঘৃণাৰ চকুৰে চাইছিল আৰু জাপানে যুদ্ধ কৰিব বুলি বিশ্বাস নকৰিছিল।

১৯০৪ খৃঃৰ আৰম্ভণিৰ ভাগত দেশ দুখনৰ মাজত যুদ্ধ আৰম্ভ হয়। জাপান ইয়াৰ কাৰণে সম্পূৰ্ণ সাজু হৈ আছিল আৰু জাপানী মানুহবিলাক তেওঁলোকৰ চৰকাৰৰ প্ৰচাৰ-কাৰ্য্যৰদ্বাৰা আৰু তেওঁলোকৰ সম্ৰাট-পুজাৰ বিশ্বাসৰদ্বাৰা প্ৰৰোচিত হৈ দেশপ্ৰেমৰ উদ্দীপনাৰে উন্মত্ত হৈছিল, আনহাতে ৰুচিয়া অলপো সাজু নাছিল আৰু সেই দেশৰ স্বেচ্ছাচাৰী চৰকাৰে অবিৰতভাৱে মানুহবিলাকক দমন কৰি ৰাখি হে শাসন চলাব পাৰিছিল। ডেৰ বছৰ যুদ্ধখন প্ৰকোপেৰে চলিছিল আৰু এচিয়া,

ইউৰোপ আৰু আমেৰিকাৰ সকলো মানুহ জাপানে জলে স্থলে লাভ কৰা বিজয়ৰ প্ৰত্যক্ষদৰ্শী হৈছিল। জাপানীবিলাকৰ ত্যাগৰ বিস্ময়কৰ কামবিলাকৰ আৰু বিৰাট সংখ্যাৰ মানুহৰ হত্যাৰ পাচত পোৰ্টআৰ্থাৰ তেওঁলোকৰ হাতলৈ গৈছিল। ৰুচিয়াই ইউৰোপৰপৰা দূৰ প্ৰাচ্যলৈ দীঘলীয়া সামুদ্ৰিক পথটোৰেদি যুদ্ধ-জাহাজৰ এটা বিৰাট বাহিনী পঠিয়াইছিল। পৃথিৱীৰ আধা ভাগ পাৰ হৈ হেজাৰ হেজাৰ মাইল জলযাত্ৰা কৰি ভ্ৰমণত ক্লান্ত হোৱা এই নৌবাহিনীটো জাপান সাগৰ পাইছিল। তাতে জাপান আৰু কোৰিয়াৰ মাজত থকা ঠেক প্ৰণালীটোত জাপানীবিলাকে সেই নৌ-বহৰটো আৰু তাৰ অধ্যক্ষজনক ডুবাইছিল। এই ভীষণ বিপৰ্য্যয়টোত প্ৰায় সমস্ত নৌ-বহৰটো সাগৰৰ তললৈ গৈছিল।

ৰুচিয়া, জাৰৰ অধীনৰ ৰুচিয়া, এটাৰ পাচত আনটোকৈ পৰাজয় বৰণ কৰি জুৰুলা হৈছিল। সেই দেশত আৱশ্যক মতে যুদ্ধত লগাবলৈ সাজু কৰি ৰখা সৈন্য বহুত আছিল; সেই দেশেই ১০০ বছৰৰ পূৰ্বে নেপোলিয়নক মাটিত বগৰোৱা নাছিল নে? কিন্তু ঠিক সেই কালত প্ৰকৃত ৰুচিয়াই, ৰুচিয়াৰ জনসাধাৰণে কাম কৰিছিল।

মোৰ এই চিঠিবিলাকত মই ৰুচিয়া, ইংলেণ্ড, ফ্ৰান্স, চীন, জাপান আদিৰ উল্লেখ কৰোঁতে নেৰানেপেৰাকৈ এনে ভাৱে উল্লেখ কৰি আছোঁ যেন প্ৰত্যেকখন দেশেই একোটা জীৱিত সত্বা। এইটো মোৰ বেয়া অভ্যাস, এই অভ্যাসটো মোৰ কিতাপ আৰু বাতৰি-কাকতৰপৰা হৈছে। অৱশ্যে যিটো মই বুজাব খুজিছোঁ, সেইটো হৈছে পৰিপ্ৰেক্ষিত কালৰ ৰুচ চৰকাৰ, ইংৰাজ চৰকাৰ ইত্যাদি। এই চৰকাৰবিলাক সৰু এটা সমষ্টিৰ বাহিৰে আন কাৰো প্ৰতিনিধি নহব পাৰে, নাইবা তেওঁলোক কোনো এটা শ্ৰেণীৰ প্ৰতি-নিধি হব পাৰে, তেওঁলোকক জাতি একোটাৰ সকলো মানুহৰ প্ৰতিনিধি বোলা বা তেনে বুলি ভবা শুদ্ধ নহয়। ১৯শ শতাব্দীৰ ইংৰাজ চৰকাৰক ধনী মানুহৰ সৰু এটা সমষ্টিৰ প্ৰতিনিধি বুলিব পৰা হৈছিল, মাটিৰ মালিক আৰু উচ্চ মধ্যবিত্তৰ সমষ্টিটোৱে পাৰ্লামেণ্টত আধিপত্য চলাইছিল। সংখ্যাগৰিষ্ঠ মানুহবিলাকৰ এই সম্পৰ্কত মাত মাতিবৰ অধিকাৰ নাছিল। ভাৰতবৰ্ষত আজি-কালি এই দেশে জাতি-সংঘলৈ বা "ঘূৰণীয়া মেজ-মেল"লৈ নাইবা আন কোনো অনুষ্ঠানলৈ প্ৰতিনিধি পঠোৱাৰ কথা মাজে-সময়ে শুনা যায়। এইটো অৰ্থহীন কথা। যাক প্ৰতিনিধি বোলা হয়, তেওঁলোকক ভাৰতবৰ্ষৰ মানুহে বাছি নপঠিয়ালে তেওঁলোক ভাৰতবৰ্ষৰ প্ৰতিনিধি হব নোৱাৰে। সেই কাৰণে তেওঁলোক ভাৰতবৰ্ষৰ চৰকাৰে নাম ধৰি নিযুক্ত কৰা মানুহ, ভাৰতবৰ্ষৰ চৰকাৰো নামটো এনে হোৱা সত্বেও বৃটিছ চৰকাৰৰ এটা বিভাগ মাথোন। ৰুচ-জাপানী যুদ্ধৰ সময়ত ৰুচিয়াত স্বেচ্ছাচাৰী ৰাজতন্ত্ৰ চলিছিল। জাৰজন "সকলোবিলাক ৰুচ মানুহৰ ওপৰত স্বেচ্ছাচাৰী শাসক" আছিল আৰু তেওঁ অতি মূৰ্খ স্বেচ্ছাচাৰী শাসক আছিল। সৈন্যবাহিনীৰ সহায়েৰে খেতিয়ক আৰু বনুৱাবিলাকক দমন কৰি ৰখা হৈছিল, আন কি, মধ্যবিত্তৰ শ্ৰেণীবিলাকেও শাসন চলোৱা সম্পৰ্কত কোনো ৰকমৰ মত প্ৰকাশ কৰিব নোৱাৰিছিল। এনে অত্যাচাৰৰ বিৰুদ্ধে বহুত ৰুচ যুৱকে মূৰ দাঙি উঠি মুক্তি-যুদ্ধত তেওঁলোকৰ প্ৰাণ ত্যাগ কৰি-ছিল। বহুতো ছোৱালীয়েও সেই পথ লৈছিল। সেই কাৰণে যেতিয়া ৰুচিয়াই

এইটো কৰিছিল, সেইটো কৰিছিল, নাইবা জাপানৰ বিৰুদ্ধে যুদ্ধ কৰিছিল বুলি কওঁ, তেতিয়া জাৰৰ চৰকাৰকহে বুজাওঁ, তাতকৈ বেচি একো নুবুজাওঁ।

দুর্ঘোৰ বিপদ সংকুল জাপানী যুদ্ধখনে জনসাধাৰণৰ দুখদুৰ্গতি বঢ়াইছিল। কাৰখানাত কাম কৰা বনুৱাবিলাকে চৰকাৰক সেও কৰিবৰ অৰ্থে সঘনে ধৰ্মঘট কৰিছিল। ১৯০৫ খৃঃৰ ২২ জানুৱাৰী দিনা বহুত হেজাৰ শান্তিপ্ৰিয় কৃষক আৰু বনুৱা ধৰ্মযাজক এজনৰ নেতৃত্বত তেওঁলোকৰ দুখ-দুৰ্গতি শাম কটোৱাৰ কিবা অলপ উপায় মাগিবৰ অৰ্থে জাৰৰ শীত কালৰ কাৰেংটোলৈ শোভাযাত্ৰা কৰি গৈছিল। জাৰে তেওঁলোকৰ বক্তব্য শুনাৰ পৰিবৰ্তে তেওঁলোকক বন্দুকেৰে গুলিয়াই হত্যা কৰাইছিল। ভয়ঙ্কৰ হত্যাকাণ্ড হৈছিল; ২০০ মানুহক হত্যা কৰা হৈছিল আৰু পিটাৰ্চবাৰ্গৰ জাৰকালিৰ বৰফ তেজেৰে ৰাঙলী হৈছিল। সেই দিনা দেওবাৰ আছিল আৰু তেতিয়াৰপৰা সেই দিনটো "ৰক্তাক্ত ৰবিবাৰ" বোলা হয়। দেশখনত গভীৰ উত্তেজনা হৈছিল। বনুৱাবিলাকৰ ধৰ্মঘট হৈছিল আৰু সেইবিলাকৰপৰা বিপ্লৱ কৰাৰ চেষ্টা এটাৰ উদ্ভৱ হৈছিল। ১৯০৫ খৃঃত হোৱা এই বিপ্লৱটো জাৰৰ চৰকাৰে দুর্ঘোৰ নিষ্ঠুৰতাৰে দমন কৰিছিল। আমাৰ কাৰণে এই বিপ্লৱটো বহুতো কাৰণত আকৰ্ষণীয় হৈছে। ১২ বছৰৰ পাচত ১৯১৭ খৃঃত যিটো ডাঙৰ বিপ্লৱে ৰুচিয়াৰ ৰূপ সলাইছিল, এই বিপ্লৱটো তাৰ কাৰণে এক প্ৰকাৰৰ আগতীয়া ব্যৱস্থা আছিল। তদুপৰি ১৯০৫ খৃঃৰ এইবিলাক বিপ্লৱটোৰ সময়তে বিপ্লৱী বনুৱাবিলাকে এটা নতুন প্ৰতিষ্ঠানৰ সৃষ্টি কৰিছিল, আৰু "ছোভিয়েট" নাম পোৱা এই প্ৰতিষ্ঠানটো পিচত অতি বিখ্যাত হৈছিল।

মোৰ অভ্যাস মতে চীন, জাপান আৰু ৰুচ-জাপানী যুদ্ধৰ বিষয়ে কোৱাৰপৰা ১৯০৫ খৃঃৰ ৰুচৰিপ্লবলৈ গলোঁ। কিন্তু মাণ্চুৰিয়াৰ এই যুদ্ধখনৰ সময়ত ৰুচিয়াৰ পটভূমিৰ বিষয়ে ব্যাখ্যা কৰিবলৈ এই বিপ্লৱটোৰ কথা অলপমানো তোমাক কবলগীয়া হৈছিল। ঘাইকৈ এই বিপ্লৱৰ প্ৰচেষ্টাৰ কাৰণে আৰু মানুহবিলাকৰ মতিগতিৰ কাৰণেই জাৰে জাপানৰ লগত সন্ধি কৰিছিল।

১৯০৫ খৃঃৰ চেপ্টেম্বৰ মাহত পোৰ্টচমাউঠত হোৱা সন্ধিৰ লগে লগে ৰুচ-জাপানী যুদ্ধখনৰ অন্ত হৈছিল। পোৰ্টচমাউঠ নগৰখন যুক্তৰাজ্যত। আমেৰিকাৰ ৰাষ্ট্ৰপতিয়ে দুয়ো পক্ষকে নিমন্ত্ৰণ কৰি তালৈ নিছিল আৰু তাতে শান্তি স্থাপনৰ সন্ধিত চহী কৰা হৈছিল। এই সন্ধিমতে জাপানে অৱশেষত পোৰ্টআৰ্থাৰ আৰু লিয়াওটুং উপদ্বীপ পুনৰ লাভ কৰিছিল, তোমাৰ মনত পৰিব চীনা যুদ্ধৰ পাচত এই দুই অঞ্চল এৰি দিবলৈ জাপানক বাধ্য কৰা হৈছিল। ৰুচবিলাকে মাণ্চুৰিয়াত যি ৰেলপথ নিৰ্মাণ কৰিছিল, তাৰ সৰহভাগ আৰু জাপানৰ উত্তৰে থকা চাখালিয়েন দ্বীপৰ আধা ভাগো জাপানে লৈছিল। তদুপৰি ৰুচিয়াই কোৰিয়াত তেওঁলোকৰ সকলো স্বত্ব ত্যাগ কৰিছিল।

এইদৰে জয়লাভ কৰি জাপান নিৰাপদ বৃহৎ শক্তিবিলাকৰ সমাজখনৰ অন্তৰ্ভুক্ত হৈছিল। এচিয়াৰ দেশ জাপানৰ বিজয়ৰ ফল এচিয়াৰ সকলোবিলাক দেশতে সুদূৰ-প্ৰসাৰী হৈছিল। তোমাক মই আগতে কৈছোঁ যে মোৰ লৰাকালত এই বিজয়ে মোক

উত্তেজিত কৰিছিল। এচিয়াৰ বহুত লৰা-ছোৱালী আৰু বয়সীয়া মানুহে সেই উত্তেজনাৰ ভাগ লৈছিল। ইউৰোপৰ বৃহৎ শক্তি এটাক পৰাজিত কৰা হৈছিল। সেই কাৰণে এচিয়াই অতীতত যেনেকৈ সঘনে ইউৰোপক পৰাজিত কৰিছিল, এতিয়াও তেনেকৈয়ে পৰাজিত কৰিব পাৰিছিল। প্ৰাচ্যৰ দেশবিলাকত বৰ দ্ৰুত গতিৰে জাতীয়তাবাদ প্ৰসাৰিত হৈছিল আৰু "এচিয়াবাসীৰ কাৰণে এচিয়া"ৰ ধ্বনি শুনা গৈছিল। কিন্তু এই জাতীয়তাবাদ অতীতলৈ পুনৰাবৰ্তন মাথোন নাছিল, প্ৰাচীন ৰীতি আৰু বিশ্বাসত মেৰ খাই থকা মাথোন নাছিল। দেখা গৈছিল যে জাপানে ইউৰোপৰ পশ্চিম ফালৰ দেশবিলাকত চলা নতুন ঔদ্যোগিক পদ্ধতি লোৱাৰ কাৰণেই সেই দেশে জয় লাভ কৰিছিল, সেই কাৰণে এই ভাৱবিলাক আৰু এই পদ্ধতিবিলাক প্ৰাচ্যৰ সকলো ভাগতে বৰ জনপ্ৰিয় হৈছিল।

## ১১৮

## চীন গণৰাষ্ট্ৰ হয়

৩০ ডিচেম্বৰ, ১৯৩২

ৰুচিয়াৰ ওপৰত জাপানৰ বিজয়ে কেনেকৈ এচিয়াৰ জাতিবিলাকক সন্তুষ্ট আৰু আশান্বিত কৰিছিল সেই কথা আমি জানিছোঁ। পিচে এই বিজয়ৰ তৎকালীন ফল হৈছিল এই যে আক্ৰমণাত্মক সাম্ৰাজ্যবাদী শক্তিবিলাকৰ সৰু সমষ্টিটোত আৰু এটা শক্তিৰ যোগ হৈছিল। ইয়াৰ প্ৰথম ফলটো পাইছিল কোৰিয়াই। জাপানৰ অভ্যুদয়ৰ অৰ্থ হৈছিল কোৰিয়াৰ পতন। জাপান পৃথিৱীৰ কাৰণে পুনৰ উন্মুক্ত হোৱা কালৰ-পৰা জাপানে কোৰিয়ালৈ বিশেষকৈ আৰু আংশিক ৰূপে মাঞ্চুৰিয়ালৈ চকু দি আছিল। অৱশ্যে জাপানে বাৰে বাৰে ঘোষণা কৰিছিল যে সেই দেশে চীনৰ সংহতি আৰু কোৰিয়াৰ স্বাধীনতা মানি চলিব। সাম্ৰাজ্যবাদী শক্তিবিলাকৰ এনে এটা ৰীতি আছে যে তেওঁলোকে সংশ্লিষ্ট কোনো পক্ষৰ ওপৰত ডকাইতি চলাই থকা কালতো সেই পক্ষক সদিচ্ছাৰ আমনি লগা আশ্বাস দিয়ে আৰু মানুহ বধ কৰি থকা কালতো জীৱনৰ পৱিত্ৰতাৰ কথা ঘোষণা কৰে। সেই কাৰণে জাপানে গম্ভীৰ ভাৱে ঘোষণা কৰিছিল যে সেই দেশে কোৰিয়াত হস্তক্ষেপ নকৰে, আৰু লগে লগে কোৰিয়া অধিকাৰ কৰিবৰ কাৰণে সেই দেশৰ পুৰণি নীতি কাৰ্য্যকৰী কৰিছিল। চীন আৰু ৰুচিয়াৰ বিৰুদ্ধে জাপানে চলোৱা দুয়োখন যুদ্ধৰ কেন্দ্ৰস্থল কোৰিয়া আৰু মাঞ্চুৰিয়া আছিল। জাপান খাপে খাপে আগুৱাই গৈছিল আৰু যেতিয়া চীন আৰু ৰুচিয়াৰ পৰাজয় ঘটিছিল, তেতিয়া জাপানৰ পথ পৰিষ্কাৰ হ'ল।

সাম্ৰাজ্যবাদী নীতি অনুসৰণ কৰাত কোনো ৰকমৰ দ্বিধাই জাপানক আমনি কৰা নাছিল। সেই দেশে প্ৰকাশ্যভাৱে ৰাজ্য অধিকাৰ কৰিছিল, ঢাকনীৰে নিজৰ অভিসন্ধি লুকাবলৈ সেই দেশে যত্নকে নকৰিছিল। ১৮৯৪ খৃঃত, চীনা যুদ্ধৰ ঠিক আগত, জাপানীবিলাকে কোৰিয়াৰ ৰাজধানী চিওলত থকা ৰাজপ্ৰাসাদটোত সোমাই

সেই ৰাজ্যৰ ৰাণীগৰাকীয়ে তেওঁলোকৰ আদেশ পালন নকৰাৰ কাৰণে তেওঁক তাৰ-পৰা আঁতৰাই নি বন্দী কৰিছিল। ৰুচ যুদ্ধৰ পাচত ১৯০৫ খৃঃত জাপানী চৰকাৰে কোৰিয়াৰ ৰজাক তেওঁৰ দেশৰ স্বাধীনতা ত্যাগ কৰাৰ চুক্তি এটাত চহী কৰিবলৈ আৰু সেই ৰাজ্যত জাপানৰ সাৰ্বভৌম অধিকাৰ স্বীকাৰ কৰিবলৈ বাধ্য কৰিছিল। কিন্তু এয়ে যথেষ্ট নাছিল। পাঁচ বছৰৰো কম সময়ৰ ভিতৰত এই দুৰ্ভগীয়া ৰজাজনক সিংহাসনৰপৰা একেবাৰে আঁতৰাই কোৰিয়াক জাপানী সাম্রাজ্যৰ অন্তৰ্ভুক্ত কৰা হৈছিল। ১৯১০ খৃঃত এই ঘটনা হৈছিল। ৩০০০ বছৰতকৈও অধিক কালৰ দীঘলীয়া বুৰঞ্জীৰ পাচত সুকীয়া ৰাষ্ট্র স্বৰূপে কোৰিয়াৰ অস্তিত্ব লোপ পাইছিল। ৫০০ বছৰৰ পূৰ্বে যি ৰাজবংশটোৱে মঙ্গোলবিলাকক খেদিছিল, সিংহাসনৰপৰা এইদৰে খেদা খোৱা ৰজাজন সেই বংশৰে বংশধৰ আছিল। কিন্তু বায়েক চীনৰ দৰে কোৰিয়াও আগতে অসাৰ আৰু গতিহীন হৈছিল আৰু তাৰ বাবে শাস্তি ভুগিব লাগিছিল।

কোৰিয়াক পুনৰ আগৰ নামটো দিয়া হৈছিল, ইয়াৰ অৰ্থ আছিল "মনোনীত দেশ, প্ৰভাতৰ শান্তিৰ দেশ।" জাপানীবিলাকে কোৰিয়াত কিছুমান আধুনিক সংস্কাৰ কৰিছিল কিন্তু তেওঁলোকে নিষ্ঠুৰভাৱে কোৰিয়াৰ মানুহৰ মনৰ বল নাশ কৰিছিল। বহুত বছৰ তাত স্বাধীনতাৰ সংগ্ৰাম চলিছিল আৰু বহুতো বিদ্ৰোহ হৈছিল, ১৯১৯ খৃঃত হোৱা বিদ্ৰোহটো আটাইতকৈ ডাঙৰ আছিল। কোৰিয়াৰ মানুহ-বিলাকে বিশেষকৈ যুবক-যুবতীবিলাকে ভয়ঙ্কৰ দুৰ্যোগৰ বিৰুদ্ধে অতি সাহসেৰে সংগ্ৰাম চলাইছিল। এবাৰ মুক্তিযুদ্ধ চলোৱা কোৰিয়াৰ সন্থা এটাই যেতিয়া নিয়মমতে স্বাধীনতা ঘোষণা কৰি জাপানীবিলাকৰ বিৰুদ্ধে উঠিছিল, তেতিয়া তেওঁলোকে তৎক্ষণাৎ পুলিচলৈ টেলিফোন কৰি তেওঁলোকে কি কৰিছিল তাকে জনাইছিল বুলি প্ৰবাদ আছে। এইদৰে তেওঁলোকে আদৰ্শৰ হকে ইচ্ছাকৃতভাৱে নিজৰ জীৱন আহুতি দিছিল। জাপানীবিলাকে কোৰিয়াৰ মানুহবিলাকক দমন কৰাৰ কাহিনীটো বুৰঞ্জীৰ অতি দুখ লগা আৰু নিৰাশজনক অধ্যায়। তুমি জানিলে ভাল পাবা যে কোৰিয়াৰ ছোৱালীয়ে, তেওঁলোকৰ বহুতে কলেজৰপৰা ওলায়েই, এই সংগ্ৰামত প্ৰধান অংশ গ্ৰহণ কৰিছিল।

এতিয়া আমি চীনৰ কথালৈ যাওঁ। মুষ্টিযোদ্ধাৰ আন্দোলন আৰু ১৯০১ খৃঃৰ "পিকিং চুক্তি"ৰ পাচতে আমি চীনৰ কথা প্ৰায় হঠাতে এৰিছিলোঁ। চীনক সম্পূৰ্ণ পৰাভূত কৰা হৈছিল, তেতিয়া পুনৰ সংস্কাৰৰ কাৰণে এটা চেষ্টা কৰা হৈছিল। আন কি বুঢ়া বিধবা সম্রাজ্ঞীগৰাকীয়েও এনেকৈ ভবা অনুমান হৈছিল যে কিবা এটা কৰা উচিত হব। ৰুচ-জাপানী যুদ্ধত চীন নিষ্ক্ৰিয় দৰ্শক হৈ আছিল, যদিও যুদ্ধ-খন চীনৰ ৰাজ্য মাঞ্চুৰিয়াতে হৈছিল। জাপানৰ বিজয়ে চীনৰ সংস্কাৰসকলক বেচি সবল কৰিছিল। শিক্ষাৰ পদ্ধতি আধুনিক কৰা হৈছিল আৰু আধুনিক বিজ্ঞান অধ্যয়নৰ কাৰণে বহুত ছাত্ৰক ইউৰোপ, আমেৰিকা আৰু জাপানলৈ পঠোৱা হৈছিল। সাহিত্য বিষয়ৰ পৰীক্ষাৰ যি প্ৰাচীন পদ্ধতিটোৱে বিষয়াবিলাক নিযুক্ত কৰা হৈছিল, সেই পদ্ধতিটো ৰদ কৰা হৈছিল। চীনৰ এই আদৰ্শস্থানীয় আচৰিত পদ্ধতিটো হান ৰাজবংশৰ দিনৰপৰা ২০০০ বছৰ অবিৰতভাৱে চলি আছিল। বহু কালৰ

আগতে ইয়াৰ উপকাৰিতা নাইকিয়া হোৱাতো ই চলি থাকি চীনক পিচ পেলাই ৰাখি-ছিল, সেই কাৰণে ইয়াক ৰদ কৰাত ভাল হৈছিল। তথাপি ইয়াৰ নিজৰ গুণত বহুত যুগ ধৰি ই এটা আচৰিত পদ্ধতি আছিল। ই চীনবিলাকৰ জীৱনৰ দৃষ্টিভঙ্গী প্ৰতি-ফলিত কৰিছিল, এই দৃষ্টিভঙ্গী এচিয়া আৰু ইউৰোপৰ অতি সৰহ ভাগ দেশৰ দৰে সামন্তবাদী নাইবা ধৰ্মযাজকৰ প্ৰাধান্য থকা নাছিল, ইয়াৰ মূল আছিল যুক্তিত। সকলো জাতিৰ মানুহবিলাকৰ ভিতৰত চীনবিলাক সদায় আটাইতকৈ কম ধাৰ্মিক হৈ আহিছে, তথাপি তেওঁলোকে নৈতিক আৰু সংযত জীৱন যাপন কৰাৰ তেওঁলোকৰ পদ্ধতিটো আন যেই কোনো ধাৰ্মিক জাতিতকৈ বেচি নিষ্ঠাৰে পালন কৰি আহিছে। তেওঁলোকে যুক্তিবাদী সমাজ এখনৰ উন্নয়নৰ কাৰণে চেষ্টা কৰিছিল, কিন্তু তেওঁ-লোকে সমাজখন তেওঁলোকৰ প্ৰাচীন মৌলিক গ্ৰন্থবিলাকৰ মতে সীমাবদ্ধ কৰিছিল কাৰণে তাত প্ৰগতি আৰু আৱশ্যকীয় পৰিবৰ্তন হব নোৱাৰিছিল আৰু সি গতিহীন আৰু অসাৰ হৈছিল। আমি ভাৰতবাসীয়ে শিকিব লগা বহুতো কথা চীনাসকলৰ এই যুক্তিবাদত আছে, কাৰণ আমি এতিয়াও জাতিভেদ আৰু যুক্তি নমনা ধৰ্মত, ধৰ্ম-যাজকৰ নীতি আৰু সামন্তবাদী ভাৱধাৰাত বান্ধ খাই আছোঁ। মহৎ চীনা ঋষি কনফুচিয়াচে তেওঁৰ জাতিৰ মানুহক এটা ভয় দেখুৱাইছিল, তেওঁৰ এই কথাটো মনত ৰাখিবলগীয়া। তেওঁ কৈছিল, "যিবিলাক মানুহে অলৌকিক শক্তিৰ লগত লেন-দেন কৰে বুলি ফাঁকি দিয়ে, তেওঁলোকৰ লগত কোনো ৰকমৰ সম্পৰ্ক কেতিয়াও নকৰিবা। তোমালোকে যদি অলৌকিকতাক তোমালোকৰ দেশত অকণমানো ঠাই দিয়া, তেনেহলে তাৰ ফলত ভয়ঙ্কৰ বিপদ হব।" দুৰ্ভাগ্যগুণে আমাৰ দেশত বহুতো মানুহে মূৰত টিকনি, জটা বা দীঘল দাঁড়ী ৰাখি নাইবা কপালত অ'কোৰা-প'কোৰা ফোট লৈ নাইবা গেৰুৱা চোলা পিন্ধি অলৌকিক শক্তিৰ প্ৰতিনিধিৰ ভাও ধৰি জন-সাধাৰণক শোষণ কৰে।

কিন্তু চীনৰ এই সকলোবিলাক প্ৰাচীন যুক্তিবাদ আৰু সংস্কৃতি থকা সত্বেও সেই দেশৰ বৰ্তমানৰ লগত ঘনিষ্ঠ সম্পৰ্ক নোহোৱা হৈছিল আৰু সেই দেশৰ সঙ্কটৰ কালত প্ৰাচীন অনুষ্ঠানবিলাকৰপৰা একো সহায় পোৱা নহৈছিল। ঘটনাপ্ৰবাহে সেই দেশৰ বহুত সন্তানক সবল কৰিছিল আৰু তেওঁলোকক আন ফালে অধ্যৱসায়ৰে মানসিক উৎকৰ্ষতা বিচাৰিবলৈ বাধ্য কৰিছিল। তেওঁলোকে বৃদ্ধা বিধবা সম্ৰাজ্ঞী গৰাকীয়ে মনৰ গতি পৰিৱৰ্তন কৰাইছিল, তেওঁ সংবিধান এখন মঞ্জুৰ কৰাৰ কথা কৈছিল আৰু বিদেশৰ সংবিধানবিলাক পৰ্য্যালোচনা কৰিবৰ কাৰণে তেওঁ সেইবিলাক দেশলৈ এটা আয়োগ পঠিয়াইছিল।

অৱশেষত বৃদ্ধা বিধবা সম্ৰাজ্ঞী গৰাকীৰ অধীনত থকা চীনা চৰকাৰ গতিশীল হৈছিল। কিন্তু চীনত জনসাধাৰণ বেচি খৰকৈ গতিশীল হৈছিল। ১৮৯৪ খৃঃতে ডক্টৰ ছান ইয়াৎ ছেনে "চীনৰ পুনৰ জাগৰণৰ সমাজ" স্থাপন কৰিছিল। বিদেশী শক্তিবিলাকে চীনক যিবিলাক সন্ধি কৰিবলৈ বাধ্য কৰিছিল, সেইবিলাকক চীনাসকলে "অসমান সন্ধি" বোলে, এই অযুক্তিকৰ আৰু এক পক্ষীয় সন্ধিবিলাকৰ প্ৰতিবাদ স্বৰূপে বহুতো চীনা মানুহে "চীনৰ পুনৰ জাগৰণৰ সমাজ"ত যোগ দিছিল। সেই সমাজখনৰ সংবৰ্ধন হৈছিল আৰু ই দেশৰ যুবকবিলাকক আকৃষ্ট কৰিছিল। ১৯১১

খৃঃত ইয়াৰ নাম সলাই "কুমিন-টাং"—জনসাধাৰণৰ জাতীয় দল নাম দিয়া হৈছিল আৰু ই চীনা বিপ্লৱৰ কেন্দ্ৰ হৈছিল। আন্দোলনটোৰ প্ৰেৰণাদাতা ডক্টৰ ছেনে তেওঁৰ আদৰ্শৰ কাৰণে যুক্তৰাজ্যৰ ওপৰত নিৰ্ভৰ কৰিছিল। তেওঁ এখন গণৰাষ্ট্ৰ পতাটো বিচাৰিছিল; ইংলেণ্ডৰ দৰে সাংবিধানিক ৰাজতন্ত্ৰ বিচৰা নাছিল, জাপানৰ দৰে সম্ৰাট-পূজা নিশ্চয়কৈ বিচৰা নাছিল। চীনাবিলাকে কোনো কালে তেওঁলোকৰ সম্ৰাট-সকলক অদ্ভুত শক্তিসম্পন্ন বুলি নেভাবিছিল, তদুপৰি সেই কালত ৰাজত্ব কৰি থকা ৰাজবংশটো প্ৰায় চীনা নাছিল। এই ৰাজবংশটো আছিল মাণ্চু ৰাজবংশ আৰু দেশত মাণ্চু-বিৰোধী ভাৱ যথেষ্ট প্ৰবল আছিল। জনসাধাৰণৰ মাজত হোৱা এই আলোড়নেই বিধবা সম্ৰাজ্ঞী গৰাকীক সক্ৰিয় কৰিছিল। কিন্তু তেওঁ আগন্তুক সংবিধানখনৰ কথা ঘোষণা কৰাৰ অলপ দিনৰ পাচতে তেওঁৰ মৃত্যু হৈছিল। এক প্ৰকাৰে আচৰিত কথা যে বৃদ্ধা বিধবা সম্ৰাজ্ঞী গৰাকী আৰু তেওঁ সিংহাসনৰপৰা আঁতৰোৱা তেওঁৰ ভাগিন সম্ৰাটজন—দুয়োৰে ২৪ ঘণ্টাৰ ব্যৱধানত ১৯০৮ খৃঃৰ নবেম্বৰ মাহত মৃত্যু হৈছিল। ইয়াৰ পাচত কেচুৱা এটি নামমাত্ৰ সম্ৰাট হৈছিল।

পুনৰ সংসদ অধিবেশন এটা বহুৱাবলৈ হৈ-চৈ কৰি দাবী কৰা হৈছিল আৰু মাণ্চু-বিৰোধী আৰু ৰাজতন্ত্ৰ-বিৰোধী ভাৱ বেচি তীব্ৰ হৈছিল। বিপ্লৱীবিলাকে শক্তি বৃদ্ধি কৰিছিল। অকল যিজন মানুহ তেওঁলোকৰ বিৰুদ্ধে উঠিব পাৰাৰ সম্ভাৱনা আছিল, তেওঁ প্ৰদেশ এখনৰ ৰাজ-প্ৰতিনিধি আছিল, তেওঁৰ নাম আছিল ইউয়ান ছি-কাই। এই মানুহজন কূট বুদ্ধিত পাকৈত, বুঢ়া আৰু চতুৰ আছিল. কিন্তু চীনত "আদৰ্শ সৈন্যবাহিনী" নাম পোৱা আধুনিক আৰু কাৰ্য্যকুশল যি এটা মাথোন সৈন্যবাহিনী আছিল, ঘটনাক্ৰমে সেই সৈন্যবাহিনীটোত তেওঁৰ আধিপত্য আছিল। মাণ্চু শাসকবিলাকে বৰ অবিবেচনাৰে ইউয়ানক বিৰক্ত কৰি তেওঁক বিষয়-বাবৰ পৰা খেদি পঠিয়াইছিল, এইদৰে অকল যিজন মানুহে তেওঁলোকক কিছু কালৰ কাৰণে ৰক্ষা কৰিব পাৰিলেহেঁতেন, তেওঁকো তেওঁলোকে হেৰুৱাইছিল। ১৯১১ খৃঃৰ অক্টোবৰ মাহত ইয়াংচি নদীৰ উপত্যকাত হঠাৎ বিপ্লৱৰ সূত্ৰপাত হয় আৰু অচিৰে মধ্য চীন আৰু দক্ষিণ চীনৰ ডাঙৰ এটা অঞ্চল বিদ্ৰোহী হৈ উঠে। ১৯১২ খৃঃৰ নতুন বছৰটো আৰম্ভ হোৱা দিনা এই বিদ্ৰোহী প্ৰদেশবিলাকে এখন গণৰাষ্ট্ৰৰ ঘোষণা কৰে, নানকিঙত ইয়াৰ ৰাজধানী পতা হয়। ডক্টৰ ছান ইয়াৎ ছেনক ইয়াৰ ৰাষ্ট্ৰপতি নিৰ্বাচিত কৰা হয়।

ইতিমধ্যে ইউয়ান ছি-কায়ে অভিনয়টো লক্ষ্য কৰি থাকি তেওঁৰ সুবিধা মতে তাত হস্তক্ষেপ কৰিবলৈ সাজু হৈছিল। সম্ৰাটৰ প্ৰতিনিধিজনে (তেওঁ শিশু পুতেক সম্ৰাটজনৰ হৈ কৰ্তৃত্ব চলাইছিল) ইউয়ানক বিষয়-বাবৰপৰা খেদি পঠোৱাৰ আৰু তেওঁক পুনৰ বিষয়-বাব লবলৈ মাতি অনাৰ কাহিনীটো কৌতুহলজনক। প্ৰাচীন চীনত সকলো কামকে সম্পূৰ্ণ ভদ্ৰ আচৰণেৰে আৰু নম্ৰ ভাৱে কৰা হৈছিল। যেতিয়া ইউয়ানক বিষয়-বাবৰপৰা খেদি পঠিয়াব লগা হৈছিল, তেতিয়া ঘোষণা কৰা হৈছিল যে তেওঁৰ ভৰি এটা বিকল হোৱা কাৰণে তেওঁ কষ্ট ভুগি আছিল। অৱশ্যে সকলোৱে জানিছিল যে তেওঁৰ ভৰি অতি সুস্থ অৱস্থাত আছিল। কিন্তু ইউয়ানে ইয়াৰ প্ৰতি-শোধ লব পাৰিছিল। দুবছৰৰ পাচত ১৯১১ খৃঃত যেতিয়া চৰকাৰৰ বিৰুদ্ধে সামৰিক

আৰু অসামৰিক বিদ্ৰোহ হৈছিল, তেতিয়া সম্ৰাটৰ প্ৰতিনিধিজনে ভয়ত ইউৱেনক মাতি পঠিয়াইছিল, ইউয়ানে তেওঁৰ চৰ্তবিলাক মঞ্জুৰ নোহোৱালৈকে যাবলৈ ইচ্ছা নকৰিছিল। সেই কাৰণে তেওঁ সম্ৰাটৰ প্ৰতিনিধিজনলৈ উত্তৰ পঠিয়াই কৈছিল যে সেই সময়ত সম্ভৱতঃ তেওঁঘৰৰপৰা যাব নোৱাৰিব, কাৰণ তেওঁৰ ভৰিটো তেতিয়াও ভ্ৰমণ কৰিব পৰাকৈ ভাল হোৱা নাই। এমাহৰ পাচত যেতিয়া তেওঁৰ চৰ্তবিলাক মানি লোৱা হৈছিল, তেতিয়া তেওঁৰ ভৰিটো অসাধাৰণ ভাৱে খৰকৈ সুস্থ হৈছিল।

কিন্তু বিদ্ৰোহ প্ৰতিৰোধ কৰাৰ কাল আগতে পাৰ হৈছিল, আৰু ইউয়ান এনে চতুৰ আছিল যে তেওঁ কোনো পক্ষৰ লগ লাগি বিপদৰ সন্মুখীন নহৈছিল। অন্তত তেওঁ মাঞ্চুসকলক সিংহাসন ত্যাগ কৰিবলৈ উপদেশ দিছিল। মাঞ্চুসকলৰ বিৰুদ্ধে এখন গণৰাষ্ট্ৰ হৈছিল আৰু তেওঁলোকৰ নিজৰ সেনাপতিয়েও তেওঁলোকক এৰি থৈ গৈছিল, এনে অৱস্থাত তেওঁলোকৰ মতামতৰ থল প্ৰায় নোহোৱা হৈছিল। ১৯১২ খৃঃৰ ১২ ফেব্ৰুৱাৰী দিনা সিংহাসন ত্যাগৰ ঘোষণা-পত্ৰখন প্ৰচাৰ কৰা হৈছিল. আৰু এইদৰে আঢ়ৈশ বছৰতকৈ অধিক কালৰ স্মৰণীয় ৰাজত্বৰ পাচত মাঞ্চু ৰাজ-বংশটো চীনৰ ৰঙ্গমঞ্চৰপৰা অদৃশ্য হৈছিল। অৰ্থপূৰ্ণ চুটি চীনা প্ৰবচন এটা মতে "তেওঁলোক সাপৰ নেগুৰৰ দৰে অদৃশ্য হবলৈ বাঘৰ গোজৰণিৰে ভিতৰ সোমাইছিল।"

সেই একে দিনাই, ১২ ফেব্ৰুৱাৰী দিনা, গণৰাষ্ট্ৰৰ নতুন ৰাজধানী আৰু প্ৰথম মিং সম্ৰাটজনৰ জাকজমকীয়া সমাধি-মন্দিৰটো থকা নানকিঙত এটা অভূতপূৰ্ব উৎসৱ হৈছিল, সেই উৎসৱত নতুন আৰু পুৰণিৰ সম্মিলনত দুয়ো বিধৰ মাজত থকা পাৰ্থক্যখিনি সুস্পষ্ট হৈছিল। গণৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি ছান ইয়াৎ ছেনে তেওঁৰ মন্ত্ৰীসভাৰ সদস্যসকলৰে সৈতে এই সমাধি-মন্দিৰলৈ গৈ প্ৰাচীন ৰীতি মতে অৰ্ঘ্য দান কৰিছিল। এই উৎসৱত তেওঁ দিয়া অভিভাষণত কৈছিল, "আমি পূব এচিয়াৰ কাৰণে গণতান্ত্ৰিক পদ্ধতিৰ শাসন-ব্যৱস্থাৰ চানেকি এটাৰ সূত্ৰপাত কৰিছোঁ; যিবিলাক মানুহে বৰকৈ চেষ্টা কৰে, তেওঁলোকে সোনকালে বা পলমে কৃতকাৰ্য্যতা লাভ কৰে, কিন্তু সাধু লোকসকল শেহত নিশ্চয়কৈ পুৰস্কৃত হয়। তেনেহলে বিজয় লাভত যে বহু কাল পলম হৈছে তাৰ বাবে আমি আজি কিয় অনুতাপ কৰিম?"

দীঘলীয়া বহুত বছৰ ডক্টৰ ছানে দেশত আৰু নিৰ্বাসিত হৈ থাকোঁতে চীনৰ মুক্তিৰ কাৰণে পৰিশ্ৰম কৰিছিল আৰু শেহান্তৰত কৃতকাৰ্যতা লাভ কৰা যেন দেখা গৈছিল। কিন্তু মুক্তি অনিশ্চিত বন্ধু আৰু সফলতা লাভ কৰাৰ আগত ই পুৰা মূল্য দাবী কৰে, ইয়াক লাভ কৰাৰ আগতে ই সঘনে আমাক মিছা আশা দি বিদ্ৰূপ কৰে আৰু নানা বাধাবিঘিনিৰে আমাক পৰীক্ষা কৰে। চীনৰ আৰু ডক্টৰ ছানৰ যাত্ৰা শেষ হবলৈ বহুত বাকী আছিল। বহুত বছৰ শিশু গণৰাষ্ট্ৰখনে ইয়াৰ অস্তিত্বৰ কাৰণে সংগ্ৰাম চলাব লাগিছিল, আন কি, ২১ বছৰৰ পাচত আজিৰ যি কামত ই সাবালক হব লাগিছিল, এতিয়াও ইয়াৰ ভৱিষ্যৎ অনিশ্চিত হৈ আছে।

মাঞ্চুবিলাকে সিংহাসন ত্যাগ কৰিছিল, কিন্তু ইউয়ানে তেতিয়াও গণৰাষ্ট্ৰ-খনত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছিল আৰু তেওঁ কি কৰিব কোনেও নেজানিছিল যেন দেখা গৈছিল। তেওঁ উত্তৰ ভাগত আৰু গণৰাষ্ট্ৰখনে দক্ষিণ ভাগত আধিপত্য চলাইছিল। শান্তিৰ কাৰণে আৰু গৃহযুদ্ধ বন্ধ কৰিবৰ কাৰণে ডক্টৰ ছানে নিজক

নিশ্চিহ্ন কৰাইছিল। কিন্তু ইউয়ান মৃত্যুৰ গণতান্ত্রিক নাছিল। তেওঁ নিজৰ যশস্যা বঢ়াবৰ কাৰণে ক্ষমতা লাভ কৰিবলৈ বিচাৰিছিল। যি গণৰাষ্ট্রই তেওঁক ৰাষ্ট্রপতি নির্বাচিত কৰি সম্মান দেখুৱাইছিল, তাকে ধ্বংস কৰিবৰ কাৰণে তেওঁ বিদেশী শক্তি-বিলাকৰপৰা ধন ধাৰে লৈছিল। তেওঁ পার্লামেন্ট নাইকিয়া কৰিছিল আৰু কুমিন-টাং দলটো ভাঙি দিছিল। ইয়াৰ ফলত বিভাজন হৈছিল আৰু দক্ষিণ ভাগত ডক্টৰ ছানৰ অধীনত এটা প্রতিদ্বন্দ্বী চৰকাৰ হৈছিল। ডক্টৰ ছানে তেওঁৰ আয়ত্তত থকা সকলো উপায়েৰে যি বিভাজন নহবলৈ চেষ্টা কৰিছিল, সেয়ে হৈছিল আৰু যি সময়ত বিশ্বযুদ্ধখন আৰম্ভ হৈছিল, তেতিয়া চীনত দুটা চৰকাৰ আছিল। ইউয়েন সম্রাট হবলৈ চেষ্টা কৰিছিল, কিন্তু তেওঁ কৃতকার্য্য নহ'ল; অলপ দিনৰ পাচতে তেওঁৰ মৃত্যু হ'ল।

## ১১৯

## দূৰৈৰ ভাৰতবর্ষ আৰু পূর্ব ভাৰতীয় দ্বীপপুঞ্জ

৩১ ডিচেম্বৰ, ১৯৩২ খৃষ্টাব্দ

আমি আগতে কিছু সময় দূৰ প্রাচ্যৰ বিষয়ে আলোচনা কৰিছোঁ। ১৯শ শতাব্দীৰ ভাৰতবর্ষৰ বিষয়েও আমি অলপ জানিছোঁ, এতিয়া আমি পশ্চিম ফালৰ ইউৰোপৰ, আমেৰিকাৰ আৰু আফ্রিকাৰ কথালৈ যোৱাৰ সময় হৈছে। কিন্তু এই দীঘলীয়া যাত্রাটো কৰাৰ আগতে মই তোমাক এচিয়াৰ দক্ষিণ-পূব চুকৰ বিষয়ে অলপ আভাস দি এচিয়াৰ বিষয়ে আমাৰ জ্ঞান বর্তমানলৈ হোৱাই নাই বুলিব খোজোঁ। বহুত দিনৰ আগতে আমি এই দেশবিলাকৰ বিষয়ে বিবেচনা কৰিছিলোঁ। আগৰ কেইখনমান চিঠিত মই এক প্রকাৰ অস্পষ্ট ভাৱে আৰু বেলেগ বেলেগকৈ আৰু সম্ভৱতঃ বৰ শুদ্ধকৈও নহয় এইবিলাকক মালয়েচিয়া, ইন্দোনেচিয়া, পূব ভাৰতীয় দ্বীপপুঞ্জ আৰু দূৰৈৰ ভাৰতবর্ষ বুলি উল্লেখ কৰিছোঁ। এই নামবিলাকৰ কোনোবা-টোৱে সমগ্র অঞ্চলটো সামৰে নে নেসামৰে মোৰ সন্দেহ হয়, কিন্তু যেতিয়া আমি ইজনে সিজনক বুজোঁ, তেতিয়া নো নাম এটাত কি কথা আছে?

মানচিত্র এখন যদি সহজতে পোৱা, তেনেহলে তাত চোৱা। এচিয়াৰ দক্ষিণ-পূব ফালে এটা উপদ্বীপ দেখিবা, তাত ব্রহ্মদেশ, শ্যাম আৰু বর্তমান কালত ফৰাচী ইন্দোচীন বোলা দেশখন আছে। ব্রহ্মদেশ, শ্যামৰ মাজ ভাগৰপৰা সৰু ঠেক একখণ্ড ভূমি বাঢ়ি গৈ শেষৰ ফালে বহল হৈছে, এয়ে মালয় উপদ্বীপ, ইয়াৰ একে-বাৰে মূৰত চিঙাপুৰ নগৰখন আছে। মালয়ৰপৰা অষ্ট্রেলিয়ালৈ সৰুবৰ আৰু আচাৰিত আকৃতিৰ অনেক দ্বীপ আছে, এইবিলাকে মনত এনে ভাব ওপজায় যেন এচিয়া আৰু অষ্ট্রেলিয়াক সংযুক্ত কৰা এখন অতি বৃহৎ আকাৰৰ দলঙৰ এইবিলাক ভগ্নাৱশেষ। এই দ্বীপবিলাকেই পূর্বভাৰতীয় দ্বীপপুঞ্জ, এইবিলাকৰ উত্তৰে ফিলিপাইন দ্বীপ-পুঞ্জ। আধুনিক মানচিত্র এখনৰপৰা তুমি জানিব পাৰিবা যে মানদেশ আৰু মালয়


বৃহত্তৰ ভাৰত আৰু পূৰ ভাৰতীয় দ্বীপপুঞ্জ
ওলন্দাজ
ফৰাচী
বৃটিছ
আমেৰিকাৰ যুক্তৰাষ্ট্ৰ
পৰ্তুগীজ
ব্ৰহ্মদেশ
চী ন
ক্যাণ্টন
হংকঙ (ব্ৰিঃ)
আ না ম
শ্যাম
কম্বোডিয়া
ফিলিপাইন দ্বীপপুঞ্জ
মেনিলা
মালয় উপদ্বীপ
চিঙ্গাপুৰ
বোৰ্ণিও
চেলিবিচ
মালাক্কা
আমবয়না
নিউগিনি
সু মা ত্ৰা
যবদ্বীপ
টিমৰ
অ ষ্ট্ৰে লি য়া

বৃটিছৰ অধীনত আছে, ইন্দোচীন ফৰাচীৰ অধীনত আৰু এই দুয়ো বিধ ৰাজ্যৰ মাজত থকা শ্যাম এখন স্বাধীন দেশ। পূৰ্ব ভাৰতীয় দ্বীপপুঞ্জৰ সুমাত্রা, যাভা, বৰ্ণিও, চিলিবিচ আৰু মালাক্কাচ দ্বীপ ওলন্দাজবিলাকৰ অধীনত আছে; মছলাৰ কাৰণে বিখ্যাত এই দ্বীপ কেইটাই ইউৰোপৰ নাবিকবিলাকক বহুত হেজাৰ মাইলৰ বিপদসঙ্কুল সাগৰবিলাক পাৰ হৈ ইয়ালৈ আহিবলৈ প্ৰলুব্ধ কৰিছিল। ফিলিপাইন দ্বীপবিলাকত আমেৰিকাৰ আধিপত্য আছে।

পূব সাগৰৰ এই দেশবিলাকৰ বৰ্তমান অৱস্থা এনেকুৱা। কিন্তু মই তোমাক কোৱা মনত পৰিব যে প্ৰায় ২০০০ বছৰৰ পূৰ্বে ভাৰতবৰ্ষৰ সন্তানসকলে এই দেশবিলাকলৈ গৈ এইবিলাক দেশত তেওঁলোকৰ উপনিবেশ পাতিছিল; মই তোমাক আৰু কৈছিলোঁ বহুত যুগ সমৃদ্ধিশালী হৈ থকা তাৰ ডাঙৰ সাম্ৰাজ্যবিলাকৰ কথা, আচৰিত আচৰিত অট্টালিকা থকা সুন্দৰ নগৰবিলাকৰ কথা, বাণিজ্য আৰু বহিৰ্বাণিজ্যৰ কথা আৰু ভাৰতীয় আৰু চীন সভ্যতা আৰু সংমিশ্ৰণৰ কথা।

এই দেশবিলাকৰ বিষয়ে আলোচনা কৰা মোৰ শেষৰ খন চিঠিত (৭৯ নম্বৰৰ চিঠিত) মই তোমাক প্ৰাচ্যত পৰ্ত্তুগীজ সাম্ৰাজ্যৰ পতন আৰু বৃটিছ আৰু ওলন্দাজ "ইষ্ট ইণ্ডিয়া কোম্পানি"ৰ সংবৰ্ধনৰ কথা কৈছিল। ফিলিপাইন দ্বীপবিলাকত স্পেনিয়াৰ্ডবিলাকে তেতিয়াও ৰাজত্ব কৰি আছিল।

পৰ্ত্তুগীজবিলাকক পৰাজিত কৰি খেদি পঠিয়াবলৈ বৃটিছ আৰু ওলন্দাজবিলাক এক গোট হৈছিল। তেওঁলোক সফল হৈছিল, কিন্তু বিজয়ী শক্তি দুটাৰ মাজত অলপো সম্ভাৱ নাছিল, সেই কাৰণে তেওঁলোকে সঘনে পৰস্পৰৰ মাজত কন্দল কৰিছিল। এবাৰ ১৬২৩ খৃঃত মালাক্কাচ দ্বীপৰ আম্বোইনাৰ ওলন্দাজশাসনকৰ্তাজনে তাত থকা ইংৰাজ ইষ্ট ইণ্ডিয়া কোম্পানিৰ সকলোবিলাক কৰ্মচাৰীকে ওলন্দাজ চৰকাৰৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰাৰ অপৰাধত বন্দী কৰি বধ কৰাইছিল। এই সমূহীয়া হত্যাকাণ্ডটো "আম্বোইনাৰ হত্যাকাণ্ড" নামে জনাজাত হৈ আছে।

এটা কথা মই তোমাক মনত ৰাখিবলৈ কব খোজোঁ, মোৰ আগৰ চিঠি কেইখনমানত মই এই কথাটো কৈছোঁ। এই যুগত অৰ্থাৎ সপ্তদশ শতাব্দীত আৰু তাৰ পাচত ইউৰোপ উদ্যোগ-প্ৰধান মহাদেশ নাছিল। ৰপ্তানিৰ কাৰণে বেচি পৰিমাণৰ বস্তু তাত উৎপাদন কৰা নহৈছিল। বৃহৎ যন্ত্ৰ আৰু শিল্পবিপ্লৱৰ কাল তেতিয়াও বহুত পাচত আছিল। তেতিয়া ইউৰোপতকৈ এচিয়া বেচি উৎপাদন কৰা আৰু বেচি ৰপ্তানি কৰা মহাদেশ আছিল। যেতিয়া এচিয়াৰ বস্তু ইউৰোপলৈ গৈছিল, তেতিয়া তাৰ এভাগ দাম ইউৰোপৰ বস্তুৰে আৰু আন ভাগ দাম স্পেনৰ অধীনত থকা আমেৰিকাৰ ৰাজ্যৰপৰা পোৱা সম্পত্তিৰে দিয়া হৈছিল। এচিয়া আৰু ইউৰোপৰ মাজত চলা এই বাণিজ্য লাভজনক আছিল। বহুকাল পৰ্ত্তুগীজবিলাকৰ এই বাণিজ্যত আধিপত্য আছিল আৰু তাৰপৰা পৰ্ত্তুগীজবিলাক ধনী হৈছিল। এই লাভৰ ভাগ লবলৈ বৃটিছ আৰু ওলন্দাজ ইষ্ট ইণ্ডিয়া কোম্পানি স্থাপন কৰা হৈছিল। কিন্তু পৰ্ত্তুগীজবিলাকে এই বাণিজ্যক অকল তেওঁলোকৰ কাৰণে সংৰক্ষিত বুলি ভাবিছিল, সেই কাৰণে আনক ইয়াত ভাগ লবলৈ দিব নুখুজিছিল। ফিলিপাইন দ্বীপবিলাকত স্পেনিয়াৰ্ডবিলাকৰপৰা তেওঁলোকৰ একো সঙ্কট নহৈছিল, কাৰণ, স্পেনিয়াৰ্ডবিলাকৰ

বাণিজ্যতকৈ ধৰ্মলৈহে বেচি আগ্ৰহ আছিল। বৃটিছ আৰু ওলন্দাজৰ যিবিলাক ভাগ্যান্বেষী মানুহ বাণিজ্য চলোৱা নতুন কোম্পানি দুটাৰ প্ৰতিনিধি স্বৰূপে আহিছিল, তেওঁলোকৰ মাজত ধৰ্মৰ কথা প্ৰায় একো নাছিল। শীঘ্ৰে সংঘৰ্ষ হৈছিল।

পৰ্তুগীজবিলাকে প্ৰাচ্যত প্ৰায় ১২৫ বছৰতকৈ অধিক কাল ৰাজত্ব কৰিছিল। যিবিলাক মানুহৰ ওপৰত তেওঁলোকে ৰাজত্ব কৰিছিল, সেইবিলাকৰ মাজত তেওঁলোক প্ৰিয়পাত্ৰ নাছিল আৰু অসন্তোষৰ সৃষ্টি হৈছিল। ইংলেণ্ড আৰু হলেণ্ডৰ বাণিজ্য চলোৱা কোম্পানি দুটাই এই অসন্তোষৰ সুযোগ লৈ এই মানুহবিলাকক পৰ্তুগীজ-বিলাকক আঁতৰোৱাত সহায় কৰিছিল, কিন্তু অলপ দিনৰ পাচতে তেওঁলোকে নিজে পৰ্তুগীজবিলাকে খালী কৰা ঠাই পূৰণ কৰিছিল। ভাৰতবৰ্ষ আৰু পূব ভাৰতীয় দ্বীপপুঞ্জৰ শাসক স্বৰূপে তেওঁলোকে এইবিলাক দেশৰ মানুহৰপৰা অপৰিমিত কৰ স্বৰূপে আৰু আন আন উপায়েৰে বিদেশী শাসকৰ প্ৰাপ্য ধন আদায় কৰি লৈছিল আৰু এই ধনে তেওঁলোকক ইউৰোপৰ ওপৰত বেচি ভাব নেপেলোৱাকৈ বিদেশত বাণিজ্য চলোৱাত বৰ বেচিকৈ সহায় কৰিছিল। প্ৰাচ্যৰ দেশবিলাকৰ বস্তুৰ দাম দিওঁতে আগেয়ে ইউৰোপৰ যি ভীষণ সঙ্কট হৈছিল, সেই সঙ্কট এইদৰে কমোৱা আমি আগতে জানিছোঁ যে এনে অৱস্থাতো ইংলেণ্ডে নিবাৰণৰ আদেশ দি আৰু অত্যধিক শুল্ক লগাই ভাৰতীয় বস্তু ইংলেণ্ডলৈ যোৱা বন্ধ কৰিবলৈ চেষ্টা কৰিছিল। শিল্পবিপ্লৱৰ হোৱাৰ আগলৈকে অৱস্থা এনে আছিল।

পূব ভাৰতীয় দ্বীপপুঞ্জত ওলন্দাজ আৰু বৃটিছবিলাকৰ মাজত চলা সংঘৰ্ষ বেচি দিন নাছিল, কাৰণ বৃটিছবিলাক তাৰপৰা ওলাই আহিছিল। তেওঁলোকে ভাৰতবৰ্ষত ব্যস্ত হৈ থাকিবলৈ আৰম্ভ কৰিছিল আৰু আন কামলৈ তেওঁলোকৰ অবসৰ নাছিল। সেই কাৰণে ফিলিপাইন দ্বীপপুঞ্জৰ বাহিৰে আন সকলোবিলাক পূৰ্ব ভাৰতীয় দ্বীপপুঞ্জ ওলন্দাজবিলাকক এৰি দিয়া হৈছিল, ফিলিপাইন দ্বীপ-পুঞ্জ স্পেনিয়াৰ্ডবিলাকৰ অধীনত আছিল। স্পেনিয়াৰ্ডবিলাকে বাণিজ্যত অতি কমকৈ মন দিছিল আৰু অতিৰিক্ত ৰাজ্য অধিকাৰৰ কাৰণেও চেষ্টা নকৰিছিল। সেই কাৰণে সেই অঞ্চলত ওলন্দাজবিলাকৰ প্ৰতিদ্বন্দ্বী নোহোৱা হৈছিল।

ওলন্দাজ ইষ্ট ইণ্ডিয়া কোম্পানীয়েও একে নামৰ বৃটিছ কোম্পানিটোৱে ভাৰত-বৰ্ষত কৰাৰ দৰে পাৰে মানে ধন ঘটিবলৈ থিতাপি লৈ বহিছিল। ১৫০ বছৰ এই বেপাৰী কোম্পানিটোৱে এই দ্বীপবিলাকত ৰাজত্ব কৰিছিল। তেওঁলোকে তাৰ মানুহ-বিলাকৰ কল্যাণৰ বিষয়লৈ ধনিষ্ঠা মানো মন নকৰিছিল। তেওঁলোকে মানুহবিলাকক উৎপীড়ন কৰিছিল আৰু যিমান সম্ভৱ সিমান বেচিকৈ বলেৰে তেওঁলোকৰপৰা কৰ আদায় কৰিছিল। কৰ লৈয়ে ধন ঘটা সহজ হোৱাত বাণিজ্য অপ্ৰধান বিষয় হৈছিল আৰু ইয়াৰ অৱনতি হৈছিল। কোম্পানিটো তেনেই অপটু আছিল আৰু যিবিলাক ওলন্দাজ মানুহ এই কোম্পানিত কাম কৰিবলৈ আছিল, তেওঁলোক ভাৰতবৰ্ষত বৃটিছ কোম্পানিৰ বেপাৰৰ কোঠ চলোৱা মানুহবিলাক বা প্ৰতিনিধিবিলাকৰে সৈতে এনে চানেকিৰ দ্বিধাহীন ভাগ্যান্বেষী আছিল। ভাল, বেয়া, যেনেতেনে উপায়েৰে ধন ঘটাই আছিল তেওঁলোকৰ প্ৰধান লক্ষ্য। ভাৰতবৰ্ষত ধন ঘটাৰ উপায় বহুত আছিল, আনকি বেয়াকৈ চলোৱা এনে উপায়বিলাকৰ ক্ষতি বহুতো পৰিমাণে পূৰণ কৰিব পৰা

হৈছিল; ভাৰতবৰ্ষত কিছুমান কাৰ্য্যক্ষম বৃটিছ শাসককে শাসনৰ শীৰ্ষভাগ সুন্দৰ কৰিছিল, যদিও এই শাসনে নিম্ন ভাগত থকা জনসাধাৰণক চেপি ধৰিছিল। কিন্তু তোমাৰ মনত পৰিব যে ১৮৫৭ খৃঃৰ ডাঙৰ বিদ্ৰোহটোৱে বৃটিছ ইষ্ট ইণ্ডিয়া কোম্পানিৰ অন্ত পেলাইছিল।

ওলন্ডাজ ইষ্ট ইণ্ডিয়া কোম্পানি ক্ৰমে বেচি বেয়া হৈছিল, অৱশেষত ১৭৯৮ খৃঃত নেডাৰলেণ্ডচ্ চৰকাৰে প্ৰাচ্যৰ দ্বীপবিলাকৰ ভাৰ প্ৰত্যক্ষভাৱে লৈছিল। অলপ দিনৰ পাচতে ইউৰোপত নেপোলিয়নৰ লগত যুদ্ধ লগাৰ কাৰণে আৰু হলেণ্ড নেপোলিয়নৰ সাম্ৰাজ্যৰ অংশ হোৱা কাৰণে ইংৰাজ চৰকাৰে এইবিলাক দ্বীপ অধিকাৰ কৰিছিল। পাঁচ বছৰ এইবিলাক বৃটিছ ভাৰতবৰ্ষৰ এখন প্ৰদেশ বুলি গণ্য কৰা হৈছিল আৰু এই কালছোৱাৰ ভিতৰত যথেষ্ট পৰিমাণৰ সংস্কাৰ সধা হৈছিল। নেপোলিয়নৰ পতনৰ লগে লগে পূৰ্ব ভাৰতীয় দ্বীপপুঞ্জ হলেণ্ডক ঘূৰাই দিয়া হৈছিল। বৃটিছ ভাৰতবৰ্ষৰ চৰকাৰৰ লগত যাভাৰ সম্পৰ্ক থকা পাঁচ বছৰত টমাচ স্তাম্‌ফোৰ্ড ৰেফোল্‌চ্ নামৰ কাৰ্য্যক্ষম ইংৰাজ এজন সেই দ্বীপৰ "লেফটেনাণ্ট গভৰ্ণৰ" আছিল। ৰেফোল্‌চে তেওঁৰ প্ৰতিবেদনত কৈছিল যে ওলন্দাজবিলাকৰ ঔপনিৱেশিক শাসন "বিশ্বাসঘাতকতা, ভেটী খোৱা, নিৰ্বিচাৰ হত্যাকাণ্ড আৰু নীচতাৰ সম্বন্ধ থকা এখন অসাধাৰণ বুৰঞ্জী।" ওলন্দাজ বিষয়াবিলাকে চলোৱা আন আন কামৰ ভিতৰত তেওঁলোকে যাভাৰ কামত লগাবৰ কাৰণে গোলাম যোগাৰ কৰিবৰ অৰ্থে চিলিবিচ দ্বীপৰপৰা মানুহবিলাক চুৰ কৰি নিয়াৰ এটা নিয়মীয়া পদ্ধতি চলাইছিল। মানুহ চুৰ কৰা এই কামৰ লগে লগে ধ্বংসকাৰ্য্য আৰু হত্যাকাণ্ড চলোৱা হৈছিল।

নেডাৰলেণ্ডচ চৰকাৰৰ পোনপটীয়া শাসন কোম্পানিৰ শাসনতকৈ বেচি ভাল নাছিল। কিছুমান সম্পৰ্কত ই জনসাধাৰণৰ কাৰণে বেচি কষ্টদায়ক আছিল। বঙ্গদেশত নীল খেতিৰ যি পদ্ধতিটোৱে খেতিয়কবিলাকক অতিপাত দুৰ্গতি ভোগাইছিল, তাৰ বিষয়ে মই তোমাক কোৱা কথা তোমাৰ মনত থাকিব পায়। সেই পদ্ধতিটোৰ লগত অলপ মিলা কিন্তু তাতকৈ বহুত বেচি বেয়া পদ্ধতি এটা যাভা আৰু আন আন অঞ্চলত চলোৱা হৈছিল। কোম্পানিৰ দিনত মানুহবিলাকক বস্তুৰ যোগান ধৰিবলৈ কোৱা হৈছিল। এতিয়া যিটো পদ্ধতি চলোৱা হৈছিল, তাক "কৰ্ষণ-পদ্ধতি" বোলা হৈছিল, এই পদ্ধতিমতে মানুহবিলাকক প্ৰতি বছৰে নিৰ্দ্ধাৰিত এছোৱা কাল কাম কৰি দিবলৈ বাধ্য কৰা হৈছিল, এই কালছোৱা খেতিয়কৰ খেতি কৰা কালৰ তৃতীয়াংশ বা চতুৰ্থাংশ বুলি ভবা হৈছিল, কিন্তু কাৰ্য্যত অতি সঘনে খেতিয়কৰ খেতি কৰা কাল গোটেই খিনিকে খটুওৱা হৈছিল। ওলন্দাজ চৰকাৰে ঠিকাদাৰৰ যোগে কাম কৰাইছিল। চৰকাৰে এওঁলোকক সুদ নোলোৱাকৈ আগতীয়াকৈ ধন দিছিল। এই ঠিকাদাৰবিলাকে বললৈৰে কামত লগোৱা বনুৱাবিলাকৰ হতুৱাই মাটিত খেতি কৰাইছিল। মাটিৰ উৎপাদন নিৰ্দ্ধাৰিত হাৰত চৰকাৰ, ঠিকাদাৰ আৰু খেতিয়কৰ মাজত সম্ভৱতঃ ভাগ কৰা হৈছিল। সম্ভৱতঃ দুৰ্ভগীয়া খেতিয়কৰ ভাগটো আটাইতকৈ কম আছিল, কিমান আছিল মই সঠিককৈ নেজানো। চৰকাৰে নিয়ম কৰিছিল যে নিৰ্দ্ধাৰিত যিবিলাক উৎপাদিত বস্তু ইউৰোপক লাগে, সেইবিলাকৰ খেতি মাটিৰ এটা ভাগত নিশ্চয়কৈ

কৰিব লাগিব। এইবিলাকৰ ভিতৰত চাহ, কফি, চেনি, নীল, আদি আছিল। বঙ্গদেশত নীলৰ খেতি হোৱাৰ দৰে এই খেতিবিলাকৰপৰা যিমান লাভ হব লাগিছিল, তাতকৈ কম লাভ হলেও এইবিলাক খেতি কৰিব লাগিছিল।

ওলন্দাজ চৰকাৰে অপৰিমিত লাভ কৰিছিল, ঠিকাদাৰবিলাক সমৃদ্ধিশালী হৈছিল; খেতিয়কবিলাক অনাহাৰে থাকিব লাগিছিল আৰু তেওঁলোকে দুৰ্গতিত বাস কৰিছিল। ১৯শ শতাব্দীৰ মাজ ভাগত এটা ভয়ঙ্কৰ দুৰ্ভিক্ষ হৈছিল আৰু অগণন মানুহৰ মৃত্যু হৈছিল। তেতিয়াহে দুৰ্ভগীয়া খেতিয়কবিলাকৰ কাৰণে কিবা এটা কৰা আৱশ্যক বুলি ভবা হৈছিল। ধীৰে ধীৰে তেওঁলোকৰ অৱস্থা ভাল কৰা হৈছিল, কিন্তু বহুত বছৰৰ পাচত ১৯১৬ খৃঃতো জোৰ কৰি বনুৱাক কামত লগোৱা প্ৰথাটো চলি আছিল।

১৯শ শতাব্দীৰ শেষাৰ্ধত ওলন্দাজবিলাকে শিক্ষা আৰু আন কিছুমান বিষয়ৰ সংস্কাৰ কৰিছিল। মধ্যবিত্তৰ নতুন শ্ৰেণী এটাৰ সংবৰ্ধন হৈছে আৰু জাতীয়তাবাদী আন্দোলন এটাই মুক্তিৰ দাবী কৰিছে। ভাৰতবৰ্ষৰ দৰে তাতো উন্নয়নৰ ত্ৰুটীপূৰ্ণ ব্যৱস্থা অলপ কৰা হৈছে; প্ৰকৃত ক্ষমতা প্ৰায় নথকা দুৰ্বল আইন সভা স্থাপন কৰা হৈছে। প্ৰায় পাঁচ বছৰৰ পূৰ্বে ওলন্দাজৰ অধীনত থকা পূৰ্ব ভাৰতীয় দ্বীপপুঞ্জত এটা বিপ্লৱ হৈছিল; অতি নিষ্ঠুৰ ভাৱে ইয়াক দমন কৰা হৈছিল। কিন্তু যাভা আৰু আন দ্বীপবিলাকত মুক্তিৰ যি অনুপ্ৰেৰণা সংবৰ্ধিত হৈছে, তাক কোনো পৰিমাণৰ নিষ্ঠুৰতা আৰু উৎপীড়নে বিনাশ কৰিব নোৱাৰে।

ওলন্দাজৰ অধীনস্থ পূৰ্বভাৰতীয় দ্বীপপুঞ্জ এতিয়া "নেডাৰলেণ্ডচ্ ভাৰতবৰ্ষ" নামে জনাজাত। ১৫ দিনৰ মূৰে মূৰে হলেণ্ডৰপৰা ইউৰোপ আৰু এচিয়াৰ মাজেদি এই দীঘল পথটো অতিক্ৰম কৰি যাভাৰ বাটাভিয়া নগৰলৈ বিমান চলে।

পূৰ্ব ভাৰতীয় দ্বীপপুঞ্জৰ প্ৰধান ঘটনাবিলাকৰ কাহিনীটো মই শেষ কৰিছোঁ, এতিয়া মই এচিয়াৰ প্ৰধান ভূমি ভাগলৈ পাৰ হৈ আহিব খোজোঁ। ব্ৰহ্মদেশৰ বিষয়ে কবলৈ আৰু বিশেষ নাই। সঘনে এই দেশ উত্তৰ অঞ্চল আৰু দক্ষিণ অঞ্চলত বিভক্ত হৈছিল আৰু দুয়ো ভাগে পৰস্পৰৰ মাজত সংগ্ৰাম চলাইছিল। কোনো কোনো সময়ত কোনো ক্ষমতাশালী ৰজাই দুয়ো ভাগকে একত্ৰ কৰিছিল আৰু প্ৰতিবেশী শ্যাম দেশ অধিকাৰ কৰিবলৈকো সাহ কৰিছিল। তাৰ পাচত ১৯শ শতাব্দীত বৃটিছৰ লগত এই দেশৰ সংঘৰ্ষ হৈছিল। মানদেশৰ ৰজাই নিজৰ শক্তিৰ ওপৰত অযথা আস্থা ৰাখি অসম আক্ৰমণ কৰি অধিকাৰ কৰিছিল। ইয়াৰ পাচত ১৮২৪ খৃঃত ভাৰতবৰ্ষৰ বৃটিছৰ লগত প্ৰথম ব্ৰহ্মযুদ্ধখন হৈছিল আৰু অসম বৃটিছৰ হাতলৈ গৈছিল। বৃটিছে সেই সময়ত বুজিব পাৰিছিল যে মান চৰকাৰ আৰু সৈন্যবাহিনী দুৰ্ব্বল আছিল আৰু সমগ্ৰ দেশখনকে স্থায়ীভাৱে অধিকাৰ কৰিবলৈ তেওঁলোকৰ ইচ্ছা হৈছিল। সেই দেশৰ লগত দ্বিতীয় আৰু তৃতীয়খন যুদ্ধ লগাবলৈ নিৰৰ্থক অজুহাত উলিয়াই লোৱা হৈছিল আৰু ১৮৮৫ খৃঃৰ সময়ত সমগ্ৰ দেশখন স্থায়ীভাৱে অধিকাৰ কৰি ইয়াক বৃটিছ ভাৰতবৰ্ষ সাম্ৰাজ্যৰ এটা ভাগ কৰা হৈছিল। তেতিয়াৰপৰা মানদেশৰ ভাগ্য ভাৰতবৰ্ষৰ ভাগ্যৰ লগত সাঙোৰ খাই আছে।

মানদেশৰ দক্ষিণফালে বৃটিছে মালয় উপদ্বীপলৈকে আগতে ৰাজ্য বঢ়াইছিল।

১৯শ শতাব্দীৰ আৰম্ভণিৰ ভাগত তেওঁলোকে চিঙ্গাপুৰ দ্বীপটো অধিকাৰ কৰিছিল আৰু ইয়াৰ সুবিধাজনক অৱস্থাৰ কাৰণে ই শীঘ্ৰে ক্ৰমে বাঢ়ি যোৱা বাণিজ্য-প্ৰধান নগৰ আৰু দূৰ প্ৰাচ্যলৈ যোৱা সকলোবিলাক জাহাজ ৰোৱা বন্দৰ হৈছিল। উপদ্বীপ-টোৰ বেচি উজনিৰ পুৰণি বন্দৰ মালাক্কাৰ অৱনতি হৈছিল। চিঙ্গাপুৰৰ পৰা বৃটিছে উত্তৰফালে ৰাজ্য বঢ়াবলৈ ধৰিছিল। মালয় উপদ্বীপত বহুত সৰু ৰাজ্য আছিল, সেইবিলাকৰ সহৰভাগ শ্যামৰ অধীনস্থ ৰাজ্য আছিল। শতাব্দীটোৰ শেষৰ সময়ত এই সকলোবিলাক ৰাজ্য বৃটিছৰ কৰ্তৃত্বাধীন হৈছিল আৰু সেইবিলাকক লগ লগাই "সংযুক্ত মালয় ৰাজ্য" নামে এক প্ৰকাৰৰ যুক্তৰাজ্য কৰা হৈছিল। এই ৰাজ্য-বিলাকৰ কিছুমানত শ্যামৰ যিবিলাকে স্বত্ব আছিল, শ্যামে সেইবিলাক ইংলেণ্ডক এৰি দিব লাগিছিল।

এইদৰে শ্যাম ইউৰোপীয় শক্তিৰ দ্বাৰা পৰিবেষ্টিত হৈছিল। পশ্চিম আৰু দক্ষিণফালে ব্ৰহ্মদেশ আৰু আলয়ত ইংলেণ্ড সৰ্বেসৰ্বা হৈছিল; পূব ফালে ফ্ৰান্সে আক্ৰমণাত্মক হৈ আন্নাম গ্ৰাস কৰিছিল। আন্নামে চীনৰ সাৰ্বভৌমত্ব স্বীকাৰ কৰিছিল, কিন্তু চীন নিজে যেতিয়া সঙ্কটাপন্ন আছিল, তেতিয়া ইয়াৰপৰা আন্নামৰ একো সহায় নহৈছিল। তোমাৰ মনত পৰিব মই অলপ দিনৰ আগতে চীনৰ বিষয়ে লিখা চিঠি এখনত ফ্ৰান্সে আন্নাম আক্ৰমণ কৰাৰ কাৰণে ফ্ৰান্স আৰু চীনৰ মাজত যুদ্ধ লগাৰ কথা কৈছিলোঁ। ফৰাচীবিলাকক অলপ বাধা দিয়া হৈছিল, কিন্তু সেই বাধা অলপ দিনৰ কাৰণেহে আছিল। ১৯শ শতাব্দীৰ দ্বিতীয়াৰ্ধত ফ্ৰান্সে ফৰাচী ইন্দোচীন নামে ডাঙৰ উপনিবেশ এখন স্থাপন কৰিছিল, আন্নাম আৰু কম্বোদিয়া তাৰ ভিতৰত আছিল। প্ৰাচীন কালত যি কম্বোদিয়াত "জাকজমকীয়া আঙ্কোৰ সাম্ৰাজ্য" সমৃদ্ধ হৈছিল. সেই ৰাজ্য পাচত শ্যামৰ অধীনস্থ ৰাজ্য হৈছিল। ফ্ৰান্সে শ্যামক যুদ্ধৰ ভয় দেখুৱাই এই ৰাজ্যৰ ওপৰত প্ৰভুত্ব স্থাপন কৰিছিল। লক্ষ্য কৰিব লগীয়া কথা এই যে এই দেশবিলাকত ফৰাচীবিলাকে প্ৰথমতে চলোৱা ষড়যন্ত্ৰবিলাক খৃষ্টিয়ান ধৰ্ম্মপ্ৰচাৰক বিলাকৰ জৰিয়তে চলোৱা হৈছিল। এনে এজন ধৰ্ম্মপ্ৰচাৰকক কিবা এটা কাৰণত মৃত্যুদণ্ড দিয়া হৈছিল, ইয়াৰ ক্ষতিপূৰণ পাবৰ কাৰণেই ১৮৫৭ খৃঃত প্ৰথম ফৰাচী অভিযানটো পঠোৱা হৈছিল। এই অভিযানত দক্ষিণ ফালৰ চাইগণ অধিকাৰ কৰা হৈছিল আৰু ইয়াৰপৰা ফৰাচীবিলাকে উত্তৰফালে ৰাজ্য বিস্তাৰ কৰিছিল।

মোৰ ভয় হৈছে যে এচিয়াৰ এই দেশবিলাকত চলা সাম্ৰাজ্যবাদীবিলাকৰ অগ্ৰ-গতিৰ কাহিনীবিলাকত বহুতো পুনৰুক্তি হৈছে। তেওঁলোকৰ পদ্ধতি সকলোতে প্ৰায় একে ধৰণৰ আছিল আৰু প্ৰায় সকলোতে তেওঁলোক কৃতকাৰ্য্য হৈছিল। এখন এখনকৈ মই দেশবিলাকৰ কথা আলোচনা কৰি প্ৰত্যেকখনকে কোনোবা এটা ইউৰোপীয় শক্তিৰ অধীনলৈ যোৱা দেখুৱাই অন্ততঃ সেই সময়ৰ কাৰণে কাহিনীটো শেষ কৰিছোঁ। দক্ষিণ পূব এচিয়াৰ মুঠেই এখন দেশ এনে দুৰ্ভাগ্যৰপৰা ৰক্ষা পৰিছিল, সেই দেশ-খন আছিল শ্যাম।

মানদেশত ইংলেণ্ড আৰু ইন্দোচীনত ফ্ৰান্সৰ মাজত চেপা খাই থাকিও শ্যাম ৰক্ষা পোৱাটো সেই দেশৰ কাৰণে সৌভাগ্য হৈছিল। সম্ভৱতঃ এই দেশৰ সোঁৱে-বাৱে এই দুটা প্ৰতিদ্বন্দ্বী ইউৰোপীয় শক্তি থকাৰ কাৰণেই ই ৰক্ষা পৰিছিল। ইয়াৰ

সৌভাগ্যৰ আন এটা কাৰণ এই যে বহুকাল ইয়াত যথেষ্ট পৰিমাণে ভাল শাসন চলিছিল আৰু আন বহুতো দেশত থকাৰ দৰে ইয়াত আভ্যন্তৰীণ অথন্তৰ নাছিল। কিন্তু সু-শাসন অৱশ্যে বিদেশী আক্ৰমণৰ বিৰুদ্ধে ৰক্ষাকবচ নাছিল। ঘটনাক্ৰমে ইংলেণ্ডে ভাৰতবৰ্ষ আৰু মানদেশত আৰু ফ্ৰান্সে ইন্দোচীনত মূৰ পুতি থাকিব লগা হৈছিল। ১৯শ শতাব্দীৰ শেষৰ ফালে যি কালত দুয়োটা শক্তি শ্যামৰ সীমান্ত পাইছিলগৈ, সেইকালৰ আগতে ৰাজ্য অধিকাৰ কৰাৰ দিন পাৰ হৈছিল। প্ৰাচ্যত প্ৰতিৰোধৰ উদ্যম বাঢ়িছিল আৰু উপনিবেশ আৰু অধীনস্থ ৰাজ্যবিলাকত জাতীয়তাবাদ আন্দোলনৰ আৰম্ভ হৈছিল। কম্বোদিয়াৰ সম্পৰ্কত শ্যাম আৰু ফ্ৰান্সৰ মাজত যুদ্ধৰ বিপদ্দীয়া সম্ভাৱনা আছিল, কিন্তু শ্যাম সৈমান হৈ ফৰাচীবিলাকৰ লগত কন্দল লগোৱাৰ হাত সাৰিছিল। পশ্চিমফালে পৰ্ব্বতৰ এটা শক্তিশালী প্ৰতিবন্ধকতাই শ্যামক মানদেশত থকা বৃটিছবিলাকৰপৰা ৰক্ষা কৰিছিল।

মই তোমাক আগতে কৈছোঁ যে অতীতত অন্ততঃ দুবাৰ মান ৰজাই শ্যাম আক্ৰমণ কৰিছিল আৰু আনকি ইয়াক অধিকাৰো কৰিছিল। শেহৰ আক্ৰমণটো ১৭৬৭ খৃঃত হৈছিল, সেই আক্ৰমণত আয়ুথিয়া বা আয়ুধিয়া নামৰ (ভাৰতীয় নাম কেনেকৈ ব্যৱহাৰ কৰা হৈছে মন কৰা) শ্যামৰ ৰাজধানীখন ধ্বংস কৰা হৈছিল। পিচে জনসাধাৰণৰ এটা বিদ্ৰোহৰদ্বাৰা মানবিলাকক শীঘ্ৰে পঠিওৱা হৈছিল আৰু ১৭৮২ খৃঃত সেই দেশত ৰজা প্ৰথম ৰামে নতুন এটা ৰাজবংশ আৰম্ভ কৰিছিল। ঠিক ১৫০ বছৰৰ পাচত আনকি আজিও এই বংশটোৱে ৰাজত্ব কৰি আছে আৰু এই বংশৰ সকলোবিলাক ৰজাকে বোধকৰো "ৰাম" বোলা হৈছিল। এই নতুন ৰাজবংশটোৰ অধীনত দেশখনত উত্তৰাধিকাৰ সূত্ৰে পোৱা এক প্ৰকাৰৰ ভাল শাসন পদ্ধতি চলিছিল আৰু অতি সুবিবেচনাৰে বিদেশী শক্তিবিলাকৰ লগত ভাল সম্পৰ্ক স্থাপন কৰিবলৈ চেষ্টা কৰা হৈছিল। তাৰ বন্দৰবিলাক বিদেশীৰ বাণিজ্যৰ কাৰণে উন্মুক্ত কৰি ৰখা হৈছিল, কেইটামান বিদেশী শক্তিৰ লগত বাণিজ্য বিষয়ৰ সন্ধি কৰা হৈছিল আৰু শাসনত কিছুমান সংস্কাৰ কৰা হৈছিল। বাঙ্কোক নতুন ৰাজধানী হৈছিল। এই সকলোবিলাক সাম্ৰাজ্যবাদী কুকুৰনেচীয়া বাঘবিলাকক আঁতৰাই ৰাখিবৰ কাৰণে যথেষ্ট নহৈছিল। ইংলেণ্ডে মালয়ত ৰাজ্য বিস্তাৰ কৰি তাত থকা শ্যামৰ ৰাজ্য অধিকাৰ কৰিছিল, ফ্ৰান্সে কম্বোদিয়া আৰু পূবফালে থকা শ্যামৰ ৰাজ্য লাভ কৰিছিল। ১৮৯৬ খৃঃত শ্যামৰ সম্পৰ্কত ফ্ৰান্স আৰু ইংলেণ্ডৰ মাজত যুদ্ধ লগাৰে উপক্ৰম হৈছিল। কিন্তু তেতিয়া তেওঁলোকে সাম্ৰাজ্যবাদীৰ স্বীকৃত পদ্ধতিমতে শ্যাম ৰাজ্যৰ অৱশিষ্ট ভাগৰ অখণ্ডতাৰ নিশ্চিত আশ্বাস দিছিল আৰু লগে লগে ইয়াক তিনিটা "প্ৰভাৱৰ মণ্ডল"ত বিভক্ত কৰিছিল। পূব ফালৰ ভাগটো ফৰাচীৰ আৰু পশ্চিম ফালৰ ভাগতো ইংলেণ্ডৰ মণ্ডল আছিল আৰু দুয়ো ফালৰ ভাগতো নিৰপেক্ষ মণ্ডল আছিল, এই মণ্ডলটো দুয়োটা শক্তিয়ে অলপ অলপকৈ অপহৰণ কৰিব পাৰিছিল। এইদৰে দৃঢ়ভাৱে শ্যামৰ অখণ্ডতাৰ নিশ্চিত আশ্বাস দিয়াৰ কেই বছৰ মানৰ পাচতে ফ্ৰান্সে পূব ফালৰ আৰু কিছুমান অঞ্চল দখল কৰিছিল আৰু ইংলেণ্ডে অৱশ্যে তেতিয়া ভাৰসাম্য ৰাখিবলৈ দক্ষিণ ফালে কিছুমান অঞ্চল লব লগা হৈছিল।

এইবিলাক হোৱা সত্ত্বেও তেতিয়াও শ্যামৰ এটা ভাগ ইউৰোপীয় আধিপত্যৰ

হাত সাৰি আছিল, আৰু এই শৃঙ্খলত সেইখন দেশেইহে এনে কৰিব পাৰিছিল। এতিয়া ইউৰোপীয় আক্ৰমণৰ প্ৰবাহটোত বাধা পৰিছে আৰু ইউৰোপে এচিয়াত অধিক ৰাজ্য লাভ কৰাৰ সম্ভাৱনা প্ৰায় নোহোৱা হৈছে। সেই দিনটো শীঘ্ৰে আহিব, যেতিয়া এচিয়াত থকা ইউৰোপীয় শক্তিবিলাকে তেওঁলোকৰ বয়বস্তু সামৰি লৈ নিজৰ ঘৰলৈ যাব লাগিব।

অলপ দিনৰ আগলৈকে শ্যামত স্বেচ্ছাচাৰী ৰাজতন্ত্ৰ চলিছিল আৰু কিছুমান সংস্কাৰ হোৱা সত্বেও তাত বহুতো পৰিমাণে সামন্তবাদ চলিছিল। কেইমাহ মানৰ পূৰ্ব্বে তাত এটা শান্তিপূৰ্ণ বিপ্লৱ হৈছিল আৰু উচ্চ মধ্যবিত্তৰ শ্ৰেণীটোৱে প্ৰাধান্য লাভ কৰে বুলি ধাৰণা হয়। এক প্ৰকাৰৰ সংসদ তাত প্ৰতিষ্ঠা কৰা হৈছে। প্ৰথম ৰামৰ বংশৰ ৰজাজন সুবিবেচনাৰে এই পৰিৱৰ্ত্তনত সম্মত হৈছে; সেই কাৰণে এই বংশটো ৰৈছে। এইদৰে এতিয়া শ্যামত সাংবিধানিক ৰাজতন্ত্ৰ চলিছে।

দক্ষিণ-পূব এচিয়াৰ আন এখন দেশৰ বিষয়ে আমি আলোচনা কৰিবলৈ বাকী আছে, সেই দেশখন হৈছে ফিলিপাইন দ্বীপপুঞ্জ। মই সেইবিলাকৰ কথাও লিখিব খুজিছিলোঁ, কিন্তু এতিয়া বহুত দেৰি হৈছে, মোৰ ভাগৰ লাগিছে আৰু চিঠিখন যথেষ্ট দীঘল হৈছে। ১৯৩২ খৃঃৰ বছৰটোত মই লিখা এই খনেই শেষ চিঠি হব, কাৰণ পুৰণি বছৰটোৱে তাৰ গতিপথৰ শেষলৈকে দৌৰি শেষ নিশ্বাস লৈছে। আৰু তিনি ঘণ্টাৰ পাচত ই আৰু নেথাকিব আৰু ই অতীতৰ স্মৃতি হব।

## ১২০

## আন এটা নতুন বছৰৰ প্ৰথম দিন

নতুন বছৰৰ প্ৰথম দিন, ১৯৩৩

আজি নতুন বছৰৰ প্ৰথম দিন। পৃথিৱীখনে সূৰ্য্যৰ চাৰিওফালে আৰু এটা পাক ঘূৰি শেষ কৰিছে। মহাকাশৰ মাজেদি দ্ৰুতগতিৰে অবিৰতভাৱে ঘূৰি থাকোঁতে ই কোনো বিশেষ দিন বা কাম নকৰাকৈ ৰং ধেমালি কৰি কটোৱা দিন নেপালে, ইয়াৰ পিঠিত অসংখ্য পতঙ্গৰ দৰে যিবিলাক অতি ক্ষুদ্ৰ স্ত্ৰী-পুৰুষে বগুৰা বাই ফুৰে, পৰস্পৰ কন্দল কৰে আৰু তেওঁলোকৰ নিৰ্ব্বোধ গৰ্ব্বত নিজকে পৃথিৱীত আনন্দৰ উৎস আৰু বিশ্বৰ কেন্দ্ৰ বুলি কল্পনা কৰে, তেওঁলোকৰ কি হৈছে, ই তালৈ মুঠেই মন নকৰে। পৃথিৱীয়ে নিজৰ সন্তানবিলাকলৈ ভ্ৰূক্ষেপ নকৰে, কিন্তু আমি নিজলৈ ভ্ৰূক্ষেপ নকৰাকৈ কাচিৎহে থাকিব পাৰো আৰু নতুন বছৰৰ প্ৰথম দিনা আমাৰ বহুতৰে আমাৰ জীৱনযাত্ৰাত ক্ষন্তেক জিৰণি লৈ পিচলৈ চাই অতীতৰ ঘটনাবিলাক মনত পেলাই তাৰ পাচত আগলৈ চাই আশান্বিত হবলৈ চেষ্টা কৰিবৰ মন যায়। সেই কাৰণে আজি মই অতীতৰ ঘটনাবিলাক মনত পেলাইছোঁ। নতুন বছৰৰ এই প্ৰথম দিনটো মই বন্দীশালত থকাৰ ক্ৰমান্বয়ে তৃতীয় দিন, যদিও এই কালছোৱাৰ ভিতৰত কেইবা মাহো মই বাহিৰৰ বেচি বহল পৃথিৱীখনত আছিলোঁ। আৰু অলপ পাচলৈ

ভাবোঁতে মোৰ মনত পৰিছে যে যোৱা এঘাৰ বছৰৰ ভিতৰত মই পাঁচোটা নতুন বছৰৰ প্ৰথম দিন বন্দীশালত কটাইছোঁ, আৰু কিমান এনে দিন বন্দীশালত কটাম—তাৰ কথা মই আচৰিত হৈ ভাবোঁ।

কিন্তু বন্দীশালৰ ভাষাত মই "দাগী" আৰু বহুত বাৰৰ "দাগী" আৰু বন্দীশালৰ জীৱনত মই অভ্যস্ত হৈ গৈছোঁ। বন্দীশালৰ বাহিৰৰ মোৰ জীৱনটো কামৰ উথল মাথলৰ জীৱন, বিৰাট বিৰাট সন্মিলন আৰু ৰাজহুৱা বক্তৃতাৰ আৰু এঠাইৰপৰা আন ঠাইলৈ হুৰামুৰাকৈ ঘূৰি ফুৰাৰ জীৱন, সেই জীৱনৰ লগত মোৰ বন্দীশালৰ এই জীৱনটো আচৰিত ৰকমে অমিল। ইয়াৰ সকলোবিলাকেই বেলেগ, সকলোবিলাক নিজঞ্জাল, ইয়াত অতি কমকৈ লৰচৰ কৰিব লাগে, দীঘলীয়া সময় মই বহি থকো আৰু কেবা ঘণ্টাও মই মাতবোল নকৰোঁ। দিন, সপ্তাহ, মাহ, ইটোৰ পাচত সিটো পাৰ হৈ ইটোৰ লগত সিটো মিলি যায় আৰু ইটোৰপৰা সিটোৰ পাৰ্থক্য দেখুৱাবলৈ প্ৰায় একো নেথাকে। অতীতটো একো দেখনিয়াৰ হৈ নথকা মচ খোৱা ছবি এখন যেন দেখা যায়। কালিৰ কথা মনত পেলালে বন্দী হোৱা দিনটোৰ কথা মনত পৰে, কাৰণ মাজৰ দিনবিলাক মনত সাঁচ বহুৱাব পৰাকৈ একো নথকা প্ৰায় সুদা দিন। এঠাইত বৈ থকা গছপুলি এটাৰ জীৱনৰ দৰে এই জীৱনটো নিৰ্ব্বিচাৰ, নিৰৰ্থক, নিবল আৰু গতিহীনভাৱে ক্ৰমে চলি গৈ থাকে। বন্দীশালত থকা মানুহৰ কাৰণে কোনো কোনো সময়ত বাহিৰৰ পৃথিৱীখনৰ কাৰ্য্যকলাপবিলাক আচৰিত আৰু অলপ বিমোৰত পেলোৱা যেন লাগে, সেইবিলাক অস্পষ্ট আৰু অস্বাভাৱিক ভেল্কি যেন লাগে। এইদৰে আমাৰ দুই প্ৰকাৰৰ প্ৰকৃতি হয়—সক্ৰিয় প্ৰকৃতি আৰু নিষ্ক্ৰিয় প্ৰকৃতি, ডক্টৰ জেকিল আৰু মিষ্টাৰ হাইডৰ দৰে দুই ৰকম জীৱন ধাৰণ আৰু দুটা ব্যক্তিত্ব হয়। ৰবাৰ্ট লুই ষ্টিভেনচনৰ এই গল্পটো তুমি পঢ়িছানে?

সময়ত মানুহ সকলোতে অভ্যস্ত হৈ যায়, আনকি বন্দীশালৰ একে ৰকমৰ কাম আৰু আমণি লগা একে ৰকমৰ অৱস্থাতো অভ্যস্ত হয়। জিৰণি শৰীৰৰ কাৰণে আৰু নিজঞ্জাল মনৰ কাৰণে উপকাৰী, নিজঞ্জালে মানুহক চিন্তাশীল কৰে। "Le repos est une bonne Chose, mais l'ennui est son frere!" আৰু এতিয়া হয়তো তুমি বুজিব পাৰিবা তোমালৈ লিখা এই চিঠিবিলাকত মোৰ কাৰণে কি প্ৰাধান্য আছে। এইবিলাক পঢ়ি তুমি ভাল নেপাব পাৰা, এইবিলাক আমনি লগা আৰু বাহুল্য হব পাৰে। কিন্তু এইবিলাকে মোৰ বন্দী-জীৱনৰ খালি ঠাই পুৰাইছে আৰু মোক এনে এটা কামত লগাই ৰাখিছে যাৰপৰা মই আনন্দ পাইছোঁ। আজিৰপৰা ঠিক দুবছৰৰ পুৰ্ব্বে নতুন বছৰৰ প্ৰথম দিন এটাত মই নাইনি বন্দীশালত এইবিলাক লিখিবলৈ আৰম্ভ কৰিছিলোঁ আৰু বন্দীশাললৈ ঘূৰি আহি এইবিলাক লিখি আছিলোঁ। কোনো কোনো সময়ত মই কেইবা সপ্তাহো নিলিখোঁ, কোনো কোনো সময়ত দিনে দিনে লিখোঁ। লিখিবলৈ মোৰ মন যোৱাত যেতিয়া কাগজ কলম লৈ বহিছিলোঁ, তেতিয়া মই বেলেগ এখন পৃথিৱীত বিচৰণ কৰিছিলোঁ, তেতিয়া তুমি মোৰ অতি মৰমৰ লগৰীয়া হৈছিলা আৰু বন্দীশাল আৰু ইয়াৰ কামবিলাকৰ

কথা মই তেনেই পাহৰিছিলোঁ। এইদৰে এই চিঠিবিলাকে মোৰ মনলৈ বন্দীশালৰপৰা মুক্ত হৈ থকাৰ ভাব আনিছিল।

মই এতিয়া লিখি থকা এই চিঠিখনৰ ক্ৰমিক নম্বৰ ১২০, মুঠেই ন মাহৰ পূৰ্ব্বে বেৰিলীৰ বন্দীশালত মই এইদৰে নম্বৰ দিবলৈ আৰম্ভ কৰিছিলোঁ। মই আচৰিত হৈছোঁ যে ইতিমধ্যে মই ইমানখিনি লিখিলোঁ আৰু যেতিয়া চিঠিৰ এই পৰ্ব্বতটো ডাঙৰ এটা মুঠ সমষ্টিত তোমাৰ ওপৰত পৰিব, তেতিয়া তুমি কি কৰা বা ভাবিবা সেই কথা ভাবি মই ভয় খাইছোঁ। কিন্তু মোক বন্দীশালৰপৰা মুক্ত কৰ আন ঠাইত ভ্ৰমণ কৰিবলৈ তুমি অনিচ্ছুক হব নোৱাৰা। সাত মাহতকৈও অধিক কাল মই তোমাক দেখা পোৱা নাই, মোৰ মইনা। কিমান দীঘলীয়া এই কাল!

মোৰ চিঠিবিলাকত যিটো কাহিনী আছে, সি বৰ আনন্দদায়ক নহয়। বুৰঞ্জী আনন্দদায়ক নহয়। মানুহৰ বিস্তৰ আৰু মিছা গৰ্ব্বৰ প্ৰগতি সত্বেও মানুহ এতিয়াও অপ্ৰিয় আৰু স্বাৰ্থপৰ জন্তু হৈয়ে আছে। তথাপি মানুহৰ স্বাৰ্থপৰতা, কন্দলপ্ৰিয়তা আৰু পাশৱিকতাৰ বিষাদপূৰ্ণ দীঘলীয়া বিৱৰণীৰ মাজতে সম্ভৱতঃ আদিৰেপৰা প্ৰগতিৰ প্ৰয়োজনীয় সামগ্ৰী দেখিবলৈ পোৱা আমাৰ কাৰণে সম্ভৱ হয়। মই অলপ আশাবাদী আৰু সকলো কথাতে আশান্বিত মত লবলৈ মোৰ মন যায়, কিন্তু আশাবাদে আমাক আমাৰ চাৰিওফালে থকা দূষণীয় কথাবিলাক নুবুজা কৰা উচিত নহয়, আৰু যুক্তিহীন আশাবাদ বৰ বেচি ভুলকৈ লগোৱাৰ পৰা যি বিপদ হয়, সেইবিলাকৰ কথাও আমাক নুবুজা কৰা উচিত নহয়। কাৰণ পৃথিৱীখন আগৰপৰা যেনে হৈ আহিছে আৰু এতিয়াও যেনে হৈ আছে, এই অৱস্থাই আমাক আশাবাদৰ যথেষ্ট থল নিদিয়ে। আদৰ্শবাদীসকলৰ কাৰণে, আৰু যিবিলাক মানুহে তেওঁ-লোকৰ বিশ্বসবিলাক আনৰপৰা শুদ্ধ চিত্তেৰে ধাৰ কৰি লব নোৱাৰে, তেওঁলোকৰ কাৰণেও পৃথিৱীখন কঠোৰ ঠাই। নানা প্ৰকাৰৰ এনে কিছুমান প্ৰশ্নৰ উদয় হয়, যিবিলাকৰ পোনপটীয়া উত্তৰ নাই। পৃথিৱীখনত ইমানবিলাক অবিবেচনা, ইমান-বিলাক দুৰ্গতি কিয় হব লাগে? এইটো এটা প্ৰাচীন প্ৰশ্ন, এই প্ৰশ্নই ২৫০০ বছৰৰ পূৰ্ব্বে আমাৰ এই দেশতে ৰাজকুমাৰ সিদ্ধাৰ্থক অশান্তি দিছিল। তেওঁৰ কাহিনীটোত কোৱা হয় যে তেওঁ পৰম জ্ঞান লাভ কৰাৰ আগত বহুত বাৰ তেওঁ নিজকে নিজে এই প্ৰশ্ন কৰিছিল। প্ৰবাদ আছে যে তেওঁ নিজকে নিজে এইদৰে সুধিছিল :

> "এইটো কেনেকৈ হব পাৰে যে ব্ৰহ্মাই
> পৃথিৱী এখন সৃষ্টি কৰি ইয়াক দুৰ্দশাগ্ৰস্ত কৰি ৰাখিব?
> তেওঁ যদি সৰ্ব্বশক্তিমান্ হৈও ইয়াক এনেকৈ ৰাখে,
> তেনেহলে তেওঁ সৎ নহয়, আৰু তেওঁ যদি সৰ্ব্বশক্তিমান্ নহয়,
> তেনেহলে তেওঁ ঈশ্বৰ নহয়।"

আমাৰ নিজৰ দেশত মুক্তিযুদ্ধ চলি আছে, তথাপি আমাৰ দেশৰ বহুত মানুহে ইয়ালৈ কমকৈ মন কৰি নিজৰ ভিতৰত তৰ্কবিতৰ্ক আৰু কাজিয়া কৰে আৰু

একোটা সম্প্ৰদায় বা ধাৰ্মিক সমষ্টি বা সঙ্কীৰ্ণ শ্ৰেণীৰ স্বাৰ্থত চিন্তা কৰি বৃহত্তৰ উপকাৰৰ কথা পাহৰে আৰু কিছুমানে মুক্তিৰ আদৰ্শ নুবুজি,

"........অত্যাচাৰী শাসকবিলাকৰ লগত যুদ্ধ-বিৰতিৰ সন্ধি কৰি নিৰ্জু হৈছিল,
পেলাই দিয়া ৰাজমুকুট আৰু ধৰ্ম্মবিশ্বাস ব্যৱহাৰ কৰিবলৈ বুটলি লৈছিল,
আৰু ফটাকানি আৰু খোলাকটি পুনৰ বংচঙীয়া কৰি লৈছিল।"

আইন আৰু শৃঙ্খলাৰ নামত অত্যাচাৰী শাসন আড়ম্বৰেৰে চলে আৰু যিবিলাক মানুহ ইয়াৰ বশীভূত নহয়, ই তেওঁলোকক সম্পূৰ্ণ দমন কৰে। আচৰিত কথা যে যিটো দুৰ্বল আৰু উৎপীড়িত মানুহবিলাকৰ আশ্ৰয় স্থান হোৱা উচিত, ঠিক সেইটোৱেই উৎপীড়নকাৰীৰ হাতত আক্ৰমণৰ অস্ত্ৰ হয়। এই চিঠিখনত ইতিমধ্যে কেইবাটাও উদ্ধৃতি দিয়া হৈছে, কিন্তু মই তোমাক আৰু এটা উদ্ধৃতি দিয়া উচিত হব, এই উদ্ধৃতিটো মোৰ বৰ ভাল লাগে আৰু ই আমাৰ বৰ্তমান অৱস্থাৰ লগত থাপ খোৱা যেন দেখা যায়। এইটো মণ্টেচ্কু নামৰ অষ্টাদশ শতাব্দীৰ ফৰাচী দাৰ্শনিক এজনৰ কিতাপৰপৰা পোৱা, মোৰ আগৰ চিঠি এখনত মই এওঁৰ বিষয়ে উল্লেখ কৰিছোঁ।

"It n'y apoint de plus cruelle tyrannie que celle que l'on exerce a l'o mbre des lois et avec les couleurs de la justice, lorsqu'o n va pour ainsi dire noyer des malheureux sur la planche meme sur laquelle ils' étaient sauvés."

নতুন বছৰৰ প্ৰথম দিনৰ চিঠি স্বৰূপে এই চিঠিখন অনুচিতভাৱে বৰ বেজেৰুৱা হৈছে। এনে হোৱাটো অতি অনুচিত। বাস্তৱতে মই বেজেৰুৱা নহওঁ, আৰু আমি বেজেৰুৱা হমেই বা কিয় ? এটা মহৎ উদ্দেশ্য সাধনৰ অৰ্থে কাম কৰাৰ আৰু সংগ্ৰাম চলোৱাৰ আনন্দ আমি পাইছোঁ; আমাৰ এজন মহৎ নেতা, অতি প্ৰিয় বন্ধু আৰু বিশ্বাসযোগ্য পথপ্ৰদৰ্শক আছে, তেওঁৰ দৰ্শনে বল দিয়ে, তেওঁৰ স্পৰ্শই প্ৰেৰণা যোগায়; আৰু আমি নিশ্চিত আশ্বাস পাইছোঁ যে সফলতা আমাৰ কাৰণে বৈ আছে আৰু সোনকালে বা পলমে আমি তাক লাভ কৰিম। যিবিলাক বাধাবিঘিনি আমি অতিক্ৰম কৰিব লাগে আৰু যিবিলাক সংগ্ৰামত আমি জয় লাভ কৰিব লাগে, সেইবিলাক নথকা হলে জীৱন নিৰানন্দ আৰু নিষ্প্ৰভ হ'লহে'তেন।

মোৰ অতি প্ৰিয়পাত্ৰ তুমি তোমাৰ জীৱনৰ দুঃখবদলিত বেজেৰুৱা আৰু নিৰানন্দময় ভাৱ—একেবাৰে লগত সম্পৰ্ক কৰা উচিত নহয়। তুমি আনন্দপূৰ্ণ আৰু শান্ত অৱয়বে জীৱন-যুঁজৰ আৰু জীৱনত যি অৱস্থাই আহে তাৰ সম্মুখীন হবা আৰু তোমাৰ যাত্ৰাপথত যিবিলাক সঙ্কটে দেখা দিয়ে, সেইবিলাক অতিক্ৰম কৰাৰ আনন্দৰ কাৰণে সেইবিলাকক অভ্যৰ্থনা কৰিবা।

এইদৰে তোমাৰ কুশল কামনা কৰি আকৌ লগ নোপোৱালৈকে বিদায় লৈছোঁ, লগ পোৱাৰ সময়টো আহোঁতে যেন বৰ পলম নহওক!

# ১২১

## ফিলিপাইন দ্বীপপুঞ্জ আৰু আমেৰিকাৰ যুক্তৰাজ্য

৩ জানুৱাৰি, ১৯৩৩

নতুন বছৰৰ প্ৰথম দিনা মূল কথাৰ পৰা অলপ আঁতৰি যোৱাৰ পাচত এতিয়া আমি আমাৰ কাহিনীটো আগুৱাই নিয়া উচিত হব। এচিয়াৰ পূব ফালৰ অঞ্চলৰ বিৱৰণীটো সম্পূৰ্ণ কৰিবৰ কাৰণে ফিলিপাইন দ্বীপবিলাকৰ কথা আলোচনা কৰাই ভাল হব। এই দ্বীপবিলাকলৈ আমি কিয় বিশেষ মনোযোগ দিয়া উচিত? এচিয়াত আৰু আন আন ভাগত বহুতো দ্বীপ আছে, মোৰ এই চিঠিবিলাকত মই সেই বিলাকৰ আন কি নামকে উল্লেখ কৰা নাই। এচিয়াত নতুন সাম্ৰাজ্যবাদৰ সংবৰ্ধনৰ আৰু প্ৰাচীন সভ্যতাবিলাকত তাৰ প্ৰতিক্ৰিয়াৰ কথা আমি বুজিবলৈ চেষ্টা কৰিছোঁ। এই পৰ্যালোচনাৰ কাৰণে ভাৰতবৰ্ষ আদৰ্শস্থানীয় সাম্ৰাজ্য; ঔদ্যোগিক সাম্ৰাজ্যবাদ বিস্তাৰৰ আন এটা বেলেগ কিন্তু অত্যন্ত প্ৰধান ফাল চীনে দেখুৱাইছে। পূৰ্ব ভাৰতীয় দ্বীপপুঞ্জ, ইন্দোচীন আদিতো আমাক শিকাব পৰা কিছুমান কথা আছে। একেদৰেই ফিলিপাইন দ্বীপবিলাকো আমাৰ কাৰণে আকৰ্ষণীয় হৈছে। এই আকৰ্ষণটো বাঢ়িছে, কাৰণ ইয়াত আমি এটা নতুন শক্তিক, আমেৰিকাৰ যুক্তৰাজ্যক সক্ৰিয় হোৱা দেখিবলৈ পাম।

আমি জানিব পাৰিছিলোঁ যে চীনত যুক্তৰাজ্য আনবিলাক শক্তিৰ সমান আক্ৰমণাত্মক নাছিল, কোনো কোনো অৱস্থাত তেওঁলোকে আন কি আনবিলাক সাম্ৰাজ্য-বাদী চৰকাৰক সংযত কৰি চীনক সহায়হে কৰিছিল। সাম্ৰাজ্যবাদ বেয়া পোৱাৰ কাৰণে নাইবা চীনক ভাল পোৱাৰ কাৰণে তেওঁলোকে তেনে কৰা নাছিল, কিন্তু কিছুমান আভ্যন্তৰীণ বিষয়ে তেওঁলোকক ইউৰোপীয় দেশবিলাকৰ লগত অমিল হবলৈ বাধ্য কৰিছিল। এই ইউৰোপীয় দেশবিলাক সৰু এখন মহাদেশত ঠাহ খাই আছিল, সেই-বিলাক দেশ ঘন বসতিপূৰ্ণ আছিল কাৰণে পৰস্পৰৰ চাল—চলন, কামকাজৰ কাৰণে ঠাই প্ৰায় নাছিল। সেইবিলাক দেশত সদায় সংঘাত আৰু বিপত্তি হৈ আছিল, উদ্যোগ-পদ্ধতি প্ৰচলনৰ লগে লগে সেইবিলাক দেশৰ জনসংখ্যা দ্ৰুত গতিৰে বাঢ়িছিল আৰু তেওঁলোকৰ নিজৰ নিজৰ দেশত যিমান বস্তু বেচিব পৰা হৈছিল, তাতকৈ বহুত বেচি বস্তু তেওঁলোকে উৎপাদন কৰিবলৈ ধৰিছিল। ক্ৰমবৰ্ধিত লোকসংখ্যালৈ খাদ্য বস্তু লগা হৈছিল, কাৰখানাবিলাকলৈ কেঁচা মাল লগা হৈছিল আৰু কাৰখানাত উৎপাদিত বস্তু বেচিবলৈ বজাৰ লগা হৈছিল। এইবিলাক অভাব পূৰণৰ জৰুৰী অৰ্থনৈতিক আৱশ্যকতাই তেওঁলোকক দূৰৈৰ দেশবিলাকলৈ গৈ সেইবিলাকত নিজৰ নিজৰ সাম্ৰাজ্য স্থাপনৰ কাৰণে যুদ্ধ কৰিবলৈ বাধ্য কৰিছিল।

এই কাৰণবিলাক যুক্তৰাজ্যৰ সম্পৰ্কত নেখাটিছিল। তেওঁলোকৰ দেশখন আয়তনত ইউৰোপৰ প্ৰায় সমান আছিল আৰু তাত লোকসংখ্যা কম আছিল। প্ৰত্যেক মানুহৰ কাৰণে যথেষ্ট ঠাই আছিল, তেওঁলোকৰ নিজৰ বিৰাট অনুন্নত অঞ্চলবিলাকৰ

উন্নয়নত শক্তি নিয়োগ কৰিবলৈ অপৰ্যাপ্ত সুযোগ আছিল। ৰেলপথ নিৰ্মাণ হোৱাত তেওঁলোক পশ্চিম ফাললৈ গৈ বেচি দূৰলৈ ৰাজ্য বঢ়াই প্ৰশান্ত মহাসাগৰ পাইছিল। নিজৰ দেশৰ এই সকলোবিলাক কামে আমেৰিকাবাসীক ব্যস্ত কৰি ৰাখিছিল আৰু উপনিবেশ স্থাপনৰ বিপদসঙ্কুল কামলৈ তেওঁলোকৰ অৱসৰ বা প্ৰবৃত্তি নাছিল। মই তোমাক আগতে কৈছোঁ যে বাস্তৱতে এসময়ত কালিফৰ্ণিয়াৰ উপকূলত বনুৱাৰ প্ৰয়োজন হোৱাত তেওঁলোকে বাধ্য হৈ চীনৰ চৰকাৰক চীনা বনুৱাৰ কাৰণে অনুৰোধ কৰিছিল, চীনা চৰকাৰে এই অনুৰোধ ৰাখিছিল আৰু পাচত এই কথাই দুয়োখন দেশৰ মাজত তিক্ততাৰ সৃষ্টি কৰিছিল। এইদৰে আমেৰিকাবাসী আগৰপৰা নিজৰ দেশৰ কামত ব্যস্ত থাকিব লগা হোৱাত ইউৰোপৰ চৰকাৰবিলাকে সাম্ৰাজ্যৰ কাৰণে যি প্ৰতিযোগিতা হে'পাহ পলুৱাই চলাইছিল আৰু তাৰ পৰা তেওঁলোক নিজে আঁতৰি আছিল। তেওঁলোকে চীনতো তেতিয়াহে হস্তক্ষেপ কৰিছিল, যেতিয়া তেওঁলোকে অনুভৱ কৰিছিল যে তেওঁলোকৰ তেনে হস্তক্ষেপ নিতান্ত প্ৰয়োজনীয় হৈছিল আৰু যেতিয়া তেওঁলোকৰ ভয় হৈছিল যে আন শক্তিবিলাকে দেশখন তেওঁলোকৰ মাজত ভগাই লব।

কিন্তু ফিলিপাইন দ্বীপাবলাক আমেৰিকাৰ প্ৰত্যক্ষ শাসনৰ অধীন হৈছিল। সেইবিলাক দ্বীপে আমাক আমেৰিকান সাম্ৰাজ্যবাদৰ কথা কয়, সেই কাৰণে সেই-বিলাকলৈ আমাৰ মন আকৰ্ষিত হয়। যুক্তৰাজ্যৰ সাম্ৰাজ্য ফিলিপাইন দ্বীপবিলাকতে আবদ্ধ আছিল বুলি নেভাবিবা। বাহিৰৰপৰা দেখাত সেইখনেই তেওঁলোকৰ মুঠেই এখন সাম্ৰাজ্য, কিন্তু আন সাম্ৰাজ্যবাদী শক্তিবিলাকৰ অভিজ্ঞতা আৰু বিপৰ্যয়-বিলাকৰপৰা বেচি উন্নত হৈ তেওঁলোকে পূৰণি পদ্ধতিটোৰ উৎকৰ্ষ সাধন কৰিছে। বৃটেনে ভাৰতবৰ্ষ অধিকাৰ কৰাৰ দৰে তেওঁলোকে দেশ অধিকাৰ কৰাৰ কষ্টখিনি নলয়; অকল লাভৰ কথালৈ তেওঁলোকৰ আগ্ৰহ, সেই কাৰণে তেওঁলোকে দেশখনৰ সম্পত্তিৰ ওপৰত আধিপত্য স্থাপন কৰিবলৈ কাৰ্যপন্থা অবলম্বন কৰে। সম্পত্তিৰ ওপৰত আধিপত্যৰ জৰিয়তে দেশখনৰ মানুহবিলাকৰ ওপৰত আৰু প্ৰকৃততে দেশ-খনৰ ওপৰতো আধিপত্য স্থাপন কৰা সহজ। এইদৰে বেচি নকৰাকৈ নাইবা আক্ৰমণাত্মক জাতীয়তাবাদৰ লগত সংঘৰ্ষৰ সৃষ্টি নকৰাকৈ তেওঁলোকে দেশখনৰ ওপৰত আধিপত্য স্থাপন কৰি তাৰ সম্পত্তিৰ ভাগ লয়। এই চতুৰ পদ্ধতিটোকে অৰ্থনৈতিক সাম্ৰাজ্যবাদ বোলা হয়। মানচিত্ৰত তাক দেখা পোৱা নাযায়। তুমি ভূগোলৰ কিতাপ এখন বা মানচিত্ৰৰ সংগ্ৰহ এটা চালে কোনো এখন দেশ মুক্ত আৰু স্বাধীন যেন লাগিব পাৰে। কিন্তু ওপৰৰ ঢাকনীখনৰ তলৰ ফালে চালে দেখিবলৈ পাবা যে সেই দেশ-খন আন এখন দেশৰ, সঠিককৈ কবলৈ হলে আন এখন দেশৰ "বেঙ্ক"ৰ মালিক আৰু বৃহৎ কাৰবাৰ চলোৱা মানুহবিলাকৰ হাতৰ মুঠিৰ ভিতৰত আছে। আমেৰিকাৰ যুক্তৰাজ্যৰ এনে এখন অদৃশ্য সাম্ৰাজ্য আছে। বৃটেনে ভাৰতবৰ্ষ আৰু আন আন ঠাইত যেতিয়া বাহিৰত দেখুৱাই দেশখনৰ মানুহৰ হাতত ৰাজনৈতিক যন্ত্ৰটো চলোৱাৰ কৰ্তৃত্ব দিয়ে, তেতিয়া এনে এখন কাৰ্যকৰী কিন্তু তথাপি অদৃশ্য সাম্ৰাজ্যকে নিজৰ কাৰণে ৰাখিবলৈ চেষ্টা চলাই থাকে। এইটো সাংঘাতিক কথা আৰু আমি ইয়াৰ বিৰুদ্ধে সতৰ্ক হোৱা উচিত।

সম্প্ৰতি এই পৰ্যায়ত আমি অদৃশ্য অৰ্থনৈতিক সাম্ৰাজ্যৰ বিষয়ে বিবেচনা কৰাৰ আৱশ্যক নাই, কাৰণ ফিলিপাইন দ্বীপপুঞ্জ দৃশ্য সাম্ৰাজ্যৰে এটা ভাগ।

ফিলিপাইন দ্বীপবিলাকলৈ আমাৰ আগ্ৰহ হোৱাৰ আন এটা প্ৰধান আৰু ঘাইকৈ আবেগিক কাৰণো আছে। বৰ্তমান কালত সেই দ্বীপপুঞ্জৰ অধিবাসীবিলাকক স্পেনীয়-আমেৰিকান যেন লাগে। কিন্তু তেওঁলোকৰ প্ৰাচীন সংস্কৃতিৰ সম্পূৰ্ণ পট-ভূমিটো ভাৰতবৰ্ষৰপৰা যোৱা। সুমাত্ৰা, আৰু যাভাৰ মাজেদি ভাৰতীয় সংস্কৃতি সেই দ্বীপপুঞ্জলৈ গৈ ই তাৰ মানুহৰ সামাজিক, ধাৰ্মিক আৰু ৰাজনৈতিক জীৱনৰ সকলো ফালকে প্ৰভাবিত কৰিছিল। প্ৰাচীন ভাৰতীয় পৌৰাণিক কাহিনী আৰু সাধুকথা আৰু আমাৰ সাহিত্যৰ এটা ভাগ সেই দ্বীপপুঞ্জত প্ৰচলিত হৈছিল। তেওঁলোকৰ ভাষাবিলাকত বহুতো সংস্কৃত শব্দ আছে। তেওঁলোকৰ কালত ভাৰতবৰ্ষৰ প্ৰভাৱ পৰিছে, তেওঁলোকৰ আইন আৰু হস্তশিল্পবিলাকতো এনে প্ৰভাৱ পৰিছে। আন কি, সাজ-পাৰ আৰু অলঙ্কাৰতো এনে প্ৰভাৱ পৰিলক্ষিত হয়। স্পেনিয়াৰ্ডবিলাকে ৩০০ বছৰো অধিক কালৰ তেওঁলোকৰ দীঘলীয়া ৰাজত্বত এই প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ সকলোবিলাক চিনচাব নষ্ট কৰিবলৈ চেষ্টা কৰিছিল, সেই কাৰণে সেই-বিলাকৰ অতি অলপহে আছে।

বহু কালৰ পূৰ্বে ১৫৬৫ খৃঃতে এই দ্বীপবিলাকত স্পেনৰ আধিপত্য হৈছিল! এইদৰে এই দ্বীপবিলাক এচিয়াত ইউৰোপৰ আটাইতকৈ আগতীয়া খোপনি পোতা ঠাই হৈছিল। পৰ্তুগীজ, বৃটিছ নাইবা ওলন্দাজ উপনিবেশবিলাকৰ শাসনতকৈ এই-বিলাকৰ শাসন তেনেই বেলেগ আছিল। বাণিজ্যত উৎসাহ দিয়া নহৈছিল। শাসন-ব্যৱস্থাবিলাকৰ পটভূমিত ধৰ্ম আছিল আৰু অতি সৰহ ভাগ বিষয়া ধৰ্মপ্ৰচাৰক আৰু যাজক আছিল। ইয়াক "ধৰ্মপ্ৰচাৰক সাম্ৰাজ্য" বোলা হয়। মানুহবিলাকৰ অৱস্থা উন্নত কৰিবলৈ একো চেষ্টা কৰা নহৈছিল। কুশাসন আৰু উৎপীড়ন চলিছিল,অসহ-নীয় কৰ লগোৱা হৈছিল আৰু জোৰ কৰি মানুহক খৃষ্টিয়ান কৰিবলৈ চেষ্টা কৰা হৈছিল। এনেবিলাক অৱস্থাৰ কাৰণে স্বাভাৱিকতে বহুতো বিদ্ৰোহ হৈছিল। বাণিজ্য চলাবলৈ বহুতো চীনা মানুহ দ্বীপবিলাকলৈ গৈছিল। এওঁলোক খৃষ্টিয়ান ধৰ্ম লবলৈ অমান্তি হোৱাত এওঁলোকক সমূহীয়া ভাবে হত্যা কৰাৰ ব্যৱস্থা কৰা হৈছিল। ইংৰাজ আৰু ওলন্দাজ বণিকক তালৈ যাবলৈ দিয়া নহৈছিল, কাৰণ এফালে তেওঁলোকে সঘনে শত্ৰুতা আচৰিছিল আৰু আন ফালে তেওঁলোক "প্ৰটেষ্টাণ্ট" আছিল, সেই বাবে "ৰোমান কেথলিক" স্পেনিয়াৰ্ডবিলাকৰ মনত তেওঁলোক বিধৰ্মী আছিল।

অৱস্থা বেচি বেয়া হৈছিল। কিন্তু এটা সজ ফল হৈছিল। দ্বীপবিলাকৰ বিভিন্ন ভাগ আৰু বিভিন্ন সমষ্টিবিলাক ঐক্যবদ্ধ হৈছিল, আৰু ১৯শ শতাব্দীত জাতীয় চেতনাৰ উন্মেষ আৰম্ভ হৈছিল। এই শতাব্দীৰ প্ৰায় মাজ ভাগত বিদেশী বণিকৰ কাৰণে এই দ্বীপবিলাক উন্মুক্ত কৰাৰ ফলত শিক্ষা আৰু আন কিছু-মান বিভাগৰ অলপ সংস্কাৰ হৈছিল আৰু বাণিজ্য আৰু ব্যৱসায় বাঢ়িছিল। ফিলি-পিনো (ফিলিপাইনৰ অধিবাসী) মধ্যবিত্তবিলাকৰ এটা শ্ৰেণীৰ উন্নয়ন হৈছিল। স্পেনিয়াৰ্ড আৰু ফিলিপিনোবিলাকৰ মাজত বৈবাহিক সম্বন্ধ হৈছিল আৰু বহুত ফিলিপিনো স্পেনীয় মানুহৰ সন্তান আছিল। স্পেনক প্ৰায় নিজৰ দেশ বুলি ভৰা

হৈছিল আৰু স্পেনীয় ভাৱবিলাকৰ প্ৰসাৰ বাঢ়িছিল। তথাপি জাতীয়তাবাদৰ উদ্দীপনা বাঢ়িছিল আৰু ইয়াক দমন কৰা হৈছিল কাৰণে ই বিপ্লৱী হৈছিল। প্ৰথমতে স্পেনৰ পৰা বেলেগ হোৱাৰ ভাৱ নাছিল; স্বায়ত্ত শাসনৰ দাবী কৰা হৈছিল আৰু "কৰ্টেচ" নামৰ স্পেনৰ দুৰ্বল আৰু অকামিলা সংসদখনত দ্বীপবিলাকৰ কিছু পৰিমাণৰ প্ৰতিনিধিত্বৰ দাবী কৰা হৈছিল। সকলোতে কেনেকৈ জাতীয় আন্দোলন পৰিমিত গতিৰে আৰম্ভ হৈ অৱশ্যম্ভাবীৰূপে বেচি উগ্ৰ হৈ শেহত ই বেলেগ হোৱাৰ আৰু স্বাধীনতাৰ কাৰণে কেনেকৈ যুঁজে—সেই কথাটো কৌতুহলজনক। দমাই ৰখা মুক্তিৰ দাবী পিচত চক্ৰবৃদ্ধি হাৰৰ সুদত পূৰাব লগা হয়। এইদৰে ফিলিপাইন দ্বীপবিলাকত দাবী বাঢ়িছিল; এই দাবী কাৰ্যকৰী কৰিবলৈ জাতীয় সন্থা কিছুমান সংগঠিত কৰা হৈছিল আৰু গুপ্ত সমিতিবিলাকৰো প্ৰসাৰ বাঢ়িছিল। ডক্টৰ ৰিজল "ফিলিপিনো যুবকৰ দল" নামৰ দল এটাৰ নেতা আছিল, এই দলটোৱে প্ৰধান অংশ গ্ৰহণ কৰিছিল। স্পেনীয় কৰ্তৃপক্ষই সন্ত্ৰাসবাদৰ পদ্ধতিৰে আন্দোলনটো দমন কৰিবলৈ চেষ্টা কৰিছিল, সকলোবিলাক চৰকাৰে অকল এই পদ্ধতিটো মাথোন জানে যেন লাগে। ৰিজল আৰু বহুত সংখ্যাৰ আন নেতাবিলাকক ১৮৯৬ খৃঃত মৃত্যুদণ্ড দি বধ কৰা হৈছিল।

এইটোৱেই শেষ আঘাত আছিল। ইয়াৰ পাচত স্পেনীয় চৰকাৰৰ বিৰুদ্ধে প্ৰকাশ্যভাৱে বিদ্ৰোহ কৰি ফিলিপিনোবিলাকে তেওঁলোকৰ "স্বাধীনতাৰ ঘোষণা" প্ৰচাৰ কৰিছিল। পূৰা এবছৰ এই সংগ্ৰাম চলি আছিল, আৰু স্পেনিয়াৰ্ডবিলাকে বিদ্ৰোহটো দমন কৰিব নোৱাৰিছিল। তাৰ পাচত প্ৰকৃত সংস্কাৰৰ প্ৰতিশ্ৰুতি দিয়াত সংগ্ৰাম স্থগিত ৰখা হৈছিল। পিচে স্পেনে একো নকৰাত ১৮৯৮ খৃঃত পুনৰ বিদ্ৰোহ হৈছিল।

ইতিমধ্যে আন কোনো এটা বিষয়ৰ সংক্ৰান্তত আমেৰিকাৰ চৰকাৰৰ লগত স্পেনৰ কন্দল লগাত দুয়ো দেশৰ মাজত যুদ্ধ ঘোষণা কৰা হৈছিল। ১৮৯৮ খৃঃত আমেৰিকাৰ এটা নৌবাহিনীয়ে ফিলিপাইন দ্বীপপুঞ্জ আক্ৰমণ কৰিছিল। ফিলিপিনো নেতাসকলে আশা কৰিছিল যে গণতন্ত্ৰী আমেৰিকানবিলাক ফিলিপিনোবিলাকৰ মুক্তিৰ সমৰ্থক হব, সেই কাৰণে তেওঁলোকে যুদ্ধত আমেৰিকানবিলাকক সহায় কৰিছিল। তেওঁলোকে পুনৰ তেওঁলোকৰ স্বাধীনতা ঘোষণা কৰি গণতন্ত্ৰী চৰকাৰ গঠন কৰিছিল। ১৮৯৮ খৃঃৰ চেপ্টেম্বৰ মাহত ফিলিপিনোবিলাকৰ এখন "কংগ্ৰেছ" বহিছিল আৰু নবেম্বৰ মাহৰ শেষৰ সময়ত এখন সংবিধান গৃহীত হৈছিল। কিন্তু কংগ্ৰেছত এই সংবিধানখনৰ আলোচনা চলি থকা কালতে যুক্তৰাজ্যই স্পেনক যুদ্ধত পৰাস্ত কৰিছিল। স্পেন দুৰ্বল আছিল আৰু বছৰটো শেষ হোৱাৰ আগতে সেই দেশে পৰাজয় স্বীকাৰ কৰাত যুদ্ধ শেষ হৈছিল। সন্ধিৰ চৰ্তত স্পেনে ফিলিপাইন দ্বীপপুঞ্জক যুক্তৰাজ্যলৈ হস্তান্তৰিত কৰিছিল। এই সদয় উপহাৰটো পাবলৈ যুক্তৰাজ্যই মুঠেই একো ভগন কৰিব নেলাগিছিল, কাৰণ ফিলিপিনো বিদ্ৰোহীবিলাকে আগতে স্পেনীয়বিলাকৰ কৰ্তৃত্ব নাশ কৰিছিল।

ইয়াৰ পাচত যুক্তৰাজ্যৰ চৰকাৰে দ্বীপবিলাক অধিকাৰ কৰিবৰ কাৰণে ব্যৱস্থা কৰিছিল। ফিলিপিনোবিলাকে প্ৰতিবাদ কৰি দেখুৱাই দিছিল যে সেই কালত দ্বীপ-

বিলাকত স্পেনে হস্তান্তৰ কৰিবলৈ তেওঁলোকৰ একো নাছিল, সেই কাৰণে দ্বীপ-বিলাক হস্তান্তৰ কৰা কাম স্পেনৰ নাছিল আৰু এনে কৰিবলৈ স্পেনৰ ক্ষমতাও নাছিল। তেওঁলোকৰ প্ৰতিবাদ নিৰৰ্থক হৈছিল আৰু যি সময়ত তেওঁলোকে নতুনকৈ লাভ কৰা মুক্তিৰ কাৰণে ইজনে সিজনক ওলগ জনাই আছিল, ঠিক সেই সময়তে আকৌ যুদ্ধ চলাব লগা হৈছিল আৰু এইখন যুদ্ধ স্পেনৰ চৰকাৰতকৈ বহুতো গুণে বেচি ক্ষমতাশালী চৰকাৰ এটাৰ বিৰুদ্ধে চলাব লগা হৈছিল। চাৰে তিনি বছৰ তেওঁ-লোকে বিক্ৰমেৰে সংগ্ৰাম চলাইছিল, কেইমাহমান তেওঁলোকে প্ৰতিষ্ঠিত চৰকাৰ এটা স্বৰূপে আৰু পাচত "গৰিলা" পদ্ধতিৰে এই সংগ্ৰাম চলাইছিল।

এই বিদ্ৰোহ চূড়ান্তভাৱে দমন কৰি আমেৰিকানৰ ৰাজত্ব প্ৰতিষ্ঠিত কৰা হৈছিল। উল্লেখযোগ্য কিছুমান সংস্কাৰ বিশেষকৈ শিক্ষা বিভাগত কৰা হৈছিল। কিন্তু স্বাধীনতাৰ দাবী কৰি থকা হৈছিল। ১৯১৬ খৃঃত যুক্তৰাজ্যৰ "কংগ্ৰেছ"ত "জন্‌চ্ বিল" নামে জনাজাত বিল এখন গৃহীত হৈছিল, এই আইন মতে তেওঁলোকে এখন নিৰ্বাচিত বিধান-সভালৈ শাসনৰ কিছুমান ক্ষমতা হস্তান্তৰিত কৰিছিল। কিন্তু আমেৰিকান গভৰ্ণৰ জেনেৰেলজনৰ হস্তক্ষেপ কৰাৰ স্বত্ব আছে আৰু তেওঁ সঘনে হস্তক্ষেপ কৰি আছে।

এই দ্বীপবিলাকত যুক্তৰাজ্যৰ কৰ্তৃপক্ষৰ বিৰুদ্ধে কোনো বিদ্ৰোহ হোৱা নাই; কিন্তু ফিলিপিনোবিলাকে তেওঁলোকৰ বৰ্তমান অৱস্থাত সন্তুষ্ট হৈ থাকিবলৈ অমান্তি হৈ স্বাধীনতাৰ কাৰণে আন্দোলন আৰু দাবী কৰি আছে। আমেৰিকানবিলাকে প্ৰকৃত সাম্ৰাজ্যবাদী পদ্ধতিৰে সঘনে দৃঢ় আশ্বাস দি আছে যে তেওঁলোকে ফিলিপিনো-বিলাকৰ উপকাৰৰ অৰ্থেহে তাত আছে আৰু ফিলিপিনোবিলাক শাসন চলাবলৈ সমৰ্থ হোৱা মাত্ৰকে তেওঁলোক দ্বীপবিলাকৰ পৰা আঁতৰি যাব। আন কি, ১৯১৬ খৃঃৰ "জন্‌চ্ বিল"তো কোৱা হৈছিল যে "যুক্তৰাজ্যৰ লোকসমূহৰ উদ্দেশ্য আগৰ পৰাই সদায় হৈ থকাৰ দৰে এনেয়ে ফিলিপাইন দ্বীপবিলাকত সুস্থিৰ চৰকাৰ এটা প্ৰতিষ্ঠিত কৰিব পৰা হোৱা মাত্ৰকে এই দ্বীপবিলাকত থকা তেওঁলোকৰ সাৰ্বভৌম অধিকাৰ আঁতৰাই নিব আৰু এই দ্বীপবিলাকৰ স্বাধীনতা স্বীকাৰ কৰিব।" এইদৰে আশ্বাস দিয়া সত্বেও আমেৰিকাত এনে বহুত মানুহ আছে, যিবিলাক প্ৰকাশ্যে ফিলি-পাইন স্বাধীনতাৰ বিৰোধী।

আন কি, মই এই চিঠি লিখি থাকোঁতে বাতৰি কাকতত বাতৰি ওলাইছে যে যুক্তৰাজ্যৰ "কংগ্ৰেছ"ত এটা প্ৰস্তাৱ বা তেনে প্ৰকাৰৰ এটা ঘোষণা গৃহীত হৈছে, তাত কোৱা হৈছে যে ফিলিপাইন দ্বীপবিলাকক দহ বছৰৰ ভিতৰত স্বাধীনতা দিয়া হব।

ফিলিপাইন দ্বীপবিলাকত যুক্তৰাজ্যৰ কিছুমান অৰ্থনৈতিক স্বাৰ্থ আছে আৰু তেওঁলোকে সেই স্বাৰ্থখিনি ৰক্ষা কৰিবলৈ ব্যগ্ৰ। তাৰ ৰবৰৰ খেতিত তেওঁলোকৰ বিশেষ স্বাৰ্থ আছে, কাৰণ অতি আৱশ্যকীয় যিবিলাক বস্তুৰ তেওঁলোকৰ অভাৱ ৰবৰ সেইবিলাকৰ ভিতৰৰ এটা। কিন্তু মোৰ বিশ্বাস তেওঁলোকে দ্বীপবিলাক অধিকাৰ কৰি ৰখাৰ প্ৰধান স্বাৰ্থ হৈছে জাপানলৈ ভয়। জাপান ফিলিপাইন দ্বীপ-পুঞ্জৰ নিচেই ওচৰ আৰু জাপানত অবিৰতভাৱে বাঢ়ি থকা লোকসংখ্যা নধৰা হৈছে। সম্ভৱতঃ জাপানী চৰকাৰে লোলুপ দৃষ্টিৰে এই দ্বীপবিলাকলৈ চাই আছে। আমে-

ৰিকাৰ চৰকাৰ আৰু জাপানী চৰকাৰৰ মাজত প্ৰীতিৰ ভাৱ বেঁচি নাই, সেই কাৰণে ফিলিপাইন দ্বীপপুঞ্জৰ ভৱিষ্যতৰ প্ৰশ্নটো প্ৰশান্ত মহাসাগৰৰ শক্তিবৰ্গ আৰু তেওঁলোকৰ সম্পৰ্ক বিষয়ৰ বৃহত্তৰ প্ৰশ্নটোৰ অংশ স্বৰূপ হৈছে।

## ১২২

## য'ত তিনিখন মহাদেশ লগালগি হৈছে

১৬ জানুৱাৰী, ১৯৩৩ খৃষ্টাব্দ

এক পক্ষৰ পূৰ্বে নতুন বছৰৰ প্ৰথম দিনা মই যিখন চিঠি লিখিছিলোঁ, তাত মই প্ৰকাশ কৰা আশাবিলাকৰ এটা আশা মই ভৰাতকৈও বহুত সোনকালে পূৰ হয়। বহুত দিন মই অপেক্ষা কৰাৰ পাচত অৱশেষত আমাৰ পৰস্পৰ সাক্ষাৎ হৈছিল আৰু মই তোমাক দেখা পাইছিলোঁ। তোমাক আৰু আনবিলাকক দেখাৰ আনন্দ আৰু উত্তেজনাই কেইবা দিনো মোৰ মন পূৰ্ণ কৰি ৰাখি মোৰ নিয়মীয়া কাৰ্যক্ৰম ওলট-পালট কৰিছে আৰু মোৰ সদায় কৰা কামলৈ মোক অমনোযোগী কৰিছে। মই ছুটীৰ দিনৰ আনন্দ অনুভৱ কৰিছোঁ। চাৰি দিনৰ আগতে মাথোন আমাৰ দেখা দেখি হৈছিল আৰু ইতিমধ্যেই বহুত দিনৰ আগতে হোৱা যেন লাগিছে! ইতিমধ্যেই মই ভৱিষ্যতৰ কথা ভাবি আমি আকৌ কেতিয়া ক'ত লগ হম তাৰ কথা চিন্তা কৰিছোঁ।

সেই দিনটো অহাৰ আগলৈকে বন্দীশালৰ কোনো নিয়মে মোৰ লগ পোৱাৰ ভাও ধৰাৰ খেলাটো বন্ধ কৰিব নোৱাৰে, মই এই চিঠিবিলাক লেখি থাকিম।

আগতে কিছুমান দিন মই তোমালৈ ১৯শ শতাব্দীৰ কথা লিখিছিলোঁ, প্ৰথমতে মই তোমাক এই শতাব্দীটোৰ এটা সাধাৰণ ধাৰণা দিবলৈ চেষ্টা কৰিছিলোঁ, এই শতাব্দীটো থুলমুলকৈ নেপোলিয়নৰ পতনৰ পাচৰ ১০০ বছৰ আছিল। তাৰ পাচত আমি কিছুমান দেশৰ বেঁচি বিস্তাৰিত বিৱৰণবিলাক আলোচনা কৰিছিলোঁ। আমি ভাৰতবৰ্ষলৈ ভালকৈ মন কৰিছিলোঁ, তাৰ পাচত চীন আৰু জাপানলৈ আৰু শেহত দূৰৈৰ ভাৰতবৰ্ষ আৰু পূৰ্ব ভাৰতীয় দ্বীপপুঞ্জলৈ মন কৰিছিলোঁ। এই বেঁচি বিস্তাৰিত বিৱৰণবিলাকত আমি এতিয়ালৈকে এচিয়াৰ মুঠেই এটা ভাগৰ বিষয়ে বিবেচনা কৰিছোঁ; পৃথিবীৰ অৱশিষ্ট ভাগবিলাকৰ বিষয়ে বিবেচনা কৰিবলৈ বাকী আছে। এইটো এটা দীঘল কাহিনী আৰু ইয়াক পোনপটীয়া আৰু স্পষ্ট কৰি কৈ যোৱা সহজ নহয়। দেশবিলাকক আৰু মহাদেশবিলাকক এখনৰ পাচত আনখনকৈ লৈ প্ৰত্যেকখনৰ কথা বেলেগ বেলেগকৈ মই আলোচনা কৰিব লগা হৈছে। একোটা যুগলৈকে মই বাৰে বাৰে উলটি গৈ বেলেগ এটা অঞ্চলৰ কাৰণে সেই যুগটোৰ কথা কব লগা হৈছে। স্বাভাৱিকতে ইয়াৰ পৰা বহুজাত অলপ গোলমাল হবই। কিন্তু তুমি মনত ৰাখিবলৈ চেষ্টা কৰা উচিত হব যে ১৯শ শতাব্দীৰ এই সকলোবিলাক ঘটনা বিভিন্ন দেশত প্ৰায় একে সময়তে ঘটিছিল আৰু একোটা ঘটনাৰ প্ৰভাৱ আৰু প্ৰতি-ক্ৰিয়া আন একোটা ঘটনাত পৰিছিল। সেই কাৰণেই এখন দেশৰ বুৰঞ্জীৰ আছুতীয়া

পৰ্যালোচনা ভ্ৰমাত্মক হয়; যিবিলাক ঘটনা আৰু প্ৰভাৱে অতীতক গঢ় দি বৰ্তমানলৈ পৰিবৰ্তিত কৰিছে, সেইবিলাকৰ প্ৰাধান্যৰ শুদ্ধ ধাৰণা আমাক পৃথিৱীৰ বুৰঞ্জীয়েহে দিব পাৰে। এই চিঠিবিলাকে তোমাক পৃথিৱীৰ তেনে বুৰঞ্জী জনোৱাৰ দাবী নকৰে; এই কাম মোৰ সাধ্যাতীত আৰু এই বিষয়ৰ কিতাপৰ তোমাৰ অভাব নাই। এই চিঠিবিলাকত মই পৃথিৱীৰ বুৰঞ্জীলৈ তোমাৰ আগ্ৰহ ওপজাবলৈ মাথোন চেষ্টা কৰিছোঁ, ইয়াৰ কিছুমান ফাল তোমাক দেখুৱাবলৈ আৰু প্ৰাচীন কালৰ পৰা বৰ্তমান কাললৈকে মানুহৰ কাৰ্যকলাপৰ কিছুমান ক্ৰম তোমাক বুজাবলৈ চেষ্টা কৰিছোঁ। মই কিমান কৃতকাৰ্য হম নেজানো; মোৰ ভয় হয় মোৰ পৰিশ্ৰমৰ ফল হয়তো এনে হব যে তোমাৰ আগত মই বাৰেমিহলি কিছুমান কথাৰ সমষ্টি এটা দাঙি ধৰিছো আৰু এই সমষ্টিটোৱে হয়তো তোমাক শুদ্ধ সিদ্ধান্ত কৰাত সহায় কৰাতকৈ তোমাৰ মনত বেছিকৈ গণ্ডগোলৰ হে সৃষ্টি কৰিব।

১৯শ শতাব্দীত ইউৰোপ প্ৰেৰণাৰ উৎস আছিল। তাত জাতীয়তাবাদৰ প্ৰাদুৰ্ভাৱ হৈছিল, উদ্যোগ-পদ্ধতি প্ৰসাৰিত হৈ পৃথিৱীৰ সুদূৰ অঞ্চললৈকে বিয়পি-ছিল আৰু সঘনে ই সাম্ৰাজ্যবাদৰ ৰূপ লৈছিল। প্ৰথমতে দিয়া শতাব্দীটোৰ চমু আভাসৰ পৰা আমি এই কথা জানিছোঁ আৰু ভাৰতবৰ্ষত আৰু পূব ভাৰতবৰ্ষত সাম্ৰাজ্যবাদৰ ফলৰ কথা অলপ বিস্তাৰিতভাৱে দেখিবলৈ পাইছোঁ। ইউৰোপৰ বিষয়ে আমি আৰু বেছিকৈ জানিবলৈ যোৱাৰ আগতে তুমি পশ্চিম এচিয়াৰ বিষয়ে সংক্ষেপে জনা ভাল হব বুলি মই ভাবোঁ। বহুত দিন মই এই অঞ্চলটোলৈ আওকাণ কৰি আছোঁ, ইয়াৰ প্ৰধান কাৰণ এই যে এই অঞ্চলৰ পৰৱৰ্তী বুৰঞ্জীৰ বিষয়ে মই এক প্ৰকাৰে অজ্ঞ।

পশ্চিম এচিয়া, পূব এচিয়া আৰু ভাৰতবৰ্ষতকৈ বৰ বেলেগ। অৱশ্যে সুদূৰ অতীতত মধ্য এচিয়া আৰু প্ৰাচ্যৰ পৰা বহুত জাতি আৰু উপজাতি সেই অঞ্চললৈ গৈ তাত বিয়পি পৰিছিল। তুৰ্কবিলাকো এইদৰেই তালৈ গৈছিল। খৃষ্টাব্দ আৰম্ভ হোৱাৰ পূৰ্বে বৌদ্ধ ধৰ্মও এচিয়া মাইনৰলৈকে বিস্তৃত হৈছিল, কিন্তু এনে অনুমান হয় যে এই ধৰ্মই তাত বেছিকৈ শিপাব নোৱাৰিছিল। সকলো যুগতে পশ্চিম এচিয়াই এচিয়া বা প্ৰাচ্যতকৈ ইউৰোপলৈ চকু দি আহিছে। এক প্ৰকাৰে ই ইউৰোপৰ পৰা এচিয়ালৈ বতাহ আৰু পোহৰ অহাৰ খিৰিকী হৈ আছে। আন কি, এচিয়াৰ নানা ভাগত ইচলাম ধৰ্মৰ প্ৰসাৰে ইয়াৰ পশ্চিমীয়া দৃষ্টিভঙ্গীত বেচি পৰিৱৰ্তন নে-সাধিছিল।

ভাৰতবৰ্ষ আৰু চীন এই দুখন দেশৰ ওচৰচুবুৰীয়া দেশবিলাকে ইউৰোপক কেতিয়াও এনে ভাবে নেচাইছিল। এইবিলাক দেশ এচিয়াতে আবদ্ধ আছিল। ভাৰত-বৰ্ষ আৰু চীনৰ মাজত জাতি, দৃষ্টিভঙ্গী আৰু সংস্কৃতি বিষয়ত বিৰাট পাৰ্থক্য আছে। চীন কেতিয়াও ধৰ্মৰ দাস হোৱা নাই আৰু তাত বিভিন্ন শ্ৰেণীৰ যাজকগোষ্ঠী নাই। ভাৰতবৰ্ষই সদায় নিজৰ ধৰ্মৰ কাৰণে গৌৰৱ বোধ কৰি আছে আৰু ইয়াৰ সমাজ যাজক-প্ৰধান, যদিও বুদ্ধই এই উৎপীড়নকাৰী প্ৰভাৱৰ পৰা সমাজখন মুক্ত কৰিবলৈ চেষ্টা কৰিছিল। চীন আৰু ভাৰতবৰ্ষৰ মাজত আন বহুতো পাৰ্থক্য আছে, তথাপি ভাৰতবৰ্ষৰ লগত পূব এচিয়াৰ আৰু দক্ষিণ-পূব এচিয়াৰ আচৰিত ঐক্য আছে।

প্ৰাচীন কালৰ পৰা প্ৰচলিত বুদ্ধৰ আচৰিত কাহিনীবিলাকৰ যি সূতাডালে এই দুই জাতিক একে লগে বান্ধি ৰাখিছে আৰু কলা, সাহিত্য, সঙ্গীত আৰু লোকগীতত বহুতো একো ৰকমৰ চানেকি তুলিছে, সেই সূতাডালেই এই ঐক্য ৰক্ষা কৰি আছে।

ইচলাম ধৰ্মই পশ্চিম এচিয়াৰ কিছুমান কথা ভাৰতবৰ্ষলৈ আনিছিল। ই এটা বেলেগ সংস্কৃতি, জীৱনৰ বেলেগ দৃষ্টিভঙ্গী আছিল। কিন্তু পশ্চিম এচিয়াৰ দৃষ্টিভঙ্গী পোনে পোনে নাইবা ইয়াৰ স্বাভাৱিক ৰূপত ভাৰতবৰ্ষলৈ অহা নাছিল, আৰৱবিলাকে ভাৰতবৰ্ষ অধিকাৰ কৰা হলে ই এইদৰে আহিব পাৰিলেহেঁতেন। বহু কালৰ পাচত ই মধ্য এচিয়াৰ জাতিবিলাকৰ জৰিয়তে আহিছিল, এই জাতিবিলাক ইয়াৰ আটাইতকৈ বেচি উপযুক্ত প্ৰতিনিধি নাছিল। তথাপি ইচলাম ধৰ্ম্মই ভাৰতবৰ্ষক পশ্চিম এচিয়াৰ লগ লগাইছিল আৰু এইদৰে ভাৰতবৰ্ষ এই দুটা সংস্কৃতিৰ সংগম-স্থল হৈছিল। ইচলাম ধৰ্ম্ম চীনলৈকো গৈছিল আৰু বহুত মানুহে ইয়াক লৈছিল। কিন্তু ই কোনো কালে চীনৰ প্ৰাচীন সভ্যতাৰ বিৰুদ্ধাচৰণ নকৰিছিল। ভাৰতবৰ্ষত এনে বিৰুদ্ধাচৰণ কৰা হৈছিল, কাৰণ বহুকাল ইচলাম ধৰ্ম্ম শাসক শ্ৰেণীৰ ধৰ্ম্ম আছিল। এইদৰে ভাৰতবৰ্ষ এনে এখন দেশ হৈছিল, য'ত এই দুটা সংস্কৃতি পৰস্পৰৰ বিৰুদ্ধে উঠিছিল; এই সঙ্কটপূৰ্ণ সমস্যাটোৰ সমাধানৰ অৰ্থে একত্ৰীকৰণৰ উপায় উলিয়াবলৈ যিবিলাক চেষ্টা কৰা হৈছিল, সেইবিলাক কথা মই তোমালৈ আগতে লিখিছোঁ। বৃটিছৰ আধিপত্যৰ ৰূপত যেতিয়া এটা নতুন বিপদ আৰু এটা নতুন প্ৰতিবন্ধকতা আহিছিল, তেতিয়া এই চেষ্টাবিলাক বহুতো পৰিমাণে কৃতকাৰ্য্য হৈছিল। বৰ্ত্তমান কালত এই দুয়োটা সংস্কৃতিয়ে নিজৰ প্ৰাচীন তাৎপৰ্য হেৰুৱাইছে। জাতীয়তাবাদ আৰু ঔদ্যোগীকৰণে পৃথিৱীখন পৰিৱৰ্ত্তিত কৰিছে, আৰু প্ৰাচীন সংস্কৃতিবিলাক যি পৰিমাণে নতুন অৰ্থনৈতিক অৱস্থাৰ লগত খাপ খাব পাৰে, সেই পৰিমাণেহে এইবোৰ বৰ্ত্তি থাকিব পাৰিব। এইবোৰৰ ফোপোলা খোলাবিলাক আছে, আচল তাৎপৰ্য নাইকিয়া হৈছে। ইচলাম ধৰ্ম্মৰ নিজ ঘৰ পশ্চিম এচিয়াত বিৰাট বিৰাট পৰিৱৰ্ত্তন হৈছে, চীন আৰু দূৰপ্ৰাচ্য অবিৰতভাৱে তল-ওপৰ হৈ থকা অৱস্থাত আছে। ভাৰতবৰ্ষত কি ঘটি আছে আমি নিজে নিজে দেখি আছোঁ।

মই পশ্চিম এচিয়াৰ বিষয়ে যে ইমান দীঘলীয়া দিন লিখা নাই তাৰ কাৰণ, এই বিষয়ৰ আঁত উলিয়াবলৈ অলপ টান পাইছোঁ। তোমাৰ মনত পৰিব যে মই তোমাক আগতে বাগদাদৰ বৃহৎ আৰব সাম্ৰাজ্যখনৰ কথা কৈছোঁ আৰু কেনেকৈ চেলজুক তুৰ্কবিলাকৰ আক্ৰমণত অটোমান তুৰ্কবিলাকৰ আক্ৰমণত নহয়—সেই সাম্ৰাজ্যৰ অৱনতি হৈছিল আৰু শেহান্তৰত কেনেকৈ চেঙ্গিজ খানৰ মঙ্গোলবিলাকে ইয়াৰ বিনাশ সাধিছিল, তাৰ কথা কৈছোঁ। এই মঙ্গোলবিলাকে খোৱাৰিজোম সাম্ৰাজ্যৰো বিনাশ সাধিছিল, এই সাম্ৰাজ্যখন মধ্য এচিয়ালৈকে বিস্তৃত আছিল আৰু পাৰস্য ইয়াৰ অন্তৰ্ভুক্ত আছিল। তাৰ পাচত খোৱা টাইমুৰৰ আৱিৰ্ভাৱ হৈছিল আৰু চুটি এছোৱা কাল তেওঁ সামৰিক কৃতকাৰ্য্যতা আৰু সমূহীয়া হত্যাকাণ্ড চলোৱাৰ পাচত তেওঁ অন্তৰ্ধান হৈছিল। কিন্তু পশ্চিম ফালে নতুন সাম্ৰাজ্য এখনৰ অভ্যুদয় হৈছিল, টাইমুৰে এই সাম্ৰাজ্যখন যুদ্ধত পৰাজিত কৰা সত্ত্বেও ই বাঢ়ি আছিল। এই সাম্ৰাজ্যখন অটোমান তুৰ্কবিলাকৰ সাম্ৰাজ্য আছিল; এওঁলোকে পাৰস্যৰ

পশ্চিম ফালৰ এচিয়া, মিছৰ আৰু দক্ষিণ-পূব ইউৰোপৰ সৰহীয়া এটা ভাগ অধিকাৰ কৰিছিল। বহুতো পুৰুষ তেওঁলোকে ইউৰোপত বিভীষিকাৰ সৃষ্টি কৰিছিল আৰু সেইকালত মধ্য যুগৰপৰা ওলাই অহা ইউৰোপৰ ধাৰ্ম্মিক আৰু কুসংস্কাৰপূৰ্ণ মানুহ-বিলাকৰ মানত তেওঁলোকক পাপীক শাস্তি দিবলৈ ঈশ্বৰে পঠোৱা শাস্তিদাতা যেন লাগিছিল।

অটোমান শাসনৰ অধীনত পশ্চিম এচিয়া বুৰঞ্জীৰ পৰা প্ৰায় অদৃশ্য হৈছিল; পৃথিৱীৰ প্ৰধান সংস্কৃতিটোৰ পৰা বিচ্ছিন্ন হৈ এটা ডোবাত পৰিণত হৈছিল। পূৰ্ব্বে বহুত শতাব্দী, প্ৰকৃততে হাজাৰ হাজাৰ বছৰ জুৰি, ই ইউৰোপ আৰু এচিয়াৰ মাজত যাতায়তৰ প্ৰধান পথ আছিল আৰু ইখন মহাদেশৰ পৰা সিখনলৈ বাণিজ্যৰ বস্তু কঢ়িউৱা অসংখ্য উটৰ সমদল ইয়াৰ ডাঙৰ নগৰ আৰু মৰুভূমিবিলাকৰ মাজেদি পাৰ হৈ গৈছিল। কিন্তু তুৰ্কীবিলাকে বাণিজ্যত উৎসাহ নিদিছিল, তেওঁলোকে উৎসাহ দিয়া হলেও নতুন এটা ঘটনাই তেওঁলোকক নিশকতীয়া কৰিছিল। এই ঘটনাটো আছিল এচিয়া আৰু ইউৰোপৰ মাজত সামুদ্ৰিক পথৰ উন্নয়ন। সমুদ্ৰ নতুন ৰাজ-পথ হৈছিল আৰু জাহাজে মৰুভূমিৰ উটৰ ঠাই লৈছিল। এই পৰিৱৰ্ত্তনৰ লগে লগে পৃথিৱীত পশ্চিম এচিয়াৰ তাৎপৰ্য্য বহুতো নাশ হৈছিল। ই আছুতীয়া জীৱন চলাইছিল। ১৯শ শতাব্দীৰ দ্বিতীয়াৰ্ধত চুয়েজ খালটো খোলাৰ পৰা সামুদ্ৰিক পথৰ প্ৰাধান্য আৰু বাঢ়িছিল। এই খালটো প্ৰাচ্য আৰু পাশ্চাত্যৰ মাজত আটাইতকৈ বেচি গুৰুত্বপূৰ্ণ ৰাজপথ হৈছিল আৰু ই এই দুটা বিৰাট অঞ্চলৰ ইটোক সিটোৰ বেচি ওচৰ চপাইছিল।

আৰু এতিয়া বিংশ শতাব্দীত আমাৰ চকুৰ আগতে আন এটা পৰিৱৰ্ত্তন হৈ আছে; স্থলভাগ আৰু সাগৰৰ পুৰণিকলীয়া প্ৰতিদ্বন্দ্বিতাত স্থলভাগ জিকিছে আৰু সাগৰক পৃথিৱীৰ প্ৰধান ৰাজপথৰ অধিকাৰৰপৰা আঁতৰ কৰিছে। মটৰ গাড়ীৰ আৱিৰ্ভাবে অৱস্থা বেলেগ কৰিলে, বিমানে এই পাৰ্থক্য বিশালভাৱে বঢ়াইছে। প্ৰাচীন যিবিলাক বাণিজ্য পথ ইমান দিনে পৰিত্যক্ত হৈ আছিল, সেইবিলাক পুনৰ বাণিজ্য চলোৱাৰ ব্যস্ততাপূৰ্ণ পথ হৈছে। কিন্তু সেইবিলাক মৰুভূমিৰ মাজেদি লাহে লাহে যোৱা উটৰ সলনি মটৰ গাড়ীবিলাক তীব্ৰগতিৰে অহাযোৱা কৰিছে আৰু সেই মৰুভূমিবিলাকৰ ওপৰৰ আকাশত বিমান উৰিছে।

অটোমান সাম্ৰাজ্যখনে এচিয়া, ইউৰোপ, আফ্ৰিকা এই তিনিখন মহাদেশ লগ লগাইছিল। কিন্তু ১৯শ শতাব্দীৰ বহুকালৰ পূৰ্ব্বে ই দুৰ্ব্বল হৈছিল আৰু এই শতাব্দীত ই খণ্ড-বিখণ্ড হোৱা দেখা গৈছিল। 'ঈশ্বৰৰ শাস্তিদাতা"ৰ পৰা ই "ইউৰোপৰ ৰুগীয়া মানুহ" হৈছিল। ১৯১৪-১৮ খৃঃৰ বিশ্বযুদ্ধখনে ইয়াৰ অন্ত পেলালে আৰু ইয়াৰ ভস্মস্তূপৰপৰা আত্মবিশ্বাসী, সবল আৰু প্ৰগতিশীল নতুন তুৰস্ক আৰু আন বহুতো নতুন ৰাজ্যৰ উদ্ভৱ হৈছিল।

মই ওপৰত কৈছোঁ যে পশ্চিম এচিয়া ইউৰোপৰ পৰা এচিয়া লৈ বতাহ আৰু পোহৰ অহাৰ খিৰিকী হৈ আছে। ভূমধ্যসাগৰ ইয়াৰ সীমাত আছে, এই সাগৰখনে এচিয়া, ইউৰোপ আৰু আফ্ৰিকাক বিভক্ত আৰু সংযুক্ত কৰিছে। অতীতৰপৰা এই সংযোগ শক্তিশালী হৈ আছে আৰু ভূমধ্য সাগৰৰ পাৰত থকা দেশবিলাকৰ ভিতৰত

বহুতো বিষয়ত মিল আছে। ইউৰোপীয় সভ্যতা ভূমধ্য সাগৰৰ অঞ্চলত আৰম্ভ হৈছিল। প্ৰাচীন গ্ৰীচ বা হেলাচৰ উপনিবেশবিলাক মহাদেশ তিনি খনৰ এই সাগৰৰ দাঁতিৰ চাৰিওফালে সৰু সৰু খণ্ডত জিলিকি আছিল। ৰোমান সাম্ৰাজ্য ইয়াৰ চাৰিওফালে বিস্তৃত হৈছিল; ভূমধ্য সাগৰৰ চাৰিওফালৰ অঞ্চলবিলাকতে খৃষ্টিয়ান ধৰ্ম্ম আৰম্ভ হৈছিল; আৰৱবিলাকে তেওঁলোকৰ সংস্কৃতি এই সাগৰৰ পূব ফালৰ উপকূলৰপৰা চিচিলিলৈ আৰু দক্ষিণ ফালৰ আফ্ৰিকাৰ উপকূলৰ মাজেদি পশ্চিম ফালৰ স্পেনলৈ নিছিল আৰু সেই সংস্কৃতি তাত ৭০০ বছৰ চলি আছিল।

এইদৰে ভূমধ্য সাগৰৰ পাৰত থকা এচিয়াৰ দেশবিলাকৰ দক্ষিণ ইউৰোপ আৰু উত্তৰ আফ্ৰিকাৰ লগত কিমান ঘনিষ্ঠ সম্পৰ্ক আছিল—তাৰ কথা আমি বুজিব পাৰোঁ। এইদৰে অতীতত পশ্চিম এচিয়াই আন দুখন মহাদেশ লগ লগোৱা স্পষ্ট সংযোগ-সূত্ৰ হৈ আছিল। কিন্তু আমি যদি বিচাৰোঁ, তেনেহলে সমস্ত পৃথিৱীতে এনে সংযোগ-সূত্ৰ উলিওৱা যথেষ্ট সহজ। জাতীয়তাবাদৰ সঙ্কীৰ্ণ দৃষ্টিভঙ্গীয়ে আমাক পৃথিৱীৰ একতা আৰু বিভিন্ন দেশৰ একে স্বাৰ্থতকৈ বেলেগ বেলেগ দেশৰ কথা বহুত বেচিকৈ ভাবিবলৈ বাধ্য কৰিছে।

## ১২৩

## অতীতলৈ এবাৰ পুনৰ নিৰীক্ষণ

১৯ জানুৱাৰি, ১৯৩৩

অলপ দিনৰ আগেয়ে মই দুখন কিতাপ পঢ়ি শেষ কৰিছোঁ, কিতাপ দুখনে মোক বৰকৈ সন্তোষ দিছে, তোমাকো কিতাপ দুখন পঢ়াৰ ভাগ লবলৈ দিব পৰা হ'লে মই ভাল পালোহেঁতেন। দুয়োখন কিতাপ বেণি গ্ৰুচেট নামৰ ফৰাচী লোক এজনে লিখা, এওঁ পেৰিচৰ মিউজিয়ে গুইমেট নামৰ সংগ্ৰহালয়টোৰ তত্ত্বাৱধায়ক বা সঞ্চালক। প্ৰাচ্য কলাৰ, বিশেষকৈ বৌদ্ধ কলাৰ, এই মনোহৰ সংগ্ৰহালয়টো তুমি দেখিছা নে? তুমি মোৰ লগত তালৈ গৈছিলা নে মোৰ মনত নপৰে। ম'চিয়ে গ্ৰুচেটে চাৰিটা খণ্ডত প্ৰাচ্যৰ অৰ্থাৎ এচিয়াৰ সভ্যতাৰ এটা থূলমূল আভাস দিছে; ভাৰতবৰ্ষ, মধ্য প্ৰাচ্য (অৰ্থাৎ পশ্চিম এচিয়া আৰু পাৰস্য), চীন আৰু জাপানৰ বিষয়ে বেলেগ বেলেগ কৈ আলোচনা কৰিছে। কলা বিষয়ত তেওঁৰ ৰাপ থকাৰ কাৰণে তেওঁ এই বিষয়ৰ বিভিন্ন প্ৰকাৰৰ কাৰ্য্যকলাপৰ উন্নয়নৰ ফালৰপৰা বিষয়টো আলোচনা কৰিছে আৰু তেওঁ বহুতো সুন্দৰ ছবি দিছে। যুদ্ধ আৰু ৰজাৰ কূট-কৌশল-বিলাকৰ কথা শিকি বুৰঞ্জী শিকাতকৈ এইদৰে শিকা বহুত বেচি ভাল আৰু আমোদজনক।

এতিয়ালৈকে ম'চিয়ে গ্ৰুচেটৰ দুটা খণ্ড মাথোন মই পঢ়িছোঁ, এই দুই খণ্ডত ভাৰতবৰ্ষ আৰু মধ্য প্ৰাচ্যৰ বিষয়ে আলোচনা কৰা হৈছে, এই দুই খণ্ডই মোক আনন্দ দিছে। সুন্দৰ অট্টালিকাৰ ছবি, চিত্তাকৰ্ষক প্ৰতিমূৰ্ত্তি, আচৰিত "ফ্ৰেস্কো" আৰু

ৰঙীন চিত্ৰবিলাকে মোক দেৱাদুনৰ বন্দীশালৰপৰা বহুত আঁতৰত থকা সুদূৰ দেশবিলাকলৈ আৰু সুদূৰ অতীতলৈ লৈ যায়।

বহুত দিনৰ আগতে মই তোমালৈ উত্তৰ-পশ্চিম ভাৰতবৰ্ষৰ সিন্ধু উপত্যকাৰ মহেঞ্জোদাৰো আৰু হৰপ্পাৰ কথা আৰু তাত ৫০০০ বছৰৰ পূৰ্বে সমৃদ্ধিশালী হোৱা প্ৰাচীন সভ্যতাৰ ধ্বংসাৱশেষৰ কথা লিখিছিলোঁ। সেই সুদূৰ অতীতত যেতিয়া মহেঞ্জোদাৰোত মানুহে বাস কৰিছিল, কাম কৰিছিল আৰু খেমালি কৰিছিল, তেতিয়া সভ্যতাৰ আন বহুতো কেন্দ্ৰ আছিল। সেইবিলাকৰ বিষয়ে আমাৰ জ্ঞান অতি কম; যিবিলাক ধ্বংসাৱশেষ এচিয়াৰ বিভিন্ন ভাগত আৰু মিছৰত আৱিষ্কাৰ কৰা হৈছে, সেইবিলাকতে আমাৰ জ্ঞান সীমাবদ্ধ আছে। সম্ভৱতঃ আমি যদি যথেষ্ট কষ্ট কৰি আৰু বেচি বিস্তাৰিত অঞ্চল খান্দো, তেনেহলে আৰু বেচি ধ্বংসাৱশেষ পাব পাৰোঁ। কিন্তু আমি জানিছোঁ যে সেইকালত মিছৰৰ নীল নদীৰ উপত্যকাত, এলাম ৰাষ্ট্ৰৰ ৰাজধানী চুচা থকা চালদিয়াত (মেচোপটেমিয়াত), পূব পাৰস্যৰ পাৰ্চেপলিচত, মধ্য এচিয়াৰ তুৰস্কত আৰু চীনত হোৱাং-হো বা পীত নদীৰ পাৰত আগৰে পৰা উচ্চ সভ্যতা আছিল।

এই যুগতে তামৰ ব্যৱহাৰ হবলৈ ধৰিছিল, মিহি কৰা শিলৰ যুগ পাৰ হৈছিল। মিছৰৰপৰা চীনলৈকে এই বিস্তৃত অঞ্চলটোত সকলো ভাগ উন্নয়নৰ একে স্তৰলৈ উঠা দেখা যায়। প্ৰকৃতপক্ষে আচৰিত কথা এই যে এচিয়াৰ এমুৰৰপৰা আন মুৰলৈ একে সভ্যতা এটা বিস্তৃত হৈ থকাৰ কিছুমান প্ৰমাণ পোৱা গৈছে, ইয়াৰ পৰা বুজা যায় যে বিভিন্ন কেন্দ্ৰবিলাক বিচ্ছিন্ন নাছিল, পৰস্পৰৰ সম্পৰ্ক আছিল। কৃষি কাৰ্য্যৰ সমৃদ্ধি হৈছিল, পোহনীয়া জন্তু ৰখা হৈছিল আৰু কিছু পৰিমাণে বাণিজ্য চলিছিল। লিখাৰ কৌশল উদ্ভাৱন কৰা হৈছিল, কিন্তু প্ৰাচীন এই চিত্ৰ-লিখনবিলাক এতিয়াও পঢ়িব পৰা হোৱা নাই। বহুত দূৰে দূৰে অৱস্থিত বিভিন্ন অঞ্চলত একে ৰকমত সা-সঁজুলি পোৱা হৈছে আৰু কলা বিষয়ত সৃষ্টিবিলাকো অসাধাৰণভাৱে একে। ৰঙীন চিত্ৰ থকা মাটিৰ পাত্ৰ, নানা প্ৰকাৰৰ নক্সা আৰু কাৰুকাৰ্য্য থকা শিল, ধাতু আদিৰ পত্ৰবিলাকলৈ মানুহৰ মন বিশেষকৈ আকৃষ্ট হয়। এই পাত্ৰবিলাক ইমান বেচিকৈ পোৱা গৈছে যে এই সমগ্ৰ যুগটোকে "ৰঙীন চিত্ৰ থকা সভ্যতা" নাম দিয়া হৈছে। সোণ আৰু ৰূপৰ অলঙ্কাৰ, "আলাবাস্টাৰ" আৰু "মাৰ্বল" পাথৰৰ পাত্ৰ আৰু আন কি কপাহী কাপোৰো আছিল। মিছৰৰপৰা সিন্ধু উপত্যকালৈ আৰু চীনলৈকে জুৰি থকা সভ্যতাৰ এই কেন্দ্ৰবিলাকৰ প্ৰত্যেকটোৰে একোটা বৈশিষ্ট্য আছিল আৰু প্ৰত্যেকটো স্বাধীনভাৱে চলিছিল, তথাপি সকলো কেন্দ্ৰতে একে আৰু পৰস্পৰ সম্পৰ্ক থকা সভ্যতাৰ সূত্ৰ এটা প্ৰচলিত থকা দেখা যায়।

এই সভ্যতা থূলমূলভাৱে ৫০০০ বছৰৰ আগৰ। কিন্তু এই কথা স্পষ্ট যে এই সভ্যতা আপেক্ষিকভাৱে উন্নত আছিল আৰু ইয়াৰ উন্নয়নৰ কাৰণে নিশ্চয় কেইবা হাজাৰো বছৰ লাগিছিল। নীল নদীৰ উপত্যকাৰ আৰু চাল্দিয়াত এই সভ্যতাৰ চিনচাব অন্ততঃ আৰু ২০০০ বছৰৰ আগৰ পৰা পাব পাৰি আৰু সম্ভৱতঃ আনবিলাক কেন্দ্ৰও সমানে প্ৰাচীন।

তাম্ৰ যুগৰ আদি ভাগৰ, খৃষ্টপূৰ্ব্ব প্ৰায় ৩০০০ বছৰৰ সময়ৰ মহেঞ্জোদাৰো

যুগৰ এই উমৈহতীয়া আৰু সুবিস্তীৰ্ণ সভ্যতাৰপৰা মহৎ প্ৰাচ্য সভ্যতা চাৰিটা ফাটি ওলাই বিভিন্ন ৰূপ লৈ ইহঁতে আছুতীয়াভাৱে উন্নতি কৰিছিল। এই চাৰিটা সভ্যতা আছিল মিছৰীয় সভ্যতা, মেছোপটেমীয়া সভ্যতা, ভাৰতীয় সভ্যতা আৰু চীনা সভ্যতা। পিচৰ এই যুগতে মিছৰত পিৰামিডবিলাক আৰু গিজেৰ বৃহৎ "স্ফিংক্‌চ্‌"টো নিৰ্মাণ কৰা হৈছিল। তাৰো পাচত, খৃষ্টপূৰ্ব্ব প্ৰায় ২০০০ বছৰৰ সময়ত, মিছৰত "থিব্‌চ্‌ যুগ" হৈছিল আৰু সেই কালত থিব্‌চৰ সাম্ৰাজ্যখন সমৃদ্ধিশালী হৈছিল আৰু বিস্ময়কৰ প্ৰতিমূৰ্ত্তি আৰু "ফ্ৰেস্কো" চিত্ৰবিলাকৰ উদ্ভৱ হৈছিল। এই যুগটো কলাৰ নৱ-জাগৰণৰ শ্ৰেষ্ঠ যুগ আছিল। এই কালৰ ভিতৰত ল্যাক্‌চৰৰ অতি বৃহৎ মন্দিৰটো নিৰ্ম্মাণ কৰা হৈছিল। তুতাণখামেন থিব্‌চৰ এজন "ফাৰাও" (মিছৰৰ ৰজা) আছিল, এইজন ৰজাৰ নামটোৰ বাহিৰে আন একোকে নেজানিলেও সকলোৱে তেওঁৰ নামটো জানে যেন লাগে।

চাল্‌দিয়াৰ চুমেৰ আৰু আক্কাদ নামৰ দুটা অঞ্চলত ক্ষমতাশালী আৰু সুসংগঠিত ৰাজ্যৰ উদ্ভৱ হৈছিল। মহেঞ্জোদাৰো যুগত চালদিচবিলাকৰ প্ৰখ্যাত নগৰ উৰত আগৰপৰা কলাৰ শ্ৰেষ্ঠ নিদৰ্শন সৃষ্টি হৈছিল। প্ৰায় ৭০০ বছৰ শ্ৰেষ্ঠ হৈ থকাৰ পাচত উৰ নগৰখন ধ্বংস হৈছিল। চিৰিয়াৰপৰা যোৱা চেমিটিক জাতিৰ (অৰ্থাৎ আৰব বা ইহুদীবিলাকৰ নিচিনা) বেবিলনিয়ানবিলাক নতুন শাসক হৈছিল। বেবিলন নগৰখন তেতিয়া নতুন সাম্ৰাজ্য এখনৰ কেন্দ্ৰস্থান হৈছিল, বাইবেলত এই নগৰখনৰ কথা সঘনে উল্লেখ কৰা হৈছে। এই যুগত সাহিত্যৰ পুনৰুত্থান হৈছিল আৰু মনোহৰ ৰীতিত বীৰত্বপূৰ্ণ ঘটনা বৰ্ণোৱা কবিতা ৰচনা কৰি সেইবিলাক গান কৰি গোৱা হৈছিল। এইবিলাক কবিতাত পৃথিৱীৰ উৎপত্তি আৰু এটা দুৰ্জ্জয় প্ৰলয়ৰ বিষয়ে বৰ্ণনা কৰা কাহিনীবিলাকে অৱলম্বন কৰি বাইবেলৰ আগতীয়া ভাগৰ অধ্যায়বিলাক লিখা হৈছিল বুলি ভবা হয়।

তাৰ পাচত বেবিলনৰ পতন হৈছিল আৰু বহুত শতাব্দীৰ পাচত (প্ৰায় খৃঃ পূঃ ১০০০ চনৰ পৰা পিচৰ কালত) আছিৰিয়ানবিলাকে দৃশ্যপটত অৱতীৰ্ণ হৈ নিনেভেত ৰাজধানী পাতি এখন সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। এই মানুহবিলাক অতি অসাধাৰণ আছিল। তেওঁলোক অতি পাশৱিক আৰু নিষ্ঠুৰ আছিল। তেওঁলোকৰ গোটেই শাসন-পদ্ধতিটোৰ মূল ভেঁটি আছিল সন্ত্ৰাসবাদ। তেওঁলোকে সমূহীয়া হত্যাকাণ্ড আৰু ধ্বংস-লীলাৰে সমগ্ৰ মধ্য প্ৰাচ্যত এখন সাম্ৰাজ্য স্থাপন কৰিছিল। তেওঁলোক সেই কালৰ সাম্ৰাজ্যবাদী আছিল। তথাপি কিছুমান বিষয়ত তেওঁলোক সুৰুচিসম্পন্ন আছিল। নিনেভেত এটা বিশাল গ্ৰন্থাগাৰ সন্নিবিষ্ট কৰা হৈছিল, তাত প্ৰচলিত জ্ঞানৰ সকলো বিভাগৰ নিদৰ্শন আছিল। তোমাক নকলেও হব যে পুথিভঁৰালটো কাগজৰ পুথিভঁৰাল নাছিল, আধুনিক কিতাপৰ নিচিনা তাত একো নাছিল। সেই কালৰ কিতাপবিলাক ফলিত আছিল। নিনেভেৰ প্ৰাচীন গ্ৰন্থাগাৰৰ হাজাৰ হাজাৰ এনে ফলি বৰ্তমান লণ্ডনৰ "বৃটিছ মিউজিয়াম"ত (সংগ্ৰহালয়ত) আছে। সেইবিলাকৰ কিছুমানত অতি পাশৱিক বৰ্ণনা আছে। সেইবিলাকত ৰজাই তেওঁলোকৰ শত্ৰুৰ প্ৰতি আচৰা নিষ্ঠুৰতাৰ আৰু তেওঁলোকে সেই নিষ্ঠুৰতা উপভোগ কৰাৰ বৰ্ণনা আছে।

ভাৰতবৰ্ষত মহেঞ্জোদাৰোৰ যুগৰ পাচত আৰ্যবিলাক আহিছিল। তেওঁলোকৰ আগতীয়া কালছোৱাৰ ধ্বংসাৱশেষ বা প্ৰতিকৃতি এতিয়ালৈকে আবিষ্কৃত হোৱা নাই, কিন্তু তেওঁলোকৰ শ্ৰেষ্ঠ কীৰ্তিস্তম্ভ হৈছে তেওঁলোকৰ প্ৰাচীন বেদ কেইখন আৰু আন গ্ৰন্থবিলাক, এই গ্ৰন্থবিলাকে ভাৰতবৰ্ষ সমভূমিলৈ নামি অহা এই সৌভাগ্যশালী যোদ্ধাসকলৰ মনোবৃত্তিৰ বিষয়ে আমাক নিখুঁত জ্ঞান দিয়ে। এই গ্ৰন্থবিলাক শক্তি-ব্যঞ্জক প্ৰকৃতিৰ বিষয়ৰ কৰিতাৰে পৰিপূৰ্ণ; তেওঁলোকৰ দেৱতাসকলো প্ৰকৃতি-দেৱতা। কলাৰ যেতিয়া উন্নতি হৈছিল, তেতিয়া স্বাভাৱিকতে প্ৰকৃতিয়ে তাত শ্ৰেষ্ঠ অংশ গ্ৰহণ কৰিছিল। তেওঁলোকৰ আটাইতকৈ বেচি আগতীয়া কালৰ কলাৰ যিবিলাক ধ্বংসাৱশেষ আবিষ্কাৰ কৰা হৈছে, ভূপালৰ ওচৰত থকা সাচীৰ স্তূপবিলাক সেই-বিলাকৰ ভিতৰত পৰে। বৌদ্ধ যুগৰ আদি ভাগৰপৰা এইবিলাক নিৰ্মাণ কৰা হৈছিল আৰু এইবিলাকত খোদিত কৰা ফুল, গছৰ পাত আৰু জন্তুৰ সুন্দৰ চিত্ৰবিলাকে সেইবিলাক খোদিত কৰা শিল্পীসকলৰ প্ৰকৃতি-প্ৰীতি আৰু প্ৰকৃতিৰ বিষয়ে জ্ঞানৰ কথা আমাক জনায়।

তাৰ পাচৰ উত্তৰ-পশ্চিম ফালৰপৰা গ্ৰীক প্ৰভাৱ পৰিছিল, কাৰণ তোমাৰ মনত পৰিব যে আলেকজেণ্ডাৰৰ পাচত গ্ৰীক সাম্ৰাজ্যবিলাক ভাৰতীয় সীমান্তলৈকে বিস্তৃত হৈছিল; আৰু পিচৰ কালত সীমান্ত অঞ্চলত কুশানবিলাকৰ যি সাম্ৰাজ্য হৈছিল, সেই সাম্ৰাজ্যতো গ্ৰীক প্ৰভাৱৰ আধিপত্য হৈছিল। বুদ্ধ মূৰ্তি-পূজাৰ বিৰোধী আছিল। তেওঁ নিজক দেৱতা বুলি ধৰা নাছিল আৰু তেওঁক পূজা কৰিবলৈকো কোৱা নাছিল। পুৰোহিত প্ৰথাটোৱে সমাজত যিবিলাক বদগুণ সুমুৱাইছিল, তেওঁ সমাজক সেইবিলাকৰপৰা মুক্ত কৰিব খুজিছিল; পতিত আৰু দুৰ্ভগীয়া মানুহবিলাকক উদ্ধাৰ কৰিবলৈ চেষ্টা কৰা তেওঁ এজন সংস্কাৰক আছিল। বাৰাণসীৰ ওচৰত ইসিপতন বা সাৰনাথত দিয়া তেওঁৰ প্ৰথম ধৰ্মমূলক বক্তৃতাটোত তেওঁ কৈছিল, "মই আহিছোঁ, আৰু মানুহবিলাকক শুদ্ধ জ্ঞানেৰে সন্তুষ্ট কৰিবলৈ মই আহিছোঁ: ......সৰ্বগুণী মানুহে যদি জীৱৰ উপকাৰ সধাত নিজৰ জীৱন শেষ নকৰে, ভ্ৰষ্টাচাৰী মানুহবিলাকক যদি সান্ত্বনা নিদিয়ে, তেনেহলে তেনে মানুহৰ কোনো মূল্য নাই।... মোৰ মত হৈছে পুতৌৰ মত; সেই কাৰণেহে পৃথিৱীৰ সুখী মানুহবিলাকে ইয়াক টান পায়। নিৰ্বাণৰ পথ সকলোৰে কাৰণে মুকলি। যি ব্ৰাহ্মণে চাণ্ডালৰ কাৰণে নিৰ্বাণৰ পথ বন্ধ কৰি ৰাখে, তেৱোঁ চাণ্ডালৰ দৰেই তিৰোতা মানুহৰ গৰ্ভৰ পৰা জন্মগ্ৰহণ কৰিছিল। হাতীয়ে যেনেকৈ খাগবিৰে সজা ঘৰ বগৰাই পেলায় সেইদৰে তোমালোকেও তোমালোকৰ ৰিপুবিলাক নিৰ্মূল কৰা।......নিৰ্মল সত্য বদগুণৰ একমাত্ৰ প্ৰতিষেধক।" এইদৰে বুদ্ধই সজ আচৰণৰ পদ্ধতি আৰু জীৱনৰ পদ্ধতি শিকাইছিল। কিন্তু গুৰুৰ কথাৰ ভিতৰুৱা অৰ্থ নুবুজা মূৰ্খ মানুহৰ দৰে তেওঁৰ বহুতো শিষ্যই তেওঁ স্থিৰ কৰি দিয়া আচৰণৰ বাহ্যিক নিয়মবিলাক পালিছিল আৰু সেইবিলাকৰ ভিতৰুৱা তাৎপৰ্য বুজি নেপাইছিল। তেওঁৰ উপদেশ পালন কৰাৰ সলনি তেওঁলোকে তেওঁক পূজা কৰিছিল। তেতিয়াও বুদ্ধৰ মূৰ্তিৰ আবিৰ্ভাৱ হোৱা নাছিল, তেওঁৰ মূৰ্তিও সজা নহৈছিল।

তাৰ পাচত গ্ৰীচ আৰু আন গ্ৰীক দেশবিলাকৰ ভাৱবিলাক প্ৰচলিত হৈছিল,

আৰু সেইবিলাক দেশত দেৱতাৰ মূৰ্তি কৰা হৈছিল আৰু এই মূৰ্তিবিলাকৰ পূজা কৰা হৈছিল। ভাৰতবৰ্ষৰ উত্তৰ-পশ্চিম ফালে থকা গান্ধাৰত এই প্ৰভাৱটো আটাইতকৈ বেচি হৈছিল আৰু স্থাপত্যত শিশু বুদ্ধৰ মূৰ্তি ওলাইছিল। এইবিলাক মূৰ্তি তেওঁলোকৰ নিজৰ মনমোহা ক্ষুদ্ৰকায় দেৱতা "কিউপিড"ৰ মূৰ্তিৰ নিচিনা আছিল নাইবা পাচৰ কালত যি শিশু যিশু খৃষ্টৰ মূৰ্তিক ইটালীয়ানবিলাকে "পৱিত্ৰ শিশু খৃষ্ট" বুলিছিল, তাৰ নিচিনা আছিল। এইদৰে বৌদ্ধ ধৰ্মত মূৰ্তি-পূজাৰ আৰম্ভণ হৈছিল, আৰু ইয়াৰ উন্নতি হোৱাত শেহত প্ৰত্যেকটো বৌদ্ধ মন্দিৰতে বুদ্ধৰ মূৰ্তি পোৱা হৈছিল।

ইৰাণী বা পাৰসীয় প্ৰভাৱেও ভাৰতীয় কলাৰ পৰিৱৰ্তন সাধিছিল। বুদ্ধ বিষয়ৰ প্ৰাচীন কাহিনীবিলাক আৰু হিন্দুৰ মনোহৰ পুৰাণবিলাক ভাৰতীয় শিল্পীৰ বিষয়-বস্তুৰ অক্ষয় ভাণ্ডাৰ হৈছিল; অন্ধ্ৰদেশৰ অমৰাৱতীত, বোম্বাইৰ ওচৰৰ এলিফাণ্টাৰ গুহবিলাকত; অজন্তাত, ইলোৰাত আৰু আন বহুতো ঠাইত তুমি এইবিলাক প্ৰাচীন কাহিনী আৰু পৌৰাণিক আখ্যান শিলত আৰু ৰঙীন চিত্ৰত প্ৰকাশ কৰা দেখিবলৈ পাবা। চাবলৈ যোৱাৰ বাবে আচৰিতভাৱে উপযুক্ত ঠাই এইবিলাক, আৰু মই বাঞ্ছা কৰোঁ স্কুলত পঢ়া প্ৰত্যেকজনী ছোৱালী আৰু প্ৰত্যেকটো লৰাই এই ঠাইবিলাকৰ অন্ততঃ কেইখনমান ঠাইলৈ যেন যাব পাৰে।

ভাৰতীয় পৌৰণিক আখ্যানবিলাক সাগৰ পাৰ হৈ দূৰতৰ ভাৰতবৰ্ষতো প্ৰচাৰিত হৈছিল। যাভাৰ বৰোবুদুৰত বুদ্ধৰ সম্পূৰ্ণ কাহিনী এটা এলানি অসাধাৰণ "ফ্ৰেস্কো" চিত্ৰৰে শিলত প্ৰকাশ কৰা আছে। আঙ্কোৰ ভাটৰ ধ্বংসাৱশেষৰ মাজত এতিয়াও এনে বহুতো সুন্দৰ মূৰ্তি আছে, যিবিলাক ৮০০ বছৰৰ পূৰ্বে যেতিয়া সেই নগৰখন পুৱ-এচিয়াত "মহত্বপূৰ্ণ আঙ্কোৰ" নামে জনাজাত আছিল সেই কালৰ কথা আমাৰ মনত পেলায়। এই মূৰ্তিবিলাকৰ মুখ শান্ত আৰু সম্পূৰ্ণ সতেজ আৰু সৰহ ভাগত যি এটা আচৰিত আৰু মনভুলুৱা হাঁহি বিৰিঙি আছে, সি "আঙ্কোৰৰ মিচিকিয়া হাঁহি" নামে জনাজাত হৈছে। যদিও জাতিগত চানেকিৰ পৰিৱৰ্তন ঘটিছে, তথাপি এই মিচিকিয়া হাঁহিটো একেবাহে প্ৰকাশিত হৈ আছে আৰু ই কেতিয়াও আমনি লগাকৈ একেসুৰীয়া নহয়।

কলাৰ যুগ এটা মানুহৰ জীৱন আৰু সভ্যতাৰ বিশ্বাসী দাপোণ। ভাৰতীয় সভ্যতা যেতিয়া সম্পূৰ্ণ সতেজ আছিল, তেতিয়া ই সৌন্দৰ্য প্ৰকাশ কৰা বস্তু সৃষ্টি কৰিছিল, কলাৰ সমৃদ্ধি হৈছিল আৰু ইয়াৰ প্ৰতিধ্বনি সুদূৰ দেশবিলাকলৈ গৈছিল। কিন্তু তুমি জানা যে এই গতিহীনতা আৰু অৱনতি আৰম্ভ হৈছিল আৰু দেশখন যেতিয়া ভাগ ভাগ হৈছিল, তেতিয়া লগে লগে কলাৰো পতন হৈছিল। ইয়াৰ শক্তি আৰু তেজ নাশ হৈছিল আৰু সৰু-সুৰা বিষয়ৰ বোজাৰে ইয়াক কোঙা কৰা হৈছিল আৰু কোনো কোনো সময়ত ই অতি অশোভনীয় হৈছিল। মুচলিমবিলাকৰ আগমনে এই আকস্মিক আঘাত দিছিল আৰু নতুন প্ৰভাৱ আনিছিল, এই প্ৰভাৱবিলাকে অনুচিতভাৱে অলঙ্কৃত ভাৰতীয় কলাৰ কলুষিত ৰীতিবিলাক গুচাইছিল। ইয়াৰ মূলত প্ৰাচীন ভাৰতীয় আদৰ্শ আছিল, কিন্তু ইয়াক আৰব আৰু পাৰস্যৰ পৰা অহা নতুন সাজপাৰেৰে সৰল আৰু লালিত্যপূৰ্ণভাৱে সজোৱা হৈছিল। অতীত কালত

হাজাৰ হাজাৰ শ্ৰেষ্ঠ নিৰ্মাণকাৰী ভাৰতবৰ্ষৰপৰা মধ্য এচিয়ালৈ গৈছিল। এই কালত পশ্চিম এচিয়াৰ পৰা স্থপতি আৰু চিত্ৰকৰ ভাৰতবৰ্ষলৈ আহিছিল। পাৰস্য আৰু মধ্য এচিয়াত ইয়াৰ আগতে কলা বিষয়ত নৱ জাগৰণ হৈছিল, কনষ্টাণ্টিনোপলত শ্ৰেষ্ঠ স্থপতিয়ে অতি বৃহৎ অট্টালিকাবিলাক সাজিছিল। এই যুগটো ইটালিতো নৱ জাগৰণৰ আৰম্ভণিৰ যুগ আছিল, সেই কালতে শ্ৰেষ্ঠ শিল্পীৰ প্ৰখ্যাত এটা গোষ্ঠীয়ে মনোহৰ ৰঙীন চিত্ৰ আৰু প্ৰতিমূৰ্তিৰ সৃষ্টি কৰিছিল।

চিনান সেই কালৰ প্ৰখ্যাত তুৰ্কী স্থপতি আছিল, বাবৰে চিনানৰ প্ৰিয় ছাত্ৰ ইউচুফক মাতি আনিছিল। ইৰানত বিহ্জাদ শ্ৰেষ্ঠ চিত্ৰকৰ আছিল, আকবৰে বিহ্জাদৰ প্ৰিয় ছাত্ৰ বহুতেক মাতি আনি তেওঁলোকক তেওঁৰ ৰাজসভাৰ চিত্ৰকৰ কৰিছিল। স্থাপত্য, চিত্ৰাঙ্কণ—এই দুয়ো বিষয়তে পাৰসীয় প্ৰভাৱৰ প্ৰাধান্য হৈছিল। মোৰ আগৰ এখন চিঠিত মোগল ভাৰতবৰ্ষৰ এই ভাৰতীয়-মুচলিম কলাৰ ৰীতিত নিৰ্মিত কিছুমান বৃহৎ অট্টালিকাৰ কথা মই তোমাক কৈছোঁ। সেইবিলাকৰ বহুত তুমি দেখিছা। তাজমহল এই ভাৰতীয়-পাৰসীয় কলাৰ আটাইতকৈ শ্ৰেষ্ঠ বিজয়। বহুতো মহৎ শিল্পীয়ে ইয়াৰ নিৰ্মাণত সহায় কৰিছিল। প্ৰবাদ আছে যে উস্তাদ ইচা নামে তুৰ্কী নাইবা পাৰসীয় লোক এজন ইয়াৰ প্ৰধান স্থপতি আছিল আৰু ভাৰতীয় স্থপতিয়ে তেওঁক সহায় কৰিছিল। ইয়াৰ ভিতৰ ফালৰ সাজ-সজ্জাৰ কাম কেইজনমান ইউৰোপীয় শিল্পীয়ে, বিশেষকৈ এজন ইটালীয় শিল্পীয়ে কৰিছিল বুলি ভবা হয়। ইমানবিলাক বিভিন্ন পাৰদৰ্শী শিল্পীয়ে ইয়াত কাম কৰা সত্বেও ইয়াৰ কʼতো অমিল বা বিৰোধী ভাৱ নাই। সকলোবিলাক বিভিন্ন প্ৰভাৱৰ সংমিশ্ৰণত এটা আচৰিত সমন্বয় সাধন কৰা হৈছে। বহুত মানুহে তাজত কাম কৰিছিল, কিন্তু পাৰসীয় আৰু ভাৰতীয়—এই দুটা প্ৰভাৱৰ ইয়ত প্ৰাধান্য হৈছে; সেই কাৰণে মʼচিয়ে গ্ৰুচেটে ইয়াক "ভাৰতবৰ্ষৰ শৰীৰত জন্ম লোৱা ইৰানৰ আত্মা" বুলিছে।